MAHĀBHĀRATA, VANAPARVAN, Assamese translation of the Mahabharata by 27 Sanskrit Scholars of Assam, edited by Dr. B, K. Barua (Chief Editor), Dr. S. N. Sarma, Sri B. N. Shastri, Sri R. K. Deva Sarma, Sri J. Sarma, Dr. M. Neog, Sri B. C. Goswami, and published by the Registrar, Gauhati University in the Department of Publication, April 1975

Price Rs. 35·00 only

*Printed by*
Sri Prafulla Dawka,
at the Gauhati University Press,
GAUHATI—14

# আগ-কথা

'ভাৰতীয় চিন্তা, সাধনা, দৰ্শন, আদৰ্শ, আচাৰ-ৰীতি, সমাজ আৰু ৰাজনীতি বিষয়ৰ বিপুল বিশ্বকোষ' মহাভাৰতখনি মূল সংস্কৃতৰপৰা অসমীয়া গদ্যলৈ সম্পূৰ্ণে ভাঙি উলিয়াই খণ্ড-খণ্ডকৈ প্ৰকাশ কৰাৰ কাম গুৱাহাটী বিশ্ববিদ্যালয়ে ১৯৬০ চনতে হাতত লয়, আৰু, ১৯৬২ চনত আদি-পৰ্ব্ব আৰু ১৯৬৩ চনত সভা-পৰ্ব্ব ছপা হৈ ওলায়। এই কামৰ কাৰণে ভাৰত চৰকাৰৰ তেতিয়াৰ বৈজ্ঞানিক গৱেষণা আৰু সাংস্কৃতিক পৰিক্ৰমা মন্ত্ৰী-দপ্তৰ আৰু অসম চৰকাৰৰ শিক্ষা-বিভাগে বিশ্ববিদ্যালয়লৈ ৮২ হেজাৰ টকাৰ এটি আৰ্থিক সাহায্য আগ বঢ়ায়।

এই ধনৰ প্ৰায় সমুদায় মহাভাৰতৰ ওঠৰওটি পৰ্ব্বৰ ভাঙনি, সম্পাদনা, ছপাশালৰ উপযোগীকৈ প্ৰতিলিপিকৰণ, আৰু আদি-পৰ্ব্ব আৰু সভা-পৰ্ব্বৰ দুই খণ্ডত প্ৰকাশ-কাৰ্য্যত, শেষ হয়। হাতত থকা ৬ হেজাৰৰ সামান্য অধিক টকাৰে বাকী পৰ্ব্ব ১৬ টা প্ৰকাশ কৰাটো অসম্ভৱ হৈ পৰাত, বিষয়টো বিশ্ব-বিদ্যালয়ৰ সমুখত এটা সমস্যা-ৰূপে দেখা দিয়ে।

সমস্যাৰ সমাধানকল্পে বিশ্ববিদ্যালয়-কৰ্তৃপক্ষ পুনৰ অসম চৰকাৰৰ কাষ চাপে, আৰু চৰকাৰেও বিষয়ৰ গুৰুত্ব উপলব্ধি কৰি ৬২ হেজাৰ টকাৰ আৰ্থিক সাহায্য এটি মঞ্জুৰ কৰে।

আমি এই ধনেৰেই মহাভাৰতৰ বাকী পৰ্ব্ব কেইটি প্ৰকাশ কৰিবলৈ ওলাইছো। পৰ্ব্বৰ আকাৰ অনুযায়ী খণ্ড বিভাগ কৰাৰ মানসে আমি বন-পৰ্ব্বটি এটি খণ্ডত আৰু বাকী পৰ্ব্ব ১৫ টি ৬ টা খণ্ডত ছপা কৰি উলিওৱাৰ আঁচনি কৰিছো। আমাৰ এই আঁচনিৰে প্ৰথম ফলাগম বন-পৰ্ব্বটি সহৃদয় পাঠক-পাঠিকাসকললৈ আগ বঢ়ালো।

কেন্দ্ৰীয় আৰু আমাৰ ৰাজ্যিক চৰকাৰ, বিশ্ববিদ্যালয়ৰ কৰ্তৃপক্ষ, অনুবাদকসকল, প্ৰতিলিপিকাৰ, গুৱাহাটী বিশ্ববিদ্যালয়ৰ ছপাশাল আৰু বিশ্ববিদ্যালয়ৰ প্ৰকাশন-বিভাগৰ নাম এই খণ্ডটিৰ লগত কৃতজ্ঞতাৰে জড়িত কৰিলো।

আৰু,

যিগৰাকী বিৰাট ব্যক্তিত্বসম্পন্ন, উদ্যোগী পুৰুষৰ কল্পনা, পৰিকল্পনা আৰু এহাতধীয়া চেষ্টাত আমি এই মহান জাতীয় অভাৱটি পূৰণ কৰাৰ কামত সাধ্যানুসৰি, উৎসাহ-সহকাৰে আগ বাঢ়িব পাৰিলোহক, সেই প্ৰাতঃস্মৰণীয় বিৰিঞ্চি কুমাৰৰ অনুপ্ৰেৰণাময় স্মৃতি-মাথোন আমালৈ থাকিল। মহাভাৰতৰ অসমীয়া অনুবাদ আৰু প্ৰকাশৰ দীঘে-বাণিয়ে এই অতি কৰুণ বেদনাময় স্মৃতি গ্ৰথিত থাকিব।

মহেশ্বৰ নেওগ
সম্পাদক

বনপৰ্ব্বৰ সম্পাদকমণ্ডল।

ডঃ বিৰিঞ্চি কুমাৰ বৰুৱা, মুখ্য সম্পাদক
ডঃ সত্যেন্দ্ৰ নাথ শৰ্ম্মা
শ্ৰীবিশ্বনাৰায়ণ শাস্ত্ৰী
শ্ৰীৰজনীকান্ত দেৱশৰ্ম্মা
শ্ৰীযোগেশ্বৰ শৰ্ম্মা
ডঃ মহেশ্বৰ নেওগ
শ্ৰীবিপিন চন্দ্ৰ গোস্বামী

বনপৰ্ব্বৰ অনুবাদকমণ্ডল

শ্ৰীচিদানন্দ তৰ্কতীৰ্থ
শ্ৰীশিৱচন্দ্ৰ তৰ্কতীৰ্থ
শ্ৰীদেৱেন্দ্ৰনাথ তৰ্কতীৰ্থ
শ্ৰীগৌৰীকান্ত শৰ্ম্মা
শ্ৰীকবিচন্দ্ৰ মহন্ত
শ্ৰীৰাজেশ্বৰ তৰ্কতীৰ্থ
শ্ৰীহেম চন্দ্ৰ শৰ্ম্মা
শ্ৰীগঙ্গানাথ মীমাংসা-শিৰোমণি
শ্ৰীৰজত চন্দ্ৰ স্মৃতিতীৰ্থ
শ্ৰীগঙ্গানাথ শৰ্ম্মা
শ্ৰীজীৱেশ্বৰ শৰ্ম্মা
শ্ৰীদীনেশ চন্দ্ৰ দত্ত
শ্ৰীলক্ষীকান্ত শৰ্ম্মা
শ্ৰীহৰগোবিন্দ স্মৃতিতীৰ্থ
শ্ৰীদেৱেশ্বৰ গোস্বামী
শ্ৰীউমাকান্ত শৰ্ম্মা
শ্ৰীভৱদেৱ ভাগৱতী
শ্ৰীঅমৰেন্দ্ৰনাথ গোস্বামী
শ্ৰীবিপিন চন্দ্ৰ গোস্বামী
শ্ৰীমতী নিৰ্ম্মলা দেৱী
শ্ৰীঅনিৰুদ্ধ দেৱ শৰ্ম্মা
শ্ৰীকেশৱ চন্দ্ৰ ভাগৱতী
শ্ৰীযোগেশ্বৰ শৰ্ম্মা
শ্ৰীকামাখ্যা ভট্টাচাৰ্য
শ্ৰীভগৱান গোস্বামী
শ্ৰীভৱকৃষ্ণ মিশ্ৰ
শ্ৰীতিলেশ্বৰ শৰ্ম্মা

# সূচী-পত্র

দ্রৌপদী-সত্যভামা-সংবাদ-পর্ব



ঘোষ-যাত্রা-পর্ব



মৃগ-স্বপ্নোদ্ভব-পর্ব

# মহাভাৰত

## ॥ বনপৰ্ব্ব ॥

### ॥ অধ্যায় ১ ॥

### ॥ পাণ্ডৱসকলৰ বন-গমন আৰু অনুগামী পুৰবাসীসকলৰ প্ৰত্যাবৰ্ত্তন ॥

অন্তৰ্য্যামী নাৰায়ণ-স্বৰূপ ভগবান শ্ৰীকৃষ্ণ, (তেওঁৰ নিত্য সখা), নৰস্বৰূপ নৰশ্ৰেষ্ঠ অৰ্জ্জুন, (তেওঁৰ লীলা প্ৰকাশকাৰিণী) ভগৱতী সৰস্বতী আৰু (সেই লীলাসমূহৰ সঙ্কলনকৰ্ত্তা) মহৰ্ষি বেদব্যাসলৈ সেৱা জনাই জয় অৰ্থাৎ মহাভাৰত পাঠ কৰা উচিত।
জনমেজয়ে সুধিলে—হে বিপ্ৰবৰ, ধৃতৰাষ্ট্ৰৰ দুষ্টমতি পুত্ৰবোৰে মন্ত্ৰীসকলেৰে সৈতে এইদৰে ছলেৰে যেতিয়া পাশা-খেলত পাণ্ডৱসকলক হৰুৱাই কুপিত কৰিলে আৰু ভয়ানক শত্ৰুতাৰ সৃষ্টি কৰি তেওঁলোকক অতি কঠোৰ কথা শুনালে, মোৰ পিতৃৰ পিতামহ যুধিষ্ঠিৰ আদি কুৰুবংশীয়সকলে তেতিয়া কি কৰিলে? ১—২ ॥

আৰু হঠাতে ধনসম্পত্তিহীন হোৱা বাবে বৰ দুখত পৰা সেই ইন্দ্ৰৰ দৰে তেজস্বী পাণ্ডৱসকলে বনত কিভাৱে বিহাৰ কৰিবলৈ ধৰিলে? ৩ ॥

ভয়ানক বিপদত পৰা সেই পাণ্ডৱসকলক বনলৈ কোনে কোনে অনুসৰণ কৰিছিল? বনত সিসকলে কেনে আচাৰ-ব্যৱহাৰ কৰিছিল, আৰু বাসেই বা কৰিছিল ক'ত? ৪ ॥

হে মহামুনি, হে দ্বিজশ্ৰেষ্ঠ, শত্ৰুসংহাৰকাৰী সেই মহাবীৰসকলৰ বাৰ বছৰ কাল বনত কিদৰে অতিবাহিত হৈছিল? ৫ ॥

জগতৰ সুন্দৰীসকলৰ ভিতৰত শ্ৰেষ্ঠা, পতিব্ৰতা, সদায় সঁচা কথা কওঁতা, মহা-ভাগ্যৱতী ৰাজকুমাৰী দ্ৰৌপদীয়ে, যি কেতিয়াও দুখ ভোগাৰ যোগ্য নহয় তেওঁ, বনবাসৰ ভয়ানক কষ্ট কিদৰে সহিলে ? হে তপোধন, এই সকলোবোৰ মোক বহলাই কওক। ৬—৭ ॥

হে বিপ্ৰ, আপোনাৰ মুখৰপৰা মহাপৰাক্ৰমী আৰু তেজস্বী পাণ্ডৱসকলৰ চৰিত্ৰৰ বিষয়ে শুনিবলৈ ইচ্ছা কৰিছো। ইয়াৰ বাবে মোৰ মনত বৰ কৌতূহল হৈছে। ৮ ॥

বৈশম্পায়নে কলে, এইদৰে মন্ত্ৰীসকলেৰে সৈতে ধৃতৰাষ্ট্ৰৰ দুৰাত্মা পুত্ৰবিলাকৰ দ্বাৰা পাশাখেলত পৰাজিত আৰু ক্ৰুদ্ধ হৈ কুন্তীপুত্ৰসকলে হস্তিনাপুৰৰপৰা প্ৰস্থান কৰিলে। ৯ ॥

বৰ্দ্ধমানপুৰৰ ফালে থকা দুৱাৰেদি ওলাই অস্ত্ৰধাৰী পাণ্ডৱসকলে দ্ৰৌপদীৰে সৈতে উত্তৰ-মুখে খোজ ললে। ১০ ॥

ইন্দ্ৰসেন আদি পোন্ধৰজন সেৱকে তিৰোতাবোৰক লৈ বেগী ৰথেৰে তেওঁলোকক অনুসৰণ কৰিলে। ১১ ॥

পাণ্ডৱসকল বনলৈ গ'ল বুলি জানিব পাৰি পুৰবাসীসকল শোকতে ম্ৰিয়মাণ হ'ল আৰু নিৰ্ভীকভাৱে ভীষ্ম, বিদুৰ, দ্ৰোণ আৰু কৃপাচাৰ্য্যক বাৰে বাৰে তিৰস্কাৰ কৰি তেওঁলোকে পৰস্পৰে এইদৰে কোৱা-কুই কৰিবলৈ ধৰিলে। ১২ ॥

পুৰবাসীসকলে কলে—আমাৰ এই কুল, আমাৰ ঘৰ-দুৱাৰ এতিয়া আৰু নাথাকে, আমিও নাথাকোঁ ; কাৰণ পাপী দুৰ্য্যোধনে সুবলপুত্ৰ শকুনিৰ বুদ্ধি লৈ কৰ্ণ আৰু দুঃশাসনৰ সহযোগত এই ৰাজ্য শাসন কৰিবলৈ বিচাৰিলে। ১৩—১৪ ॥

য'ত পাপীৰ সহায়ত এই পাপাত্মাই ৰাজ্য চলাবলৈ ইচ্ছা কৰিছে তাত আমাৰ কুল, আচাৰ, ধৰ্ম্ম আৰু অৰ্থ ৰক্ষা পৰিব নোৱাৰে, গতিকে সুখ হব কেনেকৈ ? ১৫ ॥

দুৰ্য্যোধন হৈছে গুৰুবিদ্বেষী, তেওঁ সদাচাৰ আৰু সুহৃদ-বন্ধুসকলক ত্যাগ কৰিলে। তেওঁ অৰ্থলোভী, অহঙ্কাৰী, নীচপ্ৰকৃতিৰ আৰু স্বভাৱতে বৰ নিষ্ঠুৰ। ১৬ ॥

দুৰ্য্যোধন য'ত ৰজা, তাত সমগ্ৰ পৃথিৱীখনেই নাইকিয়া যেন, এতেকে এইটোৱেই উচিত হব যে, পাণ্ডৱসকল যলৈকে ওলাইছে আমিও তলৈকে যাওঁ-হক। ১৭ ॥

কিয়নো পাণ্ডৱসকল দয়ালু, উদাৰ, জিতেন্দ্ৰিয়, শত্ৰুজয়ী, লজ্জাশীল, কীৰ্ত্তিমান ধাৰ্ম্মিক আৰু সদাচাৰ-পৰায়ণ। ১৮ ॥

বৈশম্পায়নে কলে, এইদৰে কোৱা-কুই কৰি সেই পুৰবাসীসকল পাণ্ডৱসকলৰ পিছে পিছে গ'ল আৰু কুন্তীতনয় আৰু মাদ্ৰী-পুত্ৰসকলৰ ওচৰ চাপি যোৰ-হাতে এইদৰে কবলৈ ধৰিলে। ১৯ ॥

আপোনালোকৰ কল্যাণ হওক। আপোনালোকৰ বিচ্ছেদত দুখিত হোৱা

আমাক এৰি আপোনালোক কোনফালে যাব খুজিছে ? আপোনালোক যলৈকে গলাইছে আমিও তলৈকে পিছে পিছে যাম। ২০ ॥

নির্দয় শত্রুৱে আপোনালোকক অন্যায়ভাৱে পাশা-খেলত ঘটুৱাইছে বুলি শুনি আমি সকলো বৰ উদ্বিগ্ন হৈছো।

আপোনালোকৰ সেৱক, অনুৰক্ত, সুহৃদ আৰু সদায় আপোনালোকৰ প্রিয় আৰু হিতকৰ কাৰ্য্যত ৰত থকা আমাক এৰি নাযাব। কু-ৰজাৰ ৰাজ্যত থাকি আমি নাশ হব নোখোজোঁ। ২১—২২ ॥

হে নৰশ্রেষ্ঠ পাণ্ডৱসকল, শুভ আৰু অশুভৰ আশ্রয়ত থাকিলে তাৰ সংসর্গই মানুহৰ গাত যিদৰে গুণ-দোষৰ সৃষ্টি কৰে, তাক কওঁ শুনক। ২৩ ॥

যিদৰে সুগন্ধি ফুলৰ সংসর্গই কাপোৰ, পানী, তেল আৰু মাটিকো সুগন্ধ কৰে, সেইদৰে সৎ আৰু অসৎ সংসর্গৰপৰা মানুহৰ শুভ আৰু অশুভ গুণে দেখা দিয়ে। ২৪ ॥

মূৰ্খ মানুহৰ লগত কৰা সংসর্গই মায়া মোহৰ উৎপত্তি কৰে। আৰু সাধু সংসর্গ দিনে দিনে ধর্ম্ম-প্রাপ্তিৰ হেতু হয়। ২৫ ॥

সেই কাৰণে জ্ঞানী, বৃদ্ধ আৰু শুদ্ধ স্বভাৱবিশিষ্ট, শান্তিপৰায়ণ, তপস্বী সাধু-লোকৰ সঙ্গ লোৱা উচিত। ২৬ ॥

যিসকলৰ বিদ্যা, জাতি আৰু কৰ্ম্ম এই তিনিওবিধ বিশুদ্ধ সেইসকলৰ সঙ্গ লব লাগে। কাৰণ তেনে লোকৰ সংসর্গ-প্রভাৱ শাস্ত্র পাঠতকৈও প্রবল। ২৭ ॥

আমি অগ্নিহোত্র আদি শুভ কৰ্ম্মৰ অনুষ্ঠান নকৰিলেও পুণ্যাত্মা সাধু পুৰুষ-সকলৰ সঙ্গত থাকিলে আমাৰ পুণ্য লাভ হব আৰু পাপীৰ সংসর্গত থাকিলে পাপ সঞ্চয়হে হব। ২৮ ॥

দুষ্টলোকৰ দর্শন, স্পর্শন, তেওঁলোকৰ লগত কথা-বতৰা আৰু উঠা-বহা কৰাৰ-পৰা ধৰ্ম্ম আচৰণৰ হানি হয় আৰু তেনে মানুহে কেতিয়াও চিত্ত শুদ্ধি কৰিব নোৱাৰে। ২৯ ॥

হীন লোকৰ লগত সংসর্গ কৰিলে মানুহৰ বুদ্ধি হীন হৈ যায়, মধ্যমবিধ লোকৰ সংসর্গত মধ্যম হয় আৰু উত্তম লোকৰ সঙ্গত দিনকে দিনে শ্রেষ্ঠ হয়। ৩০ ॥

উত্তম, প্রসিদ্ধ আৰু বিশেষকৈ ধাৰ্ম্মিক মানুহে সংসাৰত ধৰ্ম্ম, অৰ্থ আৰু কাম-উৎপত্তিৰ কাৰণ হিচাপে যিবোৰ বেদোক্ত গুণ (সাধন) নির্দেশ কৰিছে সেই-বোৰেই লোকাচাৰত প্রকাশিত হয়, মানুহে কাৰ্য্যত পৰিণত কৰে আৰু শিষ্টসকলে সেইবোৰকেই আদৰ কৰে। ৩১ ॥

সেই সকলোবোৰ সৎ গুণ একেলগে আৰু বেলেগে বেলেগে আপোনালোকৰ গাত বিদ্যমান এতেকে মঙ্গলকামী আমি সকলোৱে আপোনালোকৰ দৰে গুণীলোকৰ মাজত থাকিব খোজোঁ। ৩২ ॥

যুধিষ্ঠিৰে কলে,—আমি ধন্য মানিছো, কাৰণ ব্ৰাহ্মণ আদি প্ৰজাবৰ্গই স্নেহ আৰু কৰুণাৰ বশ হৈ আমাৰ গাত নথকা গুণবোৰো থকা বুলি কৰলৈ ধৰিছে। ৩৩ ॥

ভাইহঁতেৰে সৈতে মই আপোনালোকক কেইআষাৰমান কথা কব খোজোঁ। আপোনালোকে আমাৰ ওপৰত স্নেহ আৰু কৃপা প্ৰকাশ কৰি অন্যথা নকৰে যেন। ৩৪ ॥

আমাৰ পিতামহ ভীষ্ম, ৰজা ধৃতৰাষ্ট্ৰ, বিদুৰ, মোৰ মাতৃদেৱী আৰু আন বন্ধু-বান্ধৱ প্ৰায়খিনিয়েই হস্তিনাপুৰতেই আছে। ৩৫ ॥

তেওঁলোক সকলোৱেই আপোনালোকৰ লগতেই শোক-তাপত আতুৰ হৈছে। এতেকে আপোনালোকে আমাৰ হিতৰ কাৰণে তেওঁলোকক যত্নেৰে পালন কৰকগৈ। ৩৬ ॥

এতিয়া ঘূৰি যাওক, আপোনালোক বহু দূৰলৈ আহিল। মোৰে শপত—মোৰ লগত আৰু নাহিব। মোৰ আপোনসকল আপোনালোকৰ আশ্ৰয়তে থাকিল; তেওঁলোকলৈ মৰম ৰাখিব। ৩৭ ॥

কাৰ্য্যবোৰৰ ভিতৰত এইটোৱেই সৰ্ব্বোত্তম কাৰ্য্য বুলি মোৰ মনত ধাৰণা হয়, তাকে কৰিলেই মোৰ পৰম সন্তোষ আৰু উপকাৰ কৰা হব। ৩৮ ॥

বৈশম্পায়নে কলে—ধৰ্ম্মৰাজৰ দ্বাৰা সেইদৰে অনুৰোধ কৰা হলত সেই প্ৰজা-সকলে "হায় মহাৰাজ!" বুলি সমস্বৰে ভয়ানক চিঞৰ এটা মাৰিলে। ৩৯ ॥

কুন্তীপুত্ৰ যুধিষ্ঠিৰৰ গুণাৱলী সুঁৱৰি সুঁৱৰি তেওঁলোক দুখতে বৰ পীড়িত আৰু আতুৰ হ'ল। পাণ্ডৱসকলক অনুগমন কৰাৰ ইচ্ছা পূৰ্ণ কৰিব নোৱাৰি তেওঁলোকে পাণ্ডৱসকলক লগ ধৰিয়েই ঘূৰি আহিল। ৪০ ॥

নগৰবাসীসকল ঘূৰি যোৱাত পাণ্ডৱসকল ৰথত উঠি গঙ্গা নদীৰ পাৰত থকা 'প্ৰমাণ' নামৰ বৰ ডাঙৰ বট গছ এজোপাৰ ওচৰলৈ আহিল। ৪১ ॥

গধূলি পৰত সেই বটজোপাৰ ওচৰ পালত বীৰ পাণ্ডৱসকলে পবিত্ৰ জল স্পৰ্শ (হাত-ভৰি ধুই সন্ধ্যা আদি) কৰি সেই নিশাটো তাতেই কটালে। ৪২ ॥

দুখতে আতুৰ হৈ তেওঁলোকে পানী খায়েই সেই নিশা কটালে। কেইগৰাকী-মান ব্ৰাহ্মণ মৰমতে এওঁলোকৰ লগে লগেই আহিছিল। ৪৩ ॥

তেওঁলোকৰ ভিতৰত কেইগৰাকীমান সপৰিবাৰে আহিছিল আৰু আন কেই-গৰাকীমান স্নাতক ব্ৰহ্মচাৰী আছিল। তেওঁবিলাকে নিজৰ শিষ্য আৰু বন্ধু-বান্ধৱকো লগত আনিছিল। সেই বেদজ্ঞসকলৰ দ্বাৰা বেষ্টিত হৈ ৰজা যুধিষ্ঠিৰে অতিশয় শোভা ধাৰণ কৰিলে। ৪৪ ॥

স্বাভাৱিকতে ৰমণীয় আৰু ৰাক্ষস আদিৰ বাবে ভয় লগা সেই গধূলি সময়ত জুই জলাই বেদমন্ত্ৰৰ ধ্বনিৰে হবন কৰি ব্ৰাহ্মণসকলে কথা-বতৰা পাতিবলৈ ধৰিলে। ৪৫ ॥

"হংসৰ দৰে মযুৰৰৰবিশিষ্ট সেই শ্ৰেষ্ঠ ব্ৰাহ্মণসকলে কুৰুশ্ৰেষ্ঠ ৰজা যুধিষ্ঠিৰক বনবাসৰ বিষয়ে নানা প্ৰকাৰৰ আশ্বাস দি গোটেই নিশা আনন্দ মনেৰে কটালে । ৩৬ ॥

ইতি মহাভাৰতৰ বনপৰ্ব্বৰ অন্তৰ্গত অৰণ্যপৰ্ব্বত পুৰবাসীসকলৰ প্ৰত্যাবৰ্ত্তন নামৰ প্ৰথম অধ্যায় । ১ ॥

## ॥ অধ্যায় ২ ॥

# ॥ পাণ্ডৱসকলৰ বন-গমন ॥

বৈশম্পায়নে কলে, ৰাতি পুৱালত অনায়াসে মহান কাৰ্য্য কৰিব পৰা সেই পাণ্ডৱসকল যেতিয়া বনলৈ যাবলৈ ওলাল তেতিয়া ভিক্ষাজীৱী ব্ৰাহ্মণ কেইজন লগত যাবলৈ বুলি তেওঁলোকৰ সমুখত থিয় হল । ১ ॥

তেতিয়া কুন্তীপুত্ৰ ৰজা যুধিষ্ঠিৰে তেওঁলোকক কলে, ব্ৰাহ্মণসকল, আমাৰ ৰাজ্য, লক্ষ্মী আৰু আন সকলো পাশা খেলত হৰি নিয়া হল । আমি ফল, মূল আৰু অন্ন আহাৰ কৰি থাকিম বুলি দুখেৰে বনলৈ যাবলৈ ওলাইছো । বনত বহুতো কষ্ট আছে আৰু নানাবিধ বাঘ, সাপ আদি হিংস্ৰ জন্তু আছে । ২-৩ ॥

মই জানো যে তাত আপোনালোকৰ নিশ্চিতভাৱে বৰ কষ্ট হব । ব্ৰাহ্মণক দিয়া কষ্টই দেৱতাসকলকো বিনাশ কৰিব পাৰে, মোৰতো কথাই নাই । এতেকে বিপ্ৰসকল, আপোনালোকৰ যলৈকে মন যায় ঘূৰি যাওক । ৪ ॥

ব্ৰাহ্মণসকলে কলে,— মহাৰাজ, আপোনাৰ যি গতি হয় আমিও তাকেই ভোগ কৰিবলৈ উদ্যত হৈছোহক । আমি আপোনাৰ ভক্ত আৰু ধৰ্ম্ম-মাৰ্গৰ প্ৰদৰ্শক, এতেকে আমাক পৰিত্যাগ কৰা উচিত নহয় । ৫ ॥

দেৱতাসকলেও ভক্তসকলৰ প্ৰতি, বিশেষকৈ সদাচাৰ-পৰায়ণ ব্ৰাহ্মণসকল প্ৰতি নিশ্চিতভাৱে অনুগ্ৰহ প্ৰদৰ্শন কৰে । ৬ ॥

যুধিষ্ঠিৰ উত্তৰ দিলে,—হে দ্বিজসকল, মোৰ মনতো ব্ৰাহ্মণসকলৰ প্ৰতি উত্তম ভক্তি আছে, কিন্তু সহায়ক উপচাৰবোৰৰ অভাৱেই মোক দুখিত যেন কৰিছে ।

যি কেইজন মোৰ ভায়ে ফল, মূল, মৌ আদি আহাৰ্য্য বস্তুবোৰ গোটাই আনিব পাৰিলেহেঁতেন, তেওঁলোকো শোকজনিত দুখতে কাতৰ হৈছে । ৮ ॥

দ্ৰৌপদীৰ অপমান আৰু ৰাজ্য অপহৰণ হোৱা হেতুকে দুখতে পীড়িত হোৱা ইহঁতক দুনাই কষ্ট দিবলৈ মই ভাল পোৱা নাই । ৯ ॥

ব্ৰাহ্মণসকলে কলে,—হে পাৰ্থিৱ, আমাক পোহ-পাল দিয়াৰ কাৰণে আপুনি মনত একো চিন্তা নকৰিব । আমি নিজেই নিজৰ বাবে আহাৰৰ ব্যৱস্থা কৰি আপোনাৰ লগত যাম । ১০ ॥

আমি কল্যাণ চিন্তা আৰু জপৰ দ্বাৰা আপোনাৰ মঙ্গল কৰিম আৰু নানা প্ৰকাৰৰ মনোৰম কাহিনী শুনাই আপোনাৰ লগত আনন্দেৰে বনত বিচৰণ কৰিম। ১১ ॥

যুধিষ্ঠিৰে কলে,—আপোনালোকৰ কথা সঁচা, ইয়াত সন্দেহ নাই যে ব্ৰাহ্মণসকলৰ সঙ্গত সদায় মই আনন্দ পাওঁ। কিন্তু এতিয়া ধন আদি নোহোৱা হেতুকে এইটো মোৰ কাৰণে অপযশৰ কথাহে হব, দেখিছো। ১২ ॥

আপোনালোক কষ্ট ভোগৰ যোগ্য নহয়, তথাপি মোলৈ থকা মৰমতে দুখ-কষ্ট ভোগ কৰি আপোনালোকে নিজে আহাৰ গোটাই খোৱা-লোৱা কৰাটো মই কেনেকৈ চাই থাকিম? ধৃতৰাষ্ট্ৰৰ পাপী পুত্ৰইতক ধিক। ১৩ ॥

বৈশম্পায়নে কলে,—এই বুলি কৈ সেই ৰজা যুধিষ্ঠিৰে শোকতে ম্ৰিয়মান হৈ মাটিত বহিল। তেতিয়া ব্ৰহ্মজ্ঞানী, বিদ্বান, যোগ আৰু সাংখ্যশাস্ত্ৰত পাৰদৰ্শী শৌনক নামৰ এগৰাকী ব্ৰাহ্মণে ৰজাক এইদৰে কবলৈ ধৰিলে। ১৪-১৫ ॥

হেজাৰ হেজাৰ শোকৰ আৰু শ শ ভয়ৰ কাৰণ আছে; কিন্তু সেইবোৰে মূৰ্খৰ ওপৰতহে নিতৌ প্ৰভাৱ বিস্তাৰ কৰে. জ্ঞানীৰ ওপৰত নহয়। ১৬ ॥

বহু দোষযুক্ত, জ্ঞানবিৰুদ্ধ আৰু কল্যাণ-নাশক কাৰ্য্যত আপোনাৰ দৰে জ্ঞানী লোকে কেতিয়াও মনোযোগ নিদিয়ে। ১৭ ॥

হে মহাৰাজ, যম, নিয়ম, আসন, প্ৰাণায়াম, প্ৰত্যাহাৰ, ধাৰণা, ধ্যান আৰু সমাধি—এই অষ্টাঙ্গ যোগেৰে যুক্ত, সকলো অমঙ্গলৰ নাশক আৰু শ্ৰুতি-স্মৃতি-অধ্যয়নৰ দ্বাৰা দৃৰ হোৱা যি বুদ্ধিক সৰ্ব্বোত্তম বোলা হয়, সেই বুদ্ধি আপোনাত অৱস্থান কৰিছে। ১৮ ॥

ধন-নাশ, দুখ, আৰু আপোনজনৰ ওপৰত হোৱা অত্যাচাৰত আপোনাৰ দৰে জ্ঞানী লোক শাৰীৰিক আৰু মানসিক দুখত কাতৰ নহয়। ১৯ ॥

অতীতত মহাত্মা জনক ৰজাই মনৰ স্থিৰতা আনিব পৰা কেইটামান শ্লোক গাইছিল। মই কওঁ, শুনক। ২০ ॥

গোটেই জগতখনেই মানসিক আৰু শাৰীৰিক দুখত জৰ্জ্জৰিত। সেই দুয়োবিধ দুখৰ প্ৰতিকাৰৰ বাবে এয়া উপায় সংক্ষেপে আৰু বিস্তাৰভাৱে শুনক। ২১ ॥

ৰোগ, দুষ্টজনৰ সংসৰ্গ, অধিক পৰিশ্ৰম আৰু প্ৰিয়বস্তুৰ বিয়োগ বা অভাৱ এই চাৰিবিধেই শৰীৰ-সম্বন্ধীয় দুখৰ কাৰণ। ২২ ॥

যথাসময়ত চাৰিওবিধৰ প্ৰতিকাৰ কৰা আৰু কেতিয়াও সেই বিষয়ে চিন্তা নকৰা—এই দুটাই দুখ নিবাৰণৰ উপায়। ইয়াৰ দ্বাৰায় মানসিক দুখ প্ৰশমিত হয়। ২৩ ॥

সেইকাৰণে বিদ্বান আৰু বুদ্ধিমান লোকে মনোহৰ কথাৰে মানুহৰ মানসিক দুখ আৰু হিতকৰ ভোগৰ সামগ্ৰীৰে শৰীৰৰ দুখৰ উপশম কৰে। ২৪ ॥

তপতোৱা লো এডোখৰ পেলাই দিলে কলহৰ চেঁচা পানী তপত হোৱাৰ দৰে মনৰ দুখৰবাবেই শৰীৰ সন্তপ্ত হয়। ২৫ ॥

সেই বাবে পানীয়ে জুই নুমোৱাৰ দৰে জ্ঞানৰূপী জলৰ দ্বাৰা মানসিক দুখ-ৰূপী অগ্নিক নুমাব লাগে। মনৰ দুখ আঁতৰিলে মানুহৰ শৰীৰৰ দুখো আঁতৰে। ২৬ ॥

সংসাৰৰ প্ৰতি আসক্তিয়েই মানসিক দুখৰ হেতু বুলি জনা যায়। এই আসক্তিৰপৰাই মানুহ সংসাৰত প্ৰবৃত্ত হয় আৰু তাৰ ফলত দুখ পাব লগীয়া হয়। ২৭ ॥

দুখৰ মূল কাৰণ হল—আসক্তি, আসক্তিৰপৰা ভয় উৎপন্ন হয়। শোক-হৰ্ষ আৰু ক্লেশ এই সকলোবোৰ আসক্তিৰপৰাই আহে। ২৮ ॥

বিষয়ৰ প্ৰতি আসক্তিয়ে ভাব আৰু অনুৰাগ জন্মায়। এই দুয়োবিধেই অকল্যাণকাৰী। ইয়াৰ ভিতৰত প্ৰথমটো অৰ্থাৎ বিষয়ৰ প্ৰতি ভাবনাকেই অধিক অনৰ্থকাৰক বুলি কোৱা হয়। ২৯ ॥

খোৰোঙত লগা জুয়ে যিদৰে গছজোপা সমূলে পুৰি শেষ কৰে, সেইদৰে বিষয়ৰ প্ৰতি আসক্তিয়ে, নিচেই সামান্য হলেও, ধৰ্ম্ম আৰু অৰ্থ দুয়োকে নাশ কৰে। ৩০ ॥

বিষয়ভোগ কৰিবলৈ নাপাই যিজনে ত্যাগ কৰে তেওঁ ত্যাগী নহয়, কিন্তু যিজনে বিষয়ভোগ কৰিবলৈ পালেও তাত দোষ দেখি ত্যাগ কৰে তেওঁহে প্ৰকৃত ত্যাগী, তেওঁৰেহে বৈৰাগ্য লাভ হয়। কাৰো প্ৰতি দ্বেষভাব নোহোৱা বাবে তেওঁ শত্ৰুহীন আৰু বন্ধনহীন হয়। ৩১ ॥

সেই কাৰণে মিত্ৰ আৰু ধন পালেও সেইবোৰলৈ স্নেহভাব (আসক্তি) কৰা উচিত নহয়। নিজ শৰীৰৰপৰা উৎপন্ন হোৱা আসক্তি জ্ঞানেৰে নিবৃত্ত কৰা উচিত। ৩২ ॥

যিজন জ্ঞানী, যোগযুক্ত, শাস্ত্ৰজ্ঞ আৰু সংযতচিত্ত, পদুমৰ পাহিত পানী নলগাৰ দৰে তেওঁৰ অন্তৰত স্নেহ পশিব নোৱাৰে। ৩৩ ॥

বিষয়ত লিপ্ত হোৱা মানুহক অভিলাষে বেৰি ধৰে। সেই অভিলাষে (পোৱা-নোপোৱা) সকলো বস্তুকে ইচ্ছা কৰে আৰু তাৰপৰা তৃষ্ণা বাঢ়িবলৈ ধৰে। ৩৪ ॥

তৃষ্ণাক সকলোতকৈ অধম পাপিষ্ঠ আৰু সদায় উদ্বেগ কৰোঁতা বুলি কোৱা হৈছে। ইয়াৰ দ্বাৰা প্ৰায়ে অধৰ্ম্মহে হয়, ই বৰ ভয়ানক পাপত বান্ধ খুৱায়। ৩৫ ॥

দুৰ্ব্বুদ্ধি লোকৰ কাৰণে যিটো ত্যাগ কৰা বৰ টান, শৰীৰটো জৰাজীৰ্ণ হলেও যি নিজে জীৰ্ণ নহয়, আৰু যাক প্ৰাণনাশক ৰোগ বোলা হয়, সেই তৃষ্ণাক যি ত্যাগ কৰিব পাৰে তেওঁৰেই সুখ হয়। ৩৬ ॥

এই তৃষ্ণা যদিও মানুহৰ শৰীৰৰ ভিতৰতেই থাকে তথাপি ইয়াৰ আদি

অন্ত কতো নাই। লৌহ-পিণ্ডৰ জুইৰ দৰে এই তৃষ্ণাই প্ৰাণীসমূহক নাশ কৰে। ৩৭॥

নিজৰপৰাই জলি উঠা জুইৰে যিদৰে কাঠ পুৰি ছাই হৈ যায়, সেইদৰে মনক সংযত কৰিব নোৱৰা মানুহো শৰীৰৰ লগতে উৎপন্ন হোৱা লোভৰ দ্বাৰা নাশ হয়। ৩৮॥

প্ৰাণীবোৰে মৰণলৈ ভয় কৰাৰ দৰে ধনৱান মানুহবো ৰজা, পানী, জুই, চোৰ আৰু আত্মীয়জনৰপৰা সদায় ভয় হয়। ৩৯॥

যিদৰে মাংসৰ টুকুৰা এটি আকাশত থাকিলে চৰায়ে, মাটিত হিংস্ৰ জন্তুৱে আৰু পানীত মাছে খাই পেলায়, সেইদৰে ধনৱান মানুহকো সকলোৱে সকলো-ঠাইতে খেদি ফুৰে। ৪০॥

অৰ্থই কিছুমান মানুহৰ বাবে অনৰ্থৰ হেতু হয়, কাৰণ অৰ্থৰ দ্বাৰা পোৱা সাংসাৰিক সুখত আসক্ত হোৱা মানুহে প্ৰকৃত কল্যাণ নাপায়। ৪১॥

সেই কাৰণে অৰ্থ প্ৰাপ্তিৰ উপায়বোৰে মনত মোহৰ ভাবহে বঢ়ায়। কৃপণতা, অহঙ্কাৰ, ভয় আৰু উদ্বেগ এইবোৰক জ্ঞানীসকলে, দেহধাৰীসকলে ধনৰপৰা পোৱা দুখ বুলিহে কয়। ধনৰ উপাৰ্জ্জন, ৰক্ষণ আৰু ব্যয়ত মানুহে বৰ দুখ সহে আৰু ধনৰ বাবে এজনে আন এজনক বধ কৰে। ধনৰ ত্যাগতো বৰ দুখ হয় আৰু ৰক্ষা কৰিলেও ই শত্ৰুতা কৰে (অৰ্থাৎ ধন-ৰক্ষকক লোভতে মানুহে বধ কৰে)। ৪২-৪৪॥

দুখৰ দ্বাৰাহে ধন-প্ৰাপ্তি হয়। সেইকাৰণে ধনলৈ চিন্তা কৰি নিজৰ নাশ চিন্তা কৰা অনুচিত। ধন নাশ হলে মূৰ্খবোৰ সদায় চিন্তাত বুৰ যায়; কিন্তু বিদ্বানসকলে সন্তোষহে পায়। ৪৫॥

পিপাসাৰ কেতিয়াও ওৰ নপৰে; সন্তোষেই পৰম সুখ। সেইবাবে জ্ঞানী-সকলে সন্তোষকেই সৰ্ব্বোত্তম বুলি ভাবে। ৪৬॥

যৌৱন, ৰূপ, জীৱন, ধন-ৰত্ন সঞ্চয়, ঐশ্বৰ্য্য আৰু প্ৰিয়জনৰ লগত একেলগে বাস—এই সকলোবোৰ ক্ষন্তেকীয়া। এতেকে বিদ্বানসকলে সেইবোৰলৈ অভিলাষ নকৰে। ৪৭॥

সেই হেতুকে সঞ্চিত ধন ত্যাগ কৰা উচিত আৰু সেই ত্যাগৰপৰা হোৱা ক্লেশো ধৈৰ্য্যৰে সৈতে সহ্য কৰা উচিত। ধন সঞ্চয় কৰি কোনো মানুহক নিৰুপ-দ্ৰৱে থাকিব পৰা দেখা নাযায়। এতেকে দৈৱৰ বলত (ন্যায়সঙ্গতভাৱে) পোৱা ধনকহে ধাৰ্ম্মিক পুৰুষসকলে প্ৰশংসা কৰে। ৪৮॥

ধৰ্ম্ম কৰিবলৈ বুলি যিজনে ধন উপাৰ্জ্জনৰ ইচ্ছা কৰে, তেওঁ ধনৰ বাবে ইচ্ছা নকৰাই ভাল। বোকা লগাই ধোৱাতকৈ মানুহৰ পক্ষে তাক স্পৰ্শ নকৰাটোৱেই উত্তম কথা। ৪৯॥

হে যুধিষ্ঠিৰ, এই বাবে আপুনি কোনো বস্তুলৈ স্পৃহা কৰা উচিত নহয়। যদি আপোনাৰ ধৰ্ম্মৰহে প্ৰয়োজন, তেন্তে ধনৰ ইচ্ছা সমূলে ত্যাগ কৰক। ৫০॥

যুধিষ্ঠিৰে কলে—হে ব্ৰাহ্মণ, বিষয় ভোগ কৰিবলৈ অভিলাষ কৰি মোৰ ধনলৈ এই ইচ্ছা হোৱা নাই, ব্ৰাহ্মণসকলক ভৰণ পোষণ কৰিবলৈহে ধন আকাঙ্ক্ষা কৰিছো, লোভৰ বশীভূত হৈ নহয়। ৫১ ॥

হে বিপ্ৰ, গৃহাশ্ৰমত থকা মোৰ দৰে মানুহে নিজৰ অনুগমন কৰাসকলক ভৰণ-পোষণ নকৰাটো উচিত হব জানো ? ৫২ ॥

গৃহস্থৰ আহাৰত [ দেৱতা, পিতৃ, মনুষ্য আদি ] সকলো প্ৰাণীৰে ভাগ থকা দেখা যায়। নিজে ৰান্ধি নোখোৱা [যদি ব্ৰহ্মচাৰী] সকলকো ৰন্ধা খাদ্য গৃহস্থই দিব লাগে। ৫৩ ॥

আসনৰ বাবে খেৰ, বহিবলৈ ঠাই, পানী আৰু চতুৰ্থতে মিঠা মাত সৎপুৰুষ-সকলৰ ঘৰত এই চাৰি বিধৰ কেতিয়াও অভাৱ নহয়। ৫৪ ॥

বেমাৰ আদিৰে পীড়িত লোকক শুবলৈ শয্যা, ওপৰত থকা আৰু ভাগৰুৱা লোকক বহিবলৈ আসন, পিয়াহত আতুৰক পিবলৈ পানী, ভোকাতুৰক খাবলৈ আহাৰ দিয়া কৰ্ত্তব্য। ৫৫ ॥

আগন্তুকজনক প্ৰীতিপূৰ্ণ দৃষ্টিৰে চাব, মনতে ভালভাৱে ভাবিব, মধুৰ কথা কব আৰু থিয় হৈ আসন আগ বঢ়াই দিব—এইটোৱেই গৃহীৰ সনাতন ধৰ্ম্ম। অতিথি অহা দেখিলে আগুৱাই গৈ আগ বঢ়াই আনি যথোচিত ৰীতিৰে অভ্যৰ্থনা কৰিব। ৫৬ ॥

যদি গৃহস্থই অগ্নিহোত্ৰ ( হোমৰ জুই ), ষাঁড়, মিতিৰ-কুটুম, আলহী,-অতিথি, বন্ধু-বান্ধৱ, লৰা-ছোৱালী, পত্নী আৰু বন্দী-বেটীবোৰক আদৰ সৎকাৰ নকৰে, তেন্তে সিবিলাকৰ ক্ৰোধাগ্নিয়ে তেওঁক পুৰি পেলাব পাৰে। ৫৭ ॥

অকল নিজে খাবৰ কাৰণে অন্ন নিসিজাব, শ্ৰাদ্ধ যজ্ঞ আদি নাথাকিলে পশু বধ নকৰিব, যথাবিধি দেৱতা আদিলৈ যি বস্তু অৰ্পণ কৰা নহয় তাক নিজেও নাখাব। ৫৮ ॥

ৰাতিপুৱা আৰু গধূলি কুকুৰ, চণ্ডাল আৰু কাউৰীৰ কাৰণে মাটিত খাদ্য দি বৈশ্বদেৱ-বলিৰ অনুষ্ঠান কৰিব। ৫৯ ॥

সেই কাৰণে গৃহী মানুহে নিতৌ 'বিঘস' আৰু 'অমৃত' খাব। ঘৰৰ সক-লোকে খুৱাই থোৱা খাদ্যখিনিক 'বিঘস' আৰু যজ্ঞৰ অৱশিষ্টখিনিক 'অমৃত' বোলে। ৬০ ॥

আলহীক চকু দিব অৰ্থাৎ প্ৰীতিযুক্ত দৃষ্টিৰে চাব, মন দিব অৰ্থাৎ মনেৰে মঙ্গল চিন্তা কৰিব, মধুৰ বাণী দিব অৰ্থাৎ সত্য, প্ৰিয় আৰু হিত কথা কব। যেতিয়া তেওঁ যাবলৈ ওলাব তেতিয়া কিছু দূৰলৈ পিছে পিছে যাব আৰু যেতিয়া-লৈকে তেওঁ ঘৰত থাকে, তেতিয়ালৈকে তেওঁৰ ওচৰত বহি থাকিব—এই পাঁচবিধ দক্ষিণাৰে যুক্ত যজ্ঞকে অতিথি-যজ্ঞ বোলে। ৬১ ॥

যি গৃহস্থই ভাগৰি পৰা অপৰিচিত বাটৰুৱাক কৃপণালি নকৰাকৈ আহাৰ দিয়ে তেওঁৰ মহা পুণ্য হয়। ৬২ ॥

যি গৃহাশ্ৰমত থকা লোকে এনেদৰে আচৰণ কৰে তেওঁৰ উত্তম ধৰ্ম্ম লাভ হয় বুলি কোৱা হৈছে; নাইবা হে বিপ্ৰ, আপুনিনো এই বিষয়ে কি ভাবে? ৬৩ ॥

শৌনকে কলে,—হায় বৰ দুখৰ কথা! এই জগতখন তেনেই ওলোটা। যি কাৰ্য্যৰ দ্বাৰা সাধু লোকে লাজ পায়, অসাধু লোকে তাৰেই পৰিতৃপ্তি লাভ কৰে। ৬৪ ॥

অজ্ঞানী মানুহে জননেন্দ্ৰিয় আৰু উদৰৰ তৃপ্তিৰ বাবে মোহ আৰু আসক্তিৰ বশ হৈ বিষয়সমূহক অনুসৰণ কৰি কৰি নানাবিধ ভোগ্য বস্তুক যজ্ঞৰ অৱশেষ বুলি ভাবি গোটাই লয়। ৬৫ ॥

বশ নোহোৱা দুষ্ট ঘোঁৰাই সাৰথিক যিদৰে বিপৰীত বাটেদি টানি নিয়ে, সেইদৰে প্ৰকৃত তত্ত্ব নিৰ্ণয় কৰিব নোৱৰা মানুহ বিবেকী হলেও মন হৰণকাৰী ইন্দ্ৰিয়বোৰে তেওঁক বিষয়সমূহলৈ আকৰ্ষণ কৰে। ৬৬ ॥

যেতিয়া মন আৰু পাঁচোটা জ্ঞানেন্দ্ৰিয় নিজ নিজ বিষয়সমূহত প্ৰৱিষ্ট হয়, তেতিয়া পূৰ্ব্বৰ সংস্কাৰ অনুসাৰে সেই সেই-বিষয়ক বাসনাৰ দ্বাৰা বাসিত মনটো বিচলিত হৈ উঠে। ৬৭ ॥

মানুহৰ মনে যি কোনো ইন্দ্ৰিয়ৰ বিষয়কে ভোগ কৰিবলৈ ইচ্ছা কৰে, তেতিয়া সেই ইচ্ছাৰে বিষয়ৰ লগত মিলনৰ উপায় বিচাৰে আৰু তেতিয়া বিষয়ত প্ৰবৃত্ত হৈ লিপ্ত হয়। ৬৮ ॥

তাৰ পাছত বিষয়ৰূপী সঙ্কল্পজ কামনাৰ শৰেৰে থকা-সৰকা হৈ মানুহ পক-ৱাই পোহৰ দেখি জুইত পৰাৰ দৰে লোভৰূপী জুইত পৰে। ৬৯ ॥

ইয়াৰ পাছত ইচ্ছামতে আহাৰ-বিহাৰ কৰি মোহিত হোৱা মানুহ, মহা-মোহময় সুখত ডুবি থাকি আত্মজ্ঞানৰপৰা বঞ্চিত হয়। ৭০ ॥

এইদৰে অবিদ্যা অৰ্থাৎ অজ্ঞান কৰ্ম্ম আৰু তৃষ্ণাৰ দ্বাৰা মানুহ সংসাৰত নানা যোনিত জন্ম লৈ চকাৰ দৰে ঘূৰি ফুৰে। ৭১ ॥

সেই মানুহে ব্ৰহ্মাৰপৰা তৃণলৈকে সকলো প্ৰাণীতে আৰু পৃথিৱী আকাশ আৰু জলত বাৰে বাৰে জন্ম লৈ পৰিভ্ৰমণ কৰে। ৭২ ॥

অবিবেকীসকলৰ গতিৰ বিষয়ে এয়া কোৱা হল; এতিয়া বিবেকীসকলৰ গতিৰ বিষয়েও মোৰপৰা শুনক। যিসকল ধৰ্ম্ম আৰু শুভ কাৰ্য্যত ৰত, আৰু মুক্তি লাভৰ বাবে নিৰন্তৰে অনুৰাগী সেইবিলাকেই বিবেকী পুৰুষ। ৭৩ ॥

কৰ্ম্ম কৰা আৰু কৰ্ম্ম ত্যাগ কৰা এয়ে বেদৰ আজ্ঞা; সেই কাৰণে ইয়াৰ পাছত কব খোজা সকলোবোৰ ধৰ্ম্মকে অভিমানশূন্য হৈ আচৰণ কৰা বিধেয়। ৭৪ ॥

যজ্ঞ, বেদ অধ্যয়ন, দান, তপ, সত্য, ক্ষমা, সংযম আৰু নিৰ্লোভ—এই আঠোটা ধৰ্ম্ম-পথ। ৭৫ ॥

ইয়াৰ ভিতৰত প্ৰথমতে উল্লেখ কৰা চাৰিবিধ ধৰ্ম্ম পিতৃযান-পথত অৱস্থিত অৰ্থাৎ এইবোৰ আচৰণ কৰিলে পিতৃযান মাৰ্গেদি গতি কৰিব লাগে। নিত্য হৱন

আৰু সন্ধ্যা-উপসনা আদি যিবোৰ অৱশ্য-কৰণীয় কৰ্ম্ম আছে, সেইবোৰ কৰ্ত্তব্য-বুদ্ধিৰে অহঙ্কাৰ-হীন হৈ কৰা উচিত। ৭৬ ॥

শেষৰ চাৰিবিধক দেৱযান-মাৰ্গ বোলা হয় আৰু সাধুসকলে সদায় সেই মাৰ্গকে আশ্ৰয় কৰে। ইয়াৰ পাছত উল্লেখ কৰা আঠ অঙ্গেৰে যুক্ত মাৰ্গেৰে শুদ্ধচিত্ত হৈ সেইবোৰ পালন কৰিব লাগে। ৭৭ ॥

একেটা ধ্যেয় বিষয়তে পূৰ্ণভাৱে সঙ্কল্পবদ্ধ হলে, ইন্দ্ৰিয়বোৰক ভালভাৱে বশ কৰিব পাৰিলে, অহিংসা আদি ব্ৰতবোৰ প্ৰকৃতভাৱে পালন কৰিলে, ভক্তিভাৱে গুৰুৰ সেৱা কৰিলে, যথাযোগ্যভাৱে যোগসাধনোপযোগী আহাৰ কৰিলে, শুদ্ধভাৱে বেদাদি অধ্যয়ন কৰিলে, সকলো কৰ্ম্ম ঈশ্বৰত অৰ্পণ কৰিলে আৰু দৃঢ়ভাৱে চিত্ত নিৰোধ কৰিলে (মানুহ পৰম কল্যাণপ্ৰাপ্ত হয়)। ৭৮-৭৯ ॥

সংসাৰ জয় কৰিবলৈ ইচ্ছা কৰাসকলে এইদৰে দ্বেষ-মুক্ত হৈ কৰ্ম্ম কৰে। এই নিয়মবোৰ পালন কৰিয়েই দেৱতাসকল ঐশ্বৰ্য্য-প্ৰাপ্ত হৈছে। ৮০ ॥

ৰুদ্ৰ, সাধ্য, আদিত্য, বসু আৰু অশ্বিনীকুমাৰ দুজন—এওঁলোকে যোগজনিত ঐশ্বৰ্য্যেৰে যুক্ত হৈ এই প্ৰজাবোৰক ভৰণ-পোষণ কৰে। ৮১ ॥

হে কুন্তীনন্দন, হে ভাৰত, সেইদৰে আপুনিও মন আৰু ইন্দ্ৰিয়বোৰক ভালদৰে বশ কৰি তপস্যাৰে সিদ্ধি আৰু যোগজনিত ঐশ্বৰ্য্য লাভ কৰিবলৈ চেষ্টা কৰক। ৮২ ॥

যজ্ঞ, যুদ্ধ আদিৰে পাব পৰা সিদ্ধি পিতৃ-মাতৃময়ী অৰ্থাৎ ইহলোক আৰু পৰলোকত সুখ দিব পৰা হয়, এই সিদ্ধি আপোনাৰ লাভ হৈছেই। এতিয়া তপস্যাৰে সেই যোগ-সিদ্ধি লাভ কৰিবলৈ যত্ন কৰক, যাতে ব্ৰাহ্মণসকলৰ ভৰণ-পোষণ হব পাৰে। ৮৩ ॥

সিদ্ধপুৰুষসকলে যিহকে বিচাৰে তাকেই নিজ তপস্যাৰ বলত কৰিব পাৰে। সেই কাৰণে তপস্যাৰ আশ্ৰয় লৈ আপুনিও নিজ মনোৰথ পূৰ্ণ কৰক। ৮৪ ॥

ইতি মহাভাৰতৰ বনপৰ্ব্বৰ অন্তৰ্গত অৰণ্য-পৰ্ব্বত পাণ্ডৱসকলৰ বনবাস নামৰ দ্বিতীয় অধ্যায়। ২ ॥

## ॥ অধ্যায় ৩ ॥

# ॥ কাম্যক বন প্ৰবেশ ॥

বৈশম্পায়নে কলে, শৌনকৰ দ্বাৰা এইদৰে কোৱা হলত কুন্তীপুত্ৰ যুধিষ্ঠিৰে নিজৰ পুৰোহিতৰ কাষ চাপি ভায়েকহঁতৰ মাজত এইদৰে কবলৈ ধৰিলে ঃ ১ ॥

এই বেদজ্ঞ ব্ৰাহ্মণসকল বনলৈকে মোৰ লগে লগে আহিছে। কিন্তু মই এওঁলোকক ভৰণ-পোষণ দিবলৈ সমৰ্থ নহওঁ, সেই কাৰণে মই বৰ দুখিত হৈছো।২॥

হে ভগৱান, মই এওঁলোকক পৰিত্যাগ কৰিব নোৱাৰোঁ, কিন্তু এওঁলোকক অন্ন দিবলৈও শক্তি নাই। এনে অৱস্থাত মোৰ কি কৰ্ত্তব্য, অনুগ্ৰহ কৰি তাকে কওক। ৩ ॥

বৈশম্পায়নে কৈ গল, ধাৰ্ম্মিকসকলৰ ভিতৰত শ্ৰেষ্ঠ ধৌম্য মুনিয়ে খন্তেক পৰলৈ চিন্তা কৰি যোগ-ধৰ্ম্মেৰে তাৰ উপায় অন্বেষণ কৰাৰ পাছত এইদৰে কবলৈ ধৰিলে। ৪ ॥

ধৌম্যই কলে, পুৰণি কালত সৃষ্টি হোৱা প্ৰাণীবোৰ ভোকত বৰ আতুৰ হলত নিজ পিতৃৰ দৰে সূৰ্য্যদেৱে সিবিলাকক দয়া কৰি উত্তৰায়ণত গৈ নিজৰ কিৰণসমূহৰ দ্বাৰা পৃথিৱীৰ ৰস টানি লৈ আৰু দক্ষিণায়ণত ঘূৰি গৈ সেই ৰসেৰে ( পানী ) পৃথিৱীখন পূৰালে। ৫—৬ ॥

এইদৰে পৃথিৱীখন শস্যৰ উপযোগী ক্ষেত্ৰ হিচাপে সাজু হোৱাত ওষধিপতি চন্দ্ৰ আকাশত মেঘৰূপে পৰিণত হোৱা সূৰ্য্য-তেজক প্ৰকাশ কৰি তাৰে বৰষুণ দি অন্ন আদি ওষধিসমূহ উৎপন্ন কৰিলে। ৭ ॥

চন্দ্ৰ-কিৰণেৰে অভিষিক্ত হোৱা সূৰ্য্য যেতিয়া বীজ ( গুটি )-ৰূপী নিজতে অঙ্কুৰৰূপে নিজে ওলায়, তেতিয়া ছয়বিধ ৰসেৰে যুক্ত পৱিত্ৰ ওষধি ( অন্ন আদি ) উৎপন্ন হয় আৰু সেয়ে প্ৰাণীবোৰৰ বাবে অন্ন হয়। ৮ ॥

এইদৰে সূৰ্য্যদেৱেই সকলো জীৱৰে প্ৰাণ ৰক্ষাকাৰী অন্ন, সমস্ত প্ৰাণীৰে তেওঁেই পালনকৰ্ত্তা ; সেই বাবে তুমি তেওঁৰেই শৰণ লোৱাঁ। ৯ ॥

যিসকল জন্ম আৰু কৰ্ম্ম দুয়োপ্ৰকাৰে বিশুদ্ধ মহাত্মা, সেই ৰজাসকলে বৰ কঠোৰ তপস্যা কৰি সমগ্ৰ প্ৰজাবৰ্গকে উদ্ধাৰ কৰে। ১০ ॥

ভীম, কাৰ্ত্তবীৰ্য্য-অৰ্জ্জুন, বেণুপুত্ৰ পৃথু আৰু নহুষ আদি ৰজাসকলে তপস্যা, ত্যাগ আৰু সমাধিৰ আশ্ৰয় লৈ প্ৰজাবৰ্গক আপদৰপৰা উদ্ধাৰ কৰিছিল। ১১ ॥

হে ধৰ্ম্মাত্মা ভাৰত, সেইদৰে তুমিও সৎকৰ্ম্মৰ দ্বাৰা শুদ্ধ হৈ তপস্যাৰ যোগেদি ধৰ্ম্মমতে দ্বিজসকলৰ ভৰণ পোষণ কৰাঁ। ১২ ॥

জন্মেজয়ে সুধিলে—কুৰুশ্ৰেষ্ঠ সেই ৰজা যুধিষ্ঠিৰে ব্ৰাহ্মণসকলৰ ভৰণ-পোষণৰ উদ্দেশ্যে অদ্ভুতদৰ্শন সূৰ্য্যদেৱক কিদৰে আৰাধনা কৰিছিল ? । ১৩ ॥

বৈশম্পায়নে উত্তৰ দিলে—হে মহাৰাজ, তুমি সাৱধান, পৱিত্ৰ আৰু একাগ্ৰচিত্ত হৈ শুনা। হে ৰাজেন্দ্ৰ, মই সকলোবোৰ কথা কম, তুমি ধৈৰ্য্য ধৰিবাঁ। ১৪ ॥

হে মহামতি, ধৌম্যই যিদৰে মহাত্মা যুধিষ্ঠিৰক প্ৰথমতে এশ আঠোটা [সূৰ্য্যৰ] নাম কৈছিল, তাকে কওঁ, শুনা। ১৫ ॥

ধৌম্যই কলে—(১) সূৰ্য্য, (২) অৰ্য্যমা, (৩) ভগ, (৪) ত্বষ্টা, (৫) পূষা, (৬) অৰ্ক (৭) সবিতা, (৮) ৰবি, (৯) গভস্তিমান, (১০) অজ, (১১) কাল, (১২) মৃত্যু, (১৩) ধাতা (১৪) প্ৰভাকৰ, (১৫) পৃথিৱী, (১৬) অপ, (১৭) তেজ, (১৮) আকাশ, (১৯) বায়ু (২০) পৰায়ণ, (২১) সোম, (২২) বৃহস্পতি, (২৩) শুক্ৰ, (২৪) বুধ, (২৫) অঙ্গাৰক (মঙ্গল), (২৬) ইন্দ্ৰ, (২৭) বিবস্বান্, (২৮) দীপ্তাংশু, (২৯) শুচি, (৩০) শৌৰি, (৩১) শনৈশ্বৰ, (৩২) ব্ৰহ্মা, (৩৩) বিষ্ণু, (৩৪) ৰুদ্ৰ, (৩৫) স্কন্দ, (৩৬) বৰুণ, (৩৭) যম, (৩৮) বৈদ্যুতাগ্নি, (৩৯) জাঠৰাগ্নি, (৪০) ঐন্ধনাগ্নি, (৪১) তেজঃপতি, (৪২) ধৰ্ম্মধ্বজ, (৪৩) বেদকৰ্ত্তা, (৪৪) বেদাঙ্গ, (৪৫) বেদবাহন, (৪৬) কৃত, (৪৭) ত্ৰেতা, (৪৮) দ্বাপৰ (৪৯) সৰ্ব্বমলাশ্ৰয় কলি, (৫০) কলাকাষ্ঠা মুহূৰ্ত্তৰূপ সময়, (৫১) ক্ষপা (ৰাতি), (৫২) যাম, (৫৩) ক্ষণ, (৫৪) সংবৎসৰ, (৫৫) অশ্বত্থ, (৫৬) কালচক্ৰ-প্ৰবৰ্ত্তক বিভাবসু, (৫৭) শাশ্বতপুৰুষ, (৫৮) যোগী, (৫৯) ব্যক্তাব্যক্ত, (৬০) সনাতন, (৬১) কালাধ্যক্ষ, (৬২) প্ৰজাধ্যক্ষ (৬৩) বিশ্বকৰ্ম্মা (৬৪) তমোনুদ, (৬৫) বৰুণ (৬৬) সাগৰ, (৬৭) অংশু, (৬৮) জীমূত, (৬৯) জীৱন (৭০) অৰিহা, (৭১) ভূতাশ্ৰয়, (৭২) ভূতপতি, (৭৩) সৰ্ব্বলোক, নমস্কৃত (৭৪) স্ৰষ্টা, (৭৫) সংবৰ্ত্তক, (৭৬) বহ্নি, (৭৭) সৰ্ব্বাদি, (৭৮) অলোলুপ, (৭৯) অনন্ত, (৮০) কপিল, (৮১) ভানু, (৮২) কামদ, (৮৩) সৰ্ব্বতোমুখ, (৮৪) জয়, (৮৫) বিশাল, (৮৬) বৰদ, (৮৭) সৰ্ব্বধাতুনিষেচিতা, (৮৮) মনঃসুপৰ্ণ. (৮৯) ভূতাদি, (৯০) শীঘ্ৰগ, (৯১) প্ৰাণধাৰক, (৯২) ধন্বন্তৰি, (৯৩) ধূমকেতু (৯৪) আদিদেৱ (৯৫) অদিতিসুত, (৯৬) দ্বাদশাত্মা, (৯৭) অৰবিন্দাক্ষ, (৯৮) পিতামাতা-পিতামহ, (৯৯) স্বৰ্গদ্বাৰ প্ৰজা দ্বাৰ, (১০০) মোক্ষদ্বাৰ ত্ৰিবিষ্টপ, (১০১) দেহকৰ্ত্তা, (১০২) প্ৰশান্তাত্মা, (১০৩) বিশ্বাত্মা, (১০৪) বিশ্বতোমুখ, (১০৫) চৰাচৰাত্মা, (১০৬) সূক্ষ্মাত্মা, (১০৭) মৈত্ৰেয় আৰু (১০৮) কৰুণান্বিত—এইবোৰ অমিততেজস্বী কীৰ্ত্তনীয় সূৰ্য্যদেৱৰ এশ আঠোটা নাম—এইবোৰ স্বয়ম্ভু ব্ৰহ্মাৰ দ্বাৰা উক্ত হৈছিল। ১৬—২৮ ॥

সকলো দেৱতা, পিতৃ আৰু যক্ষসকলে যাক সেৱা কৰে, অসুৰ, ৰাক্ষস আৰু সিদ্ধসকলে যাক বন্দনা কৰে আৰু উত্তম সুবৰ্ণ আৰু অগ্নিৰ দৰে যি কান্তিযুক্ত, সেই ভগৱান ভাস্কৰক মই মঙ্গল কামনা কৰি বাৰে বাৰে প্ৰণাম কৰোঁ। ২৯ ॥

যি মানুহে বেলি ওলাবৰ সময়ত একাগ্ৰচিত্তে এই নামবোৰ পাঠ কৰে,

তেওঁ পুত্ৰ, পত্নী, ধনসম্পত্তিসমূহ, জাতিস্মৰতা (পূৰ্ব্বজন্মৰ জ্ঞান), ধৈৰ্য্য আৰু উত্তম বুদ্ধি লাভ কৰে ।৩০ ॥

যি মানুহে পৱিত্ৰভাৱে শুদ্ধচিত্তে একাগ্ৰ হৈ দেৱশ্ৰেষ্ঠ সূৰ্য্যৰ এই স্তৱটো পাঠ কৰে, তেওঁ শোকৰূপী দাৱানলেৰে যুক্ত দুস্তৰ সংসাৰ সাগৰৰপৰা মুক্ত হয় আৰু মনে কামনা কৰা সকলো বস্তুকে পায় ।৩১ ॥

বৈশম্পায়নে কলে,—পুৰোহিত ধৌম্যৰ দ্বাৰা এনে সময়োচিত কথা কোৱা হলত বিপ্ৰসকলক দিবলৈ অন্নপ্ৰাপ্তিৰ উদ্দেশ্যে সমাধিস্থ হৈ সংযতচিত্তে, দৃঢ়ভাৱে ব্ৰত পালন কৰি শুদ্ধচেতা ধৰ্ম্মৰাজ যুধিষ্ঠিৰে উত্তম তপস্যা আৰম্ভ কৰিলে । ৰজা যুধিষ্ঠিৰ গঙ্গাৰ পানীত স্নান কৰি পুষ্প উপহাৰ আদি নৈৱেদ্যেৰে দিৱাকৰক পূজা কৰি, সূৰ্য্যদেৱৰ ফালে মুখ কৰি থিয় হ'ল । ধৰ্ম্মাত্মা যুধিষ্ঠিৰ চিত্ত একাগ্ৰ আৰু ইন্দ্ৰিয়বোৰ সংযত কৰি অকল বায়ু ভক্ষণ কৰিয়ে থাকিল ।৩২—৩৪ ॥

গঙ্গা-জলেৰে আচমন কৰি শুচি হৈ বাক সংযত কৰি আৰু প্ৰাণায়াম কৰি থাকি তেওঁ সূৰ্য্যৰ [অষ্টোত্তৰ শতনাম] স্তোত্ৰ পাঠ কৰিবলৈ ধৰিলে ।৩৫ ॥

যুধিষ্ঠিৰে কলে,—হে সূৰ্য্যদেৱ, আপুনি জগতৰ চকু আৰু প্ৰাণীবিলাকৰ আত্মা, আপুনিয়েই সকলো জীৱৰে উৎপত্তি স্থান আৰু ক্ৰিয়াশীল লোকৰ সদাচাৰ । ৩৬ ॥

আপুনিয়েই জ্ঞানযোগীসকলৰ গতি, কৰ্ম্মযোগীসকলৰ আশ্ৰয় । মোক্ষৰ দুৱাৰো আপুনি আৰু মুক্তিকামীসকলৰ গতি অৰ্থাৎ, পাব লগীয়া ঠায়ো আপুনিয়েই । ৩৭ ॥

আপুনিয়েই সমগ্ৰ জগৎ ধাৰণ কৰে, আপোনাৰ দ্বাৰা জগৎ প্ৰকাশিত হয়, আপুনিয়েই ইয়াক পৱিত্ৰ কৰে আৰু কৃপা কৰি পালনো কৰে । ৩৮ ॥

ঋষিসকলৰ দ্বাৰা পূজিত আপোনাক বেদজ্ঞ ব্ৰাহ্মণসকলে নিজৰ নিজৰ শাখাত বৰ্ণোৱা মন্ত্ৰেৰে যথাসময়ত পূজা কৰে । ৩৯ ॥

সিদ্ধ, চাৰণ, গন্ধৰ্ব্ব, যক্ষ, গুহ্যক, আৰু সৰ্পবোৰে বৰ প্ৰাপ্তিৰ অভিলাষেৰে আপোনাৰ দিব্য ৰথখনৰ পিচে পিচে অনুসৰণ কৰে । ৪০ ॥

তেত্ৰিশ দেৱতা (অষ্ট বসু, একাদশ ৰুদ্ৰ, দ্বাদশ আদিত্য, প্ৰজাপতি আৰু ইন্দ্ৰ) আৰু আন আকাশচাৰী সিদ্ধগণেও উপেন্দ্ৰ আৰু মহেন্দ্ৰেৰে সৈতে আপোনাক আৰাধনা কৰি সিদ্ধি লাভ কৰিলে । ৪১ ॥

শ্ৰেষ্ঠ বিদ্যাধৰসকল দিব্য মন্দাৰ ফুলৰ মালাৰে আপোনাক পূজা কৰি পূৰ্ণমনোৰথ হৈ তততালিকে আপোনাৰ ওচৰ পায়গৈ । ৪২ ॥

গুহ্যক, অগ্নিষ্বাত্তা আদি সাত পিতৃগণে আৰু সনক আদি দিব্য মনুষ্যসকলে আপোনাৰেই পূজা কৰি অলপ সময়ৰ ভিতৰতেই জগতৰ কাৰণ-ৰূপে শ্ৰেষ্ঠতা লাভ কৰিলে । ৪৩ ॥

বসু, মৰুৎ, ৰুদ্র, সাধ্য আৰু আপোনাৰ কিৰণ-পানকাৰী বালখিল্য আদি সিদ্ধ মহৰ্ষিসকলেও আপোনাৰ আৰাধনাৰ দ্বাৰা প্ৰাণীসমূহৰ ভিতৰত শ্ৰেষ্ঠতা লাভ কৰিলে। ৪৪॥

ব্ৰহ্মলোকেৰে সৈতে সাতো লোকত আৰু আন আন লোকতো সূৰ্য্যক চেৰ পেলাব পৰা কোনো প্ৰাণী নাই বুলি ভাবোঁ। ৪৫॥

জগতত আন আন বহুতো ডাঙৰ আৰু শক্তিশালী প্ৰাণী আছে, কিন্তু সেই-বোৰৰ দীপ্তি আৰু প্ৰভাৱ আপোনাৰ সমান নহয়। ৪৬॥

সকলোবোৰ জ্যোতিৰ্ম্ময় পদাৰ্থ আপোনাৰেই অন্তৰ্গত, আপুনিয়েই সকলোবোৰ জ্যোতিৰ গৰাকী। সত্য, সত্ত্ব আৰু সকলোবোৰ সাত্ত্বিক ভাব আপোনাতেই বৰ্ত্ত-মান। ৪৭॥

শাৰ্ঙ্গ নামৰ ধনুৰ্ধাৰী বিষ্ণুৱে যাৰ সহায়ত দেৱাৰি দৈত্যবোৰৰ দৰ্প চূৰ্ণ কৰি-ছিল, সেই সুদৰ্শন চক্ৰ বিশ্বকৰ্মাই আপোনাৰ তেজঃশক্তিৰ দ্বাৰা গঢ়িছিল। ৪৮॥

আপুনি গ্ৰীষ্ম ঋতুত নিজৰ কিৰণৰ দ্বাৰা সকলোবোৰ দেহধাৰী প্ৰাণীৰ তেজ আৰু ওষধিবোৰৰ ৰস শোষণ কৰি বৰ্ষা ঋতুত আকৌ বৰষুণেৰে সেইবোৰ এৰি দিয়ে। ৪৯॥

বৰ্ষাকালত আপোনাৰ কিৰণসমূহৰ কিছুমানে তাপ দিয়ে, কিছুমানে পোৰে, কিছুমানে মেঘ হৈ গাজে কিছুমান, চিক্‌মিকায় আৰু কেতবোৰে বৰষুণ দিয়ে। ৫০॥

শীতকালৰ চেঁচা বতাহে কঁপাই তোলা জগতখনক আপোনাৰ তপত কিৰণে যেনে সুখ দিয়ে, জুই গৰম কাপোৰ আৰু কম্বলেও তেনে সুখ দিব নোৱাৰে। ৫১॥

আপুনি নিজৰ কিৰণেৰে ত্ৰয়োদশ-দ্বীপযুক্তা পৃথিৱীক প্ৰকাশিত কৰে। আৰু অকলেই তিনিওলোকৰ মঙ্গলৰ বাবে তৎপৰ হৈ থাকে। ৫২॥

যদি আপোনাৰ উদয় নহয়, তেনেহলে এই গোটেই জগতখন অন্ধ হৈ থাকিব আৰু মনীষীসকলে ধৰ্ম্ম, অৰ্থ আৰু কৰ্ম্ম-বিষয়ক কৰ্ম্মত প্ৰবৃত্ত নহব। ৫৩॥

অগ্নিস্থাপন, পশু-বন্ধন, পূজা, মন্ত্ৰ, যজ্ঞ আৰু তপস্যা আদি সকলোবোৰ ক্ৰিয়া আপোনাৰ অনুগ্ৰহতে ব্ৰাহ্মণ, ক্ষত্ৰিয় আৰু বৈশ্যসকলৰ দ্বাৰা সম্পাদিত হয়। ৫৪॥

এহেজাৰ যুগ পৰিমিত ব্ৰহ্মাৰ যি দিনৰ কথা কোৱা হয়, কাল পৰিমাণ জনা লোকসকলে তাৰ আদি আৰু অন্ত আপুনিয়েই বুলি কয়। ৫৫॥

মনু আৰু মনুৰ পুত্ৰসকলৰ, জগতৰ, ব্ৰহ্মলোকপ্ৰাপক অমানৱ পুৰুষসকলৰ, সকলোবোৰ মন্বন্তৰৰ আৰু ঈশ্বৰৰো ঈশ্বৰ আপুনিয়েই। ৫৬॥

প্ৰলয়-কাল উপস্থিত হলে আপোনাৰেই ক্ৰোধৰপৰা ওলোৱা সংবৰ্ত্তক নামৰ অগ্নিয়ে তিনিও লোকক ভস্ম কৰি আকৌ আপোনাতে স্থিতি কৰে। ৫৭॥

আপোনাৰ কিৰণৰপৰাই উৎপন্ন হোৱা বিভিন্ন বৰণৰ ঐৰাৱত আদি বৰ বৰ মেঘ আৰু বিজুলীবোৰে সকলোবোৰ প্ৰাণীকে সংহৰণ কৰে। ৫৮॥

তাৰ উপৰিও আপুনিয়েই নিজকে দ্বাদশ ভাগত বিভক্ত কৰি দ্বাদশ সূৰ্য্যৰূপে উদয় হৈ নিজৰ ৰশ্মিৰে সকলো সংহাৰ কৰি একমাত্ৰ অৱশিষ্ট সাগৰখনৰ গোটেইখিনি পানীকে শুকুৱাই পেলায়। ৫৯॥

আপোনাকে ইন্দ্ৰ বোলে। আপুনিয়েই ৰুদ্ৰ, আপুনিয়েই বিষ্ণু, আপুনিয়েই প্ৰজাপতি। অগ্নি, সূক্ষ্ম মন, প্ৰভু আৰু সনাতন ব্ৰহ্মও আপুনিয়ে। ৬০॥

আপুনিয়েই হংস (বিশ্বৰ হৰণ-কৰ্ত্তা) সবিতা, (উৎপত্তিৰ কাৰণ) ভানু, অংশুমালী বৃষাকপি (অৰ্থাৎ হৰ বা হৰি, বিবস্বান্, মিহিৰ, পূষা, মিত্ৰ, ধৰ্ম্ম, সহস্ৰৰশ্মি, আদিত্য, তপন, গবাম্পতি মাৰ্ত্তণ্ড, অৰ্ক, ৰবি, সূৰ্য্য, শৰণ্য, দিনকৃৎ, দিবাকৰ, সপ্তসপ্তি, ধামকেশী, (জ্যোতিৰ্ম্ময় কিৰণধাৰী) বিৰোচন, আশুগামী, তমোঘ্ন আৰু হৰিতাশ্ব নামে কথিত হয়। ৬১-৬৩॥

যিজনে সপ্তমী বা ষষ্ঠী তিথিত দুখ আৰু অহঙ্কাৰ-শূন্য হৈ ভক্তি ভাৱেৰে আপোনাৰ পূজা কৰে সেই মানুহক লক্ষ্মীয়ে আশ্ৰয় দান কৰে। ৬৪॥

যিসকলে একাগ্ৰচিত্তে আপোনাৰ পূজা-সেৱা কৰে তেওঁলোকৰ কেতিয়াও বিপদ-আপদ নহয় আৰু তেওঁলোকে মানসিক চিন্তা আৰু বেমাৰ ভোগ নকৰে। ৬৫॥

যিসকলে আপুনি সকলোতে আছে বুলি জানি ভক্তি কৰে তেওঁলোক সকলো বেমাৰ আৰু পাপৰপৰা মুক্ত হৈ চিৰজীৱী আৰু সুখী হয়। ৬৬॥

হে অন্নপতি, মই শ্ৰদ্ধাৰে সৈতে সকলোকে অতিথি সেৱা কৰিবলৈ ইচ্ছা কৰি অন্ন লাভ কৰিব খোজোঁ; আপুনি মোক অন্ন দি অনুগ্ৰহ কৰক। ৬৭॥

আপোনাৰ কাষত আশ্ৰয় লোৱা মাঠৰ, অৰুণ, দণ্ড আদি যিবোৰ অনুচৰ আছে—বিজুলী, বজ্ৰ আদিৰ প্ৰৱৰ্ত্তক সেই সকলোকে মই সেৱা জনাইছো। ৬৮॥

ক্ষুভাৰে সৈতে মৈত্ৰীদেৱী আৰু গৌৰী, পদ্মা আদি আদি আন আন যিসকল জীৱৰ মাতৃ আছে সেইসকললৈও মই সেৱা জনাইছো। তেওঁলোকে যেন শৰণাগত হোৱা মোক ৰক্ষা কৰে। ৬৯॥

বৈশম্পায়নে ক'লে—হে মহাৰাজ, যেতিয়া যুধিষ্ঠিৰে লোকসমূহৰ আশ্ৰয়স্বৰূপ প্ৰভাকৰ সূৰ্য্যদেৱক এইদৰে স্তুতি কৰিলে তেতিয়া সেই দিনকৰ সন্তুষ্ট হ'ল আৰু জলি থকা জুইৰ-দৰে উদ্‌ভাসিত দেহাৰে তেওঁ পাণ্ডুপুত্ৰক দৰ্শন দিলে। ৭০॥

সূৰ্য্যদেৱে কলে, তোমাৰ যি যি অভিলাষ আছে সেই সকলোবোৰ পূৰ্ণ হব। মই বাৰ বছৰলৈ তোমাক অন্ন দান কৰিম। ৭১॥

হে মহাৰাজ, মই দিয়া এই তামৰ পাত্ৰটো লোৱাঁ। হে সুব্ৰত, তোমাৰ ৰান্ধনী-ঘৰত এই পাত্ৰটোত ফল-মূল খোৱাৰ যোগ্য আন আন বস্তু আৰু শাক আদিৰে যি চাৰিবিধ (চৰ্ব্ব্য, চোষ্য, লেহ্য আৰু পেয়) খাদ্য দ্ৰব্য সাজু কৰা হব

সেইবোৰ তেতিয়ালৈকে অক্ষয় হৈ থাকিব যেতিয়ালৈকে দ্ৰৌপদীয়ে নিজে নোখোৱাকৈ আনক খুৱাই থাকিব।

আজিৰপৰা চৈধ্য বছৰৰ মূৰত তুমি নিজৰ ৰাজ্য আকৌ ঘূৰাই পাবা। ৭২-৭৩ ॥

বৈশম্পায়নে কলে, এইদৰে কৈ কৈ ভগৱান সূৰ্য্যদেৱ তাতেই অন্তৰ্দ্ধান হল। ৭৪ ॥

আন কোনো মানুহেও যদি মন সংযত কৰি একাগ্ৰচিত্তে এই স্তোত্ৰটো পাঠ কৰে আৰু তেওঁ যদি বৰ দুৰ্লভ বৰো প্ৰাৰ্থনা কৰে তথাপি সূৰ্য্যদেৱে তেওঁৰ সেই মনোবাঞ্ছিত বস্তু প্ৰদান কৰিব। ৭৫ ॥

যিজনে নিতৌ এই স্তোত্ৰটো ধাৰণ কৰে অথবা বাৰে বাৰে শুনে, তেওঁ পুত্ৰ কামনা কৰিলে পুত্ৰ আৰু ধন কামনা কৰিলে ধন পাব। বিদ্যাৰ প্ৰয়াসী হলে তেওঁ বিদ্যা পাব আৰু সেইদৰে পুৰুষে পত্নী কামনা কৰিলে পত্নীও লাভ কৰিব। ৭৬ ॥

তিৰোতা বা পুৰুষে যদি দিন আৰু ৰাতিৰ দুয়োটা সন্ধিক্ষণতে এই স্তোত্ৰটো সদায় পাঠ কৰে, তেনেহলে বিপদত পৰিলে তেওঁ উদ্ধাৰ পাব আৰু বান্ধোনত থাকিলে তাৰপৰা মুক্ত হব। ৭৭ ॥

এই স্তোত্ৰটো সৰ্ব্ব প্ৰথমে ব্ৰহ্মাই মহাত্মা ইন্দ্ৰক দিছিল। ইন্দ্ৰৰপৰা নাৰদে আৰু তেওঁৰপৰা ধৌম্যই পাইছিল। ধৌম্যৰপৰা যুধিষ্ঠিৰে পাই নিজৰ সকলো কামনা পূৰ্ণ কৰিলে। ৭৮ ॥

[যিজনে এই স্তোত্ৰটো যথানিয়মে পাঠ কৰে তেওঁ] যুদ্ধত সদায় জয় লাভ কৰে, বিপুল অৰ্থ লাভ কৰে, সকলো পাপৰপৰা মুক্ত হয় আৰু শেষত সূৰ্য্য-লোকলৈ গতি কৰে। ৭৯ ॥

বৈশম্পায়নে কৈ গল, বৰ লাভ কৰি ধৰ্ম্মজ্ঞ কুন্তীপুত্ৰ যুধিষ্ঠিৰ গঙ্গাৰ পানীৰ-পৰা উঠি আহিল। তেওঁ ধৌম্যৰ চৰণ দুখনত ধৰিলে আৰু ভায়েকহঁতক আলি-ঙ্গন কৰিলে। ৮০ ॥

দ্ৰৌপদীৰ ওচৰলৈ যোৱাত দ্ৰৌপদীয়ে তেওঁক সেৱা কৰিলে। তেতিয়াই পাণ্ডু-নন্দন ৰজা যুধিষ্ঠিৰে ৰান্ধনী-ঘৰত সেই পাত্ৰটো দি তাতে অন্ন প্ৰস্তুত কৰালে। ৮১ ॥

ৰন্ধোৱা চাৰিওবিধৰ অলপ অন্নও পাত্ৰটোৰ গুণত বাঢ়ি যায় আৰু শেষ নোহোৱা হয়। তাৰে তেওঁ ব্ৰাহ্মণসকলক ভোজন কৰাবলৈ ধৰিলে। ৮২ ॥

ব্ৰাহ্মণসকলৰ ভোজনৰ পাছত ভায়েকসকলক খুৱাই যুধিষ্ঠিৰে 'বিধস' নামৰ অৱশিষ্ট অন্ন খায়। ৮৩ ॥

যুধিষ্ঠিৰক খুৱাই দ্ৰৌপদীয়ে শেষ খাদ্যখিনি নিজে খায়। দ্ৰৌপদীৰ ভোজ-নৰ পাছতহে সেই পাত্ৰটোৰ অন্ন শেষ হয়। এইদৰে সূৰ্য্যৰপৰা মনোবাঞ্ছিত বৰ লাভ কৰি সূৰ্য্যৰ সমান তেজস্বী ৰজা যুধিষ্ঠিৰে ব্ৰাহ্মণসকলক যথানিয়মে

অন্ন দান কৰিবলৈ ধৰিলে। পুৰোহিতক আগত ৰাখি তেওঁ তিথি, নক্ষত্ৰ আৰু পৰ্ব্ববোৰত বিধি আৰু মন্ত্ৰৰ প্ৰমাণমতে তেওঁৰ যজ্ঞৰ দ্ৰব্যবোৰ সংগ্ৰহ কৰাবলৈ ধৰিলে। ৮৪-৮৫ ॥

তাৰ পাছত স্বস্ত্যয়ন কৰাই ব্ৰাহ্মণসকলৰ দ্বাৰা পৰিবৃত হৈ পাণ্ডৱসকল ধৌম্যেৰে সৈতে কাম্যক-বনলৈ গমন কৰিলে। ৮৬ ॥

ইতি মহাভাৰত বনপৰ্ব্বৰ অন্তৰ্গত অৰণ্য-পৰ্ব্বত পাণ্ডৱসকলৰ কাম্যক-বন প্ৰৱেশ নামৰ তৃতীয় অধ্যায় ॥ ৩ ॥

॥ অধ্যায় ৪ ॥

## ॥ ধৃতৰাষ্ট্ৰৰ দ্বাৰা বিদুৰৰ উপদেশ প্ৰত্যাখ্যান ॥

বৈশম্পায়নে কলে,—যেতিয়া পাণ্ডৱসকল বনলৈ গ'ল, তেতিয়া জ্ঞান-চক্ষু-বিশিষ্ট অম্বিকানন্দন ৰজা ধৃতৰাষ্ট্ৰই অনুতপ্ত হৈ নিজে সুখাসনত বহি অগাধ বুদ্ধিসম্পন্ন ধাৰ্মিক বিদুৰক এইদৰে কলে। ১ ॥

ধৃতৰাষ্ট্ৰই কলে, তোমাৰ বুদ্ধি শুক্ৰাচাৰ্য্যৰ দৰে শুদ্ধ, অতি সূক্ষ্ম, শ্ৰেষ্ঠ ধৰ্ম্মকো তুমি জানা। তুমি সকলোৰে প্ৰতি সমভাৱে থাকাঁ। কৌৰৱ আৰু পাণ্ডৱ দুয়ো পক্ষই তোমাক সম্মান কৰে। সেই কাৰণে মোৰ আৰু পাণ্ডৱহঁতৰ পক্ষে যিটো কাৰ্য্য হিতকৰ হব তাকে কোৱাঁ। ২ ॥

হে বিদুৰ, এনে অৱস্থাত যি কৰিলে মোৰ এই নাগৰিকসকলে আমাক ভাল পাব আৰু সিহঁতেও (পাণ্ডৱসকলে) আমাক সমূলে ওফৰাব নোৱাৰিব, তাকে এতিয়া কোৱাঁ ? উত্তম কাৰ্য্যৰ বিষয়ে তুমি জানা (গতিকে প্ৰকৃত উপায় দিয়াঁ)। ৩ ॥

বিদুৰে কলে,—হে নৰেন্দ্ৰ, ধৰ্ম্ম, অৰ্থ আৰু কাম—এই তিনিওবিধ প্ৰাপ্তিৰ মূল হৈছে ধৰ্ম্ম। জ্ঞানীসকলে এই ৰাজ্যভোগৰ মূলো ধৰ্ম্ম বুলিয়েই কয়। হে মহাবাহু, ধৰ্ম্মপথত থাকি যথাশক্তিৰে পাণ্ডুৰ পুত্ৰসকলক পালন কৰক। ৪ ॥

শকুনি-প্ৰমুখ্যে পাপীহঁতে সভাগৃহত সেই ধৰ্ম্মক প্ৰৱঞ্চনা কৰিলে ; কাৰণ আপোনাৰ পুত্ৰই সত্যপৰায়ণ কুন্তীপুত্ৰ যুধিষ্ঠিৰক পাশা খেললৈ আহ্বান কৰি ছলেৰে পৰাজিত কৰিলে। ৫ ॥

হে কুৰুৰাজ, দুষ্টহঁতৰ দ্বাৰা পাণ্ডৱবোৰৰ প্ৰতি কৰা এই দুৰ্ব্যৱহাৰৰ প্ৰতিকাৰৰ উপায় মই জানো। ইয়াকে কৰিলে আপোনাৰ পুত্ৰ দুৰ্য্যোধনো পাপ-মুক্ত হৈ সংসাৰত ভালদৰে প্ৰতিষ্ঠিত হব পাৰিব। ৬ ॥

হে মহাৰাজ, আপুনি পাণ্ডৱসকলক যি ৰাজ্য দিছিল সেই ৰাজ্য সিহঁতে পাব লাগে। আনৰ ধনলৈ লোভ নকৰি নিজৰ ধনত সন্তুষ্ট থকাই ৰজাৰ পক্ষে পৰম ধৰ্ম্ম। ৭ ॥

ইয়াকে কৰিলে আপোনাৰ যশস্যা হানি নহব, ভাইসকলৰ ভিতৰত ভেদ-ভাব নহব আৰু ধৰ্ম্ম-হানিও নহব। আপোনাৰ বাবে সৰ্ব্বপ্ৰধান কাৰ্য্য এইটোৱেই যে আপুনি সিহঁতক সন্তুষ্ট কৰক আৰু শকুনিক তিৰস্কাৰ কৰক। ৮ ॥

হে মহাৰাজ, এনে কৰিলেহে যদি আপোনাৰ পুত্ৰসকলৰ কপালত ৰাজভোগ হয়। এতেকে খৰধৰ কৰক। ৰাজন্, যদি আপুনি তাকে নকৰে তেন্তে নিশ্চিত-ভাৱে কুৰুবংশ ধ্বংস হব। ৯ ॥

ক্ৰুদ্ধ হোৱা ভীম বা অৰ্জ্জুনে শত্ৰু-সৈন্যৰ কাকো জীয়াই নাৰাখিব। অস্ত্ৰ-বিদ্যাত পাকৈত সব্যসাচী অৰ্জ্জুন যাৰ যুঁজাৰু, সকলোৰে সাৰস্বৰূপ গাণ্ডীৱ যাৰ ধনু, বাহুবলী ভীম যাৰ যোদ্ধা, সেই পাণ্ডৱসকলৰ কাৰণে জগতত অপ্ৰাপ্য একো বস্তু নাই। আপোনাৰ পুত্ৰ দুৰ্যোধনৰ জন্মৰ সময়ত মই হিতজনক বুলি যি বুজিব পাৰিছিলো তাক মই তেতিয়াই আপোনাক কৈছো। ১০-১১ ॥

'সমস্ত বংশৰ বাবে অমঙ্গলীয়া এই পুত্ৰটোক ত্যাগ কৰক' বুলি মই দিয়া হিত আৰু উত্তম উপদেশমতে তেতিয়া আপুনি একো নকৰিলে। হে মহাৰাজ, এতিয়াও মই এয়া হিত কথা কলো। যদি আপুনি তাকে নকৰে; তেন্তে পিচত অনুতাপ কৰিব লাগিব। ১২ ॥

যদি আপোনাৰ পুত্ৰ দুৰ্য্যোধনে প্ৰীতিৰে সৈতে পাণ্ডৱৰ লগত একেখন ৰাজ্য গঢ়াৰ কথা মানি লয়, তেনেহলে আপোনাৰ অনুতাপ নহব, বৰং সুখহে হব। সেয়ে নহলে, সকলোৰে সুখ-শান্তিৰ কাৰণে আপুনি পুত্ৰ দুৰ্যোধনক নিয়ন্ত্ৰণ কৰিব লাগিব। ১৩ ॥

এইদৰে অহিতকাৰক দুৰ্য্যোধনক নিয়ন্ত্ৰণ কৰি আপুনি পাণ্ডুপুত্ৰ যুধিষ্ঠিৰক ৰাজ-পাটত বহুৱাওক, কাৰণ তেওঁ অজাতশত্ৰু, তেওঁৰ কাৰো প্ৰতি ৰাগ-দ্বেষ নাই। মহাৰাজ, তেৱেঁই ধৰ্ম্মমতে এই পৃথিৱী শাসন কৰিব পাৰিব। ১৪ ॥

হে মহাৰাজ, তাকে কৰিলে পৃথিৱীৰ সকলোবিলাক ৰজা-মহাৰজাই বৈশ্য-সকলৰ দৰে ভাৰ-ভেটি লৈ আমাৰ (কৌৰৱসকলৰ) ওচৰ চাপিবহি। হে নৰপতি, দুৰ্যোধন, শকুনি আৰু সূত-পুত্ৰ কৰ্ণ প্ৰীতিৰে পাণ্ডৱসকলৰ লগ লাগকগৈ। ১৫ ॥

দুঃশাসনে সভাৰ মাজত ভীম আৰু দ্ৰৌপদীক ক্ষমা খোজক আৰু আপুনি যুধিষ্ঠিৰক ভালদৰে সান্ত্বনা দি সসম্মানে এই ৰাজ্যত স্থাপন কৰক। ১৬ ॥

হে মহাৰাজ, আপোনাৰ প্ৰশ্নৰ উত্তৰত ইয়াৰ বাহিৰে আন আৰু কি কব পাৰোঁ? এইখিনি কৰিলেই আপুনি সকলো কৰা হব। ১৭ ॥

ধৃতৰাষ্ট্ৰই কলে, বিদুৰ, এই সভাত পাণ্ডৱসকলৰ আৰু মোৰ বিষয়ে তুমি যিখিনি কথা কলা সেইখিনি পাণ্ডুপুত্ৰইতৰ বাবে হিতকাৰক, কিন্তু মোৰ লৰাইতৰ কাৰণে হিতকাৰক নহয়, এতেকে এইবোৰ মোৰ মনে নামানে। ১৮ ॥

সময়ত তুমি যিবোৰ কৈছা তাৰ দ্বাৰা এইটো নিশ্চিতভাৱে জানিলো যে, তুমি পাণ্ডৱহঁতৰ ভালৰ বাবেহে আছা। আজি বুজিব পাৰিলো যে তুমি মোৰ হিত-চিন্তাকাৰী নোহোৱাঁ। পাণ্ডৱহঁতৰ বাবে কেনেকৈ নিজ-পুত্ৰ ত্যাগ কৰিম ? ১৯ ॥

ইয়াত কোনো সংশয় নাই যে, সিহঁতো মোৰেই পুত্ৰ, দুৰ্য্যোধন মোৰ দেহৰ-পৰাই জন্মিছে। সকলোতে সমদৃষ্টি কৰিও কোনে কাক কব, তুমি আনৰ কাৰণে নিজৰ দেহটো ত্যাগ কৰাঁ ? ২০ ॥

বিদুৰ, তোমাক মই যথেষ্ট সন্মান কৰোঁ, কিন্তু তুমি কুটিল ভাৱেৰে মোক পৰামৰ্শ দিছা। এতিয়া তুমি যোৱা বা থাকা, যিহকে ইচ্ছা তাকে কৰাঁ। অসতী তিৰোতাক ভাল বুজনি দিলেও (তাই) গিৰিয়েকক এৰিবই। ২১ ॥

বৈশম্পায়নে কলে,—মহাৰাজ জনমেজয়, ৰজা ধৃতৰাষ্ট্ৰ এইখিনি কৈ হঠাতে উঠি অন্তেষপুৰলৈ সোমাই গ'ল। তেতিয়া বিদুৰে 'এই কুল আৰু নাথাকে' বুলি কৈ পাণ্ডৱসকল য'ত আছিল তলৈকে তেওঁ গুচি গ'ল। ২২ ॥

ইতি মহাভাৰত বনপৰ্ব্বৰ অন্তৰ্গত অৰণ্য পৰ্ব্বত বিদুৰৰ উপদেশ-প্ৰত্যাখ্যান নামৰ চতুৰ্থ অধ্যায় ॥ ৪ ॥

॥ অধ্যায় ৫ ॥

## ॥ বিদুৰৰ নিৰ্ব্বাসন ॥

বৈশম্পায়নে কলে,—ভাৰতবংশৰ শিৰোমণি পাণ্ডৱসকল বনবাসৰ উদ্দেশ্যে গঙ্গাৰ পাৰৰপৰা নিজৰ সঙ্গীবোৰেৰে সৈতে কুৰুক্ষেত্ৰলৈ গ'ল। ১ ॥

তেওঁলোকে সৰস্বতী, দৃষদ্বতী আৰু যমুনাৰ বা-বতাহ লৈ এখন বনৰ পিছত আন এখন বন পাৰ হৈ ক্ৰমে পশ্চিমফালে যাবলৈ ধৰিলে। ২ ॥

তাৰ পাছত সৰস্বতী নৈৰ পাৰেদি গৈ থাকোঁতে মৰুভূমি আৰু হাবিয়নিৰ মাজত মুনিসকলৰ প্ৰিয় কাম্যক-বন দেখিবলৈ পালে। ৩ ॥

হে ভাৰত, বহুতো পশু-পক্ষী বাস কৰা সেই বনত মুনিসকলে বহুৱাই সান্ত্বনা দিয়াত সেই বীৰসকল তাতেই থাকিবলৈ ললে। ৪ ॥

ইফালে পাণ্ডৱসকলক দেখা পাবলৈ উৎসুক হৈ থকা বিদুৰ সমৃদ্ধিশালী কাম্যক-বনলৈ একমাত্ৰ ৰথেৰে গমন কৰিলে। ৫ ॥

বেগী ঘোঁৰাই টনা ৰথত কাম্যক-বনত উপস্থিত হৈ বিদুৰে যুধিষ্ঠিৰক দ্ৰৌপদী, ভায়েকহঁত আৰু ব্ৰাহ্মণসকলেৰে সৈতে নিৰ্জন ঠাইত বহি থকা দেখিবলৈ পালে। ৬ ॥

সত্যব্ৰত ৰজা যুধিষ্ঠিৰে লৰালৰিকৈ আহিবলৈ ধৰা বিদুৰক আঁতৰৰপৰা দেখি-বলৈ পালে আৰু ভায়েক ভীমক সম্বোধন কৰি কলে, 'ক্ষত্তাই (অৰ্থাৎ দাসীৰ পুত্ৰ বিদুৰে) আমাৰ ওচৰ চাপি জানো কি কয়।' ৭॥

শকুনিৰ কথামতে আকৌ পাশা খেলিবৰ বাবে মাতিবলৈকে এওঁ আহিছেনেকি! নীচ শকুনিয়ে আকৌ পাশা খেলিবলৈ মাতি নি আমাৰ অস্ত্ৰবোৰ জয় কৰিব খুজিছেনেকি? ৮॥

ভীম, 'আহাঁ' বুলি যদি কোনোবাই মোক মাতে, মই পিছ হুঁহকিব নোৱাৰোঁ। এনেস্থলত যদি আমি পাশা খেলত গাণ্ডীৱধন হেৰুৱাব লগাত পৰোঁ তেন্তে নহলে আমাৰ ৰাজ্য ঘূৰাই পোৱাৰ আশাতো সংশয় আহিব। ৯॥

বৈশম্পায়নে কলে,—মহাৰাজ, তাৰ পাছত পাণ্ডৱসকলৰ কেয়োজনে থিয় হৈ বিদুৰক আদৰি আনিলে। তেওঁলোকৰপৰা যথোচিতভাৱে অভ্যৰ্থনা পাই আজমীঢ় বংশীয় সেই বিদুৰ পাণ্ডৱসকলৰ লগত মিলিত হ'ল। ১০॥

আদৰ যত্নেৰে অভ্যৰ্থনা কৰাৰ পাছত নৰশ্ৰেষ্ঠ পাণ্ডৱসকলে বিদুৰক বনলৈ অহাৰ কাৰণ সুধিলে। তেতিয়া তেওঁ অম্বিকানন্দন ধৃতৰাষ্ট্ৰই যেনে আচৰণ কৰিছিল সেই সকলোবোৰ বহলাই কলে। ১১॥

বিদুৰে কলে, হে অজাতশত্ৰু, ৰজা ধৃতৰাষ্ট্ৰই মোক নিজৰ ৰক্ষক বুলি ভাবি মাতি নি আদৰ কৰিলে আৰু কলে—বিদুৰ, এনেকুৱা পৰিস্থিতিত সমান ভাব ৰাখি তুমি এনে এটা উপায় দিয়াঁ যিটো সিহঁতৰ (পাণ্ডৱ) আৰু মোৰো হিতকৰ হয়। ১২॥

উত্তৰত ময়ো এনেকৈ কলো যিটো উচিত, কৌৰৱ আৰু ধৃতৰাষ্ট্ৰৰ বাবেও হিতকৰ আৰু উপকাৰী, তাকে কৰক। সেই কথা তেওঁ ভাল নাপালে আৰু ময়ো তাৰ বাহিৰে কিবা উচিত কথা আছে বুলি কব নোৱাৰিলো। ১৩॥

পাণ্ডৱহঁত, মই দুয়ো পক্ষৰ কাৰণেই পৰম হিতকৰ কথাকে কৈছিলো। কিন্তু অম্বিকাপুত্ৰ ধৃতৰাষ্ট্ৰই মোৰ সেই কথা নুশুনিলে। যিদৰে উপাকাৰী খাদ্য বেমা-ৰীৰ ভাল নালাগে, সেইদৰে মই কোৱা কথাও তেওঁৰ ভাল নালাগিল। ১৪॥

হে অজাতশত্ৰু, বেদজ্ঞ ব্ৰাহ্মণৰ অসৎ স্বভাৱৰ তিৰোতাক যিদৰে সৎ পথলৈ আনিব নোৱাৰি, সেইদৰে ৰজা ধৃতৰাষ্ট্ৰকো কল্যাণৰ পথলৈ অনা সম্ভৱ নহয়।

যিদৰে কুমাৰী কন্যাক ষাঠি বছৰীয়া বুঢ়া গিৰিয়েকক ভাল নালাগে, সেই-দৰে ভৰত-শ্ৰেষ্ঠ ধৃতৰাষ্ট্ৰৰো মই কোৱা কথাবোৰ ভাল নালাগে। ১৫॥

হে নৃপ, ৰজা ধৃতৰাষ্ট্ৰই শুভ পথ নলয়, এতেকে কৌৰৱহঁতৰ বিনাশ হোৱাটো ধ্ৰুৱ। যিদৰে পদুমৰ পাতত ঢালি দিয়া পানী নৰয়, সেইদৰে হিতকৰ কথাযো ধৃতৰাষ্ট্ৰৰ মনত ঠাই নাপায়। ১৬॥

তেতিয়া ক্ৰুদ্ধ ৰজা ধৃতৰাষ্ট্ৰই মোক কলে বোলে, হে ভাৰত, তোমাৰ যতে শ্ৰদ্ধা আছে তাতে থাকাগৈ, আৰু এই ৰাজ্য বা নগৰখন পালন কৰিবলৈ তোমাৰ সহায় নিবিচাৰোঁ। ১৭॥

হে নৰপতি, ৰজা ধৃতৰাষ্ট্ৰৰ দ্বাৰা এইদৰে পৰিত্যক্ত হৈ তোমাক উপদেশ দিবলৈকে মই আহিছো। সভাস্থলত তোমাক মই যি কথা কৈছিলো আৰু এতিয়া যিখিনি কম, সেই সকলোবোৰ ভালদৰে মনত ৰাখিবা। ১৮ ॥

শত্ৰুবোৰৰ দ্বাৰা দুঃসহ কষ্ট দিয়া হলেও যিজনে ক্ষমা কৰি অনুকূল অৱসৰলৈ প্ৰতীক্ষা কৰি থাকে আৰু অকণমান জুইৰ ফিৰিঙতিকো খেৰ আদিৰে জলাই ডাঙৰ জুইত পৰিণত কৰাৰ দৰে যিজনে মনক বশ কৰি নিজৰ শক্তি বঢ়ায় সেই-জনে অকলেই পৃথিৱী ভোগ কৰে। ১৯ ॥

হে ৰজা, যিজনৰ ধন সহায়কাৰীবোৰক ভগাই দিয়া নহয় অৰ্থাৎ যিজনৰ ধন সহায়কাৰীবিলাকে নিজৰ বুলি ভোগ কৰিবলৈ পায়, সিজনৰ দুখতো সিবিলাকে অংশ গ্ৰহণকাৰী পালে পৃথিৱীখনকে পোৱা হয় বুলি কয়। ২০ ॥

হে পাণ্ডুনন্দন, অনৰ্থক কথা নোকোৱাকৈ সঁচা কোৱাতে সৰ্ব্বোত্তম। নিজৰ সহায়কাৰীসকলেৰে সৈতে একেলগে বহি খাদ্য খাব লাগে। তেওঁলোকৰ আগত আত্ম-গৌৰৱ কৰা অনুচিত। এনে আচৰণ কৰা ৰজাৰ সদায় উন্নতি হয়। ২১ ॥

যুধিষ্ঠিৰে কলে, উত্তম বুদ্ধিৰ আশ্ৰয় লৈ, সদায় সাৱধান হৈ আপুনি কোৱাৰ দৰেই কৰিম। দেশ-কাল অনুসৰি আৰু যি যি কৰা উচিত বুলি আপুনি ভাবে, তাকো কওক। সেইবোৰ সকলো মই পালন কৰিম। ২২ ॥

ইতি মহাভাৰত বনপৰ্ব্বৰ অন্তৰ্গত অৰণ্য-পৰ্ব্বত বিদুৰৰ নিৰ্ব্বাসন নামৰ পঞ্চম অধ্যায়। ৫ ॥

॥ অধ্যায় ৬ ॥

## ॥ বিদুৰৰ প্ৰত্যাগমন ॥

বৈশম্পায়নে কলে, হে মহাৰাজ, পাণ্ডৱসকলক লগ ধৰিবলৈ যেতিয়া বিদুৰ আশ্ৰমলৈ গ'ল তেতিয়া মহাজ্ঞানী ৰজা ধৃতৰাষ্ট্ৰই অনুতাপ কৰিবলৈ ধৰিলে। ১ ॥

বিদুৰে সন্ধি-বিগ্ৰহ আদি নীতি ভালদৰে জানে বাবে তেওঁৰ প্ৰভাৱ বৰ বেছি। গতিকে পাণ্ডৱৰ লগ ললে ভৱিষ্যৎ কালত পাণ্ডৱসকলৰ বৰ উন্নতি হব। ২ ॥

বিদুৰৰ কথা সুঁৱৰি তেওঁ মূৰ্চ্ছা যোৱা যেন হ'ল আৰু সভাগৃহৰ দুৱাৰমুখলৈ আহি ৰজাসকলৰ সন্মুখতে অচেতন হৈ মাটিত বাগৰি পৰিল। ৩ ॥

আকৌ চেতনা ঘূৰাই পালত ৰজা ধৃতৰাষ্ট্ৰ মাটিৰপৰা উঠিল আৰু ওচৰত উপস্থিত হোৱা সঞ্জয়ক তেওঁ এইদৰে কবলৈ ধৰিলে। ৪ ॥

(বিদুৰ), মোৰ ভাই আৰু বন্ধুও। এওঁ সাক্ষাৎ দ্বিতীয় ধৰ্ম্মস্বৰূপ। তেওঁৰ কথা স্মৰণ কৰি আজি মোৰ হৃদয় বিদীৰ্ণ হোৱা যেন হৈছে। ৫ ॥

মোৰ সেই ধাৰ্ম্মিক ভাইক সোনকালে লৈ আহঁা, এই বুলি কৈ ৰজা দুখেৰে ৰজাই কান্দিবলৈ ধৰিলে। ৬ ॥

ৰজা ধৃতৰাষ্ট্ৰই বিদুৰক সুঁৱৰি মূছকচ যোৱা যেন হৈ অনুতাপতে দগ্ধ হবলৈ ধৰিলে আৰু ভ্ৰাতৃ-স্নেহত সঞ্জয়ক এইদৰে কবলৈ ধৰিলে। ৭ ॥

সঞ্জয় যোৱাঁ, মোৰ ভাই বিদুৰৰ বাতৰি লোৱাঁগৈ। মই পাপীয়ে খঙতে খেদি পঠিয়ালো, জানো তেওঁ এতিয়া জীয়াই আছে নে নাই। ৮ ॥

অসীম বুদ্ধিযুক্ত মোৰ সেই জ্ঞানী ভায়ে কেতিয়াও অকণমানো অপ্ৰিয় কাৰ্য্য কৰা নাই। ৯ ॥

হে বুদ্ধিমান, পৰম বুদ্ধিমান্ সেই বিদুৰে মোৰপৰা বৰ বেয়া ব্যৱহাৰ পালে। তুমি গৈ তেওঁক লৈ আহঁাগৈ, নহলে মই প্ৰাণ ত্যাগ কৰিম। ১০ ॥

ৰজাৰ এই কথা শুনি সঞ্জয়ে তেওঁক শ্ৰদ্ধা জনাই 'বাৰু' বুলি কৈ কাম্যক বনলৈ যাত্ৰা কৰিলে। ১১ ॥

য'ত পাণ্ডৱসকল আছিল সেই বনত অলপ সময়ৰ ভিতৰতে উপস্থিত হৈ সঞ্জয়ে দেখিবলৈ পালে যে, ৰজা যুধিষ্ঠিৰ মৃগচৰ্ম্ম ধাৰণ কৰি বিদুৰ আৰু হেজাৰ হেজাৰ ব্ৰাহ্মণৰ লগত বহি দেৱতাসকলৰ দ্বাৰা বেষ্টিত হৈ থকা ইন্দ্ৰৰ দৰে নিজৰ ভায়েক-হঁতৰ দ্বাৰা সুৰক্ষিত হৈ আছে। ১২-১৩ ॥

যুধিষ্ঠিৰৰ ওচৰ চাপি সঞ্জয়ে তেওঁক অভিবাদন জনালে। ভীম, অৰ্জ্জুন আৰু নকুল সহদেৱেও যথোচিতভাৱে তেওঁক অভ্যৰ্থনা কৰিলে। ১৪ ॥

ৰজা যুধিষ্ঠিৰৰ দ্বাৰা কুশল বাতৰি সোধাৰ পাছত সঞ্জয়ে ভালদৰে আসন গ্ৰহণ কৰি নিজৰ আগমনৰ কাৰণ বৰ্ণাই এইদৰে কবলৈ ধৰিলে। ১৫ ॥

সঞ্জয়ে কলে—হে বিদুৰ, অম্বিকানন্দন মহাৰাজ ধৃতৰাষ্ট্ৰই আপোনাক স্মৰণ কৰিছে। আপুনি সোনকালে গৈ ৰজাক দেখা কৰক আৰু জীৱন দিয়ক। ১৬ ॥

হে সাধুশ্ৰেষ্ঠ, কুৰুবংশক আনন্দ দিওঁতা এই নৰশ্ৰেষ্ঠ পাণ্ডৱসকলৰপৰা ভাল-ভাৱে বিদায় লৈ মহাৰাজৰ আদেশমতে শীঘ্ৰে তেখেতৰ ওচৰলৈ যাওক। ১৭ ॥

বৈশম্পায়নে কলে,— আত্মীয়স্বজনৰ প্ৰিয়, বুদ্ধিমান বিদুৰক যেতিয়া এইদৰে কোৱা হ'ল, তেতিয়া তেওঁ যুধিষ্ঠিৰৰ অনুমতি লৈ আকৌ হস্তিনাপুৰলৈ গ'ল। ১৮ ॥

মহাতেজস্বী অম্বিকাসুত ধৃতৰাষ্ট্ৰই তেওঁক কলে, হে ধাৰ্ম্মিক, ভাগ্যৰ বলতহে তোমাক ঘূৰাই পালো, হে নিষ্পাপ,মোৰ সৌভাগ্য যে তুমি মোক পাহৰা নাই। ১৯ ॥

হে ভৰতকুলভূষণ, মই আজি ৰাতিয়ে-দিনে তোমাৰ কাৰণে জাগি থকা কাৰণে নিজৰ শৰীৰৰ এনে আচৰিত দশা দেখা পাইছো। ২০ ॥

এইদৰে কৈ তেওঁ বিদুৰক কোলাত আনি মূৰ শুঙিলে আৰু কলে, হে নিষ্পাপ, মই তোমাক যি অপ্ৰিয় কথা কৈছিলো তাৰ বাবে ক্ষমা কৰাঁ। ২১ ॥

বিদুৰে কলে, মহাৰাজ, মই ক্ষমা কৰিছোৱেই। আপুনি মোৰ পৰম গুৰু। আপোনাক দৰ্শন কৰিবলৈ এয়া মই লৰালৰিকৈ আহিছো। নৰশ্ৰেষ্ঠ, ধাৰ্ম্মিক লোকসকলে দুৰ্দ্দশাপ্ৰাপ্তবিলাকৰ প্ৰতি বেছিকৈ মৰম দেখুৱায়। এই বিষয়ে আপুনি একো চিন্তা কৰিব নালাগে। ২২-২৩ ॥

হে ভাৰত, মোৰ কাৰণে পাণ্ডুৰ পুত্ৰবোৰ যেনেকুৱা, আপোনাৰ পুত্ৰবোৰো তেনেকুৱাই। কিন্তু বৰ্ত্তমানে পাণ্ডৱসকল দুৰ্দ্দশাগ্ৰস্ত, সেই বাবে তেওঁবিলাকৰ প্ৰতি মোৰ মন আসক্ত হৈছে। ২৪ ॥

বৈশম্পায়নে কলে, মহাতেজস্বী তেওঁলোক দুয়ো ভাই-ককাই বিদুৰ আৰু ধৃতৰাষ্ট্ৰই ইজনে সিজনক অনুনয়-বিনয় কৰি পৰম আনন্দ পালে। ২৫ ॥

ইতি মহাভাৰত বনপৰ্ব্বৰ অন্তৰ্গত অৰণ্য-পৰ্ব্বত বিদুৰৰ প্ৰত্যাগমন নামৰ ষষ্ঠ অধ্যায় ॥ ৬ ॥

॥ অধ্যায় ৭ ॥

## ॥ ব্যাসৰ আগমন ॥

বৈশম্পায়নে কলে, বিদুৰ পালেহি আৰু ৰজা ধৃতৰাষ্ট্ৰয়ো তেওঁক সান্ত্বনা দি ৰাখিলে বুলি শুনি দুষ্টবুদ্ধি ধৃতৰাষ্ট্ৰতনয় দুৰ্য্যোধনে অনুতাপ কৰিবলৈ ধৰিলে। ১ ॥

ৰজা দুৰ্য্যোধনে শকুনি, কৰ্ণ আৰু দুঃশাসনক মাতি আনি অজ্ঞান আন্ধাৰত তল গৈ কবলৈ ধৰিলে: ২ ॥

বুদ্ধিমান্ পিতৃ ধৃতৰাষ্ট্ৰৰ মন্ত্ৰী, বিদ্বান পাণ্ডুতনয়সকলৰ বন্ধু আৰু তেওঁলোকৰেই হিতকাৰী বিদুৰ আকৌ ঘূৰি আহিল। ৩ ॥

বিদুৰে পাণ্ডৱসকলক ঘূৰাই অনাৰ কাৰণে পিতাৰ মন ঘূৰোৱাৰ আগতে মোৰ হিত-সাধনৰ বাবে তোমালোকে পৰামৰ্শ দিয়া। ৪ ॥

যদি পাৰ্থসকলক ইয়ালৈ কিবা প্ৰকাৰে ঘূৰি অহা দেখিবলৈ পাওঁ, তেনেহলে পানী এটোপাও নাখাই নিজ ইচ্ছামতে মই নিজৰ দেহাটো শুকুৱাই পেলাম। ৫ ॥

মই বিহ খাম, ডিঙিত ৰচি লগাম, অস্ত্ৰেৰে নিজক আঘাত কৰিম অথবা জলা জুইত সোমাম, তথাপি তেওঁলোকক আকৌ ঋদ্ধিমন্ত হোৱা দেখিব নোৱাৰিম। ৬ ॥

শকুনিয়ে কলে, ৰজা, লৰা-ধেমালি পাইছেনেকি? তেওঁলোক শপথ খাই গৈছে। তাৰ সলনি নহব অৰ্থাৎ, তেওঁলোক প্ৰতিজ্ঞা ভঙ্গ কৰি ঘূৰি নাহে। ৭ ॥

হে ভৰত-বংশ-তিলক, পাণ্ডৱসকলৰ সকলোৱেই সত্য-পালনত লাগি আছে। বোপা, তেওঁলোকে তোমাৰ পিতাৰাৰ কথা কেতিয়াও নুশুনে আৰু আহিবলৈ কলেও ঘূৰি নাহে। ৮॥

নাইবা, তেওঁলোক সকলোৱেই যদি পিতাৰাৰ কথা মানি লয় আৰু প্ৰতিজ্ঞা ভঙ্গ কৰি নগৰলৈ ঘূৰিও আহে, তেতিয়াও আমাৰ ব্যৱহাৰ এনে হব। ৯॥

আমি সকলোৱেই ৰজাৰ আদেশ পালন কৰি মাজৰ মানুহ হম আৰু পাণ্ডৱসকলৰ বহুতো ছিদ্ৰ লুকাই লুকাই বিচাৰি থাকিম। ১০॥

দুঃশাসনে কলে— মহাবুদ্ধিমান মোমাইদেউ, আপুনি যি কলে, মোৰো সেইটোৱেই মনে ধৰে। আপোনাৰ মুখৰপৰা ওলোৱা পৰামৰ্শ মোৰ সদায় ভাল লাগে। ১১॥

কৰ্ণই কলে, দুৰ্য্যোধন, আমি সকলোৱে তোমাৰ অভিলষিত কামনা পূৰাবলৈ চেষ্টা কৰিয়েই আছো। ৰজা, এই বিষয়ত আমাৰ সকলো এক মত হোৱা দেখিছো। ১২॥

ধীৰ বুদ্ধিৰ পাণ্ডৱসকল নিৰ্দ্দিষ্ট সময় পূৰ নকৰাকৈ ঘূৰি নাহে আৰু যদিহে মোহৰ বশ হৈ ঘূৰিও আহে, তেতিয়াও তুমি আকৌ পাশা খেলি তেওঁলোকক জয় কৰিবা। ১৩॥

বৈশম্পায়নে কৈ গ'ল, কৰ্ণই এই দৰে কোৱাত ৰজা দুৰ্য্যোধন বৰ সন্তুষ্ট নহল আৰু তেওঁ ততালিকে মুখখন ঘূৰালে। ১৪॥

তেতিয়া তেওঁৰ মনৰ ভাব বুজিব পাৰি কৰ্ণই ৰোষতে নিজৰ ধুনীয়া চকুহাল বহলাই মেলি দুঃশাসন, শকুনি আৰু তেওঁলৈ চাই নিজে ঘপহ কৰে উঠি বৰ ক্ৰোধপূৰ্ণভাৱে কলে—ভূমিপালসকল, এই বিষয়ত মোৰ যি মত তাক শুনা। ১৫—১৬॥

আমি সেৱক আৰু বাহুস্বৰূপ, এতেকে তেওঁৰ প্ৰিয় কাৰ্য্য কৰিমহক, কিন্তু আমি সকলোৱে এলাহ এৰি এওঁৰ প্ৰিয় কাৰ্য্যত লাগি থাকিব পৰা নাই। ১৭॥

বৰ্ম্ম পিন্ধি নিজৰ নিজৰ ৰথত উঠি আৰু অস্ত্ৰ-শস্ত্ৰ লৈ বনবাসী পাণ্ডৱসকলক বধ কৰিবলৈ আমি একে লগে যাওঁহক। ১৮॥

তেওঁলোক সকলো মৰি শান্ত হলে আৰু অজ্ঞাত স্থানলৈ অৰ্থাৎ সিপুৰীলৈ গলেহে ধৃতৰাষ্ট্ৰৰ পুত্ৰসকল সকলোবোৰ কাজিয়াৰপৰা মুক্ত হব আৰু আমিও মুক্ত হ'ম। ১৯

যেতিয়ালৈকে তেওঁবিলাক কষ্টত পৰি আছে, যেতিয়ালৈকে শোকত বুৰ গৈ আছে আৰু যেতিয়ালৈকে বন্ধু-বান্ধৱহীন হৈ আছে, তেতিয়ালৈকেহে তেওঁলোকক জয় কৰিব পৰা হব—এয়ে মোৰ মত। ২০॥

তেওঁৰ সেই কথা শুনি বাৰে বাৰে সকলোৱে প্ৰশংসা কৰিবলৈ ধৰিলে আৰু তেতিয়া সূতপুত্ৰ কৰ্ণৰ উত্তৰত তেওঁলোকে মাত্ৰ কলে "বৰ ভাল কথা", "বৰ ভাল কথা।" ২১॥

এইদৰে কোৱা-কুই কৰি, ক্ৰোধৰ বশ হৈ তেওঁলোক সকলোৱে বেলেগ বেলেগ ৰথত উঠি পাণ্ডৱসকলক বধ কৰিবলৈ নিশ্চয় কৰি একে লগে নগৰৰ বাহিৰ ওলাল। ২২ ॥

পৱিত্ৰচিত্ত ব্যাসদেৱ দিব্য দৃষ্টিৰে তেওঁলোক বনলৈ যোৱা বুলি জানিব পাৰি তাত আহি উপস্থিত হল। ২৩ ॥

সেই লোক-পূজিত ভগৱান ব্যাসদেৱে তেওঁলোক সকলোকে বাধা দি ততালিকে সিংহাসনত বহি থকা প্ৰাজ্ঞ-চক্ষু ধৃতৰাষ্ট্ৰৰ ওচৰ চাপি কবলৈ ধৰিলে। ২৪ ॥

ইতি মহাভাৰত বনপৰ্ব্বৰ অন্তৰ্গত অৰণ্য-পৰ্ব্বত ব্যাসদেৱৰ আগমন নামৰ সপ্তম অধ্যায় ॥ ৭ ॥

## ॥ অধ্যায় ৮ ॥

## ॥ ব্যাসদেৱৰ উপদেশ ॥

ব্যাসদেৱে কলে, মহাজ্ঞানী ধৃতৰাষ্ট্ৰ, মোৰ কথা শুনা, সকলোবোৰ কৌৰৱৰ কাৰণে সৰ্ব্বোত্তম হিত কথা তোমাক কম। ১ ॥

হে মহাবাহু, পাণ্ডৱসকলক বনলৈ পঠিওৱাটো মই ভাল পোৱা নাই। দুৰ্য্যোধন আদিৰ দ্বাৰা ছল কৰি তেওঁলোকক পাশা খেলত হৰুওৱা হৈছে। ২ ॥

ভাৰত, সিহঁতে তেৰ বছৰ কাল পূৰ্ণ হোৱাৰ পাছত সিহঁতক দিয়া দুখ কষ্টৰ কথা সুঁৱৰি ক্ৰুদ্ধ হব আৰু কৌৰৱহঁতৰ ওপৰত বিষ সিঁচিব অৰ্থাৎ বিষাল অস্ত্ৰেৰে আঘাত হানিব। ৩ ॥

এইবোৰ জানিও তোমাৰ পাপমতি মূৰ্খ পুত্ৰই সদায় খঙতে থাকি ৰাজ্যৰ লোভত পাণ্ডৱসকলক বধ কৰিবলৈ কিয় বিচাৰিছে ? ৪ ॥

তুমি এই মূৰ্খক ভালদৰে বাধা দিয়াঁ, তোমাৰ এই পুত্ৰ শান্ত হওক। যদি এওঁ বনবাসী পাণ্ডৱসকলক বধ কৰিবলৈ মন কৰে, তেন্তে নিজে প্ৰাণ এৰিব। ৫ ॥

জ্ঞানী বিদুৰ, ভীষ্ম, মই, কৃপাচাৰ্য্য আৰু দ্ৰোণাচাৰ্য্য যেনেকুৱা, তেনেকুৱা সাধু স্বভাৱৰ তুমিও। ৬ ॥

মহাপ্ৰাজ্ঞ, আপোন লোকৰ লগত কাজিয়া কৰাটো বৰ নিন্দনীয় কথা। ই অধৰ্ম্ম আৰু অপযশ বঢ়ায়, এতেকে হে ৰজা, আপোনজনৰ লগত কাজিয়া নকৰিবাঁ। ৭ ॥

হে ভাৰত, পাণ্ডৱৰ প্ৰতি এই দুৰ্য্যোধনৰ যেনে ভাব, যদি তালৈ আওকাণ কৰা হয়, তেনেহলে হে ৰজা, তাৰপৰা ভয়ানক অন্যায়, অত্যাচাৰৰ সৃষ্টি হব ৮ ॥

ন্যইবা হে ৰজা, তোমাৰ এই দুৰ্ব্বুদ্ধি-পুত্ৰ আন কাৰো সহায় নোলোৱাকৈ অকলে পাণ্ডৱৰ লগত বনলৈ যাওক। ৯॥

হে নৰপতি, তাত পাণ্ডৱৰ সংসৰ্গত থাকিলে তোমাৰ পুত্ৰৰ প্ৰতি যদি সিহঁতৰ স্নেহ জন্মে, তেনেহলে তুমি এতিয়াও কৃতাৰ্থ হব পাৰিবা। ১০॥

নাইবা মহাৰাজ, জন্মৰ সময়ত যাৰ যি স্বভাৱ হয়, সি মৰবালৈকে এৰা নিদিয়ে বুলি শুনা যায়। ১১॥

অথবা, এই বিষয়ে ভীষ্ম, দ্ৰোণ, বিদুৰ বা তোমাৰ কি মত? ইয়াত যি ভাল হয় তাকেই প্ৰথমতে কৰিব লাগে আৰু তাৰপৰাই তোমালোকৰ প্ৰয়োজন সিদ্ধ হব পাৰে। ১২॥

ইতি মহাভাৰত বনপৰ্ব্বৰ অন্তৰ্গত অৰণ্য-পৰ্ব্বত বেদব্যাসৰ উপদেশ নামৰ অষ্টম অধ্যায়॥ ৮॥

## ॥ অধ্যায় ৯ ॥

## ॥ সুৰভি-উপাখ্যান ॥

ধৃতৰাষ্ট্ৰই কলে, হে মহাত্মা, এই পাশা খেল ময়ো ভাল নাপাওঁ। হে মুনি, বিধাতাই মোক টানি নি এইদৰে কৰাইছে বুলিয়েই ভাবোঁ। ১॥

ভীষ্ম, দ্ৰোণ আৰু বিদুৰৰো এই খেলটো ভাল লগা নাছিল। গান্ধাৰীয়েও পাশা খেল মুঠেই বাঞ্ছা কৰা নাছিল, কিন্তু মইহে মোহগ্ৰস্ত হৈ সকলোকে পাশা খেলত লগালো। ২॥

হে প্ৰিয়ব্ৰত মহাত্মা, মই জানো যে দুৰ্য্যোধন অবিবেকী, তথাপি পুত্ৰ-স্নেহৰ বশ হৈ মই তাক ত্যাগ কৰিব নোৱাৰোঁ। ৩॥

ব্যাসে কলে,— হে বিচিত্ৰবীৰ্য্যতনয় নৃপতি, তুমি সঁচা কথা কৈছা, আমি ভালকৈয়ে জানো যে পুত্ৰ পৰম প্ৰিয় হয়, পুত্ৰতকৈ বেছি প্ৰিয় বস্তু আৰু একো নাই। ৪॥

সুৰভিয়ে পুত্ৰৰ বাবে চকুলো টুকি টুকি ইন্দ্ৰকো এইদৰেই বুজাইছিল। সমৃদ্ধিশালী আন বস্তুৰে যুক্ত হলেও তেওঁ পুত্ৰতকৈ অধিক প্ৰিয় কিবা বস্তু আছে বুলি মনা নাছিল। ৫॥

*হে নৰপতি, এই বিষয়ে মই তোমাক পৰম উত্তম এটা কাহিনী কওঁ, যিটো সুৰভি আৰু ইন্দ্ৰৰ কথা-বতৰাৰ মাজেদি বৰ্ণোৱা হৈছে। ৬॥*

হে মহাৰাজ, পূৰ্বণিকালত গো-মাতা সুৰভিয়ে স্বৰ্গলৈ গৈ বৰকৈ কান্দিবলৈ ধৰিলে। বোপা, তেতিয়া ইন্দ্ৰৰ তেওঁলৈ বৰ কৰুণা হ'ল। ৭ ॥

ইন্দ্ৰই সুধিলে,—হে কল্যাণী, তুমি কিয় এই দৰে কান্দি আছা ? দেৱলোক-বাসীসকলৰ মঙ্গলনে ? মানুহ বা গৰুবিলাকৰ সকলোৰে ভালনে ? তোমাৰ এই কান্দোন সাধাৰণ কাৰণত হোৱা নাই। ৮ ॥

সুৰভিয়ে উত্তৰ দিলে, হে দেৱৰাজ, আপোনালোকৰ অধঃপতন হোৱা দেখা নাযায়। হে ইন্দ্ৰ, মই পুত্ৰৰ কথা ভাবিছো আৰু সেই কাৰণেই কান্দিছো ৯ ॥

চাওক, এই নীচ খেতিয়কটোৱে মোৰ দুৰ্ব্বল পোৱালিটোক বাৰে বাৰে লো-লগোৱা মাৰিৰে মাৰিবলৈ ধৰিছে আৰু হালত লগাই দুখ দিছে। ১০ ॥

হে সুৰপতি, জিৰণি লবলৈ বুলি বহিব খোজাত তাক সি মাৰিছে। হে দেৱেন্দ্ৰ, তালৈ মোৰ বৰ দয়া লাগিছে আৰু মনো বৰ উদ্বিগ্ন হৈছে।

তাত (হালত) এটা গৰু বলী আৰু বেছি গধুৰ যুঁৱলি টানিবলৈ সমৰ্থ ; কিন্তু আনটো দুৰ্ব্বলী আৰু প্ৰাণহীন যেন হৈছে আৰু শুকাই-খীণাই যোৱা বাবে সিৰবোৰ ওলাই পৰিছে। হে বাসৱ, সি বৰ কষ্টেৰে সেই গধুৰ যুঁৱলিখন টানিছে। তাৰ কাৰণে দুখ লাগিছে। ১১—১২ ॥

হে ইন্দ্ৰ, চাওক, লো-লগোৱা মাৰিৰে তাক বাৰে বাৰে কোবাই কষ্ট দিবলৈ ধৰিছে, তথাপি সি সেই যুঁৱলিৰ ভাৰ কঢ়িয়াব পৰা নাই। ১৩ ॥

সেই কাৰণে তাৰ শোকত আতুৰ হৈ মই বৰ দুখিত হৈছো আৰু দয়া-যুক্ত হৈ দুয়ো চকুৰে চকুলো টুকি টুকি কান্দি আছো। ১৪ ॥

ইন্দ্ৰই কলে, হে কল্যাণী, তোমাৰ হেজাৰ হেজাৰ পুত্ৰই এই দৰে কষ্ট পাবলৈ ধৰিছে, কিন্তু তুমি এটি মাত্ৰ পুত্ৰই মাৰ খোৱা দেখি কিয় ইয়াত ইমান দয়া দেখুৱাইছা ? ১৫ ॥

তেতিয়াও সুৰভিয়ে উত্তৰ দিলে, হে শক্ৰ, যদি মোৰ হেজাৰ পুত্ৰও হয়, মোৰ সকলোৰে প্ৰতি সমান ভাব। কিন্তু দুৰ্দ্দশাগ্ৰস্ত পুত্ৰৰ প্ৰতি দয়া বেছিকৈ হয়। ১৬ ॥

ব্যাসদেৱে কলে,—কুৰুপতি, সুৰভিৰ সেই কথা শুনি ইন্দ্ৰ বৰ আশ্চৰ্য্যান্বিত হ'ল। তেতিয়াৰপৰা তেওঁ নিজৰ জীৱনতকৈও পুত্ৰক বেছি প্ৰিয় বুলি বুজি পালে। ১৭ ॥

তেতিয়াই ভগৱান পাক-শাসন ইন্দ্ৰই তাতে খেতিয়কজনৰ কামত বাধা জন্মাই হঠাতে বৰকৈ বৰষুণ দিলে। ১৮ ॥

সুৰভিয়ে কোৱা কথা ঠিক ; তেওঁলোক (কৌৰৱ আৰু পাণ্ডৱ) সকলো মিলিতভাৱে তোমাৰেই পুত্ৰ। কিন্তু হে ৰজা, যি পুত্ৰ সকলোতকৈ হীন, দুৰ্দ্দশা-গ্ৰস্ত তেওঁৰ প্ৰতিহে বেছিকৈ কৃপা কৰা উচিত। ১৯ ॥

বাছা, পাণ্ডু যেনে মোৰ পুত্ৰ, তুমিও তেনে আৰু মহাজ্ঞানী বিদুৰো তেনে-কুৱাই। চেনেহতে মই তোমাক এইবোৰ কলো। ২০ ॥

হে ভাৰত, বহুদিনৰপৰাই তোমাৰ এশ পুত্ৰ আছে, কিন্তু পাণ্ডুৰ পাঁচ-

টিহে মাথোন দেখা যায়। সেইসকলো অকপট, সবল, তেওঁলোক বৰ দুখত পৰিছে। ২১ ॥

তেওঁলোক কেনেকৈ বহু দিনলৈ জীয়াই থাকে আৰু তেওঁলোকৰ কেনেকৈ উন্নতি হয়, এইদৰে কুন্তীৰ সেই বেচেৰা পুত্ৰইতৰ বিষয়ে দিনে ৰাতি চিন্তা কৰাত মোৰ মন সন্তপ্ত হৈ উঠিছে। ২২ ॥

হে ৰজা, যদি তুমি ইয়াত কৌৰৱক জীয়াই থকাটো ইচ্ছা কৰা তেনেহলে তোমাৰ পুত্ৰ দুৰ্য্যোধন পাণ্ডৱসকলৰ লগত লগ লাগি শান্তিৰে থাকক। ২৩ ॥

ইতি মহাভাৰত বনপৰ্ব্বৰ অন্তৰ্গত অৰণ্য-পৰ্ব্বত ব্যাসৰ উপদেশ নামৰ নৱম অধ্যায়। ৯ ॥

॥ অধ্যায় ১০ ॥

## ॥ মৈত্ৰেয়ৰ শাপ ॥

ধৃতৰাষ্ট্ৰই কলে,—হে মহামুনি, আমাক যি কলে, সেই কথা ঠিকেই।ময়ো তাকেই সঠিক বুলি ভাবোঁ আৰু এই ৰজাসকলেও তাকেই অনুমোদন কৰে। ১ ॥

হে মুনি, আপুনিও তাকেই ভাল বুলি ভাবে। ই কুৰুবংশৰ মহা উন্নতিৰ কাৰণ হব। এই কথাকে বিদুৰ, ভীষ্ম আৰু দ্ৰোণাচাৰ্য্যয়ো মোক কৈছে। ২ ॥

যদি আপোনাৰ মোৰ ওপৰত অনুগ্ৰহ আছে আৰু কৌৰৱ বংশৰ প্ৰতি দয়া আছে, তেনেহলে মোৰ দুৰাত্মা পুত্ৰ দুৰ্য্যোধনক আপুনি উপদেশ দিয়ক। ৩ ॥

ব্যাসে উত্তৰ দিলে, হে ৰজা, এয়া মহৰ্ষি ভগৱান মৈত্ৰেয়ই পাঁচোজন পাণ্ডৱক লগ ধৰি আমাক দেখা কৰিবলৈ ইয়ালৈ আহিছে। ৪ ॥

হে মহাৰাজ, এই গৰাকী মহৰ্ষিয়েই এই কুলৰ শান্তিৰ কাৰণে তোমাৰ পুত্ৰ দুৰ্য্যোধনক যথাযোগ্যভাৱে শিক্ষা দিব। ৫ ॥

হে কুৰুনন্দন, এওঁ যিহকে কয় তাকেই সন্দেহ নকৰাকৈ কৰা উচিত হব। কিন্তু তাকে নকৰিলে ক্ৰোধতে তেখেতে তোমাৰ পুত্ৰক অভিশাপ দিব। ৬ ॥

বৈশম্পায়নে কৈ গ'ল, এইদৰে কৈ ব্যাসদেৱ গুচি গ'ল আৰু মৈত্ৰেয় ঋষিক আহিবলৈ ধৰা দেখা গ'ল। ৰজা ধৃতৰাষ্ট্ৰই পুত্ৰবোৰেৰে সৈতে তেখেতক সসম্মানে অভ্যৰ্থনা কৰিলে। ৭ ॥

অৰ্ঘ্য আদি উপচাৰৰ দ্বাৰা অভ্যৰ্থিত হৈ জিৰণি লোৱাৰ পাছত মুনিশ্ৰেষ্ঠ মৈত্ৰেয়ক অম্বিকাতনয় ৰজা ধৃতৰাষ্ট্ৰই নম্ৰভাৱে সুধিলে। ৮ ॥

হে ভগৱান, এই কুৰু দেশলৈ আপোনাৰ আগমন বিনা কষ্টে হৈছেনে ? বীৰ ভাই-ককাই পাঁচো পাণ্ডৱ কুশলে আছেনে ? ৯ ॥

ভৰত-শ্ৰেষ্ঠ পাণ্ডৱসকল নিজৰ প্ৰতিজ্ঞাতে স্থিৰ থাকিব খোজেনেকি ? কৌৰৱ-সকলৰ মাজত উত্তম ভ্ৰাতৃভাব অখণ্ডভাৱে থাকিবনে ? । ১০ ॥

মৈত্ৰেয়দেৱে উত্তৰ দিলে, [মহাৰাজ,] তীৰ্থ-যাত্ৰা কৰি ঘূৰি ফুৰোঁতে দৈৱ-ক্ৰমে আহি কুৰু দেশ পালোহি । কাম্যক-বনত যুধিষ্ঠিৰকো লগ পালো । ১১ ॥

হে প্ৰভু, জটা আৰু পহুৰ ছাল ধাৰণ কৰি তপোবনত বাস কৰা সেই মহাত্মা যুধিষ্ঠিৰক চাবলৈ বহুত মুনি তালৈ আহিছিল । ১২ ॥

হে মহাৰাজ, তোমাৰ পুত্ৰবিলাকৰ বুদ্ধি বিভ্ৰম হোৱা বুলি মই তাতেই শুনিবলৈ পালো । তেওঁলোক পাশা-খেলৰূপী অনীতিত প্ৰবৃত্ত হোৱা বাবে তেওঁলোকৰ বৰ ভয়ৰ কাৰণ উপস্থিত হৈছে । ১৩ ॥

সেই কাৰণে মই কৌৰৱৰ অৱস্থা চাবলৈ বুলি তোমাৰ ওচৰ পাইছোহি । হে ৰজা, তোমাৰ ওপৰত সদায় মোৰ স্নেহ আৰু প্ৰীতি অধিকভাৱে আছে । ১৪ ॥

মহাৰাজ, তোমাৰ আৰু ভীষ্মৰ জীৱিত কালতে তোমাৰ পুত্ৰইঁতে নিজৰ ভিতৰতে এইদৰে কাজিয়া কৰা কথাটো মই কোনোমতে উচিত হোৱা যেন পোৱা নাই । ১৫ ॥

হে ৰজা, তুমি নিজেই এইবিলাক নিগ্ৰহ-অনুগ্ৰহ কৰিবলৈ সক্ষম স্তম্ভ-স্বৰূপ, তথাপি হব খোজা এই ঘোৰ অন্যায়লৈ কিয় আওকাণ কৰিছা ? ১৬ ॥

হে কুৰু-নন্দন, তোমাৰ সভাৰ মাজতে দস্যুৰ দৰে যি আচৰণ কৰা হল, তাৰ বাবেই তুমি তপস্বী মুনিসকলৰ মাজত শোভা নোপোৱা হৈছা । ১৭ ॥

বৈশম্পায়নে কলে,—তাৰ পাছত মহৰ্ষি ভগৱান মৈত্ৰেয়ই অসহিষ্ণু ৰজা দুৰ্যোধনৰ ফালে মুখ কৰি মধুৰ কথাৰে এই দৰে কলে । ১৮ ॥

মৈত্ৰেয়ই কলে, মহাবাহু দুৰ্যোধন, তুমি বক্তাবোৰৰ ভিতৰত শ্ৰেষ্ঠ । শুনা হে মহাভাগ, তোমাৰ হিতকৰ কথা মই কওঁ । ১৯ ॥

হে ৰজা, তুমি পাণ্ডৱসকলৰ অনিষ্ট চিন্তা নকৰিবাঁ । হে নৰশ্ৰেষ্ঠ, নিজৰ, পাণ্ডৱসকলৰ, কুৰুবংশৰ আৰু জগতৰ প্ৰিয় সাধন কৰাঁ । ২০ ॥

মানুহৰ ভিতৰত শ্ৰেষ্ঠ পাণ্ডৱসকলৰ সকলোৱেই বীৰ আৰু পৰাক্ৰমী যোদ্ধা । তেওঁলোকৰ গাত দহ হেজাৰ হাতীৰ বল আছে আৰু তেওঁলোকৰ শৰীৰ বজ্ৰৰ দৰে কঠিন । ২১ ॥

তেওঁলোক সকলোৱেই সত্যব্ৰতধাৰী আৰু সকলোৱেই পুৰুষোচিত শক্তিৰ বাবে গৰ্ব্বী । ইচ্ছামতে ৰূপ লব পৰা দেৱ-শত্ৰু হিড়িম্ব, বক প্ৰমুখ্যে ৰাক্ষসবিলাকৰ আৰু কিৰ্ম্মীৰ ৰাক্ষসবো তেওঁলোকেই বধকাৰী । যি ভয়ঙ্কৰ কিৰ্ম্মীৰে ইয়াৰপৰা মহাত্মা পাণ্ডৱসকল ৰাতি ওলাই যাবলৈ ধৰোঁতে স্থিৰ পৰ্ব্বতৰ দৰে তেওঁলোকৰ বাট ভেটি থিয় হৈছিল, সমৰলৈ আগ্ৰহশীল, বলবানৰ ভিতৰত শ্ৰেষ্ঠ ভীমে বলেৰে তাক ধৰি, বাঘে সাধাৰণ পশু মৰাৰ নিচিনাকৈয়ে হেলাৰঙে মাৰিলে । হে ৰজা, দিগ্বিজয়ৰ সময়ত ভীমে দহ হেজাৰ হাতীৰ বল গাত থকা সেই মহা ধনুৰ্দ্ধৰ ৰজা

জৰাসন্ধক যিদৰে যুদ্ধত মাৰিলে তালৈ চোৱাঁ (মন কৰাঁ)। (এইটোও মন কৰিব লগীয়া যে), বসুদেৱ-নন্দন শ্ৰীকৃষ্ণ তেওঁলোকৰ সম্বন্ধীয় (মিতিৰ) আৰু দ্ৰুপদৰ পুত্ৰ-বোৰ খুলশালী। ২২—২৬ ॥

ৰজা, কবণৰ অধীন কোন মানুহ যুদ্ধত তেওঁলোকৰ মুখা-মুখি হব ? হে ভৰতকুলভূষণ, পাণ্ডৱসকলেৰে সৈতে তুমি শান্তি স্থাপন কৰাহে যুগুত। ২৭ ॥

হে ৰজা, তুমি মোৰ কথা মানি চলা, ক্ৰোধৰ বশ নহবাঁ। ২৭ ॥

বৈশম্পায়নে কলে, হে মহাৰাজ, মৈত্ৰেয় ঋষিয়ে এইদৰে কৈ থাকোঁতে সেই দুৰ্য্যোধনে মিচিকিয়া হাঁহি মাৰি হাতীৰ শুঁৰৰ দৰে নিজৰ উৰুত হাতেৰে চাপৰ মাৰিলে আৰু ভৰিৰে মাটিত আঁচোৰ দিবলৈ ধৰিলে। ২৮—২৯ ॥

সেই দুৰ্বুদ্ধিয়ে একো উত্তৰ নিদি অলপমান তললৈ মুখ কৰি ৰ'ল। হে মহাৰাজ, দুৰ্য্যোধনক (তেওঁৰ কথা) শুনিবলৈ ইচ্ছা নকৰা আৰু মাটিত ভৰিৰে আঁচোৰ দি থকা দেখিলত মৈত্ৰেয়ৰ মনলৈ কোপ ভাব আহিল। আৰু অৱশেষত সেই মুনিশ্ৰেষ্ঠ মৈত্ৰেয় কোপৰ বশীভূত হল। ৩০—৩১ ॥

বিধাতাৰ দ্বাৰা প্ৰেৰিত হৈ শাপ দিবলৈ তেওঁৰ মন গ'ল। তাৰ পাছত মৈত্ৰেয়দেৱে খঙতে চকু ৰঙা কৰি পানীৰে আচমন কৰিলে আৰু ধৃতৰাষ্ট্ৰৰ সেই দুৰ্মতি পুত্ৰক এই বুলি শাপ দিলে। ৩২ ॥

যিহেতু তই মোক অনাদৰ কৰি মোৰ কথা মানিব খোজা নাই, সেই বাবে এই অহঙ্কাৰৰ ফল শীঘ্ৰে পাবি। ৩৩ ॥

তোৰ এই অপকাৰ চিন্তাৰপৰাই মহাযুদ্ধ লাগিব আৰু তাতে বলবান ভীমে গদাৰে কোবাই তোৰ উৰু ভাঙিব। ৩৪ ॥

এই দৰে কোৱা হলত মহীপতি ধৃতৰাষ্ট্ৰই মুনিক প্ৰসন্ন কৰি কলে,—এনে যেন নহয়। ৩৫ ॥

মৈত্ৰেয়ই কলে—মহাৰাজ, যেতিয়া তোমাৰ পুত্ৰই শান্তিৰ পথ লব তেতিয়াহে এই শাপ নালাগিব ; বোপা, যদিহে বিপৰীত আচৰণ কৰে, তেন্তে লাগিবই। ৩৬ ॥

বৈশম্পায়নে কলে, তেতিয়া দুৰ্য্যোধনৰ পিতাক মহাৰাজ ধৃতৰাষ্ট্ৰই ভীমৰ বলৰ বিষয়ে বিশেষভাৱে জানিবলৈ ইচ্ছা কৰি মৈত্ৰেয়ক সুধিলে—ভীমৰ দ্বাৰা কি দৰে কিৰ্ম্মীৰক বধ কৰা হৈছিল ? ৩৭ ॥

মৈত্ৰেয়ই কলে—তোমাৰ পুত্ৰই মোৰ কথা শুনিবলৈ ইচ্ছা নকৰে, গতিকে মই তোমাক আৰু একো কথা নকওঁ। মই যোৱাৰ পাছত এই বিদুৰে তোমাক সকলো কথা কব। ৩৮ ॥

বৈশম্পায়নে কলে, এই দৰে কৈ মৈত্ৰেয়দেৱ যি বাটেদি আহিছিল সেই বাটেদি ওলাই গ'ল। কিৰ্ম্মীৰ-বধৰ কথা শুনিবলৈ উদ্বিগ্ন হৈ দুৰ্য্যোধনো বাহিৰলৈ গ'ল।

ইতি মহাভাৰত বনপৰ্ব্বৰ অন্তৰ্গত অৰণ্য-পৰ্ব্বত মৈত্ৰেয়ৰ অভিশাপ নামৰ দশম অধ্যায়। ১০ ॥

॥ অধ্যায় ১১ ॥

# ॥ কিৰ্ম্মীৰ-বধ আখ্যান ॥

ধৃতৰাষ্ট্ৰই ক'লে, বিদুৰ, কিৰ্ম্মীৰ-বধৰ কাহিনী শুনিবলৈ মোৰ ইচ্ছা হৈছে; কোৱাঁচোন, সেই ৰাক্ষসৰ লগত ভীমসেনৰ দেখা-সাক্ষাতেই বা হ'ল কেনেকৈ? ১ ॥

বিদুৰে ক'লে, অতিমানৱৰ দৰে কৰ্ম্ম কৰোঁতা সেই ভীমৰ এই কাৰ্য্যৰ কথা শুনক। তেওঁলোকৰ বিষয়ে হোৱা কথাৰ মাজত মই আগতে বহুতবাৰ এই কথা শুনিছিলো। ২ ॥

মহাৰাজ, পাশা খেলত পৰাভূত হৈ পাণ্ডৱসকল ইয়াৰপৰা গুচি গ'ল আৰু তিনি দিন তিনি ৰাতিৰ পাছত প্ৰসিদ্ধ কাম্যক-বন পালেগৈ। ৩ ॥

নৰনাথ, আধা ৰাতিৰ পাছৰ ভয়াৱহ দোভাগ ৰাতি ক্ৰূৰকৰ্ম্মা নৰ-খাদক ৰাক্ষস-বিলাকৰ বিচৰণ-কাল। ৪ ॥

নৰভুক্ ৰাক্ষসৰ ভয়ত বনচাৰী তাপস আৰু গৰখীয়াসকলেও দূৰৈতে সেই বন পৰিহাৰ কৰিছিল। ৫ ॥

ভাৰত, তেওঁলোক গৈ সেই বন সোমালত জ্বলন্ত চকুৰে এটা ভীষণ ৰাক্ষসে তেওঁলোকৰ বাট আগচি ধৰি তেওঁলোকক আক্ৰমণ কৰিবলৈ সাজু হোৱা দেখা পালে। ৬ ॥

সি তাৰ হাত-মুখ অতি প্ৰকাণ্ড কৰি যি বাটেদি সেই কুৰুবংশজসকল গৈছিল, সেই বাট আগুৰি থাকিল। ৭ ॥

উজলা দাঁত আঠটা, ৰঙা চকুযোৰ আৰু ঠৰঙা-ঠৰং চুলিবোৰেৰে তাক সূৰ্য্যৰ কিৰণত উদ্ভাসিত বিদ্যুৎ-প্ৰভ আৰু বগলীৰ জাকেৰে ধূমীয়া হোৱা এচপৰা মেঘ যেন দেখা গৈছিল। ৮ ॥

ৰাক্ষসী মায়া-যুক্ত মহা গৰ্জ্জনকাৰী সেই ৰাক্ষসক মহা গৰ্জ্জনকাৰী মেঘ যেন দেখা গৈছিল। ৮ ॥

তাৰ গৰ্জ্জনত ভয় খাই স্থলচৰ চৰাইবোৰ জলচৰ চৰাইৰে মিলি চিঞৰ-বাখৰ কৰি চৌদিশে গুচি গ'ল। ১০ ॥

ইফালে-সিফালে বেগেৰে ফুৰা হৰিণ, বাঘ ম'হ ভালুক প্ৰভৃতিৰে খলক লাগি থকা সেই বন তাৰ গৰ্জ্জনত স্তব্ধ হৈ পৰিল। ১১ ॥

তাৰ প্ৰবল নিশ্বাসৰ আঘাত পোৱা তাম-বৰণীয়া পাতেৰে শোভিত গছৰ পাত-বোৰে আৰু দূৰগামী লতাবোৰে গছবোৰ সাবটি ধৰিলে । ১২ ॥

এনেতে ধূমুহা বতাহ ব'বলৈ ধৰাত সেই বতাহত ওপৰলৈ উঠা ধূলিয়ে আকাশ ঢাকি পেলালে আৰু তেতিয়া আকাশ আন্ধাৰ হৈ পৰিল । ১৩ ॥

পাঁচ পাণ্ডৱৰ অজানিত সেই অনুপম ৰাক্ষসে পাঁচ পাণ্ডৱৰ পঞ্চ ইন্দ্ৰিয়ৰ বিষয়ৰ দুঃখদায়ক হৈ মৈনাক পৰ্ব্বতৰ দৰে থাকি কৃষ্ণসাৰ মৃগৰ ছালৰ দৰে কাপোৰ পিন্ধা পাণ্ডৱসকলক দূৰৈৰেপৰা নিৰীক্ষণ কৰি বনলৈ সোমোৱা বাট আগুৰি ধৰিলে । ১৪-১৫ ॥

কাহানিও নেদেখা সেই ৰাক্ষসক দেখি অতিশয় ভয় খাই, দুঃশাসনৰ হাতত খোপা সুলকি আউলি-বাউলি হৈ পৰা চুলিবোৰেৰে কমল-লোচনা দ্ৰৌপদী পাঁচ পাণ্ডৱৰ মাজত সোমাই, পাঁচখন পৰ্ব্বতৰ মাজত সোমাই ওলাবলৈ বাট বিচৰা নদীৰ দৰে চঞ্চল হৈ পৰিল । ১৬-১৭ ॥

ইন্দ্ৰিয়সমূহে বিষয়ৰ প্ৰতি আগ্ৰহ দেখুৱাৰ দৰে পাঁচ পাণ্ডৱেও বাৰে বাৰে মূৰ্চ্ছা যাবলৈ ধৰা সেই দ্ৰৌপদীক তুলি ধৰিলে । ১৮ ॥

তেতিয়া মন্ত্ৰ-বলত বলীয়ান ধৌম্যই ৰাক্ষস-নিবাৰক মন্ত্ৰসমূহ ভালকৈ প্ৰয়োগ কৰি পাণ্ডৱসকলৰ আগতেই সেই ৰাক্ষসসকলে মায়াবলত ধাৰণ কৰা সেই ভয়ঙ্কৰ আকৃতি নাশ কৰিলে ; তেতিয়া সেই বলশালী ৰাক্ষসে মায়াবল হেৰুৱাই খঙত নিজ চকু দুটা বৰ ডাঙৰ কৰি চাবলৈ ধৰিলে । ১৯-২০ ॥

সেই মায়াবী নিষ্ঠুৰ ৰাক্ষসক তেতিয়া যম যেন দেখা গৈছিল । দূৰদৰ্শী ৰজা যুধিষ্ঠিৰে তেতিয়া তাক কলে—আপুনি কোন, কাৰ পুত্ৰ আৰু কি কৰিবলৈনো ওলাইছে কওক । তেতিয়া সেই ৰাক্ষসে ধৰ্ম্মৰাজ যুধিষ্ঠিৰৰ আগত কবলৈ ধৰিলে । ২১-২২ ॥

মই বকৰ সক ভায়েক, কিৰ্ম্মীৰ নামে জনাজাত । মনৰ দুখ পৰিহৰি মই এই ভ্ৰাতৃ-শূন্য কাম্যক-বনত বাস কৰিছো । ২৩ ॥

মই নিতৌ লোকসকলক ৰণত পৰাভূত কৰি আহাৰ কৰোঁ ; তোমালোকেই বা কোন, মোৰ আহাৰৰূপে মোৰ ওচৰত উপস্থিত হ'লাহি ? তোমালোক সকলো-টিকে যুদ্ধত হৰুৱাই অক্লেশে ভোজন কৰিম । ২৪ ॥

বৈশম্পায়নে কলে—ভাৰত, যুধিষ্ঠিৰে তেতিয়া সেই দুষ্ট ৰাক্ষসৰ সেই প্ৰশ্ন শুনি তেওঁলোকৰ গোত্ৰ, নাম আদি সকলো বিবৰি কলে । ২৫ ॥

যুধিষ্ঠিৰে কলে,—যদি পাণ্ডৱসকলৰ ভিতৰত ধৰ্ম্মৰাজৰ নাম কেতিয়াবা কাণত পৰিছে, তেনেহলে ময়েই সেই ধৰ্ম্মৰাজ ; মোৰ লগত এয়া জননী আৰু ভীম অৰ্জ্জুন আদি সকলোটি আছে । ২৬ ॥

নিজ ৰাজ্য হেৰুৱাই বনত বাস কৰিবলৈ স্থিৰ কৰি আপোনাৰ অধীনৰ এই বনলৈ আহিলো । ২৭ ॥

বিদুৰে কলে,—কিন্তু কিৰ্মীৰে কলে, মোৰ সৌভাগ্য হেতুকে ইমান দিনৰ পাছত মোৰ বাঞ্ছিত লোকক ইয়ালৈ পঠিয়াইছে । ২৮ ॥

মই নিতৌ হাতত অস্ত্ৰ লৈ এই ভীমক বধিবৰ কাৰণে গোটেই পৃথিৱী ঘূৰি ফুৰিলো, তথাপি ইয়াক বিচাৰি পোৱা নাছিলো । ২৯ ॥

যিজনে মোৰ প্ৰিয় ককাইক বধিছিল, মোৰ চিৰ-বাঞ্ছিত সেই ভ্ৰাতৃঘাতীক আজি ভাগ্যবলতহে লগ পালো । ৩০ ॥

হে ৰজা, বৈত্ৰকীয় বনত (একচক্ৰা নগৰৰ কাষৰ বনত) কায়িক শক্তিহীন এই দুষ্টাত্মাই, বামুণৰ বেশ লৈ, মায়াবলক আশ্ৰয় কৰি, বনত চিকাৰ কৰিবলৈ যোৱা মোৰ মৰমৰ সখি হিড়িম্বক বধ কৰিছিল আৰু তেওঁৰ ভনীয়েক হিড়িম্বাক হৰণ কৰিছিল । ৩১-৩২ ॥

এয়েই সেই মূৰ্খ, আজি যথাসময়ত দোভাগ ৰাতি আমাৰ বিচৰণৰ সময়ত মোৰ এই বনতেই মোৰ আগত ওলাইছেহি । ৩৩ ॥

ইয়াৰ প্ৰতি বহুত দিনৰপৰা পোষণ কৰি অহা শত্ৰুতাৰ আজি সমাপ্তি কৰিম, আৰু ইয়াৰ প্ৰচুৰ ৰক্ত-সম্ভাৰেৰে বকৰ তৰ্পণ কৰিম । ৩৪ ॥

আজি মই এই ৰাক্ষসৰ কণ্টকক নিপাত কৰি মোৰ ভাই আৰু বন্ধুৰ ঋণ পৰিশোধ কৰি পৰম শান্তি লভিম । ৩৫ ॥

যুধিষ্ঠিৰ, যদিও তেতিয়া বকে এই ভীমক পৰিহাৰ কৰিছিল তথাপি আজি তোমাৰ সাক্ষাততে মই তাক ভক্ষণ কৰিম । ৩৬ ॥

এই অতিকায় ভীমক বধ কৰি, অগস্ত্যই বাতাপীক হজম কৰাৰ দৰে তোমাৰ সন্মুখতে ইয়াক জীৰ্ণ নিয়াম । ৩৭ ॥

ৰাক্ষসে তেনেকৈ কোৱাত ধৰ্মপৰায়ণ সত্যবাদী যুধিষ্ঠিৰৰ খং উঠিল আৰু 'সি হ'ব নোৱাৰে' বুলি কৈ সেই নিশাচৰক তিৰস্কাৰ কৰিবলৈ ধৰিলে । ৩৮ ॥

তেতিয়া মহাবলী ভীমে দুই হাতেৰে খামুচি ধৰিব পৰা গছ এজোপা ততালিকে উভালি ভাঙি পাত আদি গুচাই ললে । ৩৯ ॥

বিজয়ী অৰ্জ্জুনেও সেইদৰে নিমিষতে বজ্ৰৰ আঘাতত চূৰ্ণ-বিচূৰ্ণ হোৱা পৰ্ব্বতৰ দৰে গধুৰ গাণ্ডীৱ ধনুখন সাজু কৰিলে । ৪০ ॥

ভাৰত, ভীমে তেতিয়া ৰাক্ষসক জয় কৰিবলৈ সাজু হোৱা সেই অৰ্জ্জুনক বাধা দি, মেঘৰ দৰে গৰ্জ্জন কৰি 'অলপ সময় ৰ' বুলি কৈ ততালিকে সেই ৰাক্ষসক খেদি গল । ৪১ ॥

মহাবলী পাণ্ডুনন্দন ভীমে অতিশয় ক্ৰোধান্বিত হৈ পিন্ধা কাপোৰ কাছি, কঁকালত কাপোৰ বান্ধি হাতত হাতেৰে আঘাত কৰি ওঁঠ কামুৰিবলৈ ধৰিলে । ৪২ ॥

তেতিয়া ভীমে সেই বৃক্ষদণ্ড হাতত লৈ তাৰ ফালে বেগেৰে খেদি গল, আৰু যমদণ্ডসম সেই টাঙোন, ইন্দ্ৰই বজ্ৰ নিক্ষেপ কৰাৰ দৰে তাৰ মূৰলৈ মাৰি পঠিয়ালে ; তথাপিও সেই ৰাক্ষসক অবিচলিত হৈ থকা দেখা গল । ৪৩-৪৪ ॥

ৰাক্ষসেও দীপ্ত বজ্র-সদৃশ এডোখৰ জ্বলন্ত কাঠ ভীমৰ গালৈ মাৰি পঠিয়ালে। কিন্তু প্ৰহাৰ-পটু ভীমসেনে সেই জ্বলন্ত কাঠডোখৰ বাঁওভৰিৰে ওফৰাই পঠিয়ালে, সেই কাঠডোখৰ আকৌ ৰাক্ষসৰ ফাললৈ গ'ল। কিৰ্ম্মীৰেও খঙত অধীৰ হৈ তত্তালিকে গছ এজোপা উভালি লৈ দণ্ডধাৰী যমৰ দৰে সেই যুদ্ধত ভীমলৈ খেদা মাৰিলে। গছবোৰৰ ধ্বংসৰ কাৰণেই এইদৰে সেই বৃক্ষযুদ্ধ হৈছিল। ৪৫-৪৭ ॥

পূৰণি কালত স্ত্ৰী লাভৰ কাৰণে বালী-সুগ্ৰীৱ দুই ভায়েকৰ মাজত যেনে বৃক্ষ-যুদ্ধ হৈছিল, তেনে যুদ্ধত, দুয়োৰে মূৰলৈ মাৰি পঠোৱা গছবোৰ ভাগি টুকুৰা-টুকুৰ হ'বলৈ ধৰিলে। ৪৮ ॥

পদ্ম-বনত দুটা মতলীয়া হাতীৰ মাজত হোৱা যুদ্ধত পদ্মসমূহ যিদৰে জীৰ্ণ-শীৰ্ণ হৈ পৰে, তেনেদৰে ভীম-কিৰ্ম্মীৰৰ যুদ্ধতো সেই বনৰ গছ-গছনিবোৰ মুঞ্জবনৰ দৰে জীৰ্ণ-শীৰ্ণ হৈ পৰিল। ৪৯ ॥

ভাৰতশ্ৰেষ্ঠ, ৰাক্ষসশ্ৰেষ্ঠ কিৰ্ম্মীৰ আৰু নৰশ্ৰেষ্ঠ বৃকোদৰৰ মাজত হোৱা সেই খন্তেকীয়া তৰু-যুদ্ধত ছিটিকি পৰা গছৰ বাকলিবোৰ সেই বনত সিঁচৰতি হৈ পৰি থকা দেখা গৈছিল। ৫০ ॥

তাৰ পাছত খঙত অধীৰ সেই ৰাক্ষসে এটা শিল বুটলি লৈ যুদ্ধত অৱতীৰ্ণ হোৱা ভীমৰ গালৈ দলিয়ালে; কিন্তু ভীমে তালৈ কেৰেপকে নকৰিলে। ৫১ ॥

নিজ শক্তিৰে সূৰ্য্য-ৰশ্মিক বাধা দি সূৰ্য্যৰ ফালে অগ্ৰসৰ হোৱা ৰাহুৰ দৰে, শিলাঘাতত নিশ্চল হোৱা ভীমৰ ফালে সেই ৰাক্ষস আগুৱাই গ'ল। ৫২ ॥

দুয়ো দুয়োকে সাবটা-সাবটিকৈ ইটোৱে-সিটোৱে আঁটা-আঁটি কৰিবলৈ ধৰা সময়ত উভয়কে দুটা যুধামান ডেকা ষাঁড় যেন দেখা গৈছিল। ৫৩ ॥

নখ-দন্তধাৰী সিহঁত দুয়োৰে সেই দাৰুণ যুদ্ধই দুটা গৰ্ব্বিত বাঘৰ যুদ্ধৰ সাদৃশ্য লাভ কৰিছিল। ৫৪ ॥

দুৰ্য্যোধনৰ হাতত হোৱা পৰাভৱজনিত খং, শাৰীৰিক বল, আৰু দ্ৰৌপদীৰ চকুৰ ইঙ্গিতলব্ধ উৎসাহত ভীমক অধিক উৎসাহী দেখা গৈছিল। ৫৫ ॥

মদমাৰ্গেৰে মদক্ষৰিত হৈ থকা মুখমণ্ডলেৰে মত্ত গজে যিদৰে আন মত্ত গজক আক্ৰমণ কৰে, তেনেদৰে ক্ৰুদ্ধ বৃকোদৰে সন্মুখৰপৰা সেই ৰাক্ষসক দুই হাতেৰে গৰা মাৰি ধৰিলে। ৫৬ ॥

তেতিয়া শক্তিমান সেই ৰাক্ষসেও ভীমক সাবটি ধৰিলে; বলীশ্ৰেষ্ঠ ভীমসেনে তাক নিজ বাহুবলেৰে আছাৰি পেলালে। ৫৭ ॥

তেতিয়া দুয়ো মহাবলীৰ মাজত হোৱা সেই যুদ্ধত, া বজ্ৰ-নিষ্পেষণত বাঁহ ফলাৰ শব্দৰ নিচিনা ভীষণ শব্দ হ'বলৈ ধৰিলে। ৫৮ ॥

তাৰ পাছত ভীমে তাক এটা আছাৰ মাৰি, কঁকালত বলেৰে ধৰি, প্ৰচণ্ড বতাহে গছ ঘূৰোৱাৰ দৰে তাক বেগেৰে ঘূৰাবলৈ ধৰিলে। ৫৯ ॥

বলীয়ান ভীমৰ হাতত যুদ্ধত নিষ্পেষিত হৈ নিশকতীয়া হোৱাত সেই কিৰ্ম্মীৰ ৰাক্ষস বিচলিত হৈ পৰিছিল আৰু শক্তিয়ে আঁটে মানে ভীমক আঁটি ধৰিছিল। ৬০ ॥

ভীমে তেতিয়া তাক ক্লান্ত দেখি, পশুক বান্ধিবৰ বন্ধাৰ দৰে তাকো দুই হাত লগ লগাই বান্ধি পেলালে। ৬১ ॥

ৰাক্ষসে তেতিয়া চেতনা হেৰুৱাই বিভিন্ন ভেৰী-নাদেৰে গুজৰি কঁপিবলৈ ধৰিলে ; আৰু মহাবলী ভীমে তাক বহু পৰলৈ ঘূৰালে। ৬২ ॥

পাণ্ডুনন্দন ভীমে সেই ৰাক্ষসক অৱশ হৈ পৰা জানি ততালিকে তাক দুই বাহুৰ মাজত লৈ তাৰ ওপৰত জন্তুক মৰা মাৰ শোধালে। ৬৩ ॥

ভীমে আঁঠুৰে তাৰ তপিনাৰ ফালে আঘাত কৰি দুই হাতেৰে ডিঙিত চেপি-বলৈ ধৰিলে। ৬৪ ॥

তেতিয়া দেহ জৰ্জ্জৰিত হোৱা সেই সাক্ষসৰ চকু ঘূৰিবলৈ ধৰাত, তাক ভীমে মাটিতে ঘূৰাই ঘূৰাই ক'বলৈ ধৰিলে। ৬৫ ॥

পাপী, তই হিড়িম্ব আৰু বকৰ মৰণৰ কাৰণে শোকৰ চকুলো মচিব নালা-গিব ; তই নিজেই যমপুৰীলৈ যাবলৈ ওলাইছে। ৬৫ ॥

তেতিয়া তাৰ গাৰ চট্‌ফটনিত কানি-কাপোৰ অলঙ্কাৰ-পাতি সুলকি পৰিল ; সি চেতনা হেৰুৱাই প্ৰাণ ত্যাগ কৰিলত, ক্ৰোধমনা মহাবীৰ ভীমসেনে তাক পেলাই দিলে। ৬৭ ॥

ঘনশ্যাম সেই ৰাক্ষস নিহত হ'লত, সেই ৰাজপুত্ৰসকলৰ মনত আনন্দ লাগিল, তেওঁ-লোকে ভীমৰ নানা গুণগান কৰি সেই কাম্যক-বনৰপৰা দ্বৈত-বনৰ ফাললৈ গ'লগৈ। ৬৮ ॥

বিদুৰে কলে,—কুৰুৰাজ, এইদৰে ধৰ্ম্মৰাজ যুধিষ্ঠিৰৰ আদেশত ভীমসেনে যুদ্ধত কিৰ্ম্মীৰক বধ কৰিছিল। ৬৯ ॥

তাৰ পাছত সেই বিজয়ী ধৰ্ম্মৰাজে সেই দ্বৈত-বন শত্ৰু-শূন্য কৰি, বাসস্থলী স্থাপন কৰি দ্ৰৌপদীৰে সৈতে তাতে থাকিল। ৭০ ॥

ভৰত-বংশৰ সেই শ্ৰেষ্ঠ লোক পাণ্ডৱসকলে তেতিয়া দ্ৰৌপদীক আশ্বাস দি ভীমৰ কাৰ্য্যত পৰম আনন্দ লাভ কৰি তেওঁক বহুত প্ৰশংসা কৰিলে। ৭১ ॥

ভীমৰ বাহুবলত নিষ্পেষিত হৈ সেই কিৰ্ম্মীৰ ৰাক্ষস নিহত হোৱাত, সেই বীৰ-সকল গৈ নিষ্কণ্টক আৰু শান্তিপূৰ্ণ বনত প্ৰৱেশ কৰিলে। ৭২ ॥

মই সেই বনলৈ যাওঁতে, ভীমৰ বাহুবলত নিহত হৈ, মহাৰণ্যৰ প্ৰৱেশ-পথত হাত-ভৰি মেলি পৰি থকা সেই দুষ্টাত্মা ৰাক্ষসক নিজে দেখিছো। ৭৩ ॥

হে ভাৰত, মই সেই ঠাইতো সমৱেত ব্ৰাহ্মণসকলে কোৱা, ভীমৰ হাতত হোৱা এই কিৰ্ম্মীৰ-বধৰ কাহিনী শুনিছিলো। ৭৪ ॥

বৈশম্পায়নে কলে,—মহাবীৰ ৰাক্ষস কিৰ্ম্মীৰ এইদৰে যুদ্ধত নিহত হোৱা শুনি, ৰজা ধৃতৰাষ্ট্ৰ চিন্তানিমগ্ন হল, আৰু শোকাভিভূত হোৱাৰ দৰে তেওঁ হুমুনিয়াহ কাঢ়িলে। ৭৫ ॥

ইতি মহাভাৰতৰ বনপৰ্ব্বৰ অন্তৰ্গত কিৰ্ম্মীৰ-বধ আখ্যান নামৰ একাদশ অধ্যায়।১১ ॥

॥ অধ্যায় ১২ ॥

## ॥ অৰ্জ্জুনাভিগমন-পৰ্ব্বঃ দ্ৰৌপদী-আশ্বাসন ॥

বৈশম্পায়নে ক'লে—পাণ্ডৱসকল বনলৈ যোৱা বুলি আৰু দুখত অভিভূত হোৱা বুলি শুনি, ভোজ আৰু বৃষ্ণিবংশীয় লোকসকলে অন্ধকসকলেৰে সৈতে লগ লাগি মহাৰণ্যত থকা তেওঁলোকৰ ওচৰলৈ গ'লগৈ । ১ ।

পাঞ্চালৰ আত্মীয়-কুটুম্বসকল, চেদিৰাজ্যৰ অধিপতি ধৃষ্টকেতু, লোক-বিখ্যাত মহাবলী কৈকেয়-ভ্ৰাতৃসকল ক্ৰোধত অধীৰ হৈ পৃথাৰ পুতেকহঁতক দেখা কৰিবলৈ বনলৈ গল ; আৰু ধৃতৰাষ্ট্ৰৰ পুতেকসকলক নিন্দা কৰি কবলৈ ধৰিলে, 'আমাৰ এতিয়া কৰ্ত্তব্য কি ?' ২—৩ ॥

সেই ক্ষত্ৰিয়পুঙ্গৱসকল শ্ৰীকৃষ্ণেৰে সৈতে ধৰ্ম্মৰাজ যুধিষ্ঠিৰক আগুৰি বহিল আৰু কুৰুশ্ৰেষ্ঠ যুধিষ্ঠিৰক প্ৰণাম জনাই শ্ৰীকৃষ্ণই দুখ মনেৰে কলে । ৪ ॥

শ্ৰীকৃষ্ণই কলে, দুৰ্য্যোধন, কৰ্ণ, দুৰাত্মা শকুনি আৰু চতুৰ্থতে দুঃশাসনৰ তেজ পিব সমৰ-ভূমিয়ে । ৫ ॥

ইহঁতক যুদ্ধত বধ কৰি ইহঁতৰ সঙ্গী নৰপতিসকলেৰে সৈতে ইহঁতৰ অনুগামী-সকলক পৰাভূত কৰি, আমি সকলোৱে ধৰ্ম্মৰাজ যুধিষ্ঠিৰক অভিষিক্ত কৰিম । যি প্ৰৱঞ্চক, সি অৱশ্যবধ্য—এয়েই সনাতন ধৰ্ম । ৬—৭ ॥

বৈশম্পায়নে কলে, পাণ্ডৱসকলৰ দুখত অভিভূত, ক্ৰুদ্ধ শ্ৰীকৃষ্ণক সমূহ প্ৰাণীকেই সংহাৰ কৰিবলৈ উদ্যত যেন দেখি অৰ্জ্জুনে তেওঁক শান্ত কৰিলে । ৮ ॥

যিজন পৰম পুৰুষ, প্ৰমাণৰ অতীত, যিজন নিত্য, অসীম শক্তিৰ আধাৰ, যিজন স্ৰষ্টাৰো স্ৰষ্টা, সৰ্ব্বব্যাপী, লোকনাথ আৰু ধী-সম্পন্ন সেই কৃষ্ণক খঙত অতিশয় অভিভূত হোৱা দেখি পাৰ্থই সেই সত্যকীৰ্ত্তি মহাপুৰুষৰ গুণ বখানিবলৈ ধৰিলে । ১০ ॥

অৰ্জ্জুনে কলে, বাসুদেৱ, আপুনি অতীজতে গন্ধমাদন পৰ্ব্বতত য'তে ৰাতি ত'তে কাতি অৱস্থাত মুনি-বেশেৰে দহ হাজাৰ বছৰ কাল বিচৰণ কৰিছিল । ১১ ।

কৃষ্ণ; আপুনিয়েই পূৰ্ব্ব জন্মত পুষ্কৰ তীৰ্থত জল মাত্ৰ পান কৰি এঘাৰ হাজাৰ বছৰ কাল যাপন কৰিছিল । ১২ ॥

মধুসূদন, আপুনিয়েই বিশাল বদৰিকাশ্ৰমত এশ বছৰ কাল উৰ্দ্ধবাহু হৈ এখন ভৰিৰ ওপৰত থিয় হৈ বায়ু ভক্ষণ কৰি আছিল । ১৩ ॥

কৃষ্ণ, উত্তৰীয়-বস্ত্ৰ এখনো গাত নোলোৱাকৈ সৰস্বতী নদীৰ পাৰত বাৰ-বছৰীয়া যজ্ঞ কৰাৰ সময়ত জীৰ্ণ-শীৰ্ণ হোৱা আপোনাক সিৰাসমূহেৰে মাত্ৰ আবৃত যেন দেখা গৈছিল। ১৪ ॥

কৃষ্ণ, ব্যাসদেৱে মোক কৈছিল যে, তাৰ পাছত আপুনি পুণ্যৱান লোকৰ যোগ্য-ভূমি প্ৰভাস তীৰ্থলৈ গৈ তপস্যালৈ মানুহৰ ধাউতি জন্মোৱাৰ উদ্দেশ্যে ব্ৰত উদ্‌যাপন কৰি এহেজাৰ দেৱবৰ্ষ এখন ভৰিৰ ওপৰত থিয় হৈ আছিল। ১৫—১৬ ॥

হে কেশৱ, আপুনি সমূহ প্ৰাণীৰেই ক্ষেত্ৰজ্ঞ, আপুনিয়েই প্ৰাণীসমূহৰ উৎপত্তি আৰু লয়ৰ নিদান। আপুনি সনাতন, আপুনিয়েই সকলো তপস্যাৰ আধাৰ আৰু যাগ-যজ্ঞৰ নিদান। ১৭ ॥

কৃষ্ণ, আপুনি সকলো প্ৰাণীৰ আদিতে অহঙ্কাৰেৰে প্ৰজন কৰা ভূমি-পুত্ৰক বধ কৰি মণি আৰু কুণ্ডল আহৰণ কৰি যজ্ঞীয় ঘোঁৰা প্ৰজন কৰিছিল। ১৮ ॥

সৰ্ব্বলোক-বিজেতা, পুৰুষশ্ৰেষ্ঠ আপুনিয়েই ঘোঁৰা প্ৰজন কাৰ্য্য সমাপন কৰি যুদ্ধত সমৱেত দৈত্য আৰু দানৱসকলক নিধন কৰিছিল। ১৯ ॥

শক্তিমান কেশৱ, তাৰ পাছত আপুনি শচীপতিক সকলোৰে অধিপতি পাতি, নিজে মনুষ্যলোকত আবিৰ্ভাৱ হৈছে। ২০ ॥

পুৰুষশ্ৰেষ্ঠ পৰন্তপ, সেই আপুনি কেশৱেই নাৰায়ণ (স্থূল আৰু সূক্ষ্ম কাৰণা-ন্তৰ্গত) হৈ হৰিৰূপ ধাৰণ কৰি ব্ৰহ্মা, চন্দ্ৰ, সূৰ্য্য, ধৰ্ম্ম, বিধাতা, যম, অগ্নি, বায়ু, কুবেৰ, ৰুদ্ৰ, কাল, আকাশ, পৃথিৱী, দিক্, বিষ্ণু, বৃহস্পতি আৰু প্ৰজাপতি হৈছিল। ২১—২২ ॥

মধুসূদন কৃষ্ণ, লোকৰ পৰম আশ্ৰয় দেৱশ্ৰেষ্ঠ প্ৰভূত তেজশালী আপুনিয়েই চৈত্ৰৰথ বনত বহু যজ্ঞ সম্পাদন কৰিছিল। ২৩ ॥

জনাৰ্দ্দন, তেতিয়া তাত প্ৰত্যেকটো যজ্ঞতেই ভাগে ভাগে পূৰ্ণ এক কোটিকৈ সোণৰ মোহৰ খৰচ হৈছিল। ২৪ ॥

শত্ৰু-তাপনকাৰী, যদু-নন্দন কৃষ্ণ, আপুনি অদিতিৰো পুত্ৰত্ব গ্ৰহণ কৰি ইন্দ্ৰা-নুজ বিষ্ণু-ৰূপে জগতত জন্মজাত হৈ বামন-ৰূপ ধাৰণ কৰি নিজ প্ৰভাৱেৰে স্বৰ্গ, আকাশ আৰু মৰ্ত্ত্যলোকক তিনি খোজেৰেই আগুৰি পেলাইছিল। ২৫—২৬ ॥

হে সৰ্ব্বভূতৰ আত্মাৰূপধাৰী, আপুনি সূৰ্য্যৰথত স্থিতি লাভ কৰি স্বৰ্গ, আকাশ আৰু ভূমণ্ডলক নিজ তেজেৰে দীপ্তিমান কৰি তুলিছিল। ২৭ ॥

ভগৱান কৃষ্ণ, আপুনি, আপোনাৰ সেই হেজাৰ-বিজাৰ (বিভিন্ন) অৱতাৰত পাপাভিলাষী শ শ অসুৰক বধ কৰিছে। ২৮ ॥

আপুনি অন্তোৎপন্ন স্নায়ু-বন্ধন ছিঙি পেলাইছিল; আপুনিয়েই নিসুন্দ আৰু নৰকক বধ কৰি প্ৰাগজ্যোতিষৰ পথ বিপন্মুক্ত কৰিছিল। ২৯ ॥

আপুনি জাৰুথী নগৰত আহুতি, ক্ৰাথ, ৰজা শিশুপাল, জৰাসন্ধ, শৈব্য আৰু শতধন্বাক জয় কৰিছিল। ৩০ ॥

আপুনি মেঘ-গম্ভীৰ শব্দকাৰী সূৰ্য্যৰ দৰে উজ্জ্বল ৰথত আৰোহণ কৰি ৰুক্মী (ৰুক্ম) বীৰক যুদ্ধত পৰাভূত কৰি ভোজবংশসম্ভূতা কন্যাক (ৰুক্মিণীক) মহিষীৰূপে লাভ কৰিছে। ৩১ ॥

আপুনি ক্ৰোধাৱিষ্ট হৈ ইন্দ্ৰদ্যুম্ন ৰজাক, কসেৰুমান যৱনক, সৌভপতি শাল্বক বধ কৰিছে আৰু আপুনিয়েই শাল্বৰ নগৰ সৌভপুৰীৰ বিনাশ সাধিছে। ৩২ ॥

এই লোকসকল যুদ্ধত আপোনাৰ হাতত নিহত হৈছে। এওঁলোকত বাহিৰে আন যিসকল লোকক আপুনি বধ কৰিছে, সেই সকলৰো নাম শুনক। যুদ্ধত কাৰ্ত্তবীৰ্য্যাৰ্জ্জুনৰ সমকক্ষ বীৰ ৰজা ভোজক ইৰাৱতী নগৰত যুদ্ধত বধ কৰিছে। ৩৩ ॥

গোপতি আৰু তালকেতু, এই দুজনকো আপুনিয়েই বধ কৰিছে। জনাৰ্দ্দন, আপুনি ঐশ্বৰ্য্যশালী দ্বাৰকাক নিজৰ কৰি লৈছে আৰু আপুনিয়েই সেই পুৰীক সমুদ্ৰত জাহ নিয়াব। মধুসূদন, আপোনাৰ নাই ক্ৰোধ, নাই হিংসা, নাই মিথ্যা। হে দাশজন-সেৱিত কৃষ্ণ, আপোনাৰ উপস্থিতিত নৃশংসতাই নাথাকে, কুটিলতা আকৌ থাকিব কেনেকৈ? ৩৪—৩৫ ॥

অচ্যুত, মন্দিৰৰ ভিতৰত নিজ তেজেৰে ভাস্বৰ হৈ বহি থকা আপোনাৰ ওচৰলৈ ঋষিসকল গৈ অভয়দান প্ৰাৰ্থনা কৰিছিল। ৩৬ ॥

মধুসূদন, যুগৰ অৱসানত আপুনি নিজেই প্ৰাণীসঙ্কোচ কৰি গোটেই জগতকেই নিজত বিলীন কৰিছিল। ৩৭ ॥

বৃষ্ণিনন্দন, যিজনে এই গোটেই জগতকে সৃজন কৰিছিল, চৰাচৰ-গুৰু সেই ব্ৰহ্মা যুগৰ আদিতে উপজিছিল আপোনাৰ নাভিকমলত। ৩৮ ॥

মধু আৰু কৈটভ নামধাৰী ভয়ঙ্কৰ দানৱ দুজন যেতিয়া আপোনাক বধিবলৈ উদ্যত হৈছিল, তেতিয়া সিহঁতৰ সেই উদ্ধতালি দেখি আপোনাৰ খং উঠাত আপোনাৰ কপালৰপৰা উপজিছিল শূলপাণি শম্ভু। সেই মহান দেৱতা দুজনে এইদৰেই জন্ম লভিছিল আপোনাৰ শৰীৰৰপৰা। ৩৯—৪০ ॥

এই অধিদেৱ দুজন আপোনাৰ আদেশ মানি চলে। এই কথা কৈছিল মোক নাৰদে। তাৰ পাছত আপুনি নাৰায়ণেই অতীতত চৈত্ৰৰথ বনত এটা মহাযজ্ঞ সম্পাদন কৰি প্ৰচুৰ দান-দক্ষিণা কৰিছিল। এনে যজ্ঞ অতীতত কোনেও কৰিব পৰা নাছিল আৰু ভৱিষ্যতেও কৰিব নোৱাৰিব। ৪১—৪২ ॥

কমলনয়ন, শক্তিমান আপুনি ল'ৰাকালৰেপৰা বলদেৱৰ সহায়ত বহু কাৰ্য্য সমাপন কৰিছিল। আপুনি ব্ৰাহ্মণসকলক লগত লৈ, কৈলাস-পুৰীত বসতি কৰিছিল। ৪৩ ॥

বৈশম্পায়নে ক'লে,—

শ্ৰীকৃষ্ণৰ আত্মাস্বৰূপ পাণ্ডৱ অৰ্জ্জুন ভগৱান কৃষ্ণক এই কথাবোৰ কৈ নিমাত হ'লত, কৃষ্ণই অৰ্জ্জুনক ক'বলৈ ধৰিলে— ৷ ৪৪ ॥

আপুনি মোৰ আৰু মই আপোনাৰ, গতিকে যিসকল লোক মোৰ সেই-

সকল লোক আপোনাৰো। যিজনে আপোনাক হিংসা কৰে, সি মোকো হিংসা কৰে, যি আপোনাৰ বাধ্য সি মোৰো বাধ্য। ৪৫ ॥

মহাবীৰ অৰ্জ্জুন, আপুনি আছিল মানুহ, আৰু মই আছিলো দুখহাৰী হৰি; সেই আমি নৰ আৰু নাৰায়ণ ঋষি দুজনেই এই মৰ্ত্ত্যলোকত অৱতীৰ্ণ হৈছোহি। ৪৬ ॥

ভাৰত-শ্ৰেষ্ঠ পাৰ্থ, আপুনি মোৰপৰা বেলেগ আৰু মই সেইদৰে আপোনাৰ-পৰা ভিন্ন নহওঁ; আমাৰ উভয়ৰ ভেদ (পাৰ্থক্য) জ্ঞানৰ অতীত। ৪৭ ॥

বৈশম্পায়নে ক'লে,—

সেই সমবেত বীৰবৃন্দৰ মাজত মহাত্মা কৃষ্ণই এইদৰে কোৱাত, আৰু ৰজা-সকল ক্ৰোধান্বিত হোৱাত, ধৃষ্টদ্যুম্ন প্ৰভৃতি বীৰ ভ্ৰাতৃসকলেৰে পৰিবেষ্টিতা হৈ শৰণাৰ্থিনী দ্ৰৌপদীয়ে ভায়েকহঁতেৰে সৈতে বহি থকা শ্ৰীকৃষ্ণৰ ওচৰ চাপি খঙতে ক'বলৈ ধৰিলে। ৪৮—৪৯ ॥

দ্ৰৌপদীয়ে কলে,—

অসিত দেৱলে কৈছিল যে প্ৰজা সৃষ্টিৰ পূৰ্ব্বে একমাত্ৰ আপোনাকেই সৰ্ব্বলোক-স্ৰষ্টা প্ৰজাপতি বোলা হৈছিল। ৫০ ॥

হে অপৰাজেয় মধুসূদন, পৰশুৰামে কৈছিল যে আপুনিয়েই যজ্ঞ, যাজক আৰু যজনীয়; কাৰণ, আপুনি সৰ্ব্বব্যাপক বিষ্ণু। ৫১ ॥

পুৰুষোত্তম, ঋষিসকলে আপোনাক ক্ষমা আৰু সত্য বুলি কয়। কশ্যপে কয় যে আপুনি সত্যৰপৰা যজ্ঞ-ৰূপে আৱিভূত হৈছে। ৫২ ॥

মহাভূতস্ৰষ্টা ভূতনাথ, নাৰদে কৈছিল আপুনি সাধ্য, ৰুদ্ৰ আৰু দেৱ-সকলৰো অধিদেৱ। ৫৩ ॥

নৰোত্তম, শিশুৱে খেলৰ বস্তু লৈ খেল খেলাৰ দৰে আপুনিও বাৰে বাৰে ব্ৰহ্মা, শিৱ, ইন্দ্ৰ প্ৰভৃতি দেৱবৃন্দক লৈ খেল খেলিছে। ৫৪ ॥

প্ৰভু, আপোনাৰ মূৰে আকাশ আৰু চৰণযুগলে পৃথিৱীক আৱৰি আছে, প্ৰাণীসমূহেই হৈছে আপোনাৰ উদৰ। এতেকে আপুনি সনাতন পুৰুষ। ৫৫ ॥

বেদাধ্যয়ন আৰু তপস্যানুষ্ঠান কৰি কষ্ট সহি যিসকলে চিত্ত-শুদ্ধি লাভ কৰিছে, যিসকল আত্মদৰ্শনৰ তৃপ্তি লভিবলৈ সক্ষম হৈছে, সেইসকলৰ মানত আপুনিয়েই নিত্য-সত্য-ব্ৰহ্ম। ৫৬ ॥

যুদ্ধত পৃষ্ঠ-প্ৰদৰ্শন কৰিব নলগা সৰ্ব্বগুণসম্পন্ন ধাৰ্ম্মিক ৰজাসকলৰ একমাত্ৰ গতি আপুনিয়েই। আপুনিয়েই প্ৰভাৱশালী, আপুনিয়েই বিভৱশালী, আপুনিয়েই প্ৰাণী-সমূহৰ আত্মা আৰু কাৰ্য্য। ৫৭ ॥

লোকপালসকল, সকলো লোক, সমূহ নক্ষত্ৰ, দশ দিক, আকাশ, চন্দ্ৰ, সূৰ্য্য—এই সকলোবোৰ আপোনাতেই প্ৰতিষ্ঠিত। ৫৮ ॥

মহাবাহু, আপুনিয়েই প্ৰাণীসকলক মৰণশীল আৰু দেৱতাসকলক অমৰ কৰিছে। ৫৯ ॥

মধুসূদন, দেৱ-মনুষ্য প্ৰভৃতি সকলো প্ৰাণীৰে ঈশ্বৰ আপুনি ; আপোনাৰ লগত প্ৰীতি-ভাব থকা হেতুকে মনৰ দুখৰ কথা কৰলৈ আগ বাঢ়িছো । ৬০ ॥

প্ৰভু কৃষ্ণ, পাণ্ডৱসকলৰ ভাৰ্য্যা, আপোনাৰ সখী, ধৃষ্টদ্যুম্নৰ ভনী মোক সভাৰ মাজলৈকেই বা টানি অনা হল কেলেই ? ৬১ ॥

স্ত্ৰী-আচাৰ পালন কৰি থকা সময়ত শোণিত-প্ৰৱাহত তিতি থকা মোক এখন মাত্ৰ কাপোৰেৰে কুৰু-সভালৈ টানি অনাত, মোৰ গা কঁপি উঠিছিল, আৰু মই মনত দুখ পাইছিলো । ৬২ ॥

সেই সভাত ৰজাসকলৰ মাজতে মই যেতিয়া এইদৰে ৰজঃস্ৰাৱেৰে তিতি আছিলো, তেতিয়া পাপমতি কৌৰৱইঁতে মোক দেখি অতিকৈ হাঁহিছিল । ৬৩ ॥

মধুসূদন, পাঁচ পাণ্ডৱ, পাঞ্চালৰ লোকসকল, আৰু যাদৱসকল জীয়াই থাকোঁতেই সিহঁতে মোক দাসীৰূপে পাবলৈ বিচাৰিছিল । ৬৪ ॥

কৃষ্ণ, মই ধৰ্ম্মতঃ ভীষ্ম আৰু ধৃতৰাষ্ট্ৰৰ বোৱাৰী, তথাপি সিহঁতে (কৌৰৱইঁতে) মোক বলেৰে দাসী কৰিছিল । ৬৫ ॥

ৰণত অগ্ৰগণ্য মহাবলী পাণ্ডৱসকলকো মই নিন্দা কৰোঁ ; কিয়নো তেওঁলোক তেওঁলোকৰ ধৰ্ম্ম-পত্নীক আনৰ হাতত নিৰ্য্যাতিতা হোৱা দেখিও ক্ষান্ত আছিল । ৬৬ ॥

জনাৰ্দ্দন, যি দুই মহাবলীয়ে মই এনেকৈ দুখত কাতৰ হোৱা দেখিও মোক কষ্ট দিওঁতাক ক্ষমা কৰিব পাৰিছিল, সেই ভীমৰ বাহুবলক আৰু অৰ্জ্জুনৰ গাণ্ডীৱক মই ধিক্কাৰ দিওঁ । ৬৭ ॥

স্বামীসকল দুৰ্ব্বল হলেও যি কোনো প্ৰকাৰে ভাৰ্য্যাক ৰক্ষা কৰে, এয়েই সজ্জনসকলে পালন কৰি অহা চিৰকলীয়া ৰীতি । ৬৮ ॥

ভাৰ্য্যাক ৰক্ষা কৰিব পাৰিলেই বংশ ৰক্ষা কৰা হয়, বংশ ৰক্ষা হলেই আত্ম-সংৰক্ষণ লাভ হয় । ৬৯ ॥

স্বামীৰ আত্মাই গৈ ভাৰ্য্যাৰ গৰ্ভত জন্ম লাভ কৰে কাৰণেই ভাৰ্য্যাক জায়া বোলা হয় ; আৰু স্বামীকো ভাৰ্য্যাই ৰক্ষা কৰা উচিত, নহলে মোৰ গৰ্ভত পুত্ৰ-ৰূপে উপজিবই বা কেনেকৈ । ৭০ ॥

শৰণাগতক কাহানিও পৰিহাৰ নকৰা এই পাণ্ডৱসকলে শৰণাৰ্থিনী মোৰ প্ৰতি অনুগ্ৰহ দেখুওৱা নাই । ৭১ ॥

জনাৰ্দ্দন, মোৰ পঞ্চপতিৰপৰা মোৰ গৰ্ভত যি পাঁচজন মহাবলী পুত্ৰৰ জন্ম হৈছে, সিহঁতৰ পালনৰ কাৰণে হ'লেও মোক অন্ততঃ ৰক্ষা কৰা কৰ্ত্তব্য । ৭২ ॥

হে কৃষ্ণ, যুধিষ্ঠিৰৰ পুত্ৰ প্ৰতিবিন্ধ্য, ভীম-পুত্ৰ সুতসোম, অৰ্জ্জুন-তনয় শ্ৰুতকীৰ্ত্তি, নকুলৰ পুত্ৰেক শতানীক আৰু কনিষ্ঠ পাণ্ডৱৰ তনয় শ্ৰুতকৰ্ম্মা—সকলোটি সত্য-বাদী, পৰাক্ৰমী আৰু প্ৰদ্যুম্নৰ দৰে মহাৰথী । ৭৩—৭৪ ॥

ধনুৰ্ব্বিদ্যাত এওঁলোক নিশ্চয় শ্ৰেষ্ঠ আৰু যুদ্ধত শত্ৰুৰ অস্ত্ৰৰ দ্বাৰা অজেয়, তথাপি নিশকতীয়া সেই ধাৰ্ত্তৰাষ্ট্ৰগণক সহ্য কৰি থাকে কিয় ? ৭৫ ॥

অন্যায় আচৰি ৰাজ্য কাঢ়ি ললে, আমাক সকলোকে দাস কৰিলে, ৰজোৱতী মোক সভাৰ মাজত এখন কাপোৰেৰে চাৰিওফালে টানি লৈ ফুৰিলে। ৭৬॥

মধুসূদন, ভীম, অৰ্জ্জুন আৰু আপোনাত বাহিৰে আনে গাণ্ডীৱত গুণ লগাবও নোৱাৰে। ৭৭॥

কৃষ্ণ, য'ত দুৰ্য্যোধন মুহূৰ্ত্তৰ কাৰণেও জীয়াই থাকিব পাৰে, তাত মই মহাবলী ভীমৰ বলক আৰু পাৰ্থৰ বীৰত্বক ধিক্কাৰ দিওঁ। ৭৮॥

মধুসূদন, সেই দুৰ্য্যোধনেই আগতে অহিংস ব্ৰহ্মচৰ্য্য ব্ৰত উদ্‌যাপন কৰি অধ্যয়নত ৰত থকা এওঁলোকক ল'ৰা কালতে মাকেৰে সৈতে ৰাজ্যৰপৰা খেদি পঠিয়াইছিল। ৭৯॥

সেই পাপীয়ে, ভয়ঙ্কৰ নতুন তীক্ষ্ণ কালকূট বিষ ভীমসেনৰ আহাৰৰ লগত মিহলাই দিছিল। ৮০॥

হে জনাৰ্দ্দন, হে মহাবাহু পুৰুষোত্তম, ভীমৰ আয়ুস থকা হেতুকেই কোনো বিকাৰ নঘটাকৈয়েই সেই বিষ আহাৰৰ লগত জীণ গ'ল। ৮১॥

কৃষ্ণ, গঙ্গাৰ পাৰৰ প্ৰমাণ নামক বটৰ তলত নিশ্চিন্তে টোপনি গৈ থকা এই ভীমসেনক (দুৰ্য্যোধনে) বান্ধি গঙ্গাত পেলাই দি নিজ নগৰলৈ গুচি গৈছিল। ৮২॥

কুন্তীনন্দন মহাবাহু ভীমসেনে যেতিয়া সাৰ পালে, তেতিয়া তেওঁ সেই বান্ধ ছিঙি উঠি আহিল। ৮৩॥

বিষধৰ ফেটী-সাপৰ হতুৱাই ভীমসেনৰ সকলো অঙ্গতে দংশন কৰালে, তথাপি শত্ৰুঘাতী ভীমৰ মৃত্যু নঘটিল। ৮৪॥

ভীমে সাৰ পাই উঠি আটাইবোৰ সাপকে মৰিয়ালে, তেওঁৰ প্ৰিয় সাৰথিকো হস্ত-পৃষ্ঠেৰে মাৰিলে। ৮৫॥

আকৌ, বাল্য-কালতেই বাৰণাৱতত শুই থকা পাণ্ডৱসকলক জননী কুন্তীৰে সৈতে পুৰি মাৰিবলৈ ধৰিছিল; তেতিয়া মোৰ শাহু আয়ে ভয়ত কান্দি কান্দি পাণ্ডৱসকলক কৈছিল—মহা বিপদত পৰিলো, জুয়ে আগুৰি ধৰিলেহি; হায়! মৰিলো। আজি এই জুইৰপৰা ৰক্ষা ক'ত? হায়, মোৰ মৰমৰ বাচাইঁতেৰে সৈতে মই আজি এই অৰক্ষিত অৱস্থাত পুৰি মৰোঁ। ৮৬—৮৮॥

তেতিয়া মহাবলী বায়ুবেগী পৰাক্ৰমী ভীমে মোৰ শাহু আইক আৰু তেওঁৰ ভায়েকহঁতক আশ্বাস দি কৈছিল— । ৮৯॥

বিনতানন্দন পক্ষীৰাজ গৰুড়ৰ নিচিনাকৈ মযো ইয়াৰপৰা ওলাই যাম। ইয়াত আমাৰ কোনো ভয় নাই। ৯০॥

সেই মহাবলীয়ে বাঁও কাষত আইক, সোঁ কাষত ধৰ্ম্মৰাজক, দুই কান্ধত দুই খুঁজা ভায়েকক আৰু পিঠিত অৰ্জ্জুনক লৈ ততালিকে বেগেৰে ওলাই গৈ আটাই কেইজনকে সেই জুইৰপৰা ৰক্ষা কৰিছিল। ৯১—৯২॥

কীৰ্ত্তিমান সেই পাণ্ডৱসকলে তেতিয়া জননীৰে সৈতে তাৰপৰা গৈ ওচৰতে থক' মহাৰণ্য হিড়িম্ববনলৈ গ'লগৈ। ৯৩॥

এওঁলোক সকলো কেইজন তেতিয়া পথ-শ্ৰমত ক্লান্ত আৰু অতিশয় দুখিত হৈ ভাতে মাকৰ লগতে গভীৰ টোপনিত পৰিল। এওঁলোক টোপনি গৈ থকা সময়তে হিড়িম্বা নামেৰে এজনী ৰাক্ষসী তেওঁলোকৰ কাষ চাপিল। ৯৪॥

জননী কুন্তীৰে সৈতে তাত মাটিতে পাণ্ডৱসকলক টোপনি গৈ থকা দেখি মদনাভিভূতা হৈ তাই ভীমসেনক পাবলৈ হেপাহ কৰিলে। ৯৫॥

সেই ৰাক্ষসীয়ে ভীমৰ ভৰি দুখন কোলাত তুলি লৈ, তেওঁৰ কুশল কামনা কৰি আনন্দ মনেৰে কোমল হাতেৰে ভীমৰ ভৰি মোহাৰিবলৈ ধৰিলে। ৯৬॥

মহাবলী সত্যপৰাক্ৰম মহাত্মা ভীমে ৰাক্ষসীৰ উপস্থিতি বুজিব পাৰিলে আৰু 'সুন্দৰী, তোমাক ইয়াত কি লাগে' বুলি সুধিলে। ৯৭॥

ভীমে তেনেকৈ কোৱাত মায়াবিনী সেই কামৰূপী ৰাক্ষসীয়ে সেই মহাত্মা ভীম-সেনক কবলৈ ধৰিলে। ৯৮॥

মোৰ মহাবলশালী ককাইদেউ আপোনালোকক মাৰিবলৈ আহিব লাগিছে; গতিকে পলম নকৰি ইয়াৰপৰা পলাওক। ৯৯॥

তেতিয়া ভীমসেনে তাইৰ আগত অহঙ্কাৰ কৰি এই কথা কলে, 'মই তালৈ ভয় নকৰোঁ, সি আহিলে তাক মাৰি পেলাম।' ১০০॥

তেওঁলোক দুয়োৰে (ভীম-হিড়িম্বাৰ) কথা-বতৰা শুনি শুনি, ভৈৰৱ-নাদে চিঞৰি, দেখিবলৈ ভয় লগা ভীষণ মূৰ্ত্তিৰ সেই অধম ৰাক্ষস উপস্থিত হ'লহি। ১০১॥

ৰাক্ষসে কলে, হিড়িম্বা, কাৰ লগত কথা কৈছ? সেইজনক মোৰ ওচৰলৈ লৈ আহ, মই তাক ভোজন কৰিম, তই পলম নকৰিবি। ১০২॥

তাইৰ হৃদয়ত চেনেহ-ভাব ওপজা হেতুকে সেই কামৰূপী বুদ্ধিমতী ৰাক্ষসীয়ে ভীমলৈ দয়া-পৰৱশ হৈ তাৰ আগত ভীমৰ নাম প্ৰকাশ নকৰিলে। ১০৩॥

তেতিয়া সেই নৰ-খাদক ৰাক্ষসে ভীষণ নাদেৰে শব্দ কৰি বেগেৰে ভীমৰ ফালে গতি কৰিলে। ১০৪॥

সেই বলবান ৰাক্ষসে মহাবেগে ভীমৰ ফাললৈ আগ বাঢ়ি গৈ খঙেৰে ভীমৰ হাতত ধৰিলে। সি আন হাতখন মুষ্টিবদ্ধ কৰিলে। ১০৫॥

তত্তালিকে ইন্দ্ৰৰ বজ্ৰ যেন কঠিন আৰু বজ্ৰপাতৰ দৰে দৃঢ় মাৰ ভীমৰ গাত শোধাবলৈ ধৰিলে। ১০৬॥

ৰাক্ষসে নিজ হাতেৰে ভীমসেনৰ হাতত ধৰি থকাটো মহাবলী ভীমে সহিব নোৱাৰিলে, আৰু সেই কাৰণে তেওঁৰ খং উঠিল। ১০৭॥

তেতিয়া, সকলো অস্ত্ৰ-বিদ্যাত নিপুণ বৃত্ৰাসুৰ আৰু ইন্দ্ৰৰ মাজত হোৱা যুদ্ধৰ দৰে, ভীমসেন আৰু হিড়িম্বৰ মাজতো তুমুল যুদ্ধ আৰম্ভ হ'ল। ১০৮॥

হে অনঘ, শক্তিমান ভীমে বহু পৰলৈ সেই ৰাক্ষসৰ লগত যুঁজ কৰি, পাছত বলীয়ান ভীমে দুৰ্ব্বল সেই ৰাক্ষসক বধ কৰিলে। ১০৯॥

হিড়িম্বক বধ কৰাৰ পাছত ঘটোৎকচ জননী হিড়িম্বাক লগত লৈ ভীমে ভায়েক-ককায়েকহঁতেৰে সৈতে সেই ঠাইৰপৰা আঁতৰিল । ১১০ ॥

তাৰ পাছত শত্ৰুক সন্তাপ দিওঁতা সেই পাণ্ডৱসকল জননী আৰু সজ ব্ৰাহ্মণ-গণেৰে সৈতে একচক্ৰা নগৰৰ ফাললৈ যাবলৈ ধৰিলে । ১১১ ॥

এওঁলোকৰ এই গমনত শুভাকাঙ্ক্ষী ব্যাসদেৱ আছিল মন্ত্ৰণাদাতা । পাছত ব্ৰতচাৰী পাণ্ডৱসকল গৈ একচক্ৰা নগৰ পালেগৈ । ১১২ ॥

তাতো এওঁলোকে বক নামে মহা বলবান হিড়িম্ব-সদৃশ এটা ভয়ঙ্কৰ ৰাক্ষসক লগ পালেগৈ । ১১৩ ॥

সেই ভীষণ ৰাক্ষসকো বধ কৰি শ্ৰেষ্ঠ যোদ্ধা ভীম ভায়েকহঁতেৰে সৈতে দ্ৰুপদ ৰজাৰ নগৰলৈ গ'লগৈ । ১১৪ ॥

কৃষ্ণ, আপুনি ভীষ্মক-জীয়াৰী ৰুক্মিণীক লাভ কৰাৰ দৰে, তাত থকা কালতে অৰ্জ্জুনে মোক লাভ কৰিলে । ১১৫ ॥

মধুসূদন, এইদৰে শত্ৰুসকলৰ পক্ষে অসাধ্য এটা মহৎ কৰ্ম্ম স্বয়ম্বৰত সম্পাদন কৰি ন্যায়-যুদ্ধত জয় লাভ কৰা পাৰ্থই মোক লাভ কৰিছিল । ১১৬ ॥

কৃষ্ণ, এইদৰে বহু কষ্ট ভুগি, কুল-পুৰোহিত ধৌম্যক লগত লৈ, শাহু আইৰে সৈতে অতি দীনভাৱে কাল যাপন কৰিছো । ১১৭ ॥

সিংহৰ দৰে গমনকাৰী এওঁলোকে শত্ৰুসমূহতকৈ অধিক বীৰ্য্যবান হৈও নীচ ব্যৱহাৰৰপৰা মোক কষ্ট পোৱা দেখিও কেলেই উপেক্ষা কৰিছিল ? ১১৮ ॥

পাণ্ডৱসকলতকৈ হীনবলী পাপ-কৰ্ম্মকাৰী সেই পাপিষ্ঠহঁতৰ হাতত পোৱা কষ্ট ইমান দিনে সহি থাকি নিজে জলি-পুৰি মৰিছো । ১১৯ ॥

হে কৃষ্ণ, সৌভাগ্য-বলত মই ডাঙৰ বংশত উপজিলো, পাণ্ডৱসকলৰ ভাৰ্য্যা আৰু মহাত্মা পাণ্ডুৰ বোৱাৰী হ'বলৈ পালো । ১২০ ॥

মধুসূদন কৃষ্ণ, তেনে সম্মানযোগ্যা সাধ্বী মোক পাঁচ পাণ্ডৱৰ চকুৰ আগতে চুলিত ধৰি টানি আনিলে । ১২১ ॥

ইয়াকে কৈ, পাহি মেল খাবলৈ ধৰা পদ্মৰ দৰে কোমল হাতেৰে মুখ ঢাকি মৃদুভাষিণী দ্ৰৌপদীয়ে হুক-হুকাই কান্দিবলৈ ধৰিলে । ১২২ ॥

দ্ৰৌপদীয়ে মনৰ দুখত এনেকৈ চকুলো টুকিলে যে, স্থূলতা হেতুকে সংলগ্নতা-প্ৰাপ্ত উন্নত আৰু সুলক্ষণ-যুক্ত স্তনযুগল, সেই চকুলোৱে তিয়াই পেলালে । ১২৩ ॥

তেওঁ বাৰে বাৰে চকু মোহাৰি মোহাৰি, হোঁপাই হোঁপাই, বাষ্পপূৰ্ণ কণ্ঠেৰে খঙতে ক'বলৈ ধৰিলে । ১২৪ ॥

মোৰ পতিসকল নাই, পুত্ৰগণ নাই, বন্ধুবৰ্গ নাই, ভাই নাই, পিতা নাই; হে মধুসূদন, আপুনিও নাই ; কিয়নো, আপোনালোকে সেই নীচহঁতৰ হাতত মোক নিৰ্য্যাতিতা হোৱা দেখিও মনত দুখ অনুভৱ নকৰি তাক উপেক্ষা কৰিব পাৰিছিল ।

সেই সময়ত কৰ্ণই যে মোক অতিকৈ হাঁহিছিল, মোৰ সেই দুখে সান্ত্বনা লভিব নোৱাৰে। ১২৫—২৬ ॥

কৃষ্ণ, চাৰিটা কাৰণত আপুনি অন্ততঃ মোক ৰক্ষা কৰা উচিত; হে কেশৱ, সেই কাৰণ চাৰিটা হ'ল—আপোনাৰে মোৰে সম্বন্ধ, বংশ-গৰিমা, সখিত্ব আৰু আপোনাৰ শক্তি। ১২৭ ॥

বৈশম্পায়নে কলে,—

সেই বীৰসকলৰ মাজত তেতিয়া কৃষ্ণই দ্ৰৌপদীক কবলৈ ধৰিলে।

কৃষ্ণই কলে,—

দ্ৰৌপদী, তুমি যিসকলৰ ওপৰত খং কৰিছা, সেইসকলৰ ভাৰ্য্যাসকলে, অৰ্জ্জুনৰ শৰ-জালত পৰি তেজৰ নদীত বুৰ গৈ মৃত্যু বৰণ কৰি মাটিত বাগৰি পৰি থকা স্বামীসকলক চাই চাই কান্দিব। পাণ্ডৱসকলৰ কাৰণে যি কৰা আৱশ্যক হয় তাক নিশ্চয় কৰিম; দুখ নকৰিবাঁ। ১২৮—১২৯ ॥

কৃষ্ণা, মই তোমাৰ আগত প্ৰতিজ্ঞা কৰিছো—তুমি ৰাজৰাণী হবা। আকাশ ভাগি পৰিব পাৰে, হিমগিৰি ছিৰাছিৰ হ'ব পাৰে, পৃথিৱী টুকুৰা-টুকুৰ হ'ব পাৰে, সমুদ্ৰ শুকাই যাব পাৰে, তথাপি মোৰ কথা মিছা হ'ব নোৱাৰে। দ্ৰৌপদীয়ে নিজৰ কথাৰ প্ৰত্যুত্তৰত কৃষ্ণৰপৰা সেই কথা শুনি মধ্যমপতি অৰ্জ্জুনৰ ফালে কেৰাহিকৈ নিৰীক্ষণ কৰিলে। মহাৰাজ, তেতিয়া অৰ্জ্জুনে দ্ৰৌপদীক ক'বলৈ আৰম্ভ কৰিলে। ১৩০—১৩২ ॥

হে শোভনবৰ্ণা, সুৰক্তনয়নী, তুমি নাকান্দিবাঁ; মধুসূদনে যি কৈছে সেয়ে হ'ব; তাৰ অন্যথা নহয়। ১৩৩ ॥

ধৃষ্টদ্যুম্নই কলে,—

মই বধ কৰিম দ্ৰোণক, ভীষ্মক বধ কৰিব শিখণ্ডীয়ে, ভীমে দুৰ্য্যোধনক আৰু ধনঞ্জয়ে কৰ্ণক বধ কৰিব। ভগ্নী. ৰাম আৰু কৃষ্ণৰ সহায়ত আমি যুদ্ধত জয়ী হম। ধৃতৰাষ্ট্ৰৰ পুত্ৰসকলৰ কথাই নাই, ইন্দ্ৰও সমকক্ষ হ'ব নোৱাৰে। ১৩৪—১৩৫ ॥

বৈশম্পায়নে কলে,—

ধৃষ্টদ্যুম্নই এই কথা কোৱাত বীৰসকলে পৰস্পৰে পৰস্পৰলৈ চাই কৃষ্ণৰ ফালে নিৰীক্ষণ কৰিলে। তেতিয়া শক্তিমান কৃষ্ণই তেওঁলোকৰ আগত ক'বলৈ ধৰিলে। ১৩৬ ॥

ইতি মহাভাৰতৰ বনপৰ্ব্বৰ অন্তৰ্গত অৰ্জ্জুনাভিগমন-পৰ্ব্বত দ্ৰৌপদী-আশ্বাসন নামৰ দ্বাদশ অধ্যায়। ১২ ॥

## ॥ অধ্যায় ১৩ ॥

# ॥ বাসুদেৱ-বাক্য ॥

বাসুদেৱে কলে,—হে পৃথিৱী-পালক ধৰ্ম্মৰাজ, মই আগতে পাশা-খেলৰ সময়ত দ্বাৰকাত থকা হ'লে আপুনি এই কষ্ট ভুগিব মালাগিলহেঁতেন। ১ ॥

হে দুৰ্দ্ধৰ্ষ ৰজা, কৌৰৱসকলে, ৰজা ধৃতৰাষ্ট্ৰই আৰু দুৰ্য্যোধনে নামাতিলেও মই সেই পাশা-খেললৈ অনাহূত হৈয়েই আহিলোহেঁতেন আৰু বহুত দোষ দেখুৱাই সেই খেলত বাধা দিলোহেঁতেন। ২ ॥

হে প্ৰভু যুধিষ্ঠিৰ, ভীম, দ্ৰোণ, কৃপাচাৰ্য্য আৰু বাহ্লীকক মতাই আনি আপোনাৰ কাৰণে কলোহেঁতেন, হে ধৃতৰাষ্ট্ৰ, আপোনাৰ পুত্ৰসকলে পাশা খেলা অনুচিত; আপোনাৰ কাৰণেই পাশা-খেলৰ দোষ দেখুৱালোহেঁতেন; আপুনি সেইবোৰৰ বাবে তেতিয়া তাৰপৰা আঁতৰি থাকিব পাৰিলেহেঁতেন। ৩-৪ ॥

এই পাশা-খেলৰ কাৰণে অতীতত নল ৰজাই ৰাজ্য হেৰুৱাইছিল। হে ৰজা, এই খেলৰপৰা অতৰ্কিতে বিনাশ ঘটে। ৫ ॥

এই পাশা-খেলৰ যথাযথ বৰ্ণনা মই দিওঁ। ৬ ॥

স্ত্ৰী-সেৱন, পাশা-খেল, মৃগয়া আৰু মদ্যপান, এই চাৰিবিধ মানুহৰ কামনাৰপৰা উৎপন্ন দুখ। ইয়াৰ দ্বাৰা লোক শ্ৰীহীন হয়। ৭ ॥

শাস্ত্ৰবিদ্ পণ্ডিতসকলে বিশেষকৈ সেই দুখ পাশা-খেলৰপৰাই হোৱা দেখে বুলি সকলো ঠাইতে কয়। ৮ ॥

(এই খেলৰ ফলতে) একে দিনতেই ধন-সম্পত্তিৰ বিনাশ ঘটি নিশ্চিত দুখ লাভ হয়; ভোগ লাভ নোহোৱাকৈয়েই অৰ্থনাশ হৈ কঠুৱা বাক্যৰ প্ৰচলন হয়। ৯ ॥

মহাবাহু কুৰুনন্দন, মই অম্বিকা-পুত্ৰক লগ ধৰি এই কথা আৰু তিক্ততাৰ কথা কলোহেঁতেন। ১০ ॥

কৌৰৱ, মোৰ এই কথা যদি গ্ৰহণ কৰা হয়, তেনেহলে কুৰুসকলৰ মঙ্গল আৰু ধৰ্ম্মাচৰণ হ'লহেঁতেন। ১১ ॥

ৰাজেন্দ্ৰ, যদি তেওঁ মোৰ সেই হিত-বাক্য আৰু প্ৰিয় কথা গ্ৰহণ নকৰিলেহেঁতেন তেনেহলে মই বল প্ৰয়োগ কৰি তেওঁক যাতনা দিলোহেঁতেন। ১২ ॥

তেওঁৰ বন্ধু বোলা কিছুমান দুষ্ট বুদ্ধিৰ লোক তেওঁৰ পাৰিষদ হৈ তেওঁৰ অধীনত আছে; অন্যায় পাশা-খেল খেলোৱা সেই খেলাৰুসকলকো বধ কৰিব লাগে। ১৩ ॥

হে কুৰু-বংশ-সম্ভূত ৰজা, তেতিয়া মই মোৰ পৰিজনৰ লগত নাছিলো। সেই কাৰণেই আপোনালোকে পাশা-খেলৰ ফলত এই দুখ পালে। ১৪॥

হে কুৰুশ্ৰেষ্ঠ পাণ্ডুনন্দন, মই দ্বাৰকাতে আছিহে যুযুধানৰপৰা আপোনাৰ এই সকলো দুখৰ বাতৰি শুনিবলৈ পালো। ১৫॥

ৰজা, এই কথা শুনিয়েই মোৰ মন উদ্বিগ্ন হল; আৰু, হে বিশাম্পতি (ৰজা), ততালিকে মই আপোনাৰ সাক্ষাত লাভৰ কাৰণে আপোনাৰ ওচৰলৈ লৰি আহিলো। ১৬॥

হে ভাৰত-শ্ৰেষ্ঠ, মই আপোনাক ভ্ৰাতৃসকলেৰে সৈতে এনে দুখমগ্ন হোৱা দেখাটো আমাৰ সকলোৰে কাৰণে দুখৰ কাৰণ হৈছে। ১৭॥

ইতি মহাভাৰতৰ বনপৰ্ব্বৰ অন্তৰ্গত অৰ্জ্জুনাভিগমন-পৰ্ব্বত বাসুদেৱ-বাক্য নামে ত্ৰয়োদশ অধ্যায়। ১৩॥

॥ অধ্যায় ১৪ ॥

## ॥ শাম্ব-বধোপাখ্যান ॥

যুধিষ্ঠিৰে কলে, হে বৃষ্ণি-নন্দন কৃষ্ণ, আপোনাৰ অনুপস্থিতি ঘটিল কেনেকৈ? আপোনাৰ প্ৰবাস হৈছিল ক'ত আৰু সেই প্ৰবাসতেই বা আপুনি কি কৰিছিল? ১॥

শ্ৰীকৃষ্ণই কলে, মই ভৌমক বধিবৰ কাৰণে শাম্ব নগৰলৈ গৈছিলো; তাৰ কাৰণ কওঁ, শুনক। ২॥

মহা তেজস্বী, মহা শক্তিমান, যশস্বী, দমঘোষৰ পুত্ৰ ৰজা শিশুপালক মই বধ কৰিছিলো। ৩॥

হে ভাৰত-বংশ-সম্ভূত মহান পুৰুষ, আপোনাৰ ৰাজসূয় যজ্ঞত মোৰ প্ৰতি সম্মান দেখুৱাত শিশুপাল ক্ৰুদ্ধ হৈ উঠিছিল, তেতিয়া মই তাক ক্ষমা নকৰিলো। ৪॥

হে ভাৰত, শাম্ব তাক বধ কৰা শুনি অতিশয় ক্ৰুদ্ধ হৈ মই আপোনাৰ ওচৰত (ইন্দ্ৰপ্ৰস্থত) থাকোঁতেই শূন্য দ্বাৰকাপুৰীলৈ আহিছিল। ৫॥

হে ৰজা, শাম্ব ৰজাই ইচ্ছাগামী সৌভ-বিমানত আৰোহণ কৰি বৃষ্ণি-বংশৰ বীৰ বালকসকলৰ লগত যুদ্ধ কৰি, তেওঁলোকৰ ওপৰত নিষ্ঠুৰ আঘাত কৰিছিল। ৬॥

পাছত সেই দুৰ্ম্মতিয়ে বৃষ্ণি-বংশৰ বহুত বীৰ বালকক বধ কৰি নগৰৰ ফুলনিবোৰ সমূলি ধ্বংস কৰিছিল। ৭॥

হে মহাবাহু, সি এই বুলিও কৈছিল 'সেই বৃষ্ণিকুলাধম বসুদেৱৰ পুত্ৰেক দুৰ্ম্মতি বাসুদেৱ ক'লৈ গ'ল?' ৮॥

আনৰ্ত্তবাসীসকল, তোমালোকে সঁচা কথা কোৱাঁ, সি ক'ত ? সি ক'ত আছে মই তালৈকে যাম। মই যুদ্ধত সেই যুদ্ধাৰ্থীৰ দৰ্প চূৰ্ণ কৰিম। ৯ ॥

মই অস্ত্ৰ চুই প্ৰতিজ্ঞা কৰিছোঁ, কংস আৰু কেশীৰ নিধনকাৰী সেই কৃষ্ণক মই বধ কৰিহে উভতিম, তাক বধ নকৰাকৈ মই উলটি নাযাওঁ। ১০ ॥

'ক'ত সেই কৃষ্ণ ? ক'ত সেই কৃষ্ণ ?' বুলি সেই সৌভাধিপতি শাল্ব মোৰ লগত যুদ্ধ কৰিবলৈ হেপাহ কৰি, ইফালে-সিফালে ঘূৰি ফুৰিবলৈ ধৰিলে। ১১ ॥

শিশুপালক বধ কৰা কাৰণে মোৰ যি ক্ৰোধ-বহ্নি জ্বলিছে, তাৰ কাৰণেই আজি সেই পাপী, নীচ, বিশ্বাস-ঘাতকক যমৰ ঘৰলৈ পঠিয়াম। ১২ ॥

ধৰ্ম্মৰাজ ! সি কৈছিল—যি পাপ-চৰিত্ৰ কৃষ্ণই মোৰ ভাই শিশুপালক বধ কৰিছে তাক মই বধিহে এৰিম। ১৩ ॥

মোৰ ভাই, স'ৰা শিশুপাল যুদ্ধ-ক্ষেত্ৰত নাছিল, আৰু তেওঁ সাৱধানো নাছিল, তেনেস্থলত যি তেওঁক বধ কৰিছে, মই সেই জনাৰ্দ্দনক বধ কৰিম। ১৪ ॥

হে কুৰুনন্দন যুধিষ্ঠিৰ, এইদৰেই সেই শাল্ব ৰজা মোক গালি-শপনি পাৰি ইচ্ছাগামী সৌভ বিমানেৰে ওপৰলৈ উঠিল। ১৫ ॥

কুৰুনন্দন, মাৰ্ত্তিকাৱতৰ অধিপতি দুষ্টবুদ্ধি, দুষ্টাত্মা শাল্বই মোৰ প্ৰতি যি অসজ আচৰণ কৰিলে, তাক দ্বাৰকাত গৈহে শুনিলো। ১৬ ॥

হে কৌৰব্য ৰজা, তেতিয়া মই সেই কুকৰ্ম্ম-পৰায়ণ শাল্বই আন দেশৰ ওপৰত কৰা অত্যাচাৰ, মোৰ নিজৰ প্ৰতি কৰা নিন্দা আৰু সি কৰা আত্মগৰ্ব্বৰ কথা ভালকৈ জানিব পাৰি, মোৰ মন খণ্ডত অধীৰ হয় আৰু মই তাক বধিবলৈ মনস্থ কৰোঁ। ১৭-১৮ ॥

ৰজা, তাৰ পাছত মই শাল্ববধৰ কাৰণে যুদ্ধলৈ সাজু হৈ গৈ সমুদ্ৰ-উৰ্ম্মি-চক্ৰৰ ওপৰৰ আকাশত তাক দেখা পালো। ১৯ ॥

হে ৰজা, তেতিয়া মই পাঞ্চজন্যত ফুঁ দি শাল্বক যুদ্ধলৈ আহ্বান কৰি মই নিজেও যুদ্ধলৈ সাজু হলো। ২০ ॥

ভাত, সেই দানৱবিলাকৰ লগত মোৰ নিচেই কম সময়হে যুদ্ধ হৈছিল, আৰু সেই কম সময়ৰ যুদ্ধতে সিহঁত আটাইবিলাকেই হয় মোৰ বশ হল, নহয় মৃত্যু বৰণ কৰিলে ।২১॥

হে শক্তিমান, এয়েই আছিল মই তেতিয়া যাব নোৱৰাৰ কাৰণ। পাছত হস্তিনাপুৰৰ সেই অন্যায় পাশা-খেলৰ কথা শুনিয়েই অতিশয় দুঃখগ্ৰস্ত আপোনালোকৰ সাক্ষাৎ পাবলৈ আহিছো। ২২ ॥

ইতি মহাভাৰত বনপৰ্ব্বৰ অন্তৰ্গত অৰ্জ্জুনাভিগমন-পৰ্ব্বত শাল্ব-বধোপাখ্যান নামৰ চতুৰ্দ্দশ অধ্যায় ॥ ১৪ ॥

॥ অধ্যায় ১৫ ॥

## ॥ শাল্ব-বধোপাখ্যান ॥

যুধিষ্ঠিৰে কলে,—হে মহাশক্তিমান মহামনা বাসুদেৱ, আপোনাৰ এই কথাই মোৰ হেপাহ পলুৱাব পৰা নাই। আপুনি সৌভাধিপতি শাল্বৰ নিধন-কাহিনী বিৱৰি কওক। ১॥

শ্ৰীকৃষ্ণই কলে,—হে ভাৰত-শ্ৰেষ্ঠ শক্তিমান ৰজা, মোৰ হাতত শ্ৰুতশ্ৰৱাৰ পুত্ৰ নিহত হোৱা শুনি শাল্বৰাজ দ্বাৰকা আক্ৰমণ কৰিবলৈ আগ বাঢ়ি আহিল। ২॥

পাণ্ডুনন্দন, দুৰাত্মা শাল্বই আকাশী-ৰথত উঠি নগৰৰ ওপৰ ভাগত অৱস্থান কৰি সকলো ফালৰেপৰা সেই নগৰ (দ্বাৰকা) আগুৰি পেলালে। ৩॥

সৌভাধিপতিয়ে তাতে থাকি তাৰেপৰা সেই নগৰৰ বিৰুদ্ধে যুদ্ধ চলালে। সেই যুদ্ধ সকলো ফালৰপৰা অস্ত্ৰ প্ৰয়োগ কৰি চলোৱা হৈছিল। ৪॥

তেতিয়া তোৰণসমূহেৰে সৈতে গোটেই দ্বাৰকাপুৰীৰ সকলোফালে পতাকা উৰিবলৈ ধৰিলে, সৈন্য সঞ্চালিত হবলৈ ধৰিলে, শৌচাগাৰ আৰু প্ৰস্ৰাৱৰ স্থান নিৰ্ম্মিত হবলৈ ধৰিলে; যন্ত্ৰচালিত শস্ত্ৰধাৰীসকলক সুৰঙ্গ-পথত স্থাপন কৰা হ'ল। ৫॥

ৰথ চলাচলৰ উপযোগী পথসমূহত লোহাৰ শূলবোৰ, নগৰৰ তোৰণ আৰু অট্টালিকাবোৰৰ ওপৰত লোহাৰ অস্ত্ৰ স্থাপন কৰা হ'ল। নগৰত সৈন্যৰ চলাচল আৰম্ভ হল। শত্ৰুৰ দ্বাৰা নিক্ষিপ্ত জ্বলন্ত গুলী আৰু কাঠৰ টুকুৰা-নিবাৰক লোহাৰ যন্ত্ৰ ঠায়ে ঠায়ে স্থাপন কৰা হ'ল। ৬॥

হে ভৰতবংশজ-শ্ৰেষ্ঠ ৰজা, ঢৰা, ভেৰী, পণৱ, আনক প্ৰভৃতি বাদ্য-যন্ত্ৰ-সমূহ সাজু কৰা হ'ল। তোমৰ, অঙ্কুশ, শতঘ্নী, নাঙ্গল, ভূশুণ্ডী, শিলৰ গুলী, কুঠাৰ, অন্যান্য অস্ত্ৰ আৰু লোহাৰ ঢালবোৰ যথাস্থানত ৰখা হল। গুলীপূৰ্ণ নালিকা (বন্দুক) স্থাপন কৰা হল। ৭-৮॥

হে ভাৰতশ্ৰেষ্ঠ কুৰুপুঙ্গৱ, যিসকল শত্ৰুক বাধা দিবলৈ সমৰ্থ, আন যুদ্ধত যিসকলৰ বীৰত্বৰ পৰিচয় পোৱা হৈছিল, প্ৰখ্যাত বংশসম্ভূত সেই গদ, সাম্ব, উদ্ধৱ প্ৰভৃতি বীৰসকলে যুদ্ধ-শাস্ত্ৰৰ বিধান অনুসৰি বিভিন্ন ধৰণৰ বহু ৰথ ঠায়ে ঠায়ে স্থাপন কৰিলে। ৯-১০॥

পতাকাধাৰী অশ্বাৰোহী সৈন্যসকলক গড়ৰ ওপৰত স্থাপন কৰি, নগৰৰ মাজ-ভাগতো সৈন্যৰ শিবিৰ স্থাপন কৰি ৰথীয়াসকলৰ দ্বাৰা দ্বাৰকা নগৰৰ ভিতৰ-ভাগো সুৰক্ষিত কৰা হল। ১১ ॥

উগ্ৰসেন আৰু উদ্ধৱ আদি সাৱধানী লোকসকলে ঘোষণা কৰিলে, কোনেও মদ খাব নোৱাৰিব। ১২ ॥

আমি অসাৱধান হলে শাল্বই আমাৰ ওপৰত অস্ত্ৰাঘাত কৰিব। ইয়াকে জানি বৃষ্ণি আৰু অন্ধক-বংশীয় লোকসকল সতৰ্ক হৈ ৰ'ল। ১৩ ॥

সঞ্চিত ধন ৰক্ষাৰ কাৰণে আনৰ্ত্ত-দেশীয় সকলো নাচনিয়াৰ আৰু গায়ক নট-বোৰক ততালিকে নগৰৰপৰা বাহিৰলৈ পঠিয়ালে। ১৪ ॥

হে কৌৰব্য, নদীৰ দলংবোৰো ভাঙি দিয়া হল, নাও চলাচল নিষেধ কৰা হল, নগৰৰ গড়ৰ বাহিৰত থকা খাৱৈত অলেখ শূল পুতি ৰখা হল। ১৫ ॥

হে কুৰুশ্ৰেষ্ঠ, সেইদৰে নাদবোৰো পানী তুলি শুকান কৰা হ'ল, আৰু নগৰৰ বাহিৰত এক ক্ৰোশ (দুমাইল) দূৰলৈকে বিস্তৃত অঞ্চল লোহাৰ শূল আদি পুতি বিপদ-সঙ্কুল কৰি তোলা হ'ল। ১৬ ॥

হে কুৰুতিলক ধৰ্ম্মৰাজ, যি দ্বাৰকা নগৰ ইন্দ্ৰৰ অমৰাৱতীৰ দৰে সদায়েই অগম্য দুৰ্গৰ সদৃশ সুৰক্ষিত আৰু অস্ত্ৰে শস্ত্ৰে পৰিপূৰ্ণ, সেই দ্বাৰকা নগৰ, বিশেষকৈ সেই সময়ত, সকলোপ্ৰকাৰৰ অস্ত্ৰে-শস্ত্ৰে পৰিপূৰ্ণ হৈ সুৰক্ষিত আৰু অবোধ্য হৈ উঠি-ছিল। ১৭-১৮ ॥

ৰজা, সৌভপতি শাল্বৰ সেই আক্ৰমণৰ সময়ত বৃষ্ণি আৰু অন্ধকসকল এই নগৰৰপৰা অনুমতি পত্ৰ নোহোৱাকৈ বাহিৰলৈ যাব বা তাত প্ৰৱেশ কৰিব নোৱা-ৰিছিল। ১৯ ॥

মহাৰাজ, তেতিয়া ৰথ চলাচলৰ উপযোগী আটাইবোৰ পথত আৰু নগৰৰ পথাৰবোৰত হাতী-ঘোঁৰাৰে অলেখ সৈন্য স্থাপন কৰা হৈছিল। ২০ ॥

হে মহাবাহু, তেতিয়া সেই সৈন্যবোৰক বেতন, খাদ্য, অস্ত্ৰ আৰু কাপোৰৰ যোগান ধৰা হৈছিল। আৰু তেওঁলোকক অতি প্ৰীতি-সমাদৰ জনোৱা হৈছিল। ২১ ॥

কোনো সৈন্যকেই বিনা বেতনে বা কাকো অধিক বেতনত লোৱা হোৱা নাছিল। পৰাক্ৰমৰ পৰীক্ষা নোলোৱাকৈ অনুগ্ৰহ-মাত্ৰ দেখুৱাই কোনো সৈনিকক নিযুক্তি দিয়া হোৱা নাছিল। ২২ ॥

হে ৰাজীৱ-লোচন ৰজা, এইদৰে শুক বেতনভোগী সৈনিকসকলে আৰু ৰজা উগ্ৰসেনে দ্বাৰকা নগৰীক সুসজ্জিত কৰি ৰক্ষা কৰিছিল। ২৩ ॥

ইতি মহাভাৰতৰ বনপৰ্ব্বৰ অন্তৰ্গত অৰ্জ্জুনাভিগমন-পৰ্ব্বত শাল্ব-বধোপাখ্যান নামৰ পঞ্চদশ অধ্যায়। ১৫ ॥

॥ অধ্যায় ১৬ ॥

## ॥ শাল্ব-বধোপাখ্যান ॥

বাসুদেৱে কলে,—

মহাৰাজ, তেতিয়া সৌভাধিপতি শাল্ব সেইদৰে সুসজ্জিত দ্বাৰকাক লক্ষ্য কৰি অলেখ পদাতিক আৰু হাতী আদি থকা সৈন্য-বাহিনী লৈ দ্বাৰকাৰ ওচৰত উপস্থিত হ'লহি । ১ ॥

চতুৰঙ্গ শক্তিসম্পন্ন শাল্বৰজাৰ অধীনত থকা সেই সেই সৈন্যদল বহু জলাশয় থকা সমতল অঞ্চলত প্ৰৱেশ কৰিলেহি । ২ ॥

শ্মশান, দেৱ-মন্দিৰ, উঁইৰ হাফলু, আৰু দেৱবৃক্ষ পৰিহাৰ কৰি আন সকলো ঠাইতে সেই সৈন্যদল স্থাপিত হ'ল । ৩ ॥

মহাৰাজ, সৈন্যবিলাক ভাগে ভাগে স্থাপিত হোৱাত সকলো বাট-পথ বন্ধ হৈ পৰিল, আন কি, শাল্বৰ শিবিৰলৈও বাট নাথাকিল । ৪ ॥

শাল্ব ৰজাই দ্বাৰকাভিমুখে চলাই অনা সেই সেনাদল আছিল সকলো ধৰণৰ অস্ত্ৰ-শস্ত্ৰেৰে সজ্জিত আৰু সকলো শাস্ত্ৰত পাৰ্গত । হাতী, ঘোঁৰা, ৰথ-সমূহেৰে সেই সৈন্যদল দুৰ্ভেদ্য আৰু পদাতিক সৈন্যৰ নিচানবোৰেৰে সেই সৈন্যদল শোভিত হৈছিল । তাত আছিল শকত-আৱত বীৰ-লক্ষণযুক্ত সৈনিকসকল, নানাতৰহৰ পতাকা-সমূহ, কৱচবোৰ, বিভিন্ন প্ৰকাৰৰ ৰথবোৰ আৰু ধনুসমূহ । ৫—৭ ॥

হে কুৰুনন্দন, তেতিয়া চাৰুদেষ্ণ, সাম্ব আৰু মহাৰথ প্ৰদ্যুম্ন প্ৰভৃতি যাদৱ-কুমাৰসকলে শাল্ব ৰজাৰ সৈন্যদল আগ বাঢ়ি অহা দেখি, তেওঁৰ অহঙ্কাৰ সহি নাথাকি, দ্বাৰকাৰ পৰা ওলাই লৈ সিইতৰ লগত ৰণ দিলে । ৮—৯ ॥

তেওঁলোক আটায়ে ৰণৰ সাজেৰে সাজি নানাতৰহৰ বস্ত্ৰ-অলঙ্কাৰেৰে ভূষিত আৰু পতাকাৰে শোভিত হৈ ৰথত আৰোহণ কৰি শাল্বৰজাৰ মহা মহা বীৰ যোদ্ধাসকলৰ সন্মুখীন হ'লগৈ । ১০ ॥

সাম্বই হাতত ধনু লৈ শাল্বৰ মন্ত্ৰণাদাতা সেনাপতি ক্ষেমবৃদ্ধিৰ লগত যুদ্ধ কৰিবলৈ আৰম্ভ কৰিলে । ১১ ॥

ভাৰতশ্ৰেষ্ঠ, ইন্দ্ৰই বাৰি-বৰ্ষণ কৰাৰ দৰে জাম্বৱতীৰ পুত্ৰ সাম্বয়ো ক্ষেমবৃদ্ধিৰ ওপৰত অতিশয় বাণ-বৰ্ষণ আৰম্ভ কৰিলে । ১২ ॥

মহাৰাজ, ভূপতি ক্ষেমবৃদ্ধিয়ে হিমালয়ৰ দৰে অলৰ-অচৰ হৈ থাকি সেই তুমুল বাণ-বৰ্ষণ সহিবলৈ ধৰিলে । ১৩ ॥

হে ৰাজেন্দ্ৰ, তেতিয়া ক্ষেমবৃদ্ধিয়ে নিজেও সাম্বৰ ওপৰত কৌশলপূৰ্ণ ততোধিক বিশাল শৰজাল নিক্ষেপ কৰিলে । ১৪ ॥

তেতিয়া সাম্বই সেই মায়াময় শৰজাল কৌশলেৰে ছেদ কৰি, ক্ষেমবৃদ্ধিৰ ৰথৰ ওপৰলৈ হেজাৰ শৰ মাৰি পঠিয়ালে । ১৫ ॥

তেতিয়া শাম্বৰ সেনাপতি ক্ষেমবৃদ্ধি সাম্বৰ বাণেৰে ক্ষত-বিক্ষত হৈ, অতিশয় কষ্ট পাই, অতি বেগী ঘোঁৰাবিলাকৰ সহায়ত যুদ্ধ-ক্ষেত্ৰৰপৰা আঁতৰি গ'ল । ১৬ ॥

শাম্বৰ সেনাপতি সেই নিষ্ঠুৰ ক্ষেমবৃদ্ধি পলোৱাত, বেগৱান নামেৰে এজন বলৱান দৈত্য মোৰ পুত্ৰৰ ফাললৈ আগ বাঢ়ি গ'ল । ১৭ ॥

হে ৰজা, যাদৱশ্ৰেষ্ঠ বীৰ সাম্বয়ো তেতিয়া আগ বাঢ়ি গৈ সেই ধাৱমান দৈত্যৰ গতি ৰোধ কৰিলে । ১৮ ॥

হে কুন্তীনন্দন, যথাৰ্থ বিক্ৰমশালী সেই সাম্বই ততালিকে এডাল গদা ঘূৰাই বেগেৰে আগুৱাই অহা সেই দৈত্যৰ গালৈ মাৰি পঠিয়ালে । ১৯ ॥

ৰজা, বেগেৰে আগুৱাই অহা সেই দৈত্য সাম্বৰ গদাৰ কোৰত, বতাহৰ কোৰত শিপা উভালি ভাগি পৰা গছৰ দৰে মাটিত বাগৰি পৰিল । ২০ ॥

মহাবীৰ সেই অসুৰ গদাৰ কোৰত মৰিলত, মোৰ পুত্ৰ সাম্বই গৈ বিশাল সেনাদলৰ মাজত সোমাই যুদ্ধ কৰিবলৈ ধৰিলে । ২১ ॥

মহাৰাজ, মহাধনুৰ্দ্ধাৰী বুলি জনাজাত, বিবিন্ধ্য নামে এজন মহাৰথী দানৱৰ লগত চাৰুদেষ্ণৰ ভেটা-ভেটি হ'ল । ২২ ॥

অতীজত বৃত্ৰাসুৰ আৰু ইন্দ্ৰৰ মাজত হোৱা যুদ্ধৰ দৰে চাৰুদেষ্ণ আৰু বিবিন্ধ্যৰ মাজত তুমুল যুদ্ধ চলিবলৈ ধৰিলে । ২৩ ॥

মহাবলী দুটা সিংহৰ দৰে দুয়ো দুয়োৰে প্ৰতি সক্ৰোধে তৰ্জ্জন-গৰ্জ্জন কৰি বাণেৰে পৰস্পৰক আঘাত কৰিবলৈ ধৰিলে । ২৪ ॥

তেতিয়া ৰুক্মিণী-নন্দন চাৰুদেষ্ণই অগ্নি আৰু সূৰ্য্যৰ নিচিনা তেজস্বী শত্ৰু-নাশক এপাট বাণ মহাস্ত্ৰ-মন্ত্ৰেৰে মন্ত্ৰপূত কৰি ধনুত জুৰিলে । ২৫ ॥

ৰজা, মোঁৰ পুত্ৰ মহাৰথ চাৰুদেষ্ণই ক্ৰোধান্বিত হৈ সেই বাণপাট বিবিন্ধ্যলৈ মাৰি পঠোৱাত, সেই দানৱ মৰি বাগৰি পৰিল ।২৬ ॥

ৰজা শাম্ব বিবিন্ধ্য নিহত আৰু নিজৰ সেনাদল বিচলিত হোৱা দেখি, নিজে ইচ্ছা-গামী সৌভ-বিমানত আৰোহণ কৰি উপস্থিত হ'লহি । ২৭ ॥

শক্তিমান ৰজা, তেতিয়া দ্বাৰকাবাসী সৈন্যসমূহ সৌভ-বিমানেৰে অহা শাম্বক দেখি ভয়ত ব্যাকুল হৈ পৰিল ।২৮ ॥

হে কুৰুবংশীয় ৰজা, তাৰ পাছত প্ৰদ্যুম্নই নিজ সৈন্যদলৰপৰা ওলাই গৈ দ্বাৰকাৰ সৈন্যসকলক চঞ্চলতা পৰিহাৰ কৰিবলৈ উপদেশ দি কবলৈ ধৰিলে । ২৯ ॥

আপোনালোক সকলোৱে যুদ্ধ-ক্ষেত্ৰত থাকি চাওক, মই এই যুদ্ধত শাল্ব ৰজাৰে সৈতে সেই বিমানখন খেদি পঠিয়াওঁ। ৩০ ॥

হে যাদৱসকল, আজি মই মোৰ ধনু আৰু বাহুৰ দ্বাৰা নিক্ষিপ্ত বিষধৰ-তুল্য লোহাৰ বাণসমূহেৰে শাল্বৰ সৈন্যসমূহক ধ্বংস কৰিম। ৩১ ॥

আপোনালোক আশ্বস্ত হওক, ভয় পৰিহাৰ কৰক, আজি সৌভাধিপতিৰ মৃত্যু হব ; মোৰ আক্ৰমণত সেই দুষ্টাত্মা বিমানেৰে সৈতে বিনাশপ্ৰাপ্ত হব। ৩২ ॥

হে বীৰেন্দ্ৰ পাণ্ডৱ, প্ৰদ্যুম্নই উৎসাহেৰে এনেকৈ কোৱাত সেই যাদৱ সৈন্যদল সুস্থিৰ হৈ উৎসাহেৰে যুদ্ধত প্ৰবৃত্ত হ'ল।

ইতি মহাভাৰতৰ বনপৰ্ব্বৰ অন্তৰ্গত অৰ্জ্জুনাভিগমন-পৰ্ব্বত শাল্ব-বধোপাখ্যান নামৰ ষোড়শ অধ্যায়। ১৬ ॥

## ॥ অধ্যায় ১৭ ॥

# ॥ শাল্ব-বধোপাখ্যান ॥

বাসুদেৱে ক'লে,—হে ভৰত-শ্ৰেষ্ঠ, ৰুক্মিণী-পুত্ৰই যাদৱসকলক এই কথা কৈ ধুনীয়াকৈ সজোৱা ঘোঁৰা-যুক্ত সোণৰ ৰথত আৰোহণ কৰি, মুখ মেলি থাকলৈ অহা যম-সদৃশ মকৰ-চিহ্নেৰে চিহ্নিত পতাকা উৰুৱাই শত্ৰুৰ ফাললৈ গতি কৰিলে। তেতিয়া অতি বেগী ঘোঁৰাবোৰ আকাশত উঠা যেন দেখা গৈছিল। ১-২ ॥

মহাবীৰ প্ৰদ্যুম্নই তূণ, তৰোৱাল, হস্তাবৰণ, আঙুলি-ঢাকনী ধাৰণ কৰি গৰজি গৰজি শত্ৰুক গালি-শপনি পাৰি, বিজুলীৰ পোহৰ বিতৰণ কৰা ধনুখন ইহাত-সিহাত কৰি সৌভ-বিমানত থকা দৈত্যসকলক মুগ্ধ কৰিলে। ৩-৪ ॥

তেওঁ বাৰে বাৰে ধনুত টঙ্কাৰ দি বাণ মাৰি পঠিয়াই সেই যুদ্ধত শত্ৰুক নিধন কৰা সময়ত কোনেও তাৰ অৱকাশ (বিৰতি) দেখা নাছিল। ৫ ॥

তেতিয়া তেওঁৰ মুখ বিবৰ্ণ হোৱা নাছিল আৰু শৰীৰৰ অঙ্গবোৰো কঁপা নাছিল। এওঁৰ তীব্ৰ গৰ্জ্জনত মানুহে শুনিবলৈ পাইছিল সিংহসদৃশ এক অদ্ভুত প্ৰবল শক্তিৰ ধ্বনি। ৬ ॥

শ্ৰেষ্ঠ পতাকাত অঙ্কিত তিমি মাছৰ যম ঘৰিয়ালটোৱে সেই শ্ৰেষ্ঠ ৰথত সুবৰ্ণ-দণ্ডত শাল্বৰ সৈন্যদলৰ আগত থাকি সিহঁতৰ ভয় জন্মাইছিল। ৭ ॥

ৰজা, তাৰ পাছত শত্ৰুঘাতী সেই প্ৰদ্যুম্ন ততালিকে ওলাই গৈ যুদ্ধ কৰিবৰ হেপাহেৰে শাল্বৰ সমুখলৈ আগ বাঢ়ি গ'ল। হে কুৰু-কুলৰ উদ্ধাৰকৰ্ত্তা, সেই যুদ্ধত বীৰ প্ৰদ্যুম্নই চলোৱা অভিযান অতি শুভাল সেই শাল্ব ৰজাই সহিব নোৱাৰিলে। ৮-৯ ॥

শত্রু-নগৰ-বিজেতা শাল্ব ৰজা খং আৰু গৰ্ব্বত মতলীয়া হৈ বিমানৰপৰা নামি আহি প্ৰদ্যুম্নৰ আগত যুদ্ধত প্ৰবৃত্ত হ'ল । ১০ ॥

তেতিয়া সমবেত সৈনিকসকলে বলি আৰু ইন্দ্ৰৰ মাজত হোৱা যুদ্ধৰ দৰে শাল্ব আৰু যদু-বীৰৰ মাজত হোৱা যুদ্ধখন চাবলৈ ধৰিলে । ১১ ॥

হে বীৰ, শাল্বৰজাৰ সেই ৰথখন আছিল কৌশলপূৰ্ণ আৰু সোণ-খটোৱা ; তাত উৰোৱা হৈছিল পতাকা আৰু বিশেষ চিহ্নযুক্ত নিচান ; তাত তলৰ ফালে কাঠ আৰু ভিতৰত আছিল তূণ । ১২ ॥

হে কুৰুবংশীয় ৰজা, সেই বলবান শাল্ব ৰজাই বেশ-ভূষণেৰে সুশোভিত হৈ উন্নত ধৰণৰ ৰথত আৰোহণ কৰি, প্ৰদ্যুম্নৰ ওপৰত বাণ বৰ্ষিবলৈ ধৰিলে । ১৩ ॥

তেতিয়া সেই যুদ্ধত প্ৰদ্যুম্নয়ো শাল্বক মুগ্ধ কৰিবলৈ যেন হাতৰ ক্ষিপ্ৰতাৰে বেগেৰে শাল্বলৈ বাণ মাৰিবলৈ ধৰিলে । ১৪

সৌভপতি শাল্বই সেই যুদ্ধত বাণাঘাত সহিব নোৱাৰি জ্বলন্ত জুইৰ দৰে বাণবোৰ মোৰ পুত্ৰলৈ মাৰি পঠিয়ালে । ১৫ ॥

মহাবলী প্ৰদ্যুম্নই সেই যুদ্ধত তেওঁৰ ফাললৈ অহা সেই বাণৰাশি কাটি পেলালে । তেতিয়া শাল্বই মোৰ পুত্ৰৰ ওপৰত আন কিছুমান চোকা শৰ নিক্ষেপ কৰিলে । ১৬ ॥

মহাৰাজ, প্ৰদ্যুম্নই সেই যুদ্ধত শাল্বৰ বাণত থকা-সৰকা হৈ ততালিকে এপাট হৃদয়-বিদাৰক বাণ মাৰি পঠিয়ালে । ১৭ ॥

মোৰ পুত্ৰই মাৰি পঠোৱা সেই পাখি-লগা বাণপাটে ততালিকে তাৰ কৱচ ভেদ কৰি তাৰ বুকু বিন্ধিলত সি মূৰ্চ্ছিত হৈ পৰি গ'ল । ১৮ ॥

মহাবীৰ শাল্ব ৰজা অচেতন হৈ পৰি যোৱাত, দানৱ-বীৰবিলাক ধূলি উৰুৱাই পলাবলৈ ধৰিলে । ১৯ ॥

ৰজা, শাল্ব ৰজা যেতিয়া সংজ্ঞাহীন হৈ বাগৰি পৰিল, তেতিয়া তাৰ সৈন্য-বিলাকে হাহাকাৰ লগালে । ২০ ।

হে কুৰুবংশজ, তাৰ পাছত সেই মহাবলী শাল্বই চেতনা লাভ কৰি উঠি, ততালিকে প্ৰদ্যুম্নলৈ বহুত বাণ মাৰি পঠিয়ালে । ২১ ॥

শাল্বই মাৰি পঠোৱা সেই বাণবোৰে গৈ তেতিয়া সেই যুদ্ধত থকা প্ৰদ্যুম্নক কাণ আৰু বুকুৰ সন্ধিস্থলত বেছিকৈ বিন্ধি ধৰাত, তেওঁ জ্ঞান হেৰুৱাই ৰথৰ ওপ-ৰতে বাগৰি পৰিল । ২২ ॥

মহাৰাজ, শাল্ব ৰজাই প্ৰদ্যুম্নক এইদৰে বাণেৰে হানি চিঞৰ-বাখৰেৰে পৃথিৱী খলক লগাই সিংহ-গৰ্জ্জনেৰে গৰজিবলৈ ধৰিলে । ২৩ ॥

হে ভৰতনন্দন, মোৰ পুত্ৰ যেতিয়া এইদৰে মূৰ্চ্ছিত হৈ আছিল, তেতিয়াই শাল্ব ৰজাই আকৌ অনিবাৰ্য্যৰূপে কিছুমান দুঃসহ বাণ মাৰি পঠিয়ালে । ২৪ ॥

কুৰুশ্ৰেষ্ঠ, প্ৰদ্যুম্ন এইদৰে সেই দুঃসহ বাণবোৰৰ আঘাতত যুদ্ধস্থলীতেই মূৰ্চ্ছা কৰি লৈ বিতত হৈ বাগৰি পৰিল। ২৫ ॥

ইতি মহাভাৰতৰ বনপৰ্ব্বৰ অন্তৰ্গত অৰ্জ্জুনাভিগমন-পৰ্ব্বত শাল্ব-বধোপাখ্যান নামৰ সপ্তদশ অধ্যায়। ১৭ ॥

॥ অধ্যায় ১৮ ॥

## ॥ শাল্ব-বধোপাখ্যান ॥

বাসুদেৱে কলে, মহাবীৰ প্ৰদ্যুম্ন শাল্বৰ বাণত এইদৰে পীড়িত হোৱাত যাদৱ বাহিনীত থকা বীৰসকলে পলাবলৈ স্থিৰ কৰি অতি দুখ অনুভৱ কৰিছিল। ১ ॥

মহাৰাজ, প্ৰদ্যুম্ন মূৰ্চ্ছিত হোৱাত বৃষ্ণি আৰু অন্ধকবংশীয় সকলো সৈন্যই যেতিয়া হাহাকাৰ কৰিছিল, তেতিয়া শত্ৰুসকল পৰম হৰ্ষান্বিত হৈছিল। ২ ॥

তেওঁক এইদৰে মূৰ্চ্ছিত হৈ থকা দেখি শিক্ষিত সাৰথি দাৰুকিয়ে তেওঁক বেগী ঘোঁৰাৰে ততালিকে তাৰপৰা আঁতৰাই নিলে। ৩ ॥

ৰথ বেছি দূৰ যাবলৈ নাপালে, তেওঁৰ চেতনা আহিল, আৰু শত্ৰুৰ ৰথ জয় কৰিবলৈ ইচ্ছা কৰি তেৰেঁই হাতত ধনু লৈ সাৰথিক কলে। ৪ ॥

সূত-পুত্ৰ, ই তোমাৰ কি কাৰ্য্য ? কেলেই পলাই যাব খুজিছা ? যুদ্ধত বৃষ্ণি-বীৰসকলৰতো ই ধৰ্ম্ম নহয়। ৫ ॥

সৌতি, এই মহাযোদ্ধা শাল্বক দেখি তোমাৰ কেনেবাকৈ ভ্ৰম হোৱা নাইতো ? অথবা এই যুদ্ধ দেখি তোমাৰ দুখ লাগিছেনেকি ? মোক আচল কথাষাৰ কোৱাঁ-চোন। ৬ ॥

সৌতিয়ে কলে,—জনাৰ্দ্দনপুত্ৰ প্ৰদ্যুম্ন, মোৰ ভুলো হোৱা নাই, ভয়ো ওপজা নাই ; কিন্তু মই বিবেচনা কৰোঁ, শাল্ব আপোনাৰ কাৰণে দুঃসহ। ৭ ॥

মহাবীৰ, মই লাহে লাহে আঁতৰি যাওঁ, এই বলৱান শাল্ব পাপ-কৰ্ম্মকাৰী। গতিকে যুদ্ধত মূৰ্চ্ছিত বীৰ ৰথীক সাৰথিয়ে ৰক্ষা কৰা উচিত। ৮ ॥

আয়ুষ্মান আপোনাক মই সততে ৰক্ষা কৰা উচিত আৰু আপুনিও সদায় মোক ৰক্ষা কৰা উচিত। ৰথী সততে ৰক্ষণীয় বুলি জানিয়েই মই আঁতৰি যাবলৈ ইচ্ছা কৰিছো। ৯ ॥

শক্তিমান্ ৰুক্মিণী-নন্দন, আপুনি অকলশৰীয়া আৰু দানৱসকল বহুত। আপোনাক শত্ৰুৰ সমকক্ষ যেন নেদেখি মই আঁতৰি যাবলৈ বিচাৰিছো। ১০ ॥

কুৰুনন্দন, সাৰথিয়ে সেইদৰে কোৱাত, মৰিয়াল-চিহ্নেৰে শোভিত পতাকাযুক্ত ৰথত আৰোহণকাৰী প্ৰদ্যুম্নই 'আকৌ ৰথ ঘূৰোৱাঁ' বুলি সাৰথিক কলে । ১১ ॥

দাৰুক-নন্দন সৌতি, তুমি আৰু কেতিয়াও কোনোপ্ৰকাৰেই মই জীয়াই থাকোঁতে মোৰ ৰথ ৰণ-ভূমিৰপৰা আঁতৰ নকৰিবা । ১২ ॥

যি লোক যুদ্ধৰপৰা পলায়, যি বাগৰি পৰা আৰু বশ্যতা স্বীকাৰ কৰা লোক আঘাত কৰে, সেইদৰে যি লোকে তিৰোতা, শিশু, বুঢ়া, ৰথহীন, দলত্যাগী আৰু অস্ত্ৰ-শস্ত্ৰ এৰি যোৱা লোকক বধ কৰে, তেনে কোনো লোক বৃষ্ণি বংশত ওপজা নাই । ১৩-১৪ ॥

দাৰুকি, তুমি সূত-কুলত উপজি সাৰথিৰ কৰ্ত্তব্য পালন কৰি আছা, তুমি বৃষ্ণি-বংশীয় লোকৰ সমৰ-নীতিও জানা । ১৫ ॥

সৌতি, শত্ৰুসেনাৰ সমুখত যাদৱসকলৰ আচৰণীয় সকলো কাৰ্য্য তুমি জানিও এইদৰে আৰু কেতিয়াও ৰথ বিমুখ নকৰিবাঁ । ১৬ ॥

মূৰ্চ্ছিত হৈ যুদ্ধৰপৰা পলাই গুচি যাওঁতে মোৰ পিঠিত অস্ত্ৰৰ আঘাত লগা দেখি গদাৰ ককায়েক মোৰ দুৰ্জ্জয় পিতাই মোক কি কব ? ১৭ ॥

মাধৱৰ ককায়েক নীল-বসনধাৰী মদ-মত্ত শক্তিমান বলদেৱেই বা আহি মোক কি কব ? ১৮ ॥

সাৰথি, মই যুদ্ধৰপৰা গুচি আহিছো বুলি শুনি মহাধনুৰ্দ্ধাৰী নৰসিংহ, সাত্যকি আৰু যুদ্ধ-বিজয়ী সাম্বই কি ক'ব ? ॥

সাৰথি, দুৰ্জ্জয় চাৰুদেষ্ণ, গদ, সাৰণ আৰু মহা শক্তিশালী অক্ৰুৰেই বা মোক কি কব ? ২০ ॥

মই এজন সম্মানিত, শান্ত-স্বভাৱ, পৌৰুষাভিমানী বীৰ ; এই স্থলত যাদৱ-বীৰাঙ্গনা-সকলে মিলি মোক কি ক'ব ? ২১ ॥

(তেওঁলোকে কব) এয়া প্ৰদ্যুম্ন, মহাযুদ্ধ এৰি ভয়ত পলাই আহিছে । এওঁক ধিক্কাৰ দিয়া উচিত । 'ভালেই কৰিছে' বুলিতো নকব । ২২ ॥

মোৰ বা মোৰ নিচিনা লোকৰ পক্ষে কথাৰে উপহাস কৰাটোও নিন্দা আৰু মৃত্যুতকৈও অধিক । সাৰথি, তুমি আকৌ যুদ্ধৰপৰা গুচি নাযাবাঁ । ২৩ ॥

মধু-দানৱ-নিহন্তা কৃষ্ণই মোৰ ওপৰত দ্বাৰকাৰ ভাৰ অৰ্পণ কৰি যুধিষ্ঠিৰৰ যজ্ঞলৈ গৈছে । তেওঁ মোক আজি ক্ষমা নকৰিব । ২৪ ॥

সূতপুত্ৰ, যুদ্ধলৈ সাজু হৈ ওলোৱা । কৃতবৰ্ম্মা বীৰক মই হাক দিছিলো 'তুমি যুদ্ধলৈ যাব নালাগে, মই শাল্বক খেদি পঠিয়াম' বুলি সেই কৃতবৰ্ম্মায়ো মোক সমৰ্থ দেখি নিজে নগ'ল । এতিয়া যুদ্ধৰপৰা পলাই আহি সেই মহাৰথৰ আগত গৈ কি কম ? ২৫-২৬ ॥

শঙ্খ-চক্ৰ-গদাধাৰী দুৰ্জ্জ'য়, মহাশক্তিমান মহাপুৰুষ, কমল-লোচন আহিব লাগিছে, তেওঁকেই বা মই কি সমিধান দিম ? ২৭ ॥

সাত্যকি, বলদেৱ, আৰু আন যিসকল বৃষ্ণিবংশীয় লোকে মোৰ কাৰণে গৌৰৱ বোধ কৰে, সিসকলকেই বা কি কম ? ২৮ ॥

সাৰথি, তুমি মোক অজ্ঞান অৱস্থাত যুদ্ধক্ষেত্ৰৰপৰা এইদৰে লৈ অহাত মই ৰণৰ ঠাইৰপৰা আঁতৰি আহোঁতে পিঠিত শত্ৰুৰ শৰৰ আঘাত লৈ কেতিয়াও জীয়াই থকা উচিত নহয় । ২৯ ॥

দাৰুক-নন্দন, ততালিকে ৰথ লৈ উভতি ব'লা, বিপদত পৰিলেও আৰু কেতিয়াও এনে নকৰিবা । ৩০ ॥

সৌতি, যুদ্ধৰপৰা ভয়ত পলাই আহোঁতে মোৰ পিঠিত শৰেৰে আঘাত কৰা হৈছে, এনে স্থলত মই মোৰ জীৱনত একো গুৰুত্ব দিব নোৱাৰোঁ । ৩১ ॥

সৌতি, তুমি কেতিয়াবা মই কাপুৰুষৰ দৰে ভয়ত কাতৰ হৈ যুদ্ধ এৰি পলাই যোৱা কথা জানানে ? ৩২ ॥

দাৰুক-পুত্ৰ, মোৰ যুদ্ধৰ হেপাহ থাকোঁতেই তুমি যুদ্ধৰ ঠাই এৰি অহা উচিত নহয় ; গতিকে য'ত যুদ্ধ হৈছে, ততালিকে তালৈ ব'লা । ৩৩ ॥

ইতি মহাভাৰতৰ বনপৰ্ব্বৰ অন্তৰ্গত অৰ্জ্জুনাভিগমন-পৰ্ব্বত শাল্ব-বধোপাখ্যান নামৰ অষ্টাদশ অধ্যায় । ১৮ ॥

॥ অধ্যায় ১৯ ॥

## ॥ শাল্ব-বধোপাখ্যান ॥

শ্ৰীকৃষ্ণই ক'লে,—

কুন্তী-নন্দন, সৌতিকে এনেকৈ কোৱাত, তেওঁ বলী-শ্ৰেষ্ঠ প্ৰদ্যুম্নক মধুৰ আৰু নম্ৰভাৱে আচল কথা ক'বলৈ আৰম্ভ কৰিলে । ১ ॥

ৰুক্মিণী-নন্দন, যুদ্ধত ঘোঁৰা পৰিচালক মোৰ কোনো ভয় নাই ; মই যাদৱ-সকলৰ সমৰ-নীতিও জানো । এই ক্ষেত্ৰতো ইয়াৰ অকণো অন্যথা হোৱা নাই । ২ ॥

আয়ুষ্মান, 'ৰথীক সকলোপ্ৰকাৰে ৰক্ষা কৰা উচিত'—সাৰথিসকলৰ প্ৰতি থকা এই উপদেশ মোৰ মনত আছিল আৰু আপুনিও অতিশয় কষ্ট পাইছিল । ৩ ॥

হে বীৰ, আপুনি শাল্বৰ দ্বাৰা নিক্ষিপ্ত বাণত অতিশয় আঘাত পাই মূৰ্চ্ছিত হৈ পৰিছিল । সেই কাৰণেহে মই তাৰপৰা আঁতৰি আহিছিলোঁ । ৪ ॥

যাদৱ-শ্ৰেষ্ঠ কেশৱ-নন্দন, ঈশ্বৰৰ ইচ্ছাত আপুনি জ্ঞান লাভ কৰিছে ; আজি আপুনি মোৰ ঘোঁৰা পৰিচালনা শিক্ষা প্ৰদৰ্শন কৰক । ৫ ॥

মই দাৰুকৰ পুত্ৰ, যথানিয়মে অশ্ব-চালনা শিক্ষাও লাভ কৰিছো, শাল্বৰ এই বিখ্যাত সেনা-বাহিনীৰ মাজত মই নিৰ্ভয়ে প্ৰৱেশ কৰিম। ৬॥

শ্ৰীকৃষ্ণই কলে,—

হে বীৰ, সাৰথিয়ে ইয়াকে কৈ লেকাম টানি ঘোঁৰাবোৰক উৎসাহিত কৰি বেগেৰে চলাই নি তেতিয়াই যুদ্ধৰ ঠাইলৈ যাবলৈ ধৰিলে। ৭॥

যমক আৰু আন সকলোবোৰ সোঁফালে থকা সৈন্য-সমাৱেশ (সেনা-মণ্ডল) একেবাৰেই বাঁওফলীয়া কৰিলে। ৮॥

মহাৰাজ, সোঁকাৰ কোবত আৰু লেকামৰ টানত উৎসাহিত সেই উৎকৃষ্ট ঘোঁৰা-বোৰে যেন জঁপিয়াই জঁপিয়াই ওপৰলৈহে উঠি যাবলৈ ধৰিলে। ৯॥

ৰজা, সেই ঘোঁৰাবোৰ সাৰথি দাৰুকিৰ হাতৰ ক্ষিপ্ৰ বেগ উপলব্ধি কৰি উত্তেজিত হৈ যেন ভৰিৰে মাটি নোছোৱাকৈয়ে যাবলৈ ধৰিলে। ১০॥

ভৰতশ্ৰেষ্ঠ, সাৰথিয়ে অনায়াসে শাল্বৰ সেই সেনাক বাঁওফালে ৰাখি চেৰ পেলাই যোৱাটো অদ্ভুত যেন লাগিল। ১১॥

প্ৰদ্যুম্নই বাঁওফলীয়াকৈ চেৰাই যোৱাটো সহিব নোৱাৰি সৌভপতি শাল্বই ততালিকে তিনিপাট বাণ মাৰি সাৰথিক পীড়িত কৰিলে। ১২॥

মহাবাহু, দাৰুকিয়ে শাল্বৰ বাণৰ গতি চিন্তা কৰি আকৌ আগৰ দৰে বাঁও-ফলীয়াকৈয়েই অধিক বেগেৰে যাবলৈ ধৰিলে। ১৩॥

হে বীৰ, তেতিয়া সৌভপতি শাল্বই আকৌ মোৰ পুত্ৰ ৰুক্মিণী-নন্দনৰ ওপৰত নানা তৰহৰ বাণ বৰষিবলৈ ধৰিলে। ১৪॥

শত্ৰুবীৰ-নিধনকাৰী প্ৰদ্যুম্নই মিচিকিয়াই হাঁহি সেই বাণবোৰ আহি পোৱাৰ আগতেই হাতৰ ক্ষিপ্ৰতা দেখুৱাই, চোকা বাণসমূহেৰে সেইবোৰ কাটি পেলালে। ১৫॥

প্ৰদ্যুম্নই সেই বাণবোৰ কাটি পেলোৱা দেখি সৌভাধিপতিয়ে আসুৰিক মায়া (কৌশল) অৱলম্বন কৰি বাণ মাৰিবলৈ ধৰিলে। ১৬॥

মহাশক্তিশালী দানৱাস্ত্ৰ নিক্ষেপ কৰা বুলি জানিব পাৰি প্ৰদ্যুম্নই ব্ৰহ্মাস্ত্ৰেৰে আকাশতে তাক কাটি পেলাই আন বহুত বাণ মাৰি পঠিয়ালে। ১৭॥

ৰক্ত-পিপাসু সেই বাণবোৰে শাল্বৰ অস্ত্ৰ নাশ কৰি ততালিকে গৈ তাৰ মূৰ, বুকু আৰু মুখ শালি ধৰিলে, আৰু তেতিয়া সি মূৰ্চ্ছিত হৈ পৰি গ'ল। ১৮॥

সেই নীচ শাল্ব বাণৰ আঘাতত কষ্ট পাই পৰি যোৱাত, ৰুক্মিণী-নন্দনে শত্ৰু-বিনাশক আন বাণ এপাট মাৰিবলৈ ধনুত জুৰিলে। ১৯॥

সকলো যাদৱৰ শ্ৰদ্ধা আকৰ্ষণ কৰা সৰ্পৰ নিচিনা তীক্ষ্ণ আৰু অগ্নিৰ দৰে উজ্জ্বল সেই বাণপাট ধনুত জোৰা দেখিয়েই আকাশত হাহাকাৰ ধ্বনিৰে খলক লাগিল। ২০॥

তেতিয়া ইন্দ্ৰ আৰু কুবেৰেৰে সৈতে আন দেৱতাসকলে মনৰ দৰে বেগৱান নাৰদ আৰু পৱনক পঠিয়াই দিলে। ২১॥

তেওঁলোক দুয়োজনে প্ৰদ্যুম্নৰ ওচৰলৈ আহি দেৱতাসকলৰ কথা ইয়াকে ক'লে

যে,—বীৰ, এই শাল্ব কোনো প্ৰকাৰেই আপোনাৰ হাতত নিহত হোৱা উচিত নহয়। ২২ ॥

যুদ্ধত এই শাল্ব আপোনাৰ বধ্য নহয়, আনহাতে কোনো যুদ্ধতেই এই বাণৰ অবধ্য একো নাই, এতেকে এই বাণ সম্বৰণ কৰক। ২৩ ॥

হে মহাবাহু, বিধাতাই যুদ্ধত এওঁৰ মৃত্যুৰ কাৰণ-ৰূপে কল্পনা কৰিছে দৈৱকী-নন্দন কৃষ্ণক; এতেকে, এই কথা বিফল হব নোৱাৰে। ২৪ ॥

তেতিয়া প্ৰদ্যুম্নই আনন্দ মনেৰে সেই বাণপাট ধনুৰপৰা একম্বাই ললে আৰু তূণত ভৰাই থলে। ২৫ ॥

মহাৰাজ, তাৰ পাচত প্ৰদ্যুম্নৰ শৰেৰে জৰ্জ্জৰিত শাল্ব ৰজা উঠি অতি দুঃখ-মনেৰে সসৈন্যে আৰু ততালিকে তাৰপৰা গুচি গ'ল। ২৬ ॥

হে মহাৰাজ, নিষ্ঠুৰ শাল্ব ৰজাই এইদৰে যাদৱসকলৰ হাতত পৰাজয় বৰণ কৰি, দ্বাৰকা এৰি থৈ সৌভ-বিমানেৰে তেওঁ আকাশলৈ উঠি গুচি গ'ল। ২৭ ॥

ইতি মহাভাৰতৰ বনপৰ্ব্বৰ অন্তৰ্গত অৰ্জ্জুনাভিগমন-পৰ্ব্বত শাল্ব-বধোপাখ্যান নামৰ উনবিংশ অধ্যায়। ১৯ ॥

## ॥ অধ্যায় ২০ ॥

## ॥ শাল্ব-বধোপাখ্যান ॥

বাসুদেৱে কলে,—হে মহাৰাজ, পিছে আপোনাৰ ৰাজসূয় মহাযজ্ঞ নিষ্পন্ন হোৱাত মই উন্মুক্ত (দ্বাৰকাৰ ওচৰত থকা) আনৰ্ত্ত নগৰলৈ গলো। ১ ॥

হে মহাৰাজ, মই তেতিয়া নিষ্প্ৰভ দ্বাৰকা নগৰ দেখিবলৈ পালো; তাত বেদাধ্যয়নৰ শব্দ উচ্চাৰিত হোৱা নাই আৰু সুন্দৰী ৰমণীসকলেও বেশ-ভূষা পৰিধান কৰা নাই। ২ ॥

দ্বাৰকাৰ উপবনসমূহৰ মনোৰম সৌন্দৰ্য্য নাশ হোৱা দেখি মই বৰ সন্দিগ্ধ হৈ হৃদিকানন্দন কৃতবৰ্ম্মাক সুধিলো। ৩ ॥

হে নৰশ্ৰেষ্ঠ, এই বৃষ্ণিবংশীয় পুৰুষ-ৰমণীসকল বৰকৈ উদ্বিগ্ন হৈছে; ইয়াৰ কাৰণ কি, আপোনাৰপৰা শুনিবলৈ ইচ্ছা কৰোঁ। ৪ ॥

হে নৃপোত্তম, মই এইদৰে সোধাত সেই হৃদিকানন্দনে শাল্ব ৰজাৰ দ্বাৰা দ্বাৰকাৰ অৱৰোধ আৰু মুক্তি—এই সকলো বৃত্তান্ত বহলাই বৰ্ণনা কৰিলে। ৫ ॥

হে ভৰতশ্ৰেষ্ঠ, পিছে তেতিয়া মই সেই সকলো বৃত্তান্ত শুনি শাল্ব ৰজাক বিনাশ কৰিবলৈ মন কৰিলো। ৬ ॥

হে ভৰতশ্ৰেষ্ঠ, তাৰ পিছত মই পুৰবাসীসকলক আশ্বাস দি ৰজা আহুক, বসুদেৱ আৰু বৃষ্ণিবংশীয় প্ৰধান বীৰসকলৰ মনত আনন্দ জন্মাই কলো—হে যদু-বংশীয় বীৰসকল, আপোনালোকে সদায় নগৰৰ প্ৰতি মনোযোগ দিব। মই শাল্ব ৰজাক বিনাশ কৰিবলৈ যাত্ৰা কৰিছো বুলি জানিব; তাক বধ নকৰাকৈ মই আৰু দ্বাৰকা নগৰীলৈ উভতি নাহোঁ। শাল্বেৰে সৈতে সৌভ-নগৰ ধ্বংস কৰি আকৌ আপোনালোকৰ লগত সাক্ষাৎ কৰিম, এতিয়া আপোনালোকে শত্ৰুৰ ত্ৰাসোদ্ৰেক-কাৰী ত্ৰিস্বৰ-বিশিষ্ট এই দুন্দুভি বজাওক। ৭—১০ ॥

হে ভৰতশ্ৰেষ্ঠ, মই এইদৰে আশ্বাস দিয়াত সেই সকলোবোৰ বীৰে আনন্দ মনেৰে মোক কলে, আপুনি যাওক আৰু শত্ৰুসমূহক বিনাশ কৰকগৈ। ১১ ॥

মই "স্বস্তি" শব্দ উচ্চাৰণ কৰি, শ্ৰেষ্ঠ ব্ৰাহ্মণসকলক মূৰ দোঁৱাই প্ৰণাম কৰি, প্ৰফুল্ল মনৰ সেই বীৰসকলৰ আশীৰ্ব্বাদেৰে অভিনন্দিত হৈছিলো। ১২ ॥

হে নৰশ্ৰেষ্ঠ মহাৰাজ,শৈব্য আৰু সুগ্ৰীৱ নামে দুটি অশ্বযুক্ত ৰথত উঠি পাঞ্চজন্য নামৰ মহাশঙ্খ বজাই দশোদিশ মুখৰিত কৰি আৰু শক্তিসম্পন্ন, বীৰ বুলি সুপ্ৰসিদ্ধ, চতুৰঙ্গ সেনা-বাহিনীৰ দ্বাৰা পৰিবেষ্টিত হৈ মই যাত্ৰা কৰিলো। ১৩-১৪ ॥

মই নানা দেশ, গছ-গছনিৰে সুশোভিত পৰ্ব্বতশ্ৰেণী, সৰোবৰ আৰু বহু নদী অতিক্ৰম কৰি মাৰ্ত্তিকাবত নগৰত উপস্থিত হলো। ১৫ ॥

হে পুৰুষশ্ৰেষ্ঠ, তাত শাল্বৰাজ সৌভ নামে বিমানত আৰোহণ কৰি সাগৰৰ পাৰলৈ গৈছে বুলি শুনি ময়ো তেওঁৰ পিছে পিছে গ'লো। ১৬ ॥

শত্ৰুহন্তা শাল্বই সাগৰ পাই সৌভত উঠি ভয়ঙ্কৰ ঢৌ উঠি থকা সাগৰৰ গৰ্ভৰ নাভিত প্ৰৱেশ কৰিলে। ১৭ ॥

হে যুধিষ্ঠিৰ, তেতিয়া সেই দুৰ্জ্জনে দূৰৈৰপৰা মোক দেখিবলৈ পাই মোক আশ্চৰ্য্যান্বিত কৰি বাৰে বাৰে যুদ্ধলৈ আহ্বান কৰিবলৈ ধৰিলে। ১৮ ॥

মোৰ শাৰ্ঙ্গ ধনুৰপৰা বৰ্ষিত বহুত মৰ্ম্মভেদী বাণে তেওঁৰ সৌভপুৰ ভেদ কৰিব নোৱৰা দেখি মোৰ বৰ খং উঠিল। ১৯ ॥

হে মহাৰাজ, সেই দুৰ্দ্ধৰ্ষ, পাপিষ্ঠ, অধম দৈত্যয়ো মোৰ ওপৰত হেজাৰ-বিজাৰ শৰ বৰষিবলৈ ধৰিলে। ২০ ॥

হে ভৰত বংশধৰ, সেই দৈত্যই মোৰ সৈন্য, সাৰথি আৰু ঘোঁৰাবোৰ বাণেৰে বিক্ষিপ্ত কৰি তুলিলে; তথাপি সেই বাণ-বৰ্ষণত চিন্তিত নোহোৱাকৈ আমি যুদ্ধ কৰিবলৈ ধৰিলোঁ। ২১ ॥

তেতিয়া যুদ্ধত শাল্বৰ পদাতি অনুসৰণকাৰী বীৰসকলে শই শই, হেজাৰে হেজাৰে মিহি পাৰ থকা শৰবোৰ মোলৈ নিক্ষেপ কৰিলে। ২২ ॥

তেতিয়া সেই অসুৰবোৰে মৰ্ম্মভেদী বাণেৰে মোৰ ঘোঁৰা, ৰথ আৰু সাৰথিকো ঢাকি পেলালে। ২৩ ॥

বাণেৰে আচ্ছাদিত হোৱাত মোৰ ঘোঁৰা, ৰথ, যোদ্ধা, সাৰথি দাৰুক আৰু সৈন্যবিলাক অদৃশ্য হ’ল ; সেইদৰে ময়ো দৃষ্টিৰ অগোচৰ হ’লো । ২৪ ॥

হে কুন্তীনন্দন, তেতিয়া ময়ো অলৌকিক অস্ত্র-বিদ্যাৰে ধনুত মন্ত্রপূত কৰি বহু অযুত শৰ নিক্ষেপ কৰিলো । ২৫ ॥

হে ভাৰত, আকাশৰ এক ক্রোশ ওপৰত থকা সেই সৌভ-নগৰ মোৰ সৈনিক-সকলৰ দৃষ্টিগোচৰ নহৈছিল । ২৬ ॥

তাৰ পাছত ৰণভূমিত থকা লোকসকলে ৰঙ্গভূমিত থকা দৰ্শকৰ দৰে সিংহ-নাদ কৰি আৰু ডাঙৰকৈ হাত চাপৰি মাৰি মোক আনন্দ দিবলৈ ধৰিলে । ২৭ ॥

মোৰ হাতৰ আগৰপৰা ওলাই যোৱা ধুনীয়া পাখিৰ বাণবোৰ দানৱসকলৰ অঙ্গত পতঙ্গৰ নিচিনাকৈ পৰিবলৈ ধৰিলে । ২৮ ॥

তেতিয়া মোৰ তীক্ষ্ণ বাণেৰে আহত হৈ মহাসমুদ্রত নিপতিত দানৱসকলৰ হুল-হুলা শব্দ সৌভ-নগৰত বিয়পি পৰিল । ২৯ ॥

ছিন্ন বাহুৰ, ছিন্ন স্কন্ধৰ আৰু মূৰ নোহোৱা কবন্ধ, দানৱবিলাক ভয়ঙ্কৰ আৰ্ত্তনাদ কৰি সমুদ্র-গৰ্ভত পৰিবলৈ ধৰিলে আৰু সাগৰৰ জলচৰ প্রাণীসমূহে সিহঁতক ভক্ষণ কৰিবলৈ আৰম্ভ কৰিলে । ৩০—৩১ ॥

তাৰ পিছত মই এৰাঁ পাখীৰ, চন্দ্র, মৃণাল আৰু ৰূপৰ নিচিনা উজ্জ্বল পানীত ওপজা পাঞ্চজন্য শঙ্খ ডাঙৰকৈ বজালো । ৩১—৩২ ॥

তেতিয়া সৌভপতি শাল্বই ৰণত সেই দানৱবিলাকক নিপাতিত দেখি মোৰে সৈতে ভীষণ মায়া-যুদ্ধত যুঁজিবলৈ ধৰিলে । ৩২—৩৩ ॥

সেই যুদ্ধত মোৰ ওপৰত অনবৰত ইন্দ্র-বৰুণাদিৰ অস্ত্র-তুল্য গদা, হল, কুন্ত, শূল, শক্তি, পৰশু, খড়্গ, বজ্র, পাশ, দণ্ড, শৰ, পট্টিশ আৰু ভূষণ্ডী প্রভৃতি অস্ত্র-শস্ত্রবোৰ পৰিবলৈ ধৰিলে । ৩৩—৩৪ ॥

মই মায়াবলেৰে শীঘ্রে সেই দানৱী-মায়া বিনাশ কৰিলো আৰু মায়া ধ্বংস হোৱাত তেওঁ পৰ্ব্বতৰ শৃঙ্গেৰে যুদ্ধ কৰিবলৈ ধৰিলে । ৩৫ ॥

হে ভৰত-বংশধৰ, তাৰ পাছত কেতিয়াবা অন্ধকাৰৰ নিচিনা, কেতিয়াবা বা পোহৰৰ নিচিনা হ’ল ; কেতিয়াবা দুৰ্দ্দিন, কেতিয়াবা বা সুদিন, কেতিয়াবা চেঁচা, কেতিয়াবা গৰম হল ; কেতিয়াবা এঙাৰ-বৰ্ষণ কেতিয়াবা ধূলি-বৰ্ষণ আৰু কেতিয়াবা বা শস্ত্র-বৰ্ষণ হ’ল ; হে ভাৰত, এইদৰে সেই শত্রুৱে মায়া কৰি মোৰে সৈতে যুঁজিবলৈ ধৰিলে । ৩৬—৩৭ ॥

তেতিয়া মই ভালদৰে বুজি পাই মায়াৰ দ্বাৰা সেই সমুদায় বিনাশ কৰিলো আৰু সময় অনুসাৰে বাণ-যুদ্ধেৰে সকলো দিশ প্রতিধ্বনিত কৰিলো । ৩৮ ॥

হে মহাৰাজ কুন্তী-পুত্র, তাৰ পাছত আকাশ-মণ্ডলত শত সূৰ্য্য, শত চন্দ্র, আৰু সহস্র-অযুত নক্ষত্র উদয় হোৱাৰ নিচিনা হ’ল । ৩৯ ॥

পিছে তেতিয়া দিন-ৰাতি আৰু দশো দিশৰ উৱাদিহ পোৱা কঠিন হ'ল ; গতিকে মই যুদ্ধ হৈ প্ৰজ্ঞাস্ত্ৰ যোজনা কৰিলো। ৪০ ॥

হে কুন্তীপুত্ৰ, বায়ুৰ কোবত যিদৰে তুলা আকাশলৈ যায়, সেই দৰে মায়াৰী সেই অস্ত্ৰবোৰ সঞ্চাৰিত হ'ল। হে ৰাজেন্দ্ৰ, পোহৰ পাই আকৌ মই শত্ৰুৰ লগত যুঁজিবলৈ ধৰিলো ; সেই যুদ্ধ তুমুল আৰু লোমহৰ্ষক হৈ উঠিল। ৪১ ॥

ইতি মহাভাৰতৰ বনপৰ্ব্বৰ অন্তৰ্গত অৰ্জ্জুনাভিগমন-পৰ্ব্বত শাল্ব-বধোপাখ্যান নামৰ বিংশ অধ্যায়। ২০ ॥

## ॥ অধ্যায় ২১ ॥

## ॥ শাল্ব-বধোপাখ্যান ॥

বাসুদেৱে কলে,—পুৰুষশ্ৰেষ্ঠ মহাশক্ৰ সেই শাল্ব ৰজাই ৰণক্ষেত্ৰত এইদৰে মোৰ লগত যুঁজি শেষত আকাশলৈ যাত্ৰা কৰিলে। ১ ॥

হে মহাৰাজ, বিজয়াভিলাষী মূৰ্খ শাল্বই ক্ৰোধৰ বশৱৰ্ত্তী হৈ তাৰপৰা শত-পুৰুষ-মাৰক মহা অস্ত্ৰ, মহা গদা, প্ৰজ্বলিত শূল, মুষল, খড়্গ প্ৰভৃতি অস্ত্ৰবোৰ মোলৈ নিক্ষেপ কৰিবলৈ ধৰিলে। ২ ॥

মই তৎক্ষণাৎ উন্মুক্ত বাণেৰে সেই আকাশগামী অস্ত্ৰবোৰক বাধা দি শূন্যতেই তাক তিনি খণ্ড কৰিলো ; তেতিয়া আকাশ-মণ্ডলত ভাঙৰ শব্দ হ'ল। ৩ ॥

পিছত শাল্বই অলেখ ওখ-চাপৰ পাব থকা বাণেৰে মোৰ অশ্ব, ৰথ আৰু সাৰথি দাৰুকক বিক্ষিপ্ত কৰিলে। ৪ ॥

তেতিয়া দাৰুকে ভয়ত বিহ্বল হৈ মোক কলে, হে বীৰ, শাল্বৰ বাণত নিপীড়িত হৈ মই থাকিব নোৱৰা হৈছো, অঙ্গবোৰ অৱসন্ন হৈছে, মাথোন ৰণক্ষেত্ৰত থকা উচিত বুলিহে আছো। ৫ ॥

মই সাৰথিৰ এনেকুৱা কৰুণ কথা শুনি বাণ-পীড়িত তেওঁক অনুসন্ধান কৰি চাবলৈ ধৰিলো। ৬ ॥

হে পাণ্ডৱশ্ৰেষ্ঠ, তেওঁৰ বুকুত, মূৰত, শৰীৰত নাইবা বাহু-যুগলত এনে অকণো ঠাই নেদেখিলো য'ত শৰে বিন্ধা নাই। ৭ ॥

তেওঁৰ ক্ষত স্থানৰপৰা উৎকট ৰক্তধাৰা বিগলিত হোৱাত ৰবযুগ দিলে গৈৰিক ধাতুৰ ধাৰা বোৱা পৰ্ব্বতৰ দৰে সি শোভা পাইছিল। ৮ ॥

হে মহাবহু, ৰণত শাল্বৰ বাণৰ দ্বাৰা নিপীড়িত, বিষাদগ্ৰস্ত আৰু হাতত শৰ থকা সাৰথিক দেখি তেওঁক আশ্বাস দিবলৈ ধৰিলো। ৯ ॥

হে ভৰতবংশীয় বীৰ, তাৰ পিছত দ্বাৰকানিবাসী, আহুকৰ পৰিচাৰক এজন লোকে শীঘ্ৰে মোক ৰথত তুলি লৈ বিষণ্ণভাৱে বন্ধুৰ নিচিনাকৈ গদ্‌গদ স্বৰেৰে কবলৈ ধৰিলে ; হে যুধিষ্ঠিৰ, তাক শুনক । ১০-১১ ॥

(তেওঁ কলে)—হে বীৰ কেশৱ, আহুক, দ্বাৰকাধিপতি আপোনাৰ পিতৃবন্ধু আহুকে আপোনালৈ কি কথা কৈ পঠাইছে শুনক । ১২ ॥

হে বৃষ্ণিনন্দন, আজি আপুনি আনকালে ব্যস্ত থকাত শাল্ব ৰজাই দ্বাৰকাত উপস্থিত হৈ নিৰুদ্বিগ্ন শূৰপুত্ৰ বসুদেৱক বলেৰে হত্যা কৰিছে । ১৩ ॥

হে জনাৰ্দ্দন, গতিকে যুদ্ধৰ আৰু প্ৰয়োজন নাই, তাৰপৰা ভালদৰে বিৰত হওক, বৰ্ত্তমান দ্বাৰকা ৰক্ষা কৰাটোৱেই আপোনাৰ প্ৰধান কৰ্ত্তব্য । ১৪ ॥

মই তেওঁৰ এই কথা শুনি বৰ উদ্বিগ্ন হৈ কোনটো কৰ্ত্তব্য আৰু কোনটো অকৰ্ত্তব্য তাক নিৰ্ণয় কৰিব নোৱাৰিলো । ১৫ ॥

হে বীৰ, মই সেই মহৎ অপ্ৰিয় কথাটো শুনি সাত্যকি, বলদেৱ আৰু মহাৰথী প্ৰদ্যুম্নক মনে মনে নিন্দা কৰিবলৈ ধৰিলো । ১৬ ॥

হে কুৰুনন্দন, যিহেতু মই তেওঁলোকৰ ওপৰত দ্বাৰকা আৰু পিতাৰ ৰক্ষণৰ ভাৰ অৰ্পণ কৰি সৌভৰাজক বধ কৰিবৰ বাবে যাত্ৰা কৰিছিলো, ১৭ ॥

মহাপৰাক্ৰমী বলদেৱ, শত্ৰুহন্তা সাত্যকি, ৰুক্মিণীনন্দন, মহাশক্তিশালী চাৰুদেষ্ণ আৰু সাম্ব প্ৰভৃতি বীৰসকলৰ কোন জীৱিত আছে, ইয়াকে ভাবি মোৰ মন বৰ উদ্বিগ্ন হৈ উঠিছিল । ১৮- ১৯ ॥

হে নৰশ্ৰেষ্ঠ, যিহেতু এওঁলোক জীৱিত থাকোঁতে স্বয়ং বজ্ৰধাৰী ইন্দ্ৰও কোনো প্ৰকাৰে বসুদেৱক বধ কৰিবলৈ সমৰ্থ নহয়, ২০ ॥

এতেকে মই নিশ্চয় বুজিছো যে, বসুদেৱ নিহত হৈছে যেতিয়া বলদেৱ প্ৰভৃতি এওঁলোক সকলোৱেই প্ৰাণ হেৰুৱাইছে । ২১-২২ ॥

হে মহাৰাজ, সকলোৱে মৰণ হৈছে—এই কথা বাৰে বাৰে চিন্তা কৰি অত্যন্ত বিহ্বল হৈ মই আকৌ শাল্বেৰে সৈতে যুদ্ধ আৰম্ভ কৰিলো । ২৩ ॥

হে বীৰ মহাৰাজ, পিছে তেতিয়া পুণ্য ক্ষয় হোৱাত যযাতি যেনেকৈ স্বৰ্গৰপৰা মৰ্ত্ত্যলোকত পৰিছিল তেনেকৈ সৌভৰপৰা বসুদেৱক নিপতিত হোৱা দেখিলো, হে ৰজা, তেতিয়া ভূপতিত মোৰ পিতাৰ দৃশ্যটো দেখি মই মোহাবিষ্ট হৈ পৰিলো । ২৪ ॥

তেওঁৰ মুকুট জীৰ্ণ আৰু মলিন, বস্ত্ৰ আৰু কেশ বিশৃঙ্খল আৰু নিপতিত তেওঁক পুণ্য ক্ষয় হোৱা গ্ৰহ যেন দেখা গৈছিল । ২৫ ॥

হে কুন্তীনন্দন, তেতিয়া মোৰ শৃঙ্গনিৰ্ম্মিত মহাধনুখন হাতৰপৰা খহি পৰিল আৰু মই মূৰ্চ্ছিত হৈ ৰথৰ ওপৰত বহি পৰিলো । ২৬ ॥

হে ভাৰত, তেতিয়া মোৰ সৈন্যসকলে মৃতকল্প মোক ৰথৰ ওপৰত অচেতন হৈ পৰি থকা দেখি হাহাকাৰ কৰিবলৈ ধৰিলে । ২৭ ॥

বাহু আৰু চৰণযুগল মেলি মোৰ ভূপতিত পিতাক মাটিত পৰা এটা শকুণ যেন দেখা গৈছিল ৷ ২৮ ॥

হে মহাপৰাক্রমী বীৰ, হাতত শূল আৰু পট্টিশ থকা শত্রুবিলাকে ভূপতিত তেওঁক উধাই-মুধাই মৰিওৱাত মোৰ অন্তৰ কঁপি উঠিছিল ৷ ২৯ ॥

হে বীৰ, তাৰ পিছত মুহূর্ত্ততে মই চৈতন্য লাভ কৰি তাত সৌভ-নগৰ, শত্রু শাল্ব আৰু বৃদ্ধ পিতা কাকো দেখিবলৈ নাপালো ৩০ ॥

তেতিয়া মোৰ মনত নিশ্চিত ধাৰণা হ'ল যে, ই নিশ্চয় মায়া মাথোন; এই-দৰে মই সংজ্ঞা লাভ কৰি আকৌ শই শই বাণ বৰ্ষণ কৰিবলৈ ধৰিলো ৷ ৩১ ॥

ইতি মহাভাৰতৰ বনপৰ্ব্বৰ অন্তৰ্গত অৰ্জ্জুনাভিগমন-পৰ্ব্বত শাল্ব-বধোপাখ্যান নামৰ একবিংশ অধ্যায় ৷ ২১ ॥

॥ অধ্যায় ২২ ॥

## ॥ শাল্ব-বধোপাখ্যান ॥

বাসুদেৱে কলে—হে ভৰতশ্রেষ্ঠ, তাৰ পিছত মই মনোহৰ ধনুখন লৈ দেৱ-তাৰ শত্রু দৈত্যবিলাকৰ মূৰ বাণেৰে ছেদন কৰি সৌভৰপৰা ভূমিত পেলাবলৈ ধৰিলো ৷ ১ ॥

ধনুৰপৰা উন্মুক্ত, উৰ্দ্ধগামী, সৰ্পাকৃতি, সুতীক্ষ্ণ আৰু ধুনীয়া মূলৰ শৰসমূহ শাল্ব ৰাজৰ উদ্দেশ্যে নিক্ষেপ কৰিলো ৷ ২ ॥

হে কুৰুবংশধৰ, পিছে তেতিয়া সৌভ-নগৰ অদৃশ্য হ'ল আৰু মায়া-বলত সকলো অন্তৰ্দ্ধান হোৱাত মই বিস্ময়ান্বিত হলো ৷ ৩ ॥

হে ভৰতবংশধৰ মহাৰাজ, তাৰ পিছত বিকৃত মুখ আৰু চুলি থকা দানৱ-বিলাকে দৃঢ়ভাৱে বৰ ডাঙৰকৈ চিঞৰিবলৈ আৰম্ভ কৰিলে ৷ ৪ ॥

তেতিয়া মই সেই মহাযুদ্ধত সিঁহতক বধ কৰিবৰ বাবে অতি শীঘ্রে শব্দভেদী অস্ত্র যোজনা কৰিলো আৰু তৎক্ষণাৎ সেই শব্দ নাইকিয়া হ'ল ৷ ৫ ॥

যিবোৰ দানৱে সেই চিৎকাৰ কৰিছিল, সেই সকলোবোৰ দানৱ সূৰ্য্যসদৃশ প্রজ্বলিত শব্দানুগামী বাণৰ দ্বাৰা নিহত হ'ল ৷ ৬ ॥

হে মহাৰাজ, সেই শব্দ নিবৃত্ত হোৱাত আকৌ অন্যান্য দিশৰপৰা আন আন ধ্বনি হবলৈ ধৰিলে আৰু তাকো মই শৰৰ দ্বাৰা ওভতাই পঠালো ৷ ৭ ॥

হে ভাৰত, এই নভোমণ্ডল, ভূমণ্ডল আৰু দশোদিশে দানৱসকলে চিঞৰ-বাখৰ লগালে আৰুময়ো সিঁহতক হত্যা কৰিলো ৷ ৮ ॥

হে বীৰ, তাৰ পিছত প্ৰাগ্‌জ্যোতিষ নগৰলৈ গৈ মোৰ দৃষ্টি বিমুগ্ধকাৰী আৰু স্বেচ্ছাচাৰী সেই সৌভ নগৰ মোৰ পুনৰ দৃষ্টিগোচৰ হ'ল । ৯ ॥

তেতিয়া লোক-ক্ষয়ঙ্কাৰী আৰু উগ্ৰাকৃতি এটা দানৱে হঠাৎ ভয়ঙ্কৰ শিলা-বৰ্ষণৰ দ্বাৰা মোক ঢাকি পেলালে । ১০ ॥

হে নৃপশ্ৰেষ্ঠ, বাৰে বাৰে শিলা-বৰ্ষণ কৰাত উঁই-হাফলুৱে ঢাকি ধৰাৰ দৰে ময়ো পৰ্ব্বতৰ দ্বাৰা আচ্ছন্ন হৈ পৰিলো । ১১ ॥

হে ৰজা, তেতিয়া মই, মোৰ অশ্ব, সাৰথি—সকলো শিলৰ দ্বাৰা আচ্ছাদিত হৈ সকলোৰে দৃষ্টিৰ অগোচৰ হলো । ১২ ॥

পিছে তেতিয়া মোৰ যিসকল বৃষ্ণিবংশীয় প্ৰধান বীৰ সৈনিক আছিল, তেওঁলোক সকলো ভয়ত অভিভূত হৈ হঠাৎ দশো দিশে পলাবলৈ ধৰিলে । ১৩ ॥

হে নৃপতি, মই সেইদৰে দৃষ্টিৰ অগোচৰ হোৱাত স্বৰ্গ, মৰ্ত্ত্য আৰু আকাশ হাহাকাৰ শব্দেৰে পৰিপূৰ্ণ হ'ল । ১৪ ॥

হে মহাৰাজ, তেতিয়া মোৰ বন্ধু-বান্ধৱসকলে শোক আৰু দুখত বিহ্বল হৈ বিষণ্ণ মনেৰে বিলাপ আৰু পৰিতাপ কৰিবলৈ ধৰিলে । ১৫ ॥

শত্ৰুসকলৰ আনন্দ হ'ল আৰু আত্মীয়সকলৰ দুখ হল ; হে বীৰ, হে অচ্যুত, সৌভৰাজে এইদৰে জয়লাভ কৰিছিল বুলি সংজ্ঞা লাভৰ পিছত শুনিছিলো । ১৬ ॥

তাৰ পিছত মই ইন্দ্ৰৰ প্ৰিয় পাষাণভেদী বজ্ৰ তুলি লৈ সেই সকলোবোৰ শিল খণ্ড খণ্ড কৰিবলৈ ধৰিলো । ১৭ ॥

হে মহাৰাজ, তেতিয়া মোৰ অল্পপ্ৰাণ অশ্ববোৰ পৰ্ব্বতৰ ভৰত অস্থিৰ হৈ কঁপিবলৈ ধৰা যেন হল । ১৮ ॥

যেনেকৈ মেঘ ফালি আকাশত উদয় হোৱা সূৰ্য্য দেখি মানুহে আনন্দ লাভ কৰে, তেনেকৈ পৰ্ব্বত-বিনিৰ্মুক্ত মোক দেখি বান্ধৱসকলে আকৌ আনন্দ লাভ কৰিলে । ১৯ ॥

তেতিয়া সাৰথিয়ে পৰ্ব্বতৰ ভৰত পীড়িত, ক্ষুদ্ৰপ্ৰাণ অশ্বসমূহক দেখি সেই সময়ৰ উপযোগী কথাবোৰ মোক কবলৈ ধৰিলে । ২০ ॥

হে বৃষ্ণিবংশীয় শ্ৰীকৃষ্ণ, স্বচ্ছন্দে থকা সৌভাধিপতি শাল্বক ভালদৰে চাওক ; উপেক্ষাৰ আৰু প্ৰয়োজন নাই ; এওঁৰ প্ৰতি সমুচিত যত্ন লওক । ২১ ॥

হে বীৰ, আজি শাল্বৰ প্ৰতি বন্ধু ভাব আৰু সৰলতা পৰিত্যাগ কৰক ; হে কেশৱ, শাল্বক বধ কৰক, জীৱিত নাৰাখিব । ২২ ॥

হে শত্ৰুহন্তা বীৰ, শত্ৰু সকলো প্ৰকাৰ পৰাক্ৰমেৰে বধযোগ্য ; সি দুৰ্ব্বল হলেও বলৱানৰ উপেক্ষাৰ পাত্ৰ নহয় । ২৩ ॥

হে পুৰুষশ্ৰেষ্ঠ, হে প্ৰভু, যিজন যুদ্ধ নকৰি নিজৰ আসনত থাকিলেও বধাৰ্হ হব পাৰে, ৰণস্থলত উপস্থিত হোৱা সিজননো কিয় বধযোগ্য নহব ? হে বৃষ্ণিকুল-

শ্ৰেষ্ঠ, আপুনি সকলো প্ৰকাৰ যত্নেৰে এওঁক বধ কৰক, সময় আৰু অতিক্ৰম নকৰিব। ২৪ ॥

হে বীৰ, যিজনে আপোনাৰে সৈতে যুদ্ধ কৰিলে আৰু যাৰ দ্বাৰা দ্বাৰকা ছিন্ন-ভিন্ন হল, তেনেজনক বন্ধু বুলি বিবেচনা নকৰিব; সি নিশ্চয় সবলভাৱ বশীভূত নহব। ২৫ ॥

হে কুন্তী-নন্দন, মই সাৰথিৰ এনেকুৱা কথাবোৰ শুনি আৰু তাকে যথাৰ্থ বিবেচনা কৰি শাল্বৰাজৰ বধৰ বাবে আৰু সৌভ নগৰ ধ্বংসৰ উদ্দেশ্যে যুদ্ধত মন দি দাৰুকক কলো; হে বীৰ, তুমি মুহূৰ্ত্তকাল ৰোৱাঁ। ২৬-২৭ ॥

তেতিয়া মই সেই যুদ্ধ-ক্ষেত্ৰত অতি শক্তিশালী দানৱ-নাশকাৰী, অপ্ৰতিহত, দিব্য, অভেদ্য, সৰ্ব্বসহনশীল, মহাদীপ্তিশালী আৰু মনোহৰ আগ্নেয়াস্ত্ৰ ধনুত যোজনা কৰিলো। ২৮-২৯ ॥

যুদ্ধত যক্ষ, ৰাক্ষস, দানৱ আৰু বিপক্ষ ৰজাসকলৰ ভস্মান্তকাৰী, অতি বৃহৎ, প্ৰকাশময়, কালান্তক যমসদৃশ; শত্ৰুবিমৰ্দ্দনকাৰী, অনুপম সুতীক্ষ্ণ চক্ৰ মন্ত্ৰপূত কৰি "তুমি নিজ প্ৰভাৱত সৌভ নগৰ আৰু ইয়াত থকা মোৰ শত্ৰুসকলৰ প্ৰাণ সংহাৰ কৰাঁ" এই কথা কৈ ক্ৰোধত নিজ বাহুৰ শক্তিৰে সৌভৰ উদ্দেশ্যে সুদৰ্শন চক্ৰ প্ৰেৰণ কৰিলো। ৩০—৩২ ॥

তেতিয়া সুদৰ্শনে নভোমণ্ডললৈ উঠি যুগান্তৰত সমুদিত দ্বিতীয় সূৰ্য্যৰ নিচিনা দীপ্তি লাভ কৰিছিল। ৩৩ ॥

কৰতে যেনেকৈ ডাঙৰ কাঠ ফালে তেনেকৈ সুদৰ্শনেও কান্তিহীন সৌভ নগৰক মাজতে দ্বিখণ্ড কৰিলে। ৩৪ ॥

ত্ৰিপুৰাসুৰৰ যিদৰে মহাদেৱৰ শৰাঘাতত পতন হৈছিল, সেইদৰে সুদৰ্শনৰ শক্তিত বিধ্বস্ত দ্বিখণ্ডিত সৌভ নগৰো ভূপাতিত হৈছিল। ৩৫ ॥

সৌভ নিপাতিত হোৱাত সুদৰ্শন চক্ৰ মোৰ হাতলৈ উভতি আহিল; মই চক্ৰ গ্ৰহণ কৰি আকৌ শাল্বৰ উদ্দেশ্যে শীঘ্ৰে নিক্ষেপ কৰিলো। ৩৬ ॥

সেই মহা সমৰত সুদৰ্শন চক্ৰ শৰবিদ্ধ শাল্বক আৰু তেওঁৰ প্ৰকাণ্ড গদা দ্বিখণ্ড কৰি হঠাৎ নিজ দীপ্তিত প্ৰজ্বলিত হৈ উঠিল। ৩৭ ॥

সেই বীৰ নিহত হোৱাত ভীত দানৱসকল মোৰ বাণত নিপীড়িত হৈ হাহা-কাৰ লগাই দশো দিশে পলাবলৈ ধৰিলে। ৩৮ ॥

তেতিয়া মই সৌভৰ ওচৰত ৰথ ৰাখি আনন্দত শঙ্খ ধ্বনি কৰি বন্ধুসকলক আনন্দ দিলো। ৩৯ ॥

মেৰু-শৃঙ্গাকাৰ বিধ্বস্ত অট্টালিকাৰ দ্বাৰসমূহ অগ্নিদগ্ধ হোৱা দেখি তাত থকা তিৰোতাসকল পলাবলৈ ধৰিলে। ৪০ ॥

এইদৰে যুদ্ধত সৌভ নগৰ নিপাতিত আৰু শাল্ব ৰজাক বধ কৰি আনৰ্ত্ত নগৰৰপৰা দ্বাৰকালৈ উভতি আহি বন্ধুবৰ্গৰ প্ৰীতি বৰ্দ্ধন কৰিলো। ৪১ ॥

হে শত্ৰুবীৰহন্তা মহাৰাজ, এইবোৰ কাৰণত মই হস্তিনাপুৰলৈ আহিব নোৱা-ৰিলো; যদি আহিব পাৰিলোহেঁতেন, তেন্তে নিশ্চয় দুৰ্য্যোধন জীৱিত নেথাকিল-হেঁতেন। ৪২ ॥

হে বীৰ, অথবা মই উপস্থিত হলে দ্যূত ক্ৰীড়া সেইদৰে নহলহেঁতেন; মই মাজতে ছিগা ভেটাই পানী ভেটি ৰাখিব নোৱৰাৰ দৰে হৈছো, মইনো আজি কি কৰিম ? ৪৩ ॥

বৈশম্পায়নে কলে—মহাবাহু পুৰুষোত্তম মধুসূদন কুৰুবংশধৰ ধৰ্ম্মৰাজ যুধিষ্ঠিৰক এই কথা কৈ তেওঁক অভিবাদন কৰি আৰু শ্ৰীমন্ত পাণ্ডৱসকলক আমন্ত্ৰণ জনাই যাত্ৰা কৰিলে। ৪৪—৪৫ ॥

ৰজা যুধিষ্ঠিৰ আৰু ভীমে তেওঁৰ মস্তক আঘ্ৰাণ, অৰ্জ্জুনে আলিঙ্গন, নকুল আৰু সহদেৱে অভিবাদন, ধৌম্যই সন্মান আৰু দ্ৰৌপদীয়ে অশ্ৰুৰ দ্বাৰা তেওঁৰ অৰ্চ্চনা কৰিলে। ৪৫—৪৬ ॥

শ্ৰীকৃষ্ণ পাণ্ডৱসকলৰ দ্বাৰা পূজিত হৈ কাঞ্চন ৰথত সুভদ্ৰা আৰু অভিমন্যুক তুলি লৈ নিজেও তাত আৰোহণ কৰিলে। ৪৭ ॥

যুধিষ্ঠিৰক আশ্বাস দি শ্ৰীকৃষ্ণ সূৰ্য্যৰ সদৃশ দীপ্তিমান, শৈব্য আৰু সুগ্ৰীৱ-অশ্বযুক্ত ৰথৰ দ্বাৰা দ্বাৰকালৈ প্ৰস্থান কৰিলে। ৪৮ ॥

তাৰ পিছত শ্ৰীকৃষ্ণ প্ৰস্থান কৰাত ধৃষ্টদ্যুম্নও দ্ৰৌপদীৰ পুত্ৰসকলক লগত লৈ নিজ নগৰলৈ যাত্ৰা কৰিলে। ৪৯ ॥

পিছত চেদিৰাজ ধৃষ্টকেতু পাণ্ডৱসকলক সাক্ষাৎ কৰি নিজৰ ভগিনী কৰেণু-মতীক লৈ মনোহৰ শক্তিমতী নগৰলৈ প্ৰস্থান কৰিলে। ৫০ ॥

হে ভৰতবংশধৰ, তেতিয়া কেকয় দেশৰ ৰাজকুমাৰসকলো অসীম শক্তিশালী যুধিষ্ঠিৰৰ অনুমতি লৈ আৰু পাণ্ডৱসকলক সম্ভাষণ জনাই প্ৰস্থান কৰিলে। ৫১ ॥

ব্ৰাহ্মণ, বৈশ্য আৰু দেশবাসীসকলক বাৰে বাৰে বিদায় দিয়া সত্বেও তেওঁ-লোকে কোনো প্ৰকাৰে পাণ্ডৱসকলক পৰিত্যাগ কৰা নাছিল। ৫২ ॥

হে ভৰতশ্ৰেষ্ঠ ৰাজেন্দ্ৰ, সেই মহাত্মাসকলৰ অত্যদ্ভুতদৰ্শী দলটো কাম্যক-অৰণ্যত বাস কৰিবলৈ ধৰিলে। ৫৩ ॥

মহানুভৱ যুধিষ্ঠিৰে সেই ব্ৰাহ্মণসকলক সন্মান কৰি আন পুৰুষসকলক 'ৰথ-সজ্জা কৰা' বুলি আদেশ দিছিল। ৫৪ ॥

ইতি মহাভাৰতৰ বনপৰ্ব্বৰ অন্তৰ্গত অৰ্জ্জুনাভিগমন-পৰ্ব্বত শাল্ব-বধোপাখ্যান নামৰ দ্বাবিংশ অধ্যায়। ২২ ॥

॥ অধ্যায় ২৩ ॥

## ॥ দ্বৈতবন-প্ৰৱেশ ॥

বৈশম্পায়নে ক'লে,—দ্বাৰকাধিপতি বাসুদেৱ প্ৰস্থান কৰিলত যুধিষ্ঠিৰ, ভীম, নকুল, সহদেৱ—এই শিৱতুল্য পৰহিতকাৰী বীৰসকল, দ্ৰৌপদী আৰু পুৰোহিত ধৌম্য বেদ-বেদাঙ্গ-পাৰঙ্গত ব্ৰাহ্মণসকলক অষ্টাধিক শত সুবৰ্ণ, বস্ত্ৰ আৰু গাই দান কৰি মনোহৰ অশ্বযুক্ত, মহামূল্য ৰথত আৰোহণ কৰি বনলৈ যাত্ৰা কৰিলে। ১—২ ॥

ইতিপূৰ্ব্বে কুৰিজনৈ ভৃত্য ধনু, অস্ত্ৰ-শস্ত্ৰ, প্ৰদীপ্ত বাণ, ধনুৰ গুণ, যন্ত্ৰ আৰু খড়্গ আদি গ্ৰহণ কৰি সুভদ্ৰাৰ লগত দ্বাৰকালৈ গৈছিল। ৩ ॥

তাৰ পিছত ইন্দ্ৰসেন ৰাজকুমাৰী সুভদ্ৰাৰ বস্ত্ৰ, ধাত্ৰী, দাসী আৰু ভূষণাদি লৈ ৰথেৰে শীঘ্ৰে দ্বাৰকালৈ গ'ল। ৪ ॥

তেতিয়া মহাত্মা পুৰবাসীসকলে কুৰুশ্ৰেষ্ঠ যুধিষ্ঠিৰৰ ওচৰ চাপি তেওঁক প্ৰদক্ষিণ কৰিলে আৰু কুৰুজাঙ্গলৰ প্ৰধান প্ৰধান ব্ৰাহ্মণসকলে সুপ্ৰসন্ন হৈ তেওঁক অভিবাদন কৰিলে। ৫ ॥

মহাত্মা ধৰ্ম্মৰাজ যুধিষ্ঠিৰে ভ্ৰাতৃবৰ্গেৰে সৈতে প্ৰসন্ন হৈ তেওঁলোকক সৎকাৰ কৰিলে আৰু কুৰুজাঙ্গলৰ জনসমূহক দেখি তাতেই বিশ্ৰাম কৰিলে। ৬ ॥

তেতিয়া পুত্ৰৰ ওপৰত পিতাৰ যেনেকুৱা ভাবোদয় হয়, তেওঁলোকৰ ওপৰতো কুৰুশ্ৰেষ্ঠ মহাত্মা যুধিষ্ঠিৰৰ তেনেকুৱা ভাবোদয় হ'ল, আৰু পিতাৰ প্ৰতি পুত্ৰৰ ভক্তি-ভাব হোৱাৰ দৰে কুৰুজাঙ্গলবাসী প্ৰজাসকলৰ ভৰতশ্ৰেষ্ঠ তেওঁৰ প্ৰতি সেই ভাব হ'ল। ৭ ॥

হে মহাৰাজ, তেতিয়া সেই বিশাল জনতাই কুৰু-প্ৰধান তেওঁক লগ পাই চাৰিও ফালে বেষ্টন কৰি লজ্জিতভাৱে থিয় হৈ অশ্ৰু-সিক্ত মুখে কবলৈ ধৰিলে—হায় নাথ, হায় ধৰ্ম্ম, প্ৰজাসকলৰ অধীশ্বৰ কুৰুশ্ৰেষ্ঠ ধৰ্ম্মৰাজ আপুনিয়ে পিতাই পুত্ৰক ত্যাগ কৰাৰ দৰে নগৰবাসী, আমাক আৰু দেশবাসী এওঁলোকক পৰিত্যাগ কৰি কলৈনো যাত্ৰা কৰিছে? ৮—৯ ॥

হে ৰজা, ক্ৰূৰবুদ্ধি দুৰ্য্যোধন, শকুনি আৰু পাপ-মতি কৰ্ণক ধিক্; এই পাপী-ইঁতে ধাৰ্ম্মিক সাধু আপোনাৰ ইমান অনৰ্থ কামনা কৰিব পাৰে। ১০ ॥

সৎকৰ্ম্মকাৰী মহাত্মা ধৰ্ম্মৰাজ, আপুনি কৈলাস-সদৃশ অনুপম নিজৰ বাসস্থান ইন্দ্ৰপ্ৰস্থ নগৰ পৰিত্যাগ কৰি কলৈনো গমন কৰিছে? ১১ ॥

মহানুভৱ ধৰ্ম্মৰাজ, আপুনি দেৱসভাসদৃশ অনুপম সভাৰ অনুষ্ঠান কৰি দেৱ-মায়া পৰিত্যাগ কৰাৰ দৰে সেই সভা ত্যাগ কৰি কলৈনো যাত্ৰা কৰিছে ? ১২ ॥

তেতিয়া ধৰ্ম্ম কামাৰ্থ জ্ঞানী মহা তেপস্বী অৰ্জ্জুনে হিতাকাঙ্ক্ষী সেই পুৰবাসী-সকলক উচ্চস্বৰে কবলৈ ধৰিলে, ৰজা যুধিষ্ঠিৰে অৰণ্যত বাস কৰি শত্ৰুসকলৰ যশোৰাশি গ্ৰহণ কৰিব । ১৩ ॥

হে ধৰ্ম্মাৰ্থ জ্ঞানী হিতকাৰী বিপ্ৰশ্ৰেষ্ঠ তপস্বীসকল, যাতে আমাৰ এই শ্ৰেষ্ঠ মনোৰথ সুসম্পন্ন হয়, আপোনালোকে প্ৰসন্ন হৈ তাকে প্ৰাৰ্থনা কৰক । ১৪ ॥

হে মহাৰাজ, অৰ্জ্জুনে এইদৰে কোৱাত হিতাকাঙ্ক্ষী সেই ব্ৰাহ্মণ আৰু অন্য-লোকসকলে আনন্দতে ধাৰ্ম্মিকসকলৰ শ্ৰেষ্ঠ যুধিষ্ঠিৰক অভিনন্দন জনাই প্ৰদক্ষিণ কৰিলে । ১৫ ॥

তেওঁলোক যুধিষ্ঠিৰৰ অনুমতি পাই আনন্দিত হৈ যুধিষ্ঠিৰ, ভীম, অৰ্জ্জুন, নকুল, সহদেৱ আৰু দ্ৰৌপদীক সম্ভাষণ কৰি নিজৰ নিজৰ ৰাজ্যলৈ প্ৰস্থান কৰিলে । ১৬ ॥

ইতি মহাভাৰতৰ বনপৰ্ব্বৰ অন্তৰ্গত অৰ্জ্জুনাভিগমন-পৰ্ব্বত দ্বৈতবন-প্ৰৱেশ নামৰ এয়োবিংশ অধ্যায় । ২৩ ॥

## ॥ অধ্যায় ২৪ ॥

## ॥ দ্বৈতবন-প্ৰৱেশ ॥

বৈশম্পায়নে ক'লে,—তেওঁলোক প্ৰস্থান কৰাত সত্যসন্ধ, ধাৰ্ম্মিক, কুন্তী-নন্দন যুধিষ্ঠিৰে ভ্ৰাতৃসকলক কবলৈ ধৰিলে । ১ ॥

আমি বাৰ বছৰ নিৰ্জ্জন বনত বাস কৰিব লাগিব, এতেকে গভীৰ অৰণ্যত নানাবিধ মৃগ-পক্ষীৰে ভৰি থকা ফল-ফুল থকা বহুত ধাৰ্ম্মিক লোকৰ বাসস্থান, কল্যাণকৰ আৰু মনোহৰ এখন ঠাই বিচাৰাঁ—য'ত এই কেইবছৰ আমি অনায়াসে বাস কৰিব পাৰোঁ । ২—৩ ॥

এইদৰে কোৱাত ধনঞ্জয়ে মনস্বী মানৱ-গুৰু ধৰ্ম্মৰাজক গুৰুৰ দৰে সম্মান দেখুৱাই উত্তৰ দিবলৈ ধৰিলে । ৪ ॥

আপুনিয়েই বৃদ্ধ মহৰ্ষিসকলৰ উপাসক ; মনুষ্যলোকত আপোনাৰ কোনো অৱি-দিত নাই । ৫ ॥

হে ভৰতশ্ৰেষ্ঠ, যিজনে প্ৰতিদিন দেৱলোক, ব্ৰহ্মলোক, গন্ধৰ্ব্বলোক, আৰু অপ্সৰালোক প্ৰভৃতি সকলো লোকলৈ ভ্ৰমণ কৰে সেই জিতেন্দ্ৰিয়, মহা তপস্বী নাৰদ আৰু ব্যাসদেৱ প্ৰভৃতি ব্ৰাহ্মণসকলক আপুনি সৰ্ব্বদায় উপাসনা কৰে । ৬—৭ ॥

হে মহাৰাজ, আপুনি ব্ৰাহ্মণসকলৰ কৰ্ত্তব্য আৰু অকৰ্ত্তব্যৰ বিষয়ে নিগ্ৰহ আৰু অনুগ্ৰহৰ শক্তিও জানে; এই বিষয়ে সন্দেহ নাই। ৮ ॥

হে ৰজা, আপুনিয়েই মুক্তি, আৰু তাৰ কাৰণ আপোনাৰ অন্তগত আছে; হে মহাৰাজ, আপুনি য'ত বাস কৰিবলৈ ইচ্ছা কৰে, আমিও তাতে বাস কৰিম। ৯ ॥

পৱিত্ৰ জলেৰে পৰিপূৰ্ণ, নানাবিধ ফল-ফুলেৰে সুশোভিত, বহু ব্ৰাহ্মণৰ আশ্ৰিত আৰু মনোহৰ এই সৰোবৰৰ নাম দ্বৈতবন। যদি আপুনি আন একো নাভাবি অনুমতি দিয়ে, তেন্তে ইয়াতে এই বাৰ বছৰ কাল আনন্দেৰে অতিবাহিত কৰিব পাৰোঁ। ১০—১১ ॥

যুধিষ্ঠিৰে ক'লে,—হে পাৰ্থ, তুমি যি কৈছা, মোৰো সেয়ে অভিমত; এতেকে আমি বিশাল, বিখ্যাত আৰু পৱিত্ৰ দ্বৈতবন-সৰোবৰলৈ যাওঁ। ১২ ॥

বৈশম্পায়নে ক'লে,—তাৰ পিছত ধাৰ্ম্মিক পাণ্ডৱসকলে বহু ব্ৰাহ্মণেৰে সৈতে পৱিত্ৰ দ্বৈতবন-সৰোবৰলৈ যাত্ৰা কৰিলে। ১৩ ॥

অগ্নিহোত্ৰী, নিৰগ্নিহোত্ৰী, স্বাধ্যায়ী, ভিক্ষু, বনবাসী, তপস্বী, সংকল্পপূৰ্ব্বক ব্ৰতধাৰী আৰু মহাত্মা ব্ৰাহ্মণসকলে সেই স্থানত যুধিষ্ঠিৰক প্ৰদক্ষিণ কৰিলে। ১৪-১৫ ॥

পাণ্ডৱসকল বহু ব্ৰাহ্মণেৰে সৈতে তালৈ গৈ ৰম্য পৱিত্ৰ দ্বৈতবনত প্ৰৱেশ কৰিলে। ১৬ ॥

ৰজা যুধিষ্ঠিৰে বৰ্ষাকালত তমাল, তাল, আম, মধুক, অশোক, কদম্ব, শাল, অৰ্জ্জুন আৰু কৰ্ণিকাৰ বৃক্ষসমূহ ফুলি সুশোভিত হৈ থকা সেই বিশাল বনখন দেখিলে। ১৭ ॥

সেই বনত ম'ৰা, ডাক, চকোৱা আৰু কুলি আদি চৰাইবিলাকে ডাঙৰ ডাঙৰ গছবোৰৰ ডালত বহি সুমধুৰ স্বৰত গান গাই আছিল। ১৮ ॥

মহাৰাজ যুধিষ্ঠিৰে সেই বনত হস্তিনীদলেৰে সৈতে পৰ্ব্বতাকাৰ মদমত্ত হস্তী-সমূহৰ প্ৰকাণ্ড প্ৰকাণ্ড দলবোৰ দেখিবলৈ পাইছিল। ১৯ ॥

তেওঁ দ্বৈতবনত সৰস্বতী নদীৰ ওচৰলৈ গৈ জটাধাৰী পুণ্যাত্মা ধাৰ্ম্মিকসকলৰ আশ্ৰমত অসংখ্য সিদ্ধাৰ্ষি দৰ্শন কৰিলে। ২০ ॥

তাৰ পিছত মহা তেজস্বী ধাৰ্ম্মিক-শ্ৰেষ্ঠ ৰজা যুধিষ্ঠিৰে ভ্ৰাতৃ আৰু অন্যান্য লোকেৰে সৈতে ৰথৰপৰা অৱৰোহণ কৰি সেই বনত প্ৰৱেশ কৰিলে, যেন ইন্দ্ৰহে স্বৰ্গপুৰীত প্ৰৱেশ কৰিছে। ২১ ॥

স্তুতি-পাঠক আৰু মহৰ্ষিসকলে মনস্বী, দৃঢ়প্ৰতিজ্ঞ, নৃপশ্ৰেষ্ঠ তেওঁক দৰ্শন কৰাৰ ইচ্ছাৰে তাত উপস্থিত হ'ল আৰু বনবাসীসকল তেওঁক চাৰিও ফালে বেঢ়ি থিয় হৈ থাকিল। ২২ ॥

মহা ধাৰ্ম্মিক তেওঁ কৃতাঞ্জলি হৈ মহৰ্ষিসকলক অভিবাদন কৰি, তেওঁলোকৰ দ্বাৰা দেৱতা আৰু ৰজাৰ দৰে সন্মানিত হৈ, উত্তম ব্ৰাহ্মণসকলেৰে সৈতে তাত প্ৰৱেশ কৰিলে। ২৩ ॥

পুণ্যশালী মহাত্মা ৰজা যুধিষ্ঠিৰ ধৰ্ম্মপৰায়ণ তপস্বীসকলৰপৰা পিতৃ-তুল্য সন্মান পাই পুষ্পিত কদম্বৰ তলত উপৱেশন কৰিলে । ২৪ ॥

তেতিয়া ভৰতশ্ৰেষ্ঠ ভীম, অৰ্জ্জুন, নকুল, সহদেৱ, দ্ৰৌপদী আৰু অনুচৰবৰ্গ অশ্ব পৰিত্যাগ কৰি ৰজাৰ ওচৰত উপস্থিত হ'ল । ২৫ ॥

ডাঙৰ হাতীৰ দ্বাৰা যিদৰে বিশাল পৰ্ব্বতৰ শোভা বৃদ্ধি পায়, সেইদৰে বাসস্থানত উপস্থিত ধনুৰ্দ্ধাৰী, মহাত্মা পঞ্চ পাণ্ডৱৰ দ্বাৰা বেষ্টিত সেই বিস্তৃত লতাৰ দ্বাৰা অৱনত কদম্ব গছেও শোভা বৰ্দ্ধন কৰিছিল । ২৬ ॥

ইতি মহাভাৰতৰ বনপৰ্ব্বৰ অন্তৰ্গত অৰ্জ্জুনাভিগমন-পৰ্ব্বত দ্বৈতবন-প্ৰৱেশ নামৰ চতুৰ্বিংশ অধ্যায় । ২৪ ॥

## ॥ অধ্যায় ২৫ ॥

## ॥ দ্বৈতবন-প্ৰৱেশ ॥

বৈশম্পায়নে ক'লে,— সুখত অভ্যস্ত ইন্দ্ৰতুল্য ৰাজপুত্ৰ পাণ্ডৱসকলে সেই বন পাই স্বাস্থ্যকৰ সৰস্বতী নদীৰ তীৰস্থ শাল বনত বাস কৰি অতি কষ্টে কাল যাপন কৰিবলৈ ধৰিলে । ১ ॥

মহা প্ৰভাৱশালী কুৰুশ্ৰেষ্ঠ ৰজা যুধিষ্ঠিৰ সেই বনত যতি, মুনি আৰু উত্তম ব্ৰাহ্মণসকলৰ উৎকৃষ্ট ফল-মূলৰ দ্বাৰা পৰিতৃপ্ত হ'ল । ২ ॥

মহা তেজস্বী পুৰোহিত ধৌম্যই তাত মহাৰণ্যবাসী ৰজা পাণ্ডৱসকলৰ যাগ, পিতৃ শ্ৰাদ্ধাদি আৰু অন্যান্য ক্ৰিয়াসমূহ পিতৃৰ দৰে সম্পন্ন কৰিলে । ৩ ॥

এদিনাখন উগ্ৰ, শ্ৰেষ্ঠ, তেজস্বী আৰু প্ৰাচীন ঋষি মাৰ্কণ্ডেয় ৰাজ্যৰপৰা ওলাই আহি বনবাসী শ্ৰীমন্ত পাণ্ডৱসকলৰ সেই আশ্ৰমত অতিথি-স্বৰূপে উপস্থিত হ'ল । ৪ ॥

অতুলনীয় সত্ত্ব গুণসম্পন্ন মনস্বী কুৰুশ্ৰেষ্ঠ যুধিষ্ঠিৰে দেৱতা, ঋষি আৰু মানৱ-সকলৰ পূজাৰ্হ, প্ৰজ্বলিত অগ্নিৰ সদৃশ দীপ্তিমান, মহামুনি মাৰ্কণ্ডেয় উপস্থিত হোৱা দেখি তেওঁক পূজা কৰিলে । ৫ ॥

অসীম তেজস্বী, সৰ্ব্বজ্ঞ, মহাত্মা সেই মুনিয়ে তপস্বীসকলৰ মধ্যৱৰ্ত্তী যুধিষ্ঠিৰ, ভীম, অৰ্জ্জুন আৰু দ্ৰৌপদীলৈ দৃষ্টিপাত কৰি ৰামচন্দ্ৰক স্মৰণ কৰি হাঁহিলে । ৬ ॥

ধৰ্ম্মৰাজ যুধিষ্ঠিৰে উদ্বিগ্ন হৈ সুধিলে, আপুনি তপস্বীসকলৰ সন্মুখত মোলৈ দৃষ্টিপাত কৰি আনন্দত হাস্য কৰাৰ দৰে কিয় হাস্য কৰিছে ; তাকে দেখি তপস্বীসকল লজ্জিত হৈছে । ৭ ॥

মাৰ্কণ্ডেয়েই ক'লে— বৎস, মই আনন্দ নাইবা হাস্য কৰা নাই আৰু হৰ্ষজনিত

দৰ্পয়ো মোক অভিভূত কৰা নাই ; কিন্তু আজি তোমাৰ এই বিপদ দেখি সত্য-পৰায়ণ দশৰথ-পুত্ৰ ৰামক স্মৰণ কৰিছো । ৮ ॥

হে যুধিষ্ঠিৰ, অতীতত ধনুৰ্দ্ধাৰী ৰজা ৰামচন্দ্ৰকো পিতাৰ আদেশত লক্ষ্মণেৰে সৈতে বনত বাস কৰি ঋষ্যমূক পৰ্ব্বতৰ বনৰ মাজত ঘূৰি ফুৰা ময়েই দেখিছিলো । ৯ ॥

শ্ৰীৰামচন্দ্ৰ ইন্দ্ৰৰে ৰূপান্তৰ, যমৰ নেতা, নমুচিৰ হন্তা, মহাত্মা আৰু নিষ্পাপী ; তেওঁ পিতাৰ আদেশত বনত বাস কৰিছিল । ১০ ॥

ইন্দ্ৰৰ সমগ্ৰ শক্তিশালী, মহানুভৱ সমৰ-বিজয়ী তেওঁ সকলো প্ৰকাৰ ভোগ পৰিত্যাগ কৰি বনত বিচৰণ কৰিছিল ; গতিকে শক্তি থকাত অধৰ্ম্মাচৰণ কৰা অনুচিত । ১১ ॥

হে বৎস, নাভাগ, ভগীৰথ প্ৰভৃতি ৰজাসকলে এই সসাগৰা পৃথিৱী জয় কৰি তেওঁলোকেই সত্যৰ দ্বাৰায় সমস্ত লোক জয় কৰিছিল ; এতেকে সামৰ্থ্য থকাত পাপ আচৰণ কৰা অনুচিত । ১২ ॥

হে নৰশ্ৰেষ্ঠ, সকলোৱে যাক উন্মুক্ত কুকুৰ বুলি কয়, সেই সাধু কাশিক-ৰূষৰাজে সমস্ত ৰাজ্য আৰু ধন পৰিত্যাগ কৰি সত্যব্ৰত পালন কৰিছিল ; গতিকে শক্তি থকাত অধৰ্ম্ম কৰা অযুগুত । ১৩ ॥

হে নৰশ্ৰেষ্ঠ যুধিষ্ঠিৰ, বিধাতাই বেদবাক্যৰ দ্বাৰা নিয়ম স্থাপন কৰিছে ; সাধু সপ্তৰ্ষিমণ্ডলে তাৰ অনুৱৰ্ত্তী হৈ আকাশত দীপ্তি কৰি আছে ; এতেকে, বল থকাত পাপ কৰা অনুচিত । ১৪ ॥

হে নৰশ্ৰেষ্ঠ ৰজা, চোৱাঁচোন, মহাবলী, পৰ্ব্বত-শৃঙ্গাকাৰ দঁতাল হাতীবোৰ বিধাতাৰ আদেশত চলি আছে ; গতিকে, শক্তি থকাত পাপ আচৰণ কৰা উচিত নহয় । ১৫ ॥

হে ৰজা, চোৱাঁচোন, সৃষ্টিকৰ্ত্তাই যিদৰে বিধান কৰিছে সেইদৰে প্ৰাণীসমূহে জন্ম অনুসাৰে সদায় কৰ্ম্ম অনুষ্ঠান কৰিছে, এতেকে সামৰ্থ্য থকাত কেতিয়াও অধৰ্ম্ম কৰা অনুচিত । ১৬ ॥

হে কুন্তীপুত্ৰ, সত্য, ধৰ্ম্ম, সদ্ব্যৱহাৰ আৰু লজ্জাৰ দ্বাৰা সমস্ত জীৱক তুমি অতিক্ৰম কৰিছা, তোমাৰ যশ আৰু তেজ প্ৰচণ্ড সূৰ্য্যৰ সদৃশ প্ৰদীপ্ত হৈ উঠিছে । ১৭ ॥

হে মহানুভৱ ৰজা, প্ৰতিজ্ঞা অনুসাৰে ক্লেশদায়ক এই বনবাস কৰাৰ পিছত আকৌ নিজ শক্তিৰে কৌৰৱসকলৰপৰা সমুজ্জ্বল ৰাজলক্ষ্মীক গ্ৰহণ কৰিবাঁ । ১৮

মহৰ্ষিয়ে তপস্বীসকলৰ মাজত বন্ধু-বান্ধৱেৰে সৈতে যুধিষ্ঠিৰক এইদৰে উপদেশ দি, হিতকাৰী কুন্তীপুত্ৰসকলক আৰু ধৌম্যক আদৰ-সম্ভাষণ জনাই তাৰপৰা উত্তৰ ফালে প্ৰস্থান কৰিলে । ১৯ ॥

ইতি মহাভাৰতৰ বনপৰ্ব্বৰ অন্তৰ্গত অৰ্জ্জুনাভিগমন-পৰ্ব্বত দ্বৈতবন-প্ৰৱেশ নামৰ পঞ্চবিংশ অধ্যায় ২৫ ॥

॥ অধ্যায় ২৬ ॥

# ॥ দ্বৈতবন-প্ৰৱেশ ॥

বৈশম্পায়নে ক'লে,— মহাত্মা পাণ্ডৱসকল দ্বৈতবনত বাস কৰাত সেই ব্ৰহ্মণ্য ব্ৰাহ্মণসকলৰ দ্বাৰা পৰিপূৰ্ণ হৈ উঠিল। ১ ॥

তেওঁলোকৰ দ্বাৰা সদায় উচ্চাৰিত বেদধ্বনিৰে দ্বৈতবন-সৰোবৰ ব্ৰহ্মলোকৰ দৰে পবিত্ৰ হৈ পৰিল। ২ ॥

তাত ব্ৰাহ্মণসকলৰ উচ্চাৰিত মনোহৰ ব্ৰাহ্মণ-বাক্য, ঋক্‌, যজুঃ আৰু সাম-বেদৰ ধ্বনি হৃৱলৈ ধৰিলে। ॥ ৩

আকৌ কুন্তীপুত্ৰসকলৰ ধনুৰ টঙ্কাৰ আৰু জ্ঞানী ব্ৰাহ্মণসকলৰ বেদধ্বনি হৃৱলৈ ধৰিলে ; তাৰ ফলত ক্ষত্ৰিয় তেজ ব্ৰহ্মতেজেৰে মিলিত হৈ এটি অপূৰ্ব্ব শোভা বৰ্দ্ধন কৰিলে। ৪ ॥

পিছে এদিনাখন দল্‌ভ-বংশীয় বক নামে এজন মুনিয়ে ঋষিসকলৰ দ্বাৰা পৰি-বেষ্টিত হৈ সন্ধ্যা উপাসনা কৰি বহি থকা ধৰ্ম্মৰাজ কুন্তীনন্দন যুধিষ্ঠিৰক কবলৈ ধৰিলে। ৫ ॥

হে কুৰুশ্ৰেষ্ঠ কুন্তীপুত্ৰ, দ্বৈতবনত তপস্বী ব্ৰাহ্মণসকলৰ হোমৰ সময় সমুপস্থিত ; চোৱাঁ, হোমাগ্নি প্ৰজ্বলিত হৈ উঠিছে। ৬ ॥

তোমাৰ অৰক্ষিত ভৃগু, অঙ্গিৰা, বসিষ্ঠ, কাশ্যপ, অগস্ত্য, অত্ৰি-বংশীয় শ্ৰেষ্ঠ ব্ৰতধাৰী মহাভাগ তপস্বীসকল আৰু সমস্ত জগতৰ উত্তম ব্ৰাহ্মণসকলে তোমাৰে সৈতে এই পবিত্ৰ দ্বৈতবনত ধৰ্ম্ম আচৰণ কৰিছে। ৭—৮ ॥

হে কুৰুবংশধৰ কুন্তীপুত্ৰ, মই তোমাক কেই আষাৰমান কথা কব খুজিছো, তুমি ভ্ৰাতৃসকলেৰে সৈতে মোৰপৰা সেই কথাখিনি শুনা। ৯ ॥

যেনেকৈ অগ্নি আৰু বায়ুৱে গোট খাই হাবি-বন দগ্ধ কৰে, তেনেকৈ ব্ৰহ্মতেজ আৰু ক্ষত্ৰিয়তেজ পৰস্পৰে গোট খাই উৎকট হৈ শত্ৰুক ভস্ম কৰে। ১০ ॥

হে বৎস, ৰজাই ব্ৰাহ্মণক পৰিত্যাগ কৰি ঐশ্বৰ্য্য বাঞ্ছা কৰিব পাৰে, কিন্তু ইহলোক বা পৰলোক জয় কৰিব নোৱাৰে ; ধৰ্ম্মাৰ্থ-বিষয়ে শিক্ষিত, মোহ-ৰহিত ব্ৰাহ্মণক লাভ কৰিহে ৰজাই শত্ৰু বিনাশ কৰে। ১১ ॥

জগতত বলি ৰজাই প্ৰজা পালনকাৰী মোক্ষ-ধৰ্ম্ম আচৰণ কৰি ব্ৰাহ্মণ ভিন্ন আন আশ্ৰয় লাভ কৰা নাছিল। ১২ ॥

অসুৰৰাজ বিৰোচন-পুত্ৰ বলিৰ কামনা পৰিপূৰ্ণ আৰু ৰাজলক্ষ্মীও অক্ষয় হৈছিল ; তেওঁ ব্ৰাহ্মণৰ সহযোগত সসাগৰা পৃথিৱী লাভ কৰি অৱশেষত তেওঁলোকৰ প্ৰতি দুষ্ট ব্যৱহাৰ কৰি বিনষ্ট হৈছিল । ১৩ ॥

ঐশ্বৰ্য্যশালিনী এই পৃথিৱীয়ে ব্ৰাহ্মণৰ বাহিৰে আনক দীৰ্ঘ কাল ভজনা নকৰে, ব্ৰাহ্মণে যাক নীতি শিক্ষাৰ দ্বাৰা সুশিক্ষিত কৰে, সসাগৰা পৃথিৱী তেওঁৰ ওচৰত নত হৈ থাকে । ১৪ ॥

অঙ্কুশৰ দ্বাৰা আহত হস্তীৰ যিদৰে শক্তি হানি হয়, সেইদৰে ব্ৰাহ্মণ-বৰ্জ্জিত যুদ্ধক্ষেত্ৰত বিপ্ৰ-বিহীন ক্ষত্ৰিয়ৰ বল ক্ষয় হয় । ১৫ ॥

ব্ৰাহ্মণৰ অনুপম কৃপা-দৃষ্টি আৰু ক্ষত্ৰিয়ৰ অতুলনীয় বল—এই দুইটি যেতিয়া একে লগ হয়, তেতিয়া মনুষ্যলোক সুপ্ৰসন্ন হয় । ১৬ ॥

যেনেকৈ প্ৰবল অগ্নিয়ে বায়ুৰ সহায়ত শুকান ঘাঁহ-বন পুৰি ভস্ম কৰে, তেনেকৈ ক্ষত্ৰিয়ই ব্ৰাহ্মণেৰে সৈতে লগ লাগি শত্ৰুক নিৰ্ম্মূল কৰে । ১৭ ॥

মেধাৱী লোকে অলব্ধ বিষয়ৰ লাভ আৰু লব্ধ বিষয়ৰ পৰিবৰ্দ্ধনৰ বাবে ব্ৰাহ্মণ-সকলৰপৰা জ্ঞানগৰ্ভ উপদেশ গ্ৰহণ কৰা উচিত । ১৮ ॥

এতেকে তুমি অপ্ৰাপ্ত বিষয়ৰ প্ৰাপ্তি, প্ৰাপ্ত বিষয়ৰ উন্নতি আৰু যোগ্য পাত্ৰত দানৰ বাবে যশস্বী, বেদজ্ঞ, পণ্ডিত আৰু বহু শাস্ত্ৰ-জ্ঞানী ব্ৰাহ্মণক পূজা কৰা । ১৯ ॥

হে যুধিষ্ঠিৰ, ব্ৰাহ্মণসকলৰ প্ৰতি তোমাৰ সদায় উত্তম ব্যৱহাৰ, সেই কাৰণে তোমাৰ এই প্ৰখ্যাত যশ সৰ্ব্ব লোকত প্ৰচাৰ হৈ আছে । ২০ ॥

বৈশম্পায়নে ক'লে,—তেতিয়া সেই ব্ৰাহ্মণসকলে দল্ভ-বংশীয় বক মুনিক পূজা কৰিলে আৰু যুধিষ্ঠিৰেও তেওঁক স্তুতি কৰা বাবে তেওঁলোক বৰ সন্তুষ্ট হ'ল । ২১ ॥

যিদৰে ঋষিসকলে ইন্দ্ৰক অৰ্চ্চনা কৰে, সেইদৰে দ্বৈপায়ন, নাৰদ, জামদগ্ন্য, পৃথুশ্ৰৱা, ইন্দ্ৰদ্যুম্ন, ভালুকি, কৃতচেতা, সহস্ৰপাদ, কৰ্ণশ্ৰৱা, মুঞ্জ, লৱণাশ্ব, কাশ্যপ, হাৰিত, স্থূলকৰ্ণ, অগ্নিৱেশ্য, শৌনক, কৃতৱাক্, সুৱাক্, বৃহদশ্ব, বিভাৱসু, উৰ্দ্ধৰেতা, বৃষমিত্ৰ, সুহোত্ৰ, হোত্ৰবাহন প্ৰভৃতি মুনিসকল আৰু অনেক উগ্ৰ ব্ৰতধাৰী ব্ৰাহ্মণসকলে যুধিষ্ঠিৰক সৎকাৰ কৰিলে । ২২—২৫ ॥

ইতি মহাভাৰতৰ বনপৰ্ব্বৰ অন্তৰ্গত অৰ্জ্জুনাভিগমন-পৰ্ব্বত দ্বৈতবন-প্ৰৱেশ নামৰ ষড়্বিংশ অধ্যায় ॥ ২৬ ॥

## ॥ অধ্যায় ২৭ ॥

# ॥ দ্ৰৌপদীৰ পৰিতাপ-বাক্য ॥

বৈশম্পায়নে ক'লে,—তাৰ পিছত দুঃখ আৰু শোকত অভিভূত বনবাসী পাণ্ডৱসকলে সন্ধ্যা সময়ত দ্ৰৌপদীৰে সৈতে বহি কথোপকথন কৰিবলৈ ধৰিলে । ১ ॥

তেতিয়া প্ৰিয়, সুন্দৰী, বিদুষী, পতিব্ৰতা কৃষ্ণাই যুধিষ্ঠিৰক এইদৰে কবলৈ আৰম্ভ কৰিলে । ২ ॥

দ্ৰৌপদীয়ে ক'লে,—আমাক ইমান দুঃখ দিও দুৰাত্মা পৰদ্ৰোহী পাপী দুৰ্য্যোধনৰ নিশ্চয় অকণো দুঃখ লগা নাই । ৩ ॥

হে মহাৰাজ, মোৰে সৈতে আপোনাক মৃগচৰ্ম্মধাৰী আৰু বনবাসী কৰিও সেই দুৰ্জ্জন দুৰ্ম্মতি অনুতপ্ত হোৱা নাই । ৪ ॥

সেই দুৰ্য্যোধনে যেতিয়া ধৰ্ম্মপৰায়ণ জ্যেষ্ঠ ভ্ৰাতৃ আপোনাক কৰ্কশ কথা শুনালে, তেতিয়া পাপকৰ্ম্মী তেওঁৰ হৃদয় নিশ্চয় লোৰে নিৰ্ম্মিত আছিল । ৫ ॥

সদায় সুখত থকা, অকণো দুঃখ নোপোৱা আপোনাক এনেকুৱা দুঃখ দিও নিৰ্দ্দয় পাপিষ্ঠ দুৰ্য্যোধনে আত্মীয়সকলেৰে সৈতে আনন্দ পাইছে । ৬ ॥

হে ভৰত-বংশীয় মহাৰাজ, আপুনি যেতিয়া মৃগচৰ্ম্ম পৰিধান কৰি বনবাসৰ কাৰণে ওলাল, তেতিয়া দুৰ্য্যোধন, কৰ্ণ, নিৰ্দ্দয় শকুনি আৰু উৎকট দুষ্ট দুঃশাসন —এই চাৰিটা পাপিষ্ঠৰ অশ্ৰুপাত হোৱা নাছিল । ৭—৮ ॥

হে কুৰুশ্ৰেষ্ঠ, কিন্তু আন সকলোবোৰ কৌৰৱ হলে দুঃখত অভিভূত হৈছিল, আৰু তেওঁলোকৰ চকুলো ওলাইছিল । ৯ ॥

হে মহাৰাজ, চিৰ সুখী, দুঃখ ভোগ নকৰা এই শয্যা দেখি আপোনাৰ পূৰ্ব্বৰ শয্যালৈ মনত পৰাত মোৰ বেজাৰ লাগিছে । ১০ ॥

গজদন্তেৰে নিৰ্ম্মিত, নানা ৰত্নেৰে বিভূষিত সভাৰ মাজত যি সিংহাসন আছিল তাৰ পৰিবৰ্ত্তে এই কুশাসন দেখি শোকে মোক আচ্ছন্ন কৰিছে । ১১ ॥

হে মহাৰাজ, সভাৰ ভিতৰত ৰাজ-মণ্ডলীৰে পৰিবৃত আপোনাক যেনেকুৱা দেখিছিলো, আজি তেনেকুৱা দেখিবলৈ নাপাই মোৰ অন্তৰত কেনেকৈ শান্তি থাকিব পাৰে ? ১২ ॥

হে ভৰতবংশধৰ, ময়ে আপোনাক আগতে চন্দন-চৰ্চ্চিত সূৰ্য্যসদৃশ তেজস্বী দেখিছিলো, আৰু সেই ময়ে আপোনাক কৰ্দ্দম-লিপ্ত দেখি মোহগ্ৰস্ত হৈ পৰিছো । ১৩ ॥

হে নৃপশ্ৰেষ্ঠ, মই পূৰ্ব্বে আপোনাক শুভ্ৰ পট্ট-বস্ত্ৰৰ দ্বাৰা সজ্জিত দেখিছিলো, কিন্তু বৰ্ত্তমান মই আপোনাক বল্কলধাৰী ৰূপত দেখিব লগীয়া হ'লো। ১৪ ॥

হে সৰ্ব্ব-গুণান্বিত প্ৰভু, ইতিপূৰ্ব্বে আপোনাৰ ঘৰৰপৰা হাজাৰ হাজাৰ ব্ৰাহ্মণ, যতি, ব্ৰহ্মচাৰী আৰু গৃহস্থীক সুৱৰ্ণ-পাত্ৰত ইচ্ছানুসাৰে বিশুদ্ধ প্ৰকাৰে প্ৰস্তুত অন্ন দান কৰা হৈছিল আৰু আপোনাৰ ঘৰত সৰ্ব্ব প্ৰকাৰ কাম্য অন্নাদিৰ দ্বাৰা ব্ৰাহ্মণ-সকলক যথাবিহিত সেৱা সৎকাৰ কৰিছিল, হে মহাৰাজ, সেইবোৰ আজি দেখিবলৈ নাপাই মোৰ অন্তঃকৰণত কেনেকৈ শান্তি থাকিব পাৰে ? ১৫—১৭ ॥

হে মহাৰাজ, কুণ্ডলধাৰী যুৱক পাচকসকলে আপোনাৰ যি ভ্ৰাতৃসকলক উৎকৃষ্ট প্ৰকাৰে প্ৰস্তুত মধুৰ অন্নাদিৰ দ্বাৰা ভোজন কৰাইছিল, সেই চিৰ-সুখী ভ্ৰাতৃসকলক আজি অৰণ্যত বন্য ফল-মূলাদিৰ দ্বাৰা জীৱন ধাৰণ কৰা দেখি মোৰ মনত শান্তি নাইকিয়া হৈছে। ১৮—২০ ॥

বনবাসী, অতি দুখী এই ভীমসেনৰ কথা চিন্তা কৰি কেলৈ আপোনাৰ উপস্থিত সময়ত খং উঠা নাই ? ২০—২১ ॥

সুখী, অতি ধীৰ ভীমসেনে নিজে দাসোচিত কৰ্ম্মবোৰ কৰি দুখ পোৱা দেখি কি কাৰণত আপোনাৰ ক্ৰোধানল প্ৰজ্বলিত হোৱা নাই ? ২১—২২ ॥

বিবিধ যান আৰু নানা বিধ বস্ত্ৰৰ দ্বাৰা সমাদৃত এই ভীমসেনক বনবাসী হোৱা দেখি কিয় আপোনাৰ খং উঠা নাই ? ২২—২৩ ॥

যি বৃকোদৰে যুদ্ধ-ক্ষেত্ৰত সমস্ত কুৰুকুলক নিৰ্ম্মূল কৰিব পাৰে, তেওঁ আপোনাৰ প্ৰতিজ্ঞাৰ কাৰণেহে এইবোৰ সহ্য কৰি আছে। ২৩—২৪ ॥

হে মহাৰাজ, যি অৰ্জ্জুন বাহুদ্বয়যুক্ত হৈয়ো বহুবাহু অৰ্জ্জুনৰ সমকক্ষ, যিজন বাণ-সন্ধানত অতি ক্ষিপ্ৰ বুলি কালান্তক যমসদৃশ, যাৰ শস্ত্ৰ-প্ৰতাপত সমস্ত ৰজাই অৱনত হৈ আপোনাৰ যজ্ঞত ব্ৰাহ্মণসকলক উপাসনা কৰিছিল, যিজন পুৰুষশ্ৰেষ্ঠক দেৱতা আৰু দানৱসকলে পূজা কৰিছিল, হে ৰজা, আজি সেই অৰ্জ্জুনৰ কথা ভাবি কি কাৰণত আপোনাৰ খং উঠা নাই ? ২৪—২৭ ॥

হে ভৰতবংশধৰ, দুঃখানভিজ্ঞ চিৰ-সুখী অৰ্জ্জুনক বনবাসী হোৱা দেখি কিয় আপোনাৰ কোপানল প্ৰদীপ্ত হোৱা নাই ; সেই কাৰণে মই অত্যন্ত দুখ পাইছো। ২৭—২৮ ॥

যিজনে অকলে ৰথত উঠি দেৱতা, মনুষ্য আৰু সৰ্পগণক পৰাজয় কৰিছিল, সেই অৰ্জ্জুনক বনবাসী হোৱা দেখি কেলৈনো আপোনাৰ খং উঠা নাই ? ২৯ ॥

যিজনে অদ্ভুতাকাৰ ৰথ, অশ্ব আৰু হস্তীৰে পৰিবৃত হৈ ৰজাসকলৰপৰা বলেৰে ধন গ্ৰহণ কৰিছিল, যিজনে একেলগে পাঁচ শ শৰ নিক্ষেপ কৰিব পাৰে ; হে শত্ৰুতাপন, সেই অৰ্জ্জুনক বনবাসী হোৱা দেখি কি বাবে আপোনাৰ ৰোষানল প্ৰজ্বলিত হোৱা নাই ? ৩০—৩১ ॥

ৰণত খড়্গ-চৰ্ম্মধাৰীসকলৰ ভিতৰত শ্ৰেষ্ঠ, উৎসাহী, তৰুণ, শ্যামবৰণীয়া নকুলক বনত দেখি কি কাৰণত কোপানল প্ৰদীপ্ত হোৱা নাই ? ৩২ ॥

হে মহাৰাজ, হে যুধিষ্ঠিৰ, শৌৰ্য্যশালী, সুন্দৰ মাদ্ৰীনন্দন সহদেৱক বনত দেখি কি বাবে আপুনি ক্ষমা কৰি আছে ? ৩৩ ॥

হে মহাৰাজ, চিৰ সুখী নকুল আৰু সহদেৱ—এওঁলোক দুজনক বৰ দুঃখ পোৱা দেখি কি কাৰণত আপোনাৰ খং উঠা নাই ? ৩৩—৩৪ ॥

হে মহাৰাজ, দ্ৰুপদ বংশত ওপজা, মহাত্মা পাণ্ডুৰ পুত্ৰবধূ, ধৃষ্টদ্যুম্নৰ ভগিনী, বীৰ পত্নী আৰু ব্ৰত-পালিকা মোক বনচাৰিণী হোৱা দেখিও আপুনি কিয় কৌৰৱক ক্ষমা কৰি আছে ? ৩৫ ॥

হে ভৰতশ্ৰেষ্ঠ, যিহেতু মোক আৰু ভ্ৰাতৃসকলক এনেকুৱা দুৰৱস্থা-গ্ৰস্ত দেখিও আপোনাৰ মন ব্যথিত হোৱা নাই, গতিকে নিশ্চয় আপোনাৰ ক্ৰোধেই নাই । ৩৬ ॥

জগতত প্ৰসিদ্ধি আছে, ক্ৰোধ-শূন্য ক্ষত্ৰিয় নাই ; কিন্তু ক্ষত্ৰিয় আপোনাত আজি তাৰ ব্যতিক্ৰম দেখিছো । ৩৭ ॥

হে কুন্তীপুত্ৰ, যি ক্ষত্ৰিয়ই উপযুক্ত সময়ত ক্ৰোধ প্ৰদৰ্শন নকৰে, তেওঁক সকলো লোকে সদায় পৰাজয় কৰে । ৩৮ ॥

এতেকে শত্ৰুৰ প্ৰতি ক্ষমা কৰা কোনো প্ৰকাৰে আপোনাৰ অনুচিত, নিজৰ শক্তিৰ দ্বাৰা সিহঁতক নিৰ্ম্মূল কৰিব পাৰিব, এই বিষয়ে সন্দেহ নাই । ৩৯ ॥

সেইদৰে যি ক্ষত্ৰিয়ই ক্ষমাৰ সময়ত ক্ষমা নকৰে, তেওঁ সমস্ত প্ৰাণীৰ অপ্ৰিয় হৈ ইহকাল বা পৰকালত বিনাশ-প্ৰাপ্ত হয় । ৪০ ॥

ইতি মহাভাৰতৰ বনপৰ্ব্বৰ অন্তৰ্গত অৰ্জ্জুনাভিগমন-পৰ্ব্বত দ্ৰৌপদীৰ পৰিতাপ বাক্য নামৰ সপ্তবিংশ অধ্যায় । ২৭ ॥

## ॥ অধ্যায় ২৮ ॥

# ॥ দ্ৰৌপদী-বাক্য ॥

দ্ৰৌপদীয়ে ক'লে—এই বিষয়ে বিৰোচন-পুত্ৰ বলি-প্ৰহ্লাদ সংবাদ নামে এটি প্ৰাচীন ইতিহাস পৌৰাণিকসকলে কয় । ১ ॥

এদিনাখন বলিয়ে মহাজ্ঞানী অসুৰশ্ৰেষ্ঠ ধৰ্ম্মতত্ত্ব-জ্ঞানী দৈত্যৰাজ পিতামহ প্ৰহ্লাদক সুধিলে । ২ ॥

বলিয়ে ক'লে,—হে পূজনীয়, ক্ষমা আৰু ক্ৰোধ এই দুটাৰ ভিতৰত কোনটো শ্ৰেষ্ঠ ? এই বিষয়ে মোৰ সন্দেহ জন্মিছে, আপুনি প্ৰশ্নকাৰী মোক যথাৰ্থৰূপে কওক । ৩ ॥

হে ধৰ্ম্মজ্ঞ, ক্ষমা আৰু ক্ৰোধৰ ভিতৰত যিটো প্ৰশস্ত, তাক মোক নিঃসন্দেহে কওক, আপোনাৰ সকলো উপদেশ সঁচাকৈ পালন কৰিম। ৪॥

বলিৰ এনেকুৱা প্ৰশ্নত সৰ্ব্বনিৰ্ণয়জ্ঞ তত্ত্বজ্ঞানী পিতামহ প্ৰহ্লাদে সন্দিগ্ধ হৈ সোধা তেওঁক তাৰ সকলো উত্তৰ দিবলৈ ধৰিলে। ৫॥

প্ৰহ্লাদে ক'লে—হে বৎস, সদায় ক্ৰোধ শ্ৰেয়স্কৰ নহয়, আৰু সদায় ক্ষমাও মঙ্গল-সাধক নহয়; এই দুয়োটাকে নিঃসন্দেহে জানিবা। ৬॥

বোপা, যিজনে সদায় কেৱল ক্ষমাই কৰে, তেওঁ বহু দোষত দোষী হয়; ভৃত্যসকল উদাসীন হয় আৰু শত্ৰুসকলে তেওঁক পৰাজয় কৰে। ৭॥

বোপা, কোনো লোকে তেওঁক কেতিয়াও সন্মান নকৰে; গতিকে পণ্ডিতসকলে সদায় ক্ষমা কৰাটো বৰ্জ্জন কৰি থাকে। ৮॥

ভৃত্যসকলে প্ৰভুৰ উপকাৰ অনাদৰ কৰি নানা দোষজনক কাম কৰে, ক্ষুদ্ৰ-মনৰ লোকসকলে ক্ষমাশীল প্ৰভুৰ অৰ্থ অপহৰণ কৰিবলৈ অভিলাষ কৰে। ৯॥

অবিবেকী লোকসকলে অন্নপানাদি সংৰক্ষণত নিযুক্ত থাকি তেওঁৰ যান, বস্ত্ৰ, অলঙ্কাৰ, শয্যা, আসন, ভোজন, পান আৰু আন সকলো উপাদান-সামগ্ৰী ইচ্ছানুসাৰে গ্ৰহণ কৰে। ১০—১১॥

তেওঁলোকে স্বামীৰ আদেশ লাভ কৰিও আদিষ্ট দেয় দ্ৰব্যসমূহ আনক দান নকৰে আৰু স্বামীৰ সমুচিত উপচাৰৰ দ্বাৰা তেওঁক কেতিয়াও অৰ্চ্চনা নকৰে; বোপা, ইহলোকত অৱজ্ঞা মৰণতকৈও গৰ্হিত। ১২॥

হে স্নেহভাজন, দাস, পুত্ৰ, ভৃত্য আৰু উদাসীনসকলে তেনেকুৱা ক্ষমাবান লোকক কটু কথা কয়। ১৩॥

এনেকুৱা ক্ষমাশীল লোকক পৰাভৱ কৰি সকলোৱে তেওঁৰ ভাৰ্য্যা গ্ৰহণ কৰিবলৈ ইচ্ছা কৰে আৰু হীনবুদ্ধি এওঁৰ ভাৰ্য্যাও স্বেচ্ছাচাৰিণী হয়। ১৪॥

যদি দুষ্ট লোকসকলে ক্ষমাশীল প্ৰভুৰ ওচৰত অলপো দণ্ড ভোগ নকৰে, তেনেহলে সিহঁতে সদায় অভ্যুদয় লাভ কৰি তেওঁৰ দোষ আৰু অপকাৰ কৰে। ১৫॥

হে বিৰোচন-পুত্ৰ, ক্ষমাশীল লোকৰ এইবোৰ আৰু আন আন বহু দোষ আছে; ইয়াৰ পিছত তুমি ক্ষমাহীন লোকসকলৰ দোষবোৰ শুনা। ১৬॥

ৰজোগুণৰ দ্বাৰা আচ্ছাদিত ক্ৰোধী লোকে যদি স্বীয় ক্ৰোধেৰে পাত্ৰ নাইবা অপাত্ৰৰ প্ৰতি নানা প্ৰকাৰৰ দণ্ড বিধান কৰে, তেনেহলে তেওঁৰ বন্ধুবৰ্গেৰে সৈতে বিৰোধ হয়; আত্মীয়জন আৰু আন আন লোকৰপৰা তেওঁ শত্ৰুতা লাভ কৰে। ১৭-১৮॥

ক্ৰোধী মানুহে আনক অপমান কৰা বাবে নিজে অৰ্থ-হানি, ধিক্কাৰ, অনাদৰ, সন্তাপ, বিদ্বেষ আৰু মোহ ভোগ কৰে আৰু সকলোৱে শত্ৰু হৈ উঠে। ১৯॥

যিজনে ক্ৰোধৰ বশৱৰ্ত্তী হৈ অন্যায় কৰি মানুহক দণ্ড দিয়ে, তেওঁ শীঘ্ৰে ঐশ্বৰ্য্য, প্ৰাণ আৰু স্বজনৰপৰা ভ্ৰষ্ট হয়। ২০॥

যিজনে চোৰ আৰু হত্যাকাৰীৰ ওচৰত ক্ৰোধতেই উপস্থিত হয়, তেওঁলৈ মানুহে ঘৰত বাস কৰা সাপৰ দৰে ভয় কৰে। ২১ ॥

মানুহে যাক সদায় শঙ্কা কৰে, তেওঁৰ কেনেকৈ ঐশ্বৰ্য্য লাভ হব পাৰে? ছিদ্ৰ দেখিলেই মানুহে তেওঁৰ নিশ্চয় অপকাৰ কৰে। ২২ ॥

এতেকে সদায় ক্ৰোধ কৰা নাইবা সদায় কোমল হোৱা অনুচিত, সময় অনুসাৰে কোমল আৰু উগ্ৰ হোৱা উচিত। ২৩ ॥

যথাসময়ত যিজন শান্ত নাইবা উগ্ৰ স্বভাৱৰ হয়, তেওঁ ইহকাল আৰু পৰকালত সুখ লাভ কৰে। ২৪ ॥

পণ্ডিতসকলে যাক সদায় ক্ৰোধৰ দ্বাৰা অনুলঙ্ঘনীয় বুলি কয়, সেই ক্ষমাৰ বিষয়বোৰ বহলাই কওঁ, তুমি শুনা। ২৫ ॥

যদি আগতে উপকাৰ কৰোঁতাজন তোমাৰ কোনো গুৰুতৰ অপৰাধত পৰে, তেন্তে তেওঁৰ উপকাৰ সুঁৱৰি সেই অপৰাধ মাৰ্জ্জনা কৰা উচিত। ২৬ ॥

আকৌ অজ্ঞানত যিজনে অপৰাধ কৰে তেওঁকো ক্ষমা কৰা উচিত, যিহেতু মানুহে সকলো বিষয়ত পাণ্ডিত্য অৰ্জ্জন কৰা সুলভ নহয়। ২৭ ॥

কিন্তু যদি সজ্ঞানে অপৰাধ কৰি তাক অজ্ঞানত কৰা বুলি কয়, তেনেহলে অপৰাধ অলপ হলেও তেনে পাপী, কুটিল লোকক বধ কৰা উচিত। ২৮ ॥

প্ৰথম অপৰাধত সকলো প্ৰাণীকে ক্ষমা কৰা কৰ্ত্তব্য; কিন্তু দ্বিতীয় অপৰাধ সামান্য হলেও অপৰাধীক বধ কৰা উচিত হব। ২৯ ॥

যদি কোনোবাই অজ্ঞানত কোনো প্ৰকাৰ অপকাৰ কৰে, তেন্তে ভালদৰে পৰীক্ষা কৰি তেওঁক মাৰ্জ্জনা কৰা উচিত। ৩০ ॥

সামৰূপ উপায়ৰ দ্বাৰা উগ্ৰ নাইবা শান্ত স্বভাৱৰ সকলোকে বিনাশ কৰিব পাৰি, সামৰ অসাধ্য একোৱেই নাই; এতেকে সামেই শ্ৰেষ্ঠ উপায়। ৩১ ॥

দেশ, কাল আৰু নিজৰ বলাবল বিবেচনা কৰি অপৰাধীক মাৰ্জ্জনা কৰা উচিত, যিহেতু দেশ-কালৰ বাহিৰে আন বিষয়ত ইয়াৰ উপযোগিতা নাই; এতেকে দেশ-কাললৈ অপেক্ষা কৰিবাঁ; সেইদৰে লোক-ভয়ৰ কাৰণেও অপৰাধীক ক্ষমা কৰা কৰ্ত্তব্য। ৩২ ॥

হে বৎস, ক্ষমাৰ এনেকুৱা সময় বুলি জ্ঞানীসকলে কয় আৰু ইয়াৰ বিপৰীত হলেই ক্ৰোধ প্ৰকাশৰ কাল বুলি কয়। ৩৩ ॥

হে মহাৰাজ, মই ভাবোঁ, লোভী, নিত্য-অপৰাধী ধৃতৰাষ্ট্ৰৰ পুত্ৰসকলৰ প্ৰতি আপোনাৰ ক্ৰোধ প্ৰকাশৰ এইটোৱেই সময়। ৩৪ ॥

কাৰণ কৌৰৱসকলক ক্ষমা কৰাৰ আজি আৰু সময় নাই; ক্ৰোধৰ সময় উপস্থিত হলে ক্ৰোধ প্ৰকাশ কৰা কৰ্ত্তব্য। ৩৫ ॥

শান্ত প্ৰকৃতিৰ হলে মানুহে অৱজ্ঞা কৰে আৰু উগ্ৰ স্বভাৱৰ হলে মানুহে ভয় কৰে ; এতেকে সময় অনুসাৰে যিজনে কোমলতা আৰু উগ্ৰতা প্ৰকাশ কৰে, তেওঁ প্ৰকৃত ৰজা । ৩৬ ॥

ইতি মহাভাৰতৰ বনপৰ্ব্বৰ অন্তৰ্গত অৰ্জ্জুনাভিগমন-পৰ্ব্বত দ্ৰৌপদী-বাক্য নামৰ অষ্টবিংশ অধ্যায় । ২৮ ॥

## ॥ অধ্যায় ২৯ ॥

## ॥ দ্ৰৌপদী-যুধিষ্ঠিৰ সংবাদ ॥

যুধিষ্ঠিৰে ক'লে,— হে মহাপ্ৰাজ্ঞ, ক্ৰোধেই মানুহক ধ্বংসৰ পথলৈ নিয়ে আৰু চিন্তা-ভাবনাত পেলায় বুলি জানিবাঁ । গতিকে ক্ৰোধৰ ফলতেই শুভ আৰু অশুভ ফলৰ উৎপত্তি হয় । ১ ॥

হে সুন্দৰী, যি মানুহে ক্ৰোধ দমন কৰে তেওঁৰেই মঙ্গল হয় । হে কল্যাণী, যি মানুহে সদায় ক্ৰোধ দমন কৰিব নোৱাৰে সেই নিদাৰুণ ক্ৰোধ তেওঁৰেই অমঙ্গলৰ কাৰণ হয় । ২ ॥

এই সংসাৰত ক্ৰোধৰ ফলতেই মানুহক ধ্বংসৰ পথলৈ যোৱা দেখা যায় । গতিকে, মোৰ নিচিনা মানুহে কেনেকৈ আত্মনাশকাৰী সেই ক্ৰোধ প্ৰকাশ কৰিব ? ৩ ॥

ক্ৰুদ্ধ মানুহে পাপ কাম কৰে, গুৰুকো বধ কৰে । এনেকি কৰ্কশ কথাৰে শ্ৰেষ্ঠজনকো অপমানিত কৰে । ৪ ॥

কোনটো ক'ব লগীয়া আৰু কোনটো নক'ব লগীয়া, খঙৰ বশীভূত মানুহে তাক বুজিব নোৱাৰে । (গতিকে) ক্ৰুদ্ধ মানুহৰ অকৰ্ত্তব্য কাম একো নাই, তেনেদৰে নকব লগীয়া কথাও একো নাই । ৫ ॥

ক্ৰোধৰ ফলত মানুহে অবধ্যকো বধ কৰে আৰু পূজা বা সম্মান পোৱাৰ অযোগ্যজনকো পূজা বা সম্মান কৰে, এনেকি নিজকো যমৰ নগৰলৈ পঠায় । ৬ ॥

পৰকালত শ্ৰেষ্ঠ সম্পদ লাভ কৰিবলৈ ইচ্ছা কৰা জ্ঞানী লোকসকলে এই দোষবিলাক দেখি ক্ৰোধ জয় কৰে । ৭ ॥

ধীৰ প্ৰকৃতিৰ মানুহে ত্যাগ কৰা সেই ক্ৰোধ আমাৰ নিচিনা মানুহে কেনেকৈ আচৰণ কৰে ? হে দ্ৰৌপদী, এনেদৰে ভাবিলে মোৰ খং নুঠে । ৮ ॥

ক্ৰুদ্ধ জনৰ প্ৰতি যিজনে ক্ৰোধ নকৰে তেৱেঁই নিজক আৰু আনক ডাঙৰ ভয়ৰপৰা ৰক্ষা কৰে, তেৱেঁই উভয়ৰে ত্ৰাণ-কৰ্ত্তা । ৯ ॥

দুৰ্ব্বল মানুহৰ যদি বলৱানৰ ওপৰত খং উঠে তেনেহ'লে সেই মূৰ্খ নিজে নিজেই দুখ-কষ্ট ভুগি মৃত্যুৰ মুখত পৰে। ১০॥

নিজক দমন কৰিব নোৱাৰি শৰীৰ ত্যাগ কৰোঁতাজনৰ পৰকালো নষ্ট নহয়। হে দ্ৰৌপদী, সেই কাৰণে অসমৰ্থজনে ক্ৰোধ দমন কৰিব লাগে বুলি (সাধুসকলে) কয়। ১১॥

বিদ্বান আৰু বলৱান মানুহে (আনৰপৰা) দুখ-কষ্ট পালেও ক্ৰোধ নকৰে; (গতিকে) দুখ-কষ্ট দিওঁতাজনক বধ নকৰাৰ ফলত তেওঁ পৰকালত আনন্দ উপভোগ কৰে। ১২॥

সেই কাৰণে এই কথাখিনি বুজিব পৰা বলৱান আৰু দুৰ্ব্বল উভয়েই সদায় (অনিষ্টকাৰীক) ক্ষমা কৰিব লাগে বুলি সাধুসকলে কয়। ১৩॥

হে কৃষ্ণা, এই সংসাৰত ক্ৰোধ জয় কৰিব পৰা গুণটোকেই সাধুসকলে প্ৰশংসা কৰে। আৰু ক্ষমাশীল সাধুলোকৰেই জয় হয় বুলি কোৱা হয়। ১৪॥

মিছা কথাতকৈ সঁচা কথা আৰু নিৰ্দ্দয়তাতকৈ দয়া শ্ৰেষ্ঠ। কিন্তু যাৰপৰা বহু দোষ ঘটে তেনেকুৱা ক্ৰোধ সাধুসকলে ত্যাগ কৰা উচিত। গতিকে দুৰ্য্যোধনৰপৰা মৰণ মিলিলেও মোৰ নিচিনা লোকে কেনেকৈ বহু দোষযুক্ত ক্ৰোধ প্ৰকাশ কৰে'? ১৫॥

দূৰদৰ্শী জ্ঞানীসকলে যাক তেজস্বী বুলি কয় তেনেকুৱা লোকৰ অন্তৰত খং নোপজে, ই নিশ্চিত। ১৬॥

যিজন উৎপন্ন বুদ্ধিৰ বলত ক্ৰোধ দমন কৰিবলৈ সমৰ্থ, তত্ত্বদৰ্শী পণ্ডিতসকলে তেওঁকেই তেজস্বী বুলি কয়। ১৭॥

হে সুন্দৰী, ক্ৰুদ্ধ মানুহে যথানিয়মে কাৰ্য্যৰ সমালোচনা কৰিব নোৱাৰে, অকাৰ্য্য আৰু মৰ্য্যাদাৰ বিষয়েও বুজিব নোৱাৰে। ১৮॥

ক্ৰুদ্ধজনে অবধ্যকো বধ কৰে, গুৰুৰো অনিষ্ট আচৰণ কৰে; গতিকে শক্তিশালী লোকে ক্ৰোধ আঁতৰত ৰখা উচিত। ১৯॥

ক্ৰোধৰ দ্বাৰা অভিভূত হোৱা মানুহে দক্ষতা, অমৰ্ষ, শৌৰ্য্য আৰু লৰালৰিকৈ কাম কৰা শক্তি— এইবিলাক গুণ কোনো ক্ৰমেই লাভ কৰিব নোৱাৰে। ২০॥

হে মহাপ্ৰাজ্ঞ, ক্ৰোধ পৰিত্যাগ কৰিলে মানুহে ভালকৈ শক্তি লাভ কৰে। কিন্তু খঙাল মানুহৰ পক্ষে সময়মতে প্ৰকাশ হোৱা শক্তি দুৰ্লভ হয়। ২১॥

পণ্ডিতসকলে সদায় ক্ৰোধক তেজ বুলি কয়। বিধাতাই লোক-সংহাৰৰ কাৰণে মানুহৰ মনত ৰজোগুণৰ পৰিণাম-স্বৰূপ ক্ৰোধৰ বিধান কৰিছে। ২২।

গতিকে সচ্চৰিত্ৰৰ মানুহে সদায় ক্ৰোধ পৰিত্যাগ কৰা উচিত। স্বধৰ্ম্মৰপৰা আঁতৰি যোৱাও বৰং ভাল, তথাপি ক্ৰুদ্ধ হোৱা ভাল নহয়। ২৩॥

হে সুন্দৰী, বুদ্ধিহীন মূৰ্খসকলেহে এইবিলাক নিয়ম লঙ্ঘন কৰে। কিন্তু মোৰ নিচিনা মানুহে কেনেকৈ লঙ্ঘন কৰিম? ২৪॥

যদি মানুহৰ মাজত পৃথিৱীৰ নিচিনা ক্ষমাশীল কোনো নাথাকিলহেঁতেন, তেন্তে, সন্ধি স্থাপন নহ'লহেঁতেন, কিয়নো ক্ৰোধেই যুদ্ধৰ মূল। ২৫ ॥

তাপিত হ'লেই তাপ প্ৰদান কৰিব, গুৰুৰ দ্বাৰা আহত হ'লেই তেওঁক আঘাত কৰিব, কোনোবাই আক্ৰোশ কৰিলেই তাৰ প্ৰতি আক্ৰোশ প্ৰকাশ কৰিব, হিংসা কৰিলেই হিংসা কৰিব— এনেকুৱা নিয়মৰ অনুসৰণ কৰিলে গোটেইখন পৃথিৱী ধ্বংসপ্ৰাপ্ত হ'ব আৰু অধৰ্ম্মৰ বৃদ্ধি হ'ব। ২৬—২৭ ॥

বাপেকে পুতেকক, পুতেকসকলে বাপেকক, গিৰিয়েকে ঘৈণীয়েকক আৰু ঘৈণীয়েকে গিৰিয়েকক বিনষ্ট কৰিব। ২৮ ॥

হে কৃষ্ণা, এনেদৰে লোকসকল ক্ৰোধৰ বশীভূত হোৱা হ'লে একেবাৰে সৃষ্টি লোপ পালেহেঁতেন। আৰু কাৰো জন্ম নহ'লহেঁতেন। হে সুন্দৰী, প্ৰজাসকলৰ মিলনেই জন্মৰ কাৰণ। ২৯ ॥

হে দ্ৰৌপদী, ৰজা তেনেকুৱা ক্ৰোধ-পৰায়ণ হ'লে সকলো প্ৰজা অতি শীঘ্ৰে ধ্বংসপ্ৰাপ্ত হয়। গতিকে, হে সুন্দৰী, ক্ৰোধেই প্ৰজাসকলৰ ধ্বংস আৰু অমঙ্গলৰ কাৰণ হয়। ৩০ ॥

এই পৃথিৱীত ক্ষমাশীল লোক থকাৰ কাৰণেই প্ৰজাসকলৰ জন্ম আৰু শ্ৰীবৃদ্ধি হয়। ৩১ ॥

হে সুন্দৰী, সকলো প্ৰকাৰৰ আপদ-বিপদতেই ক্ষমাশীল মানুহে ক্ষমা কৰা উচিত। (কিয়নো) ক্ষমাশীল মানুহৰপৰাই সকলো প্ৰাণীৰ সৃষ্টি হয়। ৩২ ॥

যি মানুহে বলশালীৰ দ্বাৰা অপমানিত, তাড়িত আৰু ক্ৰোধিত হলেও ক্ষমা কৰে আৰু যিজনে সদায় ক্ৰোধ জয় কৰে তেৱেঁই জ্ঞানী আৰু শ্ৰেষ্ঠ পুৰুষ। ৩৩ ॥

ক্ষমতাশালী হ'লেও তেনেকুৱা মানুহৰ সনাতন-লোক প্ৰাপ্তি হয়। কিন্তু অল্প জ্ঞানী ক্ৰোধপৰায়ণ লোকৰেই ইহকাল আৰু পৰকাল নষ্ট হয়। ৩৪ ॥

হে কৃষ্ণা, এই বিষয়ত ক্ষমাশীল লোকসকলৰ বিষয়ে সাধুসকলে এই গাঁথাবিলাকৰ উদাহৰণ দিয়ে। মহাত্মা কাশ্যপ মুনিয়েও সেই গাঁথাবিলাকৰ উল্লেখ কৰিছে। ৩৫ ॥

ক্ষমাইধৰ্ম্ম, ক্ষমাই যজ্ঞ, ক্ষমাই বেদ, ক্ষমাই জ্ঞান। যিজনে এনেদৰে জানিবলৈ সমৰ্থ হয় তেৱেঁই সকলোকে ক্ষমা কৰিব পাৰে। ৩৬ ॥

ক্ষমাই ব্ৰহ্ম আৰু সত্য, ক্ষমাই ভূত আৰু ভবিষ্যৎ, ক্ষমাই তপস্যা আৰু পৱিত্ৰতা। ক্ষমাই এই পৃথিৱীখন ধাৰণ কৰিছে। ৩৭ ॥

যজ্ঞ আৰু ব্ৰহ্মৰ বিষয়ে ভালদৰে জ্ঞান থকা মানুহে আৰু তপস্বীসকলে যি স্থান লাভ কৰে ক্ষমাশীল লোকসকলেও সেই স্থান লাভ কৰে। ৩৮ ॥

যজুৰ্ব্বেদ-বিহিত কৰ্ম্মকাৰী আৰু কৰ্ম্মশীল মানুহৰ স্থান বেলেগ বেলেগ। কিন্তু ক্ষমাশীল লোকৰ স্থান ব্ৰহ্মলোকতেই প্ৰতিষ্ঠিত আৰু সেই স্থান (সকলোৰে) পূজনীয়। ৩৯ ॥

ক্ষমা তেজস্বীসকলৰ তেজ-স্বৰূপ আৰু তপস্বীসকলৰ ব্ৰহ্ম-স্বৰূপ। সত্যপৰায়ণ মানুহৰ পক্ষে ক্ষমাই সত্য, ক্ষমাই যজ্ঞ আৰু ক্ষমাই শান্তি। ৪০ ॥

হে কৃষ্ণা, যি ক্ষমাৰ ওপৰত ব্ৰহ্ম, যজ্ঞ আৰু সত্য প্ৰতিষ্ঠিত, মোৰ নিচিনা মানুহে তেনেকুৱা ক্ষমা কেনেকৈ ত্যাগ কৰিম ? ৬২ ॥

জ্ঞানীলোকসকলে সদায় ক্ষমা প্ৰদৰ্শন কৰেই। যেতিয়াই জ্ঞানী লোকে সকলোকে ক্ষমা কৰে তেতিয়াই তেওঁৰ ব্ৰহ্মলোক প্ৰাপ্তি হয়। ৪২ ॥

ক্ষমাশীল মানুহৰ ইহলোক আৰু পৰলোক এই উভয়লোকেই হস্তগত হয়। তেওঁবিলাকে ইহলোকত সন্মান আৰু পৰলোকত শুভলোক লাভ কৰে। ৪৩ ॥

যিসকল মানুহৰ ক্ৰোধ ক্ষমাগুণৰ প্ৰভাৱত পৰাহত হয় তেওঁবিলাকৰ পৰম পৱিত্ৰ লোক লাভ হয়। গতিকে ক্ষমা-গুণেই শ্ৰেষ্ঠ। ৪৪ ॥

মহৰ্ষি কাশ্যপে ক্ষমা-শীল মানুহৰ উদ্দেশ্যে সদায় এই গাঁথা গাই থাকে। হে দ্ৰৌপদী, ক্ষমা সম্বন্ধে গোৱা গাঁথাৰ বিষয়ে শুনিলা। গতিকে এতিয়া সন্তুষ্ট হোৱাঁ, খং নকৰিবাঁ। ৪৫ ॥

পিতামহ শান্তনুনন্দন ভীষ্ম আৰু দৈৱকীনন্দন শ্ৰীকৃষ্ণই শান্তিকেই ভালদৰে পূজা কৰিব। ৪৬ ॥

আচাৰ্য্য কৃপ, বিদুৰ আৰু সঞ্জয়েও শান্তিৰ কাৰণেই উল্লেখ কৰিব। ৪৭ ॥

সোমদত্ত, যুযুৎসু, দ্ৰোণপুত্ৰ অশ্বত্থামা আৰু আমাৰ পিতামহ ব্যাসদেৱেও সদায় শান্তিৰ কথাকেই ক'ব। ৪৮ ॥

এতিয়া মোৰ ধাৰণা হৈছে যে এইসকল মানুহে মহাৰাজ ধৃতৰাষ্ট্ৰ বা তেওঁৰ পুত্ৰক শান্তিৰ পথলৈ নিলে তেওঁলোকে আমাক ৰাজ্য প্ৰত্যৰ্পণ কৰিব পাৰে। কিন্তু (তেওঁলোক) লোভৰ বশীভূত হ'লে ধ্বংসপ্ৰাপ্ত হ'ব। ৪৯।

হে সুন্দৰী, ভৰতৰ বংশধৰসকলৰ ধ্বংসৰ কাৰণে এই দাৰুণ কাল উপস্থিত হৈছে। মই পূৰ্ব্বৰপৰাই এইটো ঠিক কৰি ৰাখিছো। ৫০ ॥

দুৰ্য্যোধন ৰাজকাৰ্য্যৰ অযোগ্য। গতিকে তেওঁ কেতিয়াও ক্ষমা অৱলম্বন নকৰিব। কিন্তু তেওঁলোকৰ ভিতৰত ময়েই যোগ্য পাত্ৰ। গতিকে ক্ষমাই মোকেই আশ্ৰয় কৰিছে। ৫১ ॥

ক্ষমা আৰু অনৃশংসতা মহাত্মাসকলৰ চৰিত্ৰ-স্বৰূপ আৰু সেইটোৱেই সনাতন ধৰ্ম্ম। গতিকে প্ৰকৃত পক্ষে মই ক্ষমা অৱলম্বন কৰিম। ৫২ ॥

॥ ইতি মহাভাৰতৰ বনপৰ্ব্বৰ অন্তৰ্গত অৰ্জ্জুনাভিগমন-পৰ্ব্বত দ্ৰৌপদী-যুধিষ্ঠিৰ সংবাদ নামৰ ঊনত্ৰিংশ অধ্যায়। ২৯ ॥

॥ অধ্যায় ৩০ ॥

## ॥ দ্ৰৌপদীৰ উক্তি ॥

দ্ৰৌপদীয়ে ক'লে—(হে নাথ), যি ধাতা আৰু বিধাতাই মোহ জন্মাই বলেৰে ৰাজ্য আক্ৰমণ-ৰূপ পিতৃ পৰম্পৰাগত কৰ্ত্তব্য কৰ্ম্মত আপোনাৰ মন অন্যফালে নিছে, সেই ধাতা আৰু বিধাতাক নমস্কাৰ কৰোঁ। ১॥

কৰ্ম্মই (উত্তম মধ্যম প্ৰভৃতি পৃথক পৃথক) লোক প্ৰাপ্তিৰ সাধন, আৰু কৰ্ম্মৰ ফল নিত্য (অনিবাৰ্য্য)। মানুহে লোভত মোক্ষ লাভ কৰিবলৈ ইচ্ছা কৰে। ২॥

ধৰ্ম্ম, দয়া, ক্ষমা আৰু সৰলতাৰ দ্বাৰা আৰু লোকাপবাদলৈ ভয় কৰি মানুহে ইহলোকত উন্নতি কৰিব নোৱাৰে। ৩॥

হে ভাৰত, এনেকুৱা দুৰৱস্থাত পৰাৰ অযোগ্য হলেও আপুনি আৰু আপোনাৰ এই মহা শক্তিশালী ভ্ৰাতৃসকল সেই দুৰৱস্থাত পৰিছে। এইটো সহিব নোৱাৰি। ৪॥

ৰাজ্য-শাসন কালত অথবা বিবাদৰ সময়ত আপোনালোকে একোকে ধৰ্ম্মতকৈ প্ৰিয় বুলি নাজানিছিল। ধৰ্ম্মক নিজৰ জীৱনতকৈও প্ৰিয়তৰ বুলি ভাবিছিল। ৫॥

ধৰ্ম্মৰ কাৰণেই আপোনাৰ ৰাজ্য আৰু জীৱন। এই কথাটো ব্ৰাহ্মণ, গুৰুজন আৰু দেৱতাসকলেও জানে। ৬॥

মই ভাবোঁ যে আপুনি ভীম, অৰ্জ্জুন, মাদ্ৰীৰ পুত্ৰ দুজন আৰু মোকো ত্যাগ কৰিব পাৰে, কিন্তু ধৰ্ম্ম ত্যাগ কৰিব নোৱাৰে। ৭॥

ধৰ্ম্ম ৰক্ষাকাৰী ৰজাক সেই ৰক্ষিত ধৰ্ম্মই ৰক্ষা কৰে বুলি মই আৰ্য্যসকলৰপৰা শুনিবলৈ পাইছো। কিন্তু মই ভাবোঁ যে ধৰ্ম্মই আপোনাক ৰক্ষা কৰা নাই। ৮॥

হে নৰশ্ৰেষ্ঠ, যেনেকৈ নিজৰ ছায়া নিজৰেই অনুগামী হয় তেনেকৈ আপোনাৰ অসাধাৰণ বুদ্ধিও সদায় ধৰ্ম্মৰেই অনুগামী হৈছে। ৯॥

আপুনি সমগ্ৰ পৃথিবীৰ আধিপত্য লাভ কৰিও নিজৰ সমকক্ষ, কনিষ্ঠ আৰু শ্ৰেষ্ঠজনক অপমানিত কৰা নাই আৰু আপোনাৰ অভিমান বা অহঙ্কাৰো হোৱা নাই। ১০॥

হে পাৰ্থ, স্বাহা শব্দ, স্বধা শব্দ আৰু পূজাৰ দ্বাৰা দেৱতা, পিতৃ আৰু ব্ৰাহ্মণসকলক আপুনি সদায় পূজা কৰি থাকে। ১১॥

হে ভাৰত, সকলো প্ৰকাৰৰ উপভোগৰ দ্বাৰা আপুনি ব্ৰাহ্মণ, যতি, সন্ন্যাসী আৰু গৃহীসকলক তৃপ্ত কৰিছিল। ১২॥

আপুনি (ব্ৰাহ্মণ, যতি, সন্ন্যাসী আৰু গৃহীসকলক) স্বৰ্ণ-পাত্ৰত ভোজন কৰাইছিল। মই তেখেতসকলৰ পৰিচৰ্য্যা কৰিছিলো আৰু বানপ্ৰস্থীসকলক স্বৰ্ণাদি ধাতু-

নির্ম্মিত পাত্র দিয়া হৈছিল। আপোনাৰ ঘৰত ব্ৰাহ্মণসকলৰ উদ্দেশ্যে অদেয় বস্তু একো নাছিল। ১৩॥

আপুনি শান্তিৰ কাৰণে অতিথি আৰু আন আন প্ৰাণীসকলৰ তৃপ্তিৰ উদ্দেশ্যে বৈশ্বদেৱ বলি প্ৰদান কৰি শিষ্টাচাৰেৰে সৈতে ঘৰত বাস কৰিছিল। ১৪॥

যজ্ঞ, পশু-বন্ধন, কাম্য আৰু নৈমিত্তিক কৰ্ম্ম, পাকযজ্ঞ আৰু যজ্ঞকৰ্ম্ম—এইবিলাক কাম আপোনাৰ সদায় হৈ আছিল। ১৫॥

ৰাজ্যভ্ৰষ্ট হৈ দস্যুসকলৰ বাসস্থান এই নির্জ্জন অৰণ্যত বাস কৰিও আপুনি ধৰ্ম্মৰপৰা আঁতৰি যোৱা নাই। ১৬॥

অশ্বমেধ, ৰাজসূয়, পুণ্ডৰীক আৰু গোসৱ আদি যজ্ঞ কৰাই আপুনি প্ৰচুৰ দক্ষিণা দিছিল। ১৭॥

হে মহাৰাজ, পাশাখেলত বিষম পৰাজয়ৰ সময়ত আপোনাৰ বিপৰীত বুদ্ধিৰ ফলত আপুনি ৰাজ্য, ধন, অস্ত্ৰ-শস্ত্ৰ আৰু ভ্ৰাতৃসকলকো হেৰুৱাইছিল। ১৮॥

আপুনি সৰল, মৃদু, বদান্য, লজ্জাশীল আৰু সত্যবাদী। এনেকুৱা আপোনাৰ কেনেকৈ পাশা খেলত বিপৰীত বুদ্ধি হ'ল? ১৯॥

আপোনাৰ এনেকুৱা দুখ আৰু আপদ হোৱা দেখি মোৰ মনত দুখ উপস্থিত হৈছে। ২০॥

এই বিষয়ে মানুহে পূৰণি ইতিহাসৰ এই উদাহৰণ দিয়ে—লোকসকল নিজৰ বশীভূত নহ'লেও ঈশ্বৰৰ বশীভূত হৈ চলে। ২১॥

বিধাতা প্ৰাণীসকলক প্ৰিয়, অপ্ৰিয়, সুখ আৰু দুখ দিওঁতাৰ পৰাকী; তেৱেঁই পূৰ্ব্বজন্মৰ কৰ্ম্ম অনুসাৰে সকলো বিধান কৰে। ২২॥

হে নৰবীৰ, যেনেকৈ সূত্ৰধাৰে নচুওৱা কাঠৰ পুতলাই নিজৰ অঙ্গ-প্ৰত্যঙ্গ সঞ্চালন কৰে তেনেদৰে বিধাতাৰ প্ৰেৰণাত সকলো জীৱই অঙ্গ-প্ৰত্যঙ্গৰ দ্বাৰা চেষ্টা কৰে। ২৩॥

হে ভাৰত, সেই ঈশ্বৰেই সকলো ভূতভেই আকাশৰ দৰে ব্যাপ্ত হৈ সংসাৰত শুভ আৰু অশুভ বিধান কৰিছে। ২৪॥

জৰীৰে বন্ধা চৰাইৰ দৰে সকলো প্ৰাণীয়েই পৰাধীন। ঈশ্বৰৰ অধীনত থাকি নিজৰ বা আনৰ ওপৰত কোনেও প্ৰভুত্ব কৰিব নোৱাৰে। ২৫॥

জীৱসমূহ সূতাৰে গঁথা মণি, নাকী-জৰী লগোৱা বলধ আৰু (নদী আদিৰ) পাৰৰপৰা বাগৰি সোঁতত পৰা গছৰ দৰেই (স্বাধীন নহয়)। ২৬॥

(এই সংসাৰখন) তন্ময়। এই সংসাৰে ঈশ্বৰৰ আদেশ পালন কৰিছে। গতিকে মানুহে আত্মাৰ অধীন হৈ অলপ সময়ো অতিবাহিত কৰিব নোৱাৰে। ২৭॥

এই জীৱসমূহ নিজৰ সুখ-দুখৰ গৰাকী নহয়। গতিকে ঈশ্বৰে স্বৰ্গ বা নৰক য'লৈ পঠায় জীৱ তালৈকেই যায়। ২৮॥

হে ভাৰত, যেনেকৈ খাঁহ-বনৰ আগবিলাক প্ৰবল বায়ুৰ বশীভূত হয় তেনেকৈ সকলো প্ৰাণীয়েই ঈশ্বৰৰ বশীভূত হয়। ২৯॥

ঈশ্বৰেই (মানুহক) পাপ আৰু পুণ্য কামত নিযুক্ত কৰি সকলো প্ৰাণীতে ব্যাপি আছে। কিন্তু তেওঁক ঈশ্বৰৰূপে কোনেও দেখা নাপায়। ৩০॥

এই ক্ষেত্ৰ নামৰ শৰীৰটোৱেই ঈশ্বৰৰ নিমিত্ত মাত্ৰ। ঈশ্বৰে এই শৰীৰৰ দ্বাৰায়ে ভাল বেয়া সকলো কাম কৰায়। ৩১॥

চাওক, ঈশ্বৰে কি মহা প্ৰভাৱ বিস্তাৰ কৰিছে! তেওঁৱেই নিজৰ মায়াৰ দ্বাৰা মোহিত কৰি প্ৰাণীসমূহৰ দ্বাৰাই প্ৰাণীসকলক বধ কৰাইছে। ৩২॥

তত্ত্বদৰ্শী মুনিসকলে প্ৰাণীসকলৰ এই সৃষ্টিক ইন্দ্ৰজালৰ নিচিনা দেখে; কিন্তু ই বায়ুৰ বেগৰ দৰে অন্য প্ৰকাৰে পৰিবৰ্ত্তিত হয়। ৩৩॥

মানুহে সেই প্ৰাণীসকলক অন্যৰূপে ভাবে। কিন্তু ঈশ্বৰে (সেই প্ৰাণীসকলক) অন্যৰকমে উৎপন্ন আৰু বিকৃত কৰে। ৩৪॥

হে যুধিষ্ঠিৰ, যেনেকৈ কাঠৰ দ্বাৰা কাঠ, শিলৰ দ্বাৰা শিল, লোৰ দ্বাৰা লো আৰু অচেতন পদাৰ্থৰ দ্বাৰা অচেতন পদাৰ্থ ছেদন কৰা যায়, তেনেদৰে ভগৱান স্বয়ম্ভূ প্ৰপিতামহই ছল কৰি প্ৰাণীসকলৰ দ্বাৰায় প্ৰাণীসকলৰ ধ্বংস সাধন কৰিছে। ৩৫-৩৬॥

যেনেকৈ সৰু সৰু ল'ৰা-ছোৱালীয়ে পুতলাৰে ওমলে তেনেদৰে ইচ্ছামতে কাম কৰিবলৈ সমৰ্থ ভগৱন্ত পুৰুষেও কেতিয়াবা সংযোগ আৰু কেতিয়াবা বিয়োগ ঘটাই প্ৰাণীসকলেৰে ধেমালি কৰিছে। ৩৭॥

হে মহাৰাজ, ঈশ্বৰ প্ৰাণীসকলৰ প্ৰতি পিতৃ-মাতৃৰ দৰে মৰমিয়াল নহয়, ইতৰ মানুহৰ দৰে ৰোষাবিষ্ট হৈয়েই যেন ব্যৱহাৰ কৰে। ৩৮॥

আৰ্য্যসকলক সচ্চৰিত্ৰ আৰু লজ্জাশীল হৈ জীৱন যাপন কৰা দেখি অনাৰ্য্য-সকলে ধন আদিৰ চিন্তাত বিহ্বল হৈ সুখেৰে বাস কৰা দেখা যায়। ৩৯॥

হে পাৰ্থ, চিন্তাৰ কাৰণে আপোনাৰ এনেকুৱা বিপদ আৰু দুৰ্য্যোধনৰ সম্পদ হোৱা দেখি সেই বিষমদৰ্শী ঈশ্বৰক মই নিন্দা কৰোঁ। ৪০॥

আৰ্য্যশাস্ত্ৰ লঙ্ঘনকাৰী, ক্ৰূৰ, লোভী আৰু অধাৰ্ম্মিক দুৰ্য্যোধনক ৰাজ্যদান কৰি ঈশ্বৰে কি ফল পাইছে? ৪১॥

যদি অনুষ্ঠান কৰা কৰ্ম্মৰ ফল অকল কৰ্ত্তাই ভোগ কৰে, আনে নকৰে, তেনেহলে (সেই কামত নিযুক্ত কৰা) কৰ্ম্মৰ ফলত নিশ্চয় ঈশ্বৰো পাপত লিপ্ত হ'ব লাগিব। ৪২॥

হেতুকৰ্ত্তা হৈয়ো যদি ঈশ্বৰে কৰ্ম্মজনিত পাপ ভোগ নকৰে, তেনেহ'লে বল-কেই তাৰ কাৰণ বুলি ধৰিব লাগিব। (গতিকে) দুৰ্ব্বল লোকসকলৰ কাৰণে মই দুখ কৰোঁ। ৪৩॥

ইতি মহাভাৰতৰ বনপৰ্ব্বৰ অন্তৰ্গত অৰ্জ্জুনাভিগমন-পৰ্ব্বত দ্ৰৌপদীৰ উক্তি নামৰ ত্ৰিংশ অধ্যায়। ৩০॥

॥ অধ্যায় ৩১ ॥

## ॥ যুধিষ্ঠিৰৰ উক্তি ॥

যুধিষ্ঠিৰে ক'লে,— হে যাজ্ঞসেনী, তুমি কোৱা সুললিত আৰু শোভন কথা-খিনি শুনিলো। কিন্তু তুমি নাস্তিকৰ দৰে কথা কৈছা। ১ ॥

হে ৰাজপুত্ৰী, মই ফলাকাঙ্ক্ষী হৈ কৰ্ম্মৰ অনুষ্ঠান নকৰোঁ। কিন্তু দান কৰা কৰ্ত্তব্য বুলি দান কৰোঁ আৰু যজ্ঞ কৰা কৰ্ত্তব্য বুলি যজ্ঞ কৰোঁ। ২ ॥

হে কৃষ্ণা, ফল থাকক বা নাথাকক, গাৰ্হস্থ্য-আশ্ৰমত থাকি যিবিলাক কাম কৰা উচিত, সেইবিলাক কামকেই মই শক্তি অনুসাৰে কৰিছো। ৩ ॥

হে সুন্দৰী, সাধুসকলৰ ব্যৱহাৰ দেখি শাস্ত্ৰ অনুসাৰে মই ধৰ্ম্ম-কাৰ্য্য কৰোঁ। কিন্তু সেই কামৰ ফললৈ আশা নকৰোঁ। ৪ ॥

হে কৃষ্ণা, মোৰ মন স্বাভাৱিকতেই ধৰ্ম্মানুৰাগী। যি লোকে স্বৰ্গাদি ফল লাভৰ আশাত ধৰ্ম্মাচৰণ কৰে তেওঁ ধৰ্ম্মবণিক। গতিকে তেওঁ ধাৰ্ম্মিকসকলৰ মাজত হীন আৰু জঘন্য। ৫ ॥

যিজনে ধৰ্ম্মৰ ফল কামনা কৰি ধৰ্ম্ম কৰে আৰু যিজনে নাস্তিকতাৰ কাৰণে ধৰ্ম্মত বিশ্বাস নকৰে সেই পাপীয়ে ধৰ্ম্ম-কাৰ্য্য কৰি ফল নাপায়। ৬ ॥

মই বেদোক্ত প্ৰমাণ অনুসাৰে (এই কথা) কৈছো। তুমি ধৰ্ম্মৰ প্ৰতি কেতিয়াও সন্দেহ নকৰিবা। (কিয়নো) ধৰ্ম্মত সন্দেহ থকা মানুহৰ অধোগতি হয়। ৭ ॥

যি হীনমতি মানুহে ধৰ্ম্মত অবিশ্বাস আৰু আৰ্য্যসকলৰ মত অশ্ৰদ্ধা কৰে, সেই মানুহ শূদ্ৰ বেদৰ বাহিৰত থকাৰ দৰে, দেৱলোকৰপৰা আঁতৰি থাকিব লগাত পৰে। ৮ ॥

হে মনস্বিনী, ভদ্ৰ বংশত জন্ম গ্ৰহণ কৰি ধৰ্ম্মপৰায়ণ বা বেদাধ্যায়ী হোৱা বাজৰ্ষিক ধাৰ্ম্মিকসকলে স্থবিৰ বুলি কয়। ৯ ॥

যি মূৰ্খই শাস্ত্ৰৰ নিয়ম উল্লঙ্ঘন কৰি ধৰ্ম্মৰ প্ৰতি অশ্ৰদ্ধা প্ৰকাশ কৰে, সি শূদ্ৰ আৰু তস্কৰতকৈও পাপী। ১০ ॥

স্থিৰ মনৰ মহা তপস্বী মাৰ্কণ্ডেয় মুনি ধৰ্ম্মৰ প্ৰভাৱত চিৰজীৱী হোৱা তুমিয়েই স্বচক্ষে দেখিছা। ১১ ॥

ব্যাস, বশিষ্ঠ, মৈত্ৰেয়, নাৰদ, লোমশ, শুকদেৱ আৰু আন আন বিশুদ্ধ মনৰ ঋষিসকল ধৰ্ম্মৰ প্ৰভাৱত দিব্যযোগ-সম্পন্ন হৈ অভিশাপ দিবলৈ আৰু বৰ দান কৰিবলৈ সমৰ্থ হৈছে আৰু তেওঁলোকে দেৱতাতকৈও অধিক গৌৰৱ লাভ কৰিছে। ১২—১৩ ॥

হে পুণ্যৱতী, দেৱতাসকলৰ দৰে বিখ্যাত আৰু বেদজ্ঞ এই ঋষিসকলে সদায় সৰ্ব্বপ্ৰথমে ধৰ্ম্মকেই কৰ্ত্তব্য বুলি বৰ্ণনা কৰিছে। ১৪ ॥

গতিকে, হে কল্যাণীয়া ৰাণী, তুমি ভ্ৰান্তচিত্তা হৈ ধৰ্ম্মৰ প্ৰতি অশ্ৰদ্ধা আৰু ঈশ্বৰক তিৰস্কাৰ কৰা উচিত নহয় । ১৫ ॥

বালকবিলাকে সকলো তত্ত্বজ্ঞানীকেই পাগল বুলি ভাবে, সিহঁতে ধৰ্ম্ম আচৰণ কৰাত সন্দেহ কৰি আনৰ ওচৰত প্ৰমাণ বিচাৰে । ১৬ ॥

সিহঁতে নিজে নিজক ঠিক বুলি ভাবি গৰ্ব্বিত হয় আৰু ধৰ্ম্মৰ অৱমাননা কৰে আৰু অকল ইন্দ্ৰিয় সুখ সম্বন্ধীয় লৌকিক কাৰ্য্যবিলাক কৰিবলৈ অঙ্গীকাৰ কৰি অতীন্দ্ৰিয় বিষয়ত মুগ্ধ হয় । ১৭ ॥

যি মানুহে ধৰ্ম্মৰ প্ৰতি সন্দেহ কৰে সেই পাপাত্মাৰ প্ৰায়শ্চিত্ত নাই । সেই হতভগীয়াই কেৱল অৰ্থচিন্তাত মগ্ন হৈ (কাল অতিবাহিত কৰে) আৰু পবিত্ৰ লোক নাপায় । ১৮ ॥

যি মানুহে প্ৰমাণ লব্ধলৈ পৰাঙ্মুখ হৈ বেদ-শাস্ত্ৰৰ অৰ্থৰ নিন্দা কৰে আৰু যি কাম-ক্ৰোধৰ বশীভূত হয়, তেনেকুৱা মানুহ নৰকলৈ যায় । ১৯ ॥

হে কল্যাণী, যি উত্তম মনৰ মানুহে অসন্দিগ্ধ চিত্তে সদায় ধৰ্ম্মবেই আচৰণ কৰে, তেওঁ পৰকালত অনন্ত-সুখ ভোগ কৰে । ২০ ॥

যি মূৰ্খ ঋষিসকলে দি যোৱা প্ৰমাণ আৰু সকলো শাস্ত্ৰৰ মত উলংঘা কৰি ধৰ্ম্ম আচৰণ কৰিবলৈ পৰাঙ্মুখ হয়, সি জন্ম-জন্মান্তৰেও শুভ ফল লাভ কৰিব নোৱাৰে । ২১ ॥

হে সুন্দৰী, যিজনে ঋষি-বাক্যক প্ৰমাণ বুলি নধৰে আৰু শিষ্টাচাৰ মানি নচলে তেনেজনৰ ইহলোক আৰু পৰলোক উভয়েই নিশ্চয় নষ্ট হয় । ২২ ॥

হে কৃষ্ণা, আমি আচৰণ কৰা ধৰ্ম্ম আৰু সৰ্ব্বজ্ঞ সৰ্ব্বদৰ্শী ঋষিসকলে কৈ যোৱা পুৰাণৰ কথাবিলাকত অবিশ্বাস নকৰিবা । ২৩ ॥

হে দ্ৰৌপদী, সাগৰ পাৰ হ'বলৈ ইচ্ছা কৰা বণিকসকলৰ নৌকাৰ দৰে দেৱ-লোকলৈ যাবৰ কাৰণে ইচ্ছা কৰা মানুহৰ ধৰ্ম্মই একমাত্ৰ ভেলা-স্বৰূপ । ২৪ ॥

হে সুন্দৰী, যদি ধাৰ্ম্মিকসকলে আচৰণ কৰা ধৰ্ম্ম বিফল হলাহেঁতেন তেনেহ'লে এই সংসাৰখন ঘোৰ অন্ধকাৰত নিমগ্ন হ'লহেঁতেন । ২৫ ॥

যদি তপস্যা, ব্ৰহ্মচৰ্য্য, যজ্ঞ, বেদ-শাস্ত্ৰৰ অধ্যয়ন, দান আৰু সৰলতা প্ৰভৃতি ধৰ্ম্ম বিফল হ'লহেঁতেন তেনেহ'লে কোনেও নিৰ্ব্বাণ, বিদ্যা আদি কোনো ফলকেই নাপালেহেঁতেন, তেওঁলোকে কেৱল পশুৰ দৰে জীৱন যাপন কৰিব লগা হ'ল-হেঁতেন । ২৬-২৭ ॥

যদি পৰম্পৰাক্ৰমে কোনেও ধৰ্ম্ম আচৰণ নকৰিলেহেঁতেন আৰু কৰিলেও যদি তাৰ ফল নেপালেহেঁতেন, তেনেহ'লে এই ধৰ্ম্ম-কাৰ্য্য একেবাৰেই লোপ পালেহেঁতেন । ২৮ ॥

ঋষি, দেৱতা, গন্ধৰ্ব্ব, অসুৰ আৰু ৰাক্ষসসকল প্ৰভুত্বশালী হৈয়ো কি কাৰণে আগ্ৰহ কৰি ধৰ্ম্ম আচৰণ কৰে ? ২৯ ॥

হে কৃষ্ণা, বিধাতাই ইহলোকত ধৰ্ম্মৰ ফল দান কৰে বুলি জানিব পাৰি তেখেতসকলে মঙ্গলৰ কাৰণে ধৰ্ম্ম আচৰণ কৰে । সেই মঙ্গলেই সনাতন সুখ । ৩০ ॥

ধৰ্ম্ম কেতিয়াও নিষ্ফল নহয় আৰু অধৰ্ম্মও বলৱান নহয়। বিদ্যা আৰু তপস্যাৰ ফলো তেনেকুৱা (অৰ্থাৎ নিষ্ফল নহয়)। ৩১ ॥

হে কৃষ্ণা, তোমাৰ আৰু প্ৰতাপশালী ধৃষ্টদ্যুম্নৰ জন্ম-বৃত্তান্তৰ বিষয়ে যেনেদৰে শুনিছা সেই কথাটো তেনেকুৱা বুলিয়েই জানিবাঁ। ৩ ॥

হে শুচিস্মিতা, ইমানবোৰ ধৰ্ম্ম আচৰণ কৰিলে তাৰ ফল হয় নে নহয় তোমা-লোকেই তাৰ প্ৰমাণ। ধীৰ প্ৰকৃতিৰ মানুহে কৰ্ম্মৰ অলপ ফল পালেই সন্তুষ্ট হয়। ৩৩ ॥

অলপ বুদ্ধিৰ বিদ্বানসকল অধিক ফল লাভ কৰিলেও সন্তুষ্ট নহয়। গতিকে তেওঁবিলাকে মৃত্যুৰ পাছত জন্ম লাভ কৰি ধৰ্ম্মৰ ফলত অলপো সুখ লাভ নকৰে। ৩৪ ॥

হে গৰৱিণী, দেৱতাসকলেও পাপ-পুণ্যৰ ফল আৰু জন্ম মৃত্যুৰ বিষয়ে ভাল দৰে জানিব নোৱাৰে। ৩৫ ॥

যি মানুহে এইবিলাক বিষয়ত অভিজ্ঞতা লাভ কৰিও আন আন মানুহক মুগ্ধ কৰি ৰাখে সি হাজাৰ হাজাৰ কল্পতো শুভ ফল লাভ কৰিব নোৱাৰে। ৩৬ ॥

গূঢ় মায়াৰ দেৱতাসকলেও ধৰ্ম্ম-বিষয়ৰ সেই কৰ্ম্মবিলাক ৰক্ষা কৰে। শান্ত প্ৰকৃতিৰ আৰু ইন্দ্ৰিয় দমনকাৰী ব্ৰাহ্মণসকলে তপস্যাৰ প্ৰভাৱত পাপহীন হৈ আৰু ধ্যানৰ ফল লাভ কৰি এইবিলাক দেখিবলৈ পায়। ৩৭ ॥

ফল দৰ্শন নহ'লেও ধৰ্ম্ম বা দেৱতাৰ প্ৰতি অশ্ৰদ্ধা কৰা উচিত নহয়। হিংসা ভাব পৰিত্যাগ কৰি বিশেষ যত্নেৰে যজ্ঞ আৰু দান কৰা উচিত। ৩৮ ॥

কাৰণ এইটোৱেই সনাতন ধৰ্ম্ম-স্বৰূপে নিৰ্দ্দিষ্ট হৈছে আৰু ইহলোকতো কৰ্ম্মৰ ফল দেখা গৈয়েই আছে। হে কৃষ্ণা, ব্ৰহ্মাই পুত্ৰসকলক যি কথা কৈছে আৰু কশ্যপ মুনিয়েও যি কথা জানিব পাৰিছে তাৰ দ্বাৰা তোমাৰ সন্দেহ নিয়মৰ নিচিনাকৈ নাশপ্ৰাপ্ত হওক। সকলো বিষয়েই শাস্ত্ৰানুসাৰে প্ৰচলিত হৈ আছিছে বুলি ঠিক কৰি তুমি নাস্তিক ভাব ত্যাগ কৰাঁ। ৩৯—৪০ ॥

সকলো ভূতৰ ঈশ্বৰ ধাতাক তিৰস্কাৰ নকৰিবাঁ। সেই ঈশ্বৰক বিশেষভাৱে জানিবলৈ ইচ্ছা কৰাঁ আৰু নমস্কাৰ জনোৱাঁ—তোমাৰ যেন আকৌ এনেকুৱা বুদ্ধি নহয়। ৪১ ॥

হে কৃষ্ণা, ভক্তজনে মৰণশীল হৈয়ো যাৰ অনুগ্ৰহত অমৰত্ব লাভ কৰে সেই শ্ৰেষ্ঠ দেৱতাক তুমি কোনো প্ৰকাৰে অৱমাননা নকৰিবাঁ। ৪২ ॥

ইতি মহাভাৰতৰ বনপৰ্ব্বৰ অন্তৰ্গত অৰ্জ্জুনাভিগমন-পৰ্ব্বত যুধিষ্ঠিৰৰ উক্তি নামৰ একত্ৰিংশ অধ্যায়। ৩১ ॥

॥ অধ্যায় ৩২ ॥

# ॥ দ্ৰৌপদীৰ উক্তি ॥

দ্ৰৌপদীয়ে ক'লে,—হে পাৰ্থ, মই ধৰ্ম্মৰ অৱমাননা বা নিন্দা কৰা নাই। সৰ্ব্বভূতৰ ঈশ্বৰ প্ৰজাপতিৰেই বা কেনেকৈ অপমান কৰোঁ ? ১ ॥

হে ভাৰত, মই দুখত কাতৰ হৈছো কাৰণেহে এনেদৰে বিলাপ কৰিছো। মই আকৌ বিলাপ কৰিম, আপুনি সুস্থিৰ মনেৰে শুনক। ২ ॥

হে শত্ৰু দমনকাৰী, এই সংসাৰত জ্ঞানীসকলৰ পক্ষে ধৰ্ম্ম কৰাই উচিত। কিয়নো স্থাৱৰ আৰু মানুহ—এওঁলোকে কৰ্ম্ম নকৰিলেও নিশ্চয় জীয়াই থাকে। ৩ ॥

হে যুধিষ্ঠিৰ, গৰু আদি জীৱবিলাকে মাতৃ-স্তন পানকে আদি কৰি চাঁত জিৰণি লোৱা প্ৰভৃতি নানা কৰ্ম্মৰ দ্বাৰা জীয়াই থাকে। ৪ ॥

হে ভৰত-বংশাগ্ৰণী, বিশেষকৈ জঙ্গমবিলাকৰ ভিতৰত মানুহেই কৰ্ম্মৰ দ্বাৰা ইহলোক আৰু পৰলোকত নিজ নিজ বৃত্তি লাভ কৰিবলৈ ইচ্ছা কৰে। ৫ ॥

সকলো প্ৰাণীয়েই প্ৰাক্তন কৰ্ম্মৰ সংস্কাৰ অৱলম্বন কৰে আৰু সেইমতে কাম কৰি তাৰ প্ৰত্যক্ষ-ফল ভোগ কৰে। ৬ ॥

যেনেকৈ বগলীয়ে পানীত থাকি পূৰ্ব্বৰ সংস্কাৰ অনুসাৰে নিজৰ জীৱন নিৰ্ব্বাহ কৰে, সেইদৰে কি ধাতা কি বিধাতা কি অন্য প্ৰাণী সকলোৱে নিজ নিজ প্ৰাক্তন কৰ্ম্মৰ সংস্কাৰৰ প্ৰভাৱত জীৱিকা নিৰ্ব্বাহ কৰে। ৭ ॥

কৰ্ম্ম নকৰা মানুহে কোনো প্ৰকাৰৰ বৃত্তি অৱলম্বন কৰিব নোৱাৰে। গতিকে সকলোৱে কৰ্ম্মত লাগি থকা উচিত। দৈৱৰ ওপৰত নিৰ্ভৰ কৰি কাম কৰিবলৈ এৰি দিয়া কোনোক্ৰমেই উচিত নহয়। ৮ ॥

(গতিকে) আপুনি সদায় কৰ্ম্ম কৰক। (কেতিয়াও) গ্লানিযুক্ত নহ'ব ; সদায় কৰ্ম্ম কৰি কৃতকাৰ্য্য হওক। কৰ্ম্মৰ অনুষ্ঠান কৰা মানুহ হাজাৰৰ ভিতৰত এজন ওলায় নে নোলায় সন্দেহ। ৯ ॥

অৰ্থৰ ৰক্ষণাবেক্ষণ আৰু বৃদ্ধি কৰিবলৈকো কৰ্ম্মৰ আৱশ্যক। কিয়নো (দৈৱৰ ওপৰত নিৰ্ভৰ কৰি) উপাৰ্জ্জন নকৰিলে অৰ্থ অক্ষয় নহয়। চাওক, ব্যয় কৰি থাকিলে হিমালয় পৰ্ব্বতো ক্ষয়প্ৰাপ্ত হয়। ১০ ॥

এই ভূমণ্ডলত প্ৰজাসকলে যদি কৰ্ম্ম নকৰিলেহেঁতেন তেনেহ'লে সিহঁত ক্ৰমে ক্ৰমে ধ্বংসৰ মুখলৈ গ'লহেঁতেন আৰু কৰ্ম্ম নিষ্ফল হ'লে, তেওঁলোকৰ শ্ৰীবৃদ্ধি নহ'লহেঁতেন। ১১॥

ফল নোহোৱা কৰ্ম্মত লাগি থকা বহুতো মানুহ আমি দেখিবলৈ পাওঁ। কিন্তু কৰ্ম্ম নকৰিলে মানুহে কোনো প্ৰকাৰেই জীৱিকা নিৰ্ব্বাহ কৰিব নোৱাৰে। ১২ ॥

অদৃষ্টবাদী আৰু চাৰ্ব্বাক্ মতাৱলম্বী—এই উভয় প্ৰকাৰ মানুহেই শঠ। কৰ্ম্ম-পৰায়ণ মানুহহে প্ৰশংসাৰ পাত্ৰ হয়। ১৩ ॥

যি মানুহ কেৱল দৈৱৰ ওপৰত নিৰ্ভৰ কৰি নিশ্চেষ্ট হৈ শুই থাকে, সেই দুৰ্ব্বুদ্ধি পানীত থকা মাটিৰ কেঁচা ঘটৰ দৰে অৱসন্ন হয়। ১৪ ॥

তেনেকুৱা শঠ স্বভাৱৰ দুৰ্ব্বুদ্ধি মানুহ কৰ্ম্ম কৰিবলৈ সমৰ্থ হৈয়ো যদি কৰ্ম্ম নকৰাকৈ বহি থাকে, তেনেহ'লে সি অনাথ দুৰ্ব্বলৰ দৰে বেছি দিন জীয়াই থাকিব নোৱাৰে। ১৫ ॥

এই সংসাৰত মানুহে অকস্মাৎ যি ধন লাভ কৰে তাকেই হঠাৎ পোৱা বুলি কোৱা হয়। সেই ধন কাৰো যত্নৰ দ্বাৰা উপাৰ্জ্জিত নহয়। ১৬ ॥

হে পাৰ্থ, মানুহে হঠাৎ যি ধন লাভ কৰে তাকেই ভাগ্যই দিয়া বুলি নিশ্চয় কৰি কোৱা হয়। ১৭ ॥

মানুহে নিজে নিজে কাম কৰি যি ফল লাভ কৰে তাকেই প্ৰত্যক্ষ আৰু পৌৰুষ লব্ধ ফল বুলি কোৱা হয়। ১৮ ॥

হে পুৰুষশ্ৰেষ্ঠ, মানুহে স্বাভাৱিকতে (কৰ্ম্মত) প্ৰবৃত্ত হৈ কোনো অনিৰ্দ্দিষ্ট কাৰণত যি ফল লাভ কৰে তাকেই স্বভাৱজ বুলি জানিব। ১৯ ॥

মানুহে এইদৰে হঠাৎ, দৈৱাৎ, স্বাভাৱিকতে আৰু কৰ্ম্মৰ দ্বাৰা যি ফল লাভ কৰে সেয়েই তাৰ পূৰ্ব্বজন্মৰ কৰ্ম্মৰ ফল। ২০ ॥

সৰ্ব্বভূতৰ ঈশ্বৰ বিধাতা-পুৰুষেও কৰ্ম্মৰ অধীন হৈ মানুহৰ পূৰ্ব্বজন্মকৃত কৰ্ম্ম অনুসাৰে ফল দান কৰে। ২১ ॥

মানুহে শুভ বা অশুভ যি কামকেই কৰে, তাকেই বিধাতাই বিধান কৰা পূৰ্ব্বজন্মৰ কৰ্ম্মফল বুলি ভাবিব। ২২ ॥

দেহীসকলৰ দেহ বিধাতাৰ কৰ্ম্ম-সাধনৰ কাৰণ-স্বৰূপ। বিধাতাই সেই দেহক যি কৰ্ম্মত নিযুক্ত কৰে, সি তাকেই কৰে। ২৩ ॥

হে কৌন্তেয়, বিধাতা মহেশ্বৰেই স্বয়ং সকলো কৰ্ম্মৰ নিয়োগকৰ্ত্তা হৈ আত্মাৰ অধীনত নথকা প্ৰাণীসমূহৰ হতুৱাই সেই সকলো কৰ্ম্ম সম্পাদন কৰায়। ২৪ ॥

হে বীৰ, তেখেতেই নিজে মনে মনে অৰ্থ নিশ্চয় কৰি বুদ্ধিৰে কাম কৰি সেই অৰ্থ লাভ কৰে। মানুহ সেই কৰ্ম্ম-ফলৰ নিমিত্ত মাত্ৰ। ২৫ ॥

হে পুৰুষশ্ৰেষ্ঠ, যিবিলাক ঘৰ আৰু নগৰ নিৰ্ম্মিত হয়, পুৰুষৰ কৰ্ম্মই তাৰো কাৰণ। পণ্ডিতে কৰ্ম্ম যে কিমান প্ৰকাৰৰ তাক হিচাপ কৰিব নোৱাৰি। ২৬ ॥

পণ্ডিতসকলে বুদ্ধিৰ দ্বাৰা তিলত তেল, গাই গৰুৰ শৰীৰত দুগ্ধ আৰু কাঠত অগ্নিৰ উৎপত্তি হয় বুলি বুজিব পাৰি সেইবিলাক প্ৰস্তুত কৰাৰ উপায়ো ঠিক কৰি লয়। ২৭ ॥

তাৰ পাছত ঠিক কৰি লোৱা উপায়ৰ দ্বাৰা কাৰ্য্য সিদ্ধি কৰিবলৈ পণ্ডিতসকল প্ৰবৃত্ত হয়। এনেদৰে প্ৰাণীসকলে কাৰ্য্য সিদ্ধি কৰি নিজৰ নিজৰ জীৱিকা নিৰ্ব্বাহ কৰে। ২৮ ॥

কৰ্ম্মকৰ্ত্তা কৰ্ম্মত নিপুণ হলে কৰ্ম্ম সুসম্পন্ন হয় আৰু তাৰ ফলো ভালদৰে পোৱা যায়। কিন্তু কৰ্ম্মকৰ্ত্তা নিপুণ নহলে নানা প্ৰকাৰৰ ফলভেদ হয়। ২৯ ॥

যদি পুৰুষকাৰ কৰ্ম্মসাধ্য বিষয়ত ব্যৰ্থ হ'লহেঁতেন তেনেহলে যাগ, যজ্ঞ আৰু পুষ্কৰী আদি খন্দা কামত কোনো প্ৰবৃত্ত নহলহেঁতেন আৰু তেতিয়া কোনো শিষ্য বা গুৰু নহলহেঁতেন। ৩০ ॥

পুৰুষ কৰ্ম্মকৰ্ত্তা। এই নিমিত্তে কৰ্ম্ম সিদ্ধ হলে পুৰুষৰ প্ৰশংসা হয় আৰু অসিদ্ধ হলে 'এই বিষয়ৰ কোনো কৰ্ত্তা নাছিল নে?' বুলি (লোকে) নিন্দা কৰে। ৩১ ॥

কিছুমান মানুহে সকলো কৰ্ম্ম হঠাৎ হয় বুলি, কিছুমানে দৈৱৰ প্ৰভাৱত হয় বুলি আৰু কিছুমানে মানুহৰ যত্ন-চেষ্টাৰ ফলত হয় বুলি কয়। ৩২ ॥

এই তিনি প্ৰকাৰ কাৰণত কাৰ্য্য সিদ্ধি হয় বুলি কিছুমানে স্বীকাৰ নকৰে। কিন্তু দৈৱ আৰু আকস্মিকতা আদি সকলো প্ৰাক্তন কৰ্ম্মৰ অন্তৰ্ভুক্ত হয়। ৩৩ ॥

যিসকলে দৈৱক কাৰ্য্য সিদ্ধিৰ কাৰণ বুলি ভাবে আৰু মানুহে দৈৱ, আকস্মিকতা আৰু যত্ন—এই তিনি প্ৰকাৰ কাৰণত ফল লাভ কৰে, তাৰ চতুৰ্থ কাৰণ নাই বুলি জানে, তেওঁলোকেই তত্ত্বজ্ঞ পণ্ডিত। ৩৪—৩৫ ॥

যদি বিধাতাই প্ৰাণীসমূহক তেওঁলোকৰ পূৰ্ব্বজন্মৰ কৰ্ম্ম অনুসাৰে ফল দান নকৰিলেহেঁতেন, তেনেহলে মানুহে যেনেকুৱা বিষয়-অভিলাষ কৰি কৰ্ম্ম কৰিলেহেঁতেন তেনেকুৱা ফলকেই লাভ কৰিলেহেঁতেন। ৩৬ ॥

যদি পূৰ্ব্বজন্মৰ কৰ্ম্মৰ ফল নেথাকিলহেঁতেন তেনেহলে মানুহে যেনেকুৱা ফল কামনা কৰি কৰ্ম্ম কৰে তেনেকুৱা ফলকেই লাভ কৰিলেহেঁতেন। ৩৭ ॥

আকস্মিকতা, দৈৱ আৰু যত্ন—এই তিনিটাৰ দ্বাৰায় অৰ্থৰ সিদ্ধি আৰু অসিদ্ধি হয়। এই কথা যিবিলাকে স্বীকাৰ নকৰে, তেওঁলোক দেহৰ নিচিনা জড় পদাৰ্থ। ৩৮ ॥

কৰ্ম্ম কৰিব লাগে বুলি মনুৱেও নিৰ্দ্দেশ দি গৈছে। গতিকে মানুহে দৈৱক ধৰি নিশ্চেষ্ট হৈ থাকিলে পৰাজয় স্বীকাৰ কৰি দুখ-কষ্ট ভুগিব লগাত পৰে। ৩৯ ॥

হে যুধিষ্ঠিৰ, কৰ্ম্ম কৰিলে প্ৰায়েই ফল লাভ হয়। কিন্তু এলেহুৱা মানুহ কেতিয়াও অভীষ্ট ফল লাভ কৰিবলৈ সমৰ্থ নহয়। ৪০ ॥

হে ৰাজেন্দ্ৰ, অঙ্গৰ বিকলতা হোৱা বাবে কৰ্ম্ম নিষ্ফল হয় বুলি কেতিয়াও কৰ্ম্মৰ বিপৰীত অৰ্থ স্বীকাৰ কৰিব নোৱাৰি। যিহেতুকে প্ৰায়শ্চিত্ত কৰিলেই ফল লাভ হয় (গতিকে কৰ্ম্ম কেতিয়াও ফলহীন নহয়)। ৪১ ॥

যি মানুহ আলস্য-পৰায়ণ হৈ শুই থাকে অলক্ষ্মীয়ে তাক লগ ধৰে আৰু কাৰ্য্যদক্ষ পুৰুষে নিশ্চয় নিজ কৰ্ম্মৰ ফল লাভ কৰি অতুল ঐশ্বৰ্য্য ভোগ কৰে। ৪২ ॥

সংশয়েই অনৰ্থৰ মূল। অসংশয় চিত্তে কাম কৰিলে নিশ্চয় কাৰ্য্য সিদ্ধি হয়। কিন্তু অসংশয় চিত্তে কাম কৰা ধীৰ স্বভাৱৰ পুৰুষ সংসাৰত অতি দুৰ্ল্লভ। ৪৩ ॥

বৰ্ত্তমানে আমাৰ ভাগত বিপদ উপস্থিত হৈছে। যদি আপুনি চেষ্টা কৰি কাম কৰে তেনেহলে এই বিপদ নিশ্চয় নাশ হ'ব। ৪৪ ॥

কৰ্ম্ম সফল নহ'ব বুলি ভাবি যদি ভীম, অৰ্জ্জুন, নকুল, সহদেৱ আৰু আপুনি কৰ্ম্ম নকৰি বহি থাকে তেনেহলে ৰাজ্যপ্ৰাপ্তিৰ আশা একেবাৰেই দূৰ হৈ যাব। ৪৫ ॥

অন্য মানুহৰ কৰ্ম্ম সফল হয়, গতিকে কি কাৰণেনো আমাৰ চেষ্টা বিফলে যাব? কৰ্ম্ম কৰিলে সোনকালেই হওক বা পলমকৈয়েই হওক, নিশ্চয় তাৰ ফল লাভ হয়। ৪৬ ॥

চাওক, খেতিয়কে নাঙলেৰে মাটি চহাই শস্যৰ গুটি সিঁচে আৰু নিশ্চেষ্ট হৈ থাকে; গুটি গজাৰ মেঘবৰ্ষুণেই কাৰণ। ৪৭ ॥

যদি বৰষুণ নহয় তেনেহলে খেতিয়কৰ দুখ নেথাকে। সি ভাবে যে আন মানুহে যিদৰে খেতি কৰে সিও তেনেদৰে কৰিছে। খেতি সফল নহলে তাৰ কোনো দোষ নাই। ৪৮ ॥

'মানুহে যি কৰা কৰ্ত্তব্য মই যথাসাধ্যে কৰিছো। কৰ্ম্মৰ ফল নোপোৱাত মই কোনোক্ৰমে অপৰাধী হ'ব নোৱাৰোঁ'—এনেদৰে ভাবি জ্ঞানীসকলে আত্মনিন্দা নকৰে। ৪৯ ॥

হে ভাৰত, কৰ্ম্ম কৰিলে অৰ্থ সিদ্ধি নহয় বুলি ভাবি বৈৰাগ্য প্ৰকাশ কৰা অনুচিত। ফল-সিদ্ধিৰ বিষয়ে পুৰুষকাৰ আৰু অবৈৰাগ্য এই দুটাই কাৰণ। ৫০ ॥

কৰ্ম্মৰ সিদ্ধি হওক বা নহওক কৰ্ম্ম কৰিবলৈ এৰি দিয়া উচিত নহয়। সকলো প্ৰকাৰৰ কাৰণ লগ লাগিলে অৱশ্যেই কৰ্ম্ম সিদ্ধি হয়। ৫১ ॥

প্ৰধান অঙ্গৰ অভাৱ হলে কৰ্ম্মৰ সম্পূৰ্ণ ফল নহয়, অথবা কৰ্ম্মৰ ফল একেবাৰেই নিষ্ফল হৈ যায়। কৰ্ম্ম আৰম্ভ নকৰিলে ফল বা শৌৰ্য্যাদি গুণ কেতিয়াও দেখিবলৈ পোৱা নাযায়। ৫২ ॥

জ্ঞানী মানুহে নিজৰ মঙ্গলৰ নিমিত্তে বল আৰু শক্তি অনুসাৰে দেশ, কাল, উপায় আৰু মঙ্গল প্ৰয়োগ কৰিব লাগে। ৫৩ ॥

পৰাক্ৰমেই কাৰ্য্য-সাধনৰ মুখ্য উপায়। এই কথাটো সকলো বিষয়তে দেখা যায়। গতিকে পৰাক্ৰম অৱলম্বন কৰি অপ্ৰমত্ত চিত্তে কৰ্ম্ম কৰিব লাগে। ৫৪ ॥

বুদ্ধিমান যি মানুহে মানুহৰ শৰীৰত বহু গুণ থকা মাঙ্গলিক চিহ্ন দেখিবলৈ পায়, সাম আদি গুণৰ দ্বাৰা কামত নিযুক্ত কৰি তেওঁৰপৰা অৰ্থ লাভৰ আকাঙ্ক্ষা কৰে। ৫৫ ॥

হে যুধিষ্ঠিৰ, মানুহৰ কথাই নাই, এনে কি সমুদ্ৰ বা পৰ্ব্বতো যদি অপকাৰী

হয় তেনেহলে সিহঁতৰো বিপদ ঘটাবলৈ নাইবা ৰাজ্যৰপৰা খেদি দিবলৈ চেষ্টা কৰা উচিত । ৫৬ ॥

যি মানুহে সদায় শত্ৰুৰ দোষ উলিয়াবলৈ উঠি-পৰি লাগে, তেওঁ নিজৰ আৰু অমাত্যসকলৰ ওচৰৰ ঋণৰপৰা মুক্ত হয় । ৫৭ ॥

মানুহে কেতিয়াও অসমৰ্থ বুলি নিজৰ অৱমাননা কৰা উচিত নহয় । নিজক অৱমাননা কৰা মানুহৰ কেতিয়াও উৎকৃষ্ট ঐশ্বৰ্য্য লাভ নহয় । ৫৮ ॥

হে ভৰত-বংশধৰ, মানুহৰ এনেদৰে স্বাভাৱিকতে কাৰ্য্য সিদ্ধি হয় । কিন্তু কাল আৰু অৱস্থাৰ বিভাগ অনুসাৰে সেই ফল-সিদ্ধি বেলেগ বেলেগ ৰূপত পৰিণত হয় । ৫৯ ॥

হে ভৰতশ্ৰেষ্ঠ, পূৰ্বৰ্ণি কালত মোৰ পিতাই এজন পণ্ডিত-ব্ৰাহ্মণক নিজৰ ঘৰত থাকিবলৈ দিছিল । বৃহস্পতিয়ে কোৱা এই সকলোবিলাক নীতিকথা তেখেতে মোৰ পিতাৰ আগত কৈছিল আৰু মোৰ ভ্ৰাতৃসকলৰ হতুৱাই অভ্যাস কৰাইছিল । মই তেতিয়া ঘৰত থাকি তেওঁলোকৰপৰা এই কথাবিলাক শুনিবলৈ পাইছিলো । ৬০-৬১ ॥

হে মহাৰাজ যুধিষ্ঠিৰ, মই যেতিয়া সেইবিলাক কথা শুনিবলৈ ইচ্ছা কৰি কোনো কাৰ্য্যোপলক্ষে গৈ পিতাৰ কোলাত বহিছিলো. তেতিয়া সেই ব্ৰাহ্মণে সান্ত্বনা দি এই নীতিকথাবিলাক মোক কৈছিল । ৬২ ॥

ইতি মহাভাৰতৰ বনপৰ্ব্বৰ অন্তৰ্গত অৰ্জ্জুনাভিগমন-পৰ্ব্বত দ্ৰৌপদীৰ উক্তি নামৰ দ্বাত্ৰিংশ অধ্যায় । ৩২ ॥

## ॥ অধ্যায় ৩৩ ॥

# ॥ ভীমৰ উক্তি ॥

বৈশম্পায়নে ক'লে—খঙাল স্বভাৱৰ ভীমসেন যাজ্ঞসেনীৰ কথাবিলাক শুনিবলৈ পাই আগতকৈও বেছি ক্ৰুদ্ধ হ'ল আৰু তেওঁ হুমুনিয়াহ কাঢ়ি ৰজা যুধিষ্ঠিৰক ক'বলৈ ধৰিলে । ১ ॥

ধৰ্ম্মৰপৰা আঁতৰ নোহোৱাকৈ সৎ পুৰুষে আচৰণ কৰা ৰাজ্য-লাভৰ নিয়ম পালন কৰক । ধৰ্ম্ম অৰ্থ আৰু কামহীন হৈ আমাৰ পক্ষে তপোবনত বাস কৰাৰ কি প্ৰয়োজন ? ২ ॥

দুৰ্য্যোধনে ধৰ্ম্ম, সৰলতা আৰু শক্তিৰ প্ৰভাৱত আমাৰ ৰাজ্য অপহৰণ কৰা নাই, কেৱল কপট পাশা খেলিহে অপহৰণ কৰিছে । ৩ ॥

শিয়ালে যেনেকৈ সিংহই মৰা জন্তুৰ মাংস আৰু দুৰ্ব্বল কুকুৰে বলৱান কুকুৰে অনা মাংস খায়, তেনেদৰে দুৰ্য্যোধনেও আমাৰ ৰাজ্য অপহৰণ কৰিছে ।৪॥

হে মহাৰাজ, আপুনি কেলেই সামান্য মাত্ৰ ধৰ্ম্ম ৰক্ষাৰ অনুৰোধত ধৰ্ম্ম আৰু কামৰ উৎপাদক ৰাজ্যৰূপ অৰ্থ পৰিত্যাগ কৰি দুখত নিমগ্ন হৈছে ? ৫ ॥

গাণ্ডীৱধাৰী অৰ্জ্জুনে ৰক্ষা কৰা আমাৰ ৰাজ্য ইন্দ্ৰয়ো বলেৰে অপহৰণ কৰিব নোৱাৰে । কেৱল আপোনাৰ অসাৱধানতাৰ কাৰণে আমাৰ চকুৰ আগত সেই ৰাজ্য শত্ৰুৱে অপহৰণ কৰিলে ।৬॥

যেনেকৈ হাত-কোঙা মানুহৰপৰা বেল আৰু খোঁৰা মানুহৰ ওচৰৰপৰা গাই-গৰু অপহৰণ কৰি নিয়া হয়, তেনেদৰে আপোনাৰ কাৰণে জীয়াই থকা আমাৰ হাতৰপৰাও ৰাজ্যৰূপ ঐশ্বৰ্য্য অপহৃত হৈছে ।৭॥

হে ভাৰত, ধৰ্ম্ম আপোনাৰ প্ৰিয় । গতিকে আপোনাক ভাল পোৱাৰ কাৰণেই আমি এনেকুৱা ভাঙৰ বিপদত পৰিছো ।৮॥

হে ভৰতৰ্ষভ, আপোনাৰ সজ কথা অনুসাৰে আত্মসংযম কৰি আমি মিত্ৰ-সকলৰ মনত দুখ আৰু শত্ৰুসকলৰ মনত আনন্দ দিছো ।৯॥

আমি আপোনৰ শাস্ত্ৰসঙ্গত কথা শুনি সেই সময়ত ধৃতৰাষ্ট্ৰৰ পুত্ৰসকলক বধ কৰা নাই । তেনেকুৱা বেয়া কামে এতিয়া আমাক অনুতপ্ত কৰিছে ।১০॥

হে মহাৰাজ, দুৰ্ব্বলী লোকে আচৰণ কৰা বনৰীয়া জন্তুৰ দৰে আমাৰ এই অৰণ্যবাসলৈ মন কৰক ; সমৰ্থবান লোকে কেতিয়াও এনে আচৰণ নকৰে ।১১॥

কৃষ্ণ, অৰ্জ্জুন, অভিমন্যু, সৃঞ্জয়সকল, মই আৰু মাদ্ৰীৰ পুত্ৰ দুজন- আমি কোনেও আপোনাৰ এই অৱস্থা অভিনন্দিত নকৰোঁ ।১২॥

হে মহাৰাজ, আপুনি কি ধৰ্ম্মৰক্ষাৰ অনুৰোধত সদায় ব্ৰতী হৈ বৈৰাগ্য পন্থা অৱলম্বন কৰি শক্তিহীন মানুহৰ দৰে কাল যাপন কৰিব ? ১৩॥

যিসকল কাপুৰুষ নিজৰ বংশলক্ষ্মীক উদ্ধাৰ কৰিবলৈ অসমৰ্থ, সিহঁতেই নিতান্ত নিষ্ফল আৰু স্বাৰ্থঘাতক বৈৰাগ্যক প্ৰিয় জ্ঞান কৰে ।১৪॥

হে মহাৰাজ, আপুনি জ্ঞানী আৰু কাৰ্য্য সাধন কৰিবলৈ সমৰ্থ । আপুনি আমাৰ পুৰুষকাৰৰ বিষয়ে জানে । তথাপি আপুনি অনৃশংসতাৰ কাৰণেই এই অনৰ্থৰ প্ৰতি দৃষ্টিপাত কৰা নাই ।১৫॥

(চাওক) আমি শত্ৰু নিৰ্য্যাতন কৰিবলৈ সমৰ্থ হৈয়ো ক্ষমা অৱলম্বন কৰা বাবে ধৃতৰাষ্ট্ৰৰ পুত্ৰসকলে আমাক অসমৰ্থ বুলি ভাবিছে, আমাৰ পক্ষে যুদ্ধত প্ৰাণ ত্যাগ কৰাও ইয়াতকৈ দুখজনক নহয় ।১৬॥

যদি ধৰ্ম্ম-যুদ্ধত আমি সকলো নিহতও হওঁ, তেনেহ'লে সিও ভাল । কাৰণ তেনেকুৱা হলে পৰলোকত শ্ৰেষ্ঠ সম্পদ লাভ হ'ব ।১৭॥

হে ভৰতৰ্ষভ, নাইবা যদি আমিয়েই ধৃতৰাষ্ট্ৰৰ পুত্ৰসকলক যুদ্ধত বধ কৰি সমস্ত পৃথিৱী লাভ কৰিব পাৰোঁ, তেনেহলে সেইটোও আমাৰ পক্ষে মঙ্গলজনক ।১৮॥

ধৰ্ম্মৰ অনুষ্ঠান, বিপুল কীৰ্ত্তি-লাভ আৰু শত্ৰু-নিৰ্য্যাতন কৰিবলৈ ইচ্ছা কৰা আমি সৰ্ব্বতোভাৱে যুদ্ধত প্ৰবৃত্ত হোৱা উচিত। ১৯॥

কৰ্ত্তব্যৰ বিষয়ে বিবেচনা কৰি নিজৰ কাৰণে যুদ্ধত প্ৰবৃত্ত হোৱাত যদি শত্ৰু-সকলে আমাক পৰাস্ত কৰি ৰাজ্য লাভ কৰে তেনেহলে সেইটোও আমাৰ পক্ষে প্ৰশংসাৰ বিষয়। ইয়াত অলপো নিন্দা নাই। ২০॥

হে মহাৰাজ, যি ধৰ্ম্মৰ দ্বাৰা মিত্ৰসকলৰ আৰু নিজৰ কষ্ট হয়, তাকেই ব্যসন বোলা হয়। সেইটোৱেই কুধৰ্ম্ম আৰু তাক ধৰ্ম্ম বুলিব নোৱাৰি। ২১॥

হে পূজনীয়, যেনেকৈ সুখ আৰু দুখে (মৰি যোৱা) মানুহক ত্যাগ কৰে তেনে-দৰে ধৰ্ম্ম আৰু অৰ্থই সদায় ধৰ্ম্মৰ চিন্তাত থকা মানুহক পৰিত্যাগ কৰে। ২২॥

যি মানুহে কেৱল ধৰ্ম্মৰ নিমিত্তেই ধৰ্ম্ম কাৰ্য্য কৰে সি জ্ঞানী নহয়, আৰু সি নানা প্ৰকাৰৰ দুখ-কষ্ট ভোগ কৰে। অন্ধজনে সূৰ্য্যৰ কিৰণৰ বিষয়ে জানিব নোৱৰাৰ দৰে সিও ধৰ্ম্মোপাৰ্জ্জনৰ প্ৰয়োজনৰ বিষয়ে বুজিব নোৱাৰে। ২৩॥

যি মানুহৰ অৰ্থ কেৱল আত্মভোগতেই নিযুক্ত হয় সি অৰ্থোপাৰ্জ্জনৰ প্ৰয়ো-জনৰ বিষয়ে জানিব নোৱাৰে, গৰখীয়াবিলাকে অৰণ্যত গৰু চৰাই থকাৰ দৰে সেই পাপীয়েও কেৱল ধন ৰক্ষা কৰিয়েই জীৱন অতিবাহিত কৰে। ২৪॥

যি মানুহ সদায় অৰ্থোপাৰ্জ্জনত ৰত থাকে, ধৰ্ম্ম আৰু কৰ্ম্মৰ বিষয়ে যি একো নকৰে সি নিন্দনীয় ব্ৰহ্মহত্যাকাৰীৰ দৰে সকলোৰে বধৰ যোগ্য। ২৫॥

আকৌ যি মানুহ ধৰ্ম্ম আৰু অৰ্থ পৰিত্যাগ কৰি সদায় কামাৰ্থী হয়, তাৰ বন্ধু-বান্ধৱ নাইকিয়া হয় আৰু ধৰ্ম্ম, অৰ্থয়ো তাক এৰা দিয়ে। ২৬॥

শুকাই যোৱা পানীত থকা মাছবিলাকৰ দৰে ধৰ্ম্মাৰ্থহীন মানুহ ইচ্ছানুসাৰে বিহাৰ কৰি কামৰ অৱসানত মৃত্যুৰ মুখত পৰে। ২৭॥

এই কাৰণেই পণ্ডিতসকলে ধৰ্ম্মাৰ্থ উপাৰ্জ্জনৰপৰা আঁতৰি নেথাকে। যেনেকৈ অৰণি (যঁহি জুই উলিওৱা কাঠ) অগ্নি উৎপাদনৰ মূল কাৰণ, তেনেকৈ ধৰ্ম্ম আৰু অৰ্থও কৰ্ম্মৰ মূল কাৰণ। ২৮॥

ধৰ্ম্ম সকলো প্ৰকাৰে অৰ্থৰ মূল, অৰ্থও ধৰ্ম্ম উপাৰ্জ্জনৰ কাৰণ। মেঘ আৰু সমুদ্ৰই পৰস্পৰে পৰস্পৰৰ পুষ্টি সাধন কৰাৰ দৰে, ধৰ্ম্ম আৰু অৰ্থয়ো পৰস্পৰে পৰস্পৰৰ পুষ্টিসাধন কৰে বুলি জানিব। ২৯॥

মালা, চন্দন আদি দ্ৰব্য স্পৰ্শ কৰিলে অথবা সুৱৰ্ণ আদি অৰ্থ-লাভ ঘটিলে মানু-হৰ যি প্ৰীতি জন্মে তাৰেই নাম কাম। মানুহৰ মনৰ সংকল্পই কাম, তাৰ যেকোনো শৰীৰ নাই। ৩০॥

হে মহাৰাজ, অৰ্থ লাভ কৰিবলৈ ইচ্ছা কৰা মানুহে যেনেকৈ ধৰ্ম্ম আৰু ধৰ্ম্ম-কৰিবলৈ ইচ্ছা কৰা মানুহে যেনেকৈ অৰ্থ লাভ কৰিবলৈ ইচ্ছা কৰে। কিন্তু কামাৰ্থীয়ে কামৰ বাহিৰে একোকে ইচ্ছা নকৰে। ৩১॥

যেনেকৈ পণ্ডিতসকলে কাঠৰ ভস্মৰপৰা আকৌ আন ভস্ম লাভৰ কল্পনা কৰিব

নোৱাৰে, তেনেদৰে কামৰপৰা অন্য কাম লাভৰ কল্পনা কৰিব নোৱাৰে। কামেই প্ৰীতি উৎপাদনৰ ফল। ৩২॥

হে মহাৰাজ, যেনেকৈ ব্যাধে পক্ষী বধ কৰে অৰ্থাৎ পক্ষীৰ প্ৰতি হিংসা আচৰণ কৰে, তেনেকৈ অধৰ্ম্ময়ো সকলো জীৱৰ প্ৰতি হিংসা আচৰণ কৰে। ৩৩॥

যি মানুহ কাম আৰু লোভৰ বশীভূত হৈ ধৰ্ম্মৰ স্বৰূপ জানিবলৈ পৰাঙ্মুখ হয় সেই দুৰ্ম্মতি ইহকাল আৰু পৰকালত সকলো প্ৰাণীৰেই বধ্য হয়। ৩৪॥

হে মহাৰাজ, স্পষ্টকৈ বুজা গৈছে যে স্ত্ৰী, ধন, গৰু, হাতী আদি দ্ৰব্য বিলাকৰপৰাই কাম উৎপন্ন হয়। এই কথাটো আপুনি জানে আৰু দ্ৰব্যৰ প্ৰকৃতি আৰু ৰূপান্তৰৰ বিষয়েও ভালদৰে জানে। ৩৫॥

জৰা আৰু মৰণৰ দ্বাৰা সেইবিলাক দ্ৰব্যৰ অদৰ্শন বা বিয়োগকেই অনৰ্থ বোলা হয়। বৰ্ত্তমানে আমাৰো সেই ডাঙৰ অনৰ্থ উপস্থিত হৈছে। ৩৬।

মই ভাবোঁ যে পঞ্চ ইন্দ্ৰিয়, মন আৰু হৃদয়ে নিজ নিজ বিষয়ত বৰ্ত্তমান থাকি যি প্ৰীতি উপভোগ কৰে তাৰেই নাম কাম। সেইটোৱেই ধৰ্ম্মৰ উৎকৃষ্ট ফল। মানুহে এনেদৰে ধৰ্ম্ম, অৰ্থ আৰু কামৰ ওপৰত বেলেগ বেলেগকৈ দৃষ্টিপাত কৰি ধৰ্ম্মপৰ, অৰ্থপৰ বা কামপৰ হোৱা উচিত নহয়। সদায় (সমানভাৱে) এই ত্ৰিবৰ্গৰ অনুশীলন কৰিব লাগে। ৩৭—৩৯॥

পূৰ্ব্বাহ্নত ধৰ্ম্ম-আচৰণ, মধ্যাহ্নত অৰ্থ-চিন্তা আৰু অপৰাহ্নত কামৰ অনুশীলন কৰিব লাগে বুলি শাস্ত্ৰত কোৱা আছে। ৪০॥

প্ৰথম বয়সত কামৰ অনুশীলন, মধ্য বয়সত অৰ্থ চিন্তা আৰু শেষ বয়সত ধৰ্ম্ম আচৰণ কৰিব লাগে। এইটোৱেই শাস্ত্ৰত লিখা নিয়ম। ৪১॥

হে বাগ্মীবৰ, কালজ্ঞ পণ্ডিতসকলে এইদৰে কাল বিভাগ কৰি যথা সময়ত ধৰ্ম্ম, অৰ্থ আৰু কাম—এই ত্ৰিবৰ্গৰ আচৰণ কৰা উচিত। ৪২॥

হে কুৰুনন্দন মহাৰাজ, যি মানুহে মহোদয় হোৱা বাবে সুখ ভোগ কৰে আৰু মোক্ষলাভজনিত সুখ পাবলৈ বিচাৰে তাৰ পক্ষে মোক্ষ লাভেই শ্ৰেষ্ঠ। ৪৩॥

হে মহাৰাজ, লৰালৰিকৈ মোক্ষ বা মহোদয় লাভৰ কাৰণে যত্ন কৰিলেও ৰুগ্ন মানুহৰ জীৱনৰ দৰে সেই শ্ৰেয়স্কৰ মোক্ষ গৃহবাসীৰ কাৰণে দুঃখ-দায়ক হৈ উঠে। ৪৪।

আপুনি ধৰ্ম্মৰ মৰ্ম্ম বুজে আৰু সদায় ধৰ্ম্মানুষ্ঠান কৰি থাকে। এই কথা জানিব পাৰি কৰ্ম্ম কৰিবৰ নিমিত্তে আপোনাৰ বন্ধু-বান্ধৱে আপোনাক কয়। ৪৫॥

দান, যজ্ঞ, সাধুসকলৰ পূজা, বেদাধ্যয়ন আৰু সৰলতা—এইকেইটাই প্ৰধান ধৰ্ম্ম। ইহকাল আৰু পৰকাল—এই উভয় কালতেই এইবিলাক বলৱান হৈ থাকে। ৪৬॥

হে পুৰুষশ্ৰেষ্ঠ, ধনহীন মানুহ আন আন গুণৰ দ্বাৰা গুণৱান হলেও তেওঁলোকে ধৰ্ম্মানুষ্ঠান কৰিব নোৱাৰে। ৪৭॥

হে মহাৰাজ, ধৰ্ম্মই এই জগতৰ মূল। ধৰ্ম্মতকৈ ভাল একোৱেই নাই। প্ৰচুৰ অৰ্থ থাকিলেই ধৰ্ম্মানুষ্ঠান কৰিব পাৰি। ৪৮॥

কিন্তু সেই অৰ্থ ভিক্ষাবৃত্তি বা কাতৰতা অৱলম্বন কৰি কেতিয়াও লাভ কৰিব নোৱাৰি, ধৰ্ম্মাচৰণ কৰিলেহে পোৱা যায়। ৪৯॥

হে পুৰুষশ্ৰেষ্ঠ, ব্ৰাহ্মণে ভিক্ষাবৃত্তিৰ দ্বাৰা অৰ্থ লাভ কৰে। আপোনাৰ পক্ষে তেনেকুৱা বৃত্তি অৱলম্বন কৰা নিষেধ। গতিকে আপুনি শক্তিৰ দ্বাৰা অৰ্থ লাভ কৰিবলৈ যত্নপৰ হওক। ৫০॥

বিশেষকৈ ক্ষত্ৰিয়ৰ ভিক্ষাবৃত্তিৰ দ্বাৰা অথবা বৈশ্য আৰু শূদ্ৰৰ দৰে অন্য প্ৰকাৰে জীৱিকা ধাৰণৰ নিৰ্দ্ধাৰিত নিয়ম নাই। নিজৰ বলেই তেওঁবিলাকৰ প্ৰধান ধৰ্ম্ম। ৫১॥

গতিকে, হে পাৰ্থ, আপুনি নিজ ধৰ্ম্ম অৱলম্বন কৰি সমাগত শত্ৰুবিলাকক বধ কৰক। আৰু, মোৰ আৰু অৰ্জ্জুনৰ সহায়ত ধৃতৰাষ্ট্ৰৰ পুত্ৰসকলৰ সৈন্যবিলাক বধ কৰক। ৫২॥

জ্ঞানী লোকে প্ৰভুত্বকেই ধৰ্ম্ম বুলি কয়। গতিকে আপুনি প্ৰভুত্ব লাভ কৰিবলৈ যত্ন কৰক; অনীশ্বৰ হৈ থকা উচিত নহয়। ৫৩॥

হে ৰাজেন্দ্ৰ, যি হিংসাৰ দ্বাৰা লোকসকল ভীত আৰু উদ্বিগ্ন হয় সেই হিংসা-প্ৰধান ক্ষত্ৰিয় কুলত আপুনি জন্ম গ্ৰহণ কৰিছে। গতিকে সাৱধান হৈ কুলোচিত সনাতন ধৰ্ম্ম পালন কৰক। ৫৪॥

প্ৰজা পালনৰ দ্বাৰা নানা প্ৰকাৰৰ ফল লাভ কৰা আপোনাৰ পক্ষে নিন্দনীয় নহয়। কাৰণ বিধাতাই বিধান কৰা সেইটোৱেই ক্ষত্ৰিয়ৰ সনাতন ধৰ্ম্ম। ৫৫॥

গতিকে হে পাৰ্থ, প্ৰজা পালনৰপৰা পৰাঙ্মুখ হৈ আপুনি জন-সমাজত হাস্যাস্পদ হব। কাৰণ মানুহ স্বধৰ্ম্মৰপৰা আঁতৰি আহিলে কেতিয়াও প্ৰশংসাৰ পাত্ৰ হব নোৱাৰে। ৫৬॥

হে কুৰু-বংশধৰ, সেই নিমিত্তে আপুনি মনৰ দুৰ্ব্বলতা ত্যাগ কৰি আৰু শক্তি আহৰণ কৰি নিপুণ মানুহৰ দৰে ৰাজ্য ভাৰ বহন কৰক। ৫৭॥

হে মহাৰাজ, অকল ধাৰ্ম্মিক হৈ কোনো ৰজাই পৃথিৱী জয় কৰিব পৰা নাই আৰু সম্পদ বা ঐশ্বৰ্য্যও লাভ কৰিব পৰা নাই। ৫৮॥

যেনেকৈ ব্যাধে খোৱা বস্তুৰ প্ৰলোভন দেখুৱাই মৃগবিলাকৰ প্ৰাণ সংহাৰ কৰি নিজৰ খাদ্য লাভ কৰে তেনেকৈ বুদ্ধিমান মানুহেও শত্ৰুপক্ষৰ লুভীয়া মানুহ বিলাকক ভেটি দিয়াৰ ফলত ভেদ জন্মাই অনায়াসেই ৰাজ্য লাভ কৰে। ৫৯॥

হে ৰাজশ্ৰেষ্ঠ, অসুৰবিলাক দেৱতাসকলৰ ককায়েক আৰু সমৃদ্ধিশালী। তথাপি দেৱতাসকলে কৌশল কৰি অসুৰবিলাকক জয় কৰিছিল। ৬০॥

হে মহাবলী ৰজা, এনেদৰে বলৱন্ত পুৰুষৰ সকলো কামেই সুসাধ্য। এনেকৈ বিৱেচনা কৰি আপুনি কৌশলেৰে শত্ৰুবিলাক বধ কৰক। ৬১॥

যুদ্ধত অৰ্জ্জুনৰ নিচিনা ধনুৰ্দ্ধৰ আৰু মোৰ নিচিনা গদাযুদ্ধ-বিশাৰদ এই পৃথিৱীত কোনো নাই। ৬২ ॥

হে পাণ্ডৱ, বলৱান মানুহে শত্ৰু পক্ষৰ সৈন্য বা আন বিষয়ৰ অনুসন্ধান কৰি যুদ্ধ নকৰে, কেৱল বলেৰেহে যুদ্ধ কৰে। গতিকে আপুনি বল প্ৰকাশ কৰক। ৬৩ ॥

বলেই অৰ্থৰ মূল। হেমন্ত-কালীন গছৰ ছায়াৰ দৰে ইয়াৰ বাহিৰে কোনো বস্তুৱে কোনো প্ৰকাৰেই উপকাৰী হব নোৱাৰে। ৬৪ ॥

হে কৌন্তেয়, যেনেকৈ কৃষকে অধিক শস্য-লাভৰ আশাত তাকৰীয়া গুটি সিঁচে তেনেকৈ অৰ্থাভিলাষী মানুহে অধিক অৰ্থ লাভৰ কাৰণে অলপ অৰ্থ ত্যাগ কৰাও কৰ্ত্তব্য। এই বিষয়ত আপুনি সংশয় কৰা উচিত নহয়। ৬৫ ॥

কিন্তু য'ত অৰ্থ ত্যাগ কৰিলে তাৰ সমান বা তাতোকৈ অধিক লাভৰ সম্ভাৱনা নাই তাত প্ৰতিজ্ঞা কৰি অৰ্থ ত্যাগ কৰা উচিত নহয়। যিহেতুকে সেইটো কেৱল গাধই গা খজুওৱাৰ দৰে পৰিণামত দুঃখদায়ক হয়। ৬৬ ॥

হে মহাৰাজ, যি মানুহে এইদৰে অলপ ধৰ্ম্ম ত্যাগ কৰি অধিক ধৰ্ম্ম লাভ কৰে নিশ্চয় তেৱেঁই জ্ঞানী। ৬৭ ॥

জ্ঞানী মানুহে বন্ধুবল থকা শত্ৰুৰ বন্ধুৰ হতুৱাই ভেদ জন্মায়। কাৰণ ভেদ-প্ৰাপ্ত হোৱা বন্ধুৱে ত্যাগ কৰিলে সেই বুদ্ধিহীনক বশীভূত কৰিব পৰা যায়। ৬৮ ॥

হে মহাৰাজ, বলৱান মানুহে বলেৰে যুদ্ধ কৰিয়েই প্ৰজাবিলাকক বশীভূত কৰে। নিগ্ৰহ বা প্ৰিয় সম্ভাষণৰ দ্বাৰা সিহঁত বশীভূত নহয়। ৬৯ ॥

যেনেকৈ বহুতো মৌমাখি লগ লাগি মৌ আনোতাৰ প্ৰাণ সংহাৰ কৰে তেনেকৈ বহুত দুৰ্ব্বল মানুহেও লগ লাগি বলৱান শত্ৰুক বধ কৰিবলৈ সমৰ্থ হয়। ৭০ ॥

হে মহাৰাজ, যেনেকৈ সূৰ্য্যই নিজৰ কিৰণৰ দ্বাৰা পৃথিৱীৰ ৰস শোষণ কৰি প্ৰজাসকলক পালন কৰে, তেনেকৈ আপুনিও প্ৰজাৰপৰা কৰ লৈ প্ৰজাপালন কৰি সূৰ্য্যতুল্য হওক। ৭১ ॥

আমাৰ পিতৃ-পুৰুষসকলৰ নিচিনাকৈ যথানিয়মে পৃথিৱী পালন কৰাটোও অনাদি তপস্যা বুলি আমি শুনিবলৈ পাইছো। ৭২ ॥

ক্ষত্ৰিয়সকলে যুদ্ধত শত্ৰু জয় কৰি নাইবা পৰাজিত হৈ যি সম্পত্তি লাভ কৰে, তপস্যা আচৰণৰ দ্বাৰা কেতিয়াও তেনেকুৱা গতি লাভ কৰিব নোৱাৰে। ৭৩ ॥

আপোনাৰ এনেকুৱা দুৰ্দ্দশা দেখি মানুহে ঠিক কৰিছে যে সূৰ্য্যৰপৰা কিৰণ আৰু চন্দ্ৰৰপৰা লক্ষ্মীও আঁতৰি গৈছে। ৭৪ ॥

হে মহাৰাজ, সভাত উপস্থিত হোৱা আটাইবিলাকেই এতিয়া কেৱল আপোনাৰ প্ৰশংসা আৰু শত্ৰুসকলৰ নিন্দাৰেই আলোচনা কৰিছে। ৭৫ ॥

হে মহাৰাজ, মোহ, কাৰ্পণ্য, ভয়, কাম বা অৰ্থৰ কাৰণে আপুনি অলপো মিছা কথা কোৱা নাই। সেই কাৰণেই সভাত উপস্থিত হোৱা ব্ৰাহ্মণ আৰু কৌৰৱ সকলে আপোনাৰ সত্য-পৰায়ণতাৰ বিষয়ে আনন্দ মনেৰে আলোচনা কৰে। ৭৬-৭৭ ॥

কাৰ্য্য লাভ কৰোঁতে ৰজাই যি অলপ পাপ কৰে পাছত প্ৰচুৰ দক্ষিণাৰে সৈতে যাগ-যজ্ঞ কৰি তেওঁ সেই পাপ খণ্ডন কৰে। ৭৮॥

হে মহাৰাজ, ব্ৰাহ্মণসকলক বহুত গাঁও আৰু গৰু দান কৰি চন্দ্ৰ ৰাহুৰ হাতৰপৰা মুক্ত হোৱাৰ দৰে, সেই ৰজাও তেনেকুৱা পাপৰপৰা মুক্ত হয়। ৭৯॥

হে কুৰুনন্দন যুধিষ্ঠিৰ, বুঢ়া আৰু ল'ৰাবিলাকেৰে সৈতে গ্ৰাম আৰু নগৰবাসী লোকসকলে আপোনাৰেই প্ৰশংসা কৰিছে। ৮০॥

কুকুৰৰ ছালেৰে সজা মোনাত থোৱা গাখীৰ, শূদ্ৰৰ গাত থকা বেদ, চোৰৰ সত্য-কথন আৰু নাৰীৰ শাৰীৰিক বল যেনেকুৱা, দুৰ্য্যোধনৰ ৰাজ্য লাভো তেনেকুৱাই। ৮১॥

হে ভৰত-বংশধৰ, আবাল-বৃদ্ধ-বনিতা সকলোৱে এই কথাৰ সদায় সমালোচনা কৰিছে। ৮২॥

হে অৰিন্দম, আপুনি নিজৰ বুদ্ধিত ৰাজ্যভ্ৰষ্ট হৈ আমাৰে সৈতে এই দুৰৱস্থা প্ৰাপ্ত হোৱাৰ কাৰণে আমি সকলোটিয়েই বিনষ্ট হৈছো। ৮৩॥

আপুনি ব্ৰাহ্মণসকলক ধন দান কৰিবলৈ মানস কৰি আৰু সকলো প্ৰকাৰৰ (যুদ্ধৰ) সঁজুলিৰে পৰিপূৰ্ণ ৰথত উঠি অস্ত্ৰবিদ্যা-বিশাৰদ, ধনুৰ্দ্ধৰ আৰু মহাবলী ভ্ৰাতৃসকলেৰে সৈতে আজিয়েই লৰালৰিকৈ হস্তিনাপুৰলৈ গমন কৰক। ৮৪—৮৫॥

হে মহাবলী কুন্তীপুত্ৰ, সৰ্পৰ নিচিনা উগ্ৰ বীৰ দেৱতাসকলৰ দ্বাৰা পৰিবেষ্টিত হৈ বৃত্ৰাসুৰ বধকাৰী ইন্দ্ৰই যেনেকৈ অসুৰবিলাকক জয় কৰি স্বৰ্গৰাজ্য (পুনঃ) অধিকাৰ কৰিছিল, তেনেদৰে আপুনিও নিজ শক্তিৰে মহা শত্ৰু ধৃতৰাষ্ট্ৰৰ পুত্ৰ-ইঁতক জয় কৰি পুনঃ ৰাজ্য গ্ৰহণ কৰক। ৮৬॥

পৃথিৱীত এনে কোনো মানুহ নাই যি অৰ্জ্জুনৰ গাণ্ডীৱ ধনুৰপৰা ওলোৱা গৃধ্ৰপক্ষযুক্ত সাপৰ দৰে তীব্ৰ শৰৰ আঘাত সহ্য কৰিব পাৰে। ৮৭॥

হে ভাৰত, এনেকুৱা বীৰ, হাতী বা ঘোঁৰা নাই মই ক্ৰুদ্ধ হৈ যুদ্ধত গদা ঘূৰালে যি মোৰ সেই গদাৰ বেগ সহ্য কৰিব পাৰে। ৮৮॥

হে কৌন্তেয়, আমি যদি যুদ্ধত সৃঞ্জয়সকল, কৈকেয় বংশীয়সকল আৰু শ্ৰীকৃষ্ণৰ লগত লগ লাগোঁ, তেনেহলে কেনেকৈ ৰাজ্য নাপাম? ৮৯॥

হে মহাৰাজ, বহুত সৈন্য-সামন্তেৰে সৈতে লগ লাগি যত্ন কৰিলে শত্ৰুৰ হাতলৈ যোৱা ৰাজ্য আপুনি কেলেই উদ্ধাৰ কৰিব নোৱাৰিব? ৯০॥

ইতি মহাভাৰতৰ বনপৰ্ব্বৰ অন্তৰ্গত অৰ্জ্জুনাভিগমন-পৰ্ব্বত ভীমৰ উক্তি নামৰ ত্ৰয়স্ত্ৰিংশ অধ্যায়। ৩৩॥

॥ অধ্যায় ৩৪ ॥

## ॥ যুধিষ্ঠিৰৰ উক্তি ॥

বৈশম্পায়নে ক'লে,—ভীমে এনেদৰে কোৱাত মহানুভৱ, সত্যব্ৰত, অজাত-শত্ৰু ৰজা যুধিষ্ঠিৰে ধৈৰ্য্য ধৰি এই কথাখিনি ক'বলৈ ধৰিলে । ১ ॥

যুধিষ্ঠিৰে ক'লে,—তোমাৰ বাক্যৰূপ শেলৰ দ্বাৰা ব্যথিত হৈয়ো মই তোমাৰ ওপৰত অভিযোগ কৰিব নোৱাৰোঁ । (কিয়নো) মোৰ অন্যায় আচৰণতহে তোমা-লোক এনেদৰে বিষণ্ণ হৈছা । ইয়াত কোনো সন্দেহ নাই । ২ ॥

ধৃতৰাষ্ট্ৰৰ পুত্ৰসকলৰ হাতৰপৰা ৰাজ্যখন মোৰ অধীনলৈ আনিবৰ কাৰণে ইচ্ছা কৰি মই পাশা খেলিছিলোঁ । এই কথা জানিব পাৰি ধূৰ্ত্ত আৰু প্ৰৱঞ্চক শকুনিয়ে দুৰ্য্যোধনৰ প্ৰতিনিধি হৈ মোৰ লগত পাশা খেলিবলৈ ধৰিলে । ৩ ॥

হে ভীম, মই শঠতা কৰিব নোৱাৰোঁ । কিন্তু শঠ-শিৰোমণি শকুনিয়ে সভাৰ মাজতেই শঠতাৰে অক্ষ নিক্ষেপ কৰি জয় লাভ কৰিলে আৰু তেতিয়া মযো বিপদৰ কথা বুজিব পাৰিলোঁ । ৪ ॥

শকুনিৰ ইচ্ছা অনুসাৰে পাশতি যুগ্ম আৰু অযুগ্ম হৈ পৰিবলৈ ধৰা দেখিয়েই যদি মই আত্মসংযম কৰিব পাৰিলোহেঁতেন, তেনেহলে এনে অঘটন নঘটে ; কিন্তু ক্ৰোধে মানুহৰ ধৈৰ্য্য নাশ কৰে । ৫ ॥

বোপা ভীম, ধৈৰ্য্য লোপ পালে কি পৌৰুষ, কি অভিমান, কি বীৰত্ব একো-ৱেই মানুহৰ মন সংযত কৰিব নোৱাৰে । এনেকুৱা হব লগীয়াই আছিল বুলি মই ভাবোঁ । সেই কাৰণে তোমাৰ কথাত মই দোষাৰোপ নকৰোঁ । ৬ ॥

ৰাজ্য লাভ কৰিবলৈ ইচ্ছা কৰি যেতিয়া ধৃতৰাষ্ট্ৰৰ পুত্ৰ ৰজা দুৰ্য্যোধনে আমাক বিপদত পেলাই দাসত্বৰ শৃঙ্খলেৰে আবদ্ধ কৰিছিল, তেতিয়া দ্ৰৌপদীয়েই আমাৰ আশ্ৰয় আছিল । ৭ ॥

আমি পাশা খেলৰ কাৰণে পুনৰায় সভালৈ অহাত ধৃতৰাষ্ট্ৰৰ পুত্ৰ দুৰ্য্যোধনে ভাৰতসকলৰ সন্মুখত মোৰ উদ্দেশ্যে যিবিলাক কথা কৈছিল সেই কথা তুমিও জানা আৰু অৰ্জ্জুনেও জানে । ৮ ॥

( দুৰ্য্যোধনে কৈছিল ) হে অজাতশত্ৰু, ( পাশাখেলত পৰাস্ত হলে ) আপুনি আপোনাৰ ভ্ৰাতৃসকলেৰে সৈতে বাৰ বছৰ জ্ঞাতভাৱে বনবাস খাটিব লাগিব আৰু অজ্ঞাতভাৱে এবছৰ কাল বনত বাস কৰিব লাগিব । ৯ ॥

হে পূজনীয়, যদি কেনেবাকৈ ভাৰতৰ গুপ্তচৰে এই কথা জানিব পাৰে তেনে-হলে আপুনি আকৌ বাৰ বছৰ অৰণ্যত জ্ঞাতভাৱে আৰু এবছৰ অজ্ঞাতভাৱে বাস কৰিব লাগিব। এই কথা বুজি লৈ আপুনি প্ৰতিজ্ঞা কৰক। ১০ ॥

হে মহাৰাজ, যদি আমাৰ গুপ্তচৰৰ চকুত ধূলি দি সিহঁতে নজনাকৈ সেই-খিনি কাল কটাব পাৰে, তেনেহলে, হে ভাৰত, এই কৌৰৱৰ সভাত মই প্ৰতিজ্ঞা কৰি কৈছো যে পঞ্চনদ দেশ নিশ্চয় আপোনাৰ হ'ব। ১১ ॥

হে ভাৰত, যদি আপুনি আমাক পৰাস্ত কৰে, তেনেহলে আমিও তেনেকুৱাই আচৰণ কৰিম। এই কথাবিলাক সেই ৰজা দুৰ্য্যোধনে আগেয়ে কৌৰৱসকলৰ সন্মুখত এনেদৰে কৈছিল আৰু ময়ো তেনেকুৱা হব বুলিয়েই কৈছিলো। ১২ ॥

সভাত খেলা আমাৰ সেই পাশা খেল জঘন্য হৈ উঠিল। আমি পৰাস্ত হৈ নিৰ্ব্বাসিত হলো আৰু এনেদৰে খেদা খাই আমি জঘন্য বেশেৰে দেশে দেশে, বনে বনে ঘূৰি ফুৰিছো। ১৩ ॥

তেতিয়া দুৰ্য্যোধনো শান্তিৰ কাৰণে অলপো ইচ্ছা নকৰি পুনৰায় ক্ৰোধৰ বশীভূত হৈ উঠিল আৰু নিজৰ বশলৈ অন্য কৌৰৱসকলক দুৰ্গ আদি ৰক্ষা কৰা কামত নিযুক্ত কৰিলে। ১৪ ॥

কোন মানুহে সাধুসকলৰ সন্মুখত এনেকুৱা প্ৰতিজ্ঞা কৰি পুনৰায় ৰাজ্য লাভৰ নিমিত্তে সেই প্ৰতিজ্ঞা লঙ্ঘন কৰিব পাৰে? পূজনীয় মানুহৰ পক্ষে ধৰ্ম্ম-পথ অতিক্ৰম কৰি ৰাজ্য শাসন কৰা মৰণতকৈয়ো অধিক ক্লেশদায়ক হয়। ১৫ ॥

হে ভীম, তুমি যেতিয়া পাশা খেলৰ ঠাইত পৰিঘাস্ত্ৰ পৰিমাৰ্জ্জিত কৰি মোৰ বাহু দুখন ভস্মসাৎ কৰিবলৈ উদ্যত হৈছিলা, তেতিয়া অকল অৰ্জ্জুনেহে তোমাক বাধা দিছিল। কিন্তু তেতিয়া তুমি তোমাৰ বীৰত্ব প্ৰকাশ কৰিলে কি অনিষ্ট হলহেঁতেন? ১৬ ॥

তুমি সকলোৰে শক্তি সামৰ্থ্যৰ কথা জানা। এনেস্থলত প্ৰতিজ্ঞা কৰাৰ আগতে তুমি কেলেই এনেকুৱা কথা কোৱা নাই? বিপদ মূৰ পাতি লোৱাৰ পাছত কেলেই তুমি মোক এনেকুৱা কথা কৈছা? ১৭ ॥

হে ভীম, যাজ্ঞসেনীৰ দুৰৱস্থা দেখি আমি যে ক্ষান্ত হৈছিলো সেই দুখতেই এতিয়া বিহ খাই দুখ অনুভৱ কৰাৰ দৰে অন্তৰত দুখ অনুভৱ কৰিবলৈ ধৰিছো। ১৮ ॥

হে ভৰতপ্ৰবীৰ, কৃষকসকলে শস্যৰ গুটি সিঁচি যেনেদৰে ফললৈ অপেক্ষা কৰে, তেনেদৰে তুমিও সুখোদয়ৰ কাললৈ অপেক্ষা কৰা। কুৰু-বীৰসকলৰ মাজত তুমি যিবোৰ কথা কৈছা এতিয়া সেই অনুসাৰে কাম কৰা কোনোৰকমে উচিত নহয়। ১৯ ॥

যদি প্ৰতাৰিত হোৱা বীৰে শত্ৰুক বলৱান হোৱা বুলি জানি তৎক্ষণাৎ কাটি পেলাব পাৰে তেনেহলে তাৰ পুৰুষকাৰ নানা গুণেৰে মণ্ডিত হয় আৰু সেই বীৰ এই সংসাৰত জীয়াই থাকে। ২০ ॥

সেই বীৰেই সমগ্ৰ ৰাজলক্ষ্মী লাভ কৰে, শত্ৰুসকলো তেওঁৰ ওচৰত অৱনত হয়। যেনেকৈ দেৱতাসকলে ইন্দ্ৰক আশ্ৰয় কৰি কাল যাপন কৰে, তেনেদৰে তেওঁৰ বন্ধু-বান্ধৱবিলাকেও তেওঁক আশ্ৰয় কৰি জীয়াই থাকে। ২১॥

তুমি মোৰ সত্য-প্ৰতিজ্ঞাৰ কথা শুনা—মই দেৱত্ব আৰু মোৰ জীৱনতকৈয়ো ধৰ্ম্মক প্ৰিয় বুলি ভাবোঁ। ৰাজ্য, ধন, পুত্ৰ আৰু যশস্যা—এইবিলাক সত্যৰ এটা ক্ষুদ্ৰ অংশৰো সমান হ'ব নোৱাৰে। ২২॥

ইতি মহাভাৰতৰ বনপৰ্ব্বৰ অন্তৰ্গত অৰ্জ্জুনাভিগমন-পৰ্ব্বত যুধিষ্ঠিৰৰ উক্তি নামৰ চতুস্ত্ৰিংশ অধ্যায়। ৩৪॥

## ॥ অধ্যায় ৩৫ ॥

# ॥ ভীমৰ উক্তি ॥

ভীমে ক'লে,—

হে মহাৰাজ কৌন্তেয়, ফেনৰ দৰে অসাৰ আৰু ফলৰ দৰে পতনশীল মানুহে কালৰ বশীভূত হৈ কালক দেখা পোৱা যেন পায়। কিন্তু সেই কাল শৰৰ দৰে শীঘ্ৰগামী আৰু সোঁতৰ দৰে নিত্যবাহী, অনন্ত, অতুলনীয় আৰু সকলোৰে ধ্বংস-কাৰী। গতিকে এনেকুৱা কালত সন্ধি কৰা নিতান্ত নিষ্ফল। ১—২॥

বেজিৰ আগেৰে আনিলেও যেনেদৰে অঞ্জনৰ গুৰি শেষ হয় তেনেদৰে মানুহৰ পৰমায়ুও শেষ হয়। গতিকে মানুহে কেনেকৈ কাললৈ অপেক্ষা কৰিব? ৩॥

যি মানুহৰ পৰমায়ু নিশ্চয় অপৰিমিত অথবা যি মানুহে পৰমায়ুৰ পৰিমাণ জানে আৰু সকলো বিষয়কেই দেখা পায়, তেনেকুৱা মানুহে হে সময়লৈ অপেক্ষা কৰি থকা উচিত। ৪॥

হে মহাৰাজ, এই তেৰ বছৰ কাল অপেক্ষা কৰোঁতে পৰমায়ু শেষ কৰি কালে আমাক মৃত্যুৰ মুখলৈ আগ বঢ়াই নিব। ৫॥

মৃত্যু সদায় শৰীৰীসকলৰ শৰীৰত আশ্ৰয় কৰি থাকে। গতিকে আমিও মৃত্যুৰ আগতেই ৰাজ্য লাভৰ কাৰণে চেষ্টা কৰা উচিত। ৬॥

শৌৰ্য্যাদি গুণ নথকা বাবে যি মানুহে (আনৰ ওচৰত) অবিদিত আৰু শত্ৰু নিৰ্য্যাতন কৰিবলৈ অসমৰ্থ হৈ পৰম উৎকৃষ্ট কীৰ্ত্তি লাভ কৰিব নোৱাৰে, সি ভূমিৰ ভাৰ-স্বৰূপ হৈ বলধৰ দৰে অৱসন্ন হৈ পৰে। ৭॥

যি মানুহ বলহীন, নিৰুদ্যোগী আৰু শত্ৰু-নিৰ্য্যাতন কৰিবলৈ অসমৰ্থ সেই কুলক্ষণীয়া মানুহৰ জন্ম নিষ্ফল বুলি মই ভাবোঁ। ৮॥

আপোনাৰ বাহুযুগল সুবৰ্ণৰ অধিকাৰী আৰু কীৰ্ত্তি লাভ কৰাৰ উপযোগী। গতিকে আপুনি যুদ্ধত শত্ৰু নাশ কৰি নিজৰ বাহুবলেৰে লাভ কৰা ঐশ্বৰ্য্য উপভোগ কৰক। ৯ ॥

হে অৰিন্দম, যি মানুহে প্ৰতাৰকৰ প্ৰাণ সংহাৰ কৰি নৰকলৈ যায় তাৰ পক্ষে সেই নৰকো স্বৰ্গৰ নিচিনা হয়। ১০ ॥

ক্ৰোধৰ কাৰণে উৎপন্ন হোৱা সন্তাপ হুতাশনতকৈও অধিক দীপ্তিমান। সেই কাৰণে মই দিনে ৰাতিয়ে সেই সন্তাপৰ দ্বাৰা সন্তপ্ত হৈ নিদ্ৰাও পৰিত্যাগ কৰিছো। ১১ ॥

(আৰু) ধনুগু'ণ আকৰ্ষণত শ্ৰেষ্ঠ আৰু সিংহৰ দৰে শক্তিশালী সেই অৰ্জুনো পৰম সন্তপ্ত হৈ স্বস্থানত বৈ আছে। ১২ ॥

যি অৰ্জুন পৃথিৱীৰ সকলো ধনুৰ্দ্ধৰকেই অকলে সংহাৰ কৰিবলৈ সমৰ্থ, সেই অৰ্জুনেও মত্ত গজৰ দৰে অন্তৰৰ গৰম নিশ্বাস ত্যাগ কৰিবলৈ ধৰিছে। ১৩ ॥

নকুল, সহদেৱ আৰু বৃদ্ধা মাতৃয়ে আপোনাৰ প্ৰিয় কামনা কৰি জড় আৰু মূকৰ দৰে অৱস্থান কৰিছে। ১৪ ॥

এতিয়া সৃঞ্জয়বিলাকেৰে সৈতে সকলো বন্ধু-বান্ধৱে অপোনাৰ হিত চিন্তা কৰি কাল যাপন কৰিছে। প্ৰতিবিন্ধ্যৰ মাতৃ দ্ৰৌপদী আৰু ময়ো অতিশয় সন্তপ্ত হৈছো। ১৫ ॥

এই সকলোবিলাক বাবেই যুদ্ধ কৰিবলৈ ভাল পায়। (কিন্তু) তেওঁলোক বিপদগ্ৰস্ত হৈছে। গতিকে এতিয়া মই যি কথা কম সেই কথাখিনি সকলোৰে অভিপ্ৰেত হব। ইয়াত কোনো সন্দেহ নাই। ১৬ ॥

দুৰ্বল আৰু নীচসকলে আমাৰ হাতৰপৰা ৰাজ্য কাঢ়ি নি ভোগ কৰিছে। হে মহাৰাজ, ইয়াতকৈ ডাঙৰ বিপদ কি হব পাৰে। ১৭ ॥

হে শত্ৰুদমনকাৰী, স্বভাৱ, লাজ আৰু দয়া-গুণৰ কাৰণে আপুনি নানা প্ৰকাৰে দুখ-কষ্ট সহ্য কৰিছে। কিন্তু এই বিষয়ে কোনেও আপোনাক প্ৰশংসা কৰা নাই। ১৮ ॥

হে মহাৰাজ, অৰ্থজ্ঞানশূন্য, বেদৰ অক্ষৰত মাথোন জ্ঞান থকা আৰু কেৱল গুৰুৰ বাণী আওৰোৱা অজ্ঞানী শ্ৰোত্ৰিয়ৰ দৰে আপোনাৰ বুদ্ধিও তত্ত্বাৰ্থ বুজিবলৈ সমৰ্থ হোৱা নাই। ১৯ ॥

ক্ৰূৰমতি মানুহবিলাকেহে এই কুলত জন্ম গ্ৰহণ কৰে। ব্ৰাহ্মণৰ নিচিনা পৰম দয়ালু হৈ- আপুনি কেনেই তেনেকুৱা ক্ষত্ৰিয় কুলত জন্ম গ্ৰহণ কৰিছে ? ২০ ॥

ভগৱান মনুৱে কোৱা ৰাজ-ধৰ্মৰ বিষয়ে আপুনি শুনিছে। তথাপি আপুনি ক্ৰূৰ, প্ৰতাৰক, অশান্ত প্ৰকৃতিৰ ধৃতৰাষ্ট্ৰৰ পুত্ৰইতক কেনেই ক্ষমা কৰিছে ? হে মহাৰাজ, কৰ্ত্তব্য বিষয়ত আপুনি অজগৰ সাপৰ দৰে নিশ্চেষ্ট হৈ থাকিব নে ? ২১-২২ ॥

হে কৌন্তেয়, বুদ্ধিমান, শক্তিশালী, জ্ঞানী আৰু সদ্‌বংশজাত আপোনাৰ পক্ষে আমাক লুকাই ৰাখিবলৈ ইচ্ছা কৰা যেনেকুৱা, এমুঠি তৃণেৰে হিমালয় পৰ্ব্বতক

ঢাকি ৰাখিবলৈ চেষ্টা কৰাও তেনেকুৱা। আকাশত সূৰ্য্য আচ্ছন্ন হৈ নথকাৰ দৰে পৃথিৱী-বিখ্যাত আপুনিও এই পৃথিৱীত কোনেও নজনাকৈ লুকাই থাকিব নোৱাৰিব। ২৩—২৪ ॥

বহুত পানী থকা ঠাইত অৱস্থিত ডাল, পাত আৰু ফুল থকা শালগছৰ নিচিনা ঐৰাৱত-সদৃশ এই অৰ্জ্জুনেই বা অজ্ঞাত হৈ কেনেকৈ বিচৰণ কৰিব ? ২৫ ॥

সিংহৰ নিচিনা শক্তিশালী এই শিশু ভ্ৰাতৃ নকুল আৰু সহদেৱেই বা অজ্ঞাত-ভাৱে কেনেকৈ বিচৰণ কৰিব ? ২৬ ॥

বীৰ-প্ৰসৱিনী, পৱিত্ৰকীৰ্ত্তি, বিখ্যাত ৰাজকন্যা এই দ্ৰৌপদীয়েই বা অজ্ঞাত-ভাৱে কেনেকৈ বিচৰণ কৰিব ? ২৭ ॥

হে মহাৰাজ, এই প্ৰজাসকলেও মোক সৰুৰেপৰাই জানে। এনেকুৱা অৱস্থাত তৃণেৰে সুমেৰু পৰ্ব্বত ঢাকি ৰখাৰ দৰে মোৰ পক্ষে অজ্ঞাতভাৱে বাস কৰাও অসম্ভৱ যেন দেখিছো। ২৮ ॥

তেনেদৰে আমি বহুতো ৰজা আৰু ৰাজপুত্ৰক ৰাজ্যচ্যুত কৰিছো। সিহঁত এতিয়া ধৃতৰাষ্ট্ৰৰ অনুগত হৈছে। ইয়াত কোনো সন্দেহ নাই। ২৯ ॥

আগেয়ে আমি পৰাস্ত আৰু ৰাজ্যচ্যুত কৰা সেই ৰজা আৰু ৰাজপুত্ৰসকলে শান্ত ভাৱ অৱলম্বন নকৰিব। এতিয়া সিহঁতে ধৃতৰাষ্ট্ৰৰ হিতৈষী হৈ নিশ্চয় আমাক যুদ্ধত পৰাস্ত কৰিবলৈ চেষ্টা কৰিব। ৩০ ॥

আমাক বিচাৰি উলিয়াবৰ কাৰণে সিহঁতে নিশ্চয় গুপ্তচৰ পঠিয়াব আৰু সেই গুপ্তচৰবিলাকেও আমাৰ কথা জানিব পাৰিলে শত্ৰুৰ ওচৰত প্ৰকাশ কৰিব। গতিকে তেতিয়া আমাৰ ডাঙৰ ভয় উপস্থিত হ'ব। ৩১ ॥

আমি হাবিত ভাল দৰেই তেৰ মাহ বাস কৰিলো। (গতিকে) সেই মাহ-বিলাকক একোটা বছৰ বুলি ভাবি লওক। ৩২ ॥

পণ্ডিতসকলে কয় যে পূতিকা নামৰ লতা সোমলতাৰ প্ৰতিনিধি হ'ব পাৰে। তেনেদৰে একোটা মাহো একোটা বছৰৰ প্ৰতিনিধি হ'ব পাৰে। ৩৩ ॥

হে মহাৰাজ, ভাল দৰে বোজা কঢ়িয়াব পৰা ভাল স্বভাৱৰ বৃষভক তৃপ্তিৰে সৈতে পেট ভৰাই খাবলৈ দিলে মানুহ মিছা কথা কোৱা পাপৰপৰা মুক্ত হয়। ৩৪ ॥

গতিকে, হে মহাৰাজ, আপুনি শত্ৰু বধ কৰিবলৈ স্থিৰ কৰক। কিয়নো, ক্ষত্ৰিয়ৰ পক্ষে যুদ্ধৰ বাহিৰে আন ধৰ্ম্ম নাই। ৩৫ ॥

ইতি মহাভাৰতৰ বনপৰ্ব্বৰ অন্তৰ্গত অৰ্জ্জুনাভিগমন-পৰ্ব্বত ভীমৰ উক্তি নামৰ পঞ্চত্ৰিংশ অধ্যায়। ৩৫ ॥

॥ অধ্যায় ৩৬ ॥

## ॥ কাম্যক-বন-গমন ॥

বৈশম্পায়নে ক'লে,—

হে পুৰুষশ্ৰেষ্ঠ জনমেজয়, শত্ৰু-সন্তাপকাৰী কুন্তী-নন্দন যুধিষ্ঠিৰে ভীমৰ কথা শুনি নিশ্বাস পেলাই চিন্তা কৰিছিল। ১ ॥

মই সুনিশ্চিতৰূপে ৰাজ-ধৰ্ম্ম আৰু জাতি-ধৰ্ম্মৰ কথা শুনিছো; যি লোকে ভৱিষ্যৎ আৰু বৰ্ত্তমান কালত সেইবোৰ কৰ্ত্তব্য নে অকৰ্ত্তব্য তাক তুলনা কৰি চাব জানে সেইজনেই তত্ত্বদৰ্শী। ২ ॥

ধৰ্ম্মৰ প্ৰধান গতি বুজাটো অতিশয় কঠিন, এই কথা মই জানো, গতিকে কেনেকৈ মই বলেৰে সুমেৰু পৰ্ব্বত-সদৃশ সেই ধৰ্ম্মক বিনাশ কৰিম। ৩ ॥

যুধিষ্ঠিৰে অলপ সময় এইদৰে চিন্তা কৰি আৰু কৰ্ত্তব্য-কৰ্ম্ম স্থিৰ কৰি পিচ মুহূৰ্ত্ততেই ভীমক এই কথা ক'লে। ৪ ॥

যুধিষ্ঠিৰে ক'লে,—

হে মহাবাহু বাক্য-বিশাৰদ ভৰত-নন্দন, তুমি যি কৈছা, সেইটো সত্য; কিন্তু মোৰ এই কথাখিনি গ্ৰহণ কৰাঁ। ৫ ॥

হে ভৰত-নন্দন ভীমসেন, নভবা-নিচিন্তাকৈ হঠাতে যিবিলাক মহাপাপজনক কৰ্ম্ম আৰম্ভ কৰা হয়, পিছত সেইবিলাক কৰ্ম্মই মনত দুখ দিয়ে। ৬ ॥

হে মহাবাহু, ভালদৰে মন্ত্ৰণা কৰি কৰা মহত্ত্বপূৰ্ণ পুণ্য কাম সুবিবেচনাৰে কৰিলে দৈৱ অনুকূল হ'লে সিদ্ধ হয়। ৭ ॥

কিন্তু কেৱল মনৰ চঞ্চলতা তেতুকে বল আৰু দৰ্পৰ দ্বাৰায় প্ৰবৃত্ত হৈ তুমি নিজে এই কাৰ্য্য আৰম্ভ কৰা যদি উচিত বুলি ভাবাঁ, সেই বিষয়ে তুমি মোৰ বক্তব্য শুনা। ৮ ॥

মহাবলী ভূৰিশ্ৰৱা, শল, জলসন্ধ, ভীষ্ম, দ্ৰোণ, কৰ্ণ আৰু অশ্বত্থামা (এওঁলোক সকলোৱে দুৰ্য্যোধনৰ পক্ষ অৱলম্বন কৰিব)। ৯ ॥

সকলো অস্ত্ৰ-শস্ত্ৰত পাৰ্গত দুৰ্য্যোধন প্ৰভৃতি ধৃতৰাষ্ট্ৰৰ পুত্ৰসকল অপৰাজেয় আৰু সদায় আমাৰ আততায়ী। ১০ ॥

ইয়াৰ বাহিৰে আমি (ৰাজসূয় যজ্ঞত দিগ্বিজয়ৰ সময়ত) যিসকল অভিষিক্ত আৰু অনভিষিক্ত ৰজাক পৰাজয় কৰিছিলো, তেওঁলোকে কৌৰৱ-পক্ষ অৱলম্বন কৰিছে, আৰু দুৰ্য্যোধনৰ প্ৰতি অনুৰক্ত হৈছে। ১১ ॥

গতিকে হে ভৰত-নন্দন, তেওঁলোকে দুৰ্য্যোধনৰ হিত-সাধনত মনোযোগ দিব, আমাৰ পক্ষত যোগ নিদিব। গতিকে সম্পূৰ্ণ ৰাজ-উঁৰাল আৰু সৈন্যবাহিনীৰ গৰাকী হৈ তেওঁলোকে আমাক পৰাজয় কৰিবলৈ চেষ্টা কৰিব। ১২ ॥

পুত্ৰ আৰু মন্ত্ৰীবৰ্গেৰে সৈতে কৌৰৱ-বাহিনীৰ সকলো সৈন্যকেই দুৰ্য্যোধনে উপযুক্ত বেতন আৰু সকলো প্ৰকাৰৰ ভোগ্য বস্তু দি সন্তুষ্ট কৰি ৰাখিছে। ১৩ ॥

ইয়াৰ বাহিৰে দুৰ্য্যোধনে বিশেষভাৱে সেই বীৰসকলক সম্মানিত কৰিছে। গতিকে তেওঁলোকে যুদ্ধত দুৰ্য্যোধনৰ কাৰণে প্ৰাণো ত্যাগ কৰিব। এয়ে মোৰ নিশ্চিত ধাৰণা। ১৪ ॥

হে মহাবাহু, যদিও আমাৰ আৰু দুৰ্য্যোধন প্ৰভৃতিৰ ওপৰত মহাত্মা ভীষ্ম, দ্ৰোণ আৰু কৃপাচাৰ্য্যৰ সমদৃষ্টি আছে, তথাপি তেওঁলোকে ৰাজদত্ত অন্নৰ পৰিশোধ কৰিব— এইটো মোৰ নিশ্চিত ধাৰণা, গতিকে তেওঁলোকে যুদ্ধত অতি প্ৰিয় প্ৰাণকো ত্যাগ কৰিব। ১৫—১৬ ॥

তেওঁলোক সকলোৱেই দিব্যাস্ত্ৰবিদ্ আৰু ধাৰ্ম্মিক, গতিকে ইন্দ্ৰেৰে সৈতে সমস্ত দেৱতায়ো তেওঁলোকক জয় কৰিব নোৱাৰিব। এয়ে মোৰ ধাৰণা। ১৭ ॥

তাৰ উপৰিও তেওঁলোকৰ ভিতৰত অসহিষ্ণু সৰ্ব্ব-অস্ত্ৰ-অভিজ্ঞ মহাৰথী অভেদ্য-কৱচধাৰী দুৰ্দ্ধৰ্ষ কৰ্ণ আছে, যি আমাৰ ওপৰত সদায় ক্ৰুদ্ধ। ১৮ ॥

গতিকে সহায়-সম্বলহীন তুমি পুৰুষশ্ৰেষ্ঠ ভীষ্ম আদিক পৰাজয় নকৰাকৈ দুৰ্য্যোধনক বধ কৰিব নোৱাৰিবা। ১৯ ॥

হে বৃকোদৰ, সবাতোকৈ শ্ৰেষ্ঠ ভীষ্ম প্ৰভৃতি ধনুৰ্দ্ধৰসকলৰ আৰু কৰ্ণৰ অস্ত্ৰ-চালনাৰ কৌশলৰ বিষয়ে চিন্তা কৰি মোৰ টোপনি অহা নাই। ২০ ॥

বৈশম্পায়নে ক'লে,—

অত্যন্ত অসহিষ্ণু ভীম যুধিষ্ঠিৰৰ এইবিলাক কথা শুনি উদ্বিগ্ন আৰু ভীত হৈছিল আৰু তেওঁ কোনো কথা কোৱা নাছিল। ২১ ॥

যুধিষ্ঠিৰ আৰু ভীম দুয়োজনে এইদৰে আলোচনা কৰি থাকোঁতে, মহাযোগী সত্যৱতীৰ পুত্ৰ ব্যাসদেৱ তাত উপস্থিত হ'ল। ২২ ॥

তেওঁ আহি উপস্থিত হোৱাত, পাণ্ডৱসকলে নিয়ম অনুসাৰে ব্যাসদেৱক পূজা কৰিলে। তেতিয়া বাগ্মীবৰ ব্যাসদেৱে যুধিষ্ঠিৰক এই কথা ক'লে। ২৩ ॥

ব্যাসদেৱে ক'লে,—

হে নৰশ্ৰেষ্ঠ মহাবাহু যুধিষ্ঠিৰ, মই যোগবলেৰে তোমাৰ মনৰ অভিপ্ৰায় বুজিব পাৰিছো; আৰু সেই কাৰণে মই অতি সোনকালে ইয়ালৈ আহিছো। ২৪ ॥

হে শত্ৰুহন্তা ভৰত-নন্দন, ভীষ্ম, দ্ৰোণ, কৃপ, কৰ্ণ, অশ্বত্থামা, ৰাজপুত্ৰ দুৰ্য্যোধন, দুঃশাসনৰপৰা তোমাৰ মনত যি ভয় উপজিছে, তাক মই শাস্ত্ৰোক্ত কৰ্ম্মৰ দ্বাৰায় দূৰ কৰিম। ২৫—২৬ ॥

হে ৰাজশ্ৰেষ্ঠ, তুমি তাকে শুনি ধৈৰ্য্য ধৰি কাৰ্য্যৰ দ্বাৰায় সম্পাদন কৰঁা। কাৰ্য্য সম্পাদন কৰি সোনকালে মনৰ সন্তাপ দূৰ কৰঁা। ২৭॥

তাৰ পিছত বাক্য-বিশাৰদ পৰাশৰ-পুত্ৰ ব্যাসদেৱে যুধিষ্ঠিৰক নিৰ্জ্জন ঠাইলৈ নি যুক্তিসঙ্গত এই কথা কলে। ২৮॥

হে ভৰত-শ্ৰেষ্ঠ, তোমাৰ মঙ্গল-লাভৰ উত্তম কাল উপস্থিত হৈছে। এই সময়ত অৰ্জ্জুনে শত্ৰুসকলক যুদ্ধত পৰাজয় কৰিব পাৰিব। ২৯॥

তুমি মোৰ অনুগত। গতিকে তোমাক কাৰ্য্য-সিদ্ধিৰ প্ৰতিমূৰ্ত্তি-স্বৰূপা প্ৰতিস্মৃতি নামক-বিদ্যা (বৈদিক ইন্দ্ৰ-মন্ত্ৰ) উপদেশ দিওঁ। তুমি গ্ৰহণ কৰঁা। ৩০॥

হে যুধিষ্ঠিৰ, এই বিদ্যা লাভ কৰি মহাবাহু অৰ্জ্জুনে ৰাজ্য লাভ কৰিব পাৰিব। অৰ্জ্জুন অস্ত্ৰ লাভ কৰিবৰ কাৰণে ইন্দ্ৰ, ৰুদ্ৰ, বৰুণ, কুবেৰ আৰু ধৰ্ম্মৰাজৰ ওচৰলৈ যাওক। কাৰণ অৰ্জ্জুন তপস্যা আৰু বিক্ৰমৰ প্ৰভাৱত দেৱতাসকলক দেখা কৰিবলৈকো সমৰ্থ। ৩১—৩২॥

কাৰণ এই অৰ্জ্জুনেই নাৰায়ণৰ সহচৰ, আৰু নাৰায়ণৰ সনাতন অংশ 'নৰ' নামে নিত্য প্ৰাচীন মহা তেজস্বী ঋষি আছিল। ৩৩॥

গতিকে মহাবাহু অৰ্জ্জুনে ইন্দ্ৰ, ৰুদ্ৰ আৰু অন্যান্য দিক্‌পতিসকলৰপৰা অস্ত্ৰ লাভ কৰি শত্ৰু বিজয়-ৰূপ গুৰুতৰ কাৰ্য্য সাধন কৰিব। ৩৪॥

হে মহাৰাজ কুন্তীনন্দন, তোমালোকৰ বাসৰ কাৰণে এই বনখনতকৈ আন কোন বন উপযুক্ত হব, সেই বিষয়ে চিন্তা কৰঁা। ৩৫॥

কাৰণ এখন বনতেই চিৰকাল বাস কৰাটো আনন্দদায়ক হব নোৱাৰে; আৰু বিশেষকৈ, ই তপস্বীসকলৰ উদ্বেগজনক হব পাৰে। ৩৬॥

তোমালোকে (খাদ্যৰূপে ব্যৱহাৰ কৰি) এই বনৰ হৰিণা পহু, লতা আৰু ওষধি দ্ৰব্যসমূহৰ বিনাশ সাধন কৰিছা; আৰু তুমি বেদ-বেদাঙ্গ শাস্ত্ৰত পাৰ্গত অনেক ব্ৰাহ্মণক (ইয়াৰ দ্বাৰায়) ভৰণ-পোষণ কৰিছা। ৩৭॥

বৈশম্পায়নে ক'লে,—

এই কথাখিনি কৈ ভগৱান, প্ৰভাৱশালী, লোক-তত্ত্বজ্ঞ, যোগী, বুদ্ধিমান, সত্যৱতী-নন্দন ব্যাসদেৱে বিনীত আৰু পৱিত্ৰ যুধিষ্ঠিৰক সেই সৰ্ব্বোত্তম বিদ্যাৰ উপদেশ দিলে; আৰু যুধিষ্ঠিৰৰপৰা অনুমতি লৈ তাতেই অন্তৰ্দ্ধান হ'ল। ৩৮—৩৯॥

ধাৰ্ম্মিক, সংযমী আৰু মেধাৱী যুধিষ্ঠিৰে সদায় যথাসময়ত অভ্যাস কৰি (ব্যাসদেৱে উপদেশ দিয়া) সেই বেদমন্ত্ৰটো মনত ৰাখিছিল। ৪০॥

যুধিষ্ঠিৰ ব্যাসদেৱৰ উপদেশত আনন্দিত হৈ সেই দ্বৈত-বনৰপৰা সৰস্বতী নদীৰ পাৰত অৱস্থিত কাম্যক-বনলৈ গৈছিল। ৪১॥

হে মহাৰাজ জনমেজয়, ঋষিসকলে যেনেকৈ দেৱৰাজ ইন্দ্ৰৰ অনুগমন কৰে, সেইদৰে বেদাদি শাস্ত্ৰত সুনিপুণ তপস্বী ব্ৰাহ্মণসকলে যুধিষ্ঠিৰৰ অনুগমন কৰিছিল। ৪২॥

হে ভৰতবংশশ্ৰেষ্ঠ, তাৰ পিছত মহাত্মা পাণ্ডৱসকল মন্ত্ৰী আৰু পৰিয়ালবৰ্গেৰে সৈতে আকৌ কাম্যক-বনত প্ৰৱেশ কৰিছিল। ৪৩॥

হে মহাৰাজ, মনস্বী, ধনুৰ্ব্বেদ-বিশাৰদ বীৰ পাণ্ডৱসকলে মনোহৰ বেদধ্বনি শুনি মৃগমাংসাৰ্থী হৈ সদায় বিশুদ্ধ বাণৰ দ্বাৰায় মৃগয়া কৰি শাস্ত্ৰ অনুসাৰে পিতৃসকল, দেৱতা আৰু ব্ৰাহ্মণসকলক দান-দক্ষিণা কৰি সেই কাম্যক-বনত কিছু দিন বাস কৰিছিল। ৪৪—৪৫॥

ইতি মহাভাৰতৰ বনপৰ্ব্বৰ অন্তৰ্গত অৰ্জ্জুনাভিগমন পৰ্ব্বত কাম্যক-বন-গমন নামৰ ষট্‌ত্ৰিংশ অধ্যায়। ৩৬॥

## ॥ অধ্যায় ৩৭ ॥

## ॥ অৰ্জ্জুনৰ ইন্দ্ৰ-দৰ্শন ॥

বৈশম্পায়নে ক'লে,—

হে পুৰুষশ্ৰেষ্ঠ, তাৰ পিছত এদিনাখন ধৰ্ম্মৰাজ যুধিষ্ঠিৰে ব্যাসদেৱৰ উপদেশ স্মৰণ কৰি, নিৰ্জ্জন ঠাইলৈ জ্ঞানী অৰ্জ্জুনক মাতি নি, তেওঁৰ গাত হাত বুলাই সান্ত্বনাপূৰ্ব্বক মিচিকিয়া হাঁহি মাৰি এই কথা কৈছিল। ১—২॥

শত্ৰু দমনকাৰী যুধিষ্ঠিৰে অলপ সময় অৰ্জ্জুনৰ বনবাসৰ (দ্ৰৌপদী-বিয়োগৰ) বিষয়ে চিন্তা কৰি, গোপনে অৰ্জ্জুনক এই কথা কৈছিল। ৩॥

যুধিষ্ঠিৰে কছিল,—

হে ভৰত-নন্দন, ভীষ্ম, দ্ৰোণ, কৃপ, কৰ্ণ আৰু অশ্বত্থামা এই কেইজনৰ ওপৰতেই চতুৰঙ্গ ধনুৰ্ব্বেদে (আদান, সন্ধান, বিসৰ্গ, সংহাৰ) প্ৰতিষ্ঠা লাভ কৰিছে। ৪॥

তেওঁলোকে অস্ত্ৰৰ যত্ন (গ্ৰহণ, ধাৰণ আৰু প্ৰয়োগ) আৰু শত্ৰু-প্ৰযুক্ত অস্ত্ৰৰ প্ৰতিকাৰ-ৰূপ চিকিৎসাৰে সৈতে দৈৱ, ব্ৰাহ্ম আৰু মানুষৰ অস্ত্ৰসমূহ সম্পূৰ্ণৰূপে জানে, তাৰ বাহিৰেও অন্যান্য সমস্ত অস্ত্ৰৰ প্ৰয়োগো ভাল দৰে জানে। ৫॥

ধৃতৰাষ্ট্ৰৰ পুত্ৰ দুৰ্য্যোধনে তেওঁলোক সকলোকে অনুনয় কৰিছে, বেলেগ বেলেগভাৱে সেৱা কৰিছে আৰু সন্তুষ্ট কৰিছে, গুৰুজনৰ ওচৰত যেনেকৈ থাকে সেইদৰে তেওঁলোকৰ ওচৰত আছে। ৬॥

আন আন যুঁজাৰু বীৰসকলৰ প্ৰতিও দুৰ্য্যোধনৰ সদায় অসাধাৰণ প্ৰীতি আছে। আচাৰ্য্যসকলেও সম্মানিত আৰু সন্তুষ্ট হৈ দুৰ্য্যোধনৰ দোষ পৰিহাৰ কৰিবলৈ যত্ন কৰিছে। ৭॥

গতিকে সম্মানিত সেই ভীষ্ম প্ৰভৃতি বীৰসকলে যথাসময়ত নিজৰ শক্তি

সামৰ্থ্য পৰিত্যাগ নকৰিব, (আমাৰ বিৰুদ্ধে প্ৰয়োগ কৰিব) আৰু বৰ্ত্তমান সময়ত গাঁও, নগৰ, সাগৰ, বন আৰু খনিসমূহেৰে সৈতে এই সমগ্ৰ পৃথিৱীখনেই দুৰ্য্যোধনৰ অধীনত আছে। হে অৰ্জ্জুন, তুমিয়েই আমাৰ প্ৰিয় আৰু তোমাৰ ওপৰতেই আমাৰ ভাৰ অৰ্পণ কৰিছো। ৮—৯ ॥

হে শত্ৰু-দমনকাৰী, সেই কাৰ্য্যৰ সময় উপস্থিত হৈছে। এই বিষয়ে মই কৰ্ত্তব্য-কৰ্ম্ম নিৰূপণ কৰিছো। বোপা, মই ব্যাসদেৱৰপৰা এক গোপন বিদ্যা লাভ কৰিছো। ১০ ॥

হে ভৰতশ্ৰেষ্ঠ, সেই গোপন বিদ্যা নিয়মানুসাৰে প্ৰয়োগ কৰিলে, সমস্ত জগতখনেই মনত প্ৰকাশিত হব। গতিকে তুমি সেই বৈদিক মন্ত্ৰটো গ্ৰহণ কৰি একাগ্ৰচিত্ত হৈ কঠোৰ তপস্যা কৰাঁ, যাতে সময়ত দেৱতাসকলৰ অনুগ্ৰহ লাভ কৰিব পাৰাঁ। ১১—১২ ॥

বোপা, তুমি ধনু, কৱচ, খড়্গ ধাৰণ কৰি, কাকো আক্ৰমণ কৰিবলৈ অৱকাশ নিদি সাধুব্ৰত অৱলম্বন কৰি মুনিৰ বেশেৰে উত্তৰ দিশলৈ যোৱাঁ। ১৩ ॥

হে ধনঞ্জয়, অলৌকিক সমস্ত অস্ত্ৰকেই ইন্দ্ৰই জানে। বৃত্ৰাসুৰৰপৰা ভয় পাই দেৱতাসকলে নিজ নিজ অস্ত্ৰবিলাক সেই সময়ত ইন্দ্ৰৰ ওচৰত সমৰ্পণ কৰিছিল। ১৪ ॥

সেই সকলো অস্ত্ৰ একে ঠাইতে আছে, গতিকে ইন্দ্ৰৰপৰাই তুমি সেইবিলাক লাভ কৰিব পাৰিবা, তুমি ইন্দ্ৰৰ শৰণাপন্ন হোৱাঁ। তেওঁ তোমাক অস্ত্ৰসমূহ দিব। ১৫ ॥

তুমি দীক্ষা গ্ৰহণ কৰি আজিয়েই ইন্দ্ৰক দেখা কৰিবৰ কাৰণে যোৱাঁ।

বৈশম্পায়নে ক'লে—

এই কথা কৈ প্ৰভাৱশালী যুধিষ্ঠিৰে অৰ্জ্জুনক সেই মন্ত্ৰৰ উপদেশ দিছিল। ১৬ ॥

অৰ্জ্জুনেও বাক্য, মন আৰু শৰীৰ সংযত কৰি শাস্ত্ৰবিধি অনুসাৰে দীক্ষা গ্ৰহণ কৰিলে; তেতিয়া ককায়েক যুধিষ্ঠিৰে বাৰ ভায়েক অৰ্জ্জুনক যাবলৈ অনুমতি দিলে। ১৭ ॥

তেতিয়া ধৰ্ম্মৰাজৰ নিৰ্দ্দেশমতে মহাবাহু অৰ্জ্জুনে ইন্দ্ৰৰ দৰ্শনাৰ্থী হৈ গাণ্ডীৱ ধনু আৰু দুটা অক্ষয় তূণ গ্ৰহণ কৰি, কৱচ পিন্ধি আৰু ধনুৰ জ্যাৰ আঘাতৰপৰা তলুৱা আৰু আঙ্গুলি ৰক্ষা কৰিবলৈ তলত্ৰাণ আৰু অঙ্গুলিত্ৰ ধাৰণ কৰি, অগ্নিত হোম কৰি এশ আঠোটা সোণৰ মোহৰ ব্ৰাহ্মণক দান দি তেওঁলোকৰ দ্বাৰায় স্বস্তি পাঠ কৰাই নিশ্বাস ত্যাগ কৰি ওপৰলৈ চাই ধৃতৰাষ্ট্ৰৰ পুত্ৰইতৰ বধৰ নিমিত্তে প্ৰস্থান কৰিলে। ১৮—২০ ॥

সেই সময়ত ধনু ধাৰণ কৰি অৰ্জ্জুনক প্ৰস্থান কৰা দেখা পাই সিদ্ধ ব্ৰাহ্মণসকলে আৰু অদৃশ্য প্ৰাণীবিলাকে কৈছিল—হে অৰ্জ্জুন, তুমি মনত যি বাঞ্ছা কৰিছা, তাক সোনকালে লাভ কৰাঁ।

আন আন ব্ৰাহ্মণসকলে জয় হ'বলৈ আশীৰ্বাদ দি অৰ্জ্জুনক এই বুলি কৈছিল- হে কুন্তীনন্দন, তুমি কাৰ্য্য সাধন কৰা। তোমাৰ নিশ্চয় বিজয় হ'ব।

সকলোৰে মন আকৰ্ষণ কৰি যাবলৈ সাজু হোৱা, শাল গছৰ নিচিনা দীঘল আকৃতিৰ বীৰ পুৰুষ সেই অৰ্জ্জুনক দ্ৰৌপদীয়ে এই কথা ক'লে। ২৩॥

দ্ৰৌপদীয়ে ক'লে,—

হে মহাবাহু কুন্তীনন্দন ধনঞ্জয়, আপোনাৰ জন্মৰ সময়ত কুন্তীদেৱীয়ে আপোনাৰ বিষয়ে যি ইচ্ছা কৰিছিল, আৰু আপুনি নিজে যি ইচ্ছা কৰিছে, সেই সমস্ত বাঞ্ছাই পূৰ্ণ হওক।

আমাৰ ক্ষত্ৰিয় বংশত যেন কোনো ভিক্ষাজীৱীয়ে জন্ম গ্ৰহণ নকৰে। ভিক্ষাৰ দ্বাৰায় জীৱিকা নিৰ্ব্বাহ কৰা ব্ৰাহ্মণসকলক মই সদাই নমস্কাৰ কৰোঁ।

এয়ে মোৰ পৰম দুঃখ যে, সেই পাপমতি দুৰ্য্যোধনে ৰাজসভাত মোক দেখি উপহাস কৰি মোক এজনী গাই গৰু (বহু-পুৰুষ-ভোগ্যা) বুলি কৈছিল।

শত্ৰুয়ে মোক সেই ৰাজসভাৰ মাজত যে বহুবিলাক অসঙ্গত কথা কৈছিল, সেই দুঃখতকৈয়ো আপোনাৰ এই বিৰহ দুঃখ মই অতি গুৰুতৰ বুলি ধাৰণা কৰিছো।

আপুনি যোৱাৰ পিছত আপোনাৰ ককাই-ভাইসকলে জাগৃত অৱস্থাত বাৰে বাৰে আপোনাৰ বীৰোচিত কাৰ্য্য-কলাপৰ উল্লেখ কৰি আপোনাৰ কথাৰ দ্বাৰায় নিশ্চয় আনন্দ বোধ কৰিব।

কিন্তু হে পাৰ্থ, আপুনি বহু দিন ধৰি প্ৰবাসী হ'লে সুখ, ভোগ, ধন, আৰু জীৱন—এইবোৰ একোলৈকে মোৰ হাবিয়াহ নোহোৱা হ'ব, আৰু ইচ্ছাও নাথাকিব।

হে পাৰ্থ, আপোনাৰ ওপৰতেই আমাৰ সুখ-দুঃখ, জীৱন-মৰণ, ৰাজ্য আৰু ঐশ্বৰ্য্য নিৰ্ভৰ কৰিছে।

হে কুন্তীনন্দন, মই আপোনাক সম্ভাষণ জনাইছো। আপুনি মঙ্গল লাভ কৰক; কিন্তু হে নিষ্পাপ, মোৰ প্ৰাৰ্থনা, আপুনি যেন বলবানেৰে সৈতে বিৰোধ নকৰে।

হে মহাবলী, আপুনি বিজয় লাভৰ কাৰণে নিৰ্বিঘ্নে সোনকালে যাওক। ধাতা আৰু বিধাতাক মই প্ৰণাম কৰোঁ, যেন আপুনি মঙ্গলে আৰু সুস্থ শৰীৰে যাব পাৰে।

হে ধনঞ্জয়, হ্ৰী, শ্ৰী, কীৰ্ত্তি, দ্যুতি, পুষ্টি, উমা, লক্ষ্মী, সৰস্বতী—এই সকলোবিলাক দেৱতাই বাটত আপোনাক ৰক্ষা কৰক। ২১—৩৩॥

হে ভৰতশ্ৰেষ্ঠ, আপুনি জ্যেষ্ঠজনৰ সেৱক, আৰু জ্যেষ্ঠ ভ্ৰাতৃৰ আদেশ পালনকাৰী, গতিকে মই আপোনাৰ শান্তিৰ কাৰণে বসু, ৰুদ্ৰ, আদিত্য, মৰুৎ, বিশ্বদেৱ আৰু সাধ্যগণৰ শৰণাপন্না হৈছো।

হে ভৰতনন্দন, আকাশস্থ, স্বৰ্গস্থ আৰু পৃথিৱীস্থ প্ৰাণীসমূহৰপৰা, আৰু

অন্যান্য মিবোৰ মিবোৰী প্ৰাণী আছে, তেওঁলোকৰপৰাও আপোনাৰ মঙ্গল হওক।

বৈশম্পায়নে ক'লে,—

যশস্বিনী দ্ৰৌপদী এইদৰে আশীৰ্ব্বাদ প্ৰাৰ্থনা কৰি বিৰত হ'ল। ৩৪-৩৬ ॥

তাৰ পিছত মহাবাহু অৰ্জ্জুন পুৰোহিত ধৌম্যক আৰু ভ্ৰাতৃসকলক প্ৰদক্ষিণ কৰি ধুনীয়া ধনুখন হাতত লৈ প্ৰস্থান কৰিলে। ৩৭ ॥

পৰাক্ৰমী বলৱান অৰ্জ্জুনে ঐন্দ্ৰযোগ অৱলম্বন কৰি গৈছিল। সেই বাবে সকলো প্ৰাণী তেওঁৰ মাৰ্গৰপৰা আঁতৰি গৈছিল। ৩৮ ॥

বোপা জনমেজয়, শত্ৰু-তাপনকাৰী অৰ্জ্জুন তপস্বীসকলে বাস কৰা অনেক পৰ্ব্বত অতিক্ৰম কৰি দেৱতাসকলে আশ্ৰয় কৰা অলৌকিক আৰু পৱিত্ৰ হিমালয় পৰ্ব্বতলৈ গৈছিল। ৩৯ ॥

মহাত্মা অৰ্জ্জুন যোগ অৱলম্বন কৰি মনৰ নিচিনা বেগী হৈ বতাহৰ দৰে এদিনতেই পৱিত্ৰ হিমালয় পৰ্ব্বতত উপস্থিত হৈছিল। ৪০ ॥

তেওঁ হিমালয় আৰু গন্ধমাদন পৰ্ব্বত অতিক্ৰম কৰি আলস্যবিহীন হৈ দিনে ৰাতিয়ে লৈ থাকি বহু দুৰ্গম স্থান অতিক্ৰম কৰিছিল। ৪১ ॥

তাৰ পিছত অৰ্জ্জুন ইন্দ্ৰকীল পৰ্ব্বতত উপস্থিত হৈ তাত থাকিল; কাৰণ তেওঁ তেতিয়া 'তুমি ইয়াত বৈ যোৱাঁ' বুলি হোৱা আকাশবাণী শুনিছিল। ৪২ ॥

সেই কথা শুনি অৰ্জ্জুনে চাৰিওফালে চকু ঘূৰাই চাইছিল। তাৰ পিছত সব্যসাচীয়ে গছ এজোপাৰ তলত ব্ৰাহ্মণৰ যোগ্য কান্তিৰ দ্বাৰায় দীপ্ত হোৱা পিঙ্গল বৰণীয়া জটাধাৰী কৃশ শৰীৰৰ এজন তপস্বী দেখা পাইছিল। সেই মহাতপস্বীজনে অৰ্জ্জুনক তাত থকা দেখি সুধিছিল। ৪৩—৪৪ ॥

বোপা, তুমি কোন, কিয় ইয়াত উপস্থিত হৈছা, তুমি হাতত ধনু আৰু শৰ ধাৰণ কৰিছা, গাত কৱচ পিন্ধিছা, কঁকালত আৰু হাতত তৰোৱাল আৰু তলত্ৰাণ ধাৰণ কৰিছা, নিশ্চয় তুমি ক্ষত্ৰিয় ধৰ্ম্মাৱলম্বী। ৪৫ ॥

ইয়াত অস্ত্ৰৰ কোনো কাৰ্য্য নাই। এইখন শমগুণান্বিত হৰ্ষ-ক্ৰোধবিহীন তপস্বী ব্ৰাহ্মণসকলৰ আশ্ৰম। ৪৬ ॥

ইয়াত ধনুৰ কোনো কাৰ্য্য নাই; কিয়নো, ইয়াত কোনো সময়তেই যুদ্ধ নহয়। গতিকে বোপা, এই ধনুখন তুমি পৰিত্যাগ কৰাঁ। হে বীৰ, আন কোনো পুৰুষে যাক কেতিয়াও লাভ কৰিব নোৱাৰে, তুমি তপস্যাৰ প্ৰভাৱৰ দ্বাৰায় সেই উত্তম গতি লাভ কৰিছা।

সেই ব্ৰাহ্মণজনে হাঁহি হাঁহি বাৰে বাৰে অৰ্জ্জুনক তেনেকৈ কৈছিল। কিন্তু স্থিৰসঙ্কল্প অৰ্জ্জুনক ধৈৰ্য্যচ্যুত কৰিব পৰা নাছিল। ৪৭—৪৮ ॥

তাৰ পিছত সেই ব্ৰাহ্মণজনে সন্তুষ্ট হৈ হাঁহি হাঁহি অৰ্জ্জুনক কৈছিল—হে শত্ৰুসূদন, তুমি বৰ লোৱাঁ, তোমাৰ মঙ্গল হওক। মই ইন্দ্ৰ। ৪৯ ॥

ইন্দ্ৰই এইদৰে কোৱাৰ পিছত মহাবীৰ কুৰুকুল-ধুৰন্ধৰ অৰ্জ্জুনে মূৰ দোঁৱাই হাত যোৰ কৰি ইন্দ্ৰক ক'লে, ৫০ ॥

হে ভগৱান, মোক বৰ দিয়ক যেন মই আজি আপোনাৰপৰা সমস্ত অস্ত্ৰ জানিব পাৰোঁ, এয়ে মোৰ কামনা। ৫১ ॥

তেতিয়া ইন্দ্ৰই সন্তুষ্ট হৈ যেন হাঁহি হাঁহি অৰ্জ্জুনক ক'লে, হে ধনঞ্জয়, ইয়াত উপস্থিত হোৱা তোমাৰ অস্ত্ৰ-শস্ত্ৰৰ কি প্ৰয়োজন ? ৫২ ॥

তুমি উত্তম গতি লাভ কৰিছা ; অভীষ্ট স্বৰ্গাদি ভোগ বৰণ কৰা । ইন্দ্ৰই এইদৰে কোৱাত, অৰ্জ্জুনে তেওঁক ক'লে, ৫৩ ॥

হে দেৱৰাজ, মই লোভত নাইবা কামনাৰ বশৱৰ্ত্তী হৈ দেৱত্ব নাইবা সুখ বাঞ্ছা নকৰোঁ। আনকি সমস্ত দেৱলোকৰ আধিপত্যও বাঞ্ছা নকৰোঁ। ৫৪ ॥

মোৰ ককাই-ভাইসকলক বনত পৰিত্যাগ কৰি, শত্ৰুতাৰ প্ৰতিশোধ নোলোৱাকৈ ( ইন্দ্ৰপদ লাভ কৰিও ) মই চিৰকাল সমস্ত জগতৰ নিন্দাৰ পাত্ৰ হ'ম। ৫৫ ॥

অৰ্জ্জুনে এইদৰে কোৱাৰ পিছত সমস্ত লোকৰে পূজনীয় ইন্দ্ৰই অৰ্জ্জুনক ভাল লগা কথাৰে সান্ত্বনা দি ক'লে, ৫৬ ॥

বোপা, তুমি যেতিয়া ভূতপতি ত্ৰিলোচন শূলপাণি মহাদেৱৰ দৰ্শন লাভ কৰিব পাৰিবা, তেতিয়া মই তোমাক সকলো দিব্য অস্ত্ৰকে দান কৰিম। ৫৭ ॥

হে কুন্তীনন্দন, তুমি পৰম দেৱতা মহাদেৱৰ দৰ্শন লাভৰ নিমিত্তে যত্ন কৰা। তেওঁৰ দৰ্শন লাভ কৰি সিদ্ধ হৈ স্বৰ্গলাভ কৰিব পাৰিবা। ৫৮ ॥

অৰ্জ্জুনক এই কথা কৈ দেৱৰাজ ইন্দ্ৰ আকৌ অদৃশ্য হ'ল। তাৰ পিছত অৰ্জ্জুনো যোগ অৱলম্বন কৰি সেই ঠাইতে থাকিল। ৫৯ ॥

ইতি মহাভাৰতৰ বনপৰ্ব্বৰ অন্তৰ্গত অৰ্জ্জুনাভিগমন-পৰ্ব্বত অৰ্জ্জুনৰ ইন্দ্ৰ-দৰ্শন নামৰ সপ্তত্ৰিংশ অধ্যায়। ৩৭ ॥

॥ অধ্যায় ৩৮ ॥

## ॥ কৈৰাতপৰ্ব্ব ঃ মুনি-শঙ্কৰ-সংবাদ ॥

জনমেজয়ে ক'লে—হে ভগৱান, অনায়াসে কাৰ্য্য সাধনকাৰী অৰ্জ্জুনে কেনেকৈ অস্ত্ৰবিলাক লাভ কৰিছিল, সেই বৃত্তান্ত মই বহলাই শুনিবলৈ ইচ্ছা কৰিছো। ১ ॥

পুৰুষশ্ৰেষ্ঠ দীৰ্ঘবাহু মহাপ্ৰতাপী অৰ্জ্জুন কেনেকৈ সেই নিৰ্জ্জন বনত নিৰ্ভয়ে প্ৰৱেশ কৰিছিল (তাকো কওক)। ২ ॥

আপুনি ব্ৰহ্মজ্ঞানীসকলৰ ভিতৰত শ্ৰেষ্ঠ, তেওঁ তাত বাস কৰি কি কৰিছিল, কেনেকৈ ভগৱান মহাদেৱ আৰু ইন্দ্ৰক সন্তুষ্ট কৰিছিল, ৩ ॥

হে ব্ৰাহ্মণশ্ৰেষ্ঠ, আপোনাৰ অনুগ্ৰহত মই এই বৃত্তান্ত শুনিবলৈ ইচ্ছা কৰিছো। কাৰণ আপুনি স্বৰ্গ আৰু মৰ্ত্ত্যৰ সকলো বৃত্তান্তকে জানে। ৪ ॥

হে ব্ৰাহ্মণ, যুদ্ধত অপৰাজিত বীৰশ্ৰেষ্ঠ অৰ্জ্জুনে পূৰ্ব্বৰ কালত মহাদেৱেৰে সৈতে অতি অদ্ভুত লোমহৰ্ষক অতুলনীয় যুদ্ধ কৰিছিল; সেই যুদ্ধৰ কথা শুনি নৰশ্ৰেষ্ঠ বীৰ আন আন পাণ্ডৱসকলৰো বিষাদ-হৰ্ষ আৰু বিস্ময়ত হৃদয় কঁপি উঠিছিল; ইয়াৰ বাহিৰেও অৰ্জ্জুনে অন্যান্য যি যি কাম কৰিছিল সকলোখিনি আপুনি কওক। ৫-৭ ॥

যিহেতুকে বিজয়ী অৰ্জ্জুনৰ অতি সামান্য কাৰ্য্যও নিন্দনীয় আছিল বুলি মই লক্ষ্য কৰা নাই, গতিকে সেই বীৰ অৰ্জ্জুনৰ সম্পূৰ্ণ চৰিত্ৰ মোৰ আগত কওক। ৮ ॥

বৈশম্পায়নে কলে—বোপা, তুমি কৌৰৱশ্ৰেষ্ঠ, তোমাক মই মহাত্মা অৰ্জ্জুনৰ নিৰুপম অলৌকিক মহৎ চৰিত্ৰৰ কথা কম। ৯ ॥

হে নিষ্পাপ, দেৱদেৱ ত্ৰিলোচনেৰে সৈতে অৰ্জ্জুনৰ অতিশয় শৰীৰ সংস্পৰ্শ-ৰূপ সমাগমৰ কথা মই কওঁ শুনা। ১০ ॥

হে মহাৰাজ, অতুল পৰাক্ৰমী, মহাবলী, মহাবাহু, সৰ্ব্বলোকশ্ৰেষ্ঠ, মহাৰথী, স্থিৰচিত্ত, ইন্দ্ৰনন্দন, কৌৰৱ অৰ্জ্জুন যুধিষ্ঠিৰৰ আদেশমতে দেৱৰাজ ইন্দ্ৰক আৰু দেৱদেৱ মহাদেৱক দেখা কৰিবলৈ অলৌকিক গাণ্ডীৱ ধনু আৰু সোণৰ মুঠি থকা খড়্গ ধাৰণ কৰি কাৰ্য্য-সাধনৰ নিমিত্তে হিমালয়ৰ শিখৰলৈ লক্ষ্য কৰি উত্তৰ দিশলৈ গ'ল। ১১-১৩ ॥

অৰ্জ্জুন তপস্যাৰ বাবে সঙ্কল্প কৰি অতি খৰকৈ অকলে কণ্টকাকীৰ্ণ ভয়ঙ্কৰ বনত উপস্থিত হ'ল। ১৪ ॥

সেই বনত গছবিলাক নানাবিধ ফুল আৰু ফলেৰে পৰিপূৰ্ণ আছিল, নানা-ধৰণৰ পক্ষীসমূহ বিচৰণ কৰিছিল, নানা প্ৰকাৰ মৃগৰ আবাস বনখন ব্যাপ্ত আছিল, সিদ্ধ আৰু চাৰণগণে বিহাৰ কৰিছিল। ১৫ ॥

তাৰ পিছত অৰ্জ্জুন সেই নিৰ্জ্জন বনত উপস্থিত হোৱাত, আকাশত শঙ্খ-ধ্বনি আৰু পটহধ্বনি হৈছিল। ১৬ ॥

শঙ্খ আৰু পটহধ্বনি হোৱাৰ পিছত পৃথিৱীত অতিশয় পুষ্পবৃষ্টি হৈছিল; আৰু মেঘসমূহে বিস্তৃত হৈ সমগ্ৰ আকাশখনকে আৱৰি ধৰিছিল। ১৭ ॥

তেতিয়া অৰ্জ্জুন হিমালয়ৰ সমীপৱৰ্ত্তী দুৰ্গম বন অতিক্ৰম কৰি হিমালয়ৰ ওপৰত বাস কৰি শোভিত হৈছিল। ১৮ ॥

তেওঁ দেখা পাইছিল, তাত গছবোৰ ফুলেৰে জকমকাই আছে, সেই গছ-বোৰত পৰি চৰাইবোৰে মনোৰম শব্দ কৰিছে। তাত অনেক নদী আছে, তাৰ পানীবিলাক বৈদূৰ্য্যমণিৰ নিচিনা নিৰ্ম্মল; সেই নদীবোৰৰ বুকুত ডাঙৰ ডাঙৰ পানীৰ পকনীয়া (আৱৰ্ত্ত) পৰিছে, তাৰ ওচৰতেই হাঁহ, কাৰণ্ডৱ আৰু সৰলি চৰাই-বোৰে আৰু পুৰুষ-জাতীয় কুলি, কনক আৰু ম'ৰাবিলাকে শব্দ কৰি আছে। ১৯-২০ ॥

সেই নৈৰ পাৰত মনোহৰ বনসমূহ আছে। অতিৰথী অৰ্জ্জুন সেই ঠাইত পবিত্ৰ নিৰ্ম্মল জল-প্ৰবাহ দেখি আনন্দিত হৈছিল। ২১ ॥

তেতিয়া অতি তেজস্বী দৃঢ় মনৰ অৰ্জ্জুন ৰমণীয় সেই বন-প্ৰদেশত আনন্দেৰে বাস কৰি উগ্ৰ তপস্যাত প্ৰবৃত্ত হ'ল। ২২ ॥

তপস্যাত প্ৰবৃত্ত অৰ্জ্জুন কুশনিৰ্ম্মিত বস্ত্ৰ পৰিধান কৰি হাতত দণ্ড আৰু মৃগচৰ্ম্ম ধাৰণ কৰি শোভিত হ'ল; আৰু মাটিত পৰা পকা পাতবোৰ প্ৰথমে খাবলৈ ধৰিলে। ২৩ ॥

পিছত, তিনি দিনৰ মূৰে মূৰে একোটাকৈ ফল ভোজন কৰি এমাহ অতি-ক্ৰম কৰিছিল। তাৰ পিছত, ছদিনৰ মূৰে মূৰে একোটাকৈ ফল খাই দ্বিতীয় মাহ অতিবাহিত কৰিলে। ২৪ ॥

তাৰ পিছত পোন্ধৰ দিনৰ মূৰে মূৰে একোটাকৈ ফল ভক্ষণ কৰি তৃতীয় মাহ অতিক্ৰম কৰিছিল। চতুৰ্থ মাহ উপস্থিত হোৱাত ভৰতশ্ৰেষ্ঠ মহাবাহু অৰ্জ্জুন কেৱল বায়ু ভক্ষণ কৰি থাকিল। কোনো বস্তুকে আশ্ৰয় নকৰাকৈ তেওঁ ভৰিৰ বুঢ়া আঙু-লিৰ আগ ভাগৰ দ্বাৰা থিয় দি থাকি হাত দুখন ওপৰলৈ তুলি তপস্যা কৰিছিল। ২৫-২৬ ॥

নিতৌ স্নান কৰা হেতুকে অতুল পৰাক্ৰমী মহাত্মা অৰ্জ্জুনৰ মূৰৰ জটসমূহৰ ভিতৰত কিছুমান চুলি বিদ্যুতৰ নিচিনা পিঙ্গল বৰণীয়া আৰু কিছুমান মেঘৰ নিচিনা নীল বৰণীয়া হৈছিল। ২৭ ॥

তাৰ পিছত, মহৰ্ষিসকল অৰ্জ্জুন উগ্ৰ তপস্যাত প্ৰবৃত্ত হোৱা বুলি জনাবলৈ ইচ্ছুক হৈ পিনাকী মহাদেৱৰ ওচৰলৈ গৈছিল। ২৮ ॥

তেওঁলোকে মহাদেৱক প্ৰণাম কৰি অৰ্জ্জুনৰ তপস্যাৰ বিষয়ে কৈছিল ; এই মহাতেজস্বী কুন্তীনন্দন অৰ্জ্জুন হিমালয়ৰ ওপৰত বাস কৰিছে। ২৯ ॥

হে দেৱদেৱ, অৰ্জ্জুনে নিজ তেজৰ প্ৰভাৱত দশোদিশকে যেন ধোঁৱাৰে আবৃত কৰি ভয়ানক দুষ্কৰ তপস্যাত প্ৰবৃত্ত হৈছে ; আমি তেওঁৰ উদ্দেশ্য বুজিব পৰা নাই। ৩০ ॥

তেওঁ অমাৰ সকলোকে সন্তপ্ত কৰিছে ; গতিকে আপুনি তেওঁক ভালদৰে বাধা দিয়ক। পবিত্ৰ মনৰ সেই মুনিসকলৰ সেই কথা শুনি ভূতপতি মহাদেৱে এই কথা ক'লে—হে মুনিসকল, আপোনালোকে অৰ্জ্জুনৰ প্ৰতি কোনো প্ৰকাৰ আশঙ্কা নকৰিব। ৩১-৩২ ॥

আপোনালোক উদ্বিগ্ন নহৈ আনন্দ মনেৰে নিজ ঠাইলৈ সোনকালে উলটি যাওক। মই এওঁৰ হৃদয়ৰ অভিলাষ কি বুজিব পাৰিছো। ৩৩ ॥

এওঁৰ স্বৰ্গৰ প্ৰতি কোনো ইচ্ছা নাই, সম্পদ অথবা আয়ুসৰো কামনা নাই ; কিন্তু এওঁৰ আকাঙ্ক্ষিত যি বস্তু, সেই সমস্তকে আজিয়েই মই সম্পাদন কৰিম। ৩৪ ॥

বৈশম্পায়নে কৈছিল—সত্যবাদী ঋষিসকল মহাদেৱৰ সেই কথা শুনি আনন্দ মনেৰে আকৌ নিজ নিজ আশ্ৰমলৈ গ'ল। ৩৫ ॥

ইতি মহাভাৰতৰ বনপৰ্ব্বৰ অন্তৰ্গত কৈৰাতপৰ্ব্বত মুনি-শঙ্কৰ-সংবাদ নামৰ অষ্টত্ৰিংশ অধ্যায়। ৩৮ ॥

॥ অধ্যায় ৩৯ ॥

## ॥ মহাদেৱ-স্তৱ ॥

বৈশম্পায়নে কলে,—সেই মহাত্মা তপস্বীসকল যোৱাৰ পিছত সৰ্ব্বপাপ-নাশক ভগৱান পিনাক-ধনুৰ্দ্ধাৰী মহাদেৱে উজ্জ্বল কিৰাতৰ বেশ ধাৰণ কৰিলে, আৰু এজোপা সোণালী গছৰ দৰে জিলিকি, এটা দ্বিতীয় পৰ্ব্বতৰ দৰে শোভিত হৈ, সুন্দৰ পিনাক ধনু আৰু সৰ্পসদৃশ বাণ গ্ৰহণ কৰি, জ্বলন্ত অগ্নিৰ দৰে অতি বেগেৰে আহি অৰ্জ্জুনৰ ওচৰত উপস্থিত হ'ল। ১—৩ ॥

তেতিয়া সমানব্ৰতা আৰু সদৃশ-বেশধাৰিণী উমাদেৱীৰে সৈতে মহাদেৱে কিৰাত বেশৰ দ্বাৰায় নিজৰ স্বৰূপ গোপন কৰিছিল। নানা তৰহৰ বেশধাৰী আনন্দ-মগ্ন প্ৰমথ প্ৰভৃতি পাৰিষদবৰ্গই, আৰু হাজাৰ হাজাৰ তিৰোতাই তেওঁক অনুগমন কৰিছিল। হে ভৰতনন্দন, সেই সময়ত সেই ঠাইখন অত্যন্ত শোভিত হৈছিল। ৪—৫ ॥

সেই সময়ত ক্ষন্তেকৰ ভিতৰতে সমস্ত বনখনেই নীৰৱ হৈ পৰিছিল। নিজৰা আৰু চৰাইবিলাকৰো শব্দ নাইকিয়া হৈ পৰিছিল। ৬॥

মহাদেৱে অনায়াসে কৰ্ম্মসম্পাদনকাৰী অৰ্জ্জুনৰ ওচৰলৈ গৈ মূক নামে অদ্ভুত আকৃতিৰ এজন দানৱক দেখা পালে। ৭॥

তেতিয়া সেই মূক দানৱে গাহৰিৰ ৰূপ ধাৰণ কৰি অৰ্জ্জুনক বধ কৰিবলৈ ইচ্ছা কৰিছিল। অৰ্জ্জুনেও গাণ্ডীৱ ধনু আৰু সৰ্পতুল্য বাণ গ্ৰহণ কৰি সেই শ্ৰেষ্ঠ ধনুখনত গুণ আৰোপণ কৰি ধনুৰ টঙ্কাৰৰ দ্বাৰায় দশোদিশ মুখৰিত কৰি খণ্ডতে অতিশয় উদ্দীপ্ত সেই বৰাহৰূপী মূক দানৱক ক'লে, ৮—৯॥

যিহেতু তুমি ইয়াত উপস্থিত হোৱা নিৰপৰাধী মোক বধ কৰিবলৈ ইচ্ছা কৰিছা, সেই বাবে তোমাকেই মই প্ৰথমতে যমৰ ঘৰলৈ পাঠাই দিওঁ। ১০॥

অবিচলিত ধনুৰ্দ্ধৰ অৰ্জ্জুনে গাহৰিটোক প্ৰহাৰ কৰিবলৈ সাজু হোৱা দেখি কিৰাতৰূপী মহাদেৱে হঠাতে বাধা দি কৈছিল যে, এই ইন্দ্ৰনীল মণিময় পৰ্বতৰ নিচিনা গাহৰিটোক তেৱেঁই প্ৰথমতে বধ কৰিবলৈ ইচ্ছা কৰিছে; অৰ্জ্জুনে তেওঁৰ কথা অগ্ৰাহ্য কৰি গাহৰিটোক প্ৰহাৰ কৰিলে। ১১—১২॥

মহা-তেজস্বী কিৰাতেও একে সময়তেই একমাত্ৰ লক্ষ্য সেই গাহৰিটোৰ ওপৰত বজ্ৰতুল্য কঠিন অগ্নিশিখাৰ নিচিনা উজ্জ্বল বাণ বৰ্ষণ কৰিলে। ১৩॥

তেতিয়া তেওঁলোক দুয়োজনে নিক্ষেপ কৰা বাণ দুয়োপাট গৈ পৰ্ব্বতৰ নিচিনা কঠিন আৰু বিশাল সেই মূক দানৱৰ শৰীৰত এক সময়তেই পৰিল। ১৪॥

মেঘত উৎপন্ন হোৱা বজ্ৰৰ যেনেকুৱা শব্দ হয়, আৰু ইন্দ্ৰৰ বজ্ৰ-অস্ত্ৰ পৰ্ব্বতত পৰিলে যেনেকুৱা শব্দ হয়, সেই শৰ দুপাটৰ সংযোগত তেতিয়া তেনেকুৱা শব্দ হ'ল। ১৫॥

তেতিয়া সৰ্পৰ নিচিনা উজ্জ্বল মুখৰ বহু বাণৰ দ্বাৰায় বিদ্ধ হৈ সেই বৰাহৰূপী দানৱ আকৌ ৰাক্ষসৰ নিচিনা ভয়ঙ্কৰ ৰূপ ধাৰণ কৰি মৰি থাকিল। ১৬॥

তাৰ পিছত, শত্ৰুহন্তা জয়শীল অৰ্জ্জুনে সুৱৰ্ণৰ নিচিনা কান্তি-বিশিষ্ট কিৰাত বেশৰ দ্বাৰায় আত্ম-গোপনকাৰী, তিৰোতাৰে সৈতে থকা পুৰুষ এজনক দেখা পালে। ১৭॥

অৰ্জ্জুনে আনন্দিত হৈ হাঁহি হাঁহি সেই পুৰুষজনক ক'লে, তুমি কোন, এই নিৰ্জ্জন বনত তিৰোতাসকলৰ দ্বাৰায় পৰিবৃত হৈ ফুৰিছা? ১৮॥

হে সোণ-বৰণীয়া পুৰুষ, এই ভয়ঙ্কৰ বনত তোমাৰ ভয় লগা নাই জানো, কি কাৰণে তুমি মোৰ এই গাহৰিটোক শৰেৰে আঘাত কৰিলা? ১৯॥

ইয়াত উপস্থিত হোৱা ৰাক্ষসৰ নিচিনা বিকৃতাকাৰ এই দানৱটোক ময়েই প্ৰথমতে লাভ কৰিছিলো, হঠাতেই হওক, নাইবা মোক পৰাভৱ কৰিবৰ কাৰণেই হওক, তুমি ইয়াক আঘাত কৰিছা। গতিকে জীৱন লৈ তুমি মোৰ হাতৰপৰা যাব নোৱাৰিবা। ২০॥

কাৰণ তুমি আজি মোক ওপৰত যেনেকুৱা ব্যৱহাৰ কৰিলা, সি মৃগয়াৰ নিয়ম নহয়। সেই বাবে মৃগয়া-ধৰ্ম-অনভিজ্ঞ পৰ্বতবাসী তোমাক মই বধ কৰিম। ২১॥

অৰ্জুনে এইদৰে কোৱাত হাঁহি হাঁহি কোমল বাক্যেৰে কিৰাতে সব্যসাচী অৰ্জুনক ক'লে, ২২॥

হে বীৰ, বনক ওচৰত তুমি মোৰ জীৱনৰ নিমিত্তে আশংকা নকৰিবা। বনত বাস কৰা আমাৰ এই ঠাই সদায় পৰিচিত। ২৩॥

হে তপোধন, কিন্তু তুমিনো কি কাৰণে এই কঠোৰ বনবাস খাটিছা? আমি সদায় অনেক জীৱজন্তু-পৰিপূৰ্ণ এই বনতেই বাস কৰি থাকোঁ। ২৪॥

তোমাক অগ্নিৰ নিচিনা তেজস্বী যেন দেখিছো, তোমাৰ শৰীৰ কোমল, তুমি সুখত তাণ্ডৱ-দীঘল হৈছা; গতিকে তুমি কেনেকৈ জনশূন্য এই বনত ঘূৰি ফুৰিবা? ২৫॥

অৰ্জুনে ক'লে—মই গাণ্ডীৱ ধনু আৰু অগ্নিতুল্য নাৰাচ বাণবিলাকৰ সহায়ত দ্বিতীয় কাৰ্ত্তিকেয়ৰ নিচিনাকৈ এই মহাৰণ্যত বাস কৰিছো। ২৬॥

এই ভয়ানক ৰাক্ষসটো মোক বধ কৰিবলৈ বৰাহ-ৰূপ ধাৰণ কৰি ইয়াত উপস্থিত হৈছিল; গতিকে মই এই জন্তুটোক বধ কৰিছো। ২৭॥

কিৰাতে ক'লে—ময়েই প্ৰথমতে মোৰ ধনুৰপৰা মৰা বাণেৰে ইয়াক প্ৰহাৰ কৰি বধ কৰিছো, আৰু তাক যমৰ ঘৰলৈ পঠাইছো। ২৮॥

ই মোৰেই প্ৰথম লক্ষ্য আছিল; গতিকে ই মোৰেই প্ৰাপ্য, আৰু মোৰ প্ৰহাৰতে ই প্ৰাণ ত্যাগ কৰিছে। ২৯॥

তুমি নিজ-বলত গৰ্ব্বিত হৈ নিজৰ দোষসমূহ আনে কৰা বুলি কোৱা উচিত নহয়। তুমি গৰ্ব্বিত হৈছা। মূৰ্খ, তুমি জীৱন লৈ মোৰপৰা সাৰি যাব নোৱাৰিবা। ৩০॥

তুমি স্থিৰ হোৱাঁ। মই তোমাক ওপৰত বজ্ৰতুল্য বাণ নিক্ষেপ কৰিম। তুমি তোমাৰ শ্ৰেষ্ঠ শক্তিৰে মোক লগত যুদ্ধ কৰাঁ, আৰু পাৰাঁ যদি তুমিও (মোৰ ওপৰত) বাণ নিক্ষেপ কৰাঁ। ৩১॥

অৰ্জুনে তেতিয়া সেই কিৰাতৰ তেনেকুৱা কথা শুনি ক্ৰোধ প্ৰকাশ কৰি বাণ প্ৰহাৰ কৰিলে। ৩২॥

তেতিয়া কিৰাতে আনন্দ মনেৰে অৰ্জুনৰ বাণবিলাক গ্ৰহণ কৰিলে। কিৰাতে বাৰে বাৰে 'স্থিৰ হোৱাঁ'' এই বুলি কৈ "মূৰ্খ, মূৰ্খ'' বুলি সম্বোধন কৰি ক'বলৈ ধৰিলে। ৩৩॥

মৰ্মভেদী নাৰাচ নামৰ বাণসমূহ নিক্ষেপ কৰাঁ— এই বুলিও কিৰাতে অৰ্জুনক ক'লে। তেতিয়া অৰ্জুনে লগে লগে বাণ বৰ্ষণ কৰিলে। ৩৪॥

তাৰ পিছত তেওঁলোক দুয়োজনেই ক্ৰুদ্ধ হৈ পৰাক্ৰম দেখুৱাই শোভিত হৈছিল; তেওঁলোকে সৰ্প-সদৃশ বাণবিলাকৰ দ্বাৰায় বাৰে বাৰে পৰস্পৰে পৰস্পৰক প্ৰহাৰ কৰিছিল। ৩৫॥

অম্লশেষত অৰ্জ্জুনে কিৰাতৰ ওপৰত বাণ বৃষ্টি কৰিবলৈ ধৰিলে ; আৰু কিৰাত-ৰূপী মহাদেৱেও আনন্দ মনেৰে সেই বাণ নিজৰ শৰীৰত গ্ৰহণ কৰিবলৈ লাগিল। ৩৬ ॥

মহাদেৱে কিছুসময় সেই বাণ বৰ্ষণ সহ্য কৰি, অক্ষত শৰীৰেৰে পৰ্ব্বতৰ নিচিনা অচল হৈ থাকিল। ৩৭ ॥

অৰ্জ্জুন নিজৰ বাণ-বৰ্ষণ ব্যৰ্থ হোৱা দেখি অতিশয় আচৰিত হ'ল আৰু 'সাধু সাধু' —এই বুলি কবলৈ ধৰিলে। ৩৮ ॥

কি আচৰিত কথা, হিমালয়ৰ শিখৰবাসী এই কোমল-শৰীৰ কিৰাতে মোৰ গাণ্ডীৱ ধনুৰপৰা নিক্ষিপ্ত এই নাৰাচ নামৰ বাণসমূহ অকাতৰভাৱে গা পাতি লৈছে। ৩৯ ॥

এওঁ কোন, সাক্ষাৎ মহাদেৱ নেকি, নাইবা, কোনোবা যক্ষ বা দেৱতা নেকি ? কাৰণ, হিমালয়তো দেৱতাসকলৰ সমাগম হয়। ৪০ ॥

মই মৰা হাজাৰ হাজাৰ বাণৰ বেগ মহাদেৱ ভিন্ন আনে সহ্য কৰিব নোৱাৰে। ৪১ ॥

এওঁ মহাদেৱ ভিন্ন আন কোনো দেৱতাই হওক নতুবা যক্ষই হওক, মই এওঁক তীক্ষ্ণ বাণৰ দ্বাৰায় যমৰ ঘৰলৈ পঠিয়াম। ৪২ ॥

হে মহাৰাজ, তাৰ পিছত সূৰ্য্যই যেনেকৈ কিৰণমালা বিস্তাৰ কৰে, সেইদৰে জয়শীল অৰ্জ্জুনেও আনন্দ মনেৰে শত শত মৰ্মভেদী নাৰাচ নামৰ বাণ নিক্ষেপ কৰিবলৈ ধৰিলে। ৪৩ ॥

পৰ্ব্বতে যেনেকৈ শিলাবৃষ্টি বুকু পাতি লয়, সেইদৰে জগৎ সৃষ্টিকৰ্ত্তা কিৰাত-ৰূপী ভগৱান মহাদেৱেও প্ৰসন্ন মনেৰে সেই নাৰাচ বাণৰ বৰ্ষণ গা পাতি লৈছিল। ৪৪ ॥

তাৰ পিছত অৰ্জ্জুন অল্প সময়ৰ ভিতৰতে বাণশূন্য হৈ পৰিল আৰু শৰ নাইকিয়া হোৱা দেখি তেওঁ বৰ ভয় খালে। ৪৫ ॥

তেতিয়া অৰ্জ্জুনে ভগৱান অগ্নিদেৱক চিন্তা কৰিবলৈ ধৰিলে, যিজনে পূৰ্ব্বতে খাণ্ডৱ-দাহৰ সময়ত তেওঁক দুটা অক্ষয় তূণ দিছিল। ৪৬ ॥

অৰ্জ্জুনে ভাবিছিল, মই এতিয়া ধনুৰে কি নিক্ষেপ কৰিম, মোৰ বাণ শেষ হৈ গৈছে। এওঁ কোনোবা অপূৰ্ব্ব পুৰুষ, যিহেতুকে মোৰ সমস্ত বাণকেই এওঁ গ্ৰাস কৰিছে। ৪৭ ॥

শূলৰ আগেৰে যিদৰে হাতীক বধ কৰা হয়, তেনেকৈ মই ধনুৰ আগেৰেই এওঁক বধ কৰি দণ্ডধৰ যমৰ ঘৰলৈ পঠিয়াওঁ। ৪৮ ॥

ইয়াকে ভাবি মহা তেজস্বী অৰ্জ্জুনে ধনুৰ আগত গুণ সংযোগ কৰি, তাৰ দ্বাৰায় (কিৰাতক) ধৰি বজ্ৰতুল্য মুষ্টিৰ প্ৰহাৰ কৰিবলৈ ধৰিলে। ৪৯ ॥

তাৰ পিছত শত্ৰুহন্তা অৰ্জ্জুনে ধনুৰ আগেৰে কিৰাতক আকৌ প্ৰহাৰ কৰিলে। তেতিয়া পৰ্ব্বতবাসী সেই কিৰাতে অৰ্জ্জুনৰ সেই দিব্য ধনুখন হাতেৰে আঁজুৰি নিলে। ৫০ ॥

ধনুখন গ্ৰহণ কৰাৰ পিছত অৰ্জ্জুনে খড়্গ ধাৰণ কৰিলে, আৰু যুদ্ধ শেষ কৰিবৰ ইচ্ছা কৰি বেগেৰে কিৰাতৰ ওচৰলৈ গ'ল। ৫১ ॥

পৰ্ব্বত ছেদন কৰিবলৈকো কুণ্ঠিত নোহোৱা সেই তীক্ষ্ণধাৰ খড়্গখন অৰ্জ্জুনে পৰাক্ৰম দেখুৱাই বাহুবলৰ দ্বাৰায় কিৰাতৰ মূৰত নিক্ষেপ কৰিলে। ৫২ ॥

তেতিয়া সেই উৎকৃষ্ট খড়্গখন কিৰাতৰ মূৰত পৰি ভাগি গ'ল। তাৰ পিছত অৰ্জ্জুনে গছ আৰু শিল দলিয়াই যুদ্ধ কৰিবলৈ ধৰিলে। ৫৩ ॥

তেতিয়া ভয়ঙ্কৰ শৰীৰ ধাৰণ কৰি কিৰাতৰূপী ভগৱান মহাদেৱে অৰ্জ্জুনে মাৰি পঠোৱা গছ আৰু শিলবিলাক ধৰিবলৈ ধৰিলে। তাৰ পিছত অৰ্জ্জুনে খঙত মুখেৰে ধোঁৱা উলিয়াই বজ্ৰৰ নিচিনা কঠিন মুঠিৰে দুৰ্দ্ধৰ্ষ কিৰাতৰূপী মহাদেৱক প্ৰহাৰ কৰিলে। ৫৪—৫৫ ॥

সেই সময়ত কিৰাত-ৰূপী ভগৱান মহাদেৱে ইন্দ্ৰৰ বজ্ৰ-সদৃশ অতি দাৰুণ মুষ্টি প্ৰহাৰৰ দ্বাৰা অৰ্জ্জুনক পীড়িত কৰিলে। ৫৬ ॥

তেতিয়া যুদ্ধ কৰি থকা অৰ্জ্জুন আৰু কিৰাতৰ মুষ্টি-প্ৰহাৰৰপৰা ভয়ঙ্কৰ চটা-চট্ শব্দ উৎপন্ন হ'বলৈ ধৰিলে। ৫৭ ॥

বৃত্ৰাসুৰ আৰু ইন্দ্ৰৰ যুদ্ধৰ নিচিনা কিৰাত আৰু অৰ্জ্জুনৰ সেই ৰোমাঞ্চকৰ বাহু-যুদ্ধ এক মুহূৰ্ত্তকাল ব্যাপি হৈছিল। ৫৮ ॥

তাৰ পিছত বলৱান বিজয়ী অৰ্জ্জুনে বক্ষস্থলেৰে কিৰাতক আঘাত কৰিলে; আৰু বলৱান কিৰাতেও (বাহু পাশৰপৰা মুক্ত হবলৈ) চেষ্টা কৰি থকা সেই অৰ্জ্জুনক প্ৰহাৰ কৰিলে। ৫৯ ॥

দুডোখৰ কাঠৰ ঘঁহনিত যিদৰে ধোঁৱাৰে সৈতে জুই ওলায় সেইদৰে তেওঁলোক দুয়োজনৰ বাহু-যুদ্ধত আৰু বক্ষস্থলৰ সংঘৰ্ষত শৰীৰত ধূম্ৰযুক্ত অগ্নিৰ উৎপন্ন হৈছিল। ৬০ ॥

তাৰ পিছত মহাদেৱে অৰ্জ্জুনক নিজ অঙ্গেৰে নিপীড়ন কৰি অৰ্জ্জুনৰ চৈতন্য লোপ কৰি খঙত অধিক শক্তিৰে আক্ৰমণ কৰিলে। ৬১ ॥

হে ভৰতনন্দন, তাৰ পিছত অৰ্জ্জুন মহাদেৱৰ বাহুৰ মাজত আৱদ্ধ হৈ শৰীৰৰ অতিশয় পীড়া হেতুকে পিণ্ডাকাৰ পদাৰ্থৰ নিচিনা হৈ পৰিল। ৬২ ॥

মহাদেৱৰ বাহুপাশৰ দ্বাৰা আৱদ্ধ হৈ থকা অৰ্জ্জুনৰ শ্বাস-প্ৰশ্বাস বন্ধ হৈ গৈছিল, তেওঁ স্পন্দনহীন হৈ মাটিত পৰি গ'ল আৰু মৰাৰ নিচিনা হ'ল। ৬৩ ॥

অৰ্জ্জুন এক মুহূৰ্ত্ত সেইদৰে থাকি আকৌ চৈতন্য লাভ কৰি উঠি-বহি তেজেৰে বাওলী হৈ অত্যন্ত দুখিত হ'ল। ৬৪ ॥

তেতিয়া শৰণাগত-ৰক্ষক ভগৱান মহাদেৱৰ শৰণাপন্ন হৈ বেদীৰ ওপৰত মহাদেৱৰ মৃন্ময় মূৰ্ত্তি স্থাপন কৰি মাল্যেৰে মহাদেৱৰ পূজা কৰিলে ৬৫ ॥

যেতিয়া পাণ্ডৱশ্ৰেষ্ঠ অৰ্জ্জুনে সেই মালাধাৰ কিৰাতৰ মূৰত দেখিলে তেতিয়া তেওঁ আনন্দতে উত্ৰাৱল হ'ল। ৬৬ ॥

তেওঁ কিৰাতৰূপী মহাদেৱৰ ভৰিত পৰিল। তেতিয়া মহাদেৱ সন্তুষ্ট হ'ল

আৰু অৰ্জ্জুনক বিস্ময়োপন্ন আৰু তপস্যাৰ দ্বাৰায় ক্ষীণাঙ্গ হোৱা দেখি মেঘৰ নিচিনা গম্ভীৰ ধ্বনিৰে ক'লে। ৬৭ ॥

মহাদেৱে ক'লে,— বোপা অৰ্জ্জুন, মই তোমাৰ এই অতুলনীয় বীৰত্বত আৰু ধৈৰ্য্য গুণত সন্তুষ্ট হৈছো। (জগতত) তোমাৰ সদৃশ ক্ষত্ৰিয় নাই। ৬৮ ॥

হে নিষ্পাপ মহাবাহু ভৰতশ্ৰেষ্ঠ, আজি মই মোৰ আৰু তোমাৰ উৎসাহ আৰু বল সমানেই দেখিলো। মই তোমাৰ ওপৰত সন্তুষ্ট হৈছো, তুমি মোৰ স্বৰূপ দৰ্শন কৰা। ৬৯ ॥

হে বিশালনেত্ৰ, তুমি পূৰ্ব্ব জন্মত ঋষি আছিলা, সেইকে মই তোমাক দিব্য জ্ঞান দিলো। তুমি যুদ্ধত সকলো শত্ৰুক আৰু সমস্ত দেৱতাক জয় কৰিব পাৰিবা। ৭০ ॥

যি অস্ত্ৰ কোনেও ধাৰণ কৰিব নোৱাৰে, মই প্ৰীতিপূৰ্ব্বক সেই অস্ত্ৰ তোমাক দান কৰিম। কাৰণ তুমি মোৰ সেই অস্ত্ৰ সহজেই ধাৰণ কৰিবলৈ সমৰ্থ হবা। ৭১ ॥

বৈশম্পায়নে ক'লে—তাৰ পিছত অৰ্জ্জুনে সেই ঠাইত দেৱী পাৰ্ব্বতীৰে সৈতে অতি তেজস্বী কৈলাসবাসী শূলপাণি মহাদেৱক দেখা পালে। ৭২ ॥

তেতিয়া শত্ৰু-নগৰ-বিজয়ী অৰ্জ্জুনে আঠু কাঢ়ি মৰমেৰে সেৱা জনাই স্তুতিৰে মহাদেৱক প্ৰসন্ন কৰিলে। ৭৩ ॥

অৰ্জ্জুনে ক'লে— হে জটাধাৰী মহাদেৱ, আপুনি সমস্ত দেৱতাৰে নিয়ন্তা, ললাটস্থ নয়নৰ দ্বাৰায় কামদেৱক দগ্ধ কৰিছিল, আপুনি নীলকণ্ঠ আৰু দেৱতাসকলৰো দেৱতা। ৭৪ ॥

হে দেৱ, মই জানো যে আপুনি ব্ৰহ্মাদি সৃষ্টিকৰ্ত্তাসকলৰ ভিতৰত প্ৰধান, আপুনি ত্ৰিলোচন, সৰ্ব্বব্যাপক দেৱতাসকলৰো গতি, আৰু আপুনিয়েই এই জগতখন সৃজন কৰিছে। ৭৫ ॥

আপুনি দেৱ-দানৱ-মনুষ্যসকলেৰে সৈতে তিনিও লোকৰেই অজেয়, আপুনিয়েই বিষ্ণুৰূপী শিৱ আৰু শিৱৰূপী বিষ্ণু। ৭৬ ॥

আপুনিয়েই দক্ষযজ্ঞ বিনাশকাৰী, আপোনাৰ ললাটত নেত্ৰ আছে, আপুনিয়েই জগতৰ সংহাৰ-কৰ্ত্তা আৰু সৃষ্টি-কৰ্ত্তা। হে ত্ৰিশূলধাৰী, হৰিহৰ-স্বৰূপ আপোনাক মই নমস্কাৰ কৰোঁ। ৭৭ ॥

হে ভগৱান, আপুনি পিনাক-ধনুৰ্দ্ধাৰী, জগৎ প্ৰসৱিতৃ, সূৰ্য্য-স্বৰূপ, মঙ্গলদায়ক বিধাতা, সকলো প্ৰাণীৰে অধীশ্বৰ আপোনাক মই প্ৰসন্ন কৰোঁ। ৭৮ ॥

আপুনি প্ৰমথগণৰ অধিপতি, জগতৰ মঙ্গলকাৰক, লোক সৃষ্টি-কৰ্ত্তা ব্ৰহ্মাদিৰো সৃষ্টিকাৰী, প্ৰকৃতি পুৰুষৰো অধীশ, সৰ্ব্বোৎকৃষ্ট, পৰম সূক্ষ্ম তুৰীয় ব্ৰহ্ম, শিৱ-স্বৰূপ (আপোনাক মই প্ৰণাম কৰোঁ)। ৭৯ ॥

হে ভগৱান শংকৰ, আপুনি মোৰ অপৰাধ ক্ষমা কৰিব। মই আপোনাৰ দৰ্শনা-কাঙ্ক্ষী হৈ তপস্বীসকলৰ উত্তম আশ্ৰয়স্থল আপোনাৰ প্ৰিয় এই মহাপৰ্ব্বত হিমালয়লৈ

আছিছো । হে ভগৱান দেৱেশ, আপুনি সমস্ত লোকৰেই নমস্য, গতিকে মই আপোনাক সুপ্ৰসন্ন কৰোঁ । ৮০—৮১ ॥

হে মহাদেৱ, গুৰুতৰ সাহস দেখুৱাই মই আপোনাৰে সৈতে অজ্ঞানবশতঃ যি সংঘৰ্ষ কৰিলো, তাক যেন আপুনি অপৰাধ বুলি নধৰে । হে শঙ্কৰ, মই আজি আপোনাৰ শৰণাপন্ন, মোক ক্ষমা কৰক । ৮২ ॥

বৈশম্পায়নে ক'লে—তেতিয়া মহাতেজস্বী মহাদেৱে হাঁহি মাৰি অৰ্জ্জুনৰ মনোহৰ বাহুযুগলত ধৰি 'মই তোমাক ক্ষমা কৰিছো' বুলি অৰ্জ্জুনক ক'লে । ৮৩ ॥

ভগৱান মহাদেৱে সন্তুষ্ট হৈ বাহুযুগলৰ দ্বাৰায় অৰ্জ্জুনক আলিঙ্গন কৰি আশ্বাস দি আকৌ কবলৈ ধৰিলে ।

ইতি মহাভাৰতৰ বনপৰ্ব্বৰ অন্তৰ্গত কৈৰাতপৰ্ব্বত মহাদেৱ-স্তৱ নামৰ একোন চত্বাৰিংশ অধ্যায় । ৩৯ ॥

॥ অধ্যায় ৪০ ॥

## ॥ শিৱৰ প্ৰস্থান ॥

মহাদেৱে ক'লে— হে অৰ্জ্জুন, তুমি পূৰ্ব্ব জনমত নৰ নামে ঋষি আছিলা ; আৰু নাৰায়ণৰ সহচৰ আছিলা । তুমি বদৰিকা আশ্ৰমত বহু অযুত বছৰ ধৰি উগ্ৰ তপস্যা কৰিছিলা । ১ ॥

তোমাৰ আৰু পুৰুষশ্ৰেষ্ঠ নাৰায়ণৰ যি উৎকৃষ্ট তেজ আছে, সেই তেজৰ দ্বাৰায় পুৰুষশ্ৰেষ্ঠ তোমালোক দুয়োজনে জগতখন ধাৰণ কৰিছা । ২ ॥

হে প্ৰভাৱশালী অৰ্জ্জুন, ইন্দ্ৰৰ ৰাজ্য অভিষেকৰ সময়ত তুমি আৰু কৃষ্ণই মেঘৰ নিচিনা গম্ভীৰ ধ্বনি-যুক্ত অতি বৃহৎ ধনু ধাৰণ কৰি দানৱসকলক শাসন কৰিছিলা । ৩ ॥

হে পুৰুষশ্ৰেষ্ঠ পাৰ্থ, এইখনেই সেই গাণ্ডীৱ ধনু, এইখন তোমাৰ হাতৰ যোগ্য । মই মায়া কৰি সেই ধনুখন কাঢ়িছিলো । ৪ ॥

হে কুৰুনন্দন পাৰ্থ, পুনৰ সেই অক্ষয় তূণ দুটা তোমাৰেই যোগ্য হওক ; আৰু তোমাৰ শৰীৰ বেদনাশূন্য হওক । ৫ ॥

হে পুৰুষোত্তম পাৰ্থ, তুমি যথাৰ্থ পৰাক্ৰমশালী । মই তোমাৰ ওপৰত সন্তুষ্ট হৈছো ; গতিকে তুমি মোৰপৰা অভিলষিত বৰ গ্ৰহণ কৰা । ৬ ॥

হে সন্মানকাৰী শত্ৰুহন্তা, মৰ্ত্ত্যলোকত তোমাৰ সমান কোনো পুৰুষ নাই আৰু স্বৰ্গতো তোমাতকৈ শ্ৰেষ্ঠ ক্ষত্ৰিয়োচিত বলশালী লোক নাই । ৭ ॥

অৰ্জ্জুনে ক'লে—হে প্ৰভু ভগৱান বৃষভধ্বজ, আপুনি যদি মৰম কৰি মোক অভিলষিত বৰ দিব খোজে, তেনেহ'লে মই সেই ভয়ঙ্কৰ দিব্য পাশুপত অস্ত্ৰ পাবলৈ ইচ্ছা কৰোঁ। ৮ ॥

আপোনাৰ ব্ৰহ্মশিৰ নামক যি ভয়ঙ্কৰ পৰাক্ৰমশালী পাশুপত অস্ত্ৰ আছে, সেই অস্ত্ৰই দাৰুণ প্ৰলয়কাল উপস্থিত হ'লে সমস্ত জগতকেই সংহাৰ কৰে। ৯ ॥

হে মহাদেৱ, ভীষ্ম, দ্ৰোণ, কৃপ আৰু কৰ্ণৰে সৈতে মোৰ মহাযুদ্ধ হ'ব; সেই যুদ্ধত যেন মই আপোনাৰ অনুগ্ৰহ লাভ কৰি তেওঁলোকক জয় কৰিব পাৰোঁ। ১০ ॥

এই অস্ত্ৰৰ দ্বাৰায় মই যুদ্ধত দানৱ, ৰাক্ষস, ভূত, পিশাচ, গন্ধৰ্ব্ব আৰু নাগ-সকলক দগ্ধ কৰিবলৈ সমৰ্থ হ'ম। ১১ ॥

এই অস্ত্ৰ অভিমন্ত্ৰণ কৰিলে, তাৰপৰাই হাজাৰে হাজাৰে শূল, ভয়ানক গদা আৰু সৰ্পাকৃতিৰ বাণবিলাক আৱিৰ্ভূত হয়। ১২ ॥

এই অস্ত্ৰৰ দ্বাৰায় মই ৰণক্ষেত্ৰত দ্ৰোণ, কৃপ, ভীষ্ম আৰু সদায় কটুভাষী কৰ্ণৰে সৈতে যুদ্ধ কৰিব পাৰিম। ১৩ ॥

হে ভগৱান কামবিনাশক, মোৰ প্ৰধান কামনা, যাতে মই আপোনাৰ অনুগ্ৰহ লাভ কৰি বিশেষভাৱে কৃতকৃত্য হ'বলৈ সমৰ্থ হওঁ। ১৪ ॥

মহাদেৱে ক'লে—হে প্ৰভাৱশালী পাণ্ডৱ, মোৰ প্ৰিয় পাশুপত অস্ত্ৰ মই তোমাক দিওঁ, যিহেতুকে তুমি সেই অস্ত্ৰ ধাৰণ, প্ৰয়োগ আৰু উপসংহাৰ কৰি-বলৈ সমৰ্থ। ১৫ ॥

ইন্দ্ৰ, যম, কুবেৰ, বৰুণ অথবা বায়ুৱেও এই অস্ত্ৰ নাজানে; গতিকে মানুহে কেনেকৈ জানিব। ১৬ ॥

হে পাৰ্থ, তুমি হঠাতে কোনো পুৰুষৰ ওপৰত এই অস্ত্ৰ প্ৰয়োগ নকৰিবা। কাৰণ দুৰ্ব্বলৰ ওপৰত প্ৰয়োগ কৰিলে এই অস্ত্ৰই সমস্ত জগতকে বিনাশ কৰিব পাৰে। ১৭ ॥

স্থাৱৰ-জঙ্গমাত্মক এই ত্ৰিভুৱনৰ ভিতৰত এনে কোনো প্ৰাণী নাই যি এই অস্ত্ৰৰ বধ্য নহ'ব। বিশেষকৈ, এই অস্ত্ৰক সঙ্কল্প, দৃষ্টি, বাক্য আৰু ধনুৰ দ্বাৰায় শত্ৰুৰ ওপৰত প্ৰয়োগ কৰিব পাৰি। ১৮ ॥

বৈশম্পায়নে ক'লে—অৰ্জ্জুনে সেই কথা শুনি পবিত্ৰ আৰু একাগ্ৰচিত্ত হৈ অতি সোনকালে মহাদেৱৰ ওচৰত উপস্থিত হৈ ক'লে,—মোক শিক্ষা দান কৰক। ১৯ ॥

তাৰ পিছত মহাদেৱে মন্ত্ৰ, সঙ্কেত আৰু উপসংহাৰৰ উপায় সমন্বিতে মূৰ্ত্তি-মান যমৰ নিচিনা সেই ব্ৰহ্মশিৰ নামক পাশুপত অস্ত্ৰ চালনা পাণ্ডৱশ্ৰেষ্ঠ অৰ্জ্জুনক শিকালে। ২০ ॥

তেতিয়া সেই অস্ত্ৰ উমাপতি মহাদেৱৰ যেনেকুৱা অনুগত আছিল, অৰ্জ্জুনৰো তেনেকুৱা অনুগত হ'ল ; আৰু অৰ্জ্জুনেও সন্তুষ্ট হৈ সেই অস্ত্ৰ গ্ৰহণ কৰিলে । ২১ ॥

তেতিয়া পৰ্ব্বত-বন, বৃক্ষসমূহ, সাগৰ, বনপ্ৰান্ত, গাঁও, নগৰ আৰু খনিসমূহেৰে সৈতে সমগ্ৰ পৃথিৱী কম্পিত হ'ল । ২২ ॥

সেই সময়ত (অৰ্জ্জুনৰ শুভসূচক) হাজাৰ শঙ্খ, দুন্দুভি আৰু ভেৰী বাদ্যৰ শব্দ হৈছিল ; আৰু বাৰে বাৰে (শত্ৰুৰ অশুভসূচক) উৎপাতবিলাক হৈছিল । ২৩ ॥

তাৰ পিছত সেই ভয়ঙ্কৰ পাশুপত অস্ত্ৰ মূৰ্ত্তিমান হৈ অতুল পৰাক্ৰমী অৰ্জ্জুনৰ ওচৰত থাকি অতি উজ্জ্বল হৈ উঠিল । সেই অস্ত্ৰ দেৱতা আৰু দানৱসকলে দেখিছিল । ২৪ ॥

অৱশেষত মহাদেৱে অতুল তেজস্বী অৰ্জ্জুনৰ দেহত হাত বুলাই দিলে, (তাৰ ফলত) আগতে অৰ্জ্জুনৰ শৰীৰত যি ক্ষত বা বেদনা আছিল, সেই সকলো নষ্ট হ'ল । ২৫ ॥

হে মহাৰাজ, যেতিয়া মহাদেৱে 'তুমি স্বৰ্গলৈ যোৱা' এই বুলি অনুমতি দিলে, তেতিয়া অৰ্জ্জুনে মূৰ দোঁৱাই মহাদেৱক প্ৰণাম কৰি মহাদেৱৰ ফালে কৃতাঞ্জলি কৰি আছিল । ২৬ ॥

তাৰ পিছত দেৱতাসকলৰ অধীশ্বৰ, ইচ্ছা-বিজয়ী, মহাজ্ঞানী, কৈলাসবাসী, উমাপতি, জগতৰ মঙ্গলকাৰী মহাদেৱে দৈত্য আৰু পিশাচবিলাকৰ দমনকাৰী বিশাল সেই গাণ্ডীৱ ধনুখন পুৰুষশ্ৰেষ্ঠ অৰ্জ্জুনক দিলে । ২৭ ॥

অৰ্জ্জুনে চাই থাকোঁতেই মহাদেৱে পাৰ্ব্বতীৰে সৈতে শুভ্ৰ নিম্নোন্নত সমতলভূমি আৰু গুহাসমূহৰ দ্বাৰায় পৰিপূৰ্ণ, পক্ষী আৰু মহৰ্ষিসকলৰ আশ্ৰয় স্থান, মঙ্গলময় সেই গিৰিৰাজ হিমালয় পৰিত্যাগ কৰি তেতিয়াই আকাশলৈ গুচি গ'ল । ২৮ ॥

ইতি মহাভাৰতৰ বনপৰ্ব্ব'ৰ অন্তৰ্গত কৈৰাতপৰ্ব্ব'ত শিৱৰ প্ৰস্থান নামৰ চল্লিশ অধ্যায় । ৪০ ॥

## ॥ অধ্যায় ৪১ ॥

## ॥ দেৱতাসকলৰ প্ৰস্থান ॥

বৈশম্পায়নে ক'লে—

মানুহে চাই থাকোঁতেই যেনেকৈ অস্তাচলগামী সূৰ্য্য অদৃশ্য হৈ পৰে, তেনেকৈ অৰ্জ্জুনে চাই থাকোঁতেই পিনাক ধনুৰ্দ্ধাৰী মহাদেৱ অদৃশ্য হৈ পৰিল ।১॥

হে ভৰতনন্দন, তাৰ পিছত শত্ৰুহন্তা অৰ্জ্জুন 'মই মহাদেৱক নিজ চকুৰে দেখিছো' ইয়াকে ভাবি অতিশয় বিস্ময়াপন্ন হ'ল ।২॥

(আৰু ভাবিলে) মই ধন্য হৈছো, অনুগৃহীত হৈছো, যিহেতুকে মই ত্ৰিলোচন, পিনাকধাৰী, বৰদাতা, মনোহৰ-মূৰ্ত্তি মহাদেৱক দেখিবলৈ আৰু হাতেৰে স্পৰ্শ কৰিবলৈ পাইছো ।৩॥

(সেই কাৰণে) মই নিজক কৃতকৃত্য বুলি ভাবিছো আৰু যুদ্ধত সকলো শত্ৰুৰেই পৰাজিত বুলি আশা কৰিছো: এতিয়া মই মোৰ সমস্ত প্ৰয়োজনেই নিষ্পন্ন হোৱা বুলি ধাৰণা কৰিব পাৰিছো ।৪॥

তাৰ পিছত এইদৰে চিন্তা কৰি থকা অতুল পৰাক্ৰমী অৰ্জ্জুনৰ সন্মুখত বৈদূৰ্য্য মণিৰ নিচিনা শ্যাম বৰণীয়া শ্ৰীমান বৰুণদেৱ জল-জন্তুবিলাকৰ দ্বাৰা পৰিবৃত হৈ দশো দিশ আলোকিত কৰি উপস্থিত হ'ল ।৫॥

জল-জন্তুবিলাকৰ অধিপতি সংযমী বৰুণদেৱ সৰ্প, নদ-নদী, দৈত্য, সাধ্য আৰু দেৱতাসকলেৰে সৈতে সেই ঠাইত উপস্থিত হ'ল ।৬॥

তাৰ পিছত সোণ বৰণীয়া শৰীৰধাৰী প্ৰভু কুবেৰ অতি উজ্জ্বল বিমানেৰে তাত উপস্থিত হ'ল। তেওঁক যক্ষসকলে অনুগমন কৰিছিল ।৭॥

দেখিবলৈ অতি আচৰিত ধৰণৰ মনোহৰ-মূৰ্ত্তি, ধনাধিপতি কুবেৰে আকাশখন আলোকিত কৰি যেন অৰ্জ্জুনক দেখা কৰিবলৈ আহিছিল ।৮॥

তাৰ পিছত লোক-সংহাৰকাৰী, কেশৰমিাৰ, প্ৰতাপ-শালী, অচিন্তনীয় স্বভাৱ সমস্ত প্ৰাণী বিনাশকাৰী, সূৰ্য্য-পুত্ৰ, ধৰ্ম্মৰাজ যম মূৰ্ত্তিমান হৈ মনুষ্য-মূৰ্ত্তিধাৰী, সৰ্ব্বমঙ্গলকাৰী পিতৃগণেৰে সৈতে বিমানেৰে গুহ্যকলোক, গন্ধৰ্ব্বলোক আৰু নাগলোক— এই তিনিলোক আলোকিত কৰি প্ৰলয় কালত উদিত দ্বিতীয় সূৰ্য্যৰ নিচিনা হৈ আহিছিল ।৯—১১॥

তেওঁলোকে হিমালয়ৰ উজ্জ্বল আৰু বিচিত্ৰ শিখৰবিলাকত উপস্থিত হৈ তপস্বী অৰ্জ্জুনক দেখা পালে। ১২ ॥

তাৰ কিছু সময়ৰ পিছত ভগৱান ইন্দ্ৰ দেৱতাসকলৰ দ্বাৰা পৰিবৃত হৈ ঐৰাৱত হাতীত উঠি শচীদেৱীৰে সৈতে আহিল। ১৩ ॥

তেওঁৰ মূৰৰ ওপৰত থকা শুকুলা ছাতিৰে তেওঁ শুকুলা মেঘৰ তলেদি ভুমুকি মৰা চন্দ্ৰৰ দৰে জিলিকি পৰিছিল। ১৪ ॥

গন্ধৰ্ব্ব, ঋষি আৰু তপস্বীসকলে তেওঁৰ স্তুতি কৰিছিল। এনেকুৱা পৰিৱেশৰ দ্বাৰা শোভিত হৈ ইন্দ্ৰই হিমালয়ৰ শিখৰত উপস্থিত হৈ উদিত সূৰ্য্যৰ দৰে অৱস্থান কৰিছিল। ১৫ ॥

তাৰ পিছত দক্ষিণ দিশৰ অধিপতি পৰম ধাৰ্ম্মিক বুদ্ধিমান যমে মেঘ-গম্ভীৰ স্বৰেৰে মনোহৰ কথা ক'লে, ১৬ ॥

হে অৰ্জ্জুন, তুমি ইয়াত উপস্থিত হোৱা দিকপাল আমালৈ চোৱা। আজি তোমাক দিব্য দৃষ্টি দান কৰিলোঁ; গতিকে তুমি আমাক দেখা কৰিব পাৰিবা। ১৭ ॥

বোপা, তুমি পূৰ্ব্ব জনমত নৰ নামে মহা বলৱান, অবিজেয়, প্ৰভাৱ-শালী ঋষি আছিলা। তাৰ পিছত ব্ৰহ্মাৰ আদেশ অনুসাৰে মনুষ্য হৈ জন্ম লাভ কৰিছা। ১৮ ॥

হে নিষ্পাপ, তোমালোকৰ পিতামহ অষ্টবসুৰ অংশভূত, মহাবলী, পৰম ধাৰ্ম্মিক ভীষ্মক তুমি যুদ্ধত জয় কৰিব পাৰিবা। ১৯ ॥

হে কুৰু-নন্দন, দ্ৰোণই ৰক্ষা কৰা অগ্নিতুল্য তেজস্বী ক্ষত্ৰিয়সকলক আৰু যিবিলাক মহাবলী দানৱ মনুষ্য হৈ জন্ম লাভ কৰিছে তেওঁলোকক আৰু নিৱাত-কৱচ নামে দানৱবিলাককো তুমি যুদ্ধত জয় কৰিব পাৰিবা।

হে ধনঞ্জয়, সমস্ত লোকতে প্ৰতাপশালী মোৰ পিতৃদেৱ সূৰ্য্যৰ অংশভূত মহাবীৰ্য্যৱান কৰ্ণকো তুমি বধ কৰিব পাৰিবা।

হে শক্ৰহন্তা কুন্তী-নন্দন, দেৱ, দানৱ আৰু ৰাক্ষসসকলৰ অংশৰূপে যিসকল পৃথিৱীত অৱতীৰ্ণ হৈছে, যুদ্ধত তোমাৰ হাতত নিহত হৈ তেওঁলোকে নিজ নিজ কৰ্ম্ম অনুসাৰে নিজৰ নিজৰ যোগ্য গতি লাভ কৰিব। ২০—২৩ ॥

হে অৰ্জ্জুন, যিহেতুকে তুমি মহাযুদ্ধত সাক্ষাৎ মহাদেৱক সন্তুষ্ট কৰিছা, সেই-বাবে তোমাৰ অক্ষয় কীৰ্ত্তি জগতত বৈ যাব। ২৪ ॥

কৃষ্ণৰূপী বিষ্ণুৰে সৈতে তুমি পৃথিৱীৰ ভাৰ শূন্য কৰিবা। হে মহাবাহু, শক্ৰ-পক্ষই বাৰণ কৰিব নোৱৰা মোৰ এই দণ্ড নামৰ অস্ত্ৰ গ্ৰহণ কৰা। এই অস্ত্ৰৰ দ্বাৰা তুমি গুৰুতৰ কাৰ্য্য সাধন কৰিব পাৰিবা। ২৫ ॥

বৈশম্পায়নে ক'লে—

কুৰু-নন্দন অৰ্জ্জুনে মন্ত্ৰ, ইতি-কৰ্ত্তব্য, প্ৰয়োগ আৰু উপসংহাৰেৰে সৈতে বিধি অনুসাৰে সেই অস্ত্ৰ গ্ৰহণ কৰিলে। ২৬ ॥

তাৰ পিছত পশ্চিম দিশৰ অধিপতি জল-জন্তুসকলৰ অধীশ্বৰ মেঘৰ নিচিনা শ্যাম বৰণীয়া প্ৰভু বৰুণদেৱে এই বুলি ক'লে, ২৭ ॥

হে পাৰ্থ, তুমি ক্ষত্ৰিয়সকলৰ ভিতৰত শ্ৰেষ্ঠ, আৰু তুমি ক্ষত্ৰিয় ধৰ্ম্মত আছা। তুমি মোলৈ চোৱাঁ, হে বিশাল ৰক্তনয়ন, মই জলাধিপতি বৰুণ। ২৮ ॥

হে কুন্তী-নন্দন, শত্ৰুসকলে বাৰণ কৰিব নোৱৰা সেই বৰুণ-পাশ মই তোমাক দিবলৈ আগ বঢ়াইছো; গতিকে মন্ত্ৰ, সংকেত আৰু উপসংহাৰেৰে সৈতে তুমি এই অস্ত্ৰ গ্ৰহণ কৰাঁ। ২৯ ॥

হে বীৰ, পূৰ্ব্বে তাৰকাসুৰৰ যুদ্ধত মই এই পাশেৰেই হাজাৰ হাজাৰ মহাবলী দৈত্যক বান্ধিছিলো। ৩০ ॥

সেই কাৰণে হে মহাবলী, মই অনুগ্ৰহপূৰ্ব্বক দিবলৈ আগ বঢ়োৱা এই পাশ নামৰ অস্ত্ৰ গ্ৰহণ কৰাঁ। ইয়াৰ প্ৰভাৱত বধ কৰিবলৈ উদ্যত হোৱা যমেও তোমাৰ হাতৰপৰা মুক্তি নাপাব। ৩১ ॥

এই অস্ত্ৰ লৈ তুমি যেতিয়া যুদ্ধক্ষেত্ৰত নামিবা, তেতিয়া পৃথিৱী ক্ষত্ৰিয়শূন্য হব। ইয়াত কোনো সন্দেহ নাই। ৩২ ॥

বৈশম্পায়নে ক'লে,—

যম আৰু বৰুণে দিব্য অস্ত্ৰ দান কৰাৰ পিছত কৈলাসবাসী ধনাধিপতি কুবেৰে ক'লে, ৩৩ ॥

হে প্ৰাজ্ঞ মহাবলী পাণ্ডু-নন্দন, কৃষ্ণ যিদৰে তোমাৰ সঙ্গ লাভ কৰি সন্তুষ্ট হৈছে, তেনেকৈ ময়ো তোমাৰ সঙ্গ লাভ কৰি সন্তুষ্ট হৈছো। ৩৪ ॥

হে সব্যসাচী, মহাবাহু, সনাতন, পূৰ্ব্ব জনমৰ নৰদেৱ, তুমি পূৰ্ব্ব জনমত আমাৰে সৈতে সদায় তপস্যাত নিমগ্ন আছিলা। ৩৫ ॥

হে মহাবাহু নৰশ্ৰেষ্ঠ, তোমাৰ দৰ্শন পাই আনন্দিত হৈ এই দিব্য অস্ত্ৰ তোমাক দান কৰিছো। ইয়াৰ দ্বাৰায় তুমি দুৰ্জ্জয় দৈত্য প্ৰভৃতিকো জয় কৰিব পাৰিবা। ৩৬ ॥

তুমি মোৰপৰা এই উত্তম অস্ত্ৰ সোনকালে গ্ৰহণ কৰাঁ। ইয়াৰ দ্বাৰা তুমি দুৰ্য্যোধনৰ সৈন্য বাহিনী দগ্ধ কৰিব পাৰিবা। ৩৭ ॥

এই অস্ত্ৰই মানসিক বল, দৈহিক শক্তি আৰু শৰীৰৰ কান্তি বঢ়ায়, শত্ৰুসকলৰ চৈতন্য লোপ কৰে, শত্ৰুক জয় কৰে, গতিকে অন্তৰ্দ্ধান নামৰ মোৰ প্ৰিয় এই অস্ত্ৰ গ্ৰহণ কৰাঁ। ৩৮ ॥

যেতিয়া মহাত্মা মহাদেৱে ত্ৰিপুৰাসুৰৰ তিনিওখন নগৰকে বিনাশ কৰে, তেতিয়া তেওঁ এই অস্ত্ৰ প্ৰয়োগ কৰিছিল; ইয়াৰ দ্বাৰায় মহাসুৰসকলো দগ্ধ হৈছিল। ৩৯ ॥

হে সত্য পৰাক্ৰমী, তুমি মেৰু-পৰ্ব্বতৰ নিচিনা মহান, এতেকে তুমি এই অস্ত্ৰ ধাৰণ কৰিবৰ যোগ্য, মই তোমাৰ কাৰণে আগ বঢ়াইছো। ৪০ ॥

তাৰ পিছত মহাবাহু, মহাবলী, কুৰুনন্দন অৰ্জ্জুনে বিধিমতে কৃতাঞ্জলি এই দিব্য অস্ত্র গ্ৰহণ কৰিলে। ৪১ ॥

তাৰ পিছত দেৱৰাজ ইন্দ্ৰই কোমল কথাৰে অসাধ্য কৰ্ম্ম-সম্পাদনকাৰী অৰ্জ্জুনক সান্ত্বনা দি মেঘ আৰু দুন্দুভিৰ নিচিনা গম্ভীৰ স্বৰেৰে কলে; ৪২ ॥

হে মহাবাহু কুন্তীনন্দন, তুমি সনাতন ঈশ্বৰ নাৰায়ণৰ অংশ, এই তপস্যাৰ দ্বাৰায় পৰম সিদ্ধি লাভ কৰি সাক্ষাৎ দেৱত্ব লাভ কৰিছা। ৪৩ ॥

হে মহাতেজস্বী শত্ৰুদমনকাৰী, তুমি গুৰুতৰ দেৱকাৰ্য্য সাধন কৰিব লাগিব, তাৰ বাবে সাজু হোৱাঁ। ৪৪ ॥

হে কুৰু-নন্দন, তোমাৰ কাৰণে মাতলিৰ দ্বাৰা পৰিচালিত ৰথ পৃথিৱীলৈ আহিব আৰু সেই ৰথত মই তোমালৈ দিব্য অস্ত্ৰসমূহ পঠাম। ৪৫ ॥

বুদ্ধিমান কুন্তী-পুত্ৰ অৰ্জ্জুন হিমালয়ৰ শিখৰত সম্মিলিত হোৱা দেৱতাসকলক দেখি আচৰিত হ'ল। ৪৬ ॥

তাৰ পিছত মহাতেজস্বী অৰ্জ্জুনে উপস্থিত হোৱা লোকপালসকলক মধুৰ বচন, জল আৰু ফল-মূলেৰে বিধি অনুসাৰে পূজা কৰিলে। ৪৭ ॥

অৱশেষত মনৰ দৰে অতিশয় বেগৱান, বিশিষ্ট জ্ঞানশালী দেৱতাসকল অৰ্জ্জুনৰ প্ৰতি সম্মান জনাই যেনেকৈ আহিছিল তেনেকৈ গুচি গ'ল। ৪৮ ॥

তেতিয়া পুৰুষশ্ৰেষ্ঠ অৰ্জ্জুন অস্ত্ৰ লাভ কৰি আনন্দিত হ'ল, আৰু তেওঁ মনোৰথ পূৰণ হোৱা বাবে নিজকে কৃতাৰ্থ বুলি ভাবিলে। ৪৯ ॥

ইতি মহাভাৰতৰ বনপৰ্ব্বৰ অন্তৰ্গত কৈৰাতপৰ্ব্বত দেৱতাসকলৰ প্ৰস্থান নামৰ একচল্লিশ অধ্যায়। ৪১ ॥

॥ অধ্যায় ৪২ ॥

## ॥ ইন্দ্ৰলোকাভিগমন-পৰ্ব্ব ঃ অৰ্জ্জুনৰ ইন্দ্ৰলোক-গমন ॥

বৈশম্পায়নে কৈছিল—হে মহাৰাজ, দিক্‌পালসকল যোৱাৰ পিছত শত্ৰুবিজয়ী অৰ্জ্জুনে ইন্দ্ৰৰ ৰথৰ আগমনৰ বিষয়ে চিন্তা কৰি আছিল। ১ ॥

তাৰ পিছত নিদ্ৰাবিজয়ী বুদ্ধিমান অৰ্জ্জুনে সেই বিষয়ে চিন্তা কৰি থাকোঁতেই মেঘৰ গাজনিৰ দৰে গম্ভীৰ শব্দ কৰি সমস্ত দিশকে আৱৰি পোহৰাই তোলা কৰি আকাশখন পোহৰ কৰি মহা প্ৰভাৱশালী মাতলি-পৰিচালিত ইন্দ্ৰৰ ৰথ আহিল। ২—৩ ॥

সেই ৰথৰ ভিতৰত ভয়ানক তৰোৱাল আৰু শক্তি, ভীষণ গদা, অলৌকিক প্ৰভাৱশালী প্ৰাস, অতিশয় দীপ্তিশালী বিদ্যুৎ আৰু বজ্ৰ-অস্ত্ৰ আছিল, আৰু মহা-মেঘৰ নিচিনা গম্ভীৰ শব্দকাৰী, নিজৰ গতিবেগেৰে ধুমুহাৰ সৃষ্টি কৰা বজ্ৰৰ সমান ধ্বনি-সম্পন্ন চক্ৰযুক্ত, আগ্নেয় দ্ৰব্যৰ দ্বাৰায় শিলৰ গুলি ভৰাই মাৰিব পৰা, বন্দুকৰ নিচিনা বৰটোপ নামৰ অস্ত্ৰবিলাক, আৰু ডাঙৰ ডাঙৰ উজ্জ্বল মুখৰ ভয়ঙ্কৰ সৰ্প বিলাক আৰু বগা মেঘৰ খণ্ডবিলাকৰ নিচিনা দমাই থোৱা শিলৰ খণ্ডবোৰ আছিল ।৪—৬ ॥

বায়ুৰ নিচিনা বেগী পাট-মুগা বৰণৰ দহ হাজাৰ ঘোঁৰাই দেখিবলৈ ধুনীয়া মায়াময় সেই দিব্য বিমানখন বহন কৰিছে ।৭ ॥

সেই ৰথত মহানীলমণি নিৰ্ম্মিত নীল পদুমৰ নিচিনা শ্যামবৰণীয়া সুবৰ্ণৰ দ্বাৰা ভূষিত এডাল বাঁহৰ ওপৰত থকা অতি উজ্জ্বল বৈজয়ন্ত নামে ইন্দ্ৰৰ পতাকাখন দেখা পাইছিল ।৮ ॥

মহাবাহু অৰ্জ্জুনে সেই ৰথত বহি থকা সোণৰ অলঙ্কাৰৰ দ্বাৰা অলঙ্কৃত সাৰথি-জনক দেখি কোনোবা দেৱতা বুলি ভাবিছিল ।৯ ॥

অৰ্জ্জুনে মনতে সেইদৰে আলোচনা কৰি থাকোঁতেই মাতলিয়ে গৈ প্ৰণাম জনাই অৰ্জ্জুনক এই কথা ক'লে, ১০ ॥

হে শ্ৰীমান ইন্দ্ৰনন্দন, ইন্দ্ৰই আপোনাক দেখা কৰিবলৈ ইচ্ছা কৰিছে । গতিকে আপুনি ইন্দ্ৰৰ প্ৰিয় ৰথখনত সোনকালে উঠক ।১১ ॥

আপোনাৰ পিতা দেৱশ্ৰেষ্ঠ ইন্দ্ৰই মোক কৈছে, ইয়াত উপস্থিত হোৱা অৰ্জ্জুনক দেৱতাসকলে দেখা কৰিবলৈ ইচ্ছা কৰিছে ।১২ ॥

দেৱতা, ঋষি, গন্ধৰ্ব্ব আৰু অপ্সৰাসকলৰ দ্বাৰা পৰিবৃত হৈ ইন্দ্ৰই আপোনাক দেখা কৰিবৰ বাবে অপেক্ষা কৰি আছে ।১৩ ॥

গতিকে আপুনি ইন্দ্ৰৰ আদেশ অনুসাৰে মোৰে সৈতে এই ভূলোকৰপৰা দেৱ-লোকলৈ যাবৰ নিমিত্তে ৰথত উঠক । তাত অস্ত্ৰ লাভ কৰি আকৌ ঘূৰি আহিব ।১৪ ॥

অৰ্জ্জুনে ক'লে—হে মাতলি, তুমি সোনকালে এই উত্তম ৰথত আৰোহণ কৰা । এই ৰথ শত শত ৰাজসূয় আৰু অশ্বমেধ যাগ কৰিও লাভ কৰা অতি দুৰ্লভ ।১৫ ॥

যিবিলাকে তপস্যা কৰা নাই, তেওঁলোকে এই দিব্য মহাৰথখন দৰ্শন আৰু স্পৰ্শ কৰিব নোৱাৰে । গতিকে সেই ৰথত উঠিবই বা কেনেকৈ ।১৭ ॥

হে সাধু, তুমি ৰথত উঠি ঘোঁৰাবিলাক সংযত কৰাৰ পিছত, পুণ্যবান্ লোকে যেনেকৈ সৎ পথত আৰোহণ কৰে মযো সেইদৰে ৰথত আৰোহণ কৰিম ।১৮ ॥

বৈশম্পায়নে ক'লে—ইন্দ্ৰৰ সাৰথি মাতলি অৰ্জ্জুনৰ সেই কথা শুনি সোনকালে ৰথত উঠিল আৰু লেকাম ধৰি ঘোঁৰাবিলাকক সংযত কৰিলে ।১৯ ॥

তাৰ পিছত কুৰুনন্দন কুন্তীপুত্ৰ অৰ্জ্জুনে আনন্দ মনেৰে গঙ্গাত স্নান কৰি পবিত্ৰ হৈ ইষ্টমন্ত্ৰ জপ কৰিলে ।২০ ॥

শেষত তেওঁ যথানিয়মে আৰু বিধি অনুসাৰে পিতৃসকলৰ তৰ্পণ কৰি বিশাল পৰ্ব্বতৰাজ সেই হিমালয়ৰ ওচৰত বিদায় লবলৈ আয়োজন কৰিলে। ২১ ॥

হে পৰ্ব্বত, স্বৰ্গাভিলাষী পবিত্ৰ স্বভাৱৰ সাধুসকলৰ আৰু পুণ্য-কৰ্ম্মকাৰী মুনি-সকলৰ তুমি সদায় আশ্ৰয়স্থল। ২২ ॥

হে পৰ্ব্বত, তোমাৰ অনুগ্ৰহতে ব্ৰাহ্মণ, ক্ষত্ৰিয় আৰু বৈশ্যসকলে স্বৰ্গ লাভ কৰি দুঃখ-কষ্টহীন হৈ দেৱতাসকলেৰে সৈতে বিহাৰ কৰে। ২৩ ॥

হে পৰ্ব্বতৰাজ মহাপৰ্ব্বত, তুমি মুনিসকলৰ আশ্ৰয়; হে তীৰ্থৰাজ, মই এতিয়া যাওঁ, মই তোমাক সম্ভাষণ জনাইছো, মই সুখেৰে তোমাৰ ওপৰত বাস কৰিছিলো। ২৪ ॥

তোমাৰ সমতল-ভূমি, নিকুঞ্জ, নদী, নিজৰা আৰু পবিত্ৰ তীৰ্থবিলাক মই বহুবাৰ দেখিছো। ২৫ ॥

তোমাৰ নানা স্থানৰপৰা সুগন্ধি ফল খাইছো; আৰু তোমাৰ গাৰপৰা ওলাই অহা অতি সুগন্ধি জলধাৰা মই পান কৰিছো। ২৬ ॥

হে পৰ্ব্বতৰাজ, মই তোমাৰ অমৃতৰ নিচিনা মধুৰ নিজৰাৰ পানী খাইছো। হে প্ৰভু পৰ্ব্বতৰাজ, ল'ৰাই যিদৰে পিতৃৰ কোলাত ৰং মনেৰে উমলি থাকে, ময়ো সেইদৰে তোমাৰ কোলাত আছিলো। হে শৈল, অপ্সৰাসকলৰ দ্বাৰায় পৰিপূৰ্ণ বেদ অধ্যয়নৰ দ্বাৰা মুখৰিত তোমাৰ সমতল-ভূমিত মই সদায় সুখেৰে বাস কৰিছিলো। শত্ৰুহন্তা অৰ্জ্জুনে এইদৰে কৈ পৰ্ব্বতৰপৰা বিদায় ললে। ২৭—২৯ ॥

সূৰ্য্যৰ নিচিনাকৈ অৰ্জ্জুনে সেই দিব্য ৰথখন পোহৰ কৰি তাত উঠিল। বুদ্ধি-মান সেই কুৰুনন্দন অৰ্জ্জুন আনন্দিত হৈ সূৰ্য্যতুল্য অলৌকিক অদ্ভুত কাৰ্য্যকৰী সেই দিব্য ৰথখনেৰে ওপৰলৈ উঠিবলৈ ধৰিলে আৰু পৃথিৱীবাসী ধাৰ্ম্মিকসকলৰ দৃষ্টি-পথ অতিক্ৰম কৰিলে। ৩০—৩১ ॥

তেওঁ হাজাৰে হাজাৰে আচৰিত ধৰণৰ বিমান দেখা পাইছিল। সেই ঠাইত সূৰ্য্য, চন্দ্ৰ অথবা অগ্নিয়ে পোহৰ দিব পৰা নাছিল। ৩২ ॥

পৃথিৱীত থাকি নক্ষত্ৰৰ দৰে যিবিলাক উজ্জ্বল বস্তু আমি দেখিবলৈ পাওঁ, সেই নক্ষত্ৰবিলাক তাত পুণ্যৰ বলত লাভ কৰা নিজৰ কান্তিৰ দ্বাৰা প্ৰকাশিত হৈছে। ৩৩ ॥

বহু দূৰৈত থকা হেতুকে চাকিটোৰ নিচিনা ক্ষুদ্ৰ ক্ষুদ্ৰ বুলি যিবিলাক নক্ষত্ৰক ভবা যায়, অৰ্জ্জুনে তালৈ গৈ সেই নক্ষত্ৰবিলাক অতি বিশাল, উজ্জ্বল আৰু কিৰণ-শালী দেখিলে। ৩৪ ॥

অৰ্জ্জুনে তাত ৰাজৰ্ষি, সিদ্ধ আৰু যুদ্ধত নিহত বীৰসকলক নিজৰ নিজৰ ঠাইত নিজ কান্তিৰে দীপ্তিমান্ হৈ থকা দেখিলে। ৩৫ ॥

সূৰ্য্যৰ নিচিনা উজ্জ্বল তেজস্বী হাজাৰ হাজাৰ গন্ধৰ্ব্ব শত শত দলত বিভক্ত হৈ তপস্যাৰে জয় কৰা সেই স্বৰ্গলৈ গৈছিল। ৩৬ ॥

যক্ষ, ঋষি আৰু অপ্সৰাবিলাক আৰু নিজ নিজ তেজৰ দ্বাৰা সূৰ্য্যৰ নিচিনাকৈ প্ৰকাশিত হোৱা লোকসকলক দেখি অৰ্জ্জুনে বিস্ময়াপন্ন হৈ মাতলিক সুধিলে আৰু মাতলিয়েও মৰমেৰে অৰ্জ্জুনক ক'লে, হে প্ৰভাৱশালী পাৰ্থ, আপুনি পৃথিৱীত থাকি যিবিলাকক তৰা যেন দেখিছিল, এওঁলোকেই পুণ্যাত্মা-লোক, নিজ নিজ ঠাইত অৱস্থান কৰিছে ॥ তাৰ পিছত অৰ্জ্জুনে স্বৰ্গৰ দুৱাৰ মুখত বৈ থকা, কৈলাস পৰ্ব্বতৰ শিখৰৰ নিচিনা চাৰিটা দাঁত থকা বগা বৰণীয়া বিজয়ী ঐৰাৱতক দেখিলে। পূৰণি কালত শ্ৰেষ্ঠ ৰজা মান্ধাতা যিদৰে শোভা পাইছিল, সেইদৰে কৌৰৱ আৰু পাণ্ডৱসকলৰ ভিতৰত শ্ৰেষ্ঠ অৰ্জ্জুন সিদ্ধসকলৰ মাৰ্গত উপস্থিত হৈ শোভা পাইছিল; আৰু পদ্মনয়ন অৰ্জ্জুন ৰাজৰ্ষি-লোকক অতিক্ৰম কৰি গৈছিল। ৩৭—৪১ ॥

মহা যশস্যাশালী অৰ্জ্জুনে এইদৰে সেই স্বৰ্গলোকত গৈ থাকি ইন্দ্ৰৰ অমৰাৱতী নামে সেই নগৰীখন দেখা পালে। ৪২ ॥

ইতি মহাভাৰতৰ বনপৰ্ব্বৰ অন্তৰ্গত ইন্দ্ৰলোকাভিগমন-পৰ্ব্বত অৰ্জ্জুনৰ ইন্দ্ৰ-লোক-গমন নামৰ দ্বিচত্বাৰিংশ অধ্যায়। ৪২ ॥

## ॥ অধ্যায় ৪৩ ॥

## ॥ অৰ্জ্জুনৰ ইন্দ্ৰসভা-দৰ্শন ॥

বৈশম্পায়নে ক'লে—অৰ্জ্জুনে মনোহৰ অমৰাৱতী নগৰীখন দেখা পালে। তাত সিদ্ধ আৰু চাৰণগণ বিচৰণ কৰিছিল, আৰু সকলো ঋতুতে ফুলি থকা পবিত্ৰ গছবিলাকে নগৰীৰ শোভা বৰ্দ্ধন কৰিছিল। ১ ॥

তেওঁ অপ্সৰাসকলে ক্ৰীড়া কৰি থকা নন্দন-বনখন দেখিলে। তাত বগা সুগন্ধি পদুম আৰু নানা তৰহৰ পবিত্ৰ গন্ধ-যুক্ত ফুলবিলাকৰ পৰশত মনোহৰ সুগন্ধি বতাহৰ পৰশ তেওঁৰ গাত লাগিল। মনোহৰ ফুলেৰে জকমকাই থকা গছবিলাকে যেন তেওঁক আহ্বান কৰিলে। ২—৩ ॥

পুণ্যাত্মাসকলৰ কাৰণেহে সেই স্বৰ্গলোক। যিজনে তপস্যা কৰা নাই, যিসকল যুদ্ধত পৰাঙ্মুখ হৈছে, যিসকলে যাগ-যজ্ঞ কৰা নাই, যিসকলে ব্ৰত পালন কৰা নাই, যিসকলে বেদ অধ্যয়ন কৰা নাই, যিজনে তীৰ্থক্ষেত্ৰত স্নান কৰা নাই, যজ্ঞ আৰু দানৰ অধিকাৰী যিজন নহয়, তেওঁলোক স্বৰ্গ দৰ্শনৰপৰা বঞ্চিত। ৪—৫ ॥

যিজনে দক্ষিণা নিদিয়াকৈ আৰু দেৱতাৰ স্বৰূপ নজনাকৈ যজ্ঞ কৰে, তেনেকুৱা লুতীয়া মানুহে, আৰু যিসকলে মদ্যপান কৰে, গুৰুপত্নী গমন কৰে আৰু দেৱতাক

নিবেদন নকৰাকৈ মাংস ভোজন কৰে, তেনেকুৱা হিংসুক প্ৰাণীবিলাকো স্বৰ্গ-দৰ্শনৰ অধিকাৰী নহয় । ৬ ॥

মহাবাহু অৰ্জ্জুন অলৌকিক গীতৰ ধ্বনিৰে মুখৰিত হৈ থকা সেই নন্দন-বনৰ দৃশ্য উপভোগ কৰি ইন্দ্ৰৰ প্ৰিয়তম নগৰী অমৰাৱতীত প্ৰৱেশ কৰিলে । ৭ ॥

অৰ্জ্জুনে তেতিয়া তাত হাজাৰে হাজাৰে দেৱ-বিমান যথাস্থানত ৰৈ থকা দেখিলে । এই বিমানবিলাক আৰোহীৰ ইচ্ছা অনুসাৰে যলৈকে তলৈকে গৈছিল । অৰ্জ্জুনে অযুত অযুত বিমান চাৰিওফালে যাতায়াত কৰি থকা দেখিলে । ৮ ॥

তাত গন্ধৰ্ব্ব আৰু অপ্সৰাসকলে অৰ্জ্জুনক স্তুতি কৰিবলৈ ধৰিলে । পুষ্পৰ সুগন্ধ বহন কৰি অনা পবিত্ৰ বতাহে তেওঁৰ শৰীৰ শীতল কৰিবলৈ ধৰিলে । ৯ ॥

তাৰ পিছত দেৱতা, গন্ধৰ্ব্ব, সিদ্ধ আৰু মহৰ্ষিসকলে আনন্দিত হৈ অনায়াসে কাৰ্য্য সম্পাদনকাৰী অৰ্জ্জুনক সম্বৰ্দ্ধনা জনালে । ১০ ॥

আশীৰ্ব্বাদেৰে আৰু মনোহৰ বাদ্য-ধ্বনিৰে সম্বৰ্দ্ধিত হোৱা মহাবাহু অৰ্জ্জুনে তেতিয়া শঙ্খ আৰু দুন্দুভি-ধ্বনিও শুনিলে । ১১ ॥

তাৰ পিছত অৰ্জ্জুনে ইন্দ্ৰৰ আদেশ অনুসাৰে "সুৰবীথী" নামে বিখ্যাত বিশাল নক্ষত্ৰ-মাৰ্গলৈ গৈছিল । তেতিয়া চাৰিওফালৰপৰা তেওঁক স্তুতি কৰিছিল । ১২ ॥

তাত সাধ্যগণ, বিশ্বদেৱগণ, মৰুৎগণ, অশ্বিনীকুমাৰদ্বয়, দ্বাদশ আদিত্য, অষ্টবসু, একাদশ-ৰুদ্ৰ, পবিত্ৰ ব্ৰহ্মৰ্ষিসকল, দিলীপ প্ৰভৃতি ৰাজৰ্ষিসকল, তুম্বুৰু, নাৰদ, হাহা-হুহু নামে গন্ধৰ্ব্ব দুজন উপস্থিত আছিল । শত্ৰুদমনকাৰী কুৰুনন্দন অৰ্জ্জুনে তেওঁলোকক বিধি অনুসাৰে দৰ্শন কৰি দেৱৰাজ ইন্দ্ৰক দৰ্শন কৰিলে । ১৩—১৫ ॥

তাৰ পিছত মহাবাহু অৰ্জ্জুনে সেই উত্তম ৰথৰপৰা নামি দেৱাধিপতি পিতৃদেৱ পাকশাসন ইন্দ্ৰক দৰ্শন কৰিলে । ১৬ ॥

সেই সময়ত সুৱৰ্ণ-দণ্ডযুক্ত মনোহৰ ধৱল ছত্ৰ ইন্দ্ৰৰ মূৰত ধাৰণ কৰা হৈছিল, অপ্সৰাবিলাকে মনোহৰ সুগন্ধি চামৰেৰে তেওঁক বিচি আছিল, স্তুতি-পাঠক বিশ্বাৱসু প্ৰভৃতি গন্ধৰ্ব্বসকলে বন্দনা কৰিছিল, শ্ৰেষ্ঠ ব্ৰাহ্মণসকলে ঋক্, যজুঃ আৰু সাম-বেদৰ মন্ত্ৰৰ দ্বাৰায় স্তৱ কৰিছিল । ১৭—১৮ ॥

তাৰ পিছত বলৱান্ অৰ্জ্জুনে ইন্দ্ৰৰ ওচৰলৈ গৈ মূৰ দোঁৱাই তেওঁক প্ৰণাম কৰিলে, আৰু ইন্দ্ৰয়ো তেওঁৰ নিপোটল হাত দুখনেৰে অৰ্জ্জুনক আঁকোৱালি ধৰিলে । ১৯ ॥

অৱশেষত ইন্দ্ৰই অৰ্জ্জুনক হাতত ধৰি দেৱৰ্ষিসকলৰ পূজিত, পবিত্ৰ, নিজ-আসনতে ওচৰতেই বহুৱালে । ২০ ॥

তেতিয়া শত্ৰুহন্তা ইন্দ্ৰই বিনয়াৱনত সেই অৰ্জ্জুনৰ মূৰ শুঙি তেওঁক কোলাত তুলি ললে । ২১ ॥

অতি মনোহৰ-মূৰ্ত্তি অৰ্জ্জুনে ইন্দ্ৰৰ আদেশমতে ইন্দ্ৰৰ আসনলৈ গৈ দ্বিতীয় ইন্দ্ৰৰ নিচিনা সেই আসনৰ একাংশ অধিকাৰ কৰিলে । ২২ ॥

তাৰ পিছত ইন্দ্ৰে মৰমতে পৱিত্ৰ গন্ধ-যুক্ত হাতেৰে অৰ্জ্জুনৰ সুন্দৰ মুখখনত হাত বুলাই দি তেওঁক সান্ত্বনা দিলে। ২৩ ॥

অৰ্জ্জুনৰ সুৱৰ্ণস্তম্ভৰ নিচিনা দীঘল, সুলক্ষণ, ধনুৰ গুণ আৰু বাণৰ ঘৰ্ষণৰ দ্বাৰায় কঠিন হৈ পৰা বাহুযুগল ইন্দ্ৰই বজ্ৰ-ধাৰণৰ দ্বাৰায় চিহ্নিত হাতেৰে পিছি দি সান্ত্বনা দিলে; আৰু বাৰে বাৰে অৰ্জ্জুনৰ বাহু-যুগলৰ ওপৰত শব্দ কৰি হাত চাপৰি মাৰিলে। আনন্দতে সহস্ৰনয়ন ইন্দ্ৰই বিকশিতনেত্ৰে মিচিকিয়া হাঁহি মাৰি অৰ্জ্জুনলৈ চাই আছিল; তথাপি তেওঁ তৃপ্তি লাভ কৰিব পৰা নাছিল। ২৪—২৬ ॥

কৃষ্ণ পক্ষৰ চতুৰ্দ্দশী তিথিত উদিত চন্দ্ৰ আৰু সূৰ্য্যই একে ৰাশিতে থাকি যেনেকৈ আকাশ সুশোভিত কৰে, সেইদৰে ইন্দ্ৰ আৰু অৰ্জ্জুনে একেখন আসনতে বহি সেই সভাৰ শোভা বঢ়াইছিল। ২৭ ॥

সেই সভাত সামগানত প্ৰবীণ তুম্বুৰু প্ৰভৃতি গন্ধৰ্ব্বসকলে সামগানৰ নিয়মানুসাৰে অতি মনোহৰ গীত গাইছিল। ২৮ ॥

পদুমৰ পাহিৰ নিচিনা লোচনযুক্তা, বিপুল-নিতম্বৱতী, সিদ্ধসকলৰ চিত্তবিনোদনৰ সমৰ্থা ঘৃতাচী, মেনকা, ৰম্ভা, পূৰ্ব্বচিত্তি, স্বয়ংপ্ৰভা, উৰ্ব্বশী, মিশ্ৰকেশী, দণ্ডগৌৰী, বৰুথিনী, গোপালী, সহজন্যা, কুম্ভযোনি, প্ৰজাগৰা, চিত্ৰসেনা, চিত্ৰলেখা, সহা, মধুৰ-স্বৰা প্ৰভৃতি অপ্সৰাসকল আৰু অন্যান্য অপ্সৰাসকলে স্তন-স্পন্দন কৰি চিত্ত, বুদ্ধি আৰু মন আকৰ্ষণ কৰিব পৰা ভাব আৰু মাধুৰ্য্য দেখুৱাই নৃত্য কৰিছিল। ২৯—৩২ ॥

ইতি মহাভাৰতৰ বনপৰ্ব্বৰ অন্তৰ্গত ইন্দ্ৰলোকাভিগমন-পৰ্ব্বত ইন্দ্ৰসভা-দৰ্শন নামৰ ত্ৰিচত্বাৰিংশ অধ্যায়। ৪৩ ॥

## ॥ অধ্যায় ৪৪ ॥

# ॥ অৰ্জ্জুনৰ অস্ত্ৰাদি শিক্ষা ॥

তাৰ পিছত ইন্দ্ৰৰ অভিপ্ৰায় বুজি গন্ধৰ্ব্বসকলেৰে সৈতে দেৱতাসকলে উত্তম অৰ্ঘ্য লৈ অতি সোনকালে অৰ্জ্জুনক পূজা কৰিলে। ১ ॥

তাৰ পিছত তেওঁলোকে ৰাজপুত্ৰ অৰ্জ্জুনক পাদ্য আৰু আচমন গ্ৰহণ কৰোৱাই ইন্দ্ৰৰ ৰাজভৱনত প্ৰৱেশ কৰালে। ২ ॥

জয়শীল অৰ্জ্জুন এইদৰে সম্মানিত হৈ পিতৃৰ গৃহত বাস কৰিবলৈ ধৰিলে, আৰু তেওঁ উপসংহাৰেৰে সৈতে মহাস্ত্ৰবিদ্যাকৰ প্ৰয়োগ শিকিলে। ৩ ॥

ইন্দ্ৰৰ প্ৰিয়তম, আৰু অন্যৰ দুঃসহ বজ্ৰ আৰু অস্ত্ৰ, আৰু অকালতে মেঘ-ময়ূৰৰ নৃত্য দেখি দেশান্তৰত প্ৰয়োগ কৰা বুলি জানিব পৰা অশনী (বৈদ্যুতিক) অস্ত্ৰৰ প্ৰয়োগ শিকিলে। ৪ ॥

অস্ত্ৰ শিক্ষা সমাপ্ত কৰি অৰ্জ্জুনে ককাই-ভাইসকলক সুঁৱৰিলে। তথাপি ইন্দ্ৰৰ আদেশমতে তাত পাঁচ বছৰ সুখেৰে বাস কৰিলে। ৫ ॥

তাৰ পিছত যথাসময়ত এদিনাখন ইন্দ্ৰই অস্ত্ৰবিদ্যাত নিপুণ অৰ্জ্জুনক ক'লে, হে কুন্তীনন্দন, তুমি চিত্ৰসেন গন্ধৰ্ব্বৰপৰা নাচ-গান শিক্ষা কৰঁা। ৬ ॥

হে কুন্তীনন্দন, দেৱতাসকলৰ আৱিষ্কৃত যি বাদ্য মনুষ্য-লোকত নাই, তাক তুমি শিক্ষা কৰঁা। তোমাৰ মঙ্গল হব। ৭ ॥

তাৰ পিছত ইন্দ্ৰই চিত্ৰসেন গন্ধৰ্ব্বক অৰ্জ্জুনেৰে সখি পতাই দিলে আৰু অৰ্জ্জুনেও তেওঁৰে সৈতে লগ লাগি সুস্থ শৰীৰে আনন্দ অনুভৱ কৰিবলৈ ধৰিলে। ৮ ॥

চিত্ৰসেনে প্ৰচুৰ পৰিমাণে নাচ-গান আৰু বাদ্য শিকাইছিল। তথাপি অসাধ্য সাধন-ব্ৰতী অৰ্জ্জুনে পাশা খেলৰ কথা ভাবি দুঃশাসন আৰু সুবল-পুত্ৰ শকুনিক অতি সোনকালে বধ কৰিবলৈ ইচ্ছা কৰি (নাচ-গান আদিৰ দ্বাৰায়ো) শান্তি লাভ কৰিব পৰা নাছিল। তাৰ পিছত অৰ্জ্জুনে চিত্ৰসেনেৰে সৈতে নানা ঠাইত বাস কৰি অপাৰ আনন্দ অনুভৱ কৰি গন্ধৰ্ব্বসকলৰ অনুপম নৃত্য আৰু বাদ্যৰ শিক্ষা লাভ কৰিছিল। ৯-১০ ॥

শত্ৰুহন্তা অৰ্জ্জুনে নাচ-গান আৰু বাদ্যৰ নানাবিধ কৌশল আৰু সকলো প্ৰকাৰ গুণৰ শিক্ষা কৰিলে। কিন্তু ককাই, ভাই আৰু মাক কুন্তীদেৱীলৈ মনত পৰি শান্তি লাভ কৰিব পৰা নাছিল। ১১ ॥

ইতি মহাভাৰতৰ বনপৰ্ব্বৰ অন্তৰ্গত ইন্দ্ৰলোকাভিগমন-পৰ্ব্বত অৰ্জ্জুনৰ অস্ত্ৰাদি শিক্ষা নামৰ চতুশ্চত্বাৰিংশ অধ্যায়। ৪৪ ॥

॥ অধ্যায় ৪৫ ॥

# ॥ চিত্ৰসেন আৰু উৰ্ব্বশীৰ সংবাদ ॥

বৈশম্পায়নে ক'লে—অৰ্জ্জুনৰ চকু প্ৰথমেই উৰ্ব্বশীত পৰিছে বুলি বুজি ইন্দ্ৰই চিত্ৰসেনক গোপনে এইদৰে ক'লে, ১ ॥

হে পুৰুষশ্ৰেষ্ঠ গন্ধৰ্ব্বৰাজ, তুমি মোৰ কথামতে উৰ্ব্বশীৰ ওচৰলৈ যোৱঁা, সদ্যহতে সেই অপ্সৰাশ্ৰেষ্ঠাই অৰ্জ্জুনৰ শুশ্ৰূষা কৰক। ২ ॥

মোৰ নিয়োগ অনুসাৰে তুমি যেনেকৈ অৰ্জ্জুনক অস্ত্ৰ-বিদ্যা শিকাই সম্মানিত কৰিছা, তেনেকৈ তেওঁক স্ত্ৰীসঙ্গমত অতি নিপুণ কৰিবঁা। ৩ ॥

ইন্দ্ৰই এনেকৈ কোৱাত গন্ধৰ্ব্বৰাজ চিত্ৰসেনে 'বাক কৰিম' বুলি কৈ ইন্দ্ৰৰ কামৰপৰা শ্ৰেষ্ঠ অপ্সৰা উৰ্ব্বশীৰ ওচৰলৈ গ'ল। ৪ ॥

পিছত উৰ্ব্বশীক দেখা পাই বিশেষজ্ঞ চিত্ৰসেন অতি হৰ্ষিত হ'ল, সেই অপ্সৰাই তেওঁক শুভাগমন প্ৰশ্ন কৰি অভ্যৰ্থনা কৰিলে, চিত্ৰসেনে মনোহৰ আসনত বহি মিচিকিয়াই হাঁহি মনোহৰ আসনত বহি থকা উৰ্ব্বশীক ক'লে, ৫ ॥

হে সুশ্ৰোণী, তুমি এইটো জানি লোৱঁা, স্বৰ্গৰ একমাত্ৰ অধিপতি দেৱেন্দ্ৰই তোমাৰ অনুগ্ৰহ প্ৰশংসা কৰি মোক ইয়ালৈ পঠোৱাত মই ইয়ালৈ আহিছো। ৬ ॥

যিজন দেৱলোক আৰু মনুষ্যলোকত স্ত্ৰী, ৰূপ, চৰিত্ৰ, ব্ৰত, ইন্দ্ৰিয়-সংযম আৰু সহজ গুণসমূহেৰে অতি প্ৰখ্যাত, বল আৰু বীৰ্য্যেৰেও অতি বিখ্যাত বুলি যি প্ৰতিভাশালীজন মাননীয়, ৭ ॥

শক্তিশালী, তেজস্বী, ক্ষমাশীল আৰু ক্ৰোধৰহিত যিজনে অষ্টাঙ্গসংযুক্ত মেধা আৰু গুৰু-শুশ্ৰূষা অৱলম্বন কৰি অঙ্গ, উপনিষদ ইতিহাস আৰু পুৰাণেৰে সৈতে চাৰিও বেদ অধ্যয়ন কৰিছে, যিজনে অকলেই ব্ৰহ্মচৰ্য্য, দক্ষতা, পাণ্ডিত্য আৰু যৌৱনৰ দ্বাৰায় ইন্দ্ৰৰ দৰে এই স্বৰ্গপুৰী ৰক্ষা কৰিব পাৰে আৰু যিজন আত্ম-শ্লাঘাৰহিত, প্ৰিয়বাদী আৰু সকলোকে সম্মান কৰেঁাতা আৰু যাৰ লক্ষ্য অতি সূক্ষ্ম হলেও স্থূলৰূপ প্ৰতীয়মান হয়, ৮-১০ ॥

যিজনে সুহৃদসকলৰ প্ৰতিপালনৰ কাৰণে নানাবিধ অন্ন আৰু পানীয় বৰ্ষণ কৰি থাকে, যিজন সত্যভাষী, সৰ্ব্বলোক-পূজিত, সুবক্তা, ৰূপবান, যিজন অহঙ্কাৰ-ৰহিত, শৰণাগতপালক, লোকমনোহৰ, সৰ্ব্বপ্ৰিয় আৰু যুদ্ধত অচল আৰু যিজন প্ৰাৰ্থনীয় গুণসমূহত মহেন্দ্ৰ আৰু বৰুণদেৱৰ সমান, ১১-১২ ॥

সেই বীৰবৰ অৰ্জ্জুনক তুমি দেখিছা, তেওঁ আজি স্বৰ্গফল-প্ৰাপ্ত হওক, হে কল্যাণী, তেওঁ ইন্দ্ৰৰ আজ্ঞানুসাৰে আজি যেনেকৈ তোমাৰ শৰণাপন্ন হৈ তোমাৰ চৰণযুগল লাভ কৰে তেনেকুৱাই কৰঁাগৈ। ১৩ ॥

এনেকৈ কোৱাত অনিন্দনীয়া, প্ৰীতিমতী উৰ্ব্বশীয়ে ঈষৎ হাঁহি চিত্ৰসেনক বহু সম্মানেৰে সম্মানিত কৰি প্ৰত্যুত্তৰ দিলে, ১৪ ॥

তুমি মোৰ আগত তেখেতৰ যি গুণৰাজিৰ উল্লেখ কৰি কৈছা, সেইবিলাক সঁচা, মানুহৰ মুখে অৰ্জ্জুনৰ গুণৰ কথা শুনি আগতেই মোৰ কামব্যথা জন্মি আছে, এই কাৰণে মই অৰ্জ্জুনক কিয় বৰণ নকৰিম ? ১৫ ॥

মহেন্দ্ৰৰ নিয়োগ, তোমাৰ প্ৰণয় আৰু সেই অৰ্জ্জুনৰ গুণসমূহেৰে অৰ্জ্জুনত মোৰ কামভাৱ জাগি আছে, তুমি যোৱঁা, মই ইচ্ছানুসাৰে ৰংমনেৰে নিশ্চয় যাম ১৬ ॥

ইতি মহাভাৰতৰ বনপৰ্ব্বৰ অন্তৰ্গত ইন্দ্ৰলোকাভিগমন-পৰ্ব্বত চিত্ৰসেন আৰু উৰ্ব্বশীৰ সংবাদ নামৰ পঞ্চচত্বাৰিংশ অধ্যায় ॥ ৪৫ ॥

॥ অধ্যায় ৪৬ ॥

## ॥ উৰ্ব্বশীৰ শাপ ॥

বৈশম্পায়নে ক'লে — কৃতাৰ্থ চিত্ৰসেন গন্ধৰ্ব্বক বিদায় দি পিছত মিচিকিয়াই হাঁহি পৱিত্ৰাশয়া উৰ্ব্বশীয়ে অৰ্জ্জুনক দৰ্শন কৰিবলৈ ইচ্ছা কৰি স্নান কৰিলে। ১ ॥

অৰ্জ্জুনৰ ৰূপ আৰু সৌন্দৰ্য্যৰ দ্বাৰা আকৃষ্ট হোৱা উৰ্ব্বশীৰ হৃদয় কামদেৱৰ বাণত অতিশয় পীড়িত হোৱাত তেওঁ কামাগ্নিত দগ্ধ হ'ল। স্নান কৰি উৰ্ব্বশীয়ে মনোৰম অলঙ্কাৰ পিন্ধিলে আৰু সুগন্ধ দিব্য পুষ্পৰ হাৰেৰে নিজকে সজালে। তেতিয়া একান্তমনে অৰ্জ্জুনৰ কথা ভাবোঁতে তেওঁৰ মনত ধাৰণা হ'ল যেন ধুনীয়া আস্তৰণ পাৰি থোৱা এখন উত্তম শয্যাত তেওঁৰ কামনা অনুসাৰে আহি উপস্থিত হোৱা অৰ্জ্জুনেৰে সৈতে তেওঁ ৰমণ কৰিছে। ২-৪ ॥

সন্ধ্যাৰ পিছত চন্দ্ৰৰ কিৰণে চাৰিও দিশ পোহৰাই পেলোৱাত পৃথুশ্ৰোণী উৰ্ব্বশী পাৰ্থৰ ঘৰলৈ যাত্ৰা কৰিলে। ৫ ॥

কোমল, কেঁকোৰা, দীঘলীয়া চুলিৰ বেণীত ভেট ফুলৰ থোপা পিন্ধি সুশোভিতা হৈ সুন্দৰী উৰ্ব্বশী যাবলৈ ধৰিলে। ৬ ॥

তেওঁ সুন্দৰ কান্তি, ভ্ৰূবিলাস আৰু সুমধুৰ কথাৰে নিজৰ মুখচন্দ্ৰেৰে যেন চন্দ্ৰক স্পৰ্দ্ধা কৰি যাবলৈ ধৰিলে। ৭ ॥

যাওঁতে সেই উৰ্ব্বশীৰ স্বৰ্গীয় অঙ্গৰাগ সনা, স্বৰ্গীয় চন্দনেৰে আৰু হাৰ-ভূষণেৰে অতিশয় ভূষিত সমান স্তনযুগল কঁপি গৈছিল। ৮ ॥

(তেওঁৰ) অধোদেশত অতি উন্নত, ডাঙৰ, মহীধৰৰ সমান বহল, মেখলামালাৰে ভূষিত আৰু কামদেৱৰ মন্দিৰৰ স্বৰূপ বগা বৰণৰ নিতম্বযুগলে (শোভা কৰিছিল)। ৯-১০ ॥

স্বৰ্গীয় ঋষিসকলৰো মনত বাধা জন্মোৱা, মিহি পাতল কাপোৰেৰে সুশোভিত আৰু সকলো প্ৰকাৰৰ দোষৰহিত জঘনযুগলে (অতিশয়) শোভা কৰিছিল। ১১ ॥

পৰিহিত নূপুৰ-কিৰণেৰে শোভিত, ডাঙৰ গোৰোৱা আৰু অলপ বঙচুৱা দীঘল আঙুলিৰে আৰু কাচৰ পিঠিৰ নিচিনা উন্নত চৰণযুগলে শোভা কৰিছিল। ১২ ॥

(সেই অপ্সৰা) অলপ সুৰা পান কৰি মদনক আৱিৰ্ভূত কৰাত আৰু নানা প্ৰকাৰ বিলাস-সামগ্ৰীৰে ভূষিত হোৱাত অতিশয় মনোহাৰিণী হৈছিল। ১৩ ॥

বিস্ময়মুগ্ধ, স্তুতি-পাঠকগণ, আৰু গন্ধৰ্ব্বগণেৰে সৈতে সেই বিলাসিনী উৰ্ব্বশী

প্ৰয়াণ কৰে, কিন্তু এনেবিলাক বহুতক আশ্ৰয় কৰা সত্ত্বেও স্বৰ্গত তেওঁৰ আকৃতি অত্যন্ত দৰ্শন-যোগ্যা হৈ থাকে। ১৪॥

মেঘবৰ্ণ-ৰঙেৰে ৰঞ্জিত অতিশয় মসৃণ শাৰীখন অৰ্দ্ধাঙ্গত পৰিধান কৰি আকাশত চন্দ্ৰলেখাৰ নিচিনা মনেৰে আৰু পৱনৰ সদৃশ গমন কৰি শুদ্ধচিত্তা হাস্যবদনা উৰ্ব্বশী পাণ্ডুৰ অৰ্জ্জুনৰ ঘৰ পালেগৈ। ১৫॥

উৰ্ব্বশী সেই ঘৰৰ দুৱাৰ-মুখৰ সমীপ পালেগৈ আৰু দুৱৰীবিলাকে অৰ্জ্জুনক জনালে,—হে নৰশ্ৰেষ্ঠ, সুনয়না উৰ্ব্বশী নিৰ্ম্মল মনোহৰ ঘৰত উপস্থিত হৈছেহি। হে মহাৰাজ, সেই অৰ্জ্জুন অতি শঙ্কিত মনেৰে ৰাতি উৰ্ব্বশীৰ ওচৰলৈ গ'ল, আৰু উৰ্ব্বশীক দেখিয়েই অৰ্জ্জুনে লাজতে চকু মুদি তেওঁক নমস্কাৰ কৰি গুৰুজনক কৰাৰ দৰে পূজা কৰিলে। ১৭-১৯॥

অৰ্জ্জুনে ক'লে,—হে অপ্সৰাৰ শ্ৰেষ্ঠা, আপোনাক মূৰ দোঁৱাই সেৱা কৰিছো, হে দেৱী, আপুনি কি আজ্ঞা কৰে, মই আপোনাৰ দাস উপস্থিত হৈছোহি। ২০॥

অৰ্জ্জুনৰ কথা শুনি উৰ্ব্বশী চেতন নোহোৱাৰ নিচিনা হৈ চিত্ৰসেন গন্ধৰ্ব্বই কোৱা সকলো কথা অৰ্জ্জুনক শুনালে, ২১॥

হে নৰশ্ৰেষ্ঠ, চিত্ৰসেন গন্ধৰ্ব্বই মোক যেনেকৈ কৈছে, সেই সকলো কথা মই আনুপূৰ্ব্বিক তোমাক কম, কি কাৰণে মই ইয়ালৈ আহিছো তাকো কম। ২২॥

হে নৰোত্তম, তোমাৰ আগমনৰ কাৰণে স্বৰ্গত মহেন্দ্ৰৰ সমীপত মনোৰম পৰম উৎসৱৰ আয়োজন হোৱাৰ সময়তে ৰুদ্ৰ-দেৱগণৰ আৰু আদিত্যসকলৰ উপস্থিতিত আৰু অশ্বিনীকুমাৰ দুজনৰ উপস্থিতিত, বসুসকলৰ উপস্থিতিত আৰু মহৰ্ষিসকলৰ আৰু ৰাজৰ্ষিসকলৰ উপস্থিতিত আৰু বিপ্ৰৰ্ষিগণ, স্তুতি-পাঠকগণ, যক্ষগণ আৰু উৰগগণ সকলোৱে নিজ নিজ প্ৰভাৱ অনুসাৰে যাৰ যি সম্মান সেই অনুপাতে আসনত বহাত, (অৰ্থাৎ ঔষধি-বিশেষেৰে) জ্বলিত হোৱাত, অগ্নি, সূৰ্য্য আৰু চন্দ্ৰ মূৰ্ত্তি ধাৰণ কৰি উপস্থিত থকাত গন্ধৰ্ব্ববিলাকে বীণা বজোৱাত, হে ইন্দ্ৰনন্দন, হে পৃথুলোচন, স্বৰ্গীয় মনোহৰ গীত আৰম্ভ হোৱাত, হে কুৰুকুলশ্ৰেষ্ঠ, সকলো প্ৰধান প্ৰধান অপ্সৰাবিলাকে মনোহৰ নৃত্য কৰিবলৈ ধৰাত, হে অৰ্জ্জুন, নিশ্চয় তুমি তাত অনিমেষনেত্ৰে একমাত্ৰ মোকেই চাইছিলা। ২৩-২৮॥

তাত দেৱতাবিলাকৰ সমীপত হোৱা যজ্ঞ শেষ হোৱাত, আৰু যজ্ঞৰ শেষত কৰিব লগীয়া স্নান শেষ হোৱাত, তোমাৰ পিতাৰাৰ আজ্ঞা অনুসাৰে দেৱতাসকল নিজ নিজ ঘৰলৈ গ'ল। ২৯॥

আৰু তেনেকৈয়ে শ্ৰেষ্ঠ অপ্সৰাসকল নিজ নিজ ঘৰলৈ গ'ল, হে শত্ৰুঘ্ন, তাত আন আন যিসকল উপস্থিত হৈছিল, সেই সকলোকে তোমাৰ পিতাৰাই বিদায় দিলে। ৩০॥

হে কমলপত্ৰাক্ষ, তাৰ পিছত ইন্দ্ৰই আদেশ দিয়াত চিত্ৰসেন গন্ধৰ্ব্ব মোৰ ওচৰলৈ গৈছিল। পিছত সেই চিত্ৰসেনে মোক আৰু কৈছিল, ৩১ ॥

হে বৰ, তোমাৰ কাৰণে দেৱৰাজে মোক পঠাইছে। দেৱৰাজৰ ভাল পোৱা কথাষাৰ তুমি কৰ'া, আৰু মোৰো প্ৰিয় কাৰ্য্য কৰ'া, আৰু নিজৰো মঙ্গল কৰ'া। ৩২ ॥

হে সুশ্ৰোণী, সদায় উদাৰ গুণ-ভূষিত ৰণত ইন্দ্ৰৰ সদৃশ বীৰ অৰ্জ্জুনক তুমি অভিলাষ কৰ'া, এই বুলি গন্ধৰ্ব্ব ৰজাই ভেটিয়া কৈছিল। ৩৩ ॥

হে নিষ্পাপ, হে শত্ৰুদমনকাৰী, তোমাৰ পিতাৰাৰ আজ্ঞা পোৱাৰ পিছত মই তোমাক শুশ্ৰূষা কৰিবলৈ তোমাৰ ওচৰলৈ আহিছো। ৩৪ ॥

হে বীৰ, তোমাৰ গুণৰাজিয়ে মোৰ মন আকৰ্ষণ কৰাত মই কামৰ বশীভূত হৈছো। এয়ে মোৰ বহু দিনীয়া অভিলষিত মনোৰথ। ৩৫ ॥

বৈশম্পায়নে ক'লে—অৰ্জ্জুনে স্বৰ্গধামত উৰ্ব্বশীয়ে তেনেকৈ কোৱা শুনি অতিশয় লাজ পাই হাত দুখনেৰে কাণ দুখন ঢাকি কৰলৈ ধৰিলে, ৩৬ ॥

হে সুভগা, হে যশস্বিনী, আপুনি মোক নুশুনিব লগা কথাহে শুনালেহি, হে বৰাননা, (আপুনি) নিশ্চয় মোৰ গুৰুপত্নীৰ সমান। ৩৭ ॥

মোৰ পক্ষে মহাভাগ্যৱতী কুন্তীদেৱী যেনে মাননীয়া আৰু ইন্দ্ৰাণী শচী মোৰ পক্ষে যেনেকুৱা, কল্যাণদায়িনী আপুনিও (মোৰ পক্ষে) তেনেকুৱা, ইয়াত বিচাৰ কৰি চাব লগীয়া একো নাই। ৩৮ ॥

হে শুচিস্মিতা, হে শুভা, মই যে বাৰে বাৰে বিশেষভাৱে আপোনালৈ চাই-ছিলো, সঁচাকৈয়ে তাৰ এটি নিশ্চয় আগৰ বিশেষ কাৰণ আছে, সেইটো শুনক। ৩৯ ॥

"প্ৰফুল্লিতা উৰ্ব্ব'শী পুৰুবংশৰ জননী" এই কথা মই জানিব পাৰি সেই দেৱ-সভাত মই আপোনালৈ চকুৰ পচাৰ নেপেলোৱাকৈ চাই আছিলো। ৪০ ॥

হে অপ্সৰা, কল্যাণী, আপুনি মোক আন প্ৰকাৰে নাভাবিব। আপুনি মোৰ গুৰুৰ গুৰু আৰু মোৰ বংশ বিস্তাৰকাৰিণী। ৪১ ॥

উৰ্ব্ব'শীয়ে ক'লে,—হে বীৰ, আমি সকলো স্বাধীনা, হে দেৱৰাজ-নন্দন, ইয়াত তুমি মোক গুৰুপত্নীৰ থলত পেলাই থব নোৱাৰ'া। ৪২ ॥

পুৰুবংশৰ যিসকল পুত্ৰ বা নাতি তপস্যাৰ ফলত ইয়ালৈ আহে, সেই সকলোৱে মোৰে সৈতে ৰমণ ক্ৰিয়া কৰে, কিন্তু তাত নিশ্চয় তেওঁলোকৰ আত্মাৰ প্ৰতি একো ব্যতিক্ৰম ভাব নঘটে। ৪৩ ॥

সেই কাৰণে তুমি প্ৰসন্ন হোৱাঁ, কাম-পীড়িতা মোক তুমি বিমুখ নকৰিবাঁ। হে মানী, উত্তপ্তহৃদয়া তোমাৰ অনুৰক্তা মোক গ্ৰহণ কৰাঁ। ৪৪ ॥

অৰ্জ্জুনে ক'লে, হে অনিন্দিতা, হে নাৰীশ্ৰেষ্ঠা, আপোনাক সত্য কথা কওঁ শুনক, দেৱতাসকলেৰে সৈতে দিশ আৰু বিদিশত মোৰ সত্য কথা শুনক, ৪৫ ॥

হে নিষ্পাপা, মোৰ পক্ষে কুন্তী, মাদ্ৰী আৰু শচী যেনে পূজনীয়া, বংশৰ জননী আপুনিও আজি মোৰ পক্ষে নিশ্চয় তেনে গুৰুস্থানীয়া। ৪৬ ॥

হে বৰবৰ্ণিনী, আপুনি যাওক, আপোনাৰ চৰণ-যুগলত মুৰ দোঁৱাই শৰণ লৈছো, নিশ্চয় আপুনি মোৰ মাতৃৰ নিচিনা পূজনীয়া, আপুনি পুত্ৰৰ নিচিনাকৈ মোক ৰক্ষা কৰক। ৪৭ ॥

বৈশম্পায়নে ক'লে,— অৰ্জ্জুনে এনেকৈ কোৱাত উৰ্ব্বশী খঙত অধীৰ হৈ কঁপি কঁপি কপালৰ গাঁথি ঘোপা কৰি অৰ্জ্জুনক এই বুলি শপিবলৈ ধৰিলে, ৪৮ ॥

তোমাৰ পিতাৰাৰ আজ্ঞা পাই কাম-পীড়িতা হৈ মই নিজেই তোমাৰ ঘৰত উপস্থিত হোৱা সত্ত্বেও যিহেতুকে তুমি মোক আনন্দিত নকৰিলা, সেই কাৰণে, হে পাৰ্থ, তুমি নৰ্ত্তক হৈ তিৰোতাবিলাকৰ ভিতৰত পুৰুষ-শক্তিহীন আৰু মানহীন হৈ ষাঁড়ৰ দৰে ঘূৰি ফুৰিবা। ৪৯-৫০ ॥

পিছত এনেকৈ শাপ দি কঁপা ওঠেৰে নিশ্বাস পেলাই উৰ্ব্বশী আকৌ শীঘ্ৰে নিজৰ ঘৰলৈ উভতি গ'ল। ৫১ ॥

তাৰ পিছত শত্ৰুমৰ্দ্দনকাৰী পাণ্ডু-পুত্ৰ অৰ্জ্জুনে চিত্ৰসেন গন্ধৰ্ব্বৰ ওচৰলৈ গৈ উৰ্ব্বশীৰ লগত ৰাতি যি যি কথা হৈছিল, সেই সকলো কথা তেওঁক বিৱৰি ক'লে, আৰু তেওঁক যেনেকৈ শাপ দিছিল, সেই কথাও ক'লে। চিত্ৰসেনেও ইন্দ্ৰক সেই কথা নিঃশেষভাৱে জনালে। পিছত ইন্দ্ৰই পুত্ৰ অৰ্জ্জুনক নিৰ্জন ঠাইলৈ মতাই আনি মধুৰ কথাৰে সান্ত্বনা দি মিচিকিয়া হাঁহি মাৰি ক'বলৈ ধৰিলে,—হে শ্ৰেষ্ঠ বীৰ, হে পুত্ৰ, তোমাক পুত্ৰৰূপে লাভ কৰি আজি কুন্তীদেৱী সুপুত্ৰৱতী হৈছে। ৫২-৫৫ ॥

হে মহাপৰাক্ৰমী, তুমি ধৈৰ্য্যত ঋষিবিলাককো নিশ্চয় পৰাজয় কৰিছা, হে মানদাতা, উৰ্ব্বশীয়ে তোমাক যি শাপ দিছে সেই শাপ তোমাৰ প্ৰয়োজনীয় আৰু সহায়ক হ'ব। ৫৬-৫৭ ॥

হে নিষ্পাপী, পৃথিৱীত তোমালোকে তেৰ বছৰৰ এবছৰহে অজ্ঞাত-বাস খাটিব লগীয়া আছে। হে বীৰ, সেই সময়তে এই শাপ প্ৰয়োগ কৰিবা। ৫৮ ॥

তুমি তেনেকুৱা নৰ্ত্তক ৰূপ ধৰি আৰু তেনেকৈয়ে নপুংসকভাৱে এবছৰ কাল অতিবাহিত কৰি তাৰ পিছত পুনৰ আগাৰ নিচিনা পুৰুষত্ব লাভ কৰিবা। ৫৯ ॥

ইন্দ্ৰই এনেকৈ কোৱাত শত্ৰু-নিধনকাৰী বীৰ অৰ্জ্জুনে পৰম আনন্দ লাভ কৰিলে, (উৰ্ব্বশীৰ) শাপৰ কথা আৰু চিন্তা নকৰিলে। ৬০ ॥

যশস্বী গন্ধৰ্ব্বৰাজ চিত্ৰসেনেৰে সৈতে সেই পাণ্ডু-পুত্ৰ অৰ্জ্জুনে স্বৰ্গলোকত আহ-বিলাহৰ মাজত বাস কৰিবলৈ ধৰিলে। ৬১ ॥

পাণ্ডু-পুত্ৰ অৰ্জ্জুনৰ এই বৃত্তান্ত যিজনে নিতৌ শুনে তেওঁৰ পাপযুক্ত কাম-ভাৱৰ প্ৰতি অভিলাষ নাথাকে। ৬২ ॥

দেৱশ্ৰেষ্ঠ ইন্দ্ৰৰ পুত্ৰ অৰ্জ্জুনৰ এই পবিত্ৰ চৰিত্ৰ শুনি শ্ৰেষ্ঠ মানৱসকলে মদ, দম্ভ আৰু ৰাগ প্ৰভৃতি দোষসমূহ পৰিহাৰ কৰি স্বৰ্গগামী হৈ তাত বিচৰণ কৰি থাকে। ৬৩ ॥

ইতি মহাভাৰতভাৰতৰ বনপৰ্ব্বৰ অন্তৰ্গত ইন্দ্ৰলোকাভিগমন-পৰ্ব্বত উৰ্ব্বশীৰ শাপ নামৰ ষট্‌চত্বাৰিংশ অধ্যায়। ৪৬ ॥

॥ অধ্যায় ৪৭ ॥

## ॥ লোমশ মুনিৰ গমন ॥

বৈশম্পায়নে ক'লে—মহৰ্ষি লোমশ এদিনাখন প্ৰবন্ধবক চাবৰ মনেৰে ফুৰি ফুৰি ইন্দ্ৰৰ ভৱনত উপস্থিত হ'ল। ১ ॥

সেই মহামুনিয়ে দেৱৰাজৰ সমীপলৈ গৈ নমস্কাৰ কৰি অৰ্জ্জুনক ইন্দ্ৰেৰে সৈতে একে লগে বহি থকা দেখিবলৈ পালে। ২ ॥

মহৰ্ষিসকলৰ দ্বাৰা পূজিত হৈ সেই মুনি ইন্দ্ৰৰ আজ্ঞানুসাৰে কুশ-নিৰ্ম্মিত উৎকৃষ্ট আসনত উপৱেশন কৰিলে। ৩ ॥

ইন্দ্ৰৰ আসনত অৰ্জ্জুনক দেখি সেই মুনিয়ে কেনেকৈনো ক্ষত্ৰিয় অৰ্জ্জুনে ইন্দ্ৰৰ আসন লাভ কৰিলে তাকে ভাবিলে। ৪ ॥

কিনো তেওঁ এনে সুকৰ্ম্ম কৰিছিল, কোন কোন লোক জয় কৰিছিল, যাৰ গুণত দেৱতাসকলৰো নমস্য ইন্দ্ৰাসন তেওঁ লাভ কৰিলে। ৫ ॥

শচীপতি বৃত্ৰাসুৰঘাতী ইন্দ্ৰই তেওঁৰ মনৰ অভিপ্ৰায় বুজি হাঁহি মাৰি লোমশ মুনিক এইদৰে ক'লে, ৬ ॥

হে ঋষিবৰ, আপুনি মনেৰে যি ভাবিছে, শুনক, মনুষ্য-জন্ম লাভ কৰি তেওঁ কেৱল মৰণশীল নহয়, ই নিশ্চয়। ৭ ॥

হে মহৰ্ষি, দীৰ্ঘবাহু এই অৰ্জ্জুন কুন্তীদেৱীৰ গৰ্ভত জন্ম গ্ৰহণ কৰা মোৰ পুত্ৰ, কোনো এটি বিশেষ কাৰণে তেওঁ অস্ত্ৰৰ কথাৰে মোৰ ইয়ালৈ আহিছে। ৮ ॥

পুৰাণ-পুৰুষ এই ঋষিশ্ৰেষ্ঠৰ কথা আপুনি নাজানে, কি আচৰিত। হে ব্ৰহ্মৰ্ষি, এওঁ কোন আৰু এওঁৰ উৎপত্তিৰ কাৰণ আপুনি মোৰপৰা শুনক। ৯ ॥

পুৰাণ-ঋষিশ্ৰেষ্ঠ নৰ আৰু নাৰায়ণ নামে (প্ৰসিদ্ধ) তেওঁলোককেই হৃষীকেশ আৰু ধনঞ্জয় বুলি বিশেষভাৱে জানিব। ১০ ॥

ঋষি নৰ আৰু নাৰায়ণ নামে তিনিও লোকতে বিখ্যাত তেওঁলোক দুজন পুণ্যধাম পৃথিৱীত কোনো কাৰ্য্য সাধনৰ কাৰণে অৱতীৰ্ণ হৈছে। ১১ ॥

হে বিপ্ৰ, দেৱতাসকলো যাক লাভ কৰিবলৈ অসমৰ্থ, আৰু মহাত্মা ঋষিসকলো যাক পাবলৈ অসমৰ্থ, সেয়ে বিষ্ণুৰ আৰু জিষ্ণুৰ (অৰ্থাৎ অৰ্জ্জুনৰ) নিৱাস-স্থান পৱিত্ৰ বদৰিকাশ্ৰম নামে বিখ্যাত, য'ত সিদ্ধগণ আৰু স্তুতি-পাঠকৰিলাকৰ দ্বাৰায় গঙ্গা প্ৰৱাহিতা হৈ আছে। ১২—১৩ ॥

হে মহৰ্ষি, মোৰ নিয়োগ অনুসাৰে মহাকান্তিশালী আৰু মহাবলৱন্ত হৈ পৃথিৱীত জন্ম গ্ৰহণ কৰি তেওঁলোকেই পৃথিৱীৰ ভাৰ হৰণ কৰিব । ১৪ ॥

বৰ লাভ কৰি গৰ্ব্বিত, অতি উদ্ধত, প্ৰসিদ্ধ কিছুমান অসুৰে আমাৰ অপ্ৰিয় কাৰ্য্য কৰে । ১৫ ॥

বৰ-প্ৰাপ্ত সিহঁতে বল আৰু দৰ্পেৰে যুক্ত হৈ দেৱতাবিলাকক গণ্যই নকৰে আৰু মাৰিবলৈ বৈ থাকে । ১৬ ॥

পাতালত বাস কৰা দনু নামে দৈত্যৰ সেই ভয়ঙ্কৰ পুত্ৰসকল মহা বলশালী, কিন্তু দেৱতাসকল সিহঁতৰ লগত যুদ্ধ কৰিবলৈ অসমৰ্থ । ১৭ ॥

ভগবান মধুসূদন অজেয় হৰি শ্ৰীমান বিষ্ণু পৃথিৱীত অৱতীৰ্ণ হৈ কপিল নামে প্ৰসিদ্ধ হৈ আছে । ১৮ ॥

হে প্ৰভু, পূৰ্ব্ব কালত পৃথিৱী খনন কৰি পাতাললৈ প্ৰৱেশ কৰা মহাত্মা সগৰ ৰজাৰ পুত্ৰসকল এওঁৰ দৃষ্টিত ভস্মীভূত হৈছিল । ১৯ ॥

হে দ্বিজোত্তম, সেই কপিল মুনিয়ে অথবা অৰ্জ্জুনেই মিলিত হৈ মহাযুদ্ধত মহৎ কাম সমাধা কৰিব, ইয়াত সংশয় নাই । ২০ ॥

মহা হ্ৰদত থকা নাগবিলাকৰ নিচিনা অনুচৰবিলাকেৰে সৈতে নিৱাত কৱচকে আদি কৰি দৈত্যবিলাকক দেখা মাত্ৰকেই মাৰিবলৈ সেই অৰ্জ্জুন সমৰ্থ । ২১ ॥

কিন্তু সামান্য কাৰ্য্যৰ কাৰণে সেই নাৰায়ণক জগাবৰ প্ৰয়োজন নাই, জাগৰিত হলে তেওঁৰ তেজোৰাশিৰে জগত দগ্ধ হব পাৰে । ২২ ॥

এই অৰ্জ্জুনেই সেই সমস্ত নিৱাত কৱচ দানৱক অনুচৰেৰে সৈতে সংহাৰ কৰিবলৈ সমৰ্থ, গতিকে সেইবিলাকক মাৰি এই বীৰ অৰ্জ্জুন আকৌ মনুষ্য-লোকলৈ যাব । ২৩ ॥

আপুনি আমাৰ নিয়োগ অনুসাৰে পৃথিৱীলৈ যাওকগৈ, কাম্য-বনত যুধিষ্ঠিৰ বাস কৰি আছে, আপুনি তালৈ গৈ তেওঁৰ লগত সাক্ষাৎ কৰিব । ২৪ ॥

মোৰ আদেশ অনুসাৰে সেই ধৰ্ম্মাত্মা সত্যবাদী যুধিষ্ঠিৰক কওকগৈ, আপুনি অৰ্জ্জুনৰ কাৰণে উৎকণ্ঠা নকৰিব, অস্ত্ৰ লাভ কৰি অৰ্জ্জুন সোনকালে উলটি আহিব । ২৫ ॥

কাৰণ অৰ্জ্জুন যুদ্ধত নিপুণ শক্তিশালী আৰু কৃতাস্ত্ৰ নহলে ভীষ্ম আৰু দ্ৰোণ প্ৰভৃতি বীৰসকলেৰে সৈতে যুদ্ধ কৰিবলৈ সমৰ্থ নহব । ২৬ ॥

অস্ত্ৰত পাৰগ মনস্বী মহাবাহু অৰ্জ্জুন স্বৰ্গীয় নৃত্য-গীত আৰু বাদ্যত পাৰ্গত হৈছে । ২৭ ॥

হে শত্ৰু-দমনকাৰী নৰেশ্বৰ, আপুনিও ভায়েকসকলেৰে সৈতে বিশেষ বিশেষ তীৰ্থবিলাক দৰ্শন কৰিবলৈ উদ্যোগী হওক । ২৮ ॥

হে ৰাজেন্দ্ৰ, পুণ্য তীৰ্থবিলাকত স্নান কৰি জৰা-অৱস্থা ৰহিত হৈ পাপ-ৰহিত হৈ আৰু সুখী হৈ ৰাজ্য ভোগ কৰিব পাৰিব । ২৯ ॥

হে শ্ৰেষ্ঠ দ্বিজ, যুধিষ্ঠিৰে ভ্ৰাতৃগণেৰে সৈতে পৃথিৱী পৰ্য্যটন কৰিব, আপুনিও তপোবলেৰে বলীয়ান, গতিকে আপুনি এওঁক ৰক্ষা কৰিবলৈ সমৰ্থ । ৩০ ॥

পৰ্ব্বতত, দুৰ্গত আৰু বিষম দেশবিলাকত ভয়ঙ্কৰ ৰাক্ষসবিলাক সদায় বাস কৰি থাকে, সেইবিলাকৰপৰাও (আপুনি যুধিষ্ঠিৰ প্ৰভৃতিক) ৰক্ষা কৰিব । ৩১ ॥

মহেন্দ্ৰই লোমশ মুনিক এনেকৈ কোৱাত অৰ্জ্জুনে সংযতচিত্তেৰে এই কথা ক'লে, হে সাধু, আপুনি পাণ্ডু-পুত্ৰ যুধিষ্ঠিৰক ৰক্ষা কৰিব । ৩২ ॥

হে সাধু, আপোনাৰ দ্বাৰায় সুৰক্ষিত হৈ ৰজা যুধিষ্ঠিৰে যাতে তীৰ্থ পৰ্য্যটন কৰিব পাৰে, আৰু যাতে (বিপ্ৰক) দান দিব পাৰে, হে মহামুনি, আপুনি তাৰ ব্যৱস্থা কৰিব । ৩৩ ॥

বৈশম্পায়নে ক'লে,—মহা তপস্যাশীল লোমশ মুনিয়ে 'তথা তথা' বুলি প্ৰতিজ্ঞা কৰি কাম্যক-বন লক্ষ্য কৰি পৃথিৱীলৈ যাত্ৰা কৰিলে । ৩৪ ॥

পিছত তপস্বী আৰু ভ্ৰাতৃবৃন্দই সকলোপিনে আৱৰি থকা শত্ৰুহন্তা কুন্তীপুত্ৰ ধৰ্ম্মৰাজক সেই কাম্য-বনত দেখা পালে । ৩৫ ॥

ইতি মহাভাৰতৰ বনপৰ্ব্বৰ অন্তৰ্গত ইন্দ্ৰলোকাভিগমন-পৰ্ব্বত লোমশ মুনিৰ গমন নামৰ সপ্তচত্বাৰিংশ অধ্যায় । ৪৭ ॥

॥ অধ্যায় ৪৮ ॥

## ॥ ধৃতৰাষ্ট্ৰৰ বিলাপ ॥

জনমেজয়ে সুধিলে,—হে বিপ্ৰ, অতি তেজস্বী অৰ্জ্জুনৰ অতি অদ্ভুত এই কৰ্ম্মৰ কথা শুনি মহাজ্ঞানী ধৃতৰাষ্ট্ৰই কি ক'লে ? ১ ॥

বৈশম্পায়নে ক'লে,—অম্বিকাৰ তনয় ৰজা ধৃতৰাষ্ট্ৰই মহৰ্ষি ব্যাসৰপৰা ইন্দ্ৰ-পুৰীলৈ যোৱা অৰ্জ্জুনৰ কথা শুনি সঞ্জয়ক এইদৰে ক'লে, ২ ॥

হে সূত, ধীমান অৰ্জ্জুনৰ কৰ্ম্ম মই সবিশেষ শুনিছো, হে সাৰথি, যথাৰ্থভাৱে সমস্ত কথা তুমিও জানিছানে ? ৩ ॥

দুষ্টাত্মা, দুৰ্ব্বুদ্ধি, সাধাৰণ বিষয়ত উন্মত্ত মোৰ পুত্ৰ দুৰ্য্যোধনে পৃথিৱীকে ধ্বংস কৰিব । ৪ ॥

স্বাধীন অৱস্থাত যি মহাত্মাৰ কথাবিলাক সদায় সত্য আৰু যাৰ সেনাপতি ধনঞ্জয়, ত্ৰৈলোক্যও তেওঁৰেই । ৫ ॥

শিলত শাণ দিয়া তীক্ষ্ণাগ্ৰ কৰ্ণী আৰু নাৰাচ অস্ত্ৰ নিক্ষেপকাৰী অৰ্জ্জুনৰ আগত জৰা আৰু মৰণ-বৰ্জ্জিত হলেওবা কোন স্থিতি থাকিব পাৰিব ? ৬ ॥

যিহেতু অজয় পাণ্ডুৰ পুত্রসকলৰ মোৰ পুত্রসকলেৰে সৈতে যুদ্ধ সমাগত, সেই-হেতুকে এই দুষ্টাত্মা মোৰ পুত্ৰইঁত সকলো মৃত্যুৰ মুখলৈ গৈছে। ৭ ॥

গাণ্ডীৱ ধনুর্দ্ধাৰী অৰ্জ্জুনৰ যুদ্ধত তিষ্টিব পৰা ৰথী মই সদায় চিন্তা কৰিও দেখি-বলৈ নাপাওঁ। ৮ ॥

যুদ্ধলৈ যদি দ্রোণ আৰু কৰ্ণও যায়, অথবা ভীষ্মও যদি যায়, সৈন্যৰ ৰক্ষাৰ কাৰণে মহা সংশয় উপস্থিত হ'ব, তেতিয়াও আমাৰ জয় যে হ'ব তাৰো আশা নাই। ৯ ॥

কাৰণ, কৰ্ণ দয়ালু আৰু প্রমাদী, দ্রোণাচার্য্য গুৰু আৰু বৃদ্ধ, কিন্তু অৰ্জ্জুন বলৱান, উদ্যমী, ক্ষমাৰহিত আৰু দৃঢ়বিক্রমী। ১০ ॥

সকলো বীৰ নিশ্চয় অস্ত্রজ্ঞ আৰু সকলো বীৰ মহা যশস্বী; গতিকে জয় কৰিব নোৱাৰা সকলো প্রকাৰৰ তুমুল সংগ্রাম হ'ব। ১১ ॥

এওঁলোকে অজেয় হৈ বোধ কৰোঁ সকলোৰে ওপৰত আধিপত্য বাঞ্ছা কৰে; গতিকে এওঁলোকৰ অথবা অৰ্জ্জুনৰ মৃত্যু হ'লেহে যুদ্ধৰ উপশম হবৰ সম্ভাৱনা। ১২ ॥

অৰ্জ্জুনক মাৰিব পৰা বীৰ কোনো নাই, অথবা তেওঁক জয় কৰিব পৰাও কোনো নাই, গতিকে মোৰ প্রতি উঠা খং কেনেকৈ প্রশমিত হ'ব, তাৰ একো উপায় মই দেখা নাপাওঁ। ১৩ ॥

দেৱৰাজৰ সমান বীৰ অৰ্জ্জুনে খাণ্ডৱ দাহ কৰি অগ্নিৰ প্রীতি সাধিছে আৰু ৰাজসূয় মহাযজ্ঞত ৰজাসকলক পৰাজয় কৰিছে। ১৪ ॥

হে সাধু, পৰ্ব্বতৰ চূড়াত বজ্র পৰিলেও পৰ্ব্বত শেষ নহয়; কিন্তু বোপা, অৰ্জ্জু-নৰ হাতৰপৰা ওলোৱা বাণসমূহ শত্রুত পৰিলে শত্রুৰ অৱশিষ্ট নাথাকে। ১৫ ॥

যেনেকৈ সূৰ্য্যদেৱৰ কিৰণমালাই চৰাচৰ জগতক তাপিত কৰে, তেনেকৈ অৰ্জ্জুনৰ হাতৰপৰা ওলোৱা শৰবিলাকে মোৰ লৰাইঁতক দগ্ধ কৰিব। ১৬ ॥

সমস্ত ভাৰতীয় সৈন্যবাহিনী যেন সব্যসাচীৰ ৰথৰ ঘৰ্ষণত ভয়ার্ত্ত আৰু বিদীর্ণ হৈ পৰিছে। ১৭ ॥

যেনেকৈ বিধাতাই সেই অৰ্জ্জুনক সৰ্ব্ব-সংহাৰক অন্তক-ৰূপে সৃষ্টি কৰিছে, তেনেকৈ সেই কিৰিটীও সমৰত তূণৰপৰাই উলিয়াই বাণসমূহ আততায়ীৰ প্রতি নিক্ষেপ কৰি অৱস্থান কৰিব। ১৮ ॥

ইতি মহাভাৰতৰ বনপৰ্ব্বৰ অন্তর্গত ইন্দ্ৰলোকাভিগমন-পৰ্ব্বত ধৃতৰাষ্ট্ৰৰ বিলাপ নামৰ অষ্টচত্বাৰিংশ অধ্যায়। ৪৮ ॥

॥ অধ্যায় ৪৯ ॥

# ॥ ধৃতৰাষ্ট্ৰৰ খেদ ॥

সঞ্জয়ে ক'লে,—হে মহীপতি, ৰজা দুৰ্য্যোধনৰ সম্পৰ্কে যে আপুনি এইবিলাক কথা ক'লে, এই সকলোবিলাক কথাই যথাৰ্থ তত্বপূৰ্ণ কথা, এইবিলাক অলপো মিছা নহয়। ১ ॥

যশস্বিনী ধৰ্ম্মপত্নী দ্ৰৌপদীক সভালৈ নিয়া দেখি তেজস্বী সেই পাণ্ডু-পুত্ৰসকলে ভয়ঙ্কৰ খঙত নিশ্চয় জ্বলি আছে। ২ ॥

হে মহাৰাজ. দুঃশাসনে কোৱা সেই নিষ্ঠুৰ কথাবিলাক আৰু কৰ্ণৰো নিদাৰুণ কথাবিলাক শুনি যেনে ক্ৰুদ্ধ হৈ আছে, তেওঁলোক ক্ষান্ত হব বুলি মোৰ ধাৰণা নহয়। ৩ ॥

হে মহাৰাজ, যুদ্ধত অৰ্জ্জুনে একাদশ-শৰীৰী মহাদেৱক কেনেকৈ ধনুৰ যুদ্ধেৰে সন্তুষ্ট কৰিছে, সেইটো মই ভালকৈ শুনিছো। ৪ ॥

অৰ্জ্জুনক জানিবলৈ ইচ্ছা কৰি সকলো দেৱতাৰ ঈশ্বৰ ভগৱান শিৱই নিজে কিৰাত ৰূপ ধৰি অৰ্জ্জুনৰ লগত যুদ্ধ কৰিছে। ৫ ॥

সেই যুদ্ধত সেই লোকপালসকলে তপস্যাৰে পৰাক্ৰান্ত, শত্ৰু-আক্ৰমণকাৰী, কুৰু-কুলশ্ৰেষ্ঠ সেই অৰ্জ্জুনক অস্ত্ৰ প্ৰদান কৰিবৰ কাৰণে দেখা দিছে। ৬ ॥

পৃথিৱীত অৰ্জ্জুনৰ বাহিৰে আন কোন দেৱতাসকলক এনেকৈ সাক্ষাৎ পাবলৈ সমৰ্থ হব পাৰে ? ৭ ॥

হে মহাৰাজ, অষ্টমূৰ্ত্তি মহেশ্বৰেও যাক যুদ্ধত ক্ষীণবল কৰিব পৰা নাই, কোন বীৰপুৰুষনো তেওঁক ক্ষীণবল কৰিবলৈ সমৰ্থ হ'ব ? ৮ ॥

দ্ৰৌপদীক সভালৈ টানি আনি পাণ্ডু-পুত্ৰসকলক ক্ৰুদ্ধ কৰাৰ ফলত এই ভয়ঙ্কৰ লোমহৰ্ষক তুমুল যুদ্ধৰ সঙ্কট উপস্থিত হৈছে। ৯ ॥

যেতিয়া দুৰ্য্যোধনে দ্ৰৌপদীক তাৰ উৰু-যুগল দেখুৱাইছিল ভীমে তেতিয়া ওঠ কঁপাই অৰ্থযুক্ত এই কথা কৈছিল, ১০ ॥

হেৰ পাপী, তই যেনেকৈ ছল কৰি পাশা-খেলত জয় লাভ কৰিছ, তেনেকৈ তেৰ বছৰৰ পিছত ভীষণ গদাৰ কোবেৰে তোৰ উৰু-যুগল ভাঙি পেলাম। তেওঁৰ এই কথা ব্যৰ্থ নহয়। ১১ ॥

অস্ত্ৰ-প্ৰহাৰত পাণ্ডৱসকল শ্ৰেষ্ঠ আৰু সকলো অতি তেজস্বী আৰু সকলো

প্ৰকাৰ অস্ত্ৰত অভিজ্ঞ ; দেৱতাসকলেও তেওঁলোকক জয় কৰিব নোৱাৰে। ১২ ॥

বোধ কৰোঁ ভাৰ্য্যা দ্ৰৌপদীৰ ওপৰত কৰা অত্যাচাৰৰ বাবে তেওঁলোক ক্ৰুদ্ধ হৈ আছে, সেইবাবে যুদ্ধত আপোনাৰ পুত্ৰসকলক জীয়াই নথয়। ১৩ ॥

ধৃতৰাষ্ট্ৰই কলে,—হে সাৰথি, কৰ্ণই পাণ্ডৱবিলাকক নিষ্ঠুৰ কথা কৈ বৰ বেয়া কাম কৰিছে, দ্ৰৌপদীক সভালৈ অনাটোতেই পাণ্ডৱসকলেৰে সৈতে অশেষ বৈৰভাব হৈ আছে। ১৪ ॥

গুৰুজ্যেষ্ঠ দুৰ্য্যোধন যদি নীতিত নাথাকে, মন্দবুদ্ধি মোৰ পুত্ৰইতনো সম্প্ৰতি কেনেকৈ নীতিত থাকিব। ১৫ ॥

হে সাৰথি, মন্দভাগ্য দুৰ্য্যোধনে মোক চক্ষুহীন আৰু উদ্যোগহীন দেখি অজ্ঞানী বুলি ভাবি মোৰ কথা শুনিবলৈ ইচ্ছা নকৰে। ১৬ ॥

কৰ্ণ আৰু সুবলপুত্ৰকে আদি কৰি যিবিলাক বেয়া মন্ত্ৰী আছে সিহঁত সকলো মন্দবুদ্ধি, জ্ঞানহীন আৰু বেয়া-মনৰ. গতিকে সিহঁতে বেছিকৈ দুৰ্য্যোধনৰ দোষহে বৃদ্ধি কৰে। ১৭ ॥

অতি তেজস্বী অৰ্জ্জুনে আলাসতে মৰা শৰবিলাকেও মোৰ পুত্ৰইতক দহি পেলাব ; অতি খঙেৰে মৰা শৰবিলাকে যে ধ্বংস কৰিবই তাতনো আৰু কি সংশয় আছে ? ১৮ ॥

অৰ্জ্জুনৰ বাহুবলেৰে মৰা মহাধনুৰপৰা ওলোৱা মন্ত্ৰেৰে অভিমন্ত্ৰিত দিব্য অস্ত্ৰসমূহ দেৱতাসকলকো পীড়ন কৰিবলৈ সমৰ্থ হয়। ১৯ ॥

ত্ৰৈলোক্যৰ স্বামী সেই জনাৰ্দ্দন হৰি যাৰ ৰক্ষক, যাৰ সুহৃদ, যাৰ মন্ত্ৰী— তেওঁৰনো অজেয় কি আছে ? ২০ ॥

হে সঞ্জয়, এই সংসাৰত অৰ্জ্জুনৰ এইটোৱে নিশ্চয় সুন্দৰ আৰু অতি আচৰিত কথা যে মহাদেৱৰ হাত দুখন সমবেত হৈ আছে। এই বিষয়ে জনশ্ৰুতি আছে। ২১ ॥

পূৰ্ব্ব কালত দামোদৰেৰে সৈতে অৰ্জ্জুনে অগ্নিৰ সহায়ৰ নিমিত্তে খাণ্ডৱ-বনত যি কাম সাধন কৰিছে, সেইটো সকলোৱে নিজ চকুৰে দেখিছে। ২২ ॥

অৰ্জ্জুন আৰু ভীম, কৃষ্ণ আৰু বলদেৱ ক্ৰুদ্ধ হ'লে মন্ত্ৰীবিলাকেৰে সৈতে আৰু সুবল-পুত্ৰবিলাকেৰে সৈতে মোৰ পুত্ৰইঁত একত্ৰিত হলেও সিহঁত যুদ্ধ কৰিবলৈ সমৰ্থ নহব। ২৩ ॥

ইতি মহাভাৰতৰ বনপৰ্ব্বৰ অন্তৰ্গত ইন্দ্ৰলোকাভিগমন-পৰ্ব্বত ধৃতৰাষ্ট্ৰৰ খেদ নামৰ একোনপঞ্চাশৎ অধ্যায়। ৪৯ ॥

॥ অধ্যায় ৫০ ॥

## ॥ কুন্তী-পুত্ৰৰ ভোজন ॥

জনমেজয়ে ক'লে,—হে মুনি, ধৃতৰাষ্ট্ৰ ৰজাই বীৰ পাণ্ডু-পুত্ৰসকলক বনলৈ পঠিয়াই পিছত যে শোক কৰিছে, সেইবিলাক সকলো নিৰৰ্থক মাত্ৰ। ১ ॥

তেওঁৰ পুত্ৰ দুৰ্য্যোধনে যে মহাৰথী পাণ্ডৱসকলৰ খং তুলিছিল, সেই অজ্ঞানী দুৰ্য্যোধনক তেওঁ কি কাৰণে উপেক্ষা কৰিছে? ২ ॥

সেইটো যি হওক, বনত পাণ্ডু-পুত্ৰসকলৰ ভোজন কি প্ৰকাৰে হয়, কওকচোন; তেওঁলোকে বনত উৎপন্ন হোৱা বস্তু ভোজন কৰে নে গাঁৱত হোৱা বস্তুৰে ভোজন সমাধা কৰে, সেইটো আমাক কওক। ৩ ॥

বৈশম্পায়নে ক'লে,—হে মহাৰাজ, বনত উৎপন্ন হোৱা ধানৰ চাউল, আৰু বিষ আদি নলগোৱা কাঁড়েৰে কৰা মৃগয়াৰ আগ-ভাগ ব্ৰাহ্মণসকলক নিৱেদন কৰি অৱশিষ্ট-ভাগ পুৰুষশ্ৰেষ্ঠ পাণ্ডৱসকলে ভোজন কৰে। ৪ ॥

হে মহাৰাজ, সাগ্নিক আৰু নিৰগ্নিক ব্ৰাহ্মণসকল বনত বাস কৰি থকা মহা-ধনুৰ্দ্ধাৰী সেই বীৰসকলৰ লগত থাকে। ৫ ॥

সেই বনত যুধিষ্ঠিৰে ভৰণ-পোষণ কৰা মোক্ষবিদ্ ব্ৰাহ্মণৰ সংখ্যা দহ হাজাৰ, আৰু মহাত্মা স্নাতকসকলৰ সংখ্যা দহ হাজাৰ হব। ৬ ॥

ৰুৰু নামে মৃগ, কৃষ্ণসাৰ মৃগ আৰু অন্যান্য যি ভক্ষ্য বনচৰ থাকে, সেইবিলাক নানা প্ৰকাৰ বাণেৰে বধ কৰি ব্ৰাহ্মণসকলক নিৱেদন কৰা হয়। ৭ ॥

কিন্তু তাত কাকো বৰ্ণহীন হোৱা, ব্যাধিযুক্ত হোৱা, ভীত হোৱা, কৃশ হোৱা, দুৰ্ব্বল হোৱা নাইবা দুখী হোৱা দেখা নাযায়। ৮ ॥

কুৰু-বংশৰ শ্ৰেষ্ঠ ধৰ্ম্মৰাজ যুধিষ্ঠিৰে পুত্ৰতুল্য ভ্ৰাতৃসকলক আৰু সহোদৰ ভ্ৰাতৃ-তুল্য জ্ঞাতিসকলক পোষণ কৰে। ৯ ॥

যশস্বিনী পত্নী দ্ৰৌপদীয়ে প্ৰথমতে মাকে খুওৱাৰ দৰে ব্ৰাহ্মণসকলক খুৱাই পিছত অৱশিষ্ট ভোজন কৰে। ১০ ॥

মাংসৰ কাৰণে নিতৌ ধনু লৈ ৰজা যুধিষ্ঠিৰ পূবৰ পিনে আৰু ভীমসেন দক্ষিণৰ পিনে, যমজ নকুল আৰু সহদেৱ পশ্চিম আৰু উত্তৰ পিনে গৈ পশু বধ কৰে। ১১ ॥

কাম্য-বনত বেদ অধ্যয়ন কৰি ইষ্টমন্ত্ৰ জপ কৰি আৰু হোম কৰি অৰ্জ্জুন লগত নোহোৱা বাবে অতি উৎকণ্ঠিত হৈও, তেনেকৈয়ে তেওঁলোকে পাঁচ বছৰকাল কটালে। ১২ ॥

ইতি মহাভাৰতৰ বনপৰ্ব্বতৰ অন্তৰ্গত ইন্দ্ৰলোকাভিগমন-পৰ্ব্বত কুন্তী-পুত্ৰৰ ভোজন নামৰ পঞ্চাশৎ অধ্যায়। ৫০ ॥

## ॥ অধ্যায় ৫১ ॥

## ॥ ধৃতৰাষ্ট্ৰৰ বিলাপ ॥

বৈশম্পায়নে ক'লে,—হে শ্ৰেষ্ঠপুৰুষ, সেই পাণ্ডৱসকলৰ মনুষ্যাতীত সেই অদ্ভুত চৰিত্ৰৰ কথা শুনিলত অম্বিকা-তনয় ধৃতৰাষ্ট্ৰই চিন্তা, শোক আৰু দুঃখত অভিভূত হৈ দীঘলীয়া তপত নিশ্বাস পেলাই সাৰথি সঞ্জয়ক সম্বোধন কৰি ক'বলৈ ধৰিলে, ১--২ ॥

হে সাৰথি, মোৰ পুত্ৰইঁতে অনুষ্ঠান কৰা অতীতৰ পাশা-খেলৰপৰা হোৱা ঘোৰ দুৰ্নীতিৰ কথা দিনে-ৰাতিয়ে ভাবি ভাবি মই অকণো শান্তি নোপোৱা হৈছো। ৩ ॥

অসহনীয় বলশালী পাণ্ডৱৰ শৌৰ্য্য, ধৈৰ্য্য আৰু প্ৰকৃষ্ট ধৃতি আৰু ভ্ৰাতৃবৃন্দৰ পৰস্পৰে পৰস্পৰৰ প্ৰতি দেখুওৱা অনুৰাগে মানৱতাক অতিক্ৰম কৰি উঠিছে। ৪ ॥

মহাভাগ দেৱপুত্ৰ দুজন নকুল আৰু সহদেৱ ইন্দ্ৰৰ সমান কান্তিশালী, দুয়োজন যুদ্ধত দুৰ্দ্দমনীয়। ৫ ॥

যুদ্ধত দুয়োজনেই তীক্ষ্ণ অস্ত্ৰধাৰী, দূৰলৈ অস্ত্ৰ-ক্ষেপণৰ যোগ্য, স্থিৰ সংকল্পযুক্ত, তেওঁলোকে খৰকৈ অস্ত্ৰ চলাব পাৰে, দুয়ো ভয়ঙ্কৰ ক্ৰোধী, সদায় উৎসাহী, বেগ-শীল, সিংহৰ দৰে বিক্ৰমশালী, অশ্বিনীকুমাৰ-সদৃশ দুঃসহ ভীম আৰু অৰ্জ্জুনক আগত লৈ তেওঁলোক দুয়ো যেতিয়া যুদ্ধৰ আগত থাকিব, হে সঞ্জয়, মোৰ সৈন্য এটিও নাথাকিব। অতুলনীয়, অতিক্ৰোধী, মহাৰথ নকুল আৰু সহদেৱে দ্ৰৌপদীৰ সেই ভীষণ দুঃখ কেতিয়াও সহ্য কৰি নাথাকে। মহা ধনুৰ্দ্ধাৰী বৃষ্ণিবংশীয়বিলাকে আৰু মহা-তেজস্বী পাঞ্চাল-দেশীয়বিলাকে আৰু কুন্তীপুত্ৰসকলে সত্যসন্ধী বাসুদেৱৰ দ্বাৰা ৰক্ষিত হৈ যুদ্ধত মোৰ পুত্ৰৰ সৈন্যবাহিনীক ধ্বংস কৰিব। ৬—১০ ॥

হে সূতনন্দন, ৰাম আৰু কৃষ্ণৰ দ্বাৰা পৰিচালিত বৃষ্ণিবিলাকৰ বেগ যুদ্ধত উপস্থিত হোৱা সেইসকলেও সহিব নোৱাৰিব। ১১ ॥

সেইবিলাকৰ ভিতৰত ভয়ঙ্কৰ পৰাক্ৰমী মহাধনুৰ্দ্ধাৰী ভীমেই বীৰহন্তা আকাশ-গামী গদাৰে বিচৰণ কৰি থাকিব। ১২ ॥

যুধিষ্ঠিৰে ক'লে, হে মহাবাহু, হে জনাৰ্দ্দন, আপুনি যি ক'লে সেই কথা সত্য বুলি মই স্বীকাৰ কৰিছো। মোৰ ত্ৰয়োদশ বছৰ বনবাসৰ পিছত মোৰ শত্ৰু-

আৰু বজ্ৰৰ শব্দৰ নিচিনা গাণ্ডীৱ ধনুৰ শব্দ আৰু ভীমৰ গদাৰ বেগ ৰজাবিলাকে মুঠেই সহিব নোৱাৰিব । ১৩ ॥

দুৰ্য্যোধনৰ বশীভূত হৈ আগতে বন্ধুবৰ্গৰ শুনিব লগীয়া কথাবিলাক যে মই শুনা নাছিলো, তেতিয়াহে মই স্মৰণ কৰিব লাগিব । ১৪ ॥

সঞ্জয়ে ক'লে,—হে মহাৰাজ, যিহেতু আপুনি সমৰ্থ হৈও মোহমুগ্ধ হৈ পুত্ৰ দুৰ্য্যোধনক উপেক্ষা কৰি নিবাৰণ কৰা নাই সেইটোহে আপোনাৰ অতিশয় গৰ্হিত ভাব । ১৫ ॥

মধুসূদন অচ্যুতে পাণ্ডু-পুত্ৰসকলক দ্যূতক্ৰীড়াত পৰাজয় কৰা শুনি তৎক্ষণাৎ কাম্য-বনলৈ গৈ তেওঁলোকক আশ্বস্ত কৰিছে । ১৬ ॥

হে মহাৰাজ, ধৃষ্টদ্যুম্ন প্ৰভৃতি দ্ৰুপদ ৰজাৰ পুত্ৰসকলে আৰু বিৰাট ৰজাই, ধৃষ্টকেতু আৰু কেকয় ৰজাই, মহাৰথ ৰজাসকলে কুন্তীপুত্ৰসকল পৰাজিত হোৱা দেখি যি কৈছে, অনুচৰৰপৰা জানি সেই কথা মই আপোনাক জনাইছো । ১৭-১৮ ॥

মধুসূদন তাত উপস্থিত হোৱাত, পাণ্ডু-পুত্ৰসকলে আৱৰি ধৰিলে । 'মই যুদ্ধত অৰ্জ্জুনৰ সাৰথি হ'ম' এই বুলি তেওঁ তেতিয়াই পাণ্ডু-পুত্ৰসকলৰ পক্ষ গ্ৰহণ কৰিছে । ১৯ ॥

কৃষ্ণসাৰ পশুৰ চাল উত্তৰীয়ৰূপে পৰিধান কৰি তেনেকুৱা অৱস্থাত কুন্তীপুত্ৰসকলক থকা দেখি শ্ৰীকৃষ্ণই খঙেৰে তেতিয়াই যুধিষ্ঠিৰক কৈছে, ২০ ॥

ইন্দ্ৰপ্ৰস্থত ৰাজসূয় যজ্ঞৰ সময়ত পাণ্ডু-পুত্ৰসকলৰ যি সম্পত্তি মই দেখিছিলো তেনে সম্পত্তি অন্য ৰজাবিলাকৰ পক্ষে অতি দুৰ্লভ । ২১ ॥

যি যজ্ঞত অঙ্গ, বঙ্গ, পৌণ্ড্ৰ, ওড্ৰ, চোল, দ্ৰাবিড়, অন্ধক, সাগৰ, অনূপ, পত্তন, সিংহল, বৰ্ব্বৰ, ম্লেচ্ছ, লঙ্কা, শ শ পশ্চিম ৰাষ্ট্ৰ, সাগৰৰ ওচৰৰ দেশ, পহ্লৱ, দৰদ, কিৰাত, যৱন, শক, হাৰ, হুন, চীন, তুষাৰ, সৈন্ধৱ, জাগুৰ, ৰামঠ, মুণ্ড, স্ত্ৰীৰাজ্য তঙ্গণ, কেকয়, মালৱ আৰু কাশ্মীৰ আদি দেশৰ সেই ৰজাসকলে কুন্তীপুত্ৰসকলৰ অস্ত্ৰ-শক্তিৰ ভয়তে নিমন্ত্ৰিত হৈ যজ্ঞৰ পৰিচৰ্য্যা-কাৰ্য্য কৰা দেখিছিলো । ২২-২৬ ॥

হে কুৰুনন্দন, দুৰ্য্যোধন, কৰ্ণ, দুঃশাসন আৰু সুবল-পুত্ৰ শকুনি আদি যিবিলাকে চঞ্চল নীচগামিনী সমৃদ্ধি আপোনাৰপৰা আহৰণ কৰিছে, সেই সকলোকে, আৰু আন কোনোবাই যদি এইবিলাকৰ সহায়ৰ কাৰণে আমাৰে সৈতে যুদ্ধ কৰে সেইবিলাককো, ৰাম, ভীম, অৰ্জ্জুন, নকুল, সহদেৱ, অক্ৰুৰ, গদ, শাম্ব, প্ৰদ্যুম্ন, আহুক, বীৰ ধৃষ্টদ্যুম্ন আৰু শিশুপাল-পুত্ৰ ধৃষ্টকেতুৰে সৈতে লগ লাগি আমি যুদ্ধত তৎক্ষণাৎ সিহঁতক বধ কৰি সেই সমৃদ্ধি আহৰণ কৰিম । তাৰ পিছত আপুনি দুৰ্য্যোধনৰ সেই সম্পত্তি লাভ কৰি ভায়েকসকলেৰে সৈতে হস্তিনাপুৰত বাস কৰি এই পৃথিৱী শাসন কৰিব । ২৭-৩০ ॥

তাৰ পিছত ৰজা যুধিষ্ঠিৰে সেই বীৰ-সমাজত ধৃষ্টদ্যুম্ন প্ৰভৃতিৰ আগতেই কৃষ্ণক ক'লে, সকলোৱে শুনক । ৩১ ॥

বিলাকক সিহঁতৰ বন্ধুৰে সৈতে বধ কৰিব, মই ৰজাসকলৰ আগত তেৰ বছৰ বন-বাস খটাৰ প্ৰতিজ্ঞা কৰিছো, গতিকে হে কেশৱ, মোৰ এই সত্য ৰক্ষা কৰক। ধৰ্ম্মৰাজৰ সেই কথা শুনি ধৃষ্টদ্যুম্ন প্ৰভৃতি সভাসদসকলে সেই কথাত সন্মত হৈ তৎক্ষণাৎ বিমৰ্ষ কেশৱক সময়োচিত মধুৰ কথাৰে সান্ত্বনা দিলে। তেওঁৰ আগতেই দ্ৰৌপদীক ক'লে, হে দেৱী, আপোনাৰ ক্ৰোধৰ কাৰণেই দুৰ্য্যোধনৰ মৃত্যু হ'ব। ৩২—৩৬ ॥

হে দেৱী, আমি সঁচাকৈয়ে প্ৰতিজ্ঞা কৰি কৈছো, আপুনি শোক নকৰিব, হে কৃষ্ণা, যিবিলাকে পাশা-খেলত আপোনাক জয় কৰি, আপোনাৰ প্ৰতি দৃষ্টিপাত কৰি যেনেকৈ হাঁহিছিল, শিয়াল আৰু চৰায়ে সিহঁতৰ মঙহ খাই খাই তেনেকৈ হাঁহিব। ৩৭ ॥

যিবিলাকে আপোনাক ৰাজসভালৈ টানি নিছিল, শগুণ আৰু শিয়ালে সিহঁতৰ মূৰ টানি নি তেজ পী খাব। ৩৮ ॥

হে পাঞ্চালী, মাংসভোজী জন্তুৱে সিহঁতৰ দেহ মাটিত চোঁচোৰাই নি খোৱা আপুনিও দেখিবলৈ পাব।

সেই সভাত আপোনাক যিবিলাকে দুখ দিছিল আৰু নিন্দনীয় কথাৰে উপ-হাস কৰিছিল, সেইসকলৰ মূৰ মাটিত চিগি পৰাত পৃথিৱীয়ে তেজ পী খাব। ৪০ ॥

হে ভৰতশ্ৰেষ্ঠ, যুদ্ধত ধ্বজা উৰাই থকা তেজস্বী সেই বীৰসকলে এনেকুৱা বহু প্ৰকাৰ কথা কৈছিল। ৪১ ॥

তেৰ বছৰৰ পিছত সেই মহাৰথীবিলাক ধৰ্ম্মৰাজৰ দ্বাৰায় বৃত হৈ বাসুদেৱক আগত লৈ যুদ্ধলৈ যাব। ৪২ ॥

ৰাম, কৃষ্ণ, ধনঞ্জয়, প্ৰদ্যুম্ন, শাম্ব, সাত্যকি, ভীম, নকুল, সহদেৱ মৎস্যৰাজ আৰু কেকয়, আৰু পাঞ্চালদেশীয় ৰাজপুত্ৰসকল—ইসকল মহাত্মা, অপৰাজেয় আৰু লোকপ্ৰসিদ্ধ বীৰ। এওঁলোক সসৈন্যে নিজৰ সম্পৰ্কীয় বন্ধু-বান্ধৱেৰে সৈতে যুদ্ধলৈ ওলালে জীয়াই থাকিবলৈ ইচ্ছা কৰা কোনে খঙাল সিংহৰ সন্মুখলৈ যোৱাৰ দৰে এইবিলাকৰ সন্মুখত থিয় হব। ৪৩-৪৪ ॥

ধৃতৰাষ্ট্ৰই ক'লে,—হে সঞ্জয়, পাশা খেলৰ সময়ত বিদুৰে মোক কৈছিল, হে নৰেন্দ্ৰ, যদি আপুনি পাণ্ডৱবিলাকক পাশা খেলত পৰাজয় কৰে, তেনেহলে নিশ্চয় কুৰুবংশৰ ৰক্ত-দৰ্শন-ৰূপ মহা ভয় উপস্থিত হ'ব। ৪৫ ॥

হে সঞ্জয়, এতিয়া মই বিবেচনা কৰিছো, বিদুৰে আগতে মোক যি কৈছিল, সেয়ে হ'ব। পাণ্ডুপুত্ৰসকলৰ প্ৰতিজ্ঞাৰ কাল পাৰ হলে'ই সেই যুদ্ধ হব, সংশয় নাই। ৪৬ ॥

ইতি মহাভাৰতৰ বনপৰ্ব্বৰ অন্তৰ্গত ইন্দ্ৰলোকাভিগমন-পৰ্ব্বত ধৃতৰাষ্ট্ৰৰ বিলাপ নামৰ একপঞ্চাশৎ অধ্যায়। ৫১ ॥

## ॥ অধ্যায় ৫২ ॥

# ॥ নলোপাখ্যান-পৰ্ব্ব ॥

জনমেজয়ে সুধিলে, মহাত্মা অৰ্জ্জুন অস্ত্ৰৰ কাৰণে ইন্দ্ৰলোকলৈ যোৱাত পাণ্ডু-পুত্ৰ যুধিষ্ঠিৰ প্ৰভৃতিয়ে কি কৰিছিল ? ১ ॥

বৈশম্পায়নে ক'লে,—মহাত্মা অৰ্জ্জুন অস্ত্ৰৰ কাৰণে ইন্দ্ৰলোকলৈ যোৱাত ভৰত-শ্ৰেষ্ঠ পাণ্ডু-পুত্ৰসকলে দ্ৰৌপদীৰে সৈতে কাম্য-বনত বাস কৰি আছিল। ২ ॥

পিছত এদিন দুঃখ-পীড়িত পাণ্ডৱসকল দ্ৰৌপদীৰে সৈতে পৰিষ্কাৰ কৰা নিৰ্জ্জন-থলত তৃণৰ শয্যাত বহি অৰ্জ্জুনৰ কাৰণে অশ্ৰুপূৰ্ণ-কণ্ঠে শোক কৰি অত্যন্ত দুঃখিত হৈছিল। অৰ্জ্জুনৰ বিৰহত তেওঁলোক শোকত মুহ্যমান হৈ পৰিছিল। ৩—৪ ॥

অৰ্জ্জুনৰ বিৰহ আৰু ৰাজ্য নাশ হোৱাৰ কাৰণে অতি দুঃখিত হৈ মহাবাহু ভীমে যুধিষ্ঠিৰক ক'লে, ৫ ॥

হে মহাৰাজ, যি অৰ্জ্জুনৰ কাৰণে পাণ্ডু-পুত্ৰসকলৰ প্ৰাণ দেহত আছে আপোনাৰ নিৰ্দ্দেশ অনুসাৰে ভৰতশ্ৰেষ্ঠ সেই অৰ্জ্জুন গ'ল। ৬ ॥

তেওঁৰ হানি-বিঘিনি ঘটিলে পাঞ্চালবিলাক, বাসুদেৱ, সাত্যকি আৰু পুত্ৰেৰে সৈতে আমি সকলোৱেই বিনষ্ট হ'ম, ইয়াত সন্দেহ নাই। ৭ ॥

সেই ধৰ্ম্মাত্মা বহুত চিন্তা কৰি আপোনাৰ নিৰ্দ্দেশ অনুসাৰে গৈছে, ইয়াত-কৈনো আমাৰ আৰু দুখৰ কথা কি আছে! ৮ ॥

সেই মহাত্মাৰ বাহু-বলক আশ্ৰয় কৰি আমি সকলোৱে যুদ্ধত শত্ৰুক পৰাজয় কৰি ৰাজ্য লাভ কৰিম বুলি ভাবি আছো। ৯ ॥

মই সেই ধনুৰ্দ্ধৰৰ প্ৰভাৱৰ কাৰণে সভাৰ মাজত শকুনিৰে সৈতে ধৃতৰাষ্ট্ৰৰ পুত্ৰসকলক পৰলোকলৈ পঠোৱা নাই। ১০ ॥

আমাৰ খঙৰ কাৰণো আপুনিয়েই, আমি সকলোৱেই বাহুবলী আৰু বাসুদেৱৰ দ্বাৰায় ৰক্ষিত হৈয়ো সেই ক্ৰোধ সহি আছো। নহলে আমি কৃষ্ণৰ সহায়ত শত্ৰুপক্ষৰ কৰ্ণ প্ৰভৃতিক বধ কৰি নিজৰ বাহু-বলেৰে সমস্ত পৃথিৱী শাসন কৰিলো-হেঁতেন। ১১—১২ ॥

আমি শক্তিশালী হৈও আপোনাৰ পাশা-খেলৰ দোষতে সকলো বলহীন হৈ আছো, কিন্তু ধৃতৰাষ্ট্ৰৰ পুত্ৰইত মূৰ্খ হৈও অধীন ৰজাবিলাকৰপৰা উপহাৰ লৈ বলী হৈছে। ১৩ ॥

মহাৰাজ, আপুনি ক্ষত্ৰিয়ৰ ধৰ্ম্মলৈ লক্ষ্য কৰক, বনবাস ক্ষত্ৰিয়ৰ ধৰ্ম্ম নহয়, পণ্ডিতসকলে ৰাজত্বকেই ক্ষত্ৰিয়ৰ ধৰ্ম্ম বুলি কয়। গতিকে আপুনি ক্ষত্ৰিয়-ধৰ্ম্মত অভিজ্ঞ ক্ষত্ৰিয় হৈও ধৰ্ম্ম-পথ নষ্ট নকৰিব। ১৪—১৫ ॥

হে মহাৰাজ, আমি বাৰ বছৰৰ আগতেই বনবাসৰপৰা ওলাই গৈ কৃষ্ণ আৰু অৰ্জ্জুনক আনি ধৃতৰাষ্ট্ৰৰ পুত্ৰইঁতক মাৰি পেলাম। ১৬ ॥

হে মহামতি মহাৰাজ, সিহঁত সৈন্য-ব্যূহত থাকিলেও বেগেৰে গৈ সিহঁতক পৰলোকলৈ পঠিয়াম, মই অকলেই ধৃতৰাষ্ট্ৰৰ পুত্ৰইঁতক আৰু শকুনিক বধ কৰিম, দুৰ্য্যোধন, শকুনি নাইবা যদি আন কোনোবা প্ৰতিযোদ্ধা আছে তেনেহলে সেই সকলোকে মই বধ কৰিম। ১৭—১৮ ॥

হে মহাৰাজ, মই এনে কৰাৰ পিছত আপুনি আকৌ বনলৈ আহিব, এনে কাৰ্য্যত আপোনাৰ আৰু কোনো দোষ নহয়। ১৯ ॥

হে তাত, হে অৰিন্দম, হে মহাৰাজ, বিবিধ যজ্ঞ সম্পাদন কৰি পাপ-মুক্ত হৈ আমি উত্তম স্বৰ্গলৈ গমন কৰিম। ২০ ॥

হে মহাৰাজ, যদি আমাৰ ৰজা অপণ্ডিত আৰু দীৰ্ঘ-সূত্ৰী নহয় তেনেহলে এনে হ'ব পাৰে, বিশেষতঃ আপুনি ধৰ্ম্মপৰায়ণ। ২১ ॥

এইটো নিশ্চত যে ধূৰ্ত্ত ব্যক্তিক শঠতাৰে নাশ কৰিব লাগে, ধূৰ্ত্তক ধূৰ্ত্ততাৰ দ্বাৰা বিনাশ কৰিলে পাপ নহয়। ২২ ॥

হে মহাৰাজ, এই ভাৰত-ধৰ্ম্মত ধৰ্ম্ম-শাস্ত্ৰজ্ঞসকলে এক অহোৰাত্ৰকে এক বছৰৰ তুল্য জ্ঞান কৰে। ২৩ ॥

হে প্ৰভু, তেনেকৈয়ে বেদ-বাক্যতো সদায় শুনা যায় যে অতি কষ্টেৰে কটোৱা অলপ দিনতে এবছৰ পূৰ্ণ হয়। ২৪ ॥

যদি আপোনাৰ ওচৰত বেদ-বাক্য প্ৰমাণ হয়, তেনেহ'লে সেই অনুসাৰে দিনৰ আগ-ভাগকেই এয়োদশ বছৰৰ সমান বুলি ধৰক। ২৫ ॥

হে শত্ৰুদমন, মই কোৱা যি কোনো সহায়কাৰীৰে সৈতে দুৰ্য্যোধনক বধ কৰা উচিত, নহ'লে হে মহাৰাজ, সি আগতেই সমস্ত পৃথিৱী নিজৰ হাতলৈ নিব। ২৬ ॥

হে ৰাজেন্দ্ৰ, আপুনি দ্যূতপ্ৰিয় হৈ যে অজ্ঞাতবাসৰ প্ৰতিজ্ঞা কৰিছে, তাতেই আমি প্ৰায় অধঃপতিত হৈ আছো। ২৭ ॥

সেই সুদুৰ্জ্জন দুষ্টাত্মা দুৰ্য্যোধনে গুপ্তচৰৰ দ্বাৰা আমাক বিচাৰি উলিয়াব নোৱাৰিব, এনে দেশ ক'তো দেখিবলৈ নাপাওঁ। ২৮ ॥

সেই প্ৰতাৰক পুৰুষাধম পিছত এই বনলৈ আহি আমাৰ সকলোকে চিনাক্ত কৰি বনবাস খাটিব লগা কৰিব। ২৯ ॥

হে মহাৰাজ, যদি সেই পাপিষ্ঠই কোনোমতে আমাক অজ্ঞাতবাসৰপৰা উত্তীৰ্ণ হোৱা দেখে তেনেহ'লেও সি পুনৰ্ব্বাৰ আপোনাক মাতিব আৰু নিশ্চয়

পাশা খেলত প্ৰবৃত্ত হ'ব, আপুনিও আমন্ত্ৰিত হৈ আকৌ পাশা খেলত হৃতশ্ৰী হ'ব। ৩০—৩১ ॥

হে মহাৰাজ, সি অক্ষক্ৰীড়াত অতি নিপুণ, আপোনাৰ খেলত তেনে নৈপুণ্য নাই, তেতিয়া আপোনাৰ হিতাহিত জ্ঞান নোহোৱা হ'ব; গতিকে পৰাজিত হৈ আকৌ বনলৈ যাব লাগিব। ৩২ ॥

হে মহাৰাজ, যদি আপুনি আমাক যাবজ্জীৱন দুখী কৰিবলৈ ইচ্ছা নকৰে, তেনেহ'লে বেদবিহিত ধৰ্ম্মৰ প্ৰতি সম্পূৰ্ণ দৃষ্টিপাত কৰক। ৩৩ ॥

বেদত নিশ্চয় আছে, শঠ লোকক শঠতাৰে বধ কৰা উচিত। আমি আপোনাৰ আজ্ঞা পালে তালৈ গৈ যেনেকৈ উৎকৃষ্ট বায়ুৰ সাৰথি অগ্নিয়ে তৃণ আৰু কাঠ পুৰি পেলায়, তেনেকৈ নিজ শক্তি অনুসাৰে দুৰ্ব্বুদ্ধি দুৰ্য্যোধনক বধ কৰিম; গতিকে আপুনি আমাক আজ্ঞা দিয়ক। ৩৪—৩৫ ॥

বৈশম্পায়নে ক'লে,—ধৰ্ম্মৰাজ ৰজা যুধিষ্ঠিৰে ভীমৰ এই কথা শুনি মূৰ শুঙি পাণ্ডুনন্দন ভীমসেনক সাঁত্বনা দি ক'লে, ৩৬ ॥

হে মহাবাহু, তুমি গাণ্ডীৱ ধনুৰ্দ্ধাৰী অৰ্জ্জুনেৰে সৈতে এয়োদশ বছৰৰ পিছত অৱশ্যে দুৰ্য্যোধনক বধ কৰিবা। ৩৭ ॥

হে পাৰ্থ, তুমি যে কৈছা 'হে প্ৰভু, কাল পূৰ্ণ হৈছে'—এনেকুৱা স্থলত এই কথা সঁচা বুলি মোৰ বোধ হোৱা নাই; সেই হেতুকে মই মিছা কথা ক'বলৈ আগ বাঢ়িব নোৱাৰোঁ। ৩৮ ॥

হে কৌন্তেয়, শঠতা নকৰাকৈয়ে তুমি সেই দুৰ্দ্ধৰ্ষ, পাপিষ্ঠ দুৰ্য্যোধনক তাৰ সহায়কৰিলাকেৰে সৈতে বধ কৰিবা। ৩৯ ॥

ধৰ্ম্মৰাজ যুধিষ্ঠিৰে এনেকৈ ভীমক কোৱাত মহাভাগ বৃহদশ্ব নামে এজন মহাঋষি আহি উপস্থিত হ'ল। ৪০ ॥

মহাত্মা ধৰ্ম্মৰাজে সেই ধাৰ্ম্মিক ঋষি অহা দেখি শাস্ত্ৰ অনুসাৰে মধুপৰ্কৰ দ্বাৰা পূজা কৰিলে। ৪১ ॥

তেওঁ আসনত বহি সুস্থ হোৱাত মহাবাহু যুধিষ্ঠিৰ ওচৰত বহি তেওঁৰ পিনে দৃষ্টিপাত কৰি নানা প্ৰকাৰ করুণ কথা ক'বলৈ ধৰিলে, ৪২ ॥

হে ভগৱান, শঠ বুদ্ধিৰ পাশা খেলত নিপুণ ধূৰ্ত্তবিলাকে মোক মাতি নি পাশা খেলত মোৰ ৰাজ্য আৰু ধন অপহৰণ কৰিছে। ৪৩ ॥

পাশা খেল নকৰা সৰলমনা মোৰ প্ৰাণতকৈও শ্ৰেষ্ঠ প্ৰিয়তমা ভাৰ্য্যাক কপটতাপূৰ্ণ পাশা খেলত পৰাজয় কৰি পাপিষ্ঠইঁতে সভালৈ টানি নিছিল। ৪৪ ॥

আকৌ মোক পাশা খেলত পৰাজয় কৰি পহুৰ চাল পিন্ধাই গভীৰ অৰণ্যত বাস কৰাইছে। ৪৫ ॥

মই অত্যন্ত দুঃখজনক বনবাসত অতিশয় দুঃখিত হৈ আছো, বিশেষকৈ সিহঁতে পাশা খেলৰ সময়ত মোৰ প্ৰতি অতিশয় দাৰুণ বাক্য প্ৰয়োগ কৰিছিল। কাতৰ

হৈ বন্ধুবিলাকে পাশা-বিষয়ক আৰু অন্যান্য-বিষয়ক যিবিলাক কথা কৈছিল, সেই বিলাক মোৰ মনত জাগি আছে, সেইবিলাক সুঁৱৰি মোৰ গোটেই ৰাতি চিন্তাতে যাবলৈ ধৰিছে। ৪৬—৪৭ ॥

আমাৰ সকলোৰে প্ৰাণ যি গাণ্ডীৱধাৰী অৰ্জ্জুনৰ ওপৰত নিৰ্ভৰ কৰিছে, সেই মহাত্মা নোহোৱাত আমি মৰাৰ দৰে হৈ আছো। ৪৮ ॥

কেতিয়ানো সেই প্ৰিয়বাদী, দয়াশীল, আলস্য-ৰহিত অৰ্জ্জুনক অস্ত্ৰ লাভ কৰি আকৌ ঘূৰি অহা দেখিবলৈ পাম। ৪৯ ॥

হে মহৰ্ষি, আমাতকৈ দুৰ্ভগীয়া কোনো ৰজা এই পৃথিৱীত আগতে কেতিয়াবা থকা আপুনি দেখিছেনে বা শুনিছেনে? মোৰ মনেৰে পৃথিৱীত মোতকৈ দুৰ্ভগীয়া কোনো লোক নাই। ৫০ ॥

বৃহদশ্বই ক'লে,—হে পাণ্ডুপুত্ৰ মহাৰাজ, আপুনি কৈছে 'মোতকৈ দুৰ্ভগীয়া পুৰুষ কোনো ক'তো নাই'। ৫১ ॥

হে নিষ্পাপী, হে পৃথিৱীশ্বৰ, যি ৰজাই আপোনাতকৈয়ো বেছি দুঃখ ভোগ কৰিছিল, যদি আপুনি শুনিবলৈ ইচ্ছা কৰে, সেই ৰজাৰ বৃত্তান্ত এতিয়াই আপোনাৰ আগত বৰ্ণনা কৰোঁ। ৫২ ॥

বৈশম্পায়নে ক'লে,—পিছত ৰজা যুধিষ্ঠিৰে তেখেতক ক'লে, হে ভগৱান, কোন ৰজা এনেকুৱা অৱস্থাত পৰিছিল সেইটো শুনিবলৈ ইচ্ছা কৰিছো, আপুনি কওক। ৫৩ ॥

বৃহদশ্বই ক'লে,—হে পৃথিৱীশ্বৰ, আপোনাতকৈও যে অতি দুখী ৰজা আছিল, সেই বিৱৰণ আপুনি ভ্ৰাতৃসকলেৰে সৈতে একান্ত মনেৰে শুনক। ৫৪ ॥

নিষধ দেশত বীৰসেন নামে এজন প্ৰসিদ্ধ ৰজা আছিল, তেওঁৰ ধৰ্ম্মাৰ্থ-নিপুণ নল নামে এজন পুত্ৰ আছিল। ৫৫ ॥

আমি শুনিছো, সেই নল ৰজাই পুষ্কৰৰ হাতত কপট পাশা খেলত পৰাজিত হৈ আৰু অতিশয় দুঃখত পীড়িত হৈ ভাৰ্য্যাৰে সৈতে বনত বাস কৰিছিল। ৫৬ ॥

হে মহাৰাজ, বনবাস খটাৰ সময়ত তেওঁৰ লগত ভৃত্য, দাস, ৰথ, ভাই-ককাই, বন্ধু-বান্ধৱ আদি একোৱেই নাছিল, তেওঁ সেই বিষয়ে কেতিয়াবা চিন্তা কৰিছিল। ৫৭ ॥

কিন্তু আপুনি দেৱ-সদৃশ বীৰ ভ্ৰাতৃবৃন্দ আৰু ব্ৰহ্মজ্ঞ তেজস্বী বিপ্ৰসমূহেৰে পৰিবৃত হৈ আছে, সেই কাৰণে আপুনি শোক কৰা উচিত নহয়। ৫৮ ॥

যুধিষ্ঠিৰে ক'লে,—হে কবিশ্ৰেষ্ঠ, মহাত্মা সেই নল ৰজাৰ চৰিত বিস্তাৰিতভাৱে শুনিবলৈ ইচ্ছা কৰোঁ, আমাৰ আগত আপুনি বৰ্ণনা কৰক। ৫৯ ॥

ইতি মহাভাৰতৰ বনপৰ্ব্বৰ অন্তৰ্গত নলোপাখ্যান-পৰ্ব্ব নামৰ দ্বিপঞ্চাশ অধ্যায়। ৫২ ॥

## ॥ অধ্যায় ৫৩ ॥

# ॥ হংস-দময়ন্তী সংবাদ ॥

বৃহদশ্বই ক'লে,—বীৰসেনৰ পুত্ৰ বলৱান, উৎকৃষ্ট, গুণশালী, ৰূপৱান আৰু অশ্ব-বিদ্যাত পণ্ডিত নল নামে এজন ৰজা আছিল । ১ ॥

তেওঁ সূৰ্য্যৰ নিচিনা তেজস্বী হৈ দেৱৰাজ ইন্দ্ৰৰ দৰে সমস্ত ৰজাৰ ওপৰত আধিপত্য বিস্তাৰ কৰি যেন সইসকলৰ শিৰতহে অধিষ্ঠান কৰি আছিল । ২ ॥

তেওঁ ব্ৰহ্মনিষ্ঠ, বেদজ্ঞ, বীৰ, সত্যবাদী, সংযতেন্দ্ৰিয়, উদাৰ স্বভাৱৰ, ধনুৰ্দ্ধাৰীবিলাকৰ ভিতৰত প্ৰধান, সকলোৰে ৰক্ষক, অক্ষৌহিণী-পতি, মহাত্মা, সৰ্ব্বশ্ৰেষ্ঠ আৰু সাক্ষাৎ মনুৰ দৰে বিৰাজমান হৈ আছিল । পাশা খেললৈ তেওঁৰ বৰ আসক্তি আছিল । নৰ আৰু নাৰী উভয়ে তেওঁক ভাল পাইছিল । সেই মহাত্মা নিষধ দেশৰ অধিপতি আছিল । ৩-৪ ॥

সেই সময়তেই বীৰ, সৰ্ব্ব-গুণসম্পন্ন, ভীষণ পৰাক্ৰমী ভীম নামে বিদৰ্ভ দেশৰ এজন ৰজা আছিল । অপুত্ৰক সেই ৰজাই সন্তান কামনা কৰিছিল । সংযতচিত্ত হৈ তেওঁ সন্তানৰ নিমিত্তে অত্যন্ত যত্ন কৰিছিল । হে ভাৰত, দমন নামেৰে এজন মহৰ্ষি এদিন তেওঁৰ ওচৰলৈ আহিছিল । ৫—৬ ॥

হে ৰাজেন্দ্ৰ, ধৰ্ম্মজ্ঞ সেই ভীমে মহিষীৰে সৈতে সন্তান কামনা কৰি তেজস্বী সেই মহৰ্ষিক আদৰ-সৎকাৰেৰে অতিশয় সন্তুষ্ট কৰিলে । ৭ ॥

মহা যশস্বী দমনে প্ৰসন্ন হৈ সস্ত্ৰীক সেই ভীম ৰজাক এজনী কন্যাৰত্ন আৰু তিনিজন উদাৰ স্বভাৱৰ পুত্ৰ লাভ কৰিবলৈ বৰ দান কৰিলে । ৮ ॥

পিছত বিদৰ্ভাধিপতিয়ে যথাসময়ত দময়ন্তী নামেৰে এগৰাকী কন্যাৰত্ন আৰু দম, দান্ত আৰু দমন নামেৰে সৰ্ব্বগুণী, কান্তিমান, ভীষণ পৰাক্ৰমী তিনিজন পুত্ৰলাভ কৰিলে । ৯ ॥

সৌভাগ্যশালিনী, সুমধ্যমা দময়ন্তীয়ে ৰূপ, তেজ, যশ আৰু শ্ৰীৰে সংসাৰত অতিশয় খ্যাতি লাভ কৰিছিল । ১০ ॥

পিছত তেওঁ বয়সপ্ৰাপ্ত হোৱাত অলঙ্কাৰেৰে ভূষিতা শ শ দাসী আৰু শ শ সখীয়ে ইন্দ্ৰানীৰ পৰিচৰ্য্যা কৰাৰ দৰে তেওঁৰো পৰিচৰ্য্যা কৰিবলৈ ধৰিলে । ১১ ॥

পৱিত্ৰা, সুন্দৰী, ভীম-দুহিতা দময়ন্তী সকলো আভৰণেৰে বিভূষিতা হৈ সেই সখীসকলৰ মাজত উজ্জ্বল বিজুলীৰ দৰে বিৰাজ কৰি আছিল । ১২ ॥

সুদীৰ্ঘনয়না সেই কন্যা লক্ষ্মীৰ নিচিনা এনেকুৱা সুৰূপশালিনী হৈছিল যে দেৱ,

যক্ষ, মনুষ্য বা আন কোনেও তেওঁৰ সমতুল্য দেখা আৰু শুনা নাই। সেই সুন্দৰীক দেখিলে দেৱতাসকলৰো চিত্তত প্ৰসন্নতা জন্মে। ১৩-১৪ ॥

নৰশ্ৰেষ্ঠ নল ৰজাও নিজে কামদেৱৰ নিচিনা মূৰ্ত্তিমান হৈ পৃথিৱীৰ লোক-সকলৰ মাজত অতুলনীয় ৰূপশালী হৈছিল। ১৫ ॥

মানুহে কৌতুক বশতঃ সেই দময়ন্তীৰ ওচৰত নল ৰজাৰ আৰু নল ৰজাৰ ওচৰত দময়ন্তীৰ প্ৰশংসা বাৰে বাৰে কৰিবলৈ ধৰিলে। ১৬॥

হে কুন্তীপুত্ৰ, নল ৰজা আৰু দময়ন্তী— উভয়ৰে সদায় পৰস্পৰ ৰূপ আৰু গুণৰ কথা শুনোতে শুনোতেই পৰস্পৰৰ প্ৰতি অপূৰ্ব্ব কাম-ভাব জাগি উঠিল, আৰু সেই চিন্তায়েই হৃদয়ৰ কাম-ভাব বঢ়াই তুলিলে। ১৭ ॥

তেতিয়া নল ৰজাই হৃদয়ৰ কাম-বেদনা সহ্য কৰিব নোৱাৰি অন্তঃপুৰৰ সমীপত থকা নিৰ্জ্জন বনত বাস কৰিবলৈ ধৰিলে। ১৮ ॥

পিছত সেই বনত তেওঁ সোণ-বৰণীয়া পাখি থকা হাঁহ কিছুমান চৰি থকা দেখি সিহঁতৰে এটা ধৰি আনিলে। ১৯ ॥

তেতিয়া সেই চৰাইটোৱে নল ৰজাক কলে, হে মহাৰাজ, আপুনি মোক নামাৰিব, আপোনাৰ প্ৰিয় কাম মই সাধন কৰিম। ২০ ॥

এনেকৈ কোৱাত, ৰজাই হাঁহটো এৰি দিলে আৰু হাঁহবিলাক আকাশেদি বিদৰ্ভ নগৰলৈ উৰা মাৰিলে। ২২ ॥

তালৈ গৈ দময়ন্তীয়ে দেখা ঠাইত সেই হাঁহবোৰ পৰিলগৈ, আৰু তেওঁ সেই হাঁহবোৰ দেখিলে। ২৩ ॥

দময়ন্তীয়ে সখীবিলাকেৰে সৈতে অদ্ভুত ৰূপৰ হাঁহবোৰক ওচৰত দেখি প্ৰফুল্ল-চিত্তে তৎক্ষণাৎ সেইবোৰক ধৰিবলৈ চেষ্টা কৰিলে। ২৪ ॥

পিছত সেই প্ৰমোদ-বনত হাঁহবিলাক চাৰিওপিনে যেতিয়া পলাবলৈ ধৰিলে, তেতিয়া ছোৱালীবিলাকৰ প্ৰত্যেকেই একোটাকৈ হাঁহ ধৰিবৰ বাবে লৰা ঢপৰা কৰিবলৈ ধৰিলে। ২৫ ॥

দময়ন্তী যিটো হাঁহৰ ওচৰলৈ লৰি গৈছিল, সেই হাঁহটোৱে মানুহৰ মাতেৰে দময়ন্তীক ক'লে, ২৬ ॥

হে দময়ন্তী, নিষধ দেশত নল নামে যে এজন ৰজা আছে, তেওঁ ৰূপত অশ্বিনী-কুমাৰৰ নিচিনা তেওঁৰ সমান ৰূপৱান পুৰুষ নাই। ২৭ ॥

ৰূপত তেওঁ স্বয়ং মূৰ্ত্তিমান কামদেৱ। হে সুমধ্যমা, হে সুন্দৰী, যদি আপুনি তেওঁৰ ভাৰ্য্যা হ'ব পাৰে তেতিয়াহলে আপোনাৰ জনম আৰু ৰূপ সফল হ'ব। আমি দেৱতা, গন্ধৰ্ব্ব, মানুহ, সাপ, আৰু ৰাক্ষস দেখিছো, কিন্তু তেনেকুৱা ৰূপহ পুৰুষ আমি আগেয়ে ক'তো দেখা নাই। আপুনিও ৰমণীসকলৰ ভিতৰত ৰত্ন-স্বৰূপা আৰু নল ৰজাও শ্ৰেষ্ঠপুৰুষ, গতিকে বিশিষ্টাৰে সৈতে বিশিষ্টৰ সংসৰ্গ উপযুক্ত হয়। ২৮—৩০ ॥

হে মহাৰাজ, হাঁহটোৱে তেনেকৈ কোৱাত দময়ন্তীয়ে সেই হাঁহটোক ক'লে, তুমি তালৈ গৈ নল ৰজাকো এনেকৈ কোৱাঁগৈ। ৩১ ॥

হে নৰনাথ, হাঁহটোৱে বিদর্ভ ৰজাৰ কন্যাক 'বাৰু' বুলি কৈ আকৌ নিষধ দেশলৈ আহি নল ৰজাৰ ওচৰত সমস্ত বৃত্তান্ত নিবেদন কৰিলে। ৩২ ॥

ইতি মহাভাৰতৰ বনপৰ্ব্বৰ অন্তৰ্গত নলোপাখ্যান-পৰ্ব্বত হংস-দময়ন্তী সংবাদ নামৰ ত্ৰিপঞ্চাশ অধ্যায়। ৫৩ ॥

## ॥ অধ্যায় ৫৪ ॥

## ॥ ইন্দ্ৰ-নাৰদ সংবাদ ॥

বৃহদশ্বই ক'লে,—হে ভাৰত, দময়ন্তী হাঁহৰ কথা শুনাৰপৰা সুস্থতা পৰিত্যাগ কৰি নল ৰজাৰ প্ৰতি আসক্তা হ'ল। ১ ॥

তেতিয়াৰপৰা দময়ন্তীয়ে অতিশয় চিন্তা কৰি দীঘল হুমুনিয়াহ কাঢ়ি শুকাই-খীণাই যাবলৈ ধৰিলে, তেওঁৰ মুখ ক'লা পৰিল আৰু মলিন হ'ল। ২ ॥

তেওঁ বলিয়াৰ দৰে নলক দেখা পাবলৈ ইচ্ছা কৰি উৰ্দ্ধদৃষ্টি কৰিবলৈ ধৰিলে, আৰু তেওঁৰ মন সদায় নলৰ ধ্যানত আসক্ত হোৱাত শৰীৰ পাণ্ডু-বৰ্ণ হ'ল। ৩ ॥

শয্যা, আসন আৰু অন্য কোনো ভোগ্য বস্তুতে তেওঁ অকণো প্ৰীতি লভিব নোৱৰা হ'ল, দিনে-ৰাতিয়ে দময়ন্তীয়ে হা হা শব্দ কৰি কান্দি কান্দি চকুৰ টিপ নমৰাকৈ কটাবলৈ ধৰিলে। ৪ ॥

পিছত সখীসকলে দময়ন্তীৰ তেনেকুৱা অৱস্থা আৰু আকৃতি জানিব পাৰি বিদৰ্ভাধিপতি ৰজাক ইঙ্গিতেৰে সেই বৃত্তান্ত জনালে, ৰজা ভীমে দময়ন্তীৰ সখীয়েকহঁতৰপৰা সেই কথা শুনি নিজৰ কন্যাৰ এনে আচৰণ অতি গুৰুতৰ বুলি ভাবিবলৈ ধৰিলে,— মোৰ এই ছোৱালীজনীক বৰ্ত্তমান কিয় অতি অসুস্থ যেন দেখা যায়। ৫-৭ ॥

পিছত নিজে ৰজাই নিজ কন্যা দময়ন্তীক যৌৱন-অৱস্থা প্ৰাপ্ত হোৱা দেখি তেওঁৰ স্বয়ম্বৰ পতা উচিত বুলি স্থিৰ কৰিলে। ৮ ॥

হে প্ৰভু, সেই নৰপতিয়ে ৰজাবিলাকলৈ এই বুলি নিমন্ত্ৰণ পঠালে, হে বীৰসকল, আপোনালোকে দময়ন্তীৰ স্বয়ম্বৰ পতা হৈছে বুলি জানিব। ৯ ॥

ভীম ৰজাৰ আদেশ অনুসাৰে ৰজাসকলে দময়ন্তীৰ স্বয়ম্বৰৰ কথা জানিব পাৰি ভীম ৰজাৰ ওচৰলৈ আহিবলৈ ধৰিলে। ১০ ॥

হাতী, ঘোঁৰা আৰু ৰথৰ শব্দেৰে পৃথিৱী পৰিপূৰ্ণ কৰি বিচিত্ৰ মাল্য আৰু

অলঙ্কাৰ পৰিধান কৰি, সুদৃশ্য সৈন্যসমূহেৰে সুসজ্জিত হৈ ৰজাসকল ভীম ৰজাৰ ওচৰলৈ আহিবলৈ ধৰিলে। ১১ ॥

মহাবাহু ভীম ৰজাই সেই মহাত্মা ৰজাসকলক যথাযোগ্য পূজা কৰিলে আৰু তেওঁলোক পূজিত হৈ তাতে বাস কৰিবলৈ ধৰিলে। ১২ ॥

সেই সময়তেই মহাপ্ৰাজ্ঞ, মহাব্ৰত, মহাত্মা, দেৱৰ্ষি সপ্তম নাৰদ আৰু পৰ্ব্বত ঋষি ফুৰি ফুৰি পৃথিৱীৰপৰা ইন্দ্ৰলোকলৈ গমন কৰিলে আৰু পূজনীয় ঋষি দুজনে দেৱৰাজৰ ভৱনত প্ৰৱেশ কৰিলে। ১৩-১৪ ॥

প্ৰভু ইন্দ্ৰই তেওঁলোকক পূজা কৰি পিছত সমস্ত বিষয়ৰ অক্ষয় মঙ্গল আৰু নিৰাপত্তৰ কথা সুধিলে। ১৫ ॥

নাৰদে ক'লে,—হে প্ৰভু, হে দেৱেশ্বৰ, হে মঘৱ, আমাৰ সদায় কুশল আৰু ৰজাসকল কুশলে আছে। ১৬ ॥

বৃহদশ্বই ক'লে—বৃত্ৰহা বলী ইন্দ্ৰই নাৰদৰ কথা শুনি তেওঁকেই সুধিলে যে যিবিলাক ধাৰ্মিক ৰজাই জীৱনৰ আশা পৰিত্যাগ কৰি যুদ্ধত অপৰা হৈ ন্যায় যুদ্ধত শস্ত্ৰাঘাত-মৃত্যুৰ মুখত পৰে সেইবিলাকৰ কাৰণে অভীষ্ট দিব পৰা এই মোৰ অক্ষয় লোক বিদ্যমান আছে। সেইসকল বীৰ-ক্ষত্ৰিয় নো সৰ্ত্তমান ক'ত, আমাৰ অতি প্ৰিয় অতিথি সেই ৰজাসকলক বৰ্ত্তমান দেখিবলৈ পোৱা নাই দেখোন। ১৭-১৯ ॥

এনেকুৱাভাৱে ইন্দ্ৰ ৰজাই প্ৰশ্ন কৰাত নাৰদে ক'লে,—দেৱেন্দ্ৰ, শুনক কি কাৰণত ৰজাবিলাকক আপুনি দেখিবলৈ পোৱা নাই। বিদৰ্ভ ৰজাৰ দময়ন্তী নামে বিখ্যাত এজনী ছোৱালী আছে, তেওঁ পৃথিৱীৰ সকলো নাৰীক চেৰ পেলাইছে, হে দেৱেন্দ্ৰ, সোনকালে তেওঁৰ স্বয়ম্বৰ হব, সেই কাৰণে ৰজা আৰু ৰাজপুত্ৰসকল গৈছে। ২০-২২ ॥

হে মহাবলী বৃত্ৰহা, ৰজাবিলাকে নাৰী-ৰত্ন-স্বৰূপা সেই কন্যা পাবলৈ আশা কৰি প্ৰাৰ্থনা কৰিছে। ২৩ ॥

নাৰদে এনেকৈ কৈ থাকোঁতেই দেৱশ্ৰেষ্ঠ লোকপালসকল অগ্নিৰে সৈতে ইন্দ্ৰৰ সমীপত উপস্থিত হ'ল। ২৪ ॥

তেতিয়া সেই দেৱতাসকলে নাৰদৰ কথা শুনিবলৈ পালে, আৰু শুনিয়েই তেওঁলোক আনন্দিত হৈ ক'লে, আমিও তালৈ যাম। ২৫ ॥

হে মহাৰাজ, পিছত তেওঁলোকে নিজ নিজ দলেৰে সৈতে নিজ নিজ বাহনত থকা ৰজাসকল উপস্থিত সেই বিদৰ্ভ নগৰলৈ গমন কৰিলে। ২৬।

হে কুন্তীপুত্ৰ, (ইপিনে) স্বয়ম্বৰ-সভাত ৰজাসকল উপস্থিত হোৱা শুনি মহাত্মা নল ৰজাও দময়ন্তীৰ প্ৰতি একাগ্ৰচিত্ত হৈ যাবলৈ ধৰিলে। ২৭ ॥

পিছত সেই লোকপাল-দেৱতাসকলে বাটত মূৰ্ত্তিধাৰী সাক্ষাৎ কামদেৱ-স্বৰূপ ৰূপশালী নল ৰজাক পৃথিৱীত থকা দেখা পালে। ২৮ ॥

'সেই লোকপালসকলে সূৰ্য্যৰ নিচিনা কান্তিমান নল ৰজাক দেখি তেওঁৰ ৰূপ-সম্পদত বিস্মিত হৈ দময়ন্তী-লাভৰ সঙ্কল্প পৰিত্যাগ কৰিলে। ২৯ ॥

হে মহাৰাজ, পিছত দেৱতাসকলে নিজৰ নিজৰ বিমানবিলাক আকাশতে থৈ আকাশৰপৰা নামি নল ৰজাক ক'লে, ৩০ ॥

হে নিষধৰাজশ্ৰেষ্ঠ নল, আপুনি সত্য-পৰায়ণ, আপুনি আমাক সহায় কৰক, হে নৰোত্তম, আপুনি আমাৰ দূত হওক। ৩১ ॥

ইতি মহাভাৰতৰ বনপৰ্ব্বৰ অন্তৰ্গত নলোপাখ্যান-পৰ্ব্বত ইন্দ্ৰ-নাৰদ সংবাদ নামৰ চতুঃপঞ্চাশ অধ্যায়। ৫৪ ॥

## ॥ অধ্যায় ৫৫ ॥

# ॥ নল ৰজাৰ দৌত্য ॥

বৃহদশ্বই ক'লে,—হে ভাৰত, নল ৰজাই দেৱতাসকলৰ ওচৰত "দূত হম" বুলি প্ৰতিজ্ঞা কৰি ক'লে, তাৰ পিছত ওচৰলৈ গৈ কৃতাঞ্জলি হৈ তেওঁলোকক সুধিলে, ১ ॥

আপোনালোক কোন? যিজনে মোক দূত হবলৈ কৈছে, তেওঁনো কোন? মইনো আপোনালোকৰ কি কাৰ্য্য কৰিব লাগে, সেইবিলাক যথাৰ্থভাৱে আপোনালোকে মোক কওক। ২ ॥

নল ৰজাই সোধাত ইন্দ্ৰই ক'লে,—শুনক, আমি দেৱতা, দময়ন্তীৰ কাৰণে আমি আহিছো। ৩ ॥

হে পাৰ্থিৱ, মই ইন্দ্ৰ, এওঁ অগ্নি, এওঁ জলাধিপতি বৰুণ আৰু এওঁ মানুহৰ শৰীৰ নাশ কৰা যম। ৪ ॥

হে মহাৰাজ, আমি অহাৰ বাতৰি আপুনি দময়ন্তীক জনাওকগৈ, আৰু কওকগৈ, ইন্দ্ৰ প্ৰভৃতি দেৱগণ স্বয়ম্বৰ চাবলৈ স্বয়ম্বৰ-সভালৈ আহি আছে। ৫ ॥

ইন্দ্ৰ, অগ্নি, বৰুণ আৰু যম দেৱতাসকলে তোমাক পাবলৈ ইচ্ছা কৰে, তেওঁলোকৰ ভিতৰত এজন দেৱতাক তুমি পতিৰূপে বৰণ কৰা। ৬ ॥

ইন্দ্ৰই এনেকৈ কোৱাত নল ৰজাই কৃতাঞ্জলি হৈ ক'লে,—যি কন্যা লাভ কৰিবলৈ মই আহিছো, আপোনালোকো সেই কন্যাৰ কাৰণেই আহিছে; গতিকে মোক তালৈ দূত কৰি পঠোৱাটো আপোনালোকৰ উচিত নহয়। ৭ ॥

হে দেৱতাসকল, কোন পুৰুষে নিজৰ বাঞ্ছিত স্ত্ৰীৰ আগত আনৰ অভিপ্ৰায় এনেকৈ ক'ব পাৰে? সেই কাৰণে আপোনালোকে মোক ক্ষমা কৰক। ৮ ॥

দেৱতাসকলে ক'লে,—হে নিষধাধিপতি, আপুনি পূৰ্ব্বতেই 'কৰিম' বুলি আমাক প্ৰতি শ্ৰুতি দিছে, এতিয়া কিয় নকৰিব, সোনকালে যাওক । ৯ ॥

বৃহদশ্বই ক'লে,—দেৱতাসকলে এনেকৈ কোৱাত নল ৰজাই আকৌ ক'লে, দময়ন্তীৰ ভৱন অতি সুৰক্ষিত, মই তাত কেনেকৈ প্ৰৱেশ কৰিম ? ১০ ॥

'প্ৰৱেশ কৰিব পাৰিব', এই বুলি ইন্দ্ৰই আকৌ তেওঁক ক'লে । তেতিয়া তেওঁ 'বাৰু' বুলি কৈ দময়ন্তীৰ ভৱনলৈ গমন কৰিলে । ১১ ॥

তাত সখীসকলে বেৰি থকা শৰীৰৰ কান্তিৰে দীপ্তিমতী বৰ-বৰ্ণিনী বৈদৰ্ভীক নলে দেখিলে । ১২ ॥

অতি সুকোমলাঙ্গী, তন্বীমধ্যা, সুনয়না, দময়ন্তীয়ে যেন নিজৰ প্ৰভাৱে চন্দ্ৰকো· চেৰ পেলাইছে । ১৩ ॥

সেই চাৰু-হাসিনীক দেখা মাত্ৰকেই তেওঁৰ কাম-ভাব বাঢ়িবলৈ ধৰিলে, কিন্তু সত্য ৰক্ষা কৰিবৰ কাৰণে হৃদয়ৰ কাম-বেদনা কোনোমতে দমন কৰি থাকিল । ১৪ ॥

পৰম ৰমণীয়া আৰু মাননীয়া সেই ৰমণীসকল নল ৰজাক দেখি তেওঁৰ প্ৰভাৱত জঁই পৰি নিজ নিজ আসনৰপৰা সসম্ভ্ৰমে থিয় হ'ল । ১৫ ॥

তেওঁলোকে তেওঁৰ প্ৰতি বিস্ময়েৰে সৈতে অতি প্ৰীতি লাভ কৰি কথাৰে অভ্যৰ্থনা নকৰি কেৱল মনে মনে প্ৰশংসা কৰিবলৈ ধৰিলে, ১৬ ॥

আহা ! এই মহাত্মাৰ কি ৰূপ, কি কান্তি, কি ধৈৰ্য্য ! এওঁ কোন ? এওঁ নিশ্চয় দেৱতা, যক্ষ নাইবা গন্ধৰ্ব্ব । ১৭ ॥

সেই লাজকুৰীয়া উত্তম ৰমণীবিলাকে তেওঁৰ প্ৰভাৱত অভিভূত হৈ তেওঁক একোকে কবলৈ সমৰ্থ নহ'ল । ১৮ ॥

পিছত দময়ন্তীয়ে মিচিকিয়া হাঁহিৰে বিস্ময়েৰে সৈতে বিস্ময়াপন্ন সেই বীৰ নল ৰজাক কবলৈ ধৰিলে, ১৯ ॥

হে বীৰ, আপোনাৰ কোনো অঙ্গতে খতি-খুণ নাই, হে মোৰ হৃদয়ৰ কাম-উদ্দীপক, আপুনি কোন, আপুনি দেৱতুল্য, হে নিষ্পাপ, আপুনি কোন মই জানিবলৈ ইচ্ছা কৰেঁা । ২০ ॥

ৰজাৰ শাসন অতি উগ্ৰ আৰু মোৰ এই কক্ষও অতি সুৰক্ষিত । আপুনি কেনেকৈ অলক্ষিতে ইয়ালৈ আহিল ? দময়ন্তীয়ে এইদৰে কোৱাত নল ৰজাই তেওঁৰ প্ৰত্যুত্তৰ দিলে । ২১ ॥

নল ৰজাই ক'লে,—হে কল্যাণী, মই নল ৰজা বুলি জানিবা, দেৱতাৰ দূত হৈ ইয়ালৈ আহিছো, ইন্দ্ৰ, অগ্নি, বৰুণ আৰু যম— এই কেইজন দেৱতাই তোমাক লাভ কৰিবলৈ ইচ্ছা কৰে । হে সুন্দৰী, তেওঁলোকৰ ভিতৰত যি কোনো এজন দেৱতাক তুমি পতি-ৰূপে বৰণ কৰেঁা । ২২-২৩ ॥

মই তেওঁলোকৰ প্ৰভাৱতেই মানুহৰ অলক্ষিত হৈ তোমাৰ কক্ষত প্ৰৱেশ কৰিছো, গতিকে প্ৰৱেশৰ সময়ত মোক কোনেও দেখিবলৈ পোৱা নাই আৰু নিবাৰণ কৰিবও পৰা নাই । ২৪ ॥

হে ভদ্ৰা, দেৱতাসকলে যি কাৰণে মোক পঠিয়াইছে, হে কল্যাণী, সেই কথা তুমি শুনিলা, এতিয়া তোমাৰ যেনে ইচ্ছা সেইৰূপে কাম কৰ'া । ২৫ ॥

ইতি মহাভাৰতৰ বনপৰ্ব্বৰ অন্তৰ্গত নলোপাখ্যন-পৰ্ব্বত নল ৰজাৰ দৌত্য নামৰ পঞ্চপঞ্চাশ অধ্যায় । ৫৫ ॥

॥ অধ্যায় ৫৬ ॥

## ॥ নলৰ ৰজাৰ দৌত্য ॥

বৃহদশ্বই ক'লে,—দময়ন্তীয়ে দেৱতাবিলাকৰ উদ্দেশ্যে শ্ৰদ্ধাৰে সৈতে নমস্কাৰ কৰি হাঁহি মাৰি নল ৰজাক ক'লে,—হে মহাৰাজ, আপুনি মোৰে সৈতে প্ৰণয় কৰক, আপোনাৰ কি কাম মই কৰিম, কওক । ১ ॥

হে ঈশ্বৰ, মই আৰু মোৰ যিখিনি সম্পত্তি আছে, সেই সকলো নিশ্চয় আপোনাৰ অধীন, আপুনি প্ৰণয় প্ৰকাশ কৰক । ২ ॥

হে মহাৰাজ, হাঁহবোৰৰ কথাই মোক দহি পেলাবলৈ ধৰিছে । হে বীৰ, আপোনাৰ কাৰণেই মই ৰজাবিলাকক একত্ৰিত কৰিছো । ৩ ॥

হে মানদ, আপোনাক ভক্তি থকা দেখিও যদি আপুনি মোক প্ৰত্যাখ্যান কৰে তেনেহলে মই আপোনাৰ কাৰণে বিষ, অগ্নি, পানী অথবা জৰী অৱলম্বন কৰি প্ৰাণ ত্যাগ কৰিম । ৪ ॥

দময়ন্তীয়ে এইদৰে কোৱাত নল ৰজাই তেওঁক প্ৰত্যুত্তৰ দিলে—দেৱতাসকলে বাঞ্ছা কৰাতো কিয় তুমি মানুহলৈ মন মেলিছা ? ৫ ॥

মই যে মহাত্মা লোকপাল ঈশ্বৰসকলৰ চৰণ-ৰেণুৰ সমানো নহওঁ, গতিকে তোমাৰ মন তেওঁলোকতে প্ৰবৃত্ত হওক । ৬ ॥

হে নিৰ্ম্মলাঙ্গী, দেৱতাসকলৰ অপ্ৰিয় আচৰণ কৰিলে মানুহৰ মৃত্যু হয় ; গতিকে তুমি মোক ৰক্ষা কৰ'া, উত্তম দেৱতাসকলক বৰণ কৰ'া । ৭ ॥

নিশ্চয় দেৱতাক পালে নিৰ্ম্মল বস্ত্ৰ আৰু সেইদৰে স্বৰ্গীয় বিচিত্ৰ-মাল্য আৰু উত্তম অলঙ্কাৰ পৰিধান কৰিব পাৰিবা । ৮ ॥

যিজনে এই সমস্ত পৃথিৱী স্ৰজন কৰি তাক আকৌ গ্ৰাস কৰে, সেই দেৱেশ্বৰ অগ্নিক কোন নাৰীয়ে স্বামী বৰণ নকৰে ! ৯ ॥

সমস্ত প্ৰাণী যাৰ দণ্ডৰ ভয়তে ধৰ্ম্ম-নিৰত থাকে সেই ধৰ্ম্মৰাজকনো কোন নাৰীয়ে পতি বৰণ নকৰে ! ১০ ॥

সমস্ত দৈত্য-দানৱ-দমনকাৰী সকলো দেৱতাৰ অধিপতি ধৰ্ম্মাত্মা মহাত্মা ইন্দ্ৰক পালে কোন নাৰীয়ে পতিৰূপে নভজে । ১১ ॥

যদি তোমাৰ মনত অভিলাষ জন্মে তেনেহলে লোকপালসকলৰ ভিতৰত বৰুণ-দেৱকে নিঃশঙ্কচিত্তে পতিৰূপে বৰণ কৰাঁ । এই বন্ধুৰ কথা তুমি শুনা । ১২ ॥

নিষধ ৰজাই এইদৰে কোৱাত বেজাৰৰ চকুলোৰে দময়ন্তীৰ চকু দুটি ভৰি পৰিল, তেতিয়া তেওঁ নলক কবলৈ ধৰিলে, ১৩ ॥

হে পৃথিৱীশ্বৰ, মই দেৱতাসকলক নমস্কাৰ কৰি আপোনাৰ ওচৰত সত্য কৰি কওঁ যে, মই আপোনাকহে স্বামীৰূপে বৰণ কৰিম । ১৪ ॥

তেতিয়া নল ৰজাই কঁপি কঁপি কৃতাঞ্জলি হৈ থকা দময়ন্তীক ক'লে,—হে কল্যাণী, মই দেৱতাৰ দূত হৈ আহিছো, হে ভদ্ৰা, তোমাৰ ইচ্ছানুসাৰে ব্যৱস্থা কৰিবা । ১৫ ॥

বিশেষকৈ, মই দেৱতাসকলৰ আগত প্ৰতিশ্ৰুতি দি আনৰ কাৰণে যত্ন কৰি কেনেকৈনো মই নিজৰ কাৰণে এই বিষয়ত উৎসাহ দেখুৱাব পাৰোঁ, ১৬ ॥

হে ভদ্ৰা, যদি মোৰ পক্ষে এই স্বাৰ্থ ধৰ্ম্ম-বিৰুদ্ধ নহয়, তেনেহলে মই এনে স্বাৰ্থত সন্মত হ'ব পাৰোঁ, কিন্তু তুমি সেই কাম কৰিলে সি ধৰ্ম্ম-বিৰুদ্ধও নহয়, গতিকে তুমি যথাবিধি ব্যৱস্থা কৰাঁ । ১৭ ॥

প্ৰত্যাখ্যাতা দময়ন্তীয়ে মিচিকিয়া হাঁহি মাৰি নল ৰজাক লাহে লাহে মধুৰকৈ ক'বলৈ ধৰিলে, ১৮ ॥

হে নৰেশ্বৰ, যি কামত আপোনাৰ কোনো প্ৰকাৰ দোষ নহয়, তেনেকুৱা এটা উত্তম উপায় মই দেখিছো । ১৯ ॥

হে নৰশ্ৰেষ্ঠ, মোৰ স্বয়ম্বৰ-সভালৈ ইন্দ্ৰ আদি দেৱতাসকল আৰু আপুনি একেলগে আহিব । ২০ ॥

হে নৰেশ্বৰ, পিছত দেৱতাসকলৰ ওচৰতেই আপোনাক মই বৰণ কৰিম, এনে কৰিলে কোনো দোষ নহয় । ২১ ॥

দময়ন্তীয়ে এনেকৈ কোৱাত দেৱতাসকল থকা ঠাইলৈ নল ৰজা উভতি গ'ল । ২২ ॥

মহেশ্বৰ লোকপাল দেৱতাসকলে তেওঁক ঘূৰি অহা দেখি সকলো বৃত্তান্ত সুধিলে, ২৩ ॥

হে নিষ্পাপ ৰজা, তুমি পৱিত্ৰ মনৰ, হাঁহি মুখে থকা দময়ন্তীক দেখিলানে ? তেওঁ আমাৰ বিষয়ে কি কৈছে কোঁৱাচোন । ২৪ ॥

নল ৰজাই ক'লে,—আপোনালোকৰ আদেশ অনুসাৰে মই হাতত দণ্ড লৈ জৰা-গ্ৰস্ত লোকে বেঢ়ি থকা দময়ন্তীৰ ভৱনৰ বৃহৎ-কক্ষত প্ৰৱেশ কৰিলো । ২৫ ॥

আপোনালোকৰ প্ৰভাৱতেই সেই ৰাজ-কুমাৰীৰ বাহিৰে আন কোনো মানুহে মোক প্ৰৱেশ কৰোঁতে নেদেখিলে । ২৬ ॥

পিছত মই তেওঁৰ সখীয়েকইতক দেখিলো, তেওঁলোকেও মোক দেখিলে, হে দেৱেশ্বৰবৃন্দ, মোক দেখি সকলো বিস্মিত হ'ল । ২৭ ॥

হে উত্তম দেৱবৃন্দ, উজ্জ্বল মুখৰ দময়ন্তীৰ ওচৰত আপোনালোকৰ কথা বৰ্ণনা কৰাত তেওঁ আপোনালোকৰ প্ৰতি আগ্ৰহ নেদেখুৱাই মোকেই বৰণ কৰিবলৈ উদ্যত হ'ল । ২৮ ॥

সেই বালিকাই ক'লে,–হে পুৰুষশ্ৰেষ্ঠ, দেৱতাসকলেৰে সৈতে আপুনিও মোৰ স্বয়ম্বৰ-সভালৈ আহিব । ২৯ ॥

হে নিষধৰাজ, হে মহাবাহু, তেওঁবিলাকৰ সাক্ষাততে মই আপোনাক বৰণ কৰিম । এনে কৰিলে আপোনাৰ কোনো দোষ নহয় । ৩০ ॥

হে ত্ৰিদশেশ্বৰ দেৱতাসকল, মই সবিশেষে যথাৰ্থভাৱে সকলো কথা নিবেদন কৰিলো । এতিয়া আপোনালোকেই এই বিষয়ে যেনে মন যায় কৰক । ৩১ ॥

ইতি মহাভাৰতৰ বনপৰ্ব্বৰ অন্তৰ্গত নলোপাখ্যান-পৰ্ব্বত নল-ৰজাৰ দৌত্য নামৰ ষট্‌পঞ্চাশ অধ্যায় । ৫৬ ॥

## ॥ অধ্যায় ৫৭ ॥

## ॥ দময়ন্তীৰ স্বয়ম্বৰ ॥

বৃহদশ্বই ক'লে,—ৰজা ভীমে শুভ-কালত পবিত্ৰ ক্ষণ আৰু তিথিত ৰজাসকলক স্বয়ম্বৰ-সভালৈ আহ্বান কৰিলে । ১ ॥

সেই কথা শুনি ৰজাসকল কাম-পীড়িত হৈ দময়ন্তীক লাভ কৰিবলৈ ইচ্ছা কৰি স্বয়ম্বৰ-সভালৈ শীঘ্ৰে গমন কৰিলে । ২ ॥

যেনেকৈ ডাঙৰ সিংহ পৰ্ব্বতত প্ৰৱেশ কৰে, তেনেকৈ তেওঁলোকো তোৰণ-বিৰাজিত সুবৰ্ণ-স্তম্ভমণ্ডিত স্বয়ম্বৰ-সভাত প্ৰৱেশ কৰিলে । ৩ ॥

সুমাৰ্জ্জিত মণি আৰু কুণ্ডল-বিভূষিত সুৰভি-মালা পিন্ধা ৰজাসকল বিবিধ আসনত বহাত স্বয়ম্বৰ-সভা অতি মনোহৰ হৈ পৰিল । ৪ ॥

নাগগণে বেৰি থকা ভগৱতীৰ দৰে আৰু বাঘেৰে পৰিপূৰ্ণ পৰ্ব্বতৰ গুহাৰ নিচিনা শ্ৰেষ্ঠ পুৰুষসকলেৰে পৰিপূৰ্ণ সেই ৰাজ-সভাত তেওঁলোকৰ পৰিঘৰ নিচিনা স্থূল, সু-মনোহৰ, ডাঙৰ-দীঘল বাহুবিলাকক পঞ্চশীৰ্ষ সাপৰ নিচিনা দেখা গৈছিল । ৫—৬ ॥

ৰজাসকলৰ মনোহৰ চুলি, নাক, চকু আৰু ভ্ৰূযুগলেৰে সুশোভিত মুখ আকাশৰ নক্ষত্ৰৰ দৰে শোভনীয় হৈছিল। ৭॥

পিছত শুভবদনা দময়ন্তীয়ে নিজৰ কান্তি আৰু লাৱণ্যেৰে ৰজাসকলৰ নয়ন-মন আকৰ্ষণ কৰি স্বয়ম্বৰ-সভাত প্ৰৱেশ কৰিলে। ৮॥

সেই মহাত্মা ৰজাসকলৰ দৃষ্টি দময়ন্তীৰ শৰীৰৰ যি যি অৱয়ৱত পৰিল, সেই সেই অৱয়ৱতেই লাগি ৰ'ল। তাৰপৰা আঁতৰি নগল। ৯॥

তাৰ পিছত, হে ভাৰত, সভাত থকা ৰজাসকলৰ নাম উচ্চাৰিত হোৱাত দময়ন্তীয়ে একে ৰূপৰ পাঁচজন পুৰুষ সভাৰ ভিতৰত দেখিবলৈ পালে। ১০॥

আৰু সেইবিলাকৰ সকলোটিকেই একে আকাৰৰ মূৰ্ত্তিমান দেখি সন্দিগ্ধ হৈ কোনজন নল ৰজা চিনিব নোৱাৰিলে। ১১॥

মানিনী দময়ন্তীয়ে সেই পাঁচজনৰ ভিতৰত যিজনলৈকে চায়, তেওঁকেই নল ৰজা যেন দেখে, গতিকে তেওঁ চিন্তা কৰি কৰি মনতে ভাবিবলৈ ধৰিলে, ১২॥

হে ভাৰত, মই কেনেকৈ দেৱতাসকলক চিনি পাম আৰু কেনেকৈনো নল ৰজাক চিনিব পাৰিম, এইদৰে চিন্তা কৰি সেই বিদৰ্ভকুমাৰী অতিশয় দুঃখিত হ'ল। ১৩॥

হে ভাৰত, দেৱতাসকলৰ যিবিলাক চিহ্ন বৃদ্ধসকলৰপৰা শুনিবলৈ পোৱা যায় সেই দেৱচিহ্নবিলাকৰ বিষয়ে দময়ন্তীয়ে মনতে আলোচনা কৰিবলৈ ধৰিলে। ১৪॥

পৃথিৱীত থকা দেৱতাসকল এজনেো সেই চিহ্নবিলাক দেখিবলৈ পোৱা নাযায়। এনেদৰে বহু প্ৰকাৰে অনিশ্চয়তাৰে বহুত ভাবি-চিন্তি দেৱতাসকলৰ শৰণাপন্ন হোৱাই সেই সময়ৰ কাম বুলি দময়ন্তীয়ে মানি ললে, আৰু কঁপি কঁপি কৃতাঞ্জলি হৈ সেই দেৱতাসকলক মনেৰে আৰু বাক্যেৰে নমস্কাৰ কৰি এনেকৈ ক'বলৈ ধৰিলে,—মই হাঁহবিলাকৰ মুখে নিষধাধিপতিৰ কথা শুনি যেতিয়া তেওঁকে পতি-ৰূপে বৰণ কৰিছো, সেই সত্য ৰক্ষাৰ কাৰণে দেৱতাসকলে মোক সেই নল ৰজাক দেখুৱাই দিয়ক। ১৫—১৭॥

মই মন আৰু বাক্যেৰেও যিহেতুকে ব্যভিচাৰ কৰা নাই, দেৱতাসকলে মোক সেই সত্য ৰক্ষাৰ কাৰণে সেই নল ৰজাক চিনাই দিয়ক। ১৮॥

যেনেকৈ দেৱতাসকলে নিষধ দেশৰ ৰজাক মোৰ পতি নিৰ্দ্দিষ্ট কৰি দিছে, সেই সত্য ৰক্ষাৰ কাৰণে দেৱতাসকলে সেই নল ৰজাক মোক জ্ঞাত কৰি দিয়ক। ১৯॥

নল ৰজাক আৰাধনা কৰিবৰ কাৰণে এই স্বয়ম্বৰ-ৰূপ ব্ৰত যেনেকৈ মই আৰম্ভ কৰিছো, সেই সত্য ৰক্ষাৰ কাৰণে দেৱতাসকলে মোক নল ৰজাক বিদিত কৰি দিয়ক। ২০॥

মহেশ্বৰ লোকপালসকলে নিজ নিজ ৰূপ ধাৰণ কৰক, তেতিয়া মই সেই পুণ্য-শ্লোক নল ৰজাক জানিব পাৰিম। ২১॥

দেৱতাসকলে দময়ন্তীৰ সেই শোক আৰু বিলাপৰ করুণ বাক্য শুনি, নল ৰজাৰ প্ৰতি তেওঁৰ একান্ত আসক্তি, যথাৰ্থ অনুৰাগ, চিত্তশুদ্ধি, বুদ্ধি, ভক্তি আৰু প্ৰবৃত্তি জানিব পাৰি সামৰ্থ্যানুসাৰে নিজৰ নিজৰ প্ৰখ্যাত ৰূপ ধাৰণ কৰিলে। ২২—২৩ ॥

পিছত দময়ন্তীয়ে ছায়াহীন, ঘাম নোলোৱা, নিমেষ নোহোৱা চকুৰে, জঁই নপৰা মালাৰে, ধূলি নলগা শৰীৰেৰে আৰু মাটি নোছোৱাকৈ থকা দেৱতাসকলক দেখিবলৈ পালে। ২৪ ॥

কিন্তু নৰপাল নল ৰজা ছায়াযুক্ত হৈ, ঘাম আৰু ধূলিৰে লেটি পেটি হৈ চকু পচাৰি জঁই পৰা মালা পিন্ধি ভূমিষ্ঠ হৈ থাকিল। ২৫ ॥

হে ভাৰত,-হে পাণ্ডৱ, দময়ন্তীয়ে তেতিয়া দেৱতাসকলক আৰু পুণ্যশ্লোক নল ৰজাক বৰণ কৰিলে। ২৬ ॥

সুদীৰ্ঘনয়না সেই ৰাজকুমাৰীয়ে লাজ পাই তেওঁৰ কাপোৰৰ আঁচলত ধৰি তেওঁৰ ডিঙিত অতি মনোহৰ বৰমাল্য প্ৰদান কৰিলে। ২৭ ॥

হে ভাৰত, বৰবৰ্ণিনী দময়ন্তীয়ে তেওঁক পতি-ৰূপে বৰণ কৰাত সভাত থকা ৰজাবিলাকে তৎক্ষণাৎ হাহাকাৰ ধ্বনি কৰি উঠিল। ২৮ ॥

হে ভাৰত, কিন্তু দেৱতা আৰু মহৰ্ষিসকলে বিস্মিত হৈ নল ৰজাক প্ৰশংসা কৰি 'সাধু সাধু' শব্দ কৰিলে। ২৯ ॥

হে কুৰুনন্দন, বীৰসেনৰ পুত্ৰ নল ৰজাই বৰাৰোহা দময়ন্তীক আশ্বাস দি প্ৰহৃষ্টচিত্তে কবলৈ ধৰিলে, ৩০ ॥

হে কল্যাণী, তুমি দেৱতাসকল উপস্থিত থাকোঁতেও যে মোক বৰণ কৰিলা, সেই কাৰণে তুমি মোক তোমাৰ আজ্ঞানুৱৰ্ত্তী স্বামী বুলি জানিবা। ৩১ ॥

হে শুচিস্মিতা, মই তোমাৰ ওচৰত সঁচাকৈ কৈছো, মোৰ শৰীৰত প্ৰাণ থকা পৰ্য্যন্ত মই তোমাৰ হৈ থাকিম। ৩২ ॥

দময়ন্তীয়েও কৃতাঞ্জলিপূৰ্ব্বক তেনেকুৱা কথাৰে নল ৰজাক অভিনন্দন কৰাৰ পিছত তেওঁলোক পৰস্পৰে প্ৰীত হৈ অগ্নি প্ৰভৃতি দেৱতাসকলক দেখি মনে মনে তেওঁলোকৰ শৰণাগত হ'ল। ভীম-নন্দিনীয়ে নল ৰজাক বৰণ কৰাত মহা-প্ৰভৱ লোকপাল দেৱতাসকল আনন্দিত হৈ নল ৰজাক আঁঠটা বৰ প্ৰদান কৰিলে। শচীপতি ইন্দ্ৰই প্ৰীত হৈ যজ্ঞত প্ৰত্যক্ষ দৰ্শন প্ৰদান আৰু উত্তম শুভ গতিৰ বৰ প্ৰদান কৰিলে। অগ্নিয়ে নল ৰজাই যি য'তে ইচ্ছা কৰিব তাতেই অগ্নিৰ আবিৰ্ভাৱ হোৱাৰ আৰু অগ্নিৰ সদৃশ লোকসকল উজ্জ্বল হোৱাৰ বৰ প্ৰদান কৰিলে। যম ৰজাই অন্নত বিশিষ্ট ৰস আৰু ধৰ্ম্মত বিশিষ্ট মতি হ'বলৈ বৰ প্ৰদান কৰিলে। ৩৩-৩৭ ॥

জলাধিপতি বৰুণদেৱে যি ঠাইত নল ৰজাই ইচ্ছা কৰে সেই ঠাইতেই জলৰ আবিৰ্ভাৱ হোৱাৰ আৰু উত্তম গন্ধযুক্ত মালা পোৱাৰ বৰ দান কৰিলে। তেওঁলোক প্ৰত্যেকেই এইদৰে দুটা দুটাকৈ বৰ প্ৰদান কৰিলে। ৩৮ ॥

সেই দেৱতাসকলে নল ৰজাক এইদৰে বৰ প্ৰদান কৰি স্বৰ্গলৈ প্ৰস্থান কৰিলে। ৰজাসকল নল-দময়ন্তীৰ বিবাহ দেখি বিস্মিত আৰু হৰ্ষিত হৈ নিজ নিজ ঠাইলৈ গমন কৰিলে। ৩৯ ॥

ৰজাসকল যোৱাৰ পিছত মহাত্মা নৰপতি ভীমে মনত প্ৰীতি লাভ কৰি নল ৰজাৰে সৈতে দময়ন্তীৰ বিবাহ সম্পাদন কৰিলে।

শ্ৰেষ্ঠ মানৱ নিষধৰাজ নিজ অভিলাষ অনুসাৰে কিছুদিন তাত বাস কৰি ভীম ৰজাৰ আজ্ঞা লৈ নিজ নগৰলৈ প্ৰত্যাগমন কৰিলে। হে মহাৰাজ, যেনেকৈ দেৱৰাজ ইন্দ্ৰই শচীৰে সৈতে বিলাস কৰে, তেনেকৈ পুণ্যশ্লোক নল ৰজাই সেই নাৰী-ৰত্ন দময়ন্তীক পাই তেওঁৰে সৈতে বিলাস কৰিবলৈ ধৰিলে। অত্যন্ত হৰ্ষে সূৰ্য্যৰ নিচিনা প্ৰতাপশালী বীৰ নল ৰজাই প্ৰজাসমূহক ধৰ্ম্মানুসাৰে প্ৰতিপালন কৰি তেওঁলোকৰ মনোৰঞ্জন কৰিবলৈ ধৰিলে আৰু নহুষ-তনয় যযাতিৰ দৰে অশ্বমেধ যজ্ঞেৰে পূজা কৰিলে। ৪১—৪৪ ॥

বুদ্ধিমান নল ৰজাই আন আন বহুপ্ৰকাৰ দক্ষিণাৰে সৈতে ক্ৰতু নামৰ যজ্ঞেৰে দেৱপূজা কৰিলে, আৰু দেৱ-সদৃশ নল ৰজাই দময়ন্তীৰে সৈতে মনোৰম বন আৰু উপবনত বিহাৰ কৰিবলৈ ধৰিলে। ৪৫ ॥

পিছত মনস্বী নল ৰজাই দময়ন্তী দেৱীত ইন্দ্ৰসেন নামেৰে এটি পুত্ৰ আৰু ইন্দ্ৰ-সেনা নামেৰে এজনী ছোৱালী জন্ম দিলে। ৪৬ ॥

এইদৰে সেই বসুধাধিপ নলে যথাসময়ত যজ্ঞ-ক্ৰিয়া আৰু যথাসময়ত বিহাৰ-ক্ৰিয়া কৰি ধন-সম্পদেৰে পৰিপূৰ্ণ ধৰণী ৰক্ষা কৰিবলৈ ধৰিলে। ৪৭ ॥

ইতি মহাভাৰতৰ বনপৰ্ব্বৰ অন্তৰ্গত নলোপাখ্যান-পৰ্ব্বত দময়ন্তীৰ স্বয়ম্বৰ নামৰ সপ্তপঞ্চাশ অধ্যায়। ৫৭ ॥

## ॥ অধ্যায় ৫৮ ॥

# ॥ কলি আৰু দেৱতাৰ সংবাদ ॥

বৃহদশ্বই ক'লে,—ভীম-দুহিতা দময়ন্তীয়ে নৈষধ ৰজাক বৰণ কৰাৰ পিছত মহা তেজস্বী লোকপালসকল স্বৰ্গলৈ উলটি যাওঁতে কলিৰে সৈতে দ্বাপৰক আহিবলৈ ধৰা দেখিলে। ১ ॥

বল আৰু বৃত্ৰাসুৰক বধ কৰোঁতা ইন্দ্ৰই দ্বাপৰেৰে সৈতে কলিক অহা দেখি সুধিলে,—হে কলি, তুমি দ্বাপৰেৰে সৈতে কলৈ গমন কৰিছা, কোৱাঁ। ২ ॥

তেতিয়া কলিয়ে ইন্দ্ৰক ক'লে, মোৰ মন দময়ন্তীত আসক্ত হৈছে, সেই কাৰণে মই তেওঁৰ স্বয়ম্বৰ-সভালৈ গৈ তেওঁকে লাভ কৰিব খুজিছোঁ। ৩ ॥

ইন্দ্ৰই ইঁহাঁত তেওঁক ক'লে;—সেই ৰজাৰ সুসম্পন্ন হৈ গৈছে, দময়ন্তীয়ে আমাৰ সাক্ষাতত নল ৰজাক পতিৰূপে বৰণ কৰিছে। ৪ ॥

ইন্দ্ৰই কলিক এনেকৈ কোৱাত কলি ক্ৰুদ্ধ হৈ সেই দেৱতাসকলক সম্বোধন কৰি এইদৰে ক'লে,—দময়ন্তীয়ে দেৱতাসকল উপস্থিত থকা সত্ত্বেও মানুহক পতি-ৰূপে বৰণ কৰিছে। ৫ ॥

দেৱতাসকলৰ আগত মানুহক যে তেওঁ পতিৰূপে বৰণ কৰিলে সেই নিমিত্তে তেওঁ ভীষণ দণ্ড পোৱা উচিত। ৬ ॥

কলিয়ে এইদৰে কোৱাত সেই দেৱতাসকলে প্ৰত্যুত্তৰ কৰিলে,—দময়ন্তীয়ে আমাৰ আজ্ঞানুসাৰে নল ৰজাক বৰণ কৰিছে। ৭ ॥

কোন ৰমণীয়েনো সকলো গুণসম্পন্ন নল ৰজাক আশ্ৰয় নকৰিব ? ৰজা নলে যথাৱৎ ব্ৰত আচৰণ কৰি নিখিল বেদধৰ্ম্ম জানিছে। ৮ ॥

পঞ্চম আখ্যানেৰে সৈতে যিজনে চাৰি বেদ অধ্যয়ন কৰিছে, যাৰ ঘৰত ধৰ্ম্ম অনুসাৰে যজ্ঞত নিতৌ দেৱতাসকল পৰিতৃপ্ত হয়, যিজন দৃঢ়প্ৰতিজ্ঞ, সত্যবাদী, হিংসাশূন্য হৈ আছে, যিজন পুৰুষশ্ৰেষ্ঠ আৰু দেৱতুল্য, যি ৰজাত দক্ষতা, ধৈৰ্য্য, জ্ঞান, তপস্যা, শৌচ, দম, আৰু শম—এইবিলাক গুণ সদায় বৰ্ত্তমান, ৯-১০ ॥

হে কলি, এনেহেন গুণী নল ৰজাক যি শাপ দিবলৈ ইচ্ছা কৰে, সেই মূঢ়-জনে নিজকেহে শাপ দিয়ে, আৰু নিজকে নিজে বধ কৰে। ১১ ॥

হে কলি, এনেকুৱা গুণৱান পুৰুষক যিজনে শাপ দিবলৈ ইচ্ছা কৰে, সি নিশ্চয় কষ্টদায়ক অগাঢ় নৰকৰ হ্ৰদত বুৰ গৈ থাকে। দ্বাপৰ আৰু কলিক এই-দৰে কৈ দেৱতাসকল স্বৰ্গধামলৈ গুচি গ'ল। ১২ ॥

দেৱতাসকল যোৱাৰ পিছত কলিয়ে দ্বাপৰক কবলৈ ধৰিলে, হে দ্বাপৰ, মই কোপ সম্বৰণ কৰিব নোৱাৰোঁ। নল ৰজাৰ শৰীৰত মই বাস কৰিম, তেওঁক ৰাজ্যচ্যুত কৰিম, আৰু দময়ন্তীৰে সৈতে বিচ্ছেদ ঘটাম, তুমি পাশাত সোমাই মোক সহায় কৰিবা। ১৩—১৪ ॥

ইতি মহাভাৰতৰ বনপৰ্ব্বৰ অন্তৰ্গত নলোপাখ্যান-পৰ্ব্বত কলি আৰু দেৱতাৰ সংবাদ নামৰ অষ্টপঞ্চাশ অধ্যায়। ৫৮ ॥

॥ অধ্যায় ৫৯ ॥

# ॥ নল ৰজাৰ পাশা-খেল ॥

বৃহদশ্বই ক'লে,—কলিয়ে দ্বাপৰেৰে সৈতে এনেদৰে সঙ্কেত কৰি নিষধ ৰজা য'ত আছে, তালৈ আগমন কৰিলে। ১ ॥

কলিয়ে নল ৰজাৰ ছিদ্ৰ পাবৰ অভিলাষেৰে বহুকাল নিষধ দেশত বাস কৰি থাকিল, পিছত বাৰ বছৰ উকলি যোৱাত কলিয়ে সেই ৰজাৰ এটি দোষ দেখিবলৈ পালে। ২ ॥

নল ৰজাই মূত্ৰ পৰিত্যাগ কৰি পাদ-প্ৰক্ষালন নকৰাকৈ কেৱল আচমন কৰিয়েই সন্ধ্যা আচৰণ কৰিছিল, সেই সময়তে কলিয়ে সেই নল ৰজাৰ শৰীৰত প্ৰৱেশ কৰিলে। ৩ ॥

কলিয়ে নলৰ শৰীৰত প্ৰৱেশ কৰি অন্য ৰূপ ধৰি পুষ্কৰৰ সমীপলৈ গৈ পুষ্কৰক এইদৰে ক'লে, হে পুষ্কৰ, তুমি আহাঁ, নলেৰে সৈতে পাশা খেলাহি। ৪ ॥

মোৰ সহায়ত তুমি নিশ্চয় পাশা খেলত নল ৰজাক জয় কৰিব পাৰিবা। নল ৰজাক আৰু তেওঁৰ ৰাজ্য জয় কৰি সমগ্ৰ নিষধ ৰাজ্য লাভ কৰিব পাৰিবা। ৫ ॥

কলিয়ে এইদৰে কোৱাত পুষ্কৰ নল ৰজাৰ ওচৰলৈ গ'ল, কলিয়ো শ্ৰেষ্ঠ পাশা-ৰূপ ধাৰণ কৰি পুষ্কৰৰ লগত গ'ল। ৬ ॥

শত্ৰুহন্তা ভ্ৰাতৃ পুষ্কৰে বীৰ নল ৰজাৰ ওচৰত উপস্থিত হৈ বাৰে বাৰে কবলৈ ধৰিলে, আহক, এই শ্ৰেষ্ঠ পাশাৰে পণ ৰাখি দুয়োজনে পাশা খেলোঁ। ৭ ॥

পিছত মহাত্মা নল ৰজাই দময়ন্তীৰ আগত পুষ্কৰৰ পুনঃ পুনঃ আহ্বান সহিব নোৱাৰিলে, গতিকে সেই সময়কেই পাশা খেলৰ কাল বুলি বিবেচনা কৰিলে। ৮ ॥

কলিয়ে প্ৰৱেশ কৰা নল ৰজাই তেতিয়া দ্যূত-ক্ৰীড়াত প্ৰবৃত্ত হৈ পুষ্কৰৰ ওচৰত অনুক্ৰমে হিৰণ্য, সুৱৰ্ণ, যান আৰু বস্ত্ৰ পণ কৰি পৰাজিত হবলৈ ধৰিলে। ৯ ॥

অৰি-দমনকাৰী ৰজা পাশা খেলত মত্ত হৈ খেলত অতি অনুৰক্ত হোৱাত তেওঁৰ বন্ধুবিলাকৰ ভিতৰত কোনেও তেওঁক তাৰপৰা নিবাৰণ কৰিব নোৱাৰিলে। ১০॥

হে ভাৰত, পিছত মন্ত্ৰী-মণ্ডলীৰে সৈতে নগৰবাসীসকল ৰজাক চাবলৈ আহি খেলত মগ্ন ৰজাক খেলৰপৰা নিবাৰণ কৰিবলৈ উপস্থিত হ'ল। ১১ ॥

তাৰ পিছত সাৰথি ওচৰলৈ গৈ দময়ন্তীক জনালে, হে দেৱী, বিশেষ কাৰ্য্যৰ কাৰণে এই নগৰবাসীসকল দুৱাৰত উপস্থিত হৈছে। ১২ ॥

গতিকে আপুনি মহাৰাজৰ ওচৰত নিবেদন কৰক, ধৰ্ম্ম আৰু অৰ্থ দৰ্শন-কাৰী প্ৰজাসকল ৰজাৰ ব্যসন সহিব নোৱাৰি উপস্থিত হৈছেহি। ১৩॥

তেতিয়া সেই দময়ন্তী শোকত অচেতন আৰু দুঃখত পীড়িত হৈ চকুলো টুকি নল ৰজাক ক'বলৈ ধৰিলে, ১৪॥

হে মহাৰাজ, মন্ত্ৰী-মণ্ডলীৰে সৈতে নগৰবাসী প্ৰজাসকল ৰাজ-ভক্তিপূৰ্ব্বক আপোনাৰ দৰ্শন পাবলৈ ইচ্ছা কৰি দুৱাৰত বৈ আছেহি। ১৫॥

গতিকে আপুনি তেওঁলোকক দেখা কৰা উচিত। ৰুচিৰাপাঙ্গী দময়ন্তীয়ে বাৰে বাৰে বিলাপ কৰি এইদৰে কোৱা সত্ত্বেও কলি প্ৰৱেশ কৰা ৰজাই তেনেকৈ বিলাপ কৰি কোৱা দময়ন্তীৰ কথাৰ একো প্ৰত্যুত্তৰ নিদিলে, তেতিয়া সেই মন্ত্ৰী-মণ্ডলী আৰু নগৰবাসীসকল 'এওঁ নাই'—এইবুলি কৈ দুঃখাৰ্ত্ত আৰু লজ্জিত হৈ নিজ নিজ ঘৰলৈ প্ৰস্থান কৰিলে। ১৬—১৭॥

হে যুধিষ্ঠিৰ, এনেদৰে পুষ্কৰ আৰু নলৰ কেবা মাহো এই পাশা খেল চলিল, আৰু পুণ্যশ্লোক নল ৰজা পৰাজিত হ'ল। ১৮॥

ইতি মহাভাৰতৰ বনপৰ্ব্বৰ অন্তৰ্গত নলোপাখ্যান-পৰ্ব্বত নল ৰজাৰ পাশা খেল নামৰ একোনষষ্টিতম অধ্যায়। ৫৯॥

॥ অধ্যায় ৬০ ॥

## ॥ ৰাজকুমাৰ আৰু ৰাজকুমাৰীৰ কুণ্ডিন-নগৰ-প্ৰস্থান ॥

বৃহদশ্বই ক'লে,—হে মহাৰাজ, স্থিৰমতি ভীম-তনয়া দময়ন্তী নৰাধিপ নলক অক্ষক্ৰীড়াত উন্মত্তৰ দৰে আত্মহাৰা হোৱা দেখি ভয় আৰু শোকত ব্যাকুল হৈ সেই কাৰ্য্য ৰজাৰ পক্ষে অতি গুৰুতৰ বুলি ভাবিবলৈ ধৰিলে। ১—২॥

তেওঁ নল ৰজাক খেলত সৰ্ব্বস্বান্ত হোৱা দেখি আৰু তেওঁৰ সেই কাৰ্য্য পাপ বুলি আশঙ্কা কৰি তেওঁৰ মঙ্গল কামনা কৰি অতি যশস্বিনী, হিতকাৰিণী, সৰ্ব্বকাৰ্য্য-নিপুণা, অনুৰক্তা, সুভাষিণী, পৰিচাৰিকা বৃহৎসেনা নামে ধাত্ৰীজনীক ক'লে, ৩—৪॥

হে বৃহৎসেনা, তুমি যোৱাঁ আৰু ৰজাৰ আদেশ অনুসাৰে মন্ত্ৰীবৰ্গক অনাই খেলত কিমান ধন হাৰিছে আৰু কিমান অৱশিষ্ট আছে সেইটো সোধাঁগৈ। ৫॥

ধাত্ৰীয়ে দময়ন্তীৰ আজ্ঞা অনুসাৰে মন্ত্ৰীক জনোৱাত সেই মন্ত্ৰীসকলে সেইটো নল ৰজাৰ আদেশ বুলি জানি 'এইটো আমাৰ সৌভাগ্যৰ বিষয়' এই কথা কৈ নল ৰজাৰ ওচৰলৈ গ'ল। ৬॥

ভীম-নন্দিনীয়ে সেইসকল মন্ত্ৰীক দ্বিতীয় বাৰ অহা দেখি সেই কথা ৰজাক নিবেদন কৰিলে। নল ৰজাই আগৰদৰেই একো সন্নিধান নিদিলে। ৭॥

স্বামীয়ে কোনো-ৰূপ হৰিষ-বাক্য প্ৰয়োগ কৰি উত্তৰ নিদিয়াত দময়ন্তী অতি লজ্জিতা হৈ আকৌ ভিতৰলৈ সোমাই গ'ল। ৮॥

পাশাটি কেইডাল সদায় নলৰ প্ৰতি বিমুখ হৈ থকাত নল ৰজাৰ সৰ্ব্বস্ব যোৱা শুনি আকৌ ধাত্ৰীক দময়ন্তীয়ে ক'লে, ৯॥

হে বৃহৎসেনা, হে কল্যাণী, সম্প্ৰতি শুভজনক ঘটনা উপস্থিত হৈছে, গতিকে তুমি পুনৰ যোৱাঁ, মহাৰাজৰ আদেশ অনুসাৰে সাৰথি বাৰ্ষ্ণেয়ক লৈ আহাঁগৈ। ১০॥

বৃহৎসেনাই দেৱী দময়ন্তীৰ তেনে কথা শুনি বিশ্বাসী পুৰুষ পঠাই সাৰথি বাৰ্ষ্ণেয়ক অনালে। ১১॥

পিছত দেশ-কালৰ তত্ত্ব বুজা প্ৰশংসাৰ পাত্ৰী দময়ন্তীয়ে সময়োচিত সুমধুৰ কথাৰে সান্ত্বনা দি সাৰথিজনক ৰজাৰ বিষম অৱস্থাৰ কথা ক'লে, ১২॥

হে বাৰ্ষ্ণেয়, ৰজাই তোমাৰ প্ৰতি কেনে সংব্যৱহাৰ কৰে সেইটো তুমি জানা, বৰ্ত্তমান তেওঁ বিষম বিপদত পৰিছে, গতিকে এই সময়ত তেওঁক সহায় কৰা উচিত। ১৩॥

পুষ্কৰে ৰজাক যিমানেই পৰাজয় কৰিবলৈ ধৰিছে, সিমানেই ৰজাৰ অক্ষক্ৰীড়াত পুনঃ পুনঃ অনুৰাগ বৃদ্ধি হবলৈ ধৰিছে। ১৪॥

অক্ষবিলাক পুষ্কৰৰ বশীভূত হৈ যেনেকৈ পৰিবলৈ ধৰিছে, নল ৰজাৰ তেনেকৈ প্ৰতিকূলে পৰা দেখা গৈছে। ১৫॥

মহাৰাজে মুগ্ধ হৈ সুহৃদ বা স্বজনবিলাকৰ উচিত কথা যিদৰে শুনা নাই, সেই-দৰে মোৰ কথাও অনুমোদন কৰা নাই। ১৬॥

মই নিশ্চয় এইটো জানিছো যে মহাত্মা নিষধৰাজৰ কোনো প্ৰকাৰ দোষ নাই, কাৰণ তেওঁৰ চিত্ত মোহত আচ্ছন্ন হোৱাতহে তেওঁ মোৰ কথাৰ আদৰ কৰা নাই। ১৭॥

হে সাৰথি, মোৰ মন শুদ্ধ হোৱা নাই, ৰজা কেতিয়াবা বিপদত পৰিব পাৰে, গতিকে মই তোমাৰ শৰণাপন্ন হৈছো, মোৰ কথা ৰক্ষা কৰাঁ। ১৮॥

তুমি ৰজাৰ অতি প্ৰিয় আৰু ৰথত মনোবেগী ঘোঁৰা সংযোগ কৰি তাতে মোৰ এই ল'ৰা-ছোৱালীহালক লৈ কুণ্ডিন নগৰলৈ যোৱাঁ। ১৯॥

মোৰ জ্ঞাতিসকলৰ তাত মোৰ পুত্ৰ আৰু কন্যা দুয়োটিকে থৈ ৰথ আৰু ঘোঁৰা ৰাখি তুমি নিজেও তাত বাস কৰিবা, নাইবা ইচ্ছানুসাৰে অন্য স্থানলৈ যাবা। ২০॥

নলৰ সাৰথি বাৰ্ষ্ণেয়ই দময়ন্তীৰ এই কথা নল ৰজাৰ প্ৰধান প্ৰধান মন্ত্ৰী-সকলক নিবেদন কৰিলে। ২১॥

হে মহীপতি, তেওঁলোক সকলোৱে মিলি পৰামৰ্শ কৰি সেইটোকেই স্থিৰ কৰি সাৰথিৰ প্ৰতি অনুমতি প্ৰদান কৰাত সাৰথিয়ে ৰাজকুমাৰ আৰু ৰাজকুমাৰীক ৰথত তুলি লৈ বিদৰ্ভ নগৰলৈ গমন কৰিলে। ২২॥

পিছত সাৰথি অতি দুঃখাৰ্ত্ত হৈ ৰথ আৰু ঘোঁৰাৰে সৈতে ৰাজকুমাৰ ইন্দ্ৰসেন আৰু ৰাজকুমাৰী ইন্দ্ৰসেনাক তাতে ৰাখি ভীম ৰজাক মাত লগাই নল ৰজাৰ কাৰণে অতি শোক প্ৰকাশ কৰি ঘূৰি আকৌ অযোধ্যা নগৰলৈ গ'ল। ২৩—২৪॥

তেতিয়া তেওঁ অতি দুঃখিত হৈ ঋতুপৰ্ণ নামে আযোধ্যাৰ অধিপতি ৰজাৰ উপাসনা কৰিবলৈ ধৰিলে। ২৫॥

ইতি মহাভাৰতৰ বনপৰ্ব্বৰ অন্তৰ্গত নলোপাখ্যান-পৰ্ব্বত ৰাজকুমাৰ আৰু ৰাজ কুমাৰীৰ কুণ্ডিল-নগৰ-প্ৰস্থান নামৰ ষষ্টিতম অধ্যায়। ৬০॥

॥ অধ্যায় ৬১ ॥

## ॥ নল ৰজাৰ বন-যাত্ৰা ॥

বৃহদশ্বই ক'লে,—সাৰথি বাষ্ণেৰ্য্য যোৱাৰ পিছত পুষ্কৰে পাশা খেলত নল ৰজাৰ ৰাজ্য আৰু যিবিলাক ধন-সম্পদ আছিল, সেই সকলো হৰণ কৰি নিলে। ১॥

হে মহাৰাজ, নল সৰ্ব্বস্বান্ত হোৱাত পুষ্কৰে হাঁহি হাঁহি তেওঁক ক'লে, আপুনি আকৌ পাশা খেলত বহক। আপোনাৰ পণৰ উপযুক্ত আৰু কি আছে? ২॥

আপোনাৰ একমাত্ৰ মহিষী দময়ন্তী অৱশিষ্ট আছে, তাৰ বাহিৰে সকলোকে মই জয় কৰি লৈছো। হে সাধু, যদি ইচ্ছা হয় তেওঁকেই আপুনি পণ কৰক। ৩॥

পুষ্কৰে এইদৰে কোৱাত পুণ্যশ্লোক নল ৰজাৰ হৃদয় দুখতে বিদীৰ্ণপ্ৰায় হ'ল; কিন্তু তেওঁ পুষ্কৰক একো নক'লে। ৪॥

পিছত মহা যশস্বী নল ৰজাই পুষ্কৰৰ পিনে চাই অতি ক্ৰোধান্বিত হৈ সৰ্ব্বাঙ্গৰ ভূষণবিলাক পৰিত্যাগ কৰি পৰিধেয় এক-বস্ত্ৰ আৰু অনাবৃত শৰীৰেৰে বন্ধুবৰ্গৰ শোক বঢ়াই বিপুল ঐশ্বৰ্য্য বিসৰ্জ্জন কৰি তাৰপৰা ওলাই গ'ল। ৫-৬॥

পিছত দময়ন্তী পতিক যোৱা দেখি এক-বস্ত্ৰ পৰিধান কৰি তেওঁৰ পিছে পিছে যাবলৈ ধৰিলে। নিষধৰ ৰজা নগৰৰ বাহিৰত দময়ন্তীৰে সৈতে তিনি ৰাতি বাস কৰি থাকিল। ৭॥

হে মহাৰাজ, ইপিনে পুষ্কৰে নগৰৰ ভিতৰত ঘোষণা কৰি দিলে, যিয়েই নলৰ প্ৰতি সম্যক আস্থা প্ৰকাশ কৰিব সিয়েই মোৰ বধ্য হ'ব। ৮॥

হে যুধিষ্ঠিৰ, নগৰবাসীসকলে পুষ্কৰৰ এই ঘোষণাত নলৰ প্ৰতি তেওঁৰ দ্বেষ ভাব থকা বুলি বিবেচনা কৰি নলক পুনৰ কোনোপ্ৰকাৰ সমাদৰ নকৰিলে। ৯ ॥

ৰজা নল নগৰৰ বাহিৰত তিনি ৰাতি বাস কৰি থাকিল, কিন্তু তেওঁ সংকাৰৰ যোগ্য হৈও কোনোজনৰপৰা কোনোপ্ৰকাৰৰ সংকাৰ নাপাই তিনি ৰাতি কেৱল পানী খাই জীৱন ধাৰণ কৰিলে। ১০ ॥

তেওঁ ভোকতে আতুৰ হৈ ফল মূল বিচাৰি বিচাৰি তাৰপৰা প্ৰস্থান কৰিলে, দময়ন্তীও তেওঁৰ পিছে পিছে গ'ল। ১১ ॥

ভোকত আতুৰ নলে বহু দিন তেনেদৰে অনাহাৰে কটোৱাৰ পিছত সোণৰ নিচিনা পাখি থকা কিছুমান চৰাই দেখিবলৈ পালে। ১২ ॥

নিষধৰ অতিপতি বলশালী নলে তেতিয়া ভাবিলে ধৰিলে, আজি মোৰ এইটো ভোজন মিলিছে আৰু ইয়াৰপৰা ধনো লাভ হ'ব। ১৩ ॥

পিছত তেওঁ পৰিধান কৰা কাপোৰখনেৰে সেই চৰাইবিলাকক আবৰি ধৰিলে, কিন্তু তেওঁৰ সেই কাপোৰখন লৈ চৰাইবিলাক আকাশলৈ উৰি গ'ল। ১৪ ॥

পিছত উৰি যোৱা সেই চৰাইবিলাকে নল ৰজাক বস্ত্ৰহীন, দীন আৰু অধো-বদন হৈ মাটিত থকা দেখি এই কথা ক'লে, ১৫ ॥

হেৰ দুৰ্ব্বুদ্ধি, আমিয়েই পাশটি, তই কাপোৰ পিন্ধি থাকিলে আমাৰ প্ৰীতি নহয়, সেইকাৰণে তোৰ কাপোৰ হৰণ কৰি নিবৰ কাৰণে ইচ্ছা কৰি ইয়ালৈ আহিছিলোঁ। ১৬ ॥

হে মহাৰাজ, তেতিয়া নল ৰজাই নিজক বিবস্ত্ৰ দেখি আৰু পাশটিবিলাক যোৱা জানিব পাৰি দময়ন্তীক কবলৈ ধৰিলে, ১৭ ॥

হে অনিন্দিতা, মই যিবিলাকৰ কোপত ঐশ্বৰ্য্যৰপৰা ভ্ৰষ্ট হৈছোঁ, দুঃখিত আৰু ক্ষুধান্বিত হৈ অতি কষ্টেৰেও প্ৰাণ-যাত্ৰা নিৰ্ব্বাহ কৰিবলৈ সমৰ্থ হব পৰা নাই, হে ভীৰু, সেইবিলাকৰ কাৰণেই নিষধবাসী প্ৰজাসকলে মোক সমাদৰ কৰা নাই। সেইবিলাকেই কাপোৰ হৈ মোৰ বস্ত্ৰ হৰণ কৰিলে। ১৮-১৯ ॥

হে প্ৰিয়া, মই জ্ঞানহীন হৈ বিষম অৱস্থাপ্ৰাপ্ত আৰু অতি দুঃখিত হৈছোঁ, মই তোমাৰ স্বামী; এতিকে তুমি নিজৰ হিতকৰ এই কথা মোৰপৰা শুনা, ২০ ॥

এই বাটবিলাক অৱন্তী দেশ আৰু ঋক্ষবান্ পৰ্ব্বত অতিক্ৰম কৰি দক্ষিণা-পথলৈ গৈছে। ২১ ॥

এই থলতে মহাশৈল বিন্ধ্য, সমুদ্ৰগামিনী পয়োষ্ণি নামে নদী আৰু মহৰ্ষি-সকলৰ বহু ফল-মূলেৰে ভৰি থকা আশ্ৰমবিলাকো বিদ্যমান। ২২ ॥

এয়া বিদৰ্ভ নগৰলৈ যোৱা পথ, আৰু এই পথ কোসল ৰাজ্যলৈ গৈছে, ইয়াৰ পিছত দক্ষিণে এই দক্ষিণাপথ দেশ। ২৩ ॥

হে ভাৰত, দুঃখ-পীড়িত নল ৰজাই সংযতচিত্ত হৈ ভীম-দুহিতা দময়ন্তী দেৱীক

এইদৰে বাৰে বাৰৰ কোলাত দময়ন্তী অতি দুঃখিতা আৰু কাতৰা হৈ সকৰুণ কথাৰে নল ৰজাক কবলৈ ধৰিলে, ২৪-২৫ ॥

হে মহাৰাজ, আপোনাৰ মনৰ কথা বাৰে বাৰে চিন্তা কৰি কৰি মোৰ হৃদয় কঁপি উঠিছে আৰু অঙ্গবিলাক অৱশ হৈছে । ২৬ ॥

হৃতৰাজ্য, হৃতদ্ৰব্য, বিবস্ত্ৰ, ক্ষুধিত আৰু শ্ৰান্ত আপোনাক মই কেনেকৈ এই নিৰ্জ্জন বনত পৰিত্যাগ কৰি যাব পাৰোঁ ? ২৭ ॥

হে মহাৰাজ, আপুনি এই ঘোৰ বনত পূৰ্ব্বৰ সুখ চিন্তা কৰি যেতিয়া শ্ৰান্ত, ক্ষুধাৰ্ত্ত আৰু ক্লান্ত হৈ পৰিব, মই তেতিয়া আপোনাৰ শ্ৰম দূৰ কৰিম । ২৮ ॥

হে মহাৰাজ, মই সচাঁকৈয়ে কৈছো যে সকলোপ্ৰকাৰ দুঃখত ভাৰ্য্যাৰ সমান একো ঔষধ নাই, বৈদ্যসকলৰ এয়ে মত । ২৯ ॥

নল ৰজাই ক'লে,—হে সুমধ্যমা, হে দময়ন্তী, তুমি যি কৈছা—দুঃখাৰ্ত্তজনৰ ভাৰ্য্যাৰ নিচিনা মিত্ৰ আৰু ঔষধ নাই—সেইটো যথাৰ্থ । ৩০ ॥

হে ভীৰু, মই তোমাক পৰিত্যাগ কৰিবলৈ ইচ্ছা কৰা নাই, তুমি কিয় আশঙ্কা কৰিছা, মই নিজকে পৰিত্যাগ কৰিব পাৰোঁ, হে অনিন্দিতা, তোমাক পৰিত্যাগ কৰিব নোৱাৰোঁ । ৩১ ॥

দময়ন্তীয়ে ক'লে,—হে মহাৰাজ, যদি আপুনি মোক পৰিত্যাগ কৰিবলৈ ইচ্ছা কৰা নাই তেনেহলে কি কাৰণে বিদৰ্ভ দেশৰ পথৰ কথা কৈছে ? ৩২ ॥

হে নৃপতি,ময়ো জানো যে আপুনি মোক পৰিত্যাগ কৰিবৰ যোগ্য নহয়, কিন্তু যিহেতু আপোনাৰ চিত্ত-বিকৃতি ঘটিছে, সেই কাৰণে পৰিত্যাগ কৰিবও পাৰে । ৩৩ ॥

হে অমৰোপম, হে নৰোত্তম, আপুনি মোক বাৰে বাৰে বিদৰ্ভলৈ যোৱা বাটৰ কথা কৈ মোৰ শোক বঢ়াবলৈ ধৰিছে । ৩৪ ॥

যদি মোৰ জ্ঞাতিবৰ্গৰ ওচৰলৈ যোৱাৰ ইচ্ছা আপোনাৰ হয়, তেনেহলে আপোনাৰ মত হলে আমি দুয়ো বিদৰ্ভ নগৰলৈকে যাওঁ । ৩৫ ॥

বিদৰ্ভ ৰজাই আপোনাক সমাদৰ কৰি ৰাখিব, আপুনি তাত তেওঁৰ পৰা সম্মান পাই আমাৰ ঘৰত সুখতেই থাকিব পাৰিব । ৩৬ ॥

ইতি মহাভাৰতৰ বনপৰ্ব্বতৰ অন্তৰ্গত নলোপাখ্যান-পৰ্ব্বত নল ৰজাৰ বন-যাত্ৰা নামৰ একষষ্টিতম অধ্যায় । ৬১ ॥

॥ অধ্যায় ৬২ ॥

## ॥ দময়ন্তী-বৰ্জন ॥

নল ৰজাই ক'লে, তোমাৰ পিতাৰাৰ ৰাজ্য যেনে মোৰ ৰাজ্যও তেনে ; ইয়াত কোনো সন্দেহ নাই। দীন-দৰিদ্ৰ-বেশে কেতিয়াও তালৈ নাযাওঁ। ১ ॥

এসময়ত তোমাৰ প্ৰীতিবৰ্দ্ধনকাৰী আৰু সমৃদ্ধিশালী মই এতিয়া ৰাজ্যহীন হৈ কেনেকৈ তোমাৰ শোক বঢ়াবলৈ তালৈ যাম ? ২ ॥

বৃহদশ্বই ক'লে,—ৰজা নলে এনেদৰে কৈ অৰ্দ্ধ বস্ত্ৰাবৃত কল্যাণময়ী দময়ন্তীক বাৰে বাৰে সান্ত্বনা দিছিল। ৩ ॥

তেওঁলোক দুয়ো এখন কাপোৰ পিন্ধি বনৰ মাজত ইফালে সিফালে ঘূৰি ফুৰি ভোক-পিয়াহত পৰিশ্ৰান্ত হৈ কোনো এখন নিৰ্জ্জন ঠাইত উপস্থিত হ'ল। ৪ ॥

তেতিয়া সেই মনোৰম ঠাইখিনি পাই নিষধৰ অধিপতি ৰজা নলে বৈদৰ্ভীৰে সৈতে মাটিত বিশ্ৰাম ল'লে। ৫ ॥

বস্ত্ৰহীন, তৃণাসন-ৰহিত, ধূলি-ধূসৰিত, পৰিশ্ৰান্ত ৰজা নল মলিন বেশেৰে দময়ন্তীৰে সৈতে মাটিতে শুলে। ৬ ॥

সুকুমাৰী, কল্যাণী, বেচেৰী দময়ন্তী বহুদিন অনাহাৰত পৰিশ্ৰান্ত হৈ দুঃখতে তৎক্ষণাৎ টোপনিত লালকাল দিলে। ৭ ॥

হে মহাৰাজ যুধিষ্ঠিৰ, দময়ন্তীৰ টোপনি আহিল ; কিন্তু দুখে-শোকে সন্তপ্ত ৰজা নলৰ টোপনি অহা নাছিল। ৮ ॥

তেওঁ ৰাজ্য-নাশ, বন্ধু-ত্যাগ, বনত কলিৰ দ্বাৰা কাপোৰ অপহৰণ আদি নানা দুৰৱস্থাৰ কথাকে ভাবি-চিন্তি আছিল। ৯ ॥

বনত ভ্ৰমণ কৰিলে মোৰ কি হব ? অথবা নকৰিলেই বা কি হব ? মোৰ মৰণেই শ্ৰেয় নে ভাৰ্য্যা পৰিত্যাগেই ভাল ? ১০ ॥

দময়ন্তীয়ে মোৰ প্ৰতি অনুৰক্তা হৈ মোৰ নিমিত্তেই দুঃখ পাইছে ; কিন্তু মই যদি এৰি যাওঁ, তেতিয়া হ'লে কেতিয়াবা কোনো বন্ধু-বান্ধৱৰ ওচৰলৈ নিশ্চয় যাব। ১১ ॥

এই পতিব্ৰতা সতীয়ে মই এৰি গলে নিশ্চয় দুখ পাব আৰু প্ৰাণৰ সংশয়ো হ'ব পাৰে, কিন্তু কোনো সময়ত সুখো পাব পাৰে। ১২ ॥

হে নৰপতি, ৰজা নলে এনেকৈ বহু ভাবি-চিন্তি দময়ন্তীক পৰিত্যাগ কৰাই মঙ্গলজনক বুলি ভাবিলে। ১৩ ॥

মই এৰি গলেও এই যশস্বিনী, পতিভক্তি-পৰায়ণা, পতিব্ৰতা সতীক বাটত কোনেও বলেৰে ধৰ্ষণ কৰিব নোৱাৰে। ১৪॥

এনেকৈ কলিৰ দ্বাৰা আক্ৰান্ত হতবুদ্ধি নলে দময়ন্তীক এৰি যাবলৈ মন মেলিলে। ১৫॥

তেওঁ নিজৰ বিবস্ত্ৰ অৱস্থা আৰু দময়ন্তীৰো মাত্ৰ এখন কাপোৰ থকাৰ কথা চিন্তা কৰি ৰাণীৰ পিন্ধা কাপোৰৰ আধা কাটিবলৈ মন কৰিলে। ১৬॥

মোৰ প্ৰিয়াই সাৰ নোপোৱাকৈ কাপোৰেই বা কেনেকৈ কাটোঁ? এনেকৈ চিন্তা কৰি ৰজা নলে উপায় বিচাৰি ঘূৰি ফুৰিবলৈ ধৰিলে। ১৭॥

হে ভৰত-বংশধৰ, ৰজা নলে ইফালে সিফালে চাই-চিতি থাকোঁতে হাবিৰ মাজত খাপৰপৰা ওলাই থকা এখন ভাল তৰোৱাল দেখা পালে। ১৮॥

শত্ৰু নিধনকাৰী নিষধাধিপতিয়ে সেই খড়্গেৰে কাপোৰখনৰ আধাডোখৰ কাটি নিজে পিন্ধি টোপনিত লালকাল হৈ থকা বিদৰ্ভৰ-ৰাজকন্যাক তাতে এৰি থৈ গুচি গ'ল। ১৯॥

তাৰ পিছত নিষধৰ অধিপতি নল ব্যাকুল হৈ আকৌ তালৈ ঘূৰি আহি দময়ন্তীক তেনে অৱস্থাত দেখি চকুলো টুকি কান্দিবলৈ ধৰিলে, ২০॥

মোৰ যি প্ৰিয়তমা ভাৰ্য্যাক আগেয়ে সূৰ্য্য বা বায়ুৱেও দেখা পোৱা নাছিল, আজি তেওঁ অনাথিৰ দৰে নিৰ্জ্জন বনত মাটিত শুই আছে। ২১॥

টোপনিৰপৰা সাৰ পাই হাঁহি মুখে এই সুন্দৰীয়ে মাত্ৰ আধাডোখৰ কাপোৰ পিন্ধি থকা পাই পাগলীৰ দৰে নহবনে? ২২॥

হিংস্ৰ বাঘ, সৰ্প আদিৰে ভৰি থকা এই হাবিত কেনেকৈ অকলে স্বামী বিৰহিণী, কল্যাণী, সতী দময়ন্তী বাস কৰিব? ২৩॥

হে মহাভাগ্যৱতী, তুমি ধৰ্ম্মেৰে ভূষিতা, এতেকে দ্বাদশাদিত্য, অষ্ট বসু, একাদশ ৰুদ্ৰ, আৰু মৰুতসকলেৰে সৈতে অশ্বিনীকুমাৰদ্বয়ে তোমাক ৰক্ষা কৰিব। ২৪॥

কলিৰ দ্বাৰা জ্ঞানহীন হোৱা নল ৰজাই পৃথিৱীত অতুলনীয় ৰূপৱতী প্ৰিয়তমা ভাৰ্য্যাক এইদৰে কৈ আকৌ যাবলৈ উদ্যত হ'ল। ২৫॥

কলিৰ দ্বাৰা আক্ৰান্ত নল ৰজা কিছু দূৰ যায় আৰু প্ৰিয়তমাৰ অকৃত্ৰিম প্ৰেমৰ আকৰ্ষণত বাৰে বাৰে আকৌ ঘূৰি আহে। ২৬॥

তেতিয়া কলি-পীড়িত নলৰ হৃদয় দোধোৰ-মোধোৰত পৰিছিল আৰু দোলনৰ দৰে বাৰে বাৰে তেওঁ অহা-যোৱা কৰি আছিল। ২৭॥

অৱশেষত নল কলিৰ দ্বাৰা আকৃষ্ট আৰু মোহিত হৈ শুই থকা সেই প্ৰিয়তমা ভাৰ্য্যাক এৰি বৰ কাতৰভাৱে বিলাপ কৰি আঁতৰি গ'ল। ২৮॥

নলে কলি-সংসৰ্গত হতবুদ্ধি হৈ জন-প্ৰাণীহীন অৰণ্যত অকলে ভাৰ্য্যাক এৰি সেইবোৰকে চিন্তা কৰি দুঃখ মনেৰে গুচি গ'ল। ২৯॥

ইতি মহাভাৰতৰ বনপৰ্ব্বৰ অন্তৰ্গত নলোপাখ্যান-পৰ্ব্বত দময়ন্তী-বৰ্জ্জন নামৰ দ্বাষষ্টিতম অধ্যায়। ৬২॥

॥ অধ্যায় ৬৩ ॥

## ॥ অজগৰৰ গ্ৰাসত দময়ন্তী ॥

বৃহদশ্বই ক'লে,—হে মহাৰাজ যুধিষ্ঠিৰ, নল এজা আঁতৰি গ'লত সুন্দৰী দময়ন্তীয়ে নিৰ্জ্জন বনত টোপনিতে পথ পৰিশ্ৰম দূৰ কৰি সাৰ পাই ভয়ত কাতৰ হৈ পৰিল। ১ ॥

শোক-দুঃখ-পৰায়ণা দময়ন্তীয়ে স্বামীক নেদেখি "মহাৰাজ আপুনি ক'ত" এই বুলি উচ্চৈঃস্বৰে নিষধ ৰজাক মাতি মাতি বিলাপ কৰিবলৈ ধৰিলে, ২ ॥

হা নাথ, হা স্বামী, হা মহাৰাজ, আপুনি কিয় মোক এৰিলে ? হায়! বিনাশ হলো, হায়! মৰিলো, নিৰ্জ্জন বনত মোৰ যে ভয় লাগিছে। ৩ ॥

হা মহাৰাজ, আপুনি যদি ধাৰ্ম্মিক আৰু সত্যবাদী হয়, তেন্তে স্বয়ম্বৰত—"তোমাক মই নেৰোঁ"— এই সত্য কৰি কিয় নিৰ্জ্জন বনত নিদ্ৰিতাৱস্থাত মোক এৰিলে ? ৪ ॥

ধৰ্ম্মাচৰণত ত্ৰুটি নকৰা উপযুক্তা, পতি-পৰায়ণা ভাৰ্য্যাক, বিশেষকৈ শত্ৰুৰ দ্বাৰা অনিষ্টৰ শঙ্কাত, আপুনি কিয় এৰি যাব ? ৫ ॥

হে নৰেশ্বৰ, আগতে সেই লোকপালসকলৰ সমুখত যি সত্য কৰিছিল, সেই সত্য মোৰ প্ৰতি প্ৰকৃততে পালন কৰিবলৈ সমৰ্থ হৈছেনে ? ৬ ॥

হে পুৰুষশ্ৰেষ্ঠ, মানুহৰ কেতিয়াও অকালত মৃত্যু নহয়, সেইবাবে আপোনাৰ পৰিত্যক্তা ভাৰ্য্যা এই মুহূৰ্ত্ততো জীয়াই আছে। ৭ ॥

হে পুৰুষশ্ৰেষ্ঠ, ইমান সময় যথেষ্ট পৰিহাস কৰা হৈছে, মই বৰ ভয় খাইছো; হে জীৱিতেশ্বৰ, এই মহা বিপদত মোক দেখা দিয়ক। ৮ ॥

হে নিষধাধিপতি মহাৰাজ, এই আপোনাক দেখিলো, আকৌ এই দেখিছো, গছ-লতাৰ আঁৰত থাকি মোক কিয় প্ৰত্যুত্তৰ নিদিয়ে ? ৯ ॥

হে ৰাজেন্দ্ৰ, হে পৃথিৱীপতি, আপুনি কি নিষ্ঠুৰ, কিয় এই নিজান বনত বিপদ-গ্ৰস্তা, শোকাতুৰা মোক সান্ত্বনা নিদিয়েহি ? ১০ ॥

হে মহাৰাজ, মই নিজৰ বাবে নাইবা আন কোনো কাৰণে শোক কৰা নাই, কিন্তু আপুনি অসহায় আৰু অকলশৰীয়া হোৱা বাবে শোকত মগ্ন হৈছো। ১১ ॥

হে মহাৰাজ, সন্ধ্যা সময়ত, ভোক-পিয়াহত আৰু পথ-পৰিশ্ৰমত জৰ্জ্জৰিত হৈ গছ-তলত মোক নেদেখি কি উপায় কৰিব ? ১২ ॥

তাৰ পাছত অতিশয় শোকাতুৰা সেই দময়ন্তীয়ে শোকত আউলী-বাউলী হৈ বিলাপ কৰি দুঃখ মনেৰে ইফালে সিফালে লৰি-ঢাপৰি ফুৰিবলৈ ধৰিলে। ১৩॥

ভীম-নন্দিনী, এনেকৈ ব্যাকুল হৈ কেতিয়াবা মাটিত বাগৰি পৰে, কেতিয়াবা ভয়ত লুকাই থাকে আৰু কেতিয়াবা বৰকৈ চিঞৰি কান্দি আতুৰ হৈ পৰে। ১৪॥

এনেকৈ ভীমবশ্যা, পতিব্ৰতা দময়ন্তীয়ে শোকাতুৰা হৈ কান্দি কান্দি দীৰ্ঘ-নিশ্বাস পেলাই ক'বলৈ ধৰিলে, ১৫॥

যাৰ অভিশাপত পৰি নিষধৰ অধিপতি এনে দুৰৱস্থাত পৰিছে, আমাৰ দুখতকৈ তেওঁৰ অধিক দুখ হব। ১৬॥

যি পাপীয়ে নিষ্পাপ-চিত্ত নলৰ এনে বিলাই কৰিছে, সি ইয়াতকৈও অধিক দুঃখত জীৱন যাপন কৰিব। ১৭॥

মহাত্মা নল ৰজাৰ ভাৰ্য্যা সেই ভীম-নন্দিনীয়ে এনেকৈ পৰিতাপ কৰি, হিংস্ৰ জন্তু-পৰিপূৰ্ণ বনত স্বামীক বিচাৰি পাগলিনীৰ দৰে বাৰে বাৰে "হা নাথ, হা মহাৰাজ" বুলি বিলাপ কৰি অ'ত ত'ত ভ্ৰমণ কৰিবলৈ ধৰিলে। ১৮-১৯॥

কুৰুৰী চৰাইৰ দৰে কৰুণ-স্বৰে বাৰে বাৰে বিলাপ কৰি বনৰ মাজত ফুৰি ফুৰোঁতে ভৈমীক ক্ষুধাতুৰ ডাঙৰ অজগৰ সাপ এটা হঠাতে ওচৰলৈ আহি গ্ৰাস কৰিবলৈ উদ্যত হ'ল। ২০—২১॥

অজগৰৰ গ্ৰাসত পৰি শোকত মগ্ন হৈ নিষধৰ অধিপতি নলৰ বাবে তেওঁ যিমান শোক কৰিলে, নিজৰ কাৰণে সিমান শোক কৰা নাছিল, ২২॥

হা নাথ, এই নিৰ্জ্জন বনত মোক আশ্ৰয়হীনা দেখি এই অজগৰে গ্ৰাস কৰিছে। আপুনি কিয় এতিয়াও লৰি অহা নাই? ২৩॥

হে নিষধৰ অধিপতি, যেতিয়া পুনৰ মোলৈ আপোনাৰ মনত পৰিব, তেতিয়া আপোনাৰ কি গতি হব? হে প্ৰভু, আপুনি এই নিৰ্জ্জন বনত মোক এৰি কলৈ গৈছে? ২৪॥

হে নিষধাধিপতি নিষ্পাপ মহাৰাজ, আপুনি যেতিয়া শাপৰপৰা মুক্ত হৈ প্ৰকৃতিস্থ হব আৰু ঐশ্বৰ্য্য লাভ কৰিব, তেতিয়া কোনে পৰিশ্ৰান্ত, ক্ষুধাতুৰ, আৰু বিষাদিত আপোনাৰ ক্লান্তি দূৰ কৰিব? ২৫॥

দময়ন্তীয়ে এনেকৈ বিলাপ কৰিছে, এনেতে গহীন বনত ফুৰি থকা এক ব্যাধ তেওঁৰ কান্দোনৰ বোল শুনিবলৈ পাই বেগেৰে লৰি আহি তাত উপস্থিত হওক। ২৬॥

আয়তলোচনা দময়ন্তীক তেনেকৈ অজগৰে গ্ৰাস কৰিবলৈ ধৰা দেখি অতি বেগেৰে ভতাতৈয়াকৈ ওচৰলৈ গৈ মৃগজীৱী ব্যাধে লৰচৰ কৰিব নোৱৰা সেই অজগৰ সৰ্পক তীক্ষ্ণাস্ত্ৰেৰে বিদীৰ্ণ কৰি তাৰ মুখৰপৰা দময়ন্তীক উদ্ধাৰ কৰিলে। ২৭-২৮॥

হে ভৰত-বংশধৰ, সেই ব্যাধে তেওঁক মুক্ত কৰি পানীৰে ধুই-পখালি অভয়-বাণী দি আহাৰ কৰাই সুধিলে, ২৯॥

হে হৰিণনয়না, তুমি কাৰ গৃহিণী, কি বাবে এই বনলৈ আহিছা, কিয় বা এনেকুৱা দুৰৱস্থাত পৰিছা? ৩০ ॥

হে ভৰত-বংশধৰ, ৰাজশ্ৰেষ্ঠ, ইয়াৰ পাছত দময়ন্তীয়ে ব্যাধৰ ওচৰত নিজৰ সমস্ত বৃত্তান্ত বৰ্ণনা কৰিলে। ৩১ ॥

পাপাত্মা ব্যাধ আধাডুখৰীয়া কাপোৰ পিন্ধি থকা দময়ন্তীৰ স্থূল নিতম্বভাগ, উন্নত স্তনযুগল, সুঠাম শৰীৰ, পূৰ্ণিমাৰ চন্দ্ৰৰ দৰে মুখ-মণ্ডল, কুটিল চেলাউৰি-শোভিত চকুযুৰি দেখি আৰু সুমধুৰ সম্ভাষণ শুনি কামৰ বশৱৰ্ত্তী হ'ল। ৩২-৩৩ ॥

কাম-পীড়িত ব্যাধে বিনয়পূৰ্ব্বক মধুৰ বাক্যেৰে সেই দময়ন্তীক সান্ত্বনা প্ৰদান কৰিবলৈ ধৰিলে, মহানুভৱা দময়ন্তীয়েও ব্যাধৰ কু-অভিপ্ৰায় বুজি পালে। পতিব্ৰতা দময়ন্তী সেই দুষ্টৰ মনোভাব বুজি পাই খঙত জ্বলি উঠিল। ৩৪—৩৫ ॥

পতি আৰু ৰাজ্য-ৰহিতা, দুঃখিনী দময়ন্তীয়ে পাপমতি ব্যাধক কথাৰে নিৱাৰণ কৰিব নোৱাৰি খঙত জ্বলি-পকি শাও দিলে, "যদি মই নিষধৰ অধিপতি নল-ভিন্ন আনক মনতো ভবা নাই, তেন্তে এই দুৰাচাৰ মৃগজীৱী ব্যাধ মৃত্যু-মুখত পৰক।" ৩৬-৩৮ ॥

এনেকৈ কোৱা মাত্ৰকে সেই মৃগজীৱী জুয়ে পোৰা গছৰ দৰে জীৱন পৰিত্যাগ কৰি মাটিত বাগৰি পৰিল। ৩৯ ॥

ইতি মহাভাৰতৰ বনপৰ্ব্বৰ অন্তৰ্গত নলোপাখ্যান-পৰ্ব্বত অজগৰৰ গ্ৰাসত দময়ন্তী নামৰ ত্ৰিষষ্টিতম অধ্যায়। ৬৩ ॥

॥ অধ্যায় ৬৪ ॥

## ॥ দময়ন্তী-বণিক-কথোপকথন ॥

বৃহদশ্বই ক'লে,—সেই কমলনয়না দময়ন্তী ব্যাধৰ জীৱন নাশ কৰি জিলিয়ে চিঞৰি থকা সেই ভীষণ বনত অকলে ফুৰিবলৈ ধৰিলে। ১ ॥

একো ঠাইত সিংহ, ঘোং, বাঘ, বনৰীয়া ম'হ আৰু ভালুক আদি জন্তুৱে বিচৰণ কৰিছে, একো ঠাইত বা নানা ধৰণৰ চৰায়ে ৰাও কাঢ়ি হাউচ কৰিছে, ক'ৰবাত ম্লেচ্ছ আৰু চোৰবিলাকে বাস কৰিছে, ক'ৰবাত বা শাল, বাঁহ, ধোপ, কেন্দু, আনত, ইঙ্গুদ, পলাশ, অৰ্জ্জুন, অৰিষ্ঠ, চন্দন, শিমলু আদি গছেৰে পৰিপূৰ্ণ হৈ আছে। একো একো ঠাইত জামু, আম, লোধ্ৰ, খৰিয়া, বেত, আমলখী, পাকৰি, কদম, আৰু ডিমৰু আদি গছে আবৰি আছে আৰু একোডোখৰ ঠাই বগৰী, বেল, বৰ, পিয়াল, তাল, শিলিখা, ভোমোৰা আদি গছেৰে সুশোভিত হৈ আছে। ২-৫ ॥

বিবিধ ঋতুৰে ৰঞ্জিত পৰ্ব্বতশ্ৰেণী, সুমধুৰ ধ্বনি-পূৰ্ণ নিকুঞ্জসমূহ, পৰ্ব্বতৰ মাজত থকা ভয়ঙ্কৰ গহ্বৰবোৰ, নদী, সৰোবৰ, পুখুৰী, বিলবোৰ, হৰিণা, জলচৰ পক্ষী, আৰু ভীষণ মূৰ্ত্তিৰ পিশাচ, সাপ, ৰাক্ষসবোৰ, গিৰি আৰু শৃঙ্গসমূহ, মনোহৰ নিজৰাসমূহেৰে শোভিত ঠাইবোৰ দময়ন্তীয়ে দেখিলে। ৬-৮ ॥

বিদৰ্ভ-নন্দিনীয়ে এই বনতে পালে পালে বৰা, ভালুক, বনৰীয়া ম'হ আৰু সৰ্পসমূহ দেখিলে। ৯ ॥

তেতিয়া তেজস্বিনী, যশস্বিনী, ৰূপৱতী বৈদৰ্ভীয়ে স্বামী-বিৰহিণী হৈ সেই ভীষণ বনত প্ৰৱেশ কৰি অতি ধৈৰ্য্যেৰে নলক বিচাৰি ফুৰোঁতে তেওঁ কাৰোপৰা ভয় পোৱা নাছিল। ১০-১১ ॥

হে মহাৰাজ, পতি-বিৰহানলত তাপিত-হৃদয়া, দুঃখিনী বিদৰ্ভৰাজ-কন্যাই এটি শিলৰ ওপৰত বহি বিলাপ কৰিবলৈ ধৰিলে। ১২ ॥

দময়ন্তীয়ে ক'লে,— হে বিশালবক্ষ, মহাবাহু, নিষধৰ অধিপতি, আজি মোক এই নিৰ্জ্জন অৰণ্যত এৰি কলৈ গ'ল ? ১৩ ॥

হে নৰশ্ৰেষ্ঠ বীৰ, আপুনি অশ্বমেধাদি প্ৰচুৰ দান দক্ষিণাদিৰে পৰিপূৰ্ণ অসংখ্য যজ্ঞ কৰি ধৰ্ম্মানুষ্ঠাতা হৈ এতিয়া মোৰ ভাগ্য-দোষত মিথ্যাচৰণত প্ৰবৃত্ত হ'ল ? ১৪ ॥

হে নৰশ্ৰেষ্ঠ ৰজা, পাশা-খেলৰ সময়ত মোৰ আগত যি কৈছিল, এতিয়া সেই কথা সোঁৱৰণ কৰক। ১৫ ॥

হে ভূমিপতি, হাঁহবিলাকে আপোনাৰ আৰু মোৰ আগত যি কৈছিল, সেই কথাবোৰ ৰক্ষা কৰা উচিত। ১৬ ॥

হে নৰশ্ৰেষ্ঠ, সম্যকৰূপে অধ্যয়ন কৰা সাঙ্গোপাঙ্গ চাৰি বেদ সত্যৰ প্ৰতীক ; সেইবাবে, হে শত্ৰু-নাশকাৰী নৰেশ্বৰ, আগতে মোৰ আগত যি কথা কৈছিল সেই কথা সত্যত পৰিণত কৰক। ১৭-১৮ ॥

হে নিষ্পাপ বীৰ নল, আপোনাৰ ভাৰ্য্যাই এই বনত জীৱন বিসৰ্জ্জন দিবলৈ ওলাইছে ; আপুনি কিয় মোক প্ৰত্যুত্তৰ নিদিয়ে ? ১৯ ॥

এই দুৰ্দ্দান্ত, ক্ষুধাৰ্ত্ত, ভয়ঙ্কৰ পশুৰাজে মুখ মেলি মোক ভয় খুৱাইছে। এই সময়ত মোক পৰিত্ৰাণ কৰা জানো আপোনাৰ উচিত নহয় ? ২০ ॥

হে কল্যাণময় মহাৰাজ, আপুনি আগতে মোক সদায় কৈছিল, "তুমি ভিন্ন মোৰ আন কোনো প্ৰিয়জন নাই," সেই কথা সত্যত পৰিণত কৰক। ২১ ॥

হে নৰাধিপ, অভিলাষিণীৰ অভিলাষৰ বস্তু হৈ আপুনি উন্মাদিনীৰ দৰে বিলাপ কৰি থকা আপোনাৰ প্ৰিয়তমা ভাৰ্য্যাক সম্ভাষণ নকৰা আপোনাৰ উচিত হৈছে জানো ? ২২ ॥

হে পৃথিৱীশ্বৰ, আয়তলোচন, শত্ৰুনাশকাৰী, প্ৰাণবল্লভ, আধডোখৰ বস্ত্ৰ পৰিধান কৰি মলিন বেশে বিলাপ কৰি অনাথা জাক-ছেৰা দীনা-শীৰ্ণা হৰিণীৰ দৰে অকলশৰে কান্দি ফুৰিছো, কিয় দেখা দি সান্ত্বনা নিদিয়েহি ? ২৩-২৪ ॥

হে মহাৰাজ, এই ভীষণ অৰণ্যত আপোনাৰ ভাৰ্য্যা দময়ন্তীয়ে অসহায়া হৈ আপোনাক আহ্বান জনাইছে, আপুনি কিয় প্ৰত্যুত্তৰ দিয়া নাই ? ২৫ ॥

হে নৰোত্তম, কুলশীল-সম্পন্ন মনোহৰ-মূৰ্ত্তি আপোনাক আজি এই পৰ্ব্বতত কিয় নেদেখোঁ ? ২৬ ॥

হে নিষধাধিপ, সিংহ,বাঘ আদি বনৰীয়া জন্তুৰে পৰিপূৰ্ণ ভয়ানক বনৰ ক'ত শয়ন বা উপবেশন কৰিছে, কিম্বা কোন ঠাইত বাস কৰিছে ? ২৭ ॥

হে নৰশ্ৰেষ্ঠ, আপুনি দময়ন্তীৰ শোক বৃদ্ধি কৰিছে, আপুনি কলৈ গৈছে, আপোনাৰ শোকতে শোকাতুৰা মই কাকনো কি সোধোঁ ? ২৮ ॥

এই নিৰ্জ্জন বনত কোনোবাই নল ৰজাক দেখিছেনে ? এই বনত নল ৰজা বাস কৰি আছেনে—এই বুলিনো মই কাক সোধোঁ ? ২৯ ॥

তুমি শত্ৰু-বিনাশকাৰী, ৰূপৱান যিজন মহাত্মা নল ৰজাক বিচাৰিছা, এৱেঁই সেই পদ্মলোচন নল—এইদৰে কোৱা মধুৰ কথা মই আজি কাৰ মুখৰপৰা শুনিম ? ৩০ ॥

সৌৱা চাৰিটা দাঁত আৰু ডাঙৰ হনুৰ বনৰজা বাঘ মোৰ ফালে আহি আছে, নিৰ্ভয়ে এওঁৰ ওচৰলৈ যাওঁ (আৰু কওঁ), ৩১ ॥

আপুনি সকলো জন্তুৰ অধিপতি আৰু এই বনৰ ৰজা, মই বিদৰ্ভ ৰজাৰ কন্যা, নিষধাধিপতি শত্ৰুঘাতী নল ৰজাৰ ভাৰ্য্যা, মোৰ নাম দময়ন্তী। ৩২-৩৩ ॥

হে মৃগাধিপতি, এই বনত প্ৰাণবল্লভ নলক যদি আপুনি দেখিছে, তেন্তে মোৰ শোক-সাগৰত নিমগ্না, অকলশৰীয়া, পতি অন্বেষণ-কাৰিণী এই দুঃখিনীক আশ্বাস দিয়ক। ৩৪ ॥

হে অৰণ্যৰ অধিপতি পশুৰাজ, যদিহে আপুনি নলৰ কথা নকয় তেন্তে মোক ভক্ষণ কৰি এই নিদাৰুণ দুঃখৰপৰা মোক মুক্ত কৰক। ৩৫ ॥

এই মৃগৰাজেও অৰণ্যত মোৰ বিলাপ শুনি কোনো প্ৰত্যুত্তৰ নিদিলে, এতিয়া সৌ সাগৰ-গামিনী নিৰ্ম্মল জলৰাশিৰ তটিনীৰ ওচৰলৈ যাওঁ। ৩৬ ॥

অথবা, মনোৰম, ভিন ভিন বৰ্ণেৰে শোভিত, অতি উচ্চ, বহু শৃঙ্গযুক্ত, নানা ধাতুৰে পৰিপূৰ্ণ, বিবিধ পাথৰেৰে ভূষিত, এই অৰণ্যৰ ধৰণীৰূপে বিৰাজিত, সিংহ, বাঘ, হাতী, বৰা, ভালুক আদি বন্য জন্তু-ব্যাপ্ত, চাৰিওফালে চিত্ৰ-বিচিত্ৰ চৰাইবোৰে আৱাও কৰা, পলাশ, অশোক, বকুল, নাহৰ গছ, ওখ কৰ্ণিকাৰ, ধোপ, পাকৰি আদি গছ আৰু মনোহৰ ফুলেৰে শোভিত জলচৰ পক্ষী ক্ৰীড়া কৰি থকা, নৈ থকা এই পবিত্ৰ পৰ্ব্বতৰাজকে তেন্তে নল ৰজাৰ কথা সোধোঁ, ৩৭-৪১ ॥

হে ভগৱান, অচলশ্ৰেষ্ঠ, আপুনি প্ৰিয়-দৰ্শন, শৰণ্য-কল্যাণময় মহীধৰ, আপোনাক নমস্কাৰ কৰোঁ। ৪২ ॥

মই আপোনাৰ ওচৰলৈ আহি প্ৰণাম কৰিছো, মোক ৰজাৰ ভগ্নী, ৰজাৰ পত্নী আৰু ৰজাৰ দুহিতা দময়ন্তী বুলি জানিব। ৪৩ ॥

চতুৰ্ব্বৰ্ণৰ পালক, ৰাজসূয় অশ্বমেধ প্ৰভৃতি বহুত যজ্ঞৰ অনুষ্ঠান কৰি বহুত দক্ষিণা দিওঁতা, প্ৰীতি আৰু সমান চকুৰে প্ৰজাক পালন কৰোঁতা, ব্ৰহ্মপৰায়ণ, সাধু-চৰিত্ৰ, সত্যবাদী, অসূয়াশূন্য, শৌৰ্য্যবীৰ্য্যশালী, ধৰ্ম্মজ্ঞ, শ্ৰীমান, শত্ৰু নিৰ্ম্মূলকাৰী, বিদৰ্ভৰ অধিপতি, পাৰ্থিৱশ্ৰেষ্ঠ মহাৰথ ভীম মোৰ পিতা, হে ভগৱান, আপোনাৰ ওচৰত উপস্থিত হোৱা মোক তেওঁৰেই জীয়াৰী বুলি জানিব। ৪৪-৪৭॥

নিষধ-ৰাজ্যৰ ৰজা বিখ্যাত নৰোত্তম বীৰসেন মোৰ শহুৰ। ৪৮॥

সত্যপৰায়ণ, শ্ৰীমান, শত্ৰুহন্তা, শ্যামবৰ্ণ, পুণ্যশ্লোক, ব্ৰাহ্মণৰ হিতকাৰী, বেদজ্ঞ, বাগ্মী, পুণ্যাত্মা, অগ্নি-উপাসক, সোমপায়ী, যাগযজ্ঞকাৰী, দাতা, যোদ্ধা, সুশাসনকাৰী, আৰু পৰম্পৰা-ৰূপে পোৱা পৈতৃক ৰাজ্য আৰু ধন ৰক্ষা কৰোঁতা, বিখ্যাত নল সেই বীৰসেন ৰজাৰ পুত্ৰ। এই বনলৈ অহা অবলা মোক সেই নলৰেই একমাত্ৰ ভাৰ্য্যা বুলি জানিব। ৪৯-৫১॥

হে পৰ্ব্বতৰাজ, আপুনি ৰাজ্যভ্ৰষ্ট স্বামীক বিচাৰি ফুৰা অসহায়া, দুঃখিনী, স্বামী-বিৰহিণী মোক নল ৰজাৰ ভাৰ্য্যা বুলি জানিব। ৫২॥

হে অচলশ্ৰেষ্ঠ, আপুনি অতি ওখ শত শিখৰেৰে কেতিয়াবা এই বনত গজেন্দ্ৰ,-বিক্ৰম, দীৰ্ঘবাহু, (আজানুলম্বিত বাহু) বুদ্ধিমান, সহিষ্ণু, ধৈৰ্য্যশীল, যশস্বী, বলশালী মোৰ স্বামী নিষধৰ অধিপতি নল ৰজাক দেখিছিলনে? ৫৩-৫৪॥

হে পৰ্ব্বতশ্ৰেষ্ঠ, একাকিনী, কাতৰচিত্তা, আপোনাৰ নিজৰ ছোৱালীৰ দৰে বিলাপকাৰিণী, দুঃখিনী মোক আজি কিয় মাত এষাৰেৰে আশ্বাস নিদিয়ে? ৫৫॥

হে ধাৰ্ম্মিক, মহাবীৰ, সত্যবাদী মহীপতি, যদি আপুনি এই বনত বাস কৰি আছে, তেন্তে নিজেই মোক দেখা দিয়ক। ৫৬॥

কেতিয়া মই মহাত্মা নৈষধৰাজৰ "হে বৈদৰ্ভী" এই বুলি স্পষ্টাক্ষৰে কোৱা, মেঘৰ ধ্বনিৰ নিচিনা গুৰু-গম্ভীৰ অমৃতময় মধুৰ বাণী শুনিবলৈ পাম? ৫৭-৫৮॥

হে ধৰ্ম্মবৎসল-নৃপপতি, বেদৰ মৰ্ম্মানুসৰণ কৰি কোৱা কথাৰে ভয়-বিহ্বলা দুঃখিনী মোৰ শোক নিবাৰণ কৰি অভয় দিয়ক। ৫৯॥

তাৰ পিছত গিৰিৰাজক এইদৰে কৈ সেই ৰাজনন্দিনী দময়ন্তীয়ে আকৌ উত্তৰাভি-মুখে খোজ ললে। ৬০॥

সেই ৰূপহী দময়ন্তীয়ে তিনি দিন তিনি ৰাতি গৈ মনোহৰ ফলে-ফুলে সুশোভিত তপস্বীসকলৰ আশ্ৰম এখন দেখিবলৈ পালে। ৬১॥

তেওঁ বশিষ্ঠ, ভৃগু, অত্ৰিৰ সদৃশ শুদ্ধাত্মা, মিতাহাৰী, বহিৰিন্দ্ৰিয়-অন্তৰিন্দ্ৰিয়-সংযমী, জলাহাৰী, পত্ৰাহাৰী, বায়ুভক্ষী, স্বৰ্গপথদৰ্শী, গছৰ বাকলি আৰু মৃগচৰ্ম্ম পৰি-ধানকাৰী, যোগ-সাধনত নিমগ্ন ঋষিসকলেৰে শোভিত মনোহৰ আশ্ৰমসমূহ দেখি-বলৈ পালে। ৬২-৬৪॥

সেই আশ্ৰমত ঋষিসকলেৰে সৈতে নানা জাতিৰ হৰিণ আৰু বান্দৰবিলাক লগ লাগি বিচৰণ কৰা দেখি দময়ন্তী আশ্বস্তা হ'ল। ৬৫॥

সুন্দৰ-ভ্ৰূক, সুকেশী, সুস্তনী, ধুনীয়া দাঁত আৰু মুখেৰে সুন্দৰী মনোহৰ উৰু-বিশিষ্টা, তেজস্বিনী, পতিব্ৰতা, পদ্মপত্ৰনয়না, বীৰসেনৰ পুত্ৰ নলৰ ভাৰ্য্যা, তপস্বিনী, নাৰীৰত্ন-স্বৰূপা, মহাভাগা দময়ন্তী আশ্বস্তচিত্তে আশ্ৰমত সোমাল। ৬৬-৬৭ ॥

আশ্ৰমত সোমাই দময়ন্তীয়ে তপস্বীসকলক অভিবাদন জনাই মূৰ দোঁৱাই থিয় দিলে। সেই তপস্বীসকলেও "স্বাগত" বুলি কৈ যথানিয়মে আদৰ-সম্ভাষণ কৰি বহিবলৈ অনুমতি দি "আমি কি কৰিব লাগে কোৱাঁ" এই বুলি সুধিলে। ৬৮-৬৯ ॥

সুন্দৰী দময়ন্তীয়ে তেওঁলোকক ক'লে, "হে ধৰ্ম্মপৰায়ণ তাপসসকল, এই আশ্ৰমত আপোনালোকৰ তপস্যাত, নিত্য-হোমাগ্নিত, ধৰ্ম্ম আৰু আশ্ৰমত থকা পশু-পক্ষী-বিলাকৰ স্বকীয় ধৰ্ম্মাচৰণত কুশলনে? ৭০ ॥

তেওঁলোকে ক'লে,—হে যশস্বিনী ভদ্ৰা, আমাৰ সকলো বিষয়তে মঙ্গল; হে সুন্দৰী, তুমি কোন আৰু কি কৰিবলৈ ইচ্ছা কৰাঁ? ৭১ ॥

হে কল্যাণী, তোমাৰ শৰীৰৰ উজ্জল কান্তি আৰু অনুপম ৰূপ দেখি আমাৰ বিস্ময় জন্মিছে; তুমি শোক এৰি আশ্বস্ত হোৱাঁ। ৭২ ॥

হে অনিন্দিতা কল্যাণী, তুমি এই অৰণ্যৰ অধিষ্ঠাত্ৰী দেৱী, নে এই গিৰি-ৰাজৰ নাইবা এই তৰঙ্গিনীৰ অধিষ্ঠাত্ৰী দেৱী, সঁচা কথা কোৱাঁ। ৭৩ ॥

তেওঁ ঋষিসকলক ক'লে, হে বিপ্ৰসকল, আপোনালোক সকলো তপস্বীয়ে মোক মানৱী বুলিয়েই জানিব; মই এই অৰণ্যগিৰি বা নদীৰ অধিষ্ঠাত্ৰী দেৱী নহওঁ। ৭৪-৭৫ ॥

হে দ্বিজশ্ৰেষ্ঠসকল, মোৰ আত্ম-পৰিচয় বিস্তাৰিতভাৱে বৰ্ণনা কৰিম, আপোনা-লোকে শুনক, বিদৰ্ভ দেশৰ ৰজা ভীমৰ জীয়াৰী বুলি মোক সকলোৱে জানিব। ৭৬ ॥

নিষধ ৰাজ্যৰ অধিপতি, যশস্যাশালী, বুদ্ধিমান, সমৰ-বিজয়ী, বিদ্বান, ৰাজশ্ৰেষ্ঠ বীৰ নল মোৰ স্বামী। ৭৭ ॥

নিষধ বংশৰ পালনকৰ্ত্তা, দেৱ-পূজক, দ্বিজাতিসকলৰ প্ৰিয়, মহা যশস্যাশালী, বুদ্ধিমান, সত্যবাদী, ধৰ্ম্মিক, জ্ঞানী, সত্যপৰায়ণ, শত্ৰুনাশকাৰী, দেৱ-ব্ৰাহ্মণৰ হিতকাৰী, ঐশ্বৰ্য্যশালী, পৰৰাজ্য-বিজয়ী, বিশালনয়ন, পূৰ্ণচন্দ্ৰবদন, বেদ-বেদাঙ্গত পাৰদৰ্শী, প্ৰধান প্ৰধান যজ্ঞৰ অনুষ্ঠাতা, দেৱৰাজ-সদৃশ ৰূপৱান, নৃপশ্ৰেষ্ঠ নল মোৰ স্বামী। ৭৮-৮১ ॥

যুদ্ধত শত্ৰুনাশকাৰী, চন্দ্ৰ-সূৰ্য্যৰ দৰে প্ৰতাপী, সত্য-ধৰ্ম্মপৰায়ণ সেই স্বামীক কিছুমান অকৃতজ্ঞ, অনাৰ্য্য শঠ প্ৰকৃতিৰ লোকে কূট পাশা-খেললৈ আহ্বান কৰি তেওঁৰ ৰাজ্য-ধন সকলো হৰণ কৰিছে। ৮২-৮৩ ॥

মোৰ নাম দময়ন্তী। মোক সেই ৰাজশ্ৰেষ্ঠ নলৰে ভাৰ্য্যা বুলি জানিব। মই স্বামীৰ দৰ্শন লাভ কৰিবলৈ ইচ্ছা কৰিছো। ৮৪ ॥

মই বৰ দুঃখিনী। বন, উপবন, নদ-নদী, পৰ্ব্বত-পাহাৰ, খাল-বিল সকলোবোৰ ঠাইত ৰণপণ্ডিত, অস্ত্ৰবিদ্, মহাত্মা, স্বামী নলক বিচাৰি মই এতিয়া এই আশ্ৰম পাইছোহি। ৮৫—৮৬ ॥

কেতিয়াবা নিষধৰ অধিপতি নল ৰজা আপোনালোকৰ এই মনোৰম তপোবনত উপস্থিত হৈছিলনে ? ৮৭ ॥

হে ব্ৰাহ্মণসকল, যাৰ বাবে মই ভয়ঙ্কৰ বাঘ-ভালুক আদি হিংস্ৰ জন্তুৰে পৰি-পূৰ্ণ এই ঘোৰ অৰণ্যত উপস্থিত হৈছো, সেই নল ৰজাক যদি দুই এদিনৰ ভিতৰত নেদেখোঁ তেন্তে শৰীৰ ত্যাগ কৰি শোক-সন্তপ্ত আত্মাক মুক্তি দিম। ৮৮—৮৯ ॥

সেই প্ৰাণেশ্বৰ ব্যতিৰেকে মোৰ জীৱনৰ কি প্ৰয়োজন ? স্বামী বিৰহানলত দগ্ধ হৈ কেনেকৈ মই জীয়াই থাকিম ? ৯০ ॥

ইয়াৰ পিছত সত্যদৰ্শী তাপসসকলে, বনৰ মাজত অকলে বিলাপ কৰি থকা ভীম-জীয়ৰী দময়ন্তীক এনেকৈ সান্ত্বনা দিলে, ৯১ ॥

হে পতিব্ৰতা কল্যাণী, আগলৈ তোমাৰ কল্যাণ হব ; আমি তপস্যাৰ প্ৰভাৱেৰে দেখিছোঁ, সোনকালে তুমি নিষধৰ অধিপতিক দেখিবা। ৯২ ॥

হে ভৈমী, শত্ৰু-ধ্বংসকাৰী, ধাৰ্ম্মিকশ্ৰেষ্ঠ, তাপ-ৰহিত, নিষধৰ অধিপতি নলক দেখিবা। ৯৩ ॥

হে কল্যাণী, তেনেকৈ সকলো পাপ-তাপৰপৰা মুক্ত, সকলো ধন-ৰত্নেৰে সৈতে শত্ৰুদমনকাৰী, নগৰশ্ৰেষ্ঠৰ সুশাসক, সুহৃদয়, শোক-নিবাৰক, শত্ৰুসকলৰ ভয়জনক, কল্যাণৰ পাত্ৰ স্বামীক দেখিবলৈ পাবা। ৯৪—৯৫ ॥

তপস্বীসকলে নলৰ প্ৰিয়তমা ৰাণী ৰজাৰ জীয়ৰী দময়ন্তীক এনেদৰে কৈ অগ্নিহোত্ৰ আৰু আশ্ৰমেৰে সৈতে সকলোবিলাক অদৃশ্য হ'ল। ৯৬ ॥

সেই বীৰসেন ৰজাৰ বোৱাৰী, সুন্দৰী, দময়ন্তী এই অতি আচৰিত ঘটনাটো দেখি আচৰিত হ'ল। ৯৭ ॥

মই কি সপোন দেখিলো। ই কি অদ্ভুত ঘটনা হ'ল! সেই তাপসসকলেই বা ক'ত! আৰু আশ্ৰমসমূহেই বা ক'ত! ৯৮ ॥

ব্ৰাহ্মণসকলে স্নানাদি নিৰ্ব্বাহ কৰা সেই পৱিত্ৰজলা, ৰমণীয়া নদীয়েই বা ক'ত! আৰু ফলে-ফুলে সুশোভিত মনোৰম গছবিলাকেই বা ক'ত! ৯৯ ॥

এনেকৈ ভীম-কন্যা, সুন্দৰী দময়ন্তীয়ে অনেক সময় চিন্তা কৰি স্বামীৰ শোকত বিষণ্ণ-বদনা হৈ পৰিল। ১০০ ॥

ইয়াৰ পাছত দময়ন্তী চকুলো টুকি সেই ঠাইৰপৰা গ'ল, বেজাৰত তেওঁৰ কণ্ঠ ৰোধ হ'ল, তেওঁ এজোপা অশোক গছ দেখি গদগদ বাক্যেৰে বিলাপ কৰিবলৈ ধৰিলে। ১০১ ॥

চৰাইবোৰে ৰাও কৰা, ধুনীয়া ফুল-পাতেৰে সুশোভিত হৈ থকা বৃক্ষশ্ৰেষ্ঠ অশোকৰ ওচৰলৈ গৈ তেওঁ বিলাপ কৰিবলৈ ধৰিলে, ১০২ ॥

হায়! এই হাবিখনত বহুত শিখৰ থকা, গিৰিৰাজৰ দৰে বহুত ফল-ফুলেৰে সুশোভিত এইজোপা অশোক গছ শুৱনী হৈ আছে। ১০৩ ॥

হে প্ৰিয়দৰ্শন অশোক বৃক্ষ, সোনকালে মোৰ শোক নিবাৰণ কৰা। হে বিশোক, তুমি কেতিয়াবা নিৰ্ভয়-চিত্তৰ নলক দেখিছিলানে ? ১০৪ ॥

শত্ৰু দমনকাৰী দময়ন্তীৰ প্ৰাণেশ্বৰ নিষধৰ অধিপতি প্ৰিয়তম নলক দেখিছিলানে ? ১০৫ ॥

তেওঁ নিজৰ সুকোমল শৰীৰ আধাডোখৰ কাপোৰেৰে ঢাকি নানা দুঃখত পীড়িত হৈ এই বনলৈ আহিছে। ১০৬ ॥

হে অশোক গছ, মই কেনেকৈ শোকশূন্যা হৈ যাব পাৰোঁ, তাৰে উপায় কৰা ; হে শোকনাশক, তোমাৰ অশোক নামৰ যথাৰ্থতা ৰক্ষা কৰা। ১০৭ ॥

এনেকৈ কৈ সেই শোকাতুৰা ৰমণীশ্ৰেষ্ঠা ভীম-নন্দিনীয়ে সেই অশোক গছ এৰি অইন এখন ভীষণ ঠাই পালেগৈ। ১০৮ ॥

তালৈ গৈ পতি অন্বেষণকাৰিণী, ভীম-কন্যা দময়ন্তীয়ে অনেক গছ, ৰম্য পাহাৰ, পশু-পক্ষী, ভয়ঙ্কৰ গহ্বৰ, পৰ্ব্বতৰ প্ৰান্তভাগ, আৰু নদীসমূহ দেখিবলৈ পালে। ১০৯-১১০ ॥

ইয়াৰ পিছত ভালদৰে অলপ দূৰ গৈ হাঁহিমুখী দময়ন্তীয়ে ক্ৰৌঞ্চ, কুকুৰা, চাকৈ-চকোৱা আদি জলচৰ চৰাইয়ে আৱাও কৰা, মাছ-কাছ কুম্ভীৰ আদিয়ে ব্যাপি থকা, বেতনিৰে আবৰি থকা দ্বীপ, উপদ্বীপ-শোভিত, সুশীতল নিৰ্ম্মল পানীৰে ভৰি থকা বহল সুন্দৰ নদী পাৰ হোৱা, হাতী, ঘোঁৰা আৰু ৰথেৰে পৰিপূৰ্ণ সাউদৰ দল এটি দেখিবলৈ পালে। ১১১—১১৩ ॥

যশস্বিনী, নিতম্বিনী নলৰ ভাৰ্য্যাই সেই দলটোক দেখি ওচৰলৈ গৈ তেওঁলোকৰ মাজত প্ৰৱেশ কৰিলে। ১১৪ ॥

হে ভৰত-বংশধৰ, সেই দময়ন্তীক পাগলীৰ দৰে শোকাতুৰা, অৰ্দ্ধ-বস্ত্ৰাবৃতা, ক্ষীণা, মলিনা, ধূলি-ধূসৰিতা দেখি কিছুমান মানুহ ভয়তে লৰি পলাল, কিছুমান চিন্তিত হ'ল আৰু কিছুমানে চিঞৰিবলৈ ধৰিলে। কোনো কোনোৱে উপহাস কৰিবলৈ ধৰিলে, কেতবোৰে দোষ বিচাৰিবলৈ ধৰিলে আৰু তেওঁলোকৰ ভিতৰত কিছুমানে দয়া-পৰৱশ হৈ সুধিবলৈ ধৰিলে, ১১৫—১১৭ ॥

হে কল্যাণী, তুমি কোন ? কাৰ গৃহিণী ? এই বনত কি বিচাৰিছা ? তোমাক দেখি আমি দুঃখিত হৈছো। তুমি দেৱী নে মানৱী ? ১১৮ ॥

হে মঙ্গলদায়িনী, সঁচা কথা কোৱা, তুমি এই বনৰ অথবা পৰ্ব্বতৰ নাইবা দশ-দিশৰ অধিষ্ঠাত্ৰী দেৱতানেকি ? তোমাৰ শৰণাগত হৈছো। ১১৯ ॥

হে অনিন্দিতা, তুমি যখিণীয়েই হোৱা বা ৰাক্ষসীয়েই হোৱা নাইবা দেৱীয়েই হোৱা—আমাৰ হিত সাধিবা আৰু সকলোতে আমাক ৰক্ষা কৰিবা। ১২০ ॥

হে কল্যাণী এই জনসমূহে যাতে সৰ্ব্বতোভাৱে আপদ-বিপদ নঘটাকৈ মঙ্গলে যাব পাৰে, তাৰে উপায় বিধান কৰা। ১২১ ॥

তাৰ পাছত পতি-শোকত দুঃখিনী, পতিব্ৰতা দময়ন্তীয়ে জনসমূহৰ তেনেকুৱা কথা শুনি প্ৰত্যুত্তৰ দিলে, ১২২ ॥

মহাজন, গোমস্তা, ল'ৰা, বুঢ়া, ডেকা আৰু সাউদৰ অগ্ৰণী তোমালোক যিসকল আছা, মোক স্বামী-দৰ্শনৰ অভিলাষিণী, ৰজাৰ জীয়াৰী, ৰজাৰ গৃহিণী, ৰজাৰ বোৱাৰী, মানৱী বুলিয়েই জানিবা । ১২৩—১২৪ ॥

মোৰ পিতা বিদৰ্ভৰাজ ভীম, নিষধৰ অধিপতি মহাত্মা নল মোৰ স্বামী আৰু মই এতিয়া সেই অজেয় স্বামীকে বিচাৰি ফুৰিছো । ১২৫ ॥

যদি তোমালোকে মোৰ প্ৰাণেশ্বৰ, পুৰুষশ্ৰেষ্ঠ, শত্ৰুনাশকাৰী নল ৰজা এই বনত আছে বুলি জানা, তেন্তে তৎক্ষণাৎ কৈ দিয়া । ১২৬ ॥

বণিক-দলৰ নেতা শুচি নামৰ বণিকজনে সুন্দৰী দময়ন্তীক ক'লে, হে কল্যাণী, মোৰ কথা শুনা, ১২৭ ॥

হে সুচিস্মিতা, যশস্বিনী, জনসমূহৰ নেতা মই এজন সাউদ ; নল নামেৰে কোনো মানুহক ইয়াত দেখা নাই । ১২৮ ॥

মানুহৰ সংসৰ্গ নোহোৱা এই অৰণ্যত বহুত হাতী, সিংহ, বাঘ, ম'হ, ভালুক আৰু হৰিণ আদি জন্তু দেখিছো ; তোমাৰ বাহিৰে অইন মানুহ দেখা নাই । আজি যক্ষ-ৰাজ মণিভদ্ৰ আমাৰ প্ৰতি প্ৰসন্ন হওক । ১২৯—১৩০ ॥

তাৰ পাছত দময়ন্তীয়ে সাউদসকল আৰু দলৰ নেতাজনক সুধিলে, তোমালোক কলৈ যাবা মোক কোৱাঁচোন । ১৩১ ॥

বণিক-দলৰ গৰাকীয়ে ক'লে,—হে ৰাজপুত্ৰী, এই দলটো শীঘ্ৰেই লাভৰ কাৰণে সত্য-পৰায়ণ চেদি ৰাজ্যৰ ৰজা সুবাহুৰ দেশলৈ যাব । ১৩২ ॥

ইতি মহাভাৰতৰ বনপৰ্ব্বৰ অন্তৰ্গত নলোপাখ্যান-পৰ্ব্বত দময়ন্তী-বণিক-কথোপ-কথন নামৰ চতুঃষষ্টিতম অধ্যায় । ৬৪ ॥

## ॥ অধ্যায় ৬৫ ॥

# ॥ চেদিৰাজ্যত দময়ন্তী ॥

বৃহদশ্বই ক'লে,—তেতিয়া স্বামী-দৰ্শনৰ অভিলাষিণী সুন্দৰী দময়ন্তী বণিকৰ তেনেকুৱা কথা শুনি সেই দলটোৰ লগতে গ'ল । ১ ॥

ইয়াৰ পিছত বহুদিন গ'লত বণিকসকলে সেই ভয়ঙ্কৰ অৰণ্যৰ মাজত সুন্দৰ, প্ৰচুৰ ঘাঁহনি আৰু খৰিৰে পৰিপূৰ্ণ, ফলে-ফুলে সুশোভিত, নানা চৰাইৰে ভৰি থকা পদ্ম-সৌগন্ধিক নামেৰে এখনি সৰোবৰ দেখিবলৈ পালে । ২—৩ ॥

সেই বণিকসকলৰ পণ্য বহন কৰা বাহনবিলাক তাগৰি পৰাত মনোহৰ, সুশী-তল, নিৰ্ম্মল, সুস্বাদু পানী থকা সেই সৰোবৰৰ পাৰত বাস কৰিবলৈ তেওঁলোকে মন কৰিলে । ৪ ॥

দলপতিৰ সম্মতিমতে বনত প্ৰৱেশ কৰি সেই সৰোবৰৰ পশ্চিম পাৰত বণি-কৰ দলটো বাস কৰিলে । ৫ ॥

ইয়াৰ পিছত মাজ নিশা গোটেই বন নীৰৱ-নিস্তব্ধ হোৱাত পৰিশ্ৰান্ত বণিক সকল টোপনিত লালকাল দিলত মদমত্ত হাতীৰ পাল এটা উপস্থিত হ'ল । ৬ ॥

কুমেদি হিমেজু ওলাই মলিন হৈ থকা হাতীৰ পালটোৱে পৰ্ব্বতীয়া জুৰিলৈ পানী খাবলৈ আহি সেই সাউদৰ দলটো আৰু তেওঁলোকৰ হাতী আদি বাহন-বোৰ দেখিবলৈ পালে । ৭ ॥

সেই সকলোবিলাক মদমত্ত বনৰীয়া হাতীয়ে ঘৰচীয়া হাতীবোৰ দেখি বধ কৰিবৰ মনেৰে খেদি আহিল । ৮ ॥

পৰ্ব্বতৰ আগৰপৰা খহি পৰা শৃঙ্গৰ দৰে ঢপলিয়াই অহা হাতী বিলাকৰ বেগ সহিব নোৱৰা হৈছিল । ৯ ॥

বণিকবিলাকে পদ্মসৌগন্ধিক সৰোবৰৰ পাৰত বনৰীয়া হাতীৰ পথ আগুৰি শুই থকাত হাতীবিলাক উপদ্ৰুত হৈ ভয়তে পলাবলৈ চেষ্টা কৰাত বণিকবিলাক আহত হ'ল আৰু আত্মৰক্ষাৰ বাবে হাহাকাৰ কৰি হাবিৰ জোপোহাৰ মাজত ভয়তে লুকাল । বহুতকে টোপনিত অচেতন হৈ থকাত হাতীয়ে শুঁৰেৰে, দাঁতৰ আঘাতেৰে আৰু ভৰিৰে গচকি মাৰিলে । ১০—১২ ॥

বহুত উট, ঘোঁৰা আৰু ভাৰবাহীলোকে হাতীৰ উৎপীড়নত প্ৰাণ হেৰুৱালে ; বহুতো বণিকে ভয়তে লৰা-ঢপৰা কৰি ইটোৱে-সিটোৱে খুন্দিয়া-খুন্দি কৰি ভয়ঙ্কৰ শব্দ কৰি মাটিত বাগৰি পৰিল আৰু ভয়তে গছত উঠি অসমান ঠাইত পৰি প্ৰাণ এৰিলে । ১৩—১৪ ॥

হে মহাৰাজ, এনেকুৱাকৈ দৈৱ-দুৰ্ব্বিপাকত পৰি বনৰীয়া হাতীৰ দ্বাৰা আক্ৰান্ত হৈ ঐশ্বৰ্য্যশালী বহুত বণিক নিহত হ'ল । ১৫ ॥

এনেতে অৰণ্যৰ মাজত এটি ভয়ঙ্কৰ শব্দ হ'ল—'ভীষণ জুয়ে পুৰি মাৰে এতিয়া, সোনকালে লৰি আহি প্ৰাণ ৰক্ষা কৰা' । ১৬ ॥

'ধন ৰত্নবোৰ সিঁচৰতি হৈছে, কিয় পলাইছা ? এই সকলোবিলাক ধন গোটাই লোৱা, মোৰ কথা মিছা নহয়' । ১৭ ॥

'আকৌ মই কৈছো, তোমালোকে চিন্তা কৰা', এনেকুৱাকৈ কোৱাত বণিক-সকল ভয়তে কাতৰ হৈ উধাতু খাই লৰিবলৈ ধৰিলে । ১৮ ॥

সেই ভয়ানক লোকক্ষয়জনিত গণ্ডগোলত দময়ন্তী ভয়াতুৰা হৈ জাগি উঠিল । ১৯ ॥

সেই অৰণ্যত পদ্মনয়না ভৈমীয়ে টোপনিৰুদকা সাৰ পাই আগতে নেদেখা

সকলো লোকৰে ভয়জনক তেনে লোক-বিনাশক ঘটনা দেখি অতিশয় উদ্বিগ্ন আৰু ভয়তে ব্যাকুল হৈ থিৰ দি ৰ'ল। ২০—২১ ॥

সেই বণিকসকলৰ ভিতৰত যিবিলাকে ক্ষত-বিক্ষত নোহোৱাকৈ সেই মহা-বিপদৰপৰা মুক্তি পাইছিল, তেওঁলোকে গোট খাই আলোচনা কৰিছিল, কি কাৰ্য্যৰ কাৰণে এনে বিপদ ঘটিল ? নিশ্চয় আমি মহা যশস্যাশালী মণিভদ্ৰক পূজা কৰা নাই। ২২ ॥

বোধ কৰোঁ যক্ষৰ অধিপতি ধনেশ্বৰ কুবেৰৰ অথবা প্ৰথমতে বিঘ্নকাৰীসকলৰ পূজা কৰা হোৱা নাই। ২৩ ॥

নাইবা, যাত্ৰাৰ সময়ত অমঙ্গলীয়া পক্ষী-দৰ্শনৰ এয়া বিপৰীত ফল। আমাৰ গ্ৰহ অশুদ্ধ নহয়, তেন্তে কিয় এনে বিঘিনি ঘটিল ? ২৪ ॥

আন কিছুমান বণিকে জ্ঞাতিনাশ, ধনক্ষয় হোৱা শোকত অতিশয় দুঃখিত হৈ খঙতে কবলৈ ধৰিলে, আজি পাগলীৰ দৰে বিকৃত আকৃতিৰ যিজনী তিৰোতা অমানৱী ৰূপ ধৰি বণিকসকলৰ মাজত সোমাইছিল, তাইৰেই এনে ভীষণ মায়া-প্ৰভাৱেৰে এই দুৰ্ঘটনা ঘটিল। ২৫—২৬ ॥

সেই তিৰোতাজনী নিশ্চয় ৰাক্ষসী অথবা যখিণী নাইবা ভয়ঙ্কৰ পিশাচী, তাইৰ কাৰণেই আমাৰ এই বিপদ ঘটিছে। ইয়াত কোনো সন্দেহ নাই। ২৭ ॥

যদি সেই অনেক দুঃখদায়িনী, ধনজন-নাশিনী পাপিনীক দেখা পাওঁ তেনে-হ'লে বণিকসকলৰ এই সৰ্ব্বনাশ-কাৰিণীক ধূলি, চপৰা, তৃণ, কাঠ দলিয়াই আৰু ভুকুৰে অৱশ্যে বধিম। ২৮ ॥

দুঃখিনী দময়ন্তীয়ে তেওঁলোকৰ তেনেকুৱা নিদাৰুণ কথা শুনি লাজ আৰু ভয়ত উধাতু খাই অৰণ্যলৈ লৰি পলাল, আৰু নিজৰ ভবিষ্যত-বিপদৰ আশঙ্কা কৰি অনুতাপ কৰিবলৈ ধৰিলে, ২৯—৩০ ॥

উঃ হায়, মোৰ প্ৰতি বিধাতাৰ কি নিদাৰুণ কোপ! অলপো শুভ-দৃষ্টি নাই, ইনো কি কুকৰ্ম্মৰ ফল নাজানো! ৩১ ॥

মই কায়-মনো-বাক্যে কেতিয়াও কাৰো কোনো অনিষ্ট আচৰণ কৰা নাই, তথাপি এইটো কি কুকৰ্ম্মৰ ফল নাজানো! ৩২ ॥

নিশ্চয় আগৰ জন্মত বহুত পাপ আচৰণ কৰিছিলো, সেই কাৰণেই মই এই এবাৰ নোৱৰা মহা বিপদত পৰিছো। ৩৩ ॥

স্বামীৰ ৰাজ্য নাশ, আত্মীয়-স্বজনৰ হাতত পৰাজয়, স্বামী-বিচ্ছেদ, ল'ৰা-ছোৱালী দুটিৰ অদৰ্শন আৰু মহা অৰণ্যত অনাথিনীৰ দৰে হিংস্ৰ জন্তুৰ মাজত বাস, ইয়াতকৈ আৰু কি দুঃখ আছে ? ৩৪ ॥

হে মহাৰাজ, ইয়াৰ পাছত পিছ দিনা ৰাতি পুৱালত মৃত্যু মুখৰপৰা ৰক্ষা পোৱা মানুহবিলাকে তেতিয়া সেই ঠাইৰপৰা ওলাই আহি পিতা, পুত্ৰ, ভায়েক, সখিয়েক মৰিছে বুলি শোক কৰিবলৈ ধৰিলে। ৩৫—৩৬ ॥

সেই নিৰ্জ্জন বনত বৈদৰ্ভীয়ে 'উঃ মই কি পাপ কাৰ্য্য কৰিছিলো' বুলি শোক কৰিবলৈ ধৰিলে । ৩৭ ॥

মই নিৰ্জ্জন বনত যি জনসমূহ লগ পাইছিলো, মোৰ ভাগ্য-দোষত তেওঁ-লোকবো হাতীৰ গছকত মৃত্যু ঘটিল । নিশ্চয় মই আজিৰ দৰে দুঃখ বহুত সহিব লাগিব । ৩৮ ॥

বুঢ়াসকলৰ মুখে শুনিছিলো, কাল প্ৰাপ্ত নহ'লে মানুহৰ মৃত্যু নহয়, কাৰণ মই দুঃখিনী আজি হাতীৰ উপদ্ৰৱতো নমৰিলো । ৩৯ ॥

এই সংসাৰত মানুহৰ সুখ-দুঃখ সকলো দৈৱাধীন । মই শিশু কালতো কায়-মনো-বাক্যে কোনো পাপ-কৰ্ম্ম কৰা নাই, তথাপি কিয় এনে দুৰ্দ্দশাগ্ৰস্ত হ'লো ? ৪০ ॥

জানিছো, মোৰ স্বয়ম্বৰত ইন্দ্ৰাদি লোকপালসকল উপস্থিত হৈছিল, তেওঁলোকক এৰি নলক বৰিলো, নিশ্চয় তেওঁলোকৰ কোপ-প্ৰভাৱতে পতি-বিচ্ছেদ আদি নানা দুঃখ পাইছো । ৪১—৪২ ॥

তেতিয়া সুন্দৰী, পতিব্ৰতা, দুঃখিনী দময়ন্তীয়ে এনেকুৱাকৈ বিলাপ কৰি অনুতাপ কৰিবলৈ ধৰিলে । ৪৩ ॥

হে ৰাজশ্ৰেষ্ঠ, শৰৎ কালৰ প্ৰতিপদৰ চন্দ্ৰৰ দৰে ম্লানমুখী দময়ন্তী মৃত্যু-মুখৰপৰা ৰক্ষা পোৱা বেদপাৰগ ব্ৰাহ্মণসকলেৰে সৈতে যাবলৈ ধৰিলে । ৪৪ ॥

দময়ন্তী তেওঁলোকৰ পিছে পিছে গৈ গধূলি সময়ত সত্যদৰ্শী চেদি ৰাজ্যৰ অধিপতি সুবাহু ৰজাৰ নগৰ পালেগৈ । ৪৫ ॥

ইয়াৰ পিছত অৰ্দ্ধবস্ত্ৰাবৃতা দময়ন্তী সেই পুৰশ্ৰেষ্ঠত প্ৰৱেশ কৰিলেগৈ । ৪৬ ॥

চেদি ৰাজ্যৰ নাগৰিকসকলে ব্যাকুলচিত্তা, মলিনবৰ্ণা, আউলী-বাউলী হৈ পাগলীৰ নিচিনাকৈ কৃশা দময়ন্তীক যোৱা দেখিলে । ৪৭ ॥

তেতিয়া দময়ন্তীক চেদি ৰাজ্যত প্ৰৱেশ কৰা দেখি, নগৰৰ সৰু সৰু ল'ৰা-ছোৱালীবিলাকে কৌতূহলত পিছে পিছে যাবলৈ ধৰিলে । দময়ন্তীয়ো ল'ৰা-ছোৱালী-বিলাকেৰে পৰিৱেষ্টিতা হৈ ৰাজ-ভৱনৰ ওচৰ পালেহি । ৪৮ ॥

সেই সময়ত ৰাজমাও প্ৰাসাদৰ ওপৰত আছিল ; তেওঁ দময়ন্তীক ল'ৰা ছোৱালী-বোৰেৰে পৰিৱেষ্টিত হৈ যোৱা দেখি ধাত্ৰীক ক'লে,—হেৰ' যাচোন, সৌ মানুহ-জনীক মোৰ ওচৰলৈ মাতি আন । ৪৯ ॥

ল'ৰা ছোৱালীবিলাকে তাইক বিৰক্তি দিছে, বেচেৰী, দুঃখিনী আৰু আশ্ৰয়-প্ৰাৰ্থিনী । মই দেখিছো তাইৰ ৰূপে মোৰ ঘৰ উজ্জ্বল কৰিব । ৫০ ॥

পাগলীৰ বেশত থকা আয়তনয়না এইগৰাকী তিৰোতা সাক্ষাৎ লক্ষ্মীৰ নিচিনা । ধাত্ৰীয়ে সেই জনতাক বাৰণ কৰি তিৰোতাগৰাকীক প্ৰাসাদলৈ আনি বিস্মিত হৈ সুধিলে ; তুমি এনেকুৱা দুঃখ-কষ্টত থকা সত্ত্বেও তোমাৰ শৰীৰৰ সৌন্দৰ্য্য দেখোন অলপো কমা নাই । ৫১—৫২ ॥

হে সুন্দৰী, তুমি কোন ? তুমি কাৰ পত্নী কোৱাঁ ? তুমি মেঘৰ মাজত বিজুলীৰ দৰে জিলিকি আছা, তোমাৰ শৰীৰত কোনো আভৰণ নাই ; তথাপি মানুহৰ ৰূপ বুলি ধাৰণা নহয় । ৫৩ ॥

হে দেৱী, তুমি অসহায়া, জনস্থাই তোমাক নিৰক্ত কৰিছে ; তথাপি তুমি উৎকণ্ঠিত হোৱা নাই । ধাইৰ তেনেকুৱা কথা শুনি দময়ন্তীয়ে ক'বলৈ ধৰিলে, ৫৪ ॥

মোক পতিব্ৰতা, সৎকুলজাতা, অন্তঃপুৰবাসিনী, যথেচ্ছাবাসিনী, মানৱী, দাসী বুলিয়েই জানিবা । ৫৫ ॥

অকল ফল-মূল খাই যি ঠাইতে গধূলি হয় সেই ঠাইতে আশ্ৰয় লওঁ । মোৰ স্বামী বহু গুণৰ অধিকাৰী আৰু মোৰ একান্ত অনুৰক্ত আছিল । মইয়ো ছায়াৰ দৰে সেই বীৰৰ অনুগমন কৰিছিলোঁ । ৫৬ ॥

অশেষ গুণবান হৈয়ো দৈৱ-দুৰ্বিপাকত পৰি তেওঁ পাশা খেলত অতিশয় আসক্ত হয় । ৫৭ ॥

সেই পাশা খেলত সমুদায় ৰাজ্য-ধন হেৰুৱাই অকলে এখন মাত্ৰ কাপোৰ পিন্ধি বলিয়াৰ দৰে ব্যাকুল হৈ বনলৈ গ'ল । ৫৮ ॥

মইয়ো স্বামী-দেৱতাক আশ্বাস দিবৰ কাৰণে তেওঁৰ পিছে পিছে বনলৈ গ'লো, সেই বীৰে এদিনাখন কিবা কাৰণত ছাবিৰ মাজত ক্ষুধাতুৰ হৈ প্ৰায় অজ্ঞান আৰু উন্মত্তৰ দৰে ঘূৰি ফুৰোঁতে পৰিধান কৰা কাপোৰখনকো এৰিব লগীয়া হ'ল । ৫৯—৬০ ॥

মইয়ো এখন কাপোৰ পিন্ধি পাগলীৰ দৰে নাঙঠ স্বামীৰ অনুগমন কৰি কৰি অনেক নিশা উজাগৰে কটালো । ৬১ ॥

তাৰ পাছত এনেকৈ বহুত দিন গ'লত, এদিনাখন শয়নাৱস্থাত মোৰ পিন্ধা কাপোৰৰ আধা কাটি নিৰপৰাধিনী মোক সেই অৰণ্যৰ মাজত এৰি স্বামী পলায়ন কৰিলে । ৬২ ॥

শোকত স্বামীক বিচাৰি দিনে-ৰাতিয়ে মই দেই-পুৰি মৰিছোঁ । সেই পদুম-কলিৰ দৰে দেৱতুল্য প্ৰিয় প্ৰাণেশ্বৰ স্বামীক বনত অনেক অনুসন্ধান কৰিও নেপালো । ৬৩ ॥

এনেকৈ অনেক বিলাপ কৰি চকুপানী টুকি কাতৰ স্বৰেৰে ৰোদন কৰা পতি-প্ৰাণা দময়ন্তীক ৰাজমাতাই অধিক স্নেহময়ী হৈ সান্ত্বনা দিবলৈ ধৰিলে, ৬৪ ॥

হে কল্যাণী, তুমি মোৰ ইয়াতেই থাকাঁ, তোমাক দেখি মোৰ প্ৰীতি জন্মিছে । হে সুন্দৰী, মোৰ অধীনস্থ থকা পুৰুষবিলাকে তোমাৰ স্বামীক বিচাৰি আনিব । ৬৫ ॥

নাইবা, তেওঁ ইকাল-সিকালে তোমাৰ খাদ্য ঘূৰি ফুৰি নিজেই আহি ইয়াত উপস্থিত হ'ব ; হে কল্যাণী, তুমি ইয়াত থাকিলেই স্বামীক লাভ কৰিবা । ৬৬ ॥

দময়ন্তীয়ে ৰাজমাতৃৰ কথা শুনি কবলৈ ধৰিলে,—হে বীৰ-জননী, মই আপোনাৰ ঘৰত থাকিবলৈ সন্মত আছো । ৬৭ ॥

কিন্তু মই কোনো মানুহৰ অৱশিষ্ট নাখাওঁ, কাৰো ভৰি নুধুৱাওঁ, কেতিয়াও কোনো পৰ-পুৰুষেৰে সৈতে কথা নাপাতোঁ। ৬৮ ॥

যদি কোনো পুৰুষে মোক প্ৰাৰ্থনা কৰে সেই পুৰুষ যথাবিধি দণ্ডাৰ্হ হ'ব। যদি কোনো দুষ্ট প্ৰকৃতিৰ লোকে বাৰে বাৰে মোক প্ৰাৰ্থনা কৰে, তেন্তে তাক প্ৰাণদণ্ড দিব লাগিব। এয়ে মোৰ ব্ৰত। ৬৯ ॥

স্বামীক বিচাৰিবলৈ পঠোৱা ব্ৰাহ্মণসকলক লগ ধৰি মই পথ সুধিম। যদি এইবোৰ নিয়ম ৰক্ষিত হয়, তেতিয়া আপোনাৰ লগত থাকিম। ইয়াত কোনো সন্দেহ নাই। কেতিয়াবা ইয়াৰ অন্যথা হলে মোৰ আৰু ইয়াত থকা নহ'ব। ৭০—৭১ ॥

হে কল্যাণী, তোমাৰ এই সকলোবোৰ নিয়ম প্ৰতিজ্ঞা অনুসাৰে পালন কৰা হ'ব—এই বুলি ৰাজমাৱে আনন্দ মনেৰে ক'লে। হে ভৰত-বংশধৰ নৰপতি, ৰাজমাৱে ভৈমীক এনেকৈ কৈ নিজৰ ছোৱালী সুনন্দাক ক'লে, হে সুনন্দা, এই সৈৰিন্ধ্ৰীক এগৰাকী দেৱী বুলি জানিবা। ৭২-৭৩ ॥

এওঁ তোমাৰ সম-বয়সীয়া সখী হ'ব, এওঁৰে সৈতে সদায় নিশ্চিন্তমনে ৰং-ধেমালি কৰি থাকিবা। ৭৪ ॥

তাৰ পাছত সুনন্দাই আনন্দ মনেৰে সখীসকলেৰে সৈতে আৱৰি ধৰি দময়ন্তীক নিজৰ ঘৰলৈ লৈ গ'ল। ৭৫ ॥

পতিব্ৰতা দময়ন্তীয়ে তাত যথানিয়মে সম্মানিতা হৈ সকলো ভোগ্য-বস্তু ভোগ কৰি নিশ্চিন্ত মনেৰে বাস কৰিবলৈ ধৰিলে। ৭৬ ॥

ইতি মহাভাৰতৰ বনপৰ্ব্বৰ অন্তৰ্গত নলোপাখ্যান-পৰ্ব্বত চেদিৰাজ্যত দময়ন্তী নামৰ পঞ্চষষ্টিতম অধ্যায়। ৬৫ ॥

## ॥ অধ্যায় ৬৬ ॥

# ॥ নল-কৰ্কোটক সংবাদ ॥

বৃহদশ্বই ক'লে,—হে মহাৰাজ, ৰজা নলে দময়ন্তীক পৰিত্যাগ কৰি নিবিড় অৰণ্যত এক ভয়ানক প্ৰজ্বলিত দাবানল দেখিবলৈ পালে। ১ ॥

সেই দাবানলৰ মাজৰপৰা কোনোবা প্ৰাণীয়ে 'পুণ্যশ্লোক নল বেগাই আহক' বুলি বাৰে বাৰে বৰকৈ চিঞৰা শুনিলে। ২ ॥

'ভয় নকৰিবা' এই বুলি কৈ উঠি নলে সেই দাবানলৰ মাজত কুণ্ডলী পকাই শুই থকা ভয়ঙ্কৰ নাগ এটি দেখিলে। ৩ ॥

তেতিয়া সেই নাগে হাত যোৰ কৰি কঁপি কঁপি নলক কবলৈ ধৰিলে, হে ৰজা, মোক কৰ্কোটক নাগ বুলি জানিব। ৪ ॥

হে নৰপতি, এদিন মহাতপা মহৰ্ষি নাৰদক প্ৰবঞ্চনা কৰি ঋষিৰ কোপত পৰি শাপগ্ৰস্ত হৈছো। ৫ ॥

'তই গতি শক্তি ৰহিত হৈ ইয়াতে থাক, যেতিয়া নল ৰজাই ইয়াৰপৰা নিব সেই সময়ত তই মোৰ শাপৰপৰা মুক্ত হবি' বুলি মহৰ্ষিয়ে শাপ দিয়ে। ৬ ॥

ঋষিৰ শাপৰ বাবে মই এখোজো কাঢ়িব নোৱৰা হৈ আছো। আপুনি মোক এই বিপদৰপৰা উদ্ধাৰ কৰক, মই আপোনাক ভাল উপদেশ দিম। ৭ ॥

মই আপোনাৰ সখি হম, মোৰ সমান নাগ বংশত কোনো নাই, মই এতিয়াই লঘু হৈ পৰোঁ, মোক আপুনি ইয়াৰপৰা লৈ বলক। ৮ ॥

এনেকৈ কৈ সেই নাগৰাজ অঙ্গুষ্ঠ-পৰিমাণ হ'ল; নল ৰজাই সেই নাগক লৈ জুই নথকা ঠাইলৈ গ'ল। ৯ ॥

দাবাগ্নি আকাশলৈ উঠি তৎক্ষণাৎ নিৰ্ব্বাপিত হ'ল। নলে নাগক তাতে এৰি-বলৈ ইচ্ছা কৰা দেখি, নল ৰজাক কৰ্কোটক নাগে কবলৈ ধৰিলে, ১০ ॥

হে নিষধাধিপতি, মোক লৈ কেইখোজমান গণনা কৰি যাওক; হে মহাবাহু, মই আপোনাৰ যথোচিত উপকাৰ সাধিম। ১১ ॥

নাগৰ আদেশ অনুসাৰে নলে গণনা কৰিবলৈ আৰম্ভ কৰিলে, দহ খোজ হোৱা বুলি কোৱাত কৰ্কোটকে নলক দংশন কৰিলে; নাগ-দংশনত নলৰ আগৰ ৰূপ থন্তেকতে নাইকিয়া হ'ল। ১২ ॥

ৰজা নল নিজৰ ৰূপ বিকৃত হোৱা দেখি আচৰিত হ'ল, ইফালে কৰ্কোটক নাগে নিজ-ৰূপ ধাৰণ কৰা মহীপতি নলে দেখিবলৈ পালে। ১৩ ॥

তাৰ পাছত কৰ্কোটকে নলক সান্ত্বনা দি কবলৈ ধৰিলে, হে ৰজা, আপোনাক মানুহে চিনিব নোৱৰা কৰিবলৈকে আপোনাৰ ৰূপ হৰণ কৰিছো। ১৪ ॥

হে মহাৰাজ নল, যাৰ কাৰ্য্যত আপুনি এই নিদাৰুণ কষ্টেৰে পীড়িত হৈছে, সেই পাপীয়ে মোৰ বিষেৰে দগ্ধ হৈ নিজৰ শৰীৰত দুখ ভোগ কৰিব। ১৫ ॥

হে মহাৰাজ, সেই দুৰাত্মাই যেতিয়ালৈকে আপোনাক এৰি নাযায়, তেতিয়ালৈকে মোৰ তীব্ৰ বিষেৰে জৰ্জ্জৰিত হৈ আপোনাৰ শৰীৰত অতি কষ্টেৰে বাস কৰিব। ১৬ ॥

হে মহীপতি, সেই দুষ্টই ক্ৰোধৰ বশৱৰ্ত্তী হৈ অসূয়া কৰি নিৰপৰাধী আপোনাক সংসাৰ-দুখৰপৰা বঞ্চিত কৰিছে। এতিয়া মই আপোনাক ৰক্ষা কৰিলো। ১৭ ॥

হে নৰশ্ৰেষ্ঠ মহাৰাজ, মোৰ অনুগ্ৰহত দঁতাল জন্তু, শত্ৰু আৰু ব্ৰহ্মবিদসকলৰ-পৰা আপোনাৰ কোনো ভয় নহ'ব। ১৮ ॥

হে মহাৰাজ, বিষৰ দ্বাৰা আপোনাৰ কোনো কষ্ট অনুভৱ নহব; আৰু যুদ্ধতো সদায় আপুনি শত্ৰুক পৰাজয় কৰিব পাৰিব। ১৯ ॥

হে নিষধৰ ঈশ্বৰ, আজি আপুনি ইয়াৰপৰা মনোৰম অযোধ্যা নগৰৰ ঋতুপৰ্ণ ৰজাৰ ওচৰলৈ যাওক, তেওঁ পৰিচয় সুধিলে 'মই সাৰথি, মোৰ নাম বাহুক' এই বুলি কব, ৰজা ঋতুপৰ্ণ পাশা খেলত নিপুণ, আপুনি তেওঁক অশ্ববিদ্যা শিকাব আৰু তাৰ বিনিময়ত ৰজাই আপোনাক অক্ষবিদ্যা দিব । ২০—২১ ॥

ইক্ষাকু বংশধৰ শ্ৰীমান ৰজা ঋতুপৰ্ণ আপোনাৰ মিত্ৰ হব ; যেতিয়া আপুনি পাশা খেলত পৈণত হব তেতিয়া ঐশ্বৰ্য্য লাভ কৰিব । ২২ ॥

আপুনি ভাৰ্য্যা-পুত্ৰ-কন্যাৰে সৈতে মিলিত হব, শোকেৰে মন দুৰ্ব্বল নকৰিব, আকৌ ৰাজ্য, ধন-ঐশ্বৰ্য্য ঘুৰাই পাব, মই আপোনাক সত্য কথা কৈছো । ২৩ ॥

হে ৰজা, আপুনি যেতিয়া নিজৰ ৰূপ পাবলৈ ইচ্ছা কৰিব, তেতিয়া মোক স্মৰণ কৰিব আৰু এই কাপোৰ পৰিধান কৰিব । ২৪ ॥

এই কাপোৰ পৰিধান কৰিলে নিজৰ দিব্য-ৰূপ পাব, ইয়াকে কৈ নাগে তেতিয়া নলক এযোৰ সুন্দৰ কাপোৰ দিলে । ২৫ ॥

হে কুৰুবংশজাত ৰজা যুধিষ্ঠিৰ, নাগৰাজ কৰ্কোটক নল ৰজাক এনেকৈ উপদেশ আৰু কাপোৰ দি অন্তৰ্দ্ধান হ'ল । ২৬ ॥

ইতি মহাভাৰতৰ বনপৰ্ব্বৰ অন্তৰ্গত নলোপাখ্যান-পৰ্ব্বত নল-কৰ্কোটক সংবাদ নামৰ ষট্ষষ্টিতম অধ্যায় । ৬৬ ॥

॥ অধ্যায় ৬৭ ॥

# ॥ নলৰ বিলাপ ॥

বৃহদশ্বই ক'লে,—এনেকৈ সেই কৰ্কোটক নাগ অদৃশ্য হ'লত, নিষধ ৰাজ নল দহ দিনৰ মূৰত গৈ ঋতুপৰ্ণ ৰজাৰ নগৰত প্ৰৱেশ কৰিলে । ১ ॥

ৰজা ঋতুপৰ্ণৰ ওচৰত উপস্থিত হৈ নলে ক'লে,—মোৰ নাম বাহুক, পৃথিৱীত মোৰ নিচিনা অশ্ব-চালক কোনো নাই । ২ ॥

মই সকলো বিষয়তে নিপুণ, অৰ্থ-কষ্ট দেখা দিলে তাৰ প্ৰতিকাৰৰ বাবে সৎ-পৰামৰ্শ দিব পাৰোঁ, আৰু আনতকৈ বিশেষভাৱে পাক-প্ৰণালীও জানো । ৩ ॥

হে ৰজা ঋতুপৰ্ণ, এই সংসাৰত যিমানবোৰ শিল্প আৰু আন যি দুঃসাধ্য কাৰ্য্য আছে সেই সকলোবোৰ কৰিবলৈ যত্ন কৰিম ; আপুনি মোক পোহ-পাল দিয়ক । ৪ ॥

ৰজা ঋতুপৰ্ণই ক'লে,—হে মহাবাহু, তুমি পৰম সুখেৰে ইয়াতে থাকাঁ, যি কৰিব খোজা সেই সকলোকে কৰিবা, বিশেষকৈ মোৰ সদায় বেগী যান-বাহনত উঠিবলৈ অভিলাষ হয় । ৫ ॥

এতেকে তুমি ইয়াতে থাকি অশ্ব-শিক্ষা দিয়াঁ, যাতে মোৰ অশ্ববিলাক শীঘ্ৰগামী হয়। আজিৰপৰা তুমি অশ্বাধ্যক্ষ হ'লা আৰু তোমাক দহ হেজাৰ সুবৰ্ণ মুদ্ৰাৰে বেতন দিয়া হব। ৬ ॥

এই বাৰ্ষ্ণেয় আৰু জীবলে সদায় তোমাৰ আল-পৈচান ধৰিব, তুমি এওঁলোক দুজনেৰে সৈতে ৰং-ধেমালি কৰি মোৰ অধীনত সুখেৰে বাস কৰাঁ। ৭ ॥

বৃহদশ্বই ক'লে,— নল ৰজাই ঋতুপৰ্ণৰ আদেশ অনুসাৰে বাৰ্ষ্ণেয় আৰু জীবলেৰে সৈতে সসম্মানে সেই নগৰত বাস কৰিলে। ৮ ॥

সেই নগৰত বাস কৰি থাকোঁতে ৰজা নলে বিদৰ্ভৰাজ-কন্যা দময়ন্তীৰ চিন্তা কৰি প্ৰতিদিনে গধূলি এই কথা কয়, ৯ ॥

হায়, অসহায়া দময়ন্তীয়ে ভোক পিয়াহত আতুৰ আৰু পৰিশ্ৰান্ত হৈ ক'ত শয়ন কৰিছে, এই দুৰ্ভগীয়াক স্মৰণ কৰি জীৱন-ৰক্ষাৰ বাবে কাক উপসনা কৰিছে। ১০ ॥

জীবলে নলৰ মুখত এনে কথা শুনি এদিনাখন ৰাতি নলক সুধিলে, হেৰা বাহুক, এইদৰাকীনো কোন ৰমণী যাৰ কাৰণে তুমি শোক কৰিছা, মই শুনিব খোজোঁ। ১১ ॥

হে আয়ুষ্মান, যিদৰাকী ৰমণীৰ বাবে এনেকৈ শোক কৰিছা, তেওঁ কাৰ ভাৰ্য্যা ? নল ৰজাই তেওঁক ক'লে, কোনো এজন মন্দমতিৰ বহুগুণৱতী ভাৰ্য্যা আছিল; সেই দুৰ্ব্বুদ্ধিয়াই কিবা কাৰণত সতাৰপৰা পিছলি তেওঁৰে সৈতে নিজৰ বিচ্ছেদ ঘটাইছে। ১২—১৩ ॥

সেই দুৰ্ভগীয়াই এতিয়া দিনে-ৰাতিয়ে শোকত দগ্ধ হৈ তেওঁৰ বিৰহ-যন্ত্ৰণাত নানা দুখেৰে ভ্ৰমণ কৰিছে। ১৪ ॥

নিশা-কালত তেওঁক স্মৰণ কৰি এইবোৰ কথা কয়, নানা ঠাই ফুৰি অৱশেষত কোনো এখন ঠাইত গৈ অনুচিত কাৰ্য্য কৰি, পুনঃ পুনঃ ভাৰ্য্যাক স্মৰণ কৰি কষ্টেৰে কাল কটায়। সেই দুঃখিনী নাৰীয়ে বনৰ মাজত অতি কষ্টেৰে স্বামীৰ অনুগমন কৰিছিল। ১৫—১৬ ॥

সেই হিংস্ৰ জন্তুৰে পৰিপূৰ্ণ ভয়ঙ্কৰ অৰণ্যৰ মাজত ভোক-পিয়াহত আতুৰ হোৱা বাট-পথ নজনা দুৰ্ব্বুদ্ধিয়াই ত্যাগ কৰা অকলশৰীয়া কামিনী কেনেকৈ জীয়াই আছে নাজানো। ১৭—১৮ ॥

হে আৰ্য্য, সেই হতভগীয়া দুৰ্ব্বুদ্ধিয়াই তেওঁক এনেকৈ এৰিছে। নিষধৰ অধিপতি ৰজা নলে এনেকুৱাকৈ দময়ন্তীক স্মৰণ কৰি, ঋতুপৰ্ণ ৰজাৰ নগৰত অজ্ঞাতভাৱে বাস কৰিলে। ১৯ ॥

*

ইতি মহাভাৰতৰ বনপৰ্ব্বৰ অন্তৰ্গত নলোপাখ্যান-পৰ্ব্বত নলৰ বিলাপ নামৰ সপ্তষষ্টিতম অধ্যায়। ৬৭ ॥

## ॥ অধ্যায় ৬৮ ॥

# ॥ দময়ন্তী-সুদেৱ সংবাদ ॥

বৃহদশ্বই কলে,—ভাৰ্য্যাৰে সৈতে ৰাজ্যভ্ৰষ্ট নল দাস হৈ আছে বুলি শুনি বিদৰ্ভৰ অধিপতি ভীম নৰপতিয়ে ব্ৰাহ্মণসকলক নলক বিচাৰিবলৈ চাৰিওফালে পঠালে । ১ ॥

ৰজা ভীমে ব্ৰাহ্মণসকলক বহু ধন দি আদেশ কৰিলে, তোমালোকে নল আৰু কন্যা দময়ন্তীক বিচাৰি আনিবাহক । ২ ॥

তোমালোকৰ ভিতৰত যিয়েই এই কাম সম্পূৰ্ণৰূপে জানি নল দময়ন্তীক আনিব পাৰিবা, তেওঁকে এহেজাৰ গৰু, ভূমি আৰু নগৰ পৰিমিত গাঁও এখন পুৰস্কাৰ দিম । ৩ ॥

যদি নল আৰু দময়ন্তীক ইয়ালৈ আনিব নোৱাৰা, কিন্তু তেওঁলোকৰ খা-খবৰ দিব পাৰা, তেন্তে এহেজাৰ গৰুৰ ধন পুৰস্কাৰ পাবা । এনেকৈ কোৱাত সেই ব্ৰাহ্মণ-সকল আনন্দিত হৈ দশোদিশে গ'ল । ৪-৫ ॥

ব্ৰাহ্মণসকলে বহু নগৰ আৰু ৰাজ্যত বিচাৰি নল আৰু ভীম-কন্যা দময়ন্তীক কোনো ঠাইতে দেখা নাপালে । ৬ ॥

তাৰ পিছত সুদেৱ নামে এজন ব্ৰাহ্মণে সুৰম্য চেদি-ৰাজ্যত অন্বেষণ কৰি ৰাজ-অন্তঃপুৰত ৰজাৰ মঙ্গলাচৰণত নিযুক্ত হৈ স্বামী-বিৰহত মলিন বেশেৰে সুন-ন্দাৰে সৈতে থকা অসীম ৰূপশালিনী বিদৰ্ভৰাজ-কন্যাক দেখা পালে । ৭-৮ ॥

ধোঁৱাৰে আবৰি থকা জুইৰ প্ৰভাৰ দৰে মলিন আৰু অতিশয় শুকাই-খীণাই থকা বিশালাক্ষী দময়ন্তীক দেখি শৰীৰৰ চিনেৰে ঠিৰাং কৰি "এওঁ ভৈমী" এই বুলি মনতে ভাবিলে । ৯ ॥

ব্ৰাহ্মণ সুদেৱে মনতে ভাবিলে, মই আগতে এওঁৰ যি ৰূপ দেখিছিলো আজিও সেই ৰূপকে দেখিছো ; সকলোৰে কাম্য সাক্ষাৎ লক্ষ্মীৰ নিচিনা এই ৰূপ-ৱতীক দেখি কৃতাৰ্থ হলো । ১০ ॥

এই মনোহৰ বৰ্ত্তুল-স্তন-যুগলেৰে শোভিতা, পূৰ্ণিমাৰ চন্দ্ৰৰ দৰে মুখৰ কান্তি-বিশিষ্টা, শ্যামা, লক্ষণৱতী, সুন্দৰীয়ে শৰীৰৰ কান্তিৰে দশোদিশ উজ্জ্বল কৰিছে । ১১ ॥

পদ্মৰ পাহিৰ দৰে মনোহৰ চক্ষুযুৰিৰে কামদেৱৰ ভাৰ্য্যা সাক্ষাৎ ৰতিৰ সদৃশ দময়ন্তী পূৰ্ণিমাৰ জোনৰ প্ৰভাৰ নিচিনা সকলোৰে অভিলষিত । ১২ ॥

সেই বিদৰ্ভ-ৰূপ সৰোবৰৰপৰা দৈৱ-দোষত উভালি অনা, বোকা লাগি মলিয়ন হৈ থকা, মৃণালৰ সদৃশ, ৰাহুৱে গিল্‌লা জোনেৰে প্ৰভাহীন পূৰ্ণিমা-নিশাৰ দৰে, শুকাই সোঁত নোহোৱা নদীৰ নিচিনা, ভয়তে জলচৰ পক্ষীশূন্য, হাতীয়ে শুঁড়েৰে মোহাৰি পোলোৱা পাত নোহোৱা মলিন পদুমৰ নিচিনা, পতি-বিৰহিণী, দুঃখিনী দময়ন্তী কান্তিহীনা হৈছে। ১৩-১৫ ॥

এই মনোহৰ অঙ্গ-বিশিষ্টা, সুকুমাৰী, মনিমুক্তা খটোৱা ঘৰত থকা দময়ন্তী সূৰ্য্যৰ তাপত শুকোৱা উভালি অনা মৃণালৰ দৰে হৈ পৰিছে। ১৬ ॥

অকুপটীয়া, ৰূপ-গুণযুক্তা, ভাৰ আদি ভূষণ-ৰহিতা, অকাশত নীল মেঘে ঢাকি ৰখা নতুন চন্দ্ৰলেখাৰ নিচিনা এওঁ সুন্দৰী হৈছে। ১৭ ॥

কাম-ভোগৰহিতা, প্ৰিয়বিৰহিণী, বন্ধু-বান্ধৱৰপৰা আঁতৰত থাকি দিনক দিনে শুকাই গৈ স্বামী-দৰ্শনৰ অভিলাষেৰে মাথোন জীয়াই আছে। ১৮ ॥

আন ভূষণ নাথাকিলেও স্বামীয়েই তিৰোতাৰ একমাত্ৰ ভূষণ, ৰূপ-লাৱণ্য থাকিও এই স্বামী-বিৰহিণী কামিনী কান্তিহীন হৈ পৰিছে। ১৯ ॥

বৰ আচৰিত কথা, এই সুন্দৰীক এৰি শোকত নিজৰ প্ৰাণ পৰিত্যাগ নকৰি আজিও নল ৰজাই জীৱন ধৰি আছে। ২০ ॥

এই ক'লা চুলিৰে সু-শোভিতা, পদ্ম-পত্ৰ-নয়না, একমাত্ৰ সুখৰ আধাৰ কামিনীক দুঃখাৰ্ত্তা দেখি মোৰ মনত দুখ লাগিছে। ২১ ॥

হায়, কেতিয়ানো এই সাধ্বী সুন্দৰীয়ে, চন্দ্ৰৰ সংসৰ্গত ৰোহিণীৰ দৰে স্বামীৰ সঙ্গ পাই দুঃখ-সাগৰৰপৰা উত্তীৰ্ণ হব। ২২ ॥

নিশ্চয় জানিছো, ৰাজ্যভ্ৰষ্ট নিষধৰ অধিপতি ৰজা নলে নিজ ৰাজ্য আৰু এই সুন্দৰীক পুনৰ লাভ কৰি পৰম প্ৰীতিৰে কাল কটাব। ২৩।

নিষধৰ অধিপতি নলেই সমান-স্বভাৱ, সমান-বয়স, সমান-কুলত জন্মা বৈদৰ্ভীক পাবৰ যোগ্য, এই কৃষ্ণনয়না দময়ন্তীও নলৰ উপযুক্ত পত্নী ॥ ২৪ ॥

সেই অসীম বলশালী নল ৰজাৰ ভাৰ্য্যা পতি-দৰ্শনাভিলাষিণী দময়ন্তীক মই আশ্বাস দিয়াটো যুক্তিযুক্ত হব। ২৫ ॥

যি হওক, এতিয়া এই পূৰ্ণচন্দ্ৰমুখী, আগৰ দুখ অনুভৱ নকৰা, ধ্যানতৎপৰা দুঃখিনীক মই অভয় দিওঁ। ২৬ ॥

বৃহদশ্বই ক'লে,—তাৰ পিচত সুদেব ব্ৰাহ্মণে মনে মনে নানা চিহ্ন আৰু কাৰণেৰে দময়ন্তী বুলি বিবেচনা কৰি ওচৰলৈ গৈ ভীম-নন্দিনী দময়ন্তীক কবলৈ ধৰিলে, ২৭ ॥

হে বৈদৰ্ভী, মই তোমাৰ ভাইৰ প্ৰিয় বন্ধু, মোৰ নাম সুদেব, ৰজা ভীমৰ আদেশত তোমাক বিচাৰি ইয়ালৈ আহিছো। ২৮ ॥

তোমাৰ পিতৃ-মাতৃ ককাই-ভাই সকলোৱে কুশল, আৰু তাত থকা আয়ুষ্মান লৰা-ছোৱালী দুটিও কুশলে আছে। ২৯ ॥

তোমাৰ বাবে সকলো বন্ধু ম্ৰিয়মান হৈ আছে। শত শত ব্ৰাহ্মণে গোটেই পৃথিৱীখনত তোমাক বিচাৰি ফুৰিছে। ৩০ ॥

বৃহদশ্বই ক'লে,—হে মহাৰাজ যুধিষ্ঠিৰ, দময়ন্তীয়ে সুদেৱক চিনি পাই অনুক্ৰমে আত্মীয় বন্ধুবৰ্গ আটাইৰে কুশল-বাতৰি সুধিলে। ৩১ ॥

হে মহাৰাজ, দময়ন্তীয়ে হঠাতে ভ্ৰাতৃবন্ধু দ্বিজশ্ৰেষ্ঠ সুদেৱক দেখা পাই অতি শোকাকুলা হৈ বৰকৈ কান্দিবলৈ ধৰিলে। ৩২ ॥

হে ভৰতবংশধৰ, তাৰ পিছত তেওঁক সুদেৱ ব্ৰাহ্মণেৰে সৈতে একেলগে কথোপকথন কৰি কন্দা দেখি, সুনন্দাই শোক-সন্তপ্ত হৈ মাকক ক'লে, আই, এজন ব্ৰাহ্মণেৰে লগ লাগি সৈৰিন্ধ্ৰীয়ে বৰকৈ কান্দিছে। যদি জানিবৰ ইচ্ছা কৰে জানি লওক। ৩৩-৩৪।

তেতিয়া ৰাজমাৱে সুনন্দাৰ কথা শুনি ৰাজ-অন্তঃপুৰৰপৰা ওলাই য'ত সৈৰিন্ধ্ৰী ব্ৰাহ্মণেৰে সৈতে আছিল তালৈ গ'ল। ৩৫ ॥

হে নৰপতি, চেদিৰাজ-জননীয়ে সুদেৱ ব্ৰাহ্মণক মতাই অনাই সুধিলে, হে ব্ৰাহ্মণ, এই সুন্দৰী কাৰ গৃহিণী, আৰু কাৰ জীয়াৰী; কি বাবে জ্ঞাতি-বন্ধু আৰু স্বামীৰপৰা বঞ্চিত হৈছে, এই সকলোবোৰ কথা তুমি জানা। ৩৬-৩৭ ॥

হে বিপ্ৰ, এই সকলো বৃত্তান্ত মই বিশেষভাৱে তোমাৰপৰা জানিবলৈ ইচ্ছা কৰোঁ, এই দেৱী-ৰূপিণীৰ সকলো পৰিচয় সঠিককৈ মোৰ আগত কোৱা। ৩৮ ॥

হে মহাৰাজ যুধিষ্ঠিৰ, দ্বিজশ্ৰেষ্ঠ সুদেৱে চেদিৰাজ-জননীৰ কথা শুনি সুস্থিৰভাৱে বহি তেওঁৰ আগত দময়ন্তীৰ সমুদায় বিৱৰণ কবলৈ ধৰিলে। ৩৯ ॥

ইতি মহাভাৰতৰ বনপৰ্ব্বৰ অন্তৰ্গত নলোপাখ্যান-পৰ্ব্বত দময়ন্তী-সুদেৱ সংবাদ নামৰ অষ্টষষ্টিতম অধ্যায়। ৬৮ ॥

॥ অধ্যায় ৬৯ ॥

## ॥ নলান্বেষণ ॥

সুদেৱে কলে,—হে কল্যাণী, এই সুন্দৰী বিদৰ্ভ দেশৰ অধিপতি ধৰ্ম্মাত্মা নৰপতি ভীমৰ দুহিতা, এওঁৰ নাম দময়ন্তী। ১ ॥

এওঁ নিষধৰ অধিপতি বীৰসেন ৰজাৰ পুত্ৰ, জ্ঞানী, পুণ্যশ্লোক নল ৰজাৰ গৃহিণী। ২ ॥

মহীপতি ৰজা নলে ভায়েকেৰে সৈতে পাশা-খেলত সমুদায় ৰাজ্য হেৰুৱাই দময়ন্তীৰে সৈতে অজ্ঞাত ঠাইলৈ গৈছিল। ৩ ॥

আমি সকলোৱে দময়ন্তীৰ বাবে গোটেই পৃথিৱী ভ্ৰমণ কৰিছো। এতিয়া আপোনাৰ পুত্ৰৰ ঘৰত সেই সুন্দৰী দময়ন্তীক দেখা পালো। ৪ ॥

এওঁৰ সদৃশ ৰূপৱতী নাৰী মনুষ্যলোকত দেখা নাই ; এই শ্যামা, লক্ষণৱতী দময়ন্তীৰ ভ্ৰূকৰ মাজত পদ্মৰ সদৃশ স্বাভাৱিক জৰুল-চিহ্ন মই দেখিছিলো, এতিয়া মেঘেৰে আবৰি থকা চন্দ্ৰৰ দৰে মলেৰে আবৃত হৈ নেদেখা হৈছে। ৫-৬ ॥

বিধাতাই এওঁক অতুল ঐশ্বৰ্য্যৰ অধিকাৰিণী কৰিবৰ বাবে এই জৰুল-চিহ্ন দিছে, এতিয়া এই সুন্দৰ ৰূপ প্ৰতিপদৰ চন্দ্ৰ-কলাৰ নিচিনাকৈ প্ৰায় অদৃশ্য হৈ আছে। ৭ ॥

এওঁৰ শৰীৰ অতিশয় মলেৰে আবৃত আৰু পৰিষ্কাৰ নকৰা সত্ত্বেও সৌন্দৰ্য্য নষ্ট হোৱা নাই বৰং সোণৰ দৰে উজ্জল হৈছে আছে। ৮ ॥

ছাঁয়ে ঢাকি থোৱা তাপতে জুইৰ উমান পোৱাৰ দৰে মলেৰে আবৃত শৰীৰৰ কান্তিতে আৰু এই জৰুল-চিনতে এওঁক দেৱী-ৰূপিণী দময়ন্তী বুলি মই জানিছো। ৯ ॥

হে নৰপতি, সেই সুদেৱ ব্ৰাহ্মণৰ কথাবোৰ শুনি, সুনন্দাই দময়ন্তীৰ ভ্ৰূকৰ মাজত থকা জৰুলৰ ওপৰৰ মলি ধুই-পখালি নাইকিয়া কৰিলে। ১০ ॥

মলি ধুই পখালি আঁতৰালত দময়ন্তীৰ ভ্ৰূকৰ মাজত থকা জৰুল-চিহ্ন আকাশত-থকা মেঘৰ মাজৰপৰা ওলোৱা জোনৰ দৰে উজ্জল হৈ উঠিল। ১১ ॥

হে ভৰত-বংশধৰ, সুনন্দা আৰু চেদিৰাজ-জননীয়ে সেই জৰুল-চিহ্ন দেখি অতি কাতৰেৰে কান্দি কান্দি খন্তেক দময়ন্তীক চেনেহতে সাৱটি ধৰি আছিল। ১২ ॥

চেদিৰাজ-জননীয়ে চকুলো টুকি লাহেকৈ দময়ন্তীক কবলৈ ধৰিলে, এই জৰুল-চিন দেখি বুজিছো, বাছা, তুমি মোৰ ভনীৰ জীয়াৰী। ১৩ ॥

হে কল্যাণী, মই আৰু তোমাৰ মাৰা দশাৰ্ণ দেশৰ অধিপতি মহাত্মা সুদামা ৰজাৰ জীয়াৰী। ১৪ ॥

দশাৰ্ণৰ অধিপতিয়ে তোমাৰ মাতৃক ভীম ৰজাৰ হাতত আৰু মোক বীৰবাহুৰ হাতত সমৰ্পণ কৰে। মই দশাৰ্ণ দেশত পিতাৰ ঘৰত তোমাৰ জন্ম হোৱা দেখিছো। ১৫ ॥

হে সুন্দৰী দময়ন্তী, তোমাৰ পিতাৰাৰ ঘৰ যেনে, মোৰ ঘৰো তেনে আৰু মোৰ ধন-ঐশ্বৰ্য্য সকলো তোমাৰ নিজা ধন-সম্পত্তিৰ সমান। ১৬ ॥

হে নৰপতি, তেতিয়া দময়ন্তীয়ে অতি আনন্দমনে মাহীয়েকক প্ৰণাম কৰি এইদৰে কবলৈ ধৰিলে, ১৭ ॥

যদিও আপুনি মোক চিনিব পৰা নাই তথাপি আপোনাৰ ঘৰত সকলো ভোগ্য-বস্তু পৰম সুখেৰে ভোগ কৰি বাস কৰিছো, আৰু আপুনিও সুনিয়মে মোক ৰক্ষা কৰিছে। ১৮ ॥

আপোনাৰ তাত থাকিলে অধিকতৰ সুখ হব, ইয়াত কোনো সন্দেহ নাই ; কিন্তু মই বহু দিন প্ৰবাসত আছো, এই বাবেহে, মাহী, মোক পিতাৰ ঘৰলৈ যাবলৈ অনুমতি দিয়ক। ১৯ ॥

মোৰ সৰু ল'ৰা-ছোৱালী দুটি পিতৃ-মাতৃ-বিৰহত শোকাতুৰ হৈ তাত বাস কৰিছে, সেইবাবে বিদৰ্ভলৈ যাবৰ ইচ্ছা কৰোঁ, যদি আপুনি মোৰ হিত সাধিবলৈ ইচ্ছা কৰে তেন্তে বিদৰ্ভলৈ যাবলৈ অতি সোনকালে আদেশ দিয়ক। ২০-২১ ॥

হে ভৰতশ্ৰেষ্ঠ মহাৰাজ, মাতৃয়েকে দময়ন্তীৰ কথা শুনি, "বাৰু" বুলি কৈ পুত্ৰৰ অনুমতি ক্ৰমে বহু সৈন্য-সামন্তেৰে সৈতে অনেক খোৱা বস্তু, সাজপাৰ আদি দি মানুহে কঢ়িয়াই নিয়া দোলাৰে শ্ৰীমতী দময়ন্তীক পিতৃৰ ঘৰলৈ পঠাই দিলে। ২২—২৩ ॥

তাৰ পাছত দময়ন্তী অতি সোনকালে বিদৰ্ভ নগৰ পালেগৈ, আৰু সকলো বন্ধু-বান্ধৱে আনন্দ মনেৰে তেওঁক যথোচিত সমাদৰ কৰিলে। ২৪ ॥

হে ৰাজশ্ৰেষ্ঠ, যশস্বিনী দেৱী দময়ন্তীয়ে তাত গৈ ল'ৰা-ছোৱালী দুটিৰে সৈতে মাক, পিতাক, ভাই-বন্ধু, সখীসকলৰ কুশল দেখি যথাবিধিৰে ব্ৰাহ্মণ আৰু দেৱতাসকলক পূজা কৰিলে। ২৫-২৬ ॥

বিদৰ্ভৰ অধিপতি ভীম ৰজাই নিজৰ কন্যাক দেখি অতিশয় সন্তুষ্ট হৈ সুদেৱ ব্ৰাহ্মণক এহেজাৰ গৰু, গাঁও আৰু বহু ধনেৰে সন্তুষ্ট কৰিলে। ২৭ ॥

হে মহাৰাজ, সুন্দৰী দময়ন্তী পিতাকৰ ঘৰত সেই ৰাতি বাস কৰি ভাগৰ পলুৱাই মাকক এই কথা ক'লে। ২৮ ॥

দময়ন্তীয়ে ক'লে—আই, যদি আপুনি মোক জীয়াই ৰাখিবলৈ ইচ্ছা কৰে, তেন্তে সোনকালে বীৰশ্ৰেষ্ঠ নলক আনিবলৈ যত্ন কৰক। ২৯ ॥

ৰাণীয়ে দময়ন্তীৰ তেনে কথা শুনি শোকে বৰকৈ খুন্দা মাৰি ধৰাত তেওঁ একো উত্তৰ দিব নোৱৰা হ'ল। ৩০ ॥

ৰাণীৰ তেনেকুৱা অৱস্থা দেখি, অন্তঃপুৰৰ সকলো তিৰোতাই হাহাকাৰ কৰি বৰকৈ কান্দিবলৈ ধৰিলে। ৩১ ॥

তাৰ পাছত ৰাণীয়ে ভীম ৰজাক কবলৈ ধৰিলে, মহাৰাজ, আপোনাৰ জীয়াৰী দময়ন্তীয়ে স্বামীৰ বাবে অনুতাপ কৰিছে। ৩২ ॥

হে মহাৰাজ, আপোনাৰ কন্যাই লাজ কাটি কৰি নিজেই প্ৰকাশ কৰিছে, এতেকে আপুনি পুণ্যশ্লোক নলৰ অনুসন্ধান কৰিবলৈ আদেশ পালনকাৰী মানুহ পঠাওক। ৩৩ ॥

ৰজা ভীমে ৰাণীৰ কথা অনুসাৰে সকলো দিশলৈ অধীনস্থ ব্ৰাহ্মণসকলক পঠাই দিলে, আৰু ক'লে, নলৰ অনুসন্ধানত যত্ন কৰিবাঁহক। ৩৪ ॥

তেতিয়া ব্ৰাহ্মণসকলে ৰজাৰ আদেশ পাই দময়ন্তীৰ ওচৰলৈ গৈ, হে ৰাজতনয়া, আমি নলক বিচাৰিবলৈ ওলাইছো, এই বুলি কলে। ৩৫ ॥

ইয়াৰ পাছত ভীম-তনয়া দময়ন্তীয়ে ব্ৰাহ্মণসকলক কলে, হে বিপ্ৰসকল, আপোনালোকে সকলো দেশতে জন-সমাজত পুনঃ পুনঃ এই কথাখিনি কব, ৩৬ ॥

হে বঞ্চক, কাপোৰৰ এডোখৰ কাটি স্বামীৰ অনুৰক্তা প্ৰণয়িণীক শয়নাৱস্থাত নিৰ্জন বনত এৰি কলৈ পলালা? ৩৭ ॥

তুমি তেওঁক যি আদেশ কৰিছিলা, তেওঁ তাকেই পালন কৰি আধাডুখৰীয়া কাপোৰ পিন্ধি শোকত দগ্ধ হৈ তোমালৈকে বাট চাই আছে। ৩৮ ॥

হে পৃথিৱীপতি বীৰ, তেনেকৈ শোকেৰে সন্তপ্ত হৈ কান্দি থকা সেই প্ৰিয়তমাৰ প্ৰতি অনুগ্ৰহ প্ৰকাশ কৰি প্ৰত্যুত্তৰ দিয়ঁা। ৩৯ ॥

আপোনালোকে এনেকৈ আন কথাও কব; তেতিয়াহে মোৰ প্ৰতি তেওঁ প্ৰসন্ন হব, ঠিক যেনেকৈ বতাহৰ সংসৰ্গত জুই জ্বলি উঠি সমস্ত বন দহি পেলায়। ৪০ ॥

স্বামীয়ে সদায় পত্নীক ভৰণ-পোষণ দি ৰক্ষা কৰা উচিত; আপুনি ধাৰ্ম্মিক হৈ কি বাবে সেই উভয়কে নষ্ট কৰিলে? ৪১ ॥

আপুনি সকলোৰে জনাজাত, জ্ঞানী, কুলীন আৰু সদায় দয়া-পৰায়ণ হৈও এতিয়া অকণ মোৰ ভাগ্য-দোষতেই নে নিৰ্দ্দয় হৈছে? ৪২ ॥

হে নৰশ্ৰেষ্ঠ, এতেকে মোৰ প্ৰতি সদয় হওক, কাৰণ, দয়াই পৰম ধৰ্ম্ম বুলি আপোনাৰপৰা শুনিছিলো। ৪৩ ॥

আপোনালোকৰ এই কথাবোৰ শুনি যদি কোনো প্ৰত্যুত্তৰ দিয়ে, সেই-জন মানুহ কোন, ক'ত থাকে—সকলোপ্ৰকাৰেৰে অনুসন্ধান কৰিব। ৪৪ ॥

হে দ্বিজশ্ৰেষ্ঠসকল, যিজন মানুহে এনেকুৱা কথা শুনি উত্তৰ দিয়ে, তেওঁৰ সেই সকলো কথা মনত ৰাখি মোক কবহি। ৪৫ ॥

হে ব্ৰাহ্মণসকল, আপোনালোকক মোৰ নিৰ্দ্দেশ অনুসাৰে এইবিলাক কথা কোৱা বুলি যেন আনে নেজানে, তাৰ বাবে সাৱধান হৈ কাৰ্য্য সমাধা কৰি মোৰ ওচৰলৈ উভতি আহিব। ৪৬ ॥

অথবা, তেওঁ সমৃদ্ধিমন্ত নে নিৰ্ধন, সমৰ্থ নে অসমৰ্থ, আৰু তেওঁৰ কি কৰ্ত্তব্য-কৰ্ম্ম সকলো জানি লব। ৪৭ ॥

হে মহাৰাজ, ব্ৰাহ্মণসকলে দময়ন্তীৰ এনেকুৱা নিৰ্দ্দেশ শুনি তেনে অকৰ্ত্তব্য কামত লিপ্ত থকা ৰজা নলক বিচাৰিবলৈ দশোদিশে গ'ল। ৪৮ ॥

হে ৰজা যুধিষ্ঠিৰ, সেই ব্ৰাহ্মণসকলে নগৰ, ৰাজ্য, গাঁও, চুবুৰি আৰু আশ্ৰম আদিত বিচাৰি কোনো ঠাইতে নলৰ সন্ধান নেপালে। ৪৯ ॥

হে নৰপতি, সকলো ব্ৰাহ্মণে দময়ন্তীয়ে যিদৰে কবলৈ শিকাইছিল, সেই সেই ঠাইত সেই সকলোবোৰ কথা শুনাই ফুৰিছিল। ৫০ ॥

ইতি মহাভাৰতৰ বনপৰ্ব্বৰ অন্তৰ্গত নলোপাখ্যান-পৰ্ব্বত নলান্বেষণ নামৰ একোনসপ্ততিতম অধ্যায়। ৬৯ ॥

॥ অধ্যায় ৭০ ॥

## ॥ দময়ন্তীৰ পুনঃ-স্বয়ম্বৰ-কথা ॥

বৃহদশ্বই ক'লে—এনেকৈ বহু দিনৰ পাছত পৰ্ণাদ নামেৰে এজন ব্ৰাহ্মণে বিদৰ্ভ নগৰলৈ ঘূৰি আহি ভীম-কন্যা দময়ন্তীক এই কথা কলে, ১ ॥

হে দময়ন্তী, মই নিষধৰ অধিপতি নলক বিচাৰি যাওঁতে অযোধ্যা নগৰলৈ গৈ ঋতুপৰ্ণ ৰজাৰ ওচৰত উপস্থিত হলো। ২ ॥

হে সুন্দৰী, মই তালৈ গৈ তোমাৰ আদেশানুসাৰে সকলোবোৰ কথা মহাৰাজ ঋতুপৰ্ণক শুনালো। ৩ ॥

কিন্তু ৰজা ঋতুপৰ্ণ আৰু সভাসদসকলে এইবিলাক কথা মই বাৰম্বাৰ কোৱা শুনিও কোনো প্ৰত্যুত্তৰ নিদিলে। ৪ ॥

মই ঋতুপৰ্ণ ৰজাৰপৰা বিদায় লৈ আহোঁতে বাহুক নামেৰে কোনো এজন পুৰুষে নিজান ঠাইত মোক কবলৈ ধৰিলে, ৫ ॥

মানুহজন আগঢ়ী, তেওঁৰ হাত চুটি, তেওঁ ৰজা ঋতুপৰ্ণৰ সাৰথি, বেগাই ৰথ চলোৱাত নিপুণ, ৰন্ধা-বঢ়া ভালদৰে কৰিব পাৰে সেইজন মানুহেই বহু বাৰ ঘন-ঘনকৈ নিশ্বাস পেলাই, অনৰ্গলে চকুৰ পানী টুকি মোক তোমাৰ কুশল বাতৰি সুধি পাছত এই কথা কলে, ৬—৭ ॥

কুলনাৰীসকলে বিষম দুৰ্দ্দশাগ্ৰস্ত হলেও নিজে নিজক ৰক্ষা কৰে। এই কাৰণে পতিব্ৰতা সতীয়ে নিঃসন্দেহে স্বৰ্গ লাভ কৰে। ৮ ॥

পতিব্ৰতা তিৰোতাই স্বামীয়ে পৰিত্যাগ কৰিলেও কেতিয়াও কোপ নকৰে, বৰং সাধু-পথ অৱলম্বন কৰি নিজৰ প্ৰাণ ৰক্ষা কৰে। ৯ ॥

সুখ-শান্তি হেৰুৱাই বিষম দুৰ্দ্দশা-প্ৰাপ্ত মূঢ় নলে দময়ন্তীক যদিও পৰিত্যাগ কৰিছে, সেই বিষয়ে ক্ৰোধ কৰা উচিত নহয়। ১০ ॥

চৰাইৰ দ্বাৰা পিন্ধা কাপোৰ অপহৰণ আদি অত্যধিক মনস্তাপেৰে জ্বলি পকি প্ৰাণ ধাৰণ কৰি থকা নল ৰজাৰ প্ৰতি শ্যামা, লক্ষণাৱতী দময়ন্তীয়ে কোপ কৰা অনুচিত। ১১ ॥

নল ৰজাই দময়ন্তীৰ প্ৰতি আদৰেই কৰক বা অনাদৰেই কৰক, তথাপি ৰাজ্য-ভ্ৰষ্ট, শ্ৰীহীন, ক্ষুধাতুৰ, নানা দুখেৰে পীড়িত পতিক দেখি ক্ৰোধ কৰা উচিত নহয়। ১২ ॥

মই সেই বাহুকৰ মুখৰপৰা এনে কথা শুনি ততাতৈয়াকৈ ইয়ালৈ আহিছো; এতিয়া আপুনি এই বিষয়ে প্ৰমাণ কৰি ৰজাক জনাওক। ১৩ ॥

হে নৰপতি, পৰ্ণাদৰ মুখৰপৰা এই কথা শুনি দময়ন্তীয়ে চকুৰ পানী টুকি গোপনে মাকৰ ওচৰলৈ গৈ আদ্যোপান্ত সমুদায় কথা কবলৈ ধৰিলে, ১৪ ॥

আই, আপুনি কেতিয়াও এই কথা পিতাৰ কাণত নেপেলাব, মই আপোনাৰ ওচৰলৈ সুদেৱ ব্ৰাহ্মণক আনি নিয়োগ কৰিম। ১৫ ॥

যদি মোৰ হিত কৰিবলৈ ইচ্ছা কৰে, তেন্তে যাতে ভীম নৰপতিয়ে এই বিষয়ে অলপো জানিব নোৱাৰে, তাৰ উপায় আপুনি কৰিব। ১৬ ॥

হে জননী, সুদেৱে যেনেকৈ মোক অতি শীঘ্ৰে বন্ধু-বান্ধৱৰ লগলৈ আনিছে, এতিয়া আকৌ সেই সুদেৱেই নিৰাপদেৰে নলক আনিবলৈ ইয়াৰপৰা অযোধ্যা নগৰলৈ সোনকালে যাত্ৰা কৰক। ১৭-১৮ ॥

ইয়াৰ পাছত দ্বিজশ্ৰেষ্ঠ পৰ্ণাদে বিশ্ৰাম লোৱাত সুন্দৰী বৈদৰ্ভীয়ে প্ৰচুৰ ধনেৰে তেওঁক অৰ্চ্চনা কৰিলে; আৰু কলে, নল ৰজা আহি পালে আকৌ আপোনাক ধন দিম। ১৯ ॥

হে দ্বিজবৰ, আপুনি মোৰ বহু উপকাৰ সাধিছে, এনে কাম আনে কেতিয়াও কৰিব নোৱাৰে; আপোনাৰ অনুগ্ৰহত অবিলম্বে মই স্বামী-দেৱতাক লভিম। ২০

পৰ্ণাদ ব্ৰাহ্মণে এইবিলাক কথা শুনি আশীৰ্ব্বচনেৰে দময়ন্তীক আশ্বাস দি কৃতাৰ্থ হৈ সন্তুষ্টচিত্তে নিজ-ঘৰলৈ যাত্ৰা কৰিলে। ২১ ॥

হে ৰজা যুধিষ্ঠিৰ, তাৰ পাছত দময়ন্তীয়ে শোকত দুঃখিতা হৈ মাকৰ ওচৰত সুদেৱক সম্ভাষণ কৰি কলে, ২২।

হে সুদেৱ, আপুনি উৰি যোৱাৰ দৰে তৎক্ষণাৎ অযোধ্যা নগৰলৈ গৈ অযোধ্যাৰ অধিপতি ঋতুপৰ্ণ ৰজাক এই কথা কব, ২৩ ॥

ভীম-কন্যা দময়ন্তীৰ আকৌ স্বয়ম্বৰ হব, বহুত ৰজা আৰু ৰাজকুমাৰ স্বয়ম্বৰ-সভালৈ গৈছে। কাইলৈ স্বয়ম্বৰৰ দিন ধাৰ্য্য হৈছে, যদি আপুনি যোৱাটো সম্ভৱ বুলি ভাবে, তেন্তে অতি সোনকালে তালৈ যাওক। দময়ন্তীয়ে নল ৰজা জীৱিত আছেনে নাই ইয়াৰ কোনো নিশ্চয় কৰিব পৰা নাই। তেওঁ কাইলৈ সূৰ্য্যোদয় হলেই দ্বিতীয় স্বামী বৰণ কৰিব। ২৪-২৬ ॥

হে মহাৰাজ, তেতিয়া সুদেৱ ব্ৰাহ্মণে ঋতুপৰ্ণ ৰজাৰ ওচৰলৈ গৈ দময়ন্তীয়ে কোৱা সকলো কথা আদ্যোপান্ত কবলৈ ধৰিলে। ২৭ ॥

ইতি মহাভাৰতৰ বনপৰ্ব্বৰ অন্তৰ্গত নলোপাখ্যান-পৰ্ব্বত দময়ন্তীৰ পুনঃ-স্বয়ম্বৰ-কথা নামৰ সপ্ততিতম অধ্যায়। ৭০ ॥

॥ অধ্যায় ৭১ ॥

# ॥ ঋতুপর্ণৰ বিদৰ্ভ-গমন ॥

বৃহদশ্বই ক'লে,—ৰজা ঋতুপৰ্ণই সুদেৱৰপৰা এই সকলো বৃত্তান্ত শুনি মধুৰ বচনেৰে সান্ত্বনা দি বাহুকক ক'লে, ১ ॥

হে অশ্ববিদ্যা-বিশাৰদ বাহুক, দময়ন্তীৰ পুনঃ-স্বয়ম্বৰ হ'ব, সেই কাৰণে এদিনতে বিদৰ্ভ দেশলৈ যাবৰ ইচ্ছা কৰোঁ, এই বিষয়ে তুমি কি ভাবা ? ২ ॥

হে কুন্তীপুত্ৰ যুধিষ্ঠিৰ, ঋতুপৰ্ণ ৰজাৰ তেনে কথা শুনি নলৰ হৃদয় দুখতে বিদীৰ্ণ হ'ল আৰু মহামতি নলে চিন্তা কৰিবলৈ ধৰিলে। ৩ ॥

দময়ন্তীয়ে দুখতে মোহিত হৈ এই কাৰ্য্য কৰিব, আৰু এনে কথা ক'ব—এইটো নিশ্চয় অসম্ভৱ; বোধ হয় মোক পাবৰ বাবে চিন্তা কৰিছে তেওঁ এনেকুৱা ভাঙৰ উপায় উদ্ভাৱন কৰিছে। ৪ ॥

উঃ হায় ! মই কি নিদাৰুণ ! ক্ষুদ্ৰবুদ্ধি পাপমতি হৈ পতি-পৰায়ণা স্থিৰ-বুদ্ধিমতী বৈদৰ্ভীক প্ৰতাৰণা কৰিছো ! ৫ ॥

সংসাৰত তিৰোতাৰ স্বভাৱ চঞ্চল, কিন্তু মোৰ দোষ অতি দাৰুণ। যদি দময়ন্তীয়ে বহু দিন বিৰহ-যন্ত্ৰণা ভোগ কৰি মোলৈ পাহৰি এনে কাম কৰিছে ? এইটোতো সম্ভৱো হ'ব পাৰে। ৬ ॥

দময়ন্তী মোৰ বিৰহ-শোকত নিৰাশ হৈ ব্যাকুল হৈছে সঁচা, তথাপি তেওঁ এনেকুৱা স্বয়ম্বৰ প্ৰস্তাৱ কেতিয়াও নকৰে। বিশেষকৈ তেওঁ দুটি ল'ৰা-ছোৱালীৰ জননী। ৭ ॥

যি হওক, তাত গৈ উপস্থিত হৈ এই বিষয়ৰ সত্যাসত্য নিশ্চয় জানিম ; এতিয়া মই স্বাৰ্থ সিদ্ধিৰ নিমিত্তে ঋতুপৰ্ণ ৰজাৰ অভিলাষ পূৰণ কৰোঁ। ৮ ॥

ইয়াকে থিৰাং কৰি বেজাৰ মনেৰে বাহুকে কৰযোৰে ঋতুপৰ্ণ ৰজাক এই কথা ক'লে, ৯ ॥

হে পুৰুষ-শ্ৰেষ্ঠ মহাৰাজ, মই আপোনাৰ কথা অনুমোদন কৰিছো। এদিনৰ ভিতৰতে আপোনাক লৈ বিদৰ্ভ নগৰলৈ যাম। ১০ ॥

হে মহাৰাজ, তাৰ পাছত নলে ভাঙ্গাসুৰি নৃপতিৰ (ঋতুপৰ্ণ ৰজাৰ) আদেশানুসাৰে ঘোঁৰা-শাললৈ গৈ ঘোঁৰাবোৰক পৰীক্ষা কৰিবলৈ ধৰিলে। ১১ ॥

ঋতুপৰ্ণ ৰজাৰ কথাত অতি ব্যস্ত হৈ বাহুকে ঘোঁৰা-শালত বাৰম্বাৰ পৰীক্ষা কৰি কেতবোৰ বেগী, সহনশীল, কৃশ ঘোঁৰা বিচাৰি উলিয়ালে। ১২ ॥

সেই ঘোঁৰাবোৰ তেজ-বল থকা, উৎকৃষ্ট জাতত জন্মা, সুশিক্ষিত, সুলক্ষণ-যুক্ত; সিহঁতৰ নাক ডাঙৰ, গণ্ডস্থল বহল, সিহঁত বায়ুৰ দৰে বেগৱান, সিন্ধু দেশত জন্মা আৰু দহ আৱৰ্ত্তেৰে (চকৰ) শোভিত, এনেবোৰ ঘোঁৰা ঋতুপৰ্ণ ৰজাই দেখি অলপ খংমনেৰে কবলৈ ধৰিলে, ১৩—১৪ ॥

তুমি মোক মোৰ অভীষ্ট সিদ্ধিত ব্যৰ্থ-মনোৰথ কৰিবলৈ প্ৰতাৰণা কৰিছা নেকি? এইবোৰ ভাৰ সহিব নোৱৰা, কম বেগী ঘোঁৰাই কেনেকৈ মোৰ ৰথ টানিব? আৰু এনেকুৱা অশ্বেৰে ইমান দুৰ্গম পথ মই কেনেকৈ যাব পাৰিম? ১৫ ॥

বাহুকে ক'লে,—হে মহাৰাজ, এই ঘোঁৰাবিলাকৰ কপালত এটা, মূৰত দুটা, কাষত দুটা, তাৰ ওচৰত দুটা, বুকুত দুটা, পিঠিত এটা, এই দহোটা আৱৰ্ত্ত (চকৰ) আছে। ১৬ ॥

এইবিলাক ঘোঁৰা নিঃসন্দেহে বিদৰ্ভলৈ যাব পাৰিব। নাইবা আপোনাৰ যিবোৰ ঘোঁৰা মনোনীত হয়, আদেশ কৰক, সেইবোৰকে মই ৰথত যুৰি দিওঁ। ১৭ ॥

ঋতুপৰ্ণ ৰজাই ক'লে,—হে বাহুক, তুমিয়েই নিপুণ অশ্ব-পৰীক্ষক, যিবোৰ ঘোঁৰাক সমৰ্থ বুলি বিবেচনা কৰা সিহঁতকেই তৎক্ষণাৎ ৰথত যুৰি দিয়া। ১৮ ॥

ঋতুপৰ্ণ ৰজাৰ কথা শুনি, অশ্ব-পৰীক্ষক নলে ভাল লক্ষণ থকা, সুশিক্ষিত, দ্ৰুতগামী চাৰিটা ঘোঁৰা ৰথত যুৰিলে। ১৯ ॥

তেতিয়া ৰজা ঋতুপৰ্ণ লৰা-লৰিকৈ ৰথত আৰোহণ কৰিলে আৰু লগে লগে সেই শ্ৰেষ্ঠ ঘোঁৰাবোৰ আঁঠু কাঢ়ি মাটিত পৰি গ'ল। ২০ ॥

হে নৰপতি, তাৰ পাছত নৰোত্তম শ্ৰীমান ৰজা নলে, বল-বীৰ্য্য-সম্পন্ন সেই ঘোঁৰাবোৰক মৰম কৰি হাত ফুৰাই দিলে। ২১ ॥

ৰজা নলে বাষ্ণেৰ্য়় সাৰথিক ৰথত বহুৱাই নিজে ঘোঁৰাৰ লেকাম তুলি লৈ বায়ু-বেগে ঘোঁৰা চলাবলৈ ধৰিলে। ২২ ॥

নল ৰজাই সেই শ্ৰেষ্ঠ ঘোঁৰাবোৰ বিধি অনুসাৰে চলোৱাত, ৰথীক বিস্মিত কৰি আকাশ-পথত উঠিলগৈ। ২৩ ॥

অযোধ্যাৰ অধিপতি ঋতুপৰ্ণ ৰজা তেনেকৈ ঘোঁৰাবোৰ আকাশ-মাৰ্গত বায়ু-বেগে বিচৰণ কৰা দেখি আচৰিত হ'ল। ২৪ ॥

বাষ্ণেৰ্য়় সাৰথিয়ে বাহুকৰ তেনেকুৱা ঘোঁৰা পৰিচালনা আৰু ৰথৰ শব্দ শুনি তেওঁৰ অশ্ববিদ্যাৰ বিষয়ে চিন্তা কৰিবলৈ ধৰিলে। ২৫ ॥

এওঁ দেৱৰাজ ইন্দ্ৰৰ সাৰথি মাতলি নেকি? মহাবীৰ বাহুকত দেখোন তেওঁৰ সকলো লক্ষণ দেখা যায়। ২৬ ॥

অথবা, ঘোঁৰাবিলাকৰ কুল-স্বভাৱ জনা শালিহোত্ৰই (অশ্ব-শাস্ত্ৰ ৰচোঁতা আচাৰ্য্য) অতি সুন্দৰ মনুষ্য-শৰীৰ ধাৰণ কৰি আহিছেনেকি বাৰু? ২৭ ॥

নাইবা, এওঁ পৰপুৰঞ্জয় (শত্ৰুৰাজ্য-জয়কাৰী) নল ৰজানেকি? সেই নল ৰজা আহি ইয়াত উপস্থিত হৈছেনে? এনেকুৱাকৈ বাষ্ণেৰ্য়় সাৰথিয়ে চিন্তা কৰিবলৈ ধৰিলে। ২৮ ॥

নল ৰজা যেনেকুৱা অশ্ববিদ্যা-বিশাৰদ, বাহুকো তেনেকুৱা সুশিক্ষিত; এতেকে বাহুক আৰু নলৰ জ্ঞান সমান বুলি বিবেচনা হয়। ২৯ ॥

যদিও বাহুকৰ বয়স নলৰ বয়সৰ সমান দেখা যায়, তথাপি এওঁ বলশালী নল ৰজা নহয়। তেওঁৰ সদৃশ আন কোনোবাহে হ'ব। ৩০ ॥

কাৰণ, মহা পুৰুষসকলো দৈৱৰ বিধানানুসাৰে শাস্ত্ৰোক্ত নিয়ম মানি ছদ্মবেশে এই পৃথিৱীত ঘুৰি ফুৰে। ৩১ ॥

মোৰ বোধেৰে এই বাহুক নল ৰজাতকৈ আগচী, চুটি-চাপৰ হ'ব। যদিও বয়স তেওঁৰ সমান, তথাপি ৰূপত বিপৰীত দেখা যায়। নল ৰজাৰ যিবিলাক গুণ আছে, বাহুকৰো সেই সকলো গুণ আছে বুলি বোধ হয়। ৩২—৩৩ ॥

হে মহাৰাজ, বাষ্ণেৰ্য় সাৰথি মনতে পুণ্যশ্লোক নল আৰু বাহুকৰ বিষয়ে এনেকৈ বিচাৰ কৰি চিন্তাত মগ্ন হ'ল। ৩৪ ॥

ৰজা ঋতুপৰ্ণ বাষ্ণেৰ্য় সাৰথিৰে সৈতে বাহুকৰ ঘোঁৰা পৰীক্ষাদি কাৰ্য্য চিন্তা কৰি মুগ্ধ হ'ল। ৩৫ ॥

বাহুকৰ একাগ্ৰতা, উৎসাহ, ঘোঁৰা-পৰিচালনাত নিপুণতা আৰু দৃঢ়তৰ যত্ন দেখি তেওঁলোকে অতিশয় আনন্দ পালে। ৩৬ ॥

ইতি মহাভাৰতৰ বনপৰ্ব্বৰ অন্তৰ্গত নলোপাখ্যান-পৰ্ব্বত ঋতুপৰ্ণৰ বিদৰ্ভ-গমন নামৰ একসপ্ততিতম অধ্যায়। ৭১ ॥

## ॥ অধ্যায় ৭২ ॥

# ॥ নলৰ কলি-মুক্তি ॥

বৃহদশ্ব মুনিয়ে ক'লে,—সেই বাহুকে আকাশেদি উৰি যোৱা চৰাইৰ দৰে নদী, বন, সৰোবৰ আৰু পৰ্ব্বতবিলাকো অলপ সময়ৰ ভিতৰতে অতিক্ৰম কৰিলে। ১ ॥

তেনেকৈ অতি বেগেৰে ৰথখন গৈ থাকোঁতে তেতিয়া শত্ৰুনগৰীবিজেতা ভঙ্গাসুৰৰ পুত্ৰেক ৰজা ঋতুপৰ্ণই দেখিলে, তেওঁৰ চাদৰখন তলত পৰি গৈছে। ২ ॥

চাদৰখন পৰি যোৱাত মহাত্মা ৰজা উত্ৰাৱল হৈ, 'কাপোৰখন আনো' বুলি নলক ক'লে, ৩ ॥

হে অতি বুদ্ধিমান বাহুক, বাষ্ণেৰ্য়ই মোৰ চাদৰখন লৈ আহক, তুমি ইয়াতে চাদৰখন অনালৈকে বেগৱন্ত এই ঘোঁৰাবিলাক বাখি থোৱাঁ। ৪ ॥

তাকে শুনি নলে উত্তৰ দিলে, আপোনাৰ চাদৰখন অতি দূৰত পৰিছে। মই সেই ঠাইৰপৰা এযোজন বাট আঁতৰাই আহিছো, আকৌ সেই চাদৰখন অনাগে অতি কঠিন হ'ব। ৫ ॥

নলে এনেকৈ কোৱাত ৰজা ঋতুপৰ্ণ মিমাত হ'ল, তাৰ পিছত বনৰ মাজত পাত, ফল আদিৰে সুশোভিত হৈ থকা এজোপা ভোমোৰা গছ দেখা পালে। ৬ ॥

সেই গছজোপা দেখি ৰজা ঋতুপৰ্ণই বেগাবেগিকৈ বাহুকক কলে, সাৰথি, তুমি চোৱাঁ, গণিতু-বিদ্যাত মোৰো কেনেকুৱা অদ্ভুত শক্তি। ৭ ॥

সকলোৱে সকলো বিষয় নাজানে, কোনো সৰ্ব্বজ্ঞ নহয়, আকৌ একেজন পুৰুষতে সম্পূৰ্ণ জ্ঞানৰ প্ৰতিষ্ঠা কেতিয়াও হ'ব নোৱাৰে। ৮ ॥

বাহুক, এই গছজোপাত যিমান পাত আৰু ফল আছে, মই সেই গোটেইবোৰ কব পাৰোঁ। ইয়াত যিমান পাত আৰু ফল সৰিছে, সেই পাত আৰু ফলৰ ভিতৰত এশ এটা পাত আৰু এশ এটা ফল আছে; ইয়াৰ দুটা শাখাত পাঁচ কোটি পাত আছে, ইয়াৰ আন দুটা শাখা আৰু অন্যান্য যিবোৰ প্ৰশাখা আছে, সেইবিলাকত দুই হাজাৰ প'চান্নৈটা ফল আছে। ৯-১১ ॥

তাৰ পিছত বাহুকে ৰথখন ৰাখি ৰজা ঋতুপৰ্ণক কলে, হে শত্ৰুসূদন, মই চকুৰে নেদেখা বস্তুতহে আপুনি নিজ-গুণ প্ৰকাশ কৰিছে। মই এই ভোমোৰাগছ জোপা কাটি ইয়াৰ পাত আৰু ফলবিলাক চাই লওঁ, হে মহাৰাজ, এই পাত আৰু ফলবিলাক গণিলেহে মোৰ চকুৰে দেখা যেন হব। হে মহাৰাজ, আপোনাৰ চকুৰ আগতে এই ভোমোৰা গছজোপা কাটেঁা, আপুনি কোৱা অনুসাৰে পাত আৰু ফল আছেনে নাই গণিলেহে জানিব পাৰিম। ১২-১৪ ॥

হে নৰেশ্বৰ, যদি বাৰ্ষ্ণেয়ই এক মুহূৰ্ত্তকালো ঘোঁৰাবিলাকৰ লেকাম সংযত কৰে, তেনেহলে আপুনি চাই থাকোঁতে থাকোঁতেই ইয়াৰ পাত আৰু ফলবিলাক গণিব পাৰিম। ১৫ ॥

তেতিয়া ৰজাই সাৰথিক ক'লে,এতিয়া পলম কৰাৰ সময় নহয়। বাহুকে আকৌ ক'লে,—মই যত্নে অলপ সময়ৰ ভিতৰতে গণনা সমাপ্ত কৰিম, আপুনি এক মুহূৰ্ত্তকাল অপেক্ষা কৰক, অথবা যদি আপুনি অতি শীঘ্ৰে যাব খোজে, এইটো বিদৰ্ভ দেশলৈ সুন্দৰ বাট, তেনেহলে বাৰ্ষ্ণেয়কে সাৰথি কৰি এই বাটেৰে যাওক। ১৬-১৭ ॥

হে কুৰু-নন্দন, ঋতুপৰ্ণই বাহুকক সান্ত্বনা দি কলে, হে বাহুক, তুমিহে উৎকৃষ্ট সাৰথি, তোমাৰ নিচিনা উৎকৃষ্ট সাৰথি পৃথিবীত আন কোনো নাই। ১৮ ॥

হে অশ্ববিদ্যা-বিশাৰদ, তোমাৰ চেষ্টাতহে মই বিদৰ্ভ দেশৰ ৰাজধানীলৈ যাবলৈ ইচ্ছা কৰিছো, তোমাৰ শৰণাপন্ন হৈছেঁা, তুমি এই কাৰ্য্যত বিঘিনি নঘটাবা। ১৯ ॥

যদি তুমি আজি বিদৰ্ভ দেশলৈ গৈ মোক সূৰ্য্য-দৰ্শন কৰাব পাৰা, তেনেহলে তুমি মোৰপৰা যি কামনা কৰা, তাকেই পূৰণ কৰিম। ২০ ॥

এই কথা শুনি বাহুকে তেওঁক ক'লে,—মই তোমোৰা গছজোপাৰ পাত আৰু ফল গণি উঠি বিদৰ্ভ দেশলৈ যাওঁ; আপুনি মোৰ এই কথাটোত মান্তি হওক। ২১ ॥

ৰজাই কথাটো অনিচ্ছা সত্বেও মানি কলে, বাৰু গণা, হে অশ্ববিদ্যা-তত্ত্বজ্ঞ নিষ্পাপ বাহুক, মই কোৱা অনুসাৰে তুমি শাখাৰ এক অংশ মাত্ৰ গণি চোৱাঁ, তাতেই তুমি প্ৰীতি লাভ কৰিব পাৰিবা। তেতিয়া তেওঁ ৰথৰপৰা নামি তৎক্ষণাৎ সেই ভোমোৰা গছজোপা কাটি পেলালেগৈ। ২২ ॥

তাৰ পিছত গণনা কৰি পালে, ৰজাই পাত আৰু ফল যিমান থকা বুলি কৈছিল, ঠিক সিমানেই আছে। তেওঁ আচৰিত হৈ ৰজা ঋতুপৰ্ণক ক'লে, ২৪ ॥

হে ৰজা, গণিত-বিদ্যাত আপোনাৰহে এই অদ্ভুত শক্তি দেখিলো, হে মহাৰাজ, আপুনি যি বিদ্যাৰ প্ৰভাৱেৰে এই গণিত-বিদ্যা জানিব পাৰিছে, মই সেই বিদ্যা শুনিবলৈ ইচ্ছা কৰেঁা। ৰজা যাবৰ কাৰণে উত্ৰাৱল হৈ বাহুকক ক'লে, তুমি অশ্ববিদ্যা-ৰহস্যত আৰু মই দ্যূত-বিদ্যা-ৰহস্যত সুনিপুণ বুলি জানিবা। ২৫-২৬ ॥

বাহুকে ক'লে, হে পুৰুষপ্ৰৱৰ, আপুনি এই বিদ্যা দান কৰক, ইয়াৰ পৰিৱৰ্ত্তে আপুনি মোৰপৰা অশ্ব-বিদ্যা-ৰহস্য গ্ৰহণ কৰক। ২৭ ॥

তাৰ পিছত ৰজা ঋতুপৰ্ণই কাৰ্য্যৰ গুৰুত্ব দেখি আৰু অশ্ববিদ্যাৰ লোভতে বাহুকক আশ্বাস দি কলে, বাৰু সেয়ে হওক। ২৮ ॥

হে বাহুক, তুমি মোৰপৰা দ্যূতবিদ্যাৰ গূঢ়-ৰহস্য গ্ৰহণ কৰঁা আৰু মোক দিব খোজা অশ্ব-বিদ্যা-ৰহস্য এতিয়া তোমাৰ ওচৰতেই থাকক। এনেকৈ কৈ ঋতুপৰ্ণই নলক নিজৰ দ্যূত-বিদ্যা দান কৰিলে। ২৯ ॥

দ্যূত-বিদ্যা জনাৰ পিছত তেওঁৰ শৰীৰৰপৰা নাগৰাজ কৰ্কোটকৰ তীক্ষ্ণ বিষ উদ্গীৰণ কৰি কলি বাহিৰ ওলাল। সেই সময়তে অত্যন্ত আতুৰ সেই কলিৰপৰা দময়ন্তীৰ অভিশাপো আঁতৰ হ'ল; সেই কলিয়ে কষ্ট দিয়া কাৰণে ৰজা নল কৰ্ত্তব্য-বিমূঢ় হৈ পৰিল। ৩০-৩১ ॥

তাৰ পিছত বিষৰ প্ৰভাৱৰপৰা মুক্ত হোৱা কলিয়ে নিজৰ স্বৰূপ প্ৰকাশ কৰিলে। সেই সময়ত নিষধাধিপতি নল অত্যন্ত কোপিত হৈ কলিক শপিবলৈ ইচ্ছা কৰিলে। ৩২ ॥

তেতিয়া ভয়তে ভীত হৈ কঁপি কঁপি হাত যোৰ কৰি কলিয়ে তেওঁক ক'লে, হে মহাৰাজ, কোপ সম্বৰণ কৰক, মই আপোনাক উত্তম যশস্যা দান কৰিম। ৩৩ ॥

ইন্দ্ৰসেনৰ জননী দময়ন্তীক আগতে আপুনি যেতিয়া মহাৰণ্যৰ মাজত বিনা কাৰণে পৰিত্যাগ কৰিছিল. তেতিয়া তেওঁ অত্যন্ত কোপিতা হৈ মোক শাপ দিছিল, তেতিয়াৰপৰা মই বৰ কষ্ট পাই আছিলো। ৩৪ ॥

হে অপৰাজিত, নাগৰাজ কৰ্কোটকৰ বিষত নিজকে দিনে-ৰাতিয়ে দহি দহি আপোনাৰ শৰীৰত অতি দুখেৰে বাস কৰি আছিলো। ৩৫ ॥

এতিয়া মই আপোনাৰ শৰণাগত হৈছো, আপুনি মোৰ এই কথা শুনক। যদি ভয়তে পীড়িত হৈ আপোনাৰ শৰণাপন্ন হোৱা মোক শাপ নিদিয়ে তেনেহলে এই জগতত যিসকল মানুহে এলাহৰ বশীভূত নহৈ আপোনাৰ গুণানুকীৰ্ত্তন কৰে তেওঁলোকে কোনো দিনে মোৰপৰা ভয় নাপাব। কলিয়ে এনেকৈ কোৱাত ৰজা নলে নিজৰ ক্ৰোধ সম্বৰণ কৰিলে। ৩৬-৩৭ ॥

তাৰ পিছত কলি অত্যন্ত ভীত হৈ তৎক্ষণাৎ ভোমোৰা গছ জোপাৰ ভিতৰত সোমাই গ'ল। নিষধৰাজ নলৰ লগত কলিয়ে কথোপকথন কৰোঁতে কলিক আন কোনেও দেখা পোৱা নাছিল। ৩৮ ॥

তাৰ পিছত কলি অদৃশ্য হোৱাত শত্ৰু-বীৰসকলৰ সংহৰণকাৰী নিষধাধিপতি ৰজা নলে চিন্তাৰপৰা মুক্ত হৈ এই ভোমোৰা গছজোপাৰ ফলবিলাক গণনা কৰি, অতি প্ৰফুল্লিত হৈ সুন্দৰ তেজেৰে তেজ স্বীৰূপ ধাৰণ কৰিলে। তাৰ পিছত ৰথত আৰোহণ কৰি অত্যন্ত বেগৱান ঘোঁৰাবিলাক ৰথত যুৰি আকৌ বিদৰ্ভ দেশলৈ যাত্ৰা কৰিলে। ৩৯-৪০ ॥

কলিয়ে আশ্ৰয় লোৱা কাৰণে ভোমোৰা গছজোপা দেখিবলৈ অশোভনীয় হৈছিল। তাৰ পিছত ৰজা নলে অতি প্ৰসন্নচিত্তে পুনৰ সুন্দৰ ঘোঁৰাবিলাক চলাবলৈ ধৰিলে; তেতিয়া এনেকুৱা প্ৰতীতি হৈছিল, যেন সুন্দৰ ঘোঁৰাবিলাক চৰাইৰ দৰে পুনৰ উৰিহে যাবলৈ ধৰিছে। মহা যশস্বী ৰজা নল তেনেকৈ অতি বেগেৰে বিদৰ্ভ দেশলৈ গৈছিল। ৪১-৪২ ॥

নল যোৱাৰ পিছত কলিও নিজৰ ঘৰলৈ গ'ল। হে ৰজা, কলিৰপৰা মুক্তি পোৱা ভূমিপাল ৰজা নল সমস্ত চিন্তাৰপৰা মুক্ত হ'ল, কিন্তু এওঁ নিজৰ প্ৰাথমিক সৌন্দৰ্য্যৰূপ নাপালে। ৪৩ ॥

ইতি মহাভাৰতৰ বনপৰ্ব্বৰ অন্তৰ্গত নলোপাখ্যান-পৰ্ব্বত নলৰ-কলি মুক্তি নামৰ দ্বিসপ্ততিতম অধ্যায়। ৭২ ॥

॥ অধ্যায় ৭৩ ॥

## ॥ ঋতুপর্ণ ৰজাৰ বিদৰ্ভ-প্ৰবেশ ॥

বৃহদশ্ব মুনিয়ে ক'লে,—হে যুধিষ্ঠিৰ, তাৰ পিছত সত্য পৰাক্ৰমশালী ৰজা ঋতুপৰ্ণই বেলি মাৰ যোৱাৰ আগতে বিদৰ্ভ দেশ পোৱাত লোকসকলে সেই বিষয়ে ৰজা ভীমক জনালেগৈ । ১ ॥

ভীমৰ আদেশ অনুসাৰে ৰজা ঋতুপৰ্ণ ৰথৰ ঘৰ্ঘৰ ধ্বনিৰে দশোদিশ প্ৰতিধ্বনিত কৰি কুণ্ডিন নগৰত প্ৰৱেশ কৰিলে । ২ ॥

তাৰ পিছত (দময়ন্তীয়ে পুত্ৰকইতৰ লগত পঠাই দিয়া) নলৰ ঘোঁৰাবিলাকে কুণ্ডিন নগৰত সেই ৰথধ্বনি শুনিছিল, আৰু শুনি অতি উৎসাহিত হৈছিল । ৩ ॥

দময়ন্তীয়েও বৰ্ষাকালত গৰ্জ্জন কৰা মেঘৰ গম্ভীৰ ধ্বনিৰ নিচিনা নলৰ সেই ৰথৰ গম্ভীৰ ঘৰ্ঘৰ ধ্বনি শুনিবলৈ পাইছিল । ৪ ॥

দময়ন্তী ৰথৰ সেই গম্ভীৰ ঘৰ্ঘৰ ধ্বনি শুনি অতি আচৰিত হৈছিল, কিয়নো আগতে ৰজা নলে ঘোঁৰাৰ লেকাম ধৰোঁতে ৰথৰ যেনেকুৱা গম্ভীৰ ঘৰ্ঘৰ ধ্বনি হৈছিল, সিদিনাও ৰথৰ তেনেকুৱা শব্দই শুনা গৈছিল, আৰু ঘোঁৰাবিলাকো আচৰিত হৈছিল । ৫ ॥

প্ৰাসাদত থকা ময়ূৰ, হাতীশালত বন্ধা হাতী আৰু তেনেকৈ অশ্বশালৰ ঘোঁৰাবিলাকেও ৰজাৰ সেই অদ্ভুত ৰথ-ধ্বনি শুনিছিল । ৬ ॥

হে ৰজা, ৰথৰ সেই গম্ভীৰ ধ্বনি শুনি ময়ূৰ, হাতী আৰু ঘোঁৰাবিলাকে উৎকণ্ঠিত ভাৱে ওপৰমুৱা হৈ মেঘৰ গৰ্জ্জনৰ নিচিনাকৈ চিৎকাৰ কৰিবলৈ ধৰিছিল । ৭ ॥

দময়ন্তীয়ে ক'লে, হায় ! ৰথৰ এই ঘৰ্ঘৰ ধ্বনিয়ে যেনেকৈ ভূমণ্ডল পৰিপূৰণ কৰিছে, তেনেকৈ মোৰ মনতো আহ্লাদ জন্মাইছে । মনটোৱে কৈছে, এৱেঁই ৰজা নল । ৮ ॥

আজি যদি সুধাংশুবদন, অসংখ্য গুণধৰ বীৰবৰ নলক দেখা নাপাওঁ, তেনেহলে নিজৰ এই জীৱন শেষ কৰিম, ইয়াত সংশয় নাই । ৯ ॥

আজি যদি মই সেই বীৰ-শিৰোমণি নলৰ স্পৰ্শ কৰিলেই আনন্দৰ শিহৰণ উঠা ভুজ-যুগলৰ মাজত প্ৰৱেশ কৰিব নোৱাৰোঁ তেন্তে মই নিশ্চয় জীয়াই নাথাকিম । ১০ ॥

যদি ৰথেৰে মেঘৰ নিচিনা গম্ভীৰ ধ্বনি কৰা নিষধাধিপতি মহাৰাজ নল মোৰ ওচৰলৈ নাহে, তেনেহলে আজিয়েই সোণৰ নিচিনা দীপ্তিমান হুতাশনত প্ৰৱেশ কৰিম । ১১ ॥

যদি সিংহৰ নিচিনা বলশালী আৰু মদমত্ত হাতীৰ নিচিনা পৰাক্ৰমী ৰাজ ৰাজেশ্বৰ নল মোৰ ওচৰলৈ নাহে, তেনেহলে আজিয়েই মোৰ জীৱন নাশ কৰিম, ইয়াত সংশয় নাই। ১২॥

মোৰ মনত নপৰে, মই কোনোবা দিনা স্বইচ্ছাৰে তেওঁৰ আগত মিছা কথা কৈছো, মোৰ স্মৰণ নহয়, মই কোনোবা দিনো তেওঁৰ অপকাৰ কৰিছো, মোৰ স্মৰণ নহয়, কেতিয়াবা স্বেচ্ছাই তেওঁৰ আদেশ প্ৰতিপালন নকৰাকৈ আছো। ১৩॥

মোৰ সেই নিষধৰাজ নল শক্তিশালী, ক্ষমাশীল, বীৰ, দাতা, সকলো ৰজাৰ ভিতৰত শ্ৰেষ্ঠ। তেওঁ সদায় নীচ কৰ্ম্মৰপৰা আঁতৰত থাকে আৰু তেওঁ পৰ-নাৰীৰ ওচৰত নপুংসকৰ নিচিনাকৈ আচৰণ কৰে। ১৪॥

মই সদায় তেওঁৰ গুণ স্মৰণ কৰি আৰু দিনে-ৰাতিয়ে তেওঁতে আসক্ত হৈ থকাৰ ফলত মোৰ হৃদয়ৰ প্ৰিয়তম নলৰ বিৰহ-শোকতে বিয়াকুল হৈছো। ১৫॥

হে ভাৰত, এনেকৈ বিলাপ কৰি দময়ন্তীয়ে প্ৰায়-অচেতন হৈ পাছত পবিত্ৰ যশস্যাশালী নলক চাবৰ মনেৰে প্ৰাসাদত আৰোহণ কৰিলে। ১৬॥

তাৰ পিছত বাষ্ণেৰ্য় আৰু বাহুকেৰে সৈতে ৰথত বহি থকা ৰজা ঋতুপৰ্ণক প্ৰাসাদৰ মাজৰ কোঠাত দেখিবলৈ পালে। ১৭॥

পিছত বাহুক আৰু বাষ্ণেৰ্য় সেই সুন্দৰ ৰথৰপৰা নামি ঘোঁৰাবিলাক মেলি দি ৰথখন আন এখন ঠাইত ৰাখিলে। ১৮॥

ইয়াৰ পিছত ঋতুপৰ্ণ ৰজা ৰথৰপৰা নামি ভয়ানক পৰাক্ৰমী মহাৰাজ ভীমৰ ওচৰলৈ গ'ল। ১৯॥

তাৰ পিছত ভীমে ঋতুপৰ্ণ ৰজাক অতি সাদৰ-সৎকাৰেৰে অভ্যৰ্থনা কৰাত তেওঁ সাদৰে সেই অভ্যৰ্থনা গ্ৰহণ কৰিলে। ২০॥

ভূপাল ঋতুপৰ্ণই ৰমণীয় কুণ্ডিল নগৰত উপস্থিত হৈ সেই বিদৰ্ভত বাৰে বাৰে অনুসন্ধান কৰিও দময়ন্তীৰ স্বয়ম্বৰ সম্পৰ্কে একো দেখা নাপালে। আৰু বিদৰ্ভাধিপতি ৰজাৰ লগত লগ লাগি, এই কথাও জানিব নোৱাৰিলে যে ই স্ত্ৰীৰ এটা গুপ্ত মন্ত্ৰণা মাত্ৰ। ২১॥

হে ভৰত-নন্দন যুধিষ্ঠিৰ, বিদৰ্ভৰাজে "আপোনাৰ শুভাগমন হওক" "আপুনি কি কাৰণে ইয়ালৈ আহিল" এই বুলি ঋতুপৰ্ণ ৰজাক সুধিলে। ২২॥

ৰজা ভীমে দময়ন্তীৰ দ্বিতীয় স্বয়ম্বৰৰ খবৰ পাই ঋতুপৰ্ণ আহিছে বুলি নাজানে। ৰজা ঋতুপৰ্ণও অতি বুদ্ধিমান আৰু সত্য পৰাক্ৰমী। ২৩॥

তেওঁ তাত উপস্থিত হৈ ৰজা নাইবা ৰাজকুমাৰ কাকো নেদেখিলে ; নেদেখিলে তাত ব্ৰাহ্মণসকলৰ সমাগম, নুশুনিলে তাত দময়ন্তীৰ দ্বিতীয় স্বয়ম্বৰ সম্পৰ্কে কথা বাৰ্ত্তা। তাৰ পিছত কোশলেশ্বৰ ৰজা ঋতুপৰ্ণই মনে মনে চিন্তা কৰিলে আৰু বিদৰ্ভৰাজক ক'লে, হে ৰজা, মই আপোনাক সেৱা জনাবলৈ আহিছো। ২৪-২৫॥

এই কথা শুনি ৰজা ভীম বিস্ময়াপন্ন হৈ মনে মনে চিন্তা কৰি ৰজা ঋতুপৰ্ণৰ বহু গাঁও অতিক্ৰম কৰি এশ যোজনতকৈও অধিক বাট অহাৰ যথাৰ্থ কাৰণ জানিব নোৱাৰিলে, তেওঁ অহাৰ কাৰণটো অতি সাধাৰণ-ৰূপে কিয় দেখুৱালে তাকো নুবুজিলে। ২৬—২৭ ॥

"থাক, যি কাৰণেই নহওক, পিছত জানিব পাৰিম। এওঁ যি কাৰণ কলে সেইটো অহাৰ কাৰণ হব নোৱাৰে,"—ইয়াকে স্থিৰ কৰি ৰজাই তেওঁক আদৰ অভ্যৰ্থনা কৰি বিশ্ৰাম লবলৈ নিৰ্দ্দেশ দিলে। ২৮ ॥

আকৌ ক'লে,—আপুনি অতি ক্লান্ত হৈছে, এতিয়া বিশ্ৰাম কৰক। এইদৰে বিদৰ্ভ-ৰাজে প্ৰসন্নচিত্তে আদৰ-সংকাৰ কৰাত ঋতুপৰ্ণ ৰজা সন্তুষ্ট হ'ল। ২৯ ॥

পিছত তেওঁ ৰাজসেৱকসকলেৰে সৈতে গৈ তেওঁলোকে দেখুৱাই দিয়া ঘৰত সোমাল, হে ৰজা, বাৰ্ষ্ণেয়েৰে সৈতে ঋতুপৰ্ণ যোৱাৰ পিছত বাহুকে ৰথখন লৈ ৰথ-শাললৈ গ'ল। পিছত তেওঁ ৰথৰপৰা ঘোঁৰাবিলাক মেলি দি অশ্ব-শাস্ত্ৰৰ বিধি অনুসাৰে পৰিচৰ্য্যা কৰি আৰু সিহঁতক আশ্বাস দি নিজেও ৰথৰ ভিতৰত বহিল। ৩০-৩১ ॥

বিদৰ্ভ-কুমাৰীও শোকত আতুৰ হৈ ভঙ্গাসুৰৰ পুতেক ৰজা ঋতুপৰ্ণ, সূতৰ পুতেক বাৰ্ষ্ণেয় আৰু ৰথৰ ভিতৰত বহি থকা বাহুকক দেখি চিন্তা কৰিবলৈ ধৰিলে—কাৰ ৰথৰ এই ঘৰ্ঘৰ-ধ্বনি? ৩২-৩৩ ॥

নলৰ ৰথৰ নিচিনা এই ঘৰ্ঘৰ-ধ্বনি গম্ভীৰ, কিন্তু আগন্তুকৰ ভিতৰত নিষধাধি-পতি নলক দেখা নাপাওঁ! নিশ্চয় বাৰ্ষ্ণেয় সাৰথিয়েও নলৰ নিচিনাকৈ সেই অশ্ব-বিজ্ঞান-ৰহস্য শিকিছে, সেই গতিকে আজি নলৰ ৰথৰ নিচিনাকৈ এই ৰথৰ গম্ভীৰ ঘৰ্ঘৰ-ধ্বনি হৈছিল। হায়, ঋতুপৰ্ণ যেনেকুৱা ৰজা নলো তেনেকুৱা; আকৌ এই ৰথখনৰ গম্ভীৰ ধ্বনি, নিষধাধিপতি নলৰ ৰথৰ গম্ভীৰ ধ্বনিৰ নিচিনা পৰিলক্ষিত হয়। ৩৪-৩৫ ॥

হে যুধিষ্ঠিৰ, সুলক্ষণা সেই দময়ন্তীয়ে এনেকৈ নানা চিন্তা কৰি নিষধৰাজ নলক বিচাৰ কৰিবলৈ দূতীক পঠালে। ৩৬ ॥

ইতি মহাভাৰতৰ বনপৰ্ব্বৰ অন্তৰ্গত নলোপাখ্যান-পৰ্ব্বত ঋতুপৰ্ণ ৰজাৰ বিদৰ্ভ-প্ৰৱেশ নামৰ ত্ৰিসপ্ততিতম অধ্যায়। ৭৩ ॥

॥ অধ্যায় ৭৪ ॥

## ॥ নল-কেশিনী সংবাদ ॥

দময়ন্তীয়ে ক'লে,—হে কেশিনী, যোৱাঁ, সৌজন হ্ৰস্ববাহু কদাকাৰ কোন সাৰথি ৰথৰ ভিতৰত বহি আছে, পৰিচয় লোৱাঁ। ১ ॥

হে ভদ্ৰা, তুমি সাৱধানে তেওঁৰ ওচৰলৈ গৈ মধুৰ ভাষাৰে শুভ সংবাদ সোধঁা, হে অনিন্দিতা, আৰু সেই পুৰুষজনৰ যথাৰ্থ খবৰ জানিবলৈ চেষ্টা কৰাঁ। ২ ॥

এইজন পুৰুষ সম্পৰ্কে মোৰ অতি সন্দেহ হৈছে, কাৰণ এওঁক দেখি মোৰ মন আৰু হৃদয়ত কিবা এক শান্তিৰ সমাবেশ হৈছে, সম্ভৱ এওঁ ৰজা নলো হ'ব পাৰে। ৩ ॥

হে সুশ্ৰোণী, তুমি কথা-প্ৰসঙ্গত পৰ্ণাদ নামক ব্ৰাহ্মণে কোৱা কথাবিলাক এওঁক কবা, হে অনিন্দিতা, আকৌ এওঁ যি উত্তৰ দিয়ে, সেইবিলাকো ভালদৰে মনত ৰাখিবা। ৪ ॥

তাৰ পিছত দূতীয়ে সাৱধানে গৈ বাহুকৰ লগত কথা-বাৰ্ত্তা পাতিলে আৰু কল্যাণী দময়ন্তীয়েও প্ৰাসাদত থাকি নিৰীক্ষণ কৰিবলৈ ধৰিলে। ৫ ॥

হে নৰেন্দ্ৰ, আপোনাৰ শুভাগমন হওক, মই আপোনাৰ কুল-সমাচাৰ জানিব খোজোঁ, হে পুৰুষশ্ৰেষ্ঠ, দময়ন্তীয়ে কোৱা কথাখিনি ভালদৰে শুনক। ৬ ॥

বিদৰ্ভ-ৰাজকুমাৰীয়ে শুনিবলৈ ইচ্ছা কৰে, আপোনালোকে কেতিয়া অযোধ্যাৰপৰা যাত্ৰা কৰিলে? কি কাৰণেই বা ইয়ালৈ আহিল? আপুনি ইয়াৰ যথাৰ্থ উত্তৰ দিয়ক। ৭ ॥

বাহুকে ক'লে,—মহাত্মা কোশল-ৰাজ ঋতুপৰ্ণই এজন বামুণৰ মুখৰপৰা শুনিছিল, কালিলৈ দময়ন্তীৰ দ্বিতীয় স্বয়ম্বৰ হ'ব। ৮ ॥

এই কথা শুনিয়েই ৰজাই বায়ুৰ নিচিনা বেগৱান আৰু এদিনৰ ভিতৰতে এশ যোজন বাট অতিক্ৰম কৰিব পৰা প্ৰৱীণ প্ৰৱীণ ঘোঁৰাবিলাক ৰথত যুৰি ইয়াত উপস্থিত হৈছে, মই তেওঁৰে সাৰথি। ৯ ॥

কেশিনীয়ে ক'লে,—আপোনালোকৰ ভিতৰৰ তৃতীয় পুৰুষজন কোন, তেওঁ কৰপৰা আহিল, আৰু কাৰ সেৱক? আকৌ এওঁলোকৰ ভিতৰত আপুনিনো কোন, কাৰ পুত্ৰ, আৰু কি কাৰণেই বা আপোনাৰ ওপৰত এই কাৰ্য্যভাৰ নিহিত হৈছে? ১০ ॥

বাহুকে ক'লে—হে ভদ্ৰা, এইজন তৃতীয় পুৰুষ পৱিত্ৰ যশস্যাশালী নল ৰজাৰ সাৰথি বাৰ্ষ্ণেয় নামে বিখ্যাত, পিছত নল ৰজা বনলৈ যোৱাত তেওঁ ভঙ্গাসুৰৰ পুত্ৰেক ঋতুপৰ্ণ ৰজাৰ ওচৰ চাপিল। ১১ ॥

(আকৌ) ময়ো অশ্ববিজ্ঞান-ৰহস্য আৰু সাৰথিৰ কাম উভয়তে নিপুণ; সেই গতিকে মোকো ঋতুপৰ্ণ ৰজাই সাৰথিৰ কামত আৰু ৰন্ধা-বঢ়া কাৰ্য্যত নিযুক্ত কৰিছে। ১২ ॥

কেশিনীয়ে ক'লে—হে বাহুক, নল ৰজা কি কাৰণে বনলৈ গ'ল বাৰ্ষ্ণেয়ই জানেনে? অথবা তেওঁ আপোনাৰ আগত নল ৰজাৰ সম্বন্ধে কিবা কথা কৈছে নেকি?

বাহুকে ক'লে,—হে ভদ্ৰা, পুণ্যকৰ্ম্মা ৰজা নলে দুয়োজন পুত্ৰেকক ইয়াতে থৈ নিজৰ ইচ্ছা অনুসাৰে অযোধ্যাৰপৰা গুচি গৈছে, মই ইয়াৰ বাহিৰে নিষধপতি নলৰ কথা একো নেজানো। ১৪ ॥

হে যশস্বিনী, আন কোনো মানুহেই নলক নাজানে; ৰজা নলৰ আগৰ ৰূপ নাইকিয়া হোৱাত তেওঁ এই জগততে গুপ্তভাৱে ফুৰি আছে। পৰমাত্মাইহে নলক জানে, আৰু তেওঁৰ অন্তৰাত্মাইহে তেওঁক জানে। ৰজা নলে তেওঁৰ পিছত জন্মা ৰূপাদি লক্ষণবিলাক কাৰো ওচৰত কোনো দিনে প্ৰকাশ কৰা নাই। ১৫—১৬ ॥

কেশিনীয়ে ক'লে,—প্ৰথমতে অযোধ্যালৈ যি ব্ৰাহ্মণজন গৈছিল, সেই ব্ৰাহ্মণজনে দময়ন্তীয়ে শিকাই দিয়া এই কথাবিলাক বাৰে বাৰে কৈছিল, ১৭ ॥

হে উন্মত্ত প্ৰিয়তম, আপোনাতেই সদায় অনুৰক্তা প্ৰিয়-পত্নী মোক কাননৰ মাজত শুই থাকোঁতে এৰি থৈ আৰু মই পিন্ধা কাপোৰখনৰে এভাগ কাটি নি কলৈ গ'লা? ১৮ ॥

আপুনি তেওঁক যি অৱস্থাত দেখিছিল, আজিও সেই অৱস্থাতেই আছে। সেই অৰ্দ্ধাংশ কাপোৰকে পৰিধান কৰি দিনে-ৰাতিয়ে আপোনাৰ বিৰহানলেৰে সন্তপ্ত হৈ আপোনাৰ পুনৰ-আগমনকে অপেক্ষা কৰি আছে। ১৯ ॥

হে বীৰভূমিপাল, আপোনাৰ বিৰহ-দুঃখতে সদায় কান্দি থকা সেই প্ৰিয়-পত্নীক শান্তি দিয়ক আৰু মোৰ কথাৰ প্ৰত্যুত্তৰ দিয়ক। ২০ ॥

হে মহামতি, তেওঁক আনন্দ লগোৱা কেইটামান কথা কওক, সাধ্বী বিদৰ্ভ-কুমাৰীয়ে আপোনাৰ সেই কথা আকৌ শুনিবলৈ ইচ্ছা কৰে। ২১ ॥

হে বাহুক, ব্ৰাহ্মণৰ মুখৰপৰা এইবিলাক কথা শুনি আগতে তেওঁক যি উত্তৰ দিছিল, বিদৰ্ভ-কুমাৰীয়ে আপোনাৰপৰা পুনৰ সেই উত্তৰকেই শুনিব খোজে। ২২ ॥

বৃহদশ্ব মুনিয়ে ক'লে,—হে যুধিষ্ঠিৰ, কেশিনীয়ে এনেকৈ কোৱাত ৰজা নলৰ হৃদয় অত্যন্ত কাতৰ হ'ল আৰু তেওঁৰ চকু দুটি পানীৰে চপচপীয়া হৈ গ'ল। ২৩ ॥

নিষধেশ্বৰে শোকানলেৰে সন্তপ্ত হৈ তৎক্ষণাৎ অন্তৰৰ দুঃখ বোধ কৰি পুনৰ অশ্ৰুপূৰ্ণ গদ্‌গদ স্বৰেৰে কবলৈ আৰম্ভ কৰিলে, ২৪ ॥

উত্তম বংশৰ তিৰোতাসকলে বিষম সঙ্কটত পৰিলেও নিজকে নিজেই ৰক্ষা কৰে, পিছত সত্যত থাকি আকৌ স্বৰ্গকো জয় কৰিব পাৰে, ইয়াত কোনো সন্দেহ নাই। ২৫ ॥

শ্ৰেষ্ঠ তিৰোতাসকলে স্বামীৰপৰা বঞ্চিতা হলেও তেওঁক কোনো দিনে খং নকৰে, আৰু তেওঁলোকে সদায় সদাচাৰৰ কৱচেৰে প্ৰাণ ধাৰণ কৰে। ২৬ ॥

পুৰুষে বিষম সঙ্কটত পৰি সুখৰপৰা বঞ্চিত হোৱাৰ ফলত কিংকৰ্ত্তব্য বিমূঢ় হৈ যদি পত্নীক পৰিত্যাগ কৰে তেতিয়াও সতী নাৰীয়ে তেওঁক খং কৰিব নাপায়। ২৭ ॥

আকৌ অতি কষ্টে জীৱিকা নিৰ্ব্বাহ কৰিবলৈ চেষ্টা কৰা সময়ত, চৰায়ে কাপোৰ হৰণ কৰি নিওঁতে, মানসিক চিন্তাৰে সন্তপ্ত হোৱা পতিৰ প্ৰতি, শ্যামা বিদৰ্ভ-কুমাৰীয়ে খং কৰিব নাপায়। ৰজা নল ৰাজ্যভ্ৰষ্ট, কান্তিহীন, ক্ষুধিত আৰু বিষাদ-সাগৰত নিমগ্ন, তেনেকুৱা বিষম সঙ্কটত পৰা স্বামীক দেখি তেওঁ আদৰেই কৰক নাইবা অনাদৰেই কঁৰক, তেওঁ সেই কথা নাভাৱে। ২৯ ॥

হে ভাৰত, মনৰ দুখতে অত্যন্ত কাতৰ হোৱা নলে এনেকৈ সেই কথাবিলাক কৈ চকুৰ পানী নেপেলোৱাকৈ থাকিব নোৱাৰিলে। ৩০ ॥

তাৰ পিছত কেশিনী তাৰপৰা গৈ নলে কোৱা সকলো কথা আৰু তেওঁৰ মনৰ বিকাৰ-ভাৱ যথা-ৰীতি দময়ন্তীক জনালে। ৩১ ॥

ইতি মহাভাৰতৰ বনপৰ্ব্বৰ অন্তৰ্গত নলোপাখ্যান-পৰ্ব্বত নল-কেশিনী সংবাদ নামৰ চতুঃসপ্ততিতম অধ্যায়। ৭৪ ॥

॥ অধ্যায় ৭৫ ॥

## ॥ নলৰ কন্যা-পুত্ৰ-দৰ্শন ॥

বৃহদশ্ব মুনিয়ে ক'লে,—হে যুধিষ্ঠিৰ, দময়ন্তীয়ে সেই কথাবিলাক শুনি অত্যন্ত শোক-মগ্না হৈ তেওঁকে নল বুলি আশঙ্কা কৰি কেশিনীক এই কথা ক'লে, ১ ॥

হে কেশিনী, আকৌ যোৱাঁ, বাহুকক পুনৰ পৰীক্ষা কৰাঁগৈ, নীৰৱে ওচৰত থাকি তেওঁৰ চৰিত্ৰৰ ওপৰত দৃষ্টি ৰাখাঁ। ২ ॥

হে ভামিনী, যেতিয়া তেওঁ কোনো এটা কাম কৰিব, সেই কাম কৰা সময়ত তাৰ কাৰণ, আৰু সেই কামত যত্নৱান হোৱা তেওঁৰ কাৰ্য্য-কৌশল লক্ষ্য কৰিবাঁ। ৩ ॥

হে কেশিনী, তেওঁ পানী খুজিলে পানী নিদি কোনো প্ৰকাৰে তাৰপৰা বেগ দি ওলাই আহিবা, আকৌ জুই খুজিলে কোনো এটা চেষ্টু উলিয়াই জুয়ো নিদিবাঁ। ৪ ॥

বাহুকৰ এইবিলাক চৰিত্ৰ ভালদৰে চাই-চিতি মোক কৰা, আকৌ তুমি যদি বাহুকৰ গাত দৈৱিক অথবা মানৱোচিত কিবা বিশেষত্ব দেখাঁ, সেইবিলাকো মোক কবা। দময়ন্তীয়ে এনেকৈ কোৱাত কেশিনী তালৈ গ'ল, আৰু অশ্ববিদ্যা-বিশাৰদ বাহুকৰ লক্ষণবিলাক চাই উভতি আহিল। বাহুকত যিবিলাক দৈৱিক আৰু মানৱোচিত বিশেষত্ব দেখিলে তেওঁ সেই সকলো সম্পূৰ্ণৰূপে দময়ন্তীক ক'লে। ৫—৭ ॥

কেশিনীয়ে ক'লে,—দময়ন্তী, এওঁৰ প্ৰতিটো ব্যৱহাৰেই অত্যন্ত পবিত্ৰ, মই আগতে এনেকুৱা পুৰুষ ক'তো দেখা নাই আৰু শুনাও নাই। ৮ ॥

এওঁ চাপৰ দুৱাৰমুখ পাৰ হওঁতে কেতিয়াও চাপৰি নোসোমায়, কিন্তু তেওঁক সোমোৱা দেখিলেই ভালদৰে যাব পৰাকৈ সি ওপৰলৈ উঠিহে যায়। ৯ ॥

ঠেক ঠাইতো এওঁৰ কাৰণে ওলোৱা-সোমোৱা বাট বহল হয়। ৰজা ভীমে ঋতুপৰ্ণৰ কাৰণে নানাতৰহৰ খাদ্য-বস্তু তালৈ পঠাইছিল, আৰু প্ৰচুৰ পৰিমাণে মাংসও পঠাইছিল; সেইবিলাক খাদ্য-বস্তু ধুবৰ কাৰণে তাত কেইটামান খালী কলহো ৰাখিছিল। ১০—১১ ॥

পিছত তেওঁ চোৱা মাত্ৰেই সেই কলহবিলাক পানীৰে ভৰি গ'ল, আৰু খাদ্য-বস্তুবিলাক বাহুকে সেই পানীৰে প্ৰক্ষালন কৰি চৌকাত তুলি দি এমুঠি বন হাতত লৈ সূৰ্য্যদেৱৰ কিৰণত সেই বনমুঠি ধৰি থাকিল। তাৰ পিছত সেই বন-মুঠিতেই তৎক্ষণাৎ অগ্নিদেৱ প্ৰজ্বলিত হ'ল। ১২—১৩ ॥

সেইবিলাক অদ্ভুত কথা দেখি মই ইয়ালৈ আহিছো; মই বাহুকত আন এটা অদ্ভুত কথা দেখিলো। ১৪ ॥

হে কল্যাণী, তেওঁ জুইত হাত দিলেও নোপোৰে আৰু পাত্ৰত পানী নেথা-কিলেও তেওঁৰ ইচ্ছানুসাৰে তৎক্ষণাৎ উপস্থিত হৈ প্ৰৱাহিত হয়। ১৫ ॥

মই তেওঁৰ ক্ষেত্ৰত আৰু এটা অত্যন্ত আশ্চৰ্য্যজনক কথা দেখিলো; তেওঁ ফুলবিলাক আনি হাতেৰে ধীৰে ধীৰে মোহাৰে, মোহাৰিলেও সেই ফুলবিলাক বিকৃত নহয়, পুনৰ বিকশিত আৰু সুগন্ধিতহে হয়। এইবিলাক অদ্ভুত লক্ষণ দেখি মই বেগাই ইয়ালৈ আহিছো। ১৬—১৭ ॥

বৃহদশ্ব মুনিয়ে ক'লে,—হে যুধিষ্ঠিৰ, পবিত্ৰ যশস্যাশালী নলৰ অসাধাৰণ কাৰ্য্য-বিলাক বাহুকৰ কৰ্ম্ম-চেষ্টাৰ মাজেদি প্ৰকাশ হোৱা শুনি দময়ন্তীয়ে মনে মনে নলক পোৱা বুলি স্থিৰ কৰিছিল। ১৮ ॥

পুনৰ তেওঁ ইঙ্গিতেৰে বাহুকক স্বামী বুলি আশঙ্কা কৰি কেশিনীক মধুৰ বাক্যেৰে কান্দি কান্দি ক'লে, সখী, আকৌ এবাৰ যোৱাঁ, যেতিয়া বাহুক অসাৱধানে থাকিব তেতিয়া তেওঁ বিশেষ নিয়মেৰে পাক কৰা মাংস বাক্সীঘৰৰ-পৰা তৎক্ষণাৎ ইয়ালৈ লৈ আহিবা। দময়ন্তীৰ প্ৰিয়কাৰিণী কেশিনীয়ে অন্তৰালত বাহুকৰ তালৈ গৈ অত্যন্ত তপত মাংস অলপমান নমাই তৎক্ষণাৎ লৰ দিলে। ১৯-২১ ॥

হে কুৰুনন্দন, তাৰ পিছত কেশিনীয়ে তেওঁ পাক কৰা মাংস আনি দময়ন্তীক দিলে, তেও আগতে বহুবাৰ নলে পাক কৰা মাংসৰ সোৱাদ অনুভৱ কৰিছিল। ২২ ॥

সিদিনাও সেই মাংস খাই সাৰথি বাহুকক আচলতে নল বুলি জানিব পাৰি অত্যন্ত কাতৰ হৈ বিলাপ কৰিবলৈ ধৰিলে। তাৰ পিছত মুখ-হাত ধুই অত্যন্ত ব্যাকুল হৈ ভায়েক ইন্দ্ৰসেনেৰে সৈতে ইন্দ্ৰসেনাক পুনৰ কেশিনীৰ লগত পঠাই দিলে। হে ভাৰত, তাৰ পিছত বাহুকৰূপী ৰজা নলে নিজৰ পুতেক বুলি জানিব পাৰি বেগাই গৈ সিহঁতক সাৱটি ধৰি কোলাত ললে আৰু সেই বাহুকৰূপী নলে সুৰ-কুমাৰৰ নিচিনা পুতেক দুজনক পাই দুখতে আকুল হৈ মুক্তকণ্ঠে নকন্দাকৈ থাকিব নোৱাৰিলে। তেতিয়া এই নিষধেশ্বৰ নলে বাৰে বাৰে মানসিক বিকাৰ-ভাব দেখুৱাই তৎক্ষণাৎ পুতেক দুজনক কোলাৰপৰা নমাই থৈ কেশিনীকে এই কথা ক'লে, ২৩—২৬ ॥

হে কল্যাণী, এই ল'ৰা দুজন মোৰ ল'ৰা দুজনৰ নিচিনা, এই হেতুকে এই ল'ৰা দুজনক দেখিয়ে মোৰ চকুৰ পানী বৰলৈ ধৰিছে। ২৭ ॥

হে কল্যাণী, তুমি বাৰে বাৰে অহা-যোৱা কৰিবলৈ ধৰিছা, মানুহে বেয়া আশঙ্কা কৰিব পাৰে, তাতে আমি এই দেশৰ অতিথি, গতিকে তুমি সানন্দে ইয়াৰপৰা যোৱাঁ। ২৮ ॥

ইতি মহাভাৰতৰ বনপৰ্ব্বৰ অন্তৰ্গত নলোপাখ্যান-পৰ্ব্বত নলৰ কন্যা-পুত্ৰ-দৰ্শন নামৰ পঞ্চসপ্ততিতম অধ্যায়। ৭৫ ॥

॥ অধ্যায় ৭৬ ॥

## ॥ নল-দময়ন্তী সমাগম ॥

বৃহদশ্ব মুনিয়ে ক'লে,—

হে যুধিষ্ঠিৰ, অতি বুদ্ধিমান পবিত্ৰ যশস্যাশালী নলৰ সম্পূৰ্ণ বিকাৰ-ভাব দেখি কেশিনীয়ে আহি দময়ন্তীৰ আগত সেই কথা ক'লে। ১ ॥

তাৰ পিছত দময়ন্তী দুখতে আতুৰ হৈ নলক চাবৰ মনেৰে পুনৰ কেশিনীক মাকৰ ওচৰলৈ এই বুলি কবলৈ পঠাই দিলে, ২ ॥

হে আই, মোৰ মনে নল বুলি সন্দেহ কৰি বাহুকক কেইবাবাৰো পৰীক্ষা কৰিছে। এওঁত আনবিলাক লক্ষণ মিলে, মাত্ৰ ৰূপতহে মোৰ সন্দেহ হয়, গতিকে মই নিজে এবাৰ পৰিচয় লবলৈ ইচ্ছা কৰোঁ। ৩ ॥

হে আই, সেই বাহুকক ইয়ালৈ আনক, নাইবা মোকে তেওঁৰ ওচৰলৈ যাবলৈ আদেশ দিয়ক। আপোনাৰ অভিৰুচি অনুসাৰে পিতাই জনাকৈ হওক নাইবা নজনাকৈয়েই হওক মোক এটা বিধান কৰি দিয়ক। ৪ ॥

বিদৰ্ভ-কুমাৰীয়ে এনেকৈ কোৱাত সেই ৰাজ-মহিষীয়ে বিদৰ্ভ-ৰাজ ভীমক নিজৰ ছোৱালীৰ অভিপ্ৰায়ৰ কথা ক'লে, তেতিয়া তেওঁ সকলো কথা শুনি অনুমতি দিলে। ৫ ॥

হে ভৰত-কুলভূষণ, পিতা-মাতা উভয়ে আদেশ দিয়াত দময়ন্তীয়ে ৰাজ-ভৱনৰ ভিতৰত তেওঁৰ থকা ঠাইলৈ নলক মতাই অনালে; দময়ন্তীক হঠাতে সমুখত উপস্থিত হোৱা দেখি শোক-তাপত আকুল নলৰ চকুৰ পানী ওলাবলৈ ধৰিলে। ৬—৭ ॥

তেতিয়া সুন্দৰী দময়ন্তীও তেনেকুৱা দুৰৱস্থাপন্ন সেই নলক দেখি শোকতে অত্যন্ত ব্যাকুল হৈ পৰিল। ৮ ॥

হে মহাৰাজ, তাৰ পিছত ধূলি-বোকাৰে মলিনা, মলিন কাপোৰ পৰিধান কৰা আৰু জটা ধাৰণ কৰা দময়ন্তীয়ে বাহুকক এই কথা ক'লে, ৯ ॥

হে বাহুক, আগতে আপুনি এনেকুৱা কোনোবা ধৰ্ম্মজ্ঞ পুৰুষ দেখিছিলনে যি নিৰ্জ্জন কাননত শুই থাকোঁতে নিজৰ পত্নীক এৰি থৈ গুচি যাব পাৰে? ১০ ॥

পবিত্ৰ যশস্যাশালী মহাৰাজ নলৰ বাহিৰে বেলেগ কোনোবা পুৰুষ আছে নে যি মহাৰণ্যৰ মাজত দুখতে আকুল অনপৰাধিনী প্ৰিয়তমা ভাৰ্য্যাক এৰি থৈ গৈছে। ১১ ॥

মইনো শিশু কালৰেপৰা সেই মহাৰাজৰ কি অপৰাধ কৰিছিলো, যি কাৰণে মহাৰাজে গহন কাননত শুই থাকোঁতে মোক এৰি থৈ গুচি গ'ল? ১২॥

ইতিপূৰ্ব্বে স্বয়ম্বৰ সময়ত ইন্দ্ৰ প্ৰভৃতি সাক্ষাৎ দেৱতাসকলকো উপেক্ষা কৰি মই যিজনক পতিৰূপে বৰণ কৰিছিলো, তেনে চিৰ-অনুগতা, ভক্তা, পৰিচাৰিকা আৰু পুত্ৰৱতী মোক তেওঁ কিয় পৰিত্যাগ কৰিলে? ১৩ ॥

হুতাশনৰ সন্নিধানত আৰু দেৱতাসকলৰ সমক্ষত 'মই তোমাৰ স্বামীত্ব গ্ৰহণ কৰি তোমাৰেই অনুগত হৈ থাকিম' এই অঙ্গীকাৰ কৰি যিদিনা মোক এৰি থৈ গ'ল, সিদিনা আপোনাৰ সেই সত্য ক'লৈ গ'ল? ১৪ ॥

হে শত্ৰুদমনশীল যুধিষ্ঠিৰ, দময়ন্তীয়ে যেতিয়া এইবিলাক কথা কবলৈ ধৰিলে তেতিয়া ৰজা নলৰ দুই চকুৰপৰা শোকজাত দুঃখপূৰ্ণ অশ্ৰুধাৰা বৰলৈ ধৰিলে। ১৫ ॥

কৃষ্ণতাৰক, ৰক্তোপান্ত দুই চকুৰে অনবৰত সেই শোকাশ্ৰু পেলোৱা নলে দময়ন্তীক অত্যন্ত শোকাতুৰা দেখি এই কথা ক'লে, ১৬ ॥

হে ভীৰু, মোৰ যে ৰাজ্য নষ্ট হৈছে আৰু মই যে তোমাক বনৰ মাজত এৰি থৈ গৈছিলো, এইবিলাক কাম কলিয়ে কৰিছে, মই নিজে কৰা নাই। ১৭ ॥

ইতিপূৰ্ব্বে তুমি বনৰ মাজত থাকোঁতে অতি কাতৰ হৈ মোৰ কাৰণে

দিনে-ৰাতিয়ে সদায় শোক কৰি থকা অৱস্থাত, আৰু ধৰ্ম্ম-সঙ্কটত পৰি তুমি দ্বিজনক শাপা-নলেৰে দগ্ধ কৰিছিলা, সেই কলি তোমাৰ শাপানলত দগ্ধ হৈ মোৰ শৰীৰত বাস কৰিছিল। জলা-জুইত পুনৰ জুই দিয়াৰ নিচিনাকৈ সদায় তোমাৰ শাপেই তাক দহি আছিল। ১৮—১৯ ॥

হে কল্যাণী, মোৰ উদ্যোগ আৰু তপস্যাৰ বলত সেই কলি পৰাস্ত হৈছে, এই কাৰণে এতিয়া আমাৰ দুঃখ নাশ হ'ব। ২০ ॥

হে বিপুল-নিতম্বিনী সুন্দৰী, পাপাত্মা কলি মোক পৰিত্যাগ কৰি আঁতৰ হৈছে, তাৰ পিছত মই তোমাৰ কাৰণেই ইয়ালৈ আহিছো, ইয়াৰ বাহিৰে মোৰ আন কোনো কাৰণ নাই। ২১ ॥

হে ভীৰু, তোমাৰ দৰে ৰমণীয়ে পত্নী-অনুৰক্ত আৰু ভক্ত স্বামীক পৰিত্যাগ কৰি আন স্বামী বৰণ কৰিব পাৰে জানো? ২২ ॥

বিদৰ্ভৰাজৰ আদেশানুসাৰে সমগ্ৰ পৃথিৱীত দূতবিলাকে ঘোষণা কৰি ফুৰিছে, ভীম-কুঁৱৰী দময়ন্তীয়ে দ্বিতীয় স্বামী বৰণ কৰিব। দময়ন্তী স্বেচ্ছাচাৰিণী হৈ নিজৰ অভিৰুচি অনুসাৰে তেওঁৰ অনুৰূপ দ্বিতীয় স্বামী বৰণ কৰিব, এই কথা শুনি ৰজা ঋতুপৰ্ণ উত্ৰাৱল হৈ এই নগৰত উপস্থিত হৈছেহি। ২৩—২৫ ॥

দময়ন্তীয়ে ক'লে,—হে কল্যাণময় নিষধৰাজ, মোৰ ওপৰত আন দোষ আৰোপ কৰক; কিন্তু মোৰ চৰিত্ৰ সম্পৰ্কে কোনো আশঙ্কা কৰিব নোৱাৰে, যিহেতু মই দেৱতাসকলকো উপেক্ষা কৰি আপোনাক বৰণ কৰিছো। ২৬ ॥

আপোনাৰ অনুসন্ধান লবৰ কাৰণেই ব্ৰাহ্মণসকল সকলোপিনে গৈছিল আৰু তেওঁলোকে মই ৰচনা কৰি দিয়া গীতবিলাক গাওঁ গাওঁ দশোদিশে ঘূৰি ফুৰিছিল। ২৭ ॥

হে মহাৰাজ, তাৰ পিছত পৰ্ণাদ নামে এজন পণ্ডিত ব্ৰাহ্মণে আপোনাক অযোধ্যা নগৰৰ ঋতুপৰ্ণ ৰজাৰ ৰাজভৱনত দেখা পালে। ২৮ ॥

হে নিষধৰাজ, তেওঁ মই শিকাই দিয়া কথাবিলাক কোৱাৰ পিছত সেই-দৰে আপোনাৰপৰা যথোচিত উত্তৰ পোৱাত আপোনাক আনিবৰ বাবে এই উপায়কে অৱলম্বন কৰিলো। (যে কালিলৈ দময়ন্তীৰ দ্বিতীয় স্বয়ম্বৰ হ'ব, ঋতুপৰ্ণক জনাবা) । ২৯ ॥

হে পৃথ্বীনাথ নৰেশ্বৰ, মই ভাল দৰে জানো, এই জগতত আপোনাত বাহিৰে আন কোনো এনেকুৱা পুৰুষ নাই যি এদিনৰ ভিতৰতে ৰথত ঘোঁৰা যুৰি এশ যোজন বাট আহিব পাৰে। ৩০ ॥

হে মহীপতি, মই সঁচা খাই আপোনাৰ এই চৰণ-যুগল স্পৰ্শ কৰি কৈছো, মই কোনো দিনে একো অসদাচৰণ কৰা নাই আৰু মোৰ মনে কাহানিও অসদাচৰণ কৰিম বুলি ভৱা নাই। ৩১ ॥

যি সদায় গতিশীল, সকলো প্ৰাণীৰ সাক্ষী বায়ু-দেৱতা এই জগতত নিৰন্তৰ

ঘূৰি আছে, যদি মই কিবা পাপ কৰিছো, তেনেহলে তেওঁ মোৰ প্ৰাণ হৰণ কৰি নিয়ক। ৩২॥

প্ৰচণ্ড-কিৰণধাৰী সূৰ্য্যদেৱ সমস্ত ভুৱনৰ ওপৰত বিচৰণ কৰি আছে; যদি মই কিবা পাপ কৰিছো, তেনেহলে তেওঁ মোৰ প্ৰাণ হৰণ কৰক। ৩৩॥

চিত্তৰ অধিপতি চন্দ্ৰদেৱ সকলো প্ৰাণীৰ অন্তঃকৰণত সাক্ষীৰূপে বিচৰণ কৰে, যদি মই পাপ কৰিছো তেৱোঁ মোৰ প্ৰাণ হৰণ কৰক। ৩৪॥

এই তিনিজন দেৱতাই ত্ৰিভুৱনগন ধাৰণ কৰি আছে, যদি মই সঁচা কৈছো, তাকেই এওঁলোকে স্পষ্টকৈ কওক; যদি মিছা কৈছো, তেনেহ'লে মোক ত্যাগ কৰক। ৩৫॥

দময়ন্তীয়ে এনেকৈ কোৱাত বায়ুদেৱে শূন্য পথৰপৰা মাত লগালে, হে নল, মই তোমাক সঁচাকৈয়ে কৈছো, এই দময়ন্তীয়ে কোনো পাপ কৰা নাই। ৩৬॥

হে ৰজা, দময়ন্তীয়ে উজ্জ্বল চৰিত্ৰ-ৰত্ন সুন্দৰৰূপে ৰক্ষা কৰিছে, আমি একেৰাহে তিনি বছৰ ৰক্ষক আৰু সাক্ষী হৈ আছো। ৩৭॥

তোমাক পাবৰ কাৰণেহে এই দময়ন্তীয়ে তুলনাৰ অতীত এই উপায় অৱলম্বন কৰিছে, কিয়নো এই জগতত তোমাত বাহিৰে আন কোনো পুৰুষে এদিনৰ ভিতৰত এশ যোজন বাট যাব নোৱাৰে। ৩৮॥

হে ৰাজন, ভীম-কুঁৱৰী দময়ন্তী তোমাৰেই যোগ্য, আৰু তুমিও ভীম-কুঁৱৰী দময়ন্তীৰেই যোগ্য, এওঁৰ চৰিত্ৰ সম্পৰ্কে কোনো সন্দেহ নকৰিবাঁ, তুমি নিজৰ ভাৰ্য্যাৰে সৈতে নিঃসন্দেহে আগৰ নিচিনাকৈ মিলিত হোৱাঁ। ৩৯॥

বায়ুদেৱে তেনেকৈ কোৱাৰ লগে লগে আকাশৰপৰা পুষ্পবৃষ্টি হবলৈ ধৰিলে, দেৱতাসকলৰ দুন্দুভি-বাদ্য বাজিবলৈ ধৰিলে আৰু সুন্দৰ সমীৰণ প্ৰৱাহিত হবলৈ ধৰিলে। ৪০॥

হে যুধিষ্ঠিৰ, সেই অদ্ভুত অদ্ভুত দৃশ্যবিলাক দেখি শত্ৰুহন্তা ৰজা নলে দময়ন্তীৰ ওপৰত ওপজা বেয়া আশঙ্কাবিলাক আঁতৰ কৰিলে। ৪১॥

তাৰ পিছত ভূপাল নলে সেই নাগৰাজ কৰ্কোটকক স্মৰণ কৰি তেওঁ দিয়া সেই নতুন কাপোৰ পৰিধান কৰিলে; তাৰ পিছত তেওঁ আগৰ ৰূপ লাভ কৰিলে। ৪২॥

তেতিয়া আগৰ নিজ-ৰূপ প্ৰকাশ্যমান হোৱা পুণ্যশ্লোক মহাৰাজ নলক দেখি সতী সাধ্বী ভীম-কুমাৰী দময়ন্তীয়ে তেওঁৰ হৃদয়-মন্দিৰত বুকু দি উচ্চস্বৰে কান্দিবলৈ ধৰিলে। ৪৩॥

পূৰ্ব্বৰ ৰূপ লাভ কৰি ৰূপৱান ৰজা নলে ভীমৰ কুঁৱৰী দময়ন্তী আৰু নিজৰ কুমাৰ দুজনক আলিঙ্গন কৰিলে আৰু যথাশক্তি প্ৰীতি-সম্ভাষণো অৰ্পণ কৰিলে। ৪৪॥

তাৰ পিছত সুমুখী, বিশাল-নয়না দময়ন্তীয়ে নলৰ মুখখনি নিজৰ বুকুত আঁকোৱালি লৈ সেই আগৰ দুখতেই ব্যাকুল হৈ দীৰ্ঘ নিশ্বাস পেলাবলৈ ধৰিলে। ৪৫॥

তেনেকৈ পুৰুষ-সিংহ নলো মলিনাঙ্গী পবিত্ৰা দময়ন্তীক আলিঙ্গন কৰি বহু সময় শোকতে আকুল হৈ থাকিল। ৪৬ ॥

হে ৰজা, তাৰ পিছত (দময়ন্তীৰপৰা সমস্ত ঘটনা জানিব পাৰি) দময়ন্তীৰ মাকে নল আৰু দময়ন্তীৰ সমুদায় বৃত্তান্ত একাদিক্ৰমে পৰম প্ৰীতিৰে ৰজা ভীমৰ আগত বৰ্ণনা কৰিছিল। ৪৭ ॥

তেতিয়া মহাৰাজ ভীমে ক'লে, আজি নল পৰমসুখে ইয়াতে থাকক, কাইলৈ ৰাতিপুৱা শৌচাচাৰ কৰাৰ পিছত দময়ন্তীৰে সৈতে নলক মই দেখা কৰিম। ৪৮ ॥

হে ৰজা, তাৰ পিছত সেই নল আৰু দময়ন্তীয়ে বনত থাকোঁতে ঘটি যোৱা পুৰণা ঘটনাবোৰ কোৱা-কুই কৰি অতি হৰ্ষেৰে ৰাতিটো একে লগে বাস কৰিলে। ৪৯ ॥

পৰস্পৰে পৰস্পৰৰ সুখ বাঞ্ছা কৰি নল আৰু দময়ন্তী ৰজা ভীমৰ ঘৰত প্ৰসন্নচিত্তে বাস কৰিলে। ৫০ ॥

চতুৰ্থ বছৰত তেওঁ নিজৰ প্ৰিয়তমা পত্নী দময়ন্তীৰে সৈতে মিলন হোৱাৰ পিছত পূৰ্ণ-মনোৰথ হৈ নলে অসীম আনন্দ লাভ কৰিলে। ৫১ ॥

যেনেকৈ পৃথিৱীত শস্য আধা গজাৰ পিছত বৰষুণ পালে উল্লসিত হয়, তেনেকৈ দময়ন্তীও নিজৰ স্বামীক পাই অতি সন্তুষ্ট হৈছিল। ৫২ ॥

চন্দ্ৰ উদয় হলে যেনেকৈ যামিনীৰ শোভা পৰিবৰ্দ্ধিত হয়, তেনেকৈ ভীমৰ কুমাৰী দময়ন্তীয়ো নিজৰ স্বামীক পাই মনোৰথ পূৰণ হোৱাত অলসতা আঁতৰ হ'ল, আৰু লগে লগে সন্তাপ মাৰ যোৱাত হৃদয় হৰ্ষোল্লসিত হৈ তেওঁ অতিশয় শোভা পাবলৈ ধৰিলে। ৫৩ ॥

ইতি মহাভাৰতৰ বনপৰ্ব্বৰ অন্তৰ্গত নলোপাখ্যান-পৰ্ব্বত নল-দময়ন্তী-সমাগম নামৰ ষট্‌সপ্ততিতম অধ্যায়। ৭৬ ॥

॥ অধ্যায় ৭৭ ॥

## ॥ ঋতুপৰ্ণৰ স্বদেশ-গমন ॥

বৃহদশ্ব মুনিয়ে ক'লে,—হে যুধিষ্ঠিৰ, তাৰ পিছত সেই ৰাতিটো দময়ন্তীৰে সৈতে বাস কৰি ৰজা নলে পোছাক-পৰিচ্ছদ আদিৰে অলঙ্কৃত হৈ বিদৰ্ভ-কুমাৰী দময়ন্তীৰে সৈতে যথা সময়ত ৰজা ভীমক দেখা কৰিলে। ১ ॥

তাৰ পিছত দা-পা দুই পবিত্ৰ হৈ বিনীতভাৱে শহুৰেকক প্ৰণাম কৰিলে। লগতে দময়ন্তীয়েও প্ৰণাম কৰিলে। ২ ॥

ৰজা ভীমে অতি সুপ্ৰসন্নচিত্তে নলক পুত্ৰেকৰ নিচিনাকৈ গ্ৰহণ কৰিলে, আৰু নলেৰে সৈতে পতিব্ৰতা দময়ন্তীক যথোপযোগী আদৰ-সঁকাৰ কৰি তেওঁলোকক প্ৰীতি-সম্ভাষণ জনালে। ৰজা নলে সেই শুশ্ৰূষা যথাৰীতি গ্ৰহণ কৰি শহুৰেক ভীমকো যথাযোগ্য সেৱা-সৎকাৰ জ্ঞাপন কৰিলে। তাৰ পিছত নল ৰজাক বিদৰ্ভ নগৰলৈ তেনেকৈ অহা দেখি জনসাধাৰণৰ মাজত মহা আনন্দৰ হিল্লোল জাগৃত হবলৈ ধৰিলে। ৩-৪ ॥

বিদৰ্ভৰাজে শ্ৰেণীবদ্ধ ধ্বজ-পতাকাৰে কুণ্ডিন নগৰখন পৰিশোভিত কৰিলে, ৰাজপথবিলাক সাৰি-মুচি বিতোপন ফুলেৰে সজালে আৰু নগৰবাসীসকলৰ দুৱাৰে দুৱাৰে সুগন্ধ ফুলবিলাক শ্ৰেণীবদ্ধভাৱে ছটিয়ালে। ৬-৭ ॥

গোটেই দেৱমন্দিৰবিলাক পৰিমাৰ্জ্জিত কৰি দেৱমূৰ্ত্তিসকলক যথোপচাৰে পূজা কৰিলে। ঋতুপৰ্ণ ৰজায়ো যেতিয়া শুনিবলৈ পালে যে বাহুকেই ছদ্মবেশী নল, আৰু তেওঁৰ লগত দময়ন্তীৰ মিলন হৈছে, তেতিয়া তেওঁ অতি হৰ্ষ লাভ কৰিলে, আৰু ৰজা নলক মতাই আনাই তেওঁৰ ওচৰত ক্ষমা খুজিলে। ৮-৯ ॥

অতি বুদ্ধিমান নলেও নানা যুক্তিৰে ঋতুপৰ্ণ ৰজাৰ ওচৰত ক্ষমা খুজিলে। ৰজা নলৰপৰা আদৰ-সৎকাৰ পাই বাক্‌পটুসকলৰ ভিতৰত অগ্ৰগণ্য তত্ত্বজ্ঞ ৰজা ঋতু-পৰ্ণই বিস্ময়-বদনে নিষধাধিপতি নলক কলে, হে নিষধৰাজ, এইটো এটা সৌভাগ্যৰ কথা, নিজে পৰিত্যাগ কৰাৰ পিছতো যে পুনৰ আপোনাৰ পত্নীৰ লগত মিলন হ'ল। এইদৰে কৈ নলক অভিনন্দন জ্ঞাপন কৰিলে। ১০-১১ ॥

হে ভূপাল-শিৰোমণি, অজ্ঞাত-বাসৰ সময়ত মোৰ ঘৰত বাস কৰোঁতে মই আপোনাৰ কোনো অপৰাধ কৰা নাই। ১২ ॥

কেতিয়াবা যদি জানিয়েই হওক নাইবা নাজানিয়েই হওক, আপোনাৰ কিবা অনুচিত কাৰ্য্য কৰিছো, সেই সকলোবোৰ যেন আপুনি ক্ষমা কৰে। ১৩ ॥

নলে ক'লে, হে মহাৰাজ, আপুনি মোৰ তিলমানো অপৰাধ কৰা নাই, আৰু কৰিলেও মোৰ তাত খং নাই, বৰং মই আপোনাৰ অপৰাধ ক্ষমা কৰাহে উচিত। ১৪।

হে জনেশ্বৰ, ইতিপূৰ্ব্বে আপুনি মোৰ সখী আৰু আন সম্বন্ধীও হয়, ইয়াৰ বাহিৰেও আপুনি মোৰ ওপৰত অত্যধিক প্ৰীতি-ভাব ৰাখিব পাৰে। ১৫ ॥

হে ৰজা, আপোনাৰ ঘৰত বাস কৰি মোৰ সকলো কামনা সফল হোৱাৰ ফলত পৰম সুখী হৈছো, আপোনাৰ ঘৰত সদায় যেনেকুৱা সুখ ভোগ কৰিছিলো, মই নিজৰ ঘৰতো তেনেকুৱা সুখ ভোগ কৰিব পৰা নাই। ১৬ ॥

আপোনাৰ হিতকৰ অশ্ববিদ্যা-ৰহস্য মোৰ ওচৰতেই থাকিল। হে ৰজা, যদি আপুনি অনুমতি দিয়ে, তেনেহলে সেই অশ্ববিদ্যা দান কৰিবলৈ ইচ্ছা কৰোঁ। এনেকৈ কৈ নিষধৰাজ নলে তেওঁৰ অনুমতি পাই ঋতুপৰ্ণক অশ্ববিদ্যা প্ৰদান কৰিলে। ১৭ ॥

হে যুধিষ্ঠিৰ, ভঙ্গাসুৰৰ পুত্ৰেক ৰজা ঋতুপৰ্ণ বিধি-বিহিত কৰ্ম্মানুসাৰে সেই অশ্ব-

বিদ্যা গ্ৰহণ কৰি নিষধৰাজ নলকো দ্যুতবিদ্যা-ৰহস্য প্ৰদান কৰি আন এজন সাৰথি লৈ নিজৰ নগৰলৈ যাত্ৰা কৰিলে। ১৮-১৯ ॥

হে ৰজা, ঋতুপৰ্ণ (স্বদেশলৈ) যোৱাৰ পিছত ৰজা নলে কুণ্ডিন নগৰত বহু দিন থকা সত্ত্বেও অলপ দিন থকা যেন বোধ কৰিছিল। ২০ ॥

ইতি মহাভাৰতৰ বনপৰ্ব্বৰ অন্তৰ্গত নলোপাখ্যান-পৰ্ব্বত ঋতুপৰ্ণৰ স্বদেশ গমন নামৰ সপ্তসপ্ততিতম অধ্যায়। ৭৭ ॥

॥ অধ্যায় ৭৮ ॥

## ॥ নলৰ স্বৰাজ্যলৈ প্ৰত্যাগমন ॥

বৃহদশ্ব মুনিয়ে ক'লে,— হে কুন্তীপুত্ৰ যুধিষ্ঠিৰ, নিষধৰাজ নল কুণ্ডিন নগৰত এমাহ থাকি ৰজা ভীমৰ আদেশ লৈ কেইজনমান সেৱকেৰে সৈতে আকৌ নিষধ দেশলৈ গৈছিল। ১ ॥

তাৰ পিছত সেই মহামনা মহীপতি নল অত্যন্ত ক্ৰুদ্ধ আৰু উত্তাৱল হৈ চাৰিওপিনে ১৬টা হাতীয়ে ঘেৰি থকা এখন সুন্দৰ ৰথ, ৫০টা ঘোঁৰা আৰু ৬০০জন পদাতিক সৈনিকেৰে সৈতে পৃথিৱী কম্পন কৰিহে যেন অতি বেগেৰে নিষধ দেশৰ ৰাজধানীত প্ৰৱেশ কৰিছিল। ২—৩ ॥

তাৰ পিছত বীৰসেনৰ পুতেক নলে ভায়েক পুষ্কৰৰ ওচৰলৈ গৈ কলে, পুনৰ পাশা খেল আৰম্ভ কৰোঁ, মই প্ৰচুৰ ধন উপাৰ্জ্জন কৰিছো, ইয়াৰ বাহিৰেও যি ধন-সম্পত্তি আৰু পত্নী দময়ন্তী আছে সেই সকলো পাশাখেলত পণৰূপে সমৰ্পিত কৰা হ'ল। হে পুষ্কৰ, কিন্তু তুমি ৰাজ্য পণ ৰাখিব লাগিব। পুনৰ এক পণেৰেই পাশা-খেল আৰম্ভ হওক, এয়ে মোৰ নিশ্চিত বিচাৰ। যদি তোমাৰ জয় হয়, তেতিয়া আকৌ উভয়ৰ প্ৰাণ পৰ্য্যন্তকো পণ ৰাখিলো। ৪—৬ ॥

খেলত জয় কৰি আনৰ ধন-ৰাজ্য আৰু আন আন সম্পত্তি আহৰণ কৰিলেও প্ৰতি-পণ দান কৰা উচিত—মনীষীসকলে এইটো পৰম ধৰ্ম্ম বুলি কয়। ৭ ॥

যদি তুমি পাশা-খেল খেলিব নোখোজা তেনেহলে বাণেৰেই যুদ্ধ-খেল আৰম্ভ হওক। হে ৰজা, আনৰ সহায় নোলোৱাকৈ দ্বন্দ্ব-যুদ্ধেৰে তোমাৰ অথবা মোৰেই শান্তি হৈ যাওক। ৮ ॥

বংশ-পৰম্পৰাক্ৰমে উপভোগ কৰি অহা এই ৰাজ্য যি কোনো সময়ত যি কোনো উপায়েৰে উদ্ধাৰ কৰা উচিত— বুঢ়াসকলৰ এই উপদেশ আছে। ৯ ॥

হে পুষ্কৰ, আজি তুমি দুটাৰ এটা পথ বাছি লোৱাঁ, ছলপূৰ্ব্বক পাশা খেলাঁ নাইবা যুদ্ধত্তে ধনুৰ গুণ লগোৱাঁ। ১০ ॥

নিষধাধিপতি নলে এনেকৈ কোৱাত পুষ্কৰে নিজৰ জয় লাভ নিশ্চয় বুলি ভাবি ভূধৰ নলক ক'লে, ১১ ॥

হে নৈষধ, সৌভাগ্যৰ কথা, ৰাজ্য পণ ঘূৰাই লবলৈ বহু ধন তুমি উপাৰ্জ্জন কৰিলা, আৰু সৌভাগ্যৰ কথা যে দময়ন্তীৰো দুষ্কৃত কৰ্ম্ম ক্ষয় পালে। ১২ ॥

হে মহাবাহু ৰজা, আকৌ সৌভাগ্যৰ কাৰণেই আজি তুমি পত্নীৰে সৈতে জীয়াই আছা, এই ধন জয় কৰিব পাৰিলেই সালঙ্কৃত, ভীমৰ কুমাৰীয়ে অপ্সৰা-সকলে স্বৰ্গত ইন্দ্ৰদেৱক সেৱা কৰি থকাৰ দৰে মোকো সেৱা কৰিবলৈ উপস্থিত হব। হে নৈষধ, মই সদায় তোমাকে অনুসন্ধান কৰি আছো, আৰু পুনৰ দেখা পাবলৈ আকাঙ্ক্ষা কৰি আছো। ১৩—১৪ ॥

শত্ৰুবৰ্গেৰে সৈতে পাশা-খেল খেলিলে মোৰ তৃপ্তি নহয়, কিন্তু আজি অনিন্দ্য-সুন্দৰী দময়ন্তীক জয় কৰিব পাৰিলেহে কৃতকাৰ্য্য হব পাৰিম, কিয়নো এই সুন্দৰী দময়ন্তী সদায় মোৰ হৃদয়-মন্দিৰত বিৰাজমান। এনেকৈ নানা প্ৰকাৰে অপলাপপূৰ্ণ পুষ্কৰৰ কথাবিলাক শুনি ৰজা নল খঙতে আতুৰ হৈ তেওঁৰ মূৰটো খড়্গেৰে কাটিবলৈ ইচ্ছা কৰিছিল, খঙতে চকু ৰঙা হৈ গৈছিল, তথাপি নলে হাঁহি মাৰি তেওঁক কলে, ১৫—১৭ ॥

প্ৰতিশ্ৰুত পণ থৈ খেল আৰম্ভ কৰোঁ, কিয় অনৰ্থক বাক্য প্ৰয়োগ কৰিবলৈ ধৰিছা ; পৰাজয় হলে পুনৰ এনেকুৱা দুৰ্ব্বাক্য প্ৰয়োগ কৰিব নোৱাৰিবা।

তাৰ পিছত নল আৰু পুষ্কৰৰ মাজত পুনৰ পাশা-খেল আৰম্ভ হ'ল। বীৰ নলে এক পণেৰেই পুষ্কৰক পৰাজয় কৰিলে আৰু পুষ্কৰে বহুৰ ভঁৰাল, আন কি, প্ৰাণ পণ লৈও জয় লাভ কৰিব নোৱাৰিলে।১৮—১৯ ॥

পুষ্কৰক পৰাজয় কৰাৰ পিছত ৰজা নলে হাঁহি মাৰি কলে, "দুখৰ লেশ-মাত্ৰ নথকা কণ্টক-বিহীন এই সমগ্ৰ ৰাজ্যখন এতিয়া মোৰ। হে নৃপাধম, তুমি বিদৰ্ভ-কুমাৰীলৈ দুই চকুৰে চাবও নোৱাৰিবা, হে মূৰ্খ, এতিয়া তুমি সপৰিবাৰে দাস হৈ হব লাগিল। ২০—২১ ॥

আগতে যি পাশা-খেলেৰে তুমি মোক পৰাজয় কৰিছিলা, সেই কাম তুমি কৰা নহয়, হে মূৰ্খ, তুমি নাজানা, সেই কাম কলিয়ে কৰিছে। ২২ ॥

আনে কৰা দোষ মই তোমাৰ ওপৰত কেতিয়াও আৰোপ নকৰোঁ, তোমাক প্ৰাণদণ্ড নিদি এৰি দিলো, তুমি পৰম সুখে জীয়াই থাকাঁ। ২৩ ॥

তেনেকৈ তোমাৰ ভৰণ-পোষণৰ কাৰণে নিজৰ অংশৰ সমগ্ৰ ধন-সম্পত্তিও ঘূৰাই দিলো। হে বীৰ, সেইদৰে তোমাৰ ওপৰত মোৰ প্ৰীতি-ভাৱো আগৰ দৰেই থাকিব, ইয়াত সন্দেহ নাই। ২৪ ॥

আৰু তোমাৰ লগত থকা বন্ধুত্ব-ভাৱ মোৰ কোনো দিনেই দূৰ হৈ নাযাব, হে পুষ্কৰ, তুমি সহোদৰ ভাই, তুমি এশ বছৰ জীয়াই থাকা। ২৫ ॥

সত্য-পৰাক্ৰমী ৰজা নলে তাৰেকক এনেকৈ সান্ত্বনা দি আকৌ পুনঃ পুনঃ আলিঙ্গন কৰি তেওঁক নিজ নগৰলৈ পঠাই দিলে। ২৬ ॥

হে ৰজা, নিষধাপতি নলে এনেকৈ সান্ত্বনা দিয়াত পুষ্কৰে সেই বলশালী নলক যোৰহাতে প্ৰণাম কৰি কলে, হে পৃথ্বীনাথ, আপুনি মোক প্ৰাণ আৰু বাসস্থান দিছে, ইয়াৰে আপোনাৰ জগতত অক্ষয় কীৰ্ত্তি হওক আৰু পৰম সুখী হৈ এশ বছৰ জীয়াই থাকক। ২৭—২৮ ॥

হে নৰশ্ৰেষ্ঠ যুধিষ্ঠিৰ, ৰজা নলে তেনেকৈ পুষ্কৰক সমাদৰ কৰাত তেওঁ তাত এমাহ থাকি নিজৰ বন্ধু-বান্ধৱ, প্ৰধান সেনা আৰু অনুগত সেৱকসকলেৰে সৈতে হৰ্ষচিত্তে নিজৰ ৰাজধানীলৈ গ'ল। তেতিয়া তেওঁৰ শৰীৰ সূৰ্য্যদেৱৰ নিচিনাকৈ প্ৰকাশিত হৈছিল। ২৯—৩০ ॥

পুষ্কৰক ধন-সম্পত্তিৰে সৈতে কুশলে ঘৰলৈ পঠাই দি শ্ৰীমান নলেও অতিশয় শোভাসম্পন্ন নিজ নগৰত প্ৰৱেশ কৰিলে। ৩১ ॥

নগৰত প্ৰৱেশ কৰি নিষধাধিপতি নলে নগৰবাসীসকলক সান্ত্বনা দিলে। নগৰবাসী আৰু গ্ৰামবাসীসকলেও ৰোমাঞ্চিত শৰীৰেৰে অতি হৰ্ষান্বিত হ'ল। ৩২ ॥

মন্ত্ৰী প্ৰভৃতি লোকসকলে হাত যোৰ কৰি ক'লে, হে মহাৰাজ, ইন্দ্ৰক উপাসনা কৰিবলৈ যেনেকৈ দেৱতাসকল ওচৰত উপস্থিত হয়, তেনেকৈ আজি নগৰবাসী আৰু গ্ৰামবাসীসকলেও অতি সন্তুষ্ট হৈ আপোনাক পুনৰবাৰ সেৱা কৰিবলৈ অৱসৰ পাইছে। ৩৩ ॥

ইতি মহাভাৰতৰ বনপৰ্ব্বৰ অন্তৰ্গত নলোপাখ্যান-পৰ্ব্বত নলৰ স্বৰাজ্যলৈ প্ৰত্যাগমন নামৰ অষ্টসপ্ততিতম অধ্যায়। ৭৮ ॥

॥ অধ্যায় ৭৯ ॥

## ॥ বৃহদশ্ব মুনিৰ প্ৰস্থান ॥

বৃহদশ্ব মুনিয়ে ক'লে, হে যুধিষ্ঠিৰ, (ৰজা নল নগৰত উপস্থিত হোৱাৰ পিছত) প্ৰশান্ত আৰু হৰ্ষময় নগৰত মহোৎসৱ আৰম্ভ হোৱাত ৰজা নলে প্ৰধান সেনাৰে দময়ন্তীক আনিবলৈ পঠাইছিল। ১ ॥

ভয়ঙ্কৰ পৰাক্ৰমশালী, অপ্ৰমেয় আত্মবলী, শত্ৰু-বীৰ-নাশক ভমক ভীমে নিজ-কুমাৰী দময়ন্তীকো অতি সমাদৰ কৰি পঠাই দিলে। ২ ॥

ল'ৰা-ছোৱালীৰে সৈতে বিদৰ্ভকুমাৰী অহাৰ পিছত ৰজা নলে অতি আনন্দেৰে কাল যাপন কৰিছিল, আৰু নন্দন-কাননত বিৰাজমান দেৱৰাজ ইন্দ্ৰৰ নিচিনাকৈ

জম্বু দ্বীপত গোটেই ৰজাবিলাকৰ ভিতৰত বিৰাজিত হৈছিল আৰু মহা যশস্বী তেওঁ সেই নিষধ ৰাজ্য প্ৰত্যাহাৰ কৰি পুনৰ ৰীতি অনুসাৰে শাসন কৰিছিল। ৩-৪ ॥

আৰু পৰ্য্যাপ্ত দক্ষিণাৰ সম্পৰ্ক থকা নানা প্ৰকাৰ যাগেৰে ভগৱান বাসুদেৱক অৰ্চ্চনা কৰিছিল। আপুনিও তেনেকৈ অতি সোনকালে বন্ধু-বান্ধৱেৰে সৈতে বিৰাজমান হব পাৰিব। ৫ ॥

হে জৰতৰ্ষভ পুৰুষোত্তম, শত্ৰু-নগৰ জয় কৰা নলে পাশা-খেলৰ কাৰণেই পত্নীৰে সৈতে এনেকুৱা দুঃখ ভোগ কৰিছিল। ৬ ॥

হে পৃথিৱীৰ অধীশ্বৰ, মহাৰাজ নলেই এনেকুৱা ভয়ানক দুঃখ ভোগ কৰি আকৌ সুখ ভোগ কৰিছিল। ৭ ॥

হে পাণ্ডু-নন্দন, আপুনিও পুনৰ ভ্ৰাতৃবৰ্গ আৰু মহাৰাণী দ্ৰৌপদীৰে সৈতে এই মহাৰণ্যত ধৰ্মকেই সদায় চিন্তা কৰি আমোদ কৰি আছে। ৮ ॥

হে ৰজা, মহা ভাগ্যশালী,বেদ-বেদাঙ্গ-পাৰদৰ্শী, বিদ্বান ব্ৰাহ্মণসকল সদায় আপোনাৰ লগতে আছে, গতিকে আপোনাৰ শোকৰ কথা কি আছে ? ৯ ॥

নাগৰজা কৰ্কোটক, দময়ন্তী, নল, আৰু ৰাজৰ্ষি ঋতুপৰ্ণৰ ইতিহাস কীৰ্ত্তন কৰিলে কলিৰ ভয় নাশ হয়। ১০ ॥

হে ধৈৰ্য্যশীল মহাৰাজ, আপোনাৰ নিচিনা পুৰুষে এই কলিনাশক ইতিহাস শুনিলেও আশ্বাস পাব পাৰে। ১১ ॥

সদায় পুৰুষাৰ্থবিলাক অনিত্য বুলি ভাবি তাৰ উন্নতি আৰু অৱনতি সম্পৰ্কেও চিন্তা কৰিব নালাগে। ১২ ॥

হে মহাৰাজ, এই ইতিহাস শুনি ধৈৰ্য্য ধৰক, শোক নকৰিব, হে নৃপতি, আপুনি সঙ্কটত পৰিলেও বিষাদ কৰিব নালাগে। ১৩ ॥

সত্ত্ব গুণাপন্ন মানুহে ভাগ্য আৰু পুৰুষাৰ্থৰপৰা বঞ্চিত হলেও আত্মাক দুঃখ নিদিয়ে। ১৪।

যিসকলে ৰজা নলৰ এই মহৎ চৰিত্ৰ কীৰ্ত্তন কৰে অথবা পুনঃ পুনঃ শুনে, তেওঁলোকত অলক্ষ্মীয়ে আশ্ৰয় নলয়, তেওঁলোকৰ সকলো মনোৰথ সিদ্ধ হয়, আৰু এই সংসাৰত ধন্য-পাত্ৰ হয়। ১৫ ॥

এই প্ৰাচীন উত্তম ইতিহাস সদায় শুনিলে মানুহে পুত্ৰ, পৌত্ৰ, পশু আৰু সকলো লোকৰ ওপৰত প্ৰতিষ্ঠা লাভ কৰে, নিৰোগী আৰু সকলোৰে প্ৰিয়পাত্ৰও হয়, ইয়াত সন্দেহ নাই। ১৬-১৭ ॥

হে ৰজা, আপুনি ভয়তে উদ্বিগ্ন হৈছে, মই অক্ষ-বিদ্যা জানো, আকৌ এনেকুৱা ভয় উপস্থিত হলে পুনৰ মোক আহ্বান কৰিব, আপোনাৰ সেই ভয় মই বিনাশ কৰিম। ১৮ ॥

হে সত্যপৰাক্ৰমী কুন্তী-নন্দন, মই দ্যূত-বিদ্যাৰ সম্পূৰ্ণ ৰহস্য জানো, মই কওঁ, আপুনি দ্যূত-বিদ্যা গ্ৰহণ কৰক, মই আপোনাৰ প্ৰতি অতি সন্তুষ্ট হৈছো। ১৯ ॥

বৈশম্পায়নে ক'লে,—হে জন্মেজয়, তাৰ পিছত ৰজা যুধিষ্ঠিৰে প্ৰসন্নচিত্তে বৃহদশ্বক ক'লে, হে ভগৱান, মই দ্যূত-বিদ্যাৰ ৰহস্য যথাৰ্থৰূপে জানিবলৈ ইচ্ছা কৰোঁ। ২০ ॥

তেতিয়া মহা তপস্বী মুনিয়ে মহাত্মা পাণ্ডু-নন্দনক দ্যূতবিদ্যা-ৰহস্য প্ৰদান কৰিলে, আৰু অশ্ববিদ্যা-ৰহস্যৰো উপদেশ দি স্নানাদি কৰ্ম্ম কৰিবলৈ গ'ল। ২১ ॥

বৃহদশ্ব মুনি যোৱাৰ পিছত ধৰ্ম্মৰাজ যুধিষ্ঠিৰে বিভিন্ন ঠাইৰপৰা আৰু তীৰ্থ, পৰ্ব্বত, বনৰপৰা অহা তপস্বী ব্ৰাহ্মণসকলৰ মুখে সব্যসাচী অৰ্জ্জুনৰ এই সমাচাৰ শুনিবলৈ পালে যে মনীষী অৰ্জ্জুনে বায়ু ভক্ষণ কৰি কঠোৰ তপস্যা আৰম্ভ কৰিছে। তেওঁ আৰু শুনিবলৈ পালে, মহাবাহু পাৰ্থই যি অতি দুষ্কৰ তপস্যা আচৰণ কৰিছে, এনেকুৱা উগ্ৰ তপস্যা আগতে আন কোনেও আচৰণ কৰা দেখা নাই। ২২-২৪ ॥

পাৰ্থ ধনঞ্জয়ে যেনেকুৱা নিয়ম আৰু ব্ৰত পালন কৰি তপস্যা আচৰণ কৰিছে আৰু অকলে মৌনভাৱে ফুৰিছে, এনে বোধ হয় যেন তেওঁ মূৰ্ত্তিমান ধৰ্ম্মহে। ২৫ ॥

হে ৰজা, পাণ্ডু-নন্দন যুধিষ্ঠিৰে মহাৰণ্যৰ মাজত জয়শীল নিজৰ প্ৰিয় ভায়েক অৰ্জ্জুন উগ্ৰ তপস্যাত ব্ৰতী হোৱা শুনি অত্যন্ত শোক কৰিছিল। ২৬ ॥

আৰু অৰ্জ্জুনৰ বিয়োগত হৃদয় সন্তপ্ত হোৱা যুধিষ্ঠিৰে শৰণাগত হৈ মহাৰণ্যৰ মাজত বহু বিষয়ৰ অভিজ্ঞতা থকা ব্ৰাহ্মণসকলক নিজৰ মনোগত অভিপ্ৰায় জিজ্ঞাসা কৰিছিল। ২৭ ॥

ইতি মহাভাৰতৰ বনপৰ্ব্বৰ অন্তৰ্গত নলোপাখ্যান-পৰ্ব্বত বৃহদশ্ব মুনিৰ প্ৰস্থান নামৰ একোনাশীতিতম অধ্যায়। ৭৯ ॥

## ॥ অধ্যায় ৮০ ॥

# ॥ তীৰ্থ-যাত্ৰা-পৰ্ব্ব ঃ অনুশোচনা ॥

জনমেজয়ে বৈশম্পায়নক সুধিলে—হে ভগৱান, মোৰ প্ৰপিতামহ পাৰ্থ কাম্যক-বনৰপৰা তীৰ্থ-পৰ্য্যটন কৰিবলৈ যোৱাত যুধিষ্ঠিৰ প্ৰভৃতি সেই চাৰিজন পাণ্ডু-পুত্ৰই সব্যসাচী অৰ্জ্জুনৰ বিয়োগত কি কৰিছিল? ১ ॥

যেনেকৈ দেৱতাসকলৰ প্ৰধান সহায় বিষ্ণু, মোৰ মনত ভাব হয়, তেনেকৈ তেওঁলোকৰো সৈন্য-বিজয়ী মহাধনুৰ্দ্ধাৰী অৰ্জ্জুনেই একমাত্ৰ সহায় আছিল। ২ ॥

ইন্দ্ৰৰ নিচিনা পৰাক্ৰমশালী, যুদ্ধত অপৰাঙ্মুখ সেই অৰ্জ্জুন নোহোৱাকৈ মহাবীৰ প্ৰপিতামহসকল বনত কেনেকৈ আছিল? ৩ ॥

বৈশম্পায়নে ক'লে,—হে বৎস, সত্য-পৰাক্ৰমশালী পাণ্ডু-পুত্ৰ অৰ্জ্জুন কাম্যক-বনৰপৰা যোৱাত যুধিষ্ঠিৰ প্ৰভৃতি আন পাণ্ডুপুত্ৰসকল দুঃখ আৰু শোকতেই আকুল হৈছিল। ৪ ॥

তাৰ পিছত সূতা-ছিগা মণি আৰু পাখি-ছিগা চৰাইৰ নিচিনাকৈ যুধিষ্ঠিৰ প্ৰভৃতি পাণ্ডু-পুত্ৰসকল মনৰ দুখতে বহি আছিল। ৫ ॥

আকৌ কুবেৰৰ বিয়োগত চিত্ৰৰথৰ বনখন যেনেকুৱা অশোভনীয় হৈছিল, পুণ্যকৰ্ম্মা অৰ্জ্জুনৰ বিয়োগতো সেই কাম্য-বনখন তেনেকুৱা অশোভনীয় হৈছিল। ৬ ॥

হে জনমেজয়, তেতিয়া নৰশ্ৰেষ্ঠ যুধিষ্ঠিৰ প্ৰভৃতি পাণ্ডু-পুত্ৰসকল সেই অৰ্জ্জুনৰ বিয়োগত কাম্যক-বনত অতি নিৰানন্দ মনেৰে বাস কৰিছিল। ৭ ॥

হে ভৰতশ্ৰেষ্ঠ, পৰাক্ৰমশালী, মহাৰথ, শত্ৰুঞ্জয়, পুৰুষশ্ৰেষ্ঠ যুধিষ্ঠিৰ প্ৰভৃতিয়ে নিতৌ বিশুদ্ধ বাণেৰে যজ্ঞাৰ্হ নানা প্ৰকাৰৰ হৰিণ ব্ৰাহ্মণসকলৰ কাৰণে বধ কৰি আকৌ বন্যাহাৰ ফল-মূল আদিও আহৰণ কৰি ব্ৰাহ্মণসকলক প্ৰদান কৰিছিল। ৮-৯ ॥

হে ৰজা, নৰশ্ৰেষ্ঠ যুধিষ্ঠিৰ প্ৰভৃতি ৰাজপুত্ৰসকল ধনঞ্জয় যোৱাৰ পিছত অতি-শয় উৎকণ্ঠিত হৈ কাতৰচিত্তে সকলোটিয়ে সেই কাম্যক-বনত বাস কৰিছিল। ১০ ॥

বিশেষকৈ পঞ্চাল ৰাজকুমাৰী দ্ৰৌপদীয়ে মধ্যমপতি অৰ্জ্জুনৰ কাৰণে অতিশয় চিন্তা কৰি তেওঁৰ চিন্তাতেই অস্থিৰ হোৱা পাণ্ডৱশ্ৰেষ্ঠ যুধিষ্ঠিৰক এই কথা কৈছিল, ১১ ॥

যি অৰ্জ্জুন দুহতীয়া হৈয়ো বহুহতীয়া কাৰ্ত্তবীৰ্য্যৰ নিচিনা প্ৰতাপশালী, হে পুৰুষ-শ্ৰেষ্ঠ, তেওঁৰ বিয়োগত এই বন মোৰ ভাল লগা নাই। ১২ ॥

নীল মেঘৰ নিচিনা শ্যাম-বৰ্ণ, মত্ত হাতীৰনিচিনা গতিশীল সেই সব্যসাচী অৰ্জ্জুনৰ বিয়োগত যিপিনেই চাওঁ সেই পিনেই এই ঠাইডোখৰ শূন্যময় যেন দেখা পাওঁ। বহুবিধ আশ্চৰ্য্যময় বস্তু আৰু ফুলেৰে ৰমক-জমক হৈ থকা গছ আদিৰে পৰিপূৰ্ণ এই কাম্যক-বনখন তেওঁ থকাত যেনে শোভনীয় হৈ আছিল এতিয়া তেনেকুৱা শোভনীয় দেখা নাযায়। ১৩-১৪ ॥

যি মহেন্দ্ৰ-নন্দনৰ শৰাসনৰ ধ্বনি ইন্দ্ৰৰ বজ্ৰ-ধ্বনিৰ নিচিনা শুনা যায় সেই পদ্মপলাশলোচন অৰ্জ্জুনৰ বিয়োগত এই কাম্যক-বন মোৰ ভাল লগা নাই, হে ৰজা, সব্যসাচী অৰ্জ্জুনলৈ ভাবি ভাবি মই অকণো সুখানুভৱ কৰিব নোৱৰাত পৰিছো। ১৫ ॥

হে মহাৰাজ, বীৰ শত্ৰুনাশক ভীমসেনে দ্ৰৌপদীৰ তেনেকুৱা নানা প্ৰকাৰৰ শোক-মূলক থকা শুনি বাৰে বাৰে বিলাপ কৰি কথা তেওঁক এই কথা কৈছিল। ১৬ ॥

ভীমে ক'লে,—হে সুমধ্যমা, হে ভদ্ৰা, তুমি মোৰ মনৰ প্ৰীতিকৰ যিবিলাক কথা কৈছা সেইবিলাকে অমৃত পান কৰাৰ নিচিনাকৈ মোৰ হৃদয়ত প্ৰীতি জন্মাইছে। ১৭ ॥

যাৰ হাত দুখন পাবিত্ৰ নামক অস্ত্ৰ আৰু পাঁচ-ফণাযুক্ত দুডাল সাপৰ নিচিনা দীঘল আৰু ডাঙৰ, ধনুগুণৰ আঘাতেৰে চিহ্নিত আৰু খড়্গ আৰু ধনুৰ্দ্ধাৰণ কৰা এশ আঠটা সোণৰ অলঙ্কাৰেৰে সুশোভিত তেনেকুৱা পুৰুষশ্ৰেষ্ঠ অৰ্জ্জুনৰ বিয়োগত কাম্যক-বনখন সূৰ্য্য মাৰ যোৱা আকাশৰ দৰে দেখা হৈছে। ১৮-১৯ ॥

যি মহাবাহু অৰ্জ্জুনৰ আশ্ৰয় লৈ পাঞ্চাল আৰু কৌৰৱসকলে প্ৰমত্ত দেৱতাসকলৰ সৈন্যলৈকো ভয় নকৰে আৰু যি মহাত্মা অৰ্জ্জুনৰ বাহুবলক আশ্ৰয় কৰিয়েই আমি যুদ্ধত শত্ৰুবিলাকক পৰাজয় কৰি এই পৃথিৱী পুনৰ পাম বুলি ভাবি আছো, সেই ফাল্গুনুবীৰ কাম্যক-বনত নথকাত ধৈৰ্য্য ধৰিব নোৱাৰোঁ আৰু দশোদিশ অন্ধকাৰেৰে আবৰি ধৰা যেন দেখিবলৈ পাওঁ। তাৰ পিছত পাণ্ডু-নন্দন নকুলে চকুলো টুকি গদ্‌গদ্‌ স্বৰে এই কথা ক'লে। ২০-২২ ॥

নকুলে ক'লে,—যি মহাবীৰ অৰ্জ্জুনৰ বিষয়ে সমৰাঙ্গনত দেৱতাসকলেও দিব্য-কৰ্ম্ম বৰ্ণনা কৰে সেই যোদ্ধাবিলাকৰ ভিতৰত শ্ৰেষ্ঠ অৰ্জ্জুনৰ অনুপস্থিতিত এই বনত আমি কেনেকৈ শান্তিৰে থাকিব পাৰোঁ ? ২৩ ॥

যি মহা তেজস্বী বীৰে উত্তৰ দিশলৈ গৈ মহাবলী শত শত মুখ্য গন্ধৰ্ব্বক পৰাজয় কৰি সিহঁতৰ ঘোঁৰাবিলাক আনিছিল, যি প্ৰিয় অৰ্জ্জুনে মহাক্ৰতু ৰাজসূয় যজ্ঞত ককায়েক মহাৰাজ যুধিষ্ঠিৰক প্ৰীতিপূৰ্ব্বক বায়ুৰ নিচিনা বেগশালী তিত্তিৰিকল্মাষ নামে ঘোঁৰাবিলাক প্ৰদান কৰিছিল, ভীমতকৈ সৰু ভায়েক সেই ভয়ঙ্কৰ ধনুৰ্দ্ধৰ দেৱতাতুল্য অৰ্জ্জুনৰ অনুপস্থিতিত এতিয়া এই কাম্যক-বনত থাকিবলৈ আমি ইচ্ছা নকৰোঁ। ২৪-২৬ ॥

সহদেৱে ক'লে,—যি মহাৰথী অৰ্জ্জুন আগতে মহাক্ৰতু ৰাজসূয় যজ্ঞৰ সময়ত যুদ্ধ জয় কৰি অনেক ধন আৰু যুৱতী হৰণ কৰিছিল, যি অসীম তেজস্বী ধনঞ্জয় বাসুদেৱৰ সম্মতিক্ৰমে যুদ্ধত একে লগে লগ লাগি থকা যদু-বংশধৰবিলাকক অকলে পৰাজয় কৰি সুভদ্ৰাক হৰণ কৰি আনিছিল, হে মহাৰাজ, ঘৰত সেই বিজয়ী ভাই ধনঞ্জয়ৰ শূন্যময় আসনখন দেখি মোৰ হৃদয়ে কেতিয়াও শান্তি নাপায়। এই হেতুকে, হে শত্ৰুবিজয়ী, এই বনৰপৰা আন ঠাইলৈ যাব খোজোঁ, বীৰবৰ অৰ্জ্জুনৰ অনুপস্থিতিত এই বন মোৰ অলপো ভাল লগা নাই। ২৭-৩০ ॥

ইতি মহাভাৰতৰ বনপৰ্ব্বৰ অন্তৰ্গত তীৰ্থ-যাত্ৰা-পৰ্ব্বত অনুশোচনা নামৰ অশীতিতম অধ্যায়। ৮০ ॥

॥ অধ্যায় ৮১ ॥

## ॥ যুধিষ্ঠিৰ-নাৰদ-সংবাদ ॥

বৈশম্পায়নে ক'লে,—হে জন্মেজয়, ধনঞ্জয়ৰ কাৰণে উৎকণ্ঠিতা দ্ৰৌপদীৰে সৈতে ভায়েকসকলৰ কথাবিলাক শুনি ধৰ্ম্মৰাজ যুধিষ্ঠিৰৰ মন অশান্তিৰে পৰিপূৰ্ণ হ'ল। ১ ॥

এনেতে দেখিবলৈ পালে, ব্ৰহ্মতেজেৰে তেজীয়ান আহুতিৰে জ্বলি উঠা জুইৰ নিচিনাকৈ মহাত্মা দেৱৰ্ষি নাৰদ তাত উপস্থিত হৈছে। ২ ॥

তেওঁ অহা দেখি ভায়েকসকলেৰে সৈতে ধৰ্ম্মৰাজ যুধিষ্ঠিৰে আসনৰপৰা উঠি আহি মহাত্মাক যথাযোগ্য সৎকাৰ কৰিলে। ৩ ॥

সেই ভায়েকসকলে আৱৰি থকা অতি তেজস্বী, কুৰুকুল-চূড়ামণি শ্ৰীমান যুধিষ্ঠিৰ দেৱতাসকলে আৱৰি থকা ইন্দ্ৰৰ নিচিনাকৈ শোভা পাইছিল। ৪ ॥

যেনেকৈ গায়ত্ৰীয়ে, বেদ আৰু সূৰ্য্যৰ প্ৰভাই সুমেৰু পৰ্ব্বত ত্যাগ নকৰে তেনেকৈ যাজ্ঞসেনী দ্ৰৌপদীয়ে ধৰ্ম্মতঃ নিজৰ স্বামী পাৰ্থসকলক ত্যাগ কৰা নাছিল। ৫ ॥

হে নিষ্পাপ ধনঞ্জয়, দেৱৰ্ষি নাৰদে আদৰ অভ্যৰ্থনা গ্ৰহণ কৰি ধৰ্ম্মপুত্ৰ যুধিষ্ঠিৰক সমুচিত সান্ত্বনা দিছিল। ৬ ॥

তাৰ পিছত তেওঁ মহাত্মা ধৰ্ম্মৰাজ যুধিষ্ঠিৰক এই কথা কৈছিল—হে ধৰ্ম্ম-শিৰোমণি, কোৱাঁ, তোমাৰ কি বস্তুৰ প্ৰয়োজন? মই তোমাক কি দিওঁ। ৭ ॥

তাৰ পিছত ভায়েকসকলেৰে সৈতে ধৰ্ম্ম-নন্দন ৰজা যুধিষ্ঠিৰে দেৱতুল্য নাৰদক প্ৰণাম কৰি হাত যোৰকৈ ক'লে, ৮ ॥

হে মহাভাগ, সুব্ৰত মহৰ্ষি, সমগ্ৰ জগতৰ পূজনীয় আপুনি সন্তুষ্ট হ'লে, মই জানো, আপোনাৰ অনুগ্ৰহত আমাৰ সমস্ত কাৰ্য্য সফল হ'ব। ৯ ॥

হে পুণ্যৱান মুনি-শিৰোমণি, যদি ভাইসকলেৰে সৈতে মই আপোনাৰ দয়াৰ পাত্ৰ হওঁ, তেনেহলে আপুনি মোৰ সন্দেহ ভালদৰে ভঞ্জন কৰিব পাৰে। ১০ ॥

মানুহে তীৰ্থ-যাত্ৰাত আসক্ত হৈ মেদিনী-মণ্ডল প্ৰদক্ষিণ কৰিলে কি ফল হয় সেইটো আপুনি অনুগ্ৰহ কৰি সম্পূৰ্ণৰূপে কওক। ১১ ॥

নাৰদে ক'লে,—হে ৰজা, সাৱধানে শুনা, বুদ্ধিমান ভীষ্মই পুলস্ত্যৰ মুখে যিবিলাক বৃত্তান্ত শুনিছিল, মই সকলোবিলাক কওঁ। ১২ ॥

হে মহাভাগ ৰজা, আগতে দেৱতা আৰু গন্ধৰ্ব্বসকলে আৰু দেৱৰ্ষিসকলে আশ্ৰয়

লোৱা পবিত্ৰ সুন্দৰ ঠাই ভাগীৰথীৰ পাৰত ধৰ্ম্মাত্মা ভীষ্মই পৈত্ৰিক ব্ৰত, শ্ৰাদ্ধ, তৰ্পণ আদিৰে অনুষ্ঠান কৰি মুনিসকলেৰে সৈতে বাস কৰিছিল। ১৩—১৪ ॥

পৰম তেজস্বী সেই ভীষ্মই বেদোক্ত বিধি অনুসাৰে দেৱতা, ঋষি আৰু পিত্ৰাদিৰ তৰ্পণ কৰিছিল। ১৫ ॥

কিছু কাল যোৱাৰ পিছত মহা যশস্বী ভীষ্মই জপ কৰি থাকোঁতে উগ্ৰ-তেজস্বী মুনিশ্ৰেষ্ঠ পুলস্ত্যক দেখিছিল। ১৬ ॥

উগ্ৰ-তপস্বী, সুন্দৰ কান্তিৰে কান্তিমান্ পুলস্ত্যক দেখি ভীষ্মই পৰম হৰ্ষ লাভ কৰিলে আৰু তেওঁ অতি বিস্ময়াপন্ন হ'ল। ১৭ ॥

হে ভাৰত, মহাভাগ পুলস্ত্য মুনি উপস্থিত হোৱাত ধৰ্ম্মাত্মাবিলাকৰ ভিতৰত শ্ৰেষ্ঠ ভীষ্মই বেদোক্ত বিধান অনুসাৰে পূজা কৰিলে। ১৮ ॥

পবিত্ৰ আৰু শুদ্ধচিত্তে, মূৰেৰে অৰ্ঘ্য লৈ ব্ৰহ্মৰ্ষিসকলৰ ভিতৰত শ্ৰেষ্ঠ সেই পুলস্ত্য মুনিৰ আগত নিজৰ নাঁম প্ৰকাশ কৰিলে। ১৯ ॥

হে সুব্ৰত, আপোনাৰ কুশল হওক, মই আপোনাৰ দাস ভীষ্ম, মই আপোনাক দেখা মাত্ৰেই সকলো পাপৰপৰা মুক্ত হ'লো। ২০ ॥

হে মহাৰাজ যুধিষ্ঠিৰ, ধৰ্ম্মাত্মাসকলৰ ভিতৰত শ্ৰেষ্ঠ ভীষ্ম এনেকৈ কৈ হাত যোৰ কৰি মনে মনে থাকিল। ২১ ॥

তাৰ পিছত কুৰুকুল-শিৰোমণি সেই ভীষ্ম নিয়ম অনুসাৰে স্বাধ্যায় আৰু বেদোক্ত কৰ্ম্মবিলাক কৰোঁতে দুৰ্ব্বল হোৱা দেখি মুনি পুলস্ত্য অতি সন্তুষ্ট হৈছিল। ২২ ॥

ইতি মহাভাৰতৰ বনপৰ্ব্বৰ অন্তৰ্গত তীৰ্থ-যাত্ৰা-পৰ্ব্বত যুধিষ্ঠিৰ-নাৰদ-সংবাদ নামৰ একাশীতিতম অধ্যায়। ৮১ ॥

॥ অধ্যায় ৮২ ॥

## ॥ তীৰ্থ-যাত্ৰা ॥

পুলস্ত্যই ক'লে,—হে ধৰ্ম্মজ্ঞ, সুব্ৰতী মহাত্মা, তোমাৰ এই বিনয়, ইন্দ্ৰিয়-সংযম আৰু সত্য-পালন দেখি মই পৰম সন্তুষ্ট হৈছো। ১ ॥

তুমি পিতৃ-ভক্তি অৱলম্বন কৰি যি এই ধৰ্ম্ম পালন কৰিছা, সেই ধৰ্ম্মৰ প্ৰভাৱেৰেই মোক দেখিবলৈ পাইছা। তোমাৰ ওপৰত মোৰ পৰম প্ৰীতি জন্মিছে। ২ ॥

হে নিষ্পাপ, কুৰুকুল-শিৰোমণি ভীষ্ম, মোৰ দৰ্শন ব্যৰ্থ নহয়, কোৱাঁ, মই তোমাৰ কি মনোবাঞ্ছা পূৰণ কৰিব লাগে, তুমি যি খুজিবা মই তাকেই দিম। ৩ ॥

ভীষ্মই ক'লে,—হে মহাভাগ, আপুনি সকলোৰে পূজনীয়, আপুনি সুপ্ৰসন্ন হ'লে মোৰ অভিলাষ জানো পূৰ্ণ নোহোৱাকৈ থাকিব ? পৰম শক্তিশালী আপোনাক যে দেখিবলৈ পালো, তাতেই মই কৃতকাৰ্য্য হোৱা বুলি ভাবিছো । ৪ ॥

ধৰ্ম্মপ্ৰাণসকলৰ ভিতৰত শ্ৰেষ্ঠ মহৰ্ষি, যদি মই আপোনাৰ দয়াৰ পাত্ৰ হওঁ তেনেহলে মোৰ সংশয়বিলাক আপুনি ভঞ্জন কৰিব পাৰে । ৫ ॥

মোৰ মনত তীৰ্থত ওপজা ধৰ্ম্ম সম্বন্ধীয় কিছুমান সংশয় উপস্থিত হৈছে, মই সেই সংশয়বিলাকৰ সমাধান শুনিব খোজোঁ, আপুনি মোক ক'ব পাৰে । ৬ ॥ .

হে দেৱতুল্য ব্ৰহ্মৰ্ষি, যিজনে তীৰ্থ দৰ্শন কৰিবলৈ সমস্ত পৃথিৱী প্ৰদক্ষিণ কৰে, তাৰ কি ফল হয়, মোক সংশয় ছেদ কৰি কওক । ৭ ॥

পুলস্ত্যই ক'লে,—হে পুত্ৰ, তীৰ্থযাত্ৰা যে ঋষিসকলৰ পৰম আশ্ৰয়, সেই বিষয়ে মই তোমাক কওঁ, তীৰ্থ-পৰ্য্যটন কৰিলে যি ফল হয় তাক তুমি একাগ্ৰমনে শুনা । ৮ ॥

যি হস্ত, পাদ, আৰু মন সংযত কৰে তেওঁৰ বিদ্যা, তপস্যা আৰু সুযশস্যা হয় আৰু সিজনে তীৰ্থৰ ফল ভোগ কৰে । ৯ ॥

যিজন প্ৰতিগ্ৰহৰপৰা আঁতৰত থাকে, যি-কোনো বস্তু লাভতে সন্তুষ্ট থাকে, অহঙ্কাৰী নহয়, তেওঁ তীৰ্থৰ ফল ভোগ কৰে । ১০ ॥

যিজন দম্ভবিহীন, উদ্যোগ-শূন্য, অল্পাহাৰী আৰু জিতেন্দ্ৰিয়, তেওঁ সকলো পাপৰপৰা মুক্ত হৈ তীৰ্থৰ ফল ভোগ কৰে । ১১ ॥

হে ৰজা, যাৰ খং নাই, যিজন সত্যবাদী আৰু যি একান্তচিত্তে ব্ৰত পালন কৰে আৰু সকলো প্ৰাণীকে নিজৰ নিচিনা দেখে, তেৱেঁই তীৰ্থৰ ফল ভোগ কৰে । ১২ ॥

ঋষিসকলে দেৱতাসকলৰ উদ্দেশ্যে যথাক্ৰমে যজ্ঞ আৰু সেইবিলাকৰ যথাৰ্থ ফলৰ কথা কৈ গৈছে ; সেই যজ্ঞানুষ্ঠাতাসকলে ইহ-লোকত আৰু পৰলোকতো সদায় তীৰ্থৰ ফল ভোগ কৰে । ১৩ ॥

কিন্তু ৰজা, দুখীয়া মানুহে সেইবিলাক যাগ-যজ্ঞ কৰিব নোৱাৰে, কিয়নো যজ্ঞত নানাবিধ উপকৰণ আৰু নানাবিধ সম্ভাৰৰ আৱশ্যক হয় । ১৪ ॥

এই হেতুকে ৰজা নাইবা ধনী মানুহেহে কেতিয়াবা এই যজ্ঞৰ অনুষ্ঠান কৰিব পাৰে, কিন্তু অৰ্থহীন, সহায়হীন, অকলশৰীয়া আৰু যোগাৰহীন মানুহে এইবিলাক যাগ-যজ্ঞ কৰিব নোৱাৰে । ১৫ ॥

হে প্ৰকৃষ্ট-যোদ্ধা নৰেশ্বৰ, দুখীয়াবিলাকেও নিজ-পুণ্যৰ বলেৰে যজ্ঞানুষ্ঠানৰ ফলৰ সমান ফল যি কাৰ্য্যেৰে পায় সেই কাৰ্য্যৰো কথা কওঁ শুনা । ১৬ ॥

হে ভৰতশ্ৰেষ্ঠ, ঋষিসকলৰ এই পৰম গোপনীয় ৰহস্য তীৰ্থ-যাত্ৰা অতি পৱিত্ৰ-কৰ্ম্ম যজ্ঞতকৈও শ্ৰেষ্ঠ বুলি কয় । ১৭ ॥

যি মানুহে তীৰ্থ-পৰ্য্যটন নকৰে, তীৰ্থত গৈ তিনি ৰাতি উপবাস নিদিয়ে, সোণ আৰু গো-দান নকৰে, সেই মানুহ দুখীয়া হয় । ১৮ ॥

মানুহে তীৰ্থ-পৰ্য্যটন কৰিলে যি ফল পায় প্ৰচুৰ দক্ষিণাদি দান কৰি অগ্নিষ্টোমাদি যজ্ঞ অনুষ্ঠান কৰিলেও সেই ফল নাপায়। ১৯ ॥

পৃথিৱীত দেৱাদিদেৱ ব্ৰহ্মাৰ ত্ৰিলোক-বিখ্যাত পুষ্কৰ নামে এখন প্ৰসিদ্ধ তীৰ্থ আছে। তাত মহাভাগ্যৱান পুৰুষেহে প্ৰৱেশ কৰিব পাৰে। ২০ ॥

হে মহামতি কুৰুনন্দন, পৃথিৱীত যি দহ হাজাৰ কোটি তীৰ্থ আছে, পুষ্কৰ তীৰ্থত সদায় সেইসকলৰ নৈকট্য সম্বন্ধ আছে। ২১ ॥

হে বিষ্ণু, আদিত্য, বসু, ৰুদ্ৰ আৰু মৰুদ্‌গণেৰে সৈতে সাধ্য, গন্ধৰ্ব্ব আৰু অপ্সৰাসকল সদায় তাত সন্নিহিত হৈ আছে। ২২ ॥

হে মহাৰাজ, পুষ্কৰতীৰ্থত দেৱতা, দৈত্য আৰু ব্ৰহ্মৰ্ষিসকলো তপস্যা কৰি বিপুল পুণ্যশালী দিব্য-যোগী হৈছে। ২৩ ॥

মনস্বীসকল পুষ্কৰ-তীৰ্থলৈ যাবলৈ মনেৰে অভিলাষ কৰিলেও সকলো পাপৰপৰা মুক্ত হয় আৰু সুৰলোকত পূজিত হয়। ২৪ ॥

হে মহাভাগ, পূৰ্ব্বকালত ঋষিসকলেৰে সৈতে দেৱতাসকলে পুষ্কৰ তীৰ্থত মহাপুণ্যশালী হৈ সিদ্ধি লাভ কৰিছিল। ২৫ ॥

সেই পুষ্কৰ-তীৰ্থত যিজনে পিত্ৰাদিৰ আৰু দেৱতাসকলৰ অৰ্চ্চনাদি কাৰ্য্যত আসক্ত হৈ স্নান কৰে, মনীষীসকলে অশ্বমেধ যজ্ঞতকৈও তেওঁ দহ গুণ অধিক ফল পায় বুলি কয়। ২৭ ॥

হে ভীষ্ম, যিজনে পুষ্কৰ-কাননত বাস কৰি এজন ব্ৰাহ্মণকো যদি খুৱাব পাৰে, তেওঁ সেই কৰ্ম্মৰ ফলেৰেই ইহলোক আৰু পৰলোকতো আনন্দ অনুভৱ কৰিব পাৰে। ২৭ ॥

মানুহে শাক-মূল, ফল অথবা যিকোনো বস্তুৰেই জীৱিকা নিৰ্ব্বাহ নকৰক, আনৰ দোষ কীৰ্ত্তন নকৰাকৈ শ্ৰদ্ধা সহকাৰে সেই বস্তু ব্ৰাহ্মণকো দান কৰিব। ২৮ ॥

তাৰ দ্বাৰা বিদ্বান মানুহে অশ্বমেধ যজ্ঞৰ ফল পায়। হে নৃপেন্দ্ৰ, ব্ৰাহ্মণ, ক্ষত্ৰিয়, বৈশ্য নাইবা শূদ্ৰ—যিয়েই পুষ্কৰ তীৰ্থত স্নান কৰে তেওঁ পুনৰ জন্ম গ্ৰহণ নকৰে। ৩০ ॥

বিশেষকৈ, কাতি মাহৰ পূৰ্ণিমা তিথিত যি মানুহ পুষ্কৰ তীৰ্থত স্নান কৰিবলৈ যায় তেওঁ ব্ৰহ্মধামত অক্ষয় লোক প্ৰাপ্ত হয়। ৩১ ॥

হে ভাৰত, যি মানুহে সন্ধ্যা সময়ত আৰু ৰাতিপুৱা হাত যোৰ কৰি পুষ্কৰ তীৰ্থৰ নাম লয়, তাৰ দ্বাৰা তেওঁৰ সকলো তীৰ্থত স্নান আৰু আচমন কৰা হয়। ৩২ ॥

তিৰোতা নাইবা পুৰুষে জন্মৰপৰা বৰ্ত্তমান অৱস্থালৈকে কৰা পাপসমূহ, পুষ্কৰ তীৰ্থত স্নান কৰা মাত্ৰেই বিনাশ হয়। ৩৩ ॥

হে ৰজা, যেনেকৈ দেৱতাসকলৰ ভিতৰত মধুসূদন-বিষ্ণু শ্ৰেষ্ঠ, তেনেকৈ সকলো তীৰ্থৰ ভিতৰত পুষ্কৰ তীৰ্থকেই শ্ৰেষ্ঠ বুলি কয়। ৩৪ ॥

পুষ্কৰ তীৰ্থত ইন্দ্ৰিয়-সংযমপূৰ্ব্বক শুদ্ধভাৱে বাৰ বছৰ বাস কৰিলে মানুহে অশ্বমেধাদি সকলো যজ্ঞৰ ফল আৰু ব্ৰহ্মলোক লাভ কৰে। ৩৫॥

কোনোবাই যদি সম্পূৰ্ণ এশ বছৰ অগ্নিহোত্ৰ উপাসনা কৰে আৰু আন এজনে পুষ্কৰ তীৰ্থত কাতি মাহৰ এক পূৰ্ণিমা তিথিত বাস কৰে, উভয়ৰে ফল সমানেই হয়। ৩৬—৩৭॥

হিমালয় পৰ্ব্বতৰ তিনিটা ধৱল শৃঙ্গ, তিনিটা ধাৰা, আৰু প্ৰসিদ্ধ পুষ্কৰ-তীৰ্থ—এই তিনিৰ উৎপত্তিৰ কাৰণ কোনেও একো নেজানে। ৩৮॥

পুষ্কৰ তীৰ্থলৈ যোৱা অতি দুঃখকৰ, পুষ্কৰ তীৰ্থত তপস্যা কৰা দুৰ্ল্লভ, পুষ্কৰ তীৰ্থত দান কৰা সুযোগ পোৱা কঠিন আৰু তাত বাস কৰাও অত্যন্ত দুঃখকৰ। ৩৯॥

সেই পুষ্কৰ তীৰ্থত সংযত আৰু পৰিমিতাহাৰী হৈ বাৰ ৰাতি বাস কৰি পিছত তীৰ্থ প্ৰদক্ষিণ কৰি জম্বুমাৰ্গলৈ যাব লাগে। ৪০॥

জম্বুমাৰ্গ দেৱতা, ঋষি আৰু পিত্ৰাদিয়ে আশ্ৰয় লোৱা তীৰ্থ। তালৈ গ'লে সকলো মনোৰথ পূৰ্ণ হয় আৰু অশ্বমেধ যজ্ঞৰ ফল পোৱা যায়। ৪১॥

তাত পাঁচ ৰাতি বাস কৰিলে মানুহৰ অন্তঃকৰণ পৱিত্ৰ হয়, তেওঁ কোনো দুৰ্গতি ভোগ কৰিব নালাগে আৰু শেষত উত্তম সিদ্ধি লাভ কৰে। ৪২॥

জম্বুমাৰ্গৰপৰা ঘূৰি আহি তণ্ডুলিকাশ্ৰমলৈ যাব লাগে, তালৈ গলে দুঃখ নাশ হয় আৰু ব্ৰহ্মলোকলৈ যায়। ৪৩॥

হে ৰজা, অগস্ত্য সৰোবৰত উপস্থিত হৈ তিনি ৰাতি উপবাসে থাকি পিতৃ আৰু দেৱ-পূজাত মন নিৱেশ কৰিলে অশ্বমেধ যজ্ঞৰ ফল পায়। ৪৪॥

আকৌ শাক নাইবা ফল আদিৰে জীৱিকা নিৰ্ব্বাহ কৰিলে উত্তম কাৰ্ত্তিকেয় লোক লাভ কৰে, তাৰ পিছত সৰ্ব্বসাধাৰণৰ পূজিত ভগৱতী লক্ষ্মী দেৱী বাস কৰা কণ্ব মুনিৰ আশ্ৰমলৈ যাব লাগে। ৪৫॥

হে ভৰতশ্ৰেষ্ঠ, সেই আশ্ৰমখনক ধৰ্ম্মাৰণ্য বুলি কয়; সেই আশ্ৰম অতি পৱিত্ৰ আৰু আদি তীৰ্থ—সেই আশ্ৰমত প্ৰৱেশ কৰিলেই সকলো পাপ নাশ হয়। ৪৬॥

সেই আশ্ৰমত ইন্দ্ৰিয়-সংযমপূৰ্ব্বক মিতাহাৰী হৈ পিত্ৰাদি আৰু দেৱতাসকলৰ পূজা কৰিলে মানুহে সম্পূৰ্ণ কামনা-পূৰক যজ্ঞৰ ফল ভোগ কৰে। ৪৭॥

তাৰ পিছত কণ্বমুনিৰ আশ্ৰম প্ৰদক্ষিণ কৰি যযাতি-পতন নামক তীৰ্থলৈ যাব লাগে, তালৈ গ'লে অশ্বমেধ যজ্ঞৰ ফল পোৱা যায়। ৪৮॥

তাৰ পিছত মহাকাল তীৰ্থলৈ যাব লাগে, তাত ইন্দ্ৰিয়-সংযমাদি নিয়ম পালন আৰু পৰিমিত আহাৰ কৰি কোটি তীৰ্থত স্নান আৰু আচমন কৰিলে অশ্বমেধ যজ্ঞৰ ফল পোৱা যায়। ৪৯॥

তাৰ পিছত ধৰ্ম্মজ্ঞ পুৰুষ উমাপতি ভগৱান শিৱৰ তীৰ্থলৈ যাব লাগে, সেই তীৰ্থৰ নাম তিনিও লোকত ভদ্ৰবট নামে বিখ্যাত। ৫০॥

তালৈ গৈ শিৱক দৰ্শন কৰিলে যাত্ৰীয়ে এহাজাৰ গৰু দানৰ ফল পায় আৰু

মহাদেৱৰ অনুগ্ৰহত সকলোৰে ওপৰত আধিপত্য লাভ কৰিব পাৰে—যি আধিপত্যৰ ফলত প্ৰচুৰ ধন, শত্ৰুনাশ আৰু লক্ষ্মী-সম্পন্ন হ'ব পাৰে। ৫১॥

তাৰ পিছত ত্ৰিভুৱন-বিখ্যাত নৰ্ম্মদা নদীলৈ গৈ দেৱতা আৰু পিত্ৰাদিৰ তৰ্পণ কৰিলে অগ্নিষ্টোম যাগৰ ফল পায়। ৫২॥

জিতেন্দ্ৰিয় ব্ৰহ্মচাৰী দক্ষিণ-সাগৰলৈ গ'লে অগ্নিষ্টোম যাগৰ ফল পায় আৰু ব্যোম-যানত উঠিব পাৰে। ৫৩॥

পিছত চৰ্ম্মণ্ৱতী (চম্পক) নদীলৈ গৈ ইন্দ্ৰিয়-সংযম, শৌচ, সন্তোষাদি নিয়ম পালন কৰি নিয়ন্ত্ৰিত পৰিমাণে আহাৰ ভোজন কৰিলে ৰজা ৰন্তিদেৱে অনুমোদন কৰা অগ্নিষ্টোম যজ্ঞৰ ফল পায়। ৫৪॥

হে ধৰ্ম্মজ্ঞ যুধিষ্ঠিৰ, তাৰ পিছত হিমালয়ৰ পুত্ৰেক অৰ্ব্বুদলৈ যাত্ৰা কৰিব লাগে। বহুদিন আগতে এই ঠাইত পৃথিৱীৰ ছিদ্ৰ আছিল। ৫৫॥

সেই অৰ্ব্বুদত ৱশিষ্ঠৰ ত্ৰিভুৱন-বিখ্যাত আশ্ৰম। তাত এৰাতি বাস কৰিলে এহাজাৰ গো-দানৰ ফল পোৱা যায়। ৫৬॥

হে নৰেন্দ্ৰ, জিতেন্দ্ৰিয় ব্ৰহ্মচাৰীয়ে পিঙ্গতীৰ্থত স্নান আৰু আচমন কৰিলে এশ-কপিলা ধেনু দানৰ ফল পায়। ৫৭॥

হে ৰাজেন্দ্ৰ, তাৰ পিছত উত্তম প্ৰভাস তীৰ্থলৈ যাব লাগে, হে বীৰ, সেই তীৰ্থত দেৱতাসকলৰ মুখ-স্বৰূপ অনিল-সাৰথি স্বয়ং প্ৰজ্বলিত অগ্নিদেৱ সদায় সন্নিহিত হৈ আছে। ৫৮॥

সেই তীৰ্থত সংযতচিত্তে, শুদ্ধভাৱে স্নান কৰিলে মানুহে অতিৰাত্ৰ আৰু অগ্নিষ্টোম যাগৰ ফল পায়। ৫৯॥

তাৰ পিছত সৰস্বতী আৰু সাগৰ-সঙ্গমত স্নান কৰিলে তেওঁ এহাজাৰ গো-দানৰ ফল আৰু স্বৰ্গলোক পায়, হে ভৰতশ্ৰেষ্ঠ, নিজ-তেজেৰে সদায় অগ্নিৰ নিচিনাকৈ প্ৰকাশিত হয়। ৬০—৬১॥

মানুহে শুদ্ধচিত্তে জলাধিপতি বৰুণ-তীৰ্থত (সমুদ্ৰত) স্নান কৰি আৰু তাত তিনি ৰাতি বাস কৰি নিত্যৌ দেৱতা-পিত্ৰাদিৰ তৰ্পণ কৰিব লাগে। ৬২॥

এই নিয়মে কাম কৰিলে যাত্ৰী চন্দ্ৰৰ নিচিনা প্ৰভাশালী হয় আৰু তেওঁ অশ্বমেধ যজ্ঞৰ ফল পায়, হে ভৰত-শিৰোমণি, তাৰ পিছত বৰদান নামে তীৰ্থলৈ যাব লাগে। ৬৩॥

হে যুধিষ্ঠিৰ, যি বৰদান তীৰ্থত দুৰ্ব্বাসা মুনিয়ে বিষ্ণুক বৰ দিছিল সেই তীৰ্থত মানুহে স্নান কৰিলে এহাজাৰ গো-দানৰ ফল পায়। ৬৪॥

তাৰ পিছত দ্বাৰাৱতীলৈ যাব লাগে, তাত থকা পিণ্ডাৰকত সংযমী আৰু মিতাহাৰী হৈ স্নান কৰিলে মানুহে প্ৰচুৰ সোণ পায়। ৬৫॥

হে মহাভাগ, সেই তীৰ্থত আজিও পদুম ফুলৰ চিহ্নেৰে চিহ্নিত প্ৰচুৰ মুদ্ৰা দেখা যায়, হে শত্ৰুদমন, সেইটো এটা অদ্ভুত কথা। ৬৬॥

হে পুৰুষ-বৰ্য্য কুৰু-নন্দন, যি ঠাইত ত্ৰিশূলৰ চিহ্ন থকা পদুম ফুল দেখা যায় সেই ঠাই মহাদেৱৰ বাসস্থান। ৬৭॥

হে ভাৰত, সাগৰ আৰু সিন্ধু নদীৰ সঙ্গম পালে, শুদ্ধচিত্তে বৰুণ-তীৰ্থ'ত স্নান কৰি দেৱতা, ঋষি আৰু পিতৃ আদিৰ তৰ্পণ কৰিলে, নিজ দীপ্তিৰে দীপ্যমান বৰুণ-লোক পায়। ৬৮॥

হে যুধিষ্ঠিৰ, সেই ঠাইত শঙ্কু-কৰ্ণেশ্বৰ শিৱক পূজা কৰিলে অশ্বমেধ যজ্ঞৰ দহ গুণ ফল হয় বুলি মনীষীসকলে কয়। ৬৯॥

হে ভৰতবংশাৱতংস কুৰুশ্ৰেষ্ঠ, সেই শঙ্কু-কৰ্ণেশ্বৰক প্ৰদক্ষিণ কৰি ত্ৰিভুৱন-বিখ্যাত দমী নামে প্ৰসিদ্ধ, সকলো পাপ-বিনাশক সেই তীৰ্থলৈ যাব লাগে; সেই ঠাইত ব্ৰহ্মা প্ৰভৃতি দেৱতাসকলেও মহেশ্বৰক উপাসনা কৰে। ৭১—৭২॥

সেই তীৰ্থত স্নান আৰু আচমন কৰি দেৱতাসকলে আৱৰি থকা ৰুদ্ৰদেৱৰ অৰ্চ্চনা কৰিলে স্নান কৰা মানুহৰ জন্মৰপৰা সেই পৰ্য্যন্ত যি পাপ হয় সেই পাপ নাশ হয়। ৭৩॥

হে নৰশ্ৰেষ্ঠ, এই তীৰ্থত ভগৱান দমীক দেৱতাসকলে স্তৱ কৰে, হে পুৰুষ-সিংহ, সেই তীৰ্থত স্নান কৰিলে অশ্বমেধ যজ্ঞৰ ফল পোৱা যায়। ৭৪॥

হে মহাপ্ৰাজ্ঞ নৰেশ্বৰ, সৰ্ব্ব-শক্তিমান্ ভগৱান বিষ্ণুৱে পূৰ্ব্ব-কালত দৈত্য-দানৱ-বিলাকক বধ কৰি এই তীৰ্থতেই গৈ নিজৰ অপৱিত্ৰতা নিবৃত্ত কৰিছিল। ৭৫॥

হে ধৰ্ম্মজ্ঞ, তাৰ পিছত সকলোৱে স্তুতি কৰা বসুধৰা তীৰ্থলৈ যাব লাগে, তালৈ গ'লেই অশ্বমেধ যজ্ঞৰ ফল পোৱা যায়। ৭৬॥

হে কুৰুশ্ৰেষ্ঠ, সেই তীৰ্থত শুদ্ধ আৰু একাগ্ৰচিত্তে স্নান কৰি দেৱতা-পিত্ৰাদিক তৰ্পণ কৰিলে বিষ্ণুলোকত প্ৰতিষ্ঠিত হব পাৰি। ৭৭॥

হে ভৰতশ্ৰেষ্ঠ, আকৌ এই তীৰ্থত ধ্ৰুৱাদি অষ্টবসুৰ পৱিত্ৰ সৰোবৰ আছে, ইয়াত স্নান আৰু আচমন কৰিলে মানুহ বসুদেৱতাসকলৰ প্ৰিয় পাত্ৰ হয়। হে নৰশ্ৰেষ্ঠ, সেই ঠাইত সকলো পাপ-নাশক সিন্ধূত্তম নামে প্ৰসিদ্ধ তীৰ্থ আছে, তাত স্নান কৰিলে প্ৰচুৰ সোণ পোৱা যায়। ৭৮—৭৯॥

ভদ্ৰতুঙ্গ তীৰ্থলৈ গ'লে পৱিত্ৰ সুশীল পুৰুষ ব্ৰহ্মলোকলৈ যাব পাৰে আৰু পৰম গতি লাভ কৰে। ৮০॥

শক্ৰ-কুমাৰিকা তীৰ্থ সিদ্ধ মহাপুৰুষসকলৰ আশ্ৰিত স্থান, তাত স্নান কৰিলে মানুহে অতি সোনকালে স্বৰ্গলোক পায়। ৮১॥

সেই ঠাইতেই আকৌ সিদ্ধ পুৰুষসকলে আশ্ৰয় লোৱা ৰেণুকা তীৰ্থ, তাত স্নান কৰিলে চন্দ্ৰ যেনেকুৱা নিৰ্ম্মল, ব্ৰাহ্মণো তেনেকুৱা নিৰ্ম্মল হয়। ৮২॥

তাৰ পিছত শৌচ-সন্তোষাদি নিয়ম পালন আৰু পৰিমিত ভোজন কৰি পঞ্চনদ তীৰ্থলৈ গ'লে শাস্ত্ৰত দেৱযজ্ঞাদি পঞ্চ-যজ্ঞৰ ক্ৰমে যি ফল উল্লেখিত আছে সেই পঞ্চ-যজ্ঞৰ ফল পোৱা যায়। হে ৰাজেন্দ্ৰ, তাৰ পিছত ভীমাৰ উত্তম ঠাইলৈ যাব

লাগে; হে ভৰতশ্ৰেষ্ঠ, সেই যোনি-তীৰ্থত স্নান কৰিলে মানুহ দেৱীৰ পুত্ৰ-সদৃশ হয়, শৰীৰৰ কান্তি তপত সোণৰ নিচিনা হয়; হে ৰজা, মানুহে সেই তীৰ্থলৈ গ'লে এশ হাজাৰ গো-দানৰ ফল পায়। ৮৩—৮৪ ॥

ত্ৰিভুৱন-বিখ্যাত শ্ৰীকুণ্ডলৈ গৈ পিতামহ ব্ৰহ্মাক প্ৰণাম কৰিলে এহাজাৰ গো-দানৰ ফল পায়। ৮৬ ॥

হে ধৰ্মজ্ঞ, তাৰ পিছত পৰম উত্তম বিমল তীৰ্থলৈ যাত্ৰা কৰিব লাগে— যি তীৰ্থত আজিও সোণালী আৰু ৰূপালী মাছবিলাক দেখা যায়। ৮৭ ॥

সেই তীৰ্থত স্নান কৰিলে মানুহে অতি সোনকালে ইন্দ্ৰলোক পায় আৰু সকলো পাপৰপৰা মুক্ত হৈ পৰম গতি লাভ কৰে। ৮৮ ॥

হে ভাৰত, বিতস্তা তীৰ্থলৈ গৈ দেৱতা আৰু পিত্ৰাদিৰ তৰ্পণ কৰিলে মানুহে বাজপেয় যজ্ঞৰ ফল পায়। ৮৯ ॥

কাশ্মীৰতেই নাগৰাজ তক্ষকৰ বিতস্তা নামে সুপ্ৰসিদ্ধ বাসস্থান, এই স্থানে সকলো পাপ নাশ কৰিব পাৰে। ৯০ ॥

সেই তীৰ্থত স্নান কৰিলে মানুহে নিশ্চয় বাজপেয় যজ্ঞৰ ফল পায়, আৰু সকলো পাপৰপৰা শুদ্ধ হৈ উত্তম গতি লাভ কৰে। ৯১ ॥

তাৰ পিছতেই ত্ৰিভুৱন-বিখ্যাত বড়ৱা তীৰ্থলৈ যাব লাগে, পিছত সন্ধ্যা সময়ত বিধি অনুসাৰে স্নান আৰু আচমন কৰি অগ্নি দেৱতাক যথাশক্তি চৰু অৰ্পণ কৰিব লাগে; পিছত পিত্ৰাদিৰ উদ্দেশ্যে দান কৰিলে সেই দান অক্ষয় হয় বুলি মনীষী-সকলে কয়। ৯২—৯৩ ॥

হে ৰজা, তাৰ পাছত ভগৱান বিষ্ণুক সুপ্ৰসন্ন কৰিবলৈ ইচ্ছা কৰা দেৱতা, ঋষি, পিত্ৰাদি গন্ধৰ্ব, অপ্সৰা, গুহক, কিন্নৰ, যক্ষ, সিদ্ধ, বিদ্যাধৰ, মনুষ্য, ৰাক্ষস, দৈত্য, ৰুদ্ৰ আৰু ব্ৰহ্মা—এইসকলে একাগ্ৰচিত্তে এহাজাৰ বছৰ দীক্ষা গ্ৰহণ কৰি তেনেকৈ আহুতি দিবৰ কাৰণে চৰু পাক কৰি সাতটা সাতটা মন্ত্ৰেৰে আহুতি দি ভগৱান কেশৱক স্তুতি কৰিছিল। ৯৪—৯৬ ॥

ইয়াৰ পিছত ভগৱান সুপ্ৰসন্ন হৈ তেওঁলোকক অণিমাদি অষ্ট সিদ্ধি প্ৰদান কৰিছিল; হে মহাৰাজ, তাৰ পিছত আকৌ অন্যান্য বৰো দি ভগৱান কেশৱ মেঘৰ মাজত চিকিমিকি বিদ্যুৎ যেনেকৈ নাইকিয়া হয় তেনেকৈ অন্তৰ্হিত হৈছিল। হে ভাৰত, সেই কাৰণে সেই ঠাইৰ নাম তিনিও লোকত সপ্তচৰু নামে বিখ্যাত হৈছে, এই ঠাইত অগ্নিত চৰু দান কৰিলে এশ হাজাৰ গো-দান, এশ ৰাজসূয় যজ্ঞ, আৰু এহাজাৰ অশ্বমেধ যজ্ঞতকৈও অধিক কল্যাণ হয়। তাৰপৰা উলটি আহি ৰুদ্ৰ পদতীৰ্থলৈ যাব লাগে, তাৰ পিছত মহাদেৱক পূজা কৰিলে অশ্বমেধ যজ্ঞৰ ফল পোৱা যায়। ৯৭—১০০ ॥

হে ৰজা, একাগ্ৰচিত্তে ব্ৰহ্মচৰ্য্য ব্ৰত পালন কৰি মণিমান তীৰ্থলৈ গৈ আকৌ এৰাতি তাত বাস কৰিলে অশ্বমেধ যজ্ঞৰ ফল পোৱা যায়। ১০১ ॥

হে ভৰত-বংশ-শিৰোমণি ৰাজেন্দ্ৰ, তাৰ পিছত লোক-বিখ্যাত দেৱিকা তীৰ্থলৈ যাব লাগে। সেই ঠাইত ব্ৰাহ্মণসকলৰ জন্ম হোৱা বুলি জনশ্ৰুতি আছে। ১০২ ॥

সেই দেৱিকা শূলপাণি মহাদেৱৰ স্থান, সেই ঠাই তিনিওলোকতে বিখ্যাত, সেই দেৱিকাত স্নান কৰি আৰু মহাদেৱক অৰ্চ্চনা কৰি তাত যথাশক্তি চৰু নিবেদন কৰিলে সকলো কামনা-পৰিপূৰক যজ্ঞৰ ফল পোৱা যায়। ১০৩—১০৪ ॥

সেই ঠাইতে দেৱতাসকলে আশ্ৰয় লোৱা ভগৱান শঙ্কৰৰ কামতীৰ্থ, হে ভাৰত, সেই কামতীৰ্থত স্নান কৰিলে মানুহে অতি সোনকালে মনোবাঞ্ছিত সিদ্ধি লাভ কৰিব পাৰে। ১০৫ ॥

সেই ঠাইতে যজন কৰিলে, বেদ পাঠ কৰিলে অথবা ফুল আৰু পানী স্পৰ্শ কৰিলে মৰণৰ পথ লোৱা মানুহ শোকৰপৰা মুক্ত হয়। ১০৬ ॥

সেই ঠাইতে পাঁচ যোজন বহল আৰু আধা যোজন ওখ এনেকুৱা এটা পবিত্ৰ বেদিকা আছে, সেই বেদিকা দেৱতা আৰু ঋষিসকলৰ আশ্ৰয়-স্থান। ১০৭ ॥

হে ধৰ্ম্মজ্ঞ, তাৰ পিছত যথাক্ৰমে দীৰ্ঘসত্ৰ নামে তীৰ্থলৈ যাব, তাত ব্ৰহ্ম প্ৰভৃতি দেৱতাসকল, সিদ্ধ পুৰুষ আৰু মহৰ্ষিসকলে দীক্ষিত হৈ একনিষ্ঠমনে দীৰ্ঘসত্ৰৰ উপাসনা কৰে। ১০৮—১০৯ ॥

হে শত্ৰুদমনকাৰী ভৰতবংশী ৰাজেন্দ্ৰ, দীৰ্ঘসত্ৰলৈ যোৱা মাত্ৰেই ৰাজসূয় আৰু অশ্বমেধ যজ্ঞৰ সমান ফল পোৱা যায়। ১১০ ॥

তাৰ পিছত শৌচ-সন্তোষাদি নিয়ম পালন আৰু পৰিমিত ভোজন কৰি বিনশন তীৰ্থলৈ যাব লাগে, এই ঠাইৰ মেৰু-পৃষ্ঠত সৰস্বতী নদী অদৃশ্যভাৱে আছে। ১১২ ॥

তাৰ পিছত চমসোদ্ভেদ, শিৱোদ্ভেদ আৰু নাগোদ্ভেদ তীৰ্থত সৰস্বতী নদী দেখা পোৱা যায়, চমসোদ্ভেদ তীৰ্থত স্নান কৰিলে মানুহে অগ্নিষ্টোম যজ্ঞৰ ফল পায়। ১১২ ॥

শিৱোদ্ভেদ তীৰ্থত স্নান কৰিলে মানুহে এহাজাৰ গো-দানৰ ফল পায়, নাগোদ্ভেদ তীৰ্থত স্নান কৰিলে নাগলোক পায়। ১১৩ ॥

হে মহাৰাজ, তাৰ পাছত দুৰ্ল্লভ শশয়ান তীৰ্থ পোৱা যায়। পুষ্কৰসকলে এই তীৰ্থ শহাৰ ৰূপ ধৰি ঢাকি ৰাখে; হে ৰাজেন্দ্ৰ, আকৌ প্ৰত্যেক বছৰে তেওঁলোকক কাতি মাহৰ পূৰ্ণিমা তিথিৰ দিনাখন কৌশিকী অতিক্ৰম কৰি সৰস্বতীত পৰা দেখা যায়। ১১৪ – ১১৫ ॥

হে ভৰত-কুল-তিলক, সেই শশয়ান তীৰ্থত স্নান কৰিলে সদায় চন্দ্ৰৰ নিচিনা প্ৰকাশমান হব পাৰি, হে ভৰতৰ্ষভ, আকৌ এহাজাৰ গো-দানৰ ফল পোৱা যায়। ১১৬ ॥

হে কুৰুনন্দন, তাৰ পিছত কুমাৰকোটি তীৰ্থলৈ গৈ তাত সংযতচিত্তে দেৱতা-পিত্ৰাদিৰ পূজাত মনোনিবেশ কৰি স্নান কৰিব লাগে। ১১৭ ॥

সেই তীৰ্থত স্নান কৰিলে মানুহে দহ হাজাৰ গো-দানৰ ফল পায়, আৰু নিজৰ বংশ উদ্ধাৰ কৰে। হে ধৰ্ম্মজ্ঞ, তাৰ পিছত পৱিত্ৰচিত্তে ৰুদ্ৰকোটি তীৰ্থলৈ যাব লাগে, হে মহাৰাজ, এই তীৰ্থত পূৰ্ব্ব-কালত এক কোটি মুনিয়ে মহাদেৱক দৰ্শন কৰিবলৈ আকাঙ্ক্ষা কৰি হৰ্ষতে আকুল হৈ ভগৱান বৃষভধ্বজক 'মই আগেতে চাওঁ' এই বুলি কৈ তালৈ গৈছিল। ১১৮—১২০ ॥

হে ৰজা, তাৰ পাছত যোগেশ্বৰ শিৱয়ো যোগ-সাধনা কৰি বিশুদ্ধাত্মা মহৰ্ষি-সকলৰ খং নিবাৰণ কৰিবলৈ এক কোটি ৰুদ্ৰৰ সৃষ্টি কৰি ঋষিসকলৰ আগত উপস্থিত হ'ল, তাৰ পিছত সেই মহৰ্ষিসকলে বেলেগ বেলেগ ৰুদ্ৰ দেখিবলৈ পালে, আৰু প্ৰত্যেকে "মইহে আগতে ৰুদ্ৰক দেখিছো" —এনেকৈ কবলৈ ধৰিলে। হে ৰজা, তাৰ পিছত সেই মহাত্মা মুনিসকলৰ উত্তম ভক্তিত মহাদেৱ অতি সন্তুষ্ট হৈ তেওঁ-লোকক বৰ দিলে, ১২১—১২৩ ॥

হে মহৰ্ষিসকল, আজিৰপৰা তোমালোকৰ ধৰ্ম্ম বাঢ়ক। হে নৰশ্ৰেষ্ঠ, সেই ৰুদ্ৰ-কোটি তীৰ্থত স্নান কৰি পৱিত্ৰ হোৱা মানুহে অশ্বমেধ যজ্ঞৰ ফল পায় আৰু নিজৰ বংশ উদ্ধাৰ কৰে। ১২৪ ॥

হে ৰজা, তাৰ পিছত পৰম পুণ্যময় লোক-বিখ্যাত সৰস্বতী সঙ্গমতীৰ্থলৈ যাব লাগে। সেই তীৰ্থত ব্ৰহ্মাদি দেৱতাসকলে আৰু তপোধন মহৰ্ষিসকলে ভগৱান কেশৱক উপাসনা কৰে। ১২৫—১২৬ ॥

হে ৰাজেন্দ্ৰ, বহুত মানুহে বিশেষকৈ চ'ত মাহৰ শুক্লা-চতুৰ্দ্দশীত গৈ সেই তীৰ্থত স্নান কৰি প্ৰচুৰ সোণ লাভ কৰে আৰু সকলো পাপৰপৰা মুক্ত হৈ ব্ৰহ্মলোক পায়। ১২৭ ॥

হে নৰেশ্বৰ, যি ঠাইত ঋষিসকলৰ সত্ৰ সমাপ্ত হৈছিল সেই সত্ৰ সমাপ্ত হোৱা ঠাইলৈ গ'লে এহাজাৰ গো দানৰ ফল পোৱা যায়। ১২৮ ॥

ইতি মহাভাৰতৰ বনপৰ্ব্বৰ অন্তৰ্গত তীৰ্থ-যাত্ৰা-পৰ্ব্বত তীৰ্থ-যাত্ৰা নামৰ দ্ব্যশীতিতম অধ্যায়। ৮২ ॥

## ॥ অধ্যায় ৮৩ ॥

# ॥ পুলস্ত্যৰ তীর্থ-বর্ণনা ॥

পুলস্ত্যই ক'লে,—হে মহাৰাজ, তাৰ পাছত আপুনি পুণ্যতীর্থ কুৰুক্ষেত্ৰলৈ যাব ; সেই ঠাই দেখিলে সকলো প্রাণী পাপৰপৰা মুক্ত হয়। ১ ॥

কুৰুক্ষেত্ৰলৈ যাম, কুৰুক্ষেত্ৰত বাস কৰিম— এই কথা যি জনে সদায় কয়, তেওঁ সকলো পাপৰপৰা মুক্তি লাভ কৰে। ২ ॥

কুৰুক্ষেত্ৰত বতাহত উৰি ফুৰা ধূলিকণাইও কু-কর্ম্মকাৰীক পৰম গতি পোৱায় (মুক্তি লাভ কৰায়)। ৩ ॥

সৰস্বতীৰ (নদীৰ) দক্ষিণে আৰু দৃষদ্বতীৰ (নদীৰ) উত্তৰে অৱস্থিত কুৰুক্ষেত্ৰত যি-সকলে বাস কৰে, তেওঁলোক স্বর্গতে বাস কৰে। ৪ ॥

হে যুধিষ্ঠিৰ, সেই সৰস্বতীৰ পাৰত এমাহ কাল সুস্থিৰ হৈ বাস কৰিব।

হে ভৰতবংশীয় মহীপতি, ব্ৰহ্মা আদি দেৱতা, ঋষি, সিদ্ধ, গন্ধর্ব্ব, অপ্সৰা যক্ষ, পন্নগসকলো তাত থকা মহা পুণ্যভূমি ব্ৰহ্মক্ষেত্ৰলৈ যায়। ৫—৬ ॥

হে যুধিষ্ঠিৰ, যি জনে কুৰুক্ষেত্ৰত বাস কৰিবলৈ অভিলাষো প্রকাশ কৰে, তেওঁৰ সকলো পাপ ক্ষয় হয় আৰু তেওঁ ব্ৰহ্মলোক লাভ কৰে। ৭ ॥

হে কুৰুবংশধৰ, যিজন শ্রদ্ধাৰে সৈতে কুৰুক্ষেত্ৰলৈ যায়, তেওঁ ৰাজসূয় আৰু অশ্বমেধ যজ্ঞৰ ফল পায়। ৮ ॥

তাৰ পাছত মচক্রুক নামে মহা বলী দুৱৰী যক্ষক যিয়েই প্রণাম কৰে তেওঁ এহাজাৰ গৰু দান কৰাৰ সমান ফল লাভ কৰে। ৯ ॥

হে ধর্ম্মজ্ঞ ৰাজেন্দ্ৰ, তাৰ পাছত আপুনি সকলো তীর্থৰ ভিতৰত শ্ৰেষ্ঠ বিষ্ণু-স্থানলৈ যাব, সেই ঠাইত হৰি সদায় বিৰাজ কৰে। ১০ ॥

তাত গা ধুই উঠি ত্রিলোকৰ পালক হৰিক নমস্কাৰ কৰিলে অশ্বমেধ যজ্ঞৰ ফল পায় আৰু বিষ্ণুলোকো লাভ হয়। ১১ ॥

হে ভাৰত, তাৰ পাছত ত্রিভুৱন-বিখ্যাত পাৰিপ্লৱ তীর্থলৈ যাব, সেই তীর্থলৈ গ'লে অগ্নিষ্টোম আৰু অতিৰাত্ৰৰ ফল পোৱা যায়। ১২ ॥

পৃথিৱী তীর্থলৈ গ'লেও হাজাৰ গৰু দানৰ ফল পোৱা হয় ; হে ৰজা, তাৰ পাছত তীর্থ সেৱা কৰাৰ মানসে শালূকিনী নদীলৈ গৈ দশাশ্বমেধত স্নান কৰিলে হাজাৰ গৰু-দানৰ ফল লাভ হয়। ১৩—১৪ ॥

নাগবিলাকৰ উত্তম তীৰ্থ সৰ্পদেৱীলৈ গ'লে অগ্নিষ্টোম যজ্ঞৰ ফল আৰু নাগলোক পাব পাৰি। হে ধৰ্মজ্ঞ, তাৰ পাছত দ্বাৰী তৰন্তুকৰ ওচৰলৈ যাব। ১৪-১৫ ॥

তাত এনিশা বাস কৰিলে হাজাৰ গৰু দানৰ ফল পায়। তাৰ পাছত সংযত হৈ নিয়মিত আহাৰ কৰি কোটি তীৰ্থত স্নান কৰিলে অশ্বমেধ যজ্ঞৰ ফল পায়। অশ্বিনীদ্বয়ৰ তীৰ্থ পালে মানুহ ৰূপৱান হয়। ১৬—১৭ ॥

ধৰ্মজ্ঞ, তাৰ পাছত আপুনি উত্তম বৰাহ তীৰ্থলৈ যাব। সেই ঠাইতে বিষ্ণুৱে পূৰ্বণি কালত বৰাহ ৰূপ ধাৰণ কৰি আছিল। ১৮ ॥

নৰশ্ৰেষ্ঠ, তাত গা ধুলে অগ্নিষ্টোম যজ্ঞৰ ফল লাভ হয়। হে ৰাজেন্দ্ৰ, তাৰ পাছত আপুনি জয়ন্তী ৰাজ্যৰ সোমতীৰ্থলৈ যাব। ১৯ ॥

তাত গা ধুলে মানুহে ৰাজসূয় যজ্ঞৰ ফল পায়। একহংস তীৰ্থত গা ধুই মানুহে হাজাৰ গৰু-দানৰ ফল লভে। ২০ ॥

নৰনাথ, তাৰ পাছত তীৰ্থসেৱী লোকে কৃতশৌচ নামৰ তীৰ্থলৈ গৈ বিষ্ণুক লাভ কৰিব আৰু পৰম পবিত্ৰ হ'ব। ২১ ॥

তাৰ পাছত মহাত্মা শিৱৰ ধাম মুঞ্জবট নামে ঠাইত এৰাতি বাস কৰিলে শিৱৰ অনুচৰবিলাকৰ ভিতৰত প্ৰধান হ'ব পাৰি। ২২ ॥

হে মহাৰাজ, তাত স্নান কৰি বিখ্যাত যাক্ষণীৰ তীৰ্থত স্নানকৰি সকলোপ্ৰকাৰৰ মনোবাঞ্ছা পূৰ্ণ কৰিব পৰা যায়। ২৩ ॥

হে ভৰত-কুলশ্ৰেষ্ঠ, সেই ঠাই কুৰুক্ষেত্ৰৰ দ্বাৰদেশ বুলি জনাজাত। তীৰ্থ-সেৱী লোক তাত প্ৰদক্ষিণ কৰি শান্ত আৰু স্থিৰচিত্তে পুষ্কৰ-সদৃশ সেই তীৰ্থত গা ধুই পিতৃ আৰু দেৱতাসকলক পূজা কৰি কৃতকাৰ্য্য হয় আৰু অশ্বমেধ যজ্ঞৰ ফল প্ৰাপ্ত হয়। জমদগ্নিৰ পুত্ৰ মহাত্মা পৰশুৰামে সেই তীৰ্থ নিৰ্ম্মাণ কৰিছিল। তাৰ পাছত তীৰ্থ-পৰায়ণ লোক একাগ্ৰচিত্তে ৰাম হ্ৰদলৈ গমন কৰিব। ২৪—২৬ ॥

হে ৰাজেন্দ্ৰ, মহা পৰাক্ৰমী, তেজস্বী, বীৰ পৰশুৰামে সেই ঠাইত ক্ষত্ৰিয়সকলক নিৰ্ম্মূল কৰি তেওঁলোকৰ ৰক্তেৰে পাঁচোটা হ্ৰদ সৃষ্টি কৰিছিল। ২৭ ॥

হে নৰশ্ৰেষ্ঠ, শুনা যায় তেওঁ পাঁচোটা হ্ৰদৰ দ্বাৰা পিতৃ আৰু প্ৰপিতামহ-সকলৰ তৰ্পণ কৰিছিল। ২৮ ॥

হে মহাৰাজ, তেতিয়া পিতৃ-পুৰুষসকল সন্তুষ্ট হৈ পৰশুৰামক কৈছিল, হে ৰাম, হে মহাভাগ বিভৱশালী ভাৰ্গৱ, তোমাৰ এনেকুৱা পিতৃভক্তি আৰু বিক্ৰমত আমি সন্তুষ্ট হৈছো, হে মহাতেজস্বী, তুমি তোমাৰ অভিলসিত শুভ বৰ প্ৰাৰ্থনা কৰাঁ। ২৯—৩০ ॥

হে ৰাজেন্দ্ৰ, (পিতৃসকলে) এই বুলি কোৱাত মহাযোদ্ধা সেই পৰশুৰামে কৃতাঞ্জলি হৈ আকাশত থকা পিতৃসকলক কবলৈ ধৰিলে, ৩১ ॥

আপোনালোক যদি মোৰ প্ৰতি সন্তুষ্ট হৈ মোক অনুগ্ৰহ-ভাজন বুলি ভাবিছে তেন্তে আকৌ যেন পিতৃতোষণ তপস্যা কৰিব পাৰোঁ—এই পিতৃ-প্ৰসাদ কামনা কৰোঁ। ৩২ ॥

যি ক্ৰোধৰ বশৱৰ্ত্তী হৈ মই ক্ষত্ৰিয়সকলক নিৰ্ম্মূল কৰিছিলোঁ সেই পাপৰ-পৰা যেন আপোনালোকৰ শক্তিৰ দ্বাৰা মই মুক্ত হওঁ। ৩৩ ॥

আৰু এই হ্ৰদবিলাকো পৃথিৱী-বিখ্যাত তীৰ্থস্থানত পৰিণত হওক: পৰশু-ৰামৰ এই শুভ কথা শুনি পিতৃসকলে অতিশয় সন্তুষ্ট হৈ আনন্দচিত্তে তেওঁক কবলৈ ধৰিলে,—পুনৰায় তোমাৰ তপস্যা বাঢ়ক, পিতৃ-ভক্তিৰ দ্বাৰা তোমাৰ তপস্যা বিশেষভাৱে সমৃদ্ধ হওক। ৩৪—৩৫ ॥

তুমি যে ক্ৰোধৰ বশৱৰ্ত্তী হৈ ক্ষত্ৰিয়সকলক উচ্ছন্ন কৰিছিলা সেই পাপৰপৰা তুমি মুক্ত, কাৰণ নিজ-কৰ্ম্মৰ ফলতে তেওঁলোক মৰিছে। ৩৬ ॥

হ্ৰদবিলাকোযে তীৰ্থত পৰিণত হব—সেই বিষয়ে কোনো সন্দেহ নাই। যিজনে সেই হ্ৰদত গা ধুই পিতৃসকলৰ তৰ্পণ কৰিব সিজনৰ পিতৃগণ প্ৰীত হৈ পৃথিৱীত দুৰ্লভ বাঞ্ছিত বস্তু, মনস্কামনা আৰু চিৰন্তন স্বৰ্গলোক প্ৰদান কৰিব। ৩৭—৩৮ ॥

হে ৰজা, পৰশুৰামক পিতৃসকলে এই বৰ দান কৰি তেওঁৰপৰা প্ৰীতি সহকাৰে বিদায় লৈ সেই ঠাইতে অদৃশ্য হ'ল। ৩৯ ॥

এয়েই মহাত্মা ভাৰ্গৱ পৰশুৰামৰ দ্বাৰা সৃষ্ট হ্ৰদবিলাকৰ পৱিত্ৰতাৰ কাৰণ। যিজনে শুভ ব্ৰত আচৰণ কৰি ব্ৰহ্মচৰ্য্য পালন কৰি সেই হ্ৰদত স্নান কৰে আৰু পৰশুৰামক আৰাধনা কৰে, হে মহাৰাজ, তেওঁ বহু সুৱৰ্ণ লাভ কৰে। হে কুৰুশ্ৰেষ্ঠ, তীৰ্থ-সেৱাৰ মানসে যিজনে বংশমূলক আৰু কায়শোধন নামৰ তীৰ্থত স্নান কৰে, হে ভৰত-কুল-তিলক, সিজনে নিজৰ বংশ উদ্ধাৰ কৰে আৰু নিজৰ শৰীৰো শুদ্ধ কৰে। এই বিষয়ে সন্দেহ নাই। শুদ্ধদেহী সিজন শ্ৰেষ্ঠ, শুভ লোকলৈ গমন কৰে। ৪০—৪৩ ॥

হে ধৰ্মজ্ঞ, তাৰ পাছত আপুনি ত্ৰিভুৱন-বিখ্যাত লোকোদ্ধাৰ তীৰ্থলৈ যাব, প্ৰাচীনকালত তাত প্ৰভাৱশালী বিষ্ণুৱে লোকসকলক উদ্ধাৰ কৰিছিল। ৪৪ ॥

হে ৰজা, ত্ৰৈলোক্য-বন্দিত তীৰ্থ লোকদ্ধাৰলৈ গৈ সেই শ্ৰেষ্ঠ তীৰ্থত গা ধুই আপোন লোকসকলক উদ্ধাৰ কৰিব পাৰে। ৪৫ ॥

শ্ৰীতীৰ্থলৈ গৈ তাত শুদ্ধচিত্তে গা ধুই যিজনে পিতৃ আৰু দেৱতাসকলক পূজা কৰে তেওঁ বহু ঐশ্বৰ্য্য লাভ কৰে। ৪৬ ॥

সংযত ব্ৰহ্মচাৰী হৈ কপিলা তীৰ্থলৈ গৈ তাত গা ধুই নিজৰ পিতৃপুৰুষসকলক আৰু দেৱতাক বন্দনা কৰিলে এহাজাৰ কপিলা গৰু দানৰ ফল লাভ কৰে। সূৰ্য্যতীৰ্থলৈ গৈ সংযত মনেৰে গা ধুই উপবাসে থাকি পিতৃ আৰু দেৱতাসকলক অৰ্চ্চনা কৰিলে অগ্নিষ্টোম (যজ্ঞৰ ফল) আৰু সূৰ্য্যলোক লাভ কৰিব পৰা যায়। ৪৭-৪৯ ॥

তীৰ্থসেৱীয়ে গোভৱন তীৰ্থলৈ গৈ তাত স্নান কৰিলে হাজাৰ গো-দানৰ ফল পায়। ৫০ ॥

হে কুৰুবংশীয় ৰজা, তীৰ্থসেৱী লোকে শঙ্খিনী তীৰ্থলৈ গৈ তাত দেৱীৰ তীৰ্থত স্নান কৰিলে উত্তম ৰূপ লাভ কৰে। ৫১ ॥

হে ৰাজেন্দ্ৰ, তাৰ পাছত আপুনি দুৰ্বী তৰন্তকৰ ওচৰ পাবগৈ। মহাত্মা কুবেৰৰ সেই তীৰ্থ সৰস্বতীৰ পাৰত। ৫২॥

হে ৰজা, তাত গা ধুলে মানুহে অগ্নিষ্টোম যজ্ঞৰ ফল পায়। হে মহাৰাজ নৰশ্ৰেষ্ঠ, তাৰ পাছত আপুনি ব্ৰহ্মাৱৰ্ত্তলৈ যাব। ৫৩॥

ব্ৰহ্মাৱৰ্ত্তত স্নান কৰি মানুহে ব্ৰহ্মলোক পাব পাৰে। হে ৰাজেন্দ্ৰ, তাৰ পাছত আপুনি উত্তম তীৰ্থ সুতীৰ্থলৈ যাব। ৫৪॥

তাত পিতৃসকল দেৱতাসকলৰ লগত নিতৌ বিৰাজ কৰে। সেই ঠাইত পিতৃ আৰু দেৱতাসকলক পূজা কৰি গা ধোৱা উচিত। ৫৫॥

তেতিয়া হ'লে অশ্বমেধ যজ্ঞৰ ফল আৰু পিতৃলোক পাব পাৰি। হে ধৰ্ম্মজ্ঞ, তাৰ পাছত আপুনি অশ্বমতী ৰাজ্যৰ সুতীৰ্থ কাশীশ্বৰ তীৰ্থলৈ যাব, হে ভৰত-কুলশ্ৰেষ্ঠ, তাত স্নান কৰিলে সকলো ব্যাধিৰপৰা মুক্ত হৈ ব্ৰহ্মলোক পাব পাৰি। ৫৬—৫৭॥

হে ভৰতনন্দন ৰজা, অশ্বমতী ৰাজ্যৰ মাতৃতীৰ্থত গা ধুলে সতি-সন্ততিৰ শ্ৰীবৃদ্ধি হয় আৰু মহতী সমৃদ্ধি লাভ কৰিব পাৰি। ৫৮॥

তাৰ পাছত সংযত আৰু মিতাহাৰী হৈ সীত-বনলৈ যাব। হে মহাৰাজ, সেই ঠাইৰ মহাতীৰ্থ পৃথিৱীৰ আন ঠাইত দুৰ্লভ। ৫৯॥

হে ভৰত-বংশীয়, সেই তীৰ্থ দেখা মাত্ৰকে মানুহে নিজৰ পিতৃকুল পৱিত্ৰ কৰে আৰু কেশ অভ্যুক্ষণ কৰি পৱিত্ৰ হয়। ৬০॥

সেই ঠাইত শ্বাবিল্লোমাপহ নামৰ আন এখন প্ৰধান তীৰ্থ আছে। হে নৰশ্ৰেষ্ঠ, তীৰ্থসেৱী বিপ্ৰ আৰু বিদ্বানসকলে সেই শ্বাবিল্লোমাপহ তীৰ্থত গা ধুই পৰম প্ৰীতি লাভ কৰে। ৬১—৬২॥

হে নৰশ্ৰেষ্ঠ, শ্ৰেষ্ঠ দ্বিজসকলে প্ৰাণায়ামৰ দ্বাৰা নিজ নিজ লোম ছেদন কৰে আৰু আত্মাক পৱিত্ৰ কৰি পৰম গতি লাভ কৰে। ৬৩॥

হে ৰজা, সেই ঠাইতে দশাশ্বমেধিক তীৰ্থত স্নান কৰিলে পৰম পদ লাভ হয়। ৬৪॥

হে ৰাজেন্দ্ৰ, তাৰ পাছত লোক-বিখ্যাত মানুষ তীৰ্থলৈ যাব। হে ৰজা, সেই ঠাইত কৃষ্ণসাৰ পশুবিলাকে ব্যাধৰ শৰত বিদ্ধ হৈ সেই সৰোবৰত গা ধুই মানুহৰ ৰূপ লাভ কৰিছিল। ৬৫—৬৬॥

সেই ঠাইত ব্ৰহ্মচাৰী আৰু সংযতচিত্ত হৈ স্নান কৰিলে সকলো পাপৰপৰা মুক্ত হৈ স্বৰ্গলোক লাভ কৰিব পাৰি। ৬৬—৬৭॥

হে মহীপতি, সেই মানুষ তীৰ্থৰ পূবফালে এক ক্ৰোশ দূৰত সিদ্ধসকলৰ দ্বাৰা পূজিত আপগা নামেৰে এখন বিখ্যাত নদী আছে। ৬৭—৬৮॥

তাত যি দেৱগণ আৰু পিতৃলোকৰ উদ্দেশ্যে শ্যামাক ধানৰ অন্ন দান কৰে তেওঁৰ মহা ধৰ্ম্ম হয়। দেৱতা আৰু পিতৃসকলক উদ্দেশ্য কৰি যিজনে এজন

বিপ্ৰক ভোজন কৰাৰ, তেওঁৰ কোটি বিপ্ৰক ভোজন কৰোৱাৰ সমান মহাধৰ্ম্ম-ফল লাভ হয়। ৬৯ ॥

তাত গা ধুই পিতৃ আৰু দেৱতাসকলক পূজা কৰি এৰাতি বাস কৰিলে অগ্নিষ্টোমৰ ফল লাভ হয়। হে ভৰতনন্দন ৰাজেন্দ্ৰ, তাৰ পাছত ব্ৰহ্মোদুম্বৰ নামেৰে পৃথিৱী-বিখ্যাত-ব্ৰহ্মাৰ-উত্তম স্থানলৈ যাব। ৭১ ॥

হে নৰশ্ৰেষ্ঠ, তাত সপ্তৰ্ষিকুণ্ডত আৰু মহাত্মা কপিলৰ কেদাৰত যিজনে গা ধোৱে, যিজনে শুদ্ধ আৰু সংযতচিত্ত হৈ ব্ৰহ্মাক উপলব্ধি কৰে, হে ৰাজেন্দ্ৰ, তেওঁ সকলো পাপৰপৰা আত্মাক বিশুদ্ধ কৰি ব্ৰহ্মলোক পায়। অতি দুৰ্লভ কপিল-কেদাৰলৈ গৈ তপস্যাৰ দ্বাৰা পাপ নিৰ্ম্মূল কৰি লীন হৈ যায়। ৭৩—৭৪ ॥

হে ৰাজেন্দ্ৰ, তাৰ পাছত আপুনি লোকবিশ্ৰুত সৰক তীৰ্থলৈ যাব। তাত যিজনে কৃষ্ণা চতুৰ্দ্দশী তিথিত বৃষধ্বজ শিৱক স্তুতি কৰে তেওঁৰ মনোবাঞ্ছা পূৰ্ণ হয় আৰু তেওঁ স্বৰ্গলোক লাভ কৰে। হে কুৰুনন্দন ৰজা, সেই সৰকৰ ৰুদ্ৰকোটি-কূপ হ্ৰদত তিনি কোটি তীৰ্থ আছে। তাতেই ইলাস্পদ নামে আৰু এখন তীৰ্থ আছে। ৭৫—৭৭ ॥

তাত গা ধুই দেৱতা আৰু পিতৃসকলক পূজা কৰিলে দুৰ্গতিৰপৰা ৰক্ষা পোৱা হয় আৰু বাজপেয় যজ্ঞৰ ফল পোৱা যায়। ৭৮।

হে ভৰতবংশীয় ৰজা, কিংদান আৰু কিংজপ্য তীৰ্থত মানুহে স্নান কৰি অপৰিমিত দান আৰু জপৰ ফল লাভ কৰে। ৭৯ ॥

শ্ৰদ্ধাবান আৰু জিতেন্দ্ৰিয় মানুহে কলসী তীৰ্থত গা ধুই অগ্নিষ্টোম যজ্ঞৰ ফল লাভ কৰে। ৮০ ॥

হে কুৰুকুলশ্ৰেষ্ঠ, সৰক তীৰ্থৰ পূবফালে মহাত্মা নাৰদৰ অম্বাজন্ম নামে বিখ্যাত তীৰ্থ আছে। ৮১ ॥

হে ভৰত-কুল-সম্ভূত, সেই তীৰ্থত গা ধুই প্ৰাণ ত্যাগ কৰিলে মানৱে নাৰদৰ অনুমতিক্ৰমে শ্ৰেষ্ঠলোক লাভ কৰে। ৮২ ॥

হে ৰজা, শুক্লা দশমী তিথিত পুণ্ডৰীক তীৰ্থত প্ৰবেশ কৰি যিজনে স্নান কৰে তেওঁ পুণ্ডৰীক যজ্ঞৰ ফল লাভ কৰে। ৮৩ ॥

তাৰ পাছত ত্ৰিলোক-বিখ্যাত ত্ৰিবিষ্টপ তীৰ্থলৈ যাব, তাৰ পুণ্যতোয়া বৈতৰণী নদীয়ে সকলো পাপ নাশ কৰে। ৮৪ ॥

সেই তীৰ্থত গা ধুই শূলপাণি শিৱৰ পূজা কৰিলে সকলো পাপৰপৰা মুক্ত হৈ পৰম গতি লাভ কৰিব। ৮৫ ॥

হে ৰাজেন্দ্ৰ, তাৰ পাছত আপুনি উত্তম ফলকী বনলৈ গমন কৰিব। কাৰণ, দেৱতাসকলে সেই ফলকী বনত থাকি বহু হাজাৰ বছৰ ধৰি তপস্যা কৰি আছে। গতিকে মানুহে তাৰ ওচৰত থকা দৃষদ্বতী নদীত গা ধুই দেৱতাসকলৰ তৰ্পণ কৰিলে অগ্নিষ্টোম আৰু অতিৰাত্ৰ যজ্ঞৰ ফল পায়। হে ভৰতশ্ৰেষ্ঠ ৰজা,

তাৰ পাছত সৰ্ব্বদেৱ তীৰ্থত গা ধুলে মানুহে হাজাৰ গৰু-দানৰ ফল পায়। হে ভৰত-কুৰুবংশীয় ৰজা, তাৰ পাছত মানুহে পাণী-যাত তীৰ্থত গা ধুই দেৱতাক তৰ্পণ কৰিলে অগ্নিষ্টোম, অতিৰাত্ৰ আৰু ৰাজসূয় যজ্ঞৰ ফল লাভ কৰে আৰু ঋষিলোকলৈ গমন কৰে। ৮৬—৯০ ॥

হে ধৰ্ম্মজ্ঞ ৰাজেন্দ্ৰ, তাৰ পাছত উত্তম মিশ্ৰক তীৰ্থলৈ গমন কৰিব। কাৰণ, মহাত্মা বেদব্যাসে দ্বিজসকলৰ কাৰণে বহু তীৰ্থ মিশ্ৰিত কৰিছিল বুলি শুনা যায়। গতিকে যিজনে সেই মিশ্ৰক তীৰ্থত স্নান কৰে তেওঁ সকলো তীৰ্থতেই স্নান কৰে। ৯১-৯২ ॥

তাৰ পাছত মানুহে সংযতচিত্তে নিয়মিত আহাৰ কৰি ব্যাসবনলৈ যাব আৰু তাত থকা মনোজৱতীৰ্থত গা ধুই হাজাৰ গৰু-দানৰ ফল লাভ কৰিব। ৯৩ ॥

হে ভাৰত, তাৰ পাছত মানুহ পৱিত্ৰ-চিত্তে মধুৱটীলৈ গৈ সেই দেৱীতীৰ্থত গা ধুই পিতৃ-শ্ৰাদ্ধ কৰি আৰু ইষ্ট দেৱতাক পূজা কৰি, দেৱীৰ অনুমতিক্ৰমে হাজাৰ গৰু-দানৰ ফল লাভ কৰে। যিজনে নিয়মিত আহাৰ কৰি কৌশিকী আৰু দৃষদ্বতী নদীৰ সঙ্গম-স্থলত স্নান কৰে তেওঁ সকলো পাপৰপৰা মুক্ত হয়। ৯৪—৯৬ ॥

তাৰ পাছত ব্যাসস্থলীলৈ যাব। সেই ঠাইতে বেদব্যাসে পুত্ৰ-শোকত অধীৰ হৈ নিজৰ দেহ বিসৰ্জ্জন কৰিবলৈ ইচ্ছা কৰিছিল। হে ৰাজেন্দ্ৰ, দেৱতাসকলে কিন্তু তেওঁক পুনৰ তাৰপৰা তুলি আনিছিল। ৯৭—৯৮ ॥

সেই ব্যাসস্থলী তীৰ্থলৈ গৈ হাজাৰ গৰু দানৰ ফল লাভ কৰিব। হে কৌৰৱ-শ্ৰেষ্ঠ, তাৰ পাছত কিংদত্ত নামৰ কূপলৈ গৈ প্ৰস্থপৰিমিত তিল দান কৰি পিতৃ-ঋণৰপৰা মুক্ত হৈ পৰম সিদ্ধি লাভ কৰিব। বেদতীৰ্থত গা ধুলে মানুহে হেজাৰ গৰু-দানৰ ফল লাভ কৰিব পাৰে। ৯৮—৯৯ ॥

হে নৰশ্ৰেষ্ঠ, আহ আৰু সুদিন নামে দুখন লোক-বিখ্যাত তীৰ্থ আছে। সেই তীৰ্থ দুখনত গা ধুলে মানুহে সূৰ্য্য-লোক লাভ কৰিব পাৰে। ১০০ ॥

হে নৃপশ্ৰেষ্ঠ, তাৰ পাছত আপুনি ত্ৰিভুবন-বিখ্যাত মৃগধূম তীৰ্থলৈ যাব আৰু তাত গঙ্গা স্নান কৰিব। ১০১ ॥

তাত মহাদেৱক পূজা কৰিলে অশ্বমেধ যজ্ঞৰ ফল পোৱা যায়। দেৱ-তীৰ্থত গা ধুলে মানুহে হাজাৰ গৰু-দানৰ ফল লাভ কৰে। ১০২ ॥

তাৰ পাছত ত্ৰিভুবন-বিখ্যাত বামন তীৰ্থলৈ যাব। তাত বিষ্ণুপদত গা ধুই বামনক পূজা কৰি সকলো পাপৰপৰা মুক্ত হৈ বিষ্ণুলোক পাব পাৰি। তাৰ পাছত মানুহে কুলম্পুন তীৰ্থত স্নান কৰি নিজৰ কুল পৱিত্ৰ কৰিব পাৰে।১০৩-১০৪॥

হে নৰশ্ৰেষ্ঠ, তাৰ পাছত উত্তম বায়ুতীৰ্থ পৱন হ্ৰদলৈ গৈ তাত গা ধুই বায়ু-লোক লাভ কৰিব পাৰি। ১০৫ ॥

তাৰ পাছত অমৰ হ্ৰদত গা ধুই অমৰেশ্বৰ ইন্দ্ৰক পূজা কৰিলে অমৰসকলৰ অনুগ্ৰহত স্বৰ্গলোক লাভ হয়। ১০৬ ॥

হে নৰশ্ৰেষ্ঠ, যি জনে শালিসূৰ্য্য ৰাজ্যৰ শালিহোত্ৰ তীৰ্থত যথাবিধি স্নান কৰে তেওঁ হাজাৰ গৰু-দানৰ ফল পায়। ১০৭ ॥

হে ভৰত-কুলশ্ৰেষ্ঠ নৰপতি, সৰস্বতী নদীৰ পাৰত শ্ৰীকুঞ্জ নামৰ এখন তীৰ্থ আছে। তাত স্নান কৰিলে অগ্নিষ্টোম যজ্ঞৰ যশ পোৱা যায়। ১০৮ ॥

হে কুৰু-কুলাধিপতি ৰাজশ্ৰেষ্ঠ, পূৰণিকালত নৈমিষ-বনত বাস কৰা তপস্বী ঋষি-সকলে তীৰ্থ-যাত্ৰাৰ কাৰণে কুৰুক্ষেত্ৰলৈ গৈ তাত সৰস্বতী নদীৰ পাৰত ঋষি-সকলৰ বাসস্থানৰ উপযোগী আৰু তৃপ্তিকৰ এটা বিশাল কুঞ্জৰ সৃষ্টি কৰিছিল। মানুহে সেই নৈমিষ কুঞ্জলৈ গৈ তাত গা ধুলে অগ্নিষ্টোম যজ্ঞৰ ফল পায়।১০৯-১১১॥

হে ধৰ্ম্মজ্ঞ, তাৰ পাছত উত্তম ক্ষেত্ৰকন্যা তীৰ্থলৈ যাব আৰু তাত গা ধুই হাজাৰ গৰু-দানৰ ফল লাভ কৰিব। ১১২ ॥

হে ৰাজেন্দ্ৰ, তাৰ পাছত ব্ৰহ্মতীৰ্থলৈ যাব। তাত গা ধুই ক্ষত্ৰিয় আদি আন বৰ্ণৰ মানুহেও ব্ৰাহ্মণত্ব লাভ কৰে। ১১৩ ॥

আৰু ব্ৰাহ্মণেও তাত্মাক বিশুদ্ধ কৰি পৰম গতি লাভ কৰে। হে নৰশ্ৰেষ্ঠ, তাৰ পাছত আপুনি উৎকৃষ্ট সোমতীৰ্থলৈ যাব। ১১৪ ॥

হে ৰাজশ্ৰেষ্ঠ, তাত স্নান কৰি চন্দ্ৰলোক লাভ কৰিব। হে ৰজা, তাৰ পিছত আপুনি সপ্তসাৰস্বত তীৰ্থলৈ যাব। ১১৫ ॥

তাত লোক-বিখ্যাত তপঃসিদ্ধ মহৰ্ষি মঙ্কনক বাস কৰিছিল। হে ৰজা, শুনা যায় যে পূৰণি কালত মঙ্কনক ঋষিৰ কুশ বনে হাত বিন্ধিছিল। তেতিয়া সেই ক্ষত ঠাইৰপৰা শাকৰ ৰস ওলাবলৈ ধৰিলে। তাকে দেখি মহা তপস্বী ব্ৰহ্মৰ্ষিয়ে আনন্দ মনেৰে নাচিবলৈ ধৰিলে। ১১৬—১১৭ ॥

মঙ্কনক ঋষিৰ নাচোন দেখি স্থাৱৰ আৰু জঙ্গম দুয়োবিধ পদাৰ্থই তেওঁৰ তেজত মোহিত হৈ নাচিবলৈ আৰম্ভ কৰিলে। ১১৮ ॥

তেতিয়া ব্ৰহ্মা আদি দেৱতা আৰু তপস্বী ঋষিসকলে ঋষিৰ হৈ মহাদেৱক জনালে, ১১৯ ॥

হে দেৱ, মঙ্কনক মুনি যাতে নচাৰপৰা বিৰত হয় তাৰ ব্যৱস্থা কৰক। মঙ্কনকে যেতিয়া আনন্দচিত্তে নাচি আছিল, তেতিয়া মহাদেৱ তেওঁৰ ওচৰ চাপি দেৱতাসকলৰ হিতৰ কাৰণে ক'বলৈ ধৰিলে, ১২০ ॥

হে ধৰ্ম্মজ্ঞ মহৰ্ষি, আপুনি কিয় নাচিছে ? হে মুনিশ্ৰেষ্ঠ, আজি আপোনাৰ আনন্দৰ কাৰণ কি ? ১২১ ॥

ঋষিয়ে ক'লে,—হে দ্বিজশ্ৰেষ্ঠ, মই তপস্বী আৰু ধৰ্ম্মপথৰ পথিক। হে ব্ৰাহ্মণ, মোৰ হাতৰপৰা শাকৰ ৰস ওলোৱা আপুনি দেখা নাইনে ? ১২২ ॥

এই শাকৰ ৰস ওলোৱা দেখিয়েই মই বিপুল আনন্দত নাচিছো। মহাদেৱে হাঁহি ৰাগমোহিত মঙ্কনকক ক'লে, ১২৩ ॥

হে বিপ্ৰ, মই কিন্তু ইয়াত বিস্মিত হোৱা নাই। কাৰণ আপুনি মোলৈ চাওক, হে নৰশ্ৰেষ্ঠ। এইবুলি মহাদেৱে তেতিয়াই নখেৰে নিজৰ অঙ্গুষ্ঠত আঘাত কৰিলে। হে ৰজা,

তেতিয়া সেই ক্ষত ঠাইৰপৰা তুষাৰৰ নিচিনা বগা ভস্ম বাহিৰ হ'ল । ১২৪—১২৫ ॥

হে ৰজা, সেই ভস্ম দেখি মঙ্কনক লাজ পাই মহাদেৱৰ চৰণ দুখনিত দীঘল দি পৰিল আৰু মহাদেৱৰ বাহিৰে আন কোনো দেৱতাকেই শ্ৰেষ্ঠ বুলি নাভাবি ক'বলৈ ধৰিলে, ১২৬ ॥

হে শূলপাণি, আপুনি দেৱাসুৰ আদি সমস্ত জগতৰ গতি আৰু আপুনিয়েই স্থাবৰ-জঙ্গমাত্মক সমগ্ৰ জগতৰ স্ৰষ্টা । ১২৭ ॥

আপুনিয়েই প্ৰলয়কালত সকলোকে গ্ৰাস কৰে । গতিকে দেৱতাসকলেও আপোনাক নাজানে, মই জানিম কেনেকৈ ? ১২৮ ॥

হে নিষ্পাপ, ব্ৰহ্মা আদি সকলো দেৱতাকেই আপোনাৰ ভিতৰতেই দেখা যায় । গতিকে আপুনিয়েই সমস্ত জগতৰ কৰ্তা আৰু কাৰয়িতা । ১২৯ ॥

সকলো দেৱতাই আপোনাৰ অনুগ্ৰহ লাভ কৰি নিৰ্ভয়ে আমোদ-প্ৰমোদ কৰিছে । এইদৰে স্তুৱ কৰি প্ৰণত হৈ সেই মুনিয়ে মহাদেৱক ক'লে, ১৩০ ॥

হে মহাদেৱ, আপোনাৰ কৃপাত যেন মোৰ তপস্যা নষ্ট নহয় । তাৰ পিছত মহাদেৱে সন্তুষ্ট হৈ সেই মহৰ্ষিক এই বুলি ক'লে, ১৩১ ॥

হে ব্ৰাহ্মণ, মোৰ অনুগ্ৰহত আপোনাৰ তপস্যা হাজাৰ গুণে বাঢ়িব, হে মহামুনি, ময়ো আপোনাৰ লগত এই আশ্ৰমত বাস কৰিম । ১৩২ ॥

যিসকলে এই সপ্তসাৰস্বত তীৰ্থত গা ধুই মোক পূজা কৰিব, তেওঁলোকৰ ইহলোক আৰু পৰলোকত একো বস্তুৱেই দুৰ্লভ নহ'ব । ১৩৩ ॥

আৰু তেওঁলোক সাৰস্বতলোকলৈ গমন কৰিব, এই বিষয়ে সন্দেহ নাই । ইয়াকে কৈ মহাদেৱ সেই ঠাইতে অদৃশ্য হ'ল । ১৩৪ ॥

হে ভাৰত, তাৰ পাছত ত্ৰিলোক-বিখ্যাত ঔশনস তীৰ্থলৈ যাব । তাত ব্ৰহ্মা আদি দেৱতাসকল, ঋষিসকল, আন আন তপস্বীগণ আৰু ভগৱান কাৰ্ত্তিকেয় শুক্ৰাচাৰ্য্যৰ সন্তুষ্টিৰ কাৰণে নিতৌ তিনি সন্ধ্যা বিৰাজ কৰিছিল । ১৩৫—১৩৬ ॥

হে নৰশ্ৰেষ্ঠ, তাৰ পাছত সকলো পাপ-নাশক কপালমোচন তীৰ্থলৈ গমন কৰিব । তাত স্নান কৰিলে মানুহ সকলো পাপৰপৰা মুক্ত হয় । ১৩৭ ॥

হে নৰশ্ৰেষ্ঠ, তাৰ পাছত অগ্নিতীৰ্থলৈ যাব । সেই তীৰ্থত গা ধুই অগ্নিলোক লাভ কৰিব আৰু নিজৰ কুল উদ্ধাৰ কৰিব । ১৩৮ ॥

হে ভৰত-কুলশ্ৰেষ্ঠ ৰজা, সেই অগ্নিতীৰ্থৰ ওচৰত বিশ্বামিত্ৰ তীৰ্থ আছে । তাত গা ধুলে ক্ষত্ৰিয় আদিয়ে ব্ৰাহ্মণত্ব লাভ কৰে । ১৩৯ ॥

হে নৰশ্ৰেষ্ঠ, তাৰ পিছত ব্ৰহ্মযোনি তীৰ্থলৈ গৈ পৱিত্ৰ আৰু সংযতচিত্ত হৈ স্নান কৰি মানুহে ব্ৰহ্মলোক লাভ কৰে, আৰু সপ্তম পুৰুষলৈকে কুল পৱিত্ৰ কৰে, তাত কোনো সন্দেহ নাই । ১৪০—১৪১ ॥

হে ৰাজশ্ৰেষ্ঠ, তাৰ পাছত ত্ৰিভুৱন-বিখ্যাত পৃথূদক নামৰ কাৰ্ত্তিকেয় তীৰ্থলৈ যাব আৰু তাত স্নান কৰি পিতৃ-পূজা আৰু দেৱতা-পূজাত ৰত হ'ব । ১৪১-১৪২ ॥

হে ভৰত-বংশীয় ৰজা, তেতিয়া হ'লে পুৰুষ বা তিৰোতাই জানিয়েই হওক বা নাজানিয়েই হওক, মানৱীয় বুদ্ধিৰ দ্বাৰা যিমান পাপ কাম কৰিছিল, তাত গা ধোৱা মাত্ৰকে সেই সকলো (পাপ) লোপ পাব। আৰু সেইজনে অশ্বমেধ যজ্ঞৰ ফল আৰু স্বৰ্গলোক লাভ কৰিব। ১৪৩—১৪৪ ॥

কাৰণ, আন আন তীৰ্থতকৈ কুৰুক্ষেত্ৰ বেছি পুণ্যফল-দায়ক, কুৰুক্ষেত্ৰতকৈ সৰস্বতী, সৰস্বতীতকৈ তাত থকা আন তীৰ্থসমূহ, আকৌ সেই তীৰ্থতকৈয়ো পৃথূদক তীৰ্থ বেছি পুণ্যজনক—এয়ে মুনিসকলৰ অভিমত। ১৪৫ ॥

গতিকে, সৰ্ব্বশ্ৰেষ্ঠ তীৰ্থ পৃথূদকত যিজনে ইষ্টমন্ত্ৰ জপ কাৰ দেহ ত্যাগ কৰিব, তেওঁৰ পুনৰ্জ্জন্ম নহয়। ১৪৬ ॥

হে ৰজা, সনৎকুমাৰ আৰু বেদব্যাসে এই কথা কৈছিল, বেদেও ইয়াক সত্য বুলিয়েই কৈছে। গতিকে আপুনি পৃথূদক তীৰ্থলৈ যাব। ১৪৭ ॥

হে নৰশ্ৰেষ্ঠ, পৃথূদকতকৈ আন পবিত্ৰ তীৰ্থ আৰু নাই। এই তীৰ্থ অতি পৱিত্ৰ—এই বিষয়ে কোনো সন্দেহ নাই। ১৪৮ ॥

হে নৰশ্ৰেষ্ঠ, গতিকে যি পাপীয়ে পৃথূদক তীৰ্থত স্নান কৰে, তেওঁ স্বৰ্গ লাভ কৰে—এই বুলি জ্ঞানীলোকে কয়। ১৪৯ ॥

হে ভৰতশ্ৰেষ্ঠ ৰজা, সেই ঠাইতে মধুস্ৰব নামে আৰু এখন তীৰ্থ আছে। তাত গা ধুলে মানুহে হাজাৰ গৰু-দানৰ ফল লাভ কৰে। ১৫০ ॥

হে নৰশ্ৰেষ্ঠ, তাৰ পাছত যথাক্ৰমে পৰম পৱিত্ৰ আৰু লোকবিখ্যাত সৰস্বতী আৰু অৰুণাৰ সঙ্গম-তীৰ্থলৈ গমন কৰিব। ১৫১ ॥

হে ভৰতশ্ৰেষ্ঠ, তাত তিনি দিন উপবাসে থাকি গা ধুলে মানুহে ব্ৰহ্ম-হত্যাৰ পাপৰপৰা মুক্ত হৈ অগ্নিষ্টোম আৰু অতিৰাত্ৰ যজ্ঞৰ ফল পায় আৰু সপ্তম-পুৰুষ পৰ্য্যন্ত কুল পৱিত্ৰ কৰে। ১৫২-১৫৩ ॥

হে কৌৰৱশ্ৰেষ্ঠ, সেই ঠাইতে অৰ্দ্ধকীল নামে আৰু এখন তীৰ্থ আছে। পূৰ্ব্বৰ কালত দৰ্ভি মুনিয়ে ব্ৰাহ্মণসকলৰ প্ৰতি দয়া প্ৰকাশ কৰিবৰ কাৰণে সেই তীৰ্থৰ সৃষ্টি কৰিছিল। ১৫৩ ॥

তাত ব্ৰত, উপনয়ন, উপবাস পালন কৰি শ্ৰাদ্ধাদি ক্ৰিয়া আৰু মন্ত্ৰত ৰত থাকি লোক ব্ৰহ্মজ্ঞ হয়, ইয়াত কোনো সংশয় নাই। ১৫৪ ॥

হে নৰশ্ৰেষ্ঠ, ক্ৰিয়া আৰু মন্ত্ৰবিহীন মানুহেও সেই তীৰ্থত গা ধুই ব্ৰত আচৰণ কৰি জ্ঞান লাভ কৰা প্ৰাচীনসকলে দেখিছে। ১৫৫ ॥

হে নৰশ্ৰেষ্ঠ, দৰ্ভি মুনিয়ে চাৰি সাগৰক তালৈ আনিছিল। গতিকে তাত গা ধুলে মানুহ দুৰৱস্থাত নপৰে। ১৫৬ ॥

সেই তীৰ্থত স্নান কৰা মানুহে চাৰি হাজাৰ গৰু-দানৰ ফল পায়। হে ৰাজ-শ্ৰেষ্ঠ, তাৰ পাছত তাত থকা শতসহস্ৰক আৰু সাহস্ৰক নামে ভুৱন-বিখ্যাত দুয়ো-

খন তীৰ্থলৈ যাব। সেই তীৰ্থত স্নান কৰি মানুহে হাজাৰ গৰু-দানৰ ফল পায়। ১৫৭-১৫৮ ॥

সেই দুৰ্য্যোধন তীৰ্থত দান বা উপবাস কৰিলে হাজাৰ গুণ ফল পোৱা যায়। তাৰ পাছত শ্ৰেষ্ঠ ৰেণুকা তীৰ্থলৈ যাব। ১৫৯ ॥

সেই তীৰ্থত গা ধুই পিতৃ আৰু দেৱগণক পূজা কৰিব। তেতিয়া হ'লে সকলো পাপৰপৰা মুক্ত হৈ অগ্নিষ্টোম যজ্ঞৰ ফল পাব। ১৬০ ॥

তাৰ পিছত ক্ৰোধহীন আৰু জিতেন্দ্ৰিয় হৈ বিমোচন তীৰ্থত স্নান কৰিলে মানুহৰ দান-গ্ৰহণৰ সকলো পাপ ক্ষয় হয়। ১৬১ ॥

তাৰ পাছত ব্ৰহ্মচাৰী আৰু জিতেন্দ্ৰিয় হৈ পঞ্চবটী তীৰ্থলৈ গ'লে মহা পুণ্য লাভ কৰি সাধু সমাজত পূজিত হয়। ১৬২ ॥

যোগেশ্বৰ বৃষধ্বজ মহাদেৱ স্বয়ং তাত বিৰাজ কৰিছে: দেৱাদিদেৱক পূজা কৰিলে অচিৰে সিদ্ধি লাভ হয়। ১৬৩ ॥

তাৰ ওচৰত তৈজস নামে বৰুণৰ তীৰ্থ নিজ মহিমাৰ দ্বাৰা শোভা পাইছে। তাত পূৰ্বৰ্ণি কালত ব্ৰহ্মা আদি দেৱতাসকল, ঋষিসকল আৰু তপস্বীসকলে কাৰ্ত্তিকক দেৱতাসকলৰ সেনাপতি পদত অভিষিক্ত কৰিছিল। হে কৌৰৱশ্ৰেষ্ঠ, সেই তৈজস-তীৰ্থৰ পূৰফালে কুৰুতীৰ্থ অৱস্থিত। ১৬৪-১৬৫ ॥

ব্ৰহ্মচাৰী আৰু জিতেন্দ্ৰিয় হৈ যি পুৰুষে কুৰুতীৰ্থত স্নান কৰে তেওঁ সকলো পাপৰপৰা মুক্ত হৈ ব্ৰহ্মলোক লাভ কৰে। ১৬৬ ॥

তাৰ পাছত সংযত হৈ নিয়মিত আহাৰ কৰি স্বৰ্গদ্বাৰ তীৰ্থলৈ যাব। তেতিয়া-হলে অগ্নিষ্টোম যজ্ঞৰ ফল আৰু ব্ৰহ্মলোক লাভ হব। ১৬৭ ॥

হে নৰপতি, তাৰ পাছত তীৰ্থাভিলাষী লোক অনৰক তীৰ্থলৈ যাব। কাৰণ, তাত গা ধুলে মানুহে দুৰ্গতিৰপৰা ৰক্ষা পাব পাৰে। ১৬৮ ॥

হে পুৰুষশ্ৰেষ্ঠ ৰজা, তাত স্বয়ং ব্ৰহ্মা নাৰায়ণ আদি দেৱতাসকলৰ লগত সদায় বিৰাজ কৰে। ১৬৯ ॥

হে কুৰুবংশীয় ৰাজেন্দ্ৰ, সেই তীৰ্থত ৰুদ্ৰাণী দেৱী বাস কৰে। যিজনে তেওঁৰ ওচৰলৈ গৈ তেওঁক পূজা কৰে, তেওঁ দুৰ্গতি ভোগ নকৰে। ১৭০ ॥

হে মহাৰাজ, তাতেই বিশ্বেশ্বৰ উমাপতি মহাদেৱৰ ওচৰলৈ গৈ তেওঁক পূজা কৰিলে মানুহ সকলো পাপৰপৰা মুক্ত হয়। ১৭১ ॥

হে শত্ৰুপীড়ক মহাৰাজ, পদ্মনাভ নাৰায়ণৰ ওচৰলৈ গৈ তেওঁক পূজা কৰিলে মানুহে দীপ্তিমান হৈ বিষ্ণুলোকলৈ গমন কৰে। ১৭২ ॥

হে পুৰুষশ্ৰেষ্ঠ, সৰ্ব্বদেৱী তীৰ্থত স্নান কৰি মানুহ সকলো প্ৰকাৰ দুখৰপৰা মুক্ত হৈ চন্দ্ৰৰ নিচিনা শোভা পায়। ১৭৩ ॥

হে ৰজা, তাৰ পাছত তীৰ্থসেৱীজন স্বস্তিপুৰলৈ যাব, সেই তীৰ্থ প্ৰদক্ষিণ কৰিলে হাজাৰ গৰু-দানৰ ফল লাভ হয়। ১৭৪ ॥

হে ভৰতনন্দন, তাৰ পাছত পাৱন তীৰ্থলৈ গৈ পিতৃ আৰু দেৱতাসকলক তৃপ্ত কৰি অগ্নিষ্টোম যজ্ঞৰ ফল লাভ কৰিব। ১৭৫ ॥

হে ভৰতশ্ৰেষ্ঠ ৰজা, সেই তীৰ্থত গঙ্গাহ্রদ নামে কূপ আছে। সেই কূপত তিনি কোটি তীৰ্থ আছে। তাত গা ধুলে মানুহে স্বৰ্গলাভ কৰিব পাৰে। ১৭৬-১৭৭ ॥

আপগা তীৰ্থত স্নান কৰি শিৱক পূজা কৰিলে মানুহ প্ৰমথবিলাকৰ ভিতৰত প্ৰধান হয় আৰু তেওঁলোকে নিজৰ কুল উদ্ধাৰ কৰে। ১৭৮ ॥

তাৰ পাছত ত্ৰিলোক-বিখ্যাত স্থানুবটলৈ গমন কৰিব। তাত গা ধুই এৰাতি বাস কৰিলে ৰুদ্ৰলোক লাভ হয়। ১৭৯ ॥

তাৰ পাছত বশিষ্ঠৰ আশ্ৰম বদৰিপাচনলৈ যাব। তাত মানুহে তিনি ৰাতি উপবাসে থাকি বগৰী-ফল খাব লাগে। ১৮০ ॥

হে ৰজা, যিজনে তাত তিনি ৰাতি উপবাসে থাকি বাৰ বছৰ পৰ্য্যন্ত বগৰী-ফল খায় তেওঁ বশিষ্ঠমুনিৰ নিচিনা হয়। ১৮১ ॥

হে ৰজা, তাৰ পাছত তীৰ্থ-পৰায়ণ মানুহ ৰুদ্ৰমাৰ্গ-তীৰ্থলৈ গৈ এদিন এৰাতি উপবাস কৰিলে ইন্দ্ৰলোকত পূজিত হয়। ১৮২ ॥

তাৰ পাছত একৰাত্ৰ তীৰ্থলৈ গৈ এৰাতি উপবাসী হৈ সংযত আৰু সত্য-পৰায়ণ হৈ থাকিলে ব্ৰহ্মলোকত পূজিত হয়। ১৮৩ ॥

হে ধৰ্ম্মজ্ঞ, তাৰ পাছত তেজস্বী আৰু মহাত্মা সূৰ্য্যৰ যিত আশ্ৰম সেই ত্ৰিভুৱন-বিখ্যাত তীৰ্থত স্নান কৰি সূৰ্য্যক পূজা কৰিবলৈ সূৰ্য্যলোকলৈ গমন কৰে আৰু কুল উদ্ধাৰ কৰিব পাৰে। ১৮৪ ॥

হে ৰজা, তাৰ পাছত তীৰ্থসেৱী লোকে সোমতীৰ্থত স্নান কৰি সোমলোক লাভ কৰে, ইয়াত কোনো সন্দেহ নাই। ১৮৫ ॥

হে ধৰ্ম্মজ্ঞ ৰজা, তাৰ পাছত মহাত্মা দধীচি মুনিৰ অতি পুণ্যজনক, পৱিত্ৰ আৰু লোকবিখ্যাত তীৰ্থলৈ যাব। ১৮৬ ॥

সেই তীৰ্থলৈ সৰস্বতীৰ তপোনিধি অঙ্গিৰা গৈছিল। মানুহে সেই তীৰ্থত স্নান কৰিলে অশ্বমেধ যজ্ঞৰ ফল পায় আৰু সাৰস্বতলোক লাভ কৰে, তাত কোনো সংশয় নাই। ১৮৭-১৮৮ ॥

তাৰ পাছত সংযত আৰু ব্ৰহ্মচাৰী হৈ কন্যাশ্ৰম তীৰ্থলৈ যাব। হে ৰজা, তাত তিনি ৰাতি উপবাস কৰি সংযত হৈ নিয়মিত আহাৰ কৰিলে স্বৰ্গৰ এশ কন্যা আৰু ব্ৰহ্মলোক লাভ কৰিব পাৰি। ১৮৯-১৯০ ॥

হে ধৰ্ম্মজ্ঞ ৰজা, তাৰ পাছত আপুনি সন্নিহিতী তীৰ্থলৈ যাব। প্ৰতি মাহে তালৈ মহাপুণ্যশালী ব্ৰহ্মা আদি দেৱতাসকল, ঋষিসকল আৰু তপস্বীসকল আহি থাকে। ১৯০ ॥

সেই তীৰ্থত সূৰ্য্য-গ্ৰহণৰ সময়ত স্নান কৰিলে এশ অশ্বমেধ যজ্ঞ কৰাৰ সমান অক্ষয় ফল লাভ হয়। ১৯২ ॥

পৃথিৱীত আৰু অন্তৰীক্ষত যিবিলাক তীৰ্থস্থান, নদী, হ্ৰদ, পুখুৰী, প্ৰস্ৰৱণ, কুঁৱা, দীৰ্ঘিকা আৰু মঠ-মন্দিৰাদি আছে, সেই সকলোবিলাকেই প্ৰতি মাহে অ'াউসীৰ দিনা সন্নিহিতী তীৰ্থলৈ আহে—এই বিষয়ে কোনো সন্দেহ নাই। বহু তীৰ্থৰ মিলনস্থল বুলিয়েই এই তীৰ্থ সন্নিহিতী নামে বিখ্যাত। ১৯৩-১৯৫ ॥

সেই তীৰ্থত গা ধুই তাৰ পানী খালে মানুহ স্বৰ্গলৈ যায়। যি মানুহে অমাৱস্যা তিথিত সূৰ্য্য-গ্ৰহণৰ সময়ত সেই সন্নিহিতী তীৰ্থত শ্ৰাদ্ধাদি কৰ্ম কৰে তেওঁৰ পুণ্যৰ ফল শুনক, ১৯৬-১৯৭ ॥

যথাবিধি এহাজাৰ অশ্বমেধ যজ্ঞ কৰিলে যি ফল হয়, সন্নিহিতী তীৰ্থত স্নান আৰু শ্ৰাদ্ধ কৰিলে মানুহে তাতালিকে সেই ফল পায়। ১৯৭-১৯৮ ॥

কি তিৰোতা, কি পুৰুষ সকলোৰেই যি কোনো দুষ্কৰ্মই নকৰক সকলো পাপ সন্নিহিতী তীৰ্থত স্নান কৰা মাত্ৰেই নষ্ট হয়, তাত কোনো সন্দেহ নাই। আৰু সেই স্নান কৰাজন পদ্মবৰ্ণ ৰথত উঠি ব্ৰহ্মলোকলৈ গমন কৰে। ১৯৮-১৯৯ ॥

তাৰ পাছত মচক্ৰুক নাম দুৱৰী যক্ষক নমস্কাৰ কৰি আৰু তাত থকা কোটি তীৰ্থত গা ধুই বহুত সোণ লাভ কৰে। ২০০ ॥

হে ভৰতশ্ৰেষ্ঠ, তাতেই গঙ্গাহ্ৰদ নামে আৰু এখন তীৰ্থ আছে। হে ধৰ্মজ্ঞ ৰজা, ব্ৰহ্মচাৰী হৈ একাগ্ৰচিত্তে সেই গঙ্গাহ্ৰদ তীৰ্থত স্নান কৰিলে ৰাজসূয় আৰু অশ্বমেধ যজ্ঞৰ ফল পায়। ২০১-২০২ ॥

পৃথিৱীত নৈমিষাৰণ্য আৰু অন্তৰীক্ষত পুষ্কৰ তীৰ্থই শ্ৰেষ্ঠ বুলি বিবেচিত; কিন্তু তিনিও লোকৰ ভিতৰত কুৰুক্ষেত্ৰই প্ৰশস্ত তীৰ্থ বুলি অভিহিত। ২০৩ ॥

কুৰুক্ষেত্ৰত বতাহত উৰি ফুৰা ধূলিবিলাকেও কুকৰ্ম্মকাৰীক পৰম গতি দিয়ে। ২০৪ ॥

দৃষদ্বতী নদীৰ উত্তৰে আৰু সৰস্বতী নদীৰ দক্ষিণে থকা কুৰুক্ষেত্ৰত যি লোক বাস কৰে তেওঁ স্বৰ্গতে বাস কৰে। ২০৫ ॥

মই কুৰুক্ষেত্ৰলৈ যাম, আৰু কুৰুক্ষেত্ৰত বাস কৰিম—এনেধৰ কথা উচ্চাৰণ কৰিয়েই মানুহ সকলো পাপৰপৰা মুক্ত হ'ব পাৰে। ২০৬ ॥

কুৰুক্ষেত্ৰ ব্ৰহ্মাৰ বেদী, পুণ্যজনক আৰু ব্ৰহ্মৰ্ষিসকলৰো বন্দিত। গতিকে যিবিলাক মানুহ তাত বাস কৰে, তেওঁলোক কোনোপ্ৰকাৰেই শোচনীয় নহয়। ২০৭ ॥

তৰন্তুক, অৰন্তুক, ৰামহ্ৰদসমূহ আৰু মচক্ৰুক এই চাৰিসীমাৰ মাজৰ ঠাইখিনিকেই কুৰুক্ষেত্ৰ সমন্তপঞ্চক আৰু ব্ৰহ্মাৰ উত্তৰ বেদী বোলা হয়। ২০৮ ॥

ইতি মহাভাৰতৰ বনপৰ্ব্বৰ অন্তৰ্গত তীৰ্থযাত্ৰা-পৰ্ব্বত পুলস্ত্যৰ তীৰ্থ-বৰ্ণনা নামৰ ত্ৰ্যশীতিতম অধ্যায়। ৮৩ ॥

॥ অধ্যায় ৮৪ ॥

## ।। পুলস্ত্যৰ তীৰ্থ-বৰ্ণনা ।।

পুলস্ত্যই ক'লে,—হে মহাৰাজ, তাৰ পাছত সৰ্ব্বোৎকৃষ্ট ধৰ্ম্মতীৰ্থলৈ যাব; সেই ঠাইত মহাত্মা ধৰ্ম্মই কঠোৰ তপস্যাৰে সেই তীৰ্থ পুণ্যময় কৰি নিজ নামেৰে বিখ্যাত কৰিছে। ধৰ্ম্ম-পৰায়ণ আৰু একাগ্ৰচিত্ত হৈ সেই তীৰ্থত স্নান কৰিলে মানুহে যে সপ্তম পুৰুষ পৰ্য্যন্ত কুল পৱিত্ৰ কৰিব পাৰে, তাত সন্দেহ নাই। হে ৰাজশ্ৰেষ্ঠ, তাৰ পাছত উত্তম জ্ঞানপাৱন তীৰ্থলৈ গমন কৰিব। ১-৩ ॥

তালৈ গ'লে অগ্নিষ্টোম যজ্ঞৰ ফল লাভ হয় আৰু মুনিলোকলৈ গমন কৰিব পাৰি। হে ৰজা, তাৰ পাছত, সৌগন্ধিকবন তীৰ্থলৈ যাব। ৪ ॥

তাত ব্ৰহ্মা আদি দেৱতাসকল, ঋষিসকল, তপস্বীসকল, সিদ্ধসকল, চাৰণবৃন্দ, গন্ধৰ্ব্বগণ, কিন্নৰগণ আৰু মহানাগগণ বিৰাজ কৰে। ৫ ॥

হে ৰজা, মানুহ সেই বনত প্ৰৱেশ কৰিয়েই সকলো পাপৰপৰা মুক্ত হয়। তাৰ পাছত সকেলো নদীৰ ভিতৰত শ্ৰেষ্ঠ প্লক্ষা আৰু সৰস্বতী নদী আছে। তাত উ'ই-হাঁফলুৰপৰা ওলোৱা পানীত গা ধুব। ৬-৭ ॥

তাত দেৱতা আৰু পিতৃসকলক পূজা কৰিলে অশ্বমেধ যজ্ঞৰ ফল লাভ হয়, সেই উ'ই-হাঁফলুৰপৰা এপাট শম্যা (মুদগৰাকৃতি যজ্ঞ-সঁজুলি) হবাৰ জোৰেৰে নিক্ষেপ কৰিলে যিমান দূৰ যায় সিমান দূৰত, ঈশানাধ্যুষিত নামে এখন অতি দুৰ্লভ তীৰ্থ আছে। হে নৰশ্ৰেষ্ঠ, তাত স্নান কৰি মানুহে হাজাৰ কপিলা-গৰু-দানৰ আৰু অশ্বমেধ যজ্ঞৰ ফল পায়— পুৰাণ আদিত ইয়াৰ প্ৰমাণ আছে। হে ভৰতবংশীয় নৰশ্ৰেষ্ঠ, সুগন্ধা, শতকুম্ভা আৰু পঞ্চযক্ষালৈ গ'লে মানুহ স্বৰ্গলোকলৈকে পূজিত হয়। হে ভৰতনন্দন, তাতেই ত্ৰিশূলখাত নামৰ তীৰ্থ আছে; তাত গা ধুই পিতৃশ্ৰাদ্ধ আৰু দেৱতা-পূজা কৰি দেহ-ত্যাগ কৰিলে প্ৰমথবিলাকৰ অধিপতি হ'ব পাৰি— তাত কোনো সন্দেহ নাই। ৮-১২ ॥

হে ৰাজেন্দ্ৰ, তাৰ পাছত উত্তম দেৱীস্থানলৈ যাব। সেই তীৰ্থ শাকম্ভৰী নামে তিনিও লোকতে জনাজাত। হে ৰজা, সেই দেৱীয়ে ব্ৰতী হৈ মাহে মাহে শাক ভক্ষণ কৰি এহাজাৰ দিব্য বছৰ অতি-বাহিত কৰিছিল। ১৩-১৪ ॥

হে ভৰতনন্দন, এদিন তপস্বী ঋষিসকল সেই তীৰ্থলৈ অহাত দেৱীয়ে শাকেৰেই সেই ঋষিসকলক আপ্যায়িত কৰিছিল। ১৫ ॥

সেয়েহে সেই দেৱীক শাকম্ভৰী বুলি জনা যায়। শাকম্ভৰী তীৰ্থলৈ গৈ ব্ৰহ্মচাৰী আৰু একাগ্ৰচিত্ত হৈ কেৱল শাক-ভক্ষণ কৰি তিনি ৰাতি বাস কৰিলে দেৱীৰ বাৰ বছৰ শাক-ভক্ষণ কৰাৰ সমান ফল লাভ হয়। তাৰ পাছত ত্ৰিলোক-বিখ্যাত সুবৰ্ণাক্ষী দেৱীৰ ওচৰলৈ যাব। ১৬-১৮ ॥

পূৰণি কালত সেই ক্ষেত্ৰত বিষ্ণুৱে শিৱৰ কৃপা লাভৰ কাৰণে তেওঁক আৰাধনা কৰিছিল, আৰু দেৱতাসকলৰ সুদুৰ্লভ বহু বৰ লাভ কৰিছিল। ১৯ ॥

হে ভৰতনন্দন, ত্ৰিপুৰাৰিয়ে সন্তুষ্ট হৈ বিষ্ণুক বৰ দি কৈছিল,— হে কৃষ্ণ, তুমি জগতত মানুহৰ অতি প্ৰিয় হ'বা। ২০ ॥

আৰু সমগ্ৰ জগতৰ ভিতৰত তুমিয়েই প্ৰধান হ'বা— তাত কোনো সন্দেহ নাই। ২১ ॥

হে ৰাজশ্ৰেষ্ঠ, মানুহে তালৈ গৈ শিৱক পূজা কৰি অশ্বমেধ যজ্ঞৰ ফল পায় আৰু প্ৰমথবিলাকৰ অধিপতি হয়। ২২ ॥

তাৰ পাছত ধূমাৱতীলৈ যাব, তাত তিনি ৰাতি উপবাসী হৈ থাকিলে মানুহৰ সকলো মনোবাঞ্ছা সিদ্ধ হয়, তাত সন্দেহ নাই। ২৩ ॥

হে ৰজা, দেৱীতীৰ্থৰ দক্ষিণাৰ্দ্ধেৰে ৰথাবৰ্ত্ত নামে তীৰ্থ হৈছে ; হে ধৰ্মজ্ঞ, শ্ৰদ্ধাবান আৰু সংযতেন্দ্ৰিয় হৈ তালৈ গ'লে মহাদেৱৰ প্ৰসাদত পৰম গতি লাভ হয়। ২৪ ॥

হে মহাপ্ৰাজ্ঞ, সেই ৰথাবৰ্ত্ত তীৰ্থ প্ৰদক্ষিণ কৰি সকলো পাপ-নাশকাৰী ধাৰাতীৰ্থলৈ যাব। ২৫ ॥

হে ধৰ্মজ্ঞ নৰশ্ৰেষ্ঠ ৰজা, সেই ধাৰাতীৰ্থত স্নান কৰিলে মানুহ শোকমুক্ত হয়। ২৬ ॥

তাৰ মহাগিৰি (হিমালয়)-ক নমস্কাৰ কৰি স্বৰ্গদ্বাৰ-তুল্য গঙ্গাদ্বাৰলৈ যাব। তাত কোটিতীৰ্থত সমাহিতচিত্তে স্নান কৰিলে পুণ্ডৰীক যজ্ঞৰ ফল লাভ হয়, আৰু কুল উদ্ধাৰ হয়। সেই তীৰ্থত এৰাতি বাস কৰিলে মানুহে হাজাৰ গৰু-দানৰ ফল লাভ কৰে। ২৭—২৮ ॥

সপ্তগঙ্গ, ত্ৰিগঙ্গ আৰু শক্ৰাৱৰ্ত্ত তীৰ্থত যথানিয়মে দেৱতা-পূজা আৰু পিতৃশ্ৰাদ্ধাদি কৰিলে মানুহ পুণ্যলোকত পূজিত হয়। ২৯ ॥

তাৰ পাছত মানুহে কনখলত গা ধুই তিনি ৰাতি উপবাস কৰিলে অশ্বমেধ যজ্ঞৰ ফল পায় আৰু স্বৰ্গলোকলৈ গমন কৰে। ৩০ ॥

হে ৰজা, তাৰ পাছত তীৰ্থসেৱীজন কপিলাবটলৈ যাব আৰু তাত এৰাতি উপবাস কৰি হাজাৰ গৰু-দানৰ ফল লাভ কৰিব। ৩১ ॥

হে কুৰুকুলশ্ৰেষ্ঠ মহাৰাজ, নাগৰাজ মহাত্মা কপিলৰ সেই তীৰ্থ গোটেই জগততে প্ৰসিদ্ধ। ৩২ ॥

হে ৰজা, সেই নাগ-তীৰ্থত স্নান কৰিলে মানুহে হাজাৰ কপিলা-গৰু-দানৰ ফল লাভ কৰে। ৩৩ ॥

হে ৰজা, তাৰ পাছত শান্তনু ৰজাৰ শ্ৰেষ্ঠ তীৰ্থ ললিতকলৈ যাব। তাত গা ধুলে দুৰ্গতিৰ হাত সাৰিব পাৰি। ৩৪ ॥

যি জনে গঙ্গা আৰু যমুনাৰ সঙ্গম-স্থলত স্নান কৰে, তেওঁ দহোটা অশ্বমেধ যজ্ঞৰ ফল পায় আৰু নিজৰ বংশ উদ্ধাৰ কৰিব পাৰে। ৩৫ ॥

হে ৰাজশ্ৰেষ্ঠ, তাৰ পাছত আপুনি লোক-বিখ্যাত সুগন্ধ তীৰ্থলৈ যাব। তালৈ গ'লে মানুহ সকলো পাপৰপৰা মুক্ত হৈ ব্ৰহ্মলোকত পূজিত হয়। ৩৬ ॥

হে ৰজা, তাৰ পাছত তীৰ্থসেৱী লোক ৰুদ্ৰাবৰ্ত্ত নামৰ তীৰ্থলৈ যাব; তাত গা ধুলে স্বৰ্গলোক লাভ হয়। ৩৭ ॥

হে নৰশ্ৰেষ্ঠ, তাৰ পাছত গঙ্গা আৰু সৰস্বতী নদীৰ সঙ্গমত স্নান কৰিলে অশ্বমেধ যজ্ঞৰ ফল আৰু স্বৰ্গলোক লাভ হয়। ৩৮ ॥

ভদ্ৰকৰ্ণেশ্বৰলৈ গৈ যথাবিধি দেৱতাৰ পূজা কৰিলে মানুহ দুৰ্গতিত নপৰে আৰু স্বৰ্গত পূজিত হয়। ৩৯ ॥

হে ৰজা, তাৰ পাছত তীৰ্থ-পৰায়ণ লোক কুব্জাম্ৰক তীৰ্থলৈ গ'লে হাজাৰ গৰু-দানৰ ফল আৰু স্বৰ্গ লাভ হয়। ৪০ ॥

হে নৰপতি, তাৰ পাছত তীৰ্থসেৱী লোক অৰুন্ধতীবটলৈ যাব। তাত ব্ৰহ্মচৰ্য্য অৱলম্বন কৰি একাগ্ৰচিত্তে তিনি ৰাতি উপবাসে থাকি, সামুদ্ৰক তীৰ্থত স্নান কৰিলে অশ্বমেধ যজ্ঞৰ আৰু হাজাৰ গৰু-দানৰ ফল লাভ হয় আৰু নিজৰ কুল উদ্ধাৰ কৰিব পাৰে। ৪১-৪২ ॥

তাৰ পাছত ব্ৰহ্মচাৰী আৰু একাগ্ৰচিত্ত হৈ ব্ৰহ্মাৱৰ্ত্ত তীৰ্থলৈ গমন কৰিলে অশ্বমেধ যজ্ঞৰ ফল পায় আৰু চন্দ্ৰলোকলৈ গমন কৰে। ৪৩ ॥

যমুনাৰ প্ৰভৱ তীৰ্থলৈ গৈ তাত যমুনাৰ পানীত গা ধুলে অশ্বমেধ যজ্ঞৰ ফল পায়, আৰু স্বৰ্গলোকত পূজিত হয়। ৪৪ ॥

ত্ৰৈলোক্য-বন্দিত দৰ্ব্বীসংক্ৰমণ তীৰ্থলৈ গৈ মানুহে অশ্বমেধ যজ্ঞৰ ফল পায় আৰু স্বৰ্গলোকলৈ গমন কৰে। ৪৫ ॥

সিদ্ধ আৰু গন্ধৰ্ব্বসকলৰ দ্বাৰা পূজিত সিন্ধুপ্ৰভৱ তীৰ্থলৈ গৈ তাত এৰাতি বাস কৰিলে বহু সুৱৰ্ণ-দানৰ ফল পাব। ৪৬ ॥

তাৰ পাছত মানুহে অতি দুৰ্গম বেদী তীৰ্থলৈ গৈ অশ্বমেধ যজ্ঞৰ ফল পায় আৰু স্বৰ্গলোকলৈ গমন কৰে। ৪৭ ॥

হে ভৰতনন্দন, ঋষিকুল্যা আৰু বশিষ্ঠ তীৰ্থলৈ গৈ (স্নানাদি কাৰ্য্য সমাপন কৰি) সেই বশিষ্ঠ তীৰ্থ অতিক্ৰম কৰি সকলো বৰ্ণই (পাছৰ জন্মত) ব্ৰাহ্মণ হৈ জন্ম লাভ কৰে। ৪৮ ॥

আকৌ ঋষিকুল্যালৈ গৈ স্নান কৰি নিষ্পাপ হৈ দেৱতা আৰু ঋষিসকলক পূজা কৰি মানুহে ঋষিলোক লাভ কৰে। ৪৯ ॥

হে ৰজা, ভৃগুতুঙ্গলৈ গৈ তাত কেৱল শাক ভক্ষণ কৰি এমাহ কাল বাস কৰে, তেনেহ'লে অশ্বমেধ যজ্ঞৰ ফল লাভ। বীৰপ্ৰমোক্ষ তীৰ্থলৈ গলে সকলো পাপৰ-পৰা মুক্ত হয়। ৫০-৫১ ॥

হে ভৰতনন্দন, কৃত্তিকা আৰু মঘা তীৰ্থলৈ গলে মানুহে অগ্নিষ্টোম আৰু অতি-ৰাত্ৰ যজ্ঞৰ যশ পায়। ৫২ ॥

তাৰ পাছত উত্তম বিদ্যাতীৰ্থলৈ গৈ (প্ৰাতঃ) সন্ধ্যাকালত স্নান কৰিলে সকলো ঠাইতে বিদ্যা লাভ হয়। ৫৩ ॥

তীৰ্থাভিলাষী মানুহে দুপৰীয়া আহাৰ নকৰাকৈ সকলো পাপ-নাশক মহাশ্ৰম তীৰ্থত এৰাতি বাস কৰিলে তেওঁ মঙ্গলময় লোকত বাস কৰিব। ৫৩-৫৪ ॥

মহালয় তীৰ্থত মানুহে প্ৰত্যেক তিনি দিন উপবাসৰ পাছত এদিনকৈ আহাৰ কৰি এমাহকাল থাকি সকলো পাপ ক্ষয় কৰি বিশুদ্ধাত্মা হৈ বহু সোণ লাভ কৰে আৰু, পূৰ্ব্ববৰ্ত্তী আৰু পৰৱৰ্ত্তী দশ পুৰুষ উদ্ধাৰ কৰে। ৫৪-৫৫ ॥

তাৰ পাছত ব্ৰহ্ম-সেৱিত বেতসিকা তীৰ্থলৈ গ'লে অশ্বমেধ যজ্ঞৰ ফল আৰু শুক্ৰত্ব লাভ হয়। ৫৬ ॥

তাৰ পাছত সিদ্ধ-সেৱিত সুন্দৰিকা তীৰ্থলৈ গ'লে মানুহ সুন্দৰ হয়, এই বিষয়ত প্ৰাচীনসকলে প্ৰত্যক্ষ প্ৰমাণ পাইছে। ৫৭ ॥

তাৰ পাছত ব্ৰাহ্মণী তীৰ্থলৈ গৈ ব্ৰহ্মচাৰী আৰু জিতেন্দ্ৰিয় হৈ থাকিলে পদ্ম-বৰ্ণ ৰথত উঠি ব্ৰহ্মলোকলৈ গমন কৰে। ৫৮ ॥

তাৰ পাছত সিদ্ধসকলৰ বসতি পৱিত্ৰ নৈমিষ তীৰ্থলৈ যাব। তাত পিতামহ ব্ৰহ্মা দেৱতাসকলৰ লগত সদায় বিৰাজ কৰে। ৫৯ ॥

নৈমিষ তীৰ্থলৈ যাব খোজা মানুহৰ আধা পাপ নাশ হয়; আৰু তাত প্ৰৱেশ কৰা মাত্ৰকে সকলো পাপ দূৰ হয়। ৬০ ॥

হে ভৰতনন্দন, তীৰ্থ-পৰায়ণ জ্ঞানী মানুহে সেই নৈমিষ তীৰ্থত এমাহ বাস কৰিব লাগে; কাৰণ পৃথিৱীৰ সকলো তীৰ্থই নৈমিষত আছে। ৬১ ॥

হে ভৰত-বংশীয় ৰজা, সেই তীৰ্থত স্নান কৰি নিয়মত থাকি নিয়মিত আহাৰ কৰি গোমেধ যজ্ঞৰ ফল লাভ কৰে। ৬২ ॥

হে ভৰতনন্দন ৰাজশ্ৰেষ্ঠ, জ্ঞানীসকলে কয়, যি মানুহে উপবাসে থাকি নৈমিষ তীৰ্থত প্ৰাণ ত্যাগ কৰে, তেওঁ সপ্তম পুৰুষলৈকে বংশ পৱিত্ৰ কৰে। আৰু তিনিও লোকতে আনন্দ-উপভোগ কৰে। নৈমিষ তীৰ্থ সদায় পৱিত্ৰ আৰু পুণ্যদায়ক। ৬৩-৬৪ ॥

গঙ্গোদ্ভেদ তীৰ্থলৈ গৈ মানুহে তিনি দিন উপবাসে থাকি বাজপেয় যজ্ঞৰ ফল লাভ কৰে আৰু সদায় ব্ৰহ্মাৰ নিচিনা হৈ থাকে। ৬৫ ॥

সৰস্বতী নদীলৈ গৈ পিতৃ আৰু দেৱতাসকলৰ তৰ্পণ কৰিব লাগে। তেতিয়াহে সৰস্বতী-লোকলৈ গৈ আনন্দ পায়—এই বিষয়ত কোনো সন্দেহ নাই। ৬৬॥

তাৰ পাছত বাহুদা নদীলৈ যাব। তাত ব্ৰহ্মচাৰী আৰু একাগ্ৰচিত্ত হৈ এৰাতি বাস কৰিলে স্বৰ্গত পূজিত হয় আৰু দেৱসত্ৰ যজ্ঞৰ ফল্ লাভ হয়। ৬৭-৬৮॥

হে কুৰুনন্দন, তাৰ পাছত পুণ্যজনক আৰু পুণ্যৱান লোকৰ দ্বাৰা পৰিবেষ্টিত ক্ষীৰৱতী নদীলৈ যাব। তাত পিতৃ আৰু দেৱতাৰ পূজাত ৰত থাকিলে বাজপেয় যজ্ঞৰ ফল্ পায়। ৬৮-৬৯॥

তাৰ পাছত ব্ৰহ্মচাৰী আৰু জিতেন্দ্ৰিয় হৈ বিমলাশোক তীৰ্থলৈ গৈ সেই ঠাইত এৰাতি বাস কৰিলে স্বৰ্গলোকত পূজিত হয়। ৬৯—৭০॥

তাৰ পাছত সৰযূ নদীৰ উত্তম তীৰ্থ গোপ্ৰতাৰলৈ গমন কৰিব। হে মহাৰাজ, সেই তীৰ্থত শ্ৰীৰামচন্দ্ৰই দেহ-ত্যাগ কৰি সেই তীৰ্থৰ প্ৰভাৱত ভৃত্য, সৈন্য আৰু বাহনে সহিতে স্বৰ্গলৈ গৈছিল। ৭০—৭১॥

হে ভৰত-নন্দন ৰজা, শ্ৰীৰামচন্দ্ৰৰ অনুগ্ৰহত আৰু নিজৰ চেষ্টাত সেই গোপ্ৰতাৰ তীৰ্থত স্নান কৰি মানুহ সকলো পাপৰপৰা মুক্ত হৈ স্বৰ্গলোকত পূজিত হয়, আৰু ৰামতীৰ্থ গোমতী নদীত স্নান কৰি মানুহে অশ্বমেধ যজ্ঞৰ ফল পায় আৰু নিজ কুল পবিত্ৰ কৰে। ৭২—৭৪॥

হে ভৰতশ্ৰেষ্ঠ, সেই ক্ষেত্ৰৰ ওচৰতেই শতসাহস্ৰিক নামে আৰু এখন তীৰ্থ আছে। হে ভৰতশ্ৰেষ্ঠ, সংযত হৈ নিয়মিত ভোজন কৰি সেই শতসাহস্ৰিক তীৰ্থত স্নান কৰি মানুহে হাজাৰ গৰু-দানৰ পুণ্যফল লাভ কৰে। ৭৪—৭৫॥

হে ৰাজশ্ৰেষ্ঠ, তাৰ পাছত অতি উত্তম তীৰ্থ ভৰ্তৃস্থানলৈ গমন কৰিব; তালৈ গ'লে মানুহে অশ্বমেধ যজ্ঞৰ ফল লাভ কৰে। ৭৬॥

হে ৰজা, মানুহে কোটি তীৰ্থত গা ধুই কাৰ্ত্তিকেয়ক পূজা কৰিলে হাজাৰ গৰু-দানৰ ফল পাব আৰু তেওঁ তেজস্বী হ'ব। ৭৭॥

তাৰ পাছত বাৰাণসীলৈ গৈ বৃষধ্বজক পূজা কৰি কপিলা হ্ৰদত স্নান কৰিলে মানুহে ৰাজসূয় যজ্ঞৰ ফল্ লাভ কৰে। ৭৮॥

হে কুৰুশ্ৰেষ্ঠ, তীৰ্থাভিলাষী লোক অবিমুক্ত তীৰ্থলৈ গৈ মহাদেৱক দৰ্শন কৰিলেই ব্ৰহ্মহত্যাৰ পাপৰপৰা মুক্ত হয় আৰু সেই ঠাইতে দেহত্যাগ কৰিলে মোক্ষ লাভ কৰে। ৭৯—৮০॥

হে ৰাজেন্দ্ৰ, লোকবিখ্যাত গোমতী আৰু গঙ্গা নদীৰ সঙ্গমত থকা দুৰ্লভ মাৰ্কণ্ডেয় তীৰ্থলৈ গৈ অগ্নিষ্টোম যজ্ঞৰ ফল্ পায় আৰু কুল্ উদ্ধাৰ কৰে। ৮০-৮১॥

তাৰ পাছত ব্ৰহ্মচাৰী আৰু একাগ্ৰচিত্ত হৈ গয়ালৈ গৈ অশ্বমেধ যজ্ঞৰ ফল লাভ কৰে আৰু কুল উদ্ধাৰ কৰে। ৮২॥

তাত অক্ষয় বট নামে এজোপা-ত্ৰিলোক বিখ্যাত বৰ গছ আছে। সেই গছৰ তলত পিতৃসকলৰ উদ্দেশ্যে দান কৰিলে অক্ষয় ফল লাভ হয়। ৮৩॥

মহানদীত গা ধুই পিতৃ আৰু দেৱতাসকলৰ তৰ্পণ কৰিলে। অক্ষয় স্বৰ্গ লাভ আৰু কুল উদ্ধাৰ কৰিব পাৰিব। ৮৪ ॥

তাৰ পাছত ৰাতিপুৱা ধৰ্মাৰণ্য শোভিত ব্ৰহ্মসৰোবৰলৈ গ'লে ব্ৰহ্মলোক লাভ হয়। ৮৫ ॥

ব্ৰহ্মাই সেই সৰোবৰৰ পাৰত এডাল উত্তম যূপ-কাষ্ঠ স্থাপন কৰিছিল। সেই যূপ প্ৰদক্ষিণ কৰিলে বাজপেয় যজ্ঞৰ ফল লাভ কৰিব। ৮৬ ॥

হে ৰাজশ্ৰেষ্ঠ, তাৰ পাছত লোক-বিখ্যাত ধেনুক তীৰ্থলৈ গমন কৰিব। তাত এৰাতি উপবাসে থাকি তিল-ধেনু দান কৰিব। ৮৭ ॥

তেতিয়াহলে মানুহ সকলো পাপৰপৰা মুক্ত হৈ চন্দ্ৰলোকলৈ যায়, ই নিশ্চিত। হে মহাৰাজ, এতিয়াও তাত এটা বৰ ডাঙৰ চিন দেখা যায়। ৮৮ ॥

আগেয়ে এজনী কপিলা গাই পোৱালিৰে সৈতে পৰ্ব্বতত বিচৰণ কৰিছিল। আজিকালিও সেই কপিলা গাইৰ আৰু পোৱালিৰ খোজৰ চিন দেখা যায়। ৮৯ ॥

হে ভৰত-নন্দন ৰাজশ্ৰেষ্ঠ, সেই খোজবিলাকত গা ধুলে মানুহৰ কু-কৰ্ম্মজনিত যিমান পাপ থাকে সেই সকলোখিনিয়েই নষ্ট হয়। ৯০ ॥

তাৰ পাছত গৃধ্ৰবট নামে ধীমান দেৱৰ (মহাদেৱৰ) থানলৈ যাব আৰু তাত মহাদেৱক পূজা আদি কৰি ভস্মেৰে স্নান কৰিব (গাত ভস্ম সানিব)। ৯১ ॥

তেতিয়া ব্ৰাহ্মণে বাৰ বছৰ ব্ৰত আচৰণ কৰাৰ সমান ফল পাব ; আৰু আন আন বৰ্ণৰ মানুহে সকলো পাপৰপৰা নিষ্কৃতি লাভ কৰিব। ৯২ ॥

হে ভৰতশ্ৰেষ্ঠ, তাৰ পাছত গীতৰ দ্বাৰা মুখৰিত উদ্যন্ত পৰ্ব্বতলৈ যাব, তাত গায়ত্ৰী দেৱীৰ ভৰিৰ খোজৰ চিন দেখিবলৈ পোৱা যায়। ৯৩ ॥

ব্ৰাহ্মণে তাত কঠোৰ নিয়ম পালন কৰি সন্ধ্যা উপাসনা কৰিব। তেতিয়া তেওঁ বাৰ বছৰ পৰ্য্যন্ত কৰা সন্ধ্যা-উপাসনাৰ ফল পাব। ৯৪ ॥

হে ভৰতশ্ৰেষ্ঠ, সেই উদ্যন্ত পৰ্ব্বততেই বিখ্যাত যোনিদ্বাৰ তীৰ্থ আছে। সেই তীৰ্থলৈ গ'লে মানুহ জন্ম-যাতনাৰপৰা মুক্ত হয়। ৯৫ ॥

হে ৰজা, যি শুক্ল আৰু কৃষ্ণ—উভয় পক্ষতেই গয়াত বাস কৰে, তেওঁ সপ্তম পুৰুষ পৰ্য্যন্ত কুল পবিত্ৰ কৰে—ইয়াত কোনো সন্দেহ নাই। ৯৬ ॥

বহু পুত্ৰ কামনা কৰিব লাগে। কাৰণ (বহু পুত্ৰৰ) এজন গয়ালৈ যাব পাৰে, এজনে অশ্বমেধ যজ্ঞ কৰিব পাৰে আৰু কোনোবা এজনে নীল বৃষ উৎসৰ্গ কৰিব পাৰে। ৯৭ ॥

হে নৰনাথ, তাৰ পাছত তীৰ্থসেৱী লোকে ফল্গু নদীত গৈ স্নান কৰিব। তেতিয়া তেওঁ অশ্বমেধ যজ্ঞৰ ফল আৰু মহাসিদ্ধি লাভ কৰিব। ৯৮ ॥

হে মহাৰাজ, তাৰ পাছত একাগ্ৰচিত্ত হৈ ধৰ্ম্মপ্ৰস্থ তীৰ্থলৈ গমন কৰিব। তাত ধৰ্ম্ম সদায় বিৰাজমান। ৯৯ ॥

সেই তীৰ্থত কুঁৱা খানি পানী উলিয়াই তাত স্নান কৰি পৱিত্ৰ হৈ পিতৃ আৰু দেৱতাসকলৰ তৰ্পণ কৰিব। তেতিয়া পাপ-মুক্ত হৈ স্বৰ্গলোক লাভ কৰিব। ১০০ ॥

তাত পূতচৰিত্ৰ মহৰ্ষি মতঙ্গৰ আশ্ৰম আছে। সুন্দৰ আৰু ক্লান্তি-শোক-নাশক সেই আশ্ৰমত প্ৰৱেশ কৰি মানুহে গৱাময়ন যজ্ঞৰ ফল পায়, আৰু তাত থকা ধৰ্ম্ম-তীৰ্থত স্নান কৰিলে অশ্বমেধ যজ্ঞৰ ফল লাভ কৰে। ১০১-১০২ ॥

হে ৰাজশ্ৰেষ্ঠ, তাৰ পাছত অতি উৎকৃষ্ট ব্ৰহ্মস্থানলৈ গমন কৰিব। হে পুৰুষ-শ্ৰেষ্ঠ, তাত ভগৱান ব্ৰহ্মাৰ ওচৰলৈ গৈ মানুহে ৰাজসূয় আৰু অশ্বমেধ যজ্ঞৰ ফল পায়। হে ৰজা, তাৰ পাছত তীৰ্থাভিলাষী লোক ৰাজগৃহ তীৰ্থলৈ গমন কৰিব। ১০৩-১০৪ ॥

তাত স্নান কৰি মানুহে কাক্ষীৱান মুনিৰ দৰে আমোদ পায়। তাৰ পাছত মানুহ পৱিত্ৰ হৈ যক্ষিণীৰ নৈবেদ্য আহাৰ কৰিব। ১০৫।

তেতিয়া সেই যক্ষিণীৰ অনুগ্ৰহত মানুহ ব্ৰহ্মহত্যাৰ পাপৰপৰা মুক্ত হয়। তাৰ পাছত মণিনাগ তীৰ্থলৈ গ'লে হাজাৰ গৰু-দানৰ ফল লাভ হয়। ১০৬।

হে ভৰতনন্দন, যি মণিনাগৰ নৈৱেদ্য ভক্ষণ কৰে, বিষধৰ সাপে কামুৰিলেও তেওঁৰ গাত বিষৰ সঞ্চাৰ নহয়। ১০৭ ॥

তাত এৰাতি বাস কৰিলে মানুহে সহস্ৰ গৰু দান কৰাৰ ফল পায়. হে ৰজা, তাৰ পাছত আপুনি ব্ৰহ্মৰ্ষি গৌতমৰ প্ৰিয় আশ্ৰমলৈ যাব। ১০৮ ॥

সেই আশ্ৰমৰ অহল্যা হ্ৰদত স্নান কৰিলে পৰম গতি লাভ হয়। হে ৰজা, আশ্ৰমত প্ৰৱেশ কৰিলে নিজ-সম্পদ লাভ কৰে। ১০৯ ॥

হে ধৰ্ম্মজ্ঞ, তাত এটা ত্ৰিভুৱন-বিখ্যাত কূপ আছে। তাত গা ধুলে মানুহে অশ্বমেধ যজ্ঞৰ ফল লাভ কৰে। ১১০ ॥

ৰাজৰ্ষি জনকৰ এটা কূপ আছে, ই দেৱতাসকলৰো পূজিত। তাত স্নান কৰি মানুহে বিষ্ণুলোক লাভ কৰে। ১১১ ॥

তাৰ পাছত মানুহ সকলো পাপ নাশকাৰী বিনশন তীৰ্থলৈ যাব। তালৈ গ'লে বাজপেয় যজ্ঞৰ ফল লাভ হয় আৰু চন্দ্ৰলোকলৈ যাব পাৰি। ১১২ ॥

সকলো তীৰ্থৰ পানীৰপৰা উৎপন্ন গণ্ডকীলৈ গ'লে বাজপেয় যজ্ঞৰ ফল আৰু সূৰ্য্যলোক লাভ হয়। ১১৩ ॥

তাৰ পাছত ত্ৰিলোক-বিখ্যাত বিশল্যা নদীলৈ গ'লে (তাত স্নান কৰিলে) অগ্নিষ্টোম যজ্ঞৰ ফল আৰু স্বৰ্গলোক লাভ হয়। ১১৪ ॥

হে ধৰ্ম্মজ্ঞ মহাৰাজ, তাৰ পাছত অধিবঙ্গ নামৰ তপোবনত প্ৰৱেশ কৰি যক্ষ-বিলাকৰ লগত আমোদ-প্ৰমোদ কৰিবলৈ পায়—এই বিষয়ত কোনো সন্দেহ নাই। ১১৫ ॥

সিদ্ধসকলৰো পূজিত কম্পনা নদীলৈ গলে (তাত স্নান কৰিলে) পুণ্ডৰীক যজ্ঞৰ ফল আৰু স্বৰ্গলোক লাভ হয়। ১১৬ ॥

হে ৰজা, তাৰ পাছত মাহেশ্বৰী নদীলৈ গ'লে (তাত স্নান কৰিলে) অশ্বমেধ যজ্ঞৰ ফল পায় আৰু কুল উদ্ধাৰ কৰিব পাৰে। ১১৭ ॥

হে নৰপতি, দেৱতাসকলৰ পুষ্কৰিণীলৈ গ'লে (তাত স্নান কৰিলে) মানুহ দুখত নপৰে আৰু অশ্বমেধ যজ্ঞৰ ফল লাভ হয়। ১১৮ ॥

তাৰ পাছত ব্ৰহ্মচাৰী আৰু একাগ্ৰচিত্ত হৈ সোমপদলৈ যাব আৰু মাহেশ্বৰ পদত স্নান কৰিলে অশ্বমেধ যজ্ঞৰ ফল লাভ হয়। ১১৯॥

হে ভৰতশ্ৰেষ্ঠ ৰাজেন্দ্ৰ, সেই ঠাইত কোটি তীৰ্থ আছে বুলি জনাজাত, কোনোবা দুৰাত্মা অসুৰে কাছৰ ৰূপ ধৰি সেই তীৰ্থ হৰণ কৰি নিছিল। তেতিয়া মহা প্ৰভাৱশালী বিষ্ণুৱে তাক উদ্ধাৰ কৰিলে। গতিকে, হে যুধিষ্ঠিৰ, সেই কোটি তীৰ্থত স্নান কৰিব। ১২০-১২১॥

তাৰ ফলত মানুহে পুণ্ডৰীক যজ্ঞৰ ফল পায় আৰু তেওঁ বিষ্ণুলোকলৈ গমন কৰে। হে ৰাজশ্ৰেষ্ঠ, তাৰ পাছত নাৰায়ণৰ স্থানলৈ যাব। ১২২॥

হে ভৰত-নন্দন, তাত বিষ্ণু সদায় বিৰাজ কৰে। সেই তীৰ্থত ব্ৰহ্মা আদি দেৱতাসকল, ঋষিসকল, তপস্বীসকল, আদিত্যসকল, বসুসকল, আৰু ৰুদ্ৰসকলে বিষ্ণুৰ উপাসনা কৰে। তাত বিখ্যাত অদ্ভুতকৰ্মা বিষ্ণু-শালগ্ৰাম আছে। ১২৩-১২৪॥

ত্ৰিলোকৰ অধিপতি, বৰদাতা আৰু অবিনশ্বৰ সেই ভগৱান বিষ্ণুৰ ওচৰলৈ গৈ মানুহে অশ্বমেধ যজ্ঞৰ ফল আৰু বিষ্ণুলোক লাভ কৰে। ১২৫॥

হে ধৰ্মজ্ঞ, সেই নাৰায়ণ-স্থানত সকলো পাপ নাশ কৰিব পৰা এটা কূপ আছে। তাত চাৰিও সাগৰ সদায় অৱস্থান কৰিছে। ১২৬॥

হে ৰাজশ্ৰেষ্ঠ, তাত স্নান কৰিলে মানুহে দুৰ্গতি ভোগ নকৰে। হে ৰজা, বৰদাতা অবিনশ্বৰ মহাদেৱৰ ওচৰলৈ গৈ মানুহে মেঘমুক্ত চন্দ্ৰৰ নিচিনাকৈ শোভা পায় তাৰ পাছত জাতিস্মৰ তীৰ্থত স্নান কৰি পবিত্ৰ হয় আৰু সংযতচিত্তে তাত স্নান কৰি জাতিস্মৰত্ব লাভ কৰে—ই ধ্ৰুৱ সত্য। ১২৭-১২৯॥

তাৰ পাছত মাহেশ্বৰ তীৰ্থলৈ গৈ উপবাসে থাকি শিৱক পূজা কৰি অভীষ্ট বস্তু লাভ কৰে, তাত কোনো সন্দেহ নাই। ১২৯-১৩০॥

তাৰ পাছত সকলো পাপ-নাশক বামন তীৰ্থলৈ গৈ নাৰায়ণক প্ৰণাম কৰিলে দুঃখ-দুৰ্গতি ভোগ নকৰে। ১৩১॥

তাৰ পাছত সকলো পাপ ধ্বংসকাৰী কুশিকাশ্ৰমলৈ যাব। তাত থকা মহা পাপ-নাশিনী কৌশিকী নদীলৈ গ'লে (সেই নদীত গা ধুলে) মানুহে ৰাজসূয় যজ্ঞৰ যশ পায়। ১৩২॥

হে ধৰ্মজ্ঞ, তাৰ পাছত আপুনি শ্ৰেষ্ঠ চম্পকাৰণ্য তীৰ্থলৈ যাব। তাত এৰাতি থাকিলে হাজাৰ গৰু-দানৰ ফল লাভ হয়। ১৩৩॥

তাৰ পাছত অতি দুৰ্লভ জ্যেষ্ঠিল তীৰ্থলৈ গৈ এৰাতি থাকিলে হাজাৰ গৰু-দানৰ সমান পুণ্য ফল লাভ কৰিব। ১৩৪॥

হে পুৰুষশ্ৰেষ্ঠ, তাত পাৰ্ব্বতীৰে সৈতে মহাতেজস্বী বিশ্বেশ্বৰক দৰ্শন কৰিলে মিত্ৰ আৰু বৰুণ লোক লাভ হয়। ১৩৫॥

আৰু তাত তিনি দিন উপবাসে থাকিলে অগ্নিষ্টোম যজ্ঞৰ ফল পোৱা যায়।

হে নৰশ্ৰেষ্ঠ, তাৰ পাছত সংযত হৈ নিয়মিত আহাৰ কৰি কন্যাসংবেদ্য তীৰ্থলৈ গৈ প্ৰজাপতি মনুৰ লোক লাভ কৰে। ১৩৬—১৩৭ ॥

হে ভৰত-নন্দন, কঠোৰ ব্ৰতাৱলম্বী ঋষিসকলে কয়, কন্যা তীৰ্থত যৎসামান্য দান কৰিলেও তাৰপৰা অক্ষয় ফল হয়। ১৩৮ ॥

তাৰ পাছত ত্ৰিভুৱন-বিখ্যাত নিৰ্ব্বীৰা তীৰ্থলৈ গৈ মানুহে অশ্বমেধ যজ্ঞৰ ফল লাভ কৰে আৰু তেওঁ বিষ্ণুলোকলৈ গমন কৰে। ১৩৯ ॥

হে নৰশ্ৰেষ্ঠ, যিসকল লোকে নিৰ্ব্বীৰা-সঙ্গমত দান কৰে তেওঁলোক নিৰুপদ্ৰৱে ব্ৰহ্মলোকলৈ গমন কৰে। ১৪০ ॥

তাত ত্ৰিলোক-বিখ্যাত বশিষ্ঠৰ আশ্ৰম আছে। তাত স্নান কৰিলে বাজপেয় যজ্ঞৰ ফল লাভ হয়। ১৪১ ॥

ব্ৰহ্মৰ্ষিসকলৰ দ্বাৰা সেৱিত দেৱকূট তীৰ্থলৈ গৈ মানুহে অশ্বমেধ যজ্ঞৰ ফল লাভ কৰে আৰু বংশ উদ্ধাৰ কৰে। ১৪২ ॥

হে ৰাজশ্ৰেষ্ঠ, তাৰ পাছত বিশ্বামিত্ৰ মুনিৰ হ্ৰদলৈ যাব। তাত কৌশিক বিশ্বামিত্ৰই পৰম সিদ্ধি লাভ কৰিছিল। ১৪৩ ॥

সকলো তীৰ্থৰ ভিতৰত শ্ৰেষ্ঠ মহাহ্ৰদৰ পাৰত যিজনে বাস কৰে, তেওঁ দুৰ্গতি ভোগ নকৰে আৰু বহু সুৱৰ্ণ-দানৰ ফল লাভ কৰে। ১৪৪ ॥

হে বীৰ, আশ্ৰমবাসী কুমাৰ কাৰ্ত্তিকেয়ৰ ওচৰলৈ গৈ মানুহে অশ্বমেধ যজ্ঞৰ ফল লাভ কৰে—তাত কোনো সন্দেহ নাই। ১৪৫ ॥

ত্ৰিভুৱন-বিখ্যাত অগ্নিধাৰা নদীলৈ গৈ তাত স্নান কৰিলে অগ্নিষ্টোম যজ্ঞৰ ফল লাভ হয়। ১৪৬ ॥

তাৰ পাছত দেৱশ্ৰেষ্ঠ, বৰদাতা, অৱিনশ্বৰ বিষ্ণুৰ ওচৰলৈ গৈ তেওঁক পূজা কৰি হিমালয়ৰ ওচৰত থকা ব্ৰহ্মাৰ সৰোবৰলৈ গৈ তাত স্নান কৰি অগ্নিষ্টোম যজ্ঞৰ ফল লাভ কৰিব। ১৪৭ ॥

লোক-পবিত্ৰ-কাৰিণী ত্ৰিলোক-বিখ্যাত কুমাৰধাৰা নদী সেই ব্ৰহ্মাৰ সৰোবৰৰ-পৰাই ওলাইছে। ১৪৯ ॥

তাত গা ধুই মানুহে মনতে অনুভৱ কৰে—মই কৃতাৰ্থ হ'লো। আৰু তিনি দিন উপবাসে থাকি মানুহ ব্ৰহ্মহত্যা পাপৰপৰা মুক্ত হয়। ১৫০ ॥

হে ধৰ্ম্মজ্ঞ, তাৰ পাচত তীৰ্থ-পৰায়ণ লোক মহাদেৱী গৌৰীৰ ত্ৰিলোক-বিখ্যাত শৃঙ্গলৈ গমন কৰিব। ১৫১ ॥

হে নৰশ্ৰেষ্ঠ, সেই শৃঙ্গত আৰোহণ কৰি স্তনকুণ্ডত প্ৰৱেশ কৰি সেই স্তনকুণ্ড স্পৰ্শ কৰিলে অশ্বমেধ যজ্ঞৰ ফল লাভ হয়। ১৫২ ॥

তাত স্নান কৰি দেৱতা আৰু পিতৃসকলক পূজা কৰিলে অশ্বমেধ যজ্ঞৰ ফল আৰু স্বৰ্গলোক লাভ হয়। ১৫৩ ॥

তাৰ পাছত ব্ৰহ্মচাৰী আৰু একাগ্ৰচিত্ত হৈ তাম্ৰাৰুণ তীৰ্থলৈ গ'লে অশ্বমেধ যজ্ঞৰ ফল আৰু ইন্দ্ৰলোক লাভ হয়। ১৫৪ ॥

নন্দিনী-স্থানৰ দেৱ-সেৱিত কূপলৈ গলে (তাত স্নান কৰিলে) নৰমেধ যজ্ঞৰ সমান পুণ্য লাভ হয়। ১৫৫ ॥

কৌশিকী আৰু অৰুণা নদীৰ সঙ্গম-স্থান কালিকা-সঙ্গমলৈ গৈ, তাত স্নান কৰি তিনি ৰাতি উপবাসে থাকিলে সকলো পাপৰপৰা মুক্ত হয়। ১৫৬ ॥

জ্ঞানী লোক উৰ্ব্বশী-তীৰ্থ, সোমাশ্ৰম আৰু কুম্ভকৰ্ণাশ্ৰমলৈ গৈ তাত স্নান কৰি পৃথিৱীত পূজিত হয়। ১৫৮ ॥

ব্ৰহ্মচাৰী আৰু একাগ্ৰচিত্ত হৈ মানুহে কোকা নদীৰ উৎপত্তি-স্থানত স্নান কৰিলে জাতিস্মৰত্ব লাভ কৰে। এই কথা প্ৰাচীন লোকসকলে প্ৰত্যক্ষ দেখিছে। ১৫৮ ॥

গৈ (তাত স্নান কৰি) মানুহ কৃতাৰ্থ হয় আৰু সকলো পাপৰপৰা মুক্ত হৈ ইন্দ্ৰলোকলৈ গমন কৰে। তাত থকা পবিত্ৰ তীৰ্থলৈ গৈ সৰস্বতী নদীত স্নান কৰিলে মানুহে বিমানত থাকি শোভা পায়। ১৫৯-১৬০ ॥

হে মহাৰাজ, মুনিসকলৰ বসতি উদ্ধালক তীৰ্থলৈ গৈ তাত স্নান কৰি মানুহ সকলো পাপৰপৰা মুক্ত হয়। ১৬১ ॥

পুণ্যজনক ব্ৰহ্মৰ্ষিসকলৰ বসতি ব্ৰহ্মতীৰ্থলৈ গৈ মানুহে বাজপেয় যজ্ঞৰ ফল লাভ কৰে আৰু বিমানত থাকি (দেৱতাবিলাকৰ দ্বাৰাও) সম্মানিত হয়। ১৬২ ॥

তাৰ পাছত চম্পা নগৰীলৈ গৈ গঙ্গাত স্নান-তৰ্পণ আদি কৰি দণ্ডাৰ্পণ তীৰ্থলৈ গৈ হেজাৰ গৰু-দানৰ ফল লাভ কৰে। ১৬৩ ॥

ইতি মহাভাৰতৰ বনপৰ্ব্বৰ অন্তৰ্গত তীৰ্থযাত্ৰা-পৰ্ব্বত পুলস্ত্যৰ তীৰ্থ-বৰ্ণনা নামৰ চতুৰশীতিতম অধ্যায়। ৮৪ ॥

## ॥ অধ্যায় ৮৫ ॥

# ॥ পুলস্ত্যৰ তীৰ্থ-বৰ্ণনা ॥

পুলস্ত্যই ক'লে, তাৰ পাছত ৰাতিপুৱা শ্ৰেষ্ঠ সংবেদ্য তীৰ্থত স্নান কৰি মানুহে বিদ্যা লাভ কৰে— এই বিষয়ত কোনো সন্দেহ নাই। ১ ॥

হে ৰজা, পুৰণি কালত পৰশুৰামে নিজ প্ৰভাৱৰ দ্বাৰা লৌহিত্য নামে এখন তীৰ্থৰ সৃষ্টি কৰিছিল। তাত স্নান কৰিলে বহু সুবৰ্ণ-দানৰ ফল লাভ হয়। ২ ॥

ব্ৰহ্মাই নিজে বিধান কৰিছে যে মানুহে কৰতোয়া নদীলৈ গৈ তিনি-ৰাতি উপবাসে থাকিলেই অশ্বমেধ যজ্ঞৰ ফল লাভ কৰে। ৩ ॥

হে ৰাজেন্দ্ৰ, গুণীসকলে কয়, মানুহে গঙ্গা-সাগৰৰ সঙ্গমত স্নান কৰি অশ্বমেধ যজ্ঞৰ দহ গুণ যশ লাভ কৰে। ৪॥

হে ৰজা, যিজনে গঙ্গাৰ পশ্চিম পাৰলৈ গৈ তাত স্নান কৰি তিনি দিন বাস কৰে, তেওঁ সকলো প্ৰকাৰ পাপৰপৰা মুক্ত হয়। ৫॥

তাৰ পাছত সকলো পাপ নাশকাৰী বৈতৰণী নদীলৈ গৈ বিৰজ তীৰ্থলৈ গ'লে চন্দ্ৰৰ নিচিনা শোভা প্ৰাপ্ত হয়, পৱিত্ৰ বংশত জন্ম গ্ৰহণ কৰি সকলো পাপ নষ্ট কৰে আৰু হাজাৰ গৰু-দানৰ ফল পাই নিজৰ বংশ পৱিত্ৰ কৰে। ৬-৭॥

শোণ আৰু জ্যোতিৰথ্যা নদীৰ সঙ্গমত তিনি ৰাতি বাস কৰি পৱিত্ৰ হৈ পিতৃ আৰু দেৱতাসকলৰ তৰ্পণ কৰিলে অগ্নিষ্টোম যজ্ঞৰ ফল পোৱা যায়। ৮॥

হে কুৰুনন্দন, শোণ আৰু নৰ্ম্মদা নদীৰ পাৰত গজা বঁাহনিৰ ওচৰত গা ধুলে অশ্বমেধ যজ্ঞৰ ফল লাভ হয়। ৯॥

হে নৰপতি, কোশলা নগৰীৰ ঋষভ তীৰ্থলৈ গৈ মানুহে তিনি ৰাতি উপবাসে থাকি বাজপেয় যজ্ঞৰ ফল লাভ কৰে, সহস্ৰ গো-দানৰ ফল পায় আৰু কুল উদ্ধাৰ কৰে। ১০-১১॥

সেই কোশলা নগৰীৰেই কাল তীৰ্থত স্নান কৰিলে এঘাৰটা বলদ দান কৰাৰ সমান ফল হয়— এই বিষয়ে কোনো সন্দেহ নাই। ১১-১২॥

তিনি দিন উপবাসে থাকি পুষ্পৱতী নদীত স্নান কৰি মানুহে হাজাৰ গৰু-দানৰ ফল লাভ কৰে আৰু কুল উদ্ধাৰ কৰে। ১২-১৩॥

হে ভৰতশ্ৰেষ্ঠ, বদৰিকা তীৰ্থত স্নান কৰি মানুহে দীৰ্ঘায়ু লাভ কৰে আৰু স্বৰ্গলোক প্ৰাপ্ত হয়। ১৩-১৪॥

চম্পা নগৰীলৈ গৈ গঙ্গাত স্নান কৰি দণ্ড নামৰ দেৱতাৰ ওচৰ চাপিলে হাজাৰ গৰু-দানৰ ফল লাভ হয়। ১৪-১৫॥

তাৰ পাছত পুণ্যজনক আৰু পুণ্যৱান মানুহৰ দ্বাৰা পৰিশোভিত লপেটিকা নদীলৈ যাব। তাত স্নান কৰি মানুহে বাজপেয় যজ্ঞৰ ফল পায় আৰু তেওঁ দেৱতাসকলৰো সম্মানৰ পাত্ৰ হয়। ১৫-১৬॥

তাৰ পাছত পৰশুৰামৰ নিবাস-স্থান মহেন্দ্ৰ পৰ্ব্বতলৈ গৈ ৰাম তীৰ্থত স্নান কৰি মানুহে অশ্বমেধ যজ্ঞৰ ফল লাভ কৰিব পাৰে। ১৭॥

হে কুৰুনন্দন ৰজা, মতঙ্গ মুনিৰ হ্ৰদো সেই ঠাইতে আছে। তাত স্নান কৰি মানুহে হেজাৰ গৰু-দানৰ ফল লাভ কৰে। ১৮॥

শ্ৰী পৰ্ব্বতলৈ গৈ তাৰ ওচৰত থকা নদীত গা ধুলে আৰু মহাদেৱৰ পূজা কৰিলে অশ্বমেধ যজ্ঞৰ ফল লাভ হয়। ১৯॥

কাৰণ, সেই শ্ৰী পৰ্ব্বতত পাৰ্ব্বতীৰে সৈতে মহাতেজস্বী মহাদেৱ আৰু দেৱতাসকলৰ জগত ব্ৰহ্মা মহা আনন্দেৰে বসতি কৰিছিল। ১৯-২০॥

পবিত্র আৰু সংযতচিত্ত হৈ সেই ঠাইৰ দেৱ হ্রদত স্নান কৰি মানুহে অশ্বমেধ যজ্ঞৰ ফল আৰু পৰম সিদ্ধি লাভ কৰে। পাণ্ড্য দেশত অৱস্থিত দেৱতাসকলৰো আদৃত ঋষভ পৰ্ব্বতলৈ গৈ মানুহে ৰাজপেয় যজ্ঞৰ ফল পায় আৰু স্বৰ্গলোকত আনন্দ অনুভৱ কৰে। ২০-২১ ॥

হে ৰজা, তাৰ পাছত অপ্সৰীবিলাকৰ দ্বাৰা পৰিবেষ্টিত কাৱেৰী নদীলৈ গৈ তাত গা ধুই মানুহে হাজাৰ গৰু-দানৰ ফল পাব পাৰে। ২২ ॥

হে ৰাজশ্রেষ্ঠ, তাৰ পাছত সাগৰৰ পাৰত থকা কন্যা তীৰ্থত স্নান কৰিব। তাত স্নান কৰি মানুহ সকলো পাপৰপৰা মুক্ত হয়। ২৩ ॥

হে ৰাজেন্দ্র, ব্রহ্মা আদি দেৱতাসকল, ঋষিসকল, তপস্বীসকল, ভূত, যক্ষ আৰু পিশাচগণ, কিন্নৰগণ, মহাসৰ্পগণ, সিদ্ধ, চাৰণ আৰু গন্ধৰ্ব্বসকল, মনুষ্য, সৰ্প, নদী, সমুদ্র আৰু পৰ্ব্বতসকলে য'ত উমাপতি শিৱক উপাসনা কৰে, ত্রিভুৱন-বিখ্যাত সমুদ্র-মধ্যৱৰ্ত্তী, সৰ্ব্বলোক-পূজিত সেই গোকৰ্ণ হ্রদলৈ গৈ তিনি ৰাতি উপবাসে থাকি তাত মহাদেৱক পূজা কৰি মানুহে অশ্বমেধ যজ্ঞৰ ফল আৰু প্রমথবিলাকৰ ভিতৰত শ্রেষ্ঠতা লাভ কৰে। ২৪-২৭ ॥

তাত বাৰ দিন থাকিলে মানুহৰ চিত্ত পবিত্র হয়, তাৰপৰাই ত্রিভুৱন-পূজিত গায়ত্রীৰ স্থানলৈ যাব লাগে। ২৮ ॥

হে ৰজা, সেই গায়ত্রী তীৰ্থ'ত তিনি ৰাতি থাকিলে হাজাৰ গৰু-দানৰ ফল পায় আৰু ব্রাহ্মণৰ প্রত্যক্ষ উদাহৰণ লাভ কৰিব পাৰি। ২৯ ॥

তাত বৰ্ণসঙ্কৰ লোকে যদি গায়ত্রী পাঠ কৰে তেনেহলে গদ্যময় হৈ বা গ্রাম্য গীতৰ দৰে মুখৰপৰা নিঃসৃত হয়। অব্রাহ্মণে পাঠ কৰিব খুজিলে পাহৰি যায়। ৩০-৩১ ॥

বিপ্রৰ্ষি সংবৰ্ত্তৰ দুৰ্লভ পুখুৰীলৈ গৈ (তাত স্নান কৰি) মানুহ ৰূপৱান আৰু লোকপ্রিয় হয়। ৩১-৩২ ॥

তাৰ পাছত বেণা নদীলৈ গৈ দেৱতা আৰু পিতৃসকলৰ তৰ্পণ কৰিব। ফল-স্বৰূপে মানুহে ময়ূৰ আৰু হংস-যুক্ত বিমান লাভ কৰে। ৩২-৩৩ ॥

তাৰ পাছত সদায় সিদ্ধ-সেৱিত গোদাৱৰী নদীলৈ গৈ (স্নান কৰিলে) গোমেধ যজ্ঞৰ ফল আৰু শ্রেষ্ঠ বাসুকিলোক লাভ কৰে। ৩৩-৩৪ ॥

বেণা নদীৰ সঙ্গমত স্নান কৰি ৰাজপেয় যজ্ঞৰ ফল, আৰু বৰদা নদীৰ সঙ্গমত স্নান কৰি হাজাৰ গৰু-দানৰ ফল লাভ কৰিব। ৩৪-৩৫ ॥

তাৰ পাছত ব্রহ্মস্থানলৈ গৈ তাত তিনি দিন উপবাস কৰিলে মানুহে হাজাৰ গৰু-দানৰ ফল আৰু স্বৰ্গলোক লাভ কৰে। ৩৫-৩৬ ॥

কুশপ্লৱন তীৰ্থলৈ গৈ ব্রহ্মচাৰী আৰু একাগ্রচিত্ত হৈ তাত তিনি ৰাতি থাকি স্নান কৰিলে অশ্বমেধ যজ্ঞৰ ফল পোৱা যায়। ৩৬-৩৭ ॥

তাৰ পাছত দেৱ হ্ৰদৰ অৰণ্যত কৃষ্ণবেণা নদীৰ পানীৰপৰা উৎপন্ন হোৱা জাতিস্মৰ হ্ৰদত স্নান কৰিলে মানুহ জাতিস্মৰ হয় । ৩৭-৩৮ ॥

হে ভৰতনন্দন, ইন্দ্ৰই য'ত এশ অশ্বমেধ যজ্ঞ কৰি স্বৰ্গৰাজ্য লাভ কৰিছিল, সেই ঠাইলৈ গ'লেই অগ্নিষ্টোম যজ্ঞৰ ফল লাভ কৰিব । সৰ্ব্বদেৱ হ্ৰদত স্নান কৰি মানুহে হাজাৰ গৰু-দানৰ ফল পায় । ৩৮-৩৯ ॥

তাৰ পাছত বহু পুণ্যজনক দীৰ্ঘিকা আৰু নদীৰ ভিতৰত শ্ৰেষ্ঠ পয়োষ্ণী নদীলৈ গৈ তাত দেৱতা আৰু পিতৃসকলক পূজা কৰিলে হাজাৰ গৰু-দানৰ ফল পায় । ৪০ ॥

হে ভৰতনন্দন ৰজা, পুণ্যজনক দণ্ডকাৰণ্যলৈ গৈ স্নান কৰিব । তাত স্নান কৰা মাত্ৰেই হাজাৰ গৰু-দানৰ ফল লাভ কৰিব । ৪১ ॥

শৰভঙ্গ মুনি আৰু মহাত্মা শুকৰ আশ্ৰমলৈ গ'লে মানুহ দৰিদ্ৰ নহয় আৰু তেওঁ কুল পবিত্ৰ কৰে । ৪২ ॥

তাৰ পাছত পৰশুৰাম-সেৱিত শূৰ্পাৰক তীৰ্থলৈ গমন কৰিব । সেই ৰাম-তীৰ্থত স্নান কৰি মানুহে বহু সুৱৰ্ণ-দানৰ ফল লাভ কৰে । ৪৩ ॥

সংযত হৈ নিয়মিত আহাৰ কৰি সপ্তগোদাৱৰ তীৰ্থত স্নান কৰিলে মহাপুণ্য আৰু দেৱলোক লাভ হয় । ৪৪ ॥

সংযত হৈ নিয়মিত আহাৰাদি কৰি দেৱপথ তীৰ্থলৈ গৈ মানুহে দেৱসত্ৰ যজ্ঞৰ পুণ্য লাভ কৰে । ৪৫ ॥

পূৰ্ব্বকালত সাৰস্বত মুনি তুঙ্গকাৰণ্যলৈ গৈ তাত ব্ৰহ্মচাৰী আৰু জিতেন্দ্ৰিয় হৈ (আন আন মুনিক) বেদ পঢ়াইছিল । ৪৬ ॥

পাছত তেওঁলোকে বেদ পাহৰি যোৱাত, অঙ্গিৰা মুনিৰ পুত্ৰেক বৃহস্পতিয়ে ঋষিসকলৰ উত্তৰীয়-বস্ত্ৰত মুখেৰে বহি (ওঙ্কাৰ উচ্চাৰণ কৰিছিল) । ৪৭ ॥

যথানিয়মে সম্যকৰূপে ওঙ্কাৰধ্বনি উচ্চাৰিত হোৱাত ঋষিসকলৰ আগেয়ে যিজনে যি বেদমন্ত্ৰ অভ্যাস কৰিছিল সেইটো মনত পৰিল । ৪৮ ॥

তেতিয়া ঋষিসকল, দেৱতাসকল, বৰুণ, অগ্নি, প্ৰজাপতি, নাৰায়ণ, মহাদেৱ, আৰু মহাতেজস্বী ব্ৰহ্মা আন দেৱতাসকলৰ লগত আহি মহাতেজস্বী ভৃগুক যজ্ঞ কৰিবৰ কাৰণে নিযুক্ত কৰিছিল । ৪৯-৫০ ॥

তাৰ পাছত ভগৱান ভৃগুৱে যথানিয়মে শাস্ত্ৰানুসাৰে সকলো ঋষিৰ কাৰণে পুনৰায় অগ্নি স্থাপন কৰিলে । ৫১ ॥

আৰু, আজ্যভাগৰ দ্বাৰা বিধিমতে অগ্নিৰ তৰ্পণ কৰি ঋষিসকল যথাক্ৰমে নিজ নিজ স্থানলৈ গুচি গ'ল । ৫২ ॥

হে ৰাজশ্ৰেষ্ঠ, সেই তুঙ্গকাৰণ্যত প্ৰৱেশ কৰা মাত্ৰেই কি পুৰুষ কি নাৰী সকলোৰে পাপ নষ্ট হয় । ৫৩ ॥

হে ৰজা, ধীৰ, সংযত আৰু পৰিমিতাহাৰী হৈ সেই তুঙ্গকাৰণ্যত এমাহ কাল বাস কৰিলে ব্ৰহ্মলোক পাব পাৰে আৰু কুল উদ্ধাৰ হয়। ৫৪॥

মেধাৱিক তীৰ্থলৈ গৈ পিতৃ আৰু দেৱতাসকলৰ তৰ্পণ কৰিলে অগ্নিষ্টোম যজ্ঞৰ ফল, স্মৃতি আৰু মেধা লাভ হয়। ৫৫॥

তাৰ পাছত লোক-বিখ্যাত কালঞ্জৰ পৰ্ব্বতলৈ গৈ তাত থকা দেৱ হ্ৰদত স্নান কৰিলে মানুহে হাজাৰ গৰু-দানৰ ফল পায়। ৫৬॥

হে ৰজা, যি লোকে কালঞ্জৰ পৰ্ব্বতলৈ গৈ তাত স্নান কৰে আৰু (আনকো) স্নান কৰায়, তেওঁ স্বৰ্গলোকত পূজিত হয়— ই নিশ্চিত। ৫৭॥

হে নৰপতি, তাৰ পাছত পৰ্ব্বতশ্ৰেষ্ঠ চিত্ৰকূটলৈ গৈ সকলো পাপ নাশ কৰিব পৰা মন্দাকিনী নদীত স্নান কৰিলে পিতৃ আৰু দেৱতাসকলক অৰ্চ্চনা কৰি মানুহে অশ্বমেধ যজ্ঞৰ ফল পায় আৰু পৰম গতি লাভ কৰে। ৫৮-৫৯॥

হে ৰাজেন্দ্ৰ, তাৰ পাছত সৰ্ব্বোৎকৃষ্ট ভৰ্ত্তৃস্থান তীৰ্থলৈ যাব। তাত মহাসেন কাৰ্ত্তিক সদায় বিৰাজ কৰে। ৬০॥

হে নৃপশ্ৰেষ্ঠ, সেই তীৰ্থলৈ যোৱা মাত্ৰেই মানুহে সিদ্ধি লাভ কৰে। আৰু কোটি তীৰ্থত স্নান কৰি হাজাৰ গৰু-দানৰ ফল পায়। ৬১॥

সেই কোটি তীৰ্থ প্ৰদক্ষিণ কৰি মানুহ জ্যেষ্ঠস্থান নামৰ তীৰ্থলৈ যাব আৰু মহাদেৱক পূজা কৰি চন্দ্ৰৰ নিচিনা শোভা পাব। ৬২॥

হে ভৰতশ্ৰেষ্ঠ মহাৰাজ যুধিষ্ঠিৰ, সেই ঠাইত এটা বিখ্যাত কূপ আছে। তাত চাৰিও সাগৰেই বাস কৰে। ৬৩॥

হে ৰাজশ্ৰেষ্ঠ, মানুহ সংযতচিত্ত হৈ সেই কূপত স্নান কৰিলে আৰু তাক প্ৰদক্ষিণ কৰিলে পবিত্ৰ হয় আৰু পৰম গতি লাভ কৰে। ৬৪॥

হে কুৰুশ্ৰেষ্ঠ, তাৰ পাছত প্ৰখ্যাত শৃঙ্গবেৰপুৰলৈ গমন কৰিব। হে মহাৰাজ, পূৰণি কালত দশৰথ-পুত্ৰ ৰামচন্দ্ৰ সেই ঠাইত উপস্থিত হৈছিল। ৬৫॥

হে মহাবাহু, সেইতীৰ্থত স্নান কৰিলে পাপমুক্ত হয়। ব্ৰহ্মচাৰী আৰু একাগ্ৰচিত্ত হৈ গঙ্গাত স্নান কৰি পাপশূন্য হৈ মানুহ বাজপেয় যজ্ঞৰ ফল লাভ কৰে। তাৰ পাছত জ্ঞানী মহাদেৱৰ মুঞ্জবট নামে স্থানলৈ যাব। ৬৬-৬৭॥

হে নৰপতি, মহাদেৱৰ ওচৰলৈ গৈ তেওঁক পূজা আৰু প্ৰদক্ষিণ কৰি প্ৰথমবিলাকৰ ভিতৰত আধিপত্য লাভ কৰিব পাৰে। ৬৮॥

সেই তীৰ্থত গঙ্গাত স্নান কৰি তাৰ পাছত ঋষিসকলৰ দ্বাৰা প্ৰশংসিত প্ৰয়াগ তীৰ্থলৈ গমন কৰিব। ৬৯॥

তাত ব্ৰহ্মা আদি দেৱতাসকল, দিগ্‌পতিসকলেৰে সৈতে দিশবিলাক, লোকপালকসকল, সাধুসকল, লোকপূজিত পিতৃসকল, সনৎকুমাৰ আদি মহৰ্ষিসকল, অঙ্গিৰস প্ৰভৃতি নিষ্পাপ ব্ৰহ্মৰ্ষিসকল, নাগ-সুপৰ্ণ-সিদ্ধ-গ্ৰহসকল, নদীসকল, সমুদ্ৰসকল, গন্ধৰ্ব্বসকল, অপ্সৰাসকল, আৰু প্ৰজাপতিৰে সৈতে ভগৱান হৰি বিৰাজ কৰে।

সেই প্ৰয়াগত তিনিটা অগ্নিকুণ্ড আছে, তাৰ মাজেদি তীৰ্থশ্ৰেষ্ঠ জাহ্নবী নদী বেগেৰে প্ৰবাহিত হৈছে। (সেই ঠাইতে) তিনিও লোকতে খ্যাত সূৰ্য্যৰ কন্যা লোক-পাৱনী যমুনা গঙ্গাৰ লগত মিলিছে। গঙ্গা আৰু যমুনাৰ মাজৰ ঠাইখিনি পৃথিৱীৰ জঘন স্বৰূপ। ৭০-৭৫ ॥

ঋষিসকলে কয়, প্ৰয়াগ পৃথিৱীৰ জঘনৰ অন্তৰ্ভাগ যোনিও ; প্ৰয়াগ, প্ৰতিষ্ঠান, কম্বল আৰু অশ্বতৰস্থান মহাতীৰ্থ আৰু সেই ভোগৱতী গঙ্গা প্ৰজাপতিৰ বেদী। হে যুধিষ্ঠিৰ, তাত বেদ আৰু যজ্ঞসমূহে মূৰ্ত্তিমান হৈ প্ৰজাপতিক উপাসনা কৰে ; আৰু ঋষি, তপস্বী, দেৱতা আৰু ৰাজ্য-পালক ৰজাসকলে তাত যজ্ঞ কৰে। ৭৬-৭৮ ॥

গতিকে হে ভৰতনন্দন ৰজা, জ্ঞানীলোকে কয় যে ত্ৰিভুৱনৰ ভিতৰত প্ৰয়াগ তীৰ্থই সকলো তীৰ্থৰ ভিতৰত অধিক পুণ্যজনক। ৭৯ ॥

গতিকে সেইতীৰ্থলৈ গ'লে তাৰ নাম কীৰ্ত্তন কৰিলে মানুহ মৰণৰ সময়ৰ ভয় আৰু পাপৰপৰা মুক্ত হ'ব পাৰে। ৮০ ॥

যি মানুহে লোকবিখ্যাত সেই গঙ্গা-যমুনা-সঙ্গমত স্নান কৰে, তেওঁ ৰাজসূয় যজ্ঞ আৰু অশ্বমেধ যজ্ঞৰ সকলো ফল লাভ কৰে। ৮১ ॥

হে ভৰতনন্দন, এই প্ৰয়াগ দেৱতাসকলৰ দ্বাৰা সংস্কৃত যজ্ঞভূমি। গতিকে তাত অলপ দান কৰিলেও বহু দানৰ ফল পোৱা যায়। ৮২ ॥

হে তাত, আপুনি যদি প্ৰয়াগত মৰণ কামনা কৰে তেনেহলে বেদ আৰু লোকসমাজৰ নিষেধমতে আপুনি সেই কামনা অতিক্ৰম নকৰিব। ৮৩ ॥

হে কুৰুনন্দন, ষাঠি কোটি উৎকৃষ্ট তীৰ্থ আৰু দহ হাজাৰ সাধাৰণ তীৰ্থ আছে। সেই তীৰ্থবিলাকৰ সান্নিধ্য এই প্ৰয়াগতেই ঘটে বুলি মুনিসকলে কয়। ৮৪ ॥

চাৰিবিধ বিদ্যাত অভিজ্ঞ আৰু সত্যবাদীসকলৰ যি পুণ্য হয়, গঙ্গা আৰু যমুনাৰ সঙ্গমত স্নান কৰা মাত্ৰেই সেই পুণ্য লাভ হয়। ৮৫ ॥

তাত ভোগৱতী নামে বাসুকিৰ এখন উৎকৃষ্ট তীৰ্থ আছে। তাত স্নান কৰিলে অশ্বমেধ যজ্ঞৰ ফল লাভ হয়। ৮৬ ॥

হে কুৰুনন্দন, সেই প্ৰয়াগ তীৰ্থৰ গঙ্গাত ত্ৰিভুৱন-বিখ্যাত হংসপ্ৰপতন আৰু দশাশ্বমেধিক নামে আৰু দুখন তীৰ্থ আছে। ৮৭ ॥

যি ঠাইতে স্নান কৰা হওক, গঙ্গা সকলো ঠাইতেই কুৰুক্ষেত্ৰৰ তুল্য। কিন্তু কনখলত গঙ্গা বিশেষ তীৰ্থ আৰু প্ৰয়াগত অতি মহাতীৰ্থ। ৮৮ ॥

মানুহে এশ পাপ কৰিও যদি গঙ্গাত স্নান কৰে তেনেহলে জুয়ে খৰি পুৰি নোহোৱা কৰাৰ নিচিনাকৈ গঙ্গাৰ পানীয়েও সেই মানুহৰ সকলো পাপ নাশ কৰে। ৮৯ ॥

সত্য যুগত সকলো তীৰ্থই পুণ্যজনক, ত্ৰেতাযুগত পুষ্কৰ তীৰ্থ পুণ্যজনক, দ্বাপৰত কুৰুক্ষেত্ৰ তীৰ্থ পুণ্যজনক আৰু কলিযুগত গঙ্গা তীৰ্থ পুণ্যজনক। ৯০ ॥

পুষ্কৰ তীৰ্থত তপস্যা কৰিব, মহালয় তীৰ্থত দান কৰিব, মলয় তীৰ্থত অগ্নিত প্ৰৱেশ কৰিব আৰু ভৃগুতুঙ্গ তীৰ্থত উপবাস কৰিব। ৯১ ॥

পুষ্কৰ, কুৰুক্ষেত্ৰ, গঙ্গা আৰু মগধ আদি তীৰ্থত স্নান কৰি মানুহে ওপৰৰ আৰু তলৰ সাত পুৰুষ উদ্ধাৰ কৰে। ৯২ ॥

গঙ্গাৰ নাম ল'লে পাপ নাশ হয়, দেখিলে শুভ ফল পায়, আৰু গঙ্গাৰ পানীত স্নান কৰিলে বা তাৰ পানী খালে সাত পুৰুষ পৰ্য্যন্ত পবিত্ৰ হয়। ৯৩ ॥

হে ৰজা, মানুহৰ অস্থিয়ে যিমান কাল গঙ্গাজল স্পৰ্শ কৰি থাকে, সিমান কাল সেই মানুহ স্বৰ্গলোকত সম্মানিত হয়। ৯৪ ॥

মানুহে পুণ্য তীৰ্থসমূহ আৰু পুণ্য ক্ষেত্ৰসমূহ সেৱা কৰি আৰু পুণ্য লাভ কৰি অমৰলোক লাভ কৰে। ৯৫ ॥

পিতামহ ব্ৰহ্মাই কয়, গঙ্গাৰ সমান তীৰ্থ নাই, কেশৱতকৈ শ্ৰেষ্ঠ দেৱতা নাই, আৰু ব্ৰাহ্মণতকৈ উচ্চ বৰ্ণ নাই। ৯৬ ॥

হে মহাবাহু, য'ত গঙ্গা আছে সেইখনেই দেশ, সেয়েই তপোবন, আৰু গঙ্গাৰ পাৰত থকা সেই ক্ষেত্ৰই সিদ্ধক্ষেত্ৰ। ৯৭ ॥

এই সত্য বাক্য ব্ৰাহ্মণ, ক্ষত্ৰিয়, বৈশ্য, সাধুলোক, পুত্ৰ, মিত্ৰ, শিষ্য আৰু অনুগত লোকসকলক সদায় শুনাব। ৯৮ ॥

এই তীৰ্থ-কীৰ্ত্তন ধন্য, পবিত্ৰ, স্বৰ্গসুখদায়ক, সুখোৎপাদক, পুণ্য-প্ৰদায়ক, মনোৰম, পবিত্ৰতা-জনক, ধৰ্ম্মমূলক আৰু উত্তম। ৯৯ ॥

মহৰ্ষিসকলৰ (মতে) ই গোপনীয় আৰু সকলো পাপ-নাশকাৰী; দ্বিজাতিৰ মাজত (এই মাহাত্ম্য) পাঠ কৰিলে তেওঁলোকে নিৰ্ম্মল হৈ স্বৰ্গ লাভ কৰে। ১০০ ॥

এই উৎকৃষ্ট তীৰ্থসমূহৰ কীৰ্ত্তন সম্পদ, স্বৰ্গ আৰু পুণ্যদায়ক, শত্ৰু-নাশক, মঙ্গল-জনক, মেধাজনক আৰু আৱশ্যকীয়। ১০১ ॥

এই তীৰ্থ-প্ৰকৰণ পাঠ কৰি পুত্ৰহীনে পুত্ৰ লাভ কৰে, ধনহীনে ধন পাব পাৰে, ৰজাই শত্ৰু জয় কৰিব পাৰে, বৈশ্যই ধন-লাভ কৰে, শূদ্ৰই অভীষ্ট বস্তু লাভ কৰে, আৰু ব্ৰাহ্মণে সকলো বিদ্যাত পাৰদৰ্শিতা লাভ কৰে। ১০২-১০৩ ॥

যি লোকে পবিত্ৰ হৈ সদায় এই তীৰ্থ-প্ৰকৰণ শ্ৰৱণ কৰে, তেওঁ বহু পূৰ্ব্বজন্ম স্মৰণ কৰিব পাৰে আৰু স্বৰ্গলোকত আনন্দ উপভোগ কৰে। ১০৪ ॥

হে ভীষ্ম, (মই আপোনাৰ আগত) গম্য আৰু অগম্য সকলো তীৰ্থৰ কথাই ক'লো। সকলো তীৰ্থ চাবৰ ইচ্ছা থাকিলে মানুহে অন্ততঃ মানসিক চিন্তাৰ দ্বাৰাও সেইবিলাক তীৰ্থলৈ গমন কৰিব পাৰে। ১০৫ ॥

দেৱতাসকল, দেৱতুল্য ঋষিসকল, বসুসকল, সাধ্যসকল, মৰুৎসকল, অশ্বিনী-কুমাৰদ্বয়—এই সকলোৱে পুণ্য-লাভৰ ইচ্ছাত এইবিলাক তীৰ্থত স্নান কৰিছিল। ১০৬ ॥

হে ব্ৰতনিষ্ঠ কুৰুনন্দন ভীষ্ম, আপুনিও এওঁলোকৰ নিচিনাকৈ যথানিয়মে পুণ্য-কৰ্ম্মৰ দ্বাৰা পুণ্য বৃদ্ধি কৰিবলৈ এইদৰে তীৰ্থ-ভ্ৰমণ কৰক। ১০৭ ॥

শাস্ত্ৰজ্ঞ সাধুসকলেই আস্তিক্যভাৱশতঃ শ্ৰুতিবাক্য অনুসাৰে আৰু শুদ্ধচিত্তে সেই তীৰ্থবিলাকলৈ যায়। ১০৮ ॥

হে কুৰুনন্দন, ব্ৰতহীন, অসংযত, অপবিত্ৰ, চোৰ আৰু কুটিল বুদ্ধিৰ মানুহে তীৰ্থত স্নান নকৰে। ১০৯ ॥

আপুনি সদায় নিয়মমতে চলি ধৰ্ম্ম আৰু অৰ্থৰ সম্যক আলোচনা কৰি পিতৃ আৰু পিতামহ সকলোৰে তৃপ্তি সাধন কৰিছে। ১১০ ॥

হে ধৰ্ম্মজ্ঞ ৰজা, আপোনাৰ ধৰ্ম্মকাৰ্য্য দেখি ব্ৰহ্মা আদি দেৱতাসকল আৰু ঋষিসকল চিৰদিনেই আপোনাৰ প্ৰতি সন্তুষ্ট। ১১১ ॥

গতিকে হে ইন্দ্ৰসদৃশ ভীষ্ম, আপুনি অন্তিমকালত বসুলোকলৈ যাব পাৰিব আৰু এই জগতত চিৰস্থায়ী মহাকীৰ্ত্তি লাভ কৰিব। ১১২ ॥

নাৰদে ক'লে,—ভগৱান পুলস্ত্য মুনি এইদৰে কৈ ভীষ্মৰ অনুমতি লৈ তেওঁৰ ব্যৱহাৰত সন্তুষ্ট হৈ হৃষ্টচিত্তে তাতেই অন্তৰ্হিত হ'ল। ১১৩ ॥

হে কৌৰৱশ্ৰেষ্ঠ,শাস্ত্ৰতত্ত্বাৰ্থদৰ্শী ভীষ্মই পুলস্ত্যৰ কথামতেই (তীৰ্থাভিলাষী হৈ) পৃথিৱী ভ্ৰমণ কৰিছিল। ১১৪ ॥

হে মহাভাগ, মহৰ্ষিয়ে মহাপুণ্যজনক আৰু সকলো পাপ-নাশক এই তীৰ্থ-যাত্ৰা প্ৰকৰণ এইদৰে প্ৰয়াগতেই সমাপ্ত কৰিছিল। ১১৫ ॥

যি মানুহে এই বিধি অনুসৰি পৃথিৱী ভ্ৰমণ কৰে, তেওঁ পৰজন্মত এশ অশ্ব-মেধৰ শ্ৰেষ্ঠ ফল ভোগ কৰিব। ১১৬ ॥

হে পৃথানন্দন, পূৰ্ব্বে কৌৰৱশ্ৰেষ্ঠ ভীষ্মই যি পুণ্য লাভ কৰিছিল, তাৰ আঠ গুণ পুণ্য আপুনি লাভ কৰিব। আপুনি ঋষিসকলক লগত লৈ তীৰ্থলৈ ওলাইছে; গতিকে আপোনাৰ আঠ গুণ ফল হ'ব। ১১৭ ॥

ৰাতিপুৱা উঠি যি মানুহে দেৱৰ্ষি পুলস্ত্যৰ বৰ্ণনা কৰা এই তীৰ্থযাত্ৰা-প্ৰকৰণ পাঠ কৰিব, তেওঁ সকলো পাপৰপৰা মুক্ত হ'ব। ১১৮ ॥

বাল্মীকি, কাশ্যপ, আত্ৰেয়, কুণ্ডজঠৰ, বিশ্বামিত্ৰ, গৌতম, অসিত, দেৱল, মাৰ্ক-ণ্ডেয়, গালব, ভৰদ্বাজ, বশিষ্ঠ, উদ্দালক, শৌনক, পুত্ৰ শুকৰ লগত তপস্বীশ্ৰেষ্ঠ বেদ-ব্যাস, মুনিশ্ৰেষ্ঠ দুৰ্ব্বাসা আৰু মহাতপা জাবালি— এইসকল ঋষিশ্ৰেষ্ঠই আপোনালৈকে অপেক্ষা কৰি আছে। গতিকে, হে মহাৰাজ, এওঁলোকৰ লগত আপুনি তীৰ্থসমূহ ভ্ৰমণ কৰক। ১১৯-১২২ ॥

হে মহাৰাজ, অসাধাৰণ তেজস্বী মহৰ্ষি লোমশে আপোনাৰ ওচৰলৈ আহিব লাগিছে; আপুনি তেওঁৰ লগত তীৰ্থ-ভ্ৰমণ কৰক। ১২৩ ॥

হে ধৰ্ম্মজ্ঞ ৰজা মোৰ লগতো আপুনি এই তীৰ্থবিলাক ভ্ৰমণ কৰক। তেতিয়া-হ'লে আপুনি মহাভিষ ৰজাৰ নিচিনা মহাকীৰ্ত্তি লাভ কৰিব। ১২৪ ॥

হে ৰাজশ্ৰেষ্ঠ, ধৰ্ম্মাত্মা যযাতি আৰু পুৰুৰৱাৰ নিচিনাকৈ আপুনিও নিজৰ ধৰ্ম্মৰ দ্বাৰায় শোভা পাইছে। ১২৫ ॥

ৰজা ভগীৰথ আৰু বিখ্যাত শ্ৰীৰামচন্দ্ৰৰ দৰে আপুনিও সূৰ্য্যৰ নিচিনা দীপ্তিমান হৈ সকলো ৰজাতকৈ অধিক দীপ্তিশালী হৈছে। ১২৬ ॥

হে মহাৰাজ, মনু, ইক্ষাকু, মহাযশস্বী পুৰু আৰু পৃথু যেনেকুৱা বিখ্যাত আছিল, আপুনিও তেনেকুৱা বিখ্যাত ৰজা। ১২৭ ॥

পূৰণি কালত দেৱৰাজ ইন্দ্ৰই যেনেকৈ সকলো শত্ৰু নাশ কৰি মনোকষ্ট দূৰ কৰি ত্ৰিভুৱন পালন কৰিছিল, আপুনিও তেনেকৈ শত্ৰু দমন কৰি প্ৰজা পালন কৰিব। ১২৮-১২৯

হে ৰাজীৱলোচন, আপুনি কাৰ্ত্তবীৰ্য্যাৰ্জ্জুন ৰজাৰ নিচিনাকৈ নিজৰ ধৰ্ম্মৰ দ্বাৰায় পৃথিৱী জয় কৰি যশস্যা লাভ কৰিব। ১৩০ ॥

বৈশম্পায়নে ক'লে,—হে মহাৰাজ জন্মেজয়, ভগৱান নাৰদ ঋষি এইদৰে যুধিষ্ঠিৰক আশ্বাস দি তেওঁৰ অনুমতি লৈ তাতেই অদৃশ্য হ'ল। ১৩১ ॥

ধৰ্ম্মাত্মা যুধিষ্ঠিৰেও সেই বিষয়ে চিন্তা কৰি ঋষিসকলৰ আগত তীৰ্থযাত্ৰাৰ পুণ্যৰ বিষয়ে নিবেদন কৰিলে। ১৩২ ॥

ইতি মহাভাৰতৰ বনপৰ্ব্বৰ অন্তৰ্গত তীৰ্থযাত্ৰা-পৰ্ব্বত পুলস্ত্যৰ তীৰ্থ-বৰ্ণনা নামৰ পঞ্চাশতীতিতম অধ্যায়। ৮৫ ॥

॥ অধ্যায় ৮৬ ॥

## ॥ ধৌম্য-যুধিষ্ঠিৰ-কথা ॥

বৈশম্পায়নে ক'লে,—ৰজা যুধিষ্ঠিৰে জ্ঞানী নাৰদ আৰু ভায়েকসকলৰ মতামত লৈ পিতামহ ব্ৰহ্মাৰ তুল্য প্ৰভাৱশালী ধৌম্যক ক'লে, ১ ॥

হে তপোধন, মই অস্ত্ৰ-শিক্ষাৰ কাৰণে পুৰুষশ্ৰেষ্ঠ, অসাধাৰণ ধৈৰ্য্যশীল, মহা-পৰাক্ৰমী, মহাবাহু অৰ্জ্জুনক নিৰ্ব্বাসিত কৰিছো। ২ ॥

অৰ্জ্জুন প্ৰভু বাসুদেৱৰ সমান বীৰ, মোৰ প্ৰতি অনুৰক্ত, সকলো কাৰ্য্য-সাধনত সমৰ্থ, অস্ত্ৰ-প্ৰয়োগত অতি নিপুণ আৰু প্ৰভাৱশালী। ৩ ॥

হে ব্ৰাহ্মণ, কৃষ্ণ আৰু অৰ্জ্জুন এই দুয়োজনকেই মই শত্ৰুঘাতী আৰু মহা-পৰাক্ৰমী বুলি জানো। তপঃ-প্ৰভাৱবান বেদব্যাসেও সেই কথা জানে। ৪ ॥

নাৰদেও কৃষ্ণ আৰু অৰ্জ্জুনক তিনি যুগতে বৰ্ত্তমান আৰু সাক্ষাৎ বিষ্ণুবংশী বুলি জানে। তেওঁ এই কথা মোৰ আগত প্ৰায়েই প্ৰকাশ কৰে। ৫ ॥

আৰু মইো জানো, কৃষ্ণ আৰু অৰ্জ্জুন নৰ-নাৰায়ণ ঋষি। অৰ্জ্জুন সমৰ্থ— এই ভাবিয়েই মই তেওঁক পঠাইছো। ৬ ॥

অৰ্জ্জুন ইন্দ্ৰৰ পুত্ৰ, গতিকে ইন্দ্ৰতকৈ তেওঁ নিকৃষ্ট নহয়। সেয়েহে তেওঁ ইন্দ্ৰক দেখা কৰি তেওঁৰপৰা অস্ত্ৰ লাভ কৰিবলৈ সমৰ্থ হ'ব—এই কথা চিন্তা কৰিয়েই মই অৰ্জ্জুনক পঠাইছো। ৭ ॥

ভীষ্ম আৰু দ্ৰোণ অতিৰথ, কৃপ আৰু অশ্বত্থামা দুৰ্জ্জয়। কিন্তু সেই মহা-ৰথীসকলক দুৰ্য্যোধনে (আগেয়ে) যুদ্ধৰ কাৰণে বৰণ কৰি ৰাখিছে। ৮ ॥

তেওঁলোক সকলোৱেই বেদজ্ঞ, বীৰ, সকলো অস্ত্ৰত নিপুণ, মহাবলী আৰু অৰ্জ্জুনৰ লগত যুদ্ধ কৰিবলৈ সদায় ইচ্ছুক। ৯ ॥

সূতপুত্ৰ কৰ্ণয়ো দিব্যাস্ত্ৰ জানে, তেওঁ মহাৰথ, অস্ত্ৰৰ গতি সৃষ্টি কৰাত বায়ুৰ নিচিনাই তেওঁৰ বল। বাণ যাৰ শিখাস্বৰূপ, তলত্ৰাণৰ শব্দই যাৰ শব্দ, ধূলি যাৰ ধোঁৱা, অস্ত্ৰৰ আগমনেই যাৰ আগমন আৰু দুৰ্য্যোধন-ৰূপ বায়ু যাৰ পৰি-চালক, সেই কৰ্ণ-ৰূপ মহা-অগ্নিয়ে প্ৰলয়কালত কালৰ দ্বাৰা প্ৰেৰিত অগ্নিৰ নিচিনাকৈ মোৰ সৈন্যৰূপ শুকান বনবিলাক পুৰি পেলাব—এই বিষয়ে কোনো সন্দেহ নাই। ১০-১১ ?

তেতিয়া সেই যুদ্ধত অৰ্জ্জুন নামে মেঘে শৰধাৰা-ৰূপ জলধাৰাৰ দ্বাৰা সেই প্ৰদীপ্ত কৰ্ণ-ৰূপ বহ্নিক নিৰ্ব্বাপিত কৰিব। সেই সময়ত কৃষ্ণ-ৰূপী বায়ুৱে অৰ্জ্জুন-মেঘক চালিত কৰিব। দিব্য অস্ত্ৰৰ দীপ্তি হ'ব সেই মেঘৰ বিজুলী, বগা ঘোঁৰা-ৰূপী বগা বগলীৰ শাৰী সেই মেঘে ধাৰণ কৰিব; গাণ্ডীৱ-ৰূপ ইন্দ্ৰধনুৰ দ্বাৰা অৰ্জ্জুন-মেঘ উজ্জ্বল হৈ উঠিব। ১২-১৩ ॥

শত্ৰু-নগৰ-বিজয়ী অৰ্জ্জুনে নিশ্চয় স্বয়ং ইন্দ্ৰৰপৰাই সকলো দিব্য অস্ত্ৰ লাভ কৰিব। ১৪ ॥

মোৰ বিশ্বাস, অৰ্জ্জুন সেই সকলো বীৰৰ লগতেই যুদ্ধত সমৰ্থ। যুদ্ধত দুৰ্জ্জয় শত্ৰুক জয় কৰাত (অৰ্জ্জুন ভিন্ন আন) উপায় নাই। ১৫ ॥

আমি সকলোৱে সেই শত্ৰুজয়ী পাণ্ডৱক অস্ত্ৰ ধাৰণ কৰা দেখা পাম। বীৰ অৰ্জ্জুনে কোনো কাৰ্য্য-ভাৰ গ্ৰহণ কৰি ভাগৰ বোধ নকৰে। ১৬ ॥

হে মনুষ্যশ্ৰেষ্ঠ, সেই বীৰ অৰ্জ্জুন নহ'লে কৃষ্ণাৰে সৈতে আমি এই কাম্যক-বনত বাস কৰিব নোৱাৰিম। ১৭ ॥

গতিকে শুভ, পবিত্ৰ, মনোৰম, যথেষ্ট অন্ন আৰু ফল থকা আন এখন বনৰ নাম কওক—য'ত পুণ্যবান লোকসকল বাস কৰে। ১৮ ॥

বৰষুণৰ কাৰণে মানুহে মেঘৰ ফালে যেনেকৈ চাই থাকে, আমিও যাতে সেই বনত থাকি তেনেকৈ বীৰ অৰ্জ্জুনৰ কাৰণে প্ৰতীক্ষা কৰিব পাৰোঁ। ১৯ ॥

হে ব্ৰাহ্মণ, আপুনি ব্ৰাহ্মণসকলৰ মুখে শুনা নানাবিধ আশ্ৰম, সৰোবৰ, নদী আৰু মনোৰম পৰ্ব্বতৰ কথা আমাৰ আগত কওক। কাৰণ অৰ্জ্জুনহীন এই কাম্যক-বনত বাস কৰিবলৈ মন যোৱা নাই। গতিকে আমি ইয়াৰপৰা আন-ফালে যাওঁ। ২০-২১ ॥

ইতি মহাভাৰতৰ বনপৰ্ব্বৰ অন্তৰ্গত তীৰ্থযাত্ৰা-পৰ্ব্বত ধৌম্য-যুধিষ্ঠিৰ-কথা নামৰ ষড়শীতিতম অধ্যায়। ৮৬ ॥

## ॥ অধ্যায় ৮৭ ॥

# ॥ ধৌম্যৰ তীৰ্থ-মাহাত্ম্য-বৰ্ণন ঃ পূৰ্ব্ব দিশ ॥

বৈশম্পায়ন মুনিয়ে ক'লে,—পাণ্ডৱসকলক বিষণ্ণমনে থকা আৰু (আন ঠাইলৈ) যাবলৈ আগ্ৰহ প্ৰকাশ কৰা দেখি বৃহস্পতি-সদৃশ ধৌম্যই সান্ত্বনা দি ক'লে, ১ ॥

হে নিষ্পাপী ভৰতশ্ৰেষ্ঠ মহাৰাজ, আপুনি ব্ৰাহ্মণসকলৰ মনোনীত পুণ্যাশ্ৰম আৰু পৃথিৱীৰ চাৰিওপিনে থকা পুণ্য-তীৰ্থ, পৰ্ব্বত-পাহাৰ আদিৰ মাহাত্ম্য মোৰ মুখে ভালদৰে শুনক। ২ ॥

হে মহাৰাজ, আশ্ৰমাদিৰ মাহাত্ম্য শুনাৰ পিছত আপোনাৰ আৰু দ্ৰৌপদীৰে সৈতে ভায়েকহঁতৰ লেশমাত্ৰও শোক থাকিব নোৱাৰে। ৩ ॥

হে পাণ্ডৱ, সেই আশ্ৰমাদিৰ মাহাত্ম্য শুনাৰপৰা আপুনি পুণ্যহে আৰ্জ্জিব পাৰিব আৰু সেই পুণ্য-তীৰ্থবিলাককৈ গ'লে শুনা ফলতকৈ যোৱা ফল এশগুণে বেছি হ'ব। ৪ ॥

হে মহাৰাজ যুধিষ্ঠিৰ, আৰম্ভণিতে পূব দিশৰ বিৱৰণ মোৰ মনত পৰা ধৰণে আপোনাৰ আগত কওঁ। ৰাজৰ্ষিসকলৰ বসতি পূবফালটো অতি ধুনীয়া। ৫ ॥

সেই পূবফালে দেৱৰ্ষিসকলে অধিষ্ঠান কৰা নৈমিষাৰণ্য আছে। সেই নৈমিষাৰণ্যত দেৱতাৰ পুণ্য-তীৰ্থবিলাক ভিন ভিনভাৱে আছে। ৬ ॥

তাতে পবিত্ৰ, মনোৰম, দেৱৰ্ষি-সেৱিত গোমতী নদী ; সেই ঠাইতে সদায় দেৱতাসকলে যাগ-যজ্ঞ কৰিছিল। যম ৰজাৰো সেই ঠাইতে পশু-হিংসক যজ্ঞশালা সাজিছিল। ৭ ॥

সেই পূব দিশতে ৰাজৰ্ষি গয়ৰ দ্বাৰা পূজিত পবিত্ৰ গয় নামে এখন শ্ৰেষ্ঠ পৰ্ব্বত আছে। তাতে দেৱৰ্ষিসকল আহি নানা তপস্যা সাধন কৰা মঙ্গলময় ব্ৰহ্মসৰ তীৰ্থ। ৮ ॥

হে পুৰুষশ্ৰেষ্ঠ, ব্ৰহ্মসৰৰ মাহাত্ম্য-বৰ্ণনাত আগৰ মহাপুৰুষসকলে শাস্ত্ৰত এইদৰে লিখি থৈ গৈছে যে সৰ্ব্ব-সাধাৰণ মানুহে বহু পুত্ৰৰ কাৰণে ইচ্ছা কৰা উচিত। কাৰণ বহু পুত্ৰ হ'লে এজন নহয় এজন পুত্ৰৰ গয়াক্ষেত্ৰলৈ যাবৰ ইচ্ছা হ'ব পাৰে। তাৰে এজন লৰাও যদি গয়ালৈ গৈ পিত্ৰাদিৰ উদ্দেশ্যে পিণ্ড-দান, অশ্বমেধ যজ্ঞ অথবা নীল বৃষভ উৎসৰ্গা কৰে, তেন্তে সেই এজন পুত্ৰৰ দ্বাৰায় পূৰ্ব্বৰ দশ পুৰুষ, তলৰ দশ পুৰুষ উদ্ধাৰ হৈ যায়। ৯—১০ ॥

হে মহাৰাজ, ব্ৰহ্মসৰৰ সম্মুখতে এখন ডাঙৰ নদী আৰু গয়শিৰ নামে এখন ঠাই আছে। তাতে অক্ষয় ফল দানকাৰী এজোপা বৰ গছ আছে। ব্ৰাহ্মণসকলে সেই গছজোপাৰ মাহাত্ম্য বৰ্ণাই থাকে। ১১ ॥

সেই ঠাইত পিণ্ড দান কৰিলে অক্ষয় ফল হয়। হে ৰজা, যি ডাঙৰ নদীৰ কথা উল্লেখ কৰিলো সেইখন হৈছে পৱিত্ৰ-জলময়ী ফল্গু নদী। ১২ ॥

হে ভৰতশ্ৰেষ্ঠ মহাৰাজ, সেই ঠাইতে নানা ফল-মূলাদি উৎপন্ন হোৱা কৌশিকী নামে এখন নদী আছে; সেই নদীৰ পাৰত তপস্বী বিশ্বামিত্ৰই তপস্যা কৰি ব্ৰাহ্মণত্ব লাভ কৰিছিল। ১৩ ॥

এই ঠাইতে পতিত-পাৱনী গঙ্গা নদী বৈ আছে, এই নদীৰ পাৰতে ভগীৰথ ৰজাই বহু দান-দক্ষিণা দি অসংখ্য যাগ-যজ্ঞ সম্পন্ন কৰিছিল। ১৪ ॥

হে কুৰুনন্দন যুধিষ্ঠিৰ, লোকমুখে শুনিবলৈ পাওঁ, পূৰ্বকালে পাঞ্চাল দেশত উৎপলা নামে এখন ডাঙৰ বন আছে। সেই বনৰ মাজত পুত্ৰেকক লগত লৈ বিশ্বামিত্ৰ ঋষিয়ে যাগ-যজ্ঞ কৰিছিল। ১৫ ॥

সেই ঠাইতে বিশ্বামিত্ৰ ঋষিয়ে অলৌকিক ঐশ্বৰ্য্য লাভ কৰা দেখি পূজ্যপাদ পৰশুৰামে তেওঁৰ বংশৰ মাহাত্ম্য স্তুতি আকাৰে গাইছিল। ১৬ ॥

কাণ্যকুব্জ দেশত বিশ্বামিত্ৰই ইন্দ্ৰৰে সৈতে সোমৰস পান কৰিছিল। তাৰ ফলত তেওঁ নিজৰ জন্মগত ক্ষত্ৰিয় জাতিত্বৰপৰা মুক্ত হৈ "মই এজন ব্ৰাহ্মণ" বুলি প্ৰচাৰ কৰিছিল। ১৭ ॥

হে বীৰ, লোকমুখে শুনা যায়, গঙ্গা আৰু যমুনা নদী মিলন হোৱা ঠাই-ডোখৰ অতি উত্তম পুণ্যদায়ক। এই কাৰণে ঋষি-মুনিসকলে এই ঠাইত স্নানাদি কৰে। ১৮ ॥

হে ভৰতশ্ৰেষ্ঠ, পূৰ্বণি কালত প্ৰজাপতি ব্ৰহ্মাই এই পুণ্য-তীৰ্থতে উৎকৃষ্ট যাগ কৰিছিল, অৰ্থাৎ পূৰ্ণাঙ্গ যাগ কৰিছিল। এই কাৰণে জগতত এই তীৰ্থ প্ৰয়াগ (প্ৰ+যাগ) নামে প্ৰসিদ্ধ হৈছে। ১৯ ॥

হে ৰাজেন্দ্ৰ, প্ৰয়াগতে অগস্ত্য মুনিৰ এখন আশ্ৰম আছে। নানা দিক-দিগন্তৰপৰা বহু তপস্বী আহি এই আশ্ৰম শোভিত কৰি থাকে দেখি এই আশ্ৰমক তাপসাৰণ্য বোলে। ২০ ॥

কথিত আছে, কালঞ্জৰ পৰ্ব্বতৰ ওপৰত হিৰণ্য-বিন্দু নামে এখন ডাঙৰ তীৰ্থ আছে। সেই ঠাইতে অগস্ত্য পৰ্ব্বতো আছে। পৰ্ব্বতটো দেখাত ধুনীয়া, পৱিত্ৰ, শ্ৰেষ্ঠ আৰু মঙ্গলদায়ক। ২১ ॥

হে কুৰুনন্দন, মহাত্মা ভাৰ্গৱ মুনিৰ মহেন্দ্ৰ নামে এটা পৰ্ব্বত আছে। পূৰ্বণি কালত প্ৰজাপতি ব্ৰহ্মাই স্বয়ং তাতে যাগ-যজ্ঞ কৰিছিল। ২২ ॥

হে যুধিষ্ঠিৰ ৰজা, যি মণিকৰ্ণিকাত পৱিত্ৰ ভাগীৰথী-গঙ্গা প্ৰৱেশ কৰি পৱিত্ৰ কৰি তুলিছে সেই ঠায়েই ব্ৰহ্মশালা নামে বিখ্যাত। ২৩ ॥

এই ব্ৰহ্মশালাত নিষ্পাপী যোগী ঋষিসকলে তপ-জপাদি কৰি থাকে। সেই ব্ৰহ্মশালা দৰ্শন কৰিলে মানুহ মাত্ৰৰে পুণ্য হয়। ২৪ ॥

ব্ৰহ্মশালাৰ ওচৰতে মাতঙ্গ মুনিৰ কেদাৰ নামেৰে এখন বৰ ডাঙৰ আৰু দেখাত ধুনীয়া আশ্ৰম আছে। তাৰ ওচৰত নানাবিধ ফল-মূল, পবিত্ৰ পানীৰে পৰিপূৰ্ণ কুণ্ডোদ নামেৰে পৰ্ব্বত এটাও আছে। ২৫ ॥

সেই পৰ্ব্বততে পিয়াহত আকুল হোৱা নিষধপতি নল ৰজাই পানী খাই শান্তি লাভ কৰিছিল। সেই পৰ্ব্বততে তপস্বীসকলৰ দ্বাৰা পৰিশোভিত পবিত্ৰ দেৱ-বন আছে। ২৬ ॥

হে মহাৰাজ, পূব দিশত থকা তীৰ্থ, নদী, পৰ্ব্বত আৰু পুণ্যাশ্ৰমবোৰৰ কথা মই আপোনাৰ আগত যথাসাধ্যে বৰ্ণনা কৰিলোঁ। আন তিনিও দিশত থকা ভিন ভিন পুণ্য-তীৰ্থ, নদী, পৰ্ব্বত আৰু পুণ্যাশ্ৰমবোৰৰ মাহাত্ম্য মোৰপৰা আপুনি গ্ৰহণ কৰক। ২৭—২৮ ॥

ইতি মহাভাৰতৰ বনপৰ্ব্বৰ অন্তৰ্গত তীৰ্থ-যাত্ৰা-পৰ্ব্বত ধৌম্যৰ তীৰ্থ-মাহাত্ম্য বৰ্ণন ঃ পূৰ্ব্ব দিশ নামৰ সপ্তাশীতিতম অধ্যায়। ৮৭ ॥

## ॥ অধ্যায় ৮৮ ॥

# ॥ ধৌম্যৰ তীৰ্থ-মাহাত্ম্য-বৰ্ণন ঃ দক্ষিণ দিশ ॥

ধৌম্যই ক'লে,—হে ভাৰত, দক্ষিণ তীৰ্থাদিৰ পুণ্য তীৰ্থবোৰ জ্ঞান অনুসাৰে মই আপোনাৰ আগত বহলাই প্ৰকাশ কৰোঁ। আপুনি শুনক, ১ ॥

লোকমুখে শুনিছোঁ, দক্ষিণফালে পবিত্ৰ গোদাবৰী নদী বৈ আছে। সেই নদীৰ পাৰত বহুত উপবন আছে। সি প্ৰচুৰ জলপূৰ্ণ ; যোগী-ঋষিসকলে তাত নিত্য স্নান-তৰ্পণাদি কৰে। ২ ॥

বেনা আৰু ভগীৰথী নামে দুখন নদী দক্ষিণফালে বৈ আছে। সেই নদীত স্নান কৰিলে মানুহৰ পাপ-ভয় লেশমাত্ৰও নাথাকে। নদী দুখনৰ দুয়ো পাৰ পশু-পক্ষীৰে আৰু যোগী-ঋষিসকলৰ আশ্ৰমেৰে শোভিত। ৩ ॥

হে ভৰতশ্ৰেষ্ঠ, দক্ষিণফালে ৰাজৰ্ষি নৃগৰ পয়োষ্ণী নামে এখনি নদী আছে। তাত প্ৰচুৰ পানী আছে। তাৰ পাৰত বহু পুণ্য-তীৰ্থ আছে। ব্ৰাহ্মণসকলে তাত স্নান-তৰ্পণাদি কৰে। ৪ ॥

সেই নদীৰ পাৰতে মহা-যোগেশ্বৰ, সুকীৰ্ত্তি মাৰ্কণ্ডেয় মুনিয়ে পৃথিৱীৰ অধিপতি সেই নৃগ ৰজাৰ বংশানুক্ৰমে গুণ-গান প্ৰচাৰ কৰিছিল। ৫ ॥

শুনা যায়, সেই ৰজা নৃগই যজমান হৈ যজ্ঞ কৰোঁতে ইন্দ্ৰই স্বয়ং আহি এই নদীৰ পাৰত সোমলতাৰ ৰস পান কৰি আনন্দ উপভোগ কৰিছিল। ব্ৰাহ্মণসকলো নদীৰ পাৰলৈ আহি ৰজাৰপৰা বহু দান-দক্ষিণা লভি সন্তুষ্ট হৈছিল। ৬ ॥

পয়োষ্ণীৰ ওচৰৰ উত্তম বাৰাহ তীৰ্থ'ত যজ্ঞ কৰোঁতে পয়োষ্ণী নদীৰ পানী উদ্ধৃত বা ভূতলস্থ নাইবা বায়ুৰ দ্বাৰা সঞ্চালিত হৈ যজমানৰ গাত পৰিলে তেওঁৰ আজন্ম সকলো পাপ নষ্ট হয়। ৭ ॥

সেই পয়োষ্ণী নদীৰ ওচৰতে মহাদেৱে নিজে তেওঁৰ পবিত্ৰ স্বৰ্গতকৈও উচ্চ শিঙা বাজাটো মাটিত পুতি ৰাখিছে; সেই শিঙাটো দৰ্শন কৰিলে মানুহমাত্ৰেই শিৱপুৰলৈ যায়। ৮ ॥

এফালে পানীৰে পৰিপূৰ্ণ গঙ্গা প্ৰভৃতি নদী, আনফালে অকল পয়োষ্ণী নদী—দুয়োপক্ষৰ তুলনাত পয়োষ্ণী নদীত স্নান-তৰ্পণাদি কৰিলে সকলো পুণ্য-তীৰ্থতকৈ অধিক পুণ্য হয়। ৯ ॥

হে ভৰতশ্ৰেষ্ঠ, আকৌ বৰুণস্ৰোতস পৰ্ব্বতৰ ওপৰত ফল-মূলাদিৰে উপচি পৰা পুণ্য মাঠৰ-বন আৰু এডাল যূপ আছে। ১০ ॥

প্ৰৱেণীৰ উত্তৰ-ফালে মহা-তপস্বী কন্ব মুনিৰ পবিত্ৰ আশ্ৰম। এই আশ্ৰমত নানা গছ-লতাই বেৰি থকা সন্ন্যাসীসকলৰ প্ৰকাণ্ড হাবি এখন থকা বুলি শুনা যায়। ১১ ॥

হে বোপা, সেই অৰণ্যৰ ওচৰত শূৰ্পাৰক তীৰ্থ'ত মহাত্মা জামদগ্নিৰ পাষাণ-তীৰ্থ' আৰু পুনশ্চন্দ্ৰা নামে দুখন যজ্ঞ-বেদী আছে। ১২ ॥

হে কুন্তীপুত্ৰ যুধিষ্ঠিৰ, এই বেদীৰ ওচৰতে বহু আশ্ৰম থকা অশোক তীৰ্থ'। পাণ্ড্য দেশত বাৰুণ তীৰ্থ' আৰু অগস্ত্য তীৰ্থ' আছে। ১৩ ॥

হে মহাৰাজ, পাণ্ড্য দেশতে পবিত্ৰ কুমাৰী তীৰ্থসমূহ আছে। হে কুন্তীপুত্ৰ, ইয়াৰ পাছত তাম্ৰপৰ্ণী তীৰ্থ'ৰ বিৱৰণ মই কওঁ। আপুনি মন দি শুনক। ১৪ ॥

হে ভৰত, য'ত আশ্ৰমত থাকি দেৱতাসকলে মোক্ষ ফল লাভৰ কাৰণে উগ্ৰ তপ কৰিছিল, তিনিও লোকতে গোকৰ্ণ তীৰ্থ' বুলি জনা জাত। ১৫ ॥

হে বোপা, গোকৰ্ণ হ্ৰদ পাপীলোকে চুকি নোপোৱা, চেঁচা পানীৰে পৰিপূৰ্ণ, মনোৰম আৰু অতি পবিত্ৰ। ১৬ ॥

সেই হ্ৰদৰ ওচৰতে দেৱসম পৰ্ব্বতৰ ওপৰত অগস্ত্য মুনিৰ শিষ্যসকলে এখন আশ্ৰম পাতি লৈছে। এই আশ্ৰম নানাবিধ গছ-লতা আৰু ফলমূলেৰে পৰিপূৰ্ণ। ১৭ ॥

তাৰ ওচৰতে সুন্দৰ মণিময় মঙ্গলপ্ৰদ বৈদূৰ্য্য নামৰ পৰ্ব্বত আছে। সেই পৰ্ব্বতৰ ওপৰত অগস্ত্য মুনিৰ নিজা আশ্ৰম। তাত প্ৰচুৰ ফল-মূল আৰু পানী আছে। ১৮ ॥

হে নৰেশ্বৰ, এতিয়া সুৰাষ্ট্ৰ দেশত যিবোৰ পুণ্য দেৱ-মন্দিৰ, আশ্ৰম আৰু নানা হ্ৰদ, নদ নদী আছে, সেইবিলাকৰ কথাও মই কওঁ। ১৯ ॥

হে যুধিষ্ঠিৰ, ব্ৰাহ্মণসকলে কয় যে এই সুৰাষ্ট্ৰ দেশত সাগৰৰ পাৰত চমসোদ্ভেদ আৰু দেৱগণ-সেৱিত প্ৰভাস তীৰ্থ আছে। ২০ ॥

তাৰ ওচৰতে তপস্বীসকলে তপস্যা কৰা শুভকৰ পিণ্ডাৰক তীৰ্থ। সেই তীৰ্থৰ ওচৰতে শীঘ্ৰে ফল দিওঁতা উজ্জয়ন্ত নামে এটা ডাঙৰ পৰ্ব্বত আছে। ২১ ॥

হে যুধিষ্ঠিৰ, সেই উজ্জয়ন্ত পৰ্ব্বতৰ ওপৰত দেৱৰ্ষি-শ্ৰেষ্ঠ নাৰদ মুনিয়ে তাহানি গোৱা সেই পুৰণি স্তুতিবোধৰ কথা মই কওঁ, আপুনি শুনক। ২২ ॥

সুৰাষ্ট্ৰ দেশত যি পবিত্ৰ, অতি ওখ উজ্জয়ন্ত পৰ্ব্বতৰ কথা উল্লেখ কৰা হৈছে, তাত বহু পশু-পক্ষী বাস কৰে। তাৰ ওপৰত তপস্যা কৰি শৰীৰ সন্তাপিত কৰিলে স্বৰ্গত পূজিত হয়। ২৩ ॥

তাতেই পবিত্ৰ দ্বাৰকাপুৰী। যি দ্বাৰকাত সনাতন মধুসূদন সাক্ষাৎ-ৰূপে জ্বলি আছে। সেই সাক্ষাৎ দেৱতাই সনাতন ধৰ্ম্ম। ২৪ ॥

বেদজ্ঞ ব্ৰাহ্মণ আৰু আত্মতত্ত্বদৰ্শী মহাপুৰুষসকলে এই মহাত্মা কৃষ্ণকে সনাতন ধৰ্ম্ম বুলি কয়। ২৫ ॥

পবিত্ৰ বস্তুৰ ভিতৰত গোবিন্দই পৰম পবিত্ৰ, যাবতীয় পুণ্যৰ ভিতৰত গোবিন্দই পৰম পুণ্য আৰু ভালৰ ভিতৰত গোবিন্দই আটাইতকৈ ভাল। এই ত্ৰিজগতত পুণ্ডৰীকাক্ষ কৃষ্ণ সনাতন শ্ৰেষ্ঠ দেৱতা। ২৬ ॥

এই মধুসূদন হৰি অবিনাশী, অথচ বিনাশশীল জীৱাত্মা-স্বৰূপ। সেই অচিন্ত্য পৰমেশ্বৰ মধুসূদন হৰি দ্বাৰকাতে বিৰাজিত হৈ থাকে। ২৭ ॥

ইতি মহাভাৰতৰ বনপৰ্ব্বৰ অন্তৰ্গত তীৰ্থ-যাত্ৰা-পৰ্ব্বত ধৌম্যৰ তীৰ্থ-মাহাত্ম্য-বৰ্ণন ঃ দক্ষিণ দিশ নামৰ অষ্টাশীতিতম অধ্যায়। ৮৮ ॥

## ॥ অধ্যায় ৮৯ ॥

## ॥ ধৌম্যৰ তীৰ্থ-মাহাত্ম্য-বৰ্ণন ঃ পশ্চিম দিশ ॥

ধৌম্যই ক'লে, হে ভৰত-নন্দন, পশ্চিমফালৰ আনৰ্ত্ত ৰাজ্যৰ ভিতৰত যিবোৰ পুণ্য জনপদ, পবিত্ৰ স্থান আছে, আপোনাৰ আগত মই তাৰ বৰ্ণনা দিওঁ, ১ ॥

হে ভাৰত, পশ্চিমফালে পশ্চিম-বাহিনী নৰ্ম্মদা নামে এখন পুণ্য-সলিলা নদী আছে। এই নদীৰ দুয়োপাৰে প্ৰিয়ঙ্গু, আম গছ আৰু বেত-লতাই শোভা কৰি আছে। ২ ॥

হে কুৰুশ্ৰেষ্ঠ, ত্ৰিজগতত যিবোৰ পুণ্য তীৰ্থ, পুণ্য মন্দিৰ, নদী, বন আৰু পৰ্ব্বত আছে, অৰ্থাৎ তাত থকা নৰ-নাৰী, জীৱ-জন্তু, ব্ৰহ্মাৰে সৈতে দেৱ-দেৱতা আৰু

মহা মহা সিদ্ধ-মুনিসকল আছে। এই আটাইবিলাকে নৰ্ম্মদা নদীৰ পবিত্ৰ জলত তীৰ্থ-স্নান কৰিবলৈ আহে। ৩-৪ ॥

সেই নৰ্ম্মদাৰ পাৰত বিশ্ৰবা মুনিৰ এখন আশ্ৰম আছে। এই আশ্ৰমতে নৰ-বাহন কুবেৰৰ জন্ম হৈছিল। ৫ ॥

তাৰ ওচৰতে বৈদূৰ্য্য-শিখৰ নামে এটা পুণ্যময় ডাঙৰ পৰ্ব্বত আছে। সেই পৰ্ব্বতত থকা গছবোৰত সদায় ফুল-ফল থাকে আৰু তাৰ পাতবোৰ সদায় সেউজীয়া। ৬ ॥

হে মহাৰাজ, পৰ্ব্বতৰ টিঙৰ ওপৰত এটা পুখুৰী আছে। সেই পুখুৰীত পদুম ফুল ফুলি থাকে। দেৱতা-গন্ধৰ্ব্বসকলে তাতে আহি আমোদ প্ৰমোদ কৰে। স্বৰ্গ-তুল্য সেই পৰ্ব্বতটোলৈ দেৱৰ্ষিসকলে সদায় যাতায়াত কৰে। পৰ্ব্বতৰ চাৰিওপিনে বহুত আচৰিত ধৰণৰ বস্তু থকা গম পোৱা যায়। ৭-৮ ॥

হে শত্ৰু-নগৰ-বিজয়ী মহাৰাজ, সেই পৰ্ব্বতৰ ওপৰত ৰাজৰ্ষি বিশ্বামিত্ৰৰ বিশ্বা-মিত্ৰা নামে এখন পবিত্ৰ নদী আছে। সেই নদীত বহুত হ্ৰদ আৰু তীৰ্থ আছে। ৯ ॥

সেই নদীৰ পাৰতে সাধু-সমাজৰ মাজত নহুষ ৰজাৰ পুতেক যযাতি শাপভ্ৰষ্ট হৈ পতিত হৈছিল আৰু তেওঁ সনাতন-লোক আৰু ধৰ্ম্ম লাভ কৰিছিল। ১০ ॥

লোক সমাজৰপৰা জনা যায়, বিশ্বামিত্ৰা নদীৰ পাৰতে এটা পুণ্য হ্ৰদ, মৈনাক পৰ্ব্বত, ফলে-ফুলে উপচি থকা অসিত নামে এটা পৰ্ব্বত, কক্ষসেনৰ পুণ্যাশ্ৰম আৰু চ্যবন মুনিৰ প্ৰসিদ্ধ আশ্ৰম আছে। ১১-১২ ॥

হে মহাৰাজ, সেইবোৰ পুণ্য আশ্ৰমত মানুহে সাধাৰণ কষ্টসাধ্য তপস্যাৰ দ্বাৰায়ো মনৰ কামনা পূৰণ কৰিব পাৰে। তাতে তত্ত্বদৰ্শী ঋষিসকলৰ জাম্বমাৰ্গ আশ্ৰম আছে। ১৩ ॥

হে পৰম-সংযমী ৰজা, সেই আশ্ৰম পশু-পক্ষীৰে পূৰ্ণ, আৰু তপস্বীসকলৰ বাসস্থান পুণ্যতমা কেতুমালা ( জম্বুদ্বীপৰ ন-ভাগৰ এভাগৰ নাম ) গঙ্গাদ্বাৰ আৰু ব্ৰাহ্মণবৃন্দই বসতি কৰা সৈন্ধৱাৰণ্য ইয়াতেই। ১৪-১৫ ॥

ইয়াতেই পুষ্কৰ নামৰ পুণ্য ব্ৰহ্ম-সৰোবৰ আছে আৰু বাণপ্ৰস্থী সিদ্ধ ঋষিসকলৰ আশ্ৰম আছে। ১৬ ॥

হে সুকৃতিশ্ৰেষ্ঠ কুৰুবৰ, এই পুষ্কৰ ক্ষেত্ৰত বাস কৰিবলৈ স্বয়ং প্ৰজাপতি ব্ৰহ্মাই এই গাথা গাইছিল। ১৭ ॥

পুষ্কৰলৈ যাওঁ বুলি মনেৰে ইচ্ছা কৰা মনীষীসকলৰো পাপৰাশি এই পুষ্কৰ তীৰ্থই সমূলে বিনাশ কৰে। শেষত তেওঁ স্বৰ্গত আনন্দমনে বাস কৰে। ১৮ ॥

ইতি মহাভাৰতৰ বনপৰ্ব্বৰ অন্তৰ্গত তীৰ্থ যাত্ৰা-পৰ্ব্বত ধৌম্যৰ তীৰ্থ-মাহাত্ম্য-বৰ্ণন : পশ্চিম দিশ নামৰ ঊননৱতিতম অধ্যায়। ৮৯ ॥

॥ অধ্যায় ৯০ ॥

## ॥ ধৌম্যৰ তীৰ্থ-মাহাত্ম্য-বৰ্ণন ঃ উত্তৰ দিশ ॥

হে ৰাজশ্ৰেষ্ঠ, এতিয়া উত্তৰ দিশৰ পুণ্য-তীৰ্থ আৰু দেৱ-মন্দিৰৰ বিৱৰণ আপোনাৰ আগত কওঁ। মন দি শুনক। কথা গ্ৰহণ কৰাৰ লগে লগে আপোনাৰ শুভ শ্ৰদ্ধা বাঢ়ে। ১-২ ॥

হে পাণ্ডৱ, উত্তৰফালে সু-পুণ্যৱতী সৰস্বতী হ্ৰদ আৰু তীৰ্থযুক্তা মহাবেগৱতী সমুদ্ৰগামিনী যমুনা নদী আছে। ৩ ॥

তাতে প্লক্ষাৱতৰণ নামে পুণ্যতৰ শুভ তীৰ্থ আছে, য'ত বেদজ্ঞ ব্ৰাহ্মণসকলে যজ্ঞ কৰি অৱভৃথ স্নান কৰে। ৪ ॥

তাৰ ওচৰতে এঠাইত সৃঞ্জয়ৰ পুতেক সহদেৱে বৰ বহল আৰু ডাঙৰ দীঘল, যজ্ঞ-গৃহ সাজি লৈ বহু যোগী ঋষিৰে সৈতে যাগ-যজ্ঞ কৰিছিল। সেইখিনি ঠাই এতিয়াও অগ্নিশিৰ মহাতীৰ্থ বুলি বিখ্যাত। ৫ ॥

অগ্নিশিৰ তীৰ্থৰ মাহাত্ম্য বঢ়াবৰ বাবে দেৱৰাজ ইন্দ্ৰই গোৱা গাথা আজি-কালিও ব্ৰাহ্মণসকলৰ মুখে মুখে প্ৰচলিত হৈ আছে। ৬ ॥

হে কুৰুশ্ৰেষ্ঠ, যমুনা নদীৰ পাৰত সহাদেৱে বহুবিধ অগ্নি স্থাপন কৰি যজ্ঞত আহুতি দি লক্ষ মুদ্ৰা দান কৰিছিল। ৭ ॥

আকৌ যমুনাৰ পাৰত মহা যশস্যাশালী চক্ৰৱৰ্ত্তী প্ৰাচীন ভৰত ৰজাই এশ আঠ-চল্লিশটা অশ্বমেধ যজ্ঞ কৰিছিল। ৮ ॥

হে বোপা, আগতে শুনিছে যে শৰভঙ্গ মুনিয়ে ব্ৰাহ্মণসকলৰ মনৰ কামনা পূৰ্ণ কৰিছিল। সেই মুনিৰে প্ৰসিদ্ধ মহাপুণ্যাশ্ৰম আছে। ৯ ॥

হে ৰজা যুধিষ্ঠিৰ, পুৰণি কালত বালখিল্য মুনিসকলে যি সৰস্বতী নদীৰ পাৰত উপস্থিত হৈ অৰ্চনা, বন্দনাৰ দ্বাৰা সৰস্বতীৰ উপাসনা কৰিছিল, সদায় সাধুসকলে পূজা কৰা সৰস্বতী নদী সেইফালে আছে। ১০ ॥

হে মানৱশ্ৰেষ্ঠ যুধিষ্ঠিৰ, সেই উত্তৰফালে দৃষদ্বতী নামে এখন পৱিত্ৰ নদী অন-ৱৰত বৈ আছে। সেই নদীৰ ওচৰতে অসীম যশস্যাশালী, মহাতেজস্বী, সুব্ৰত ৰাজৰ্ষিৰ ন্যগ্ৰোধাখ্য, পুণ্যাখ্য, পঞ্চাল্য, দাল্‌ভ্যঘোষ আৰু দাল্‌ভ্য নামে পাঁচখন পুণ্যাশ্ৰম ত্ৰিজগতত জনাজাত হৈ আছিল। ১১-১৩ ॥

শুনিবলৈ পাওঁ, দৃষদ্বতী নদীৰ ওচৰতে নৰ-নাৰায়ণ নামে দুজন কৃষ্ণ-বৰ্ণ অথচ

অবর্ণ (অর্থাৎ গুণত্রয় ৰহিত) ঋষিয়ে পুণ্যবৰ্দ্ধক ছাগুৰ যজ্ঞ এটা কৰিছিল। তেওঁ-লোক বেদজ্ঞ, বেদাধ্যাপক আৰু বৈদিক ক্রিয়ানুষ্ঠানকাৰী আছিল। ১৪ ॥

বহুদিন আগতে বৰুণদেৱতাৰে সৈতে ইন্দ্ৰাদি দেৱতাসকলে লগ লাগি বিশাখ-যূপত তপস্যা কৰিছিল। সেই দিনৰেপৰা বিশাখ-যূপ নামৰ তীৰ্থৰ প্ৰচাৰ হৈ আছে। ১৫ ॥

সেই তীৰ্থৰ ওচৰতে পল্লাশক তীর্থ। সেই তীৰ্থত সুযশস্বী, পূজনীয়, প্ৰভু-পাদ জমদগ্নি ঋষিয়ে যজ্ঞ কৰিছিল। ১৬ ॥

সেই তীৰ্থত শ্ৰেষ্ঠ নদীবিলাকে নিজ নিজ পানীৰে জমদগ্নি মুনিক আগুৰি ধৰি স্বয়ং সেৱা কৰিছিল। ১৭ ॥

হে মহাৰাজ, আকৌ ইয়াতে বিশ্বাবসুৱে মহাত্মা জমদগ্নি মুনিৰ যজ্ঞ দেখি নিজে এই শ্লোক ফাকি গাইছিল, ১৮ ॥

মহাত্মা জমদগ্নি মুনিয়ে দেৱতাৰ উদ্দেশ্যে যজ্ঞ কৰি থাকোঁতে চাৰিওফালৰ নদীবিলাকে মুনিৰ ওচৰত মধুৰ দ্বাৰা ব্ৰাহ্মণসকলৰ তৰ্পণ কৰাইছিল। ১৯ ॥

উত্তৰফালে আকৌ আন আন পৰ্ব্বততকৈ ডাঙৰ-দীঘল ওখ পৰ্ব্বত এটা আছে। সেই পৰ্ব্বতত সদায় গন্ধৰ্ব্ব, যক্ষ, ৰাক্ষস আৰু অপ্সৰাবিলাক বিচৰণ কৰে, কিৰাত-কিন্নৰবিলাক বাস কৰে। ২০ ॥

সেই পৰ্ব্বত (হিমালয়) বেগেৰে ভেদ কৰি গঙ্গা নদী বাহিৰ হৈছিল। সেই ঠাইখিনি ব্ৰহ্মৰ্ষিসকলৰ দ্বাৰা সেৱিত গঙ্গাদ্বাৰ নামে জনাজাত। ২১ ॥

হে কৌৰৱ, সনৎকুমাৰ মুনিয়ে কনখলকে পুণ্যজনক বুলি কয়। পুৰু নামে আৰু এটা পৰ্ব্বত আছে, তাতেই পুৰুৰৱাৰ জন্ম হৈছিল। ২২ ॥

হে মহাৰাজ, ভৃগু মুনিয়ে এই পৰ্ব্বতৰ ওপৰত বিশাল আশ্ৰম পাতি তপ কৰিছিল আৰু মহা মহা ঋষি-মুনিসকলৰ বসতি সেই আশ্ৰমৰ নাম ভৃগুতুঙ্গ। ২৩ ॥

ভূত, ভৱিষ্যত আৰু বৰ্ত্তমান তিনিও কালতে বিদ্যমান, পবিত্ৰ বিশালা নামে এজোপা বগৰী গছৰ তলত সেই মহা যশস্বী নাৰায়ণৰ এখন পুণ্যাশ্ৰম আছে। এই-খনেই ত্ৰৈলোক্য-বিদিত বদৰিকাশ্ৰম। ২৫ ॥

বিশালা বগৰীজোপাৰ ওচৰেদি পবিত্ৰ গঙ্গা নদী এতিয়াও বৈ আছে। সেই গঙ্গাৰ পানীৰ এভাগ তপত, আনভাগ চেঁচা। নদীৰ বালিবিলাক সোণৰ নিচিনাকৈ জ্বলি আছে। ২৬ ॥

মহা তেজস্বী ঋষি-মুনি আৰু দেৱতাসকলে বদৰিকাশ্ৰমত জ্বলি থকা মহাপ্ৰভু নাৰায়ণ দেৱক সাক্ষাৎ পাই নমস্কাৰ কৰে। ২৭ ॥

এই বদৰিকাশ্ৰমত পৰমাত্মা, সনাতন নাৰায়ণ পুৰুষ আবিৰ্ভূত হোৱা বাবে সমগ্ৰ বিশ্ব আৰু সকলো তীৰ্থ-স্থান আৰু মঠ-মন্দিৰ ইয়াতেই মিলিত হৈ আছে। ২৮ ॥

তেওঁ পুণ্যময়, তেওঁ পৰম ব্ৰহ্ম, তেওঁ তীৰ্থ, তেওঁ তপোবন, শ্ৰেষ্ঠ, পৰম দেৱতা,

প্ৰাণীসকলৰ পৰমেশ্বৰ, তেওঁ নিত্য, পৰম আশ্ৰয় আৰু পৰম পদ। শাস্ত্ৰজ্ঞ পণ্ডিতসকলে নাৰায়ণ দেৱক এই বুলি ঠিৰাং কৰি ভৱ-বন্ধনৰপৰা মুক্ত হৈ যায়। ২৯-৩০॥

আদি-পুৰুষ, মহাযোগী নাৰায়ণ যি ঠাইত আছে সেই ঠাইতে দেৱৰ্ষি, সিদ্ধ-মুনি যোগী-ঋষিসকল থাকে। ৩১॥

হে পৃথিৱীপতি মহাৰাজ, সকলো পুণ্যৰে মূল হৈছে এই তীৰ্থ। ইয়াত আপোনাৰ কোনো সংশয় থাকিব নালাগে। পৃথিৱীৰ পুণ্য তীৰ্থ, দেৱ-দেৱীৰ মন্দিৰ, আন আন আশ্ৰমাদিৰ কথা মই ব্যাখ্যা কৰিলো; এই তীৰ্থবোৰত মহা মহা অষ্টবসু, সাধ্য, দেৱতা, আদিত্য, বায়ু, অশ্বিনীকুমাৰ আৰু দেৱতুল্য ঋষিসকলে সদায় আহাৰ-বিহাৰ কৰি থাকে। ৩২-৩৪॥

হে কুন্তীপুত্ৰ যুধিষ্ঠিৰ, শ্ৰেষ্ঠ ব্ৰাহ্মণসকলক আগত লৈ ভাগ্যবান ভায়েক-সকলেৰে সৈতে আপুনি সোনকালে এই তপোবন আৰু তীৰ্থস্থানত বিচৰণ কৰি উৎকণ্ঠা দূৰ কৰিব। ৩৪॥

ইতি মহাভাৰতৰ বনপৰ্ব্বৰ অন্তৰ্গত তীৰ্থযাত্ৰা-পৰ্ব্বত ধৌম্যৰ তীৰ্থ-মাহাত্ম্য-বৰ্ণন ঃ উত্তৰ দিশ নামৰ নৱতিতম অধ্যায়। ৯০॥

॥ অধ্যায় ৯১ ॥

# ॥ যুধিষ্ঠিৰৰ লগত লোমশ মুনিৰ সাক্ষাৎ ॥

বৈশম্পায়ন মুনিয়ে ক'লে,—হে কৌৰৱ-পুত্ৰ মহাৰাজ জন্মেজয়, ধৌম্যই তীৰ্থাদিৰ মাহাত্ম্য এইদৰে কোৱাৰ পিছত সেই মহা তেজস্বী লোমশ মুনি যুধিষ্ঠিৰৰ ওচৰত উপস্থিত হ'ল। ১॥

স্বৰ্গত দেৱতাসকল যিদৰে নম্ৰভাৱে ইন্দ্ৰৰ ওচৰলৈ যায়, তেনেকৈ ভায়েকহঁতেৰে সৈতে অগ্ৰজ যুধিষ্ঠিৰ ৰজা ব্ৰাহ্মণসকলক আগত লৈ মহাভাগ লোমশ মুনিৰ ওচৰলৈ গ'ল। ২॥

ধৰ্ম্মপুত্ৰ যুধিষ্ঠিৰে লোমশ মুনিক যথোচিত অতিথি-সৎকাৰ কৰি ইয়ালৈ অহাৰ কাৰণ আৰু চাৰিওপিনে ঘূৰি ফুৰাৰ প্ৰয়োজন সুধিলে। ৩॥

যুধিষ্ঠিৰে এনে প্ৰশ্ন কৰাত মহা তেজস্বী সেই মুনিবৰে বৰ সুখ পালে, আৰু পাণ্ডৱসকলক আনন্দ দিবলৈ বুলি মৃদু সুৰত ক'লে, ৪॥

হে কুন্তীপুত্ৰ যুধিষ্ঠিৰ, মই কোনো উদ্দেশ্য নোহোৱাকৈয়ে পৃথিৱীৰ চাৰিওফালে ঘূৰি ফুৰি স্বৰ্গলৈ গলো। তাত দেৱৰাজ ইন্দ্ৰক দেখিলো। ৫॥

আপোনাৰ তৃতীয় ভায়েক মহাবীৰ অৰ্জ্জুনকো দেখিলো। হে পুৰুষশ্ৰেষ্ঠ, স্বৰ্গত ইন্দ্ৰৰ অৰ্দ্ধ আসনত অৰ্জ্জুনক বহি থকা দেখি মই বৰ আচৰিত হলো। সেই সময়তে দেৱৰাজ ইন্দ্ৰই মোক দেখা পাই ক'লে, হে মুনিবৰ, আপুনি পাণ্ডু-পুত্ৰসকলৰ ওচৰলৈ যাওক। ৬-৭ ॥

সেয়ে মই ইন্দ্ৰ আৰু অৰ্জ্জুনৰ কথামতে আপোনাক ভায়েকহঁতেৰে সৈতে দেখা-সাক্ষাৎ কৰিবৰ বাবে ইয়ালৈ আহিলো। বোপা পাণ্ডু-পুত্ৰ, মই আপোনাক অতি শুভ বাতৰি দিওঁ। হে মহাৰাজ, ঋষিসকল আৰু দ্ৰৌপদীৰে সৈতে আপুনি সুস্থ-ভাৱে মোৰ কথা শুনক। ৮-৯ ॥

হে ভৰতশ্ৰেষ্ঠ মহাৰাজ, আপুনি অৰ্জ্জুনক যি অস্ত্ৰ লাভ কৰিবলৈ পঠাইছিল অৰ্জ্জুনে সেই অমোঘ অস্ত্ৰ পাশুপত ৰুদ্ৰৰপৰা লাভ কৰিছে। ১০ ॥

সমুদ্ৰ-মন্থনত অমৃতৰপৰা সেই অস্ত্ৰ বাহিৰ হৈছে। এই অস্ত্ৰক ব্ৰহ্মশিৰ বোলে। তপস্যাৰ বলতে পশুপতি ৰুদ্ৰৰ ওচৰলৈ আহিল। সেই অস্ত্ৰ অৰ্জ্জুনে লাভ কৰিলে। ১১ ॥

মন্ত্ৰ পূত কৰি নিক্ষেপ কৰি ওভতাই অনা, নিৰপৰাধীক দগ্ধ কৰি প্ৰায়শ্চিত্ত হোৱা আৰু অস্ত্ৰাঘাতত দুঃখ পোৱাৰ প্ৰতিকাৰ কৰা আদিৰ উপায়েৰে সৈতে সেই বজ্ৰতুল্য, ৰৌদ্ৰ-অস্ত্ৰ আৰু দণ্ডাদি আন অস্ত্ৰ অৰ্জ্জুনে লাভ কৰিছে। ১২ ॥

হে পাৰ্থ, যম, কুবেৰ, বৰুণ আৰু ইন্দ্ৰৰপৰা অতুলনীয় পৰাক্ৰমী অৰ্জ্জুনে দিব্য অস্ত্ৰসমূহ লাভ কৰিছে। ১৩ ॥

বিশ্বাবসুৰ পুত্ৰেক চিত্ৰসেনৰপৰা গীত, নৃত্য, সাম, গান আৰু বাদ্য অনুক্ৰমে নিয়মানুসাৰে শিকিছে। ১৪ ॥

আপোনাৰ ভ্ৰাতৃ ভীমৰ ভায়েক অৰ্জ্জুন এইদৰে অস্ত্ৰ-বিদ্যাত পাৰ্গত হৈ গন্ধৰ্ব-বিদ্যা লভি সুখেৰে স্বৰ্গত আছে। ১৫ ॥

হে যুধিষ্ঠিৰ, দেৱৰাজ ইন্দ্ৰই মোক যি কাৰণে আপোনাৰ ওচৰত এই কথা-খিনি কবলৈ কৈছে, সেই কথা মই ভাঙি পাতি কওঁ। আপুনি মোৰ কথালৈ কাণ দিয়ক। ১৬ ॥

হে দ্বিজোত্তম মুনিবৰ, আপুনি মৰ্ত্ত্যলোকলৈ যাব নিশ্চয়। তালৈ গৈ মোৰ কথামতে যুধিষ্ঠিৰক এইদৰে কব, ১৭ ॥

অস্ত্ৰ-বিদ্যাত পাৰ্গত আপোনাৰ সহোদৰ ভাই অৰ্জ্জুন স্বৰ্গত দেৱতাসকলে সাধিব নোৱৰা মহৎ অসাধ্য কাম সাধন কৰি অতি সোনকালে ইয়ালৈ ঘূৰি আহিব। ১৮ ॥

ভায়েকহঁতেৰে সৈতে আপুনিও তপস্যা কৰক। তপস্যাতকৈ উৎকৃষ্ট বস্তু জগতত একো নাই। এই তপস্যাৰ দ্বাৰা মহৎ ফল লাভ হয়। ১৯ ॥

হে ভৰতশ্ৰেষ্ঠ, মই কৰ্ণক ভালদৰে জানো; কৰ্ণ মহাবীৰ, কৰ্ণ সত্যবাদী, মহা-উৎসাহী, মহা-শক্তিশালী, মহাসমৰত অদ্বিতীয় বীৰ আৰু যুদ্ধ-বিশাৰদ, মহা-ধনুৰ্দ্ধৰ,

মহাস্ত্র প্ৰয়োগত কুশল, উজ্জ্বল কান্তিমান, কাৰ্ত্তিকসদৃশ, সূৰ্য্যৰ পুত্ৰ, হৃষ্ট-পুষ্ট, মহা-বলী আৰু প্ৰভাৱ-সম্পন্ন কৰ্ণক মই জানো। সেইদৰে অৰ্জ্জুনকো জানো; অৰ্জ্জুন উন্নতস্কন্ধ, স্বভাৱতে অসীম শক্তিশালী। কৰ্ণ অৰ্জ্জুনৰ ষোল্ল ভাগৰ এভাগবো যোগ্য নহয়। ২০-২২ ॥

হে শত্ৰুবিজয়ী মহাৰাজ, আপোনাৰ সেই মহাবীৰ কৰ্ণলৈ যি মহা ভয়, সেই ভয়ো অৰ্জ্জুন আপোনাৰ ওচৰ পালেহি তৎক্ষণাৎ মই নিবাৰণ কৰিম। ২৩ ॥

হে বীৰপুৰুষ, এই তীৰ্থ-যাত্ৰাৰ উদ্দেশ্যে আপোনাৰ যে প্ৰবল মানসিক চিন্তা হৈছে, সেই চিন্তা মহৰ্ষি লোমশ মুনিয়ে আপোনাৰ আগত বিশদ ব্যাখ্যাৰে দূৰ কৰিব, ইয়াত কোনো সন্দেহ নাই। ২৪ ॥

হে ভাৰত, তীৰ্থবিলাকত তপ কৰিলে যি যি ফল হয়, সেই সকলো কথা এই ব্ৰহ্মৰ্ষি লোমশে আপোনাক ভাঙি-পাতি বুজাই দিব। তেওঁৰ কথা আপুনি অবিশ্বাস নকৰিব। ২৫ ॥

ইতি মহাভাৰতৰ বনপৰ্ব্বৰ অন্তৰ্গত তীৰ্থযাত্ৰা-পৰ্ব্বত যুধিষ্ঠিৰৰ লগত লোমশ মুনিৰ সাক্ষাৎ নামৰ একনৱতিতম অধ্যায়। ৯১ ॥

## ॥ অধ্যায় ৯২ ॥

## ॥ যুধিষ্ঠিৰৰ প্ৰতি লোমশ মুনিৰ তীৰ্থযাত্ৰা-সংক্ৰান্ত উপদেশ ॥

লোমশ মুনিয়ে ক'লে, যুধিষ্ঠিৰ, স্বৰ্গত অৰ্জ্জুনে মোক লগ পাই কৈছে—মোৰ দাদা যুধিষ্ঠিৰক ধৰ্ম্মসঙ্গত শুভ-সম্পদৰ ভাগী কৰক, ১ ॥

হে তপোধন, আপুনি শ্ৰেষ্ঠ ধৰ্ম্ম আৰু তপ-জপাদি ভালকৈ জানে। ভাগ্যবান ৰজাসকলৰ সনাতন ৰাজকীয় ধৰ্ম্মও জানে, ২ ॥

আপুনি লোক-পাৱনী পৰম তীৰ্থ-ধৰ্ম্মৰ কথাও জানে। গতিকে মোৰ অনুৰোধ, আপুনি পাণ্ডৱসকলক তীৰ্থ পৰ্য্যটন কৰাই তীৰ্থজাত পুণ্য ফলত লিপ্ত কৰাওক, ৩ ॥

ৰজা যুধিষ্ঠিৰে যাতে তীৰ্থলৈ গৈ গো-দান কৰিব পাৰে, তাৰ বাবে আপুনি অশেষ যত্ন কৰিব।—অৰ্জ্জুনে এই বাৰ্ত্তা আপোনাক দিবলৈ মোক কৈছে, ৪ ॥

আপুনি তেওঁক দুৰ্গম সঙ্কটপূৰ্ণ স্থানত ৰক্ষা কৰিব; আপুনি ৰক্ষা কৰিলেই যুধিষ্ঠিৰ ৰজাই নিশ্চয় তীৰ্থলৈ গৈ পুণ্য সঞ্চয় কৰিব, ৫ ॥

দধীচি মুনিয়ে ইন্দ্ৰক আৰু অঙ্গিৰা মুনিয়ে সূৰ্য্যক যেনেকৈ নানা বিপদবপৰা ৰক্ষা কৰিছিল, তেনেকৈ হে দ্বিজোত্তম, আপুনিও পাণ্ডৱসকলক ৰাক্ষসবপৰা সৰ্ব্বতোভাৱে ৰক্ষা কৰিব, ৬ ॥

আপুনি সহায়ত থাকিলে পৰ্ব্বত-প্ৰমাণ অসংখ্য ৰাক্ষস, পিশাচো যুধিষ্ঠিৰৰ ওচৰ চাপিব নোৱাৰে। ৭ ॥

ইন্দ্ৰৰ কথামতে আৰু অৰ্জ্জুনৰ আদেশ অনুসৰি আপোনাক ৰাক্ষসাদিৰ ভয়ৰ-পৰা ৰক্ষা কৰি আপোনাৰ লগত তীৰ্থযাত্ৰা কৰিম। ৮ ॥

হে কুৰুনন্দন, আগতে মই দুবাৰো তীৰ্থলৈ গৈছো। এই তৃতীয়বাৰ আকৌ আপোনাৰ লগত সেই তীৰ্থলৈ যাম বুলি ভাবিছো। ৯ ॥

হে মহাৰাজ যুধিষ্ঠিৰ, পুণ্যশালী ৰাজৰ্ষিসকলে আৰু মনু প্ৰভৃতিয়েও ভয় নিবা-ৰণী তীৰ্থ-যাত্ৰা কৰিছিল। ১০ ॥

হে কুৰুনন্দন, কপটপ্ৰকৃতি, অশুদ্ধচিত্ত, অজ্ঞানী, পাপী আৰু কুটিল মানুহে তীৰ্থ-স্নান নকৰে। ১১ ॥

আপোনাৰ কিন্তু সদায় ধৰ্ম্মত মতি, আপুনি ধৰ্ম্মজ্ঞ, সত্যনিষ্ঠ, আপুনি সম্পূৰ্ণ-ভাৱে সকলো বন্ধনবপৰা মুক্ত হব পাৰিব। ১২ ॥

হে পাণ্ডৱ, আপুনি আগৰ দিনত ভগীৰথ ৰজা, গয়াদি ৰাজবৃন্দ আৰু যযাতি ৰজা সকলো লোকৰে যেনে সম্মানী আছিল, আপুনিও তেনে সকলো লোকৰে মাজত সম্মানী হব। ইয়াত কোনো ভুল নাই। ১৩ ॥

যুধিষ্ঠিৰে ক'লে,—স্বয়ং দেৱৰাজ ইন্দ্ৰই মোৰ কাৰণে চিন্তা কৰিছে। তাত-কৈনো মোৰ অধিক হৰ্ষ কি হব পাৰে! সেই হৰ্ষতে বিভোৰ হৈ পূৰ্ব্বোক্ত কথাৰ কোনো উত্তৰ ভাবি পোৱা নাই। ১৪ ॥

যিজন লোকৰ আপোনাৰ লগত দেখা-সাক্ষাৎ হ'ল, যিজনৰ ভ্ৰাতৃ হৈছে মহাবীৰ অৰ্জ্জুন আৰু যিজনৰ হিতাহিত, জয়-পৰাজয়, স্বয়ং ইন্দ্ৰয়ো ভাবে, সেই-জন লোকতকৈ কোন ডাঙৰ হব পাৰে! ১৫ ॥

তীৰ্থ-দৰ্শনৰ প্ৰতি আপুনি মোক যিভাৱে কৈছে, ধৌম্যৰ কথামতে মোৰ এই বুদ্ধি আগতে উদয় হৈছিল। ১৬ ॥

হে গুৰুদেৱ, আপুনি তীৰ্থ-দৰ্শন কৰিবলৈ যেতিয়া যাব লাগে বুলি ভাবে, আপুনি কব, আমি তৎক্ষণাৎ ওলাই যাম। মই এই কথা স্থিৰ কৰিছো। ১৭ ॥

বৈশম্পায়ন মুনিয়ে ক'লে, তীৰ্থ-যাত্ৰালৈ সাজু হোৱা যুধিষ্ঠিৰক লোমশ মুনিয়ে ক'লে, হে মহাৰাজ, আপুনি নিচেই কম সঙ্গী লগত লব। কাৰণ তীৰ্থত সঙ্গী কম হলেহে ইচ্ছানুসৰি দৰ্শনাদি কৰিব পাৰি। ১৮ ॥

যুধিষ্ঠিৰে ক'লে, মোৰ লগত অহা লোকসকলৰ ভিতৰত যিসকল ভিক্ষাৰী, বামুণ আৰু যতি সন্ন্যাসীয়ে ভোক-পিয়াহ, পথশ্ৰমৰ কষ্ট আৰু জাৰ, পীড়া সহিব নোৱাৰে তেওঁলোক ইয়াৰপৰা ঘূৰি যোৱা উচিত। ১৯ ॥

যিসকল বামুণে মিষ্টান্ন ভাল পায়, ভাত-আঞ্জা, লেহ্য, পেয় আৰু মঙহ আদি নানাতৰহৰ খাদ্য খায় তেওঁলোক ইয়াৰপৰাই ঘূৰি যোৱা উচিত। ২০॥

যিবিলাকে ৰান্ধনি নহলে চলিব নোৱাৰে আৰু মই যিসকলক উপযুক্ত ভোজন আৰু মাহেকীয়া বেতন দি বেলেগভাৱে ৰাখিছো, তেওঁলোকো ঘূৰি যোৱা উচিত হব। ২১॥

যিসকল পূৰ্ববাসী প্ৰজা ভক্তিবশতঃ মোৰ অনুগামী হৈছে তেওঁলোক মহাৰাজ ধৃতৰাষ্ট্ৰৰ ওচৰলৈ যাওক। ২২॥

যাৰ যি উপযুক্ত বেতন তেৱেঁই যথাসময়ত দিব; যদি ৰজা ধৃতৰাষ্ট্ৰই নিদিয়ে, তেতিয়াহলে আমাৰ মঙ্গলাকাঙ্ক্ষী দ্ৰুপদ ৰজাই আপোনালোকক দিব। ২৩-২৪॥

বৈশম্পায়ন মুনিয়ে ক'লে, ইয়াৰ পিছত গভীৰ দুখত অধীৰ হৈ অনেক প্ৰজা, ব্ৰাহ্মণ আৰু যতি সন্যাসী হস্তিনা নগৰলৈ যাত্ৰা কৰিলে। ২৫॥

যুধিষ্ঠিৰৰ সৰল-ভক্তিত মুগ্ধ হৈ অম্বিকাৰ পুত্ৰ ৰজা ধৃতৰাষ্ট্ৰই তেওঁলোকক গ্ৰহণ কৰিলে আৰু নিয়মানুসাৰে ধন-সোণ দি সন্তোষ কৰিলে। ২৬॥

কুন্তীপুত্ৰ যুধিষ্ঠিৰ ৰজা নিচেই কম বামুণ আৰু লোমশ মুনিৰে সৈতে আনন্দমনে কাম্য বনত তিনি ৰাতি বাস কৰিলে। ২৭॥

ইতি মহাভাৰতৰ বনপৰ্ব্বৰ অন্তৰ্গত তীৰ্থযাত্ৰা-পৰ্ব্বত যুধিষ্ঠিৰৰ প্ৰতি লোমশ মুনিৰ তীৰ্থযাত্ৰা সংক্ৰান্ত উপদেশ নামৰ দ্বিনৱতিতম অধ্যায়। ৯২॥

## ॥ অধ্যায় ৯৩ ॥

## ॥ যুধিষ্ঠিৰৰ তীৰ্থ-যাত্ৰা উদ্যোগ ॥

বৈশম্পায়ন মুনিয়ে ৰজাক ক'লে, হে মহাৰাজ, বনবাসী ব্ৰাহ্মণসকলে তীৰ্থযাত্ৰালৈ যো-জা কৰা যুধিষ্ঠিৰৰ ওচৰলৈ গৈ এই কথা ক'লে, ১॥

হে মহাৰাজ, মহাত্মা লোমশ মুনিৰে সৈতে ভায়েকসকলক গত লৈ আপুনি তীৰ্থলৈ যাব। ২॥

কিন্তু হে পাণ্ডৱ, আমাকো তীৰ্থলৈ লৈ যাওক, যিহেতুকে আপুনি নহলে আমি সেই পুণ্য তীৰ্থলৈ যাব নোৱাৰোঁ। ৩॥

হে মানৱশ্ৰেষ্ঠ, বনৰ মাজত হিংস্ৰ জন্তুৰে ভৰি থকা দুৰ্গম, সঙ্কটপূৰ্ণ তীৰ্থবোৰলৈ কম সংখ্যক মানুহ যাব নোৱাৰে। ৪॥

আপোনাৰ ভায়েকসকল মহা ধনুৰ্দ্ধৰ বীৰ। আপোনালোকৰ দ্বাৰা ৰক্ষিত হলে আমিও যাব পাৰোঁ। ৫॥

হে ভূপাল, হে নৰপতি, আপোনাৰ অনুগ্ৰহত তীৰ্থ আৰু বনৰ সুখ-ফল পোৱাৰ কাৰণে আমি ইচ্ছা কৰিছো। ৬ ॥

হে মহাৰাজ, আপোনাৰ শক্তিৰ ওপৰত নিৰ্ভৰ কৰি শুদ্ধাচাৰী আমি তীৰ্থ-দৰ্শন আৰু তীৰ্থ-স্নান কৰি নিষ্পাপ হব পাৰোঁ যেন। ৭ ॥

হে ভাৰত, কাৰ্ত্তবীৰ্য্য ৰজা, অষ্টক ৰাজৰ্ষি, লোমপাদ ৰজা, আৰু জগদ্বিখ্যাত মহা শক্তিশালী ভৰত ৰজাই যি দুষ্প্ৰাপ্য শুভ-লোক লভিছিল, আপুনিও তীৰ্থ-স্নানাদি কৰি সঁচাকৈ সেই দুষ্প্ৰাপ্য শুভ-লোক নিশ্চয় লাভ কৰিব। ৮-৯ ॥

হে মহাৰাজ, আপোনাৰ যদি ব্ৰাহ্মণসকলৰ প্ৰতি দয়া-ভাব থাকে তেন্তে আপোনাৰে সৈতে প্ৰভাসাদি তীৰ্থ, মহেন্দ্ৰাদি পৰ্ব্বত, গঙ্গাদি নদী আৰু অক্ষয় বট বৃক্ষাদি দেখিবলৈ আমি ইচ্ছা কৰোঁ। ১০-১১ ॥

অতি সোনকালে আপুনি আমাৰ বাক্য ৰক্ষা কৰক; তাৰপৰা মঙ্গল হব।

হে মহাবাহু, ৰাক্ষসবিলাকে তপস্যাত বিঘিনি ঘটাবলৈ সদায় তীৰ্থবিলাকত ঘূৰি ফুৰে। সেই ৰাক্ষসবৰপৰা আমাক ৰক্ষা কৰক। ১২ ॥

হে নৰেশ্বৰ, ধৌম্য, বুদ্ধিমান নাৰদ, মহাত্যাগী দেৱৰ্ষি লোমশ মুনিয়ে যি তীৰ্থৰ নাম উল্লেখ কৰিছে, আমাৰ লগত লোমশৰ দ্বাৰা ৰক্ষিত হৈ তীৰ্থ-যাত্ৰাৰ নিয়মানুসাৰে সেইবোৰ পৰ্য্যটন কৰক আৰু পাপ স্খালন কৰক। ১৩-১৫ ॥

ব্ৰাহ্মণসকলৰ দ্বাৰা সৎকৃত হৈ ৰজা পাণ্ডৱশ্ৰেষ্ঠ যুধিষ্ঠিৰে আনন্দ-লোতক পেলাই ভীমসেন আদি বীৰ ভায়েকহঁতৰ দ্বাৰা বেষ্টিত হৈ লোমশ আৰু পুৰোহিত ধৌম্যৰ অনুমতি লৈ ঋষিসকলক ক'লে,—বাৰু, আপানালোক যাব। ১৬-১৭ ॥

তেতিয়া পাণ্ডৱাগ্ৰজ সংযমী যুধিষ্ঠিৰে ভায়েকহঁত আৰু সুন্দৰী দ্ৰৌপদীক লগত লৈ তীৰ্থলৈ যাবলৈ মন মেলিলে। ১৮ ॥

তেওঁলোক যাবলৈ ওলোৱাত মনীষী পূজ্যপাদ ব্যাস, পৰ্ব্বত ৰাজৰ্ষি আৰু নাৰদ মুনি পাণ্ডৱসকলক দেখা কৰাৰ কাৰণে কাম্যক-বনলৈ গ'ল।১৯ ॥

যুধিষ্ঠিৰে তেওঁলোকৰ যথাবিধি অভ্যৰ্থনা কৰিলে। ৰজাৰ অভ্যৰ্থনা পাই তেওঁলোকে যুধিষ্ঠিৰক ক'লে। ২০ ॥

ঋষিসকলে ক'লে, হে যুধিষ্ঠিৰ, হে নকুল-সহদেৱ, হে ভীম, তোমালোক শ্ৰদ্ধাশীল হৈ অন্তৰ নিৰ্ম্মল কৰি শুদ্ধ হৈ তীৰ্থলৈ যোৱাঁ ২১ ॥

শাৰীৰিক সংযম পালন কৰাৰ নাম মানুষ-ব্ৰত আৰু মন শুদ্ধ কৰি বুদ্ধিৰে চলাটোৱেই হৈছে দৈৱ-ব্ৰত। এই ব্ৰতৰ কথা ব্ৰাহ্মণসকলে শাস্ত্ৰত কৈছে। ২২ ॥

হে নৰেশ্বৰ, মন একেবাৰে নিৰ্দ্দোষী হলেহে পবিত্ৰতা আহে কাৰণে সকলো প্ৰাণীৰ প্ৰতি মিত্ৰ-ভাব কৰি শুদ্ধ হৈ তীৰ্থ-দৰ্শন কৰিবাঁ। ২৩ ॥

তোমালোকে দৈৱব্ৰত অৱলম্বন কৰি মন শুদ্ধ কৰি শাৰীৰিক সংযম আদি পালন কৰি শাস্ত্ৰোক্ত তীৰ্থ-ফল লাভ কৰিবা। ২৪ ॥

হে মহাৰাজ, দ্ৰৌপদীৰে সৈতে পাণ্ডৱসকলে উক্ত প্ৰকাৰৰ ব্ৰত কৰিম বুলি প্ৰতিজ্ঞা কৰি স্বৰ্গৰ আৰু পৃথিৱীৰ ঋষি-মুনিৰ দ্বাৰা পাঠ-স্বস্ত্যয়নাদি মঙ্গলাচৰণ কৰালে। লোমশ, ব্যাসদেৱ, নাৰদ আৰু দেৱৰ্ষি পৰ্ব্বতৰ চৰণ-যুগলত সেৱা কৰি ধৌম্য আৰু বনবাসী ব্ৰাহ্মণবিলাকক লগত লৈ আঘোণ মাহৰ পূৰ্ণিমা শেষ হলত পুষ্যা নক্ষত্ৰত তীৰ্থ-যাত্ৰা কৰিলে। ২৫-২৬ ॥

তেওঁলোকে মাটিৰ বন্ধা বাচন লগত লৈ, কৌপীন আৰু পহুৰ ছাল পিন্ধি, মূৰত জটা বান্ধি আৰু শৰীৰ ৰক্ষাৰ্থে অভেদ্য কৱচ বান্ধি তীৰ্থলৈ যাত্ৰা কৰিলে। ২৭ ॥

হে জন্মেজয় ৰজা, যোৱা সময়ত তেওঁলোকে ইন্দ্ৰসেনাদি ভৃত্যসকল, পোন্ধৰখন ৰথ, ৰান্ধনিঘৰত কাম কৰা লোকসকল আৰু আন আন পৰিচাৰকসকলক লগত লৈ হাতত বাণসহ তূণ লৈ আৰু কঁকালত অস্ত্ৰ-শস্ত্ৰ বান্ধি তেওঁলোকে পূবমুখে বাহিৰ হৈ ওলাল। ২৮-২৯ ॥

ইতি মহাভাৰতৰ বনপৰ্ব্বৰ অন্তৰ্গত তীৰ্থ-যাত্ৰা-পৰ্ব্বত যুধিষ্ঠিৰৰ তীৰ্থ-যাত্ৰা উদ্যোগ নামৰ ত্ৰিনৱতিতম অধ্যায়। ৯৩ ॥

॥ অধ্যায় ৯৪ ॥

## ॥ যুধিষ্ঠিৰৰ প্ৰতি লোমশ মুনিৰ ধৰ্ম্মোপদেশ ॥

যুধিষ্ঠিৰে সুধিলে, হে দেৱৰ্ষিশ্ৰেষ্ঠ, আমি নিজক একেবাৰে সম্পূৰ্ণ গুণহীন বুলি নেভাবোঁ, তথাপি আমি যেনেকৈ দুঃখতে অনুতপ্ত হৈ আছো আন কোনো ৰজা তেনেকৈ দুঃখত পৰা নাই। ১ ॥

হে মুনিশ্ৰেষ্ঠ লোমশ, আমাৰ পৰম শত্ৰু দুৰ্যোধনাদি অত্যন্ত নিগুৰ্ণী বুলি ভালকৈ জানো। তেওঁলোকে কোনো দিনে ধৰ্ম্ম আচৰণ কৰা নাই। তথাপি বৰ্ত্তমান যুগত কি কাৰণে ইমান সমৃদ্ধি-সম্পন্ন হৈ উঠিছে? ২ ॥

লোমশে ক'লে, হে পৃথাপুত্ৰ মহাৰাজ, পাপমতি মানুহে পাপৰ দ্বাৰা সম্প্ৰতি সম্পদ লাভ কৰিছে, এই বিষয়ে আপুনি দুঃখ নকৰিব। ৩ ॥

মানুহে প্ৰথমে অধৰ্ম্মৰ দ্বাৰা সম্পদ লাভ কৰে, তাৰ পাছত শুভ-ফল লাভ কৰে, তাৰ পাছত শত্ৰুক পৰাজিত কৰে আৰু শেষত সমূলে বিনষ্ট হয়। ৪ ॥

হে মহাৰাজ, মই ইতিপূৰ্ব্বে বহু দৈত্য-দানৱক পাপৰ বলত ক্ৰমে উন্নতি লাভ কৰি পাছত আকৌ ধ্বংস হৈ যোৱা দেখিছো। ৫ ॥

হে ৰজা, মই ভালদৰে জানো, সত্য যুগত দেৱতাই সদায় ধৰ্ম্ম আচৰণ কৰিছিল, অসুৰ তাৰ ওচৰলৈকে নগৈছিল। ৬ ॥

হে ভাৰত, দেৱতাসকল তীৰ্থলৈ গৈছিল ; কিন্তু অসুৰবোৰ কোনো তীৰ্থলৈ যোৱা নাছিল। হে ভাৰত, অধৰ্ম্মকাৰী অসুৰক গৰ্ব্ব-অহঙ্কাৰে আগতেই স্পৰ্শ কৰিছিল। ৭ ॥

গৰ্ব্বৰপৰা অভিমান উপজিছিল, অভিমানৰপৰা খং উঠিছিল, খঙৰ ফলত কু-কাৰ্য্যত মতি হৈছিল। শেষত তেওঁলোক সমূলে ধ্বংস হৈ গৈছিল। ৮ ॥

লজ্জাবিহীন কু-কাৰ্য্যত আসক্ত, অত্যন্ত হীন বৃত্তাৱলম্বী আৰু ভণ্ড ব্ৰতাচাৰী অসুৰক ক্ষমা, লক্ষ্মী আৰু স্বধৰ্ম্মই সোনকালে এৰা দিলে। ৯ ॥

হে মহাৰাজ, লক্ষ্মী দেৱতাৰ সান্নিধ্যত সদায় অচলা হৈ থাকিল। কু-লক্ষ্মীয়ে অসুৰক স্পৰ্শ কৰি গৰ্ব্ব-অহঙ্কাৰ বঢ়াই দিছিল। তাৰ পৰিণামত গৰ্ব্ব-অহঙ্কাৰত উন্মত্ত হোৱা দৈত্য-দানৱসকলক ঘোৰ কলিয়ে স্পৰ্শ কৰিছিল। কু-লক্ষ্মীয়ে যেতিয়া অসুৰৰ অন্তৰত বসতি কৰিলে তেতিয়া সিইঁত কলিৰ প্ৰভাৱত প্ৰভাৱান্বিত হ'ল। দৰ্পেৰে অভিভূত হোৱা অসুৰে সৎ কৰ্ম্ম ত্যাগ কৰিছিল। সেই চেতনাহীন অভিমানী অসুৰসকল অচিৰে বিনষ্ট হৈছিল। ১০-১২ ॥

যশস্যাবিহীন হৈ দৈত্যবিলাক সমূলে ধ্বংস প্ৰাপ্ত হয়। আনহাতে ধৰ্ম্ম-পৰায়ণ দেৱতাবৃন্দই তীৰ্থ, সাগৰ, নদী, হ্ৰদ, পুখুৰী আৰু পুণ্য দেৱ-মন্দিৰ আদি দৰ্শন কৰিছিল। ১৩-১৪ ॥

হে পাণ্ডৱ, তপ, যজ্ঞ, দান আৰু আশীৰ্ব্বাদৰ ফলতে তেওঁলোকে সকলো পাপকে নিৰ্ম্মূল কৰি সৰ্ব্বত্ৰ শুভ-ফল লাভ কৰিছিল। এইদৰে দেৱতাসকলে সদায় অবৈধ কাৰ্য্য পৰিত্যাগ কৰি বৈধ কাৰ্য্যত ৰত হৈ তীৰ্থাদি দৰ্শন কৰিছিল। তাৰ গুণতে তেওঁলোকৰ পৰম বিভূতি লাভ হৈছিল। ১৫-১৬ ॥

হে ৰাজেন্দ্ৰ, আপুনিও ভায়েকহঁতক লগত লৈ তেনেকৈ পুণ্য তীৰ্থলৈ গৈ তাত স্নানাদি কৰি আগতে হেৰুওৱা ৰাজলক্ষ্মী আকৌ লাভ কৰিব। এইটোৱেই চিৰ-কলীয়া ধৰ্ম্মনীতি। ১৭ ॥

হে জনাধিপতি মহাৰাজ, যেনেকৈ নৃগৰজা উশীনৰৰ পুত্ৰ শিবি ৰজা, ভগীৰথ ৰজা, বসুমনা ৰজা, গয় ৰজা, নুৰ ৰজা, আৰু পুৰুৰৱা ৰাজৰ্ষিয়ে তীৰ্থলৈ গৈ তীৰ্থৰ সুপৱিত্ৰ জলত স্নানাদি কৰি, কঠোৰ তপস্যা সাধন কৰি আৰু মহাপুৰুষসকলৰ দৰ্শন লাভ কৰি পৱিত্ৰ হৈ পুণ্য, যশস্যা আৰু ঐশ্বৰ্য্য লাভ কৰিছিল, তেনেকৈ আপোনাৰো বিপুল সম্পত্তি লাভ হ'ব। ১৭-২০ ॥

যিদৰে পুত্ৰ-পৰিজন আৰু বন্ধু-বান্ধৱেৰে সৈতে ইক্ষাকু ৰজাই, মুচুকুন্দ, মান্ধাতা আৰু মৰুত্ত ৰজাই পুণ্য কীৰ্ত্তি লাভ কৰিছিল আৰু দেৱতা আৰু দেৱৰ্ষিসকলেও তপোবনত যেনেকৈ পুণ্য কীৰ্ত্তি লাভ কৰিছিল, আপুনিও তেনেকৈ সমগ্ৰ পুণ্য কীৰ্ত্তি লাভ কৰিব। ২১॥

অধৰ্ম্ম আৰু মোহৰ বশৱৰ্ত্তী ধৃতৰাষ্ট্ৰৰ পুতেক দুৰ্য্যোধন আদিও দৈত্যসকলৰ দৰে অচিৰতে ধ্বংস হ'ব। ইয়াত আপুনি কোনো সন্দেহ নকৰিব। ২২ ॥

ইতি মহাভাৰতৰ বনপৰ্ব্বৰ অন্তৰ্গত তীৰ্থযাত্ৰা-পৰ্ব্বত যুধিষ্ঠিৰৰ প্ৰতি লোমশ মুনিৰ ধৰ্ম্মোপদেশ নামৰ চতুৰ্ন্নৱতিতম অধ্যায়। ৯৪ ॥

॥ অধ্যায় ৯৫ ॥

## ॥ গয়-যজ্ঞ-বৰ্ণনা ॥

বৈশম্পায়ন মুনিয়ে বজাক ক'লে,—হে পৃথিৱীপালক, যুধিষ্ঠিৰাদি পাণ্ডৱসকল লগ-লাগি সেই পূৰ্ব্বোক্ত তীৰ্থবিলাকত বাস কৰি ক্ৰমে নৈমিষাৰণ্যত উপস্থিত হ'ল । ১ ॥

হে মহাৰাজ, তেওঁলোকে নৈমিষাৰণ্যত গোমতী নদীৰ পাৰত থকা আটাইকেইখন তীৰ্থতে স্নান কৰি গো-দান আৰু ধন-দান কৰিলে । ২ ॥

হে ভাৰত, পাণ্ডৱসকলে সেই ঠাইতে দেৱতা, পিতৃ আৰু ব্ৰাহ্মণসকলক পুনঃ পুনঃ সন্তোষ দান কৰি কন্যা তীৰ্থ, অশ্ব তীৰ্থ, গো তীৰ্থ, কালকোটি তীৰ্থ আৰু বিষপ্ৰস্থ পৰ্ব্বতৰ ওপৰত বাস কৰি বাহুদা নদীৰ পানীত স্নান কৰিলে । ৩-৪ ॥

হে মহীপাল, তাৰপৰা আহি তেওঁলোকে আকৌ দেৱতাৰ যজ্ঞ-ভূমি প্ৰয়াগ তীৰ্থত গা-ধুই তাতে বাস কৰিলে আৰু উগ্ৰ তপস্যা আৰম্ভ কৰিলে ; প্ৰয়াগৰ গঙ্গা-যমুনা মিলন হোৱা ঠাইলৈ গৈ যজ্ঞকাৰী, নিষ্পাপী মহাত্মা পাণ্ডৱসকলে ব্ৰাহ্মণক বহু ধন, সোণ দান কৰিলে । ৪-৬ ॥

হে মহাৰাজ, তাৰ পাছত তেওঁলোকে ব্ৰাহ্মণসকলেৰে সৈতে গৈ তপস্বীসকলৰ নিবাস ব্ৰহ্মবেদীত কিছু দিন বাস কৰিলে । সেই পুণ্য ব্ৰহ্মবেদীত পাণ্ডৱসকলে বন্য ফল-মূলৰ দ্বাৰা ব্ৰাহ্মণসকলক সন্তুষ্ট কৰি তাতে থাকি উত্তম তপস্যা কৰিলে । ৭-৮ ॥

হে অতুলনীয় কান্তিশালী জন্মেজয়, যুধিষ্ঠিৰাদি পাণ্ডৱসকলে ব্ৰহ্মবেদীৰপৰা পুণ্য-ধৰ্ম্মজ্ঞ গয় ৰাজৰ্ষিয়ে সংস্কাৰ কৰা পৰ্ব্বত এটালৈ গল । সেই পৰ্ব্বতৰ ওচৰতে আকৌ গয়শিৰ নামে এটা সৰু পাহাৰ আৰু বেত-লতাই দুয়ো পাৰ শোভা কৰি থকা পুলিন-শোভিতা মহানদী নামে এখন মনোৰম নদী আছে । ৯-১০ ॥

তাতে পবিত্ৰ শৃঙ্গবিশিষ্ট পৰ্ব্বত আৰু ঋষি-সেৱিত পৰম পবিত্ৰ উত্তম ব্ৰহ্মসৰ তীৰ্থ আছে । সেই ঠাইৰপৰাই পুণ্যাত্মা অগস্ত্য ঋষিয়ে যমলোকলৈ যাত্ৰা কৰি-ছিল । ১০-১১ ॥

সেই ক্ষেত্ৰতে সনাতন ধৰ্ম্মৰাজ যম বাস কৰিছিল । হে মহাৰাজ, সকলোবিলাক নদীৰ এই ঠায়েই প্ৰভৱস্থান । ১২ ॥

তাত পিনাকপাণি মহাদেৱ সদায় বিৰাজমান । মহাবীৰ পাণ্ডৱসকলে ইয়াৰে অক্ষয়-বট থকা ঠাইখিনিত চাতুৰ্ম্মাস্য ব্ৰত আৰু মহান ঋষি-যজ্ঞ সমাধা কৰিছিল । ১৩-১৪ ॥

দেৱতাৰ যজ্ঞ ভূমি সেই অক্ষয় বটৰ ওচৰত যাগ-যজ্ঞাদি কৰিলে অক্ষয় ফল হয়। এই ঠাইতে তেওঁলোকে স্থিৰচিত্তে অনশন ব্ৰত কৰিছিল আৰু শত শত তপস্বী ব্ৰাহ্মণ ইয়ালৈ আহিছিল। ১৪—১৫॥

তেতিয়া তেওঁলোকে ঋষি-প্ৰণীত ব্যৱস্থা অনুসাৰে চাতুৰ্ম্মাস্য যজ্ঞ কৰিলে। হে মহাৰাজ, মহাত্মা পাণ্ডৱৰ যজ্ঞত উপস্থিত থকা বিদ্যা আৰু তপস্যাত শ্ৰেষ্ঠ বেদজ্ঞ ব্ৰাহ্মণসকলে পুণ্য কাহিনীবোৰ কবলৈ ধৰিলে। ১৬॥

হে ৰজা, তেওঁলোকৰ মাজৰ বিদ্যা আৰু ব্ৰত অনুশীলনকাৰী কৌমাৰ-ব্ৰতী শমঠ মুনিয়ে অমূৰ্ত্তৰয়া অসুৰৰ পুতেক গয়াসুৰৰ উপাখ্যান কবলৈ ধৰিলে। ১৭॥

শমঠ মুনিয়ে কলে, হে ভাৰত, অমূৰ্ত্তৰয়া অসুৰৰ পুতেকৰ নাম হৈছে গয়াসুৰ। তেওঁ শ্ৰেষ্ঠ ৰাজৰ্ষি। তেওঁৰ কাৰ্য্য-কলাপ অতি পুণ্যময়। সেই পুণ্যময় কাৰ্য্যবোৰ মোৰপৰা শুনক। ১৮॥

হে মহাৰাজ, এই ক্ষেত্ৰতে অপৰিমিত অন্নদান আৰু অশেষ দান-দক্ষিণা কৰি ৰাজৰ্ষি গয়াসুৰে যজ্ঞ কৰিছিল। সেই যজ্ঞত শ, শ, হাজাৰ হাজাৰ ভাতৰ পৰ্ব্বত হৈছিল। ১৯॥

কেবা শ ঘিউৰ হ্ৰদ আৰু দৈ গাখীৰৰ নদী হৈছিল, উৎকৃষ্ট ব্যঞ্জনাদিৰ অসংখ্য সুঁতি তৈয়াৰ হৈছিল। ২০॥

দিনে দিনে এই বস্তুবিলাক দুখীয়া মগনীয়াক প্ৰতি দিনে বিলাই দিছিল। হে মহাৰাজ, আৰু আন আন ব্ৰাহ্মণসকলেও ভালকৈ সংস্কাৰ কৰা অন্ন-উপকৰণাদি ভোজন কৰিছিল। ২১॥

সেই যজ্ঞত দক্ষিণা দিয়াৰ সময়ত ব্ৰাহ্মণসকল ৰজাৰ আশীৰ্ব্বাদসূচক উচ্চ বেদধ্বনি উচ্চাৰিত হৈছিল। সেই ধ্বনিয়ে স্বৰগ ভেদি উঠিছিল। সেই বেদধ্বনিৰ ফলত আন একো কথাই শুনা নগৈছিল। ২২॥

হে ৰজা, সেই পুণ্য বেদধ্বনিয়ে ভূলোক, স্বৰ্গলোক, আকাশ আৰু দশোদিশ পৰিপূৰ্ণ কৰিছিল, ইও এক আচৰিত কথা হৈছিল। ২৩॥

সেই যজ্ঞত সুগন্ধ অন্নাদি ভোজন কৰি পৰিতৃপ্ত হৈ মানুহবিলাকে নানা দেশ-বিদেশত মহা তেজস্বী গয়াসুৰৰ গুণানুকীৰ্ত্তন কৰি কৰি এই গাথাবোৰ গাইছিল। ২৪॥

গয়ৰ যজ্ঞত আজি আৰু কোন প্ৰাণীয়ে খাবৰ ইচ্ছা কৰে? ভোজনৰ অৱশিষ্ট ভাত, তৰকাৰী আদি ভোজ্য-দ্ৰব্যৰ পঁচিশখন পৰ্ব্বত আছে। ২৫॥

মহা প্ৰভাৱশালী গয় ৰাজৰ্ষিয়ে যি যজ্ঞ কৰিছিল এনে যজ্ঞ পূৰ্ব্বত কোনো ৰজা-মহাৰজায়ো কৰা নাছিল, ভৱিষ্যতেও কৰিব নোৱাৰে। ২৬॥

গয়ৰ যজ্ঞত প্ৰদত্ত আহুতিৰ দ্বাৰা তৃপ্ত দেৱতাসকলে আন লোকে দিয়া আহুতি কিদৰে গ্ৰহণ কৰিব? ২৭॥

পৃথিৱীৰ ধূলি, স্বৰ্গৰ তৰা আৰু বৰষুণৰ বিন্দু যেনেকৈ কোনেও লেখ-জোখ কৰিব নোৱাৰে সেইদৰে গয়ৰ যজ্ঞতো দান-দক্ষিণাৰ লেখ-জোখ কৰিব নোৱৰা হৈছিল। ২৮॥

হে মহাৰাজ, এই ব্ৰহ্মসৰৰ ওচৰতে ৰজা গয়াসুৰৰ এনে ধৰণৰ বহু যাগ-যজ্ঞ হৈছিল। ২৯ ॥

ইতি মহাভাৰতৰ বনপৰ্ব্বৰ অন্তৰ্গত তীৰ্থযাত্ৰা-পৰ্ব্বত গয়-যজ্ঞ-বৰ্ণনা নামৰ পঞ্চনৱতিতম অধ্যায় । ৯৫ ॥

## ॥ অধ্যায় ৯৬ ॥

# ॥ অগস্ত্য মুনিৰ উপাখ্যান ॥

বৈশম্পায়ন মুনিয়ে ক'লে, বহু দান-দক্ষিণা কৰি কুন্তীপুত্ৰ যুধিষ্ঠিৰ ৰজাই তাৰপৰা যাত্ৰা কৰি অগস্ত্য মুনিৰ আশ্ৰমত বিশ্ৰাম কৰি দুৰ্জ্জেয় মণিমতী পুৰত বাস কৰিলে । ১ ॥

সেই ঠাইতে থাকিয়েই বাগ্মীবৰ ৰজাই লোমশ মুনিক সুধিলে, অগস্ত্য মুনিয়ে বাতাপি অসুৰক কি কাৰণে বিনাশ কৰিছিল ? ২ ॥

নৰঘাতী সেই দৈত্যৰ বল-শক্তি কিমান ? মহাত্মা অগস্ত্য মুনিৰ কোপানল কিয়ইবা তাৰ গাত পৰিছিল ? ৩ ॥

উত্তৰত লোমশ মুনিয়ে কলে, হে কুৰুনন্দন, ইতিপূৰ্ব্বে মণিমতী নগৰত ইল্বল নামেৰে এজন দৈত্য আছিল । তেওঁৰ ভায়েক হৈছে বাতাপি । ৪ ॥

দিতিপুত্ৰ সেই ইল্বলে তপস্বী ব্ৰাহ্মণ এজনক কলে, আপুনি মোক এটা ইন্দ্ৰতুল্য মহা-তেজস্বী পুত্ৰ-সন্তান বৰ দিয়ক । ৫ ॥

সেই ব্ৰাহ্মণে তেওঁক ইন্দ্ৰসদৃশ পুত্ৰ-বৰ নিদিলে । তেতিয়া ব্ৰাহ্মণৰ প্ৰতি দৈত্য-ৰাজৰ বৰ খং উঠিল । ৬ ॥

হে ৰাজেন্দ্ৰ, সেই সময়ৰপৰা ইল্বল দৈত্যই ব্ৰাহ্মণৰ প্ৰতি ক্ৰুদ্ধ হৈ তেওঁ-লোকক হত্যা কৰিবলৈ ভায়েক বাতাপিক ছাগলীৰ ৰূপ ধৰিবলৈ কয় । ৭ ॥

কোৱা মাত্ৰকে ইচ্ছাৰূপী বাতাপিয়েও তৎক্ষণাৎ ছাগলী আৰু ভেড়াৰ ৰূপ ধৰে । দৈত্যৰাজে সেই মঙহ ৰন্ধাই ব্ৰাহ্মণসকলক খুৱায় আৰু এইদৰে ব্ৰাহ্মণক মাৰিব খোজে । ৮ ॥

ইল্বল অসুৰে যমলোকলৈ যোৱা যাকেই নাম ডাকি মাতিছিল সিয়েই জীৱন্ত হৈ সশৰীৰে দেখা দিছিল । ৯ ॥

সেই কাৰণে বাতাপিক ছাগলী কৰি তাৰ মঙহ ৰন্ধাই ব্ৰাহ্মণক খুৱাই আকৌ বাতাপি বুলি মাতিছিল । ১০ ॥

হে নৰপতি, ব্ৰাহ্মণৰ শত্ৰু, বলবান, মায়াৱী অসুৰ বাতাপিয়ে ইল্বলৰ সেই উচ্চ স্বৰৰ মাত শুনি ব্ৰাহ্মণৰ দেহৰ পাৰ্শ্বদেশ ফালি হাঁহি হাঁহি বাহিৰ হৈছিল। ১১-১২ ॥

এনেকৈ দুষ্টমতি সেই দৈত্যৰাজ ইল্বলে পুনঃ পুনঃ ব্ৰাহ্মণসকলক ভোজন কৰাই বধ কৰিবলৈ ধৰিলে। ১৩ ॥

এই সময়ত অগস্ত্য মুনিয়ে নিজ পিতৃ-পুৰুষসকলক গাঁতৰ ভিতৰত তল মূৰকৈ ওলমি থকা দেখিলে। ১৪ ॥

ওলমি থকা পিতৃগণক মুনিয়ে 'আপোনালোকে এনেদৰে গাঁতৰ ভিতৰত কঁপি জঁপি কিয় আছে' বুলি সুধিলত ব্ৰহ্মবাদী পিতৃগণে উত্তৰ দিলে— তোমাৰ সন্তানৰ অৰ্থেই আমি এইদৰে আছো। ১৫ ॥

তেওঁলোকে অগস্ত্যক ক'লে,— আমি তোমাৰ নিজৰ পিতৃ-পুৰুষ। এই গাঁতত তোমাৰ সন্তান কামনা কৰি ওলমি আছো। ১৬ ॥

হে অগস্ত্য, যদি আমাৰ কাৰণে তুমি উত্তম সন্তান উৎপাদন কৰা তেন্তে আমাৰ এই ঘোৰ নৰকৰপৰা মুক্তি হব। হে পুত্ৰ, তুমিও শুভ গতি লভিবা। ১৭ ॥

সত্যপৰায়ণ, ধাৰ্ম্মিক, মহা তেজস্বী অগস্ত্য মুনিয়ে তেওঁলোকক ক'লে, হে পিতৃসকল, আপোনালোকৰ মনৰ কামনা মই পূৰণ কৰিম। আপোনালোকৰ মনৰ দুঃখ দূৰ হওক। ১৮ ॥

সেই দিনাৰপৰা অবিচ্ছিন্ন সন্তান-সন্ততিৰ চিন্তা কৰি মহাত্মা অগস্ত্য মুনিয়ে সন্তান জন্মাবৰ নিমিত্তে উপযুক্তা ভাৰ্য্যা বিচাৰি নাপালে। ১৯ ॥

মুনিয়ে প্ৰাণীৰ উত্তম অঙ্গবোৰ (মনেৰে) ধাৰণা কৰি এজনী সুন্দৰী নাৰী (মনেৰে) সৃষ্টি কৰিলে। ২০ ॥

মহাতপা অগস্ত্য মুনিয়ে নিজৰ প্ৰয়োজন সাধিবৰ কাৰণে সৃষ্টি কৰা এই তিৰোতা-জনীক সন্তানৰ কাৰণে তপ কৰি থকা বিদৰ্ভ ৰজাক দান কৰিলে। ২১ ॥

উজ্জ্বল বিজুলীৰ নিচিনা শৰীৰৰ কান্তি ধাৰণ কৰি সেই সুমুখী সুন্দৰী বিদৰ্ভ-ৰাজৰ ঘৰত উপজি ডাঙৰ দীঘল হবলৈ ধৰিলে। ২১ ॥

হে ভাৰত, বিদৰ্ভ ৰজাই জন্মা মাত্ৰেই ছোৱালীটি দেখি মনৰ আনন্দতে ব্ৰাহ্মণ-সকলক জনালে। ২৩ ॥

হে মহাৰাজ, ব্ৰাহ্মণসকলে ছোৱালীজনীক অভিনন্দন জনালে আৰু তেওঁৰ নাম লোপামুদ্ৰা ৰাখিলে। ২৪ ॥

হে মহাৰাজ, পানীৰ পদুমৰ দৰে, জুইৰ শিখাৰ নিচিনাকৈ উত্তম ৰূপ ধাৰণ কৰি ছোৱালীটি লহপহকৈ বাঢ়ি আহিল। ২৫ ॥

হে ৰাজেন্দ্ৰ, সুন্দৰ অলঙ্কাৰৰ দ্বাৰা শোভিতা এশ সহচৰী আৰু আন এশ দাসীয়ে সুন্দৰী যুৱতী লোপামুদ্ৰাৰ বশৱৰ্ত্তী হৈ আল ধৰিৰ্লে। ২৬ ॥

স্বৰ্গত শত-সহস্ৰ তৰাৰ মাজত ৰোহিণী তৰা যেনেকৈ জ্বলি থাকে এশ দাসী আৰু এশ সুন্দৰী কন্যাৰ মাজত তেজস্বিনী লোপামুদ্ৰাও সেই দৰে জ্বলি আছিল। ২৭ ॥

পূৰ্ণ-যৌৱনা, সুচৰিত্ৰা আৰু সদাচাৰিণী হোৱা সত্ত্বেও ৰজাৰ ভয়ত কোনো লোকে লোপামুদ্ৰাৰ পাণি গ্ৰহণ কৰিবলৈ আগ বাঢ়ি নাহিল । ২৮ ॥

দেখাত স্বৰ্গৰ অপেশ্বৰীতকৈও ধুনীয়া সেই সত্য-পৰায়ণা লোপামুদ্ৰাই নিজৰ সদাচৰণেৰে পিতৃ আৰু আত্মীয়-স্বজনসকলক আনন্দ দিলে । ২৯ ॥

পিতাকে লোপামুদ্ৰাক ৰূপৱতী, গুণৱতী আৰু যুৱতী হোৱা দেখি ছোৱালীজনী ক'ত বিয়া দিব এই কথা চিন্তা কৰিবলৈ ধৰিলে । ৩০ ॥

ইতি মহাভাৰতৰ বনপৰ্ব্বৰ অন্তৰ্গত তীৰ্থযাত্ৰা-পৰ্ব্বৰ অগস্ত্য মুনিৰ উপাখ্যান নামৰ ষণ্ণৱতিতম অধ্যায় । ৯৬ ॥

॥ অধ্যায় ৯৭ ॥

## ॥ বিদৰ্ভ-ৰাজৰ ছোৱালীৰ লগত অগস্ত্য মুনিৰ বিবাহ ॥

লোমশ মুনিয়ে যুধিষ্ঠিৰক কলে, অগস্ত্য মুনিয়ে লোপামুদ্ৰাক তেওঁৰ গৃহিণী হোৱাৰ উপযুক্তা বুলি ভাবি বিদৰ্ভ-ৰাজৰ ওচৰলৈ গৈ কলে, ১ ।

হে মহাৰাজ, পুত্ৰৰ কাৰণে মোৰ বিয়া কৰাবলৈ ইচ্ছা হৈছে । হে মহীপাল, আপোনাক অনুৰোধ কৰিছো, লোপামুদ্ৰাক মোলৈ সম্প্ৰদান কৰক । ২ ॥

মুনিয়ে এইদৰে ক'লত ৰজা বিমোৰত পৰিল । প্ৰত্যাখ্যান কৰিবলৈও অসমৰ্থ অথচ প্ৰদান কৰিবলৈও অনিচ্ছুক । ৩ ॥

তেতিয়া বিদৰ্ভৰাজে ৰাণীৰ ওচৰলৈ গৈ কলে, মহাশক্তি-সম্পন্ন মহৰ্ষি অগস্ত্যই (তেওঁৰ কথাত মান্তি নহলে) ক্ৰোধান্বিত হৈ আমাক শাপাগ্নিৰ দ্বাৰা ভস্মীভূত কৰিব পাৰে । ৪ ॥

লোপামুদ্ৰাই ৰজা ৰাণীক এই দুঃখতে অস্থিৰ হৈ থকা দেখি কাষ চাপি গৈ কলে, ৫ ॥

মহাৰাজ, মোৰ কাৰণে আপুনি দুঃখ পাব নালাগে । পিতা, অগস্ত্য মুনিলৈ মোক বিয়া দি আপুনি নিজক ৰক্ষা কৰক । ৬ ॥

জীয়েকৰ কথামতে ৰজাই মহাত্মা অগস্ত্য মুনিৰ হাতত বৈদিক অনুষ্ঠান ৰক্ষা কৰি লোপামুদ্ৰাক সম্প্ৰদান কৰিলে । ৭ ॥

অগস্ত্য মুনিয়ে লোপামুদ্ৰাক ভাৰ্য্যা লাভ কৰি কলে, তুমি বহু-মূলীয়া কাপোৰ আৰু অলঙ্কাৰাদি পৰিত্যাগ কৰা । ৮ ॥

স্বামীৰ কথামতে লোপামুদ্ৰাই বহু-মূলীয়া, দেখাত অতি ধুনীয়া আৰু সূক্ষ্ম

সাজ-পাৰ ত্যাগ কৰিলে। তেওঁৰ নয়ন-যুগল আছিল সুদীৰ্ঘ, উৰুদ্বয় আছিল ঠিক কল গছৰ দৰে। ৯ ॥

এতিয়া লোপামুদ্ৰাই কৌপীন, গছৰ বাকলি, পহুৰ ছাল ব্যৱহাৰ কৰিলে আৰু মহা মুনি স্বামীৰ ব্ৰত আচৰণ কৰিলে। ১০ ॥

পূজ্যপাদ অগস্ত্য মুনিয়ে গঙ্গাদ্বাৰত উপস্থিত হৈ স্বামীৰ অনুকূলা ভাৰ্য্যাৰে সৈতে উগ্ৰ তপস্যা আৰম্ভ কৰিলে। ১১ ॥

স্বামীৰ লগত থাকি পৰম শান্তি পাই লোপামুদ্ৰাই বহু সম্মানপূৰ্ব্বক স্বামীৰ সেৱা-শুশ্ৰূষা কৰিলে। অগস্ত্য মুনিয়েও ভাৰ্য্যাৰ প্ৰতি বৰ ভাল পোৱা ভাব দেখুৱালে। ১২ ॥

এইদৰে বহু দিন যোৱাৰ পাছত অগস্ত্য মুনিয়ে তপস্যাৰ দ্বাৰা উজ্জ্বল কান্তি লাভ কৰা লোপামুদ্ৰাই ঋতু-স্নান কৰা বুলি জানিলে। ১৩ ॥

লোপামুদ্ৰাৰ পৰিচৰ্য্যা, পবিত্ৰতা, ইন্দ্ৰিয়-সংযম আৰু ৰূপ-সৌন্দৰ্য্যত প্ৰীতি লাভ কৰি মুনিয়ে মৈথুনৰ নিমিত্তে তেওঁক ওচৰলৈ মাতিলে। ১৪ ॥

স্বামীৰ অনুৰাগিণী লোপামুদ্ৰাই লাজতে তলমুৰা হৈ অগস্ত্যক শ্ৰদ্ধাৰে এই কথা কলে, ১৫ ॥

স্বামীয়ে নিশ্চয় সন্তানৰ নিমিত্তে মোক ভাৰ্য্যা-ৰূপে গ্ৰহণ কৰিছিল। পতিকে যাতে আপোনাৰ প্ৰতি মোৰ প্ৰীতি হয় তেনেভাৱে আচৰণ কৰক। ১৬ ॥

হে বিপ্ৰবৰ, আগতে মই পিতাৰ ঘৰত ৰাজ-অট্টালিকাৰ ভিতৰত যি শয্যাত শয়ন কৰিছিলো, এতিয়াও তেনেকুৱা শয্যাতে আপুনি মোৰ লগত সঙ্গম কৰক। ১৭ ॥

মোৰ ইচ্ছা, আপুনি মালা আৰু অলঙ্কাৰেৰে বিভূষিত হওক ; মইো দিব্য-আভৰণেৰে অলঙ্কৃতা হৈ ইচ্ছামতে আপোনাৰ লগত সঙ্গতা হওঁ। ১৮ ॥

ইয়াৰ অন্যথা, কৌপীন আৰু গেৰুৱা কাপোৰ পিন্ধি মই আপোনাৰ ওচৰলৈ নাযাওঁ। হে বিপ্ৰৰ্ষি, (তপস্বীৰ) এই আভৰণ (ভোগৰ দ্বাৰা) কেতিয়াও অপবিত্ৰ হবলৈ দিব নোৱাৰোঁ। ১৯ ॥

হে বিপ্ৰ-ঋষিবৰ, এই পৰম পবিত্ৰ তপস্বী লোকৰ বেশভূষা চিৰকালৰ কাৰণে মই কেতিয়াও অপবিত্ৰ নকৰোঁ। ১৯ ॥

অগস্ত্যই লোপামুদ্ৰাক কলে,— হে লোপামুদ্ৰা, হে কল্যাণী, হে সুমধ্যমা, তোমাৰ দেউতাৰাৰ ঘৰত যেনে ধন-সম্পত্তি আছে তেনে ধন-সম্পত্তি তোমাৰো নাই, মোৰো নাই। ২০ ॥

লোপামুদ্ৰাই ঋষিক উত্তৰ দিলে,—হে তপোধন, জগতত যিমান ধন-সোণ আছে, আপুনি তপস্যাৰ বলত সেই সকলোখিনি মুহূৰ্ত্ততে সংগ্ৰহ কৰি আনিবলৈ সমৰ্থ—ইয়াত মোৰ কোনো সন্দেহ নাই। ২১ ॥

অগস্ত্য মুনিয়ে কলে, তুমি যি কৈছা সেই কথা সঁচা। কিন্তু এই কামত

তপস্যা ক্ষয় হয়। যাতে মোৰ তপস্যা নষ্ট নহয় অথচ সম্পত্তিও লাভ হয় তেনে-ভাৱে মোক পৰামৰ্শ দিয়ঁা। ২২ ॥

লোপামুদ্ৰাই কলে,—হে তপোধন, মোৰ এই ঋতুকাল কেইদিনমানহে বাকী আছে। ইয়াৰ অন্যথা কৰি মই আপোনাৰ লগত ঋতু-পালন কৰিবলৈ কেতিয়াও ইচ্ছা নকৰোঁ। ২৩ ॥

আপোনাৰ ঋষি-ধৰ্ম্ম লোপ কৰিবলৈ মই ইচ্ছা নকৰোঁ। এইভাৱে আপুনি মোৰ অভিলাস পূৰ্ণ কৰক। ২৪ ॥

অগস্ত্য মুনিয়ে লোপামুদ্ৰাক কলে. হে সুন্দৰী, তোমাৰ মনত যদি এই কামনাই স্থিৰ হৈছে, তেন্তে ধন সংগ্ৰহ কৰিবলৈ গলোঁ, হে ভদ্ৰে, তুমি ইয়াতে আহাৰ-বিহাৰ কৰিবা। ২৫ ॥

ইতি মহাভাৰতৰ বনপৰ্ব্বৰ অন্তৰ্গত তীৰ্থযাত্ৰা-পৰ্ব্বত বিদৰ্ভ ৰজাৰ ছোৱালীৰ লগত অগস্ত্য মুনিৰ বিবাহ নামৰ সপ্তনৱতিতম অধ্যায়। ৯৭ ॥

॥ অধ্যায় ৯৮ ॥

## ॥ অগস্ত্য মুনিৰ ধন-ভিক্ষা ॥

লোমশ মুনিয়ে ক'লে, হে কুৰুনন্দন, তাৰ পাছত মহৰ্ষি অগস্ত্যাই ৰাজ-সমাজত সকলো ৰজাতকৈ অধিক বৈভৱ-সম্পন্ন বুলি জনাজাত ৰজা শ্ৰুতৰ্ব্বাৰ ওচৰত ধন ভিক্ষা কৰিবলৈ গ'ল। ১ ॥

ৰজা শ্ৰুতৰ্ব্বাই মহৰ্ষি অগস্ত্য নিজ-দেশৰ সীমাগুলৈ অহা বুলি জানিব পাৰি মন্ত্ৰীসকলেৰে সৈতে তেওঁৰ ওচৰলৈ গ'ল আৰু মহৰ্ষিক আদৰ-সাদৰকৈ লৈ আহিল। ২ ॥

ৰজা শ্ৰুতৰ্ব্বাই অগস্ত্য মুনিক যথাবিধি অৰ্ঘ্য আদিৰ দ্বাৰা অৰ্চ্চনা কৰি বিনীত-ভাৱে হাত যোৰকৈ তেওঁৰ আগমনৰ কাৰণ সুধিলে। ৩ ॥

অগস্ত্য মুনিয়ে ক'লে, হে পৃথিৱীপতি, মই ধন-প্ৰাৰ্থী হৈ আপোনাৰ ওচৰত উপস্থিত হোৱা বুলি বুজিব। আপুনি অন্য লোকৰ অহিত নকৰাকৈ আপোনাৰ নিজ অংশৰ ধন যথাশক্তি মোক দান কৰক। ৪ ॥

লোমশ মুনিয়ে ক'লে, হে যুধিষ্ঠিৰ, তাৰ পাছত ৰজা শ্ৰুতৰ্ব্বাই মহৰ্ষি অগস্ত্যৰ ওচৰত সম্পূৰ্ণ আয়-ব্যয়ৰ হিছাপ এটি দাঙি ধৰিলে। আৰু ক'লে, হে বিদ্বান মহৰ্ষি, এই ধনৰ যিখিনি অধিক বুলি আপুনি ভাবে তাৰপৰা গ্ৰহণ কৰক। ৫ ॥

তাৰ পাছত সকলো প্ৰাণীতে সম-ভাৱ ব্ৰহ্মৰ্ষি অগস্ত্যই ৰজা শ্ৰুতৰ্ব্বাৰ আয়-ব্যয় সমান দেখিলে আৰু তাৰপৰা ধন গ্ৰহণ কৰিলে অন্য প্ৰাণীবিলাকৰ সকলোপ্ৰকাৰে কষ্ট হ'ব বুলি ভাবিলে। ৬ ॥

পিছত মহৰ্ষি অগস্ত্যই শ্ৰুতৰ্ব্বাক লগত লৈ ব্ৰধ্নশ্ব নামে ৰজাৰ ওচৰলৈ গ'ল। ৰজা ব্ৰধ্নশ্ব নিজ-দেশৰ সীমালৈ আগ বাঢ়ি গৈ তেওঁলোক দুজনক সন্মান কৰি লৈ আহিল। ৭॥

ৰজা ব্ৰধ্নশ্বই তেওঁলোক দুজনক পাদ্য-অৰ্ঘ্য আদি নিবেদন কৰিলে আৰু তেওঁলোকৰ অনুজ্ঞা লৈ আগমনৰ কাৰণ সুধিলে। ৮॥

অগস্ত্যই ক'লে,—হে ৰজা ব্ৰধ্নশ্ব, আপুনি জানিব, আমি দুজন আপোনাৰ ধনাভিলাসী হৈ ইয়াত উপস্থিত হৈছো। আনক দুখ নিদিয়াকৈ আপোনাৰ যি ধন থাকে তাৰে যথাশক্তি আমাক দিয়ক। ৯॥

লোমশ মুনিয়ে ক'লে,—মহৰ্ষি অগস্ত্যৰ এইদৰে কোৱাৰ পিছত ৰজা ব্ৰধ্নশ্বই তেওঁলোক দুজনৰ আগত সম্পূৰ্ণ আয়-ব্যয়ৰ বিৱৰণ জনালে আৰু ক'লে, মহৰ্ষি, এতিয়া আপোনালোক দুজনে মোৰ যিখিনি ধন অধিক বুলি ভাবে তাক গ্ৰহণ কৰক। ১০॥

তাৰ পিছত সেই সমভাৱ-বুদ্ধি মহৰ্ষি অগস্ত্যই ব্ৰধ্নশ্বই দেখুৱা বিৱৰণীৰপৰা আয়-ব্যয় দেখি নিশ্চয় কৰিলে, যদি মই ইয়াৰপৰা ধন গ্ৰহণ কৰোঁ তেনেহলে নিশ্চয় অন্য প্ৰাণীৰ সকলোপ্ৰকাৰে কষ্ট হ'ব। ১১॥

পিছত মহৰ্ষি অগস্ত্য, ৰজা শ্ৰুতৰ্ব্বা আৰু ব্ৰধ্নশ্ব—তিনিওজন পুৰুকুৎস-নন্দন মহাধনী ত্ৰাসদস্যু নামে ৰজাৰ ওচৰলৈ গ'ল। ১২॥

হে মহাৰাজ, ৰাজশ্ৰেষ্ঠ, ইক্ষ্বাকু-বংশীয়, মহামতি ত্ৰাসদস্যুয়ে তেওঁলোকক অহা দেখি নিজ-ৰাজ্যৰ সীমান্তলৈ গৈ যথা-ৰীতি অভিবাদন জনাই আৰু আদৰ-সাদৰেৰে সৎকাৰ কৰি তেওঁলোক অহাৰ কাৰণ সুধিলে। ১৩-১৪॥

অগস্ত্য মুনিয়ে ক'লে,—হে পৃথিৱীপতি, আপুনি জানিব, আমি ধন কামনা কৰি ইয়ালৈ আহিছো। ৰাজ্যৰ আন প্ৰজাসকলক দুঃখ-দুৰ্গতি নিদিয়াকৈ আপোনাৰ নিজ-ধনৰ কিছু অংশ আপুনি আমাক দান কৰক। ১৫॥

লোমশ মুনিয়ে যুধিষ্ঠিৰক ক'লে, তেতিয়া ৰজা ত্ৰাসদস্যুয়ে তেওঁলোকৰ আগত তেওঁৰ সম্পূৰ্ণ আয়-ব্যয়ৰ হিচাপ দিলে আৰু ক'লে, আপোনালোকে এতিয়া আয়-ব্যয় চাই-চিতি অধিকাকৈ যি ধন পায় তাক গ্ৰহণ কৰক। ১৬॥

এইদৰে কোৱাৰ পিছত সমবুদ্ধি মহৰ্ষি অগস্ত্যই হিচাপ চাই আয়-ব্যয় সমান দেখিলে। আৰু তাৰপৰা ধন গ্ৰহণ কৰিলে প্ৰাণীসকলৰ কষ্ট হ'ব বুলি ভাবিলে। ১৭॥

হে মহাৰাজ, তাৰ পিছত সকলো ৰজাই লগ লাগি পৰস্পৰে আলোচনা কৰি মহৰ্ষি অগস্ত্যক কলে, ১৮॥

হে ব্ৰাহ্মণ, দৈত্যৰাজ ইল্বল পৃথিৱীৰ ভিতৰত সকলোতকৈ বেছি ধনশালী। গতিকে আমি সকলোৱে ইল্বল দানৱৰ ওচৰলৈ গৈ ধন ভিক্ষা কৰোঁ। ১৯॥

লোমশ মুনিয়ে ক'লে,—হে মহাৰাজ যুধিষ্ঠিৰ, তেতিয়া ইল্বলৰ ওচৰতে

ভিক্ষা কৰা উচিত হ'ব বুলি ভাবি তেওঁলোক লগে-ভাগে দৈত্যৰাজ ইন্বলৰ ওচৰলৈ গ'ল । ২০ ॥

ইতি মহাভাৰতৰ বনপৰ্ব্বৰ অন্তৰ্গত তীৰ্থ-যাত্ৰা-পৰ্ব্বত অগস্ত্য মুনিৰ ধন-ভিক্ষা নামৰ অষ্টনৱতিতম অধ্যায় । ৯৮ ॥

॥ অধ্যায় ৯৯ ॥

## ॥ লোপামুদ্ৰাৰ পুত্ৰ আৰু পৰশুৰামৰ হৃত-শক্তি-লাভ ॥

লোমশ মুনিয়ে ক'লে, হে ৰজা, ইন্বলে মহৰ্ষি অগস্ত্য-সহিতে ৰজাসকল তেওঁৰ ৰাজ্যত উপস্থিত হোৱা জানি মন্ত্ৰীসকলেৰে সৈতে গৈ তেওঁলোকক যথোচিত সংকাৰ কৰিলে । ১ ॥

হে কুৰুনন্দন, তাৰ পাছত অসুৰশ্ৰেষ্ঠ ইন্বলে ভায়েক বাতাপিৰ মঙহ ৰান্ধি তাৰ দ্বাৰা অতিথি সেৱা কৰিলে । ২ ॥

মেষ-ৰূপধাৰী মহা অসুৰ বাতাপিৰ মঙহ ৰন্ধা দেখি ৰাজৰ্ষিসকল বিষণ্ণ আৰু বিমূঢ় হৈ পৰিল । ৩ ॥

তাকে দেখি ঋষিশ্ৰেষ্ঠ অগস্ত্যই ৰজাসকলক ক'লে, আপোনালোকে বিষাদ নকৰিব । মই অকলে মহা দৈত্য বাতাপিক ভোজন কৰিম । ৪ ॥

এনেদৰে কৈ মহৰ্ষি অগস্ত্য শ্ৰেষ্ঠ আসনত বহিল, আৰু দৈত্য-ৰাজ ইন্বলে হাঁহি হাঁহি পৰিবেশন কৰিবলৈ ধৰিলে । ৫ ॥

অগস্ত্য মুনিয়ে মহা অসুৰ বাতাপিৰ আটাইখিনি মঙহ খাই পেলালে । খোৱা হৈ যোৱাৰ পাছত ইন্বলে বাতাপিৰ নাম মাতিবলৈ ধৰিলে । ৬ ॥

হে ৰোপা,—এনে সময়তে মেঘ গৰ্জ্জনৰ দৰে ভয়ঙ্কৰ শব্দ কৰি মুনি অগস্ত্যৰ অধোবায়ু নিঃসৰণ হ'ল । ৭ ॥

দৈত্যপতি ইন্বলে বাৰে বাৰে মাতিবলৈ ধৰিলে, হে বাতাপি, তুমি ওলাই আঁহা, ওলাই আঁহা । হেঁ ৰজা, তেতিয়া মহৰ্ষি অগস্ত্যই খিকিকিয়াই হাঁহি ইন্বলক ক'লে, ৮ ॥

সেই অসুৰ বাতাপিক মই জীৰ্ণ কৰিছো, শক্তিকে ক'ৰপৰা ওলাব । দৈত্যপতি ইন্বল মহা দৈত্য বাতাপি জীৰ্ণ হোৱা শুনি বৰ দুঃখিত হ'ল । ৯ ॥

ইন্বলে মন্ত্ৰীসকলেৰে সৈতে হাত যোৰকৈ অতিথিসকলক এই কথা কবলৈ ধৰিলে : আপোনালোক কি কাৰণে ইয়াত উপস্থিত হৈছে ? কওকচোন শাক, মই আপোনালোকৰ কাৰণে কি কৰোঁ । ১০ ॥

তেতিয়া মহৰ্ষি অগস্ত্যই হাঁহি মুখে ইল্বলক ক'লে,—হে অসুৰ, আমি তোমাক শক্তিশালী ৰজা আৰু প্ৰচুৰ ধনাধিপতি বুলি ভাবিছো । ১১ ॥

এই ৰজাসকল অতি ধনবান্ নহয় । ইঁপিনে মোৰ বহু ধনৰ আৱশ্যক । এতেকে অন্য জীৱক কষ্ট নিদিয়াকৈ তোমাৰ নিজ-ধনৰ যথাশক্তি কিছু ভাগ দান কৰ্'া । ১২ ॥

তেতিয়া ইল্বলে মহৰ্ষি অগস্ত্যক প্ৰণাম কৰি ক'লে, হে মহৰ্ষি, মই কি দিবৰ যোগ্য আপুনি যদি কব পাৰে তেনেহলে মই আপোনাক ধন দিম । ১৩ ॥

অগস্ত্য মুনিয়ে ক'লে,—হে মহা অসুৰ, তুমি এওঁলোক প্ৰতিজন ৰজাক দহ হাজাৰকৈ গৰু আৰু দহ হাজাৰকৈ সোণৰ মুদ্ৰা দিব খুজিছা । ১৪ ॥

মোক এই ৰজাবিলাকক দিয়াতকৈ দুগুণ গৰু আৰু সোণৰ মুদ্ৰা, এখন সোণৰ ৰথ, মনৰ দৰে বেগৱন্ত দুটা ঘোঁৰা দিব খুজিছা । ১৫ ॥

তুমি ৰথখন ততালিকে পৰীক্ষা কৰি চোৱাঁ, ই স্পষ্টকৈ সোণৰ ৰথ । মহৰ্ষি অগস্ত্যই এইদৰে কোৱাত ভ্ৰাতৃ-মৰণ-দুঃখত দুঃখিত দৈত্যপতি ইল্বলে মহৰ্ষি অগস্ত্যক বিচৰাতকৈও অধিক ধন দিলে । ১৬ ॥

হে ভৰতকুলনন্দন, সেই সোণৰ ৰথত বিৰাৱ আৰু সুৰাৱ নামে দুটা অতি দ্ৰুতগামী ঘোঁৰা জুৰি দিলে । ৰথৱাহী সেই ঘোঁৰা দুটাই নিমিষতে মহৰ্ষি অগস্ত্যেৰে সৈতে ৰজাসকলক আৰু ধনবিলাক অগস্ত্য মুনিৰ আশ্ৰমলৈ লৈ গ'ল । ১৭-১৮ ॥

অগস্ত্য মুনিৰ আশ্ৰম পোৱাৰ পিছত শ্ৰুতৰ্ব্বা প্ৰভৃতি ৰজাসকল মুনিৰ আজ্ঞা অনুসৰি নিজ নিজ ৰাজধানীলৈ গুচি গ'ল, আৰু মহৰ্ষি অগস্ত্যয়ো তেওঁৰ ভাৰ্য্যা লোপামুদ্ৰাৰ সকলো অভিলাষ পূৰণ কৰিলে । ১৮ ॥

লোপামুদ্ৰাই ক'লে, হে ভগৱান, আপুনি মোৰ সকলো অভিলাষ পূৰণ কৰিলে, এতিয়া মোৰ গৰ্ভত এটি অত্যন্ত শক্তিশালী পুত্ৰ উৎপাদন কৰক । ১৯ ॥

অগস্ত্যই ক'লে, হে কল্যাণী, হে শুভে, তোমাৰ সদ্ব্যৱহাৰত মই সন্তুষ্ট হৈছো । কিন্তু পুত্ৰ সম্বন্ধে তোমাৰ ওচৰত মই এটি চিন্তাৰ কথা কওঁ শুনা, ২০ ॥

তোমাৰ গৰ্ভত এহাজাৰ পুত্ৰই হওক, অথবা দশ শত তুল্য এশ পুত্ৰই হওক নাইবা একশ তুল্য দহজন পুত্ৰই হওক, সিহঁতৰ একজনেই হাজাৰজনক জয় কৰিব পৰা হ'ব । ২১ ॥

লোপামুদ্ৰাই ক'লে, হে তপোধন, হাজাৰ পুত্ৰৰ সমান একজন পুত্ৰই হওক । বহু অসাধু পুত্ৰতকৈ একজন বিদ্বান পুত্ৰও শ্ৰেষ্ঠ । ২২ ॥

লোমশ মুনিয়ে ক'লে, হে মহাৰাজ,—তোমাৰ কথাই হওক—এই বুলি কৈ মহাত্মা অগস্ত্য মুনিয়ে সমান চৰিত্ৰশালিনী শ্ৰদ্ধাযুক্ত পত্নী লোপামুদ্ৰাৰে সৈতে যথা-সময়ত সংগম কৰিলে । ২৩ ॥

অগস্ত্য মুনি লোপামুদ্ৰাৰ গৰ্ভাধান কৰি বনলৈ গুচি গ'ল । মুনি বনলৈ যোৱাৰ পাছত সেই গৰ্ভ মাতৃ-জঠৰত সাত বছৰ বাঢ়িবলৈ ধৰিলে । ২৪ ॥

হে ভৰত-নন্দন, সাত বছৰ অতিবাহিত হৈ যোৱাৰ পাছত শক্তি আৰু প্ৰতাপৰ

দ্বাৰা প্ৰজ্বলিত হৈ সেই গৰ্ভ মাতৃ-জঠৰৰপৰা বহিৰ্ভূত হ'ল আৰু তেওঁৰ নাম হ'ল মহাকবি দৃঢ়স্যু । ২৫ ॥

ঋষি-পুত্ৰ দৃঢ়স্যুৱে বেদাঙ্গ আৰু উপনিষদেৰে সৈতে সমগ্ৰ বেদ অধ্যয়ন কৰি ব্ৰাহ্মণসকলৰ ভিতৰত মহাদ্বিজ হৈ উঠিল । ২৬ ॥

তেজস্বী দৃঢ়স্যুৱে ল'ৰা-কালতেই পিতৃ-গৃহত যজ্ঞীয় কাষ্ঠৰ ভাৰ বহন কৰিছিল। সেইবাবে তেওঁৰ নাম ইধ্মবাহ-ৰূপে বিখ্যাত হ'ল । ২৭ ॥

মহৰ্ষি অগস্ত্য পুত্ৰ ইধ্মবাহৰ অধ্যয়ন আৰু কাষ্ঠ বহনাদি কাৰ্য্য-কলাপ দেখি অতি আনন্দিত হ'ল। হে ভৰতনন্দন, মহৰ্ষি অগস্ত্যই এনেকুৱা উত্তম সন্তান জন্ম দিলে । ২৮ ॥

হে ৰজা, তাৰ পাছত মহৰ্ষি অগস্ত্যৰ পিতৃসকলে যথোচিত স্থান লাভ কৰিলে। তাৰ পাছত সেই ঠাই পৃথিৱীৰ ভিতৰত অগস্ত্যাশ্ৰম নামে বিখ্যাত হ'ল । ২৯ ॥

প্ৰহ্লাদ-গোত্ৰ-সম্ভূত মহা অসুৰ বাতাপিক যি অগস্ত্য মুনিয়ে এইদৰে প্ৰশমিত কৰিছিল, এয়ে সেই ৰমণীয়, নানা গুণ-সম্পন্ন মহৰ্ষি অগস্ত্যৰ আশ্ৰম । ৩০ ॥

আশ্ৰমৰ ওচৰতে দেৱ-গন্ধৰ্ব্ব-সেৱিতা পুণ্য-সলিলা এই ভাগীৰথী নৈয়ে নভো-মণ্ডলত বতাহত কঁপি থকা পতাকাৰ নিচিনা সুশোভিত হৈ আছে । ৩১ ॥

সেই ভাগীৰথী নদী গিৰি-শৃঙ্গবোৰত বাধা পাই ক্ৰমে চাপৰ শিলবোৰৰ ওপৰেদি সন্ত্ৰস্তা সৰ্পিণীৰ দৰে সদায় প্ৰৱাহিত হৈ আছে । ৩২ ॥

জননীয়ে সন্তানক আপ্যায়িত কৰি ৰখাৰ নিচিনাকৈ প্ৰথম মহাদেৱৰ জটাৰপৰা নিৰ্গত হিমগিৰি-প্ৰৱাহিত সমুদ্ৰৰ প্ৰিয়তমা মহিষী গঙ্গাই সমস্ত দক্ষিণ দিশকে প্লাৱিত কৰি ৰাখিছে। সেই পৰম পৱিত্ৰ গঙ্গা নদীত ইচ্ছানুসাৰে স্নান কৰাঁ । ৩৩ ॥

হে মহাৰাজ যুধিষ্ঠিৰ, জানিবা, এইখন মহৰ্ষিসকলে আশ্ৰয় কৰি থকা ত্ৰিলোক-বিখ্যাত ভৃগু মুনিৰ তীৰ্থ । ৩৪ ॥

এই তীৰ্থত স্নান কৰি পৰশুৰামে নষ্ট তেজ ফিৰাই পাইছিল। হে পাণ্ডুনন্দন যুধিষ্ঠিৰ, তুমি ভায়েৰাইত আৰু দ্ৰৌপদীৰে সৈতে এই তীৰ্থত স্নান কৰি দুৰ্য্যোধনৰ দ্বাৰা হৃত আপোন-তেজ পৰশুৰামে ৰামৰ লগত শত্ৰুতা কৰি নষ্ট হোৱা শক্তি ঘূৰাই পোৱাৰ দৰে ঘূৰাই লোৱাঁ । ৩৫—৩৬ ॥

বৈশম্পায়নে ক'লে, হে জনমেজয়, ৰজা যুধিষ্ঠিৰে ভায়েক ভীম, অৰ্জ্জুন, নকুল, সহদেৱ আৰু ভাৰ্য্যা দ্ৰৌপদীৰে সৈতে সেই পুণ্যজলা গঙ্গাত স্নান কৰি দেৱ-পিত্ৰাদিৰ তৰ্পণ কৰিলে । ৩৭ ॥

হে নৰশ্ৰেষ্ঠ, গঙ্গা তীৰ্থত স্নান কৰা ৰজা যুধিষ্ঠিৰৰ ৰূপ তেজস্বীতকৈও তেজস্বী হৈ উঠিল আৰু শত্ৰুবিলাকৰ অসহনীয় হ'ল । ৩৮ ॥

হে ৰাজেন্দ্ৰ, পাণ্ডুনন্দন যুধিষ্ঠিৰে লোমশ মুনিক সুধিলে, হে প্ৰভু, হে ভগ-ৱান, কি কাৰণে পৰশুৰামৰ শক্তি নাশ হৈছিল, কেনেকৈবা ঘূৰাই পালে, এই কথা মই জানিব খোজোঁ, অনুগ্ৰহ কৰি বৰ্ণনা কৰক । ৩৯ ॥

লোমশ মুনিয়ে ক'লে, হে ৰাজেন্দ্ৰ যুধিষ্ঠিৰ, ধীমান ৰাম আৰু পৰশুৰামৰ চৰিত্ৰ শ্ৰৱণ কৰাঁ। পূৰ্বণি কালত ৰাৱণ-বধৰ কাৰণে বিষ্ণু সশৰীৰে মহাৰাজ দশৰথৰ পুত্ৰৰূপে জন্ম গ্ৰহণ কৰে। পাছত আমি তেওঁক অযোধ্যা নগৰত দশৰথৰ পুত্ৰৰূপে দেখিবলৈ পাওঁ। ৪০-৪১ ॥

কৰ্ম্মবীৰ দশৰথ-পুত্ৰ ৰামৰ ধনু-ভঙ্গাদি পৰাক্ৰমৰ কথা শুনি ঋচীক-বংশজ ৰেণুকা-তনয় ভৃগুনন্দন পৰশুৰামে শ্ৰীৰামচন্দ্ৰক চাবলৈ আগ্ৰহ কৰি ক্ষত্ৰিয়-সংহাৰক দিব্য-ধনু হাতত লৈ অযোধ্যা নগৰীলৈ আহে। ৪২-৪৩ ॥

অযোধ্যাধিপতি ৰজা দশৰথে পুত্ৰ ৰামৰ শক্তি পৰীক্ষা কৰিবলৈ পৰশুৰাম তেওঁৰ ৰাজ্যৰ সীমালৈ আহিছে বুলি শুনি পৰশুৰামক আগ বঢ়াই আনিবলৈ ৰামক পঠাই দিলে। হে কুন্তীনন্দন যুধিষ্ঠিৰ, ৰাম হাতত সুতীক্ষ্ণ অস্ত্ৰ-শস্ত্ৰলৈ পৰশুৰামৰ ওচৰ চাপিল। তাকে দেখি পৰশুৰামে হাঁহি মাৰি ক'লে, হে প্ৰভাৱশালী ৰাজেন্দ্ৰ, যদি তোমাৰ শক্তি আছে, তেনেহলে যি ধনুৰ দ্বাৰা মই ক্ষত্ৰিয়-কুল ধ্বংস কৰিছিলো সেই ধনুত গুণ আৰোপ কৰাঁ। পৰশুৰামে এইদৰে কোৱাত শ্ৰীৰামচন্দ্ৰই ক'লে, হে ভগৱান, আপুনি মোক তিৰস্কাৰ নকৰিব। ৪৪-৪৭ ॥

সকলো দ্বিজাতিৰ ভিতৰত মধ্যে ক্ষত্ৰিয়-ধৰ্ম্ম পালন কৰাত অধম নহওঁ, বিশেষকৈ ইক্ষ্বাকু-বংশীয় ক্ষত্ৰিয়ই নিজ-বাহুবলৰ প্ৰশংসা নকৰে। ৪৮ ॥

ৰামচন্দ্ৰই এইদৰে কোৱাৰ পিছত পৰশুৰামে ক'লে, হে ৰাম, অযথা বাক্য ব্যয় কৰাৰ কোনো আৱশ্যক নাই, চাওঁ, এই ধনুখন বিস্তৃত কৰাঁচোন। ৪৯ ॥

তাৰ পাছত দশৰথ-তনয় শ্ৰীৰামচন্দ্ৰই ক্ৰোধান্বিত হৈ ক্ষত্ৰিয়-বীৰ-সংহাৰক দিব্য ধনুখন পৰশুৰামৰ হাতৰপৰা আনি ললে। ৫০ ॥

হে ভাৰত, ৰামচন্দ্ৰই সেই ধনুত হেলাৰঙে গুণ আৰোপ কৰিলে। তাৰ পাছত প্ৰবল পৰাক্ৰমী ৰামচন্দ্ৰই মিচিকি হাঁহি মাৰি গুণত শব্দ কৰি বাণ এৰি দিলে। ৫১ ॥

বজ্ৰপাতৰ শব্দৰ নিচিনা ৰামৰ ধনুষ্টঙ্কাৰ শুনি সকলো প্ৰাণী সন্ত্ৰস্ত হৈ উঠিল। এই সময়তে দশৰথ-পুত্ৰ ৰামে পৰশুৰামক ক'লে, হে ব্ৰাহ্মণ, এই চাওক ধনুত গুণ আৰোপ কৰিলো, কওক, আৰু আপোনাৰ মান কি কৰিব লাগে। তেতিয়া পৰশুৰামে মহাত্মা ৰামক এপাট দিব্য-বাণ দি ক'লে, এই বাণ ধনুত লগাই তোমাৰ কাণৰ ওচৰলৈ টানি আনা। ৫২-৫৩ ॥

লোমশ মুনিয়ে ক'লে,—হে মহাৰাজ, পৰশুৰামৰ এই কথা শুনি ৰামে খঙতে জ্বলি পকি উঠি ক'লে, হে ভাৰ্গৱ, আপুনি বৰ অহঙ্কাৰী হৈছে। আপোনাৰ দৰ্প শুনিছো, তথাপি ক্ষমা কৰিছো। ৫৪ ॥

আপুনি পিতামহ ব্ৰহ্মাৰ অনুগ্ৰহত ক্ষত্ৰিয়সকলক জয় কৰি শক্তি লাভ কৰিছে। নিশ্চয় সেই কাৰণে মোক নিন্দা কৰিছে। ৫৫ ॥

মই আপোনাৰ চকুত দিব্য-দৃষ্টি দিওঁ, তাৰে আপুনি মোৰ যথাৰ্থ ৰূপ চাই লওক। হে ভৰত-কুলনন্দন, হে যুধিষ্ঠিৰ, তাৰ পাছত পৰশুৰামে ৰামচন্দ্ৰৰ শৰীৰত

দ্বাদশ আদিত্য, অষ্ট বসু, একাদশ ৰুদ্ৰ, সাধ্য-নামক দেৱতাসকল, ঊনপঞ্চাশ বায়ু, পিতৃগণ, অগ্নিদেৱ, নক্ষত্ৰ, গ্ৰহ, গন্ধৰ্ব্ব, ৰাক্ষস, যক্ষ, নদ-নদী, তীৰ্থ, সনাতন ব্ৰহ্ম, ভৃত, বালখিল্য প্ৰভৃতি ঋষি, দেৱৰ্ষি, সপ্ত-সমুদ্ৰ, সকলো পৰ্ব্বত, উপনিষদেৰে সৈতে বেদ, বষট্‌কাৰ যজ্ঞ, চৈতন্যশালী সামগান আৰু ধনুৰ্ব্বেদ, মেঘসমূহ, বৰষুণ আৰু বিদ্যুতো দেখিবলৈ পালে। ৫৬-৬০ ॥

তাৰ পাছত বিষ্ণুৰূপী ভগৱান ৰামচন্দ্ৰই পৰশুৰাম-প্ৰদত্ত বাণ নিক্ষেপ কৰিলে। হে ভাৰত, সেই সময়ত সমগ্ৰ পৃথিৱী মেঘবিহীন শুকান বিদ্যুৎ আৰু উল্কাৰ দ্বাৰা পৰিব্যাপ্ত হৈ উঠিল। আকাশ ধূলিৰে আচ্ছন্ন হ'ল। পৃথিৱীত মুষলধাৰে বৰষুণ হ'ল। বাৰে বাৰে ভূমিকম্প আৰু মহৎ উৎপাতসূচক শব্দৰ গৰ্জ্জন হ'বলৈ ধৰিলে। ৬১-৬২ ॥

শ্ৰীৰামচন্দ্ৰৰ হাতৰপৰা প্ৰেৰিত হোৱা প্ৰজ্বলিত সেই বাণে পৰশুৰামক বিহ্বল কৰি কেৱল তেওঁৰ শক্তি হৰণ কৰিয়েই ঘূৰি আহিল। ৬৩ ॥

পৰশুৰামে মূৰ্চ্ছা গৈ আকৌ চৈতন্য লাভ কৰিলে। চৈতন্য লাভ কৰিয়েই বিষ্ণু-তেজ-স্বৰূপ ৰামচন্দ্ৰক প্ৰণাম কৰিলে। তাৰ পাছত ভগৱান বিষ্ণুৰূপী ৰামচন্দ্ৰৰ আজ্ঞা লৈ মহেন্দ্ৰ পৰ্ব্বতলৈ গ'ল। তাত গৈ ভয়-ভীত আৰু লজ্জিত হৈ মহাতপস্যাত নিমগ্ন হ'ল। ৬৪-৬৫ ॥

এনেদৰে এবছৰ কাল অতীত হৈ যোৱাৰ পাছত পৰশুৰামক শক্তিহীন, অভিমান-শূন্য আৰু দুঃখিত হৈ থকা দেখি পিতৃসকলে কবলৈ ধৰিলে। ৬৬ ॥

পিতৃসকলে ক'লে,—হে পুত্ৰ, তুমি বিষ্ণুৰ লগত যি আচৰণ কৰিলা, নিশ্চয় সেইটো ঠিক হোৱা নাই। সেই বিষ্ণু সদায় তিনিও লোকৰে পূজনীয় আৰু মাননীয়। ৬৭ ॥

হে পুত্ৰ, তুমি বধূসৰ নামে পৱিত্ৰ নদীলৈ যোৱা। সেই পুণ্য-তীৰ্থত স্নান কৰি আকৌ আগৰ নিচিনা শক্তিশালী শৰীৰ লাভ কৰিব পাৰিবা। ৬৮ ॥

হে পৰশুৰাম, সেইখন দীপ্তোদক নামেৰে তীৰ্থ। তাতে তোমাৰ প্ৰপিতামহ ভৃগু মুনিয়ে সত্য যুগত উত্তম তপস্যা কৰিছিল। ৬৯ ॥

হে কুন্তীনন্দন যুধিষ্ঠিৰ, পিতৃ-বাক্যমতে পৰশুৰামে সকলো কৰিলে। হে পাণ্ডু-পুত্ৰ, এই তীৰ্থত স্নান কৰি হৃত-শক্তি পুনঃ ঘূৰাই পালে। ৭০ ॥

হে তাত মহাবাহু যুধিষ্ঠিৰ, এইদৰে পুৰণি কালত সুকঠিন কৰ্ম্মকাৰী পৰশুৰামে বিষ্ণু-স্বৰূপ ৰামচন্দ্ৰক পাই এনেকুৱা অৱস্থাপন্ন হৈছিল। ৭১ ॥

ইতি মহাভাৰতৰ বনপৰ্ব্বৰ অন্তৰ্গত তীৰ্থ-যাত্ৰা-পৰ্ব্বত লোপামুদ্ৰাৰ পুত্ৰ আৰু পৰশুৰামৰ হৃত-শক্তি লাভ নামক একোনশততম অধ্যায়। ৯৯ ॥

॥ অধ্যায় ১০০ ॥

## ॥ বজ্র-নিৰ্ম্মাণ-উপাখ্যান ॥

যুধিষ্ঠিৰে ক'লে, হে দ্বিজশ্ৰেষ্ঠ, সেই বুদ্ধিমান মহৰ্ষি অগস্ত্যৰ কাৰ্য্য-কলাপ আকৌ বহলাকৈ শুনিবলৈ ইচ্ছা কৰোঁ। ১ ॥

লোমশ মুনিয়ে ক'লে,—হে মহাৰাজ যুধিষ্ঠিৰ, অসীম শক্তিশালী মহৰ্ষি অগস্ত্যৰ প্ৰভাৱ, আৰু দিব্য, অদ্ভুত, অলৌকিক কথা মই বৰ্ণনা কৰোঁ, শুনা, ২ ॥

সত্য যুগত যুদ্ধত মত্তলীয়া, অতি নিৰ্দ্দয় কালকেয় নামে এটি বিখ্যাত দৈত্যৰ দল আছিল। ৩ ॥

বিবিধ অস্ত্ৰ-শস্ত্ৰৰ দ্বাৰা সুসজ্জিত হৈ কালকেয় নামে দৈত্যৰ দলটোৱে বৃত্ৰাসুৰক আশ্ৰয় কৰি মহেন্দ্ৰ প্ৰভৃতি দেৱতাসকলক চাৰিওপিনৰপৰা আক্ৰমণ কৰিলে। ৪ ॥

তাৰ পাছত দেৱতাসকলে বৃত্ৰাসুৰক বধ কৰিবলৈ যত্ন কৰি দেৱৰাজ ইন্দ্ৰক আগত লৈ ব্ৰহ্মাৰ ওচৰলৈ গ'ল। ৫ ॥

গৈ ব্ৰহ্মাৰ ওচৰত কৰযোৰে থিয় দিলে। তাকে দেখি ব্ৰহ্মাই দেৱতা-সকলক ক'লে, হে দেৱতাসকল, তোমালোক যি উদ্দেশ্য লৈ ইয়াত আহিছা মই সকলো জানিছো। ৬ ॥

মই বৃত্ৰাসুৰক বধ কৰিবলৈ এটি উপায় দিওঁ শুনা। দধীচি নামে এজন মহৰ্ষি আছে। তেওঁ অত্যন্ত উদাৰ। তোমালোক সকলোৱে লগ লাগি তেওঁৰ ওচৰত প্ৰাৰ্থনা কৰাঁগৈ। ধৰ্ম্মপ্ৰাণ, মহৰ্ষি দধীচিয়ে আনন্দমনে তোমালোকৰ ইপ্সিত বস্তু দি দিব। ৭-৮ ॥

বিজয়-অভিলাষী তোমালোক সকলোৱে একে লগ হৈ সেই মুনি দধীচিক কবাঁ, স্বৰ্গ, মৰ্ত্ত্য, পাতাল এই তিনি লোকৰ হিতৰ কাৰণে আমাক আপোনাৰ শৰীৰৰ অস্থি প্ৰদান কৰক। ৯ ॥

তোমালোকে দধীচি মুনিৰ ওচৰত অস্থি-ভিক্ষা কৰাৰ পাছত মহৰ্ষি দধীচিয়ে যোগ-বলৰ দ্বাৰা তনু ত্যাগ কৰি নিজৰ অস্থি প্ৰদান কৰিব আৰু তোমালোকে তেওঁৰ অস্থিৰ দ্বাৰা সুদৃঢ় ভয়ঙ্কৰ বজ্ৰ নিৰ্ম্মাণ কৰিবাঁ। ১০ ॥

বজ্ৰৰ আকৃতি ছয় কুণীয়া হব লাগিব আৰু এই বজ্ৰ মহাশত্ৰু-নাশক ভয়ঙ্কৰ শব্দকাৰী হব। সেই বজ্ৰৰ দ্বাৰায় ইন্দ্ৰই নিশ্চয় বৃত্ৰাসুৰক বধ কৰিব। ১১ ॥

তোমালোকক মোৰ কৰলগীয়া সকলো কলো। এতিয়া তোমালোকে অতি সোনকালে তাৰ ব্যৱস্থা কৰ'গৈ। ব্ৰহ্মাই দেৱতাসকলক এইদৰে কোৱাৰ পাছত দেৱতাসকল ব্ৰহ্মাৰ আদেশ লৈ নাৰায়ণক আগত লৈ নানা গছ-লতাৰে সুশোভিত সৰস্বতী নদীৰ আন পাৰত থকা মহৰ্ষি দধীচিৰ আশ্ৰমলৈ গ'ল। ১২-১৩ ॥

ভ্ৰমৰৰ গুঞ্জনেৰে সেই আশ্ৰম এনেকুৱা শব্দ-যুক্ত হৈছিল যেন সাম-গান কৰা ব্ৰাহ্মণসকলে সামবেদ পাঠ কৰিবলৈহে ধৰিছে। পুংস-কোকিলৰ ৰৱ আৰু ক্ষুদ্ৰ পশু-পক্ষীৰ কোলাহলেৰে পৰিপূৰ্ণ হোৱা বাবে ভাব হয়, সেই আশ্ৰম যেন জীৱন্ত। ১৪ ॥

সেই আশ্ৰমত বাস কৰা সিংহ প্ৰভৃতি হিংস্ৰ জন্তুবিলাকে কেতিয়াও কাকো হিংসা নকৰে। সেইবাবে হিংস্ৰ জন্তুক ভয় নকৰাকৈ মহ, গাহৰি, কেটেলা পহু আৰু শৰ পহুবিলাক আশ্ৰমৰ চাৰিওপিনে চৰি ফুৰে। ১৫ ॥

গণ্ডস্থলৰ উপৰিভাগৰপৰা মদৰ ধাৰা বৈ থকা মাখুন্দী আৰু দ'তাল হাতী-বোৰে পৃথিৱীৰ পানীত জলক্ৰীড়া কৰি আশ্ৰমৰ চাৰিওপিনে শব্দ কৰি ফুৰিছিল। ১৬ ॥

পৰ্ব্বতৰ গুহা আৰু কন্দৰশায়ী সিংহ, বাঘ আৰু অন্য জন্তুবিলাকে বৰ ডাঙৰ ডাঙৰকৈ শব্দ কৰিছিল আৰু সেই শব্দৰ দ্বাৰা আশ্ৰমখন মুখৰিত হৈ পৰিছিল। ১৭ ॥

অন্যান্য আশ্ৰমতকৈ অধিক শোভা-বিশিষ্ট, সুৰম্য, স্বৰ্গ-সদৃশ সেই দধীচি মুনিৰ আশ্ৰমত দেৱতাসকল উপস্থিত হ'লগৈ। ১৮ ॥

সেই আশ্ৰমত শৰীৰৰ কান্তিৰে সাক্ষাৎ পিতামহ ব্ৰহ্মাৰ নিচিনা, সূৰ্য্যৰ সমান তেজস্বী, অত্যন্ত দীপ্তিমান দধীচি মুনিক দেখিবলৈ পালে। ১৯ ॥

হে ৰজা, দেৱতাসকলে মহৰ্ষি দধীচিৰ চৰণত অভিবাদন আৰু প্ৰণাম জনাই ব্ৰহ্মাই কোৱামতে বৰ ভিক্ষা কৰিলে। ২০ ॥

তেতিয়া মহৰ্ষি দধীচিয়ে পৰম প্ৰসন্ন হৈ দেৱতাসকলক এনেদৰে ক'লে, হে দেৱতাসকল, আজি মই যি কৰিলে আপোনালোকৰ মঙ্গল হয় তাকে কৰিম। মোৰ এই শৰীৰ মই নিজেই ত্যাগ কৰিম। ২১ ॥

এইদৰে কৈ মনুষ্যশ্ৰেষ্ঠ, জিতেন্দ্ৰিয়, মহৰ্ষি দধীচিয়ে তৎক্ষণাৎ নিজ-প্ৰাণ ত্যাগ কৰিলে। তাৰ পাছত দেৱতাসকলে ব্ৰহ্মাৰ উপদেশ অনুসৰি দধীচি মুনিৰ মৃত শৰীৰৰপৰা অস্থি ললে। ২২ ॥

হৰ্ষোল্লাস-পৰিপূৰ্ণ দেৱতাসকলে শত্ৰু-জয়ৰ আশা কৰি বিশ্বকৰ্ম্মাৰ ওচৰলৈ গৈ বজ্ৰ নিৰ্ম্মাণৰ বাবে সকলো বিবৰি কলে। পৰম পৱিত্ৰ স্ৰষ্টা প্ৰজাপতিয়ে দেৱতাসকলৰ বাক্য শুনি অতি যত্ন সহকাৰে বজ্ৰ নিৰ্ম্মাণ কৰিলে। বজ্ৰ নিৰ্ম্মাণ কৰি আনন্দ মনেৰে ইন্দ্ৰক ক'লে,—হে দেৱ, আজিয়েই এই ভয়ঙ্কৰ বজ্ৰেৰে দেৱ শত্ৰু, উৎকট বৃত্ৰাসুৰক ভস্মীভূত কৰক। ২৩-২৪ ॥

এইদৰে শক্ৰ নিধন কৰি দেৱতাবিলাকেৰে সৈতে সুখেৰে স্বৰ্গত থাকি স্বৰ্গৰাজ্য শাসন আৰু পালন কৰক। বিশ্বকৰ্ম্মাই এনেকৈ কোৱাৰ পাছত দেৱৰাজ ইন্দ্ৰই আনন্দমনে প্ৰজাপতিৰ হাতৰপৰা বজ্ৰ গ্ৰহণ কৰিলে। ২৫ ॥

ইতি মহাভাৰতৰ বনপৰ্ব্বৰ অন্তৰ্গত তীৰ্থযাত্ৰা-পৰ্ব্বত বজ্ৰ-নিৰ্ম্মাণ-উপখ্যান নামৰ শততম অধ্যায়। ১০০ ॥

॥ অধ্যায় ১০১ ॥

## ॥ বৃত্ৰাসুৰ-বধোপাখ্যান ॥

লোমশ মুনিয়ে ক'লে, হে মহাৰাজ, তাৰ পাছত বজ্ৰধাৰী ইন্দ্ৰ বলৱান দেৱতা-সকলৰ দ্বাৰা সুৰক্ষিত হৈ আকাশ-পাতাল জুৰি থকা মহাবীৰ বৃত্ৰাসুৰৰ ওচৰলৈ গ'ল। ১ ॥

সেই সময়ত অস্ত্ৰ-শস্ত্ৰেৰে সজ্জিত, শৃঙ্গযুক্ত, পৰ্ব্বত-সদৃশ, মহাকায় কালকেয় নামে দৈত্যবিলাকে বৃত্ৰাসুৰক চাৰিওপিনে আগুৰি ধৰি ৰক্ষা কৰি আছিল। ২ ॥

হে ভৰতশ্ৰেষ্ঠ যুধিষ্ঠিৰ, তাৰ পাছত দেৱতা আৰু দৈত্যসকলৰ মাজত মুহূৰ্ত্ত কাল ভীষণ যুদ্ধ হ'ল আৰু সেই যুদ্ধই লোকসমূহত ত্ৰাসৰ সঞ্চাৰ কৰিলে। ৩ ॥

বীৰসকলে বাহুৰে তুলি লৈ শত্ৰু-শৰীৰলৈ নিক্ষেপ কৰা তৰোৱালসমূহ চূৰ্ণ-বিচূৰ্ণ হৈ ভীষণ শব্দ হৈছিল। ৪ ॥

হে মহাৰাজ, আকাশৰপৰা পৃথিৱীৰ তললৈ বাগৰি পৰা শত্ৰুৰ মূৰবিলাক গছৰপৰা খহি পৰা তাল-ফলৰ নিচিনা দেখা হৈছিল। ৫ ॥

কালেয় দৈত্যসকলে সোণৰ কৱচ পিন্ধি হাতত পৰিঘ অস্ত্ৰ লৈ দাৱানল-দগ্ধ পৰ্ব্বতৰ নিচিনাকৈ দেৱতাবিলাকক আগুৰি ধৰিলে। ৬ ॥

বুকু ফিন্দাই শত্ৰুক আক্ৰমণ কৰিবলৈ চেঁচা মাৰি অহা সেই দৈত্যবিলাকৰ শক্তি সহ্য কৰিব নোৱাৰি দেৱতাসকল ভয়তে ছত্ৰ-ভঙ্গ দি পলাবলৈ ধৰিলে। ৭ ॥

দৈত্যৰ ভয়ত দেৱতাসকল পলোৱা দেখি সহস্ৰলোচন দেৱৰাজ পুৰন্দৰ দৈত্য-বিলাকৰ শক্তি বঢ়া বুলি অনুমান কৰি অত্যন্ত মোহগ্ৰস্ত হৈ পৰিল। ৮ ॥

কালেয় দৈত্যৰ ভয়ত ভীত হৈ ইন্দ্ৰই তৎক্ষণাৎ সেই সৰ্ব্বশক্তিমান প্ৰভু নাৰায়ণৰ আশ্ৰয় ললে। ৯ ॥

সনাতন বিষ্ণুৱে ইন্দ্ৰক অত্যন্ত মোহগ্ৰস্ত হোৱা দেখি ইন্দ্ৰৰ শক্তি বঢ়াবলৈ দেৱৰাজ ইন্দ্ৰত নিজৰ শক্তি অৰ্পণ কৰিলে। ১০ ॥

তাৰ পিছত ভগৱান বিষ্ণুৰ দ্বাৰা ইন্দ্ৰক সুৰক্ষিত হোৱা দেখি দেৱতা আৰু শুদ্ধান্তঃকৰণ ব্ৰহ্মৰ্ষিসকলে নিজ নিজ শক্তি অৰ্পণ কৰিলে। ১১ ॥

বিষ্ণু আৰু মহানুভৱ ঋষি আৰু দেৱতাসকলৰ শক্তিৰে ইন্দ্ৰ অত্যন্ত বলশালী হৈ উঠিল। ১২ ॥

দেৱৰাজ ইন্দ্ৰ বলবান হোৱা বুলি জানি বৃত্ৰাসুৰে ভয়ঙ্কৰ শব্দেৰে গৰ্জ্জন কৰিবলৈ ধৰিলে। সেই গৰ্জ্জনত পৃথিৱীৰ দশোদিশ, আকাশ, স্বৰ্গ, আৰু পৰ্ব্বত—সকলো কঁপি উঠিল্। ১৩ ॥

হে ৰজা, তাৰ পাছত বৃত্ৰাসুৰৰ ভয়ঙ্কৰ গৰ্জ্জন শুনি দেৱৰাজ ইন্দ্ৰই অত্যন্ত সন্ত্ৰস্ত আৰু ভয়-ভীত হৈ অতি সোনকালে বৃত্ৰাসুৰক বধ কৰিবলৈ দধীচি মুনিৰ অস্থি-নিৰ্ম্মিত মহৎ বজ্ৰ নিক্ষেপ কৰিলে। ১৪ ॥

ইন্দ্ৰৰ বজ্ৰৰ দ্বাৰা আহত হৈ সুবৰ্ণ-মাল্যধাৰী মহা দৈত্য সেই বৃত্ৰাসুৰে পুৰণি কালত বিষ্ণুৰ হাতৰপৰা পিছলি পৰা মহা পৰ্ব্বত মন্দৰগিৰিৰ নিচিনাকৈ পৃথিৱীত বাগৰি পৰিল। ১৫ ॥

মহা দৈত্য সেই বৃত্ৰ নিহত হোৱাৰ লগে লগে ইন্দ্ৰই ভয়তে পীড়িত হৈ সৰোবৰত প্ৰৱেশ কৰিবলৈ লৰ ধৰিলে। ইন্দ্ৰই ভয়তে হাতৰপৰা বজ্ৰ নিক্ষিপ্ত হোৱা সত্ত্বেও নোহোৱা বুলি আৰু বৃত্ৰাসুৰ মৰা সত্ত্বেও নমৰা বুলি ভাবিলে। ১৬ ॥

দেৱতা আৰু মহৰ্ষিসকলে পৰম প্ৰসন্ন আৰু আনন্দিত হৈ ইন্দ্ৰদেৱৰ স্তুতি কৰিবলৈ ধৰিলে। তাৰ পাছত দেৱতাসকলে লগ লাগি বৃত্ৰাসুৰৰ মৃত্যু হোৱাত শোকাভিভূত দৈত্যবিলাকক বধ কৰিলে। ১৭ ॥

সংগঠিত দেৱতাসকলৰ শক্তিলৈ ভয় কৰি দৈত্যবিলাকে মাছ, ধৰিয়াল প্ৰভৃতি জল-জন্তুৰে ভৰি থকা অগাধ সমুদ্ৰত প্ৰৱেশ কৰিলে আৰু সকলোৱে মিলি স্বৰ্গ, মৰ্ত্ত্য, পাতাল—এই তিনি লোক বিনাশৰ কাৰণে মন্ত্ৰণা কৰিবলৈ ধৰিলে। তাতে নিজ-বুদ্ধিত বিশ্বাস থকা কিছুমান দৈত্যই বিভিন্ন উপায় বৰ্ণনা কৰিলে। ১৮-১৯ ॥

বহু সময় আলোচনা কৰাৰ পাছত অসুৰবিলাকে এটা ভয়ানক বুদ্ধি সাজিলে; বিদ্বান আৰু তপস্বী যিসকল, সেইসকলক আগেয়ে বিনাশ কৰিব লাগিব। কাৰণ তপস্যাৰ বলতে ত্ৰিজগতৰ স্থিতি সম্ভৱ হৈছে। ২০ ॥

এতেকে তপস্যা-বিনাশৰ কাৰণে তোমালোকে লৰালৰি কৰা আৰু পৃথিৱীত যিবিলাক তপস্বী, ধৰ্ম্মবিদ আৰু ধৰ্ম্ম-পৰায়ণ লোক আছে সিহঁতক তুৰন্তে বধ কৰা। সিহঁত নাশ হলে জগতৰে নাশ হ'ব। ২১-২২ ॥

এইদৰে জগৎ-বিনাশৰ উপায় বিচাৰি উলিয়াই দৈত্যসকল অতি আনন্দিত হৈ পৰিল আৰু বৰুণৰ বাসস্থান প্ৰবল তৰঙ্গ-পৰিপূৰ্ণ, বিবিধ বস্তুৰ আকৰ, সমুদ্ৰ-ৰূপ দুৰ্গক আশ্ৰয় কৰিলে। ২৩ ॥

ইতি মহাভাৰতৰ বনপৰ্ব্বৰ অন্তৰ্গত তীৰ্থ-যাত্ৰা-পৰ্ব্বত বৃত্ৰাসুৰ-বধোপাখ্যান নামৰ একাধিকশততম অধ্যায়। ১০১ ॥

## ॥ অধ্যায় ১০২ ॥

# ॥ বিষ্ণু-স্তুতি ॥

লোমশ মুনিয়ে ক'লে, বৰুণৰ নিবাস-স্থান জলনিধি সমুদ্ৰক আশ্ৰয় কৰি কালেয় নামে দৈত্যৰ দলটো তিনি লোকৰ বিনাশৰ কাৰণে তৎপৰ হৈ উঠিল। ১ ॥

সিহঁতে ক্ৰোধান্বিত হৈ নিতৌ ৰাতি পুণ্য-স্থান আৰু আশ্ৰমবিলাকত বসতি কৰা-সকলক ভক্ষণ কৰিবলৈ ধৰিলে। ২ ॥

সেই দুৰাত্মা কালেয় দৈত্যদলে বশিষ্ঠ মুনিৰ আশ্ৰমত এশ সাতাসিজন তপস্বী ব্ৰাহ্মণক খাই পেলালে। ৩ ॥

আৰু ব্ৰাহ্মণসকলৰ নিবাস-ভূমি পবিত্ৰ চ্যৱন মুনিৰ আশ্ৰমলৈ গৈ সেই দৈত্য-হঁতে ফল-মূল খাই জীয়াই থকা এশ মুনিক খাই পেলালে। ৪ ॥

এইদৰে সিহঁতে ৰাতি হলে মুনিসকলক বিনাশ কৰে আৰু দিনত সমুদ্ৰত প্ৰবেশ কৰি থাকে। ভৰদ্বাজ মুনিৰ আশ্ৰমত বায়ু আৰু পানী আহাৰ কৰি থকা কুৰিজন সংযমী ব্ৰহ্মচাৰী নিধন কৰিলে। এনেকৈ বাহুবলত মতলীয়া দানৱসকলে ৰাতি সকলোবিলাক আশ্ৰমতে নানা প্ৰকাৰে উৎপীড়ন কৰিবলৈ ধৰিলে। কাল-প্ৰেৰিত কশ্যপ-ভাৰ্য্যা কালাৰ তনয় দৈত্যবিলাকে বহু ব্ৰাহ্মণ বিনাশ কৰিলে। হে মনুষ্যশ্ৰেষ্ঠ, দেহৰ বিনাশ হলেও যি তপস্যাৰ বিনাশ নহয় তেনেহেন তপোৰূপ ধনৰ দ্বাৰা ধনবান তপস্যা-ৰত তপস্বীসকলক অত্যাচাৰ কৰি থকা দৈত্যসকলৰ এই ষড়যন্ত্ৰ কোনো মানুহে জনা নাছিল। ৫-৮ ॥

ৰাতিপুৱা হ'লে তপস্যাৰ কাৰণে নিয়মিত আহাৰ কৰি খীণাই যোৱা ঋষি-সকলক নিষ্প্ৰাণ শৰীৰেৰে পৃথিৱীত পৰি থকা দেখা গৈছিল। ৯ ॥

দৈত্যবিলাকে খাই পেলোৱাৰ কাৰণে মঙহ, তেজ, মজ্জা আৰু নাড়ী-ভুক নাইকিয়া হৈ টনা-আঁজোৰাত ছিন-ভিন হৈ পৰি থকা মুনিসকলৰ হাৰবিলাক দেখি এনে লাগিছিল যেন ঠাইখন বহু শঙ্খেৰেহে ঢাক খাই আছে। ১০ ॥

উবুৰি হৈ পৰি থকা কলহ, ভাগি-ছিগি পৰি থকা যজ্ঞৰ স্ৰুৱ, সিঁচৰতি হৈ পৰি থকা অগ্নিহোত্ৰৰ সামগ্ৰীবিলাকেৰে পৃথিৱী আচ্ছাদিত হৈ পৰিছিল। ১১ ॥

কালেয় দৈত্যদলৰ ভয়তে পৃথিৱীত স্বাধ্যায় আৰু বষট্‌কাৰ নোহোৱা হৈছিল, যজ্ঞ-উৎসৱ আদি ক্ৰিয়াবোৰ ধ্বংস হৈছিল আৰু সকলো জগৎ উৎসাহ-বিহীন হৈ পৰিছিল। ১২ ॥

হে নৰেশ্বৰ, এনেদৰে প্ৰতিদিনে ক্ষয়-প্ৰাপ্ত হোৱা মানুহবিলাক আত্ম-ৰক্ষা কৰিবৰ বাবে ভয়তে চাৰিওপিনে পলাই গৈছিল। ১৩ ॥

তাৰ ভিতৰত কিছুমানে পৰ্ব্বতৰ গুহাত প্ৰৱেশ কৰিলে, কিছুমানে নিজৰাৰ আশে-পাশে আশ্ৰয় ললে আৰু অন্য কিছুমানে মৰণৰ ভয়ত ব্যাকুল হৈ প্ৰাণ ত্যাগ কৰিলে। ১৪ ॥

আন হাতে মহা ধনুৰ্দ্ধৰ বীৰ কিছুমানে পৰম আনন্দেৰে দৈত্যবিলাকক অন্বেষণ কৰি সিঁহঁতক দমন কৰিবলৈ অতিশয় তৎপৰ হ'ল। ১৫ ॥

কিন্তু সেই বীৰসকলে সমুদ্ৰাশ্ৰিত এই দৈত্যবিলাকক বিচাৰি নাপালে। তেওঁলোক বৰ পৰিশ্ৰান্ত হ'ল আৰু ঘৰলৈ উভতি আহিল। ১৬ ॥

হে নৰৰাজ, যজ্ঞ, উৎসৱ আদি ক্ৰিয়াবিলাক লোপ হোৱাত এই জগতৰ বিনাশ হ'বলৈ ধৰিলে আৰু দেৱতাসকলৰ বৰ কষ্ট হ'ল। ১৭ ॥

ভয়তে ইন্দ্ৰাদি দেৱতাসকলে লগ লাগি মন্ত্ৰণা কৰি আশ্ৰয়দাতা, শৰণাগত-বৎসল, জন্মহীন, সৰ্ব্বব্যাপী, অপৰাজিত, বৈকুণ্ঠাধিপতি নাৰায়ণ মধুসূদনৰ ওচৰলৈ গৈ প্ৰণাম কৰি ক'লে, ১৮-১৯ ॥

হে প্ৰভু, আপুনিয়েই আমাৰ স্ৰষ্টা, আপুনিয়েই আমাৰ পালক, আপুনিয়েই জগতৰ সংহাৰ-কৰ্ত্তা, আপুনিয়েই এই চৰাচৰ জগত স্ৰজন কৰিছে। ২০ ॥

হে পদ্মলোচন, পূৰ্ব্বণি কালত আপুনিয়েই বৰাহ ৰূপ ধৰি জগতৰ হিতৰ কাৰণে সমুদ্ৰ-জলমগ্ন পৃথিৱীক উদ্ধাৰ কৰিছিল। ২১ ॥

হে পুৰুষোত্তম, প্ৰাচীন কালত নৰসিংহ শৰীৰ ধাৰণ কৰি মহাপৰাক্ৰমী আদি-দৈত্য হিৰণ্যকশিপুক বধ কৰিছিল। ২২ ॥

সকলো প্ৰাণীৰে অবধ্য বলীক বামন ৰূপ ধৰি ত্ৰৈলোক্যৰ ৰাজত্বৰপৰা বঞ্চিত কৰিছিল। ২৩ ॥

যজ্ঞ-বিঘাতক, ক্ৰূৰকৰ্ম্মা, মহাধনুৰ্দ্ধাৰী জম্ভ নামৰ বিখ্যাত অসুৰক আপুনিয়েই নিধন কৰিছিল। ২৪ ॥

এনেকুৱা আৰু বহুতো কাম কৰিছিল যিবিলাকৰ সংখ্যা নাই। এতেকে হে মধুসূদন, ভয়ত আতুৰ দেৱতাসকলৰ আপুনিয়ে একমাত্ৰ আশ্ৰয়। ২৫ ॥

হে দেৱেশ, সেইবাবে লোক-হিতৰ কাৰণে আপোনাক জনাওঁ, আপুনিয়েই মহা ভয়ৰপৰা জগতৰ সকলো লোক, দেৱতা আৰু ইন্দ্ৰক ৰক্ষা কৰক। ২৬ ॥

ইতি মহাভাৰতৰ বনপৰ্ব্বৰ অন্তৰ্গত তীৰ্থযাত্ৰা-পৰ্ব্বত বিষ্ণু-স্তুতি নামৰ দ্ব্যধিকশততম অধ্যায়। ১০২ ॥

## ॥ অধ্যায় ১০৩ ॥

# ॥ কালেয়-ত্ৰস্ত দেৱতাৰ অগস্ত্য-স্তুতি ॥

দেৱতাসকলে ক'লে, হে প্ৰভু, আপোনাৰ অনুগ্ৰহতে চাৰিপ্ৰকাৰৰ প্ৰাণী বৰ্দ্ধিত হয় আৰু বৰ্দ্ধিত প্ৰজাসকলে হব্য আৰু কব্যৰ দ্বাৰা দেৱতাসকলক পালন কৰে । ১ ॥

আপোনাৰ অনুগ্ৰহত আৰু আপোনাৰ দ্বাৰা ৰক্ষিত হৈ নিৰুদ্বিগ্ন চিত্তে লোক-সকল এনেকৈ ইজনে সিজনক আশ্ৰয় কৰি বৰ্দ্ধিত হয় । ২ ॥

হে প্ৰভু, মনুষ্যসকলৰ অত্যন্ত ভয় উপস্থিত হৈছে, জানোচা কোনোবাই আহি ৰাতি এই ব্ৰাহ্মণসকলক বধ কৰে । ৩ ॥

ব্ৰাহ্মণসকলৰ বিনাশ হলে সমগ্ৰ পৃথিৱী লয় হব । পৃথিৱীৰ লয় হলে স্বৰ্গও লয়-প্ৰাপ্ত হব । ৪ ॥

হে মহাবাহু, হে জগৎপতি, আপোনাৰ দ্বাৰা পৰিৰক্ষিত হৈ সকলো মানুহ আপোনাৰ অনুগ্ৰহতে যেন বিনাশ-প্ৰাপ্ত নহয় । ৫ ॥

বিষ্ণুৱে ক'লে, হে দেৱতাসকল, প্ৰজাসকলৰ যি বিনাশৰ কাৰণ উপস্থিত হৈছে, সেই সকলো মই জানিছো আৰু আপোনালোকক কওঁ, আপোনালোকে দুঃখ পৰিত্যাগ কৰি শুনক, ৬ ॥

কালেয় নামে এটা অত্যন্ত ভয়ঙ্কৰ, বিখ্যাত দৈত্যৰ দল আছে । সেই দৈত্য-সকলে বৃত্ৰাসুৰক আশ্ৰয় কৰি গোটেই জগততে তোলপাৰ লগাইছিল । ৭ ॥

পৰম বুদ্ধিমান সহস্ৰলোচন দেৱৰাজ ইন্দ্ৰই বৃত্ৰাসুৰক বধ কৰা দেখি জীৱন ৰক্ষা কৰিবলৈ সেই দৈত্যসকলে সমুদ্ৰত প্ৰৱেশ কৰি আছে । ৮ ॥

সিহঁতে দিনত ঘৰিয়াল-কুম্ভীৰ প্ৰভৃতি জল-জন্তুৰে পৰিপূৰ্ণ অগাধ সমুদ্ৰত প্ৰৱেশ কৰি থাকে আৰু ৰাতি হলে জগৎ সংহাৰ কৰিবলৈ আশ্ৰমলৈ আহি ঋষিসকলক বধ কৰে । ৯ ॥

সিহঁতে অগাধ সমুদ্ৰ আশ্ৰয় কৰি থকা বাবে আপোনালোক সিহঁতক বিনাশ কৰিবলৈ সমৰ্থ নহব । এতেকে আপোনালোকে সমুদ্ৰ শুকুৱাবলৈ কিবা উপায় কৰক । ১০ ॥

মহৰ্ষি অগস্ত্যৰ বাহিৰে আন কোনেও সমুদ্ৰ শুকান কৰিব নোৱাৰে । সমুদ্ৰ শুকুওৱাত বাহিৰে আন কোনো উপায়েৰে সিহঁতক বিনাশ কৰিব নোৱাৰিব । ১১ ॥

তেতিয়া ভগৱান বিষ্ণুৱে কোৱা এই কথা শুনি দেৱতাসকলে ব্ৰহ্মাদেৱৰ আজ্ঞা লৈ মহৰ্ষি অগস্ত্যৰ আশ্ৰমলৈ গল। ১২ ॥

সেই আশ্ৰমত তেওঁলোকে দেৱতাসকলৰ দ্বাৰা উপাসিত ব্ৰহ্মাৰ নিচিনা, ঋষি-সকলে উপাসনা কৰি থকা তেজোদ্ভাসিত মিত্ৰাবৰুণৰ পুত্ৰ মহাত্মা অগস্ত্যক দেখিবলৈ পালে। ১৩ ॥

দেৱতাসকলে মহাত্মা, অবিচলিত, আশ্ৰমস্থ, তপোনিধি মিত্ৰাবৰুণনন্দন অগস্ত্য মুনিৰ ওচৰলৈ গৈ তেওঁৰ অদ্ভুত কৰ্ম্মবিলাক বৰ্ণনা কৰি কৰি স্তুতি কৰিবলৈ ধৰিলে। ১৪ ॥

দেৱতাসকলে ক'লে, হে মহানুভৱ, পূৰ্ব্ব কালত নহুষৰ অত্যাচাৰত প্ৰপীড়িত লোকসকলক আপুনিয়েই ৰক্ষা কৰিছিল আৰু আপুনিয়েই লোক-কণ্টক সেই নহুষক স্বৰ্গ আৰু ইন্দ্ৰ পদৰপৰা তললৈ নমাই দিছিল। ১৫ ॥

সূৰ্য্যৰ ওপৰত ক্ৰোধ কৰি কলেৱৰ বৃদ্ধি কৰিবলৈ ধৰা নাগাধিৰাজ বিন্ধ্যাপৰ্ব্বত আপোনাৰ কথামতে বাঢ়িবলৈ এৰিছিল। ১৬ ॥

বিন্ধ্য পৰ্ব্বত বাঢ়ি যোৱাৰ কাৰণে যেতিয়া জগৎ আন্ধাৰে আৱৰি ধৰিছিল আৰু প্ৰজাসকল মৃত্যু-ভয়ত কাতৰ হৈ পৰিছিল তেতিয়া আপোনাকেই আশ্ৰয়-ৰূপে পাই শান্তি লাভ কৰিছিল। ১৭ ॥

সদায় আপুনিয়েই ভয়ত ভীত আমাৰ আশ্ৰয়। সেই বাবে দুঃখাৰ্ত্ত আমি সকলোৱে আপোনাত বৰ মাগিছো, আপুনি আমাক বৰ দিয়ক। ১৮ ॥

ইতি মহাভাৰতৰ বনপৰ্ব্বৰ অন্তৰ্গত তীৰ্থযাত্ৰা-পৰ্ব্বত কালেয়-ত্ৰস্ত দেৱতাৰ অগস্ত্য-স্তুতি নামৰ ত্ৰ্যধিকশততম অধ্যায়। ১০৩ ॥

## ॥ অধ্যায় ১০৪ ॥

# ॥ অগস্ত্যৰ সমুদ্ৰ-গমন ॥

যুধিষ্ঠিৰে ক'লে, হে মহামুনি লোমশ, বিন্ধ্য পৰ্ব্বত কি কাৰণে ক্ৰোধান্বিত হৈ হঠাৎ বাঢ়িবলৈ ধৰিলে, এইটো বহলভাৱে শুনিবলৈ ইচ্ছা কৰোঁ। ১ ॥

লোমশ মুনিয়ে ক'লে, সূৰ্য্যদেৱে স্বৰ্ণময় মহা পৰ্ব্বত গিৰিৰাজ মেৰু পৰ্ব্বতক উদয় আৰু অস্তৰ সময়ত প্ৰদক্ষিণ কৰে। ২ ॥

মেৰু পৰ্ব্বতক প্ৰদক্ষিণ কৰা দেখি বিন্ধ্য পৰ্ব্বতে সূৰ্য্যক ক'লে, হে ভাস্কৰ, তুমি যিদৰে মেৰু পৰ্ব্বতক প্ৰতিদিনে আৱৰ্ত্তন আৰু প্ৰদক্ষিণ কৰা, মোকো তেনে কৰা। বিন্ধ্য পৰ্ব্বতে সূৰ্য্যক এনেকুৱাকৈ কোৱাত সূৰ্য্যদেৱে বিন্ধ্য পৰ্ব্বতক উত্তৰ দিলে,

হে গিৰিবৰ, মই নিজ ইচ্ছাতে মেৰু পৰ্ব্বতক প্ৰদক্ষিণ কৰা নাই এই জগৎ যিজনাই সৃষ্টি কৰিছে তেওঁৱেই মোক এই পথ নিৰ্দ্দেশ কৰি দিছে। ৩-৫ ॥

হে শত্ৰুতাপনকাৰী যুধিষ্ঠিৰ, সূৰ্য্যদেৱে এইদৰে কোৱাৰ লগে লগে বিন্ধ্য পৰ্ব্বতে খঙতে জ্বলি উঠি চন্দ্ৰ-সূৰ্য্যৰ পথ বন্ধ কৰিবলৈ ইচ্ছা কৰি বাঢ়িবলৈ ধৰিলে। ৬ ॥

তাকে দেখি সকলো দেৱতাই লগ লাগি মহান পৰ্ব্বতৰাজ বিন্ধ্যৰ ওচৰলৈ গৈ নানা উপায়েৰে বিন্ধ্য পৰ্ব্বতৰ ক্ৰোধ বাৰণ কৰিবলৈ চেষ্টা কৰিলে ; কিন্তু বিন্ধ্যাই দেৱতাসকলৰ কথা নুশুনিলে। ৭ ॥

তাৰ পাছত সকলো দেৱতা সংঘবদ্ধ হৈ নিজ আশ্ৰমত থকা ধাৰ্ম্মিকসকলৰ অগ্ৰগণ্য, অদ্ভুত শক্তিশালী, মহৰ্ষি অগস্ত্যৰ ওচৰলৈ গ'ল আৰু সকলো বৃত্তান্ত ক'লে। ৮ ॥

দেৱতাসকলে ক'লে—হে দ্বিজোত্তম, এই বিন্ধ্য পৰ্ব্বতে ক্ৰোধৰ বশীভূত হৈ চন্দ্ৰ-সূৰ্য্যৰ পথ আৰু নক্ষত্ৰসকলৰ গতি ৰোধ কৰিছে। হে মহাভাগ, আপোনাৰ বাহিৰে অন্য কোনেও ইয়াৰ ক্ৰোধ বাৰণ কৰিব নোৱাৰে, এতেকে আপুনি গৈ বিন্ধ্যক বাধা দিয়ক। ৯—১০ ॥

দেৱতাসকলৰ কথা শুনি মহৰ্ষি অগস্ত্যই তেওঁৰ ভাৰ্য্যা লোপামুদ্ৰাৰে সৈতে বিন্ধ্য পৰ্ব্বতৰ ওচৰলৈ গ'ল আৰু তাত উপস্থিত হৈ বিন্ধ্য পৰ্ব্বতক ক'লে, ১১ ॥

হে পৰ্ব্বতশ্ৰেষ্ঠ, মই এটা কামৰ কাৰণে দক্ষিণ দিশলৈ যাওঁ, আশা কৰোঁ। তুমি মোক বাট এৰি দিবা। ১২ ॥

মই যেতিয়ালৈকে উভতি নাহোঁ তেতিয়ালৈকে তুমি মোলৈ অপেক্ষা কৰি থাকিবা। হে শৈলৰাজ, মই উভতি অহাৰ পাছত ইচ্ছামতে বাঢ়িবা। ১৩ ॥

হে শত্ৰুতাপন, বিন্ধ্য পৰ্ব্বতেৰে সৈতে মহৰ্ষি অগস্ত্যই এনে বন্দৱস্ত কৰি আজি-লৈকে দক্ষিণ দিশৰপৰা উভতি অহা নাই। ১৪ ॥

হে মহাৰাজ, অগস্ত্য মুনিৰ প্ৰভাৱত বিন্ধ্য পৰ্ব্বত কেনেকৈ নবঢ়াকৈ থাকিল সেই কথা মই তোমাৰ আগত কলো। ১৫ ॥

হে ৰজা, মহৰ্ষি অগস্ত্যৰ বৰ লৈ দেৱতাসকলে যিদৰে কালেয় নামৰ দৈত্যদল নিধন কৰিছিল, সেইটো মই বৰ্ণনা কৰোঁ, শুনা। ১৬ ॥

দেৱতাসকলৰ কথা শুনি মিত্ৰাবৰুণ-নন্দন অগস্ত্যই সুধিলে, দেৱতাসকল, আপোনালোক কিয় ইয়ালৈ আহিছে ? মোৰপৰা কি বৰ পাবলৈ ইচ্ছা কৰে ? অগস্ত্যই এইদৰে কোৱাত দেৱতাসকলে মুনিক ক'লে, ১৭ ॥

হে মহাত্মা, আমি ইচ্ছা কৰোঁ, আপুনি মহা সমুদ্ৰৰ জল পান কৰক। তাৰ পাছত আমি বন্ধু-বান্ধৱেৰে সৈতে দেৱ-শত্ৰু কালেয় নামৰ সেই দৈত্যইতক বধ কৰিম। ১৮ ॥

দেৱতাসকলৰ কথা শুনি মুনিয়ে ক'লে, সেয়ে হব। মই আপোনালোকৰ মনো-ৰথ পূৰ্ণ কৰিম আৰু লোকসমূহৰো মহা সুখ সাধন কৰিম। ৯ ॥

হে যুধিষ্ঠিৰ, এইদৰে কৈ অগস্ত্য মুনি দেৱতা আৰু তপঃসিদ্ধ ঋষিসকলৰ লগত সৰিৎপতি সমুদ্ৰৰ ওচৰলৈ গ'ল। ২০ ॥

সমুদ্ৰ-শোষণৰূপ অদ্ভুত দৃশ্য চাবলৈ ইচ্ছা কৰি মনুষ্য, নাগ গন্ধৰ্ব্ব, যক্ষ, কিন্নৰ প্ৰভৃতিয়ে মুনিৰ অনুসৰণ কৰিলে। ২১ ॥

তাৰ পাছত তেওঁলোক সকলো লগ হৈ ভয়ঙ্কৰ শব্দযুক্ত সমুদ্ৰৰ পাৰত উপস্থিত হল। তৰঙ্গমালাৰ দ্বাৰা সমুদ্ৰই যেন নৃত্য কৰি আছিল আৰু প্ৰতিকূল বায়ুৰ কাৰণে যেন উদ্ধতভাৱে গতি কৰিছিল, ফেনৰাশিৰ দ্বাৰা যেন হাঁহি আছিল। সমুদ্ৰ যেন গুহাবিলাকত স্খলিত হৈ পৰি গৈছিল। সেই সমুদ্ৰ নানা জল জন্তু-পক্ষীৰে পৰিপূৰ্ণ আছিল। ২২-২৩ ॥

মহৰ্ষি অগস্ত্যেৰে সৈতে দেৱতা, গন্ধৰ্ব্ব, প্ৰধান নাগসকল আৰু মহানুভৱ ঋষি-সকল মহাসমুদ্ৰ পালেগৈ। ২৪ ॥

ইতি মহাভাৰতৰ বনপৰ্ব্বৰ অন্তৰ্গত তীৰ্থযাত্ৰা-পৰ্ব্বত অগস্ত্যৰ সমুদ্ৰ-গমন নামৰ চতুৰধিকশততম অধ্যায়। ১০৪ ॥

## ॥ অধ্যায় ১০৫ ॥

# ॥ অগস্ত্যৰ উপাখ্যান ॥

লোমশ মুনিয়ে ক'লে, হে ৰজা, ভগৱান মিত্ৰাবৰুণৰ পুত্ৰ মহৰ্ষি অগস্ত্যই সমুদ্ৰৰ পাৰত উপস্থিত হৈ সমাগত দেৱতা আৰু ঋষিসকলক ক'লে, মই লোকৰ মঙ্গলৰ কাৰণে সমুদ্ৰৰ জল পী পেলাওঁ। আপোনালোকৰ যি কৰ্ত্তব্য তাক অতি সোনকালে সমাধা কৰক। ১-২ ॥

মৰ্য্যাদাৰপৰা অলপো বিচলিত নোহোৱা মিত্ৰাবৰুণ-পুত্ৰ অগস্ত্যই এইখিনি কথা কৈ কুপিত হৈ সকলো লোকৰ চকুৰ আগতে সমুদ্ৰৰ জল পান কৰি পেলালে। ৩ ॥

সমুদ্ৰৰ জল পান কৰা দেখি ইন্দ্ৰ প্ৰমুখ দেৱতাসকল অতিশয় বিস্ময়ান্বিত হ'ল, আৰু অগস্ত্যৰ স্তুতি-গীত কৰি তেওঁৰ প্ৰতি সম্মান প্ৰদৰ্শন কৰিবলৈ ধৰিলে, ৪ ॥

হে লোকপালক, আপুনি আমাৰ ৰক্ষাকৰ্ত্তা আৰু এই সমস্ত লোকৰে বিধাতা। আপোনাৰ অনুগ্ৰহতে দেৱতাসকলেৰে সৈতে এই চৰাচৰ জগতৰ লয় নহব। ৫ ॥

দেৱতাসকলে মহৰ্ষি অগস্ত্যক সম্মান প্ৰদৰ্শন কৰিলে। লগে লগে গন্ধৰ্ব্বসকলে তূৰ্য্য-ধ্বনি কৰিবলৈ ধৰিলে। আকাশৰপৰা পুষ্প-বৃষ্টি হল। মহৰ্ষি অগস্ত্যই সমুদ্ৰৰ জল পান কৰি শেষ কৰি পেলালে। ৬ ॥

মহাসমুদ্ৰক জলশূন্য কৰা দেখি দেৱতাসকল অতি আনন্দিত হৈ দিব্য আৰু শ্ৰেষ্ঠ অস্ত্ৰ লৈ পৰম উৎসাহেৰে দৈত্যইঁতক বধ কৰিবলৈ ধৰিলে। ৭ ॥

মহা বলবান আৰু বেগবান মহাত্মা দেৱতাসকলে যেতিয়া সিংহ-গৰ্জ্জন কৰি দৈত্যবিলাকক মাৰিবলৈ ধৰিলে তেতিয়া বেগবান মহাত্মা দেৱতাসকলৰ শক্তি দৈত্য-সকলে সহিব নোৱৰা হ'ল ৮ ॥

হে ভৰত-কুলনন্দন, সেই মৃত্যুমুখী দৈত্যসকলে ভয়ঙ্কৰ গৰ্জ্জন কৰি ক্ষন্তেক সময়ৰ কাৰণে দেৱতাসকলেৰে সৈতে তুমুল যুদ্ধ কৰিলে। ৯ ॥

সেই দৈত্যইঁতে শুদ্ধান্তঃকৰণ মুনিসকলৰ তপস্যাৰ দ্বাৰা আগেয়ে দগ্ধ হোৱাৰ নিচিনা হৈ আছিল। এতিয়া পূৰ্ণ শক্তিৰে যুদ্ধ কৰিও ৰক্ষা নপৰিল, দেৱতাসকলৰ দ্বাৰা বিনষ্টহে হ'ল। ১০ ॥

সোণৰ মালা, কুণ্ডল আৰু বাজু-বিভূষিত দানৱসকল নিহত হৈ ফুলি থকা পলাশ ফুলৰ নিচিনা অত্যন্ত শোভা পাবলৈ ধৰিলে। ১১ ॥

হে নৰশ্ৰেষ্ঠ, তাৰ পাছত মৰিবলৈ বাকী থকা কালেয় দৈত্য কিছুমান দেৱী বসুন্ধৰাৰ বুকু বিদীৰ্ণ কৰি পাতাললৈ গ'ল। ১২ ॥

দৈত্যসকল নিহত হোৱা দেখি দেৱতাসকলে মুনিশ্ৰেষ্ঠ অগস্ত্যক নানা বাক্যেৰে স্তুতি কৰিলে আৰু ক'লে, ১৩ ॥

হে মহাভাগ, আপোনাৰ অনুগ্ৰহত লোকসকলে মহা সুখ পালে আৰু আপোনাৰ শক্তিৰ ফলতে নিষ্ঠুৰ, অদম্য, শক্তিশালী কালেয় দৈত্যদল নিহত হ'ল। ১৪ ॥

হে মহাবাহু, হে লোকভাৱন, এতিয়া আপুনি সমুদ্ৰ পূৰণ কৰক। আপুনি সমুদ্ৰৰ যি পানী খাইছে সেই পানী আকৌ সমুদ্ৰতে ত্যাগ কৰক। ১৫ ॥

দেৱতাসকলে এইদৰে কোৱাত মুনিবৰ ভগৱান অগস্ত্যই প্ৰত্যুত্তৰ দিলে, খোৱা পানী মই জীৰ্ণ কৰি পেলাইছো, যদি আপোনালোকে সমুদ্ৰ পূৰণৰ যত্ন কৰে তেনেহলে আন উপায় চিন্তা কৰক। শুদ্ধান্তঃকৰণ মহৰ্ষি অগস্ত্যৰ এই কথা শুনি দেৱতাসকল বিস্মিত আৰু বিপন্ন হৈ পৰিল। ১৬-১৮ ॥

হে মহাৰাজ, তাত থকা সকলো লোকে মুনিশ্ৰেষ্ঠ অগস্ত্যক প্ৰণাম কৰি পৰস্পৰৰ অনুমতি ক্ৰমে নিজ নিজ ঠাইলৈ উলটি গ'ল আৰু ভগৱান বিষ্ণুৰে সৈতে দেৱতাসকলো পিতামহ ব্ৰহ্মাৰ ওচৰলৈ গ'ল। ১৮-১৯ ॥

ব্ৰহ্মাৰ ওচৰলৈ গৈ সমুদ্ৰ-পূৰণৰ কথা আলোচনা কৰি সকলোৱে হাত যোৰ কৰি সাগৰ-পূৰণ কৰিবলৈ অনুৰোধ কৰিলে। ২০ ॥

ইতি মহাভাৰতৰ বনপৰ্ব্বৰ অন্তৰ্গত তীৰ্থযাত্ৰা-পৰ্ব্বত অগস্ত্যৰ উপাখ্যান নামৰ পঞ্চাধিকশততম অধ্যায়। ১০৫ ॥

॥ অধ্যায় ১০৬ ॥

## ॥ সগৰ-সন্ততি-কথা ॥

লোমশ মুনিয়ে ক'লে, হে ৰজা, লোক-পিতামহ ব্ৰহ্মাই উপস্থিত দেৱতা-সকলক ক'লে, আপোনালোক ইচ্ছানুসৰি অভীষ্ট স্থানলৈ যাওক। ১ ॥

বহু দিনৰ মূৰত সমুদ্ৰ আপোনা-আপুনি স্বাভাৱিক অৱস্থা প্ৰাপ্ত হ'ব। মহাৰাজ ভগীৰথে জ্ঞাতিসকলৰ কাৰণে জলনিধি সমুদ্ৰক প্ৰভূত জলৰাশিৰে পৰিপূৰ্ণ কৰিব। ২ ॥

দেৱতাসকলে পিতামহ ব্ৰহ্মাৰ কথা শুনি সেই সময়লৈ বাট চাই থাকি নিজ নিজ স্থানলৈ উভতি গ'ল। ৩ ॥

যুধিষ্ঠিৰে সুধিলে, হে ব্ৰাহ্মণ, ভগীৰথৰ জ্ঞাতিসকল কেনেকৈ সমুদ্ৰ-পূৰণৰ কাৰণ হ'ল, ইয়াৰ বা কাৰণ কি আৰু ভগীৰথৰ আশ্ৰয়ত সমুদ্ৰই বা কেনেকৈ জল-পূৰ্ণ হ'ল ? ৪ ॥

হে তপোধন, হে ব্ৰাহ্মণ, আপুনি কবলৈ আৰম্ভ কৰা সেই উত্তম ৰাজ-চৰিত মই বহলভাৱে শুনিবলৈ ইচ্ছা কৰোঁ। ৫ ॥

বৈশম্পায়নে ক'লে, হে জনমেজয়, মহাত্মা যুধিষ্ঠিৰে এনেদৰে লোমশ মুনিক কোৱাত লোমশ মুনিয়ে মহাত্মা সগৰৰ মাহাত্ম্য কবলৈ ধৰিলে। ৬ ॥

লোমশ মুনিয়ে ক'লে, হে ধৰ্ম্মৰাজ যুধিষ্ঠিৰ, ইক্ষ্বাকু বংশত সগৰ নামে এজন ৰজা আছিল। তেওঁ ৰূপবান, ধৈৰ্য্যশালী, বলী আৰু প্ৰতাপী কিন্তু অপুত্ৰক আছিল। ৭ ॥

হে ভাৰত, তেওঁ হৈহয় আৰু তালজঙ্ঘ নামৰ ক্ষত্ৰিয়সকলক নিধন কৰি আন ৰজাসকলক বশ কৰি নিজ-ৰাজ্য শাসন কৰিছিল। ৮ ॥

হে ভৰতশ্ৰেষ্ঠ, তেওঁৰ ৰূপ-যৌৱন-গৰ্ব্বিতা বৈদৰ্ভী আৰু শৈব্যা নামে দুগৰাকী মহিষী আছিল। ৯ ॥

হে ৰাজেন্দ্ৰ, ৰজা সগৰে পত্নী দুগৰাকীৰে সৈতে কৈলাস পৰ্ব্বতলৈ গৈ পুত্ৰ কামনা কৰি কঠোৰ তপস্যা আৰম্ভ কৰিলে। ১০ ॥

ধ্যান-ধাৰণা আদি যোগেৰে সৈতে মহান তপস্যা-ৰত সেই সগৰ ৰজাই মহাত্মা ত্ৰিপুৰ-নাশক, ত্ৰিনয়ন, শঙ্কৰ, ভৱ, ঈশান, শূলপাণি, পিনাকী, ত্ৰ্যম্বক, উগ্ৰেশ আদি বহু ৰূপধাৰী শিৱক দৰ্শন কৰিলে। ১১-১২ ॥

বৰদাতা উমাপতি শিৱক দেখিয়েই মহাবাহু সগৰ ৰজাই দুই ভাৰ্য্যাৰে সৈতে প্ৰণাম কৰি পুত্ৰৰ কাৰণে বৰ মাগিলে। ১৩ ॥

শিৱই সন্তুষ্ট হৈ সপত্নীক নৃপশ্ৰেষ্ঠ সগৰক ক'লে, হে নৰপতি, তুমি ইয়াত যি মুহূৰ্ত্তত বৰ মাগিলা তাৰ ফলত, হে ৰাজশ্ৰেষ্ঠ, তোমাৰ এজনী পত্নীৰ গৰ্ভত অতি অহঙ্কাৰী ষাঠি হাজাৰ বীৰপুত্ৰ জন্মিব। ১৪-১৫ ॥

হে পৃথিৱীপতি, তেওঁলোক একেলগে বিনষ্ট হ'ব, আনজনীৰ গৰ্ভত এটি মহা প্ৰতাপশালী বংশধৰ পুত্ৰ জন্মিব। ১৬ ॥

সগৰ ৰজাক এইদৰে কৈ মহাদেৱ তাতে অন্তৰ্দ্ধান হ'ল আৰু পত্নী দুগৰাকীৰে সৈতে ৰজা সগৰেও অতি আনন্দমনে নিজ-ৰাজধানীলৈ গ'ল। ১৭-১৮ ॥

হে নৰশ্ৰেষ্ঠ, কিছুদিনৰ মূৰত তেওঁৰ ভাৰ্য্যা পদ্মনয়না বৈদৰ্ভী আৰু শৈব্যা গৰ্ভৱতী হ'ল। ১৮-১৯ ॥

তাৰ পাছত, যথাসময়ত বৈদৰ্ভীয়ে এটি লাও প্ৰসৱ কৰিলে আৰু শৈব্যাই দেৱতুল্য এটি পুত্ৰ জন্ম দিলে। ৰজা সগৰে বৈদৰ্ভী-গৰ্ভজাত সেই লাওটো পেলাই দিবৰ মন কৰিলে। ১৯-২০ ॥

এনে সময়তে ৰজা সগৰে এটি অতি গম্ভীৰ আকাশবাণী শুনিবলৈ পালে— হে মহাৰাজ, দুঃসাহস নকৰিব, পুত্ৰবিলাকক ত্যাগ কৰা উচিত নহয়। লাওটোৰ ভিতৰৰপৰা গুটিবিলাক উলিয়াই ঘৃতপূৰ্ণ ভপত পাত্ৰত সযত্নে ভাগ ভাগকৈ থৈ দিয়ক। ২১-২২ ॥

হে পৃথিৱীপতি, তেনে কৰিলে সময়ত আপুনি ষাঠি হাজাৰ পুত্ৰ পাব। হে নৰপতি, মহাদেৱে আপোনাৰ এনেক্ৰমে পুত্ৰ-জন্মৰ নিৰ্দ্দেশ দিছে। এইবাবে আপুনি ইয়াৰ অন্যথা বুদ্ধি নকৰিব। ২৩ ॥

ইতি মহাভাৰতৰ বনপৰ্ব্বৰ অন্তৰ্গত তীৰ্থ-যাত্ৰা-পৰ্ব্বত সগৰ-সন্ততি-কথা নামৰ ষড়ধিকশততম অধ্যায়। ১০৬ ॥

॥ অধ্যায় ১০৭ ॥

## ॥ কপিলৰ শাপত দগ্ধ সগৰ-পুত্ৰসকল ॥

লোমশ মুনিয়ে ক'লে, হে ভৰতশ্ৰেষ্ঠ ভূপাল, অগ্ৰগণ্য ৰজা সগৰে এই আকাশবাণী শুনি শ্ৰদ্ধা-সহকাৰে যথোক্ত কাৰ্য্য কৰিলে। ১ ॥

মহাৰাজ সগৰে গুটিবিলাক এটি এটিকৈ ভাগ ভাগ কৰি সেই ভাগবিলাক ঘৃতপূৰ্ণ কলহত থৈ দিলে। ২ ॥

পুত্ৰবিলাক ৰক্ষা কৰিবলৈ যত্নবান হৈ ধাই-মাকসকলক এটি এটিকৈ দি দিলে। হে মহাৰাজ যুধিষ্ঠিৰ, বহু দিনৰ মূৰত মহাদেৱৰ অনুগ্ৰহত নৰপতি সগৰৰ অতুলনীয়, শক্তিশালী, মহাপৰাক্ৰমী ষাঠি হাজাৰ পুত্ৰ জন্মিল। ৩-৪ ॥

সেই পুত্ৰবিলাক অত্যন্ত উদ্ধত আৰু হিংসাপৰায়ণ হ'ল; সিহঁতে আকাশত বিচৰণ কৰিবলৈ ধৰিলে। বহুসংখ্যক বাবে সিহঁতে দেৱতা আৰু আন সকলো লোককে অৱজ্ঞা কৰিবলৈ ধৰিলে। ৫ ॥

যুদ্ধপ্ৰিয় সেই বীৰ সগৰ-পুত্ৰসকলে দেৱতা, গন্ধৰ্ব্ব, ৰাক্ষস আৰু সকলো প্ৰাণীকে উৎপীড়ন কৰি ফুৰিবলৈ ধৰিলে। ৬ ॥

সেই দুৰ্ম্মতি সগৰ-পুত্ৰসকলৰ দ্বাৰা প্ৰপীড়িত লোকসকল দেৱতাসকলেৰে সৈতে লগ লাগি ব্ৰহ্মাৰ ওচৰলৈ গ'ল। ৭ ॥

সকলো লোকৰে পিতামহ মহাভাগ ব্ৰহ্মাই উপস্থিত লোক আৰু দেৱতাসকলক ক'লে, হে দেৱতাসকল, আপোনালোক এই লোকসকলেৰে সৈতে অহা ঠাইলৈ উভতি যাওক। ৮ ॥

হে দেৱতাসকল, অলপ দিনৰ ভিতৰতে নিজ কুকৰ্ম্মৰ ফলত সগৰ-পুত্ৰবিলাকৰ মহা প্ৰলয় হ'ব। ৯ ॥

হে নৰেশ্বৰ, ব্ৰহ্মাই এইদৰে কোৱাত সেই দেৱতা আৰু লোকসকলে ব্ৰহ্মাৰ অনুমতি লৈ য'ৰপৰা আহিছিল তালৈ উভতি গ'ল। ১০ ॥

হে ভৰতৰ্ষভ, তাৰ পাছত বহু দিন অতীত হৈ যোৱাত মহা বলশালী ৰজা সগৰ অশ্বমেধ যজ্ঞত দীক্ষিত হ'ল। ১১ ॥

হে ৰজা, সেই অশ্বমেধ যজ্ঞৰ ঘোঁৰাটো সগৰ-পুত্ৰসকলৰ দ্বাৰা পৰিৰক্ষিত হৈ পৃথিৱীত বিচৰণ কৰিবলৈ ধৰিলে। হে আৰ্য্য, পাছত সেই যজ্ঞৰ ঘোঁৰাটো দেখোঁতে ভয় লগা জলশূন্য সাগৰৰ পাৰ পাই সগৰৰ পুত্ৰসকলে অতি যত্নসহকাৰে ৰক্ষা কৰি থকা সত্ত্বেও তাতেই অদৃশ্য হ'ল। তেতিয়া সগৰ-সন্ততিসকলে সেই উৎকৃষ্ট যজ্ঞৰ ঘোঁৰাটো চুৰ হোৱা বুলি ভাবি পিতাকৰ ওচৰলৈ আহি অদৃশ্য হোৱা ঘোঁৰাটো চুৰ হোৱা বুলি ক'লে। তাকে শুনি সগৰে ক'লে,—তোমালোকে দশোদিশে ঘোঁৰাটোৰ সন্ধান কৰা। ১২-১৩ ॥

হে মহাৰাজ, তাৰ পাছত সগৰ-পুত্ৰসকলে পিতৃ আজ্ঞা লৈ দশোদিশে আৰু পৃথিৱীৰ চাৰিওপিনে সেই ঘোঁৰাটোৰ অনুসন্ধান কৰিবলৈ ধৰিলে। সিহঁতে ইটোৱে-সিটোৱে লগ লাগি বিচাৰিও ঘোঁৰা আৰু ঘোঁৰা-চোৰৰ কোনো সন্ধান নাপালে। ১৫-১৬ ॥

তেতিয়া তেওঁলোকে পিতাকৰ ওচৰলৈ আহি হাত যোৰকৈ ক'লে, হে মহাৰাজ, আমি আপোনাৰ আদেশ অনুসৰি সমুদ্ৰ, বননি, দ্বীপ, নদ-নদী, গুহা-পৰ্ব্বত-পাহাৰ আৰু অন্য বন্য-প্ৰদেশ আদি কৰি সমস্ত পৃথিৱী বিচাৰি চালো; কিন্তু ঘোঁৰা আৰু ঘোঁৰা-চোৰৰ কোনো সন্ধান নাপালো। ১৭-১৯ ॥

হে ৰজা যুধিষ্ঠিৰ, ৰজা সগৰ খণ্ডতে উত্তাৱল হৈ দৈৱক্ৰমে পুত্ৰবিলাকক ক'লে, ঘোঁৰা, উভতি নাহিবঁ। ঘোঁৰাটো আকৌ বিচাৰঁ. যজ্ঞৰ ঘোঁৰা নলনাকৈ উভতি নাহিবা। ২০-২১ ॥

সগৰৰ পুত্ৰসকলে পিতাকৰ এই আদেশ শিৰোধাৰ্য্য কৰি আকৌ সমস্ত পৃথিৱী বিচাৰিবলৈ ধৰিলে। বিচাৰি ফুৰোঁতে ফুৰোঁতে সেই মহাবীৰ সগৰ-পুত্ৰসকলে এঠাইত পৃথিৱী গাঁত হৈ থকা দেখিলে। সেই গাঁতটো পাই তেওঁলোকে অতি যত্নেৰে কোৰ আৰু খন্তিৰে সমুদ্ৰ খান্দিবলৈ ধৰিলে। ২২-২৩ ॥

সগৰ-নন্দনসকলে এক গোট হৈ খন্দাত চাৰিওফালে বিদীৰ্ণ হৈ সমুদ্ৰই বৰ কষ্ট পালে। ২৪ ॥

সগৰ-পুত্ৰসকলৰ দ্বাৰা নিহত হ'বলৈ ধৰা অসুৰ, ৰাক্ষস আৰু নানাতৰহৰ প্ৰাণী-বিলাকে আৰ্ত্তনাদ কৰিবলৈ ধৰিলে। ২৫ ॥

মূৰ কটা যোৱা, শৰীৰ ছিন্নভিন্ন হোৱা, ছাল ছিগা, হাৰ ভগা, শত সহস্ৰ প্ৰাণী দেখা গ'ল। ২৬ ॥

এইদৰে জলনিধি সমুদ্ৰ খান্দিবলৈ ধৰা সগৰ-পুত্ৰবিলাকৰ বহু দিন অতীত হৈ গ'ল, কিন্তু ঘোঁৰাটোৰে দেখা-দেখি নহ'ল। ২৭ ॥

হে ৰজা, তাৰ পাছত সগৰ-পুত্ৰসকল ক্ৰোধান্বিত হৈ সমুদ্ৰৰ পূব-উত্তৰ কোণৰ পিনে পাতাল ফুটাই প্ৰৱেশ কৰি তাত ঘোঁৰাটো চৰি ফুৰা দেখিলে আৰু শিখাৰ দ্বাৰা জ্বলি থকা অগ্নিৰ নিচিনা শক্তিৰ দ্বাৰা দীপ্যমান, অতুলনীয় তেজপুঞ্জ-স্বৰূপ, মহাত্মা কপিল মুনিক দেখিবলৈ পালে। ২৮ ॥

হে নৰনাথ, ঘোঁৰাটো দেখা পাই সিহঁতৰ আনন্দতে শৰীৰ ৰোমাঞ্চিত হৈ পৰিল। সিহঁত কাল-প্ৰেৰিত হৈ খণ্ডতে মহাত্মা কপিলক অৱজ্ঞা কৰি ঘোঁৰাটো ধৰিবলৈ খেদা মাৰি গ'ল। তাকে দেখি মুনিশ্ৰেষ্ঠ কপিল ক্ৰোধান্বিত হৈ উঠিল। ৩০-৩১ ॥

যি মুনিশ্ৰেষ্ঠ কপিলক বাসুদেৱ বুলি কয়, সেই মহা তেজস্বী, কপিলৰূপী বাসুদেৱে বিকৃত চক্ষুৰে সিহঁতৰ ওপৰত তেজ নিক্ষেপ কৰি বুদ্ধিহীন সগৰ-তনয়সকলক দগ্ধ কৰিলে। ৩২ ॥

সিহঁতক ভস্মীভূত হোৱা দেখি মহামুনি নাৰদ ৰজা সগৰৰ ওচৰলৈ আহিল আৰু কপিলৰ-নেত্ৰানলত পুত্ৰসকল ভস্মীভূত হোৱা কথাটো জনালে। ৩৩-৩৪ ॥

নাৰদ মুনিৰ মুখৰপৰা নিৰ্গত নিদাৰুণ বাক্য শুনি ৰজা সগৰে ক্ষন্তেক সময় দুখ মনেৰে থাকি মহাদেৱৰ কথা স্মৰণ কৰিলে। ৩৪-৩৫ ॥

হে ভৰতশ্ৰেষ্ঠ, তাৰ পাছত অসমঞ্জাৰ পৌত্ৰ অংশুমানক মাতি আনি এই কথা ক'লে, হে পৌত্ৰ, অসীম বলশালী সেই ষাঠি হাজাৰ পুত্ৰ মোৰ কাৰণে কপিল মুনিৰ ক্ৰোধানলত ভস্ম হৈছে। হে নিষ্পাপ, পুৰবাসী প্ৰজাসকলৰ হিতৰ কাৰণে ধৰ্ম্ম-ৰক্ষা কৰিবলৈ গৈ মই তোমাৰ পিতাৰাক ত্যাগ কৰিছিলোঁ। ৩৫—৩৭ ॥

যুধিষ্ঠিৰে ক'লে, হে তপোধন লোমশ, নৃপশ্ৰেষ্ঠ ৰজা সগৰে কি কাৰণে দুস্ত্যজ্য নিজ বীৰপুত্ৰক ত্যাগ কৰিছিল, সেইটো মোক কওক। ৩৮ ॥

লোমশ মুনিয়ে ক'লে, ৰাণী শৈব্যাৰ গৰ্ভপ্ৰসূত অসমঞ্জা নামে সগৰ ৰজাৰ এটি বিখ্যাত পুত্ৰ আছিল। সি পুৰবাসী প্ৰজাসকলৰ দুৰ্ব্বল লৰাবিলাকক নেলুত ধৰি কান্দি থকা অৱস্থাত নদীত পেলাই দিছিল। ৩৯-৪০ ॥

তাকে দেখি পুৰবাসী প্ৰজাসকল ভয় আৰু শোক-মগ্ন হৈ সগৰ ৰজাৰ ওচৰলৈ গ'ল আৰু হাত যোৰকৈ ৰজাক ক'লে, হে মহাৰাজ, আপুনি আমাৰ শত্ৰু-সৈন্যৰ ভয়ৰপৰা ৰক্ষক। সেইবাবে আপুনি আপোনাৰ পুত্ৰ অসমঞ্জাৰ এই ঘোৰ ভয়ৰ পৰা আমাক ৰক্ষা কৰক। ৰজা সগৰে পুৰবাসীসকলৰ এই মৰ্ম্মভেদ বাক্য শুনি মুহূৰ্ত্ত কাল দুঃখমনে থাকি মন্ত্ৰীসকলক এই কথা ক'লে, আজিয়েই মোৰ কুপুত্ৰ অসমঞ্জাক নগৰৰপৰা বাহিৰ কৰি দিয়াঁ। ৪১—৪৩ ॥

যদি তোমালোকে মোৰ মঙ্গল কামনা কৰাঁ তেনেহ'লে অতি সোনকালে এই কাম কৰাঁ। হে মহাৰাজ যুধিষ্ঠিৰ, ৰজাই এইদৰে কোৱাত মন্ত্ৰীসকলে তৎক্ষণাৎ ৰাজ-আজ্ঞা পালন কৰিলে। মহাত্মা সগৰে পুৰবাসীসকলৰ হিতৰ নিমিত্তে যি প্ৰকাৰে নিজ পুত্ৰক ত্যাগ কৰিলে সেইটো তোমাৰ আগত কলো। এতিয়া মহা ধনুৰ্দ্ধৰ অংশুমানক ৰজা সগৰে যি ক'লে সেই সকলো তোমাক কওঁ। তুমি মোৰপৰা শুনি লোৱাঁ। ৪৪—৪৬ ॥

সগৰে ক'লে, হে মোৰ মৰমৰ পৌত্ৰ, তোমাৰ পিতাৰাক ত্যাগ কৰা, ষাঠি হাজাৰ পুত্ৰৰ মৰণ হোৱা আৰু যজ্ঞৰ ঘোঁৰাটো হেৰোৱা, এইবোৰ কাৰণত মই বৰ অনুতপ্ত হৈছো। ৪৭ ॥

হে পৌত্ৰ, দুঃখতে অনুতপ্ত আৰু যজ্ঞ-বিঘ্নৰ কাৰণে বিক্ষিপ্তচিত্ত মোক যজ্ঞৰ ঘোঁৰাটো আনি দি নৰকৰপৰা উদ্ধাৰ কৰাঁ। ৪৮ ॥

মহাত্মা সগৰে এনেকৈ কোৱাত অংশুমান দুঃখমনে পৃথিৱী সুৰঙ্গ হৈ থকা ঠাইলৈ গ'ল। ৪৯ ॥

অংশুমান এই সুৰঙ্গেৰে সমুদ্ৰত প্ৰৱেশ কৰিলে আৰু তাত গৈ মহাত্মা কপিল মুনি আৰু যজ্ঞৰ ঘোঁৰাটো দেখিবলৈ পালে। ৫০ ॥

অত্যন্ত তেজস্বী, মুনিপ্ৰৱৰ, পুৰাণ-পুৰুষ কপিলক দেখি অংশুমানে মাটিত মূৰ থৈ প্ৰণাম কৰি তেওঁক সকলো কথা জনালে। ৫১ ॥

হে ভৰতবংশী মহাৰাজ যুধিষ্ঠিৰ, অংশুমানৰ প্ৰতি ধৰ্ম্মপ্ৰাণ কপিল মুনি পৰম সন্তুষ্ট হ'ল আৰু বৰ দিম বুলি অংশুমানক ক'লে। ৫২ ॥

অংশুমানে প্ৰথমতে যজ্ঞৰ কাৰণে ঘোঁৰাটো প্ৰাৰ্থনা কৰিলে আৰু পিতৃসকলক পৱিত্ৰ কৰিবৰ কাৰণে প্ৰাৰ্থনা কৰি দ্বিতীয় বৰ মাগিলে। ৫৩ ॥

মহাতেজস্বী মুনিশ্ৰেষ্ঠ কপিলে অংশুমানক ক'লে, হে নিষ্পাপ, তোমাৰ মঙ্গল হওক। তুমি যি যি প্ৰাৰ্থনা কৰিলা সেই সকলো তোমাক দিলো, তোমাত ক্ষমা

ধৰ্ম্ম আৰু সত্য প্ৰতিষ্ঠিত হওক। তোমাৰ দ্বাৰা সগৰ কৃতাৰ্থ হৈছে আৰু তোমাৰ পিতা অসমঞ্জাও যথাৰ্থ পুত্ৰবান হৈছে। ৫৪—৫৫ ॥

তোমাৰ প্ৰভাৱতে সগৰ-সন্ততিসকল স্বৰ্গলৈ যাব আৰু তোমাৰ নাতি-ল'ৰাই সগৰ বংশ পৱিত্ৰ কৰিবৰ কাৰণে মহাদেৱক সন্তুষ্ট কৰি স্বৰ্গৰপৰা ত্ৰিপথ-গামিনী গঙ্গাক আনিব। হে নৰশ্ৰেষ্ঠ, তোমাৰ মঙ্গল হওক। তুমি যজ্ঞৰ ঘোঁৰাটো লৈ যোৱাঁ। ৫৬—৫৭ ॥

হে বৎস অংশুমান, মহাপুৰুষ সগৰৰ যজ্ঞ সম্পন্ন কৰাঁ। মহাত্মা কপিল মুনিয়ে অংশুমানক এইদৰে কোৱাত অংশুমানে ঘোঁৰাটো লৈ সগৰ ৰজাৰ যজ্ঞ-ভূমিত উপস্থিত হ'ল আৰু ৰজা সগৰৰ ভৰি চুই প্ৰণাম কৰি সকলো কথা ৰজাক ক'লে। ৰজা সগৰে মৰমতে অংশুমানৰ মূৰত ধৰি চুমা খালে। ৫৮—৬০ ॥

লগতে অংশুমানে সগৰ-পুত্ৰসকলৰ বিনাশৰ ক্ষেত্ৰত যি দেখিছিল আৰু যি শুনিছিল তাকো ক'লে আৰু যজ্ঞ-ভূমিলৈ অনা ঘোঁৰাটোৰ কথাও ক'লে। তাকে শুনি ৰজা সগৰে পুত্ৰৰ মৰণ-দুঃখ ত্যাগ কৰিলে। ৬০—৬১ ॥

তাৰ পিছত অংশুমানক নানাপ্ৰকাৰে প্ৰশংসা কৰি সেই অশ্বমেধ যজ্ঞ সমাপন কৰিলে। যজ্ঞ সমাপ্তি হ'লত সকলো দেৱতাই সগৰক সন্মান জনালে। ৬২ ॥

পদ্মলোচন ৰজা সগৰে জলনিধি সমুদ্ৰক পুত্ৰৰূপে ভাবিলে আৰু সুদীৰ্ঘ কাল ৰাজ্য শাসন কৰি নাতি-ল'ৰা অংশুমানক ৰাজ্য-ভাৰ দি স্বৰ্গলৈ গ'ল। ৬৩-৬৪ ॥

হে মহাৰাজ, ধৰ্ম্মাত্মা অংশুমানেও পিতামহ সগৰৰ দৰে সমুদ্ৰ-পৰিবেষ্টিত পৃথিৱী শাসন কৰিলে। তেওঁৰ দিলীপ নামে এটি মহা ধাৰ্ম্মিক পুত্ৰ জন্মিল। ৬৪-৬৫ ॥

পুত্ৰ দিলীপক ৰাজ্য গতাই দি অংশুমানেও ইহলীলা ত্যাগ কৰিলে। দিলীপে পিতৃসকলৰ মৰণৰ কথা শুনি শোক-সন্তপ্ত হ'ল আৰু তেওঁলোকৰ সদগতি চিন্তা কৰিবলৈ ধৰিলে। ৰজা দিলীপে গঙ্গাক পৃথিৱীলৈ আনিবলৈ মহা যত্ন কৰিলে। ৬৬-৬৭ ॥

যথাশক্তি চেষ্টা কৰিও দিলীপে গঙ্গাক পৃথিৱীলৈ আনিব নোৱাৰিলে। তেওঁৰ ভগীৰথ নামে এটি ৰূপবান, ধৰ্ম্মপৰায়ণ, সত্যবাদী আৰু অহিংসুক পুত্ৰ উপজিছিল। ভগীৰথক ৰাজপাটত বহুৱাই দিলীপে বানপ্ৰস্থ অৱলম্বন কৰিলে। ৬৮-৬৯ ॥

হে ভৰতশ্ৰেষ্ঠ, হে ভৰত কুলনন্দন, তপঃসিদ্ধ হৈ ৰজা দিলীপে অন্ত-কালত বনৰপৰা স্বৰ্গলৈ গ'ল। ৭০ ॥

ইতি মহাভাৰতৰ বনপৰ্ব্বৰ অন্তৰ্গত তীৰ্থ-যাত্ৰা-পৰ্ব্বত কপিলৰ শাপত দগ্ধ সগৰ-পুত্ৰসকল নামৰ সপ্তাধিকশততম অধ্যায়। ১০৭ ॥

## ॥ অধ্যায় ১০৮ ॥

# ॥ ভগীৰথৰ তপস্যা ॥

লোমশ মুনিয়ে ক'লে, মহাৰথী, মহাধনুৰ্দ্ধৰ চক্ৰৱৰ্ত্তী ৰজা ভগীৰথ সকলো লোকৰে মন আৰু নয়নৰ আনন্দদায়ক হৈ উঠিল। ১ ॥

হে নৰেশ্বৰ, মহাবাহু ভগীৰথে যেতিয়া শুনিলে, মহাত্মা কপিল মুনিৰ ক্ৰোধাগ্নিত তেওঁৰ পিতৃসকল নিহত আৰু তেওঁলোকো স্বৰ্গ-লাভৰপৰা বঞ্চিত হৈছে, তেতিয়া অন্তৰত বৰ দুখ লাগি তেওঁ মন্ত্ৰীৰ ওপৰত ৰাজ্যভাৰ দি তপস্যা কৰিবলৈ হিমালয় পৰ্ব্বতৰ দাঁতিলৈ ওলাই গ'ল। ২—৩ ॥

হে নৰশ্ৰেষ্ঠ, ৰজা ভগীৰথে তপস্যাৰ দ্বাৰা পাপ নাশ কৰি গঙ্গাদেৱীক আৰাধনা কৰিবলৈ ইচ্ছা কৰিলে আৰু নানাপ্ৰকাৰ গৈৰিকাদি ধাতু-বিশিষ্ট, বহু শিখৰৰ দ্বাৰা অলঙ্কৃত, চাৰিওপিনে বায়ুক আশ্ৰয় কৰি থকা মেঘেৰে অভিষিক্ত গিৰিৰাজ হিমালয়ক দেখিবলৈ পালে। ৪৫ ॥

গিৰিৰাজ হিমালয় নদী, নিকু-ঞ্জবন আৰু ধুনীয়া অট্টালিকাবিলাকেৰে সুশোভিত হৈ আছিল। পৰ্ব্বতৰ গুহা-কন্দৰাদিত আশ্ৰয় লৈ থকা বাঘ সিংহ প্ৰভৃতি জন্তুবিলাকে তাত সদায় বাস কৰিছিল। ৬ ॥

নানাভাৱে কুৰুলিয়াই থকা বিচিত্ৰ অঙ্গ-প্ৰত্যঙ্গৰ পক্ষীসমূহ, ডাঙৰ ডাঙৰ ভোমোৰাবোৰ, হাঁহ, দাউক, পানীকাউৰী, ময়ূৰ, শতপত্ৰ, কুলি, চাকৈ-চকোৱা, অসিতাপাঙ্গ আৰু পুত্ৰ-প্ৰিয় প্ৰভৃতি পক্ষীবিলাকে পৰ্ব্বতৰ শোভা বৰ্দ্ধন কৰিছিল। ৭-৮ ॥

গিৰিৰাজ হিমালয়ৰ মনোৰম জলাশয়বিলাক প্ৰস্ফুটিত পদুম ফুলেৰে ভৰি আছিল। জলচৰ পক্ষীবিলাকৰ মধুৰ শব্দেৰে এই পৰ্ব্বত অলঙ্কৃত হৈছিল। পৰ্ব্বতৰ শিলাতলত কিন্নৰ আৰু অপ্সৰাবিলাক উপৱেশন কৰিছিল। দঁতাল হাতীবিলাকৰ দাঁতৰ আগৰ দ্বাৰা চাৰিফালৰ গছ-গছনিবিলাকত ঘহনি খোৱা চিন দেখা গৈছিল। তাত বিদ্যাধৰসকল বিচৰণ কৰিছিল। নানা ৰত্নেৰে এই পৰ্ব্বত পৰিপূৰ্ণ আছিল। অগ্নিশিখাৰ দৰে দীপ্তিমান জিহ্বা-বিশিষ্ট বিষধৰ সৰ্পবিলাকে তাত আশ্ৰয় লৈছিল। ৯—১১ ॥

সেই পৰ্ব্বতৰ কোনো কোনো ঠাই সোণ-বৰণৰ, কোনো ঠাই ৰূপৰ নিচিনা, কোনো ঠাই কজলা বৰণৰ আছিল। নৰশ্ৰেষ্ঠ ভগীৰথে সেই পৰ্ব্বতলৈ গৈ ঘোৰ

তপস্যা কৰিলে। এহেজাৰ দিব্য-বছৰ অতিবাহিত কৰিলে। এহেজাৰ দিব্য-বছৰ পাৰ হৈ যোৱাত মহানদী গঙ্গাই নিজ-মূৰ্ত্তি ধৰি ভগীৰথক দেখা দিলে ১২-১৪ ॥

গঙ্গাই ক'লে, হে মহাৰাজ, তুমি মোৰপৰা কি ইচ্ছা কৰ'া, মই তোমাক কি দিম কোৱাঁ, তোমাৰ মনোৰথ পূৰ্ণ কৰিম। ১৫ ॥

গঙ্গাদেৱীয়ে ভগীৰথক এনেকৈ কোৱাৰ পাছত ৰজা ভগীৰথে হিমালয় নন্দিনী গঙ্গাদেৱীক ক'লে, হে বৰদা, হে মহানদী, মহাত্মা সগৰ ৰজাৰ ষাঠি হাজাৰ পুত্ৰ মোৰ পিতামহ। তেওঁলোক যজ্ঞৰ ঘোঁৰা বিচাৰি যোৱাত কপিল মুনিৰ কোপত পৰি যম-লোকলৈ গৈছে। ১৬-১৭ ॥

মুনিবৰ কপিলৰ ওচৰ পাওঁতেই তেওঁলোক তৎক্ষণাৎ ভস্মীভূত হৈ গ'ল। এইদৰে দুৰ্ম্মৰণ হোৱা তেওঁলোকৰ আজিও স্বৰ্গবাস হোৱা নাই। হে মহানদী, যেতিয়ালৈকে ভস্মীভূত শৰীৰবিলাক আপুনি আপোনাৰ জলৰ দ্বাৰা অভিষিক্ত নকৰে তেতিয়ালৈকে সেই সগৰ-পুত্ৰসকলৰ সদগতি নহব। ১৮-১৯ ॥

হে মহাভাগ, মোৰ পিতামহ সগৰ-পুত্ৰসকলক স্বৰ্গলৈ নিয়ক। হে মহানদী, মই তেওঁলোকৰ উদ্ধাৰৰ কাৰণে আপোনাৰ ওচৰত প্ৰাৰ্থনা কৰিছো। ২০ ॥

লোমশ মুনিয়ে ক'লে, হে মহাৰাজ, ৰজা ভগীৰথৰ এই কথা শুনি বিশ্ব-বন্দিতা গঙ্গাদেৱীয়ে পৰম প্ৰসন্ন হৈ ভগীৰথক ক'লে, ২১ ॥

হে মহাৰাজ, মই তোমাৰ কথা মতে কাম কৰিম— ইয়াত অলপো সংশয় নাই। কিন্তু আকাশৰপৰা পৃথিৱীত পৰিবৰ সময়ত মোৰ স্ৰোতৰ গতি ধাৰণ কৰা অত্যন্ত কঠিন। ২২ ॥

হে ৰজা, এই তিনিও লোকতে দেৱশ্ৰেষ্ঠ নীলকণ্ঠ মহাদেৱৰ বাহিৰে আন কোনেও মোৰ বেগ ধাৰণ কৰিব নোৱাৰিব। ২৩ ॥

হে মহাবাহু, তুমি তপস্যাৰ দ্বাৰা বৰদাতা মহাদেৱক সন্তুষ্ট কৰ'া। স্বৰ্গৰ-পৰা পৰোঁতে তেওঁ মোক মূৰেৰে ধাৰণ কৰিব। ২৪ ॥

তেওঁ তোমাৰ পিতৃসকলৰ হিত কামনা কৰি তোমাৰ মনোৰথ পূৰ্ণ কৰিব। হে ৰজা, মহাৰাজ ভগীৰথে এই কথা শুনি কৈলাস পৰ্ব্বতলৈ গৈ ঘোৰ তপস্যাৰে কিছু দিনৰ মূৰত মহাদেৱক সন্তুষ্ট কৰিলে। ২৫-২৬ ॥

হে নৃপ, পিতৃসকলৰ স্বৰ্গ-বাস উদ্দেশ্য কৰি নৰশ্ৰেষ্ঠ ভগীৰথে মহাদেৱৰ ওচৰত গঙ্গাৰ বেগ ধাৰণ কৰিবলৈ বৰ প্ৰাৰ্থনা কৰিলে। ২৭ ॥

ইতি মহাভাৰতৰ বনপৰ্ব্বৰ অন্তৰ্গত তীৰ্থযাত্ৰা-পৰ্ব্বত ভগীৰথৰ তপস্যা নামৰ অষ্টাধিকশততম অধ্যায়। ১০৮ ॥

॥ অধ্যায় ১০৯ ॥

## ॥ ভগীৰথৰ গঙ্গা-অৱতাৰণ ॥

লোমশ মুনিয়ে ক'লে, হে ৰজা, মহাৰাজ ভগীৰথৰ কথা শুনি দেৱতাসকলৰ হিতৰ কাৰণে ভগৱান সদাশিৱই ভগীৰথক ক'লে, তথাস্তু ! ১ ॥

হে মহাভাগ, হে ৰাজশ্ৰেষ্ঠ, তোমাৰ কাৰণে আকাশৰপৰা বৈ অহা কল্যাণময়ী পুণ্য-স্বৰূপা দিব্য নদী গঙ্গাদেৱীক মই ধাৰণ কৰিম । ২ ॥

হে মহাবাহু, এনেকৈ কৈ ভগৱান সদাশিৱ নানাতৰহৰ অস্ত্ৰেৰে সুসজ্জিত ভয়ঙ্কৰ পৰিষদগণেৰে আবৃত হৈ গিৰিৰাজ হিমালয়লৈ আহিল । ৩ ॥

তাত থাকি সদাশিৱই নৰশ্ৰেষ্ঠ ভগীৰথক ক'লে, হে মহাবাহু, হিমালয়-নন্দিনী মহানদী গঙ্গাক মৰ্ত্তলৈ আহিবলৈ প্ৰাৰ্থনা কৰ'া । স্বৰ্গৰপৰা বৰলৈ ধৰা সৰিৎ-শ্ৰেষ্ঠ গঙ্গাক মই মূৰত ধাৰণ কৰিম । ৪-৫ ॥

মহাদেৱৰ এই কথা শুনি ৰজা ভগীৰথে একাগ্ৰচিত্তে অৱনতমস্তক হৈ গঙ্গা-দেৱীক চিন্তা কৰিলে । ৫-৬ ॥

তাৰ পাছত মহাদেৱক থিয় হৈ থকা দেখি ভগীৰথৰ আৰাধ্যা, পুণ্যজলা, ৰমণীয় গঙ্গা তৎক্ষণাৎ আকাশৰপৰা তললৈ বৰলৈ ধৰিলে । ৬-৭ ॥

গঙ্গাক ভূতললৈ বৰলৈ ধৰা দেখি মহৰ্ষিসকলেৰে সৈতে দেৱতা, গন্ধৰ্ব, নাগ আৰু যক্ষ— সকলো চাবলৈ বুলি তাত উপস্থিত হ'ল । তাৰ পাছত গিৰিৰাজ-নন্দিনী গঙ্গা আকাশৰপৰা ভূতললৈ পতিত হ'ল । সেই সময়ত গঙ্গাত প্ৰকাণ্ড প্ৰকাণ্ড চাকনৈয়া উঠিছিল, মাছ-মগৰ প্ৰভৃতি জল-জন্তুবিলাকেৰে পৰিপূৰ্ণ হৈ আছিল । হে মহাৰাজ, আকাশ-মেখলা সেই গঙ্গাক মহাদেৱে কপালত পৰা মুক্তামালাৰ নিচিনাকৈ ধাৰণ কৰিলে । ৭-১০ ॥

পানীৰ ওপৰত ফেন উঠি থকা বাবে তিনি ধাৰা হৈ সমুদ্ৰমুখে গতি কৰা সেই মহানদী গঙ্গা ৰাজহাঁহৰ শাৰীৰ দৰে সুশোভিত হৈছিল । একো একো ঠাইত ওপৰৰ-পৰা তল-মুখে বৈ ফেনৰূপ-ওৰণি লোৱা সেই গঙ্গাই কামোন্মাদিনী তিৰোতাৰ দৰে গতি কৰিছিল । একো ঠাইত পানীৰ খলকনিৰে ৰব ৰব খলক তুলিছিল । এনেদৰে বহু ৰূপ ধৰি আকাশৰপৰা নমা গঙ্গাই পৃথিৱী পাই ভগীৰথক ক'লে, ১০-১৩ ॥

হে মহাৰাজ, মই কোন বাটেৰে যাওঁ, বাট দেখুৱাই দিয়'া । হে পৃথিৱী-পতি, তোমাৰ নিমিত্তে মই পৃথিৱীত অৱতীৰ্ণ হৈছো । ১৪ ॥

হে নৰশ্ৰেষ্ঠ, গঙ্গাদেৱীৰ এই কথা শুনি ৰজা ভগীৰথে যি ঠাইত মহাত্মা সগৰ-পুত্ৰসকলৰ ভস্মীভূত শৰীৰবিলাক আছিল, পবিত্ৰ জলৰ দ্বাৰায় তাক প্লাৱিত কৰাবৰ কাৰণে সেই ঠাইলৈ প্ৰস্থান কৰিলে। ১৫ ॥

জগত-পূজ্য, ভগৱান সদাশিৱ গঙ্গাক ধাৰণ কৰি দেৱতাসকলেৰে সৈতে কৈলাস পৰ্ব্বতলৈ গুচি গ'ল। ৰজা ভগীৰথে গঙ্গাৰে সৈতে সমুদ্ৰৰ পাৰলৈ গৈ বৰুণালয় সমুদ্ৰক বেগেৰে পূৰ্ণ কৰালে আৰু গঙ্গাক কন্যা ৰূপে কল্পনা কৰি ললে। ১৬-১৮ ॥

ৰজা ভগীৰথৰ মনোৰথ পূৰ্ণ হ'ল আৰু তাতে পিতৃাদিৰ উদ্দেশ্যে জল পিণ্ড দান কৰিলে। হে যুধিষ্ঠিৰ, যিপ্ৰকাৰে গঙ্গা নদী স্বৰ্গ, মৰ্ত্ত্য, পাতাল—এই ত্ৰিপথ-গামিনী হ'ল, তোমাৰ আগত এই সকলো ক'লো। ১৯ ॥

হে মহাৰাজ, যিপ্ৰকাৰে সমুদ্ৰ-পূৰণৰ বাবে গঙ্গা পৃথিৱীলৈ অৱতীৰ্ণ হৈছিল, কাৰণবশতঃ মহাত্মা অগস্ত্য মুনিয়ে যিপ্ৰকাৰে সমুদ্ৰ পান কৰিছিল, ব্ৰহ্মহা বাতাপিক মহৰ্ষি অগস্ত্যই যিদৰে নিধন কৰিছিল আদি তুমি মোক সোধা সকলো প্ৰশ্নৰ উত্তৰ দিলো। ২০ ॥

ইতি মহাভাৰতৰ বনপৰ্ব্বৰ অন্তৰ্গত তীৰ্থযাত্ৰা-পৰ্ব্বত ভগীৰথৰ গঙ্গা-অৱতাৰণ নামৰ নৱাধিকশততম অধ্যায়। ১০৯ ॥

## ॥ অধ্যায় ১১০ ॥

## ॥ ঋষ্যশৃঙ্গ মুনিৰ উপাখ্যান ॥

বৈশম্পায়নে ক'লে, হে ভৰতশ্ৰেষ্ঠ, তাৰ পাছত যুধিষ্ঠিৰে ক্ৰমে পাপ-ভয়-নিবাৰণ-কাৰিণী নন্দা আৰু অপৰনন্দা নদীলৈ গমন কৰিলে। ১ ॥

ৰজাই বিপদ-আপদ-ৰহিত হেমকূট পৰ্ব্বত পাই তাত বহুতো অদ্ভুত আৰু ভাবিব নোৱৰা বস্তু দেখিবলৈ পালে। ২ ॥

সেই হেমকূট পৰ্ব্বতত বিনা বতাহে হাজাৰ হাজাৰ মেঘ আৰু শিল খুপ খাইছিল। তাত বিষাদ মনেৰে থকা লোক উঠিব নোৱাৰিছিল। ৩ ॥

তাত অনবৰত বতাহ বলি থাকে, মেঘে সদায় বৰষুণ দিয়ে, বেদাধ্যয়নৰ শব্দ শুনা যায়; কিন্তু অধ্যয়নকাৰীক দেখা নাযায়। ৪ ॥

পূৰ্ব্বা-পশ্চিমে ভগৱান হব্যবাহনক (অগ্নিক) প্ৰজ্বলিত হোৱা দেখা যায়; তপস্যাৰ বিঘিনিকাৰী ডাঁহবোৰে আহি দংশন কৰে। ৫ ॥

তাত থকা লোকসকলৰ মনলৈকো (সেই পৰ্ব্বত দেখিলে) বৈৰাগ্য ভাৱ আহি পৰে, আৰু ভেঁওলোকৰ ঘৰলৈ মনত পৰে। যুধিষ্ঠিৰে এইদৰে বহুতো অদ্ভুত কথা দেখি পুনৰ লোমশ মুনিক সেইবোৰৰ বিষয়ে সুধিবলৈ ধৰিলে। ৬ ॥

লোমশই ক'লে, হে শত্ৰুদমনকাৰী, ওপৰত উল্লেখ কৰা কথাখিনি যেনেকৈ শুনিছিলো, সেই বিষয়ে পুনৰ মই কওঁ, মহাৰাজ, মনোযোগেৰে শুনিব। ৭ ॥

এই ঋষভকূট পাহাৰতে কেইবা শও বছৰ ধৰি তপস্যা কৰি থকা ঋষভ নামে এজন মহা ক্ৰোধী তাপস বাস কৰিছিল। ৮ ॥

এদিন আন লোকে তেওঁৰ লগত কথা পাতিবলৈ আহোঁতে তেওঁ খঙতে পৰ্ব্বতক ক'লে, যি ইয়ালৈ আহি কথা ক'ব, তেওঁৰ গাতে শিল দলিয়াই দিবঁা। ৯ ॥

তেওঁ বায়ুক আহ্বান কৰি জনালে, তাত বায়ুৱেও কোনো শব্দ কৰিব নোৱাৰে। ইয়াত কেনোবা মানুহে কথা কলে মেঘ-গৰ্জ্জনে যেন তেওঁক বাধা দিয়ে। ১০ ॥

হে মহাৰাজ, এইদৰে সেই মহৰ্ষিয়ে খঙৰ কোবত কিছুমান কাম হবলৈ দিলে আৰু কিছুমান কামত বাধা দিলে। ১১ ॥

হে নৃপতি, এইদৰে শুনা যায় যে পূৰণি কালত দেৱতাসকল নন্দালৈ আহিছিল। দেৱতা-দৰ্শনৰ কাৰণে কিছুমান মানুহে তেওঁলোকৰ পিছ লৈছিল। ১২ ॥

কিন্তু ইন্দ্ৰাদি দেৱতাসকলে সেই মানুহবোৰক দৰ্শন দিবলৈ ইচ্ছা নকৰি এই পৰ্ব্বতটোক বাধা-ৰূপে ৰাখি এই ঠাইখিনি মানুহৰ দুৰ্গম কৰিলে। ৩ ॥

হে কৌন্তেয়, তেতিয়াৰপৰা এই পৰ্ব্বতটোক মানুহে দেখাকে নাপায়, উঠাটোতো দূৰৰ কথা। ১৪ ॥

তপস্যাৰে শৰীৰ-মন শোধিত নকৰিলে এই মহান গিৰিক দেখিব বা তাত উঠিব নোৱাৰি। গতিকে হে কৌন্তেয়, তুমি প্ৰথমে সংযতবাক হোৱঁা। ১৫ ॥

সেই কালত দেৱতাসকলে ইয়াত বহুতো উত্তম যজ্ঞ সম্পাদন কৰিছিল। হে ভাৰত, আজিও সেই যজ্ঞৰ এনে বহুতো চিন-চাব দেখিবলৈ পোৱা হয়। ১৬ ॥

কুশ-বনৰ আকৃতিৰে এনে দূৰ্ব্বা-বন যেন মাটিত পাৰিহে থৈছে, আৰু হে নৰনাথ, এই অসংখ্য গছবোৰকো যূপ-কাঠৰ নিচিনাই দেখা যায়। ১৭ ॥

হে ভাৰত, আজিও দেৱতাসকল আৰু ঋষিসকল ইয়াত বাস কৰে, সিসকলৰ দ্বাৰা অনুষ্ঠিত হোৱা যজ্ঞৰ অগ্নিকে পুৱা-গধূলি দেখিবলৈ পোৱা হয়। ১৮ ॥

হে কৌন্তেয়, ইয়াত যিসকলে স্নান কৰে তেওঁলোক তৎক্ষণাৎ পাপৰপৰা মুক্ত হয়, সেই কাৰণে, হে কুৰুশ্ৰেষ্ঠ, আপুনিও ভায়েকসকলেৰে সৈতে ইয়াত স্নান কৰক। ১৯ ॥

নন্দাত স্নান কৰাৰ পাছত আপুনি কৌশিকী তীৰ্থলৈ যাব। তাত তাহানি বিশ্বামিত্ৰ ঋষিয়ে অতি উগ্ৰ আৰু শ্ৰেষ্ঠ তপস্যা কৰিছিল। ২০ ॥

বৈশম্পায়নে ক'লে, তেতিয়া ৰজাই সহচৰসকলেৰে সৈতে তাত স্নান কৰি মনোৰম পুণ্য-সলিলা, সুশীলা আৰু শুভপ্ৰদা কৌশিকী নদীলৈ যাত্ৰা কৰিলে। ২১ ॥

লোমশে ক'লে, হে ভৰতশ্ৰেষ্ঠ, এয়ে সেই দেৱনদী পুণ্য-সলিলা কৌশিকী, ইয়াতেই বিশ্বামিত্ৰ ঋষিৰ ৰম্য আশ্ৰম বিৰাজমান। ২২ ॥

আৰু ইয়াতেই মাহাত্মা কশ্যপনন্দন বিভাণ্ডকৰ পুণ্যাশ্ৰম, সেই বিভাণ্ডক মুনিৰে পুত্ৰ জিতেন্দ্ৰিয় তপস্বী ঋষ্যশৃঙ্গ। ২৩ ॥

যি নিজৰ তপোবলৰ প্ৰভাৱত বাসৱক বৰষুণ দিয়াবলৈ বাধ্য কৰিছিল আৰু যাৰ ভয়ত অনাবৃষ্টিৰ মাজতো বল আৰু বৃত্ৰ নিধনকাৰী ইন্দ্ৰই সঁচাকৈ বৰষিছিল, সেই কাশ্যপ-নন্দন তেজস্বী প্ৰভুৰ জন্ম হৈছিল এজনী মৃগীৰপৰা, তেখেতে লোমপাদ ৰজাৰ ৰাজ্যত মহৎ আৰু অদ্ভুত কাম কৰিছিল। ২৪-২৫ ॥

লোমপাদ ৰজাই নিজৰ ৰাজ্যত শস্য ক্ষীণ হবলৈ ধৰাত, সৱিতাই (সূৰ্য্যাই) সাৱিত্ৰীক দান কৰাৰ নিচিনাকৈ নিজৰ কন্যা শান্তাক এইজন মুনিলৈ দিছিল। ২৬ ॥

যুধিষ্ঠিৰে সুধিলে, কাশ্যপনন্দন সেই ঋষ্যশৃঙ্গৰ নো কেনেকৈ মৃগীৰ গৰ্ভত জন্ম হ'ল? বিৰুদ্ধ যোনিৰ সংসৰ্গত জন্মি তেওঁ কেনেকৈ তপস্বী হ'ল? আৰু, কিয়নো সেই বুদ্ধিমান বালকৰ ভয়ত অনাবৃষ্টিৰ মাজত বল আৰু বৃত্ৰহন্তা ইন্দ্ৰ বৰষুণ দিব লগাত পৰিল? ২৮ ॥

সেই ব্ৰতযুক্তা ৰাজপুত্ৰী শান্তাইবা কি এনে ৰূপৱতী আছিল, মৃগীৰ সন্তান ঋষ্যশৃঙ্গ মুনিৰো চিত্ত প্ৰলোভিত কৰিব পাৰিছিল? ২৯ ॥

ৰাজৰ্ষি লোমপাদো বোলে ধাৰ্ম্মিক আছিল, তেনেস্থলত তেওঁৰ ৰাজ্যত বৃষ্টি-দেৱতা ইন্দ্ৰই নবৰষিছিলেই বা কিয়? ৩০ ॥

হে ভগৱান, এই সকলোবোৰ ঋষ্যশৃঙ্গ মুনিৰ কাৰ্য্যকলাপৰ বিষয়ে যথাযথ-ভাৱে বহলাই অনুগ্ৰহ কৰি মোক কওক। ৩১ ॥

লোমশই কবলৈ ধৰিলে, সেই অতি পূজনীয় প্ৰজাপতিৰ নিচিনা জ্যোতিৰ্ম্ময়, অব্যৰ্থবীৰ্য্য, তপস্যাৰ দ্বাৰা শোধিত চিত্ত সাধু, বিপ্ৰৰ্ষি বিভাণ্ডকৰ প্ৰতাপী, মহা তেজস্বী, বৃদ্ধতুল্য-অভিজ্ঞ, পুত্ৰ ঋষ্যশৃঙ্গৰ কেনেকৈ জন্ম হ'ল শুনক। ৩২-৩৩

সেই দেৱতুল্য ঋষি মহাহ্ৰদ এটিৰ ওচৰ পাই বহু কাল ধৰি তপস্যাত মগ্ন হৈ থকাত বৰ ভাগৰুৱা হৈ প'ৰে। ৩৪ ॥

(সেই সময়ত) অপ্সৰা উৰ্ব্বশীক দেখি (কাম-ভাব হোৱাত) তেওঁৰ ৰেতঃ (সেই হ্ৰদৰ জলতে) স্খলিত হয়; তেতিয়া হে ৰাজন, মৃগী, এজনীয়ে পানী খাওঁতে সেই শুক্ৰখিনিও খাই পেলায়। ৩৫ ॥

সেইদৰে তৃষিতা মৃগীয়ে পানীৰ লগত শুক্ৰও পান কৰিলত তাইৰ গৰ্ভ হ'ল,। আগেয়ে এক দেৱকন্যাক লোক-স্ৰষ্টা ভগৱান ব্ৰহ্মাই শাপ দিছিল যে তাই পৃথিৱীত মৃগ ৰূপ ধৰি এজন মুনিক প্ৰসৱ কৰিলেহে মুক্তি পাব। সেইকাৰণে যিহেতুকে দেৱ-তাৰ নিৰ্ব্বন্ধ অব্যৰ্থ, সেই মৃগীত বিভাণ্ডকৰ পুত্ৰ হ'ল আৰু সেইজনাৰ নামেই মহৰ্ষি ঋষ্যশৃঙ্গ; তেওঁ বনত সদায় তপ আচৰণ কৰিছিল। ৩৬-৩৮ ॥

হে ৰাজন, সেই মহৰ্ষিৰ মূৰত শিং থকাৰ কাৰণে তেওঁ ঋষ্যশৃঙ্গ নামে জনা-জাত হ'ল। ৩৯ ॥

তেওঁ পিতাকৰ বাহিৰে অন্য মানুহ নেদেখাৰ কাৰণে তেওঁৰ মন কঠোৰ ব্ৰহ্ম-চৰ্য্যত সদায় নিমগ্ন হৈ থাকিল। ৪০ ॥

সেই সময়তে অঙ্গদেশত লোমপাদ নামে এজন বিখ্যাত ৰজা আছিল, তেওঁ দশৰথ ৰজাৰ সখিহঁতক। ৪১ ॥

তেওঁ এসময়ত ইচ্ছাকৃতভাৱে ব্ৰাহ্মণক প্ৰতিশ্ৰুত দান নিদি মিছা মাতিলে, তেতিয়া ব্ৰাহ্মণসকলে সেই ৰজাক বৰ্জন কৰিলে। ৪২ ॥

ৰজাই স্বেচ্ছাচাৰিতাৰ কাৰণে পুৰোহিতৰ ওচৰত দোষ কৰাত ইন্দ্ৰই তেওঁৰ ৰাজ্যত বহুত দিনলৈকে বৰষুণ নিদিয়া হোৱাত প্ৰজাসকল (শস্যাদিৰ অভাৱ-অনাটনত) প্ৰপীড়িত হবলৈ ধৰিলে। ৪৩ ॥

তেতিয়া, হে পৃথিৱীপতি, ইন্দ্ৰৰ দ্বাৰা বৰষুণ দিয়াবলৈ সমৰ্থ, মনীষী, তপোবলযুক্ত ব্ৰাহ্মণসকলক সুধিবলৈ ধৰিলে, ৪৪ ॥

[হে মুনিসকল], বৰষুণ কেনেকৈ হ'ব পাৰে অনুগ্ৰহ কৰি তাৰ উপায় চিন্তা কৰক। এই বুলি কোৱাত ঋষিসকলে নিজৰ নিজৰ মতামত তেওঁৰ আগত ক'লে। ৪৫ ॥

কিন্তু তাৰ ভিতৰৰে এজন শ্ৰেষ্ঠ মুনিয়ে ৰজাক ক'লে, হে ৰাজেন্দ্ৰ, আপোনাৰ ওপৰত ব্ৰাহ্মণসকল কুপিত হৈছে, গতিকে তাৰপৰা নিষ্কৃতি পাবৰ উপায় কৰক। ৪৬ ॥

হে ৰাজন, বনতে জন্ম আৰু পোষিত পালিত-হোৱা, স্ত্ৰী-সম্বন্ধ-বিষয়ে কোনো অভিজ্ঞতা নথকা, ধাৰ্ম্মিক মুনিপুত্ৰ ঋষ্যশৃঙ্গক অনাওক। ৪৭ ॥

হে মহাৰাজ, যদি সেই মহা তপস্বীয়ে আপোনাৰ ৰাজ্যত পদাৰ্পণ কৰেহি, তেনেহলে তেতিয়াই বৰষুণ হব, ইয়াত কোনো সন্দেহ নাই। ৪৮ ॥

এই কথা শুনিয়েই, হে ৰাজন, তেওঁ প্ৰায়শ্চিত্ত আচৰণ কৰি ব্ৰাহ্মণসকল প্ৰসন্ন হোৱাত উলটি আহিল। ৪৯ ॥

ৰজা অহা শুনি প্ৰজাসকল হৰ্ষান্বিত হ'ল। তেতিয়া অঙ্গৰাজে মন্ত্ৰণাত পাৰ্গ'ত মন্ত্ৰীসকলক মাতি আনি আলচ কৰি ঋষ্যশৃঙ্গ মুনিক আনিবলৈ যত্ন কৰিলে। ৫০-৫১ ॥

তেতিয়া ধাৰ্ম্মিক ৰজাই শাস্ত্ৰজ্ঞসকলেৰে সৈতে পৰামৰ্শ কৰি স্থিৰ কৰিলে যে (এই ক্ষেত্ৰত) শাস্ত্ৰজ্ঞ, কাৰ্য্যজ্ঞ আৰু নীতিবিদ মন্ত্ৰীসকলৰ লগত আলোচনা কৰি উপায় উলিয়াব লাগিব। তেতিয়া ৰজাই মুখ্য বেশ্যাবিলাকক মতাই অনালে। ৫২ ॥

ৰজাই তেওঁলোকক ক'লে, বেশ্যাসকল সকলো কাৰ্য্যতে পাকৈত যেতিয়া, হে সুন্দৰীহঁত, তোমালোকে মুনিপুত্ৰ ঋষ্যশৃঙ্গক কিবা উপায় কৰি প্ৰলোভন দি বিশ্বাস জন্মাই মোৰ ৰাজ্যলৈ আনাহক। ৫৩-৫৪ ॥

তেতিয়া বেশ্যা স্ত্ৰীসকলে এফালে ৰাজ-আজ্ঞা আৰু আনফালে অভিশাপৰ ভয়ত হতচিন্তা আৰু বিবৰ্ণা হৈ সেই কাম কৰিব নোৱাৰিম বুলি ক'লে। কিন্তু তাৰে বুঢ়ী তিৰোতা এগৰাকীয়ে ৰজাক এইদৰে ক'লে, ৫৫ ॥

হে মহাৰাজ, সেই তপোধনক আনিবলৈ মই যত্ন কৰিম, কিন্তু মোৰ কেইটামান অভিলষিত বস্তু আছে। আপুনি যদি অনুগ্ৰহ কৰি মোক সেইবোৰ দিয়ে

মই ঋষি-পুত্ৰ ঋষ্যশৃঙ্গক আনিব পাৰিম ; তেতিয়াই ৰজাই তেওঁৰ সকলো অভি-লষিত বস্তু দান কৰিবলৈ অনুমতি দিলে। ৫৬-৫৭ ॥

আৰু নানাবিধ ধন-ৰত্ন ওপচাই দিলে। তাৰ পাছত হে মহীপতি, বহুতো ৰূপ-যৌৱন-সম্পন্না স্ত্ৰী লগত লৈ সেই বুঢ়ীগৰাকী আনন্দ মনেৰে বনলৈ যাত্ৰা কৰিলে। ৫৮ ॥

ইতি মহাভাৰতৰ বন পৰ্ব্বৰ অন্তৰ্গত তীৰ্থ-যাত্ৰা-পৰ্ব্বত ঋষ্যশৃঙ্গ উপাখ্যান নামৰ দশাধিকশততম অধ্যায়। ১১০ ॥

॥ অধ্যায় ১১১ ॥

## ॥ বিভাণ্ডকৰ আশ্ৰমত বেশ্যা প্ৰবেশ ॥

লোমশে ক'লে, হে ভাৰত, বুঢ়ীগৰাকীয়ে ৰজাৰ আজ্ঞা পাই সেই ৰাজ-কাৰ্য্য সিদ্ধি কৰিবৰ অৰ্থে নিজ বুদ্ধিৰে নৌকা সজোৱা আশ্ৰম (নাৱতে সৰ্কৈ-কৃত্ৰিম আশ্ৰম) কৰিলে, ১ ॥

নানাবিধ গছ লতা, জোপোহা, ফল-ফুল, সুমিষ্ট ফল, বৃক্ষ আৰু বহুবিধ কৃত্ৰিম শোভাৰে সুসজ্জিত কৰি সেই নৌকাশ্ৰমখন অদ্ভুত ৰমণীয় আৰু মনোহৰ দৃশ্যময় কৰি তুলিলে, ২-৩ ॥

কাশ্যপ (বিভাণ্ডক) মুনিৰ আশ্ৰমৰ ওচৰতে নাও বান্ধি চোৰাংচোৱা পঠাই জানিলে, মুনি বাহিৰলৈ গৈছে, ৪ ॥

তাৰ পাছত কাশ্যপ মুনি আঁতৰলৈ যোৱা দেখি নিজৰ কৰ্ত্তব্যৰ কথা ভালকৈ বুজাই দি নিজৰ বুদ্ধিমতী বেশ্যা জীয়েকক তালৈ যাবলৈ ক'লে। ৫ ॥

নিপুণা, বেশ্যা-কন্যা সেই আশ্ৰমত উপস্থিত হৈ চিৰ-তপস্বী মুনি-কুমাৰক দেখা পালেগৈ। ৬ ॥

বেশ্যাই সুধিলে, হে মুনিবৰ, তপস্বীসকল কুশলে আছে নে ? আপোনাসকলে ফল-মূল যথেষ্ট পাই আছেনে ? আৰু, আপুনি এই আশ্ৰমত আনন্দেৰে আছেনে ? সম্প্ৰতি মই আপোনাক দেখা কৰিবলৈহে আহিছো, ৭ ॥

তাপসসকলৰ তপস্যা বৃদ্ধি হৈ আছনে ? আপোনাৰ পিতৃ নিস্তেজ হোৱা নাইতো ? হে বিপ্ৰ, আপুনি আনন্দ মনেৰে আছে নহয় ? হে ঋষ্যশৃঙ্গ, আপুনি সদায় বেদ-পাঠ কৰি আছেতো ? ৮ ॥

ঋষ্যশৃঙ্গই ক'লে, আপুনি স্ত্ৰী-সম্পদৰ দ্বাৰা জ্যোতিষ্কৰ দৰে প্ৰকাশিত হৈছে, আপুনি

এজন পূজনীয় লোক, আমাৰ ধৰ্ম্ম অনুযায়ী যথাসম্ভৱ পাদ্য-অৰ্ঘ্য-জল আৰু ফল-মূল আগ বঢ়াব খোজোঁ। ৯ ॥

কৃষ্ণশৰ পছুৰ সুখদায়ক ছালেৰে আবৃত কুশাসন পাৰি থোৱা আছে, তাত সুখেৰে বহক। আপোনাৰ আশ্ৰম ক'ত, দেৱতাৰ দৰে আপুনি কি এই ব্ৰত পালন কৰিছে। ১০ ॥

বেশ্যাই ক'লে, হে কাশ্যপনন্দন, মোৰ মনোৰম আশ্ৰম এই পৰ্ব্বতৰপৰা তিনি যোজন ব্যাপি থকা পৰ্ব্বতৰ সিফালে তাতে স্বধৰ্ম্ম পালন কৰি থাকোঁ; মোৰ ধৰ্ম্ম হ'ল মই কাৰো অভিবাদন বা পাদ্য অৰ্ঘ্য গ্ৰহণ নকৰোঁ। ১১ ॥

আপুনি মোক নমস্কাৰ কৰিব নালাগে, বৰং মইহে আপোনাক নমস্কাৰ কৰিব লাগে; আৰু মোৰ এই ব্ৰত যে মই আপোনাক আলিঙ্গন কৰিব লাগে। ১২ ॥

ঋষ্যশৃঙ্গই ক'লে, এইখিনি পকা ভল্লাতক (ভোলা), আমলখি, কৰুষক, ইঙ্গুদ, ধন্বন দিছো, আপুনি ইচ্ছামতে ভক্ষণ কৰক। ১৩ ॥

লোমশে ক'লে, বেশ্যাই সেই সকলোবোৰ পৰিত্যাগ কৰি ঋষ্যশৃঙ্গক অন্য মহাৰসপূৰ্ণ অতি ৰসাল আৰু মনোহৰ ফল আগ বঢ়ালে, সেইবোৰ ঋষ্যশৃঙ্গৰ বৰ ৰুচিকৰ হ'ল। ১৪ ॥

আৰু, সুগন্ধি ফুলৰ মালা, বিচিত্ৰ জলমলীয়া কাপোৰ, উৎকৃষ্ট পানীয় বস্তু দিলে। তাৰ পাছত আমোদ-প্ৰমোদ আৰু হাঁহি-ধেমালি কৰিবলৈ ধৰিলে। ১৫ ॥

তেওঁৰ ওচৰত বেশ্যাই ফলিতা-লতাৰ নিচিনাকৈ (পাত-ফুল-ফল আদিৰে বিভাজন হৈ) কন্দুক খেল কৰি (কোনো সময়ত গা খজুৱাই, কোনো সময়ত ভাকুট কুটাই) আনন্দ কৰিছিল আৰু নিজৰ অঙ্গৰ দ্বাৰা ঋষ্যশৃঙ্গৰ অঙ্গ সেৱা কৰি বহুবাৰ আলিঙ্গন কৰিছিল। ১৬ ॥

সৰ্জ্জ (শাল গছ), অশোক, তিলকাদি সুপুষ্পিত বৃক্ষসমূহ দোঁৱা খুৱাই আৰু ভাঙি-ছিঙি, লজ্জিতা হৈ যেন মদমত্তা বেশ্যাই মহৰ্ষি-পুত্ৰক প্ৰলুব্ধ কৰিলে। ১৭ ॥

বাৰে বাৰে ঋষ্যশৃঙ্গৰ দেহ আলিঙ্গন কৰি যেতিয়া দেখিলে যে তেওঁৰ ভাবৰ বিকাৰ ঘটিছে, তেতিয়া 'তেওঁৰ অগ্নিহোত্ৰ যজ্ঞৰ সময় হৈছেহি'— বুলি ছল কৰি লাহেকৈ তাৰপৰা গুচি গ'ল। ১৮ ॥

বেশ্যা যোৱাৰ পাছত ঋষ্যশৃঙ্গ কামাতুৰ হৈ সংজ্ঞাহীনৰ দৰে হ'ল আৰু তেওঁৰ চিন্তাতে শূন্য আৰু পীড়িতৰ দৰে হৈ হুমুনিয়াহ পেলাবলৈ ধৰিলে। ১৯ ॥

তাৰ অলপ পৰৰ পিছতে সিংহৰ নিচিনা পিঙ্গল-বৰ্ণ চকুৰে, নখ পৰ্য্যন্ত নোমেৰে আবৃত, স্বাধ্যায়-সমাধি-সম্পন্ন, কশ্যপ-নন্দন বিভাণ্ডক মুনি উপস্থিত হ'লহি। ২০ ॥

তেওঁ আহি পুত্ৰেকক বিপৰীত ভাবাপন্ন হৈ কিবা এটা ধ্যান কৰি বহি থকা অৱস্থাত পাই, বাৰে বাৰে ওপৰলৈ চাই দীঘল হুমুনিয়াহ কাঢ়ি আমন-জিমনকৈ থকা দেখি সুধিলে, ২১ ॥

বোপা, আজি তুমি সমিধ খৰি আহৰণ কৰা নাই কিয় ? আজি অগ্নিহোত্ৰ যজ্ঞ কৰিলানে ? স্ৰুস্-স্ৰুৱ ? ভালকৈ চাফা কৰা হ'লনে, আৰু হোমৰ গাইজনী দামুৰিৰে সৈতে লগ লগালানে (খীৰোৱা হ'লনে) ? ২২ ॥

হে পুত্ৰ, তুমি দেখোন আজি আগৰ নিচিনাকৈ থকা নাই, আত্ম-চেতনা-লোপ হৈ কিবা চিন্তাত যেন আকুল হৈ আছা ! আজি তুমি খুব আমন জিমন ভাবত আছা, কোৰ'চোন আজি ইয়ালৈ কোন আহিছিল ? ২৩ ॥

ইতি মহাভাৰতৰ বনপৰ্ব্বৰ অন্তৰ্গত তীৰ্থযাত্ৰা পৰ্ব্বত বিভাণ্ডকৰ আশ্ৰমত বেশ্যাৰ প্ৰৱেশ নামৰ একাদশাধিকশততম অধ্যায় । ১১১ ॥

## ॥ অধ্যায় ১১২ ॥

# ॥ বেশ্যা-পৰিচয় ॥

ঋষ্যশৃঙ্গই ক'লে, ইয়ালৈ দেৱতাসকলৰ নিচিনা, স্বভাৱতে শোভাবান, সোণোৱালী বৰণৰ, পদুমৰ পাহিৰ নিচিনা আয়তাকাৰ চকুৰে, উদাৰমনা, অতি ওখ নহয় অতি চাপৰো নহয়, এনেকুৱা এজন জটাধাৰী ব্ৰহ্মচাৰী আহিছিল । ১ ॥

তেওঁ ৰূপত বিতোপন, সূৰ্য্যৰ নিচিনা তেজস্বী, মৃদু কৃষ্ণবৰ্ণৰ চকুযুৰিৰে, অতি গৌৰবৰণৰ । তেওঁৰ নীল-বৰণীয়া জ'টাখিনি খুব নিৰ্ম্মল আৰু সুগন্ধি, আৰু সোণৰ জৰীৰে বান্ধি থোৱা । ২ ॥

অন্তৰীক্ষত বিজুলীৰ দৰে তেওঁৰ কণ্ঠত কণ্ঠাভৰণ শোভা পাইছে । তেওঁৰ কণ্ঠদেশৰ তলত দুটি মনোহৰ ৰোমশূন্য মাংসপিণ্ড আছে । ৩ ॥

তেওঁৰ কঁকালটো কৃশ কটিভাগো অতি কৃশ আৰু মোৰ এই কটি-সূত্ৰৰ দৰে তেওঁৰো কৌপীনৰ মাজৰপৰা সোণৰ কটি-সূত্ৰ প্ৰকাশ পাইছিল । ৪ ॥

তেওঁৰ আৰু এটা অদ্ভুত বস্তু চাব লগীয়া তেওঁৰ দুই ভৰিত বান্ধি ৰখা দুটা ধুনীয়া বস্তু আছে ; সেইদৰে, মই ৰুদ্ৰাক্ষৰ মালা পিন্ধি থকা নিচিনাকৈ তেওঁৰ হাত দুখনিতো কঙ্কন পিন্ধা আছে—সিও জুনুক-জুনুক শব্দ কৰে । ৫ ॥

তেওঁ যেতিয়া ইফাল-সিফালকৈ ফুৰে, তেওঁৰ গাৰ সেই অলঙ্কাৰবোৰে সৰোবৰত আনন্দত মত্ত হৈ আৰাও কৰি থকা ৰাজহাঁহৰ নিচিনাকৈ শব্দ কৰে । তেওঁ পিন্ধি থকা কৌপীনবোৰ অতি চমক লগা, মই পিন্ধাবোৰ সিমান ধুনীয়া নহয় । ৬ ॥

তেওঁৰ মুখখনি অদ্ভুত চাব লগীয়া বস্তু, কথা ক'লে যেন চিত্তত আনন্দৰ হিল্লোল উঠে, তেওঁৰ মাত কেইষাৰ মতা কুলি চৰাইৰ মাতৰ নিচিনা, সেই মাত কাণত পৰাত মোৰ অন্তৰাত্মা ব্যথিত হৈছিল । ৭ ॥

যেনেকৈ বহাগ মাহত বতাহৰ দ্বাৰা চালিত বননি গন্ধ-মদিৰ হৈ শোভা পায়, তেনেকৈয়ে, হে পিতা, বায়ু-সেৱিত হৈ তেওঁ অতি উত্তম আৰু পবিত্ৰ গন্ধ বিস্তাৰ কৰি শোভা পাইছিল। ৮ ॥

তেওঁৰ জঁটা ভালকৈ বান্ধি থোৱা আছিল যদিও অসমানভাৱে দুভাগ হৈ কপালতো কিছুমান ওলমি আছে আৰু ফুটুকা-ফুটুকি পাখিৰে, চাকৈচকোৱা চৰাইৰ দৰে ধুনীয়া বস্তুৰে তেওঁৰ কাণ দুখন আবৃত আছিল। ৯ ॥

তাৰ পাছত এটা ঘূৰণীয়া, চিত্ৰ-বিচিত্ৰ ফলৰ নিচিনা বস্তু তেওঁ সোঁহাতেৰে আনি মাটিত পেলাই দিয়াত বাৰে বাৰে ওপৰলৈ আশ্চৰ্য্যৰূপে জঁপিয়াই জঁপিয়াই উঠিবলৈ ধৰে ১০ ॥

সেই ফলটো আঘাত কৰি তেওঁ বায়ু-সঞ্চালিত বৃক্ষৰ দৰে ঘূৰিছিল, এবাৰ ইফালে এবাৰ সিফালে যোৱাৰ দৰে বাৰে বাৰে ঘূৰি আছে। তেওঁক দেৱতাৰ পুত্ৰৰ নিচিনা দেখি, হে পিতা, সঁচাকৈয়ে খুব ভাল লাগিল আৰু তেওঁৰ প্ৰতি মোৰ আসক্তি জন্মিল। ১১ ॥

আকৌ তেওঁ মোক আকোঁৱালি লৈ, জঁটাত ধৰি মুখখন তললৈ আনি তেওঁৰ মুখ মোৰ মুখত দি এটা শব্দ কৰিছিল, মই তাত অতি আনন্দ পাইছিলো। ১২ ॥

মই হাত-মুখ ধুবৰ কাৰণে যি পানী আৰু খাবৰ কাৰণে যিখিনি ফল আগ বঢ়াইছিলো, তেওঁ সেইবোৰ ভাল নাপালে, মোক ক'লে, সেইদৰে গ্ৰহণ নকৰাটো তেওঁৰ ব্ৰত, এই বুলি কৈ মোক আন কিছুমান ফল দিলে। ১৩ ॥

তেওঁ দিয়া ৰসাল ফলবিলাকৰ লগত মই দিয়া ফলবিলাকৰ তুলনা হ'বই নোৱাৰে, আৰু এইবোৰ ফলৰ যেনে বাকলি আৰু গুটি আছে সেইবোৰ ফলৰ তেনেকুৱা নাই। ১৪ ॥

আকৌ সেই উদাৰ ৰূপৱান মানুহজনে মোক এবিধ ৰস পান কৰিবলৈ দিছিল, সেই ৰস পান কৰি সঁচাকৈ বৰ আনন্দ পালো আৰু মোৰ এনে লাগিল যেন পৃথিৱীখন তল-ওপৰ হ'বলৈ ধৰিছে। ১৫ ॥

আৰু এইবিলাক পাট,সূতাৰে গঁথা, চিত্ৰ-বিচিত্ৰ, সুগন্ধি ফুলৰ মালা ইয়াত পেলাই থৈ তপস্যাৰ দ্বাৰা উজ্জ্বল কৰি তেওঁ নিজ আশ্ৰমলৈ উলটি গৈছে। ১৬ ॥

তেওঁ যোৱাৰ পাছত মই একেবাৰে আত্মহাৰা হৈ পৰিছো, গাটোও জলা-পোৰা কৰিব লাগিছে, অতি শীঘ্ৰে তেওঁৰ ওচৰলৈ যাওঁ যাওঁ লাগিছে, অথবা তেওঁ সদায় ইয়ালৈ আহি থাকক—এনে ইচ্ছা হৈছে। ১৭ ॥

হে পিতা, মই তেওঁৰ ওচৰলৈকে যাওঁ, তেওঁৰ যেনে ব্ৰহ্মচৰ্য্য, তেওঁৰ

লগতে থাকি সেই সাধুৱে যেনেকৈ তপ আচৰণ কৰিছে, তেনেকৈ আচৰণ কৰিবলৈ ইচ্ছা কৰোঁ। ১৮ ॥

তেওঁৰ দৰেই আচৰণ কৰিবলৈ মোৰ অন্তৰত ইচ্ছা হৈছে, তেওঁক নেদেখি মোৰ চিত্ত বিয়াকুল হৈ পৰিছে। ১৯ ॥

ইতি মহাভাৰতৰ বনপৰ্ব্বৰ অন্তৰ্গত তীৰ্থযাত্ৰা-পৰ্ব্বত বেশ্যা পৰিচয় নামৰ দ্বাদশাধিকশততম অধ্যায়। ১১২ ॥

॥ অধ্যায় ১১৩ ॥

## ॥ শান্তাৰ লগত ঋষ্যশৃঙ্গৰ বিবাহ ॥

বিভাণ্ডকে ক'লে, হে পুত্ৰ, সেইবোৰ অদ্ভুত ৰূপ দেখুৱাই ৰাক্ষসবিলাক ফুৰি ফুৰে, সিহঁতে অনুপম শক্তি আৰু ৰূপ ধাৰণ কৰি সদায় তপস্যাৰ বিঘিনি আচৰণ কৰি ফুৰে। ১ ॥

বোপা, এইবিলাকেই সুন্দৰ আৰু উগ্ৰ (তপ-বিৰোধী) ৰূপেৰে সৈতে নানা উপায় অৱলম্বন কৰি, প্ৰলোভন দেখুৱাই আশ্ৰমৰ সুখময়, শান্তিময় অৱস্থাৰপৰা মুনিসকলক নষ্ট-ভ্ৰষ্ট কৰি ফুৰে। ২ ॥

সৎ লোক, প্ৰাৰ্থী, যতি, মুনিসকলে কেতিয়াও সেইবোৰ কামনা নকৰে, সেই পাপাচাৰীহঁতে তাপসসকলৰ তপস্যাত বিঘিনি আচৰি ভাল পায়, সিহঁতক তাপস-সকলে চাব নাপায়। ৩ ॥

হে পুত্ৰ, অসৎ লোকসকলৰ উপভোগ্য, অপেয় মদ্য আৰু বিচিত্ৰ উজ্জ্বল গন্ধ-যুক্ত মাল্য মুনিসকলৰ ভোগৰ বস্তু নহয়। ৪ ॥

পুতেকক সেইবিলাক ৰাক্ষস, সিহঁতৰপৰা সদায় আঁতৰত থাকিব লাগে বুলি কৈ বিভাণ্ডকে তেওঁক বিচাৰি গ'ল; আৰু তিনি দিন বিচাৰি বিফল-মনোৰথ হৈ আশ্ৰমলৈ ঘূৰি আহিল। ৫ ॥

যেতিয়া কাশ্যপ আকৌ বৈদিক নিয়মানুসাৰে যজ্ঞীয় ফল আহৰণ কৰিবলৈ গ'ল, তেতিয়া সেই বেশ্যা আকৌ মুনি ঋষ্যশৃঙ্গক লোভ দেখুৱাবলৈ আহিল। ৬ ॥

তেওঁক দেখা মাত্ৰকে ঋষ্যশৃঙ্গ আনন্দতে উদ্‌ভ্ৰান্ত হৈ তেওঁৰ সমুখলৈ গ'ল আৰু ক'লে যে মোৰ পিতা আশ্ৰমলৈ ঘূৰি নৌ-আহোঁতেই তোমালোকৰ আশ্ৰমলৈ যাওঁ ব'লা। ৭ ॥

তেতিয়া, হে মহাৰাজ, কাশ্যপৰ একমাত্ৰ পুতেকক (ঋষ্যশৃঙ্গক) সেই বেশ্যা-সকলে নানা কৌশলেৰে নৌকাশ্ৰমলৈ আনি নাও এৰি দিলে আৰু নানা বিধ উপায়েৰে তেওঁক আনন্দ দি অঙ্গাধিপতিৰ ওচৰ পালেগৈ। ৮ ॥

তাৰ পাছত ৰজা লোমপাদে নাবিকে চলাই অনা অতি শুভ্ৰ নাওখনি নৈৰ-পাৰত ৰাখি ঋষ্যশৃঙ্গক দেখুৱাবলৈ পানীৰ কাষৰপৰাই নাৱাশ্ৰম নামেৰে আৰু এখন আশ্ৰম নিৰ্ম্মাণ কৰিলে। ৯ ॥

ৰজাই বিভাণ্ডকৰ একমাত্ৰ পুতেক সেই ঋষ্যশৃঙ্গক অন্তেষপুৰলৈ নি বহুৱাই দেখিলে যে দেৱৰাজে হঠাতে বৰষুণ দিছে আৰু পৃথিৱী জলেৰে পৰিপূৰ্ণ হৈছে। ১০ ॥

লোমপাদ ৰজাৰ অভিলাষ পূৰ্ণ হোৱাত তেওঁৰ শান্তা নামৰ কন্যাক ঋষ্য-শৃঙ্গলৈ বিয়া দিলে আৰু ঋষিৰ (বিভাণ্ডকৰ) ক্ৰোধৰ প্ৰতিকাৰ-স্বৰূপে তেওঁৰ অহা বাটত বহুতো কৃষককু কৰ্ষণ কৰিবৰ কাৰণে লগালে। ১১ ॥

ৰজাই বনলৈ ওলাই যোৱা বিভাণ্ডক মুনিয়ে পুতেকক বিচাৰি আহিব বুলি ভাবি বাটত বহুতো পশুশালা আৰু সাহিয়াল পশুপালক কিছুমান নিযুক্ত কৰি ৰাখিলে আৰু তেওঁলোকক আদেশ দিলে, যদি সেই মহৰ্ষিয়ে তেওঁৰ কিবা কথা তেওঁলোকক সোধে তেন্তে তেওঁলোকে কৰপুটে ক'ব যে, এইবোৰ আপোনাৰ পুতেকৰে পশু আৰু তেখেতৰেই এইবোৰ খেতি-পথাৰ। হে মহৰ্ষি, এতিয়া আপোনাৰ কি শুভ কাম সম্পাদন কৰিব লাগে, আমি সকলো আপোনাৰ আজ্ঞাত বান্ধ খোৱা দাস, আজ্ঞা কৰক, আমি পালন কৰিবলৈ প্ৰস্তুত আছোঁহঁক। ১২-১৩ ॥

এইদৰে উপায় অৱলম্বন কৰি থাকোঁতে, সিফালে মুনিয়ে ফল-মূল সংগ্ৰহ কৰি আহি নিজৰ আশ্ৰমত পুতেকক বিচাৰ কৰি নেদেখি খঙত অত্যন্ত জ্বলি-পকি উঠিল। ১৪ ॥

খঙৰ বেগত বিদীৰ্ণ-চিত্ত হৈ এইবোৰ ৰজাৰে বিধান বুলি অনুমান কৰি সমগ্ৰ ৰাজ্য, নগৰ আৰু সপৰিয়ালে ৰজাক ধ্বংস কৰোঁ বুলি ভাবি চম্পা নগৰলৈ যাত্ৰা কৰিলে। ১৫ ॥

তেওঁ এইদৰে গৈ থাকোঁতে ভোক-পিয়াহত ভাগৰুৱা হৈ বাটৰ সমৃদ্ধিশালী গুৱালৰ চুবুৰী এটাত সেই ৰাতি বঞ্চিলে আৰু সেই গো-পালকসকলেও তেখেতক যথানিয়মে শুশ্ৰূষা আদি কৰিলে, তেওঁ ৰাতিটো ৰজাৰ দৰে কটালে। ১৬ ॥

সিবিলাকৰপৰা এইদৰে অতীৱ মান-সংকাৰ পাই, সিবিলাকক সুধিলে, গুৱাল-সকল, তোমালোক কাৰ প্ৰজা? তেতিয়া তেওঁলোক সকলোটি ওচৰ চাপি আহি ক'লে এইবোৰ গোধন আপোনাৰ পুতেকৰে। ১৭ ॥

এনেকৈ সকলো ঠাইতে একে ধৰণেৰে মান-সংকাৰ অভ্যৰ্থনা পাই আৰু মধুৰ আলাপ শুনি শুনি অতি আনন্দ পাই, মনৰ অশান্তিবোৰ দূৰ হৈ অঙ্গদেশাধিপতিৰ ওচৰ পালেগৈ। ১৮ ॥

তেতিয়া ৰজাই তেখেতক যথোচিত আদৰ-অভ্যৰ্থনা কৰিলে, স্বৰ্গত দেৱতা-সকলৰ মাজত ইন্দ্ৰৰ নিচিনাকৈ পুতেকক দেখা পালে আৰু তাতে উঠি অহা পূৰ্ণিমাৰ জোনৰ নিচিনা, অকালত দেখা দিয়া বিজুলীৰ দৰে তেখেতৰ বোৱাৰী শান্তাকো দেখা পালে। ১৯ ॥

আহোঁতে তেওঁৰ পুতেকৰ বহুতো গাঁও, গুৱালৰ বস্তি দেখি আৰু (ৰাজ অন্তেষপুৰত) বোৱাৰীয়েক শান্তাক দেখি, মুনিৰ সেই উগ্ৰ খং মাৰ গ'ল। হে নৰেন্দ্ৰ, বিভাণ্ডকে ৰৰং সেই ৰজাৰ মঙ্গল বিধানহে কৰিলে। ২০ ॥

তেতিয়া সূৰ্য্য-অগ্নিৰ নিচিনা প্ৰভাৱশালী মহৰ্ষিয়ে পুতেকক উদ্দেশ্য কৰি ক'লে, ৰজাৰ সকলো শুভ অভিলাষ পূৰণ কৰি তোমাৰ পুত্ৰ-সন্তান জন্ম হ'লেই বনলৈ গুচি যাবা। ২১ ॥

ঋষ্যশৃঙ্গয়ো সেইমতেই পিতাকৰ আজ্ঞা পালন কৰিলে আৰু য'ত তেখেতৰ পিতাক বাস কৰিছিল তালৈ গুচি গ'ল। হে ৰাজন্, শান্তাও আকাশত চন্দ্ৰৰ লগত ৰোহিণী বাস কৰাৰ নিচিনাকৈ সদায় স্বামীৰ অনুকুলা হৈ চলিবলৈ ধৰিলে। ২২ ॥

অথবা, যেনেকৈ সুভগা অৰুন্ধতীয়ে বশিষ্ঠক, লোপামুদ্ৰাই অগস্ত্যক শুশ্ৰূষা কৰিছিল, দময়ন্তীয়ে নলৰ প্ৰতি, শচীয়ে বজ্ৰধৰ ইন্দ্ৰৰ প্ৰতি আৰু ইন্দ্ৰসেনা নাৰায়ণীয়ে মুদ্গলৰ প্ৰতি যেনেদৰে অনুকূলা হৈ চলিছিল, সেইদৰে, হে মহাৰাজ যুধিষ্ঠিৰ, শান্তায়ো বনবাসী ঋষ্যশৃঙ্গক শ্ৰদ্ধা ভক্তিৰে সৈতে সেৱা-শুশ্ৰূষা কৰিছিল ২৩ ২৪ ॥

আজিও এইখন তেওঁৰেই পুণ্যাশ্ৰম বিৰাজমান, ইয়াতেই সেই বিখ্যাত পুণ্য-কীৰ্ত্তিস্বৰূপ মহা হ্ৰদ; গতিকে, হে মহাৰাজ, আপুনি ইয়াত স্নান কৰি কৃতকৃত্য আৰু বিশুদ্ধ হৈ অন্য তীৰ্থলৈ যাবলৈ মন কৰক। ২৫ ॥

ইতি মহাভাৰতৰ বনপৰ্ব্বৰ অন্তৰ্গত তীৰ্থযাত্ৰা-পৰ্ব্বত শান্তাৰ লগত ঋষ্যশৃঙ্গৰ বিবাহ নামৰ ত্ৰয়োদশাধিকশততম অধ্যায়। ১১৩ ॥

॥ অধ্যায় ১১৪ ॥

## ॥ যুধিষ্ঠিৰৰ মহেন্দ্ৰ পৰ্ব্বতলৈ গমন ॥

বৈশম্পায়নে ক'লে, হে জন্মেজয়, তাৰ পাছত যুধিষ্ঠিৰে কৌশিকী তীৰ্থৰপৰা গৈ একাদিক্ৰমে সকলো তীৰ্থক্ষেত্ৰ ভ্ৰমণ কৰিলে। ১ ॥

তেওঁ সাগৰ পাই নদীৰ মধ্যৱৰ্ত্তী গঙ্গা সাগৰ-সঙ্গমত স্নান কৰিলে। ২ ॥

তাৰপৰা ৰজাই সাগৰৰ তীৰেদিয়েই ভ্ৰাতৃসকলেৰে সৈতে কলিঙ্গ দেশলৈ যাত্ৰা কৰিলে। ৩ ॥

লোমশে ক'লে, হে কৌন্তেয়, এয়ে কলিঙ্গ দেশ, ইয়াতে বৈতৰণী নদী আছে আৰু এই ঠাইতে ধৰ্ম্মই দেৱতাসকলৰ ওচৰত শৰণাপন্ন হৈ যজ্ঞ কৰিছিল। ৪ ॥

এয়ে হৈছে সেই নদীৰ উত্তৰপাৰ, দ্বিজসকল ইয়াতে বস-বাস কৰে। এই-ডোখৰ ঠাই পৰ্ব্বতময়, ঋষিসকলৰ এয়ে যজ্ঞীয় থলী। ৫ ॥

স্বৰ্গগামী লোকসকলৰ পক্ষে এই ঠাইখন দেৱযান-পথৰ সমান, ইয়াতেই প্ৰাচীন কালত অন্য ঋষিসকলেও আহি যজ্ঞানুষ্ঠান কৰিছিল। ৬ ॥

হে মহাৰাজ, ইয়াতেই ৰুদ্ৰই যজ্ঞত পশু গ্ৰহণ কৰিছিল, আৰু পশু লাভ কৰি কৈছিল, 'এয়া মোৰ ভাগ।' ৭ ॥

এইদৰে পশু হৰণ কৰি নিয়াত দেৱতাসকলে তেখেতক ক'লে, পৰৰ যি কোনো ধন গ্ৰহণ কৰি নষ্ট নকৰিব আৰু যজ্ঞৰ সকলো ধৰ্ম্ম গ্ৰহণ কৰিবলৈ ইচ্ছা নকৰিব। ৮ ॥

তেতিয়া দেৱতাসকলে ৰুদ্ৰক স্তুতি-বাক্যেৰে প্ৰাৰ্থনা কৰিবলৈ ধৰিলে আৰু ইষ্ট মন্ত্ৰেৰে তৰ্পণ কৰি তেখেতক সন্তুষ্ট কৰিলে। ৯ ॥

তাৰ পাছত ৰুদ্ৰদেৱে যজ্ঞীয় পশু এৰি দি দেৱযান পথেদি গুচি গ'ল, তাতে ৰুদ্ৰৰ আখ্যান (প্ৰবাদাকাৰে) ৰৈ গ'ল, হে যুধিষ্ঠিৰ, শুনা। ১০ ॥

দেৱতাসকলে ৰুদ্ৰৰ ভয়ত তৎকালিক নিৰ্ম্মিত সৰ্ব্বোৎকৃষ্ট এটি ভাগ তেওঁক দিব বুলি সংকল্প কৰিছিল। ১১ ॥

হে ৰাজন, এই বৰ্ণনাখিনি কীৰ্ত্তন কৰি যি ইয়াৰ জল স্পৰ্শ কৰিব তেওঁ দেৱযান পথ প্ৰত্যক্ষে দেখা পাব। ১২ ॥

বৈশম্পায়নে ক'লে, তাৰ পাছত মহা ভাগ্যবান পাণ্ডৱসকলে দ্ৰৌপদীৰে সৈতে এই বৈতৰণী নদীত নামি পিতৃসকলক তৰ্পণ কৰিলে। ১৩ ॥

যুধিষ্ঠিৰে ক'লে, হে লোমশ, চাওক, কত তপস্যাৰ বলত এই নদীত যথা-বিধিৰে স্নান কৰি আজি মনুষ্য ভাবৰপৰা মুক্তি পাইছো। ১৪ ॥

হে উত্তম ব্ৰতধাৰী, আপোনাৰ অনুগ্ৰহতে আজি সকলো লোক দেখা পাইছো, মহাত্মা বানপ্ৰস্থীসকলৰ জপ-ধ্বনি শুনিবলৈ পাইছো। ১৫ ॥

মহাৰাজ, আপুনি যি ধ্বনি শুনিছে সেই ধ্বনি য'ৰপৰা আহিছে সি ইয়াৰ-পৰা তিনিশ যোজন দূৰত, আপুনি নীৰৱ হওক। ১৬ ॥

হে ৰাজন, এই বিৰাজমান দিব্য স্বয়ম্ভু ব্ৰহ্মাৰ, ইয়াতে প্ৰতাপী স্বয়ম্ভু বিশ্ব-কৰ্ম্মাই যজ্ঞ কৰিছিল। ১৭ ॥

সেই যজ্ঞতে স্বয়ম্ভুৱে মহাত্মা কশ্যপ ঋষিক এই পৰ্ব্বত, বনসমূহেৰে সৈতে সমস্ত পৃথিৱী দক্ষিণাৰূপে আগ বঢ়ালে। ১৮ ॥

তেতিয়া হে কৌন্তেয়, এইদৰে দান দিয়া মাত্ৰে পৃথিৱীয়ে বৰ দুখ পাই খঙেৰে বিশ্বপতিক এনেকৈ ক'লে, ১৯ ॥

হে ভগৱান, তুমি মোক কেতিয়াও মনুষ্যক দান দিব নোৱৰা, এতিয়া যে মোৰ প্ৰদান কৰিছা, ই অত্যন্ত পাপ কাম ; গতিকে মই এতিয়াই ৰসাতলত প্ৰৱেশ কৰিমগৈ। ২০॥

হে নৰপতি, তেতিয়া ভগৱান কশ্যপ ঋষিয়ে, এইদৰে পৃথিৱীয়ে দুখ কৰা দেখি তেওঁক সান্ত্বনা দিবলৈ ধৰিলে। ২১॥

হে পাণ্ডৱ, এইদৰে ঋষিৰ তপসাত পৃথিৱী সন্তুষ্টা হৈ পুনৰ জলৰপৰা উঠি ওখ হৈ বেদী-ৰূপেৰে থাকিল। ২২॥

হে মহাৰাজ, এতিয়া সেই যে বেদীৰ চিনা হৈ ভূমি-খণ্ড আছে, তাত উঠিলে বীৰ্য্যবান হ'ব পাৰিব। ২৩॥

সেই বেদী-ৰূপ ভূমি-খণ্ড সাগৰৰ আশ্ৰয়ত আছে আৰু তাৰ পৰাই পুনৰুত্থান হৈছে ; গতিকে হে ৰাজন, আপুনি তাত আৰোহণ কৰিলে আপোনাৰ কল্যাণ হ'ব। আপুনি অকলে সাগৰত নামক। ২৪॥

মই আপোনাৰ কাৰণে স্বস্ত্যয়ন কৰিম যাতে আপুনি তাত এতিয়াই আৰোহণ কৰিব পাৰে, হে অজমীঢ়-বংশ-সম্ভূত, মানুহে স্পৰ্শ কৰিলে এই বেদী সমুদ্ৰত প্ৰৱেশ কৰে। ২৫॥

ওঁ হে জগতপালক নাৰায়ণ, আপুনি বিশ্বত সৰ্ব্বশ্ৰেষ্ঠ, আপোনাক নমস্কাৰ, হে দেৱেশ, সাগৰৰ এই লোণা জলত আপুনি সন্নিহিত হওক। ২৬॥

আপুনি অগ্নি, সূৰ্য্য, বিশ্বৰ হেতু, ক্ৰীড়নশীল জল, বিষ্ণুৰ সাকাৰ ৰূপ আৰু মোক্ষৰ কাৰণ স্বৰূপ আপুনিয়েই। হে পাণ্ডৱ, এই সত্য বাক্য উচ্চাৰণ কৰি এই বেদীত আৰোহণ কৰক। ২৭॥

অগ্নি আপোনাৰ কাৰণ, যজ্ঞ আপোনাৰ দেহ, আপুনি বিষ্ণুৰ ৰেতঃ ধাৰণ কৰি আছে আৰু আপুনি মোক্ষৰ সাধন স্বৰূপ। হে পাণ্ডৱ, এই সত্য বাক্য জপ কৰি, তাৰ পাছত নদীৰ স্বামী-স্বৰূপ সমুদ্ৰত স্নান কৰিব লাগে। ২৮॥

হে কুৰুশ্ৰেষ্ঠ, অন্যথা দেৱতাৰ উৎপত্তিৰ স্থান নদী-জলধিপতি মহোদধিক, আনকি কুশ-বনৰ আগেৰেও চুব নাপায়। ২৯॥

বৈশম্পায়নে কয়, তাৰ পাছত স্বস্ত্যয়ন কৰা হলত মহাত্মা যুধিষ্ঠিৰে সাগৰৰ ওচৰলৈ গ'ল আৰু লোমশ মুনিৰ উপদেশ মতে সকলো কাম কৰি সেই মহেন্দ্ৰ পৰ্ব্বতত ৰাতি বাস কৰিলে। ৩০॥

ইতি মহাভাৰতৰ বনপৰ্ব্বৰ অন্তৰ্গত তীৰ্থ-যাত্ৰা-পৰ্ব্বত যুধিষ্ঠিৰৰ মহেন্দ্ৰ পৰ্ব্বতলৈ গমন নামৰ চতুৰ্দ্দশাধিকশততম অধ্যায়। ১১৪॥

## ॥ অধ্যায় ১১৫ ॥

# ॥ কাৰ্ত্তবীৰ্য্যৰ উপাখ্যান ॥

বৈশম্পায়নে কয়, ৰজাই তাত এৰাতি বাস কৰি ভ্ৰাতৃসকলেৰে সৈতে তাৰ নিবাসী তাপসসকলক সেৱা-সৎকাৰ কৰিলে। ১ ॥

লোমশই তাত বাস কৰা ভৃগুৰ বংশৰ, অঙ্গিৰা বংশৰ, বসিষ্ঠ বংশৰ আৰু কশ্যপৰ বংশৰ তাপসসকলৰ বিষয়ে ৰজাক কৈছিল, সেই সকলোকে ৰজাই হাত-যোৰ কৰি নমস্কাৰ জনাই পৰশুৰামৰ অনুচৰ বীৰ অকৃতব্ৰণক সুধিবলৈ ধৰিলে, ২-৩ ॥

কেতিয়ানো সেই ভগৱান পৰশুৰামে তাপসসকলক দৰ্শন দিব, সেই প্ৰসঙ্গতে ভাৰ্গৱক দৰশন পাবলৈ ইচ্ছা কৰোঁ। ৪ ॥

অকৃতব্ৰণে ক'লে, আপুনি ইয়ালৈ অহা মাত্ৰেই পৰম-জ্ঞানী ৰামে আপোনাৰ কথা জানিছে আৰু আপোনাৰ প্ৰতি ৰামৰ প্ৰীতিও আছে, গতিকে আপোনাক নিশ্চয় দৰশন দিব। ৫ ॥

তাপসসকলে সেই পৰশুৰামক অষ্টমী আৰু চতুৰ্দ্দশীত দেখিবলৈ পায়, আজি ৰাতিটো শেষ হ'লেই কালিলৈ চতুৰ্দ্দশী তিথি মিলিব। ৬ ॥

যুধিষ্ঠিৰে ক'লে, আপুনি মহাবলী জামদগ্নি ৰামৰ একান্ত অনুগত আৰু সকলো পূৰ্ব্বৰ বৃত্তান্ত জানে, সেই কাৰণে আজি অনুগ্ৰহ কৰি আমাক কওকচোন, কি কাৰণে কেনেকৈ পূৰ্ব্বে সেই ৰামে যুদ্ধত ক্ষত্ৰিয়সকলক পৰাজয় কৰি দমন কৰিছিল ? ৭-৮ ॥

অকৃতব্ৰণে ক'লে, হে ভাৰত, হে মহাৰাজ, সেই মহৎ আৰু উত্তম আখ্যান ভৃগুবংশধৰ দেৱতুল্য জামদগ্ন্য ৰামৰ চৰিত্ৰ আৰু হৈহয় দেশৰ অধিপতি কাৰ্ত্তবীৰ্য্যৰ কথা আপোনাক ক'ম। ৯-১০ ॥

হে পাণ্ডৱ, হৈহয় দেশৰ অধিপতি অৰ্জ্জুনৰ এহাজাৰ বাহু আছিল, তেওঁক ৰামে বধ কৰিছিল। ১১ ॥

হে ৰাজন, সেই অৰ্জ্জুনে দত্তাত্ৰেয় ঋষিৰ প্ৰসাদত তেওঁৰ সোণৰ বিমান আৰু পৃথিৱীৰ সকলোবোৰ প্ৰাণীৰ ওপৰত প্ৰভুত্ব লাভ কৰিছিল। পৃথিৱীৰ যি কোনো ঠাইলৈ তেওঁৰ ৰথৰ অবাধ গতি আছিল। সেই ৰথত উঠি ঋষিৰ বৰৰ প্ৰভাৱত শক্তিশালী হৈ সদায় সকলো কালে দেৱতা যক্ষ আৰু ঋষিসকলক উৎপীড়ন কৰি ফুৰিছিল আৰু সকলো দিশৰ প্ৰাণীসকলৰ ওপৰত অত্যাচাৰ কৰিছিল। ১২-১৪ ॥

তেতিয়া মহাব্ৰতী ঋষিসকল আৰু দেৱতাসকল একত্ৰ হৈ পৰম দেৱ, অসুৰ-সংহাৰী, সত্যপৰাক্ৰমী, বিষ্ণুৰ ওচৰলৈ গৈ ক'লে, হে প্ৰভু, হে ভগৱান, হৈহয় দেশৰ ৰজা অৰ্জ্জুনে দিব্য বিমানেৰে সৈতে আহি শচীৰ লগত আনন্দ কৰি থকা বাসৱক আক্ৰমণ কৰিছেহি, গতিকে তেওঁক বধ কৰিব লাগে। এনেকৈ কোৱাত, হে ভাৰত, ইন্দ্ৰেৰে সৈতে ভগৱান বিষ্ণুৱে কাৰ্ত্তবীৰ্য্যক বধ কৰিবলৈ মন্ত্ৰণা কৰিবলৈ ধৰিলে। ১৫-১৮ ॥

দেৱৰাজ ইন্দ্ৰই প্ৰাণীৰ হিতৰ কাৰণে যিখিনি নিবেদন কৰিলে সেই সকলোবোৰৰ কাৰণে প্ৰতিশ্ৰুতি দি সৰ্ব্বলোক পূজিত ভগৱানে, নিজৰ ৰম্য বাসস্থান, বদৰিকাশ্ৰমলৈ গুচি গ'ল। ১৯ ॥

এনে সময়তে, হে পৃথিৱীপতি, কান্যকুব্জ ৰাজ্যত মহান প্ৰতাপশালী গাধি নামেৰে জনাজাত এজন ৰজা বনবাসলৈ গৈছিল। ২০ ॥

তেওঁ বনবাসত থকা কালতে অপ্সৰাৰ নিচিনা দীপ্তিময় ৰূপৰ এটি কন্যা জন্ম পালে, (সেই কন্যা ডাঙৰ হোৱাত) হে ভাৰত, ভৃগুমুনিৰ পুত্ৰেক ঋচীকে তেওঁক বিয়া কৰিবলৈ ইচ্ছা কৰিলে। ২১ ॥

তেতিয়া গাধিয়ে সেই ব্ৰতী ব্ৰাহ্মণক ক'লে, হে দ্বিজোত্তম, এটা কথা জানি লব, আমাৰ কুলত পূৰ্ব্ব-পুৰুষৰপৰা চলি অহা এটা প্ৰথা আছে যে বেগৱান আৰু বাহিৰে শ্যামবৰণ, ভিতৰে ৰঙা, এনে কাণ থকা এহাজাৰ বগা ঘোঁৰা পণ হিচাপে দিব লাগে। ২২-২৩ ॥

হে ভগৱান, আপোনাক মই কোৱা অনুচিত যে এহাজাৰ ঘোঁৰা দিয়ক, অথচ আপোনাৰ নিচিনা এজন মহাত্মাক মোৰ কন্যা সম্প্ৰদান কৰা উচিত। ২৪ ॥

ঋচীকে ক'লে, একালে শ্যাম বৰ্ণীয়া কাণৰ বেগৱান বগা ঘোঁৰা এহাজাৰ আপোনাক মই দিম গতিকে আপোনাৰ কন্যা মোৰ ভাৰ্য্যা হবই লাগিব। ২৫ ॥

অকৃতব্ৰণে ক'লে, হে ৰাজন, তেতিয়া তেওঁ (ঋচীকে) সেইদৰেই হওক বুলি প্ৰতিজ্ঞা কৰি বৰুণৰ ওচৰ পাই 'বাহিৰ ফালে শ্যামবৰণৰ, ভিতৰি ৰঙা, এনে কাণ থকা এহাজাৰ শীঘ্ৰগামী বগা ঘোঁৰা শুল্কৰ (পণ) কাৰণে লাগে, অনুগ্ৰহ কৰি দিয়ক' বুলি বৰুণক খুজিলে, তেতিয়া বৰুণে তেওঁক সেইমতেই এহাজাৰ ঘোঁৰা দিলে। ২৬-২৭ ॥

যি ঠাইত সেই ঘোঁৰাবিলাক উত্থিত হৈছিল, সেই ঠাইৰ নাম আজিও অশ্ব তীৰ্থ বুলি বিখ্যাত। তেওঁ তাৰ পাছত কান্যকুব্জলৈ গৈ গঙ্গাৰ পাৰত সত্যৱতীক দান কৰিলে। ২৮ ॥

দেৱতাসকল বৰ-যাত্ৰী ৰূপে আহিছিল, তেতিয়া গাধি ৰজাই এহাজাৰ ঘোঁৰা পাই আৰু দেৱতাসকলক দেখি নিজৰ জীয়েক সত্যৱতীক ঋচীকলৈ বিয়া দিলে। ২৯ ॥

দ্বিজশ্ৰেষ্ঠ ঋচীকে ধাৰ্ম্মিক পদ্ধতিৰে (নিয়মেৰে) ভাৰ্য্যা লাভ কৰি যথা ইচ্ছা যথা সুখেৰে সেই সুমধ্যমা ৰমণীৰে সৈতে বিহাৰ কৰিবলৈ ধৰিলে। ৩০ ॥

হে ৰাজন, বিবাহ হৈ যোৱাৰ পাছত মহৰ্ষি ভৃগু আশ্ৰমলৈ আহিল আৰু পুত্ৰেক ঋচীকক সভাৰ্য্যে দেখিবলৈ পাই বৰ সন্তোষ পালে। ৩১ ॥

তেতিয়া স্বামী-স্ত্ৰী উভয়ে দেৱতাবো অৰ্চ্চনীয় গুৰুদেৱক বহিবলৈ দি যথোচিত সেৱা-সৎকাৰ কৰি হাতযোৰ কৰি ৰ'ল। ৩২ ॥

সেই অৱস্থাত ভগৱান ভৃগুৱে হৰ্ষচিত্তেৰে বোৱাৰীয়েকক ক'লে, হে সুভগা, তোমাৰ যি শুভাভিলাষ আছে মোৰপৰা বৰ প্ৰাৰ্থনা কৰি লোৱাঁ। ৩৩ ॥

বোৱাৰীয়েকে সেই পূজনীয় গুৰুক সেৱা শুশ্ৰূষাৰে সৈতে নিজৰ আৰু মাতৃৰ পুত্ৰ-প্ৰাপ্তিৰ কাৰণে সন্তুষ্ট কৰিলে, তেখেতেও বোৱাৰীয়েক আৰু তেওঁৰ মাকৰ মনোমত বৰ-প্ৰাপ্তিৰ কাৰণে আশাৰ্ব্বাদ কৰিলে। ৩৪ ॥

ভৃগুৱে ক'লে, তুমি আৰু তোমাৰ মাতৃয়ে ঋতু স্নানৰ পাছত পুংসবনৰ কাৰণে বেলেগে বেলেগে, তেওঁ অশ্বত্থ গছ আৰু তুমি উডুম্বৰ (যজ্ঞ ডিমৰু গছ) গছক আলিঙ্গন কৰিবাঁ। ৩৫ ॥

এই দুবিধ যজ্ঞীয় পায়স তোমাৰ কাৰণে আৰু তোমাৰ আয়েৰাৰ কাৰণে, মই গোটেই বিশ্বক (বিৰাট পুৰুষক) বাৰে বাৰে অনুস্মৰণ কৰি যত্নেৰে সাধন কৰি ৰাখিছো। ৩৬ ॥

ইয়াক তোমালোকে অতি সাৱধানে খাব লাগিব বুলি কৈ ঋষি নেদেখা হ'ল, ইফালে এওঁলোকে বৃক্ষ আলিঙ্গন কৰাত আৰু হব্যান্ন ব্যৱহাৰ কৰাত বিপৰ্য্যয় কৰিলে। ৩৭ ॥

তাৰ পাছত সেই ভগৱান ভৃগুৱে বহুদিনৰ পাছত দিব্য জ্ঞানেৰে ঘটনাবোৰ জানি আকৌ এবাৰ আহিল। ৩৮ ॥

সেই মহা তেজস্বী ভৃগুৱে বোৱাৰীয়েক সত্যৱতীক ক'লে, হে ভদ্ৰা, তোমাৰ হব্যান্নৰ ব্যৱহাৰ আৰু বৃক্ষত আলিঙ্গন ভালমতেই হৈছিল। ৩৯ ॥

পাছে, হে সুভ্ৰূ, তোমাৰ মাৰাৰ বিপৰীত আচৰণৰ দ্বাৰা তুমি বঞ্চিতা হৈছা, তোমাৰ পুত্ৰ ব্ৰাহ্মণেই হ'ব কিন্তু ক্ষত্ৰিয়ৰ বৃত্তিধাৰী হ'ব। ৪০ ॥

আৰু তোমাৰ মাৰাৰ ব্ৰাহ্মণ আচাৰ যুক্ত এটি মহান, বীৰ্য্যবান, ক্ষত্ৰিয় সন্তান হ'ব, তেওঁ সাধুসকলৰ পথ অনুসৰণকাৰী হ'ব। ৪১ ॥

তাৰ পাছত সত্যৱতীয়ে বাৰে বাৰে শহুৰেকক সেৱা-সৎকাৰ-পূৰ্ব্বক খাটিবলৈ ধৰিলে, মোৰ যেন তেনেকুৱা পুত্ৰ নহওক, বৰং নাতি যেন তেনেকুৱা হয়। ৪২ ॥

হে পাণ্ডৱ, তেতিয়া ভৃগুৱে 'তথাস্তু' বুলি কৈ বোৱাৰীয়েকক সান্ত্বনা দিলে আৰু যথা সময়ত তেওঁৰ জমদগ্নি নামৰ পুত্ৰ সন্তান এটি জন্ম হ'ল। ৪৩ ॥

সেই ভৃগুৰ নাতি ব্ৰহ্মশক্তি আৰু তেজোযুক্ত হৈ ক্ৰমে ডাঙৰ হৈ তেজস্বী হ'বলৈ ধৰিলে। তেওঁ বেদ অধ্যয়নৰ দ্বাৰা বহুতো ঋষিক চেৰ পেলাব পাৰিছিল, সম্পূৰ্ণ ধনুৰ্ব্বেদ তেওঁত প্ৰতিভাত হৈছিল আৰু চাৰিবিধ অস্ত্ৰ জ্ঞানেৰে তেওঁ সূৰ্য্যৰ নিচিনা প্ৰভাৱশালী হৈ পৰিছিল। ৪৪-৪৫ ॥

ইতি মহাভাৰতৰ বনপৰ্ব্বৰ অন্তৰ্গত তীৰ্থ-যাত্ৰা-পৰ্ব্বত কাৰ্ত্তবীৰ্য্যৰ উপাখ্যান নামৰ পঞ্চদশাধিকশততম অধ্যায়। ১১৫ ॥

॥ অধ্যায় ১১৬ ॥

## ॥ কাৰ্ত্তবীৰ্য্যাৰ্জ্জুনৰ হাতত জমদগ্নিৰ মৃত্যু ॥

অকৃতব্ৰণে ক'লে, মহাতপস্বী জমদগ্নিয়ে বেদ অধ্যয়নত মনোনিৱেশ কৰিলে আৰু অত্যন্ত তপ আচৰণ কৰাৰ ফলত সমগ্ৰ বেদ জমদগ্নিৰ আয়ত্ত হ'ল। ১ ॥

তাৰ পাছত জমদগ্নি প্ৰসেনজিত ৰজাৰ ওচৰলৈ গৈ তেওঁৰ কন্যা ৰেণুকাক বিবাহৰ কাৰণে খুজিলেগৈ আৰু ৰজাৰ্য়ো সেই মতেই তেওঁক কন্যা-দান কৰিলে। ২ ॥

ভৃগুনন্দনে এইদৰে ৰেণুকাক ভাৰ্য্যাৰূপে লাভ কৰি তেওঁৰ আশ্ৰমত সেই অনুকূলা ভাৰ্য্যাৰে সৈতে তপস্যা কৰিবলৈ ধৰিলে। ৩ ॥

ৰেণুকাৰ গৰ্ভত পাঁচটি ল'ৰা-সন্তান জন্ম হয়, তাৰ পঞ্চমটি হৈছে ৰাম; তেওঁ সকলোটিতকৈ কনিষ্ঠ হৈও উৎকৃষ্ট গুণশালী হৈছিল। ৪ ॥

কালক্ৰমে (ল'ৰা ডাঙৰ হোৱাত) এদিন আটাইকেইটা লৰা ফলাহাৰ বিচাৰি যোৱাত নিত্য ব্ৰতধাৰিণী ৰেণুকা স্নানৰ কাৰণে নদীলৈ গ'ল। ৫ ॥

হে ৰাজন, তেওঁ স্নান কৰি আহি থাকোঁতে দৈবাৎ মাৰ্ত্তিকাৱত দেশৰ ৰজা চিত্ৰৰথক হঠাতে দেখা পালে। ৬ ॥

পদ্ম মালাধাৰী চিত্ৰৰথ ৰজাই ভাৰ্য্যাৰে সৈতে জল-ক্ৰীড়া কৰি থকা দেখা পাই ৰেণুকাৰ তেওঁলৈ আসক্তি জন্মিল। ৭ ॥

পানীত তিতি-বুৰি অহা তেওঁৰ এই ব্যভিচাৰ ভাব উৎপন্ন হোৱাত তেওঁ বিমূঢ়া আৰু ভীতা হৈ আশ্ৰমলৈ আহিল আৰু তাত তেওঁৰ স্বামীয়ে এনে অৱস্থাৰ কাৰণ বুজিব পাৰিলে। ৮ ॥

মহাতেজস্বী বীৰ্য্যবান মুনিয়ে ভাৰ্য্যাক ব্ৰাহ্ম-শ্ৰীহীনা দেখা পাই 'ধিক', এই শব্দ উচ্চাৰণ কৰি গৰিহণা দিলে। ৯ ॥

সেই সময়তে তেওঁৰ ৰুমন্বান নামেৰে জ্যেষ্ঠ-পুত্ৰ আহি পালেহি, তাৰ পাছতে সুষেণ, বসু আৰু বিশ্ববসুও আহি পালেহি। ১০ ॥

তেতিয়া মুনিয়ে তেওঁলোকক এজন এজনকৈ মাকক মাৰিবলৈ কোৱাত তেওঁলোক মাতৃস্নেহত ব্যাকুল হৈ কোনেও একো উত্তৰ নিদিলে। ১১ ॥

এনে কৰাত খঙত মুনিয়ে সিঁহত আটাইকেইটাক শাপ দিলে আৰু তৎক্ষণাৎ আত্ম-চেতনা বিলুপ্ত হোৱাত সিঁহত জড়ত্ব-প্ৰাপ্ত হৈ পশু-পক্ষীৰ ধৰ্ম্মী হবলৈ ধৰিলে। ১২ ॥

তাৰ পাছত বীৰ শত্ৰু-দমনকাৰী ৰাম আহি ওলালত তেওঁক মহাতপস্বী মহাবাহু জমদগ্নিয়ে ক'লে, ১৩ ॥

হে পুত্ৰ, তোমাৰ এই পাপিনী মাৰাক মাৰি পেলোৱা, তাৰ বাবে কোনো দুখ নকৰিবা, তেতিয়াই ৰামে পৰশু-কুঠাৰ লৈ মাকৰ শিৰশ্চেদন কৰি পেলালে। ১৪ ॥

হে মহাৰাজ, তেতিয়া সেই মহাত্মা জমদগ্নিৰ খঙৰ উপশম হ'ল আৰু (ৰামৰ ওপৰত) প্ৰসন্ন হৈ এই বুলি ক'লে, ১৫ ॥

যিহেতুকে তুমি মোৰ কথামতে এনে দুষ্কৰ কাম সম্পাদন কৰিলা, হে ধৰ্ম্মজ্ঞ-পুত্ৰ, তোমাৰ অন্তৰেৰে যিমান ইচ্ছা যি বাঞ্ছা কৰা (মোৰপৰা) বৰ লোৱা। ১৬ ॥

তেতিয়া তেওঁ, মাকে যাতে পুনৰ জীৱন লাভ কৰে আৰু তেওঁক মৰা কথাটো যেন পাহৰে, মাতৃবধ পাপ যেন তেওঁৰ গাত নালাগে আৰু ভাতৃসকলেও যেন পূৰ্ব্বৰ অৱস্থা পায়, যুদ্ধত অপ্ৰতিদ্বন্দ্বিতা আৰু দীৰ্ঘায়ু যেন লাভ হয়, এই বুলি বৰ প্ৰাৰ্থনা কৰিলে, হে ভাৰত, মহান তপস্বী জমদগ্নিয়েও তেওঁৰ সেই সকলো মনৰ বাঞ্ছা পূৰণ কৰিলে। ১৭-১৮ ॥

এইদৰে কিছুকাল অতিবাহিত হোৱাত এদিন আশ্ৰমত ঋষিৰ পুতেক কেইজন নথকা অৱস্থাত মত্ত বীৰ কাৰ্ত্তবীৰ্য্য (অৰ্জ্জুন) উপস্থিত হ'লহি। ১৯ ॥

তেতিয়া আশ্ৰমত উপস্থিত হোৱা ৰজাক ঋষিৰ ভাৰ্য্যাই যথাশক্তি পৰিচৰ্য্যা কৰিলে, কিন্তু সেই বলোন্মত্ত ৰজাই তেনে পৰিচৰ্য্যাৰ কোনো অভিনন্দন নজনালে। ২০ ॥

বৰং আশ্ৰমৰ গছ-গছনিবোৰ ভাঙি বহুতো উৎপাত কৰি বলেৰে যজ্ঞৰ কাৰণে ৰখা গাইজনী চিঞৰাই দামুৰিটো লৈ গুচি যায়। ২১ ॥

তাৰ পাছত যেতিয়া ৰাম আশ্ৰমলৈ ঘূৰি আহে, পিতাকে নিজে সকলো কথা কোৱাত আৰু গাইজনীয়ে চকুলো টুকি থকা দেখি বৰ খং উঠিল। তেতিয়া তেওঁ, মৃত্যুৱে আঁকোৱালি লোৱা কাৰ্ত্তবীৰ্য্যৰ ওচৰলৈ গ'ল আৰু যুদ্ধত সেই শত্ৰু-দমনকাৰী ভাৰ্গৱে নিজৰ বিক্ৰমেৰে মনোৰম ধনু ধৰি তীক্ষ্ণ ভল্ল শৰেৰে পৰিঘ-সদৃশ সহস্ৰভুজ ছেদন কৰিলে, আৰু ৰামৰ দ্বাৰা আক্ৰান্ত হৈ ৰজাই মৃত্যু বৰণ কৰিলে। তেতিয়া কাৰ্ত্তবীৰ্য্য অৰ্জ্জুনৰ পুতেকহঁত ৰামৰ প্ৰতি খঙত জ্বলি-পকি উঠিল। ২২-২৫ ॥

এদিন ৰাম আশ্ৰমত নথকা অৱস্থাত জমদগ্নিক সিহঁতে উপদ্ৰৱ কৰিবলৈ ধৰিলে আৰু যুদ্ধত লিপ্ত নোহোৱা তপস্বী জমদগ্নিক বধ কৰিলে। ২৬ ॥

হে যুধিষ্ঠিৰ, শত্ৰু-নাশকাৰী কাৰ্ত্তবীৰ্য্যৰ পুতেকহঁতে অস্ত্ৰেৰে জমদগ্নিক বহুত শাস্তি দি নিজৰ গন্তব্য স্থানলৈ গুচি গ'ল, ইপিনে জমদগ্নিয়ে অনাথ অৱস্থাত কাতৰ স্বৰেৰে ৰামৰাম কৰি বহুপৰলৈ চিঞৰি থাকি প্ৰাণ এৰিলে। এইদৰে সেই দুৰ্বৃত্তবোৰ গুচি যোৱাৰ পাছত আৰু জমদগ্নিও পৰলোক-প্ৰাপ্ত হোৱাত ভৃগুনন্দন ৰাম, হাতত

সমিধাদি লৈ আশ্ৰমলৈ ঘূৰি আহিল। তেতিয়া তেওঁ তেনে অৱস্থা হ'ব নলগীয়া পিতাকক মৃত্যুশয্যাত দেখি অত্যন্ত দুঃখিত হৈ কান্দিবলৈ ধৰিলে। ২৭-২৯ ॥

ইতি মহাভাৰতৰ বনপৰ্ব্বৰ অন্তৰ্গত তীৰ্থ-যাত্ৰা-পৰ্ব্বত কাৰ্ত্তবীৰ্য্য-উপাখ্যানৰ ষোড়শাধিকশততম অধ্যায়। ১১৬ ॥

॥ অধ্যায় ১১৭ ॥

## ॥ পৰশুৰামৰ সংকল্প ॥

হে পিতা, মোৰ অপৰাধৰ কাৰণে নীচ প্ৰকৃতিৰ সেই কাৰ্ত্তবীৰ্য্যৰ পুতেকহঁতে শৰেৰে তাহিঁতে হৰিণ বধ কৰাৰ দৰে আপোনাক বধ কৰিলে। ১ ॥

হে পিতা, ধৰ্ম্মজ্ঞ হৈ সৎ-পথত চলি থকা আৰু সকলো প্ৰাণীৰ ওপৰত কোনো পাপ আচৰণ নকৰা আপোনাৰো এনে ধৰণৰ মৃত্যু হ'ল নে? ২ ॥

আপুনি তপস্যাত ৰত হৈ থকা অৱস্থাত আৰু বুঢ়া শৰীৰেৰে যুদ্ধ কৰিবলৈ আগ নবঢ়াতো যে আপোনাক সেই দুৰ্বৃত্তবিলাকে চোকা চোকা শ শ শৰেৰে মাৰিলে, তেওঁতে কি সিহঁতৰ পাপ হোৱা নাই? ৩ ॥

সেই নিলাজহঁতে সিহঁতৰ বন্ধু-বান্ধৱ আৰু মন্ত্ৰীসকলৰ আগত কি বুলিব যে ধাৰ্ম্মিক, বুঢ়া, যুঁজ নকৰা মানুহ এজনক মাৰিছে? ৪ ॥

হে মহাৰাজ, এইদৰে নানা প্ৰকাৰে সকৰুণভাৱে ইনাই-বিনাই কান্দি মহা তপস্বী পৰশুৰামে পিতাকৰ সকলো প্ৰেত-কাৰ্য্য সম্পাদন কৰিলে। ৫ ॥

শত্ৰু-নগৰ-বিজেতা ৰামে অগ্নিত পিতাকৰ শৱ দাহ কৰিলে, আৰু হে ভাৰত, সকলো ক্ষত্ৰিয়ক বধ কৰাৰ প্ৰতিজ্ঞা কৰিলে। ৬ ॥

অত্যন্ত ক্ৰোধান্বিত হৈ অতি বলী, বীৰ্য্যবান, যমৰ নিচিনা ৰামে অকলেই যুদ্ধত কাৰ্ত্তবীৰ্য্যৰ পুতেকহঁতক বধ কৰিলে। ৭ ॥

হে ৰাজশ্ৰেষ্ঠ, যিবিলাক সিহঁতৰ অনুগত ক্ষত্ৰিয় আছিল, সিহঁতকো শ্ৰেষ্ঠ যুঁজাৰু ৰামে ভূমি-শায়ী কৰিলে। ৮ ॥

প্ৰভাৱশালী ৰামে এইদৰে তিনি সাতবাৰ (একৈশবাৰ) পৃথিৱী নিঃক্ষত্ৰিয় কৰিলে আৰু সীমান্ত পঞ্চকত পাঁচোটা তেজৰ হ্ৰদ নিৰ্ম্মাণ কৰিছিল। ৯ ॥

সেই হ্ৰদত ভৃগু বংশধৰ ৰামে পিতৃসকলৰ তৰ্পণ কৰিছিল, আৰু পিতামহ ঋচীক সাক্ষাৎ দৰ্শন কৰিলে। তেওঁ ৰামক ক্ষত্ৰিয় বধ কৰিবলৈ নিষেধ কৰিলে। ১০ ॥

তাৰ পাছত মহা-প্ৰতাপী জমদগ্নি-পুত্ৰই মহৎ যজ্ঞানুষ্ঠান কৰি ইন্দ্ৰৰ তৰ্পণ কৰিলে আৰু ঋত্বিক(ব্ৰাহ্মণসকলক) মি দান দিলে। ১১ ॥

হে নৰপতি, দীঘে চল্লিশ হাত, প্ৰস্থে চল্লিশ হাত, ওখই ছয়ত্ৰিশ হাত এটা সোণৰ বেদী সাজি মহাত্মা কশ্যপক দান কৰিলে। ১২ ॥

তেতিয়া কশ্যপৰ অনুমতিত ব্ৰাহ্মণসকলে সেই বেদীক খণ্ড খণ্ড কৰি ভগাই ল'লে, তেতিয়াৰপৰা হে ৰাজন, সেই ব্ৰাহ্মণসকল 'খণ্ডবায়ন' বুলি প্ৰখ্যাত হ'ল। ১৩ ॥

সেই মহাত্মা কশ্যপক ভূমি প্ৰদান কৰি এই মহেন্দ্ৰ পৰ্ব্বততে অতুল বিক্ৰমী ৰামে বাস কৰে। ১৪ ॥

এইদৰে গোটেই পৃথিৱীৰ ক্ষত্ৰিয়বিলাকৰ লগত তেওঁৰ শত্ৰুতা বাঢ়ে আৰু অমিত বিক্ৰমেৰে ৰামে পৃথিৱী জয় কৰে। ১৫ ॥

বৈশম্পায়নে ক'লে, তাৰ পাছত সেই মহামনা ৰামে চতুৰ্দ্দশী তিথিত সেই বিপ্ৰসকলক আৰু ভায়েকসকলেৰে সৈতে ধৰ্ম্মৰাজ যুধিষ্ঠিৰক দৰশন কৰিছিল। ১৬ ॥

হে ৰাজেন্দ্ৰ, ক্ষমতাশালী ৰাজশ্ৰেষ্ঠ যুধিষ্ঠিৰে ভ্ৰাতৃসকলেৰে সৈতে ৰামক পূজা কৰিলে আৰু ব্ৰাহ্মণসকলকো বিশেষ অৰ্চ্চনা কৰিলে। ১৭ ॥

এইদৰে জমদগ্নি-পুত্ৰক পূজা-অৰ্চনা কৰাৰ পাছত ৰামেও যুধিষ্ঠিৰক শ্ৰদ্ধা জ্ঞাপন কৰিলে, আৰু তেওঁৰ কথামতে সেই ৰাতি মহেন্দ্ৰ পৰ্ব্বততে বাস কৰি দক্ষিণ মুখ হৈ যাবলৈ ধৰিলে। ১৮ ॥

ইতি মহাভাৰতৰ বনপৰ্ব্বৰ অন্তৰ্গত তীৰ্থ-যাত্ৰা-পৰ্ব্বত কাৰ্ত্তবীৰ্য্য-উপাখ্যানৰ সপ্তদশাধিকশততম অধ্যায়। ১১৭ ॥

॥ অধ্যায় ১১৮ ॥

## ॥ প্ৰভাস-ক্ষেত্ৰত যাদৱ-পাণ্ডৱ-সমাগম ॥

বৈশম্পায়নে ক'লে, মহানুভৱ যুধিষ্ঠিৰে মহেন্দ্ৰ পৰ্ব্বতৰপৰা গৈ সমুদ্ৰ তীৰ-স্থিত পুণ্য আৰু ৰম্য ক্ষেত্ৰবোৰ দৰ্শন কৰিলে আৰু কোনো কোনো তীৰ্থত সকলো ঠাই ব্ৰাহ্মণসকলৰ দ্বাৰা শোভিত দেখিলে। ১ ॥

হে জনমেজয়, সৎকৰ্ম্মকাৰী কশ্যপৰ পুত্ৰ সূৰ্য্যৰ নাতি যুধিষ্ঠিৰে ভ্ৰাতৃসকলেৰে সৈতে সেই তীৰ্থ-ক্ষেত্ৰবোৰত স্নান কৰি পুণ্য-সলিলা প্ৰশস্তা নামে সাগৰ-গামিনী নদীৰ ফালে যাবলৈ ধৰিলে। ২ ॥

তাতো সেই মহানুভৱে স্নান কৰি দেৱতা আৰু পিতৃসকলৰ তৰ্পণ কৰি আৰু মুখ্য মুখ্য ব্ৰাহ্মণসকলক ধন দান কৰি সমুদ্ৰ-গামিনী গোদাৱৰী নদীলৈ বুলি যাত্ৰা কৰিলে। ৩ ॥

তাৰ পাছত হে ৰাজন, বীৰ যুধিষ্ঠিৰে দ্ৰাবিড় দেশত লোক-পবিত্ৰকাৰী সমুদ্ৰলৈ

নিষ্পাপ হৈ তাৰপৰা ক্ৰমে মহা পৱিত্ৰ অগস্ত্য তীৰ্থ আৰু (আন) নাৰী-তীৰ্থবোৰ দৰ্শন কৰিলে । ৪ ॥

তাত বীৰ অগ্ৰণী ধনুৰ্দ্ধৰ অৰ্জ্জুনৰ ইতৰ মানুহৰ অসাধ্য সেই কামৰ কথা (নাৰী-তীৰ্থ শাপ মোচন) শুনি আৰু ঋষিসকলৰ দ্বাৰা পূজিত হৈ পাণ্ডু-পুত্ৰ যুধিষ্ঠিৰে বৰ আনন্দ পালে । ৫ ॥

তেতিয়া হে মহাৰাজ, ৰজা যুধিষ্ঠিৰে ভ্ৰাতৃসকল আৰু দ্ৰৌপদীৰে সৈতে সেই তীৰ্থ-ক্ষেত্ৰসমূহত স্নান কৰি, অৰ্জ্জুনৰ বিক্ৰমৰ প্ৰশংসা কৰি আনন্দ লভিলে । ৬ ॥

তাৰ পাছত সেইবিলাকে সেই সাগৰৰ তীৰ্থ-ক্ষেত্ৰবোৰত এহাজাৰ গৰু দান দিলে আৰু অতি আনন্দেৰে ভ্ৰাতৃসকলেৰে সৈতে ৰজাই অৰ্জ্জুনৰ গো-দান বিষয়ে কথা-বাৰ্ত্তা হ'বলৈ ধৰিলে । ৭ ॥

হে নৃপোত্তম, সাগৰৰ সেই তীৰ্থসমূহত আৰু অন্য বহুতো পুণ্য-ক্ষেত্ৰ ভ্ৰমণ কৰি, নিজৰ অভীষ্ট পূৰ্ণ কৰি ক্ৰমে শূৰ্পাৰক নামে পুণ্যতম ক্ষেত্ৰ দৰ্শন কৰিলেগৈ । ৮ ॥-

তাত সাগৰৰপৰা কিছু দূৰৈত এখন বিখ্যাত বন পালেগৈ । পূৰ্ব্বে তাত দেৱতা-সকলে তপ আচৰণ কৰিছিল । ৯ ॥

পুণ্যাত্মা মহাবাহু যুধিষ্ঠিৰে শ্ৰেষ্ঠ ধনুৰ্দ্ধৰ ঋচীক-পুত্ৰ জমদগ্নিৰ, তপস্বীসকলে আবৰি থকা পুণ্যাত্মাসকলৰ দ্বাৰা পূজিত বেদী দৰ্শন কৰিলেগৈ । ১০ ॥

তাৰ পাছত হে মহাৰাজ, সেই ৰজাই অষ্টবসু, মৰুৎ, অশ্বিনীকুমাৰ, যম, আদিত্য-সকল, কুবেৰ, ইন্দ্ৰ, বিষ্ণু, সবিতা, প্ৰভু মহেশ্বৰ, চন্দ্ৰ, সূৰ্য্য, বৰুণ আৰু সাধ্যসকল, পিতৃসকল, ব্ৰহ্মা, গণসকলেৰে সৈতে ৰুদ্ৰ, সৰস্বতী, সিদ্ধসকল আৰু আন আন যি সকল দেৱতা আছে তেওঁলোকেও পুণ্যময় আৰু সু-মনোহৰ ক্ষেত্ৰসমূহ দৰ্শন কৰিলে । ১১-১৩ ॥

ৰজা যুধিষ্ঠিৰে সেই তীৰ্থসমূহত জ্ঞানী লোকসকলক বস্ত্ৰ পিন্ধাই বহুতো ধন-ৰত্ন দান দি সকলো তীৰ্থতে স্নান কৰি পুনৰ শূৰ্পাৰক তীৰ্থলৈ ঘূৰি আহিল । ১৪ ॥

সেই সমুদ্ৰ-তীৰত পুণ্য পথেদি গৈ ৰজাই ভায়েকহঁতৰ আৰু শ্ৰেষ্ঠ ব্ৰাহ্মণসক-লেৰে সৈতে পৃথিৱী বিখ্যাত প্ৰভাস নামে তীৰ্থত উপস্থিত হ'ল । ১৫ ॥

তাত বিশাল-লোচন ৰক্ত-নয়ন ৰজা যুধিষ্ঠিৰে ভ্ৰাতৃসকলেৰে সৈতে সেই তীৰ্থত স্নান কৰি দেৱতা পিতৃসকলৰ তৰ্পণ কৰিলে ; দ্ৰৌপদী আৰু লোমশ মুনিৰে সৈতে বিপ্ৰসকলেও তাকেই কৰিলে । ১৬ ॥

তাত ধাৰ্ম্মিক শ্ৰেষ্ঠ ৰজা যুধিষ্ঠিৰে বাৰ দিন কেৱল জল-বায়ু ভক্ষণ কৰি থাকি দিনে-ৰাতিয়ে স্নান কৰি আৰু চাৰিওফালে অগ্নি প্ৰজ্জ্বলিত কৰি তপস্যা কৰিছিল । ১৭ ॥

এইদৰে উগ্ৰ তপ আচৰণ কৰি থকাৰ কথা শুনি বৃষ্ণিবংশ-শ্ৰেষ্ঠ জনাৰ্দ্দন আৰু বলোৰাম দুয়ো সসৈন্যে মহাৰাজ অজমীঢ় বংশ-সম্ভূত যুধিষ্ঠিৰৰ ওচৰলৈ আহিল । ১৮ ॥

সেই বৃষ্ণিবংশধৰসকল আহি পাণ্ডু পুত্ৰসকলক ধূলি-ধূসৰিত হৈ অত্যন্ত দুঃখিত-ভাৱে ভূমিত শোৱা দেখি আৰু সেইদৰে থকাৰ অযোগ্যা দ্ৰৌপদীকো এনেদৰেই থকা দেখি উচ্চ স্বৰে কান্দিবলৈ ধৰিলে। ১৯ ॥

তেতিয়া নৰশ্ৰেষ্ঠ যুধিষ্ঠিৰে যথা নিয়মে ৰাম, জনাৰ্দ্দন, প্ৰদ্যুম্ন, শাম্ব, শিনিৰ নাতি সাত্যকি আৰু আন আন অভ্যাগত বৃষ্ণিকুলৰ লোকসকলক সেৱা-সংকাৰ কৰিলে। ২০ ॥

তেওঁলোকেও পাণ্ডুপুত্ৰসকলে অভ্যৰ্থনা কৰা'ৰ নিচিনাকৈ যথাৱৎ সেৱা-সংকাৰ জনালে আৰু দেৱতাসকলে যেনেকৈ ইন্দ্ৰক আৱৰি লৈ বহুৱায়, সেইদৰে যুধিষ্ঠিৰকো সকলোৱে আৱৰি নি বহুৱালে। ২১ ॥

তেতিয়া তেওঁ (যুধিষ্ঠিৰে) তেওঁলোকৰ প্ৰতি শত্ৰুসকলৰ আচৰণ, তেওঁলোকেনো বনবাসত কি কি কৰিছিল, আৰু অস্ত্ৰলাভৰ কাৰণে অৰ্জ্জুনক ইন্দ্ৰৰ ভৱনত থোৱা—এই সকলোবোৰ কথা আনন্দমনেৰে ক'বলৈ ধৰিলে। ২২ ॥

সেই মহানুভৱ, পূজনীয় বৃষ্ণিকুলজাতসকলে তেওঁৰ কথা শুনি সকলো বুজি পালে আৰু জীৰ্ণ-শীৰ্ণ অৱস্থাত তেওঁলোকক দেখি মনত অত্যন্ত দুখ পাই চকুৰ পানী টুকিবলৈ ধৰিলে। ২৩ ॥

ইতি মহাভাৰতৰ বনপৰ্ব্বৰ অন্তৰ্গত তীৰ্থ-যাত্ৰা-পৰ্ব্বৰ প্ৰভাস ক্ষেত্ৰত যাদৱ পাণ্ডৱ-সমাগম নামে আখ্যানৰ অষ্টাদশাধিকশততম অধ্যায়। ১১৮ ॥

॥ অধ্যায় ১১৯ ॥

# ॥ বলৰামৰ উক্তি ॥

হে তপোধন, পাণ্ডৱসকল আৰু যাদৱসকলে প্ৰভাস-তীৰ্থ পাই কি কৰিছিল আৰু তেওঁলোকৰ তাত কি কথা-বতৰা হৈছিল ? ১ ॥

সেই মহাত্মা যাদৱ আৰু পাণ্ডৱসকল পৰস্পৰ সুহৃদ আছিল, আৰু সকলোৱেই সকলো শাস্ত্ৰত পাৰ্গত আছিল। ২ ॥

বৈশম্পায়নে ক'লে, যাদৱ-পৰিবাৰৰ বীৰসকলে সমুদ্ৰ-তীৰৰ পুণ্য-তীৰ্থ-প্ৰভাস-ক্ষেত্ৰ পাই পাণ্ডৱসকলক আগুৰি ধৰি বাস কৰিলে। ৩ ॥

তাৰ পাছত দুগ্ধ, চন্দ্ৰ-কুন্দফুল-মোলান আৰু ৰূপৰদৰে শুভ্ৰবৰ্ণৰ বনমালাধাৰী হলধৰ ৰামে কমলনয়ন কৃষ্ণক ক'লে। ৪ ॥

বলদেৱে ক'লে, হে কৃষ্ণ, ধৰ্ম্মাচৰণ কৰিলে যে মানুহৰ অভ্যুদয় (উন্নতি) লাভ

হব আৰু অধৰ্ম্মাচৰণ কৰিলে যে অৱনতি হ'ব সি নহয়, কাৰণ, মহাত্মা যুধিষ্ঠিৰে জটা আৰু কৌপীন ধাৰণ কৰি বনবাস খাটি কষ্ট ভোগ কৰিছে। ৫ ॥

দুৰ্য্যোধনেও পৃথিৱী শাসন কৰিছে, কিন্তু পৃথিৱীয়ে (গাটো লুকুৱাবৰ জোখাৰে) গাঁত অকণমানো দিয়া নাই। গতিকে ধৰ্ম্মাচৰণতকৈ অধৰ্ম্মাচৰণহে শ্ৰেষ্ঠ বুলি অল্প-বুদ্ধি লোকে ভাবিব। ৬ ॥

দুৰ্য্যোধনৰ উন্নতি হৈছে আৰু মনত কষ্ট দি যুধিষ্ঠিৰৰ ৰাজ্য কাঢ়ি লোৱা হৈছে, ধৰ্ম্ম আৰু অধৰ্ম্মৰ মাজত কোনটো কৰ্ত্তব্য এই লৈ মানুহে মানুহৰ মাজত এটা সন্দেহৰ ভাব জন্মাই দিছে। ৭ ॥

ধৰ্ম্মৰ পুত্ৰ ধৰ্ম্মপথ অৱলম্বনকাৰী, ধীৰ-প্ৰকৃতি দানী ৰজা যুধিষ্ঠিৰ ৰাজ্য আৰু সুখৰপৰা ভ্ৰষ্ট হ'ব পাৰে, কিন্তু ধৰ্ম্মৰপৰা বিচলিত হ'লে (সংসাৰ পথত) কেনেকৈ আগ বাঢ়িব ? ৮ ॥

ভীষ্ম কৃপ-দ্ৰোণাচাৰ্য্য আদি বিপ্ৰসকল, কুলৰ বৃদ্ধ ৰজা (ধৃতৰাষ্ট্ৰ), এওঁলোকেনো এই পাণ্ডু-পুত্ৰইঁতক বনলৈ খেদাই সুখ অনুভৱ কৰিব কেনেকৈ পাৰিছিল ? পাপ-বুদ্ধি ভাৰত-কুলশ্ৰেষ্ঠসকলক ধিক। ৯ ॥

পাপী ধৃতৰাষ্ট্ৰই মৃত্যুৰ পাছত পিতৃসকলক লগ পাই তেওঁ কব নে, যে, মই পুত্ৰইঁতক, নিষ্পাপ পুত্ৰইঁতক ৰাজ্যৰপৰা বাহিৰ কৰি খেদাই উপযুক্ত কামকে কৰিছোঁ। ১০ ॥

তেওঁ বুদ্ধিৰে এইটো অনুভৱ কৰিব নোৱাৰিলেনে যে কোনোবা পাপৰ ফলত পৃথিৱীৰ ৰজাসকলৰ ভিতৰত মই এনেকুৱা অন্ধ হৈ জন্ম হৈছো ; আকৌ যদি কুন্তী-পুত্ৰইঁতক ৰাজ্যৰপৰা বনবাসলৈ খেদি পঠোৱা হয়, তেতিয়াবা কি অৱস্থা হ'ব। ১১ ॥

বিচিত্ৰ-বীৰ্য্যৰ পুত্ৰ (আসন্নমৰণ) ৰজা ধৃতৰাষ্ট্ৰই সপুত্ৰে এই নিষ্ঠুৰ কাৰ্য্য-অনুষ্ঠান কৰি পিতৃলোকত বাস কৰা সমৃদ্ধ সুৱৰ্ণৰ দৰে উজ্জ্বল বৰ্ণৰ প্ৰফুল্ল মুখৰ ৰজা-সকলৰ দৰ্শন লাভ কৰিছে (অৰ্থাৎ তেওঁ মৃত্যুৰ ওচৰ চাপিছে)। ১২ ॥

এই আয়তস্কন্ধ বিশালৰক্তনেত্ৰে ভীষ্ম প্ৰভৃতি বীৰসকলক নুসুধি তেওঁলোকৰ প্ৰতি অন্যায় কৰি—শঙ্কিত-চিত্ত ৰজা ধৃতৰাষ্ট্ৰই অস্ত্ৰ-শস্ত্ৰ কাঢ়ি লৈ ভায়েকসকলেৰে সৈতে যুধিষ্ঠিৰক বনলৈ পঠাইছে। ১৩ ॥

যি দীৰ্ঘবাহু ভীমে অস্ত্ৰ-শস্ত্ৰ নোহোৱাকৈয়ে শত্ৰুৰ সমৃদ্ধিশালী বাহিনী নিৰ্মূল কৰিছিল, যাৰ কথা শুনিলেই সৈন্যবোৰে মল-মূত্ৰ ত্যাগ কৰে, সেই বীৰে এতিয়া ভোক-পিয়াহ পথ-শ্ৰমত কৃশ এই ঘোৰ বনবাসৰ কথা স্মৰণ কৰি, নানা অস্ত্ৰ-সস্ত্ৰ আৰু বানেৰে সজ্জিত সকলোকে নিৰ্ম্মূল কৰিব। ১৪-১৫ ॥

এওঁৰ বল-বীৰ্যৰ সমতুল্য বীৰ অন্য কাকো দেখা নাযায়, তেওঁ এতিয়া জাৰ-জহ-বতাহত কৃশকায় হৈ ফুৰিছে, তেওঁ যুদ্ধত শত্ৰুসমূহ নিৰ্ম্মূল নকৰিব জানো ? ১৬ ॥

পূব প্ৰান্তত যিজন বীৰে অকলেই অনুচৰ-বৰ্গেৰে বহুতো ৰজাক ৰণত

জিনি নিৰ্বিঘ্নে ঘূৰি আহিছিল, আজি সেই বীৰ বৃকোদৰে কৌপীন পিন্ধি বনত কষ্ট ভোগ কৰিছে । ১৭ ॥

যি সহদেৱে সাগৰোপকূলত সমৱেত হোৱা দাক্ষিণাত্যৰ ৰজাসকলক পৰাজয় কৰিছিল, আজি সেইজন বীৰে তপস্বীৰ বেশ লৈছে চোৱাঁ । ১৮ ॥

যি ৰণ-কুশলী-বীৰ নকুলে পশ্চিম দিশলৈ গৈ অকলসৰে তাৰ ৰজাসকলক জিনিছিল, আজি সেইজনে বনত ফল-মূল খাই মলিন শৰীৰে জটাধাৰী হৈ জীৱন ধাৰণ কৰিছে । ১৯ ॥

অতিৰথ ৰজা দ্ৰুপদৰ মহা-যজ্ঞ-বেদীত উৎপত্তি হোৱা যি কন্যা আজি সেই সুখ পাবৰ যোগ্যা সতী দ্ৰৌপদীয়ে কেনেকৈ এই দুখময় বনবাস সহন কৰিব । ২০ ॥

অথবা যম, বায়ু, ইন্দ্ৰ, অশ্বিনী-কুমাৰ —এই দেৱতাসকলৰ পুত্ৰ হৈও সুখ ভাগী হোৱাৰ পৰিৱৰ্ত্তে কিয়নো সুখৰপৰা বঞ্চিত হৈ বনবাসত ফুৰিব লগীয়া হৈছে ? ২১ ॥

ধৰ্ম্মপুত্ৰ যুধিষ্ঠিৰক পৰাজয় কৰি আৰু ভাৰ্য্যা অনুচৰ-বৰ্গেৰে সৈতে খেদি দি দুৰ্য্যোধনক দিনক দিনে উন্নত কৰি থাকিলে সশৈলা পৃথিৱীয়ে কি দুখ নাপাব ? ২২ ॥

ইতি মহাভাৰতৰ বনপৰ্ব্বৰ অন্তৰ্গত তীৰ্থ-যাত্ৰা-পৰ্ব্বত বলোৰামৰ বাক্য নামৰ ঊনবিংশাধিকশততম অধ্যায় । ১১৯ ॥

॥ অধ্যায় ১২০ ॥

## ॥ সাত্যকি, কৃষ্ণ, যুধিষ্ঠিৰৰ কথোপকথন ॥

সাত্যকিয়ে ক'লে, হে ৰাম, এতিয়া শোক কৰি থকাৰ সময় নহয়, কিন্তু এই বিষয়ে যদিও যুধিষ্ঠিৰে আমাক একো কোৱা নাই, তথাপি যি প্ৰতিবিধান কৰিব লাগিব তাক আমি সকলোৱে ভাবি-চিন্তি স্থিৰ কৰিব লাগিব । এতিয়াও সময় অতীত হোৱা নাই । ১ ॥

যিসকল ঐশ্বৰ্য্যশালী পুৰুষ, তেওঁলোকে নিজে কোনো কামৰ ভাৰ নলয়; হে ৰাম, সেই কামবিলাকত কাৰ্য্য-সাধক অন্য লোকহে থাকে । যেনেকৈ শিবি প্ৰভৃতি যযাতিৰ আছিল । ২ ॥

সেইদৰে যিসকলৰ কাম কাৰ্য্য-সাধকসকলে নিজমতেৰে আৰম্ভ কৰে সেই ঐশ্বৰ্য্যশালী শ্ৰেষ্ঠ পুৰুষসকলে নিৰাশ্ৰয়ৰ দৰে কষ্ট ভোগ নকৰে । ৩ ॥

গতিকে ৰাম, কৃষ্ণ, প্ৰদ্যুম্ন, শাম্ব আৰু মোৰ দৰে ত্ৰৈলোক্যপতিসকল আশ্ৰয় থাকোঁতে পাণ্ডৱসকলে অৰণ্যত বাস কৰিছে । ৪ ॥

গতিকে আজিয়ে নানা অস্ত্ৰ-শস্ত্ৰ আৰু বিচিত্ৰ বৰ্ম্মেৰে সুসজ্জিত হৈ বৃষ্ণি-সৈন্য

যুদ্ধলৈ ওলাওক ; বৃষ্ণি বাহিনীৰ দ্বাৰা অভিভূত হৈ দুৰ্য্যোধন সবান্ধৱে যম-পুৰীলৈ যাত্ৰা কৰক । ৫ ॥

কৃষ্ণ থাকক, আপুনিয়েতো খং উঠিলে অকলে গোটেই পৃথিৱীকে গ্ৰাস কৰিব পাৰে ; গতিকে দেৱৰাজ ইন্দ্ৰই বৃত্ৰক বধ কৰাৰ দৰে আপুনিয়ে অনুচৰসকলেৰে সৈতে দুৰ্য্যোধনক বধ কৰক । ৬ ॥

মোৰ ভাই অৰ্জ্জুন মোৰ সখি গুৰু আৰু জনাৰ্দ্দনৰ একেবাৰেই আত্মসম সুহৃদ । তেওঁ থাকক ; মানুহে শত্ৰু-বধৰ কাৰণে সৎপুত্ৰ আৰু গুৰুৱে অপ্ৰীতিকূলবাদী শিষ্য কামনা কৰে, সেইসকল আমাৰ আছে । ৭ ॥

যি উদ্দেশ্যে (যুদ্ধ জয়ৰ) শ্ৰেষ্ঠ অস্ত্ৰ ধাৰণ কৰি দুঃসাধ্য কৰ্ম্ম কৰিছে সেই তেওঁৰ (কৰ্ণৰ) সকলো অস্ত্ৰবৃষ্টি মই উত্তম অস্ত্ৰেৰে প্ৰতিহত কৰি যুদ্ধত তেওঁক অভিভূত কৰি হে ৰাম, সৰ্পবিষকল্প আৰু অগ্নি সদৃশ শৰেৰে তেওঁক নিৰ্ম্মূল কৰিম । চোকা তৰোৱালেৰে যুঁজত তেওঁৰ শিৰ বলেৰে দেহৰপৰা বিচ্ছিন্ন কৰি তাৰ পাছত দুৰ্য্যোধনাদি সকলো কুৰুবংশধৰসকলক তেওঁৰ লগৰীয়া বিলাকেৰে সৈতে বধ কৰিম ; হে ৰোহিণী-নন্দন, যুদ্ধত ধনুৰ্দ্ধাৰী মই অকলে, প্ৰলয়াগ্নিয়ে শুকান অৰণ্য দহন কৰাৰ দৰে কৌৰৱ-পক্ষীয় শ্ৰেষ্ঠ বীৰসকলক বিনাশ কৰা পৰাক্ৰমী বীৰসকলে (অথবা ভীমৰ বংশত জন্ম হোৱা লোকসকলে) হৰ্ষেৰে সৈতে চাওক । কৃপ, দ্ৰোণ, বিকৰ্ণ, কৰ্ণই প্ৰদ্যুম্নই নিক্ষেপ কৰা তীক্ষ্ণ বাণ সহ্য কৰিব নোৱাৰিব । ৮—১১ ॥

অভিমন্যুৰ শক্তিৰ কথাও মই জানো, তেওঁ যুদ্ধত প্ৰৱিষ্ট হ'লে প্ৰদ্যুম্নৰ দৰেই পৰিচয় দিয়ে, শাম্বই দুই বাহুৰে অভিভূত কৰি ৰথে-সাৰথিয়ে তেওঁ দুঃশাসনক শিকনি দিয়ক । ১২ ॥

ৰণোন্মত্ত জাম্ববতী-পুত্ৰ শাম্বৰ যুদ্ধত সহন কৰিব নোৱৰা একো নাই ; এই শাম্বই ল'ৰা-কালতে সম্বৰাসুৰৰ সৈন্যবোৰ নিপাত কৰিছিল । ১৩ ॥

বৰ্ত্তুল উৰু আৰু শত-দীৰ্ঘ-বাহু-সম্পন্ন অশ্বচক্ৰক এই শাম্বই যুদ্ধত বধ কৰিছিল, কাৰ সাধ্য আছে মহাৰথ শাম্বৰ আগলৈ ৰথ লৈ আহিব পাৰে ? ১৪ ॥

যেনেকৈ কালপ্ৰাপ্ত হ'লে যমৰ হাতত পৰিলে মানুহে নিস্তাৰ নাপায় তেনেকৈ এওঁৰ যুদ্ধত যদি কোনো এওঁৰ হাতত পৰে তেন্তে জীয়াই ঘূৰি আৰু আহিব নোৱাৰে । ১৫ ॥

দ্ৰোণ, ভীষ্ম—এই মহাৰথ দুজন আৰু পুত্ৰসকলৰ দ্বাৰা আবৃত সোমদত্তক আৰু সকলোবোৰ সৈন্যক বাসুদেৱে নিজৰ শৰ-বহ্নি জ্বালেৰে ধ্বংস কৰিব । ১৬ ॥

উত্তম ধনু-শৰ আৰু চক্ৰধাৰী অদ্বিতীয় কৃষ্ণৰ পক্ষে যুদ্ধত দেৱসমাজেৰে সৈতে ত্ৰিজগতত কি অসহ্য কথা আছে ? ১৭ ॥

গতিকে যজ্ঞানুষ্ঠানত কুশবন বেদীত সিঁচৰতি হৈ থকাৰ নিচিনাকৈ অনিৰুদ্ধই হাতত অসিবৰ্ম্ম লৈ মূৰবোৰ কাটি পেলোৱাত সংজ্ঞাহীন হৈ মৰি যোৱা বীৰসকলৰ দ্বাৰা পৃথিৱী পৰিব্যাপ্ত হওক । ১৮ ॥

বৃষ্ণি, ভোজ, অন্ধক, সাত্বত, শূৰসেন আদি ৰাজ্যৰ মুখ্য মুখ্য যোদ্ধাসকল একত্রিত হৈ যুদ্ধত সেই ধৃতৰাষ্ট্রৰ পুত্রেকহঁতক নিধন কৰি পৃথিৱীত যশস্যা বৃদ্ধি কৰক। ২০ ॥

ধাৰ্ম্মিক শ্ৰেষ্ঠ যুধিষ্ঠিৰ পাশা খেলত প্রতিজ্ঞা কৰা মতে ব্ৰত পালন কৰি বনবাস খাটি থাকিব, তেতিয়ালৈকে অভিমন্যুৱে ৰাজ্য শাসন কৰক। ২১ ॥

আমাৰ বান বৰ্ষণৰ দ্বাৰা নিঃশত্রু হৈ যুধিষ্ঠিৰে ধৃতৰাষ্ট্র-পুত্র আৰু বৰ্ণহীন পৃথিৱী ভোগ কৰিব, এইটোৱেই আমাৰ যশস্যাপূর্ণ কৰিব লগীয়া কাম। ২২ ॥

বাসুদেৱে ক'লে, হে বীৰ মাধৱ (সাত্যকি), * তোমাৰ উক্তি অতি যুক্তিপূর্ণ আৰু সত্য, আমি নিঃসন্দেহে মানি ললোহেঁতেন, কিন্তু কুৰুকুল শ্ৰেষ্ঠই (যুধিষ্ঠিৰে) কেতিয়াও নিজ ভুজ বলেৰে জিনি ল'ব নোৱৰা ভূমি ইচ্ছা নকৰে। ২৩ ॥

যুধিষ্ঠিৰে লোভ, ভয় আৰু কামৰ বশৱৰ্ত্তী হৈ কেতিয়াও স্বধৰ্ম্ম ত্যাগ নকৰে, অতীৰথ ভীম, অৰ্জ্জুন, যঁজা-কোঁৱৰ নকুল-সহদেৱ আৰু দ্রুপদ ৰজাৰ কন্যা কৃষ্ণায়ো সেই একে কথাকে সমর্থন কৰিব। ২৪ ॥

যুদ্ধত বৃকোদৰ আৰু ধনঞ্জয় দুয়ো পৃথিৱীৰ ভিতৰত অতুলনীয় বীৰ, মাদ্রীৰ দুই পুত্র নকুল আৰু সহদেৱো আছে, তেনেস্থলত কিয় সমগ্ৰ পৃথিৱীক শাসন নকৰে? ২৫ ॥

মহাত্মা পঞ্চাধিপতি, কেকয় ৰাজ্যৰ ৰজাৰে সৈতে চেদি ৰজা আৰু আমি যেতিয়া একে লগ হৈ বিক্রমেৰে যুদ্ধ কৰিম, তেতিয়াই সকলো ৰিপু শেষ হৈ যাব। ২৬ ॥

যুধিষ্ঠিৰে ক'লে, হে মাধৱ, তুমি যি কৈছা সি আচৰিত নহয়; মোৰ কাৰণে সত্য হে শ্ৰেষ্ঠ ৰক্ষণীয় বস্তু, ৰাজ্য নহয়। কৃষ্ণই মোক যথাযথ ভাৱে জানে আৰু ময়ো কৃষ্ণক যথাযথ ভাৱে জানো। ২৭ ॥

যেতিয়াই এখেত পুৰুষ-শ্ৰেষ্ঠ মাধৱে বিক্রমৰ সময় আহিছে বুলি জানিব, তেতিয়াই শিনি, প্রবীৰ, তুমি আৰু কেশৱে যুদ্ধত দুৰ্যোধনক পৰাজয় কৰিবা। ২৮ ॥

হে বীৰ-শ্ৰেষ্ঠসকল, এতিয়া নিজ নিজ ঠাইলৈ উভতি যাওকহঁক, ৰাজ-ৰাজেশ্বৰ-সকলেৰে সৈতে দেখা হ'বলৈ পাই (বৰ সুখী হ'লো), ধৰ্ম্মত সুনিশ্চল ভাৱে থাকি, সুখে সন্তোষে বাস কৰি পুনৰ যেন একত্রিত হোৱা দেখিবলৈ পাওঁ। ২৯ ॥

তেতিয়া যদু-বীৰসকলে পাণ্ডৱসকলৰ পৰা পৰস্পৰ অভিনন্দন জনাই বিদায় লৈ— বৃদ্ধসকলক আদৰ সম্ভাষণ জনাই আৰু সকবিলাকক আকোঁৱালি আলিঙ্গন দি, নিজৰ গৃহাভিমুখে যাত্রা কৰিলে, আৰু পাণ্ডৱসকলেও ইখনৰ পাছত সিখনকৈ তীর্থ ভ্রমণ কৰাত লাগিল। ৩০ ॥

শ্ৰীকৃষ্ণাদি যদু-বীৰসকলক বিদায় দি ধৰ্ম্মৰাজ যুধিষ্ঠিৰে বিদৰ্ভ ৰাজ্যত থকা পুণ্য-নদী পয়োষ্ণী-তীর্থলৈ লোমশ মুনি আৰু ভ্ৰাতৃ-ভাৰ্য্যাসকলেৰে সৈতে যাত্রা কৰিলে। ৩১ ॥

সেই পায়োষ্ণি-তীৰ্থৰ ওচৰ পাই যজ্ঞীয় সোমৰস মিশ্রিত জলপান কৰি উপবাস

* মধু—মথুৰা প্রদেশ, তাত জন্ম হোৱা মাধৱ (টীকা—নীলকণ্ঠ)

কৰিলে আৰু সেই ঠাইৰ মুখ্য দ্বিজসকলে (ব্ৰাহ্মণ, ক্ষত্ৰিয়, বৈশ্য) মহাত্মা ধৰ্ম্মৰাজক সুন্দৰ সুন্দৰ স্তৱ-স্তুতিৰে সৈতে গুণানুকীৰ্ত্তন কৰিবলৈ ধৰিলে। ৩২॥

ইতি মহাভাৰতৰ বনপৰ্ব্বৰ অন্তৰ্গত তীৰ্থ-যাত্ৰা-পৰ্ব্বত যাদৱাগমন নামৰ বিংশতি-অধিক-শততম অধ্যায়। ১২০॥

॥ অধ্যায় ১২১ ॥

## ॥ গয়ৰ যজ্ঞ-বৰ্ণন ॥

হে মহাৰাজ, শুনিছো নৃগ ৰজাই যজ্ঞ পাতি সোম ৰসেৰে ইন্দ্ৰক তৰ্পণ কৰোঁতে ইন্দ্ৰই তৃপ্তি লাভ কৰি বৰ আনন্দ পাইছিল। ১॥

ইয়াতে দেৱতাসকলে ইন্দ্ৰ আৰু প্ৰজাপতিসকলেৰে সৈতে বহুবিধ যজ্ঞানুষ্ঠান পাতি প্ৰচুৰ দক্ষিণাৰে সুসম্পন্ন কৰিছিল। ২॥

আৰু ইয়াতে অমূৰ্ত্তৰয়াৰ পুত্ৰ গয় নামে ৰজায়ো সাতোটা অশ্বমেধ যজ্ঞ পাতি তাত সোমৰসেৰে বজ্ৰধৰক তৰ্পণ কৰিছিল। ৩॥

তেওঁৰ সেই সাতোটা যজ্ঞত যিবিলাক কাঠৰ বা মাটিৰ দ্ৰব্যাদিৰ (পাত্ৰাদিৰ) প্ৰয়োজন আছিল, সেই সকলোবোৰ সোণেৰেই নিৰ্ম্মিত আছিল ৪॥

সেই যজ্ঞত যজ্ঞ-স্তম্ভৰ কটক, যজ্ঞ-স্তম্ভ, সোমপাণ পাত্ৰ, ঘিউ ওপতোৱা আৰু হবি পাক কৰা ভাণ্ড, অন্যান্য শ্ৰুৱ আৰু শ্ৰুচ (যজ্ঞাহুতি লোৱা আৰু যজ্ঞাহুতি দিয়া পাত্ৰ);—এই সাতবিধ বিখ্যাত বস্তুৰ ব্যৱহাৰ কৰা হৈছিল। ৫॥

সেই সপ্ত যজ্ঞৰ সাতোটা যজ্ঞ-স্তম্ভই উজ্জ্বল সোণৰ আছিল আৰু প্ৰত্যেক-টোৰ ওপৰতে একোটা কটক (ঘূৰণীয়া চকা) আছিল। হে (মহাৰাজ) যুধিষ্ঠিৰ, সেই পৃথিৱীপতি গয়ৰ উচ্চ পৰ্য্যায়ৰ যজ্ঞত ইন্দ্ৰাদি দেৱতাসকলে স্বয়ং যজ্ঞ-স্তম্ভবোৰ উত্থাপিত কৰে। ৬-৭॥

সোমৰসেৰে ইন্দ্ৰ তুষ্ট হৈছিল, আঁজলিয়ে আঁজলিয়ে অসংখ্য ধন-সোণ দক্ষি-ণাৰে সৈতে ব্ৰাহ্মণসকলো সন্তুষ্ট হৈছিল। ৮॥

যেনেকৈ পৃথিৱীত বালি, আকাশত তৰা অথবা যেনেকৈ বৰষুণৰ ধাৰা কোনেও গণিব নোৱাৰে, সেইদৰে, হে মহাৰাজ, গয় ৰজায়ো অগণন ধন-সোণ সেই সাত যজ্ঞত সদস্যসকলক দিছিল। ৯-১০॥

বালি প্ৰভৃতিৰে যদি গণনা কৰিব পাৰি, তথাপি দক্ষিণা দানকাৰী গয় ৰজাৰ দক্ষিণাৰ পৰিমাণ লোৱা অসম্ভৱ আছিল। ১১॥

বিশ্বকৰ্ম্মাৰ দ্বাৰা নিৰ্ম্মিত সোণৰ গৰু নানা দিশৰপৰা অহা ব্ৰাহ্মণসকলক দান দি সন্তুষ্ট কৰিছিল। ১২॥

হে ৰাজন, শেষত সেই যজ্ঞকাৰী মহাত্মা গয়ে ইমান যজ্ঞ কৰিছিল, যে প্ৰায় গোটেই পৃথিৱী তেওঁৰ যজ্ঞ-ভূমি ৰূপে ব্যৱহাৰ হৈছিল। ১৩ ॥

হে ভাৰত, তেওঁ সেই কৰ্ম্মৰ দ্বাৰা ইন্দ্ৰলোক পাইছিল যিয়ে এই পয়োষ্ণীত স্নান কৰে তেওঁ গয়ৰ সালোক্য প্ৰাপ্ত হয়। ১৪ ॥

সেই কাৰণে হে ৰাজেন্দ্ৰ, হে পৃথিৱীপতি, হে অচ্যুত, তুমি ভ্ৰাতৃসকলেৰে সৈতে ইয়াত স্নান কৰিলে নিষ্পাপ হ'বা। ১৫ ॥

বৈশম্পায়নে ক'লে, হে পাপ বৰ্জিত (জন্মেজয়), ভ্ৰাতৃসকলেৰে সৈতে পয়োষ্ণীত স্নান কৰি সেই তেজস্বী ৰজাই (যুধিষ্ঠিৰে) বৈদূৰ্য্য পৰ্ব্বত, নৰ্ম্মদা আৰু মহানদীৰ ফাললৈ যাত্ৰা কৰিলে। তাত ভগৱান লোমশ ঋষিয়ে তেওঁক সকলোবোৰ বৰ্ণাই ক'লে। ১৬-১৭ ॥

তাত যিবোৰ পুণ্য-মনোৰম তীৰ্থ-ক্ষেত্ৰ আছিল, প্ৰীতি লাভ কৰি সুযোগ অনুসৰি সেইবোৰ তীৰ্থলৈ ভ্ৰাতৃসকলেৰে সৈতে গৈছিল আৰু সেই সেই ক্ষেত্ৰত ব্ৰাহ্মণসকলক বহুতো ধন-বিত দান কৰিছিল। ১৮ ॥

লোমশই ক'লে, হে কৌন্তেয়, বৈদূৰ্য্য পৰ্ব্বত দেখিলে আৰু নৰ্ম্মাদাত স্নান কৰিলে, দেৱতাৰ আৰু ৰজাসকলৰ স্নান প্ৰাপ্তি হয়। ১৯ ॥

হে নৰশ্ৰেষ্ঠ, এয়া ত্ৰেতা আৰু দ্বাপৰৰ সন্ধি স্থল, হে কৌন্তেয়, এইখিনি পালেহি, সকলো পাপৰপৰা মুক্ত হ'ব পাৰি। ২০ ॥

হে নৰশ্ৰেষ্ঠ, এয়া শৰ্য্যাতিৰ যজ্ঞৰ ঠাই প্ৰকাশ পাইছে, স্বয়ং ইন্দ্ৰই অশ্বিনী-কুমাৰ দ্বয়েৰে সৈতে সোমৰস পান কৰিছিল। ২১ ॥

ইয়াতে মহাতপস্বী ভৃগুনন্দন চ্যবন ইন্দ্ৰৰ প্ৰতি ক্ৰুদ্ধ হৈ তেওঁক স্তম্ভিত কৰিছিল আৰু ৰাজপুত্ৰী সুকন্যাকো ভাৰ্য্যাৰূপে লাভ কৰিছিল। ২২ ॥

যুধিষ্ঠিৰে ক'লে, হে ভগৱান, কেনেকৈনো ভগৱান ইন্দ্ৰক স্তম্ভিত কৰিছিল, কিয়নো মহাতপস্বী ভৃগু নন্দনে খং কৰিছিল অশ্বিনী-কুমাৰ দুজনাকনো কিয় সোমপায়ী কৰিছিল, কি কৰা হৈছিল এই গোটেই বৃত্তান্তখিনি যি যি হৈছিল, মোক কওক। ২৩-২৪ ॥

ইতি মহাভাৰতৰ বনপৰ্ব্বৰ অন্তৰ্গত তীৰ্থ-যাত্ৰা-পৰ্ব্বত গয়ৰ যজ্ঞ-বৰ্ণন নামৰ একবিংশতি-অধিকশততম অধ্যায়। ১২১ ॥

## ॥ অধ্যায় ১২২ ॥

# ॥ সুকন্যাৰ বিবাহ ॥

লোমশই ক'লে, হে ভাৰত, মহৰ্ষি ভৃগুৰ চ্যৱন নামেৰে এটি ল'ৰা হৈছিল, সৰোবৰৰ তীৰতে মহা তেজস্বী মুনিয়ে তপ আচৰণ কৰিছিল। ১ ॥

হে পাণ্ডৱ, হে নৰপতি, সেই মহা তেজস্বী তপস্বী তাতে বহু কাল বীৰাসন কৰি মহাদেৱৰ দৰে নিশ্চল হৈ আছিল। ২ ॥

হে মহাৰাজ, এনেকৈয়ে বহু কাল থকাত ঋষিৰ চাৰিওফালে উঁইৰ হাফলু উঠিল, বন-লতা গজি গা ঢাকি পেলালে আৰু চাৰিওফালে পকৰাই আগুৰি ধৰিলে। ৩ ॥

উঁইৰ হাফলুৰে আবৃত হৈ মাটিৰ চপৰা এটা যেন হৈ তেওঁ দুৰ্ঘোৰ তপস্যা কৰিবলৈ ধৰিলে। ৪ ॥

এনেকৈ বহু কাল যোৱাৰ পাছত এই উত্তম ৰমণীয় সৰোবৰলৈ বিহাৰ কৰিবৰ মনেৰে শৰ্য্যাতি নামে এজন ৰজা আহিছিল। ৫ ॥

সেই ৰজাৰ চাৰি হাজাৰ স্ত্ৰী ভাৰ্য্যা হিছাপে আছিল, কিন্তু হে ভাৰত, সুকন্যা নামেৰে এটিহে ৰূপহী কন্যা আছিল। ৬ ॥

সেই ছোৱালীটি সখীসকলেৰে সৈতে দিব্য বসন-ভূষণ পৰিধান কৰি ঘূৰি ফুৰি আহি ভাৰ্গৱৰ উঁইৰ দ'মটোৰ ওচৰ চাপিলহি। ৭ ॥

তেতিয়া সেই সুকন্যাই সখীসকলেৰে সেই ঠাইডোখৰ বৰ সুন্দৰ দেখি তাত থকা গছ-ফুল আদি বিচাৰি ফুৰিবলৈ ধৰিলে। ৮ ॥

তেওঁ নিজৰ যৌৱনোচিত ৰূপ-লাৱণ্যৰ গৰ্ব্বত মদন-মত্ত হৈ ইচ্ছামতে সেই বনৰ ফুলেৰে ভৰি থকা গছৰ ডালবোৰ ভাঙি ফুৰিবলৈ ধৰিলে। ৯ ॥

এইদৰেই অকলেই নানা অলঙ্কাৰেৰে অলঙ্কৃতা হৈ এখন মাত্ৰ কাপোৰ পৰিধান কৰি সখীসকলক এৰি বিজুলীৰ নিচিনা প্ৰভাৱে ঘূৰি ফুৰা অৱস্থাত সেই জ্ঞানী ভাৰ্গৱে তেওঁক দেখা পালে। ১০ ॥

পৰম জ্যোতিসম্পন্ন, তপোবলেৰে বলীয়ান বিপ্ৰৰ্ষিয়ে তেনেকুৱা নিৰ্জ্জন বনত সেই সুন্দৰীক দেখি বৰ আনন্দ পাই ক্ষীণ কণ্ঠেৰে সেই কল্যাণীক কথা সুধিবলৈ ধৰিলে; কিন্তু সুকন্যাই তেওঁৰ মাত গম ধৰিব নোৱাৰিলে, শেষত তেওঁ সেই উঁইৰ হাফলুৰ মাজত ভাৰ্গৱৰ চকু দুটা দেখা পালে। তেতিয়া কৌতূহলবশতঃ মোহ-পৰৱশ হৈ জকাকৈ এডাল কাঁইটেৰে 'এইটোনো কি' এই বুলি সেই চকু দুটাত খোচ মাৰি দিলে। ১১-১৩ ॥

সুকন্যাই এইদৰে চকু দুটা বিন্ধি দিয়াত ঋষিৰ বৰ খং উঠিল, সেই খঙেই শর্য্যাতিৰ সৈন্যবিলাকৰ শৌচ-প্ৰস্ৰাৱ বন্ধ কৰিলে। ১৪ ॥

তেতিয়া মল-মূত্ৰ নিৰোধ হোৱাত সৈন্যবোৰৰ কষ্ট দেখি ৰজাই সুধিবলৈ ধৰিলে, ১৫ ॥

আজি বৃদ্ধ-মহাত্মা, নিত্য তপস্যাত ৰত হৈ থকা ভাৰ্গৱক, বিশেষতে সেই খঙাল ঋষিক কোনে কি অপকাৰ কৰিছে ? ১৬ ॥

জানিয়েই হওক বা নাজানিয়েই হওক, যদি কোনোবাই কিবা অন্যায় কৰিছা অতি সোনকালে কোৱাঁ ; তেতিয়া সৈন্যবিলাকে ক'লে, কি অপকাৰ কৰা হ'ল আমি নাজানো, আপুনিয়েই নিজ ইচ্ছাৰে সকলো উপায় কৰি সেই বিষয়ে জানিবলৈ চাওক। তেতিয়া ৰজাই মল-মূত্ৰ-নিৰোধত কষ্ট পোৱা নিজৰ সৈন্য-বিলাকক দেখি, নিজৰ সুহৃদবৰ্গক শান্তভাৱে আৰু উগ্ৰভাৱে সুধিলে, আৰু তেওঁলোকেও একো নাজানে বুলি ক'লে। ১৭-১৯ ॥

তাৰ পাছত পিতাকক অতি দুঃখ কৰি থকা দেখি জীয়েক সুকন্যাই ক'লে, মই বনত ফুৰি ফুৰোঁতে তাৰ উঁই-হাফলু এটাত জ্বলি থকা এটা প্ৰাণী দেখিলো। ২০ ॥

জোনাকী পৰুৱাৰ নিচিনা কিবা প্ৰাণী বুলি ভাবি মই ওচৰলৈ গৈ খোচ মাৰি দিলো—এই বুলি কোৱা শুনা মাত্ৰেই ৰজা শর্য্যাতি তৎক্ষণাৎ উঁইৰ হাফলুটোৰ ওচৰ পালেগৈ। ২১ ॥

ৰজাই সেই ঠাই পাই তাত বয়োবৃদ্ধ, তপোবৃদ্ধ ভাৰ্গৱ ঋষিক দেখিলে আৰু কৰ-যোৰ কৰি সৈন্যবোৰৰ কাৰণে ক্ষমা-ভিক্ষা কৰিলে, ২২ ॥

নাজানি মোৰ ছোৱালীজনীয়ে আপোনাৰ যি অপকাৰ কৰিলে সেই দোষ ক্ষমা কৰিব লাগে। তেতিয়া ভৃগু-নন্দন চ্যৱনে ৰজাক কবলৈ ধৰিলে, ২৩ ॥

'এই কন্যাই দৰ্পপূৰ্ণ আৰু তাচ্ছিল্যভাৱেৰে মোক চকুত বিন্ধিছিল ; গতিকে হে ৰাজন, মই সঁচাকৈ কৈছো, আপোনাৰ ৰূপ-লাৱণ্য-যুক্তা, লোভ-মোহ-বশ-বৰ্ত্তিনী হৈ আচৰণ কৰা এই কন্যাৰ পাণি-গ্ৰহণ কৰিহে ক্ষমা কৰিম। ২৪-২৫ ॥

লোমশই ক'লে, ঋষিৰ কথা শুনি শর্য্যাতিয়ে কোনো বিচাৰ নকৰাকৈয়ে মহাত্মা চ্যৱনলৈ নিজৰ কন্যাক বাক্-দান কৰিলে। ২৬ ॥

ভগৱানে (চ্যৱন) কন্যা লাভ কৰি বৰ আনন্দ পালে, ৰজাও সন্তোষ পাই সসৈন্যে নিজৰ নগৰাভিমুখ হ'ল। ২৭ ॥

আনন্দিতা সুকন্যায়ো তপস্বীক (চ্যৱনক) স্বামী লাভ কৰি প্ৰীতিপূৰ্ণ তপস্যাৰে আৰু সুসংযমেৰে সদায় সেৱা কৰিবলৈ ধৰিলে। ২৮ ॥

সেই হিংসা-শূন্যা, শুভাননা (ৰাজ-নন্দিনীয়ে) অগ্নি আৰু অতিথিৰ শুশ্ৰূষা কৰি অতি কম সময়তে চ্যৱন মুনিক সেৱা কৰাৰ উপযুক্তা হৈ পৰিছিল। ২৯ ॥

ইতি মহাভাৰতৰ বনপৰ্ব্বৰ অন্তৰ্গত তীৰ্থ-যাত্ৰা পৰ্ব্বত সুকন্যাৰ বিবাহ নামৰ দ্বাবিংশাধিকশততম অধ্যায়। ১২২ ॥

॥ অধ্যায় ১২৩ ॥

## ॥ অশ্বিনীকুমাৰৰ অনুগ্ৰহত চ্যৱনৰ যৌৱন লাভ ॥

লোমশই ক'লে, কিছুদিন যোৱাৰ পাছত, হে মহাৰাজ, সুকন্যাই আভৰণাদি খুলি স্নান কৰিবলৈ ধৰোঁতে তেওঁক অশ্বিনীকুমাৰ দেৱতাই দেখা পালে। ১ ॥

দেৱৰাজৰ কন্যাৰ নিচিনা দীপ্‌লিপ্‌ ৰূপেৰে তেওঁক দেখা পাই সত্যবাদী অশ্বিনীকুমাৰে ততালিকে তেওঁৰ ওচৰলৈ আহি এই কথা সুধিলেহি, ২ ॥

হে সুন্দৰী, তুমি কাৰ, এই ঘোৰ অৰণ্যৰ মাজত কিনো কৰিছা, হে ভদ্ৰা, হে শোভনা, তোমাৰ বিষয়ে জানিব খোজোঁ, সম্পূৰ্ণকৈ কোৱাচোন। ৩ ॥

তেতিয়া সুকন্যাই সলজ্জভাৱে দেৱশ্ৰেষ্ঠ অশ্বিনীকুমাৰদ্বয়ক ক'লে, মই শৰ্য্যাতি ৰজাৰ কন্যা আৰু চ্যৱন মুনিৰ ভাৰ্য্যা। ৪ ॥

শুনি অশ্বিনীকুমাৰে আকৌ হাঁহি হাঁহি তেওঁক কবলৈ ধৰিলে, হে কল্যাণী, তোমাৰ পিতাৰাই তোমাক এই ভাটী বয়সৰ মানুহজনলৈ কিয় বিয়া দিলে ? ৫ ॥

হে ভীৰু, অন্ধকাৰ ৰাতি বিজুলীৰ চমকনিৰ নিচিনাকৈ তুমিও এই বনত চমক লগাইছা, তোমাৰ নিচিনা এনে ৰূপ-লাৱণ্য-সম্পন্না কন্যা আনকি দেৱতা-সকলৰ ভিতৰতো দেখা নাই। ৬ ॥

তুমি অলঙ্কাৰ আভৰণাদি নোহোৱাকৈ আৰু উৎকৃষ্ট বসন-ভূষণ নোহোৱা-কৈয়ে, হে ভদ্ৰা, এই বনখনৰ অধিক শোভা বঢ়াইছা। ৭ ॥

সকলো অলঙ্কাৰ-আভৰণাদিৰে অলঙ্কৃতা হৈ অতি ধুনীয়া কাপোৰ পিন্ধিলেহে আৰু শোভা বাঢ়িব, হে অনৱদ্যাঙ্গী, এনে মলিন অৱস্থাৰে থকাটো তোমাৰ উচিত হোৱা নাই। ৮ ॥

হে কল্যাণী, কি কাৰণে এনেকুৱা অৱস্থাত থাকি কাম-ভোগ-বিৱৰ্জ্জিত জড়া-জীৰ্ণকায় স্বামীক সেৱা-শুশ্ৰূষা কৰি আছা ? ৯ ॥

হে মধুৰ হাঁহি-যুক্তা, তোমাক পৰিত্ৰাণ কৰিবলৈ আৰু পোষণ কৰিবলৈ অসমৰ্থ চ্যৱনক এৰি আমাৰ দুজনৰ এজনক বৰণ কৰাঁ। ১০ ॥

হে দেৱ-যোনি-সম্ভৱ-তুল্যা, স্বামীৰ কাৰণে তোমাৰ যৌৱন বৃথা নকৰিবা ; — এই বুলি কোৱাত সুকন্যাই সেই দেৱতা দুজনক ক'লে, ১১ ॥

মই চ্যৱনৰ প্ৰতি অনুৰক্তা, পতিকে মোক এনেভাৱে নাভাবিব। তেতিয়া

দেৱতা দুজনে তেওঁক পুনৰ ক'লে, আমি দুজন দেৱ-লোকৰ মুখ্য চিকিৎসক, আমি তোমাৰ স্বামীক ৰূপ-যৌৱন-সম্পন্ন কৰিম, তেতিয়া তেওঁ আৰু আমি দুজনৰ কোনো এজনক স্বামীৰূপে বৰণ কৰিবানে ? ১২-১৩ ॥

হে শুভলক্ষণসম্পন্না, এতিয়া এই চুক্তিৰ কথা তুমি তোমাৰ স্বামীক সুধি নিবেদন কৰাঁ । হে ৰাজন, সুকন্যাই দেৱতা দুজনৰ এই কথা শুনি ভৃগু-নন্দনৰ ওচৰ চাপি তেওঁক এওঁলোকৰ কথাখিনি ক'লে : এই কথা শুনামাত্ৰকে চ্যৱনে তেওঁৰ ভাৰ্য্যাক 'সেইদৰে কৰা হওক' বুলি আদেশ দিলে । ১৪-১৫ ॥

দেৱতা দুজনে ৰাজ-কন্যাক ক'লে, তোমাৰ স্বামীক পানীত নামিবলৈ কোৱাঁ । এই কথা শুনি সুৰূপাভিলাষী চ্যৱন শীঘ্ৰে পানীত নামিল । ১৬ ॥

হে মহাৰাজ, তেতিয়া অশ্বিনীকুমাৰ দুজনো সৰোবৰৰ জলত প্ৰৱেশ কৰিলে, আৰু কন্তেকতে তেওঁলোক তিনিওজন সৰোবৰৰপৰা ওপৰলৈ উঠিল । ১৭ ॥

তেওঁলোক আটাইকেইজন সমান যৌৱন-সম্পন্ন, দিব্য-ৰূপধাৰী, চিক্‌চিকীয়া কুণ্ডল পিন্ধা, একে বেশ-ভূষণেৰে বিভূষিত আৰু দেখিলেই মন আকৰ্ষক হৈ উঠা । ১৮ ।

সিসকল আটাইকেইজনে একেলগে তেতিয়া ক'লে, হে শুভ-লক্ষণ-সম্পন্না, হে উৎকৃষ্ট-ৰূপিণী, আমাৰ এই তিনিওজনৰ ভিতৰত তুমি যিজনকে ইচ্ছা কৰা তেওঁকে, স্বামীৰূপে বৰণ কৰাঁ ১৯ ॥

হে সুশোভনা, যিজনতে তোমাৰ মন যাইছে, তেওঁকে তুমি গ্ৰহণ কৰাঁ । তেতিয়া সুকন্যাই তেওঁলোক তিনিওজনকেই সমান ৰূপধাৰী হৈ থকা দেখি বহুত ভাবি-চিন্তি নিজৰ (পূৰ্ব্ব) পতিকে নিশ্চয় কৰি বৰণ কৰিলে । এইদৰে নিজৰ বাঞ্ছিত বয়স (যৌৱন ), ৰূপ আৰু ভাৰ্য্যা লাভ কৰি মহা তেজস্বী চ্যৱন মুনিয়ে আনন্দ মনেৰে সন্তুষ্টি দেৱতাসকলক কবলৈ ধৰিলে, যিহেতুকে মই আপোনালোকৰ কৃপাত বৃদ্ধ হৈও দীৰ্ঘায়ুযুক্ত হৈ ৰূপ-যৌৱন-সম্পন্ন হৈছো, আৰু ভাৰ্য্যাও লাভ কৰিছো, সেই কাৰণেই মই আপোনালোক দুয়োজনক দেৱৰাজ ইন্দ্ৰই চাই থকাতেই প্ৰীতিৰে সোমৰস পান কৰাম, মই আপোনাসকলৰ আগত সত্য কৰি কৈছোঁ । ২০-২৩ ॥

এইদৰে কোৱা শুনি দুয়োজন দেৱতা সন্তোষ মনেৰে স্বৰ্গলৈ উলটি গ'ল, চ্যৱন আৰু সুকন্যায়ো দেৱতাৰ নিচিনাকৈ বিহাৰ কৰিবলৈ ধৰিলে । ২৪ ॥

ইতি মহাভাৰতৰ বনপৰ্ব্বৰ অন্তৰ্গত তীৰ্থ-যাত্ৰা-পৰ্ব্বত অশ্বিনীকুমাৰৰ অনুগ্ৰহত চ্যৱনৰ যৌৱন-লাভ নামৰ ত্ৰয়োবিংশত্যধিকশততম অধ্যায় । ১২৩ ॥

## ॥ অধ্যায় ১২৪ ॥

# ॥ শৰ্য্যাতি ৰজাৰ যজ্ঞৰ বৰ্ণনা ॥

লোমশই ক'লে, তাৰ পাছত শৰ্য্যাতি ৰজা চ্যৱনক ডেকা বয়সীয়া হোৱাৰ কথা শুনি অতি আনন্দ পাই সপৰিবাৰে সৈন্য-সামন্ত লৈ ভাৰ্গৱৰ আশ্ৰমলৈ আহিল। ১॥

সভাৰ্য্যে শৰ্য্যাতিয়ে আশ্ৰমলৈ আহি চ্যৱন আৰু সুকন্যাক দেৱতাৰ পুত্ৰ-পুত্ৰী যেন ৰূপৰ দেখা পাই সমগ্ৰ পৃথিৱীখন পালে যি সুখ পালেহেঁতেন, সেই সুখ অনুভৱ কৰিলে। ২॥

ঋষিয়ে সপৰিবাৰে ৰজাক অহা দেখি যথাযথভাৱে সংকাৰ কৰি তেওঁলোকে বহুৱাই নানা মনোৰম সুখৰ কথা কবলৈ ধৰিলে। ৩॥

তাৰ পাছত, হে মহাৰাজ, সেই ভৃগু-নন্দনে সিবিলাকক কথাৰে সন্তুষ্ট কৰি ৰজাক আশ্বাস দি ক'লে, হে ৰাজন, মই আপোনাৰ যজ্ঞ সম্পাদন কৰিম, আপুনি তাৰ বাবে যথাযোগ্য আয়োজন কৰক। ৪॥

হে মহাৰাজ, চ্যৱনৰ এই কথা শুনি ৰজা শৰ্য্যাতিয়ে পৰম সন্তুষ্ট-মনে তাক সমৰ্থন কৰিলে। ৫॥

তেতিয়া যজ্ঞৰ কাৰণে শুভ ফলপ্ৰদ এক প্ৰশস্ত দিন ঠিক কৰি উত্তম যজ্ঞ-মণ্ডপ নিৰ্ম্মাণ কৰিলে। ৬॥

হে মহাৰাজ, সেই যজ্ঞ-মণ্ডপত ভৃগু-নন্দন চ্যৱনে (পূৰ্ব্ব-কল্পিত) ৰজা শৰ্য্যাতিৰ হতুৱাই যজন কৰাবলৈ ধৰিলে। তাত কি কি আচৰিত কথা হ'ল কওঁ শুনক, ৭॥

চ্যৱনে দেৱতা অশ্বিনীকুমাৰলৈ বুলি সোমৰসৰ আহুতি দাঙি ক'লে, তেতিয়া ইন্দ্ৰই সিবিলাকলৈ প্ৰদান কৰিবলৈ ধৰা বস্তু দিবলৈ বাৰণ কৰিলেহি। ৮॥

ইন্দ্ৰই ক'লে, এওঁলোক দুজন সোমৰস পান কৰিবৰ যোগ্য নহয়, কাৰণ তেওঁলোকে স্বৰ্গত দেৱতাসকলৰ চিকিৎসকৰ কাম কৰে। ৯॥

চ্যৱনে ক'লে, সেই ৰূপ-দ্ৰব্য-গুণ-সম্পন্ন মহাত্মা আৰু মহোৎসাহী দেৱতা দুজনে মোক দেৱতাৰ দৰে অমৰ কৰিলে। তেওঁলোকে কিয় সোমাহুতি নাপাব? কেৱল আপুনি আৰু আন দেৱতাসকলেহে পাবনে? হে পুৰন্দৰ, হে দেৱৰাজ, অশ্বিনীকুমাৰ দুজনো দেৱতাই। ১০-১১॥

ইন্দ্ৰই ক'লে, চিকিৎসক হৈ নানা কাৰ্য্য কৰি ইচ্ছামতে ৰূপ ধাৰণ কৰি মৰ্ত্ত্য-লোকত বিচৰণ কৰি ফুৰা এওঁলোক দুজন কেনেকৈ সোমৰস পানৰ যোগ্য হ'ব? ১২॥

লোমশই ক'লে, এই একে কথাকে যেতিয়া দেৱৰাজ ইন্দ্ৰই বাৰে বাৰে ক'বলৈ ধৰিলে, তেতিয়া ভাৰ্গৱই ইন্দ্ৰক অনাদৰ কৰি সোমৰস ধাৰণ কৰা গ্ৰহ গ্ৰহণ কৰিলে । ১৩ ॥

তেতিয়া অশ্বিনীকুমাৰক দিবলৈ সেই উত্তম সোমৰস গ্ৰহণ কৰিব খোজা দেখি ঋষিক ইন্দ্ৰই. এই কথা ক'লে, ১৪ ॥

যদি তুমি নিজে এই সোমৰস এওঁলোকৰ কাৰণে গ্ৰহণ কৰাঁ, তেন্তে অত্যন্ত উৎকৃষ্ট আৰু ঘোৰ (কৰাল) ৰূপী এই বজ্ৰ প্ৰহাৰ কৰিম ।' ১৫ ॥

ইন্দ্ৰই এইদৰে কোৱাত ভৃগু-নন্দনে হাঁহিমুখে ইন্দ্ৰক উপেক্ষা কৰি যথাবিধি অশ্বিনীকুমাৰলৈ উত্তম গ্ৰহ ধাৰণ কৰিলে । ১৬ ॥

তেতিয়া শচী-পতি ইন্দ্ৰই ঋষিলৈ কৰাল বজ্ৰ নিক্ষেপ কৰিবলৈ ওলোৱাত ভাৰ্গৱই সেই বজ্ৰ-প্ৰহাৰী ইন্দ্ৰৰ বাহু স্তম্ভিত কৰিলে । ১৭ ॥

মহাতেজা চ্যৱনে ইন্দ্ৰৰ বাহু স্তম্ভন কৰি দেৱৰাজ ইন্দ্ৰক নিহত কৰিবলৈ কৃত্যাদেৱীৰ সৃষ্টি কৰিবলৈ আহুতি দিলে । ১৮ ॥

এইদৰে মুনিৰ তপৰ প্ৰভাৱত মদ নামৰ এটা মহা শক্তিশালী, বিৰাটকায় অসুৰৰ কৃত্যা ৰূপে জন্ম হ'ল । ১৯ ॥

সেই অসুৰৰ শৰীৰটো ইমান ডাঙৰ যে দেৱাসুৰসকলেও তাৰ উৰা-দিহ ধৰিব নোৱৰা হ'ল। তাৰ মুখখন বিকটাকাৰ, আগৰ দ'াতকেইটা ডাঙৰ আৰু টিহ্‌-টিহ্‌ কৰে জোঙা ( চোকা) । ২০ ॥

তাৰ মুখখন মেলি দিয়াত তলৰ থু'তৰিটো মাটিত আৰু ওপৰৰ ভাগ একে-বাৰেই স্বৰ্গত লাগিছে, আৰু চাৰিটা বহল দ'াত আছে শ-শ যোজন জুৰি, আন কেইটা দ'াত দহ যোজন ব্যাপি আছিল । তাৰ দ'াত দেখি অনুমান হয় যেন শূলৰ আগহে, অট্টালিকাৰ শিখৰহে । ২১-২২ ॥

বাহু দুখন পৰ্ব্বতৰ দৰে এশ যোজন বিস্তীৰ্ণ; চকু দুটা যেন আকাশৰ চন্দ্ৰ-সূৰ্য্য, মুখখন কালাগ্নিৰ নিচিনা । ২৩ ॥

সি যেতিয়া মুখখন মেলি বিজুলীৰ দৰে চঞ্চল জিভাৰে বাৰে বাৰে মুখ চেলেকি ইফালে সিফালে ঘোৰ দৃষ্টিপাত কৰিবলৈ ধৰিলে, তেতিয়া অনুমান হ'ল যেন বলেৰে জগতখন গ্ৰাস কৰিবলৈহে ওলাইছে । ২৪ ॥

সেই মদাসুৰ অত্যন্ত ক্ৰুদ্ধ হৈ এনেকুৱা বিৰাট কৰাল-ৰূপেৰে ঘোৰ গৰ্জ্জন কৰি ত্ৰিজগত ধ্বনিত কৰি ইন্দ্ৰক খাবলৈ খেদি গ'ল । ২৫ ॥

ইতি মহাভাৰতৰ বনপৰ্ব্বৰ অন্তৰ্গত তীৰ্থ-যাত্ৰা-পৰ্ব্বত শৰ্য্যাতি ৰজাৰ যজ্ঞৰ বৰ্ণনা নামৰ চতুৰ্ব্বিংশত্যধিকশততম অধ্যায় । ১২৪ ॥

॥ অধ্যায় ১২৫ ॥

# ॥ মদাসুৰৰ হাতৰপৰা ইন্দ্ৰৰ মুক্তি ॥

লোমশই ক'লে, তেতিয়া স্তম্ভিতবাহু দেৱৰাজ ইন্দ্ৰই সেই ঘোৰমূৰ্ত্তি মদাসুৰে মুখ মেলি কালান্তকৰ নিচিনাকৈ গ্ৰাস কৰিবলৈ অহা দেখি ভয়ত বাৰে বাৰে মুখ চেলেকি হাত স্তম্ভন হৈ থকা অৱস্থাৰে ভয়-পীড়িত হৈ চ্যৱন মুনিক কবলৈ ধৰিলে, ১-২ ॥

হে ভাৰ্গৱ, এতিয়াৰপৰা এই অশ্বিনীকুমাৰ-যুগল সোম-পানৰ যোগ্য হ'ব— মই সত্যকৈ কৈছো, হে বিপ্ৰ, মোৰ প্ৰতি প্ৰসন্ন হওক। ৩ ॥

আপোনাৰ আৰম্ভ কাম বৃথা নহওক, এয়ে পৰম বিধান হওক, বিপ্ৰৰ্ষি, মই বেচ জানো, আপুনি অসত্য কামত প্ৰবৃত্ত নহয়। ৪ ॥

যেনেকৈ আপুনি এই অশ্বিনীকুমাৰক সোম-পানৰ যোগ্য কৰিলে, তেনেকৈয়ে হে ভাৰ্গৱ, আপোনাৰো শক্তি প্ৰকাশ পাই গৈ থাকিব। ৫ ॥

আৰু সুকন্যাৰ পিতাকৰ যশস্যা পৃথিৱীত লোকসকলৰ মুখে মুখে হ'ব, আপোনাৰ শক্তি প্ৰকাশ কৰিবলৈকে মই এই কাম কৰিছো। ৬ ॥

গতিকে, আপোনাৰ যি ইচ্ছা পূৰণ হওক, আপুনি মোৰ প্ৰতি প্ৰসন্ন হওক। মহাত্মা ভাৰ্গৱক ইন্দ্ৰই এইদৰে মিনতি বচন কোৱাত চ্যৱনৰ খং মাৰ গ'ল, আৰু শীঘ্ৰে পুৰন্দৰক মুক্তি দিলে আৰু আগতে সৃজন কৰা মদাসুৰক মদ পান, স্ত্ৰী, পাশাখেল আৰু মৃগয়াত নিৰত থাকিবলৈ দি ইন্দ্ৰকো সোমেৰে তৰ্পণ কৰি, অশ্বিনীকুমাৰেৰে সৈতে সকলো দেৱতাক যজি, ৰজাকো (শৰ্য্যাতি) সকলো লোকতে জনাজাত কৰি অনুকূলা ভাৰ্য্যা সুকন্যাৰে সৈতে আশ্ৰমত বিহাৰ কৰিবলৈ ধৰিলে। হে মহাৰাজ, সেইজনৰে (চ্যৱনৰ) এয়া ব্ৰাহ্মণসকলৰ দ্বাৰা সমাগম হৈ থকা পুণ্য-সৰোবৰ সম্মুখত বিৰাজমান। ৭-১১ ॥

ইয়াত আপুনি ভ্ৰাতৃসকলেৰে সৈতে পিতৃ আৰু দেৱতাসকলৰ তৰ্পণ কৰক; হে ভাৰত, ইয়াৰ পাছত সিকতাক্ষ তীৰ্থ দৰ্শন কৰি সৈন্ধৱ অৰণ্যলৈ গৈ তাৰ ক্ষুদ্ৰ নদীবোৰ দৰ্শন কৰক। হে মহাৰাজ, সকলোবোৰ কুণ্ডৰে জল স্পৰ্শ কৰিব। ১২-১৩ ॥

হে ভাৰত, শিৱৰ মন্ত্ৰ জপ কৰিয়েই সিদ্ধি লাভ কৰিব, হে নৰশ্ৰেষ্ঠ, এতিয়া ত্ৰেতা আৰু দ্বাপৰ যুগৰ সন্ধি-কালৰ নিচিনা সময় (অৰ্থাৎ এনে সময়ত ইয়াত স্নান কৰিলে কলিৰ দোষে স্পৰ্শ কৰিব নোৱাৰে)। ১৪ ॥

হে পাৰ্থ, এয়া সকলো পাপ ধ্বংসকাৰী তীৰ্থ, ইয়াত স্নান কৰিলে আপুনি সকলো পাপৰপৰা নিষ্কৃতি পাব পাৰিব । ১৫ ॥

মনীষীসকল বাস কৰা আৰ্চ্চীক পৰ্ব্বত নামৰ আৰু এখন ৰম্য স্থান আছে, তাত সদায় বৈ থকা নদী আছে, ই সদায় ফল-মূলেৰে ভৰা আৰু সুগন্ধ বায়ু বৈ থকা উত্তম ঠাই । ১৬ ॥

হে যুধিষ্ঠিৰ, ইয়াত বহু দেৱতাৰ বহু ক্ষেত্ৰ আছে, এয়া হৈছে চন্দ্ৰ-তীৰ্থ; ইয়াত অগ্নিতুল্য, দীপ্তিমন্ত, বায়ুভক্ষী বৈখানস, বালখিল্য আদি ঋষিসকল বাস কৰে । ১৭ ॥

তিনিখন উচ্চ-খাপৰ তীৰ্থ বাৰাণসী, প্ৰয়াগ আৰু এই চন্দ্ৰ-তীৰ্থ । এইসকল তীৰ্থত পৰিক্ৰমা কৰি যিভাৱেই হয় স্নান-দান কৰক । ১৮ ॥

হে ৰাজেন্দ্ৰ, ইয়াতেই শান্তনুৱে, ৰজা শুনকে আৰু নৰ-নাৰায়ণ দুয়ো শাশ্বত স্থান লাভ কৰিছিল । ১৯ ॥

এই আৰ্চ্চীক পৰ্ব্বততে মহৰ্ষিসকলৰ লগত দেৱতা, পিতৃসকল সদায় বাস কৰি তপ আচৰণ কৰিছিল, হে মহাৰাজ, আপুনিও সিসকলক আৰাধনা কৰক । ২০ ॥

হে ৰাজন, ইয়াতে সেই ঋষিসকলে যজ্ঞীয় থালীৰ গন্ধ সদায় লৈয়ে আছে (অৰ্থাৎ সদায় যজ্ঞ-ৰত হৈয়ে আছে), অক্ষয়-স্ৰোতা যমুনা ইয়াতেই বিদ্যমান, আৰু কৃষ্ণাও ইয়াতে সদায় তপস্যাৰতা হৈ আছে । গতিকে নকুল-সহদেৱ-অৰ্জ্জুন-ভীমসেন-দ্ৰৌপদী, আপোনাৰে সৈতে আমি সকলোটি তালৈ যামইক । ২১-২২ ॥

হে নৰেশ্বৰ, এইখন, পুণ্যময় ইন্দ্ৰ প্ৰস্ৰৱণ, ইয়াত পূৰ্ব্বে ব্ৰহ্মা, বিষ্ণু আৰু বৰুণে উৰ্দ্ধলোক লাভ কৰিছিল । ২৩ ॥

হে নৃপতি, ক্ষমাশীল, পৰম ধাৰ্ম্মিক তেওঁলোকো ইয়াত বাস কৰিছিল, সৰল বুদ্ধিৰ আৰু মিত্ৰতা বাঞ্ছা কৰা লোকসকলৰ পৰম শুভ স্থান এই পৰ্ব্বত ; গতিকে আপোনালোকো ইয়াতে বাস কৰক । ২৪ ॥

এয়া মহৰ্ষিসকলৰ দ্বাৰা চিৰ-সেৱিতা যমুনা, হে মহাৰাজ, এই নদী পৰম পুণ্যময়ী, পাপ-প্ৰক্ষালিনী, ইয়াতেই নানা যজ্ঞাদিৰো অনুষ্ঠান হয় । ২৫ ॥

ইয়াত মহানুভৱ স্বয়ং মান্ধাতা ৰজাই আৰু সৃঞ্জয়ৰ পুত্ৰ সাহদেৱি আৰু দানী সোমকেও যজ্ঞ কৰিছিল । ২৬ ॥

ইতি মহাভাৰতৰ বনপৰ্ব্বৰ অন্তৰ্গত তীৰ্থ-যাত্ৰা-পৰ্ব্বত মদাসুৰৰ হাতৰপৰা ইন্দ্ৰৰ মুক্তি নামৰ পঞ্চবিংশত্যধিকশততম অধ্যায় । ১২৫ ॥

॥ অধ্যায় ১২৬ ॥

# ॥ মান্ধাতা-উপাখ্যান ॥

যুধিষ্ঠিৰে সুধিলে, নৃপশ্ৰেষ্ঠ মান্ধাতাৰ নাম তিনি লোকত জনাজাত, হে ব্ৰাহ্মণ-শ্ৰেষ্ঠ, সেই মহাৰাজ যুৱনাশ্বৰ পুত্ৰ মান্ধাতাৰ জন্ম কেনেকৈ হ'ল ? ॥

ভগৱান বিষ্ণুৰ দৰে যি মান্ধাতা ৰজাৰ তিনিও লোকেই বশ্য, সেইজন অতুল-প্ৰতাপী ৰজাই কেনেকৈ স্বৰ্গত শ্ৰেষ্ঠ স্থান লাভ কৰিলে ? ॥

ইন্দ্ৰতুল্য সেই তেজস্বী ৰজাৰ মান্ধাতা নামটোনো কেনেকৈ হ'ল, অদ্বিতীয় ধীৰৰ জন্মই বা কেনেকৈ হ'ল—এই সকলো কথা শুনিবলৈ ইচ্ছা কৰোঁ, আপু-নিয়েই এই বিষয়ে কব পাৰিব। ৩ ॥

লোমশই ক'লে, হে মহাৰাজ, সেই মহানুভৱ ৰজাৰ মান্ধাতা নাম তিনিও লোকত কেনেকৈ সকলোৰে জনাজাত হ'ল ধীৰ চিত্তেৰে শুনক , ৪ ॥

ইক্ষাকু বংশত যুৱনাশ্ব নামে এজন ৰজা আছিল, সেই ৰজাই বহু যাগ-যজ্ঞ কৰিছিল আৰু তাত অনেক দান-দক্ষিণাও কৰিছিল। ৫ ॥

সেই ধাৰ্ম্মিক-প্ৰৱৰ ৰজাই এহাজাৰ অশ্বমেধ যজ্ঞ সম্পাদন কৰি আৰু আন আন বহু ডাঙৰ ডাঙৰ যজ্ঞ কৰি বহু দক্ষিণা দান কৰিলে। ৬ ॥

পিছে সেই মহাব্ৰতী মহাত্মা ৰাজৰ্ষি অপুত্ৰক আছিল ; তেওঁ মন্ত্ৰীসকলৰ হাতত ৰাজ্যভাৰ অৰ্পণ কৰি সদায় বনতে বস-বাস কৰিবলৈ ধৰিলে। ৭॥

হে মহাৰাজ, সেই সংযমী ৰজা শাস্ত্ৰ-বিধি অনুযায়ী নিজক সংযত কৰি ইষ্ট দেৱতাত মন নিয়োগ কৰি কোনো এদিন উপবাস কৰোঁতে কষ্ট পাই পিয়াহত অণ্ঠে-কণ্ঠে শুকোৱা অৱস্থাৰে ভৃগু মুনিৰ আশ্ৰমত সোমাল। সেই ৰাতিতেই, হে মহাৰাজ, মহাত্মা মহৰ্ষি ভৃগু-নন্দনে যুৱনাশ্বৰ পুত্ৰ-প্ৰাপ্তিৰ কাৰণে যজ্ঞ সম্পাদন কৰিছিল আৰু তাত আগতে অতি সাৱধানেৰে মন্ত্ৰপূত জলেৰে পৰিপূৰ্ণ কৰি ডাঙৰ কলহ এটা থাপন কৰি থোৱা হৈছিল, সেই জলকে পান কৰি ৰজাৰ পত্নীয়ে ইন্দ্ৰতুল্য পুত্ৰ প্ৰসৱ কৰিব। ৮-১১ ॥

এইদৰে থাপিত কৰি থোৱা কলহটো এৰি থৈ মহৰ্ষিসকল শুলে, ৰাতি জাগৰণত শ্ৰান্ত হৈ শুই থকা ঋষিসকলক অতিক্ৰম কৰি ক্লান্ত যুৱনাশ্ব (সৌত্যুম্নি) ৰজাই পিয়া-হত অত্যন্ত আতুৰ হৈ আশ্ৰম সোমাই পানী খুজিলে। ১২-১৩ ॥

তেতিয়া সেই ভাগকৰা ৰজাই শুকান ডিঙিৰে চৰাইৰ নিচিনাকৈ সেহাই সেহাই চিঞৰা মাত কোনেও শুনিলে। ১৪ ॥

তাৰ পাছত ৰজাই সেই জলপূৰ্ণ কলহটো দেখি বেগেৰে তালৈ গৈ লগাখিনি পানী খাই বাকী পানীখিনি পেলাই দিলে। ১৫ ॥

সেই পিপাসাৰ্ত্ত ৰজাই শীতল জল পান কৰি শান্তি লাভ কৰিলে আৰু তেওঁ বৰ সুখী হ'ল। ১৬ ॥

পাছত তপস্বী চ্যৱন আৰু ঋষিসকলে সাৰ পালত দেখিলে, কলহটোত পানী নাই। ১৭ ॥

তেতিয়া তাত থকা সকলোকে 'এইটো কাৰ কাম' বুলি সোধাত যুৱনাশ্বই 'ময়ে কৰিলো' বুলি সত্য স্বীকাৰ কৰিলে। ১৮ ॥

ভগৱান ভাৰ্গৱে তেতিয়া ক'লে, এইটো উচিত নহ'ল ; আপোনাৰ পুত্ৰ-প্ৰাপ্তিৰ কাৰণে এই পানীখিনি তপস্যাৰ শক্তিৰে পূৰ্ণ কৰি ৰখা হৈছিল। ১৯ ॥

হে শক্তিশালী পৰাক্ৰমী ৰাজৰ্ষি, আপোনাৰ পুত্ৰ হওক বুলি দাৰুণ তপস্যাৰে মই এই জলত ব্ৰহ্মতেজ স্থাপন কৰিছিলো। ২০ ॥

সেই পুত্ৰই মহা বলী, মহা প্ৰতাপী, তপোবল-যুক্ত হৈ দেৱৰাজ ইন্দ্ৰকো যমালয়লৈ পঠাব পাৰিলেহেঁতেন। এইমতেই, হে ৰাজন, মই এই জল ঠিক কৰি ৰাখিছিলো। এনেস্থলত আপুনি আজি এই জল পান কৰাটো উচিত নহ'ল। ২১-২২ ॥

কিন্তু এতিয়া ইয়াক অন্যথা কৰাটোও আমাৰ পক্ষে সম্ভৱ নহয়, আচলতে আপুনি যি কৰিলে সকলো দৈৱইহে কৰাইছে। ২৩ ॥

হে মহাৰাজ, মোৰ তপোবল-নিহিত যথাবিধি মন্ত্ৰপূত যি জল আপুনি পিপাসাৰ্ত্ত হৈ পান কৰিলে তাৰ ফলত নিজেই উক্ত লক্ষণ-সম্পন্ন এটি পুত্ৰ সন্তান জন্ম দিব। এই বিষয়ে আপোনাৰ উদ্দেশ্যে এটা অদ্ভুত যজ্ঞ কৰিম ; তাৰ ফলত আপুনি ইন্দ্ৰতুল্য শক্তিশালী পুত্ৰ জন্ম দিব, অথচ গৰ্ভধাৰণৰ কষ্ট নাপাব। ২৪-২৬ ॥

তাৰ পাছত এশ বছৰ পাৰ হোৱাত ৰজাৰ বাঁও কাষ ভেদ কৰি মহাতেজস্বী সূৰ্য্যৰ নিচিনা পুত্ৰ নিৰ্গত হ'ল, কিন্তু তেনে হোৱাত সেই যুৱনাশ্ব ৰজাৰ মৃত্যু নঘটিল। ঘটনাটো বৰ আচৰিত যেন লাগিছিল। ২৭-২৮ ॥

তেতিয়া মহাতেজা ইন্দ্ৰ সেই লৰাটো চাবলৈ আহিল আৰু দেৱতাসকলে ইন্দ্ৰক সুধিলে, এই ল'ৰাটিয়ে কি পান কৰিব ? ২৯ ॥

তেনেতে ইন্দ্ৰই সেই নৱজাত শিশুৰ মুখত নিজৰ তৰ্জনী আঙুলিটো সুমুৱাই দিলে আৰু ক'লে, মোক এই শিশুৱে এইদৰে পান কৰিব, এই বুলি কোৱাৰ লগে লগেই ইন্দ্ৰাদি দেৱতাসকলে ল'ৰাটিৰ নাম মান্ধাতা ৰাখিলে। ৩০ ॥

তেতিয়া সেই শিশু শক্ৰই (ইন্দ্ৰ) দিয়া আঙুলিটো চুহি মহাতেজস্বী হৈ তেৰ হাত দীঘল হৈ বাঢ়িল। ৩১ ॥

হে মহাৰাজ, ইন্দ্ৰই সংকল্প কৰা মাত্ৰেই সেই প্ৰভাৱশালী শিশুটোৰ ধনুৰ্ব্বেদ, বেদ আৰু আন আন দিব্য অস্ত্ৰসমূহ আয়ত্ত হ'ল। ৩২ ॥

অজগৱ নামে ধনু, স্বৰ্গপৰা উৎপন্ন হোৱা শৰসমূহ আৰু অভেদ্য কৱচ তৎক্ষণাৎ তেওঁৰ ওচৰলৈ আহি উপস্থিত হ'লহি। ৩৩ ॥

হে ভাৰত, তেওঁ স্বয়ং ইন্দ্ৰৰ দ্বাৰা ৰাজ্যত অভিষিক্ত হৈছিল, বিষ্ণুৱে বিক্ৰমেৰে ত্ৰিজগত জয় কৰাৰ দৰে সেই মহাত্মা মান্ধাতায়ো ধৰ্ম্মৰ দ্বাৰা ত্ৰিলোক জয় কৰিছিল, আৰু, হে ৰাজৰ্ষি, ধন-ৰত্নৰ সম্ভাৰো নিজেই আহি তেওঁৰ লগ লৈছিল। ৩৪-৩৫ ॥

সেই মহাত্মা মান্ধাতাৰ আদেশ কেৰেঁ লঙ্ঘন নকৰিছিল; ধন-ৰত্নই সেই ৰাজৰ্ষিক নিজেই আহি লগ দিছিল। ৩৬ ॥

এইদৰেই তেওঁৰ ৰাজত্বত পৃথিৱী ধন-সম্পত্তিৰে ভৰপূৰ হ'ল আৰু ৰজাই প্ৰচুৰ দান-দক্ষিণাৰে সৈতে বিবিধ যজ্ঞানুষ্ঠান কৰিলে। ৩৭ ॥

হে মহাৰাজ, মহাতেজস্বী মান্ধাতাই বহুত যজ্ঞ-মণ্ডপ নিৰ্ম্মাণ কৰি অশেষ পুণ্য সঞ্চয় কৰে আৰু সেই পুণ্যৰ ফলত ইন্দ্ৰৰ অৰ্দ্ধাসন লাভ কৰে। ৩৮ ॥

সেই জ্ঞানী নিত্য-ধৰ্ম্ম-পৰায়ণ ৰজাই একে দিনাই কেৱল আদেশৰ দ্বাৰা সাগৰ-নগৰ-পূৰ্ণ পৃথিৱী জয় কৰিছিল। ৩৯ ॥

দক্ষিণাপূৰ্ণ যজ্ঞানুষ্ঠানৰ মণ্ডপসমূহে সসাগৰা পৃথিৱী ব্যাপিছিল, ক'তো অকণো অনাবৃত ঠাই নাছিল। ৪০ ॥

হে মহাৰাজ, সেই মহাত্মাই ব্ৰাহ্মণসকলক দহ সহস্ৰ পদ্ম (পদ্ম-এশ কোটি) গাভী দান কৰিছিল বুলি কথিত আছে। ৪১ ॥

কোনো এসময়ত বাৰ বছৰ ব্যাপি পৃথিৱীত অনাবৃষ্টি হোৱাত ইন্দ্ৰৰ সাক্ষাততে সেই মহাত্মাই শস্য-বৃদ্ধিৰ কাৰণে বৰষুণ দিয়াইছিল। ৪২ ॥

তেওঁ মহা মেঘৰ দৰে গৰ্জ্জনকাৰী সোমবংশীয় গান্ধাৰাধিপতিক শৰ-বৰ্ষণেৰে অভিভূত কৰি নিহত কৰে। ৪৩ ॥

হে মহাৰাজ, সেইজন কৃতাত্মা-পুৰুষ চাৰি শ্ৰেণী (দেৱতা, মনুষ্য, স্থাৱৰ, পশু-পক্ষী আদি) প্ৰজাৰ ত্ৰাণ-কৰ্ত্তা আছিল, তেওঁ নিজৰ তপস্যাৰ প্ৰভাৱেৰে তিনিও লোকক তাপিত কৰিছিল। ৪৪ ॥

কুৰুক্ষেত্ৰৰ মাজভাগত সেইজন সূৰ্য্যতুল্য প্ৰভাৱশালী ৰজাৰ পুণ্যতম দেশত দেৱতা-সকলক যজন কৰা স্থান আজিও বিদ্যমান। ৪৫ ॥

হে মহীপাল, আপুনি মোক যি যি সুধিছিল, মান্ধাতা ৰজাৰ সেই সকলো মহৎ চৰিত্ৰ, জন্ম বৃত্তান্ত আদি আপোনাৰ আগত ক'লো। ৪৬ ॥

বৈশম্পায়নে ক'লে, হে ভাৰত, হে কৌন্তেয়, মহৰ্ষি লোমশই এইদৰে কোৱাত যুধিষ্ঠিৰে পুনৰ সোমক নামে আন এজন ৰজাৰ বিষয়ে সুধিলে। ৪৭ ॥

ইতি মহাভাৰতৰ বনপৰ্ব্বৰ অন্তৰ্গত তীৰ্থ-যাত্ৰা-পৰ্ব্বত মান্ধাতা-উপাখ্যান নামৰ ষড়বিংশত্যধিকশততম অধ্যায়। ১২৬ ॥

॥ অধ্যায় ১২৭ ॥

## ॥ জন্তুৰ উপাখ্যান ॥

যুধিষ্ঠিৰে সুধিলে, হে মহান বক্তা, সেই সোমক ৰজাৰ বল-বীৰ্য্য, কৰ্ম্ম-প্ৰভাৱ কেনেকুৱা আছিল সম্পূৰ্ণকৈ শুনিবলৈ ইচ্ছা কৰোঁ। ১ ॥

লোমশই ক'লে, হে মহাৰাজ যুধিষ্ঠিৰ, এসময়ত সোমক নামেৰে এজন ধাৰ্ম্মিক ৰজা আছিল, তেঁওৰ এশ উপযুক্ত ভাৰ্য্যা আছিল। ২ ॥

সেই ৰজাই বহু কাললৈকে অশেষ যত্ন কৰা সত্ত্বেও সেই ভাৰ্য্যাসকলৰ ভিতৰৰ কোনো এগৰাকীৰপৰাও এটিও পুত্ৰ-সন্তান নেদেখিলে। ৩ ॥

পিছে কোনো এসময়ত সেই বুঢ়া ৰজাৰ নানাপ্ৰকাৰৰ চেষ্টাৰ (ঔষধ, যাগ-যজ্ঞ ইত্যাদি) ফলত সেই ৰাণীসকলৰ কোনো এগৰাকীৰপৰা জন্তু নামৰ পুত্ৰ-সন্তান এটি জন্ম পালে। ৪ ॥

হে নৃপতি, মাতৃ (ৰাণী)সকলে কাম-ভোগ পিছ পেলাই সদায় সেই ল'ৰাটোক আগুৰি বহি থাকে। ৫ ॥

এইদৰেই কিছুদিন যোৱাত এসময়ত সেই জন্তুক মাটিত বহুৱাই থওঁতে (পকৱাই) ভপিনাত কামুৰিলে আৰু সেই কামোৰত দুখ পাই লৰাটিয়ে চিঞৰিবলৈ ধৰিলে।৬ ॥

তেতিয়া মাতৃসকলেও অত্যন্ত ব্যথিত হৈ জন্তুক মাজত লৈ একে লগে কান্দিবলৈ ধৰিলে; সেই কান্দোনৰ ধ্বনি তুমুল হৈ উঠিল। ৭ ॥

মন্ত্ৰীসভাৰ মাজত পুৰোহিতৰ লগত বহি থকা ৰজাই সেই শব্দ শুনিবলৈ পালে। ৮ ॥

তেতিয়া ৰজাই সেইটোনো কিহৰ ধ্বনি জানিবৰ কাৰণে দুৱৰীক পঠালে, আৰু দুৱৰীয়ে আহি ল'ৰাটিৰ সকলোখিনি বৃত্তান্ত ক'লে। ৯ ॥

সেই কথা শুনিয়েই ৰজা সোমকে তত্তালিকে উঠি মন্ত্ৰীসকলেৰে সৈতে অন্তেঃপুৰত প্ৰৱেশ কৰি পুত্ৰেকক নিচুকাবলৈ ধৰিলে। ১০ ॥

হে মহাৰাজ, ৰজাই ল'ৰাটিক নিচুকাই অন্তেঃপুৰৰপৰা ওলাই আহি পুৰোহিত আৰু মন্ত্ৰীসকলৰ লগত বহিল। ১১ ॥

সোমকে ক'লে, এই সংসাৰত এক পুত্ৰ হোৱাটো ধিক্, এক পুত্ৰ হোৱাতকৈ অপুত্ৰক হোৱাই ভাল। প্ৰাণী-জগতত সদায় ৰোগ কষ্ট লাগিয়েই থাকে; সেই কাৰণে এক পুত্ৰ হোৱাটোৱেই শোকৰো কাৰণ। ১২ ॥

হে প্ৰভাৱশালী ব্ৰাহ্মণ, মই পুত্ৰাভিলাষী হৈ বিচাৰ কৰি মোৰ যোগ্য এশ পত্নী বিয়া কৰালো, কিন্তু তেওঁলোকৰ কোনো সন্তি-সন্ততি নহ'ল। ১৩ ॥

মোৰ সকলোটি স্ত্ৰীয়ে চেষ্টা কৰা সত্ত্বেও কোনোমতে মোৰ এই একমাত্ৰ জন্তু বোলা ল'ৰাটিৰেই জন্ম হ'ল, ইয়াতকৈনো অধিক দুখৰ কাৰণ কিবা থাকিব পাৰেনে ? ১৪ ॥

হে দ্বিজোত্তম, ভাৰ্য্যাসকলেৰে সৈতে মোৰো আয়ুস ক্ৰমে শেষ হৈ আহিছে, এতিয়া এওঁলোকৰ আৰু মোৰ জীৱন এই এক পুত্ৰৰ ওপৰতে নিৰ্ভৰ কৰিছে। ১৫ ॥

গতিকে ডাঙৰেই হওক বা সৰুৱেই হওক, সুকৰেই হওক বা দুষ্কৰেই হওক যি কৰ্ম্মৰ দ্বাৰা এশ পুত্ৰৰ জন্ম হব পাৰে তেনে কৰ্ম্ম কৰা উচিত হ'ব। ১৬ ॥

পুৰোহিতে ক'লে, যি উপায়েৰে এশ পুত্ৰ হ'ব পাৰে তেনে কাম কৰিব পৰা হয়। হে সোমক, যদি সেইমতে আপুনি কাম কৰিব পাৰিম বুলি কয়, তেন্তে মই আপোনাক উপায় ক'ব পাৰোঁ। ১৭ ॥

সোমকে ক'লে, এশ পুত্ৰৰ কাৰণে কৰিব লগীয়া বা নকৰিব লগীয়া যি কামেই নহওক, হে ভগৱান, সেই কাম আপুনি কৰা হৈছে বুলিয়েই ধৰি লওক, মাত্ৰ আপুনি অনুগ্ৰহ কৰি মোক সেই উপায় কওক। ১৮ ॥

পুৰোহিতে ক'লে, হে ৰাজন, মই যজ্ঞ আৰম্ভ কৰিলে আপুনি জন্তুৰে সৈতে (ৰজাৰ লৰা জন্তুক যজ্ঞীয় পশু-ভাব কৰি) যজন কৰিব, তাৰ পাছত অতি সোনকালেই অপোনাৰ সুশ্ৰী-সম্পন্ন এশ পুত্ৰ হ'ব। ১৯ ॥

সেই হোমাগ্নিত জন্তুৰ চৰ্ব্বিৰে আহুতি প্ৰদান কৰাত মাতৃসকলে সেই হোমৰ ধোঁৱাৰ গোন্ধ পাব আৰু ফলত কালক্ৰমে মহা বীৰ্য্যৱন্ত এশ পুত্ৰ জন্ম দিব। ২০ ॥

আপোনাৰ সেই পুত্ৰ জন্তু আকৌ পূৰ্ব্বৰ মাকৰ গৰ্ভতে উৎপন্ন হ'ব আৰু সেই ল'ৰাৰ শৰীৰৰ বাঁওফালে এটা সোণোৱালী চিন থাকিব। ২১ ॥

ইতি মহাভাৰতৰ বনপৰ্ব্বৰ অন্তৰ্গত তীৰ্থ-যাত্ৰা-পৰ্ব্বত জন্তুৰ উপাখ্যান নামৰ সপ্ত-বিংশত্যধিকশততম অধ্যায়। ১২৭ ॥

॥ অধ্যায় ১২৮ ॥

## ॥ সোমক ৰজাৰ শত-পুত্ৰ-প্ৰাপ্তি ॥

সোমকে ক'লে, হে ব্ৰাহ্মণ, যি যি কৰ্ম্ম যি প্ৰকাৰে কৰিব লাগে, আপুনি তাৰ অনুষ্ঠান কৰক। পুত্ৰ আশা কৰি মই আপোনাৰ সকলো আজ্ঞা প্ৰতিপালন কৰিম। ১॥

তেতিয়া সেই পুৰোহিতে সোমকক সেই জন্তুৰ মাংসেৰে আহুতি দিয়াৰ সঙ্কল্পেৰে যজ্ঞ আৰম্ভ কৰালে। সেই সময়ত কৰুণাময়ী মাতৃসকলে গভীৰ শোকত ব্যাকুল হৈ 'হায়, আমি মৰি গলো,' এইদৰে কৰুণসুৰে কান্দি কান্দি পুত্ৰ জন্তুৰ সোঁ হাতত ধৰি টানিবলৈ ধৰিলে। ইফালে পুৰোহিতেও বাঁও হাতত ধৰি টানিবলৈ ধৰিলে। মাতৃসকলে ক্ৰৌঞ্চীবিলাকৰ নিচিনাকৈ বিলাপ কৰি থাকোঁতে পুৰোহিতে সেই লৰাটোক টানি লৈ গ'ল আৰু বলি দি তাৰ চৰ্ব্বিৰে যথাবিধি অগ্নিত আহুতি দিলে। সেই চৰ্ব্বিৰে আহুতি দিলত হোমৰ গোন্ধ পাই মাতৃসকল চিঞৰি চিঞৰি হঠাৎ মাটিত লুটি খাই পৰিল। তাৰ পাছত সুন্দৰী ৰাণীসকল গৰ্ভৱতী হ'ল। ২—৬॥

হে ভৰত-বংশোত্তম যুধিষ্ঠিৰ, দহ মাহ পূৰ্ণ হলত সকলো কেইজনী ৰাণীৰগৰা মুঠতে এশ পুত্ৰ জন্মিল। ৭।

হে পাৰ্থিব, জ্যেষ্ঠ পুত্ৰ জন্তু নিজ-জননীৰগৰা জন্মিল। তেওঁ সকলোবোৰ ৰাণীৰেই যিমান প্ৰিয়পাত্ৰ হৈছিল অন্য পুত্ৰবোৰ নিজ নিজ মাতৃৰ ওচৰত সিমান প্ৰিয় হোৱা নাছিল। ৮॥

পুৰোহিতে কোৱামতে জন্তুৰ বাঁওফালে সুবৰ্ণময় এটি চিহ্ন দেখা গৈছিল। তেওঁ সেই এশ ল'ৰাৰ ভিতৰত বহু গুণত শ্ৰেষ্ঠ হৈছিল। ৯॥

কিছুদিনৰ পাছত নৰপতি সোমকৰ পুৰোহিত পৰলোকলৈ গ'ল। তাৰ কিছুদিনৰ পাছত ৰজা সোমকেও পৰলোকলৈ প্ৰয়াণ কৰিলে। ১০॥

ৰজা সোমক যমপুৰীলৈ গৈ নিজৰ গুৰু পুৰোহিতক ঘোৰ নৰক-যন্ত্ৰণা ভোগ কৰি থকা দেখি সুধিলে, হে মহাভাগ, কি কাৰণে আপুনি ইমান নৰক-যন্ত্ৰণা ভুগিছে ? ১১॥

নৰকাগ্নিত অতীৱ সন্তপ্ত পুৰোহিতে সোমকক উত্তৰ দিলে, তোমাক পুত্ৰৰ চৰ্ব্বিৰে যজ্ঞ কৰোৱাৰ এই ফল। ১২॥

এই কথা শুনি ৰাজৰ্ষি সোমকে যমৰাজক সম্বোধন কৰি ক'লে, হে ধৰ্ম্মৰাজ, আপুনি অনুগ্ৰহ কৰি পুৰোহিতক নৰকৰপৰা মুক্ত কৰি দিয়ক, তেওঁৰ পৰিবৰ্ত্তে মই নৰকত প্ৰৱেশ কৰোঁ। ১৩॥

কাৰণ, মোৰ নিমিত্তেহে মহাভাগ শুকদেৱ নৰকাগ্নিত সন্তপ্ত হৈছে। উত্তৰত ধৰ্ম্মৰাজ যমে ক'লে, হে ৰজা, কৰ্ত্তাৰ কৰ্ম্মফল কেতিয়াও অন্য কোনেও ভোগ নকৰে। হে বাগ্মীবৰ, চোৱাঁচোন, সেইবোৰ তোমাৰ শুভ-কৰ্ম্মৰ ফল-স্বৰূপ পুণ্যময় লোক দেখা গৈছে। ১৪॥

সোমকে ক'লে, হে ধৰ্ম্মৰাজ, ব্ৰহ্মবেদী শুকদেৱৰ বিনে মই কোনো পুণ্য লোকৰ কামনা নকৰোঁ। স্বৰ্গতেই হওক বা নৰকতেই হওক শুকদেৱেৰে সৈতেহে বাস কৰিবলৈ ইচ্ছা কৰোঁ। হে দেৱ, মোৰ পুণ্য-কৰ্ম্মৰ ফলৰ আমি দুয়োজনেই সমান অধিকাৰী। গতিকে আমি দুয়োজনৰ পাপ পুণ্য কৰ্ম্মৰ ফল দুয়োজনৰেই সমান হোৱা উচিত। ১৫-১৬॥

ধৰ্ম্মৰাজে ক'লে, হে নৰপতি, যদি তোমাৰ সেয়েই অভিলাষ হয় তেন্তে সম্প্ৰতি তুমিও এওঁৰে সৈতে পাপ-কৰ্ম্মৰ ফল ভোগ কৰা, তাৰ পাছত সদ্গতি লাভ কৰিবা। ১৭॥

লোমশই ক'লে, হে যুধিষ্ঠিৰ, ৰাজীৱ-লোচন ৰজা সোমকে ধৰ্ম্মৰাজৰ বাক্যানুসাৰে সকলো আচৰণ পালন কৰিলে, আৰু ভোগৰ দ্বাৰা পাপ ক্ষয় হোৱাৰ পাছত গুৰু সহ নৰকৰপৰা মুক্ত হ'ল। ১৮॥

গুৰুপ্ৰিয় ৰজা সোমকে গুৰু সহ স্বপুণ্য-কৰ্ম্মাৰ্জ্জিত শুভ-লোকত স্বৰ্গ-সুখ উপভোগ কৰিলে। ১৯॥

মহাৰাজ, সৌ যে সন্মুখত দেখা গৈছে সেয়েই সোমক ৰাজৰ পুণ্যময় প্ৰসিদ্ধ আশ্ৰম। ইয়াত ক্ষমাশীল হৈ ছয় ৰাত্ৰি বাস কৰি মানুহে সুগতি লাভ কৰে। ২০॥

হে কুৰুশ্ৰেষ্ঠ, আহক, আমিও ইয়াত সুসংযত আৰু নিশ্চিন্তভাৱে ছটি নিশা বাস কৰোঁ। তাৰ কাৰণে সাজু হওক। ২১॥

ইতি মহাভাৰতৰ বনপৰ্ব্বৰ অন্তৰ্গত তীৰ্থ-যাত্ৰা-পৰ্ব্বত সোমক ৰজাৰ শত-পুত্ৰ-প্ৰাপ্তি নামৰ অষ্টাবিংশত্যধিকশততম অধ্যায়। ১২৮॥

॥ অধ্যায় ১২৯ ॥

## ॥ সৰস্বতী-তীৰ্থৰ মহিমা ॥

লোমশই ক'লে, হে মহাৰাজ, পূৰণি কালত এই ঠাইত প্ৰজাপতিয়ে এহাজাৰ বছৰ ব্যাপি ইষ্টিকৃত নামৰ এটি সত্ৰৰ অনুষ্ঠান কৰিছিল। ১ ॥

এই যমুনা নদীৰ তীৰত নাভাগৰ পুত্ৰ অম্বৰীষেও যজ্ঞৰ অনুষ্ঠান কৰি অৱশেষত যাজ্ঞিকসকলক দহ পদ্ম গো দান কৰিছিল আৰু যজ্ঞ আদি তপস্যাৰ দ্বাৰা পৰম সিদ্ধি লাভ কৰিছিল। ২ ॥

হে কুন্তীনন্দন, এইখন পুণ্য-কৰ্ম্মা, যাজ্ঞিক, মহান তেজস্বী, সাৰ্ব্বভৌম সম্ৰাট নহুষ ৰজাৰ পুত্ৰ যযাতিৰ দেশ। ইয়াতেই দেৱৰাজ ইন্দ্ৰৰ প্ৰতি স্পৰ্দ্ধাশীল যযাতিৰ যজ্ঞ-ভূমি। ৩—৪

হে মহাৰাজ, চাওকচোন, প্ৰজ্বলিত হোমৰ অগ্নিৰে শোভমান নানাপ্ৰকাৰ ইষ্টক-ৰচিত যজ্ঞ-কুণ্ডেৰে ইয়াৰ গোটেইখিনি ঠাই আগুৰা আছে, যেন যযাতিৰ পুণ্য কৰ্ম্মৰ দ্বাৰা আক্ৰান্ত হৈ তাৰ পুণ্য-প্ৰৱাহত নিমগ্ন হৈছে আছে। ৫ ॥

এই এক-পত্ৰা শমীৰ অৱশিষ্টাংশ আৰু শীধুপাত্ৰসমূহ (কুঁহিয়াৰৰ ৰসেৰে তৈয়াৰ কৰা মদৰ নাম শীধু) চাওক। মহাৰাজ, সেইবোৰ পৰশুৰামৰ কুণ্ড আৰু নাৰায়ণ ঋষিৰ আশ্ৰম দেখা গৈছে। ৬ ॥

হে মহীপাল, যিজনে যোগ-বলেৰে সমগ্ৰ ভূমণ্ডল ভ্ৰমণ কৰিছিল, সেই মহাতেজা ঋচিক মুনিৰ পুত্ৰ জমদগ্নিৰ এয়া ৰৌপ্যা নদীৰ তীৰৱৰ্ত্তী প্ৰসৰ্পণ তীৰ্থ। ৭ ॥

হে কুৰুনন্দন, এই তীৰ্থস্থানৰ এটি জনশ্ৰুতিৰ বিষয়ে এটি শ্লোক পাঠ কৰোঁ, মনোযোগেৰে শুনক। পুত্ৰক লগত লৈ কোনো এজনী নাৰী এই তীৰ্থত বাস কৰিবলৈ আহোঁতে উৰালৰ আকৃতিৰ অলঙ্কাৰ পৰিধানকাৰিণী এজনী ভয়ঙ্কৰী পিশাচীয়ে কৈছিল, মুগন্ধৰ দেশত দধি খাই, অচ্যুতস্থলীত বাস কৰি, ভূতলত স্নান কৰি এই পুণ্য ক্ষেত্ৰত বাস কৰিবলৈ পুত্ৰসহ তোমাৰ অধিকাৰ কি? ৮—৯ ॥

এৰাতি বাস কৰি যদি দ্বিতীয় ৰাতি বাস কৰা তেন্তে দিনত যি অনিষ্টৰ অভিনয় দেখিলা ৰাতিৰ অভিনয় অন্য প্ৰকাৰৰ দেখিবা। ১০ ॥

হে ভৰতশ্ৰেষ্ঠ, এই জনশ্ৰুতিৰপৰা বুজা যায়, ইয়াত এৰাতি বাস কৰা উচিত, এতেকে আমিও আজিৰ ৰাতিটো ইয়াতেই বাস কৰোঁহক। হে কুন্তীনন্দন যুধিষ্ঠিৰ, এই ক্ষেত্ৰ কুৰুক্ষেত্ৰৰ দ্বাৰ-স্বৰূপ। ১১ ॥

ইয়াতেই নৰপতি নহুষ-নন্দন যযাতিয়ে বহু ধন-ৰত্নৰ দক্ষিণাৰে এনে অনেক যজ্ঞ-কাৰ্য্য সম্পন্ন কৰিছিল—যিবিলাক যজ্ঞত দেৱৰাজ ইন্দ্ৰই অপূৰ্ব আনন্দ লাভ কৰিছিল। ১২ ॥

যমুনা নদীৰ তীৰত এইখন প্লক্ষাৱতৰণ নামৰ উত্তম তীৰ্থ। ইয়াকেই মনীষী-সকলে স্বৰ্গদ্বাৰ বুলি কয়। ১৩ ॥

মহৰ্ষিসকলে ইয়াতেই যূপ, উলূখল আদি নানা প্ৰকাৰ যজ্ঞৰ সাধন-সামগ্ৰী সংগ্ৰহ কৰি সাৰস্বত যজ্ঞ সমাধান কৰি অৱভৃথ স্নান কৰিছিল। ১৪ ॥

হে ৰজা যুধিষ্ঠিৰ, ইয়াতেই ৰজা ভৰতে ধৰ্ম্ম-পূৰ্ব্বক পৃথিৱীৰ আধিপত্য লাভ কৰি বহু বাৰ যজ্ঞ কৰিছিল। বহু বাৰ অশ্বমেধ যজ্ঞৰ উদ্দেশ্যে কৃষ্ণসাৰ মৃগৰ অঙ্গৰ নিচিনা শোভমান পবিত্ৰ অশ্ব দিগ্‌বিজয়ৰ অৰ্থে এৰি দিছিল। হে নৰশ্ৰেষ্ঠ, এই ঠাইতে ঋষিপ্ৰৱৰ সম্বৰ্ত্তৰ দ্বাৰা পৰিৰক্ষিত মৰুত্ত ৰজাই উত্তম যজ্ঞৰ সুবিধা পাইছিল। এই তীৰ্থত স্নান কৰি তেওঁ সকলোবোৰ শুভলোক প্ৰত্যক্ষ কৰিছিল। এই তীৰ্থত স্নান কৰি মানৱ পাপ-মুক্ত হয়, এতেকে আপুনিও ইয়াত সম্যক্‌ৰূপে স্নান কৰা উচিত। ১৫-১৭ ॥

বৈশম্পায়নে ক'লে, হে পাণ্ডৱশ্ৰেষ্ঠ জনমেজয়, ভায়েকসকলেৰে সৈতে ৰজা যুধিষ্ঠিৰে স্নান কৰি মহৰ্ষিসকলৰ দ্বাৰা প্ৰশংসিত হৈ মহৰ্ষি লোমশক ক'লে, হে তপোবল-সিদ্ধ যথাৰ্থ বিক্ৰমশালী মুনিবৰ, আপোনাৰ অনুগ্ৰহত এই প্লক্ষাৱতৰণ তীৰ্থৰ জলত স্নান কৰি অশেষ শুভলোক দেখিবলৈ পাইছো আৰু পাণ্ডৱশ্ৰেষ্ঠ শ্বেতবাহন অৰ্জ্জুনকো দেখিছো। ১৮—১৯ ॥

লোমশই ক'লে, হে মহাবাহু, আপুনি ঠিকেই কৈছে, এই তীৰ্থত স্নান কৰি মহৰ্ষিসকলে শুভলোকৰ সাক্ষাৎ পাইছিল। এইবাৰ আপুনি একমাত্ৰ পুণ্যৰ আশ্ৰয়াৰ্থী সাধুসকলৰ দ্বাৰা পৰিবেষ্টিত পুণ্য-সলিলা সৰস্বতী নদী অৱলোকন কৰক। ২০ ॥

হে নৰশ্ৰেষ্ঠ, এই তীৰ্থত স্নান কৰি আপুনিও পাপ-মুক্ত হ'ব পাৰিব। এই তীৰ্থতেই দেৱৰ্ষি, ব্ৰহ্মৰ্ষি আৰু ৰাজৰ্ষিসকলে সাৰস্বত যজ্ঞৰ অনুষ্ঠান কৰিছিল। ২১ ॥

এয়েই প্ৰজাপতিৰ পাঁচ যোজন পৰ্য্যন্ত বিস্তৃত যজ্ঞবেদী আৰু যজ্ঞ-পৰায়ণ মহাত্মা কুৰুৰাজৰ ক্ষেত্ৰ। ২২ ॥

ইতি মহাভাৰতৰ বনপৰ্ব্বৰ অন্তৰ্গত তীৰ্থ-যাত্ৰা-পৰ্ব্বত সৰস্বতী তীৰ্থৰ মহিমা নামৰ একোনত্ৰিংশত্যধিকশততম অধ্যায়। ১২৯ ॥

॥ অধ্যায় ১৩০ ॥

# ॥ বিভিন্ন তীর্থৰ মহিমা আৰু ৰজা উশীনৰৰ উপাখ্যান ॥

লোমশই ক'লে, হে ভাৰত, এই তীর্থত শৰীৰ পৰিত্যাগ কৰি মানৱসকল স্বৰ্গধামলৈ যায়। সেই কাৰণে হাজাৰ হাজাৰ মানুহ মৰণ কামনা কৰি ইয়ালৈ আহি বাস কৰে। ১ ॥

পুৰণি কালত যজ্ঞৰ সময়ত দক্ষ প্ৰজাপতিয়ে বৰ দিছিল— এই তীর্থত মৃত্যু হোৱা মানৱ স্বৰ্গগামী হ'ব। ২ ॥

এয়া ৰমণীয়, দিব্য, খৰতৰ-প্ৰৱাহ-যুক্তা সৰস্বতী নদী আৰু বিনশন নামেৰে প্ৰসিদ্ধ তীর্থ। ৩ ॥

এয়েই নিষাদ ৰাজ্যৰ দ্বাৰ। হে বীৰ যুধিষ্ঠিৰ, নিষাদসকলৰ সংসৰ্গজনিত দোষক ভয় কৰি 'নিষাদসকলে মোক জানিব নোৱাৰক' বুলি সৰস্বতী নদী পৃথিৱীৰ গৰ্ভত প্ৰৱেশ কৰিছে। ৪ ॥

এইটো চমসোদ্ভেদ তীর্থ। ইয়াত সৰস্বতী নদী পৃথিৱীৰ গৰ্ভৰপৰা পুনঃ প্ৰকাশিত হৈছে আৰু সমুদ্ৰগামী বহু নদী আহি এই নদীত সম্মিলিত হৈছে। ৫ ॥

হে শত্ৰুমৰ্দন, ইয়াতে সিন্ধুৰ মহাতীর্থ। এই তীর্থতেই লোপামুদ্ৰা আহি নিজ-পতি অগস্ত্য মুনিক বৰণ কৰিছিল। ৬ ॥

হে সূৰ্য্যৱৎ তেজস্বী ৰজা, সৌৱা প্ৰভাস তীর্থ দেখা গৈছে। এই তীর্থ ইন্দ্ৰদেৱৰ পৰম প্ৰিয়, পবিত্ৰময় আৰু সকলো পাপ,বিনাশক। ৭ ॥

সৌখন উত্তম বিষ্ণুপদ নামেৰে সুপ্ৰসিদ্ধ তীর্থ। সৌৱা পৰম পবিত্ৰ অতীৱ মনোৰম বিপাশা নদী। এই নদীত ভগৱান বশিষ্ঠ মুনিয়ে পুত্ৰ-শোকত অধীৰ হৈ নিজক পাশ-বদ্ধ কৰি নিজেই নদীত নিপতিত হৈ পাছত পাশৰপৰা মুক্ত হৈ উঠি আহিছিল। ৮—৯ ॥

হে শত্ৰুদমন, এয়া সকলো পুণ্যৰ আশ্ৰয় কাশ্মীৰ-মণ্ডল। ইয়াত অসংখ্য মহৰ্ষি বাস কৰিছিল। এই ঠাই আপুনি ভায়েকসকলেৰে সৈতে অৱলোকন কৰক। এই ঠাইখন এনেকুৱা পবিত্ৰ যে ইয়াত ভূতপূৰ্ব্ব ঋষিসকল, নহুষ-নন্দন যযাতি, অগ্নি আৰু কাশ্যপ আদি মহাপুৰুষৰ সংবাদ চলিছিল। ১০—১১ ॥

হে মহাৰাজ, এয়া মানস সৰোবৰৰ দ্বাৰদেশ প্ৰকাশ হোৱা দেখা গৈছে। সেই পৰ্ব্বতৰ মাজভাগত বুদ্ধিমান (পৰশু)ৰামে এখন আশ্ৰম স্থাপিত কৰে। ১২ ॥

সত্যবিক্রম, বিদেহৰ উত্তৰ দিশত স্থাপিত এই দ্বাৰ বাতিকষণ্ড নামে প্ৰসিদ্ধ অৰ্থাৎ প্ৰবল বায়ুত উৰি অহা পদ্ম পুষ্পাদিসমূহেও ইয়াক অতিক্ৰম কৰিব নোৱাৰে, আনৰতো কথাই নাই। পণ্ডিতে এই দ্বাৰ অত্যন্ত অজেয়। ১৩॥

হে নৰশ্ৰেষ্ঠ, এই দেশৰ দ্বিতীয় আশ্চৰ্য্যজনক সংবাদ হ'ল, ইয়াত যুগক্ষয় অৰ্থাৎ পাঁচটি সম্বৎসৰ সমাপ্ত হ'লে পাৰিষদ সহ উমা আৰু কামৰূপী মহাদেৱক সাধুসকলে সাক্ষাৎ লাভ কৰে। এই সৰোবৰৰ তীৰত চ'ত মাহত কল্যাণকামী যাজ্ঞিকসকলে নানাপ্ৰকাৰ যজ্ঞেৰে সপৰিবাৰে পিনাকধাৰী মহাদেৱৰ অৰ্চ্চনা কৰে। শ্ৰদ্ধাশীল জিতেন্দ্ৰিয় পুৰুষে এই সৰোবৰত স্নান কৰি সকলো পাপ নাশ কৰি শুভলোক পায়, এই বিষয়ে সন্দেহ নাই। এই সৰোবৰটো উজ্জানক নামে প্ৰসিদ্ধ। ইয়াত স্কন্দ (কাৰ্ত্তিকেয়) আৰু অৰুন্ধতীৰে সৈতে ভগৱান মহৰ্ষি বশিষ্ঠদেৱে তপস্যা কৰি পৰম শান্তি পাইছিল। ১৪—১৭॥

এইটো প্ৰসিদ্ধ কুশৱান হ্ৰদ। ই কুশেশয় নামেৰে প্ৰসিদ্ধ পদ্ম-শোভিত হৈ আছে। এয়া ৰুক্মিণীৰ আশ্ৰম। ইয়াতে তেওঁ ক্ৰোধ জয় কৰি পৰম শান্তি পাইছিল। ১৮॥

হে পাণ্ডু-নন্দন মহাৰাজ, আপুনি যে আগেয়ে আশু-সমাধি-সিদ্ধিৰ স্থান ভৃগু-তুঙ্গ পৰ্ব্বতৰ নাম শুনিছিল, এতিয়া আপুনি সেই মহাপৰ্ব্বতখন দেখিব। ১৯॥

হে ৰাজশ্ৰেষ্ঠ, আপুনি সম্প্ৰতি সুনিৰ্ম্মলা, শীতল-জলা, সৰ্ব্বপাপ-বিনাশিনী বিতস্তা নদী দৰ্শন কৰক। এই নদীৰ তীৰত মহৰ্ষিসকল বাস কৰিছিল। ২০॥

যমুনা নদীৰ দুয়ো কাষে প্ৰৱাহিত জলা আৰু উপজলা নদী দুখনি অৱলোকন কৰক। ইয়াত ৰজা উশীনৰে যজ্ঞ সম্পন্ন কৰি ইন্দ্ৰকো অতিক্ৰম কৰিব পাৰিছিল। ২১॥

হে মহাৰাজ ভৰতনন্দন, মহাত্মা উশীনৰৰ মহত্ত্ব বুজি তেওঁক বৰ দিয়াৰ অভি-প্ৰায়ে আহি দেৱ-সভা-তুল্য ৰাজ-সভাত ইন্দ্ৰ আৰু অগ্নি উপস্থিত হৈছিল। ২২॥

মহাত্মা উশীনৰক পৰীক্ষা কৰিব লাগে আৰু বৰ দান কৰিব লাগে, এই কাৰণে ইন্দ্ৰই শেন ৰূপ আৰু অগ্নিয়ে কপৌ ৰূপ ধাৰণ কৰি ৰজাৰ যজ্ঞ-মণ্ডপত পৰিলহি। ২৩॥

হে মহাৰাজ, শেনৰপৰা ভয় খাই পীড়িত হৈ আশ্ৰয় বিচাৰি আহি কপৌটো ৰজাৰ উৰুত পৰি একেবাৰে লীন হ'ল। ২৪॥

ইতি মহাভাৰতৰ বনপৰ্ব্বৰ অন্তৰ্গত তীৰ্থ-যাত্ৰা-পৰ্ব্বত বিভিন্ন তীৰ্থৰ মহিমা আৰু ৰজা উশীনৰৰ উপাখ্যান নামৰ ত্ৰিংশাধিকশততম অধ্যায়। ১৩০॥

॥ অধ্যায় ১৩১ ॥

# ॥ শেন-কপৌ উপাখ্যান ॥

শেনটোৱে ক'লে, হে মহাৰাজ, সকলো ৰজাই আপোনাকেই ধৰ্ম্মপ্ৰাণ ৰজা বুলি প্ৰচাৰ কৰে। কিন্তু আপুনি আজি কি কাৰণে এনেকুৱা ধৰ্ম্ম-বিৰুদ্ধ কাৰ্য্য কৰিবলৈ ইচ্ছা কৰিছে ? ১ ॥

হে ৰজা উশীনৰ, মই ভোকত বৰ আতুৰ হৈছো, কপৌ চৰাইকে মোৰ আহাৰ-ৰূপে বিধাতাই নিয়ত কৰি ৰাখিছে। আপুনি ধৰ্ম্মৰ লোভত বন্দী হৈ এই কপৌ-টোক ৰক্ষা নকৰে যেন। অন্যথা অধৰ্ম্ম হে কৰা হ'ব। ২ ॥

ৰজাই ক'লে, হে পক্ষীৰাজ, এই কপৌ চৰাইটোৱে তোমাৰপৰা ভয় পাই বৰ বিহ্বল হৈ প্ৰাণ-ৰক্ষাৰ কাৰণে মোৰ ওচৰ চাপিছেহি। অভয় বিচাৰি মোৰ ওচৰলৈ অহা চৰাইটোক নিদিলে যে মোৰ পৰম ধৰ্ম্ম হ'ব, হে পক্ষীৰাজ, সেইটো তুমি নুবুজা কেলেই ? ৪ ॥

হে শেন, চোৰাঁচোন বাৰু, এই বপুৰা কপৌটো তোমাৰ ভয়ত ব্যাকুল হৈ থৰহৰি কঁপিবলৈ ধৰিছে, প্ৰাণ ৰক্ষাৰ কাৰণে মোৰ ওচৰ চাপিছে। গতিকে তাক পৰিত্যাগ কৰা ধৰ্ম্মবিগৰ্হিত কথা হ'ব। ৫ ॥

যি লোকে ব্ৰাহ্মণক হত্যা কৰে, বা লোকমাতা গৰু হত্যা কৰে, আৰু আশ্ৰয়-প্ৰাৰ্থীক পৰিত্যাগ কৰে, এই তিনিয়োজনৰেই সমান পাপ, এয়ে শাস্ত্ৰৰ মত। ৬ ॥

শেনে ক'লে, হে মহাৰাজ, মই কওঁ শুনক, আহাৰৰপৰা জীৱৰ উৎপত্তি, আহাৰৰ দ্বাৰা জীৱ বিবৰ্দ্ধমান হয় আৰু আহাৰৰ বলতে জীৱিত থাকে। ৭ ॥

অতি মৰমৰ ধন-সম্পত্তি ত্যাগ কৰিও বহু দিনলৈ জীৱিত থাকিব পৰা যায় ; কিন্তু আহাৰ পৰিত্যাগ কৰি ক্ষণমাত্ৰ কালো জীৱন ধাৰণ কৰা কঠিন। ৮ ॥

হে মহাৰাজ, আপুনি আজি মোক আহাৰৰপৰা বঞ্চিত কৰিছে, গতিকে মোৰ প্ৰাণটো শৰীৰ এৰি অকুতোভয়-পথত (অৰ্থাৎ মৃত্যু পথত) উপনীত হৈছে। ৯ ॥

হে ধৰ্ম্মপ্ৰাণ, মই মৰিলে আহাৰৰ অভাৱত মোৰ পুত্ৰ, ভাৰ্য্যা অৱশ্যে মৰিব, গতিকে একমাত্ৰ কপৌক ৰক্ষা কৰি আপুনি অন্য বহু প্ৰাণীক হত্যা কৰিব। ১০ ॥

হে সত্য-পৰাক্ৰম উশীনৰ, যি ধৰ্ম্মই অন্য ধৰ্ম্মক বাধা দিয়ে সেই ধৰ্ম্ম প্ৰশস্ত হ'ব নোৱাৰে, সেই ধৰ্ম্ম কুৎসিৎ। অন্যৰ অবিৰোধী ধৰ্ম্মহে প্ৰকৃষ্ট ধৰ্ম্ম। ১১ ॥

হে মহীপাল, বিৰোধ ধৰ্ম্মৰ পৰস্পৰ বিৰোধ হয় সেইবোৰৰ ভিতৰত লঘু-গুৰু বিবেচনা কৰি অন্যৰ অবিৰোধী ধৰ্ম্মহে আচৰণ কৰা উচিত। ১২ ॥

হে পৃথিৱীপাল, ধৰ্ম্মাধৰ্ম্ম বিচাৰৰ সময়ত পাপ-পুণ্য সম্বন্ধে লাঘৱ-গৌৰৱ বিচাৰ কৰি য'ত পুণ্যৰ অংশ সমধিক তাকেই ধৰ্ম্মৰূপে নিশ্চয় কৰা উচিত। ১৩ ॥

ৰজাই ক'লে, হে পক্ষীশ্ৰেষ্ঠ, তুমি বিৰোধ বাক্য প্ৰয়োগ কৰিলা, সেইকেয়ে সিবোৰ অশেষ কল্যাণযুক্ত, তোমাক পক্ষীৰাজ গৰুড় বুলিহে বিবেচনা কৰিব পৰা যায়, এতেকে তুমি যে বিশিষ্ট ধৰ্ম্মজ্ঞ এই বিষয়ে কোনো সন্দেহ নাই। ১৪ ॥

তুমি বিবোধ বাক্যৰে উপদেশ দিলা, বাস্তৱিকেই সেইবোৰ বিচিত্ৰ তাৎপৰ্য্য-পূৰ্ণ আৰু ধৰ্ম্ম-সঙ্গত। ইয়াৰপৰা মই লক্ষ্য কৰিছো যে তোমাৰ কোনো অবিদিত নাই। ১৫ ॥

তথাপি হে পক্ষীৰাজ, তুমি শৰণ-প্ৰাৰ্থীক পৰিত্যাগ কৰাটো সাধু-কাৰ্য্য বুলি কিয় ভাবা? বস্তুতঃ তোমাৰ এই চেষ্টা কেৱল ভোজনৰ কাৰণেহে, নহয় জানো? ১৬ ॥

তুমি এই ক্ষুদ্ৰ চৰাইটোতকৈ বেছি পৰিমাণে অন্য খাদ্যেৰেই আহাৰ-কাৰ্য্য সমাধা কৰিব পাৰা? গো, বৃষ, গাহৰি, হৰিণ, মহিষ প্ৰভৃতি অসংখ্য খাদ্য-সম্ভাৰ প্ৰস্তুত আছে, তুমি যিহকে খাবলৈ ইচ্ছা কৰা আৰু আদেশ দিয়া তৎক্ষণাৎ সেইটো প্ৰস্তুত কৰি দিয়া হ'ব। ১৭ ॥

শেনে ক'লে, হে মহাৰাজ, মই গাহৰি নাখাওঁ, বৃষভ নাখাওঁ, বিবিধ মৃগ-মাংস নাখাওঁ, কপোটোৰ মাংস ভিন্ন অন্য কোনো খাদ্য-বস্তুৰ মোৰ প্ৰয়োজন নাই। ১৮ ॥

হে ক্ষত্ৰিয়শ্ৰেষ্ঠ মহাৰাজ, বিধাতাই মোৰ কাৰণে যিটো বস্তু খাদ্যৰূপে বিহিত-কৰিছে সেই কপৌটো আপুনি ত্যাগ কৰক। ১৯ ॥

শেন চৰায়ে কপৌ ভোজন কৰে—ই এটা চিৰ-প্ৰচলিত প্ৰথা। হে নৰপতি, ধৰ্ম্মৰ সাৰতত্ত্ব নজনাকৈ কলগছৰ নিচিনা সাৰ-বিহীন ধৰ্ম্ম গ্ৰহণ কৰা উচিত নহয়। ২০ ॥

ৰজাই ক'লে, হে পক্ষীৰাজ, তোমাক মই শিবি বংশৰ সমৃদ্ধিশালী ৰাজ্য সমৰ্পণ কৰিব পাৰোঁ, অথবা হে শেন, তুমি যিহকে প্ৰাৰ্থনা কৰা সকলোকে দিব পাৰোঁ। ২১ ॥

কিন্তু শৰণ-প্ৰাৰ্থনা কৰি সমাগত হোৱা এই চৰাইটোক ত্যাগ কৰিব নোৱাৰোঁ। হে পক্ষীসত্তম, কি কাম কৰিলে তুমি এই চৰাইটোক এৰিব পাৰা কোৱাঁ, মই তাকেই কৰোঁ, কিন্তু চৰাইটোক হলে এৰিব নোৱাৰিম। ২২ ॥

শেনে ক'লে, হে মহাৰাজ, যদি আপোনাৰ কপৌটোৰ প্ৰতি ইমানেই মৰম লাগিছে তেন্তে এই কপৌটোৰ সমান ওজনৰ আপোনাৰ শৰীৰৰ মাংস কাটি তুলাতৰে জোখ কৰি দিয়ক, তাৰেই মোৰ তৃপ্তি হব। ২৩—২৪ ॥

ৰজাই ক'লে, হে পক্ষীৰাজ, তুমি যে মোৰ শৰীৰৰ মাংস প্ৰাৰ্থনা কৰিলা ইয়াক মোৰ প্ৰতি অনুগ্ৰহ বুলিহে স্বীকাৰ কৰিলো, এই মুহূৰ্ত্তেই মই জোখ কৰি তুলাত তুলি মোৰ শৰীৰৰ মাংস দিওঁ। ২৫ ॥

লোমশই ক'লে, হে কুন্তীনন্দন, প্ৰকৃষ্ট ধৰ্ম্মতত্ত্বজ্ঞ ৰজাই নিজ হাতে মাংস কাটি কপোৰে জোখ কৰোৱা আৰম্ভ কৰিলে। ২৬ ॥

এক পাল্লাত মাংস আৰু অন্য পাল্লাত কপোক তুলি দি দেখিলে যে কপোৰ ওজন বাঢ়িল। তেতিয়া ৰজাই আকৌ মাংস কাটি দি সমান নোহোৱাত আকৌ দিলে। পুনঃ পুনঃ মাংস দিয়াত সমান নোহোৱাত ৰজা নিজে তুলাত আৰোহণ কৰিলে। ২৭—২৮ ॥

শেন ক'লে, ধৰ্ম্মতত্ত্বজ্ঞ মহাৰাজ, শেন-ৰূপধাৰী মই ইন্দ্ৰ, এওঁ কপো-ৰূপধাৰী অগ্নি, ধৰ্ম্ম পৰীক্ষা কৰিবলৈ আপোনাৰ যজ্ঞ-বেদীত উপস্থিত হৈছোঁহক। ২৯ ॥

হে প্ৰজাপালক মহাৰাজ, আপুনি যি মাংস কাটিছে সিয়েই আপোনাৰ শুভ্ৰ দীপ্তিশালী কীৰ্ত্তিৰাশি সমগ্ৰ পৃথিৱীত বিয়পাব। ৩০ ॥

হে পৃথিৱীশ্বৰ, পৃথিৱীত যেতিয়ালৈ মানুহে আপোনাৰ আলোচনা কৰিব, তেতিয়ালৈকে আপোনাৰ কীৰ্ত্তি আৰু প্ৰতিষ্ঠা সমাজত অচলভাৱে বিৰাজমান হৈ থাকিব। ৩১ ॥

এইদৰে ৰজা উশীনৰক উপদেশ প্ৰদান কৰি অগ্নি আৰু ইন্দ্ৰদেৱ স্বৰ্গলৈ যাত্ৰা কৰিলে। ধৰ্ম্মপ্ৰাণ উশীনৰেও ধৰ্ম্মৰ প্ৰভাৱত দিব্য-শৰীৰ ধাৰণ কৰি স্বৰ্গ আৰু পৃথিৱী উদ্ভাসিত কৰি দিব্যধাম স্বৰ্গ আৰোহণ কৰিলে। হে ৰাজশ্ৰেষ্ঠ, এয়েই সেই মহানুভৱ উশীনৰৰ পবিত্ৰ আশ্ৰম। এই আশ্ৰমত বাস কৰিলে পুণ্য লাভ আৰু পাপ নাশ হয়। আহক, মোৰে সৈতে এই আশ্ৰম দৰ্শন কৰকহি। ইয়াত সদায় পুণ্যবান ব্ৰাহ্মণসকলে সনাতন মুনিসকল আৰু দেৱতাসকলৰ লগত সাক্ষাৎ কৰে। ৩২-৩৪ ॥

ইতি মহাভাৰতৰ বনপৰ্ব্বৰ অন্তৰ্গত তীৰ্থ-যাত্ৰা-পৰ্ব্বত শেন-কপো উপাখ্যান নামৰ একত্ৰিংশাধিকশততম অধ্যায়। ১৩১ ॥

॥ অধ্যায় ১৩১ ॥

## ॥ অষ্টাবক্ৰৰ উপাখ্যান ॥

লোমশই ক'লে, হে নৰৰাজ, উদ্দালক মুনিৰ পুত্ৰ শ্বেতকেতু। তেওঁক এই পৃথিৱীত সকলোৱে মন্ত্ৰ-শাস্ত্ৰত বৰ নিপুণ বুলি স্বীকাৰ কৰিছিল। তেওঁৰ এই আশ্ৰম আপুনি অৱলোকন কৰক। এই আশ্ৰম সদায় ফলেৰে উপচি থকা গছ-বোৰেৰে শোভমান। ১ ॥

শ্বেতকেতুৱে এই আশ্ৰমত মানৱ-দেহধাৰী সৰস্বতী দেৱীক প্ৰত্যক্ষ কৰিছিল আৰু আশ্ৰমত আৱিৰ্ভূত সৰস্বতী দেৱীক কৈছিল, হে বাগ্‌দেৱী, মই যেন আপোনাৰ তত্ত্বজ্ঞান লাভ কৰিব পাৰোঁ। ২ ॥

সেই যুগত কহোড় মুনিৰ পুত্ৰ অষ্টাবক্ৰ আৰু উদ্দালক মুনিৰ পুত্ৰ শ্বেতকেতু এই দুজন মহৰ্ষি পৃথিৱীত ব্ৰাহ্মণসকলৰ ভিতৰত শ্ৰেষ্ঠ আছিল। দুয়োজনৰ ভিতৰত সম্বন্ধ আছিল মোমাই-ভাগিনৰ (শ্বেতকেতু মোমাই, অষ্টাবক্ৰ ভাগিন)। ৩॥

এসময়ত মোমাই-ভাগিন দুয়োজন বিদেহ-ৰাজ জনকৰ যজ্ঞ-মণ্ডপত উপস্থিত হয়গৈ। দুয়োজনেই অনুপম বিদ্বান্ আছিল। শাস্ত্ৰাৰ্থ-বিবাদত দুয়োজনে বিপক্ষ শাস্ত্ৰজ্ঞক (বন্দী) পৰাজিত কৰিছিল। ৪॥

ব্ৰাহ্মণশ্ৰেষ্ঠ অষ্টাবক্ৰ বিবাদত বৰ নিপুণ তাৰ্কিক আছিল। তেওঁ বাল্যাৱস্থাতেই জনক ৰজাৰ যজ্ঞ-সভাত গৈ বিপক্ষ বন্দীক বিচাৰত পৰাজিত কৰি নদী-জলত নিমজ্জিত কৰিছিল। এই অষ্টাবক্ৰ মুনিবৰ উদ্দালকৰ দৌহিত্ৰ আছিল। সেই উদ্দালক মুনিৰ এইখন পৱিত্ৰ আশ্ৰম। আপোনালোকে ইয়াত প্ৰৱেশ কৰি ভায়েকসকলেৰে সৈতে অলপ সময় ভগৱৎ-উপাসনা কৰক। ৫-৬॥

যুধিষ্ঠিৰে ক'লে, মুনিবৰ লোমশ, যিজনে সুপ্ৰসিদ্ধ বিদ্বান্ বন্দীক বিচাৰত পৰাজিত কৰিব পাৰিছিল, সেই অষ্টাবক্ৰ কেনে প্ৰভাৱশালী মুনি আছিল? কি কাৰণেই বা তেওঁ অষ্টাবক্ৰ নামে জগতত প্ৰখ্যাত হৈছিল? সেইবিলাক ঘটনাৰ তত্ত্ব মোৰ আগত বিশেষৰূপে বৰ্ণনা কৰক। ৭॥

লোমশই ক'লে, হে ৰাজন, উদ্দালক মুনিৰ কহোড় নামেৰে এজন প্ৰসিদ্ধ শিষ্য আছিল। বিশেষ সংযতভাৱে গুৰুৰ আদেশ পালন কৰি গুৰুক শুশ্ৰূষা কৰিবলৈ ইচ্ছা কৰি বহু দিন ব্যাপি অধ্যয়ন কৰিছিল। ৮॥

বিপ্ৰবৰ কহোড় অতি বিনীতভাৱে গুৰু উদ্দালক মুনিৰ পৰিচৰ্য্যাত নিৰত আছিল। গুৰুৱে তেওঁৰ বিশুদ্ধ পৰিচৰ্য্যা-তৎপৰতা উপলব্ধি কৰি পৰম সন্তুষ্ট হৈ তেতিয়াই তেওঁক যথাৰ্থ বেদজ্ঞান প্ৰদান কৰিলে আৰু লগতে নিজ-কন্যা সুজাতাক ভাৰ্য্যাৰূপে প্ৰদান কৰিলে। ৯॥

কিছুদিন পাছত সুজাতা গৰ্ভৱতী হ'ল। সেই গৰ্ভ অগ্নিৰ নিচিনা তেজঃপুঞ্জৰ স্বৰূপ আছিল। এদিন বেদ অধ্যয়নত নিৰত কহোড় মুনিক সুজাতাৰ গৰ্ভত থকা শিশুটোৱে ক'লে, হে পিতা, আপুনি গোটেই ৰাতিটো বেদ পাঠ কৰিলে সঁচা, কিন্তু আপোনাৰ শুদ্ধভাৱে বেদৰ স্বৰ উচ্চাৰণ হোৱা নাই। ১০॥

সেই সময়ত মুনি শিষ্য-সমাজত বহি আছিল। বালকৰ এনেকুৱা উপলম্ভা-বাক্য শুনি মুনিয়ে অপমান বোধ কৰি কোপ কৰি তেওঁক অভিশাপ দি ক'লে, গৰ্ভত থাকি তুমি এনেকুৱা অপবাক্য প্ৰয়োগ কৰা কাৰণে তোমাৰ আঠোটা অঙ্গ বেঁকা হব। ১১॥

মুনিৰ শাপ অনুসাৰে বালক আঠ অঙ্গত বেঁকা হৈ উপজিল। এনেকৈ জগতত মহৰ্ষি অষ্টাবক্ৰ নামে বিখ্যাত হ'ল। এওঁৰ এজন শ্বেতকেতু নামে মোমায়েক আছিল। দুয়োজন বয়সত সমান আছিল। ১২॥

দিনে দিনে বাঢ়ি অহা গৰ্ভৰ বাবা অতিশয় পীড়িত হৈ কিঞ্চিৎ ধন আৰ্জ্জনৰ আশাৰে

সুজাতাই ধনহীন স্বামীক নিৰ্জ্জন ঠাইলৈ মাতি আনি বিনীত বাক্যেৰে প্ৰসন্ন কৰি ক'লে, ১৩ ॥

হে আৰ্য্য, এতিয়া মোৰ গৰ্ভৰ দশম মাহ চলিছে। মই ধনহীন, প্ৰয়োজনীয় ধন নাই, এতেকে এই উপস্থিত বিপদৰপৰা কেনেকৈ নিস্তাৰ পাব পাৰোঁ? ১৪ ॥

ভাৰ্য্যাৰ এনেকুৱা কথা শুনি কহোড় মুনি ধনৰ অৰ্থে জনক ৰজাৰ ৰাজ-সভালৈ গ'ল। ৰাজ-সভাত উপস্থিত হলত তেওঁক বিচাৰ-নিপুণ বন্দীয়ে বিচাৰত পৰাজিত কৰি নদীৰ জলত ডুবাই দিলে। ১৫ ॥

জনকৰ ৰাজ-সভাত বন্দীয়ে কহোড় মুনিক শাস্ত্ৰাৰ্থ বিচাৰত পৰাজিত কৰি পানীত ডুবাই দিছে— এই সংবাদ উদ্দালক মুনিয়ে সুজাতাক ক'লে আৰু লগতে ক'লে, তুমি এই সকলো বৃত্তান্ত অষ্টাবক্ৰৰপৰা একে বাৰে গোপন কৰি ৰাখিবা। ১৬ ॥

সুজাতাই পিতাকৰ এই আদেশ পালন কৰিছিল। ওপজাৰ পাছতো অষ্টাবক্ৰই এই সম্বন্ধে একো শুনিবলৈ পোৱা নাছিল। অষ্টাবক্ৰই উদ্দালক মুনিক নিজ পিতাকৰ নিচিনাকৈ আৰু শ্বেতকেতুক ভাইৰ নিচিনাকৈ ব্যৱহাৰ কৰিছিল। ১৭ ॥

যেতিয়া অষ্টাবক্ৰৰ বয়স বাৰ বছৰ হ'ল, তেতিয়া এদিন তেওঁ মুনি উদ্দালকৰ কোলাত বহি আছিল। এনে অৱস্থাত হঠাতে শ্বেতকেতু তাকৈ আহি কান্দি থকা অৱস্থাত অষ্টাবক্ৰৰ হাতত ধৰি দূৰলৈ টানি নিলে, লগতে এইবুলিও ক'লে, যে, এই কোলা তোমাৰ পিতাৰাৰ নহয়। ১৮ ॥

শ্বেতকেতুৱে কোৱা এই কটু কথাৰাৰ সেই সময়ত অষ্টাবক্ৰৰ মনত গভীৰভাৱে লাগিল আৰু সেই কাৰণে তেওঁ বৰ দুঃখ পালে। তাৰ পাছত ঘৰলৈ গল। ঘৰ পাই মাকক সুধিলে, আই, মোৰ পিতা কোন? ১৯ ॥

অষ্টাবক্ৰৰ প্ৰশ্নত সুজাতাৰ মনত বৰ দুঃখ উপজিল। নকলে অষ্টাবক্ৰই শপিব, এই ভয়ত সকলো কথা ভাঙি পাতি ক'লে। ঘটনাৰ সকলো সম্ভেদ বুজিব পাৰি ৰাতিতেই বিপ্ৰ অষ্টাবক্ৰই শ্বেতকেতুক ক'লে, । ২০ ॥

আমি দুয়ো জনক ৰজাৰ যজ্ঞলৈ যাওঁ বলা। শুনা যায়, যে জনক ৰজাৰ যজ্ঞত বহু আচৰিত দৰ্শনীয় বস্তু আছে। তালৈ গৈ বিদ্বান্ ব্ৰাহ্মণসকলৰ শাস্ত্ৰাৰ্থ শুনিবলৈ পাম, সুন্দৰ সুন্দৰ খাদ্য-দ্ৰব্য খাবলৈ পাম। ২১ ॥

তালৈ গ'লে আমাৰো বিচক্ষণ প্ৰৱচন-শক্তি বাঢ়িব আৰু সুমধুৰ সুৰত গোৱা বেদমন্ত্ৰৰ কল্যাণকৰ শব্দ শুনিবলৈ অৱকাশ মিলিব। ২২।

এইদৰে সিদ্ধান্ত কৰি মোমাই আৰু ভাগিন দুয়োজন জনক ৰজাৰ সকলো-বিধৰ সামগ্ৰীৰে পৰিপূৰ্ণ যজ্ঞলৈ যাত্ৰা কৰিলে। যজ্ঞ-মণ্ডপলৈ যাওঁতে পথত অষ্টাবক্ৰৰ লগত জনকৰ লগত সাক্ষাৎ হ'ল। তেতিয়া সেৱকবিলাকে ৰজাক বাট এৰি দিবলৈ কোৱাত অষ্টাবক্ৰই এইদৰে ক'লে, ২৩ ॥

ইতি মহাভাৰতৰ বন-পৰ্ব্বৰ অন্তৰ্গত তীৰ্থ-যাত্ৰা-পৰ্ব্বত অষ্টাবক্ৰৰ উপাখ্যান নামৰ দ্বাত্ৰিংশাধিকশততম অধ্যায়। ১৩২ ॥

॥ অধ্যায় ১৩৩ ॥

# ॥ অষ্টাবক্ৰ-উপাখ্যান ॥

অষ্টাবক্ৰই ক'লে, হে মহাৰাজ, পথত গমনা-গমন সম্বন্ধে এই নিয়ম। ব্ৰাহ্মণ উপস্থিত নাথাকিলে ক্ৰমে অন্ধ, কলা তিৰোতা, ভাৰবাহক আৰু ৰজা— এওঁলোকক বাট এৰি দিব লাগে, কিন্তু ব্ৰাহ্মণ উপস্থিত হলে সকলোৱে প্ৰথমে ব্ৰাহ্মণক বাট এৰি দিব লাগে। ১ ॥

ৰজাই ক'লে, ব্ৰাহ্মণ-কুমাৰ, বাৰু মই তোমাক বাট এৰি দিলোঁ; তুমি যি পিনে ইচ্ছা কৰা সেই পিনেই যোৱাঁ। অগ্নিৰ সৰু নাই, দেৱৰাজ ইন্দ্ৰয়ো ব্ৰাহ্মণক দেখিলে শিৰ দোঁৱাই নমস্কাৰ কৰে। ২ ॥

অষ্টাবক্ৰই ক'লে, হে ৰজা, আমি দুয়ো আপোনাৰ যজ্ঞ চাবলৈ আহিছো। যজ্ঞ চাবলৈ আমাৰ বৰ কৌতূহল জন্মিছে। আমি আপোনাৰ অতিথিৰূপে ইয়াত উপস্থিত হৈছো, যজ্ঞ-বেদীত সোমাবলৈ আপোনাৰ অনুমতি আকাঙ্ক্ষা কৰোঁ; দ্বাৰপালক আজ্ঞা কৰক। ৩ ॥

হে ইন্দ্ৰদ্যুম্ন-কুমাৰ জনক, আমি যজ্ঞ চাবলৈ আহিছো, মহাৰাজৰ লগত সাক্ষাৎ কৰি ধৰ্ম্ম সম্বন্ধে আলোচনা কৰিবলৈ ইচ্ছা কৰিছো, কিন্তু দ্বাৰপালে বাধা দিয়াত ক্ৰোধব্যাধিৰ দ্বাৰা অতিশয় সন্তপ্ত হৈছো। ৪ ॥

দ্বাৰপালে ক'লে, হে ব্ৰাহ্মণ-কুমাৰ, মই কওঁ, শুনাচোন, আমি পণ্ডিত বন্দীৰ আদেশ পালক, তেওঁৰ আদেশ 'ইয়াত কোনো ব্ৰাহ্মণ বালক সোমাব নোৱাৰিব, বিচক্ষণ জ্ঞানবৃদ্ধ ব্ৰাহ্মণহে সোমাব পাৰিব। ৫ ॥

অষ্টাবক্ৰই ক'লে, বাৰু, যদি ইয়াত জ্ঞানবৃদ্ধ ব্ৰাহ্মণৰ কাৰণেহে দুৱাৰ খোলা আছে তেন্তে আমাৰো প্ৰৱেশ হোৱা যুগুত হব। আমি ব্ৰহ্মচৰ্য্য ব্ৰত পালন কৰিছো আৰু বেদ-জ্ঞানৰ প্ৰভাৱত প্ৰভাৱান্বিত। ৬ ॥

আমি গুৰুজনৰ সেৱক, জিতেন্দ্ৰিয় অধ্যাত্ম-জ্ঞানৰ প্ৰতিপাদক উপনিষদ আদি শাস্ত্ৰত পৰাকাষ্ঠা লাভ কৰিছো। বয়সত বালক বুলি কোনো ব্ৰাহ্মণক অৱমাননা কৰা উচিত নহয় বুলি পণ্ডিতসকলে কয়, কাৰণ স্পৰ্শ কৰিলে জুইৰ কণা এটাৰো দাহ কৰা দেখা যায়। ৭ ॥

দ্বাৰপালে ক'লে, ব্ৰাহ্মণ-কুমাৰ, যদি তুমি বেদ-জ্ঞান-সম্পন্ন তেন্তে বেদ প্ৰতিপাদিত মন্ত্ৰবাদ, অৰ্থবাদ প্ৰভৃতি বহুৰূপা শ্ৰুতি-মধুৰ এক-অক্ষৰ (ওঁ) ব্ৰহ্মবোধক

বাণী উচ্চাৰণ কৰঁাচোন। মনত ৰাখিবা, তুমি নিতান্ত বালক, আত্ম-শ্লাঘা কৰিছা কেলেই ? হে বালক, জ্ঞানীলোক জগতত দুৰ্লভ। ৮॥

অষ্টাবক্ৰই ক'লে, দ্বাৰপাল, যেনেকৈ পৈণত অৱস্থাত বৃহৎ-কায় অন্তঃসাৰ-বিহীন শিমলু-কলক বৃহৎ-কায় বোলা নিষ্ফল, সেইদৰে জ্ঞান-বিহীন মানুহকো কেৱল শৰীৰ ডাঙৰ হলেই বৃদ্ধ বুলি মানিব নোৱাৰি। চুটি আৰু কৃশকায় বৃক্ষ যদি ফলেৰে উপচি পৰে তেন্তে তাকো বৃদ্ধ বুলি স্বীকাৰ কৰা উচিত। ফলহীন বৃক্ষক বৃদ্ধ বোলা উচিত নহয়। ৯॥

দ্বাৰপালে ক'লে, সৰাবিলাক বুঢ়া মানুহৰপৰাই জ্ঞান আহৰণ কৰি বহু দিনৰ পাছত বুঢ়া হয়, অলপ দিনৰ ভিতৰত জ্ঞান আহৰণ কৰা অসম্ভৱ। তুমি ল'ৰা হৈ কিয় বুঢ়া মানুহৰ নিচিনাকৈ বক্তৃতা আৰম্ভ কৰিছা ? ১০॥

অষ্টাবক্ৰই ক'লে, মূৰৰ চুলিবোৰ পকি শুক্লবৰ্ণ হ'লেহে যে বুঢ়া হয় তেনে নহয়, বয়সত বালকো যদি প্ৰকৃষ্ট জ্ঞানৱান হয়, তেন্তে তেওঁকেই দেৱতাবিলাকে বুঢ়া বুলি কয়। ১১॥

বয়স অধিক হলে, চুলি পকিলে, ধন সম্পত্তি প্ৰচুৰ হলে বা ভাই-বন্ধুৰ সংখ্যা বেচি হলেই কোনো শ্ৰেষ্ঠ হব নোৱাৰে, কিন্তু ঋষিসকলে এইদৰে ধৰ্ম্ম নিৰূপণ কৰিছে যে, যিজনে অঙ্গেৰে সৈতে বেদ অধ্যয়ন কৰিব পাৰে আৰু অৰ্থ ব্যাখ্যা কৰিব পাৰে তেৱেঁই প্ৰকৃত শ্ৰেষ্ঠ লোক। ১২॥

হে দ্বাৰপাল, মই ৰাজ-সভাত বন্দীৰ লগত সাক্ষাৎ কৰাৰ অভিলাষেৰে ইয়ালৈ আহিছো, এতেকে তুমি যোৱঁা, সুৱৰ্ণ মালাধাৰী ৰজা জনকক আমি অহা সংবাদ দিয়ঁাগৈ। ১৩॥

হে দ্বাৰপাল, তুমি আজি আমাক পণ্ডিতসকলেৰে সৈতে শাস্ত্ৰ-বিচাৰত প্ৰবৃত্ত হোৱা দেখিবা, বিচাৰ চৰম অৱস্থালৈ আহিলে বন্দীক পৰাজিত হোৱা দেখিবা। ১৪॥

আৰু সভাত থকা অন্যান্য ব্যক্তিসকল মৌনভাৱে থাকিলে ৰজা আৰু প্ৰধান পুৰোহিতেৰে সৈতে বিদ্বান ব্ৰাহ্মণসকলে আমাৰ উৎকৰ্ষ-অপকৰ্ষ বিচাৰ কৰিব। ১৫॥

দ্বাৰপালে ক'লে, তুমি দহ বছৰ বয়সীয়া শিশু, সুশিক্ষিত বিদ্বান্ লোকৰ প্ৰৱেশ-যোগ্য গৌৰৱ-শালী এই যজ্ঞ-মণ্ডপত কেনেকৈ প্ৰৱেশ কৰিবা ? তথাপি মই অন্য কোনো উপায়ে তুমি সোমোৱাৰ চেষ্টা কৰেঁা, তুমিও সেইমতে যথোচিত চেষ্টা কৰঁা। ১৬॥

অষ্টাবক্ৰই ক'লে, হে মহাৰাজ, আপুনি জনক-বংশৰ পুৰুষসকলৰ ভিতৰত শ্ৰেষ্ঠ-তম, ৰাজচক্ৰবৰ্ত্তী সম্ৰাট, অপোনাৰ ওচৰতেই গুণ-গৰিমা, ঐশ্বৰ্য্য-বিভূতি পূৰ্ণৰূপে বিৰাজ কৰিছে। বৰ্ত্তমানে আপুনিয়ে একমাত্ৰ যজ্ঞাদি উত্তম কৰ্ম্মানুষ্ঠানৰ কৰ্ত্তা। পুৰণি কালত মাত্ৰ যযাতিহে আপোনাৰ সদৃশ আছিল। ১৭॥

অষ্টাবক্ৰই ক'লে, হে মহাৰাজ, আপোনাৰ ৰাজ-সভাত বন্দী নামে এজন প্ৰসিদ্ধ বিদ্বান আছে, তেওঁ হেনো বাদ-বিবাদত বৰ নিপুণ, বহু বিদ্বান, বৃদ্ধ

ব্ৰাহ্মণক শাস্ত্ৰাৰ্থ বিচাৰত পৰাজিত কৰিছে, আৰু আপোনাৰ আদেশক্ৰমে অনুগত লোকৰ দ্বাৰা জলত বুৰাই দিছে। ১৮॥

এই সংবাদ ব্ৰাহ্মণসকলৰপৰা জানিব পাৰি মই আজি আপোনাৰ এই সভাত অদ্বৈত ব্ৰহ্মবাদ সম্বন্ধে বৰ্ণনা কৰিবলৈ উপস্থিত হৈছো। মহাৰাজ, ক'ত সেই বন্দী? তেওঁৰ লগত দেখা কৰি যেনেকৈ সূৰ্য্যই তৰাবোৰৰ তেজ নিষ্প্ৰভ কৰে মযো বন্দীৰ তেজ তেনেকৈ নিষ্প্ৰভ কৰিম। ১৯॥

ৰজাই ক'লে, হে ব্ৰাহ্মণ-কুমাৰ, তুমি প্ৰতিপক্ষ বন্দীৰ বাক্যবল নজনাকৈ তেওঁক পৰাজিত কৰিবলৈ ইচ্ছা কৰিছা। যিজনে প্ৰতিবাদীৰ শক্তি বুজি পায় তেওঁহে এনেকুৱাকৈ কোৱা সঙ্গত হয়। ইতিপূৰ্ব্বে বহু বেদজ্ঞ ব্ৰাহ্মণে বন্দীৰ শক্তি বুজিব পাৰিছে। ২০॥

হে ব্ৰাহ্মণ-কুমাৰ, তুমি এই বন্দীৰ শক্তি নাজানিয়েই তেওঁক জয় কৰিবলৈ ইচ্ছা কৰিছা। ইয়াৰ আগেয়ে কিছুমান বিদ্বান পণ্ডিত আহি বিচাৰত প্ৰবৃত্ত হৈ তেওঁৰ ওচৰত সূৰ্য্যৰ আগত তৰাৰ দৰে নিষ্প্ৰভ হৈ গৈছে। ২১॥

বন্দীক জয় কৰা অভিপ্ৰায়ে ৰাজসভাত শাস্ত্ৰাৰ্থ বিচাৰ কৰিবলৈ বহু বিজ্ঞানোন্মত্ত ব্ৰাহ্মণ আহি বন্দীৰ ওচৰ পালেই নিষ্প্ৰভ আৰু তিৰস্কৃত হৈ সভাৰ-পৰা বাহিৰ হৈ যায়; সেই কাৰণে অন্য সদস্যৰ লগত বাৰ্ত্তালাপৰ অৱসৰ ক'ত থাকিব পাৰে? ২২?

মহাৰাজ, বন্দীয়েতো আমাৰ নিচিনা নিপুণ বাদীৰ লগত কোনো দিনে বিবাদ কৰি পোৱা নাই, সেই কাৰণে সিংহৰ নিচিনাকৈ নিৰ্ভয়চিত্তে বিবাদত বাক্য জাল বিস্তাৰ কৰে। আজি মোৰ লগত সাক্ষাৎ বিচাৰত পৰাজিত হৈ চকা ভগা গাড়ীৰ দৰে বাটৰ ওপৰতে বাগৰি পৰিব। ২৩॥

ৰজাই ক'লে, কুমাৰ, যিটো বস্তুৰ এক এক অংশত ত্ৰিশটিকৈ অৱয়ৱ আছে, যিটো এনেকুৱা দ্বাদশ অৱয়ৱ-যুক্ত, চৌবিশটি পৰ্ব্ব-সমন্বিত, তিনিশ ষাঠিটি অৰ (শলাকা)-বিশিষ্ট সেই বস্তুটিৰ তত্ত্ব যি পুৰুষে বুজি পায় তেৱেঁই উৎকৃষ্ট কবি। ২৪॥

অষ্টাবক্ৰই ক'লে, যাৰ চতুৰ্ব্বিংশতি পৰ্ব্ব, ছয়টি নাভী, বাৰটি প্ৰধি (মাহ বা ৰাশি) আৰু তিনিশ ষাঠি অৰ আছে সেই সদায় গতিশীল চক্ৰই আপোনাক ৰক্ষা কৰক। ২৫॥

ৰজাই সুধিলে, ব্ৰাহ্মণ-কুমাৰ, ৰজ্জুযোজিত (জৰীৰে সাঙোৰা) ঘোটকী দুজনীৰ নিচিনা বা শেন পক্ষীৰ নিচিনা হঠাৎ পতনশীল যি দুটি বস্তু আছে সেই দুটি বস্তুক কোন দেৱতাই জন্ম দিয়ে, সেই দুটিয়ে বা কাক জন্ম দিয়ে? ২৬॥

বায়ু-সাৰথি * দেৱতা এই বস্তু দুটিৰ (বিদ্যুৎ-অশনি) জনক আৰু এই

---

*বায়ু-সাৰথি—মেঘ, আধ্যাত্মিক অৰ্থত মন, হঠাৎ পতনশীল দুটি বস্তু—বিদ্যুৎ আৰু বজ্ৰপাত, আধ্যাত্মিক অৰ্থত দুঃখ আৰু মৃত্যু।

বস্তু দুটিয়ে মেষক গৰ্ভত ধাৰণ কৰে। হে মহাৰাজ, এই দুটি আপোনাৰ শত্ৰুৰ ঘৰতো নপৰে যেন। ২৭ ॥

ৰজাই সুধিলে, শোৱাৰ সময়ত কাৰ চকু মুদ নাখায়, কোনে জনম লৈ লৰচৰ নকৰে, কাৰ হৃদয় নাই, কোন বেগৰ গতিত বাঢ়ে ? ২৮ ॥

অষ্টাবক্ৰই ক'লে, শোৱাৰ সময়ত মাছৰ চকু মুদ নাখায়, জনম লৈ কণীয়ে লৰচৰ নকৰে, শিলৰ হৃদয় নাই, বেগৰ গতিত নদী বাঢ়ে। ২৯ ॥

ৰজাই ক'লে, হে ব্ৰাহ্মণ, আপোনাৰ শক্তি দেৱতাৰ সমান। গতিকে আপোনাক মই মনুষ্য বুলি নাভাবোঁ। আপুনি বালক নহয়, দৰাচলতে মই বুজিয়েই স্বীকাৰ কৰিলো। বাদ-বিবাদত আপোনাৰ সমান দ্বিতীয় ব্যক্তি কোনো নাই, গতিকে যজ্ঞ-মণ্ডপলৈ যোৱা দুৱাৰ মেলি দিলো। ব্ৰাহ্মণ, আপুনি বিচৰা বন্দী এই জনেই। ৩০ ॥

ইতি মহাভাৰতৰ বনপৰ্ব্বৰ অন্তৰ্গত তীৰ্থ-যাত্ৰা-পৰ্ব্বত অষ্টাবক্ৰ-উপাখ্যান নামৰ ত্ৰয়স্ত্ৰিংশাধিকশততম অধ্যায়। ১৩৩ ॥

## ॥ অধ্যায় ১৩৪ ॥

# ॥ বন্দী-অষ্টাবক্ৰ-প্ৰসঙ্গ ॥

অষ্টাবক্ৰই ক'লে, হে দুৰ্দ্ধৰ্ষ সৈন্য-বাহিনীৰ অধিনায়ক মহাৰাজ, এই সভাত সমাগত, অতুল প্ৰভাৱশালী ৰজাসকলৰ ভিতৰত বাদী-প্ৰধান বন্দীৰ পৰিচয় নাপাওঁ। যদি পৰিচয় পাওঁ তেন্তে অথাই পানীত হাঁহ ধৰাৰ নিচিনাকৈ তেওঁকো ধৰি আনো। ১ ॥

হে বন্দী, তুমি নিজকেই অতিবাদী বুলি বিবেচনা কৰিছা, সেয়ে পৰাজিত পণ্ডিতক পানীত ডুবাই দিয়াৰ পণ কৰি ৰাখিছা। কিন্তু প্ৰলয়-কালৰ অগ্নিৰ মুখত যেনেকৈ নদীৰ পানী শুকাই যায় তেনেকৈ মোৰ সমুখত তোমাৰ বাক্য বন্ধ হৈ যাব। হে বন্দী, মোৰ ওচৰত আজি স্থিৰ হৈ ৰহাঁ। ২ ॥

মোক তুমি শুই থকা বাঘ আৰু কাউৰীয়ে চেলেকি থকা বিষধৰ সাপ বুলি ভাবিবা। সাপৰ মূৰত পদাঘাত কৰি কেতিয়াও বিনা দংশনে ৰক্ষা পৰিব নোৱাৰে, এই কথা ঠিক জানিবা। ৩ ॥

কোনো দৃঢ়-শৰীৰী বুলি অভিমান কৰা অতিশয় দুৰ্ব্বল লোকে যদি পৰ্ব্বতত আঘাত কৰে তাৰপৰা পৰ্ব্বতৰ কোনো খতি-খুণ দেখা নাযায়, নিজৰ হাত আৰু নখহে বিদৰি যায়। ৪ ॥

যেনেকৈ মৈনাক পৰ্ব্বতৰ তুলনাত আন পৰ্ব্বতবোৰ নিকৃষ্ট, যেনেকৈ বলধৰ তুলনাত দামুৰিবিলাক নিকৃষ্ট, তেনেকৈ এই ভূমণ্ডলত মিথিলাধিপতি জনকৰ তুলনাত অন্য ৰজাসকল নিকৃষ্ট। ৫ ॥

যেনেকৈ দেৱতাসকলৰ ভিতৰত দেৱৰাজ ইন্দ্ৰ শ্ৰেষ্ঠ, নদীৰ ভিতৰত গঙ্গা নদী শ্ৰেষ্ঠ, তেনেকৈ ৰজাসকলৰ ভিতৰত আপুনিয়েই শ্ৰেষ্ঠ। অনুগ্ৰহ কৰি বন্দীক মোৰ ওচৰলৈ অনোৱাৰ অনুমতি কৰক। ৬ ॥

লোমশই ক'লে, হে মহাৰাজ যুধিষ্ঠিৰ, অষ্টাবক্ৰই ৰাজসভাত ক্ৰোধান্বিত হৈ গৰ্জ্জন কৰি বন্দীক ক'লে, হে বন্দী, তুমি মোৰ প্ৰশ্নৰ উত্তৰ দিয়া, ময়ো তোমাৰ প্ৰশ্নৰ উত্তৰ দিওঁ। ৭ ॥

বন্দীয়ে ক'লে, যেনেকৈ এক অগ্নি আশ্ৰয়-ভেদে অনেকপ্ৰকাৰে প্ৰকাশ পায়, এক সূৰ্য্যই সমগ্ৰ বিশ্ব প্ৰকাশ কৰে সেইদৰে বুদ্ধিতত্ত্ব আশ্ৰয়-ভেদে (তৎ, ইদং অহম্) সেইটো, এইটো, মই ইত্যাদি নানাপ্ৰকাৰে প্ৰকাশ পায়, আৰু বুদ্ধিৰ চৈতন্য সংপাতৰ দ্বাৰা চেতিত হয়। বুদ্ধিতত্ত্বই একমাত্ৰ বীৰ দেৱৰাজ অৰ্থাৎ ইন্দ্ৰিয়বিলাকৰ প্ৰধান ভূত। বুদ্ধিতত্ত্বই অৰিহন্তা একমাত্ৰ যম অৰ্থাৎ পৰাভিমত তত্ত্বান্তৰৰ অভিভাৱক। স্বপ্ন-কালত বুদ্ধিয়েই অৱশিষ্ট থাকে। সেই বুদ্ধিতত্ত্বই পিতৃসকলৰ ঈশ্বৰ অৰ্থাৎ শব্দাদি বিষয়-উপহাৰেৰে পালনকৰ্ত্তৃ, শ্ৰোত্ৰাদি ইন্দ্ৰিয়সকলৰ নিয়ন্তা (অৰ্থাৎ একমাত্ৰ বুদ্ধিতত্ত্বই নানাৰূপে প্ৰতিভাত, সমগ্ৰ প্ৰকাশক, অৱশেষত বুদ্ধিতেই সকলোৰে পৰ্য্যৱসান, গতিকে একমাত্ৰ বুদ্ধিতত্ত্বই তত্ত্ব, তত্ত্বান্তৰ অপ্ৰসিদ্ধ)। ৮ ॥

বন্দীৰ মত খণ্ডন কৰি অষ্টাবক্ৰই ক'লে, যেনেকৈ দুই দেৱতা ইন্দ্ৰ আৰু অগ্নি, দুই দেৱৰ্ষি নাৰদ আৰু পৰ্ব্বত, দুই দেৱ অশ্বিনীকুমাৰদ্বয়, ৰথৰ চক্ৰ দুটি, বিধাতাই সৃজন কৰা দুটি প্ৰাণী ভাৰ্য্যা আৰু পতি—এওঁলোকে পৰস্পৰ সখ্যভাৱে বিচৰণ কৰে তেনেকৈ বুদ্ধি আৰু চেতন—এই দুই তত্ত্বই পৰস্পৰ সখ্যভাবে বিষয়ানুভৱ প্ৰভৃতি নানা কাৰ্য্য নিৰ্ব্বাহ কৰে। এতেকে তত্ত্ব দুই, বুদ্ধিৰূপ একতত্ত্ব অলীক। ৯ ॥

বন্দীয়ে ক'লে, কৰ্ম্মৰ বশৱৰ্ত্তী হৈ জীৱবিলাকে দেৱ, মনুষ্য আৰু তিৰ্য্যগ্‌ৰূপে জন্ম গ্ৰহণ কৰে, তিনিওখন বেদ (ঋক্ যজুঃ, সাম) পৰস্পৰ মিলিত হৈ বাজপেয়াদি যজ্ঞৰ অনুষ্ঠান নিৰ্ব্বাহ কৰে, অধ্বৰ্য্যুসকলে প্ৰাতঃ, মধ্যাহ্ন, সায়াহ্ন-ভেদে ত্ৰিবিধ সৱন (যজ্ঞ) নিৰ্ব্বাহ কৰে, কৰ্ম্মবশতঃ জীৱবিলাকে স্বৰ্গ, মৰ্ত্ত্য আৰু নৰক ভোগ কৰে, চন্দ্ৰ, সূৰ্য্য আৰু অগ্নিৰূপ তিনি বিধ জ্যোতিষ্ক পদাৰ্থ সিদ্ধ। এতেকে জগৎ কৰ্ম্মাধীন। ১০ ॥

অষ্টাবক্ৰই ক'লে, ব্ৰাহ্মণসকলৰ আশ্ৰম অৰ্থাৎ জ্ঞানোপলব্ধি-স্থান চাৰিপ্ৰকাৰ; ব্ৰাহ্মণ, ক্ষত্ৰিয়, বৈশ্য আৰু শূদ্ৰ, এই চাৰি বৰ্ণই জ্ঞান-যজ্ঞ নিৰ্ব্বাহ কৰে; মুখ্য দিক্ চাৰিটি অথাৎ বিৰাট হিৰণ্যগৰ্ভ ঈশ্বৰ, তুৰীয় সাক্ষাৎকাৰ এই চাৰিটি অৱস্থা, এই চাৰি অৱস্থাৰ বাচক অ, উ, ম আৰু নাদ এই চাৰিটি বৰ্ণ অৰ্থাৎ ওঁ। আৰু বেদৱাণী সদায় পৰা, পশ্যন্তী, মধ্যমা আৰু বৈখৰী এই চাৰি পাদযুক্ত বুলি সাধু-

সকলে কৈছে ; এতেকে জ্ঞানৰ দ্বাৰা তুৰীয় সাক্ষাৎকাৰ হলে কৰ্ত্তৃত্বাদি অলীকৰূপে প্ৰতিপন্ন হয়, গতিকে কৰ্ম্ম অলীক। ১১ ॥

উত্তৰত বন্দীয়ে ক'লে, যেনেকৈ যজ্ঞ-নিৰ্ব্বাহক (গাৰ্হপত্য দক্ষিণাগ্নি আহৱনীয় সভ্য আবসথ্য) অগ্নি পাঁচ প্ৰকাৰ, পঙ্‌ক্তি ছন্দৰ প্ৰত্যেক চৰণত পাঁচ পাঁচটি অক্ষৰ, (অথবা অষ্টাক্ষৰী পাঁচ পদ) অগ্নিহোত্ৰ, দৰ্শপৌৰ্ণমাস, চাতুৰ্মাস্য, পশু, সোম-ভেদে যজ্ঞ পাঁচ প্ৰকাৰ, এইদৰে শব্দ, স্পৰ্শ, ৰূপ, ৰস, গন্ধ এই পঞ্চ বিষয়ৰ গ্ৰাহক শ্ৰোত্ৰ, ত্বক্, চক্ষু, ৰসনা আৰু ঘ্ৰাণ এই পাঁচ জ্ঞানেন্দ্ৰিয়, পঞ্চনদ অৰ্থাৎ শব্দ স্পৰ্শাদি পঞ্চ বিষয়ৰ সোঁত উপাদেয় বুলি লোক-প্ৰসিদ্ধ আৰু অপ্সৰা অৰ্থাৎ শৰীৰান্তৰৱৰ্ত্তী চিতি শক্তি প্ৰমাণ-বিপৰ্য্যয়-বিকল্প-নিদ্ৰা-স্মৃতিৰূপ পঞ্চ শিখাৱতী সদায় পঞ্চ বিষয়ত বিভ্ৰান্ত, এতেকে তুৰীয় সাক্ষাৎ অলীক। ১২ ॥

অষ্টাবক্ৰই ক'লে, হে বন্দী, কোনো পণ্ডিতে কয় যে, অগ্ন্যাধানৰ দক্ষিণা ছয়টি গো, সৰ্ব্ববেদ-প্ৰসিদ্ধ সাদ্যস্ক যজ্ঞ অৰ্থাৎ একাহসাধ্য যজ্ঞ ছয়প্ৰকাৰ, ছয়-ঋতুৰে কালচক্ৰ সিদ্ধ হয়, কৃত্তিকা ছয়জন, এইদৰে জ্ঞানেন্দ্ৰিয় পাঁচটিতকৈ অধিক ষষ্ঠ ইন্দ্ৰিয় কৰ্ত্তৃভোক্তৃত্বাদি গুণযুক্ত মনৰ সিদ্ধি হয়। ১৩ ॥

বন্দীয়ে ক,লে, শব্দাদি প্ৰত্যেক বিষয়ত আসক্ত শ্ৰোত্ৰাদি ছয় ইন্দ্ৰিয়তকৈ অধিক এটি বুদ্ধি বৃত্তি, এই সাত ইন্দ্ৰিয়ক সপ্তৰ্ষি বা সপ্তপুৰুষ পশু বোলে, ঐহিক বিষয়ত আসক্ত হলে এওঁলোকক গ্ৰাম্য পশু, দিব্য বিষয়ত আসক্ত হ'লে বন্য পশু বোলে। এওঁলোক সপ্তছন্দৰ স্বৰূপ, যিহেতু এওঁলোকে এবিধ ক্ৰতুক যজন কৰে অৰ্থাৎ শব্দাদি বিষয় আৰু তজ্জনিত সুখ-লেশ আত্মাত সমৰ্পণ কৰে, আত্মাও সেই সুখ অনুভৱ কৰি আবৃত হয়। যেনেকৈ সাতোগছি তাঁৰেৰে যুক্ত হৈ বীণাই বাদ্য উৎপাদন কৰে, তেনেকৈ আত্মা শ্ৰোত্ৰাদি সাতোটি তত্ত্বৰ দ্বাৰা কৰ্ত্তৃত্বাদি গুণ-যুক্ত হয়, গতিকে তুৰীয় সাক্ষাৎকাৰ অলীক। ১৪ ॥

অষ্টাবক্ৰই ক'লে, শ্ৰোত্ৰাদি ইন্দ্ৰিয় সাতোটি, অহংবৃত্তি এটি, এই আঠ ইন্দ্ৰিয়-গ্ৰাহ্য বিষয় ইন্দ্ৰিয়-প্ৰৱেশাধিকাৰী, এতেকে আঠটি। যেনেকৈ আঠগুণ শণ সূতাৰে নিৰ্ম্মিত তৰ্জ্জুৰে (তুলা) শত শত পৰিমাণ ধাৰণ কৰে তেনেকৈ আঠপ্ৰকাৰ বিষয়েও অনন্ত ৰূপ ধাৰণ কৰে। এই আঠবিধ ইন্দ্ৰিয়ৰ জৰিয়তে পৰমাত্মা উপলক্ষিত হয়। দ্বৈতৰূপ অজ্ঞানেই, বিষয়েন্দ্ৰিয় সংযোগ-ৰূপ যজ্ঞত পুৰুষ পশু-বন্ধনৰ স্তম্ভ আৰু সেই স্তম্ভ শ্ৰোত্ৰেন্দ্ৰিয়াদি আঠ কোণ-যুক্ত যূপ-স্বৰূপ। বেদত শুনা যায়, শব্দাদি-বিষয়ক আঠবিধ বাসনা ইন্দ্ৰিয়াধিষ্ঠাতৃ দেৱতাতেই থাকে, আত্মাত নাথাকে। যেতিয়া অদ্বৈত পৰমাত্মাৰ বিষয়ে জ্ঞান (শৰভ) জন্মে তেতিয়া আঠ প্ৰকাৰ বাসনা-ৰূপ দ্বৈত ভ্ৰম-নষ্ট হয়। গতিকে তুৰীয় সাক্ষাৎকাৰ অসত্য নহয়। ১৫ ॥

বন্দীয়ে ক'লে, পণ্ডিতসকলে কয় যে, যেনেকৈ পিতৃ-যজ্ঞত সমিধৰ দ্বাৰা অগ্নি-প্ৰজ্বালন কৰা সামিধেনী মন্ত্ৰ নয়প্ৰকাৰ, প্ৰতিপাদত নটি অক্ষৰ-যুক্ত বৃহতী ছন্দ, এক

প্ৰভৃতি নটি অঙ্কেৰে সকলো গণনা কাৰ্য্য সম্পাদন কৰা হয়. তেনেকৈ এই যে নানাতৰহৰ সৃষ্টি দেখা যায় তাৰ প্ৰতি পুৰুষ, প্ৰকৃতি, মহৎ, অহঙ্কাৰ, শব্দ, স্পৰ্শ, ৰূপ, ৰস, গন্ধ, এই নটি পদাৰ্থৰ সংমিশ্ৰণেই কাৰণ। এতেকে দ্বৈতজ্ঞান-প্ৰসূত অনাদি অনন্ত সৃষ্টিৰ বিনাশ হব নোৱাৰে, গতিকে তুৰীয় জ্ঞান অলীক। ১৬॥

অষ্টাবক্ৰই ক'লে, পণ্ডিতসকলে কয়, দিক্-স্থানীয় ইন্দ্ৰিয় দহটি জীৱ-সম্বন্ধী, আত্ম-সম্বন্ধী নহয়; যেনেকৈ স্ত্ৰীবিলাকে দহ মাহ গৰ্ভ ধাৰণ কৰে তেনেকৈ মায়া-যুক্ত পৰমাত্মা অহং প্ৰভৃতিৰ বৃত্তিত যুক্ত হৈ সমগ্ৰ জীৱ-ৰূপে উপলব্ধ হয়, কিন্তু পৰমাৰ্থৰূপে আত্মা সঙ্গ-ৰহিত। তত্ত্ব-জ্ঞানৰ উপদেষ্টা দহজন, বিদ্বেষী দহজন আৰু অধিকাৰীও দহজন। আত্মাৰ স্বৰূপ জ্ঞান জন্মিলে প্ৰকৃতি, মায়া প্ৰভৃতি অলীক বোধ হয়। গতিকে তুৰীয় সাক্ষাৎকাৰ সঙ্গত। ১৭॥

বন্দীয়ে ক'লে, পশু-ৰূপ জীৱবিলাকৰ এঘাৰটি ইন্দ্ৰিয়; তাৰ বিষয় এঘাৰটি। জীৱৰূপ পশু-বন্ধনৰ কাৰণে এই এঘাৰটি বিষয় এঘাৰটি যূপৰ স্বৰূপ বুলি নিৰ্দ্দিষ্ট হৈছে, উক্ত শব্দাদি একাদশ বিষয় গ্ৰহণ কৰি জীৱসকল হৰ্ষ-বিষাদাদি এঘাৰপ্ৰকাৰ বিকাৰপ্ৰাপ্ত হয়; এই এঘাৰপ্ৰকাৰ বিকাৰে স্বৰ্গতো দেৱতাসকলৰ ৰোদন জন্মায়। সেইকাৰণে দ্বৈত প্ৰকৃতি কাৰ্য্য-বিষয়েন্দ্ৰিয়-সংযোগ চিৰ-প্ৰসিদ্ধ কাৰণে তুৰীয় সাক্ষাৎকাৰ অসিদ্ধ। ১৮॥

অষ্টাবক্ৰই ক'লে, দ্বাদশ মাহত এটি সংবৎসৰ হয়, দ্বাদশ অক্ষৰ-যুক্ত চাৰি পাদে জগতী ছন্দ প্ৰসিদ্ধ আছে সঁচা; কিন্তু যোগীসকলে কয়, বিষয়ৰপৰা ইন্দ্ৰিয়-বিলাকক নিবৃত্ত কৰাৰলৈ শাস্ত্ৰত দ্বাদশ ব্ৰত বিহিত হৈছে আৰু প্ৰকৃতি সম্বন্ধীয় যজ্ঞ দ্বাদশ দিনত সাধন কৰা নিয়ম। যেনেকৈ মাহৰ সংঘাত সম্বৎসৰ, অক্ষৰৰ-সংঘাত জগতী ছন্দ অতিৰিক্ত নহয়, তেনেকৈ মূঢ় বুদ্ধিত প্ৰকৃতি সংঘাত ভিন্ন অন্য কোনো অতিৰিক্ত পুৰুষ নাই, কিন্তু যোগীৰ পক্ষে সি বিপৰীত অৰ্থাৎ প্ৰকৃতি-সংঘাততকৈ পুৰুষ ভিন্নৰূপে প্ৰতীয়মান হয়। কাৰণ ধৰ্ম্ম-সত্যাদি (ধৰ্ম্ম, সত্য, তপ, দম, অমাৎসৰ্য্য, হ্ৰী, তিতিক্ষা, অনসূয়া, দান, শাস্ত্ৰবুদ্ধি, ধৃতি, ক্ষমা) দ্বাদশ ব্ৰতৰ দ্বাৰা চিত্ত শুদ্ধ হলে ইন্দ্ৰিয়-সংঘাততকৈ অতিৰিক্ত শুদ্ধ চৈতন্য পৰমাত্মাৰ তত্ত্ববোধ জন্মে। ১৯॥

বন্দীয়ে ক'লে, পণ্ডিতসকলে ত্ৰয়োদশী তিথিকেই প্ৰশস্ত আৰু পৃথিৱীক ত্ৰয়োদশ দ্বীপযুক্ত বুলি কৈছে। অৰ্থাৎ এই তত্ত্বজ্ঞান যে কেৱল ধৰ্ম্ম-সত্যাদি দ্বাদশ প্ৰকাৰ ব্ৰত ধাৰণ কৰিলেই হয় তেনে নহয়, দেশ আৰু কালকো অপেক্ষা কৰে। তত্ত্বজ্ঞান ব্ৰহ্মলোকত থকা জীৱৰ কাৰণে সকলো কালতেই হব পাৰে, মৰ্ত্ত্যলোকত হলে সত্যযুগতহে হব পাৰে। লোকশই ক'লে, হে যুধিষ্ঠিৰ, বন্দীয়ে এইদৰে শ্লোকৰ অৰ্দ্ধমাত্ৰ কৈ বিৰত হল, বাকী অৰ্দ্ধাংশ অষ্টাবক্ৰই পূৰণ কৰিলে। শুদ্ধ, চৈতন্য-ৰূপ অদ্বৈত ব্ৰহ্ম—অগ্নি, বায়ু আৰু সূৰ্য্যৰ নিচিনা*অসঙ্গ হৈও যে

মন, বুদ্ধি, অহঙ্কাৰ আৰু দহটি ইন্দ্ৰিয়—এই তেৰটি তত্ত্বৰ বিষয় ভোগৰূপ যজ্ঞত প্ৰবৃত্ত হয় সেইটো শুদ্ধ চৈতন্যৰ আচ্ছাদক ঐন্দ্ৰজালিক অজ্ঞানৰ দ্বাৰা বোধ হয় মাত্ৰ, বস্তুতঃহব নোৱাৰে, যিহেতুকে পূৰ্ব্বোক্ত ধৰ্ম্ম-সত্যাদি দ্বাদশ ব্ৰত অনুষ্ঠিত হলে উক্ত অজ্ঞান নষ্ট হয়, লগে লগে মন বুদ্ধি প্ৰভৃতি ত্ৰয়োদশ তত্ত্ব সমূলে বিনষ্ট হয়। এতেকে তত্ত্বজ্ঞানে পুৰুষ-প্ৰযত্ন সাধ্য দেশ-কালক অপেক্ষা নকৰে। ২০ ॥

তাৰ পাছত যেতিয়া সূত-পুত্ৰ বন্দী অষ্টাবক্ৰৰ অদ্বৈতবাদ স্থাপন-মূলক উত্তৰ শুনি অধোমুখ আৰু চিন্তামগ্ন হৈ পৰিল তেতিয়া সভাৰ সদস্যসকলৰ ভিতৰত তুমুল কলকল শব্দ উঠিল। ২১ ॥

মহাৰাজ জনকৰ সমৃদ্ধিশালী, সৰ্ব্বাঙ্গ-সুন্দৰ যজ্ঞ-মণ্ডপ যেতিয়া মহা কোলাহলেৰে মুখৰিত হৈ উঠিল, তেতিয়া অষ্টাবক্ৰৰ মাহাত্ম্য বুজিব পাৰি যাজ্ঞিক ব্ৰাহ্মণসকলে কৃতাঞ্জলিপুটে সমাদৰ জ্ঞাপন কৰিবলৈ তেওঁৰ ওচৰত উপস্থিত হ'ল। ২২ ॥

অষ্টাবক্ৰই ৰজাক সম্বোধন কৰি ক'লে, হে মহাৰাজ, ইতিপূৰ্ব্বে বন্দীয়ে শাস্ত্ৰাৰ্থ বিচাৰত অনেক বিদ্বান ব্ৰাহ্মণক পৰাজিত কৰি জলমগ্ন কৰিছে, গতিকে এওঁৰো সেয়ে গতি হোৱা উচিত বুলি ভাবোঁ, এওঁকো জলমগ্ন কৰক। ২৩ ॥

বন্দীয়ে ক'লে, হে মহাৰাজ, মই ৰজা বৰুণদেৱৰ পুত্ৰ, মোৰ পিতায়ো ইয়াত অনুষ্ঠিত আপোনাৰ যজ্ঞৰ সমান কাল স্থায়ী দ্বাদশ বছৰ ব্যাপি এটি যজ্ঞ আৰম্ভ কৰিছে, সেই যজ্ঞ উদ্‌যাপন কৰিবলৈ মই ইয়াৰপৰা কিছুমান শ্ৰেষ্ঠ যাজ্ঞিক ব্ৰাহ্মণক বাদত পৰাজিত কৰি বৰুণ লোকলৈ পঠাইছো। ২৪ ॥

মহাৰাজ, সেই সকলোবোৰ ব্ৰাহ্মণ পিতা বৰুণদেৱৰ যজ্ঞ চাবলৈ গৈছে। তেওঁলোক পুনৰায় ইয়ালৈ আহিব। পূজনীয় অষ্টাবক্ৰক মই সম্মান জ্ঞাপন কৰিছো। কাৰণ তেওঁৰ কাৰণে মোৰ আজি পিতাৰ লগত সাক্ষাৎ হ'ব। ২৫ ॥

অষ্টাবক্ৰই ক'লে, মহাৰাজ, এই বন্দীয়ে বুদ্ধি আৰু বাক্যবলেৰে ব্ৰাহ্মণসকলক নিগৃহীত কৰি পানীত বুৰাইছে, আজি মই নিজ বুদ্ধিৰে তেওঁৰ সেই বাক্-শক্তি কেনেকৈ খৰ্ব্ব কৰিলো সেইটো মোৰ বাক্য শুনি সাধু সদস্যসকলে বুজিব পাৰিছে। ২৬ ॥

অগ্নি স্বভাৱতে দহনশীল, তথাপি জাতবেদঃ অৰ্থাৎ সৰ্ব্বজ্ঞেয় বিষয়ে জ্ঞানবান ; এই কাৰণে সাধু অৰ্থাৎ পৰীক্ষাৰ সময়ত সদাচাৰ আৰু সত্যবাদী লোকৰ গৃহ (শৰীৰ) ত্যাগ কৰি যেনেকৈ দগ্ধ কৰে, এইদৰে সাধুলোকে মন্দবাদী বালক বা পুত্ৰৰ কথাৰ সাৰাংশ গ্ৰহণ কৰে। গতিকে মোৰ কথাবো সাৰাংশ গ্ৰহণ কৰিব বুলি আশা কৰোঁ। ২৭ ॥

হে মহাৰাজ, আপুনি বোধ হয় শ্লেষ্মাতক (খাপৰা) গছৰ পাত আৰু ফল ব্যৱহাৰ কৰি হীনতেজ হৈছে, গতিকে মোৰ বাক্য নুশুনে, অথবা এই বন্দীৰ স্তুতি

বাক্যত আপুনি আনন্দত মতলীয়া হৈছে। যেনেকৈ অঙ্কুশৰ আঘাতত মতলীয়া হাতীয়ে মাউতৰ কথা মানি নব নোখোজে সেইদৰে আপুনিও মোৰ বাক্য শুনিব খোজা নাই। ২৮ ॥

হে ব্ৰাহ্মণ, আপোনাৰ দিব্য আৰু অলৌকিক বাক্য শুনিলোঁ। মই ভাবোঁ, আপুনি সাক্ষাৎ দিব্য-ৰূপধৰ লোক, কাৰণ, আপুনি এই বন্দীক বাদত পৰাজিত কৰি মনোৰথ পূৰ্ণ কৰিলে। ২৯ ॥

অষ্টাবক্ৰই ক'লে, এই বন্দীক জীৱিত ৰখাৰ কোনো প্ৰয়োজন নাই। এওঁৰ পিতা বৰুণদেৱ, গতিকে এওঁক জলাশয়ত নিমজ্জিত কৰক ৩০ ॥

বন্দীয়ে ক'লে, হে ব্ৰাহ্মণকুমাৰ, মই ৰজা বৰুণদেৱৰ পুত্ৰ, জলত মজ্জিত হলেও মোৰ কোনো ভয়ৰ কাৰণ নাই। বহু কাল আগতে নষ্ট হোৱা আপোনাৰ পিতা ঋষি কহোড়ক এই মাত্ৰ দেখিব। ৩১ ॥

লোমশই ক'লে, মহাৰাজ যুধিষ্ঠিৰ, এই অৱসৰতে মহাত্মা বৰুণদেৱৰ দ্বাৰা অভ্যৰ্থিত হৈ জলমগ্ন ব্ৰাহ্মণসকল আচম্বিতে ৰজা জনকৰ ওচৰত আবিৰ্ভূত হ'ল। ৩২ ॥

পুত্ৰৰ অলৌকিক কৰ্ম্মশক্তি দেখি ঋষিবৰ কহোড়ে ক'লে, হে মহাৰাজ জনক, বংশৰ গৌৰৱ বৃদ্ধিৰ কাৰণেই সাধু কৰ্ম্মৰ দ্বাৰা লোকসকলে পুত্ৰ-লাভৰ ইচ্ছা কৰে, চাওক মহাৰাজ, মই যি কাৰ্য্য কৰিব পৰা নাই শিশু-পুত্ৰ অষ্টাবক্ৰই সেই কৰ্ম্ম সাধন কৰিলে। ৩৩ ॥

হে জনকৰাজ, দেখা যায়, দুৰ্ব্বল লোকৰো বলবান, মূৰ্খলোকৰো পণ্ডিত, জ্ঞানহীন লোকৰো জ্ঞানী পুত্ৰ জন্মে। ৩৪ ॥

হে প্ৰজাৰক্ষক মহাৰাজ, আপোনাৰ মঙ্গল হওক। স্বয়ং যমৰাজে তীক্ষ্ণ কুঠাৰেৰে যুদ্ধত শত্ৰুসকলৰ শিৰশ্ছেদ কৰক। ৩৫ ॥

হে মহাৰাজ, আপোনাৰ এই যজ্ঞত উত্তম আৰু মহত্ত্বপূৰ্ণ ঔক্‌থ্য সাম উচ্চাৰিত হৈছে, যথাবিধি সোমৰস পান কৰা হৈছে, ইন্দ্ৰাদি দেৱতাসকলে প্ৰত্যক্ষ দৰ্শন দি সানন্দচিত্তে নিজৰ নিজৰ পবিত্ৰ ভাগবোৰ গ্ৰহণ কৰিছে। ৩৬ ॥

লোমশই ক'লে, হে মহাৰাজ, ইয়াৰ পাছৰ ঘটনা এই যে, যেতিয়া বন্দীৰ দ্বাৰা নমজ্জিত তেজস্বী ব্ৰাহ্মণসকল আবিৰ্ভূত হল, তেতিয়া বন্দী ৰজা জনকৰ আদেশ লৈ সমুদ্ৰ-জলত প্ৰৱেশ কৰিলে। ৩৭ ॥

ইপিনে অষ্টাবক্ৰই পিতৃদেৱ কহোড়ক পূজা কৰি নিজেও ব্ৰাহ্মণসকলৰ দ্বাৰা যথোচিত সম্মানিত হৈ সূত-পুত্ৰ বন্দীক পৰাজিত কৰি মোমায়েক শ্বেতকেতুৰে সৈতে নিজৰ পবিত্ৰ আশ্ৰমলৈ যাত্ৰা কৰিলে। ৩৮ ॥

আশ্ৰমলৈ গৈ মুনিবৰ কহোড়ে মাক সুজাতাৰ সম্মুখত অষ্টাবক্ৰক আদেশ কৰি ক'লে, হে পুত্ৰ, তুমি সোনকালে এই সমঙ্গা নদীত স্নান কৰিবলৈ প্ৰৱেশ কৰা। পিতাৰ আদেশ অনুসাৰে নদীত স্নান কৰি উঠি আহিলত দেখা গ'ল, তেওঁৰ অঙ্গবোৰ ঋজু (পোন) হৈ পৰিছে। ৩৯ ॥

হে যুধিষ্ঠিৰ, সমঙ্গা এখনি পৱিত্ৰ নদী, এই নদীত স্নান কৰিলে সকলো ৰকম পাপৰপৰা মুক্তি লাভ কৰিব পাৰি। এতেকে আপুনিও ভাই আৰু ভাৰ্য্যাৰে সৈতে স্নান পান আৰু অৱগাহন কৰিবলৈ তাত প্ৰৱেশ কৰক। ৪০॥

হে অজমীঢ়-কুলতিলক যুধিষ্ঠিৰ, আপোনাৰ বিশ্বাস-পূৰ্ব্বক ভাই আৰু ব্ৰাহ্মণ সকলেৰে সৈতে ইয়াত এৰাতি সুখেৰে বাস কৰি কালিলৈ পুনৰাই মোৰে সৈতে পৱিত্ৰ কৰ্ম্মত অচলা ভক্তি আৰু শ্ৰদ্ধা ৰাখি অন্যান্য পুণ্য-তীৰ্থলৈ যাত্ৰা কৰিব। ৪১

ইতি মহাভাৰতৰ বনপৰ্ব্বৰ অন্তৰ্গত তীৰ্থ-যাত্ৰা-পৰ্ব্বত অষ্টাবক্ৰ উপাখ্যান নামৰ চতুস্ত্ৰিংশত্যধিকশততম অধ্যায়। ১৩৪ ॥

## ॥ অধ্যায় ১৩৫ ॥

# ॥ যৱক্ৰীত-উপাখ্যান ॥

লোমশই ক'লে, হে মহাৰাজ যুধিষ্ঠিৰ, এই যে মধুবিলা নামে প্ৰসিদ্ধ নদী দেখা গৈছে, এই নদীৰ আন এটা নাম সমঙ্গা। এয়েই প্ৰসিদ্ধ কৰ্দ্দমিল ক্ষেত্ৰ। ইয়াতেই ৰজা ভৰতৰ অভিষেক হৈছে। ১॥

দেৱৰাজ ইন্দ্ৰ বৃত্ৰাসুৰক হত্যা কৰি শ্ৰীহীন হৈ এই নদীত স্নান কৰি পাপৰ-পৰা মুক্ত হৈছিল। ২॥

হে নৰশ্ৰেষ্ঠ, মৈনাক পৰ্ব্বতৰ অন্তৰ্ব্বৰ্ত্তী বিনশন নামে প্ৰসিদ্ধ তীৰ্থ দেখা গৈছে। ইয়াতেই অদিতি দেৱীয়ে পুত্ৰ-লাভৰ কাৰণে দেৱতাৰ উদ্দেশ্যে ব্ৰহ্মোদন পাক কৰি উৎসৰ্গ কৰিছিল। ৩॥

হে ভৰতবংশীয় শ্ৰেষ্ঠ মহাৰাজ, এই পৰ্ব্বতৰাজ মৈনাকত আৰোহণ কৰি অয-শস্কৰ আৰু বাক্যেৰে উচ্চাৰণৰ অযোগ্য শ্ৰীহীনতাক সোনকালে নাশ কৰক। ৪॥

হে মহাৰাজ যুধিষ্ঠিৰ, সৌ যে পৰ্ব্বতমালা দেখা গৈছে সেইবোৰ কনখল নামে প্ৰসিদ্ধ, ঋষিসকলৰ বৰ আনন্দদায়ক। সৌৱা মহানদী গঙ্গা দেখা গৈছে, ৫॥

ভগৱান সনৎকুমাৰে ইতিপূৰ্ব্বে ইয়াত তপস্যা কৰি সিদ্ধি লাভ কৰিছিল, হে অজমীঢ়-কুলনন্দন, এই গঙ্গা নদীত স্নান কৰি সৰ্ব্বপ্ৰকাৰ পাপৰপৰা মুক্তি-লাভ কৰক। ৬॥

হে কুন্তীকুমাৰ, এইটো পুণ্য নামে প্ৰসিদ্ধ জলৰ হ্ৰদ, এয়া ভৃগুতুঙ্গ পৰ্ব্বত আৰু উষ্ণী গঙ্গা, ইয়াত মন্ত্ৰীসকলেৰে সৈতে গৈ স্নান-আচমন কৰক। ৭॥

এইখন স্থূলশিৰা মুনিৰ মনোৰম আশ্ৰম দেখা গৈছে। ইয়াত অহঙ্কাৰ আৰু ক্ৰোধ পৰিহাৰ কৰক। ৮॥

হে পাণ্ডুনন্দন, য'ত ভৰদ্বাজ মুনিয়ে কবিত্ব লাভ কৰিছিল সেয়ে এই বৈভ্য মুনিৰ আশ্ৰম। ইয়াতে যৱক্ৰীত মুনি বিনাশপ্ৰাপ্ত হৈছিল। ৯॥

যুধিষ্ঠিৰে ক'লে, হে মুনিবৰ লোমশ, যোগশক্তি-সম্পন্ন মুনি ভৰদ্বাজ কেনেকৈ যোগ-যুক্ত হৈছিল, কি কাৰণেই বা মুনি যৱক্ৰীত বিনষ্ট হৈছিল? ১০॥

এই ঘটনাৱলীৰ বৃত্তান্ত শুনিবলৈ কৌতুক জন্মিছে। দেৱকল্প ঋষিসকলৰ ইহঁেত চৰিত্ৰাৱলী কীৰ্ত্তন কৰিলে শুনি আনন্দ পাওঁ। ১১॥

লোমশই ক'লে, মুনিবৰ ভৰদ্বাজ আৰু বৈভ্য দুয়োজন সখি আছিল। দুয়োজনে বৰ প্ৰেমভাৱে এই আশ্ৰমত নিৰন্তৰ বাস কৰিছিল। ১২॥

হে ভৰত-বংশোত্তম মহাৰাজ, মুনিবৰ বৈভ্যৰ অৰ্ব্বাবসু আৰু পৰাবসু নামে দুজন ল'ৰা আছিল। ভৰদ্বাজৰ যৱক্ৰীত নামে এজন ল'ৰা আছিল। ১৩॥

হে ভাৰত, পুত্ৰদ্বয় আৰু বৈভ্য মুনি বৰ বিদ্বান আছিল। কিন্তু ভৰদ্বাজ সদায় তপস্যাতে নিৰত আছিল। এই মুনি দুজন সকলোৰেপৰা অনুপম কীৰ্ত্তিশালী আছিল। ১৪॥

হে নিষ্পাপ যুধিষ্ঠিৰ, তেজস্বী যৱক্ৰীতে তপস্বী পিতা ভৰদ্বাজক কোনেও সম্মান নকৰে, সপুত্ৰ বৈভ্যক হে সকলোৱে সম্মান কৰে, এতেকে তেওঁ বৰ পৰিতপ্ত আৰু ক্ৰোধান্বিত হৈ বেদজ্ঞান লাভৰ কাৰণে বৰ কঠোৰ তপস্যা আৰম্ভ কৰিলে। ১৫—১৬॥

সেই মহা তপস্বী যৱক্ৰীতে প্ৰজ্বলিত অগ্নিত নিজৰ শৰীৰ সন্তপ্ত কৰি দেৱৰাজ ইন্দ্ৰৰ মনত বৰ সন্তাপ জন্মালে। ১৭॥

তাৰ পাছত তপস্বী যৱক্ৰীতৰ ওচৰলৈ আহি ইন্দ্ৰই সুধিলে, আপোনাৰ এনে উত্তম তপস্যা আচৰণৰ কাৰণ কি? ১৮॥

তপস্বী যৱক্ৰীতে ক'লে, হে দেৱ-পূজিত ইন্দ্ৰ, অধ্যয়ন নকৰাকৈয়ে ব্ৰাহ্মণসকলৰ বেদজ্ঞান স্বতঃ-প্ৰতিভাত হওক, এই উদ্দেশ্যে মই এনেকুৱা উচ্চ ধৰণৰ তপস্যা আৰম্ভ কৰিছো। ১৯॥

হে পাকশাসন কৌশিক ইন্দ্ৰ, স্বাধ্যায়ৰ অৰ্থে মোৰ এই তপস্যাৰ আৰম্ভ। তপস্যাৰে সকলো প্ৰকাৰ জ্ঞান লাভ কৰিবলৈ ইচ্ছা কৰিছো। ২০॥

প্ৰভু দেৱৰাজ, অধ্যয়ন কৰি গুৰু-মুখৰপৰা বেদজ্ঞান লাভ কৰা দীৰ্ঘকাল সাপেক্ষ, গতিকে, যাতে অতি সোনকালে বেদজ্ঞান লাভ কৰিব পাৰি তাৰ কাৰণে মই এই পৰম তপ আচৰণ কৰিছো। ২১॥

দেৱৰাজ ইন্দ্ৰই ক'লে, হে বিপ্ৰ-ঋষি, আপুনি যি পথেৰে যাব খুজিছে সি অধ্যয়নৰ প্ৰকৃত পথ নহয়। অধ্যয়নৰ প্ৰকৃত পথ নষ্ট কৰি আপোনাৰ কি প্ৰয়োজন সিদ্ধি হব? গতিকে মই কওঁ, আপুনি উঠক, গুৰু-মুখৰপৰা বেদ অধ্যয়ন কৰকগৈ। ২২॥

লোমশই ক'লে, এইদৰে যৱক্ৰীতক উপদেশ প্ৰদান কৰি ইন্দ্ৰদেৱ স্বৰ্গলৈ গ'ল। ইফালে অনুপম পৰাক্ৰমশালী যৱক্ৰীতে পুনৰায় তপস্যা কৰিবলৈ আৰম্ভ কৰিলে। ২৩॥

হে মহাৰাজ, শুনিবলৈ পাওঁ, যৱক্ৰীতে ঘোৰ তপস্যাৰে মহৎ তপঃ-প্ৰভাৱ সঞ্চয় কৰি দেৱৰাজ ইন্দ্ৰৰ বৰ সন্তাপ জন্মাইছিল । ২৪ ॥

এনেকুৱা ঘোৰ তপস্যাত ৰত মহামুনি যৱক্ৰীতৰ ওচৰলৈ আহি ইন্দ্ৰদেৱে তেওঁক পুনৰায় তপস্যা কৰাৰপৰা বাৰণ কৰি ক'লে, হে মুনিবৰ, আপোনাৰ এই তপস্যাৰ প্ৰয়োজন-সিদ্ধিৰ সম্ভাৱনা একেবাৰেই নাই । আপোনাৰ এনেকুৱা বুদ্ধি অতীৱ অসঙ্গত হৈছে । কিন্তু ইয়াৰ দ্বাৰা কেৱল আপোনাৰ আৰু পিতাৰহে বেদজ্ঞান প্ৰতিভাত হ'ব । ২৫—২৬ ॥

যৱক্ৰীতে ক'লে, হে দেৱৰাজ, আপুনি যদি মোৰ এই অভিলষিত মনোৰথ সিদ্ধ নকৰে তেন্তে, শুনক, মই ইয়াতকৈও অতি কঠোৰ তপস্যা আৰম্ভ কৰিম । ২৭ ॥

অৱধান কৰক, দেৱৰাজ, আপুনি যদি মোৰ সম্পূৰ্ণ মনোৰথ সিদ্ধ কৰি নিদিয়ে তেন্তে প্ৰজ্বলিত অগ্নিত অঙ্গবোৰ কাটি কাটি আহুতি প্ৰদান কৰিম । ২৮ ॥

লোমশই ক'লে, হে যুধিষ্ঠিৰ, বুদ্ধিমান দেৱৰাজে মহাত্মা মুনিবৰ যৱক্ৰীতৰ তপস্যা কৰা বিষয়ে বুদ্ধি স্থিৰ আৰু নিশ্চিত বুলি জানিব পাৰি, তেওঁক কি উপায়ে তপস্যাৰপৰা বিৰত কৰাব পৰা যায় সেই বিষয়ে বিশেষ চিন্তা কৰি বিদায় ললে । তাৰ পাছত তেওঁ যক্ষ্মা-ৰোগগ্ৰস্ত দুৰ্ব্বল বুঢ়া তপস্বী ব্ৰাহ্মণৰ বেশ ধাৰণ কৰিলে । ২৯—৩০ ॥

সেই বেশে ভাগীৰথীৰ তীৰত যি ঠাইত যৱক্ৰীতে স্নানাদি কাৰ্য্য সম্পাদন কৰে সেই তীৰ্থলৈ গৈ বালিৰে এটি বাট বান্ধিবলৈ ধৰিলে । ৩১ ॥

দ্বিজশ্ৰেষ্ঠ যৱক্ৰীতে ইন্দ্ৰই কোৱা কথা নামানিলে কাৰণে ইন্দ্ৰদেৱে বালিৰে গঙ্গা নদীখন ভৰাই দিবলৈ ধৰিলে । ৩২ ॥

ইন্দ্ৰদেৱে যৱক্ৰীত মুনিয়ে দেখাকৈ এইদৰে নিৰন্তৰ এমুঠি এমুঠিকৈ বালি ছটিয়াবলৈ ধৰিলে আৰু পথ নিৰ্ম্মাণৰ কাম আৰম্ভ কৰি দিলে । ৩৩ ॥

তেতিয়া মুনিশ্ৰেষ্ঠ যৱক্ৰীতে ইন্দ্ৰক গঙ্গাৰ ওপৰত পথ নিৰ্ম্মাণ কৰিবলৈ যত্ন কৰা দেখিলে আৰু ইতিকিং কৰি এইদৰে কবলৈ ধৰিলে, ৩৪ ॥

হে দ্বিজ, এইটো কি কাণ্ড, আপুনি কি কৰিবলৈ ইচ্ছা কৰিছে ? আপুনি এই অতিশয় চেষ্টা মিছাতেহে কৰিছে । ৩৫ ॥

ইন্দ্ৰই ক'লে, বাপু, মানুহবোৰে বাৰে বাৰে নদী পাৰ হোৱাত বৰ ক্লেশ অনুভৱ কৰে, গতিকে মই গঙ্গা নদীখন বান্ধি এটা বাট উলিয়াব খুজিছো, তেতিয়া যাতায়াতৰ পথ সুগম হব । ৩৬ ॥

যৱক্ৰীতে ক'লে, তপোধন, তুমি প্ৰখৰ প্ৰৱাহশীলা এই গঙ্গা নদীখন বান্ধিব নোৱাৰিবা, গতিকে তুমি এই অসাধ্য কৰ্ম্মৰপৰা বিৰত হোৱাঁ, বল আৰু বুদ্ধিৰে কৰিব পৰা কৰ্ম্মহে আৰম্ভ কৰাঁ । ৩৭ ॥

ইন্দ্ৰই ক'লে, হে মুনিবৰ, আপুনি যেনেকৈ অলভ্য বেদাৰ্থ-জ্ঞান লাভৰ কাৰণে ব্যৰ্থ-তপস্যাৰ কাৰণে উদ্যত হৈছে,ময়ো গঙ্গাৰ ওপৰত বালিৰে অসম্ভৱ-সেতু নিৰ্ম্মাণ কৰিবলৈ চেষ্টা কৰিছো । ৩৮ ॥

যৱক্ৰীতে ক'লে, হে দেৱেন্দ্ৰ পাক-শাসন, যেনেকৈ আপোনাৰ বালিৰ সেতু নিৰ্ম্মাণ কাৰ্য্য নিষ্ফল, সেইদৰে মোৰ এই উদ্যমো যদি আপুনি নিৰৰ্থক বুলি বিবেচনা কৰিছে তেনেহলে মোৰ পক্ষে যি সম্ভৱ হয় সেই কাৰ্য্যই কৰক, আৰু মোক এনেকুৱা এটি উত্তম বৰ দান কৰক, যাতে মই অন্যৰ ওচৰত বিশেষ প্ৰতিষ্ঠা লাভ কৰিব পাৰোঁ। ৩৯—৪০ ॥

লোমশই ক'লে, হে ৰজা যুধিষ্ঠিৰ, প্ৰাৰ্থনা অনুসাৰে দেৱৰাজ ইন্দ্ৰই যৱক্ৰীতক বৰ প্ৰদান কৰি ক'লে, হে মুনিবৰ, আপোনাৰ আৰু পিতাৰ প্ৰয়োজনৰে যথাভিলষিত বেদজ্ঞান লাভ হব আৰু যদি অন্য অভিলাষ থাকে সিও লাভ হ'ব। আপুনি এতিয়া তপস্যাৰপৰা বিৰত হৈ আশ্ৰমলৈ যাওক। এইদৰে কামনা সিদ্ধি কৰি পিতাকৰ ওচৰলৈ গৈ সকলো ইতিবৃত্ত নিৱেদন কৰিলে। ৪১-৪২ ॥

যৱক্ৰীতে ক'লে, পিতা, আপোনাৰ আৰু মোৰ উভয়ৰে সম্পূৰ্ণ বেদৰ জ্ঞান লাভ হব। আনৰ ওচৰত প্ৰতিষ্ঠা লাভ কৰিব পাৰিম। এই বৰ লাভ কৰিলোঁ। ৪৩ ॥

ভৰদ্বাজে ক'লে, হে পুত্ৰ, যথাভিলষিত বৰ লাভ কৰি তোমাৰ মনত অতিশয় অহঙ্কাৰ উপজিব পাৰে, অহঙ্কাৰ-বশতঃ মনলৈ সঙ্কোচ ভাব আহিব পাৰে, সেয়ে বিনাশৰ হেতু হব পাৰে। ৪৪ ॥

হে পুত্ৰ, এই বিষয়ে দেৱতাবিলাকে কোৱা এটা কাহিনীৰ পণ্ডিতসকলে উদাহৰণ দিয়ে, কওঁ শুনা। পূৰ্ব্বণি কালত বালধি নামেৰে এজন বৰ শক্তিশালী মুনি আছিল, ৪৫ ॥

সেই মুনিয়ে, পুত্ৰ-শোকত বৰ কাতৰ হৈ—মোৰ দেৱতাৰ নিচিনা অমৰ পুত্ৰ লাভ হওক—এই সঙ্কল্প কৰি কঠোৰ তপস্যা আৰম্ভ কৰিলে। পাছত সঙ্কল্প অনুসাৰে তেওঁ পুত্ৰ লাভ কৰে। ৪৬ ॥

দেৱতাসকলে তেওঁৰ প্ৰতি অনুগ্ৰহ কৰিলে সঁচা, কিন্তু তেওঁৰ পুত্ৰৰ আয়ুস দেৱতাৰ আয়ুসৰ পৰিমাণৰ সমান নকৰিলে। বৰ-দানৰ সময়ত ইয়াকেহে ক'লে, বোলে মৰণশীল লোক কেতিয়াও দেৱতাৰ নিচিনা অমৰ হব নোৱাৰে। গতিকে এওঁৰ আয়ুস নিমিত্তাধীনহে হব। ৪৭ ॥

বালধিয়ে ক'লে, হে পবিত্ৰ দেৱতাসকল, এইযে পৰ্ব্বতবোৰ অক্ষুণ্ণভাৱে থিয় হৈ থাকে মোৰ পুত্ৰ তেনেকৈ অক্ষয়ৰূপে থাকে যেন। এই পৰ্ব্বতেই যেন তেওঁৰ আয়ুসৰ নিমিত্ত হয়, অৰ্থাৎ এই পৰ্ব্বত যিমান দিনলৈ থিয় হৈ থাকিব মোৰ পুত্ৰও সিমান দিনলৈ জীৱিত থাকক। ৪৮ ॥

ভৰদ্বাজে ক'লে, হে পুত্ৰ যৱক্ৰীত, তাৰ পাছত মুনিবৰ বালধিৰ এজন অতিশয় মেধাযুক্ত পুত্ৰ জন্মিল, আৰু সেই কাৰণে তেওঁৰ নাম মেধাৱী ৰখা হয়। তেওঁ স্বভাৱতে বৰ ক্ৰোধী আছিল। পিতাকৰ মুখত দেৱতাৰ বৰ-দানৰ ফলত—তেওঁ বৰ দীৰ্ঘায়ু—এই কথা শুনি তেওঁ বৰ অহঙ্কাৰী হৈ উঠে আৰু অন্যান্য ঋষিসকলক অৱমাননা কৰিবলৈ আৰম্ভ কৰে। ৪৯ ॥

ইমানতে ক্ষান্ত নাথাকি তেওঁ ঋষিসকলক অপদস্থ কৰাৰ উদ্দেশ্যে গোটেই পৃথিৱীতে পৰ্য্যটন কৰি কৰি এদিন মহা প্ৰতাপী মনীষী ধনুষাক্ষ নামৰ মুনি এজনৰ ওচৰ পালেগৈ। ৫০ ॥

তালৈ গৈ মেধাৱীয়ে তেওঁক বৰকৈ তিৰস্কাৰ কৰিবলৈ ধৰিলে। তিৰস্কাৰত অতিষ্ঠ হৈ তেওঁক ভস্ম হোৱা বুলি অভিশাপ দিলে। কিন্তু তেওঁ ভস্ম নহ'ল। ৫১ ॥

কাৰণ অনুসন্ধান কৰি ধ্যানস্থ হৈ তেওঁ জানিব পাৰিলে, দেৱতাৰ বৰ-দানৰ ফলত মেধাৱী ৰোগ আৰু মৃত্যু-ৰহিত। গতিকে তেওঁৰ আয়ুসৰ নিমিত্ত পৰ্ব্বতখন মহিষৰ দ্বাৰা উঘালি পেলালে। ৫২ ॥

মৃত্যুৰ কাৰণ পৰ্ব্বত বিনষ্ট হোৱাত হঠাৎ শিশু মেধাৱীও মৃত্যুৰ মুখত পতিত হল। তেতিয়া পিতা বালধিয়ে মৃত পুত্ৰক লৈ কান্দিবলৈ ধৰিলে। ৫৩ ॥

সাধাৰণ মানুহৰ নিচিনাকৈ অতিশয় বিলাপ কৰা দেখি তেওঁক তত্বজ্ঞ বেদবিৎ ঋষি-সকলে গোট খাই যি কথা কৈছিল, কওঁ শুনা। ৫৪ ॥

মৰণশীল মানুহে কেতিয়াও নিয়তিৰ বিধান লঙ্ঘন কৰিব নোৱাৰে। ধনুষাক্ষ ঋষিয়ে ধ্যানৰ দ্বাৰা সবিশেষ জানিব পাৰি এওঁৰ মৃত্যুৰ নিমিত্ত পৰ্ব্ব'ত মহিষৰ দ্বাৰা বিদীৰ্ণ কৰালে। ৫৫ ॥

হে পুত্ৰ যৱক্ৰীত, শিশু তপস্বী বৰ লাভ কৰি অহংকাৰ-প্ৰাপ্ত হৈ অতি সোন-কালে বিনাশ-প্ৰাপ্ত হ'ল। এতেকে তুমি যাতে তেনে অৱস্থাত নপৰা তাৰ বাবে সাৱধান হোৱাঁ। ৫৬ ॥

এই ৰৈভ্য মুনি বৰ শক্তিশালী। পুত্ৰ দুজনো তেওঁৰ অনুৰূপ। পুত্ৰ, তেওঁৰ ওচৰলৈ কেতিয়াও নাযাবা, এলাহ পৰিত্যাগ কৰি উদ্দেশ্য-সাধনত যত্নশীল হোৱাঁ।৫৭ ॥

পুত্ৰ, তোমাক এই বিষয়ে সাৱধান হবলৈ কওঁ। মহা ঋষি, তপস্বী ৰৈভ্য বৰ কোপন স্বভাৱৰ। কোপিত ৰৈভ্যই তোমাক পীড়িত কৰাত কোনো বাধা নাই। ৫৮ ॥

যৱক্ৰীতে ক'লে, পিতা, আপুনি এই বিষয়ে নিশ্চিন্ত থাকক, আপুনি যেনে মোৰ পূজ্য, ঋষিবৰ ৰৈভ্যও মোৰ মানত আপোনাৰ অনুৰূপ। ৫৯ ॥

লোমশই ক'লে, হে মহাৰাজ, যৱক্ৰীতে পিতাকৰ ওচৰত এইদৰে মধুৰ বাক্য প্ৰকাশ কৰি নিৰ্ভীকচিত্তে অন্যান্য ঋষিসকলক বিৰক্তি প্ৰদান কৰি বৰ সুখ পাইছিল। এনে অপকৰ্ম্ম কৰি সন্তুষ্ট হোৱাটোৱেই তেওঁৰ স্বভাৱ হৈ উঠিল। ৬০ ॥

ইতি মহাভাৰতৰ বনপৰ্ব্ব'ৰ অন্তৰ্গত তীৰ্থযাত্ৰা-পৰ্ব্ব'ত যৱক্ৰীত-উপাখ্যান নামৰ পঞ্চত্ৰিংশত্যধিকশততম অধ্যায়। ১৩৫ ॥

॥ অধ্যায় ১৩৬ ॥

# ॥ যৱক্ৰীতৰ মৃত্যু ॥

লোমশই ক'লে, হে যুধিষ্ঠিৰ, যৱক্ৰীত মুনি নিৰ্ভীকচিত্তে অনাই-বনাই ঘূৰি-পকি চ'ত মাহৰ দিন এটাত ৰৈভ্যৰ আশ্ৰম ওলালগৈ। ১ ॥

হে ভাৰত যুধিষ্ঠিৰ, সেই যৱক্ৰীতে গৈ ৰৈভ্য মুনিৰ নানাতৰহৰ ফল-ফুলেৰে উপচি পৰা বৃক্ষসমূহেৰে শোভিত মনোহৰ আশ্ৰমত ফুৰি থকা কিন্নৰীৰ নিচিনা ৰূপৱতী পুত্ৰ-বধূক দেখা পালে। ২ ॥

কামভাব-পীড়িত জ্ঞানহীন যৱক্ৰীতে নিৰ্লজ্জভাৱে লজ্জাৱতী সেই বালিকাক ক'লে, হে ৰমণী, তুমি মোৰ সেৱাত ৰতা হোৱাঁ। ৩ ॥

সেই বালিকাই যৱক্ৰীতৰ স্বভাৱ-চৰিত্ৰৰ ভাব জানিও অভিশাপলৈ ভয় কৰিলে। ইপিনে ৰৈভ্য মুনিৰো তেজস্বিতা সম্বন্ধে স্মৰণ আছে। তথাপি 'বাৰু সেয়েই হওক' বুলি তেওঁৰ ওচৰ চাপিল। ৪ ॥

হে ভাৰত শত্ৰুদমন যুধিষ্ঠিৰ, তেতিয়া যৱক্ৰীতে সেই ৰমণীক নিৰ্জ্জন ঠাইলৈ লৈ গ'ল আৰু পাপৰ সমুদ্ৰত বুৰাই দিলে। এই অৱসৰতে ৰৈভ্য মুনি নিজ আশ্ৰমত আহি উপস্থিত হ'ল। ৫ ॥

উপস্থিত হৈ দেখিলে যে পুত্ৰ-বধূ পৰাবসুৰ ভাৰ্য্যাই আৰ্ত্তভাৱে কান্দি আছে, কান্দি থকা দেখি মধুৰ বাক্যে সান্ত্বনা প্ৰদান কৰি কান্দোনৰ কাৰণ সুধিলত কল্যাণী সেই ৰমণীয়ে যৱক্ৰীতৰ প্ৰস্তাৱ আৰু বিচাৰপূৰ্ব্বক সেই প্ৰস্তাৱৰ প্ৰত্যাখ্যান সম্বন্ধে সমুদায় ঘটনাৱলী নিবেদন কৰিলে। ৬-৭ ॥

যৱক্ৰীতৰ এই কুৎসিত চেষ্টাৰ কথা শুনি মুনিৰ অন্তঃকৰণ ক্ৰোধাগ্নিৰে প্ৰজ্বলিত হৈ উঠিল। ৮ ॥

তেতিয়া স্বভাৱতেই ক্ৰোধশীল মুনি আকৌ অত্যন্ত ক্ৰুদ্ধ হৈ মূৰৰ জঁটা এটি ছিঙি সংস্কাৰপূৰ্ব্বক আৰ্চিত অগ্নিত আহুতি দিলে। ৯ ॥

সেই অগ্নিৰপৰা পুত্ৰ-বধূ-সদৃশী ৰূপৱতী এজনী ৰমণী উপজিল। সেইদৰে আকৌ এটা জঁটা ছিঙি অগ্নিত আহুতি দিলে। ১০ ॥

এইবাৰ অগ্নিৰপৰা এক ৰাক্ষস উপজিল। ৰাক্ষসৰ চকু দুটা ৰঙা ডাঙৰ আৰু সি দেখাত বৰ ভয়ঙ্কৰ। সিহঁত দুয়ো মুনিক সুধিলে, মুনিবৰ, আমি আপোনাৰ কি কাৰ্য্য সাধোঁ? ১১ ॥

তেতিয়া ক্ৰোধশীল মুনিয়ে 'যৱক্ৰীতক হত্যা কৰ'া' বুলি আদেশ দিলে। আদেশ পাই 'বাক সেয়েই হওক' বুলি যৱক্ৰীতক মাৰিবলৈ ইচ্ছা কৰি তাৰপৰা আঁতৰি গ'ল । ১২ ॥

হে যুধিষ্ঠিৰ, মহাত্মা ৰৈভ্য-সৃষ্ট সেই নাৰীৰূপ কৃত্যাই যৱক্ৰীতৰ ওচৰলৈ গৈ তেওঁক মুগ্ধ কৰি কমণ্ডলুটো হৰণ কৰিলে। ১৩ ॥

কমণ্ডলু অপহৃত হলত যৱক্ৰীত উচ্ছিষ্ট আৰু অপবিত্ৰ হৈ পৰিল। সেই অৱসৰতে ৰাক্ষসে শূল উদ্যত কৰি তেওঁক মাৰিবলৈ খেদি আহিল। ১৪ ॥

মাৰিবলৈ খেদি অহা ভীষণ মূৰ্ত্তি সেই ৰাক্ষসক দেখি যৱক্ৰীতে তৎক্ষণাৎ উঠি সৰোবৰৰ প্ৰতি লক্ষ্য কৰি সেই বাটেদি লৰ দিলে। ১৫ ॥

লৰি গৈ দেখিলে যে সৰোবৰ শুকান। তাৰ পাছত আকৌ নদীৰ ওচৰলৈ শীঘ্ৰে দৌৰি গৈ দেখিলে নদীও শুকান। ১৬ ॥

নিৰুপায় হৈ শূলধাৰী ভয়ঙ্কৰ ৰাক্ষসৰ খেদাত বৰ ভয় খাই হঠাৎ পিতা ভৰদ্বাজৰ অগ্নিহোত্ৰ গৃহত প্ৰৱেশ কৰিলে। ১৭ ॥

হে যুধিষ্ঠিৰ, সেই অগ্নিহোত্ৰ গৃহৰ দুৱাৰ মুখত এজন অন্ধ শূদ্ৰ-জাতীয় প্ৰহৰী আছিল। যৱক্ৰীত প্ৰহৰীৰ দ্বাৰা বাধা প্ৰাপ্ত হৈ দুৱাৰ মুখতে থিয় হৈ ৰ'ল। ১৮ ॥

প্ৰহৰীৰ দ্বাৰা ব্যাহত যৱক্ৰীতৰ হৃদয়ত ৰাক্ষসে শূলেৰে আঘাত কৰিলে। শূলৰ আঘাতত হৃদয় বিদীৰ্ণ হৈ তেওঁ মৰি থাকিল। ১৯ ॥

যৱক্ৰীতক হত্যা কৰি ৰাক্ষস ৰৈভ্যৰ ওচৰলৈ গ'ল। তেতিয়া ৰৈভ্যই ৰাক্ষসক সেই ৰমণীৰে সৈতে বাস কৰিবলৈ আদেশ কৰিলে। ২০ ॥

ইতি মহাভাৰতৰ বনপৰ্ব্বৰ অন্তৰ্গত তীৰ্থ-যাত্ৰা-পৰ্ব্বত যৱক্ৰীতৰ মৃত্যু নামৰ ষট্‌ত্ৰিংশতাধিকশততম অধ্যায়। ১৩৬ ॥

॥ অধ্যায় ১৩৭ ॥

## ॥ যৱক্ৰীতৰ মৃত্যুত শোক ॥

লোমশই ক'লে, হে কুন্তীনন্দন, ভৰদ্বাজ মুনি দৈনন্দিন স্বাধ্যায় সম্পন্ন কৰি বহুতো সমিধ লৈ নিজ আশ্ৰমলৈ উভতি আহিল। ইতিপূৰ্ব্বে মুনি আশ্ৰমলৈ আহিলে যজ্ঞৰ অগ্নি হঠাৎ জ্বলি উঠি মুনিক স্বাগত সম্ভাষণ জনায়। কিন্তু আজি মুনিৰ পুত্ৰ মৰিছে, গতিকে মুনি মৰণাশৌচত অশুচি হৈছে, সেইদেখি আগৰ নিচিনাকৈ অগ্নিয়ে জ্বলি উঠি মুনিক স্বাগত সম্ভাষণ নজনালে। ১-২

অগ্নিহোত্ৰ গৃহত অগ্নিৰ এনেকুৱা বিৰূপ ভাব দেখি আচৰিত হৈ মহাতপা মুনিয়ে তাত বহি থকা অন্ধ শূদ্ৰ প্ৰহৰীটোক সুধিলে, ৩ ॥

প্ৰহৰী, আজি কি কাৰণে আগৰ নিচিনাকৈ মোক দেখি অগ্নিয়ে প্ৰসন্ন ভাব নেদেখুৱালে ? ইপিনে তুমিও আগৰ নিচিনাকৈ প্ৰসন্ন ভাব প্ৰকাশ নকৰিলা ? আশ্ৰমত সকলো কুশলে আছেতো ? প্ৰহৰী, হীনবুদ্ধি পুত্ৰ ক'ত ? সি বৈভ্যৰ আশ্ৰমলৈ যোৱা নাইতো ? কোৱঁ। প্ৰহৰী, সোনকালে কোৱঁা. মোৰ মনত সমুজি শান্তি নাইকিয়া হৈছে। ৪-৫ ॥

প্ৰহৰী শূদ্ৰই ক'লে, হে মুনিবৰ, বৰ দুখৰ কথা, আপোনাৰ হীনবুদ্ধি পুত্ৰ বৈভ্যৰ আশ্ৰমলৈ গৈছিল, তাৰ ফলত কোনো এজন বলবান ৰাক্ষসৰ দ্বাৰা হত হৈ ইয়াতে মাটিৰ ওপৰত পৰি আছে। ৬ ॥

ৰাক্ষসে হাতত শূল লৈ খেদি অহাত তেওঁ আতি অগ্নিহোত্ৰ-গৃহৰ ভিতৰত সোমাবলৈ ধৰোঁতে মই দুই হাতেৰে দুৱাৰ মুখতে বাধা দিলো। ৭ ॥

মই ভাবোঁ, তেওঁ অশুদ্ধ হোৱা কাৰণে শুদ্ধ হবলৈ পানীৰ উদ্দেশ্যে ইয়াত সোমাব খুজিছিল ; কিন্তু মোৰ বাধা পাই হতাশ হৈ উঠিল। তেতিয়া হঠাৎ সেই ৰাক্ষসে বেগেৰে আহি শূলেৰে আঘাত কৰাত তেওঁৰ মৃত্যু হ'ল। ৮ ॥

প্ৰহৰীৰপৰা এনে অপ্ৰিয় কথা শুনি অতি দুঃখিত হৈ মৃত পুত্ৰক কোলাত লৈ ভৰদ্বাজ মুনিয়ে বিলাপ কৰিবলৈ ধৰিলে। ৯ ॥

ভৰদ্বাজে ক'লে, হে পুত্ৰ, তুমি ব্ৰাহ্মণসকলৰ হিতৰ কাৰণে অধ্যয়ন নকৰাকৈয়ে বেদজ্ঞানত স্বতঃ প্ৰতিভাশালী হবলৈ অতি কঠোৰ তপস্যা কৰিছিলা। ১০ ॥

মহাত্মা ব্ৰাহ্মণসকলৰ প্ৰতি তুমি বৰ হিতকাৰী আছিলা। কোনো প্ৰাণীৰ ওচৰত তুমি অপৰাধ কৰা নাছিলা। কিন্তু সম্প্ৰতি তুমি অলপ কঠোৰ ভাবধাৰা লৈ আহিছিলা। ১১ ॥

হে পুত্ৰ, মই তোমাক শতবাৰ বাধা দিয়া সত্ত্বেও কালান্তক যম-সদৃশ সেই মুনিক দেখা কৰিবলৈ কেলেই গৈছিলা ? ১২ ॥

বুঢ়া কালত তুমিয়েই মোৰ একমাত্ৰ পুত্ৰ— এই কথা জানিব পাৰিও মহা প্ৰভাৱশালী বৈভ্য মুনি তোমাৰ প্ৰতি কিয় এনে ক্ৰোধৰ বশৱৰ্ত্তী হৈ উঠিল ? ১৩ ॥

হে পুত্ৰ, আজি মই পাপিষ্ঠ বৈভ্যৰ কুকৰ্ম্মৰ দ্বাৰা অতি অসহ্য পুত্ৰ শোক পালো। তোমাৰ অভাৱত মযো অতীৱ প্ৰিয়তম প্ৰাণ আৰু পৃথিৱীত নাৰাখোঁ। ১৪ ॥

যেনেকৈ মই আজি পুত্ৰ-শোকত প্ৰাণ ত্যাগ কৰিব লগাত পৰিলো বৈভ্যও সেইদৰে বিনা অপৰাধতে জ্যেষ্ঠ পুত্ৰৰ হাতত নিহত হওক। ১৫ ॥

মই বিবেচনা কৰোঁ, পৃথিৱীত যি মানুহৰ পুত্ৰ নাই, তেওঁই অতিশয় সুখী, কাৰণ তেওঁ পুত্ৰশোক অনুভৱ নকৰাকৈ ইচ্ছানুসাৰে বিচৰণ কৰিব পাৰে। ১৬ ॥

যি মানুহ নিজৰ পুত্ৰ-শোকত অতীৱ কাতৰ হৈ পৰে, নিজৰ প্ৰিয় বন্ধু-বান্ধৱৰ ওপৰত অভিশাপ প্ৰদান কৰিব পাৰে, তাতকৈ নো কোন মহাপাপী হব পাৰে ? ১৭ ॥

মই নিজৰ মৃত-পুত্ৰক দেখিলো, পৰম সুহৃদ বৈভ্যৰ প্ৰতি অভিশাপ প্ৰদান কৰিলো,

গতিকে এই সংসাৰত মোৰ বাহিৰে অন্য কোন ব্যক্তিয়ে এনেকুৱা বিপদ অনুভৱ কৰিছে ? বোধ হয় এনে ব্যক্তি আৰু দ্বিতীয় নাই । ১৮ ॥

লোমশই ক'লে, হে যুধিষ্ঠিৰ, এইদৰে বহু বিলাপ কৰি অৱশেষত ভৰদ্বাজে পুত্ৰৰ মৃত শৰীৰ দাহন কৰি নিজেও অগ্নি প্ৰজ্বলিত কৰি তাত প্ৰৱেশ কৰিলে । ১৯ ॥

ইতি মহাভাৰতৰ বনপৰ্ব্বৰ অন্তৰ্গত তীৰ্থ-যাত্ৰা-পৰ্ব্বত যৱক্ৰীতৰ মৃত্যুত শোক নামৰ সপ্তত্ৰিংশত্যধিকশততম অধ্যায় । ১৩৭ ॥

॥ অধ্যায় ১৩৮ ॥

## ॥ যৱক্ৰীতৰ পুনৰ্জ্জীৱন লাভ ॥

লোমশই ক'লে, হে যুধিষ্ঠিৰ, সেই সময়ত মুনিৰ যজমান বৃহদ্যুম্ন নামেৰে এজন প্ৰতাপৱান সৌভাগ্য-সম্পন্ন ৰজাই এটি যজ্ঞানুষ্ঠান আৰম্ভ কৰিলে । ১ ॥

যজ্ঞৰ পূৰ্ণতা সম্পাদনৰ অৰ্থে ৰৈভ্য মুনিৰ পুত্ৰেক অৰ্ব্বাবসু আৰু পৰাবসুক বুদ্ধিমান বৃহদ্যুম্ন ৰজাই বৰণ কৰিলে । ২ ॥

হে কুন্তীনন্দন, পিতাকৰ আজ্ঞা লৈ দুয়োজনেই যজ্ঞলৈ গ'ল । আশ্ৰমত কেৱল পিতাক আৰু পৰাবসুৰ ভাৰ্য্যা— এই দুগৰাকী থাকিল । এদিনাখন পৰাবসু অকলে ঘৰৰ বাতৰি লবলৈ আশ্ৰমলৈ আহোঁতে বাটত বনৰ মাজত মৃগচৰ্ম্ম পৰিহিত পিতাক ৰৈভ্যক দেখিবলৈ পালে । ৩-৪ ॥

ৰাতি শেষপ্ৰায়, অন্ধকাৰ মাত্ৰ অৱশিষ্ট, এই অৱস্থাত নিদ্ৰালু পৰাবসুৱে হৰিণ-চৰ্ম্ম-পৰিহিত পিতাক কোনো হিংস্ৰ জন্তু বুলি বিবেচনা কৰিলে । ৫ ॥

তেতিয়া পিতাকক হিংস্ৰ জন্তু বুলি বিবেচনা কৰি, ইচ্ছা নাথাকিলেও আত্ম-ৰক্ষাৰ কাৰণে পৰাবসুৱে ৰৈভ্যক হত্যা কৰিলে । ৬ ॥

তাৰ পাছত ঘটনা বুজিব পাৰি, হে যুধিষ্ঠিৰ, তেওঁ পিতাকৰ প্ৰেত-কাৰ্য্য সম্পন্ন কৰি পুনঃ যজ্ঞলৈ আহি সকলো ঘটনা ভায়েক অৰ্ব্বাবসুক ক'লে, হে ভাই, তুমি এই যজ্ঞ কাৰ্য্য সম্পাদনৰ ভাৰ অকলে বহন কৰিব নোৱাৰিবা । মই হিংস্ৰ জন্তু জ্ঞান কৰি, পিতাক হত্যা কৰিছো । এই কাৰণে হে ভাই, তুমি ব্ৰহ্ম-হত্যা পাপ বিনাশৰ ব্ৰত আচৰণ কৰাঁ । মই ৰজাৰ যজ্ঞ সম্পাদন কৰোঁ । হে মুনি, মই অকলে যজ্ঞ সম্পাদন কৰিব পাৰিম । ৭-৯ ॥

অৰ্ব্বাবসুৱে ক'লে, হে ভাই, তুমি বুদ্ধিমান বৃহদ্যুম্নৰ যজ্ঞ-কাৰ্য্য সম্পাদন কৰাঁ । মই তোমাৰ কাৰণে ইন্দ্ৰিয়-সংযম-পূৰ্ব্বক ব্ৰহ্ম-হত্যা প্ৰায়শ্চিত্ত আচৰণ কৰোঁ । ১০ ॥

লোমশই ক'লে, হে যুধিষ্ঠিৰ, ভায়েকৰ কাৰণে অৰ্ব্বাবসু ব্ৰহ্মহত্যা-পাপৰ প্ৰায়শ্চিত্ত পূৰ্ণ কৰি পুনৰ্বায় যজ্ঞলৈ ঘূৰি আহিল। ভায়েকক যজ্ঞলৈ অহা দেখি পৰাবসুৱে ৰজাক মাতি অনাই হৰ্ষ-গদ্‌গদস্বৰে ক'লে, হে ৰজা, এওঁ ব্ৰহ্মঘাতী, এওঁ যজ্ঞ চাবলৈ যজ্ঞ-মণ্ডপত প্ৰৱেশ কৰিব নোৱাৰে। কাৰণ ব্ৰহ্মঘাতী পুৰুষে দৃষ্টিৰ দ্বাৰা আপোনাক পীড়িত কৰিব, তাত সন্দেহ নাই। ১১-১৩॥

লোমশই ক'লে, হে প্ৰজা-পালক যুধিষ্ঠিৰ, পৰাবসুৰপৰা এই কথা শুনি ৰজাই ভৃত্যসকলক মাতি আনি ক'লে, তোমালোকে এওঁক ইয়াৰপৰা অপসাৰিত কৰা। ভৃত্যৰ দ্বাৰা অপসাৰিত অৰ্ব্বাবসুৱে পুনঃ পুনঃ 'মই ব্ৰহ্মহত্যা কৰা নাই' এই কথা কোৱা সত্ত্বেও ভৃত্যসকলে 'ব্ৰহ্মঘাতী' বুলি বাৰে বাৰে সম্বোধন কৰিবলৈ ধৰিলে। ১৪-১৫॥

তথাপি অৰ্ব্বাবসুৱে নিজে ব্ৰহ্মহত্যা কৰা বুলি স্বীকাৰ নকৰি সিহঁতক বুজাবলৈ চেষ্টা কৰিলে যে, তেওঁৰ ভায়েকেহে ব্ৰহ্ম-হত্যা কৰিছে। তেওঁ ব্ৰহ্ম-হত্যা পাপ-নাশক ব্ৰত আচৰণ কৰি ভায়েকক পাপৰপৰা মুক্ত কৰিছে। ১৬॥

এইদৰে বুজালেও ভৃত্যবিলাকে ক্ৰোধান্বিত হৈ তাৰপৰা গুচি যাবলৈ কোৱাত মহাতপা ব্ৰহ্মৰ্ষি অৰ্ব্বাবসু মৌনভাৱে তাৰপৰা গুচি গ'ল। ১৭॥

বনলৈ গৈ সূৰ্য্যদেৱৰ আশ্ৰয় লৈ উগ্ৰ তপস্যা আৰম্ভ কৰি দ্বিজসত্তম অৰ্ব্বাবসুৱে সূৰ্য্য সম্বন্ধে ৰহস্যময় বৈদিক মন্ত্ৰৰ অনুষ্ঠান আৰম্ভ কৰিলে। তাৰ পাছত অগ্ৰভোজী অবিনাশী সূৰ্য্যদেৱে সাকাৰ ৰূপ ধৰি অৰ্ব্বাবসুক দেখা দিলে। হে ৰজা যুধিষ্ঠিৰ, এনেকুৱা উত্তম তপস্যাৰ দ্বাৰা দেৱতাসকল তপস্বী অৰ্ব্বাবসুৰ প্ৰতি বৰ প্ৰসন্ন হ'ল। তাৰ পাছত দেৱতাসকলে অৰ্ব্বাবসুক ৰজাৰ দ্বাৰা যজ্ঞত বৰণ কৰালে আৰু পৰাবসুক নিষ্কাষিত কৰিলে। তাৰ পাছত সূৰ্য্য, অগ্নি প্ৰভৃতিয়ে অৰ্ব্বাবসুক বৰ দান কৰিলে। ১৮-২০॥

তেতিয়া অৰ্ব্বাবসুৱে দেৱতাসকলৰ ওচৰত 'মোৰ পিতাই পুনৰ্জ্জীৱন লাভ কৰক, পৰাবসুৱে নিৰ্দ্দোষিতা লাভ কৰক, আৰু পিতৃ হত্যাৰ কথা পাহৰি যাওক'— এই তিনিটি বৰ প্ৰাৰ্থনা কৰিলে। ২১॥

লগে লগে প্ৰাৰ্থনা কৰিলে, ভৰদ্বাজ আৰু যৱক্ৰীতো পুনৰ্জ্জীৱিত হওক আৰু সূৰ্য্য-সম্বন্ধীয় ৰহস্যময় বেদমন্ত্ৰৰ প্ৰতিষ্ঠা হওক। অৰ্ব্বাবসুৱে এই প্ৰাৰ্থনা কৰাত দেৱতাসকলে 'এৱমস্তু' অৰ্থাৎ 'এয়েই হওক' বুলি বৰ দিলে। ২২॥

হে যুধিষ্ঠিৰ, তেতিয়া সকলোটি পুনৰ্জ্জীৱিত হ'ল। জীৱিত যৱক্ৰীতে অগ্নি প্ৰভৃতি দেৱতাসকলক সুধিলে, হে দেৱ, মই যথোচিতভাৱে বেদ অধ্যয়ন কৰিছো আৰু বেদোক্ত ব্ৰতৰ আচৰণ কৰিছো, মই নিত্য-বেদাধ্যায়ী আৰু তপস্বী, তথাপি ৰৈভ্য মুনিয়ে এনেকুৱা অনুচিত ৰীতিৰে মোক কেনেকৈ হত্যা কৰিলে। ২৩-২৪॥

দেৱতাবিলাকে ক'লে, হে যৱক্ৰীত, বিষয়টো তুমি কোৱাৰ দৰে হোৱা নাই। তুমি আগেয়ে গুৰুৰ আশ্ৰয় নোলোৱাকৈ বিনা পৰিশ্ৰমে বেদ

অধ্যয়ন কৰিছা। তেওঁ কিন্তু গুৰুক সন্তুষ্ট কৰি বহু দিন শাৰীৰিক ক্লেশ ভোগ কৰি উত্তম বেদ-জ্ঞান লাভ কৰিছে। ২৫-২৬ ॥

লোমশই ক'লে, হে ৰজা, অগ্নি প্ৰভৃতি দেৱতাসকলে সকলোকে পুনৰ্জ্জীৱিত কৰি যৱক্ৰীতকো এনে উপদেশ দি স্বৰ্গ-ধামলৈ গুচি গ'ল। ২৭ ॥

হে ৰাজশ্ৰেষ্ঠ, সেইখনেই এই পৱিত্ৰ ৰৈভ্য মুনিৰ আশ্ৰম। এই আশ্ৰম ফলেৰে উপচি পৰা বৃক্ষসমূহেৰে শোভমান। এই আশ্ৰমত বাস কৰি বহু পাপ নষ্ট কৰক। ২৮ ॥

ইতি মহাভাৰতৰ বনপৰ্ব্বৰ অন্তৰ্গত তীৰ্থযাত্ৰা-পৰ্ব্বত যৱক্ৰীতৰ পুনৰ্জ্জীৱন লাভ নামৰ অষ্টত্ৰিংশত্যধিকশততম অধ্যায়। ১৩৮ ॥

॥ অধ্যায় ১৩৯ ॥

## ॥ পাণ্ডৱসকলৰ দুৰ্গম উত্তৰ-খণ্ড যাত্ৰা ॥

লোমশই ক'লে, হে ভৰত-নন্দন মহাৰাজ যুধিষ্ঠিৰ, এই পৰ্য্যন্ত আপোনালোকে উশীৰ, বীজ, মৈনাক, শ্বেত আৰু কালশৈল নামৰ পৰ্ব্বতবোৰ অতিক্ৰম কৰি আহিল। ১ ॥

হে ভৰতশ্ৰেষ্ঠ, এই যে সপ্ত-ধাৰাত প্ৰৱাহিত গঙ্গা নদী দেখা গৈছে, এইখন ৰজোগুণৰ সম্পৰ্কবিহীন পুণ্যময় তীৰ্থস্থান। ইয়াতেই অগ্নিদেৱ দিৱাৰাত্ৰি প্ৰজ্জ্বলিত হৈ আছে। ২ ॥

এইখন অতীৱ অদ্ভুত তীৰ্থ, ইয়াক আজিও সৰ্ব্বসাধাৰণে দৰ্শন কৰিব নোৱাৰে। গতিকে আপোনালোক সকলোৱে চিত্তৰ একাগ্ৰতা অৱলম্বন কৰি মনৰ ব্যাকুলতা এৰি পৰিদৰ্শন কৰক। ৩ ॥

এইখন দেৱতাসকলৰ চৰণ-চিহ্নেৰে সুশোভিত দিব্য-ক্ৰীড়াস্থলী। ইয়াকো একাগ্ৰচিত্তে দৰ্শন কৰক। হে কুন্তী-নন্দন, এই পৰ্য্যন্ত কালশৈল অতিক্ৰম কৰা হ'ল। এতিয়া শ্বেতগিৰি (কৈলাশ) মন্দাৰ পৰ্ব্বতৰ ভিতৰত প্ৰৱেশ কৰোঁহক। এয়ে যক্ষ আৰু যক্ষৰাজ কুবেৰৰ বাসস্থান। ৪-৫ ॥

হে মহাৰাজ, ইয়াতেই শীঘ্ৰ গমনশীল আশী হাজাৰ গন্ধৰ্ব্ব আৰু কিন্নৰ— ইয়াৰ চাৰিগুণ যক্ষ বাস কৰে। হে মানৱশ্ৰেষ্ঠ, এওঁলোকৰ ৰূপ আৰু শৰীৰৰ আকৃতি নানাতৰহৰ, তেওঁলোকে নানাপ্ৰকাৰ অস্ত্ৰ ধাৰণ কৰি যক্ষ-ৰাজ মণিভদ্ৰৰ উপাসনাত ৰত আছে। ৬-৭ ॥

এওঁলোক ইয়াত বৰ সমৃদ্ধিশালী, গমনত বায়ুৰ সমান, প্ৰয়োজন হলে ইয়াৰপৰা দেৱৰাজ ইন্দ্ৰকো স্বৰ্গচ্যুত কৰিব পাৰে। ৮ ॥

হে স্নেহাস্পদ যুধিষ্ঠিৰ, এই পৰ্ব্বত বলৱান যক্ষ-ৰাক্ষসেৰে সুৰক্ষিত, গতিকে অতীৱ দুৰ্গম। এই কাৰণে বিশেষভাৱে সংযত হওক। ৯ ॥

হে কুন্তীনন্দন, কুবেৰৰ সহকাৰী যক্ষগণ আৰু অন্যান্য ৰৌদ্ৰ আৰু মৈত্ৰ নামৰ ৰাক্ষসৰ ওচৰ পামগৈহক ; তেওঁলোকক অতিক্ৰম কৰিবলৈ পৰাক্ৰমৰ প্ৰয়োজন হব পাৰে, তাৰ কাৰণে সাৱধান হওক। ১০ ॥

হে ভাৰত, সৌৱা ছয় যোজন উচ্চ কৈলাস পৰ্ব্বত দেখা গৈছে। তালৈ দেৱতাসকল আহে আৰু তাতেই বিশালা (বদৰিকাশ্ৰম) তীৰ্থ বিৰাজমান হৈ আছে। ১১ ॥

কুবেৰৰ ৰাজ্যত অসংখ্য যক্ষ, ৰাক্ষস, কিন্নৰ, নাগ, সুপৰ্ণ আৰু গন্ধৰ্ব্বসকল নিবাস কৰে। ১২ ॥

হে মহাৰাজ, আপুনি ভীমসেনৰ বল আৰু মোৰ তপস্যা বলৰ দ্বাৰা ৰক্ষিত হৈ তপ আৰু ইন্দ্ৰিয় সংযম কৰি স্নান কৰক। ১৩ ॥

ৰজা বৰুণদেৱ, যুদ্ধজয়ী যম, গঙ্গা, যমুনা, আৰু এই পৰ্ব্বত— এওঁলোকেও আপোনাৰ মঙ্গল কৰক। ১৪ ॥

মৰুদ্‌গণ, অশ্বিনীকুমাৰ, নদী-সৰোবৰ এওঁলোকেও আপোনাৰ মঙ্গল বিধান কৰক। আৰু, হে কান্তিমান ৰজা, আপোনাৰ দেৱ, অসুৰ, অষ্টবসুসকলৰপৰাও মঙ্গল হওক। ১৫ ॥

হে ভাগীৰথী, ইন্দ্ৰৰ সুৱৰ্ণময় পৰ্ব্বতৰপৰা তোমাৰ কল-কল ধ্বনি শুনিবলৈ পাইছো, হে সৌভাগ্যশালিনী, অজমীঢ়-বংশোদ্ভৱ ক্ষত্ৰিয়সকলৰ আদৰণীয় এওঁ ৰজা যুধিষ্ঠিৰ, পৰ্ব্বতবিলাকৰপৰা এওঁক ৰক্ষা কৰোৱাঁ। ১৬ ॥

হে শৈলনন্দিনী, এওঁ এই পৰ্ব্বতমালাৰ ভিতৰত তোমাৰ খুজিছে, অনুগ্ৰহ কৰি তুমি এওঁক আশিষ প্ৰদান কৰাঁ। এই সাগৰগামী গঙ্গাৰ ওচৰত প্ৰাৰ্থনা কৰি লোমশ মুনিয়ে যুধিষ্ঠিৰক ক'লে, আপুনি এইবাৰ সংযত হওক। ১৭ ॥

লোমশ মুনিৰ কথা শুনি ৰজা যুধিষ্ঠিৰে সম্বোধন কৰি ক'লে, হে বন্ধুসকল, আজি মুনিবৰ লোমশৰ মনত কেনেকৈ এই দুৰ্গম পৰ্ব্বতমালা অতিক্ৰম কৰা যায়—ইত্যাদি চিন্তাৰে কিঞ্চিৎ ভয়ৰ সঞ্চাৰ হৈছে ; ই এটা অপূৰ্ব্ব ঘটনা, গতিকে তোমালোকে সাৱধান হৈ দ্ৰৌপদীক ৰক্ষা কৰাঁ, যাতে কোনো বিপদৰ সন্মুখীন হব নালাগে। মহৰ্ষি লোমশৰ মতে এই অঞ্চলটো অতি দুৰ্গম। সকলোৱে শুদ্ধাচাৰ ভাব ধাৰণ কৰাঁ। ১৮ ॥

বৈশম্পায়নে ক'লে, হে জনমেজয়, তাৰ পাছত ৰজা যুধিষ্ঠিৰে মহা বলী ভীমক কলে, হে ভাই, আজি আমাৰ ওচৰত অৰ্জ্জুন নাই, গতিকে তুমিয়েই সাৱধানে দ্ৰৌপদীক ৰক্ষা কৰাঁ, কাৰণ, কিবা ভয়ৰ হেতু উপস্থিত হ'লে তেওঁ তোমাকেই আশ্ৰয় কৰে। ১৯ ॥

তাৰ পাছত, বজাই নকুল-সহদেৱৰ ওচৰলৈ গৈ তেওঁলোকক চুমা খাই শৰীৰত হাত বুলাই চকুলো টুকি ক'লে, ভাই, তোমালোকে ভয় নকৰাতো? বলাঁ, সাৱধানে আগুৱাই বলাঁ। ২০ ॥

ইতি মহাভাৰতৰ বনপৰ্ব্বৰ অন্তৰ্গত তীৰ্থযাত্ৰা-পৰ্ব্বত পাণ্ডৱসকলৰ দুৰ্গম উত্তৰখণ্ড যাত্ৰা নামৰ একোনচত্বাৰিংশত্যধিকশততম অধ্যায়। ১৩৯ ॥

## ॥ অধ্যায় ১৪০ ॥

## ॥ পাণ্ডৱসকলৰ গন্ধমাদন-প্ৰবেশ ১ ॥

যুধিষ্ঠিৰে ক'লে, হে বৃকোদৰ, তাত বলৱান আৰু ডাঙৰ ভূতসকল অদৃশ্য-ভাৱে আছে, অগ্নি আৰু তপস্যাৰ সহায়তহে তালৈ যাব পৰা হয়। ১ ॥

শক্তিক আশ্ৰয় কৰি তুমি ক্ষুধা আৰু পিপাসা নিবাৰণ কৰাঁ; তাৰ পাছত, হে বৃকোদৰ, তুমি বল আৰু দক্ষতা অৱলম্বন কৰাঁ। ২ ॥

হে কুন্তী-পুত্ৰ ভীম, তুমি ঋষিৰ কথা শুনিছা; এতিয়া দ্ৰৌপদীয়ে কৈলাস পৰ্ব্বতলৈ কেনেকৈ যাব, তাক ভালদৰে চিন্তা কৰি চোৱাঁ। ৩ ॥

হে আয়তেক্ষণ পৰাক্ৰমী ভীম, অথবা তুমি সহদেৱ, ধৌম্য, সাৰথিসকল, পুৰবাসী-সকল, পৰিচাৰকসকল, ৰথ, অশ্ব আৰু পথশ্ৰম সহ্য কৰিব নোৱৰা বিপ্ৰসকলেৰে সৈতে ইয়াতেই থাকাঁ। ৪ ৫ ॥

ব্ৰত ধাৰণ কৰি অল্পাহাৰী হৈ আমি তিনিজন (মই, নকুল আৰু মহাতপস্বী লোমশ) যাওঁহক। ৬ ॥

মোৰ আগমনলৈ বাট চাই সমাহিত হৈ মই ঘূৰি নহালৈকে দ্ৰৌপদীক ৰক্ষা কৰি এই গঙ্গাদ্বাৰতেই তুমি বাস কৰাঁ। ৭ ॥

ভীমে ক'লে, হে ভাৰত, ৰাজপুত্ৰী দ্ৰৌপদী যদিও শ্ৰান্ত আৰু দুঃখাৰ্ত্ত তথাপি তেওঁ অৰ্জ্জুনক দৰ্শন কৰিবলৈ যাবই। ৮ ॥

যুদ্ধনিৰ্ভীক, মহাত্মা অৰ্জ্জুনক নেদেখিয়েই আপুনি অতিশয় উদাসীন হৈ পৰিছে, তদুপৰি যদি সহদেৱ, মোক আৰু কৃষ্ণকো নেদেখে তেনেহলে আপোনাৰ উদা-সীনতা আৰু বাঢ়িব। গতিকে দ্বিজসকল, পৰিচাৰকসকল, সাৰথি আৰু পুৰবাসী-সকল যাব নালাগে। মই কিন্তু এনেস্থলত আপোনাক এৰিবলৈ কোনোমতেই ইচ্ছা নকৰোঁ। ৯-১০ ॥

এই ৰাক্ষসপূৰ্ণ, দুৰ্গম আৰু বিষম পৰ্ব্বতত আপোনাক এৰিবলৈ ইচ্ছা নকৰোঁ। তদুপৰি পতিব্ৰতা, ভাগ্যৱতী, ৰাজপুত্ৰী দ্ৰৌপদীয়ে আপোনাক এৰিবলৈ কেতিয়াও

ইচ্ছা নকৰে। আপোনাৰ সদায় অনুগত সহদেৱৰো মই মনৰ কথা বুজিছো। তেওঁ কেতিয়াও নিবৰ্ত্তিত নহব। হে মহাৰাজ, সকলোৱেই অৰ্জ্জুনক চাবৰ কাৰণে পৰম ইচ্ছুক, গতিকে আমিও যাম। যদি শৃঙ্গবোৰৰ কাৰণে ৰথেৰে যোৱা অসম্ভৱ তেনেহ'লে আমি খোজ কাঢ়িয়েই যাম। হে মহাৰাজ, আপুনি আমাৰ প্ৰাৰ্থনা ভঙ্গ নকৰিব। পাঞ্চালীয়ে যিবোৰ ঠাইত খোজ কাঢ়িবলৈ অসমৰ্থ, মই তাত তেওঁক নিজে বহন কৰিম। ১২-১৬ ॥

হে মহাৰাজ, মই এইটোৱেই স্থিৰ কৰিছো। আপুনি যেন ইয়াৰ অন্যথা নকৰে। যিবোৰ দুৰ্গম ঠাই সুকুমাৰ বীৰ মাদ্ৰী-পুত্ৰ নকুল আৰু সহদেৱে অতিক্ৰম কৰিব নোৱাৰিব, সেই ঠাইবোৰত মই তেওঁলোকক বহন কৰিম। ১৭ ॥

যুধিষ্ঠিৰে ক'লে, হে ভীম, তুমি যে যশস্বিনী পাঞ্চালী আৰু নকুল সহদেৱক বহন কৰিম বুলি কৈছা সেইবাবে তোমাৰ বল-শক্তি বৃদ্ধি হওক। এই কাৰ্য্য তোমাৰ বাহিৰে আনৰ দ্বাৰা সম্ভৱ হ'ব নোৱাৰে। তোমাৰ মঙ্গল হওক, বল, যশ, ধৰ্ম্ম আৰু কীৰ্ত্তি বৰ্দ্ধিত হওক। ১৮-১৯ ॥

তুমি যমজ ভাই দুজনক কৃষ্ণাৰে সৈতে বহন কৰিম বুলি উৎসাহিত হৈছা, তোমাৰ যেন গ্লানি আৰু পৰাভৱ কেতিয়াও নহয়। ২০ ॥

বৈশম্পায়নে ক'লে, তেতিয়া মনোৰমা পত্নী কৃষ্ণাই হাঁহি মাৰি ক'লে, হে মহাৰাজ, মইো যাম। আপুনি যেন মোৰ কাৰণে দুঃখিত নহয়। ২১ ॥

লোমশ মুনিয়ে ক'লে, হে কুন্তী-পুত্ৰ, তপস্যাৰ প্ৰভাৱতহে গন্ধমাদন পৰ্ব্বতলৈ যাব পাৰি। গতিকে আমি সকলোৱে তপস্যা গ্ৰহণ কৰিম। ২২ ॥

হে মহাৰাজ, নকুল, সহদেৱ, ভীমসেন, মই আৰু আপুনি অৰ্জ্জুনক দৰ্শন কৰিম। ২৩ ॥

বৈশম্পায়নে ক'লে, এইদৰে আলোচনা কৰি কৰি গৈ থাকোঁতে তেওঁলোকে মহান সুবাহু ৰাজ্য দেখি আনন্দিত হ'ল। ২৪ ॥

হিমালয়ত অৱস্থিত সেই সুবাহু-ৰজাৰ ৰাজ্য অসংখ্য হাতী, ঘোঁৰা, কিৰাত, তঙ্গন, পুলিন্দ আৰু নানাবিধ আচৰিত বস্তুৰে পৰিপূৰ্ণ। ৰজা সুবাহুৱেও তেওঁ-লোকক দেখি পূজা কৰি আহ্বান জনালে। ২৫ ॥

কুলিন্দসকলৰ ৰজাৰ দ্বাৰা সম্মানিত হৈ তেওঁলোকে সেই ৰাজ্যত সুখেৰে বাস কৰিলে। ২৬ ॥

পিচদিনাখন ৰাতিপুৱা বিমল সূৰ্য্য উদয় হোৱাত পাণ্ডৱসকলে হিমগিৰি পৰ্ব্ব-তৰ ফালে আগ বাঢ়িবলৈ ধৰিলে। তাৰ আগতে ইন্দ্ৰসেন প্ৰমুখ্যে ভৃত্যসকলক, পুৰবাসীসকলক, ৰান্ধনীসকলক আৰু দ্ৰৌপদীৰ পৰিচাৰকসকলক কুলিন্দসকলৰ ৰজাৰ ওচৰত ৰাখিলে। ২৭-২৮ ॥

মহাবলী পাণ্ডৱসকল কৃষ্ণাৰে সৈতে সেই দেশৰপৰা আনন্দিত হৈ যাবলৈ ধৰিলে, আৰু অৰ্জ্জুনক চাবলৈ লাহে লাহে আনন্দেৰে গমন কৰিলে। ২৯ ॥

ইতি মহাভাৰতৰ বনপৰ্ব্বৰ অন্তৰ্গত তীৰ্থ-যাত্ৰা-পৰ্ব্বত পাণ্ডৱসকলৰ গন্ধমাদন প্ৰৱেশঃ ১ নামৰ চত্বাৰিংশত্যধিকশততম অধ্যায়। ১৪০ ॥

॥ অধ্যায় ১৪১ ॥

## ॥ পাণ্ডৱসকলৰ গন্ধমাদন-প্ৰৱেশ ২ ॥

যুধিষ্ঠিৰে ক'লে, হে ভীমসেন, নকুল, সহদেৱ আৰু পাঞ্চালী, তোমালোকে এই বনচৰসকললৈ চোৱাঁ। সিসকলক লক্ষ্য কৰিলে বুজিব পাৰিবা, প্ৰাক্তন কৰ্ম্মৰ বিনাশ নাই। ১ ॥

আমি দুৰ্ব্বল, ক্লিষ্ট, আৰু আসক্ত হোৱা সত্ত্বেও ধনঞ্জয়ক চাবলৈ পৰস্পৰৰ সহায়ত যাত্ৰা কৰিমহক। ২ ॥

মহাবীৰ ধনঞ্জয়ক ওচৰত নেদেখা কাৰণে মোৰ শৰীৰটো তুলাৰাশিক অগ্নিয়ে পোৰাৰ নিচিনাকৈ পুৰিব লাগিছে। ৩ ॥

অৰ্জ্জুনক দেখাৰ ইচ্ছা, তোমালোক অনুজসকলেৰে সৈতে বনবাস, দ্ৰৌপদীৰ কেশ-গ্ৰহণ আৰু সেই বীৰ অৰ্জ্জুনৰ বিচ্ছেদে মোক দহন কৰিব লাগিছে। ৪ ॥

হে বৃকোদৰ, মহাধনুৰ্দ্ধাৰী, অজেয়, শক্তিশালী, নকুলৰ অগ্ৰজ পাৰ্থক নেদেখি মই তাপিত হৈছো। ৫ ॥

তেওঁৰ দৰ্শন-লাভৰ আশাতেই তোমালোকৰ লগত তীৰ্থবোৰত আৰু ৰমণীয়-বন, সৰোবৰ আদিত বিচৰণ কৰিব লাগিছো। ৬ ॥

আজি পাঁচ বছৰে সত্যসন্ধ বীৰ ধনঞ্জয়ক দেখা নাই। হে বৃকোদৰ, সেই-কাৰণেই মই সন্তপ্ত হৈছো। ৭ ॥

হে বৃকোদৰ, সিংহবিক্ৰান্তগামী, জিতনিদ্ৰ, শ্যামবৰ্ণৰ অৰ্জ্জুনক নেদেখি মই সন্তাপ পাইছো। ৮ ॥

যুদ্ধত সুনিপুণ অস্ত্ৰধাৰী, অতুলনীয় ধনুষ্মান অৰ্জ্জুনক নেদেখি মই সন্তাপিত হৈছো। ৯ ॥

শত্ৰুসকলৰ মাজত ক্ৰুদ্ধ যমৰ দৰে বিচৰণকাৰী, মদমত্ত হাতীৰ নিচিনা, সিংহ-স্কন্ধ, ইন্দ্ৰৰ নিচিনা বীৰ্য্যৱান আৰু ঐশ্বৰ্য্যশালী, অতুলনীয় বিক্ৰমশালী, যমজ ভ্ৰাতৃৰ অগ্ৰজ, অজেয় আৰু উগ্ৰ ধনুৰ্দ্ধাৰী অৰ্জ্জুনক নেদেখি মই অতি দুঃখিত হৈছো। ১০-১২ ॥

অতি ক্ষুদ্ৰ লোকে তিৰস্কাৰ কৰিলেও অৰ্জ্জুন সদায় ক্ষমাশীল আৰু সৎ পথত চলা লোকসকলৰ আশ্ৰয় আৰু অভয়দাতা। ১৩ ॥

তেওঁ যুদ্ধত কুটিল পথ অৱলম্বন কৰি মায়াৰে বধ কৰিবৰ ইচ্ছা কৰা বজ্ৰধৰ ইন্দ্ৰৰ পক্ষেও কালসৰ্পৰ নিচিনা। ১৪ ॥

অমিতাত্মা, মহাবলী, প্ৰতাপী অৰ্জ্জুন শৰণাগত শত্ৰুৰ প্ৰতি মৰমিয়াল আৰু অভয়-দাতা। ১৫ ॥

আমাৰ সকলোৰে তেওঁ আশ্ৰয়, তেওঁ যুদ্ধত শত্ৰুহন্তা। তেওঁ সকলো ৰত্নৰ আৰোহণ-কৰ্ত্তা আৰু আমাৰ সকলোৰে তেওঁ সুখৰ কাৰণ। ১৬ ॥

অৰ্জ্জুনৰ বীৰ্য্যৰ প্ৰভাৱত মই দিব্য-বস্তুবোৰ লাভ কৰিছিলো। সেই নানা-জাতীয় বস্তুবোৰ এতিয়া দুৰ্য্যোধনে পাইছে। ১৭ ॥

যাৰ বাহুবলৰ কাৰণে আগতে মোৰ ৰাজসভা বীৰসভা আৰু সৰ্ব্বৰত্নময়ী সভা বুলি ত্ৰিভুৱনত বিখ্যাত আছিল, ১৮ ॥

বীৰ্য্যত যি বাসুদেৱৰ সমান, যুদ্ধত কাৰ্ত্তবীৰ্য্যৰ সমান, ৰণত অজেয় আৰু অতুলনীয় সেই অৰ্জ্জুনক মই দেখা নাই। ১৯ ॥

হে ভীম, শত্ৰুনাশক অৰ্জ্জুনে মহাবীৰ্য্যশালী সঙ্কৰ্ষণক (বলৰামক), অপৰাজিত তোমাক আৰু বাসুদেৱক বিক্ৰমত অনুকৰণ কৰিছে। ২০ ॥

যি অৰ্জ্জুন বাহুবল আৰু প্ৰভাৱত ইন্দ্ৰৰ সমান, বেগত বায়ুৰ সমান, মুখৰ সৌন্দৰ্য্যত চন্দ্ৰৰ সমান আৰু ক্ৰোধত সনাতন যমৰ সমান সেই নৰশ্ৰেষ্ঠক চাবলৈ আমি সকলোৱে গন্ধমাদন পৰ্ব্বতত প্ৰৱেশ কৰিম। ২১-২২ ॥

সেই পৰ্ব্বতত বিশাল বগৰী গছেৰে সৈতে নৰনাৰায়ণৰ আশ্ৰম আছে। সদায় যক্ষসকল বাস কৰা সেই উত্তম পৰ্ব্বতত আমি দেখা পাম। ২৩ ॥

ৰাক্ষসসকলে ৰক্ষা কৰি থকা কুবেৰৰ সৰোবৰলৈ মহাতপস্যা কৰি আমি খোজ কাঢ়ি যাম। ২৪ ॥

হে বৃকোদৰ, সেই ঠাইলৈ যান-বাহনেৰে যাব নোৱাৰি। নৃশংস, লুব্ধ আৰু অশান্তচিত্তসকলো তালৈ যাব নোৱাৰে। ২৫ ॥

আমি তৰোৱাল আদি অস্ত্ৰ ধাৰণ কৰি মহাব্ৰতী বিপ্ৰসকলৰ লগত অৰ্জ্জুনক বিচাৰি তালৈ যাম। ২৬ ॥

অপবিত্ৰ লোকসকলে তাত মক্ষিকা, দংশমশক, সিংহ, বাঘ, সৰীসৃপ আদিৰ লগ পায়; কিন্তু পবিত্ৰসকলে সেইবোৰ নেদেখে। ২৭ ॥

গতিকে আমি সংযমী আৰু পৰিমিতাহাৰী হৈ অৰ্জ্জুনক দৰ্শন কৰিবলৈ গন্ধ-মাদন পৰ্ব্বতত প্ৰৱেশ কৰিম। ২৮ ॥

ইতি মহাভাৰতৰ বনপৰ্ব্বৰ অন্তৰ্গত তীৰ্থ-যাত্ৰা-পৰ্ব্বত পাণ্ডৱসকলৰ গন্ধমাদন প্ৰৱেশঃ নামৰ একচত্বাৰিংশত্যধিকশততম অধ্যায়। ১৪১ ॥

॥ অধ্যায় ১৪২ ॥

## ॥ পাণ্ডৱসকলৰ গন্ধমাদন-প্ৰৱেশ: ৩ ॥

লোমশ মুনিয়ে ক'লে, তোমালোক সকলোৱে পৰ্ব্বত, নদী, নগৰ, কানন আৰু সুশ্ৰী তীৰ্থবোৰ দেখিছা, তদুপৰি তাৰ পানীও হাতেৰে স্পৰ্শ কৰিছা । ১ ॥

এই পথ দিব্য মন্দৰ-পৰ্ব্বতলৈ গৈছে । হে পাণ্ডৱসকল, তোমালোক সকলো সমাহিত আৰু নিৰুদ্বিগ্ন হোৱাঁ । ২ ॥

তোমালোকে দেৱতাসকলৰ, দিব্য ঋষিসকলৰ আৰু পুণ্যকৰ্ম্মাসকলৰ নিবাস এই পৰ্ব্বতলৈ যাব লাগিব । ৩ ॥

হে সৌম্য মহাৰাজ যুধিষ্ঠিৰ, এইখনেই পবিত্ৰ জল বহন কৰা পুণ্য গঙ্গানদী । এই নদীৰ উৎপত্তি স্থান বদৰী আৰু ইয়াক দেৱৰ্ষিসকলে অৰ্চ্চনা কৰি থাকে । ৪ ॥

এই নদীকেই আকাশগামী মহাত্মা বালখিল্যসকলে আৰু গন্ধৰ্ব্বসকলে অৰ্চ্চনা কৰে আৰু ইষ্ট-সিদ্ধিৰ কাৰণে প্ৰাৰ্থনা কৰে । ৫ ॥

মৰীচি, পুলহ, ভৃগু আৰু অঙ্গিৰা ঋষিয়ে ইয়াতেই পবিত্ৰ ধ্বনিযুক্ত সামগান গাইছিল । ৬ ॥

ইয়াতেই দেৱৰাজ ইন্দ্ৰই মৰুৎসকলেৰে সৈতে আহ্নিক-জপৰ অনুষ্ঠান কৰে আৰু সাধ্যসকল আৰু অশ্বিনীকুমাৰদ্বয়ে তেওঁক পৰিচৰ্য্যা কৰে । ৭ ॥

সূৰ্য্যোৰে সৈতে চন্দ্ৰমা, গ্ৰহবিলাকেৰে সৈতে নক্ষত্ৰসমূহ দিনত আৰু ৰাতি পৰ্য্যায়-ক্ৰমে এই নদীলৈ আহে । ৮ ॥

হে মহাভাগ, এই গঙ্গাদ্বাৰত (হৰিদ্বাৰত) ভগৱান শিৱই এই নদীৰ পানী মূৰেৰে ধাৰণ কৰিছিল, এই পানীৰ দ্বাৰা লোক-ৰক্ষা হয় । ৯ ॥

হে তাত, এই ভগৱতী দেৱী গঙ্গাক তোমালোক সকলোৱে সংযমী হৈ ওচৰলৈ গৈ অভিবাদন কৰাঁ । ১০ ॥

মহাত্মা লোমশ মুনিৰ সেই কথা শুনি পাণ্ডৱসকলে সংযত হৈ আকাশীগঙ্গাক অভিবাদন কৰিলে । ১১ ॥

আকাশীগঙ্গাক ধৰ্ম্মাচৰণকাৰী পাণ্ডৱসকলে অভিবাদন কৰি সংযত আৰু আনন্দিত হৈ আকৌ ঋষিসকলেৰে সৈতে আগ বাঢ়িবলৈ ধৰিলে । ১২ ॥

তাৰ পাছত নৰশ্ৰেষ্ঠ পাণ্ডৱসকলে দূৰৰপৰা চাৰিও দিশ ব্যাপি থকা মেৰৰ নিচিনা এটা বগা বস্তু দেখিলে । ১৩ ॥

তেতিয়া পাণ্ডৱসকলে সেই বিষয়ে কিবা প্ৰশ্ন কৰিব বুলি জানি প্ৰশ্নজ্ঞ লোমশ মুনিয়ে ক'লে, হে পাণ্ডুপুত্ৰসকল, শুনা। ১৪॥

এইবোৰ যে কৈলাস শিখৰৰ নিচিনাকৈ সুশ্ৰী পৰ্ব্বতৰ সমান উচ্চ হৈ আছে, সেইবোৰ মহাত্মা দৈত্য নৰকৰ অস্থি। পৰ্ব্বতৰ শিলবোৰৰ লগত লগ লাগি থকা বাবে পৰ্ব্বত যেন হৈ প্ৰকাশিত হৈ আছে। ১৫-১৬॥

পুৰাতন দেৱ ভগৱান বিষ্ণুৱে দেৱৰাজ ইন্দ্ৰৰ হিত-সাধনৰ কাৰণে নৰকাসুৰক হত্যা কৰিছিল। ১৭॥

দহ হাজাৰ বছৰ তপস্যা কৰি স্বাধ্যায় আৰু তপস্যাৰ প্ৰভাৱত তেওঁ ইন্দ্ৰপদ লাভ কৰিবলৈ ইচ্ছা কৰিছিল। ১৮॥

মহান তপোবল আৰু বাহুবলৰ প্ৰভাৱৰ দ্বাৰা সেই দিতিৰ পুত্ৰ নৰকাসুৰে দুৰ্দ্ধৰ্ষ হৈ দেৱতাসকলকক সদায় পৰাভূত কৰিছিল। ১৯॥

হে অনঘ, ইন্দ্ৰ তেওঁৰ বল আৰু ধৰ্ম্মাচৰণ দেখি ভয় খাই উদ্বিগ্ন হৈ পৰিছিল। ২০॥

তেতিয়া দেৱৰাজে ভগৱান অব্যয় বিষ্ণুক মনেৰে ধ্যান কৰাত সৰ্ব্বব্যাপী প্ৰভু আহি তাত উপস্থিত হ'ল। ২১॥

বিষ্ণুক দেখি ঋষিসকলে আৰু দেৱতাসকলে স্তুতি কৰিবলৈ ধৰিলে। ২৩॥

ভগৱান বিষ্ণু উপস্থিত হ'লত তেওঁৰ তেজৰ দ্বাৰা প্ৰজ্বলিত অগ্নিদেৱ নিস্তেজ হৈ পৰিল। দেৱতাৰ ঈশ্বৰ, বৰদদেৱ বিষ্ণুক দেখি বজ্ৰধাৰী ইন্দ্ৰই অঞ্জলিবদ্ধ আৰু প্ৰণত হৈ নমস্কাৰ কৰি তেওঁৰ ভয়ৰ কাৰণ জনালে। ২২-২৪॥

ভগৱান বিষ্ণুৱে ক'লে, হে ইন্দ্ৰ, দৈত্যৰাজ নৰকৰপৰা তোমাৰ ভয় উৎপন্ন হোৱা মই জানো। তপস্যা সিদ্ধিৰূপ কৰ্ম্মৰ দ্বাৰা তেওঁ ইন্দ্ৰপদ পাবলৈ অভিলাষ কৰিছে। ২৫॥

হে দেৱেন্দ্ৰ, নৰকে যদিও তপস্যাত সিদ্ধি লাভ কৰিছে, তথাপি মই তোমাৰ ওপৰত সন্তুষ্ট হৈ তেওঁৰ প্ৰাণ নিশ্চয় সংহাৰ কৰিম। তুমি মুহূৰ্ত্ত কাল অপেক্ষা কৰা। ২৬॥

তাৰ পাছত হাতেৰে আঘাত কৰি মহা তেজস্বী বিষ্ণুৱে নৰকাসুৰৰ চৈতন্য বিলুপ্ত কৰিলে আৰু সি আহত হৈ পৰ্ব্বত-ৰাজ হিমালয়ৰ দৰে মাটিত পৰি গ'ল। ২৭॥

বিষ্ণুৰ মায়াৰ দ্বাৰা নিহত হোৱা নৰকৰ এই অস্থিসমূহ ভগৱান বিষ্ণুৰ দ্বিতীয় কৰ্ম্মৰূপে প্ৰকাশিত হৈ আছে। ২৮॥

বসুমতী নষ্টপ্ৰায় হৈ পাতালত নিমজ্জিত হোৱাত একদন্ত বৰাহৰূপী বিষ্ণুৱে বসুমতীক উদ্ধাৰ কৰিছিল। ২৯॥

যুধিষ্ঠিৰে ক'লে, ভগৱান, আমাক বিস্তাৰিতভাৱে কওঁকচোন, কেনেকৈ নষ্ট হোৱা বসুমতীক বিষ্ণুৱে পুনৰায় এশ যোজন ওপৰলৈ তুলিলে, কেনেকৈনো জগতক ধাৰণ কৰি থকা, স্থিৰ, সকলো শস্যৰ জননী, মহাভাগ্যৱতী, পুণ্যময়ী দেৱী বসুমতী এশ যোজন তললৈ গ'ল? ৩০-৩২॥

সেই পৰমাত্মা বিষ্ণুৰ শক্তি কোনে দেখুৱালে ? হে দ্বিজশ্ৰেষ্ঠ, এই সকলো বৃত্তান্ত বিস্তাৰিতভাৱে মই আপোনাৰপৰা শুনিবলৈ ইচ্ছা কৰিছো। কাৰণ, এই সকলোবোৰ আপুনিহে জানে। ৩৩ ॥

লোমশ মুনিয়ে ক'লে, হে মহাৰাজ যুধিষ্ঠিৰ, তুমি মোক যি সুধিছা মই তাক বিস্তাৰিতভাৱে কওঁ শুনা। ৩৪ ॥

হে বৎস, প্ৰাচীন কালত যেতিয়া সত্য যুগ ভয়ঙ্কৰ হৈ উঠিছিল তেতিয়া পুৰাতন, আদিদেৱ বিষ্ণুৱে যমৰ কাৰ্য্য কৰিছিল। ৩৫ ॥

এইদৰে ধীমান, পৰম দেৱতা বিষ্ণুৱে যমৰ পদত অধিষ্ঠিত থকা কালত, হে ধাৰ্ম্মিক ৰজা, কোনো প্ৰাণীৰে মৃত্যু নহৈছিল, কিন্তু জন্ম-প্ৰৱাহ চলি আছিল। ৩৬ ॥

হে পুৰুষশ্ৰেষ্ঠ, এইদৰে পশু-পক্ষী, গৰু, ছাগলী, ঘোঁৰা, মৃগ, ৰাক্ষস আৰু মানুহ হাজাৰ হাজাৰ আৰু অযুত অযুত গুণে পানীৰ নিচিনাকৈ বাঢ়িবলৈ ধৰিলে। ৩৭ ॥

এইবিলাকেৰে পৰিপূৰ্ণ আৰু ভয়ঙ্কৰ হৈ অতিশয় ভাৰৰ কাৰণে বসুমতী এশ যোজন তললৈ গ'ল। ৩৯ ॥

এই মহাভাৰৰ দ্বাৰা পৃথিৱীয়ে সকলো অঙ্গতে ব্যথা পালে আৰু পৃথিৱীৰ চৈতন্য লুপ্তপ্ৰায় হ'লত পৃথিৱীয়ে দেৱশ্ৰেষ্ঠ নাৰায়ণক প্ৰণিপাত কৰি তেওঁৰ শৰণাগত হ'ল। ৪০ ॥

পৃথিৱীয়ে ক'লে, হে ভগৱান, আপোনাৰ অনুগ্ৰহতেই মই বহুত দিন ইয়াত স্থিতিশীল হৈ আছিলো। এতিয়া মহাভাৰৰ দ্বাৰা আক্ৰান্ত হৈ মই থাকিবলৈ অসমৰ্থ হৈ পৰিছো। ৫১ ॥

হে প্ৰভু, মোৰ এই ভাৰ আপুনি গুচাব লাগে। মই আপোনাৰ শৰণাগত হৈছো। হে বিভু, আপুনি দয়া কৰক। ৪২ ॥

পৃথিৱীৰ সেই প্ৰাৰ্থনা শুনি ভগৱান অবিনাশী বিষ্ণুৱে আনন্দিত হৈ সুমধুৰ বাক্যেৰে ক'লে। ৪৩ ॥

বিষ্ণুৱে ক'লে, হে ভাৰাৰ্ত্তা বসুধা, তুমি ভয় নকৰিবা। তুমি যাতে পাতল হ'ব পাৰা তাৰ ব্যৱস্থা মই এতিয়াই কৰোঁ। ৪৪ ॥

লোমশই ক'লে, এইদৰে বসুমতীক বিদায় দি বিষ্ণুৱে এটা দাঁত থকা অতি উজ্জ্বল বৰাহৰ ৰূপ ধাৰণ কৰিলে। ৪৫ ॥

ৰঙা চকুযুক্ত সেই বৰাহ সকলোৰে ভয় জন্মাই, উজ্জ্বল ধোঁৱাৰ বৰ্ণ ধাৰণ কৰি সেই ঠাইতে অতি বৃহৎ হৈ উঠিল। ৪৬ ॥

তেতিয়া অবিনাশী বিষ্ণুৱে উজ্জ্বল দাঁতটোৰে বসুমতীক এশ যোজন ওপৰলৈ তুলি দিলে। ৪৭ ॥

এইদৰে পৃথিৱীক ওপৰলৈ দাঙি ধৰোঁতে দেৱতা, ঋষি, তপোধন আদি সকলোৰে চাঞ্চল্য উপস্থিত হ'ল। ৪৮ ॥

স্বৰ্গ, আকাশ আৰু পৃথিৱীত হাহাকাৰ উঠিল, দেৱতা আৰু মনুষ্যসকল অস্থিৰ হৈ পৰিল। ৪৯ ॥

তেতিয়া ঋষিসকলেৰে সৈতে দেৱতাসকল বহি থকা উজ্জ্বল মূৰ্ত্তি ব্ৰহ্মাদেৱৰ ওচৰ চাপিল। ৫০ ॥

তেওঁলোক সকলোৱে বদ্ধাঞ্জলি হৈ লোক-সাক্ষী, দেৱশ্ৰেষ্ঠ ব্ৰহ্মাক কবলৈ ধৰিলে, ৫১ ॥

হে দেৱতাসকলৰ প্ৰভু, সমস্ত লোক চঞ্চল হৈছে, চৰাচৰ সকলো ব্যাকুল হৈ পৰিছে আৰু সাগৰবিলাক চঞ্চল হৈ উঠিছে। ৫২ ॥

এই সমগ্ৰ বসুমতী এশ যোজন দূৰলৈ গ'ল। কাৰ প্ৰভাৱত এনেকুৱা হ'ল? গোটেই জগৎ ব্যাকুল হৈ পৰিছে। হে প্ৰভু, আমি প্ৰায় সংজ্ঞাহীন হৈ পৰিছো। অনুগ্ৰহ কৰি আমাক ইয়াৰ কাৰণ কি কওক। ৫৩ ॥

ব্ৰহ্মাই ক'লে, হে দেৱতাসকল, তোমালোকৰ অসুৰৰপৰা কোনো ভয় নাই। কি কাৰণে এই চঞ্চলতা উপস্থিত হৈছে কওঁ শুনা। ৫৪ ॥

বসুমতী এশ যোজন তললৈ গৈছিল। পুনৰায় ইয়াক পৰমাত্মা বিষ্ণুৱে উদ্ধাৰ কৰিলে। পৃথিৱীক উদ্ধাৰ কৰা কাৰণে এই চাঞ্চল্যৰ উদ্ভৱ হৈছে: এই প্ৰকৃত কথা জানি তোমালোকে সংশয় ছেদ কৰা। ৫৫-৫৭ ॥

দেৱতাসকলে ক'লে, হে প্ৰভু, ক'ৰপৰা পৰমাত্মা বিষ্ণুৱে বসুমতীক উদ্ধাৰ কৰিলে? আমাক সেই ঠাইৰ কথা কওক, তালৈকে আমিও যাম। ৫৮ ॥

ব্ৰহ্মাই ক'লে, হে দেৱতাসকল, ভগৱান সুপৰ্ণ (স্বৰ্ণচূড়) বিষ্ণু এতিয়া নন্দন বনত আছে। তালৈ গৈ তেওঁক দৰ্শন কৰা, এয়া তেওঁ প্ৰকাশিত হৈ আছে। ৫৯ ॥

লোকভাৱন ভগৱান বিষ্ণুৱে বৰাহৰূপ ধাৰণ কৰি কালাগ্নিৰ দৰে প্ৰদীপ্ত হৈ পৃথিৱীক উদ্ধাৰ কৰিলে। ৬০ ॥

তেওঁৰ বক্ষত শ্ৰীবৎসাঙ্ক বিৰাজিত হৈ আছে। হে দেৱতাসকল, তোমালোকে সুস্থভাৱে থকা পৰম পুৰুষৰ দৰ্শন লাভ কৰাঁগৈ। ৬১ ॥

লোমশ মুনিয়ে কলে, তাৰ পাছত মহাত্মা বিষ্ণুক দৰ্শন কৰি আৰু বাক্য শ্ৰৱণ কৰি বিদায় লৈ দেৱতাসকল ব্ৰহ্মাক আগত লৈ নিজ নিজ ঠাইলৈ গ'ল। ৬২ ॥

বৈশম্পায়নে কলে, হে মহাৰাজ জন্মেজয়, পাণ্ডৱসকলে এইবোৰ কথা শুনি লোমশ মুনিয়ে নিৰ্দ্দেশ কৰা পথেৰে আনন্দিত হৈ বেগাই যাবলৈ ধৰিলে। ৬৩ ॥

ইতি মহাভাৰতৰ বনপৰ্ব্ব'ৰ অন্তৰ্গত তীৰ্থ-যাত্ৰা-পৰ্ব্ব'ত পাণ্ডৱসকলৰ গন্ধমাদন-প্ৰৱেশঃ ৩ নামৰ দ্বিচত্বাৰিংশত্যধিকশততম অধ্যায়। ১৪২ ॥

॥ অধ্যায় ১৪৩ ॥

## ॥ পাণ্ডৱসকলৰ গন্ধমাদন-প্ৰৱেশ ঃ ৪ ॥

বৈশম্পায়নে ক'লে, তাৰ পাছত সেই বীৰ, মহাশক্তিশালী, শ্ৰেষ্ঠ ধনুৰ্দ্ধাৰী পাণ্ডৱসকলে ধনু আৰু শৰেৰে পৰিপূৰ্ণ তূণ লৈ, ধনুৰ আঘাত বাৰণৰ বাবে চৰ্ম্মকোষ আৰু আঙুলি ৰক্ষাৰ কাৰণে চৰ্ম্মৰাখি, হাতত তৰোৱাল আৰু, দ্বিজশ্ৰেষ্ঠসকলক আৰু পাঞ্চালীক লগত লৈ গন্ধমাদন পৰ্ব্বতৰ ফালে যাবলৈ ধৰিলে। ১-২ ॥

যাওঁতে সৰোবৰ, নৈ, পৰ্ব্বত, বন আৰু পৰ্ব্বতৰ ওপৰত ছাঁ বিস্তাৰ কৰি থকা গছবোৰ দেখিলে। ৩ ॥

বীৰ পাণ্ডৱসকলে আত্মসংযমী হৈ নানা ফল-মূল ভক্ষণ কৰি ফুল-ফল থকা, ঋষিসকলৰ দ্বাৰা সেৱিত ঠাইবোৰ দেখিলে। নানা প্ৰকাৰৰ অসংখ্য হৰিণ চাই চাই বিষম সঙ্কটপূৰ্ণ বহুতো খলাবমা ঠাইত বিচৰণ কৰিলে। ৪-৫ ॥

ঋষি, সিদ্ধ আৰু দেৱতাসকল থকা, গন্ধৰ্ব্ব আৰু অপ্সৰাসকলৰ প্ৰিয় আৰু কিন্নৰসকল বিচৰণ কৰা সেই গন্ধমাদনত তেওঁলোক সোমালগৈ। ৬ ॥

হে মহাৰাজ, পাণ্ডৱসকলে গন্ধমাদনত সোমোৱা মাত্ৰেই প্ৰচণ্ড বতাহ আৰু বৰষুণ আৰম্ভ হ'ল। ৭ ॥

তেতিয়া ধূলি আৰু গছৰ পাতে বতাহত উৰি স্বৰ্গ, পৃথিৱী আৰু আকাশ হঠাতে আচ্ছন্ন কৰি পেলালে। ৮ ॥

ধূলিয়ে গোটেই আকাশ আবৃত কৰাত কোনো বস্তু চিনিব নোৱৰা হ'ল, ইজনে সিজনৰ লগত কথা পাতিবও নোৱৰা হ'ল। ৯ ॥

কোনেও কাকো নেদেখা হ'ল, চকু অন্ধকাৰে আৱৰি ধৰিলে, বতাহে শিলৰ গুৰি উৰাই দিলে। ১০ ॥

বতাহত ভগা গছবোৰ অনবৰত মাটিত বাগৰি পৰিবলৈ ধৰিলে আৰু ভয়ঙ্কৰ শব্দ হ'বলৈ ধৰিলে। ১১ ॥

বতাহৰ প্ৰভাৱত মোহিত হৈ তেওঁলোকে চিন্তা কৰিবলৈ ধৰিলে, সৰগখন পৰি গ'ল নেকি? পৃথিৱীয়েই বিদীৰ্ণ হ'ল নেকি? নাইবা পৰ্ব্বতেই পৰি গ'ল নেকি? ১২ ॥

তেতিয়া তেওঁলোকে বাটৰ কাষত থকা বল্মীক (উঁই-মাটি), গছ আৰু বিষম ঠাই হাতেৰে খেপিয়াই উলিয়াই বতাহৰ ভয়ত তাতেই লুকাই থাকিল। ১২ ॥

তাৰ পাছত মহাবলী ভীমসেন ধনু হাতত লৈ আৰু দ্ৰৌপদীক হাতত ধৰি এজোপা গছ আশ্ৰয় কৰি থাকিল। ১৪ ॥

ধৰ্ম্মৰাজ আৰু ধৌম্যই ভীষণ বনত আশ্ৰয় ল'লে, সহদেৱে অগ্নিহোত্ৰ গ্ৰহণ কৰি পৰ্ব্বতত আশ্ৰয় গ্ৰহণ কৰিলে। ১৫ ॥

নকুল, ব্ৰাহ্মণসকল আৰু মহাতপস্বী লোমশ ভয় খাই গছবোৰক আশ্ৰয় কৰি তাতে লুকাই থাকিল। ১৬ ॥

লাহে লাহে যেতিয়া বতাহ কমিল, ধূলিও কমি গ'ল, তেতিয়া মহা ধাৰাষাৰে বৰষুণ আৰম্ভ হ'ল। ১৭ ॥

বজ্ৰ-নিক্ষেপৰ দৰে ভয়ানক চট্‌ চট্‌ শব্দ হ'বলৈ ধৰিলে, আকাশত বিদ্যুৎ প্ৰকাশিত হ'বলৈ ধৰিলে। ১৮ ॥

তাৰ পাছত চাৰিওফালৰপৰা বৰষুণ-শিলেৰে সৈতে পানীৰ ধাৰা বেগবান বতাহৰ প্ৰভাৱত অনবৰত প্ৰৱাহিত হ'বলৈ ধৰিলে। ১৯ ॥

সাগৰগামী নদীবিলাক ফেনৰূপ-ভেলৰ দ্বাৰা ব্যাপ্ত কলুষিত পানীবোৰ বহন কৰি ভগা গছবিলাকক আকৰ্ষণ কৰি মহাশব্দেৰে প্ৰৱাহিত হ'বলৈ ধৰিলে। ২০ ॥

বতাহ যেতিয়া সাম্য হ'ল, শব্দও নাইকিয়া হ'ল আৰু পানী কমি গ'ল, তেতিয়া সূৰ্য্য উদিত হ'ল। ২২ ॥

সেই সময়ত বীৰসকল বাহিৰলৈ ওলাই আহিল আৰু লাহে লাহে গন্ধমাদন পৰ্ব্বতেদি যাত্ৰা কৰিলে। ২৩ ॥

ইতি মহাভাৰতৰ বনপৰ্ব্বৰ অন্তৰ্গত তীৰ্থ-যাত্ৰা-পৰ্ব্বত পাণ্ডৱসকলৰ গন্ধমাদন প্ৰৱেশঃ ৪ নামৰ ত্ৰিচত্বাৰিংশত্যধিকশততম অধ্যায়। ১৪৩ ॥

## ॥ অধ্যায় ১৪৪ ॥

# ॥ পাণ্ডৱসকলৰ গন্ধমাদন-প্ৰৱেশ : ৫ ॥

বৈশম্পায়নে কলে, মহাত্মা পাণ্ডৱসকল মাত্ৰ এক ক্ৰোশ (দুই মাইল) বাট গৈছে, এনেতে দ্ৰৌপদী খোজ কাঢ়িবলৈ অপাৰগ হৈ বহি পৰিল। ১ ॥

সেই বতাহ-বৰষুণৰ কাৰণে কষ্ট পাই পৰিশ্ৰান্ত হৈ সুকুমাৰতাৰ কাৰণে তপস্বিনী দ্ৰৌপদী মূৰ্চ্ছিতা হৈ পৰিল। ২ ॥

নীলনয়না দ্ৰৌপদীয়ে মূৰ্চ্ছা হেতুকে কঁপি কঁপি সুন্দৰ বৰ্ত্তুলাকাৰ বাহু দুটাৰে নিজৰ উৰু দুটাত ধৰিলে। ৩ ॥

তাৰ পাছত তেওঁ হাতীৰ শুঁড়ৰ নিচিনা উৰু দুটাত ধৰি কঁপি কঁপি হঠাতে কল গছৰ দৰে মাটিত ঢলি পৰিল । ৪ ॥

সুন্দৰী দ্ৰৌপদী সেইদৰে ঢালি যোৱা লতাৰ দৰে পৰি যোৱা দেখি শক্তিশালী নকুলে তৎক্ষণাৎ ওচৰলৈ গৈ দ্ৰৌপদীক ধৰিলে । ৫ ॥

নকুলে কলে, হে মহাৰাজ, অসিতেক্ষণা (নীলনয়না), পঞ্চাল-ৰাজৰ জীয়েক দ্ৰৌপদী ক্লান্ত হৈ মাটিত পৰি গ'ল, আপুনি তেওঁক চাওকহি । ৬ ॥

হে মহাৰাজ, মৃদুগামিনী দ্ৰৌপদীয়ে শ্ৰম কৰিব নোৱাৰে; তেওঁ বৰ কষ্ট পাইছে, আপুনি পৰিশ্ৰান্তা দ্ৰৌপদীক আশ্বাস দিয়ক । ৭ ॥

বৈশম্পায়নে কলে, মহাৰাজ যুধিষ্ঠিৰ সেই কথা শুনি অতি দুঃখিত হৈ ভীম আৰু সহদেৱৰ লগত শীঘ্ৰে দ্ৰৌপদীৰ ওচৰলৈ লৰি গ'ল । ৮ ॥

দ্ৰৌপদীক বিবৰ্ণ আৰু ক্ষীণ হোৱা দেখি ধৰ্ম্মাত্মা, কুন্তীপুত্ৰ যুধিষ্ঠিৰ আতুৰ হৈ পৰিল আৰু তেওঁক কোলাত লৈ তেওঁ বিলাপ কৰিবলৈ ধৰিলে । ৯ ॥

যুধিষ্ঠিৰে ক'বলৈ ধৰিলে, হায়, স্ত্ৰীশ্ৰেষ্ঠ দ্ৰৌপদী অতি সুখত সুৰক্ষিত গৃহত সুকোমল শয্যাত শয়ন কৰিছিল, এতিয়া মাটিত পৰি শুই আছে । ১০ ॥

সুন্দৰীৰ সুকুমাৰ চৰণ, পদুমৰ নিচিনা মুখ আজি মোৰ কাৰণে বিবৰ্ণ হৈ গৈছে । ১১ ॥

বুদ্ধিহীন হৈ পাশা খেলিবলৈ ইচ্ছা কৰি কি কাম কৰিলো । কৃষ্ণাক লগত লৈ মৃগপূৰ্ণ অৰণ্যত বনবাসী হলো । ১২ ॥

পাণ্ডৱসকলক পতিৰূপে পাই সুখী হ'ব বুলি আশা কৰি পিতৃ দ্ৰুপদ ৰজাই দীৰ্ঘনয়না দ্ৰৌপদীক বিবাহ দিলে । ১৩ ॥

মোৰ পাপকৰ্ম্মৰ কাৰণে তেওঁ কোনো প্ৰকাৰৰ সুখ নাপালে, বৰং শ্ৰমত ক্লান্ত হৈ আৰু শোকত অভিভূত হৈ পথ অতিক্ৰম কৰি মাটিত পৰি শুই আছে । ১৪ ॥

বৈশম্পায়নে ক'লে, এইদৰে বাৰে বাৰে ধৰ্ম্মৰাজ যুধিষ্ঠিৰে বিলাপ কৰি থাকোঁতে ধৌম্য আদি দ্বিজোত্তমসকল তালৈ গ'ল । ১৫ ॥

তেওঁলোকে আশীৰ্ব্বাদ-বাক্যেৰে আশ্বাস দি ৰক্ষোঘ্ন-মন্ত্ৰ জপ আৰু ক্ৰিয়াৰ অনুষ্ঠান কৰিবলৈ ধৰিলে । ১৬ ॥

মহৰ্ষিসকলে মন্ত্ৰ পাঠ কৰিলে, পাণ্ডৱসকলে শীতল বতাহেৰে শুশ্ৰূষা কৰাত পাঞ্চালীয়ে সুখ অনুভৱ কৰি লাহে লাহে চৈতন্য লাভ কৰিলে । ১৭-১৮ ॥

চেতনা লাভ কৰাত তপস্বিনী, দীনা দ্ৰৌপদীক পাণ্ডৱসকলে হৰিণচৰ্ম্মৰ শয্যাত বিশ্ৰাম কৰিবলৈ দিলে । ১৯ ॥

তেওঁৰ ৰঙা চৰণ দুখন নকুল আৰু সহদেৱে কিণযুক্ত (ধনুগুণৰ ঘৰ্ষণত চিহ্নিত) হাতেৰে লাহে লাহে সংবাহন কৰিবলৈ ধৰিলে । ২০ ॥

ধৰ্ম্মৰাজ যুধিষ্ঠিৰে তেওঁক আশ্বাস দিলে আৰু ভীমসেনক এইদৰে ক'বলৈ ধৰিলে, ২১ ॥

হে মহাবাহু ভীম, বিষম আৰু হিমৰ কাৰণে দুৰ্গম এই অসংখ্য পৰ্ব্বতত কৃষ্ণাই কেনেকৈ বিচৰণ কৰিব ? ২২ ॥

ভীমে ক'লে, হে মহাৰাজ, আপোনাক, ৰাজপুত্ৰী দ্ৰৌপদীক আৰু নকুল সহদেৱক মই নিজেই কঢ়িয়াই নিম। আপুনি বিষাদ নকৰিব। ২৩ ॥

হে অনঘ, মহাবীৰ্য্যশালী, আকাশগামী মোৰ সমান বলী হিড়িম্বাপুত্ৰ ঘটোৎকচে আপোনাৰ আদেশমতে আমাক সকলোকে বহন কৰিব। ২৪ ॥

বৈশম্পায়নে ক'লে, ধৰ্ম্মৰাজৰ আদেশ পাই ভীমে ৰাক্ষসপুত্ৰ ঘটোৎকচক স্মৰণ কৰিলে। পিতৃয়ে স্মৰণ কৰা মাত্ৰেই পাণ্ডৱসকলক আৰু ব্ৰাহ্মণসকলক অভিবাদন জনাই কৃতাঞ্জলি হৈ ঘটোৎকচ তাত উপস্থিত হ'লহি। মহাবাহু ঘটোৎকচ তেওঁলোকৰ দ্বাৰা অভিনন্দিত হৈ ভয়ঙ্কৰ পৰাক্ৰমী পিতৃ ভীমসেনক কলে, আপুনি মোক স্মৰণ কৰিছে, সেইকাৰণে মই শুশ্ৰূষা কৰিবলৈ শীঘ্ৰে আহিলো। হে মহাবাহু, মোক আজ্ঞা কৰক, মই নিঃসংশয়ে সকলো কাৰ্য্য সম্পাদন কৰিম। সেই কথা শুনি ভীমসেনে ৰাক্ষস ঘটোৎকচক সাৱট মাৰি ধৰিলে। ২৫-২৮ ॥

ইতি মহাভাৰতৰ বনপৰ্ব্বৰ অন্তৰ্গত তীৰ্থ-যাত্ৰা-পৰ্ব্বত পাণ্ডৱসকলৰ গন্ধমাদন প্ৰৱেশঃ ৫ নামৰ চতুঃশ্চত্বাৰিংশত্যধিকশততম অধ্যায়। ১৪৪ ॥

॥ অধ্যায় ১৪৫ ॥

## ॥ পাণ্ডৱসকলৰ গন্ধমাদন-প্ৰৱেশ : ৬ ॥

যুধিষ্ঠিৰে ক'লে, হে ভীম, ধৰ্ম্মজ্ঞ বলবান, বীৰ সত্যবাদী, ভক্তিমান পুত্ৰ ৰাক্ষসশ্ৰেষ্ঠ ঘটোৎকচে আমাক সোনকালে গ্ৰহণ কৰক। ১ ॥

হে ভয়ঙ্কৰ পৰাক্ৰমী ভীম, তোমাৰ বাহুবলৰ দ্বাৰা পাঞ্চালীৰে সৈতে মই গন্ধমাদনলৈ যাম। ২ ॥

বৈশম্পায়নে ক'লে, ভায়েকৰ কথা শুনি নৰশ্ৰেষ্ঠ ভীমসেনে শত্ৰুদমনকাৰী পুত্ৰ ঘটোৎকচক আদেশ দিলে। ৩ ॥

ভীমে ক'লে, হে আকাশগামী হিড়িম্বাপুত্ৰ, তোমাৰ মাতৃ দ্ৰৌপদী পৰিশ্ৰান্তা, তুমি কামগ, গতিকে তেওঁক বহন কৰঁা। ৪ ॥

তুমি তেওঁক কান্ধত লৈ আমাৰ মাজত থাকি নিম্ন আকাশ মাৰ্গেৰে লাহে লাহে যোৱাঁ, যাতে তেওঁ কষ্ট বোধ নকৰে। তোমাৰ মঙ্গল হওক। ৫ ॥

ঘটোৎকচে ক'লে, ধৰ্ম্মৰাজ, ধৌম্য, কৃষ্ণা আৰু নকুল-সহদেৱক মই অকলে বহন কৰিব পাৰিম। তদুপৰি মই আজি সহায়-সম্পন্ন। ৬ ॥

হে অনঘ, আন আন শ শ কামৰূপী আকাশগামী বীৰে আপোনালোকক ব্ৰাহ্মণসকলেৰে সৈতে বহন কৰি লৈ যাব। ৭ ॥

এই বুলি কৈ বীৰ ঘটোৎকচে পাণ্ডৱসকলৰ মাজত থাকি দ্ৰৌপদীক বহন কৰিলে আৰু অন্যান্য ৰাক্ষসবিলাকে পাণ্ডৱসকলক বহন কৰিলে। ৮ ॥

অতি তেজস্বী লোমশ মুনিয়ে নিজৰ প্ৰভাৱৰ দ্বাৰা দ্বিতীয় সূৰ্য্যৰ দৰে সিদ্ধ-মাৰ্গেৰে গমন কৰিলে। ৯ ॥

ৰাক্ষসৰাজ ঘটোৎকচৰ আদেশমতে ভয়ঙ্কৰ পৰাক্ৰমী ৰাক্ষসবোৰে সেই ব্ৰাহ্মণ-সকলক বহন কৰি লৈ গ'ল। ১০ ॥

এইদৰে অতি ৰমণীয় বন-উপবন আদি দৰ্শন কৰি তেওঁলোক সকলোৱে বিশাল বদৰিকাশ্ৰমলৈ যাত্ৰা কৰিলে। ১১ ॥

মহাবেগৱান ৰাক্ষসসকলে সেই বীৰসকলক বহন কৰি দীৰ্ঘ-পথ অতি অল্প-পথৰ দৰে অতিক্ৰম কৰিলে। ১২ ॥

তেওঁলোকে বাটত ম্লেচ্ছসকলৰ দ্বাৰা পৰিপূৰ্ণ, চাৰিওফালে নানা ৰত্ন থকা ধাতুপূৰ্ণ উপত্যকাবোৰ দেখিলে। ১৩ ॥

চাৰিওফালে বিদ্যাধৰ, বানৰ, কিন্নৰ, কিংপুৰুষ, গন্ধৰ্ব্ব, ময়ূৰ, চমৰ, ৰুৰু মৃগ, বৰাহ, মহিষ, গবয় আদিৰে পৰিপূৰ্ণ স্থান দেখিলে। ১৪-১৫ ॥

নানা নদী, নানা পক্ষী, মৃগ আৰু বানৰেৰে পৰিপূৰ্ণ ঠাই দেখিলে। মত্ত বিহগপূৰ্ণ গছবোৰ দেখিলে। তেওঁলোকে অৱতৰণ কৰি বহুত দেশ, উত্তৰ কুৰুদেশ আৰু বহুতো আচৰিত বস্তুৰে পৰিপূৰ্ণ কৈলাস পৰ্ব্বত দেখা পালে। সেই কৈলাসৰ ওচৰত নৰ-নাৰায়ণৰ আশ্ৰম দেখা পালে। ১৬-১৮ ॥

সেই আশ্ৰমখন সদায় পুষ্প-ফল থকা দিব্য বৃক্ষেৰে পৰিপূৰ্ণ। তাৰ পাছত অতি মনোৰম ডাল-পাতেৰে ঘূৰণীয়া আকৃতিৰ, ঘন ছায়া যুক্ত, সুশ্ৰী, স্নিগ্ধ আৰু কোমল ঘন পত্ৰযুক্ত, বিশাল শাখাযুক্ত, অতি বিস্তীৰ্ণ আৰু উজ্জ্বল, সুস্বাদু দিব্য ফলেৰে পৰিপূৰ্ণ, মহৰ্ষিসকলৰ দ্বাৰা সেৱিত আৰু মদপ্ৰমুদিত নানা পক্ষীৰে সদায় পৰিপূৰ্ণ সেই বদৰীবৃক্ষ দৰ্শন কৰিলে। ১৯-২২ ॥

দংশ-মশকহীন, বহুতো ফল-মূলযুক্ত, নীল ঘাঁহ-বনেৰে পৰিপূৰ্ণ, দেৱতা আৰু গন্ধৰ্ব্বৰ দ্বাৰা সেৱিত, স্বাভাৱিকতে সুন্দৰ, হিমৰ দ্বাৰা মৃদু আৰু শীতল, কণ্টক-শূন্য সেই ঠাইত বদৰী বৃক্ষৰ ওচৰত ব্ৰাহ্মণশ্ৰেষ্ঠসকলেৰে সৈতে মহাত্মা পাণ্ডৱসকল ৰাক্ষসবিলাকৰ কান্ধৰপৰা লাহে লাহে নামিল। ২৩-২৫ ॥

তাৰ পাছত পাণ্ডৱসকলে দ্বিজশ্ৰেষ্ঠসকলৰ লগত ৰমণীয় নৰ-নাৰাণৰ আশ্ৰম দেখা পালে। ২৬ ॥

সেই পুণ্যময় আশ্ৰম তমোগুণ-ৰহিত, তাত প্ৰখৰ সূৰ্য্যৰ কিৰণ নাই, ক্ষুধা, তৃষ্ণা, শীত, শোক আদি তাত নাই। ২৭ ॥

সেই আশ্ৰম মহৰ্ষিসকলৰ দ্বাৰা পৰিপূৰ্ণ, বেদাধ্যয়ন তাত চলিয়েই আছে, অধাৰ্ম্মিক লোকৰ তাত প্ৰবেশ নাই। ২৮ ॥

সেই আশ্ৰম দিব্য বলি-হোম, সম্মাৰ্জ্জন, অনুলেপন, দিব্যপুষ্প আদিৰে সুশোভিত হৈ বিৰাজ কৰিছে। ২৯ ॥

বিশাল অগ্নিগৃহ, সুন্দৰ সুন্দৰ যজ্ঞীয় বস্তু যথা পাত্ৰ, ডাঙৰ ডাঙৰ পানীৰ কলহ আৰু কৰণ্ড আদিৰে সুশোভিত, সকলো প্ৰাণীৰে আশ্ৰয় স্থল, ব্ৰহ্মঘোষৰ দ্বাৰা নিনাদিত শ্ৰমনাশক, দিব্য, সকলোৰে আশ্ৰয়ণীয় সেই আশ্ৰম তেওঁলোকে দেখিলে। ৩০-৩১ ॥

সেই আশ্ৰম অতিশয় শ্ৰীসম্পন্ন আৰু সত্যসঙ্কল্প আদিৰ দ্বাৰা সুশোভিত। তাত ফল-মূল-ভোজী, সংযমী, সুন্দৰ কৃষ্ণাজিন পিন্ধা, সূৰ্য্যৰ দৰে তেজস্বী, তপস্যা কৰি পৰমাত্মাক ধ্যান কৰি থকা, মোক্ষকামী, জিতেন্দ্ৰিয়, ব্ৰহ্ম-ৰূপ, মহাভাগ্যশালী, ব্ৰহ্মবাদী মহৰ্ষিসকল বাস কৰে। মহাতেজস্বী ধীমান ধৰ্ম্মপুত্ৰ যুধিষ্ঠিৰ সংযত আৰু শুচি হৈ ভ্ৰাতৃসকলেৰে সৈতে সেই ঋষিসকলৰ ওচৰলৈ গ'ল। দিব্যজ্ঞান লাভ কৰা, স্বাধ্যায়-নিৰত মহৰ্ষিসকলে আনন্দিত হৈ যুধিষ্ঠিৰ সেই ঠাই পোৱাত আগ বাঢ়ি আহি আশীৰ্ব্বাদ দিলে। ৩২-৩৬ ॥

পাৱকসদৃশ ঋষিসকল সন্তুষ্ট হৈ পানী ফল-মূলাদিৰে বিধিপূৰ্ব্বক তেওঁৰ সংকাৰ কৰিলে। ৩৭ ॥

যুধিষ্ঠিৰে মহৰ্ষিসকলৰ সংকাৰ আনন্দেৰে সংযত হৈ গ্ৰহণ কৰিলে। ৩৮ ॥

তাৰ পাছত যুধিষ্ঠিৰে দ্ৰৌপদী, পাণ্ডৱসকল আৰু বেদাঙ্গ-পাৰগ সহস্ৰ সহস্ৰ ব্ৰাহ্মণৰ লগত আনন্দিত হৈ দিব্যগন্ধি, মনোৰম, স্বৰ্গৰ দৰে পুণ্যময়, সুশোভিত শক্ৰসদন নামৰ মন্দিৰত প্ৰবেশ কৰিলে। ৩৯-৪০ ॥

ধৰ্ম্মাত্মা যুধিষ্ঠিৰে তাত দেৱতা আৰু দেৱৰ্ষিসকলে পূজা কৰা, ভাগীৰথীৰ দ্বাৰা শোভিত নৰ-নাৰায়ণৰ স্থান দেখা পালে। ৪১ ॥

নৰশ্ৰেষ্ঠ পাণ্ডৱসকলে তাত ব্ৰহ্মৰ্ষিসকলৰ দ্বাৰা সেৱিত সুমধুৰ দিব্যফল দেখিলে। ৪২ ॥

সেই ঠাই পাই মহাত্মা পাণ্ডৱসল ব্ৰাহ্মণসকলৰ লগত আনন্দেৰে থাকিল। ৪৩ ॥

তাৰপৰা নানা পক্ষীয়ে বাস কৰা মৈনাক পৰ্ব্বত, হিৰণ্য-শিখৰ আৰু পৱিত্ৰ বিন্দুসৰোবৰ দেখিলে। ৪৪ ॥

কৃষ্ণাৰ লগত পাণ্ডৱসকলে সকলো ঋতুতে ফুলেৰে উজ্জ্বল হৈ থকা মনোহৰ শ্ৰেষ্ঠ কাননত বিচৰণ কৰিবলৈ ধৰিলে। ৪৫ ॥

বিকশিত পুষ্পযুক্ত, চাৰিওফালে সুশোভিত, পৰিপূৰ্ণ, অবিৰল স্নিগ্ধ-পত্ৰৰ শীতল ছাঁৰে মনোৰম গছবোৰ দেখি তেওঁলোক আনন্দিত হ'ল। নিৰ্ম্মল পানী থকা বিচিত্ৰ সৰোবৰবিলাক কমল আৰু উৎপল আদিৰে চাৰিওফালে উজ্জ্বল হৈ থকা দেখি পাণ্ডৱসকল বৰ আনন্দিত হ'ল। ৪৬-৪৮

হে ৰজা, তাত পুণ্যগন্ধি, সুখাৱহ বতাহ বলি থকা বাবে পাণ্ডৱসকল দ্ৰৌপদীৰে সৈতে বৰ আহ্লাদিত হ'ল। ৪৯ ॥

মহাত্মা পাণ্ডৱসকলে বিশাল বদৰীৰ ওচৰত বিমল পঙ্কজপূৰ্ণ, মনি-প্ৰৱালৰ সোপান থকা, দিব্য পুষ্পপূৰ্ণ গছ থকা মনোহৰ ভাগীৰথী আৰু সীতা নামৰ সুন্দৰ তীৰ্থ দেখিলে। ৫০-৫১ ॥

তেতিয়া তেওঁলোকে দেৱষিসকল থকা পৰম দুৰ্গম ভাগীৰথীৰ পুণ্য জলত তৰ্পণ কৰিলে। ৫২ ॥

কুন্তীপুত্ৰ পাণ্ডৱকলে পৰম শুদ্ধ হৈ দেৱতা আৰু ঋষিসকলৰ তৰ্পণ কৰিলে আৰু জপ কৰিলে। ৫৩ ॥

পুৰুষশ্ৰেষ্ঠ পাণ্ডৱ সকলে ব্ৰাহ্মণসকলেৰে সৈতে তাত বাস কৰিলে। নৰশ্ৰেষ্ঠ দেৱতুল্য পাণ্ডৱসকলে কৃষ্ণাৰ বিচিত্ৰ ক্ৰীড়াবোৰ দেখি অতি আনন্দিত হ'ল। ৫৪ ॥

ইতি মহাভাৰতৰ বনপৰ্ব্বৰ অন্তৰ্গত তীৰ্থ-যাত্ৰা-পৰ্ব্বত পাণ্ডৱসকলৰ গন্ধমাদন-প্ৰৱেশঃ নামৰ পঞ্চচত্বাবিংশত্যধিকশততম অধ্যায়। ১৪৫ ॥

## ॥ অধ্যায় ১৪৬ ॥

# ॥ ভীমৰ কদলী-বনত প্ৰৱেশ ॥

বৈশম্পায়নে ক'লে, পুৰুষশ্ৰেষ্ঠ বীৰ পাণ্ডৱসকল ধনঞ্জয়ক চাবলৈ ইচ্ছুক হৈ সেই ঠাইত শুদ্ধাচাৰী হৈ ছয় ৰাতি বাস কৰিলে। ১ ॥

তাৰ পাছত উত্তৰ-পূবফালৰপৰা (ঈশান কোণৰপৰা) অহা বতাহে ইচ্ছা কৰি হঠাতে এটা সূৰ্য্যৰ দৰে উজ্জ্বল দিব্য পদ্ম ফুল, আনি তাত পেলালে। ২ ॥

সেই মনোৰম, দিব্যগন্ধি, পৱিত্ৰ পদ্‌ম ফুলপাহ বতাহে আনি মাটিত পেলাই দিয়া পাঞ্চালীয়ে দেখিলে। ৩ ॥

অতি উত্তম, সুন্দৰ, সৌগন্ধিক পদ্‌মপাহ সুন্দৰী দ্ৰৌপদীয়ে লাভ কৰি অতি আনন্দিত হৈ ভীমসেনক ক'লে, ৪ ॥

হে ভীমসেন, এই দিব্য, উত্তম, অতি উজ্জ্বল, সুগন্ধময় পুষ্পটি আপুনি চাওক। ই মোৰ মনত বৰ আনন্দ দিছে। ৫ ॥

হে পৰন্তপ, এইপুষ্প মই কাম্যক-আশ্ৰমত ধৰ্ম্মৰাজক প্ৰদান কৰিম। হে পাৰ্থ, যদি মই আপোনাৰ প্ৰিয়া হওঁ, তেনেহলে এনেকুৱা ফুল বহুতো মোৰ কাৰণে আপুনি আনি দিয়ক। মই সেইবোৰ কাম্যক-বনলৈ লৈ যাম। ৬-৭ ॥

শুভাপাঙ্গী, আনন্দিতা দ্ৰৌপদীয়ে ভীমসেনক এইদৰে কৈ ফুলপাহ হাতত লৈ ধৰ্ম্মৰাজৰ ওচৰলৈ গ'ল। ৮ ॥

পুৰুষশ্ৰেষ্ঠ মহাবলী ভীমে মহিষীৰ অভিপ্ৰায় বুজি প্ৰিয়াৰ আনন্দ বিধান কৰিবলৈ যাত্ৰা কৰিলে। ৯॥

বতাহে যি কালৰপৰা সেই ফুলপাহ আনিছিল সেই কালৰ সেই ধৰণৰ আন পুষ্প সংগ্ৰহ কৰিবলৈ ভীম শীঘ্ৰে গমন কৰিলে। ১০॥

স্বৰ্ণময় ধনু আৰু সৰ্পৰ দৰে শৰ হাতত লৈ ক্ৰুদ্ধ সিংহৰ দৰে আৰু মত্ত হাতীৰ দৰে তেওঁ গমন কৰিলে। ১১॥

গ্লানি, বিফলতা, ভয় আৰু সম্ভ্ৰমহীন বায়ুপুত্ৰ, মহাধনুৰ্দ্ধাৰী ভীমসেনক সকলো প্ৰাণীয়ে চাবলৈ ধৰিলে। ১২॥

দ্ৰৌপদীৰ প্ৰিয় কাৰ্য্য কৰিবলৈ তেওঁ বাহুবল আশ্ৰয় কৰি ভয় আৰু সংশয় পৰিত্যাগ কৰি গছ লতাৰে আচ্ছন্ন নীল শিলাতলযুক্ত পৰ্ব্বতত উঠিল। ১৩-১৪॥

কিন্নৰসকলৰ বাসস্থান, সৌন্দৰ্য্যশালী, নানা ধৰণৰ ধাতু, গছ, মৃগ, চৰাই আদিৰে পৰিপূৰ্ণ সুশোভিত পৰ্ব্বতত ভীমে বিচৰণ কৰিবলৈ ধৰিলে। ১৫॥

সেই পৰ্ব্বত সকলোপ্ৰকাৰৰ সৌন্দৰ্য্য-সম্পন্ন আৰু পৃথিৱীৰ ভুজদণ্ড-স্বৰূপ। চাৰিওফালে থকা ৰমণীয় গন্ধমাদনৰ শৃঙ্গবোৰলৈ দৃষ্টি নিক্ষেপ কৰি সুন্দৰ স্থানবোৰৰ কথা অন্তৰেৰে ভাবি পুংকোকিলৰ সকলো ৰব আৰু ভ্ৰমৰৰ গুঞ্জন শুনি, অনুক্ৰমে চকু, কাণ, মন বিভিন্ন বস্তুত দি অসীম বিক্ৰমশালী ভীম গমন কৰিলে। মহা-তেজস্বী, উদ্দাম, মত্ত হাতীৰ নিচিনা ভীমে সকলো ঋতুতে ফুলি থকা ফুলৰ ঘ্ৰাণ ললে। নানা ফুলৰ গোন্ধ বহন কৰা পুণ্যময় শীতল গন্ধমাদন বায়ুৰ যোগেদি পিতৃৰ স্পৰ্শ লাভ কৰি ভীমৰ শ্ৰম নিবাৰিত হ'ল। ১৬-২০॥

ফুলৰ কাৰণে যোৱা ভীমসেনে যক্ষ, গন্ধৰ্ব্ব, দেৱতা, ব্ৰহ্মৰ্ষিসকল বাস কৰা গন্ধ-মাদন দেখিলে। ২১॥

হালধীয়া, ক'লা আৰু বগা ৰঙৰ ধাতু-বিচ্ছেদৰ কাৰণে সপ্তপৰ্ণৰ পাতবিলাক নানা ৰঙেৰে ৰঞ্জিত হৈ যেন পৰ্ব্বতক ত্ৰিপুণ্ড্ৰাকাৰে অনুলেপন কৰিছে। দুই কাষত লাগি থকা মেঘৰ কাৰণে অনুমান হয় যে দুখন ডেউকাৰে সৈতে পৰ্ব্বতে নৃত্য কৰিছে। ২২॥

নিজৰাবিলাকৰ পানী বৈ থকা কাৰণে পৰ্ব্বতটো যেন মুক্তাৰ হাৰেৰে উজ্জ্বল হৈ আছে। অতি সুন্দৰ গুহা, নিজৰাৰ পানী আৰু উপত্যকাৰে সুশোভিত এয়ে সেই গন্ধমাদন পৰ্ব্বত। ২৩॥

অপ্সৰাসকলৰ নূপুৰৰ ধ্বনিৰ তালে তালে ময়ূৰবিলাকে তাত নৃত্য কৰিছে, প্ৰকাণ্ড হাতীয়ে গন্ধমাদনৰ শিলবোৰ দাঁতেৰে ঘৰ্ষণ কৰিছে। ২৪॥

পৰ্ব্বতৰ ওপৰৰপৰা নিৰ্ম্মল পানী সদায় তললৈ পৰি থকা কাৰণে দেখা যায় যেন গন্ধমাদনে পিন্ধা কাপোৰ সুলকি পৰিব খুজিছে। মুখত ঘাঁহ লৈ নিচেই ওচৰত সুস্থিৰভাৱে বিচৰণ কৰি থকা, ভয় নজনা হৰিণবিলাকে ভীমৰ ফালে চাইছে।

বায়ুপুত্ৰ শ্ৰীমন্ত ভীমে আনন্দেৰে ক্ৰীড়া কৰি যাওঁতে অসংখ্য লতা ভৰিৰে টানি টানি প্ৰিয়াৰ মনোৰথ পূৰ্ণ কৰাৰ মানসে যাবলৈ ধৰিলে । ২৬-২৭ ॥

দীঘল, সোণ-বৰণীয়া, সিংহৰ দৰে দৃঢ়াঙ্গ, যুৱক, মত্ত হাতীৰ নিচিনা পৰাক্ৰমী, বেগবান, ৰক্তচক্ষু, মত্ত হাতীৰ নিবাৰক, ৰূপৰ নতুন অৱতাৰ ভীমলৈ প্ৰিয়সকলৰ ওচৰত বহি থকা গন্ধৰ্ব্ব যুৱতীসকলে নিজে অদৃশ্যা হৈ একাগ্ৰমনে একে থৰে চাই থাকিবলৈ ধৰিলে ।২৮ ॥

ভীমেও ক্ৰীড়া কৰি ৰমণীয় গন্ধমাদনৰ শৃঙ্গবোৰত বিচৰণ কৰি ফুৰিবলৈ ধৰিলে আৰু লগে লগে দুৰ্য্যোধনে দিয়া বিবিধ ক্লেশৰ কথা চিন্তা কৰিবলৈ ধৰিলে । ২৯-৩১ ॥

বনবাসিনী দ্ৰৌপদীৰ প্ৰিয় কাৰ্য্য সাধন কৰিবলৈ ওলোৱা ভীমে চিন্তা কৰিবলৈ ধৰিলে, অৰ্জ্জুন স্বৰ্গলৈ গ'ল, মইয়ো পুষ্পৰ কাৰণে আহিলো, এতিয়া আৰ্য্য যুধিষ্ঠিৰে কি কৰিব ? নৰশ্ৰেষ্ঠ যুধিষ্ঠিৰে স্নেহবশতঃ আৰু বাহু-বলত বিশ্বাস কৰিব নোৱৰা হেতুকে নকুল আৰু সহদেৱক কোনো কাৰ্য্যলৈ নপঠিয়ায় । সৌগন্ধিক ফুলেই বা কেনেকৈ মই শীঘ্ৰে লাভ কৰোঁ ? এইদৰে চিন্তা কৰি নৰশ্ৰেষ্ঠ ভীমে সুশোভিত গিৰিশৃঙ্গবোৰলৈ চাই গৰুড়ৰ দৰে বেগবান হৈ যাবলৈ ধৰিলে । ৩২-৩৫ ॥

দ্ৰৌপদীৰ বাক্যকে পাথেয় বুলি গ্ৰহণ কৰি উৎসৱৰ সময়ৰ পয়োভৰৰ দৰে ভৰিৰে পৃথিৱী কঁপাই ভীম অতি শীঘ্ৰে যাবলৈ ধৰিলে । ৩৬ ॥

বায়ুবেগী ভীম এইদৰে যাওঁতে হাতীবিলাক ভীত হ'ল, সিংহ, বাঘ, মৃগ আদিও মৰ্দ্দিত হ'ল । ৩৭ ॥

মহাবৃক্ষবোৰক বেগেৰে উন্মূলিত আৰু মৰ্দ্দিত কৰি লতা আৰু বল্লী আদি কৰ্ষণ কৰি পাণ্ডুপুত্ৰ ভীমে পৰ্ব্বতৰ শৃঙ্গশিলাকত হাতীৰ দৰে বগাবলৈ ধৰিলে । ৩৮ ॥

বিদ্যুৎযুক্ত মেঘৰ দৰে ভীমে ভয়ঙ্কৰ গৰ্জ্জন কৰাত, সেই মহাশব্দ শুনি বাঘবিলাকে গুহা ত্যাগ কৰিলে । বনবাসীবোৰ লুকাল, সন্ত্ৰস্ত হৈ পক্ষীবোৰ উৰিবলৈ ধৰিলে, মৃগবোৰ পলাবলৈ ধৰিলে. ভালুকে গছ এৰিলে, সিংহই গুহা পৰিত্যাগ কৰিলে, মহাসিংহ আৰু মহিষবিলাকে বিজৃম্ভণ কৰিবলৈ ধৰিলে । ৩৯-৪১ ॥

ভীমৰ শব্দত ভয় খাই হস্তিনীবোৰক লগত লৈ হস্তীসমূহে সেই বন পৰিত্যাগ কৰি অন্য মহাবনলৈ প্ৰস্থান কৰিলে । ৪২ ॥

বৰাহ, মৃগ, বনৰীয়া মহিষ, বাঘ, শিয়াল আৰু গৱয়বোৰ পলাবলৈ ধৰিলে । ৪৩ ॥

চক্ৰবাক, ময়ূৰ, চাতক, হংস, কাৰণ্ডৱ, শুক, কোকিল, ক্ৰৌঞ্চ আদি চৰাইবিলাক অচেতনপ্ৰায় হৈ চতুৰ্দ্দিশে পলাবলৈ ধৰিলে । ৪৪ ॥

কিছুমান মদমত্ত হস্তী হস্তিনীৰ কাৰণে উত্তেজিত হৈ আৰু কিছুমান সিংহ আৰু বাঘ অতি ক্ৰুদ্ধ হৈ ভীমসেনৰ ফালে আগ বাঢ়ি গ'ল । ৪৫ ॥

কিছুমানে ভয়ত বিভ্রান্ত হৈ মল-মূত্র ত্যাগ কৰি মুখ মেলি ভীষণ গৰ্জ্জন কৰিবলৈ ধৰিলে। ৪৬ ॥

তাৰ পাছত বায়ুপুত্র বলবান পাণ্ডৱে ক্রুদ্ধ হৈ বাহুবল আশ্রয় কৰি হাতীৰ প্ৰহাৰেৰে হাতীক, সিংহৰ প্ৰহাৰেৰে সিংহক আৰু কিছুমানক হাতৰ আঘাতেৰেই হত্যা কৰিলে। সিংহ, বাঘ, তৰক্ষ আদি ভীমৰ দ্বাৰা আহত হৈ তেওঁক এৰি মল-মূত্র ত্যাগ কৰি ভয়তে পলাল। সিহঁতক দূৰীভূত কৰি মহাবলী, শ্রীমন্ত পাণ্ডুপুত্র ভীম গৰ্জ্জনেৰে চাৰিওদিশ মুখৰিত কৰি অতি বেগেৰে বনৰ মাজত সোমালগৈ। তাৰ পাছত মহাবাহু ভীমসেনে বহু যোজন বিস্তৃত হৈ থকা মনোৰম কদলীবোৰ গন্ধমাদনৰ শৃঙ্গবোৰত দেখিলে। সেইবোৰ দেখি মহাবলী ভীম গছবোৰৰ মাজত সোমালগৈ। ৪৭-৫১ ॥

ভীমসেনে মহাতেজস্বী দৰ্পিত নৰসিংহৰ দৰে গৰ্জ্জন কৰি মদস্রাৱী মহাহস্তীৰ দৰে বিবিধ গছ-গছনি ভাঙি, যক্ষসকলৰ তাল গছৰ দৰে অতি উচ্চ পতাকাবোৰ ভাঙি আৰু দলিয়াই যাবলৈ ধৰিলে। ৫২-৫৩ ॥

তেতিয়া অতি ডাঙৰ ডাঙৰ জন্তু আৰু মৃগ, বানৰ, সিংহ, মহিষ আদি সবোবৰবিলাকলৈ যাবলৈ আৰম্ভ কৰিলে। ৫৪ ॥

সিহঁতৰ চিঞৰ আৰু ভীমসেনৰ গৰ্জ্জনত অন্য বনত থকা মৃগ, পক্ষী আদিও সন্ত্রস্ত হ'ল। ৫৫ ॥

পশু-পক্ষীবোৰৰ কোলাহল হঠাতে শুনি পানীত থকা সহস্র সহস্র পক্ষী তিতা পাখিৰে উৰিবলৈ ধৰিলে। ৫৬ ॥

সেই জলচৰ চৰাইবিলাকক লক্ষ্য কৰি সিহঁতৰ ফালে যাওঁতে ভীমে অতি ডাঙৰ সবোবৰ এখন দেখা পালে। ৫৭ ॥

চাৰিওফালে বেৰি থকা সোণ-বৰণীয়া কদলী বৃক্ষবোৰে মৃদু বতাহৰ দ্বাৰা কম্পিত হৈ যেন সেই স্থিৰ সবোবৰক বা দি আছে। ৫৮ ॥

বলী ভীমে পদ্মপূৰ্ণ সবোবৰত নামি বন্ধনহীন মহাগজৰ দৰে ক্রীড়া কৰিবলৈ ধৰিলে। ৫৯ ॥

তাত ইচ্ছামতে ক্রীড়া কৰি অতি দীপ্তিমান ভীমসেন তাৰপৰা উঠি বহু গছেৰে পৰিপূৰ্ণ সেই বনৰ ভিতৰত সোমাবলৈ প্রস্তুত হ'ল। ৬০ ॥

শৰীৰৰ সমস্ত বল প্রয়োগ কৰি দ্বিতীয় পাণ্ডৱে অতি ডাঙৰ শব্দেৰে শঙ্খধ্বনি কৰাত চাৰিওদিশ নিনাদিত হ'ল। ৬১ ॥

শঙ্খৰ নিনাদত, ভীমৰ গৰ্জ্জনত আৰু উগ্রবাহু-শব্দত যেন পৰ্ব্বতৰ গুহা-বোৰো নিনাদিত হৈ উঠিল। ৬২ ॥

বজ্ৰপাতৰ দৰে সেই মহা ৰব শুনি পৰ্ব্বতৰ গুহাত থকা সিংহবিলাকেও মহা গৰ্জ্জন কৰিবলৈধ বিলে। ৬৩ ॥

হে ভাৰত, সিংহৰ গৰ্জ্জন শুনি ভয়ত ত্ৰস্ত হৈ হাতীবিলাকেও চিৎকাৰ কৰিবলৈ ধৰিলে আৰু সেই শব্দই গোটেই পৰ্ব্বত মুখৰিত কৰি তুলিলে। ৬৪ ॥

গজৰাজবোৰৰ সেই নাদ শুনি ভায়েক ভীমসেন অহা বুলি হনুমন্তই জানিব পাৰিলে। ৬৫ ॥

হনুমন্তই মনতে স্থিৰ কৰিলে, ভায়েক ভীমসেন সেই পথেৰে যোৱা উচিত নহব। গতিকে ভীমৰ মঙ্গলৰ বাবে স্বৰ্গলৈ যোৱা পথ বন্ধ কৰি দিলে। ৬৬ ॥

কদলীবৃক্ষমণ্ডিত অতি ঠেক পথত থাকি ভীমক অপায়-অমঙ্গলৰপৰা ৰক্ষা কৰিবলৈ পথ বন্ধ কৰিলে। ৬৭ ॥

পাণ্ডু-পুত্ৰ ভীম সেই পথেৰে গৈ যাতে অভিশপ্ত বা ধৰ্ষিত নহয় তাকে ভাবি তেওঁ কদলীবৃক্ষৰ মাজতে থাকিল। ৬৮ ॥

বানৰ হনুমান জৃম্ভণ কৰি কদলীবৃক্ষৰ মাজত নিদ্ৰিত হৈ পৰিল। ৬৯ ॥

জৃম্ভণ কৰি নিজৰ সুবিপুল আৰু ইন্দ্ৰৰ ধ্বজৰ দৰে দীঘল নেজেৰে তেওঁ ইন্দ্ৰৰ বজ্ৰপাতৰ নিচিনাকৈ শব্দ কৰিবলৈ ধৰিলে। ৭০ ॥

নেজৰ শব্দ পৰ্ব্বতে গুহাৰূপ মুখৰ দ্বাৰা গ্ৰহণ কৰি গৰুৰ শব্দৰ নিচিনাকৈ চাৰিওফালে প্ৰতিধ্বনিৰ সৃষ্টি কৰিলে। ৭১ ॥

নেজৰ আঘাতৰ শব্দত সেই মহা পৰ্ব্বতটো বিচলিত হ'ল আৰু পৰ্ব্বতৰ শৃঙ্গবোৰ বিঘূৰ্ণিত হৈ চাৰিওফালে পৰিবলৈ ধৰিলে। ৭২ ॥

নেজৰ শব্দই আৰু মত্ত হাতীৰ নাদে বিচিত্ৰ পৰ্ব্বত-শৃঙ্গবোৰত যেন লুকাই লুকাই বিচৰণ কৰিবলৈ ধৰিলে। ৭৩ ॥

ভীমসেনে সেই শব্দ শুনি আনন্দত পুলকিত হৈ শব্দ ক'ৰপৰা আহিছে তাকে বিচাৰি কদলী-বনত বিচৰণ কৰি ফুৰিবলৈ ধৰিলে। ৭৪ ॥

তাৰ পাছত কদলী-বনৰ মাজত এটা প্ৰকাণ্ড শিলৰ ওপৰত মহাবাহু ভীমে বানৰাধিপতি হনুমানক দেখা পালে। ৭৫ ॥

হনুমানৰ ৰূপ বিদ্যুৎপাতৰ দৰে দুৰ্নিৰীক্ষ্য পিঙ্গল আৰু চঞ্চল। তেওঁৰ নেজৰ শব্দ বজ্ৰপাতৰ দৰে ভয়ঙ্কৰ। ৭৬ ॥

তেওঁৰ বাহু চতুষ্কোণযুক্ত, ডিঙি শকত আৰু চুটি, কান্ধ অতি বহল আৰু শৰীৰৰ মাজভাগ ক্ষীণ। ৭৭ ॥

তেওঁৰ নেজৰ আগভাগ দীঘল নোমেৰে শকত হোৱাত পতাকাৰ দৰে বিৰাজিত হৈ আছে। ৭৮ ॥

হনুমানৰ ওঠ হ্ৰস্ব, জিহ্বা তাম্ৰবৰ্ণৰ, মুখ ৰঙা আৰু ভ্ৰূ চঞ্চল। বগা আৰু তীক্ষ্ণ দাঁতেৰে তেওঁৰ মুখখন শোভিত। ৭৯ ॥

ভীমে ৰশ্মিৱান চন্দ্ৰৰ নিচিনা মুখখন দেখিলে। হনুমানৰ মুখৰ ভিতৰত বগা দাঁতবোৰ দেখিলে এনেকুৱা অনুমান হয় যেন হনুমানৰ মুখমণ্ডল কেশৰ আৰু কলি থকা এথোপা অশোক ফুলহে। সোণ-বৰণীয়া কদলী বৃক্ষবিলাকৰ মাজত উজ্জ্বল

শিখাযুক্ত অগ্নিৰ নিচিনা শৰীৰ-বিশিষ্ট, পাতল পিঙ্গল বৰ্ণৰ চকুৰে চাই থকা হনুমানক ভীমে দেখিলে। ৮০-৮২ ॥

অতিকায়, মহাবলী, হিমালয় পৰ্ব্বতৰ দৰে স্বৰ্গপথ কদ্ধ কৰি থকা সেই বানৰশ্ৰেষ্ঠ হনুমানক অকলশৰীয়া অৰণ্যত সেই মহাবনত দেখি ভয়শূন্য, বলী, মহাবাহু ভীমসেনে তেওঁৰ ওচৰ চাপি বজ্ৰপাতৰ দৰে উগ্ৰ সিংহনাদ কৰিলে। সেই নাদ শুনি সকলো পশু-পক্ষী সন্ত্ৰস্ত হৈ উঠিল। ৮৩-৮৫ ॥

মহাবলী হনুমানে পাতল পিঙ্গল বৰ্ণৰ চকু দুটা অলপকৈ মেলি ভীমৰ ফালে অৱজ্ঞাৰে চালে আৰু মিচিকিয়াই হাঁহি মাৰি এইদৰে ক'বলৈ ধৰিলে। ৮৬ ॥

হনুমানে ক'লে, কগ্নাৱস্থাত মই সুখেৰে শুই আছিলো, কি কাৰণে মোক তুমি জগালাহি? তুমি জ্ঞানী, গতিকে তুমি প্ৰাণীবোৰক দয়া কৰা উচিত। ৮৭ ॥

তিৰ্য্যগ্‌যোনিত আমাৰ জন্ম, ধৰ্ম্মৰ বিষয়ে একো নাজানো; কিন্তু মানুহবিলাক বুদ্ধিমান আৰু তেওঁলোকে প্ৰাণীবোৰক দয়া কৰে। ৮৮ ॥

তোমাৰ দৰে বুদ্ধিমান লোক এজনে কি কাৰণত দেহ, বাক্য আৰু মন দূষিত কৰা ধৰ্ম্ম-বহিৰ্ম্মুখ ক্ৰূৰ কৰ্ম্মত আসক্ত হৈছা? ৮৯ ॥

সম্ভৱতঃ তুমি ধৰ্ম্মৰ বিষয়ে একো নাজানা, জ্ঞানীসকলৰ পৰিচৰ্য্যাও তুমি কৰা নাই। সেই হেতুকে অল্পবুদ্ধি বালকৰ দৰে পশুবোৰক পীড়া দিছা। ৯০ ॥

কোৱাঁচোন বাৰু তুমি কোন? কি কাৰণেই বা এই মানৱ-শূন্য বনলৈ আহিছা? ৯১ ॥

হে পুৰুষশ্ৰেষ্ঠ, তুমি কলৈ যাবা? এইখন অতি দুৰাৰোহ পৰ্ব্বত। তাক অতিক্ৰম কৰি যাব নোৱাৰিবা; হে বীৰ, এইটো দেৱলোকলৈ যোৱা পথ। মানুহ সেই পথেৰে কেতিয়াও যাব নোৱাৰে। ৯২-৯৩ ॥

হে বীৰ, তোমাৰ ওপৰত দয়া জন্মাৰ বাবেহে মই তোমাক বাধা দিছো। ইয়াৰপৰা তুমি এই পথেদি যাব নোৱাৰিবা। মোৰ কথাত বিশ্বাস কৰা। ৯৪ ॥

হে নৰশ্ৰেষ্ঠ, তোমাক আজি মই সকলোৱে কাৰে স্বাগত সম্ভাষণ জনাইছো। এই অমৃততুল্য ফল-মূল ভক্ষণ কৰি তুমি ঘূৰি যোৱাঁ। বৃথাতে মৃত্যুক বৰণ নকৰিবা। মোৰ কথা যদি গ্ৰহণ কৰা, তেতিয়া হ'লে হে মানৱশ্ৰেষ্ঠ, তুমি ঘূৰি যোৱাঁ। ৯৫-৯৬ ॥

ইতি মহাভাৰতৰ বনপৰ্ব্বৰ অন্তৰ্গত তীৰ্থ-যাত্ৰা-পৰ্ব্বত ভীমৰ কদলী বনত প্ৰৱেশ নামৰ ষট্‌চত্বাৰিংশত্যধিকশততম অধ্যায়। ১৪৬ ॥

॥ অধ্যায় ১৪৭ ॥

## ॥হনুমান আৰু ভীমৰ কথোপকথন ঃ ১॥

বৈশম্পায়নে ক'লে, মহাজ্ঞানী বানৰৰাজ হনুমানৰ সেই কথা শুনি শত্ৰুদমনকাৰী বীৰ ভীমসেনে ক'বলৈ ধৰিলে। ১ ॥

ভীমে ক'লে, তুমি কোন ? কি কাৰণত এই বানৰ-শৰীৰ ধাৰণ কৰিছা ? ব্ৰাহ্মণৰ পাছৰ ক্ষত্ৰিয় জাতিত মোৰ জন্ম। সোমবংশীয় কুৰুকুলত মোৰ জন্ম। মোৰ মাতৃ কুন্তী দেৱী আৰু পিতৃ বায়ু দেৱতা। পাণ্ডুপুত্ৰ ভীমসেন বুলি মোক সকলোৱে জানে। ২-৩ ॥

বায়ুপুত্ৰ হনুমানে অলপ হাঁহি কুৰুবীৰ, বায়ুতনয় ভীমৰ কথা শুনিলে আৰু এইদৰে উত্তৰ দিলে। ৪ ॥

হনুমানে ক'লে, মই এটা বানৰ। তোমাৰ অভিলষিত পথ মই এৰি নিদিম। তুমি নিৰাপদে এই ঠাইৰপৰা ঘূৰি যোৱা, তেতিয়াহ'লে তুমি কোনো বাধা নেপাবা। ৫ ॥

ভীমে ক'লে, হে বানৰ, বাধা-বিঘিনি যি হয় হ'ব ; সেইবোৰ তোমাক সোধা নাই। তুমি মোক কেৱল বাট এৰি দিয়া, উঠা, তোমাক মই কোনো কষ্ট নিদিওঁ। ৬ ॥

হনুমানে ক'লে, মোৰ উঠিবলৈ শক্তি নাই, মই ৰোগৰ দ্বাৰা পীড়িত। যদি একান্ত তোমাৰ যোৱাৰ প্ৰয়োজন, তেনেহ'লে মোৰ ওপৰেদি পাৰ হৈ যোৱা। ৭ ॥

ভীমে ক'লে, নিৰ্গুণ পৰমাত্মা সকলোৰে দেহত ব্যাপি আছে ; পণ্ডিতে জ্ঞানগম্য সেই পৰমাত্মাক মই কেতিয়াও অৱমাননা আৰু লঙ্ঘন নকৰোঁ। ৮ ॥

যদি মই ভূতভাৱন পৰমাত্মাক শাস্ত্ৰজ্ঞানৰ সহায়ত নাজানিলোহেঁতেন, তেনেহলে হনুমানে সাগৰ পাৰ হোৱাৰ দৰে মই তোমাক আৰু এই পৰ্ব্বত জঁপ মাৰি লঙ্ঘন কৰি গলোহেঁতেন। ৯ ॥

হনুমানে ক'লে, হে নৰশ্ৰেষ্ঠ, যদি জানা কোৱাঁচোন বাৰু হনুমান নামৰ সেইজন কোন—যি সাগৰ পাৰ হৈছিল ? ১০ ॥

ভীমে ক'লে, বানৰশ্ৰেষ্ঠ শ্ৰীমন্ত হনুমান মোৰ ভাই। তেওঁ গুণৰ কাৰণে শ্লাঘনীয় আৰু বুদ্ধি,পৰাক্ৰম আৰু বলযুক্ত। ১১ ॥

ৰামৰ পত্নীৰ কাৰণে বানৰৰাজ হনুমানে একে জ'াপতে এশ যোজন বহল সাগৰ লঙ্ঘন কৰিছিল। ১২॥

সেই মহাবীৰ্য্যশালী হনুমান মোৰ ভাই। শক্তিত মই তেওঁৰ সমান। বল, পৰাক্রম আৰু যুদ্ধত মই তোমাক পৰাভূত কৰিব পাৰোঁ। ১৩॥

উঠা, মোক বাট এৰি দিয়া। মোৰ কিমান শক্তি তুমি আজি চোৱাঁ। যদি তুমি মোৰ হুকুম অমান্য কৰা তেন্তে তোমাক মই যমৰ ঘৰলৈ পঠাম। ১৪॥

বৈশম্পায়নে ক'লে, ভীমক বাহু-বলৰ কাৰণে দৰ্পিত আৰু বলোন্মত্ত বুলি জানি, অন্তৰেৰে হাঁহি মাৰি হনুমানে এইদৰে ক'লে। ১৫॥

হনুমানে ক'লে, হে অনঘ, মোৰ ওপৰত সন্তুষ্ট হোৱাঁ। বাৰ্দ্ধক্যৰ কাৰণে মোৰ উঠিবলৈ শক্তি নাই। দয়া কৰি মোক নেজত ধৰি আঁতৰাই তুমি যোৱাঁগৈ। ১৬॥

বৈশম্পায়নে ক'লে, হনুমানে এইদৰে কোৱাত নিজ বাহু-বলৰ কাৰণে দৰ্পিত ভীমে হনুমানক বল-বিক্রমহীন বুলি ভাবিলে, ১৭॥

এই বল আৰু পৰাক্রমহীন বানৰক নেজত ধৰি যমৰ ওচৰলৈ পঠাওঁ। ১৮॥

অৱজ্ঞাসূচক হাঁহি এটা মাৰি ভীমে বাঁও হাতেৰে ধৰিলে; কিন্তু মহাকপি হনুমানৰ নেজ অলপমানো লৰচৰ কৰিব নোৱাৰিলে। ১৯॥

পুনৰাই দুই হাতেৰে মহাবলী ভীমে বজ্ৰৰ দৰে প্ৰকাণ্ড নেজডাল দাঙিবলৈ চেষ্টা কৰিলে, কিন্তু নোৱাৰিলে। ২০॥

তেতিয়া ভীমে ভ্ৰূ ওপৰলৈ তুলিলে, নেত্ৰ বিস্ফাৰিত কৰিলে, মুখ ভ্ৰূকুটিযুক্ত হ'ল আৰু শৰীৰ ভাগৰুৱা হৈ পৰিল। তেও নেজ ওপৰলৈ তুলিব নোৱাৰিলে। ২১॥

চেষ্টা কৰিও নেজ তুলিবলৈ অসমৰ্থ হৈ নেজডাল এৰি দি শ্ৰীমন্ত ভীম হনুমানৰ কাষত থিয় হৈ লাজত তলমূৰ কৰি থাকিল। ২২॥

তাৰ পাছত কুন্তীপুত্ৰ ভীমে অঞ্জলিবদ্ধ হৈ প্ৰণিপাত কৰি এইদৰে ক'লে, হে কপিশ্ৰেষ্ঠ, মোৰ প্ৰতি প্ৰসন্ন হোৱাঁ; মই তোমাক কৰ্কশ কথা কৈছো, গতিকে মোক ক্ষমা কৰা। ২৩॥

তুমি সিদ্ধ নে দেৱতা নে গন্ধৰ্ব্ব নে গুহ্যক, এইদৰে বানৰৰ ৰূপ ধাৰণ কৰি আছা? কৃপা কৰি মোক কোৱাঁ। ২৪॥

হে মহাবাহু, যদি তোমাৰ পৰিচয় গোপনীয় নহয় আৰু মই যদি শুনিবলৈ যোগ্য হওঁ তেনেহ'লে কোৱাঁ, মই শিষ্যৰ দৰে তোমাক সুধিছো আৰু তোমাৰ শৰণাগত হৈছো। ২৫॥

হনুমানে ক'লে, হে অৰিন্দম পাণ্ডুপুত্ৰ, যিহেতুকে মোৰ বিষয়ে ভালদৰে জানিবলৈ তোমাৰ কৌতূহল হৈছে, মোৰ পৰিচয় সম্পূৰ্ণৰূপে কওঁ শুনা। ২৬॥

হে কমলপত্ৰাক্ষ, কেসৰীৰ ক্ষেত্ৰত জগতৰ প্ৰাণবায়ুৰ দ্বাৰা মোৰ জন্ম, হনুমান নামৰ বানৰ মই। ২৭॥

মহাবীৰ্য্যশালী বানৰৰ বক্তাসকলে আৰু বানৰসকলৰ দলপতিসকলে সূৰ্য্যপুত্ৰ সুগ্ৰীৱ আৰু ইন্দ্ৰপুত্ৰ বালীৰ ওচৰ চাপিছিল। তেতিয়া অগ্নি আৰু বায়ুৰ যেনেকুৱা মিত্ৰতা মোৰ আৰু সুগ্ৰীৱৰ তেনেকুৱা মিত্ৰতা হ'ল। ২৮-২৯ ॥

কোনো কাৰণবশতঃ সুগ্ৰীৱ বালীৰ দ্বাৰা বিতাৰিত হয় আৰু মোৰ লগত ঋষ্যমূক পৰ্ব্বতত বহু কাল তেওঁ বাস কৰে। ৩০ ॥

তাৰ পাছত ভগৱান বিষ্ণু দশৰথৰ পুত্ৰ মহাবলী ৰাম-ৰূপে মানৱ-ৰূপ ধাৰণ কৰি পৃথিৱীত উপস্থিত হ'ল। ৩১ ॥

পিতৃৰ প্ৰীতিৰ কাৰণে শ্ৰেষ্ঠ ধনুৰ্দ্ধৰ ৰামে হাতত ধনু লৈ ভাৰ্য্যা আৰু ভায়েকেৰে সৈতে দণ্ডকাৰণ্যত আশ্ৰয় ল'লে। ৩২ ॥

দুৰাত্মা ৰাক্ষসৰাজ, বলী ৰাৱণে তেওঁৰ ভাৰ্য্যাক ছল কৰি বলপূৰ্ব্বক অপহৰণ কৰিলে। ৩৩ ॥

হে অনঘ, ৰাক্ষস মাৰীচে সুবৰ্ণ, ৰত্ন আদিৰে বিচিত্ৰ মৃগ ৰূপ ধাৰণ কৰি নৰশ্ৰেষ্ঠ ৰামক বঞ্চনা কৰিলে। ৩৪ ॥

ইতি মহাভাৰতৰ বনপৰ্ব্বৰ অন্তৰ্গত তীৰ্থ-যাত্ৰা-পৰ্ব্বত হনুমান আৰু ভীমৰ কথোপকথনঃ ১ নামৰ সপ্তচত্বাৰিংশত্যধিকশততম অধ্যায়। ১৪৭ ॥

॥ অধ্যায় ১৪৮ ॥

# ॥ হনুমান আৰু ভীমৰ কথোপকথন ঃ ২ ॥

হনুমানে ক'লে, ৰামৰ পত্নীক হৰণ কৰাত তেওঁক বিচাৰি ফুৰোঁতে ৰামে পৰ্ব্বতৰ শিখৰত বানৰশ্ৰেষ্ঠ সুগ্ৰীৱক দেখিলে। ১ ॥

মহাত্মা ৰামৰ সুগ্ৰীৱেৰে সৈতে বন্ধুত্ব হ'ল আৰু বালীক বধ কৰি সুগ্ৰীৱক ৰাজ্যত অভিষিক্ত কৰিলে। ২ ॥

সুগ্ৰীৱে ৰাজ্য লাভ কৰাৰ পাছত সীতাক বিচাৰিবলৈ হেজাৰ হেজাৰ বানৰ পঠিয়ালে। ৩ ॥

তাৰ পাছত বানৰবিলাকৰ লগত সীতাক বিচাৰি মই দক্ষিণ-দিশলৈ যাত্ৰা কৰিলোঁ। ৪ ॥

তাৰ পাছত মহাত্মা গৃধ্ৰ সম্পাতিয়ে মোক জনালে, সীতা ৰাৱণৰ প্ৰাসাদত আছে। ৫ ॥

অক্লিষ্টকৰ্ম্মা ৰামৰ কাৰ্য্য-সিদ্ধিৰ নিমিত্তে এশ যোজন বহল সাগৰ তৎক্ষণাৎ জঁপিয়াই পাৰ হ'লো। ৬ ॥

মই নিজ শক্তিৰে মকৰালয় সাগৰ পাৰ হৈ ৰাৱণৰ প্ৰাসাদত দেৱকন্যাৰ নিচিনা জনক ৰজাৰ কন্যা সীতাক দেখা পালো। ৰামৰ প্ৰিয়া বৈদেহী সীতা দেৱীক লগ ধৰিলো। ৭-৮ ॥

অট্টালিকা, প্ৰাকাৰ, তোৰণ আদিৰে পৰিপূৰ্ণ সমগ্ৰ লঙ্কা দহন কৰি শ্ৰীৰামচন্দ্ৰৰ নাম লঙ্কাত প্ৰকাশ কৰি মই ঘূৰি আহিলো। ৯ ॥

ৰাজীৱলোচন ৰামে মোৰ বাক্য বুজি বুদ্ধিৰ প্ৰভাৱেৰে মহাসমুদ্ৰত সেতু বান্ধি কোটি কোটি বানৰ সৈন্য লগত লৈ সাগৰ পাৰ হ'ল। তাৰ পাছত ৰামে বল-বিক্ৰমেৰে সকলো ৰাক্ষসকেই নিৰ্ম্মূল কৰিলে। ১০-১১ ॥

যুদ্ধত ৰাক্ষসবোৰক, ৰাক্ষসৰাজ ত্ৰিলোকৰ-পীড়াকাৰী ৰাৱণক আৰু তেওঁৰ ভ্ৰাতৃ, পুত্ৰ, বন্ধু-বান্ধৱক হত্যা কৰি ধাৰ্ম্মিক, ভক্ত আৰু অনুগতৰ প্ৰতি দয়ালু, ভক্তিমান, ৰাক্ষসেন্দ্ৰ বিভীষণক লঙ্কা ৰাজ্যত অভিষিক্ত কৰিলে। ১২-১৩ ॥

তাৰ পাছত লুপ্ত-বেদশ্ৰুতিৰ নিচিনাকৈ হৰণ কৰি নিয়া ভাৰ্য্যা সীতাক উদ্ধাৰ কৰি মহা যশস্বী ৰামে সতী পত্নীক লগত লৈ অতি শীঘ্ৰে শত্ৰুৰে জয় কৰিব নোৱৰা নিজ ৰাজধানী অযোধ্যালৈ আহি শত্ৰুসকলৰ প্ৰভু ৰঘুনন্দন তাত বাস কৰিবলৈ ধৰিলে। ১৪-১৫ ॥

নৃপতিশ্ৰেষ্ঠ ৰাম ৰাজ্যত প্ৰতিষ্ঠিত হ'ল। মই সেই ৰাজীৱলোচন ৰামচন্দ্ৰৰ ওচৰত বৰ প্ৰাৰ্থনা কৰিলো, ১৬ ॥

হে শত্ৰুনাশকাৰী শ্ৰীৰামচন্দ্ৰ, যেতিয়ালৈকে আপোনাৰ কথা ত্ৰিলোকত প্ৰচাৰিত হৈ থাকিব, তেতিয়ালৈকে যেন মই জীৱিত হৈ থাকোঁ। ৰামে "সেয়ে হওক" বুলি মোক ক'লে। ১৭ ॥

হে অৰিন্দম ভীম, সদায় মই ইয়াত থকা সত্ত্বেও সীতা দেৱীৰ প্ৰসাদত মোৰ ইচ্ছানুযায়ী দিব্য ভোগ ওচৰতে উপস্থিত হৈ থাকে। ১৮ ॥

তাৰ পাছত ৰামচন্দ্ৰ দহ হাজাৰ, দহ শ বছৰ ৰাজত্ব কৰি নিজ ধাম বৈকুণ্ঠলৈ গুচি গ'ল। ১৯ ॥

হে অনঘ, ইয়াত অপ্সৰাসকলে আৰু গন্ধৰ্ব্বসকলে সদায় বীৰ ৰামচন্দ্ৰৰ গুণানুকীৰ্ত্তন কৰি মোক আনন্দ দিয়ে। ২০ ॥

হে কুৰুনন্দন, এই পথ মৰণশীলসকলৰ অগম্য। সেই কাৰণে এই দেৱতাসকলৰ পথটো মই তোমাৰ কাৰণে বন্ধ কৰি আছো। ২১ ॥

হে ভৰতৰ বংশধৰ, তুমি যাতে অপমানিত বা অভিশপ্ত নোহোৱা সেইবাবে মই তোমাৰ পথ বন্ধ কৰিছিলো। এইটো দেৱতাৰ পথ। মনুষ্যৰ এই পথেদি গতি নাই। তুমি যি কাৰণে ইয়ালৈ আহিছা, সেই সৰোবৰ ইয়াতেই আছে। ২২ ॥

**ইতি মহাভাৰতৰ বনপৰ্ব্বৰ অন্তৰ্গত তীৰ্থ-যাত্ৰা-পৰ্ব্বত হনুমান আৰু ভীমৰ কথোপকথন ঃ ২ নামৰ অষ্টচত্বাৰিংশত্যধিকশততম অধ্যায়। ১৪৮ ॥**

॥ অধ্যায় ১৪৯ ॥

# ॥ হনুমান আৰু ভীমৰ কথোপকথন ঃ ৩ ॥

বৈশম্পায়নে ক'লে, মহাবাহু প্ৰতাপী ভীমসেনক হনুমানে এইদৰে কোৱাত ভীম অতি আনন্দিত হ'ল। তাৰ পাছত ভীমে ককায়েক কপিশ্ৰেষ্ঠ হনুমানক প্ৰণিপাত কৰি গদ্‌গদ বাক্যেৰে ক'বলৈ ধৰিলে, হে মহান, আপোনাৰ যে মই দৰ্শন লাভ কৰিলো, মোৰ সমান আৰু ভাগ্যৱান নাই। ১-২ ॥

মোৰ প্ৰতি আপোনাৰ পৰম অনুগ্ৰহ। আপোনাক দেখি মই বৰ সন্তোষ লাভ কৰিছো। দয়া কৰি মোৰ এটা প্ৰিয় কাৰ্য্য কৰিব লাগে। ৩ ॥

হে বীৰ, মকৰালয় সাগৰ লঙ্ঘন কৰোঁতে আপোনাৰ যি অতুলনীয় ৰূপ আছিল, সেই ৰূপ মই চাবলৈ ইচ্ছা কৰিছো। ৪ ॥

সেই ৰূপ দেখিলে মই সন্তোষিত হ'ম। তেজস্বী ভীমে এইদৰে কোৱাত হনুমানে হাঁহি মাৰি উত্তৰ দিলে, ৫ ॥

মোৰ সেই ৰূপ তুমি চাব নোৱাৰা আৰু আনেও চাব নোৱাৰে। সেইকালৰ অৱস্থা আন প্ৰকাৰৰ আছিল; আজি সেই অৱস্থা আৰু নাই। ৬ ॥

সত্য যুগত কালৰ প্ৰভাৱ আনৰকমৰ, ত্ৰেতা আৰু দ্বাপৰতো সেইদৰে ভিন্ন ভিন্ন অৱস্থা। এইবোৰেই কালৰ ধ্বংসকাৰী ৰীতি; গতিকে মোৰো এতিয়া আগৰ সেই ৰূপ নাই। ৭ ॥

যুগৰ পৰিৱৰ্ত্তনৰ লগে লগে সেই যুগৰ ধৰ্ম্ম অনুসাৰে ভূমি, নদী, পৰ্ব্বত, পাহাৰ, সিদ্ধ, দেৱতা আৰু মহৰ্ষিসকলো কালৰ লগত পৰিৱৰ্ত্তিত হয়। ৮ ॥

বল, শৰীৰ আৰু প্ৰভাৱো যুগৰ লগে লগে কম-বেছি হৈ থাকে। হে কুৰুবংশধৰ, সেইকাৰণে আগৰ সেই ৰূপ চাবলৈ ইচ্ছা কৰাৰ প্ৰয়োজন নাই। যুগৰ লগে লগে মই পৰিৱৰ্ত্তিত হৈ থাকোঁ, কাৰণ কালৰ প্ৰভাৱ দুৰতিক্ৰমণীয়। ৯ ॥

ভীমে ক'লে, আপুনি মোক যুগবোৰৰ সংখ্যা, বিভিন্ন যুগৰ আচাৰ, ধৰ্ম্ম, অৰ্থ, কাম, তত্ত্ব, শুভাশুভ কৰ্ম্ম, শক্তি আৰু উৎপত্তি-বিনাশ আদিৰ কথা কওক। ১০ ॥

হনুমানে ক'লে, সেইটোৱেই কৃত যুগ বা সত্য যুগ—যি যুগত ধৰ্ম্ম সনাতন। এই যুগোত্তম কৃত যুগত সকলো লোক কৃতকৃত্য। ১১ ॥

এই কৃত যুগত ধৰ্ম্মৰ হ্ৰাস নহয়, কোনো প্ৰাণীৰে বিনাশ নহয়। এই কাৰণে এই যুগৰ নাম কৃত যুগ। কালৰ গতিত এই যুগ মুখ্য হ'লেও গৌণ হৈ পৰিছে। ১২ ॥

সত্য যুগত দেৱতা, দানৱ, গন্ধৰ্ব্ব, যক্ষ, ৰাক্ষস, পন্নগ আদি একোৱেই নাছিল। তেতিয়া ক্রয় অথবা বিক্রয়ো নাছিল। ১৩ ॥

তেতিয়া চিত্ত-শুদ্ধিৰ কাৰণে সাম, ঋগ্, যজুঃ আদি বেদৰ ক্রিয়া আৰু কৃষি আদি লৌকিক কৰ্ম্ম নাছিল। তেতিয়া সঙ্কল্পৰ দ্বাৰা সকলো কৰ্ম্ম সিদ্ধ হৈছিল। সেই যুগত সন্ন্যাসেই আছিল এক মাত্র ধৰ্ম্ম। ১৪ ॥

সেই যুগত ব্যাধি, ইন্দ্রিয়ৰ ক্ষয়, অসূয়া, ৰোদন, দৰ্প, কপটতা, বৈৰিতা, আলস্য, দ্বেষ, পৈশুন্য, ভয়, সন্তাপ, ঈৰ্ষা, মাৎসৰ্য্য আদি নাছিল। ১৫-১৬ ॥

যোগীসকলৰ শ্রেষ্ঠ গতি আনন্দময় ব্ৰহ্মাই এক মাত্র উপাস্য আছিল। সকলোৰে আত্মা নাৰায়ণ আছিল সত্য যুগত শুক্লবৰ্ণ। ১৭ ॥

কৃত যুগত ব্ৰাহ্মণ, ক্ষত্রিয়, বৈশ্য আৰু শূদ্রসকল শমদমাদিযুক্ত আছিল। সকলো প্রজা নিজ নিজ কৰ্ম্মত নিৰত আছিল। ১৮ ॥

ব্ৰহ্মই এক মাত্র আশ্রয়ণীয়, আচৰণীয় আৰু জ্ঞাতব্য আছিল। তেতিয়া সকলো বৰ্ণৰ লোকে ব্ৰহ্মাই একমাত্র গতি বুলি জানি ধৰ্ম্ম অৰ্জ্জন কৰিছিল। ১৯ ॥

তেওঁলোক এক দেৱ (ব্ৰহ্ম), এক মন্ত্র (প্রণৱ), এক বিধি (বেদান্ত শ্রৱণাদি) আৰু এক ক্রিয়া (ধ্যানাদি)-পৰায়ণ আছিল। সকলোৱে ব্ৰহ্ম-প্রতিপাদক এক বেদ অৱলম্বন কৰি ব্ৰহ্ম-জ্ঞান ৰূপ এক ধৰ্ম্মত ব্ৰতী আছিল। ২০ ॥

চাৰি আশ্রমত থাকি কালোচিত কৰ্ম্মবোৰ নিষ্কামভাৱে কৰি শ্রেষ্ঠ গতি লাভ কৰিছিল। ২১ ॥

ব্ৰহ্মৰ লগত ঐক্য স্থাপন-ৰূপ ধৰ্ম্মই সত্য যুগৰ লক্ষণ। সত্য যুগত চাৰি বৰ্ণৰ ধৰ্ম্ম সম্পূৰ্ণাঙ্গ আৰু শাশ্বত। ২২ ॥

যি যুগত ত্রি-গুণৰ একত্রিতভাৱে প্রভাৱ নাই সেইটোৱেই কৃত যুগ। এতিয়া ত্রেতা যুগৰ কথা শুনা। এই যুগত যজ্ঞৰ প্রৱৰ্ত্তন হ'ল। কাৰণ এই যুগ ৰজোগুণ-প্রধান। ২৩ ॥

এই যুগত ধৰ্ম্মৰ এক পাদ হ্রাস হ'ল। এই যুগত মানুহবোৰ সত্যত প্রবৃত্ত আৰু ক্রিয়াৰূপ ধৰ্ম্মত আসক্ত হ'ল। ২৪ ॥

গতিকে যজ্ঞ, ধৰ্ম্ম আৰু বিবিধ ক্রিয়াৰ প্রৱৰ্ত্তন হ'ল এই ত্রেতা যুগত। ত্রেতাত বিশেষ বিশেষ সঙ্কল্প কৰি ক্রিয়া আৰু দান কৰিলে নিশ্চিত ফল লাভ হয়। ২৫ ॥

ত্রেতা যুগত মানুহবিলাক ধৰ্ম্মৰপৰা বিচলিত নহয়। তেওঁলোক তপস্যা আৰু দান-পৰায়ণ। সকলোৱেই ক্রিয়াৱান আৰু স্বধৰ্ম্মনিষ্ঠ। ২৬ ॥

দ্বাপৰ যুগত ধৰ্ম্মৰ দুই পাদ হ্রাস হ'ল। বিষ্ণুৱে পীত বৰ্ণ গ্রহণ কৰিলে আৰু বেদ চাৰি ভাগত বিভক্ত হ'ল। ২৭ ॥

কিছুমান লোকে চাৰি বেদ, কিছুমানে তিনি বেদ, কিছুমানে দুখন বেদ, কিছুমানে এখন বেদ অধ্যয়ন কৰে। কিছুমান বেদ অধ্যয়নৰপৰা একেবাৰে বিৰত থাকে। ২৮ ॥

এইদৰে শাস্ত্ৰবোৰ বিভিন্নভাগত বিভক্ত হোৱাত ক্ৰিয়াও নানাভাগত বিভক্ত হ'ল। লোকসকল তপস্যা আৰু দানত প্ৰবৃত্ত হৈ ৰজোগুণ-প্ৰধান হৈ পৰিল। ২৯ ॥

এক তত্ত্ব বা এক দেৱৰ জ্ঞান নথকা হেতুকে বেদ নানাভাগত বিভক্ত হ'ল। সাত্ত্বিক বুদ্ধিৰপৰা বিচলিত হোৱা কাৰণে কিছুমানে এক মাত্ৰ সত্যকেই আশ্ৰয় কৰিলে। ৩০ ॥

সত্যৰপৰা বিচলিত হোৱা কাৰণে নানা ব্যাধি উপস্থিত হ'ল। তদুপৰি কাম আৰু আন আন দৈৱিক উপদ্ৰৱ আৰম্ভ হ'ল। ৩১ ॥

মানুহবিলাকে কাম, ব্যাধি আদিৰ দ্বাৰা অতিশয় পীড়িত হৈ তপস্যা কৰিবলৈ ধৰিলে। ৩২ ॥

এইদৰে অধৰ্ম্ম-হেতুকে দ্বাপৰ যুগত প্ৰজাসকলৰ ক্ষয় হ'বলৈ ধৰিলে। কলি যুগত ধৰ্ম্মৰ মাত্ৰ এক পাদ হে বাকী থাকিল। ৩৩ ॥

এই তমোগুণ-প্ৰধান কলি যুগত ভগৱান কৃষ্ণ (ক'লা) বৰ্ণৰ হ'ল। বেদাচাৰ ধৰ্ম্ম, যজ্ঞ, ক্ৰিয়া আদি সকলো লুপ্তপ্ৰায় হ'ল। ৩৪ ॥

অতিবৃষ্টি, ব্যাধি, তন্দ্ৰা, ক্ৰোধ আদি দোষ, উপদ্ৰৱ, মানসিক অশান্তি, ক্ষুধা, ভয় আদি বৃদ্ধি হ'ল। ৩৫ ॥

যুগৰ আৱৰ্ত্তনত ধৰ্ম্ম নষ্ট হয়। ধৰ্ম্ম নষ্ট হলে লোকসকলবো নাশ হয়। ৩৬ ॥

লোকসকলৰ ক্ষয় হ'লে লোক-প্ৰৱৰ্ত্তক ধৰ্ম্ম-জ্ঞানাদিও ক্ষয়প্ৰাপ্ত হয়। যুগ-ক্ষয়ৰ কাৰণে ধৰ্ম্মবোৰে বিপৰীত ফলহে দিয়ে। ৩৭ ॥

এয়েই হ'ল কলি যুগ—যি যুগ অতি সোনকালে প্ৰৱৰ্ত্তিত হ'ব আৰু চিৰজীৱীসকলে যুগানুৱৰ্ত্তন কৰি থাকিব। ৩৮ ॥

হে শত্ৰুদমনকাৰী ভীম, মোৰ বিষয়ে বিশেষভাৱে জানিবলৈ তোমাৰ আগ্ৰহ হৈছে। অনৰ্থক কথা জানিবলৈ তোমাৰ কি কাৰণে মন হৈছে? ৩৯ ॥

হে মহাবাহু ভীম, তুমি মোক যি যুগ-সংখ্যাৰ কথা সুধিছা সেইবোৰ মই তোমাক ক'লো, তোমাৰ মঙ্গল হওক। এতিয়া তুমি যোৱাঁ। ৪০ ॥

ইতি মহাভাৰতৰ বনপৰ্ব্বৰ অন্তৰ্গত তীৰ্থযাত্ৰা-পৰ্ব্বত হনুমান আৰু ভীমৰ কথোপকথন : ৩ নামৰ ঊনপঞ্চাশত্যধিকশততম অধ্যায়। ১৪৯ ॥

॥ অধ্যায় ১৫০ ॥

# ॥ হনুমান আৰু ভীমৰ কথোপকথন ঃ ৪ ॥

ভীমে ক'লে, আপোনাৰ আগৰ ৰূপ দৰ্শন নকৰাকৈ মই কেতিয়াও ইয়াৰ-পৰা নাযাওঁ। যদি মই আপোনাৰ অনুগ্ৰহৰ পাত্ৰ হওঁ, তেনেহলে মোক আপুনি পূৰ্ব্ব-ৰূপ দেখুৱাওক। ১ ॥

বৈশম্পায়নে ক'লে, ভীমে এইদৰে কোৱাত হনুমানে হাঁহি মাৰি তেওঁক সেই সাগৰ লঙ্ঘন কৰা সময়ৰ ৰূপ দেখুৱালে। ২ ॥

ভায়েক ভীমৰ প্ৰিয়-কাৰ্য্য কৰিবলৈ ইচ্ছুক হৈ হনুমানে তেওঁৰ শৰীৰটো অতিশয় বিস্তাৰিত কৰিলে। ৩ ॥

অতুলনীয় দ্যুতিমান হনুমানে তেওঁৰ শৰীৰটোৰ প্ৰস্থেৰে গছ-গছনিৰে সৈতে কদলী-বনখন আচ্ছাদিত কৰিলে আৰু উচ্চতাত বিন্ধ্য পৰ্ব্বততকৈও ওখ হৈ থাকিল। ৪ ॥

তেওঁ মহা শৰীৰ ধাৰণ কৰি দ্বিতীয় পৰ্ব্বত এখনৰ দৰে হ'ল। তেতিয়া হনুমানৰ চকু ৰঙা, দাঁত তীক্ষ্ণ, মুখ কুটিল ভ্ৰূকুটিযুক্ত হৈ উঠিছিল। ৫ ॥

হনুমান দীঘল নেজেৰে চাৰিও দিশ ব্যাপি থাকিল। কৌৰব-নন্দন ভীমে ভায়েকৰ সেই ৰূপ দেখি অতি বিস্মিত আৰু আনন্দিত হ'ল। সূৰ্য্যৰ দৰে তেজস্বী, সুবৰ্ণৰ পৰ্ব্বতৰ দৰে উজ্জ্বল, আকাশৰ দৰে প্ৰদীপ্ত হনুমানক দেখি ভীমে চকু মুদিলে। তেতিয়া হনুমানে হাঁহি ভীমসেনক কবলৈ ধৰিলে, ৬-৮ ॥

হে অনঘ, তুমি মোৰ ৰূপ ইমানখিনিহে চাবলৈ সমৰ্থ, মই ইচ্ছানুসাৰে ইয়াতকৈ আৰু বৃদ্ধিপ্ৰাপ্ত হব পাৰোঁ। পৰাক্ৰমী শত্ৰুৰ সন্মুখত মই শক্তিৰ দ্বাৰা অতিশয় বৃহৎ আকৃতি ধাৰণ কৰোঁ। ৯ ॥

বৈশম্পায়নে ক'লে, পৱন-নন্দন ভীম হনুমানৰ সেই অদ্ভুত, অতি ভয়ঙ্কৰ বিন্ধ্য পৰ্ব্বতৰ দৰে শৰীৰ দেখি আচৰিত হ'ল। ১০ ॥

তেতিয়া মহাত্মা ভীমে আনন্দত পুলকিত হৈ কৃতাঞ্জলি হৈ সেই ৰূপ ধাৰণ কৰি থকা হনুমানক ক'লে, ১১ ॥

হে শক্তিমান, আপোনাৰ শৰীৰৰ বিপুলতা মই দেখিলো। হে মহা বীৰ্য্যশালী, এতিয়া আপুনি শৰীৰ সঙ্কুচিত কৰক। ১২ ॥

আপোনাৰ উদীয়মান সূৰ্য্যৰ নিচিনা উজ্জ্বল ৰূপ, মৈনাক পৰ্ব্বতৰ দৰে অপৰিমেয় আৰু অপৰাজেয় আকৃতি মই চাই থাকিব নোৱাৰোঁ। ১৩ ॥

হে বীৰ, আজি মোৰ মনত অতি বিস্ময় উপজিছে, কাৰণ ৰামচন্দ্ৰই আপুনি তেওঁৰ অনুচৰ হৈ থকা সত্ত্বেও নিজে ৰাৱণৰ বিৰুদ্ধে যুদ্ধ-যাত্ৰা কৰিছিল। ১৪ ॥

আপুনি অকলে যোদ্ধা আৰু বাহনবিলাকেৰে সৈতে লঙ্কাপুৰীখন নিজ বাহু-বলেৰে তৎক্ষণাৎ বিনাশ কৰিব পাৰে। ১৫ ॥

হে বায়ুপুত্ৰ, আপোনাৰ অপ্ৰাপ্য একো নাই। ৰাৱণ সমস্ত সৈন্য-সামন্ত লগত লৈয়ো যুদ্ধত অকলে আপোনাৰ সমকক্ষ হ'ব নোৱাৰে। ১৬ ॥

বৈশম্পায়নে ক'লে, ভীমসেনে বানৰ-শ্ৰেষ্ঠ হনুমানক এইবোৰ কথা কোৱাত হনুমানে স্নিগ্ধ আৰু গম্ভীৰভাৱে উত্তৰ দিবলৈ ধৰিলে। ১৭ ॥

হনুমানে কলে, হে ভীমসেন, তুমি যিবোৰ কথা কৈছা সেই সকলো সঁচা। ৰাক্ষসাধম ৰাৱণ মোৰ সমকক্ষ নহয়। ১৮ ॥

লোক-কণ্টক ৰাৱণক মই বধ কৰিলে ৰাঘৱৰ কীৰ্ত্তি হ্ৰাস হয়, সেই কাৰণেহে মই তাক বধ নকৰিলো। ১৯ ॥

বীৰ ৰাঘৱে ৰাৱণক আৰু তাৰ অনুচৰবোৰক বধ কৰি সীতাক নিজ ৰাজ-ধানীলৈ আনি জগতত কীৰ্ত্তি ৰাখিলে। ২০ ॥

হে বিপুল জ্ঞানৱান ভীম, তুমি ভ্ৰাতাৰ প্ৰিয় আৰু হিতত আসক্ত। বায়ুৰ দ্বাৰা পৰিৰক্ষিত হৈ বিঘ্ন-ৰহিত আৰু মঙ্গলময় পথেৰে যোৱাঁ। ২১ ॥

হে কুৰুশ্ৰেষ্ঠ, এইটোৱেই সৌগন্ধিক-বনলৈ যোৱা বাট। এই বাটে গৈ যক্ষ আৰু ৰাক্ষসসকলে ৰক্ষা কৰি থকা কুবেৰৰ উদ্যান দেখিবলৈ পাবা। ২২ ॥

তুমি নিজে বলেৰে পুষ্প চয়ন কৰা উচিত নহ'ব। মনুষ্যসকলে দেৱতাসকলক মান্য কৰা উচিত। ২৩ ॥

হে ভৰতকুলশ্ৰেষ্ঠ, দেৱতাসকলক বলি, হোম, নমস্কাৰ, মন্ত্ৰ আৰু ভক্তিৰে সন্তুষ্ট কৰিব লাগে। ২৪ ॥

তুমি সাহস পৰিত্যাগ কৰি স্বধৰ্ম্ম পালন কৰিবা। স্বধৰ্ম্মত থাকি পৰম ধৰ্ম্ম বুজি লবা আৰু তাক পালন কৰিবাঁ। ২৫ ॥

বৃহস্পতিৰ সমান জ্ঞানী লোকেও নিশিকাকৈ আৰু বৃদ্ধসকলৰ সেৱা নকৰাকৈ ধৰ্ম্মৰ প্ৰকৃত তত্ত্ব বুজিব নোৱাৰে। ২৬ ॥

কি কি ক্ষেত্ৰত অধৰ্ম্মও ধৰ্ম্ম হয় আৰু ধৰ্ম্মও অধৰ্ম্ম হয়, সেইবোৰ বিশেষ বিচাৰৰ দ্বাৰা জানিব লাগিব। বুদ্ধিহীনসকল এনেকুৱা ক্ষেত্ৰত বিমূঢ় হৈ পৰে। ২৭ ॥

আচাৰৰ দ্বাৰা ধৰ্ম্ম লাভ হয়, ধৰ্ম্মত বেদ প্ৰতিষ্ঠিত, বেদৰপৰা যজ্ঞৰ উৎপত্তি আৰু যজ্ঞৰ দ্বাৰা দেৱতাসকল সন্তুষ্ট হয়। ২৮ ॥

বেদাচাৰ বিধানোক্ত যজ্ঞৰ দ্বাৰা দেৱতাসকলে স্থিতি লাভ কৰিছে, বৃহস্পতি আৰু শুক্ৰৰ নীতি অৱলম্বন কৰি মনুষ্যসকলে স্থিতি লাভ কৰিছে। ২৯ ॥

সেৱা, বাণিজ্য, কৃষি, গো-পালন আদি ধৰ্ম্মমূলক জীৱিকা অৱলম্বন কৰি সকলো মানুহে জীৱন ধাৰণ কৰিছে। দ্বিজাতিসকলে বেদ, বাৰ্ত্তা আৰু দণ্ডনীতি জানিব লাগে। এই তিনি বিদ্যা যথাযথভাৱে প্ৰয়োগ কৰি লোকসকল চলিব লাগে। ৩০-৩১ ॥

লোকযাত্ৰা যদি ধৰ্ম্ম-পথে পৰিচালিত নহয় তেন্তে বেদ-ধৰ্ম্ম জগতত নাথাকিব। দণ্ডনীতি নাথাকিলে এই জগতখন সীমাহীন হৈ পৰিব। ৩২ ॥

বাৰ্ত্তা-ধৰ্ম্ম নাথাকিলে সকলো লোক বিনাশপ্ৰাপ্ত হ'ব। এই তিনি বিদ্যা ভাল-দৰে প্ৰযোজ্য হ'লে প্ৰজাসকল ধৰ্ম্মপৰায়ণ হ'ব। ৩৩ ॥

ঋত বা তত্ত্বজ্ঞানেই দ্বিজাতিসকলৰ একমাত্ৰ ধৰ্ম্ম। এই ধৰ্ম্ম সাত্ত্বিক ধৰ্ম্ম। যজ্ঞ, অধ্যয়ন আৰু দান সকলোৰে সাধাৰণ ধৰ্ম্ম। ৩৪ ॥

যাজন, প্ৰতিগ্ৰহ আৰু অধ্যাপনা বিপ্ৰসকলৰ ধৰ্ম্ম, ক্ষত্ৰিয়ৰ ধৰ্ম্ম পালন, বৈশ্য-সকলৰ ধৰ্ম্ম পোষণ। ৩৫ ॥

শূদ্ৰসকলৰ ধৰ্ম্ম হৈছে দ্বিজাতিসকলৰ শুশ্ৰূষা। গুৰু শুশ্ৰূষাকাৰী শূদ্ৰসকলৰ ভিক্ষা, হোম আৰু ব্ৰত নাই। ৩৬ ॥

হে কুন্তীপুত্ৰ ভীম, ক্ষত্ৰিয়ৰ পালন-ধৰ্ম্মই তোমাৰো ধৰ্ম্ম। তুমি বিনীত আৰু নিয়তেন্দ্ৰিয় হৈ স্বধৰ্ম্ম পালন কৰা। ৩৭ ॥

বৃদ্ধসকলৰ লগত মন্ত্ৰণা কৰি, সাধু, বুদ্ধিমান আৰু বেদজ্ঞসকলৰ অনুগ্ৰহ লাভ কৰি দণ্ডৰ দ্বাৰা শাসন কৰা। যিবোৰ ব্যসনত আসক্ত তেওঁলোক পৰাভূত হয়। ৩৮ ॥

ৰজাই যেতিয়া নিগ্ৰহ আৰু অনুগ্ৰহ যথাযথভাৱে প্ৰয়োগ কৰে তেতিয়া প্ৰজাসকল সুশৃঙ্খলিত হৈ থাকে। ৩৯ ॥

সেই কাৰণে ৰজাসকলে দেশ, দুৰ্গ, শত্ৰুবল, মিত্ৰবল, সিদ্ধিৰক্ষা, ক্ষয়, বৃদ্ধি আদি সকলো গুপ্তচৰৰ দ্বাৰা জানিব লাগে। ৪০ ॥

গুপ্তচৰ, বুদ্ধি, মন্ত্ৰণা, পৰাক্ৰম, নিগ্ৰহ আৰু অনুগ্ৰহ ৰজাৰ উপায় মাত্ৰ, দক্ষ-তাহে তেওঁৰ কাৰ্য্যসাধক। ৪১ ॥

ৰজাই সাম, দান, ভেদ, দণ্ড আৰু উপেক্ষাৰ দ্বাৰা কাৰ্য্য সাধন কৰিব লাগে। এইবোৰ আৱশ্যকমতে একে লগে বা এটা এটাকৈ প্ৰয়োগ কৰা উচিত। ৪২ ॥

নীতিৰ প্ৰয়োগ আৰু গুপ্তচৰৰ প্ৰয়োগ মন্ত্ৰণাপূৰ্ব্বকহে কৰিব লাগে। সুমন্ত্ৰণাৰ দ্বাৰা যিবোৰ সিদ্ধি হ'ব পাৰে সেই বিষয়ে দ্বিজসকলৰ লগত মন্ত্ৰণা কৰিব লাগে। ৪৩ ॥

স্ত্ৰী, মূঢ়, শিশু, লুভীয়া, চঞ্চল আৰু উন্মাদ লোকৰ লগত গূঢ় বিষয়ে মন্ত্ৰণা কৰা অনুচিত। ৪৪ ॥

বিদ্বানৰ লগতহে মন্ত্ৰণা কৰিব লাগে, সমৰ্থ লোকৰ দ্বাৰা কৰ্ম্ম কৰাব লাগে আৰু হিতাকাঙ্ক্ষী লোকৰ দ্বাৰা প্ৰজা, স্ত্ৰী, পুত্ৰ আদি ৰক্ষা কৰিব লাগে। মূৰ্খ-বিলাকক সকলো ক্ষেত্ৰতে বৰ্জ্জন কৰিব লাগে। ৪৫ ॥

ধৰ্ম্ম-কাৰ্য্যত ধাৰ্ম্মিকক, অৰ্থ-কাৰ্য্যত পণ্ডিতক, স্ত্ৰীসকলৰ কাৰ্য্যত ক্লীৱক, ক্ৰূৰ-কৰ্ম্মত ক্ৰূৰসকলক নিযুক্ত কৰিব লাগে। ৪৬ ॥

বিশেষ কার্য্য উপস্থিত হ'লে সেইটো গুপ্তচৰৰ দ্বাৰা কৰোৱা উচিত নে আনৰ দ্বাৰা কৰোৱা উচিত, সেইটো বুদ্ধিৰ দ্বাৰা ঠিক কৰা উচিত। শত্রু-পক্ষৰ বলাবলো জানিব লাগে। ৪৭ ॥

জীৱন ৰক্ষাৰ কাৰণে শৰণাগত হোৱা সাধুসকলক অনুগ্রহ কৰিব লাগে। অশিষ্ট আৰু উচ্ছৃঙ্খল লোকসকলক শাস্তি দিব লাগে। ৪৮ ॥

ৰজাই যেতিয়া নিগ্রহ আৰু অনুগ্রহ যথাযথভাৱে প্রয়োগ কৰে তেতিয়া প্রজা-সকলৰো মর্য্যাদা সুব্যৱস্থিত হৈ থাকে। ৪৯ ॥

হে পার্থ, দুর্ব্বিজ্ঞেয় ৰাজ-ধৰ্ম্মৰ বিষয়ে তোমাক সকলো ক'লো। তুমি এই ধৰ্ম্ম স্বধৰ্ম্ম বুলি জানি বিনয়ী হৈ পালন কৰিবা। ৫০ ॥

তপস্যা, ধৰ্ম্ম, দম আৰু যজ্ঞৰ দ্বাৰা বিপ্রসকল যিদৰে স্বর্গলৈ যায়, সেইদৰে দান, অতিথি-সৎকাৰ আদি ধৰ্ম্মৰ দ্বাৰা বৈশ্যসকলেও সদগতি লাভ কৰে। ৫১ ॥

সেইদৰে ক্ষত্রিয়সকলো পৃথিৱীত দুষ্টক নিগ্রহ আৰু সাধুক পালন কৰি স্বৰ্গলৈ যায়। কাম আৰু দ্বেষৰপৰা অ'াতৰত থাকি লোভহীন আৰু ক্রোধহীন হৈ সম্যকৰূপে দণ্ড বিধান কৰি ক্ষত্রিয়সকলে সজ্জনসকলৰ লোক লাভ কৰে। ৫২ ॥

ইতি মহাভাৰতৰ বনপৰ্ব্বৰ অন্তর্গত তীর্থযাত্রা-পৰ্ব্বত হনুমান আৰু ভীমৰ কথোপকথন : ৪ নামৰ পঞ্চাশদধিকশততম অধ্যায়। ১৫০ ॥

॥ অধ্যায় ১৫১ ॥

## ॥ হনুমান আৰু ভীমৰ কথোপকথন : ৫ ॥

বৈশম্পায়নে ক'লে, তেতিয়া হনুমানে নিজ ইচ্ছাৰ দ্বাৰা কৰা বিপুল শৰীৰ সঙ্কোচ কৰি দুই হাতেৰে ভীমসেনক আলিঙ্গন কৰিলে। ১ ॥

এইদৰে হনুমানে আলিঙ্গন কৰাত ভীমৰ সকলো শ্রম নাশ পালে আৰু তেওঁৰ ভাগ্য অনুকূল হ'ল। ২ ॥

ভীমে তেতিয়া শৰীৰত অতিশয় বল অনুভৱ কৰি ভাবিলে, তেওঁৰ সমান আৰু দ্বিতীয় বলৱান কোনো নাই। তাৰ পাছত হনুমানৰ চকুৰেদি আনন্দাশ্রু প্রৱাহিত হ'ল আৰু স্নেহবশতঃ কণ্ঠৰোধ হৈ গদ্‌গদ বাক্যেৰে ভীমসেনক তেওঁ ক'লে, হে বীৰ, তুমি নিজ বাসস্থানলৈ যোৱাঁ, প্রয়োজন হ'লে মোক স্মৰণ কৰিবাঁ। ৩-৪ ॥

কিন্তু মই ইয়াত থকা বুলি তুমি কেতিয়াও প্রকাশ নকৰিবা। হে মহাবলী ভীম, কুবেৰৰ প্রাসাদৰপৰা দেৱ-যুৱতী আৰু গন্ধৰ্ব্ব-যুৱতীসকল ইয়ালৈ সময়ে সময়ে

আহি থাকে। হে ভীম, আজি তোমাৰ মানৱ শৰীৰৰ স্পৰ্শ লাভ কৰি জগতৰ হৃদয়-নন্দন, সীতাৰ মুখপদ্মৰ সূৰ্য্য, দশাননৰূপ অন্ধকাৰৰ ভাস্কৰ, ৰাম নামধাৰী বিষ্ণুৰ অৱতাৰ ৰাঘৱৰ স্মৰণ হৈছে। মোৰ দৃষ্টি আজি সৱল হৈছে। হে কুন্তীপুত্ৰ, আমাৰ এই দৰ্শন তোমাৰ কাৰণে অমোঘ হওক। ৫-৮ ॥

হে ভাৰত, তুমি মোৰ সক ভাই হিচাপে বৰ প্ৰাৰ্থনা কৰ'। যদি তুমি ইচ্ছা কৰ', ধৃতৰাষ্ট্ৰৰ পুত্ৰসকলক মই হস্তিনাপুৰলৈ গৈ হত্যা কৰিব লাগে, তেনেহ'লে মই তাকেই কৰিম। শিলাখণ্ডৰ দ্বাৰা যদি হস্তিনাপুৰ ধ্বংস কৰিব লাগে তাকো কৰিম। ৯-১০ ॥

হে মহাবলী ভীম, যদি তুমি ইচ্ছা কৰ' তেনেহলে এতিয়াই মই দুৰ্য্যোধনক বান্ধি তোমাৰ ওচৰলৈ লৈ আহিম। ১১ ॥

বৈশম্পায়নে ক'লে, মহাত্মা হনুমানৰ সেই বাক্য শুনি ভীমসেনে আনন্দিত হৈ তেওঁক এইদৰে কবলৈ ধৰিলে, ১২ ॥

হে বানৰ-শ্ৰেষ্ঠ, আপোনাৰ দ্বাৰা মোৰ সকলো কামনা সিদ্ধ হ'ল। আপোনাৰ মঙ্গল হওক। মই কেৱল প্ৰাৰ্থনা কৰোঁ যেন আপুনি মোৰ প্ৰতি সদয় হয়। ১৩ ॥

আপোনাক পাই আজি পাণ্ডৱসকল নাথৱন্ত হ'ল। হে বীৰ্য্যৱান, আপোনাৰ শক্তিৰ প্ৰভাৱেৰে আমি সকলোবোৰ শত্ৰুকেই পৰাজিত কৰিব পাৰিম। ১৪ ॥

ভীমে এইদৰে কোৱাত হনুমানে উত্তৰ দিলে, ভাই আৰু সুহৃদ হিচাপে মই তোমাৰ প্ৰিয় কাৰ্য্য কৰিম। ১৫ ॥

হে বীৰ, শত্ৰু-সৈন্যৰ মাজত যেতিয়া তুমি সিংহনাদ কৰিবা তেতিয়া মই মোৰ নাদেৰে তোমাৰ নাদ উচ্চতৰ কৰিম। তদুপৰি ধনঞ্জয়ৰ ধ্বজাত থাকি মই ভয়ঙ্কৰ নাদ কৰিম। ১৬-১৭ ॥

সেই নাদে শত্ৰুসকলৰ প্ৰাণ হৰণ কৰিব আৰু তোমালোকে সিহঁতক অনায়াসে হত্যা কৰিব পাৰিবা। এইদৰে পাণ্ডুনন্দন ভীমক সকলো কথা কৈ হনুমানে তেওঁক সৌগন্ধিক-সৰোবৰলৈ যোৱা পথৰ কথা ক'লে, আৰু তাতেই হনুমান অন্তৰ্দ্ধান হ'ল। ১৮-১৯ ॥

ইতি মহাভাৰতৰ বনপৰ্ব্বৰ অন্তৰ্গত তীৰ্থযাত্ৰা-পৰ্ব্বত হনুমান আৰু ভীমৰ কথোপকথন ঃ ৫ নামৰ একপঞ্চাশদধিকশততম অধ্যায়। ১৫১ ॥

## ॥ অধ্যায় ১৫২ ॥

## ॥ ভীমৰ সৌগন্ধিক-পদ্ম-হৰণ ঃ ১ ॥

বৈশম্পায়নে ক'লে, বানৰ-শ্ৰেষ্ঠ হনুমান অন্তৰ্হিত হোৱাত বলীশ্ৰেষ্ঠ ভীমে সেই পথেদি বিশাল গন্ধমাদনত বিচৰণ কৰিবলৈ ধৰিলে। ১ ॥

হনুমানৰ শৰীৰ আৰু জগতৰ ভিতৰত অতুলনীয় শ্ৰী, দশৰথৰ পুত্ৰ শ্ৰীৰামচন্দ্ৰৰ মাহাত্ম্য আৰু মহানুভৱতা স্মৰণ কৰি ভীম যাবলৈ ধৰিলে। ২ ॥

সৌগন্ধিক-বন পাবলৈ ইচ্ছা কৰি গৈ থাকোঁতে ভীমে পথত ৰমণীয় উপবন-সমূহ, সুন্দৰ সুন্দৰ পুষ্পপূৰ্ণ গছ, সৰোবৰ, নদী, নানা ৰঙৰ ফুল, পুষ্পিত বনৰাজি আৰু গাত বোকা লৈ থকা মত্ত-হাতীৰ পাল দেখিলে। এই হাতীবোৰ দেখিলে অনুমান হয় যেন সেইবোৰ ৰবযুণ দি থকা মেঘহে। ৩-৫ ॥

হৰিণ আৰু চঞ্চল হৰিণীবিলাকে মুখত ঘাঁহ লৈ থকা চাই চাই শ্ৰীমন্ত ভীম বনৰ মাজৰ পথেদি যাবলৈ ধৰিলে। ৬ ॥

মহিষ, বৰাহ, শাৰ্দ্দূল আদিৰে পৰিপূৰ্ণ পৰ্ব্বতত শৌৰ্য্য-বীৰ্য্যৰ কাৰণে নিৰ্ভীক ভীম উঠিলগৈ। ৭ ॥

মৃদু বতাহৰ দ্বাৰা আন্দোলিত হৈ সুগন্ধি পুষ্পযুক্ত আৰু তাম্ৰ পল্লৱযুক্ত গছ-বোৰে যেন তেওঁক আহ্বানহে জনাইছে। ৮ ॥

সুন্দৰ ঘাট থকা সৰোবৰে যেন পদ্মফুলৰ দ্বাৰা কৃতাঞ্জলি পুট হৈ মত্ত ভ্ৰমৰৰ গুঞ্জনেৰে ভীমৰ স্তুতিহে কৰিছে। এনেকুৱা সৰোবৰ অতিক্ৰম কৰি মনোৰম গিৰিশৃঙ্গবোৰত মন আৰু চক্ষু নিবেশ কৰি দ্ৰৌপদীৰ বাক্য মনত পেলাই ভীম শীঘ্ৰে যাবলৈ ধৰিলে। ৯-১০॥

পিছদিনাখন বাতিপুৱা হৰিণ-পৰিপূৰ্ণ বনত বিশুদ্ধ সোণ-বৰণীয়া পদ্মেৰে পৰিপূৰ্ণ এখনি সৰোবৰ দেখিলে। ১১ ॥

সেই সৰোবৰ হংস, কাৰণ্ডৱ আৰু চক্ৰবাক আদিৰে সুশোভিত। বিমল পদ্মপূৰ্ণ সেই সৰোবৰ যেন পৰ্ব্বতৰ ভিতিত এধাৰি মালাহে। ১২ ॥

উদীয়মান সূৰ্য্যৰ দৰে উজ্জ্বল মহাবলী ভীমে তাত মনোহৰ সৌগন্ধিক-বন দেখা পালে। ১৩ ॥

সেই সৌগন্ধিক-পুষ্পবোৰ দেখি মনেৰে পাবলৈ ইচ্ছা কৰিলে আৰু লগে লগে বনবাসত ক্লেশ পোৱা তেওঁৰ প্ৰিয়া দ্ৰৌপদীৰ কথা ভাবিবলৈ ধৰিলে। ১৪ ॥

ইতি মহাভাৰতৰ বনপৰ্ব্বৰ অন্তৰ্গত তীৰ্থযাত্ৰা-পৰ্ব্বত ভীমৰ সৌগন্ধিক-পদ্ম হৰণ ঃ ১ নামৰ দ্বিপঞ্চাশদধিকশততম অধ্যায়। ১৫২ ॥

॥ অধ্যায় ১৫৩ ॥

# ॥ ভীমৰ সৌগন্ধিক-পদ্ম হৰণ : ২ ॥

বৈশম্পায়নে ক'লে, কৈলাসৰ শিখৰৰ ওচৰত ৰাক্ষসবোৰে ৰক্ষা কৰি থকা সুন্দৰ কাননযুক্ত কুবেৰৰ বাসস্থানৰ ওচৰত আৰু পৰ্ব্বতৰ নিজৰাৰ ওচৰত অতি ৰমণীয়, দিব্য সেই সোণৰ পদ্ম থকা সৰোবৰখন ভীমে দেখিলে। নানা গছ-লতাই তাত ছাঁ দি আছে, সেউজীয়া পদ্ম ফুল তাত ভৰি আছে। সেই সৰোবৰ নানা পক্ষীৰে ভৰপূৰ, তাত সুন্দৰ সুন্দৰ ঘাট আছে। পৰ্ব্বতৰ শৃঙ্গৰ ওপৰত সেই সৰোবৰ অৱস্থিত ; তাৰ পানী অতি নিৰ্ম্মল, লেশমাত্ৰও বোকা তাত নাই। সেই সুন্দৰ বিচিত্ৰ সৰোবৰখনি দেখিবলৈ অতি অদ্ভুত। ১-৪ ॥

কুন্তীপুত্ৰ ভীমে নিৰ্ম্মল, শীতল, অমৃতময়, আৰোগ্য-কাৰক আৰু মঙ্গলকাৰক পানী দেখি সেই সৰোবৰৰ পানী যথেষ্ট পান কৰিলে। ৫ ॥

সেই অতি ৰমণীয় সৰোবৰখনি দিব্য সৌগন্ধিক পুষ্পেৰে ভৰপূৰ। পৰম সুগন্ধি সোণ-বৰণীয়া পদ্মেৰে সেই সৰোবৰ আচ্ছন্ন হৈ আছে। ৬ ॥

সেই পুষ্পবোৰ যেন বৈদূৰ্য্য মণিৰে চিত্ৰ-বিচিত্ৰ আৰু অতি মনোৰম। হংস, কাৰণ্ডৱ আদি পক্ষীয়ে বিমল পৰাগ ওপৰলৈ উৰাই দিছে। ৭ ॥

এই সৰোবৰ মহাত্মা ৰাজাধিৰাজ কুবেৰৰ ক্ৰীড়াৰ স্থান। গন্ধৰ্ব্ব, অপ্সৰা আৰু দেৱতাসকলে তাত পূজা কৰে। ৮ ॥

ঋষিসকলে, যক্ষসকলে, কিংপুৰুষসকলে এই সৰোবৰত পূজা কৰে। ৰাক্ষস, কিন্নৰ আৰু কুবেৰে ইয়াক ৰক্ষা কৰে। ৯ ॥

সেই দিব্য সৰোবৰ দেখি মহাবলী কুন্তীপুত্ৰ ভীম অতি আনন্দিত হ'ল ১০ ॥

মহাৰাজ কুবেৰৰ আদেশমতে ক্ৰোধৱশ নামৰ হেজাৰ হেজাৰ ৰাক্ষসে নানা অস্ত্ৰ-শস্ত্ৰ লৈ সৰোবৰখনি ৰক্ষা কৰি থাকে। ১১ ॥

সেই ৰাক্ষসবোৰে অজিনধাৰী, উজ্জল বাজু পিন্ধা, অস্ত্ৰ ধাৰণ কৰা, হাতত তৰোৱাল লৈ থকা, শঙ্কাহীন, শত্ৰুদমনকাৰী, ভয়ঙ্কৰ পৰাক্ৰমী, বীৰ, কুন্তীপুত্ৰ ভীমক সেই সৰোবৰলৈ যোৱা দেখি পৰস্পৰে পৰস্পৰক সুধিবলৈ ধৰিলে, ১২-১৩ ॥

এই পুৰুষশ্ৰেষ্ঠজনে হাতত অস্ত্ৰও লৈছে, আৰু অজিন-ধাৰণো কৰিছে। এওঁ কি কাৰণে ইয়ালৈ আহিছে আমি সোধা উচিত। ১৪ ॥

তাৰ পিচত মহাবাহু ভীমক ওচৰত পাই সিহঁত সকলোৱে সেই তেজস্বী ভীমক সুধিলে, তুমি কোন, আমাক কোৱাঁচোন। ১৫ ॥

হে মহামতি, তুমি মুনিৰ বেশ ধাৰণ কৰিছা, অথচ হাতত অস্ত্ৰও ধাৰণ কৰিছা। কি কাৰণে ইয়ালৈ আহিছা কোৱাঁচোন বাৰু। ১৬ ॥

ইতি মহাভাৰতৰ বনপৰ্ব্বৰ অন্তৰ্গত তীৰ্থযাত্ৰা-পৰ্ব্বত ভীমৰ সৌগন্ধিক-পদ্ম-হৰণ ঃ নামৰ ত্ৰিপঞ্চাশদধিকশততম অধ্যায়। ১৫৩ ॥

॥ অধ্যায় ১৫৪ ॥

## ॥ ভীমৰ সৌগন্ধিক-পদ্ম হৰণ ঃ ৩ ॥

ভীমে ক'লে, হে ৰাক্ষসসকল, মই পাণ্ডুপুত্ৰ ভীম, ধৰ্ম্মৰাজৰ ভায়েক। আমি ভ্ৰাতাসকলেৰে সৈতে আহি বিশাল বদৰিকাশ্ৰম পাইছোহি। ১ ॥

এইফালৰপৰা বতাহে কৈ যোৱা অতি উত্তম সৌগন্ধিক ফুল এপাত দেখি দ্ৰৌপদীয়ে তাত সেই ফুল যথেষ্ট পৰিমাণে পাবলৈ ইচ্ছা কৰিছে। ২ ॥

আমাৰ সুন্দৰী ধৰ্ম্মপত্নীৰ কাৰণে ফুল আহৰণ কৰি তেওঁৰ প্ৰীতি সম্পাদন কৰিবলৈ মই এই ঠাই পাইছোহি। ৩ ।

ৰাক্ষসবোৰে ক'লে, হে পুৰুষশ্ৰেষ্ঠ, এইখন কুবেৰৰ প্ৰিয় ক্ৰীড়াস্থান। মৰণশীল মনুষ্যই ইয়াত বিহাৰ কৰিব নোৱাৰে। ৪ ॥

হে বৃকোদৰ, দেৱৰ্ষিসকলে, যক্ষসকলে আৰু দেৱতাসকলে কুবেৰক সম্মান জনাই ইয়াত বিহাৰ কৰে আৰু ইয়াৰ পানী খায়। ৫ ॥

অন্যায় আচৰণ কৰি যদি কোনোবাই ধনেশ্বৰক অৱমাননা কৰি ইয়াত বিহাৰ কৰিবলৈ ইচ্ছা কৰে তেনেহ'লে সেই দুৰ্ব্বৃত্ত যে নিশ্চয় বিনাশ হ'ব তাত কোনো সন্দেহ নাই। ৬ ॥

তুমি যদি কুবেৰক অৱমাননা কৰি বলপূৰ্ব্বক পদ্মবোৰ হৰণ কৰিবলৈ ইচ্ছা কৰাঁ, তেনেহ'লে নিজকে ধৰ্ম্মৰাজৰ ভায়েক বুলি কেনেকৈ পৰিচয় দিছা ? ৭ ॥

যক্ষৰাজ কুবেৰক প্ৰণাম জনাই তুমি পদ্ম আহৰণ কৰাঁ আৰু ইয়াৰ পানী খোৱাঁ। যদি ইয়াকে নকৰাঁ তেনেহ'লে এই সবোবৰ তুমি চাবও নোৱাৰিবা। ৮ ॥

ভীমে ক'লে, হে ৰাক্ষসসকল, ধনেশ্বৰক মই ইয়াত দেখা নাই, তদুপৰি দেখিলেও মহাৰাজ কুবেৰৰ ওচৰত মই ভিক্ষা কৰিব নোৱাৰোঁ। ৯ ॥

ক্ষত্ৰিয়সকলে কেতিয়াও ভিক্ষা নকৰে, ই সনাতন ধৰ্ম্ম। মই কেতিয়াও ক্ষত্ৰিয়ৰ ধৰ্ম্ম বিসৰ্জ্জন দিব নোৱাৰোঁ। ১০ ॥

এই ৰমণীয় স্থান পৰ্ব্বতৰ নিজৰাৰ ওচৰত অৱস্থিত, মহাত্মা কুবেৰৰ ভৱনৰ ওচৰত নহয়। ১১ ॥

গতিকে, এই সৰোবৰখনৰ ওপৰত কুবেৰৰ যেনেকুৱা অধিকাৰ, সকলো প্ৰাণীৰেই তেনেকুৱা অধিকাৰ। এনে ক্ষেত্ৰত কোনে কাৰ ওচৰত ভিক্ষা কৰিব কোৱাঁচোন ? ১২ ॥

বৈশম্পায়নে ক'লে, ৰাক্ষসবোৰক এইদৰে কৈ মহাবলী, মহাবাহু ভীমসেন অপেক্ষা নকৰি সেই সৰোবৰত নামিল। ১৩ ॥

তেতিয়া চাৰিওফালৰপৰা ৰাক্ষসসকলে খঙেৰে ভৎ'সনা কৰি 'নাযাবি নাযাবি' বুলি নিষেধ কৰিবলৈ ধৰিলে। ১৪ ॥

ভয়ঙ্কৰ পৰাক্ৰমী, মহা তেজস্বী ভীমে সেই ৰাক্ষসবিলাকক অৱহেলা কৰি গা ধুবলৈ ধৰিলে। তেতিয়া সিহঁতে ভীমক বাধা দিলে। ১৫ ॥

'ধৰ, বান্ধ, কাট, ভীমক আজি ৰান্ধি খাম,' এইদৰে ৰাক্ষসবোৰে তৰ্জ্জন-গৰ্জ্জন কৰি টল-টলকৈ চকু মেলি অস্ত্ৰ-শস্ত্ৰ লৈ খঙেৰে ভীমৰ ফালে আগ বাঢ়ি গ'ল। ১৬ ॥

তেতিয়া ভীম সোণ খটোৱা, গধুৰ, যমদণ্ডৰ দৰে মহাগদা হাতত লৈ অতি বেগেৰে সিহঁতৰ ফালে আগ বাঢ়ি গ'ল আৰু 'ৰ ৰ' বুলি চিঞৰিবলৈ ধৰিলে ।১৭॥

তেতিয়া ক্ৰোধবশ নামৰ ভয়ঙ্কৰ ৰাক্ষসবোৰ তোমৰ, পট্টিশ আদি বিবিধ অস্ত্ৰ হাতত লৈ ভীমক হত্যা কৰিবলৈ আগ বাঢ়ি গ'ল আৰু চাৰিওফালৰপৰা আগুৰি ধৰিলে। ১৮ ॥

কুন্তীৰ গৰ্ভত, বায়ুৰ ঔৰসত বলৱান ভীমৰ জন্ম। তেওঁ বীৰ, বেগৱান আৰু শত্ৰুহন্তা। সদায় সত্যত আৰু ধৰ্ম্মত নিৰত, গতিকে ভীমক শত্ৰুৱে পৰাভূত কৰিব নোৱাৰে। ১৯ ॥

মহাত্মা ভীমে সিহঁতৰ বিবিধ মাৰ্গ আৰু অস্ত্ৰ-শস্ত্ৰ ধ্বংস কৰি শ শ বীৰ ৰাক্ষসক সেই সৰোবৰৰ পাৰত হত্যা কৰিলে। ২০ ॥

মহাবীৰ ৰাক্ষসসকলে ভীমৰ বল, বীৰ্য্য, বিদ্যা আৰু বাহুবল দেখি, তদুপৰি সকলোবোৰে একে লগ হৈও যুদ্ধত তিষ্ঠিব নোৱাৰি, তৎক্ষণাৎ চাৰিওফালে শীঘ্ৰে পলায়ন কৰিবলৈ ধৰিলে। ২১ ॥

ক্ৰোধবশ নামৰ ৰাক্ষসসকল ভীমৰ আঘাতত অচেতনপ্ৰায় হৈ আৰু ছিন্ন-ভিন্ন হৈ আকাশ-মাৰ্গে কৈলাস পৰ্ব্বতৰ শৃঙ্গবোৰৰ ফালে পলাবলৈ ধৰিলে ।২২॥

ইন্দ্ৰই দৈত্য-দানৱসকলক পৰাজিত কৰাৰ দৰে ভীমেও শত্ৰুসকলক যুদ্ধত পৰাজিত কৰি সেই সৰোবৰত অৱগাহন কৰি ইচ্ছামতে পদ্ম-সংগ্ৰহ কৰিবলৈ ধৰিলে। ২৩ ॥

তাৰ পাছত ভীম অমৃতৰ দৰে পানী খাই পুনৰাই অতিশয় বীৰ্য্যশালী আৰু তেজস্বী হৈ উঠিল। তাৰ পাছত তেওঁ অতি সুগন্ধি সৌগন্ধিক-পদ্মবোৰ সংগ্ৰহ কৰিলে। ২৪ ॥

সেই ক্ৰোধবশ নামৰ ৰাক্ষসবোৰ ভীমৰ দ্বাৰা আহত হৈ কুবেৰৰ ওচৰলৈ গ'ল আৰু যুদ্ধক্ষেত্ৰত ভীমৰ বল-বীৰ্য্যৰ কথা যথাযথভাৱে ক'লেগৈ। ২৫ ॥

মহাৰাজ কুবেৰে ৰাক্ষসসকলৰ কথা শুনি হাঁহি হাঁহি ক'লে, ভীমে কৃষ্ণাৰ নিমিত্তে ফুল নিবলৈ আহিছে। তেওঁ ইচ্ছামতে ফুল নিয়ক। ২৬॥

ৰজা কুবেৰক সকলো খবৰ জনাই খঙাল ৰাক্ষসবোৰ কুৰুশ্ৰেষ্ঠ ভীমৰ ওচৰলৈ গ'ল। সিহঁতে গৈ ভীমক সৰোবৰত স্বচ্ছন্দে বিহাৰ কৰি থকা দেখা পালে। ২৭॥

ইতি মহাভাৰতৰ বনপৰ্ব্বৰ অন্তৰ্গত তীৰ্থযাত্ৰা-পৰ্ব্বত ভীমৰ সৌগন্ধিক-পদ্ম-হৰণ: ৩ নামৰ চতুৰ্পঞ্চাশদধিকশততম অধ্যায়। ১৫৪॥

## ॥ অধ্যায় ১৫৫ ॥

# ॥ ভীমৰ সৌগন্ধিক-পদ্ম-হৰণ : ৪ ॥

বৈশম্পায়নে ক'লে, তাৰ পাছত ভীমসেনে বহু মূল্যবান, নানা ৰঙৰ বহুতো দিব্য পদ্ম ফুল তাৰপৰা আহৰণ কৰিলে। ১॥

তাৰ পাছত উত্তপ্ত বতাহ শিলগুৰি উৰাই সংগ্ৰাম সূচনা কৰি মহাবেগে তলৰ ফালে ববলৈ ধৰিলে। ২॥

ভয়ঙ্কৰ শব্দ কৰি ডাঙৰ ডাঙৰ উল্কা মাটিত পৰিবলৈ ধৰিলে। অন্ধকাৰৰ দ্বাৰা আচ্ছন্ন হৈ সূৰ্য্য নিষ্প্ৰভ হৈ পৰিল। ৩॥

ভীমৰ বিক্ৰমত ভয়ঙ্কৰ শব্দ উঠিল, পৃথিৱী বিচলিত হ'ল আৰু ধূলিৰ বৰ্ষণ হ'বলৈ ধৰিলে। ৪॥

চাৰিওদিশে পশু-পক্ষীয়ে কোলাহল আৰম্ভ কৰিলে, সকলো অন্ধকাৰৰ দ্বাৰা আচ্ছন্ন হৈ পৰিল, একোকেই চিনিব নোৱৰা হ'ল। ৫॥

ইয়াৰ বাহিৰেও অন্যান্য বহুতো ভয়ঙ্কৰ উৎপাত আৰম্ভ হ'ল। সেই অদ্ভুত-বোৰ দেখি বাগ্মীশ্ৰেষ্ঠ ধৰ্ম্মপুত্ৰ যুধিষ্ঠিৰে ক'লে, কোনে আমাক অভিভৱ কৰিবলৈ আহিছে? হে যুদ্ধদুৰ্ম্মদ পাণ্ডৱসকল, তোমালোক ভালদৰে সজ্জিত হোৱাঁ। ৬-৭॥

মই ভালদৰে বুজিছো, এতিয়া আমাৰ পৰাক্ৰম দেখুওৱাৰ সময় উপস্থিত, এইদৰে কৈ ৰজা যুধিষ্ঠিৰে চাৰিওফালে চালে। ৮॥

ভীমক নেদেখি অৰিন্দম ধৰ্ম্মপুত্ৰ যুধিষ্ঠিৰে দ্ৰৌপদী আৰু ওচৰতে থকা নকুল আৰু সহদেৱক যুদ্ধত ভয়ঙ্কৰ মূৰ্ত্তি ধাৰণকাৰী ভীমৰ কথা সুধিলে; হে পাঞ্চালী, সাহসপ্ৰিয় বীৰ ভীমে কি কৰিব খুজিছে? তেওঁ সাহস প্ৰদৰ্শন কৰিছে নেকি? এই মহাযুদ্ধ সূচনা কৰা উৎপাতবোৰ চাৰিওফালে অকস্মাতে প্ৰাদুৰ্ভূত হৈ অতিশয় ভয় জন্মাইছে। মনস্বিনী, প্ৰিয়কাৰিণী, মহিষী, চাৰুহাসিনী দ্ৰৌপদীয়ে যুধিষ্ঠিৰে এইদৰে সোধাত উত্তৰ দিলে। ৯-১২॥

দ্ৰৌপদীয়ে ক'লে, হে মহাৰাজ, যিটো সৌগন্ধিক-পুষ্প বতাহে কঢ়িয়াই আনিছিল, সেইটো ভীমসেনে প্ৰীত হৈ মোক দিলে। ১৩॥

মই তেতিয়া বীৰ ভীমসেনক ক'লো, যদি এনেকুৱা পদ্ম আপুনি বহুতো দেখা পায় তেনেহ'লে সেই সকলোবোৰ লৈ আহকগৈ। ১৪॥

মহাবাহু পাণ্ডুপুত্ৰই মোৰ প্ৰীতিসাধনৰ কাৰণে সেই ফুল আনিবলৈ ইয়াৰপৰা উত্তৰ-পূব দিশলৈ গ'ল। ১৫॥

দ্ৰৌপদীয়ে এই কথা কোৱাত ৰজা যুধিষ্ঠিৰে নকুল-সহদেৱক ক'লে, আমি শীঘ্ৰে ভীম যলৈ গৈছে তালৈকে যাওঁ। শ্ৰান্ত আৰু কৃশ বিপ্ৰসকলক ৰাক্ষসসকলে বহন কৰক। হে দেৱতুল্য ঘটোৎকচ, তুমি কৃষ্ণাক বহন কৰাঁ। ১৬-১৭॥

মই বুজিছো, ভীম ইয়াৰপৰা দূৰলৈ গৈছে। যদিও তেওঁ বায়ুৰ সমান বেগবান, তথাপি ঘূৰি অহাত তেওঁ পলম কৰিছে। ১৮॥

ভীমে গৰুড়ৰ দৰে বেগেৰে পৃথিৱীত বিচৰণ কৰিব পাৰে। ইচ্ছামতে তেওঁ আকাশলৈ উঠিবও পাৰে আৰু তাৰপৰা নামিবও পাৰে। ১৯॥

হে ৰাক্ষসসকল, তোমালোকৰ প্ৰভাৱেৰে ভীমক বিচাৰি যাম। তেওঁ আগতে কেতিয়াও ব্ৰহ্মবাদী সিদ্ধসকলৰ কোনো অপৰাধ কৰা নাই। ২০॥

ঘটোৎকচ আদি ৰাক্ষসসকলক যুধিষ্ঠিৰে এইদৰে কোৱাত পথ চিনি পোৱা ৰাক্ষসসকল আনন্দেৰে পাণ্ডৱসকলক, লোমশেৰে সৈতে বিপ্ৰসকলক লৈ কুবেৰৰ সৰোবৰলৈ গ'ল। ২১-২২॥

তেওঁলোক অতি শীঘ্ৰে গৈ সুন্দৰ কাননযুক্ত, সৌগন্ধিক-পদ্ম-পৰিপূৰ্ণ মনোৰম সৰোবৰখন দেখা পালে। ২৩॥

সেই সৰোবৰৰ পাৰত মনস্বী ভীমক আৰু তেওঁ নিহত কৰা ডাঙৰ ডাঙৰ চকু থকা, শৰীৰ, চকু, বাহু, উৰু, ডিঙি আদি ভিন্ন হোৱা যক্ষবোৰ দেখিলে। ক্ৰোধত স্তব্ধনয়ন, ওঠ কামুৰি থকা মহাত্মা ভীমক সৰোবৰৰ পাৰত তেওঁলোকে ৰৈ থকা দেখিলে। জীৱক সংহাৰ কৰা সময়ত দণ্ড ধাৰণ কৰি থকা যমৰ দৰে ভীমে দুই বাহুৰে গদা তুলি নদীৰ তীৰত ৰৈ থকা দেখি ধৰ্ম্মৰাজ যুধিষ্ঠিৰে তেওঁক পুনঃ পুনঃ আলিঙ্গন কৰিলে। ২৪-২৭॥

নম্ৰভাৱে যুধিষ্ঠিৰে ক'বলৈ ধৰিলে, হে কুন্তীপুত্ৰ ভীম, তুমি কি কৰিলা? সাহস প্ৰদৰ্শন কৰি দেৱতাসকলৰ অপ্ৰিয় কাৰ্য্য কৰিলা নেকি? ২৮॥

যদি মোৰ প্ৰিয় বাঞ্ছা কৰাঁ তেনেহ'লে পুনৰাই এনে কাম কেতিয়াও নকৰিবাঁ। ভীমক এইদৰে অনুশাসন কৰি পদ্ম ফুল গ্ৰহণ কৰিলে আৰু দেৱতাসদৃশ পাণ্ডৱসকলে সেই সৰোবৰত বিহাৰ কৰিবলৈ ধৰিলে। এনে সময়তে হাতত শিলৰ অস্ত্ৰ ধাৰণ কৰি মহাকায় উদ্যান-ৰক্ষীসকল আহি তাত উপস্থিত হ'ল। তেওঁলোকে ধৰ্ম্মৰাজক, মহৰ্ষি লোমশক, নকুল-সহদেৱক আৰু অন্যান্য ব্ৰাহ্মণসকলক দেখি বিনীতভাৱে প্ৰণাম জনালে। ২৯-৩২॥

ধৰ্ম্মৰাজে ৰাক্ষসসকলক সান্ত্বনা দিলে আৰু সিহঁত প্ৰসন্ন হ'ল। কুবেৰক জনাই পাণ্ডৱসকলে গন্ধমাদন পৰ্ব্বতত অৰ্জ্জুনৰ কাৰণে অপেক্ষা কৰি আনন্দেৰে কিছু দিন তাত বাস কৰিলে। ৩৩-৩৪ ॥

ইতি মহাভাৰতৰ বনপৰ্ব্বৰ অন্তৰ্গত তীৰ্থযাত্ৰা-পৰ্ব্বত সৌগন্ধিক-পদ্ম-হৰণ : ৪ নামৰ পঞ্চপঞ্চাশদধিকশততম অধ্যায়। ১৫৫ ॥

## ॥ অধ্যায় ১৫৬ ॥

# ॥ পাণ্ডৱসকলৰ নৰনাৰায়ণৰ আশ্ৰমলৈ প্ৰত্যাবৰ্ত্তন ॥

বৈশম্পায়নে ক'লে, তাত বাস কৰোঁতে ধৰ্ম্মৰাজ যুধিষ্ঠিৰে দ্ৰৌপদী আৰু ব্ৰাহ্মণসকলেৰে সৈতে ভায়েকহঁতক এই কথা ক'লে, ১ ॥

পবিত্ৰ আৰু মঙ্গলদায়ক তীৰ্থবিলাক আমি দেখিলো ; মনৰ আনন্দদায়ক ভিন ভিন বনবিলাকো আমি দেখিলো। ২ ॥

আগৰ দিনত দেৱতাসকল আৰু মহামতি মুনিসকল সেইবিলাকত বাস কৰিছিল ; ব্ৰাহ্মণসকলেও সেইবিলাক ঠাইৰ প্ৰতি যথেষ্ট সম্ভ্ৰম দেখুৱাই আহিছে। ৩ ॥

আগৰ দিনৰ ঋষি আৰু ৰাজৰ্ষিসকলৰ নানাপ্ৰকাৰৰ চৰিত-কথা আৰু কাৰ্য্য-কলাপ শুনিলো, সেইবিলাক শুনিলেই কল্যাণ হয়। ৪ ॥

সেই মঙ্গলদায়ক আশ্ৰমবিলাকত এইবিলাক পুণ্য কথা শুনি শুনি আমি ব্ৰাহ্মণ-সকলেৰে সৈতে ৰীতিমতে স্নানাদি কাৰ্য্য কৰিলোহক। ৫ ॥

তাত আমি নিতৌ ফুল আৰু পানীৰে দেৱতাসকলক পূজা কৰিলো আৰু য'ত যি পোৱা গ'ল সেই ফল-মূলেৰে পিতৃসকলকো তুষ্ট কৰিলো। ৬ ॥

ৰমণীয় পৰ্ব্বতমালাত, সমস্ত সৰোবৰত আৰু অতি পবিত্ৰ সাগৰত মহাপুৰুষ-সকলেৰে সৈতে আমি স্নান আদি কৰিলোহক। ৭ ॥

ইলা, সৰস্বতী, সিন্ধু, যমুনা, নৰ্ম্মদা আৰু মনোৰম নানা তীৰ্থত বিপ্ৰসকলেৰে সৈতে আমি স্নান, তৰ্পণ আদি কৰিলো। ৮ ॥

গঙ্গাদ্বাৰ পাৰ হৈ বহুত কল্যাণদায়ক পৰ্ব্বত, হিমালয় পৰ্ব্বত, বিশাল বদৰিকা আৰু নৰনাৰায়ণৰ আশ্ৰম দেখিলো ; সেইবিলাকত নানা পশু-পক্ষীয়ে বাস কৰে ; তদুপৰি সিদ্ধসকল, দেৱতাসকল আৰু ঋষিসকলে সন্মান কৰি অহা দিব্য পুষ্কৰিণীও দেখিলো। ৯-১০ ॥

হে শ্ৰেষ্ঠ দ্বিজসকল, মহাত্মা লোমশ মুনিয়ে অনুগ্ৰহ কৰি আমাক এখন এখনকৈ সকলোবিলাক ঠাইকেই দেখুৱালে। ১১ ॥

সিদ্ধসকলে আশ্রয় কৰা পবিত্র কুবেৰৰ ভৱনলৈ কেনেকৈ যোৱা হ'ব—এই বিষয়ে হে ভীম, তুমি ভাবি-গুণি চোৱাঁ। ১২ ॥

বৈশম্পায়নে ক'লে, মহাৰাজ যুধিষ্ঠিৰে এইদৰে ক'লত আকাশীবাণী হ'ল: হে মহাৰাজ, পথৰ দুৰ্গমতাৰ কাৰণে এই ঠাইৰপৰা বৈশ্ৰৱণৰ আশ্রমলৈ যাব নোৱাৰিব। ১৩ ॥

যি বাটেদি আহিছিল সেই বাটেদি উভতি বদৰী নামৰ নৰনাৰায়ণৰ থান পাওকগৈ। ১৪ ॥

হে কুন্তীপুত্র, তাৰপৰা সিদ্ধ-চাৰণসকলে আশ্রয় কৰা বহুত ফল-পুষ্পেৰে মনোমোহা বৃষপৰ্ব্বাৰ আশ্ৰম পাবগৈ। ১৫ ॥

তাকো পাৰ হৈ আৰ্ষ্টিষেণাশ্রমত বাস কৰিব। তাৰপৰাই কুবেৰৰ ভৱন দেখা পাব। ১৬ ॥

এই সময়ত পবিত্র, সুখকৰ, আনন্দদায়ক, শীতল, পুণ্যদায়ক আৰু অপূৰ্ব্ব গন্ধযুক্ত বতাহ ব'বলৈ আৰম্ভ কৰিলে। ১৭ ॥

আকাশৰপৰা অহা সেই দিব্যবাণী শুনি ঋষি, ব্ৰাহ্মণ আৰু ক্ষত্রিয়সকল সকলো আচৰিত হল। ১৮ ॥

সেই আচৰিত বাণী শুনি ধৌম্য পুৰোহিতে ক'লে, হে মহাৰাজ, এই বিষয়ে ক'ব লগা আমাৰ একো নাই, এতিয়া সেইমতেই কাম কৰক। ১৯ ॥

তেতিয়া ৰজা যুধিষ্ঠিৰ সেই কথামতেই আকৌ নৰনাৰায়ণৰ আশ্রমলৈ ঘূৰি আহিল। ২০ ॥

দ্ৰৌপদীৰে সৈতে ভীমসেনকে আদি কৰি পঞ্চ পাণ্ডৱ আৰু ব্ৰাহ্মণসকল সেই আশ্রমত সুখেৰে বাস কৰিবলৈ ধৰিলে। ২১ ॥

ইতি মহাভাৰতৰ বনপৰ্ব্ব'ৰ অন্তৰ্গত তীৰ্থযাত্ৰা-পৰ্ব্ব'ত পাণ্ডৱসকলৰ নৰনাৰায়ণৰ আশ্রমলৈ প্ৰত্যাবৰ্ত্তন নামৰ ষট্‌পঞ্চাশদধিকশততম অধ্যায়। ১৫৬ ॥

## ॥ অধ্যায় ১৫৭ ॥

# ॥ জটাসুৰ-বধ পৰ্ব্ব ॥

বৈশম্পায়নে ক'লে, তাৰ পাছত ব্ৰাহ্মণসকলেৰে সৈতে পাণ্ডৱসকল অৰ্জ্জুনলৈ বাট চাই সেই পৰ্ব্বতত্তে শঙ্কাহীনভাৱে বাস কৰিলে। ১ ॥

ভীমৰ পুত্ৰেক ঘটোৎকচ আৰু আন ৰাক্ষসবিলাক যোৱাত আৰু এদিনাখন ভীমসেন নোহোৱা সময়ত এটা ৰাক্ষসে ধৰ্ম্মৰাজ, নকুল, সহদেৱ আৰু দ্ৰৌপদীক

হৰণ কৰিবলৈ ইচ্ছা কৰিলে। সেই ৰাক্ষসে নিজকে সকলো শাস্ত্ৰ জনা, মন্ত্ৰজ্ঞ, উত্তম ব্ৰাহ্মণ বুলি কৈ পাণ্ডৱসকলক ভাণ্ডৰি নগাবলৈ নিত্যে যত্ন কৰিছিলে। দ্ৰৌপদীক হৰণ কৰিবৰ কাৰণে পাণ্ডৱসকলৰ ধনু আৰু তূণ হাত কৰি লবলৈ সুবিধা বিচাৰি থকা সেই দুষ্টাশয় পাপবুদ্ধি অসুৰটোৰ নাম আছিল জটাসুৰ। ২-৫ ॥

ছাইবে চাকি থোৱা জুইৰ নিচিনাকৈ সেই পাপিষ্ঠ ৰাক্ষসক চিনি নেপাই যুধিষ্ঠিৰে তাক খুৱাই-বুৱাই ৰাখিলে। ৬ ॥

হে শত্ৰুতাপন, এদিনাখন ভীমসেন মৃগয়ালৈ প্ৰস্থান কৰাত আৰু অনুচৰবিলাকেৰে সৈতে ঘটোৎকচকো যোৱা দেখি লোমশ প্ৰভৃতি সংযমী তপস্বী মহৰ্ষিসকলক গা ধুবলৈ আৰু ফুল তুলিবলৈ আঁতৰি যোৱা দেখি সেই অসুৰে বিকৃত, ভয়ঙ্কৰ, আৰু প্ৰকাণ্ড ৰূপ এটা ধাৰণ কৰি পাণ্ডৱসকলৰ সকলোবিলাক অস্ত্ৰ-শস্ত্ৰ হাত কৰি দ্ৰৌপদী সহ পাণ্ডৱ তিনিজনকো লৈ বাওনা কৰিলে। পাণ্ডু-নন্দন সহদেৱে যত্নেৰে বল প্ৰয়োগ কৰি তাৰপৰা এবাই আহি শত্ৰুৰ হাতৰপৰা কৌশিক খড়্গখন আজুৰি আনি মহাবলী ভীমসেন যিপিনে গৈছিল সেইফালে চিঞৰিবলৈ ধৰিলে। ৭-১১ ॥

সেইদৰে অপহৃত ধৰ্ম্মৰাজ যুধিষ্ঠিৰে অসুৰক ক'লে, হেৰ মূৰ্খ, তই আচল কথালৈ মন কৰা নাই, তোৰ ধৰ্ম্ম ত্ৰুটি আছিছে। ১২ ॥

মানুহৰ ভিতৰত অন্য যিসকল আছে আৰু যিসকলে তিৰ্য্যকযোনিত (পশু-পক্ষী) পাইছে সেইসকলে, বিশেষকৈ ৰাক্ষসসকলে, ধৰ্ম্মলৈ দৃষ্টি ৰাখে। ১৩ ॥

ধৰ্ম্মৰ মূল ৰাক্ষসসকল, তেওঁবিলাকে ভালকৈ ধৰ্ম্ম জানে, এইবিলাকলৈ চাই তই মোৰ ওচৰত থাকিব পাৰা। ১৪ ॥

দেৱতাসকল, ঋষিসকল, সিদ্ধসকল, পিতৃসকল, ৰাক্ষসসকল, গন্ধৰ্ব্ব-উৰগ-ৰক্ষ, পশু-পক্ষী আৰু পোক-পৰুৱা পৰ্য্যন্ত তিৰ্য্যগ্‌যোনিত জন্ম পোৱা জীৱবিলাক মানুহক আশ্ৰয় কৰি জীয়াই থাকে; তয়ো মানুহৰ আকৰ্ষ লৈছে জীয়াই আছ। ১৫-১৬ ॥

যি জাতিৰ কল্যাণৰ দ্বাৰা তইঁতৰ কল্যাণ সাধিত হৈছে, সেই মানুহ জাতিৰ শোচনীয় অৱস্থা হ'লে দেৱতাসকলেও বেজাৰ কৰে। ১৭ ॥

মানুহে বিধিমতে হব্য-কব্যৰ দ্বাৰা দেৱতাসকলক পূজা কৰিলে দেৱতাসকল শক্তিসম্পন্ন হয়। হে ৰাক্ষস, আমি দেশৰ ৰক্ষক আৰু পালক। ১৮ ॥

দেশ ৰক্ষা নপৰিলে সুখ-সম্পত্তি কেনেকৈ হয়? এতেকে বিনা দোষত ৰাক্ষসে ৰজাক অপমান কৰা উচিত নহয়। ১৮-১৯ ॥

হে নৰখাদক, আমি তইঁতক অকণো অপমান কৰা নাই। শক্তি অনুসাৰে আমি দেৱতাদিক অৰ্পণ কৰিছে গুৰু-ব্ৰাহ্মণসকলক ভোজন কৰাওঁ। আমি

সদায় মিত্ৰমতে চলোঁহক। বিশ্বাসী মিত্ৰসকলক কেতিয়াও হিংসা কৰিব নাপায়। ২৪-২১ ॥

যাৰ অন্ন ভোজন কৰা হয় আৰু যাৰ আশ্ৰয়ত থকা হয় তেওঁলোকৰ অনিষ্ট কৰিব নালাগে। আমাৰ আশ্ৰয়ত তই সসন্মানে সুখেৰে বাস কৰিছ। ২২ ॥

দুৰ্ম্মতি, তই আমাৰ অন্ন খাই, আমাকে হৰণ কৰিব খুজিছ কিয়? তই মিছাতে ডাঙৰ-দীঘল হ'লি, তোৰ আচাৰ-ব্যৱহাৰ, মতি-বুদ্ধি সকলোবোৰ নষ্ট পালে। ২৩ ॥

তই বৃথাই মৰিব খুজিছ, মিছা-মিছিকৈ আজি মৰিবিচোন, যদি এনেকৈয়ে তোৰ মতিচ্ছন্ন হৈছে, সকলো ধৰ্ম্ম বৰ্জ্জিত হৈছে, তেন্তে আমাৰ অস্ত্ৰবিলাক দি যুদ্ধ কৰি দ্ৰৌপদীক হৰণ কৰ। যদি অজ্ঞানভাৱশতঃ এই কাৰ্য্য কৰ, তেনেহলে এই সংসাৰত তোৰ অধৰ্ম্ম আৰু অকীৰ্ত্তিয়েইহে বৈ যাব। হে ৰাক্ষস, তই আজি এই নাৰীগৰাকীক স্পৰ্শ কৰি কলহৰ বিহ খোদালি লৈ খাবলৈ ওলাইছ। তাৰ পাছত যুধিষ্ঠিৰ দাঙিব নোৱৰাকৈ গধুৰ হৈ পৰিল। ২৪-২৫ ॥

যুধিষ্ঠিৰ গধুৰ হৈ প'লত ৰাক্ষস বেগাই যাব নোৱৰা হ'ল, তাৰ পাছত যুধিষ্ঠিৰে দ্ৰৌপদী আৰু নকুলক ক'লে, ৰাক্ষসলৈ ভয় নকৰিবা। মই ইয়াৰ গতি হৰণ কৰিলো। মহাবলী ভীমসেন বেছি দূৰত নাই। ২৮-২৯ ॥

এই মুহূৰ্ত্ততে ভীম আহি পালে ৰাক্ষস জীয়াই নাথাকিব। বিভত হোৱা সেই ৰাক্ষসক দেখি সহদেৱে কুন্তীপুত্ৰ যুধিষ্ঠিৰক এইদৰে ক'লে, হে মহাৰাজ, ক্ষত্ৰিয়ৰ পক্ষে ইয়াতকৈ ভাল কাম আৰু কি আছে, যুদ্ধত আগবাঢ়ি গৈ প্ৰাণ দিব অথবা শত্ৰুকে জয় কৰিব। হে শত্ৰুতাপন, সি আমাৰ লগত আৰু আমিও তাৰ লগত যুদ্ধত অৱতীৰ্ণ হৈছো। ৩০-৩২ ॥

হে মহাৰাজ, হে মহাবাহু, এয়ে উপযুক্ত সময়। ইয়াক আমি বধ কৰোঁহক, আচল পৰাক্ৰম দেখুৱাবৰ ক্ষত্ৰিয়োচিত এয়ে উপযুক্ত সময়। ৩৩ ॥

আমি জয়লাভ কৰোঁ বা পৰাজিতই হওঁ, সদ্‌গতি পামেই। ৰাক্ষস জীয়াই থাকোঁতে আজি যদি বেলি মাৰ যায়, হে ভাৰত, তেনেহলে মই কেতিয়াও আৰু নিজকে ক্ষত্ৰিয় বুলি নকওঁ। হেৰ ৰাক্ষস, তই সাৱধান হ, মই পাণ্ডুপুত্ৰ সহদেৱ, মোক মাৰি এওঁক নে, নহলে তই আজি ইয়াতে মৰি পৰি থাকিবি। সহদেৱে এইদৰে কৈ থাকোঁতেই হঠাতে বজ্ৰধাৰী ইন্দ্ৰৰ দৰে গদাধাৰী ভীমসেন আহি ওলালহি। তেওঁ বনস্যাগালিনী দ্ৰৌপদী আৰু দুই ভায়েকক তাত দেখিলে। সহদেৱে মাটিত থিয় হৈ ৰাক্ষসক তিৰস্কাৰ কৰি থকা দেখিলে আৰু বাটত ইফালে সিফালে ঘূৰি ফুৰা এটা ৰাক্ষসক দেখিবলৈ পালে, মৃত্যুৱে যেন তাৰ মতিচ্ছন্ন কৰিছে, দৈৱই যেন তাক বাধা দিছে। ৰাক্ষসে ভায়েকসকলক আৰু দ্ৰৌপদীক হৰণ কৰি নিয়া দেখি মহাবলী ভীমে খঙেৰে ৰাক্ষসক এই কথা ক'লে, হেৰ পাপী, আগেয়ে শস্ত্ৰ পৰীক্ষা কৰাৰ সময়তে তোক মই চিনি থৈছো। ৩৮-৪০ ॥

যিহেতুকে নগণ্য তোক মাৰিব লাগে বুলি মই ভবাই নাছিলো সেয়েহে তোক তেতিয়া মৰা ন'হল। তেতিয়া তই ছদ্মবেশ কৰি বামুণৰ দৰে আছিলি আৰু আমাক কোনো অপ্ৰিয় কথা কোৱা নাছিলি। ৪১ ॥

তই আমাৰ প্ৰিয় কাৰ্য্যহে কৰিছিলি, অপ্ৰিয় আচৰণ কৰা নাছিলি, নিৰপৰাধী অতিথি বামুণক কেনেকৈ বধ কৰোঁ ? ৪২ ॥

বয়সত কুমলীয়া তই বধৰ অযোগ্য আছিলি, ৰাক্ষস বুলি জানিও যি কোমল বয়সীয়া লোকক বধ কৰে সি নৰকলৈ যায়। ৪৩ ॥

অদ্ভুত কৰ্ম্মকাৰী কালে তোক যেতিয়া দ্ৰৌপদীক হৰণ কৰিবলৈ মতি দিলে, নিশ্চয় তই এতিয়া বয়সত ডেকা হৈছ। ৪৪ ॥

পানীত মাছে টোপ গিলাদি মৃত্যু-স্বৰূপ সূতাৰ আগত বান্ধি থোৱা দ্ৰৌপদী-হৰণ-স্বৰূপ বৰশী গিলিলি, এতিয়া তই ইয়াৰপৰা নিস্তাৰ পাবি কেনেকৈ ? ৪৫ ॥

তোৰ মনে যি ঠাইলৈ আগেয়েই গ'ল, আৰু য'লৈ তই যাব খুজিছ তালৈ যাবলৈ নেপাব, বকাসুৰ আৰু হিড়িম্ব যোৱা বাটেদিহে তই যাব লাগিব। ৪৬ ॥

ভীমে এইদৰে কোৱাত ৰাক্ষসে তেওঁবিলাক সকলোকে ভয় খাই এৰি দিলে আৰু কালপ্ৰেৰিত হৈ ৰাক্ষস যুদ্ধ কৰিবলৈ সাজু হ'ল আৰু খঙতে ওঠ কঁপাই ভীমসেনক ক'লে, হেৰ পাপী, মোৰ দিক্‌ভ্ৰম হোৱা নাই ; তোৰ কাৰণেহে বৈ আছো। ৪৭-৪৮ ॥

তই যুদ্ধত যিবিলাক ৰাক্ষসক বধ কৰিলি তাৰ কথা মই কব পাৰোঁ ; আজি তোৰ তেজেৰে তেওঁলোকৰ তৰ্পণ কৰিম। ৪৯ ॥

এইদৰে কোৱাত ভীমে সাক্ষাৎ যমৰ দৰে দাঁত কামুৰি, বাহু জোকাৰি ৰাক্ষসলৈ খেদি গ'ল। তেতিয়া ভীমক যুদ্ধ কৰিবলৈ অহা দেখি ৰাক্ষসেও ঘন ঘনকৈ মুখ মেলি ওঠ কামুৰি খঙতে বলিয়ে ইন্দ্ৰক খেদি যোৱাদি খেদি গ'ল। ৫০-৫২ ॥

তেওঁলোক দুজনৰ তেতিয়া ভয়ঙ্কৰ বাহুযুদ্ধ লাগিলত নকুল-সহদেৱ দুয়ো অতি খং উঠি খেদি গ'ল। ৫৩ ॥

কুন্তীপুত্ৰ বৃকোদৰে হাঁহি হাঁহি তেওঁলোকক হাক দি ক'লে, মই ৰাক্ষসক বলে পাৰিম, তোমালোকে চাই থাকাঁহক। ৫৪ ॥

মই নিজক, ভাইসকলক, ধৰ্ম্মক, সৎ কৰ্ম্মক আৰু যজ্ঞক চিয়াই শপত খাই কৈছো, হে মহাৰাজ, মই আজি এই ৰাক্ষসক বধ কৰিমেই। ৫৫ ॥

এইদৰে কৈ পৰস্পৰ স্পৰ্দ্ধা কৰি ৰাক্ষস আৰু ভীম দুয়োজনে দৰৰা-দৰৰি কৰিবলৈ ধৰিলে। ৫৬ ॥

যুদ্ধত দেৱতা আৰু দানৱৰ দৰে খঙত একো নাই হৈ কোনেও কাকো সহিব নোৱৰা সেই ভীম আৰু ৰাক্ষসৰ মাজত খুন্দিয়া-খুন্দি লাগিল। ৫৭ ॥

মেঘৰ দৰে গৰজি মহাবলী তেওঁলোক দুজনে তৰ্জ্জন-গৰ্জ্জন কৰি গছবোৰ উভালি আনি আনি দুজনে সিজনক মৰিয়াবলৈ ধৰিলে। ৫৮ ॥

পৰম বলশালী তেওঁলোক দুজনে ইজনে সিজনক বধ কৰিবলৈ ইচ্ছা কৰি যুদ্ধ কৰোঁতে প্ৰকাণ্ড গছবোৰো কৰগুণৰ খুন্দাত ভাগিল। ৫৯ ॥

আগৰ দিনত তিৰোতাৰ কাৰণে বালী আৰু সুগ্ৰীৱ এই দুই ককাই-ভাইৰ দৰে সেই গছেৰে কৰা যুদ্ধত গছ-গছনি নাইকিয়া হৈ গৈছিল। ৬০ ॥

তেওঁলোক দুয়ো বাৰে বাৰে গৰ্জন কৰি গছবিলাক ঘূৰাই ঘূৰাই সঘনে মৰিয়াবলৈ লাগিল। ৬১ ॥

পৰস্পৰক বধ কৰিবলৈ ইচ্ছা কৰি সেই ঠাইৰ আটাইবোৰ গছ উভালি মৰি-মূৰ কৰিলত সেই মহাবলী দুজনে দুখণ্ড বিৰাট মেঘ নাইবা দুটা বৃহৎ পৰ্ব্বতে যুদ্ধ কৰাৰ দৰে ঘপাঘপ্ শিলবোৰ দাঙি লৈ যুঁজিবলৈ ধৰিলে। ৬২ ৬৩ ॥

খঙত অধৈৰ্য্য হৈ তেওঁলোক দুজনে প্ৰকাণ্ড প্ৰকাণ্ড শিলবোৰেৰে বজ্ৰৰ নিচিনাকৈ বিজুলী-সঞ্চাৰে প্ৰহাৰ কৰি যুঁজিবলৈ লাগিল। ৬৪ ॥

হাতীৰ দৰে বলশালী তেওঁলোক দুজনে আকৌ লৰি আহি হাত দুটাৰে পৰস্পৰক গৰা মাৰি ধৰি টনাটনি কৰিবলৈ লাগিল। ৬৫ ॥

তেওঁলোকে প্ৰচণ্ড ভুকুৰে ইজনে সিজনক মেৰিয়া প্ৰহাৰ কৰিবলৈ ধৰিলে তেতিয়া সেই ভৰা দুজনৰ ভুকুৰপৰা ধুপ্ ধুপ্ শব্দ হ'ল। ৬৬ ॥

তাৰ পাছত ভীমে পাঁচমূৰীয়া সাপৰ দৰে মুঠিটো কট্‌কটীয়াকৈ মাৰি লৈ তাৰে ৰাক্ষসৰ গলধনত ভৰ্কিব নোৱৰাকৈ মাৰ সোধালে। ৬৭ ॥

তাৰ পাছত ভীমসেনৰ ভুকুত সেই ৰাক্ষসটো অৱশ আৰু একেবাৰে বিতত হোৱা দেখি ভীমসেন আগ বাঢ়ি আহিল। ৬৮ ॥

তাৰ পাছত দেৱতাৰ নিচিনা মহাবাহু ভীমে তাক হাত দুটাৰে ধৰি ওপৰলৈ দলিয়াই মাটিত থেকেচি পেলালে। ৬৯ ॥

তেতিয়া তাৰ হাত-ভৰিবোৰ দাঙি একেটা চৰতে মূৰটো গাৰপৰা ছিঙি পেলালে। ৭০ ॥

ভীমসেনৰ চৰত ছিগা দাঁত কামুৰি থকা, টেলেৰা চকুৰে, তেজেৰে বাঙলী জটাসুৰৰ মূৰটো গছৰপৰা সৰা গুটিটোৰ দৰে মাটিত পৰি থাকিল। তাক বধ কৰি মহাধনুৰ্দ্ধাৰী ভীম যুধিষ্ঠিৰৰ ওচৰলৈ আহিল। আহোঁতে মৰুৎসকলে ইন্দ্ৰক স্তুতি কৰা দি শ্ৰেষ্ঠ ব্ৰাহ্মণসকলে ভীমক স্তুতি কৰি কৰি আহিল। ৭১-৭২ ॥

ইতি মহাভাৰতৰ বনপৰ্ব্ব'ৰ অন্তৰ্গত জটাসুৰ-বধ-পৰ্ব্ব' নামৰ সপ্তপঞ্চাশদধিক-শততম অধ্যায়। ১৫৭ ॥

॥ অধ্যায় ১৫৮ ॥

## ॥ যক্ষযুদ্ধ-পৰ্ব্ব : পাণ্ডৱসকলৰ গন্ধমাদন-প্ৰৱেশ ॥

বৈশম্পায়নে ক'লে, সেই ৰাক্ষসক বধ কৰি কুন্তীপুত্ৰ ৰজা যুধিষ্ঠিৰ আকৌ নাৰায়ণাশ্ৰমলৈ আহি তাতে থাকিল। ১ ॥

তেওঁ দ্ৰৌপদীৰে সৈতে ভায়েক তিনিজনক মাতি আনি এই সময়ত অৰ্জ্জুনলৈ মনত পৰি এই কথা ক'লে, ২ ॥

আমি বনে বনে ফুৰি ভালেৰে চাৰিটা বছৰ কটালো, অৰ্জ্জুনে পঞ্চম বছৰ সোমালে আহিব বুলি কৈ গৈছে। ৩ ॥

ফুলি থকা গছবিলাকেৰে, মত্তলীয়া কুলি, ভোমোৰা, ম'ৰা আৰু চাতক চৰাইৰে সদায় উৎসৱত সজোৱাদি সজাই থোৱা, বাঘ, বৰা-গাহৰি, ম'হ, মেঠোন, হৰিণ, নানা হিংস্ৰ জন্তু আৰু ৰুৰু পশু থকা, ফুলি থকা সহস্ৰদল আৰু শতদল পদ্ম, ভেট, প্ৰফুল্লিত পদুম আৰু নীলোৎপলেৰে সজ্জিত, পৰম পৱিত্ৰ আৰু পুণ্যদায়ক দেৱতা-অসুৰসকলে আশ্ৰয় কৰা, পৰ্ব্বতশ্ৰেষ্ঠ গিৰিৰাজ কৈলাস পৰ্ব্বত আমি পালোহিহক। ৪-৭ ॥

অৰ্জ্জুন উভতি অহা চাবলৈ হেপাহ কৰি আমি ইয়ালৈ আহিলো। অতুলনীয় শক্তিশালী অৰ্জ্জুনে মোৰ আগত প্ৰতিজ্ঞা কৰি গৈছে, তেওঁ বিদ্যা-শিক্ষাৰ কাৰণে পাঁচ বছৰ স্বৰ্গত বাস কৰিব। গাণ্ডীৱধাৰী, শত্ৰুদমনকাৰী, অৰ্জ্জুনে অস্ত্ৰ লাভ কৰি স্বৰ্গৰপৰা আকৌ ইহলোকলৈ অহা আমি ইয়াতে দেখিবলৈ পাম। এই বুলি কৈ যুধিষ্ঠিৰে সকলোখিনি ব্ৰাহ্মণকে মাতি আনিলে। ৮-১০ ॥

তপস্বীসকলৰ ওচৰত তালৈ অহাৰ কাৰণো ধৰ্ম্মৰাজে ক'লে। পাণ্ডৱসকলে হৃষ্ট মনৰ সেই উগ্ৰ তপস্বীসকলক প্ৰদক্ষিণ কৰিলে। ব্ৰাহ্মণসকলে সেই সংকাৰ আশিষ-বচনেৰে অনুমোদন কৰি অচিৰে দুঃখ গুচি সুখৰ উদয় হ'ব বুলি আৰু ধৰ্ম্মজ্ঞানী যুধিষ্ঠিৰে ক্ষত্ৰিয় ধৰ্ম্মৰ প্ৰভাৱত পৃথিৱী পালন কৰিব বুলি ক'লে। তপস্বী-সকলে কোৱা সেই কথা ৰজাই মানি ল'লে। ১১-১৩ ॥

তাৰ পাছত বিপ্ৰসকল আৰু ভ্ৰাতৃবৰ্গেৰে সৈতে শত্ৰু-তাপন ৰজা যাবলৈ ধৰিলে। ৰাক্ষসবিলাকে তেওঁলোকক অনুগমন কৰিলে আৰু লোমশই ৰক্ষা কৰি গ'ল। ১৪ ॥

মহা তেজস্বী, সুব্ৰত যুধিষ্ঠিৰ ভায়েকসকলেৰে সৈতে কোনো কোনো ঠাইত খোজ কাঢ়ি গ'ল আৰু কোনো ঠাইত তেওঁলোকক ৰাক্ষসসকলে দাং-কোলাকৈ নিলে। ১৫ ॥

তেতিয়া ৰজা যুধিষ্ঠিৰে বহুত দুখ-কষ্ট ভাবি-গুণি সিংহ, বাঘ, হাতীৰে ভৰা উত্তৰফালে যাত্ৰা কৰিলে । ১৬ ॥

তেওঁলোক কৈলাসগিৰি, মৈনাক পৰ্ব্বত, গন্ধমাদনৰ পাদদেশ আৰু হিমালয় পৰ্ব্বতলৈ চাই চাই যাবলৈ ধৰিলে । ১৭ ॥

পৰ্ব্বতবিলাকৰ ওপৰে ওপৰে প্ৰবাহিত হোৱা পবিত্ৰ নদীবিলাকলৈ চাই চাই সোতৰ দিনৰ দিনা পবিত্ৰ হিমালয়ৰ পৃষ্ঠদেশ পালেগৈ । ১৮ ॥

হে মহাৰাজ, তাত পাণ্ডৱসকলে গন্ধমাদনৰ ওচৰ পাই হিমালয়ৰ পবিত্ৰ পৃষ্ঠভাগত নানা গছ-লতাৰে আগুৰি থকা ঠাইত কেয়োপিনে পানীৰে বেঢ়ি থকা, ফুলি থকা গছেৰে ভৰা বৃষপৰ্ব্বাৰ পৰম পবিত্ৰ আশ্ৰম দেখিবলৈ পালে । ১৯-২০ ॥

তালৈ আহি শত্ৰু-দমনকাৰী পাণ্ডৱসকলে দুখ-ভাগৰ পাহৰি গৈ ধৰ্ম্মাত্মা ৰাজৰ্ষি বৃষপৰ্ব্বাক অভিনন্দন জনালে । ২১ ॥

সেই ৰাজৰ্ষিয়ে ভৰতকুলৰ প্ৰদীপ পাণ্ডৱসকলক পুত্ৰৰ দৰে অভিনন্দন জনালে আৰু শত্ৰুসংহাৰক পাণ্ডৱসকলে আদৰ-সাদৰ পাই তাত সাত ৰাতি বাস কৰিলে । ২২ ॥

আঠ দিনৰ দিনা লোক-বিখ্যাত সেই ঋষি বৃষপৰ্ব্বাক পাণ্ডৱসকলে মাতি আনি তাৰপৰা যোৱাৰ ইচ্ছা প্ৰকাশ কৰিলে । ২৩ ॥

তেওঁলোকে সেই বিপ্ৰসকলক বন্ধুৰ নিচিনাকৈ আদৰ-সাদৰ কৰি এজন এজনকৈ বৃষপৰ্ব্বাৰ হাতত গতাই দিলে । ২৪ ॥

পাণ্ডৱসকলে অৱশিষ্ট সকলো বোজা আৰু যজ্ঞ-পাত্ৰ, বস্ত্ৰ আৰু আভৰণ-বিলাক বৃষপৰ্ব্বাৰ আশ্ৰমতে ৰাখিলে। ভূত-ভৱিষ্যৎ সকলোকে ভালকৈ জনা সৰ্ব্ব-ধৰ্ম্মজ্ঞ সেই ঋষিয়ে পাণ্ডৱসকলক নিজৰ পুত্ৰৰ দৰে উপদেশ দিলে আৰু মহামতি পাণ্ডৱসকলেও তেখেতৰ অনুমতি লৈ উত্তৰফালে ৰাওনা কৰিলে । ২৫-২৭ ॥

ৰজা বৃষপৰ্ব্বাই তেওঁলোকক আগ বঢ়াই থ'লে আৰু সেই মহা তেজস্বী ৰাজৰ্ষি পাণ্ডৱসকলক বিপ্ৰসকলৰ ওচৰত শোধাই দি বিপ্ৰসকলকো পাণ্ডৱসকলৰ পাছে পাছে পঠিয়াই আশীৰ্ব্বাদেৰে অভিনন্দন জনাই আৰু পথৰ নিৰ্দ্দেশ দি ঘূৰি আহিল । ২৮-২৯ ॥

তাৰ পাছত কুন্তী-নন্দন, সত্য-বিক্ৰম যুধিষ্ঠিৰ ভায়েকসকলেৰে সৈতে বিবিধ পশুৰে পৰিপূৰ্ণ বাটেদি খোজ কাঢ়ি যাবলৈ লাগিল । ৩০ ॥

এইদৰে পাণ্ডৱসকলে নানা গছেৰে ভৰা পৰ্ব্বতবিলাকত বিশ্ৰাম লৈ চতুৰ্থ দিনৰ দিনা কৈলাস পৰ্ব্বত পালেগৈ । ৩১ ॥

সেই পৰ্ব্বত আছিল প্ৰকাণ্ড এটুকুৰা ডাঠ ডাৱৰৰ নিচিনা জলাশয়েৰে শোভিত আৰু স্তূপীকৃত মণি, কাঞ্চন, ৰূপ আৰু পাথৰেৰে ভৰা । ৩২ ॥

তেওঁলোকে বৃষপৰ্ব্বাই দেখুৱাই দিয়া বাটটো পাই নানাপ্ৰকাৰৰ গছ-পৰ্ব্বত চাই চাই সেই বাটেদি গৈ থাকিল । ৩৩ ॥

পৰ্ব্বতৰ ওপৰে ওপৰে থকা অতি দুৰ্গম গহ্বৰবোৰ আৰু কোনো প্ৰকাৰে পাৰ হ'ব নোৱৰা বহুত ঠাই তেওঁলোক অনায়াসে পাৰ হৈ গ'ল। ৩৪॥

ধৌম্য, দ্ৰৌপদী, পাণ্ডৱসকল আৰু মহৰ্ষি লোমশ, কেয়োজন একে লগে গ'ল, কোনো পিছ পৰি নাথাকিল। ৩৫॥

তেওঁলোক পশু-পক্ষীৰে ভৰা, অলেখ গছ-লতাৰে পূৰ্ণ, বান্দৰবিলাক বাস কৰা পৱিত্ৰ পদুম-বনেৰে শোভিত আৰু খাল-বিলেৰে ভৰা অৰণ্যপূৰ্ণ মনোৰম মহাগিৰি মাল্যৱান পৰ্ব্বত পালেগৈ। ৩৬-৩৭॥

তাৰ পাছত কিংপুৰুষ আৰু সিদ্ধ-চাৰণসকলৰ বাসস্থান গন্ধমাদন পৰ্ব্বত দেখি তেওঁলোকৰ গাৰ নোম শিয়ঁৰি উঠিল। ৩৮॥

তাত বিদ্যাধৰসকল, কিন্নৰীসকল, পালে পালে হাতী আৰু সিংহ-বাঘ-বিলাক ঘূৰি ফুৰিছিল। ৩৯॥

তেওঁলোক শৰভ পক্ষীৰ শব্দেৰে পূৰ্ণ আৰু নানাপ্ৰকাৰৰ পশু বাস কৰা নন্দন-বনৰ নিচিনা সেই গন্ধমাদন-বন পালেগৈ। ৪০॥

দ্ৰৌপদীৰে সৈতে পাণ্ডৱসকলে বিপ্ৰসকলৰ লগত পৰম আনন্দেৰে সেই মনোৰম, আনন্দজনক, সকলোৰে আশ্ৰয়স্থল সুন্দৰ-বনখনত লাহে লাহে সোমালগৈ। তাত চৰাইবিলাকৰ মুখৰপৰা ওলোৱা, কাণত সোৱাদ লগা, মনোমোহা সুমধুৰ মাত শুনি শুনি, সকলো ঋতুৰ ফলেৰে শোভিত, সকলো কালৰ ফুলেৰে উজ্জ্বল আৰু ফলৰ ভৰত দোঁ খাই থকা গছবিলাক চাই চাই বাবলৈ ধৰিলে। তাত আম, অমৰা, ঔ, নাৰিকল, কেন্দু, মুঞ্জাতক, আঞ্জীৰ, ডালিম, জৰা, কঠাল, বহুত, কল, খাজুৰি, থেকেৰা, পাৰাৱত, চপা, নুনি, বেল, কটবেল, জামু, গমাৰী, বগৰী, জৰি, ডিমৰু, বড়, আহঁত, ক্ষিৰিকা, ভোলা, আমলখী, শিলিখা, ভোমোৰা, ইঙ্গুদ, কৰদৈ, টেপৰ আৰু মহাবিল—এইবিলাক আৰু অন্যান্য নানাপ্ৰকাৰৰ ফলযুক্ত গছ গন্ধমাদনৰ সানু-প্ৰদেশত দেখিলে। ৪১-৪৮॥

সেই গছবিলাক অমৃতৰ নিচিনা সোৱাদ ফলেৰে উপচি আছিল। তদুপৰি ফুলেৰে জকমকাই থকা চপা, অশোক, কেতক, বকুল, পুন্নাগ, চতিয়না, কৰ্ণিকাৰ, পাৰলি, কুটজ, মদাৰ, ইন্দীবৰ, পাৰিজাত, কোবিদাৰ, দেৱদাৰু, শাল, তাল, তমাল, আহঁত, হিঙ্গুক, শিমলু, পলাশ, অশোক, চিচু, সৰল আৰু আন আন গছ দেখিলে। সেইবিলাক গছত চকোৰ, বাঢ়েটোকা, ফেঁচু, ভাটৌ, কুলি, ঘনচিৰিকা, ফেতেকী, টিপচী, প্ৰিয়ক, চাতক আৰু অন্যান্য বিবিধ চৰায়ে শুনিলে শুনি থাকিবৰ মন যোৱা সুমধুৰ গান গাইছিল। ৪৯-৫৩॥

ইফালে সিফালে মনোহৰ সৰোবৰবিলাক আছিল, তাত জলচৰ ভৰি আছিল। সেই সৰোবৰবিলাক ভেট, নীলোৎপল, ৰক্তোৎপল, শ্বেতোৎপল, পদুম আদিৰে জকমকাই আছিল। ৫৪-৫৫॥

তাত কাদম্ব নামৰ শ্যাম-বৰণীয়া কলহংস, কুৰৰ বা উৎক্ৰোশ নামৰ হাঁহ, ঘিলা-হাঁহ, চাকৈ-চকোৱা, পানীকুকুৰা, প্লৱ বা পিৰল চৰাই, হাঁহ, বগলী, মাছৰোকা প্ৰভৃতি জলচৰ চৰাইবিলাক ইফালে সিফালে ঘূৰি ফুৰিছিল। ৫৬-৫৭ ॥

আৰু তেওঁলোকে দেখিলে পদুমনি—য'ত আনন্দেৰে বঙা পদুমৰ ৰস পান কৰি মতলীয়া হৈ থকা আৰু পদুম ফুলবিলাকৰ ভিতৰৰপৰা ওলোৱা ৰেণু-পদ্ম-কেশৰবিলাকেৰে লুতুৰি-পুতুৰি হৈ অৰুণ-বৰ্ণ ধাৰণ কৰা ভোমোৰাবোৰে সুমধুৰ স্বৰেৰে গুণ-গুণাই আছিল। ৫৮ ॥

গন্ধমাদনৰ পাদদেশত নৱশ্ৰেণীসকলে আৰু দেখিলে পদ্মবনসমূহে কেয়োফালে শোভা বৰ্দ্ধন কৰিছে আৰু লতা-মণ্ডপবিলাকত লাহ-বিলাহেৰে মতলীয়া হৈ থকা ম'ৰা চৰাইবিলাকে মেঘৰ গাজনি শুনি কাম-ভাৱত উন্মত্ত হৈ ময়ূৰীবিলাকেৰে সৈতে ফুলাম পাখিবোৰ মেলি নাচি আছে। ৫৯-৬১ ॥

তেওঁলোকে ৰং মনে নাচি নাচি হাবিৰ মাজত সোমাবলৈ অভিলাষ কৰা ম'ৰাবোৰ দেখিলে, কোনো কোনো ম'ৰাই প্ৰিয়াৰে সৈতে ৰমণ কৰি থকাও দেখিলে। ৬২ ॥

একোবোৰ ম'ৰাক লতা-পাতেৰে আগুৰা কুটজ গছত থকা দেখিলে, কোনোবা-বোৰক আকৌ কুটজ গছবোৰৰ ডালত উৎকট মূৰ্ত্তিত থকা দেখিলে। ৬৩ ॥

কিছুমানক ধুনীয়া পাখিৰে চালি ধৰি শিৰত মুকুট পিন্ধি থকা যেন দেখিলে, আৰু কিছুমানক আকৌ গছৰ ধোন্দত সোমাই ধুনীয়াটিহঁত হৈ থকা দেখিলে। ৬৪ ॥

কামদেৱৰ শৰৰ নিচিনাকৈ পৰ্ব্বতৰ ওপৰত ফুলি থকা সোণ-বৰণীয়া স্থল-পদ্ম বোৰো দেখিলে। ৬৫ ॥

পৰ্ব্বতৰ শিখৰত ফুলি থকা সোণ-বৰণীয়া সোণাৰু আৰু হাবিত ফুলি থকা বঙা কুৰুবকবিলাক দেখিলে। ৬৬ ॥

কামাতুৰবিলাকক উদ্বাউল কৰা কামদেৱৰ শৰৰ নিচিনাকৈ লেথাৰি নিছিগা গছ-গছনিৰ শাৰীবোৰ তেওঁলোকে দেখিবলৈ পালে। ৬৭ ॥

ফোঁটৰ দৰে শোভা কৰি থকা তিল ফুলবিলাক দেখিলে, আৰু দেখিলে কামদেৱৰ শৰৰ নিচিনা মনোহৰ আমৰ কুঁহিবিলাক। ৬৮ ॥

সেই কুঁহিৰ মঞ্জৰীবিলাকৰ ওপৰত পৰি ভোমোৰাবিলাকে গুন-গুনাই থকা তেওঁ-লোকে দেখিবলৈ পালে। সেই পৰ্ব্বতবিলাকৰ ওপৰত থকা সমতলত সোণ-বৰণীয়া, ধোঁৱা-বৰণীয়া, বঙা, ক'লা, হালধীয়া আদি ৰঙৰ ফুলেৰে জকমকাই থকা গছ-বিলাকে বৰকৈ শোভা বঢ়াইছিল। ৬৯-৭০ ॥

কোনো ঠাইত শাল, তমাল, পাৰলি, বকুল প্ৰভৃতি গছ লগ লাগি পৰ্ব্বতৰ ওপৰত গাঁথি থোৱা মালাৰ দৰে শোভা বঢ়াইছিল। ৭১ ॥

পৰ্ব্বতৰ ওপৰৰ সমতলত বহুত সৰোবৰো দেখিলে, সেইবিলাক আছিল নিৰ্ম্মল স্ফটিক-বৰণীয়া, তাত পাণ্ডুৰ-বৰণীয়া চৰাইবিলাকে কলহংস আৰু শৰালি প্ৰভৃতি

চৰাইবিলাকে সুললিত কলৰৱ কৰি আছিল আৰু পদুম, ভেঁট প্ৰভৃতি ফুলবিলাকৰ সম্পৰ্কত তাৰ পানী সুখদায়ক আৰু শীতল আছিল। ৭২-৭৩ ॥

এইদৰে সেই বীৰসকলে কেয়োফালে মালাৰ দৰে থকা সুগন্ধি ফুলবিলাক, ৰসাল ফলবিলাক, মনোহৰ সৰোবৰবিলাক আৰু অতি মনোৰম গছবিলাক চাই চাই গন্ধমাদনত সোমাল। কেয়োজন পাণ্ডৱৰে সেই দৃশ্যত চকু তৰধ লাগিল। ৭৪-৭৫ ॥

সেই বনত নানা ৰকমৰ পদুম, উৎপল, কহ্লাৰ প্ৰভৃতি ফুলৰ সৌৰভেৰে সুগন্ধি সুখস্পৰ্শ বায়ু আহি তেওঁলোকৰ গাত লাগিল। ৭৬ ॥

তেতিয়া যুধিষ্ঠিৰে ভীমক এইদৰে প্ৰীতিদায়ক কথা ক'লে, ভীম, এই গন্ধমাদন-বনখন কেনে মনোৰম! ৭৭ ॥

এই মনোমোহা বনত অপূৰ্ব্ব, বৰণীয়া গছবিলাক আৰু পাত-ফুল-ফলেৰে ওপচা নানা ৰকমৰ লতাবোৰ আছে। ৭৮ ॥

এইবিলাকত কুলিবিলাকে সুমধুৰ গান গাই আছে আৰু ফুলে জকমকাই আছে। ইয়াত কঁাইটীয়া বা নুফুলা গছ এজোপাও নাই। ৭৯ ॥

সকলোবোৰ গছেই স্নিগ্ধ পাত আৰু ফল থকা। গন্ধমাদনৰ শালুক ভেট ফুলি থকা, পদুমেৰে ভৰা পদুমনিবিলাক ভোমোৰাৰ মাতেৰে মধুৰ হৈ আছে। ৮০ ॥

ফুলৰ ৰেণুৰে লুতুৰি-পুতুৰি হৈ থকা ভোমোৰাবিলাকে ৰস পান কৰি থকা সৌ পদুমবিলাকলৈ চোৱাঁ। পৰ্ব্বতৰ এই উত্তম কাননত নানা ফুলৰ সুগন্ধযুক্ত বনৰাজিয়ে বিভিন্নপ্ৰকাৰৰ পদুম ফুলৰ মালা পিন্ধি সাক্ষাৎ মূৰ্ত্তিমতী লক্ষ্মীৰ দৰে শোভা ধাৰণ কৰিছে। ৮১-৮২ ॥

ভোমোৰাৰ গুন-গুননিৰে মুখৰিত বনশ্ৰেণীয়ে কেনে শোভা ধৰিছে! ভীম, এয়া চোৱাঁ, কেয়োফালে দেৱতাৰ পবিত্ৰ ক্ৰীড়াভূমি। ৮৩ ॥

বৃকোদৰ, আমি সিদ্ধ হলোহক, মানুহ আহিব নোৱৰা ঠাই পালোহি। এই গন্ধমাদনৰ সানুপ্ৰদেশত পুষ্পিতাগ্ৰ লতাবিলাক ফুলি থকা গছবিলাকত কেনেকৈ ওলমি আছে। তাতে আকৌ ময়ূৰবিলাকে কেকাৰবেৰে দিশ মুখৰিত কৰিছে। ৮৪-৮৫ ॥

চকোৰ, শতপত্ৰ, মত্ত কোকিল, শালিকা প্ৰভৃতি চৰাইবিলাক পৰ্ব্বতৰ সানুদেশত ফুলি থকা এই ডাঙৰ ডাঙৰ গছবিলাকলৈ উৰি গৈছে। ৰঙা, হালধীয়া, মুগা, নানা বৰণৰ চৰাইবিলাক গছৰ আগত পৰিছেগৈ। ৮৬-৮৭ ॥

সেউজীয়া, ৰঙচুৱা থাঁহনিবোৰৰ দাঁতিত বহুত চাকৈ-চকোৱাই পৰস্পৰে পৰস্পৰলৈ চাই আছে। ৮৮ ॥

পৰ্ব্বতৰ নিজৰাবিলাকত সাৰস পক্ষীবিলাক দেখা যায়। চৰাইবিলাকে সকলো প্ৰাণীৰে মন মুহিব পৰা মধুৰ কলৰৱ কৰিছে। ৮৯ ॥

ভৃঙ্গৰাজ, চক্ৰৱাক, হাৰগিলা চৰাইবিলাকেও আৰাও কৰিছে। চাৰিদাঁতীয়া, বগা, মদমত্ত এই হাতীবিলাকে বৈদূৰ্য্যৰ দৰে সিচিনা বৰণৰ ডাঙৰ ডাঙৰ সৰোৱৰবিলাক ঘোলা কৰিছে। কেইবাজোপাও তাল গছৰ সমান ওখ পৰ্ব্বতৰ শিখৰৰ পৰা

সূৰ্য্যৰ কিৰণৰ দৰে উজ্জ্বল নাইবা শৰৎ কালৰ মেঘৰ দৰে শুভ্ৰ নানাবিধ জুবিৰ-পৰা জলধাৰা তললৈ নামি আহিছে। নানাপ্ৰকাৰৰ ৰূপ আদি ধাতুবিলাকে মহা-পৰ্ব্বতৰ শোভা বঢ়াইছে। সেই ধাতুবিলাকক কোনো ঠাইত ধোঁৱা-বৰণীয়া, কোনো ঠাইত সোণ-বৰণীয়া দেখা যায়। ৯০-৯৩ ॥

কোনো ঠাইত হাঁইতালৰ নিচিনা, কোনো ঠাইত হেঙুলৰ নিচিনা ধাতুবিলাকে সন্ধ্যা সময়ৰ ডাৱৰবিলাকৰ নিচিনা মনঃশিলাবিলাক আৰু গহ্বৰবিলাকে মহা-পৰ্ব্বতৰ শোভা বঢ়াইছে। ৯৪ ॥

কোনো ঠাইত বগা-ৰঙচুৱা বৰণৰ গৈৰিক ধাতুবিলাক বগা, ক'লা মেঘৰ নিচিনাকৈ ৰাতিপুৱাৰ বেলিৰ কিৰণৰ দৰে শোভা কৰিছে। ৯৫ ॥

এই বহুতপ্ৰকাৰৰ প্ৰভাশালী পদাৰ্থই পৰ্ব্বত শোভিত কৰিছে। বৃষপৰ্ব্বাই কোৱাদি গন্ধৰ্ব্ববিলাকক নিজ নিজ পত্নীসকলেৰে সৈতে কিন্নৰবিলাকক লগত লৈ পৰ্ব্বতৰ টিঙত থকা দেখা গৈছে। তাল-মান মিলাই গোৱা, সকলো প্ৰাণীৰে মন হৰিব পৰা, বহুপ্ৰকাৰৰ সামগানৰ ধ্বনিও শুনা গৈছে। ৯৬-৯৭ ॥

সোৱা চোৱাঁ, পৱিত্ৰ, কল্যাণদায়ক, দেৱনদী মহাগঙ্গা। ৮৯ ॥

হে শত্ৰুতাপন ভীম, নানাপ্ৰকাৰৰ ধাতু, নৈ, কিন্নৰ, পশু, পক্ষী, গন্ধৰ্ব্ব, অপেশ্বৰী, মনোৰম কানন আৰু হলেকৰকমৰ অসংখ্য মূৰ থকা সাপবিলাকেৰে ভৰা এই পৰ্ব্বত-ৰাজলৈ চোৱাঁ। ৯৯-১০০ ॥

বৈশম্পায়নে ক'লে, সেই বীৰসকলে আনন্দ মনেৰে এইবিলাক চাই চাই গৈ থাকিল। ১০১ ॥

পৰ্ব্বতৰ শোভা চাই শত্ৰুতাপনসকলৰ হেপাহ নপলাল। তাৰ পাছত গুটি লগা গছ আৰু মালাৰে শোভিত ৰাজৰ্ষি আৰ্ষ্টিষেণৰ আশ্ৰম দেখা পালে। তেতিয়া তেওঁলোক উগ্ৰতপা, ক্ষীণকায়, সিৰ ওলোৱা, সকলো ধৰ্ম্মতে পাৰ্গত আৰ্ষ্টিষেণৰ ওচৰলৈ গ'ল। ১০২-১০৩ ॥

ইতি মহাভাৰতৰ বনপৰ্ব্বৰ অন্তৰ্গত যক্ষযুদ্ধ-পৰ্ব্বত পাণ্ডৱসকলৰ গন্ধমাদন-প্ৰৱেশ নামৰ অষ্টপঞ্চাশদধিকশততম অধ্যায়। ১৫৮ ॥

॥ অধ্যায় ১৫৯ ॥

## আষ্টিষেণ-যুধিষ্ঠিৰ-সম্বাদ ॥

বৈশম্পায়নে ক'লে, যুধিষ্ঠিৰে তপস্যাৰ বলত পাপ ধ্বংস কৰা ঋষিৰ ওচৰ চাপি নিজৰ নাম কৈ পৰম তৃপ্তিৰে মূৰ দোঁৱাই সেৱা কৰিলে। ১ ॥

তাৰ পাছত দ্ৰৌপদী, ভীম আৰু নকুল-সহদেৱে ৰাজৰ্ষিৰ ওচৰলৈ গৈ কেয়ো-কালে বেৰি ধৰি মূৰ দোঁৱাই দোঁৱাই সেৱা জনালে। ২ ॥

সেইদৰে পাণ্ডৱসকলৰ পুৰোহিত ধৰ্মজ্ঞানী ধৌম্যয়ো ব্ৰত-ধাৰণকাৰী সেই ঋষিক যথানিয়মে সম্মান জনালে। ৩ ॥

সেই ধৰ্মজ্ঞ মুনিয়ে দিব্য-চক্ষুৰ দ্বাৰা তেওঁলোকক কুৰুশ্ৰেষ্ঠ পাণ্ডুৰ পুতেক বুলি জানিলে, আৰু বহিবলৈ ক'লে। ৪ ॥

মহা তপস্বী ঋষিয়ে কুৰুকুল-শ্ৰেষ্ঠ যুধিষ্ঠিৰক সম্মান জনালে আৰু ভায়েক-সকলেৰে সৈতে সুখেৰে বহি থকা ৰজাক সুধিলে, ৫ ॥

হে ধৰ্মৰাজ, আপোনাৰতো অসত্যলৈ মন যোৱা নাই? আপুনিতো ধৰ্মতে আছে? মাতৃ-পিতৃৰ যথাযোগ্য আজ্ঞা পালন আৰু শ্ৰাদ্ধাদি কৰাত আপোনাৰ ত্ৰুটি হোৱা নাইতো? ৬ ॥

আপুনি গুৰুসকলক, বৃদ্ধসকলক আৰু বিদ্বানসকলক সদায় পূজা কৰি আছেনে? আপোনাৰ পাপ-কৰ্মৰ প্ৰতি কাহানিও ভাব হোৱা নাইতো? ৭ ॥

হে কুৰুশ্ৰেষ্ঠ, আপুনি নিয়মমতে সৎ কাৰ্য্যৰ আদৰ আৰু অসৎ কাৰ্য্যৰ পৰিহাৰ কৰিব পাৰিছেনে? আৰু ইয়াকে কৰোঁতে আপুনি আত্ম-প্ৰশংসা কৰা নাইতো? ৮ ॥

সাধুসকলক আপুনি যথাযোগ্য সম্মান কৰোঁতে তেখেতসকলে জানো আনন্দ উপভোগ নকৰে? বনবাস খাটিও আপুনি জানো ধৰ্ম-পথতে থকা নাই? ৯ ॥

আপোনাৰ আঁচৰণ দেখি ধৌম্যই কাহানিও মনত আঘাত পোৱা নাইতো? আপুনি আপানাৰ পিতৃ-পিতামহসকলে আচৰণ কৰা দান, ধৰ্ম, তপস্যা, শৌচ, সৰলতা আৰু তিতিক্ষা নিতৌ আচৰণ কৰি আছেনে? হে পাণ্ডৱ, ৰাজৰ্ষি-সকল যোৱা বাটেদিয়েইতো আপুনি গৈ আছে? ১০-১১ ॥

হে ধৰ্মৰাজ, পিতৃসকলে নিজ নিজ বংশত জন্ম হোৱা পো-নাতিসকলক ভাল কাম কৰা দেখিলে এওঁলোকৰ সজ-কৰ্মৰ ফলত আমি সুখ ভোগ কৰিবলৈ পাম

আৰু বেয়া কাম কৰা দেখিলে ইহঁতৰ পাপ-কৰ্ম্মৰ ফলত আমি দুখ ভোগ কৰিব লাগিব বুলি আনন্দ আৰু শোক প্ৰকাশ কৰে। ১২-১৩॥

যিজনে পিতৃ, মাতৃ, অগ্নি, গুৰু আৰু আত্মা—এই পাঁচজনক তুষ্ট কৰিব পাৰে তেওঁৰ ইহলোক আৰু পৰলোক—উভয় লোককে জয় কৰা হয়। ১৪॥

যুধিষ্ঠিৰে ক'লে, হে প্ৰভু, আপুনি মোক যি ধৰ্ম্মৰ কথা ক'লে মই শক্তি অনুসাৰে বিধিমতে তাক পালন কৰিছোঁ। ১৫॥

আৰ্ষ্টিষেণে ক'লে, জলভক্ষক, বায়ুভক্ষক আৰু আকাশেদি ফুৰা মহৰ্ষিসকল প্ৰত্যেক পৰ্ব্বৰ সন্ধিক্ষণত অৰ্থাৎ পূৰ্ণিমা, অমাবস্যা আৰু প্ৰতিপদৰ দোমোজাত এই পৰ্ব্বতলৈ আহে। ১৬॥

হে মহাৰাজ, পৰস্পৰ অনুৰক্ত নায়ক-নায়িকাসকলক কিংপুৰুষসকলৰ দৰে এই পৰ্ব্বতৰ টিঙত থকা দেখা যায়। ১৭॥

পৰিষ্কাৰ-পৰিচ্ছন্ন কাপোৰ-কানি পিন্ধি ফুৰা বহুত গন্ধৰ্ব্ব আৰু অপ্সৰাৰ দল ইয়াত দেখা যায়। ১৮॥

মালাধাৰী, প্ৰিয়দৰ্শন বিদ্যাধৰসকল, মহা উৰগসকল আৰু সুপৰ্ণসকলক ইয়াত দেখা যায়। ১৯॥

প্ৰত্যেক পৰ্ব্বৰ সময়ত এই পৰ্ব্বতৰ ওপৰত ভেৰী, পণৱ, শঙ্খ আৰু মৃদঙ্গৰ শব্দ শুনা যায়। ২০॥

হে ভৰতশ্ৰেষ্ঠসকল, ইয়াত থাকিয়েই এই সকলোবোৰ শুনা যায়, আপোনাসকলে তালৈ যাবলৈ কেতিয়াও মন নকৰিব। ২১॥

হে ভৰতশ্ৰেষ্ঠসকল, ইয়াৰ সিফালে যাব নোৱাৰি; সেইখন দেৱতাসকলৰ বিহাৰৰ স্থান; তালৈ মানুহ যাব নোৱাৰে। ২২॥

অলপ চঞ্চল মনৰ মানুহ তালৈ গ'লে, হে ভাৰত, তাত থকা প্ৰাণীবিলাকে তেওঁলোকক হিংসা কৰে আৰু ৰাক্ষসবিলাকে তাড়না কৰে। ২৩॥

হে যুধিষ্ঠিৰ, এই কৈলাসৰ শিখৰ পাৰ হৈয়েই পৰম সিদ্ধ দেৱৰ্ষিসকল চলাচল কৰা স্থান পোৱা যায়। ২৪॥

হে শত্ৰুসংহাৰক পাৰ্থ, চাঞ্চল্যৱশতঃ ইয়াৰ সিফালে যোৱাজনক ৰাক্ষসবিলাকে লোহাৰ যাঠি আদিৰে খুচি মাৰে। ২৫॥

বোপা, আঁউসী-পূৰ্ণিমাৰ সন্ধিক্ষণত অপেচৰাবিলাকে বেৰি থকা নৰ-বাহন কুবেৰক সমৃদ্ধিৰে সৈতে ইয়াত দেখা যায়। ২৬॥

পৰ্ব্বতৰ টিঙত বহি থকা, ওলাই অহা বেলিৰ নিচিনা, যক্ষ-ৰাক্ষসবিলাকৰ অধিপতিক সকলো প্ৰাণীয়েই দেখিবলৈ পায়। ২৭॥

হে ভৰতশ্ৰেষ্ঠ, দেৱ, দানৱ, সিদ্ধসকলৰ আৰু কুবেৰৰ এই পৰ্ব্বতৰ টিংটোৱেই ক্ৰীড়াভূমি। ২৮॥

বোপা, পৰ্ব্ব-সন্ধিৰ সময়ত গন্ধমাদন পৰ্ব্বতত কুবেৰক উপাসনা কৰিবলৈ অহা তুম্বুৰুৰ গীত আৰু সামগানৰ ধ্বনি শুনা যায়। ২৯॥

বোপা যুধিষ্ঠিৰ, পৰ্ব্বৰ সন্ধি-সময়ত সকলো প্ৰাণীয়েই এনেকুৱা বহুত আচৰিত দেখিবলৈ পায়। ৩০॥

হে পাণ্ডৱশ্ৰেষ্ঠসকল, অৰ্জ্জুন নাহেমানে আপোনাসকলে ঋষিমুনিয়ে খোৱা ৰসাল ফল খাই ইয়াতে বাস কৰক। ৩১॥

বোপাসকল, ইয়ালৈ আহিলে কেতিয়াও চঞ্চল হ'ব নালাগে। আপোনাসকলে এতিয়া ইয়াতে যেনেকৈ ভাল পায় তেনেকৈ ফুৰি-মেলি থাকি শেহত নিজ অস্ত্ৰ-বলেৰে পৃথিৱী জয় কৰি পালন কৰিব। ৩২॥

ইতি মহাভাৰতৰ বনপৰ্ব্বৰ অন্তৰ্গত যক্ষ-যুদ্ধ-পৰ্ব্বত আৰ্ষ্টিষেণ-যুধিষ্ঠিৰ-সম্বাদ নামৰ উনষষ্ট্যধিকশততমঃ অধ্যায়। ১৫৯॥

॥ অধ্যায় ১৬০॥

## ॥ মণিমান্-বধ ॥

জনমেজয়ে সুধিলে, অলৌকিক, পৰাক্ৰমশালী, পাণ্ডুপুত্ৰ, মহামতি মোৰ পিতা-মহসকলে সেই আৰ্ষ্টিষেণৰ আশ্ৰমত গন্ধমাদন পৰ্ব্বতত কিমান দিন বাস কৰিছিল আৰু মহাবল, বীৰ্য্যশালী, অমানুষিক পৰাক্ৰমী সেই বীৰসকলে কি কি কাম কৰিছিল? ১-২॥

হে মুনিশ্ৰেষ্ঠ, তাত থাকোঁতে সেই বীৰশ্ৰেষ্ঠ মহাপুৰুষসকলে কি কি বস্তু খাই ছিল তাকো কয় যেন। ৩॥

সেই হিমালয় পৰ্ব্বতত বাস কৰোঁতে মহাবাহু ভীমসেনে যি যি পৰাক্ৰম দেখুৱাইছিল তাকো বহলাই কয় যেন। ৪॥

হে বিপ্ৰশ্ৰেষ্ঠ, তেওঁৰ লগত যক্ষবিলাকৰ আৰু যুদ্ধ হোৱা নাছিলনে? কুবেৰেৰে সৈতে তেখেতসকলৰ দেখা হোৱা নাছিলনে? ৫॥

আৰ্ষ্টিষেণে কোৱামতে তালৈ কুবেৰ আহে। হে তপোধন, মই এইবিলাক কথা বহলকৈ শুনিব খোজোঁ। তেখেতসকলৰ কথা শুনি থাকিলে মোৰ শুনিবৰহে মন যায়, কেতিয়াও আমনি নালাগে। ৬॥

বৈশম্পায়নে ক'লে, পাণ্ডৱসকল অতুলনীয় তেজস্বী বুলি জানি সদায় তেখেতৰ কথামতে চলিছিল। ৭॥

মুনিৰ খাদ্য ৰসাল ফল, কেৱল শৰেৰে বধ কৰা পছুৰ মাংস আৰু হিমালয়ত

উৎপন্ন হোৱা নানাবিধ পবিত্ৰ মধু খাই সেই ভৰতশ্ৰেষ্ঠ পাণ্ডৱসকল তাত বাস কৰিছিল । ৮—৯ ॥

এইদৰে ব্ৰাহ্মণই কোৱা নানা কথা শুনি তেখেতসকলৰ পঞ্চম বছৰটো তাতে পাৰ হৈ গ'ল । ১০ ॥

আগেয়ে ঘটোৎকচে প্ৰয়োজনীয় সময়ত উপস্থিত হ'মহি বুলি যি ঠাইৰপৰা ৰাক্ষসবিলাকেৰে সৈতে গৈছিল, সেই আৰ্ষ্টিষেণৰ আশ্ৰমত থাকি বহুত আচৰিত আচৰিত বস্তু চাই মহাত্মাসকলে কেইবা মাহো কটালে । ১১-১২ ॥

পাণ্ডৱসকল তাত পৰম সুখেৰে থাকোঁতে পবিত্ৰ অন্তঃকৰণৰ সংযমী মুনিসকল আৰু চাৰণসকল পাণ্ডৱসকলৰ প্ৰতি তুষ্ট হৈ দেখা কৰিবৰ কাৰণে তেখেতসকলৰ ওচৰলৈ আহিল । ভৰতকুলশ্ৰেষ্ঠ পাণ্ডৱসকলেও সেই তপস্বীসকলৰ লগত অলৌকিক কথা-বাৰ্ত্তা পাতিলে । ১৩-১৪ ॥

এইদৰে কেইদিনমান গ'লত এদিন পক্ষীৰাজ গৰুড়ই হঠাতে মহা হ্ৰদত থকা এটা প্ৰকাণ্ড নাগক তালৈ লৈ আহিল । ১৫ ॥

তেতিয়া সেই মহা পৰ্ব্বতটো কঁপিবলৈ ধৰিলে তাৰ প্ৰকাণ্ড প্ৰকাণ্ড গছবোৰ মষিমূৰ হ'ল । পাণ্ডৱসকলে আৰু সকলো প্ৰাণীয়েই সেই অদ্ভুত কাণ্ড দেখিবলৈ পালে । ১৬ ॥

তাৰ পাছত সেই পৰ্ব্বতৰ ওপৰৰপৰা গৰুড়ই পাণ্ডৱসকললৈ মঙ্গলজনক সুগন্ধ-যুক্ত মালাবোৰ বতাহত পঠিয়াই দিলে । ১৭ ॥

তাত বন্ধুসকলেৰে সৈতে পাণ্ডৱসকলে আৰু যশস্বিনী দ্ৰৌপদীয়ে পাঁচ-বৰণীয়া অপূৰ্ব্ব ফুলবোৰ দেখিলে । ১৮ ॥

সেই সময়ত পৰ্ব্বতৰ ওপৰত অকলশৰীয়াকৈ সুখেৰে বহি থকা মহাবাহু ভীম-সেনক দ্ৰৌপদীয়ে ক'লে, । ১৯ ॥

হে ভৰতশ্ৰেষ্ঠ, মহাবলী গৰুড়ৰ পাখিৰ বতাহত পৰ্ব্বতৰ ওপৰৰপৰা পাঁচ-বৰণীয়া ফুলবোৰ পৰিছেহি । ২০ ॥

আগেয়ে আপোনাৰ ভায়েক অৰ্জ্জুনে অশ্বৰথা নৈৰ ওচৰত খাণ্ডৱ দাহ কৰোঁতে সকলো প্ৰাণীৰ আগতে ইন্দ্ৰক পৰাজয় কৰি গন্ধৰ্ব্ব, উৰগ আৰু ৰাক্ষসসকলক বাধা দি আৰু মায়াবীসকলক বধ কৰি গাণ্ডীৱ ধনু লাভ কৰিলে । ২১-২২ ॥

হে ইন্দ্ৰৰ নিচিনা পৰাক্ৰমশালী ভীমসেন, এতিয়া আপোনাৰ অতুলনীয় প্ৰভাৱ আৰু মহা বাহুবল সকলোৰে অসহ্য আৰু ভয়জনক । ২৩ ॥

হে ভীমসেন, আপোনাৰ বাহুবলৰ প্ৰতাপত ভয় খাই ৰাক্ষসবিলাক পৰ্ব্বত এৰি কেয়োফালে পলাই যাওক । ২৪ ॥

তেতিয়াহ'লে আপোনাৰ বন্ধুবৰ্গই নিৰ্ভয় মনেৰে উল্লসিত হৈ পৰম মঙ্গলদায়ক বিচিত্ৰ মালাৰে শোভিত পৰ্ব্বতৰ শিখৰ দেখিবলৈ পাব । ২৫ ॥

হে ভীম, বহুত দিনৰেপৰা মোৰ হাবিয়াস, মই যেন আপোনাৰ বাহুবলৰ আশ্ৰয়ত থাকি এই পৰ্ব্বতৰ শিখৰটো চাবলৈ পাওঁ । ২৬ ॥

তেতিয়া শত্ৰুতাপন মহাবাহু ভীমসেনে দ্ৰৌপদীৰ কথাত উতলা হৈ আন একোকে নাভাবিলে । ২৭ ॥

ভীমৰ গতি আছিল সিংহশ্ৰেষ্ঠৰ নিচিনা, তেওঁ আছিল শ্ৰীমন্ত, উদাৰ, সোণ-বৰণীয়া, মনস্বী, বলৱন্ত, উল্লসিত, অভিমানী আৰু বীৰ । ২৮ ॥

তেওঁৰ চকুযুৰি আছিল ৰঙা, কান্ধ দুখন বিশিষ্ট গোলাকাৰ, পৰাক্ৰম আছিল মতলীয়া হাতীৰ নিচিনা, দাঁত আছিল সিংহৰ দৰে, কান্ধ আছিল বিশাল আৰু তেওঁ শাল গছৰ পুলিৰ নিচিনা ওখ আছিল । ২৯ ॥

মহাত্মা, সৰ্ব্বাঙ্গসুন্দৰ, কম্বুগ্ৰীৱ, মহাবাহু ভীমে ধনু-শৰ আৰু তূণ হাতত ল'লে । ৩০ ॥

সেই বলৱন্ত ভীমে সিংহৰ নিচিনা বিক্ৰমেৰে আৰু হাতীৰ নিচিনা মত্ততাৰে ভয়-মোহ এৰি পৰ্ব্বতৰ ফালে যাত্ৰা কৰিলে । ৩১ ॥

সকলো প্ৰাণীয়ে তেওঁক হাতত ধনু-শৰ লৈ হাতীৰ দৰে হিলদ'ল ভাঙি সিংহৰ নিচিনাকৈ অহা দেখিলে । ৩২ ॥

সেই পাণ্ডৱ ভীম হাতত গদা লৈ ভয়-মমতা ত্যাগ কৰি দ্ৰৌপদীৰ আনন্দ বঢ়াই গিৰিৰাজৰ শিখৰ পালেগৈ । ৩৩ ॥

পৱনকুমাৰ ভীমক দুঃখ-ভাগৰ, ভয়, নিৰুৎসাহ আৰু ঈৰ্ষাই কেতিয়াও চুব নোৱাৰিছিল । ৩৪ ॥

মহাবলী ভীম দেখিবলৈ ভয় লগা, দুৰ্গম, এটা অতি ঠেক বাটেদি গৈ কেইবা-জোপাও তালগছ যোৰা দিলে যিমান ওখ হয় সিমান ওখ এটা পৰ্ব্বতৰ টিঙত উঠিলগৈ । ৩৫ ॥

সেই মহা বলশালী ভীম কিন্নৰ, মুনি, নাগ, গন্ধৰ্ব্ব আৰু ৰাক্ষসবিলাকৰ মনত আনন্দ দি পৰ্ব্বতৰ টিঙত উঠিলগৈ । ৩৬ ॥

তেতিয়া ভৰতশ্ৰেষ্ঠ ভীমসেনে কাঞ্চন আৰু ফটিকৰ ঘৰেৰে শোভিত কুবেৰ থকা ঠাইখন দেখিবলৈ পালে । ৩৭ ॥

সেই ঠাইখন কেয়োফালে সোণৰ প্ৰাচীৰেৰে বেৰি থোৱা আছিল আৰু তাত সকলোবিধৰ উদ্যানবোৰে শোভা কৰিছিল, হীৰা, মাণিক আদি কেয়োবিধৰ বস্তুই চিক্‌মিকাই আছিল । ৩৮ ॥

সেই কাৰেংবোৰ পৰ্ব্বততকৈও ওখ আছিল, তাৰ বেৰৰ ওৰিৰ বান্ধ আৰু ওপৰত থকা ঘৰবোৰ ৰমণীয় আছিল, তাৰ সিংহদ্বাৰবোৰ নাগদণ্ড আৰু বতাহত খেলি থকা ধ্বজবিলাকেৰে শোভিত আছিল । ৩৯ ॥

ইফালে-সিফালে বিলাসিনীসকলে ৰঙৈ নাচি ফুৰিছিল আৰু বতাহে লৰাই থকা পতাকাবিলাকে তাৰ শোভা বঢ়াইছিল । ৪০ ॥

ভীমসেনে তেতিয়া সেইবিলাক দেখি নিজৰ সম্পদলৈ মনত পেলাই দুঃখতে হাতখন বেঁকা কৰি ধেনুৰ মূৰত থৰি ধনাধিপতিৰ নগৰৰ সৌন্দৰ্য্য চাই থাকিল । ৪১ ॥

তেতিয়া গন্ধমাদনৰ ওপৰৰপৰা সকলোপ্ৰকাৰৰ সুগন্ধ লৈ অতি সুখদায়ক বতাহ সকলো প্ৰাণীকে আনন্দ দি তাত প্ৰৱাহিত হ'ল। ৪২ ॥

তেতিয়া তাত কল্পনাতীত আচৰিত আচৰিত নানাবিধ গছগছনিয়ে নানা ৰঙৰ হৰেকপ্ৰকাৰৰ কান্তিপূৰ্ণ অচিন্তনীয় কুঁহিপাতবিলাকেৰে অপূৰ্ব্ব শোভা ধাৰণ কৰিলে। ৪৩ ॥

তেতিয়া ভৰতশ্ৰেষ্ঠ ভীমে ৰত্নৰ জালবিলাকেৰে ভৰা বিচিত্ৰ মালাৰে শোভিত ৰাক্ষসাধিপতি কুবেৰৰ থকা ঠাইখন দেখিলে। ৪৪ ॥

ওৰে জীৱনটো যুদ্ধ কৰিয়েই কটোৱা মহাবাহু ভীমসেন তাতে গদা, খড়্গ আৰু ধনু লৈ পৰ্ব্বতৰ দৰে অচল-অটল হৈ থাকিল। ৪৫ ॥

তাৰ পাছত ভীমে শত্ৰুবিলাকৰ গাৰ নোম শিয়ৰি উঠাকৈ শঙ্খ-ধ্বনি কৰিলে আৰু ধনুষ্টঙ্কাৰৰ শব্দেৰে সকলো প্ৰাণীকে মোহিত কৰিলে। ৪৬ ॥

তেতিয়া যক্ষ, ৰাক্ষস আৰু গন্ধৰ্ব্ববিলাক আনন্দত পুলকিত হৈ সেই শব্দ অনুসৰি আহি ভীমৰ ওচৰ পালেহি। ৪৮ ॥

তেতিয়া যক্ষ-ৰাক্ষসবিলাকৰ হাতত থকা গদা, পৰিঘ, শূল, শক্তি, তৰোৱাল আৰু কুঠাৰবিলাক চিক্‌মিকাবলৈ ধৰিলে। ৪৯ ॥

সেই সময়ত আকাশত আৰু মাটিত গৰ্জ্জন কৰি থকা সিহঁতৰ অস্ত্ৰ-শস্ত্ৰবোৰ ভীমে তীব্ৰবেগী ভল্ল নামৰ অস্ত্ৰৰ দ্বাৰা ছেদেলি-ভেদেলি কৰি দিলে। ৫০ ॥

মহাবলী ভীমসেনে ৰাক্ষসবিলাকৰ হাত ভৰিবোৰ শৰেৰে থকা-সৰকা কৰিলে আৰু সিবিলাকৰ গাৰপৰা অনবৰত তেজৰ ধাৰ বৰলৈ ধৰিলে। ৫১ ॥

গদা-পৰিঘধাৰী ৰাক্ষসবিলাকৰ শৰীৰৰপৰা কেয়োফালেদি তেজৰ সোঁত বৰলৈ ধৰিলে। ৫২ ॥

ভীমে বাহুবলেৰে এৰা অস্ত্ৰ-শস্ত্ৰবিলাকৰ কোবত যক্ষ-ৰাক্ষসবিলাকৰ মূৰ আৰু হাত-ভৰিবোৰ টুকুৰা-টুকুৰ হোৱা দেখা গ'ল। ৫৩ ॥

ডাৱৰে বেলিক ঢাকি ৰখাৰ দৰে ৰাক্ষসবিলাকে প্ৰিয়দৰ্শন ভীমক ঢাকি পেলোৱা সকলো প্ৰাণীয়ে দেখিবলৈ পালে। ৫৪ ॥

বেলিয়ে চোকা কিৰণেৰে যেনেকৈ মেঘ আঁতৰাই দিয়ে, মহাবাহু, বলৱন্ত, সত্য-বিক্ৰম ভীমেও সেইদৰে শত্ৰু-সংহাৰক শৰেৰে আটাইবোৰ ৰাক্ষসকে খেদি দিলে। ৫৫॥

তেতিয়া ৰাক্ষসবিলাকে ডাঙৰ ডাঙৰকৈ শব্দ কৰি নানা তৰ্জ্জন-গৰ্জ্জন কৰিবলৈ ধৰিলে, কিন্তু ভীমক অকণো বিচলিত কৰিব নোৱাৰিলে। ৫৬ ॥

তেতিয়া অঙ্গ বিকল হোৱা যক্ষবিলাকে অস্ত্ৰ-শস্ত্ৰবোৰ চপাই নলৈ ভীমলৈ ভয় কৰি আতুৰ হৈ চিঞৰিবলৈ ধৰিলে। ৫৭ ॥

তেওঁবিলাক ভীমৰ খেদাত গদা, শূল, তৰোৱাল, শক্তি, পৰশু প্ৰভৃতি অস্ত্ৰবোৰ এৰি দক্ষিণফাললৈ পলাই গ'ল। ৫৮ ॥

তাতে মণিমান নামেৰে কুবেৰৰ এজন সখিয়েক আছিল। সেই ৰাক্ষসজনৰ

হাতত শূল আৰু গদা আছিল। তেওঁৰ বুকু বহল আৰু গাত বলো বাৰুকৈয়ে আছিল। ৫৯ ॥

সেই মহাবীৰজনে আনবিলাকক ঘূৰি অহা দেখি নিজৰ অধিকাৰ আৰু শক্তি দেখুৱাই হাঁহি হাঁহি ক'লে, ৬০ ॥

তোমালোক বহুত হৈও এজন মানুহৰ ওচৰত যুদ্ধত পৰাজয় মানি ঘূৰি আহিছা-হক; এতিয়ানো কুবেৰৰ ওচৰলৈ গৈ ধনাধিপতিক কি ক'বাহক? ৬১ ॥

সিহঁতক এইদৰে কৈ হাতত শক্তি, শূল আৰু গদা লৈ তেওঁ ভীমলৈ খেদি গ'ল। ৬২ ॥

মতলীয়া হাতীৰ দৰে তেওঁক বেগেৰে অহা দেখি ভীমসেনে বৎসদন্ত নামৰ তিনি-পাট অস্ত্ৰেৰে তেওঁৰ দুই কাষত আঘাত কৰিলে। ৬৩ ॥

মহাবলী মণিমানেও খং উঠি এডাল প্ৰকাণ্ড গদা দৃঢ়ভাৱে ধৰি ভীমৰ গাত তাৰে আঘাত কৰিলে। ৬৪ ॥

ভীমসেনেও তেতিয়া বিজুলীৰ নিচিনা চিকমিকীয়া সেই ভয়ঙ্কৰ প্ৰকাণ্ড গদাডাল নিবাৰণ কৰিবলৈ বুলি আকাশেদি বহুত চোকা চোকা শৰ নিক্ষেপ কৰিলে। ৬৫ ॥

সেই সকলোবোৰ শৰেই গদাৰ ওচৰ পাই মিছা হৈ গ'ল, গদা প্ৰহাৰত পাকৈত ৰাক্ষসৰ ওচৰত সেই বেগেৰে অহা শৰবোৰৰ বেগ নাইকিয়া হ'ল। ৬৬ ॥

তেতিয়া শক্তিশালী, মহাপৰাক্ৰমী ভীমে গদাযুদ্ধৰ নীতি অনুসৰণ কৰা উচিত বুলি জানি তাৰ দ্বাৰা ৰাক্ষসৰ গদাৰ প্ৰহাৰ নিষ্ফল কৰিলে। ৬৭ ॥

তেতিয়া সেই বুদ্ধিমন্ত ৰাক্ষসে তৎক্ষণাৎ সোণৰ নাল লগোৱা এপাট ভয়ঙ্কৰ লোহাৰ শক্তি মাৰি দিলে। ৬৮ ॥

জুইৰ অঙঠাৰ নিচিনা ৰঙা, অতি ভয়ঙ্কৰ সেই শক্তিপাট ভয় লগা শব্দ কৰি ভীমৰ সোঁ বাহুটো ফালি হঠাতে মাটিত পৰিলগৈ। ৬৯ ॥

অতুলনীয় পৰাক্ৰমশালী, মহাধনুৰ্দ্ধাৰী ভীমে শক্তিপাটৰ তীব্ৰ খোচ খাই খঙত চকু পকাই গদাপাট দাঙি ল'লে। ৭০ ॥

সেই গদাপাট আছিল গুদা লোহাৰে সজা, সোণৰ পাত মেৰোৱা, শত্ৰু দমোৱাত খটাৰ লগা অস্ত্ৰ। তাক দেখিলেই শত্ৰুৰ ভয় বাঢ়ে। তেনেহেন গদাডাল লৈ ভীমে গৰ্জিবলৈ ধৰিলে। ৭১ ॥

ভীমে মহাবলী মণিমানক বেগেৰে খেদি গ'ল। মণিমানেও চকচকীয়া মহাশূল এপাট দাঙি ল'লে। ৭২ ॥

ৰাক্ষসে তৰ্জ্জন-গৰ্জ্জন কৰি ভীমৰ গালৈ বেগেৰে শূলপাট মাৰি দিলে। গদাযুদ্ধত পাকৈত ভীমেও গদাৰ আঘাতেৰে সেই শূলপাত ভাঙি পেলালে। ৭৩ ॥

গৰুড়ে সাপ খেদি যোৱাদি ভীমেও ৰাক্ষসৰ প্ৰাণ লবলৈ বুলি খেদি গ'ল আৰু আকাশলৈ জঁাপ মাৰি গদা ঘূৰাবলৈ ধৰিলে। ৭৪ ॥

সেই মুহূৰ্ত্তত মহাবাহু ভীমে ইন্দ্ৰই বজ্ৰ মৰাদি গোজৰণি মাৰি বৰ বেগেৰে গদাৰ প্ৰহাৰ কৰিলে। ৭৫ ॥

ৰাক্ষসক বধ কৰি কৃতকৃত্য হৈ সেই গদা আহি মাটিত পৰিলহি। ভীমসেনে সেই মহাবলৱন্ত ৰাক্ষসক এইদৰে বধিলে। ৭৬ ॥

সিংহই বলধ গৰু মৰাদি ভীমে তাক বধ কৰা সকলোবোৰে দেখিলে। ৰাক্ষসক মাটিত পৰি মৰি থকা দেখি বাকীবোৰ ৰাক্ষস ভয়তে চিঞৰি চিঞৰি পূবফাললৈ চাপলি মেলিলে। ৭৭ ॥

ইতি মহাভাৰতৰ বনপৰ্ব্বৰ অন্তৰ্গত যক্ষ-যুদ্ধ-পৰ্ব্বত মণিমান্-বধ নামৰ ষষ্ট্যধিকশততম অধ্যায়। ১৬০ ॥

॥ অধ্যায় ১৬১ ॥

## ॥ কুবেৰ-দৰ্শন ॥

বৈশম্পায়নে ক'লে, মহাৰাজ যুধিষ্ঠিৰ, মাদ্ৰী-পুত্ৰদ্বয়, ধৌম্য, দ্ৰৌপদী আৰু আন সকলো বিপ্ৰ এইহাতে বহুতপ্ৰকাৰৰ শব্দেৰে পৰ্ব্বতৰ গুহা প্ৰতিধ্বনিত হোৱা শুনি আৰু আনহাতে ভীমক নেদেখি উদ্বিগ্ন হৈ পৰিল। ১-২ ॥

তেতিয়া দ্ৰৌপদীক আৰ্ষ্টিষেণৰ ওচৰত থৈ মহাৰথী বীৰ সকলোটি একেলগ হৈ হাতত অস্ত্ৰ-শস্ত্ৰ লৈ পৰ্ব্বতৰ ওপৰত উঠিলগৈ। ৩ ॥

তেতিয়া মহাধনুৰ্দ্ধাৰী, শত্ৰুতাপন বীৰসকলে পৰ্ব্বতৰ ওপৰত উঠি ইফালে-সিফালে চাই ভীমসেনক দেখিবলৈ পালে। ৪ ॥

তেখেতসকলে আৰু দেখিলে, মহাবলী, মহাপৰাক্ৰমী প্ৰকাণ্ড প্ৰকাণ্ড ৰাক্ষস-বিলাকক ভীমসেনে বধ কৰি মাটিত পেলাই থৈছে। ৫ ॥

সেই সময়ত বাহুবলী ভীম হাতত গদা, খড়্গ আৰু ধনু লৈ যুদ্ধত সকলো ৰাক্ষসক বধ কৰি ইন্দ্ৰৰ নিচিনাটি হৈ শোভা পাইছিল। ৬ ॥

তেতিয়া মহাৰথ পাণ্ডৱসকল ভায়েকক আঁকোৱালি ধৰি পৰম শান্তিৰে তাতে ৰহিল। ৭ ॥

সেই সময়ত দেৱশ্ৰেষ্ঠ লোকপালসকলেৰে স্বৰ্গ যেনেকৈ শোভিত হয় তেনেকৈ মহা ধনুৰ্দ্ধাৰী সেই চাৰি ভ্ৰাতৃৰ দ্বাৰা পৰ্ব্বতৰ শিখৰটো ৰূপহ হৈ উঠিল। ৮ ॥

কুবেৰৰ ঘৰ আৰু মাটিত বগৰাই থোৱা ৰাক্ষসবিলাকক দেখি ৰজা যুধিষ্ঠিৰে বহি থকা ভায়েক ভীমক ক'লে। ৯ ॥

যুধিষ্ঠিৰে ক'লে, বীৰ ভীম, সাহস বা মোহবশতঃ তুমি এই পাপ কাৰ্য্যটো কৰিলা। বনবাসী তোমাৰ পক্ষে অবাবত কৰা এই বধ কাৰ্য্য শোভা নাপায়। ১০ ॥

ৰজাই সমৰ্থন নকৰা কাম কৰিব নাপায় বুলি ধৰ্ম্মজ্ঞসকলে কয়, কিন্তু হে ভীমসেন, তুমি এইটো দেৱতাসকলেও ভাল নোপোৱা কাম কৰিলা। ১১ ॥

ধৰ্ম্ম আৰু প্ৰয়োজনৰ ফালে লক্ষ্য নকৰি যি লোকে পাপ কাৰ্য্য কৰিবলৈ মন কৰে, হে পাৰ্থ, সেই লোকে সেই পাপ কাৰ্য্যৰ ফল নিশ্চয় ভোগ কৰে! তুমি যদি মোক সন্তুষ্ট কৰিব খোজাঁ তেনেহ'লে পুনাই এনেকুৱা কাম নকৰিবা। ১২॥

বৈশম্পায়নে ক'লে, দ্ৰব্য আৰু তাৰ স্বৰূপৰ পাৰ্থক্য জনা ধৰ্ম্মমতি কুন্তীপুত্ৰ যুধিষ্ঠিৰে স্থিৰমতি ভায়েক ভীমক এইদৰে ক'লে, আৰু সেই কথাটোকে ভাবি মহাতেজী ধৰ্ম্মৰাজ ক্ষান্ত হ'ল। তাৰ পাছত ভীমৰ হাতৰপৰা নমৰাকৈ সাৰি যোৱা ৰাক্ষসবিলাক একে লগ হৈ কুবেৰৰ ঘৰৰ ফালে চাপলি মেলিলে আৰু সিহঁত বৰ বেগাই গৈ কুবেৰৰ ঘৰ পালেগৈ। ১৩-১৫ ॥

সিহঁতে ভীমলৈ ভয় কৰি আতুৰ হৈ চিঞৰিছিল। সিহঁতে অস্ত্ৰ-শস্ত্ৰবোৰ এৰি থৈ আহিছিল, ভাগৰত ক্লান্ত হৈছিল আৰু তেজেৰে লুতুৰি-পুতুৰি হৈছিল। ১৬ ॥

সিহঁতে আউলি-বাউলি হৈ কুবেৰক ক'লে, হে ধনপতি, আপোনাৰ যিবিলাক যুঁজাৰুৱে গদা, পৰিঘ, তৰোৱাল, তোমৰ আৰু কুন্ত লৈ যুদ্ধ কৰে সেই প্ৰধান প্ৰধান ৰাক্ষস সকলোবিলাককে মানুহ এটাই হঠাতে পৰ্ব্বতত উঠি পিহি পেলালে। ১৭-১৮ ॥

হে মহাৰাজ, যুদ্ধত খণ্ডেৰে একে লগে খেদি যোৱা শ্ৰেষ্ঠ যক্ষ-ৰাক্ষসৰ দলটোকো একেটা মানুহেই মাৰি পেলালে। ১৯ ॥

হে স্বৰ্গদেৱ, সকলোবিলাকেই প্ৰাণ ত্যাগ কৰি পৰি আছে, আমি এই কেইজনক মাত্ৰ তেওঁ দয়া কৰি এৰি দিলে, আপোনাৰ সখিয়েক মণিমানকো মাৰিলে। ২০ ॥

এই কাম এজন মাত্ৰ মানুহে কৰিলে, এতিয়া যি কৰে কৰক। সেই কথা শুনি যক্ষৰ অধিপতি কুবেৰৰ বৰ খং উঠিল। ২১ ॥

ভীমৰ এই অপৰাধৰ কথা শুনি আৰু আকৌ কিনা কৰিব পাৰে বুলি খঙত চকু ৰঙা কৰি কুবেৰে 'কি বাৰে, কেনেকৈ' বুলি চিঞৰি উঠিল। ২২ ॥

যক্ষাধিপতিয়ে খঙতে থিয় হৈ ৰথ সাজু কৰিবলৈ ক'লে। তেতিয়া যক্ষসকলে পৰ্ব্বতৰ টিঙৰ নিচিনা ওখ আৰু সজল মেঘৰ নিচিনা শ্যামবৰ্ণ ৰথখনত সোণৰ মালা পিন্ধোৱা ঘোঁৰাবোৰ লগালেহি, তেওঁৰ সৰ্ব্বগুণযুক্ত, তেজস্বী, বলৱন্ত, নানা বস্ত্ৰবিভূষিত, সুশিক্ষিত আৰু কঁহুৰ নিচিনা বেগী ভাল ভাল ধুনীয়া ঘোঁৰাবোৰ আনি ৰথত লগালেহি। ২৩-২৫ ॥

সেই ঘোঁৰাবোৰে বিজয়-সূচক স্বৰেৰে হ্ৰেষাৰৱ কৰিবলৈ ধৰিলে। ৰাজাধিৰাজ প্ৰভু কুবেৰ সেই মহাৰথত উঠিল। ২৬ ॥

মহা-তেজস্বী কুবেৰ যাওঁতে দেৱতা আৰু গন্ধৰ্ব্বসকলে স্তৱ কৰিবলৈ লাগিল। সকলোবিলাক যক্ষই সেই মহামতি কুবেৰক ঘোৰা দেখিলে। ২৭ ॥

যক্ষবিলাকৰ চকু আছিল ৰঙা, বৰণ সোণৰ নিচিনা, শৰীৰ প্ৰকাণ্ড আৰু বলো অসীম। এনেকুৱা এহেজাৰমান যক্ষ অস্ত্ৰ-শস্ত্ৰ আৰু তৰোৱাল লৈ ওলাল। ২৮ ॥

সেই মহাবেগী যক্ষসকলে আকাশৰ ৰূপ চৰাই ওপৰেদি জঁপিয়াই গৈ তৎক্ষণাৎ গন্ধমাদন পালেগৈ। ২৯ ॥

পাণ্ডৱসকলে ধনপতিৰ পোহনীয়া সৰহীয়া ঘোঁৰাক আৰু যক্ষ-ৰাক্ষসবিলাকে মাজত সুমুৱাই নিয়া মহাত্মা কুবেৰক দেখিলে। ৩০ ॥

প্ৰিয়দৰ্শন কুবেৰক দেখি পাণ্ডৱসকলৰ গাৰ নোম শিঁয়ৰি উঠিল। কুবেৰেও মহাপ্ৰাণ, মহাৰথ, অস্ত্ৰ-শস্ত্ৰেৰে সজ্জিত পাণ্ডুৰ পুত্ৰসকলক দেখি ভাল পালে আৰু দেৱতাৰ কাৰ্য্য কৰিবলৈ ইচ্ছুক কুবেৰে ভিতৰি ভিতৰি বৰ সন্তোষ লাভ কৰিলে। ৩১-৩২ ॥

তাৰ পাছত কুবেৰকে আদি কৰি যক্ষসকল চৰাইৰ দৰে উৰি অহাদি আহি পাণ্ডৱসকলৰ ওচৰতে পৰ্ব্বতৰ টিঙত নামিলহি। ৩৩ ॥

তেতিয়া যক্ষ-গন্ধৰ্ব্বসকল পাণ্ডৱসকলক দেখি কুবেৰৰ মন আনন্দিত হোৱা যেন পাই নিৰ্ব্বিকাৰ হৈ থাকিল। ৩৪ ॥

নকুল, সহদেৱ আৰু ধৰ্ম্মজ্ঞ যুধিষ্ঠিৰ—এই মহাত্মা পাণ্ডৱসকলে প্ৰভু কুবেৰক প্ৰণাম কৰিলে। ৩৫ ॥

মহাৰথ পাণ্ডৱসকল নিজকে অপৰাধী বুলি ভাবি হাত যোৰ কৰি কুবেৰক বেৰি ৰ'ল। ৩৬ ॥

সেই ধনাধিপতি বিশ্বকৰ্ম্মাই সজা চিত্ৰ-বিচিত্ৰ সৌন্দৰ্য্যযুক্ত আসনশ্ৰেষ্ঠ পুষ্পকত বহিল। ৩৭ ॥

বহি থকা কুবেৰৰ ওচৰতে মহাকায় শঙ্কুকৰ্ণ আৰু মহাবেগী হাজাৰ-বিজাৰ যক্ষ-ৰাক্ষস বহি গ'ল। ৩৮ ॥

শই শই গন্ধৰ্ব্ব আৰু অপেচৰীসকল ইন্দ্ৰক দেৱতাসকলে বেৰি বহাদি কুবেৰক চাৰিওফালে আগুৰি বহিল। ৩৯ ॥

ভীমসেনে মূৰত সোণৰ মালা আৰু হাতত পাশ, খড়্গ আৰু ধেনু লৈ থকা কুবেৰক চাবলৈ ধৰিলে। ৪০ ॥

ৰাক্ষসৰ প্ৰহাৰত ভীমৰ শৰীৰ ক্ষত-বিক্ষত হোৱা সত্ত্বেও মুখৰ আগতে কুবেৰক দেখি তেওঁৰ মনলৈ কোনো গ্লানি অহা নাছিল। ৪১ ॥

নৰবাহন কুবেৰে ভীমক হাতত চোকা কাঁড় লৈ যুদ্ধ কৰিবলৈ ইচ্ছুক হৈ থকা দেখি ধৰ্ম্মপুত্ৰ যুধিষ্ঠিৰক ক'লে, ৪২ ॥

হে পার্থ, তুমি সকলো প্ৰাণীৰে হিত-চিন্তক বুলি সকলোৱে জানে। তুমি ভ্ৰাতৃসকলেৰে সৈতে নির্ভয়ে এই পৰ্ব্বতৰ টিঙতে থাকাঁ। ৪৩॥

হে পাণ্ডৱ, ভীমৰ ওপৰত খং নাৰাখিবা, এই যক্ষবিলাকক কালেই আগতে বধ কৰি থৈছে, তোমাৰ ভায়েৰা কাৰণ মাত্ৰ। ৪৪॥

এই সব সাহৰ কাম কৰা বাবে লাজ বোধ নকৰিবা। আগেয়েও দেৱতা-সকলে যক্ষ-ৰাক্ষসবিলাকক বধ কৰা দেখিছিল। ৪৫॥

হে ভৰতশ্ৰেষ্ঠ, ভীমসেনলৈ মোৰ খং নাই, তেওঁৰ প্ৰতি মই তুষ্ট; আগেয়েও ভীমসেনৰ কামত মই তুষ্ট হৈছিলো। ৪৬॥

বৈশম্পায়নে ক'লে, ৰজাক এইদৰে কৈ কুবেৰে ভীমক ক'লে, হে কুৰুশ্ৰেষ্ঠ বোপা ভীম, তুমি দ্ৰৌপদীক তুষ্ট কৰিবলৈ বুলি এই যি দুঃসাহসৰ কাম কৰিলা তাৰ বাবে মই মনত বেয়া পোৱা নাই। তুমি মোক আৰু দেৱতাসকলকো উপেক্ষা কৰি যক্ষ-ৰাক্ষসবিলাকক বধিলা। ৪৭-৪৮॥

নিজ বাহু-বলক আশ্ৰয় কৰা বাবে মই তোমাৰ প্ৰতি তুষ্ট, হে বৃকোদৰ, আজি মই ঘোৰ শাপৰপৰা মুক্ত হ'লো। ৪৯॥

আগেয়ে মহৰ্ষি অগস্ত্যই মোক কোনো এটা দোষ কৰা বাবে শাপ দিছিল; আজি তুমি মোক সেই শাপৰপৰা মুক্ত কৰিলা। ৫০॥

হে পাণ্ডুনন্দন, আগেয়ে মই বহুত ক্লেশ ভোগ কৰা সকলোৱে দেখিছে, হে পাণ্ডৱ, তোমাৰ গাত কেতিয়াও কোনো দোষ নাই। ৫১॥

যুধিষ্ঠিৰে সুধিলে, হে প্ৰভু, মহামতি অগস্ত্যই নো আপোনাক কেলেই শাপ দিছিল? হে দেৱ, আপোনাক শাপ দিয়াৰ কাৰণটো শুনিবলৈ ইচ্ছা কৰোঁ। ৫২॥

হে ধীমান, অগস্ত্যৰ খঙত যে আপুনি সৈন্য-সামন্ত, লগুৱা-লিকচৌৰে সৈতে ভস্ম নহ'ল, এইটো বৰ আচৰিত কথা। ৫৩॥

ধনেশ্বৰে ক'লে, হে মহাৰাজ, এদিনাখন কুশৱতী নগৰত দেৱতাসকলৰ এটা আলোচনা চলিছিল, তালৈ মোকো মতাত ময়ো তিনি শ মহাপদ্ম-সংখ্যক যক্ষেৰে সৈতে গৈছিলো। ৫৪॥

যক্ষবিলাকৰ হাতত নানাপ্ৰকাৰৰ অস্ত্ৰ-শস্ত্ৰ আছিল আৰু সিহঁত দেখিবলৈ ভয় লগা আছিল। পিছে বাটতে মই ঋষিশ্ৰেষ্ঠ অগস্ত্যক দেখা পালো। ৫৫॥

সেই ঋষিয়ে হৰেকৰকমৰ চৰাই-চিৰিকতিৰে ভৰা, ফুলি থকা গছেৰে জক্-মকাই থকা যমুনাৰ পাৰত উগ্ৰ তপস্যা কৰি আছিল। ৫৬॥

তেওঁক বেলিৰ ফালে মুখ কৰি উৰ্দ্ধবাহু হৈ জ্বলি থকা জুইৰ নিচিনাকৈ পোহৰ হৈ থকা এটা জেউতিৰ দ'ম যেন দেখা গৈছিল। ৫৭॥

শ্ৰীমান মণিমান নামৰ মোৰ সখি, প্ৰধান ৰাক্ষস এজনে মূৰ্খতা, অজ্ঞানতা, অহঙ্কাৰ আৰু মোহ-বশতঃ ওপৰৰপৰা সেই মহৰ্ষিৰ মূৰতে থুৱাই দিলে। তেওঁ খঙত মোক এই কথা ক'লে, কওঁতে যেন কেয়োফালে জুইহে জ্বলিছিল। ৫৮-৫৯॥

হে ধনেশ্বৰ, যিহেতুকে তোমাৰ চকুৰ আগতে তোমাৰ বন্ধু এই দুৰন্তই মোক হেয় জ্ঞান কৰি অপমান কৰিলে, সেই হেতুকে তোমাৰ এই সৈন্য-সামন্তবিলাকেৰে সেতে ই কোনো এজন মানুহৰ হাতত মৰিব। দুৰ্মতি তুমিও এই সৈন্যবিলাক মৰা দেখি দুখ পাবা। শেষত সেই মানুহজনক দেখি পাপৰপৰা মুক্ত হ'বা। ৬০-৬১ ॥

পো-নাতি আদিৰে সৈতে তোমাৰ এই সৈন্যবিলাকৰ ভিতৰতো যি তোমাৰ আজ্ঞা পালন কৰিব সি মানুহৰ হাতত এটাৰ দোষত নহুতৰে মৰণ-স্বৰূপ ঘোৰ শাপৰপৰা মুক্ত হ'ব। ৬২ ॥

আগেয়ে মই এইদৰে সেই ঋষিশ্ৰেষ্ঠৰ শাপগ্ৰস্ত হৈ আছিলো; হে মহাৰাজ, এতিয়া তোমাৰ ভায়েৰা ভীমে মোক সেই শাপৰপৰা উদ্ধাৰ কৰিলে। ৬৩ ॥

ইতি মহাভাৰতৰ বনপৰ্ব্বৰ অন্তৰ্গত যক্ষযুদ্ধ-পৰ্ব্বত কুবেৰ-দৰ্শন নামক একষষ্ট্যধিকশততম অধ্যায়। ১৬১ ॥

॥ অধ্যায় ১৬২ ॥

## ॥ কুবেৰ-বাক্য ॥

কুবেৰে ক'লে, যুধিষ্ঠিৰ, ধৈৰ্য্য, দক্ষতা উপযুক্ত দেশ-কাল আৰু পৰাক্ৰম— এই পাঁচোটাই লোকযাত্ৰা নিৰ্ব্বাহৰূপ কাৰ্য্য-সিদ্ধিৰ উপায়। ১।

সত্য যুগত মানুহবিলাক ধৈৰ্য্যশালী, নিজ নিজ কৰ্ম্মত পাৰ্গত আৰু পৰাক্ৰমৰ বিধান জনা লোক আছিল। ২ ॥

হে ক্ষত্ৰিয়শ্ৰেষ্ঠ, ধৈৰ্য্যশালী, দেশ-কালজ্ঞ আৰু সকলো ধৰ্ম্মৰ বিধান জনা ক্ষত্ৰিয়ই চিৰ দিন এই পৃথিৱী শাসন কৰি আহিছে। ৩ ॥

হে বীৰ, যিজনে এই নিয়ম পালন কৰি সকলো কাম কৰে, তেওঁ এই লোকত যশস্যা আৰু পৰলোকত সদ্‌গতি লাভ কৰে। ৪ ॥

দেশ-কালজ্ঞ দেৱৰাজ ইন্দ্ৰই বসুসকলেৰে সৈতে পৰাক্ৰম দেখুৱাই দেৱলোকৰ আধিপত্য লাভ কৰিছে। ৫ ॥

যি লোকে খঙৰ বশীভূত হৈ নিজৰ অনিষ্টৰ প্ৰতি লক্ষ্য নকৰে আৰু যি পাপিষ্ঠ পাপমতিয়ে পাপকেহে কৰি থাকে, কৰ্ম্মৰ ভাল-বেয়া পাৰ্থক্য নাজানে, সময়ৰ মোল নুবুজে, যি দুৰ্ব্বুদ্ধীয়া আৰু কৰ্ত্তব্য-জ্ঞান-ৰহিত, সেই লোকে ইহলোক আৰু পৰলোক উভয়লোকতে কষ্টহে ভোগ কৰে। ৬-৭ ॥

মিছামিছি আচাৰ-ব্যৱহাৰ আৰু অযথা কাম কৰোঁতাবিলাকৰ উভয় লোক নষ্ট হয়। দুঃসাহসী, প্ৰবঞ্চক, দুষ্টমতি আৰু সকলো ক্ষমতা বিচৰা লোক নিশ্চয় পাপত লিপ্ত হয়। এই ভীমসেনে ধৰ্ম্ম নাজানে; তেওঁ অহঙ্কাৰী, শিশুমতি, অসহিষ্ণু আৰু নিৰ্ভীক। হে পুৰুষশ্ৰেষ্ঠ, তুমি তেওঁক ভালকৈ শাসন কৰা। তুমি এতিয়া আকৌ আৰ্ষ্টিষেণৰ আশ্ৰমলৈ ঘূৰি যোৱাঁ। ৮-১০ ॥

তুমি তালৈ গৈ শোক-ভয় নকৰি এই কৃষ্ণপক্ষটো বাস কৰাঁগৈ। অলকাবাসী আৰু পৰ্ব্বতীয়া লোকবিলাকে, গন্ধৰ্ব্ব-যক্ষ-কিন্নৰবিলাকেৰে সৈতে, মোৰ কথামতে, বিপ্ৰসকলেৰে সৈতে তোমালোকক ৰক্ষা কৰিব। ১১-১২ ॥

হে ধাৰ্ম্মিকশ্ৰেষ্ঠ মহাৰাজ, ভীমসেনে যদি দুঃসাহসৰ কিবা কাম কৰিব খোজে তেন্তে তেওঁক ভালকৈ বুজাই-বঢ়াই হাক দিবাঁ। ১৩ ॥

হে মহাৰাজ, এতিয়াৰপৰা এই বনত থকা লোকসকলে তোমালোকলৈ চকু দিব, তোমালোকৰ সেৱা-শুশ্ৰূষা কৰিব আৰু সদায় তোমালোকক ৰক্ষা কৰিব। ১৪ ॥

সেইদৰেই মোৰ উত্তম ভৃত্যবিলাকে সদায় তোমালোকক যথেষ্ট পৰিমাণে সুস্বাদু অন্ন-পানৰ যোগাৰ দিব। ১৫ ॥

বোপা যুধিষ্ঠিৰ, ইন্দ্ৰৰ অৰ্জ্জুন, বায়ুৰ ভীম, ধৰ্ম্মৰ তুমি আৰু অশ্বিনীকুমাৰ-যুগলৰ নকুল-সহদেৱ যেনেকৈ সেই সেই দেৱতাৰ নিয়োগোৎপন্ন নিজ পুত্ৰ বুলি সদায় ৰক্ষণীয় সেইদৰেই ইয়াত তোমালোক সকলোটি মোৰ ৰক্ষণীয়। ১৬-১৭ ॥

সকলোৰে গূঢ় তত্ত্ব ধৰিব পৰা, সকলো ধৰ্ম্মৰ বিধান জনা, ভীমসেনৰ অনুজ অৰ্জ্জুন স্বৰ্গত কুশলে আছে। ১৮ ॥

বোপা, যিখিনি উৎকৃষ্ট সম্পদ থাকিলে স্বৰ্গ লাভ হ'ব পাৰে, ওপজাৰেপৰা অৰ্জ্জুনৰ গাত সেই সকলোবিলাকেই আছে। ১৯ ॥

দম, দান, বল, বুদ্ধি, লাজ, ধৈৰ্য্য আৰু উত্তম উদ্যোগ—এইবিলাকো সেই অতুলনীয় বীৰ মহাপ্ৰাণ অৰ্জ্জুনৰ গাত আছে। ২০ ॥

হে পাণ্ডৱ, অৰ্জ্জুনে অজ্ঞানতো বেয়া কাম নকৰে, মানুহে মানুহৰ আগত অৰ্জ্জুনৰ মিছা কথা বটি নুফুৰে। ২১ ॥

হে ভাৰত, কুৰুকুলৰ নাম উজ্জ্বল কৰা অৰ্জ্জুনে দেৱতা, পিতৃ আৰু গন্ধৰ্ব্বসকলৰ আদৰৰ ধন হৈ ইন্দ্ৰৰ ঘৰত অস্ত্ৰ-শিক্ষা কৰিছেগৈ। ২২ ॥

যিজনে সকলোবিলাক ৰজাকে ধৰ্ম্মমতে বশৱৰ্ত্তী কৰিছিল, সেইজন হ'ল তোমাৰ পিতাৰাৰ ককাক মহা তেজস্বী শান্তনু। ২৩ ॥

হে পাৰ্থ, গাণ্ডীৱধাৰী কুলতিলক পাৰ্থই স্বৰ্গত সেইজন মহা শক্তিশালী ৰজাক বঢ়িয়াকৈ তুষ্ট কৰিছে। ২৪ ॥

মহা তপস্বী সেই শান্তনুৱে পিতৃসকল, দেৱতাসকল, ঋষিসকল আৰু বিপ্ৰসকলক পূজা কৰি যমুনাৰ পাৰত লেখত ল'ব লগা সাতোটা অশ্বমেধযজ্ঞ সমাধা কৰিছিল। ২৫ ॥

হে মহাবাহু, সেই বজ্ৰধাৰী ৰজা, স্বৰ্গ জয়কাৰী তোমাৰ প্ৰপিতামহ শান্তনুৱে স্বৰ্গত থাকি এতিয়া অৰ্জ্জুনক তোমাৰ কুশল-মঙ্গল সুধিছে । ২৬ ॥

বৈশম্পায়নে ক'লে, কুবেৰে কোৱা এই কথা শুনি যুধিষ্ঠিৰেৰে সৈতে পাণ্ডৱ-সকল পৰম আনন্দিত হ'ল । ২৭ ॥

তেতিয়া ভৰতশ্ৰেষ্ঠ বৃকোদৰে শক্তি, গদা, খড়্গ আৰু ধনু সামৰি থৈ কুবেৰক নমস্কাৰ কৰিলে । ২৮ ॥

তেতিয়া আশ্ৰয়দাতা কুবেৰে শৰণাগত ভীমক "শত্ৰুবিলাকৰ সম্মান হানিকৰ আৰু বন্ধুবৰ্গৰ আনন্দ বৃদ্ধিকাৰক হোৱা" বুলি আশীৰ্ব্বাদ দিলে । ২৯ ॥

হে শত্ৰুতাপন ভৰতশ্ৰেষ্ঠসকল, তোমালোকে আমাৰ এই ৰমণীয় নিজ ঘৰ-বিলাকত বাস কৰাঁহক, তোমালোকে যিহকে বিচাৰা যক্ষবিলাকে তাকে আনি দিব । ৩০ ॥

অৰ্জ্জুনো অস্ত্ৰ শিক্ষাত পাৰ্গত হৈ স্বয়ং দেৱৰাজৰপৰা বিদায় লৈ সোনকালে ঘূৰি আহি এইখিনি পাবহি । ৩১ ॥

সজ কৰ্ম্মকাৰী যুধিষ্ঠিৰক এইদৰে উপদেশ দি গুহ্যকেশ্বৰ কুবেৰ গিৰিশ্ৰেষ্ঠত থকা নিজ ঘৰলৈ গ'ল । ৩২ ॥

হাজাৰ-হাজাৰ যক্ষ-ৰাক্ষসেও ফুলাম দলিচা পৰা, নানা ৰঙেৰে সজোৱা ঘৰ-বিলাকত উঠি কুবেৰৰ পাছে পাছে গ'ল । ৩৩ ॥

তেতিয়া ইন্দ্ৰপুৰীৰ নিচিনা সেই কুবেৰৰ নগৰ চৰাইৰ দৰে উৰা উৎকৃষ্ট ঘোঁৰাবিলাকৰ হ্ৰেষাৰৱত মুখৰিত হৈ উঠিল । ৩৪ ॥

সেই কুবেৰৰ ঘোঁৰাবিলাকে মেঘবোৰ আঁজুৰি আঁজুৰি বতাহ খাই খাই যোৱাদি আকাশেদি বেগাই গ'ল । ৩৫ ॥

তেতিয়া কুবেৰৰ কথামতে মৰি থকা ৰাক্ষসবিলাকৰ শবোৰ পৰ্ব্বতৰ শিখৰ-পৰা আঁতৰাই পেলালে । ৩৬ ॥

বুদ্ধিমান অগস্ত্য মুনিয়ে সিহঁতৰ শাপৰ সময় নিৰ্দ্দিষ্ট কৰি দিছিল ; এতিয়া যুদ্ধত মৰা বাবে সিহঁতৰ শাপৰ অন্ত হ'ল । ৩৭ ॥

মহাত্মা পাণ্ডৱসকলেও সকলো ৰাক্ষসৰ দ্বাৰা পূজিত হৈ উদ্বিগ্ন নোহোৱাকৈ সেই ৰাতি কুবেৰৰ ঘৰতে সুখেৰে কটালে । ৩৮ ॥

ইতি মহাভাৰতৰ বনপৰ্ব্বৰ অন্তৰ্গত যক্ষযুদ্ধ-পৰ্ব্বত কুবেৰ-বাক্য নামক দ্বিষষ্ট্যধিকশততম অধ্যায় । ১৬২ ॥

॥ অধ্যায় ১৬৩ ॥

## ॥ মেৰু-দৰ্শন ॥

বৈশম্পায়নে ক'লে, হে শত্ৰুদমন, তাৰ পাছত বেলি ওলালত ধৌম্য সন্ধ্যা-আহ্নিক কৰি আৰ্ষ্টিষেণেৰে সৈতে পাণ্ডৱসকলৰ ওচৰলৈ গ'ল । ১ ॥

পাণ্ডৱসকলে আৰ্ষ্টিষেণ আৰু ধৌম্যৰ চৰণত সেৱা জনাই হাত যোৰ কৰি সেই ব্ৰাহ্মণসকলক পূজা কৰিলে । ২ ॥

তাৰ পাছত মহৰ্ষি ধৌম্যই যুধিষ্ঠিৰক সোঁ হাতত ধৰি পূবফাললৈ চাই এই কথা ক'লে, ৩ ॥

হে মহাৰাজ, সৌৱা চোৱা, মনোৰম গিৰিৰাজ মন্দৰে সাগৰলৈকে পৃথিৱীক ব্যাপি আছে । ৪ ॥

ইন্দ্ৰ আৰু বৈশ্ৰৱণে পৰ্ব্বত আৰু বন-কাননেৰে সুশোভিত এই দিক্‌টো ৰক্ষা কৰিছে । ৫ ॥

বোপা, সৰ্ব্ব ধৰ্ম্মজ্ঞ মনীষী ঋষিসকলে ৰজা ইন্দ্ৰ আৰু বৈশ্ৰৱণৰ এইখনকে ঘৰ বুলি কয় । ৬ ॥

এই কাৰণেই প্ৰজাসকলে, ধৰ্ম্মজ্ঞ ঋষিসকলে, সিদ্ধসকলে, সাধ্যসকলে আৰু দেৱতাসকলে উদয় হৈ অহা সূৰ্য্যক উপাসনা কৰে । ৭ ॥

সকলো প্ৰাণীৰে গৰাকী, ধৰ্ম্মজ্ঞ যম ৰজাই মৃত প্ৰাণীবিলাকৰ গন্তব্য স্থল এই দক্ষিণ দিক্‌টো আশ্ৰয় কৰি আছে । ৮ ॥

সৌটো সংযমন নামৰ যমৰাজ থকা ঘৰ ওলাইছে ; এই ঘৰটো দেখিবলৈ বৰ আচৰিত. অতি সমৃদ্ধিশালী আৰু পৰম পবিত্ৰ । ৯ ॥

সৌ পৰ্ব্বত-ৰাজকে মনীষীসকলে অস্তাচল বুলি কয়, তালৈ গৈ সূৰ্য্যদেৱতা নিজ সত্যত প্ৰতিষ্ঠিত হয় । ১০ ॥

বৰুণ ৰজাই এই পশ্চিমাচল আৰু মহাসাগৰত অধিষ্ঠিত হৈ সকলো প্ৰাণীকে ৰক্ষা কৰে । ১১ ॥

ব্ৰহ্মবিদ্‌সকলৰ পৰম আশ্ৰয়, কল্যাণদায়ক, শক্তিশালী এই মহামেৰুৱে উত্তৰ দিশ পোহৰাই আছে । ১২ ॥

য'ত স্থাৱৰ, জঙ্গম সকলোকে সৃষ্টি কৰি সকলো প্ৰাণীৰে আত্মাস্বৰূপ প্ৰজা-পতি আছে সেয়ে এই দিক্ । ১৩ ॥

দক্ষকে আদি কৰি যি সাতজনক ব্ৰহ্মাৰ মানস-পুত্ৰ বুলি কয়, সেইসকলৰো এই মহামেৰুৰেই সুখকৰ নিৰুপদ্ৰৱ স্থান। ১৪ ॥

বোপা, ইয়াতে বশিষ্ঠ প্ৰভৃতি সাতজন মহৰ্ষি থাকে আৰু ঘূৰি ঘূৰি উদয় হয়। ১৫ ॥

সৌৱা সুমেৰুৰ শিখৰ চোৱাচোন, কেনে উত্তম ৰম্যস্থান! তাতে দেৱতাসকলৰ লগত পৰম সুখেৰে পিতামহ বাস কৰে। ১৬ ॥

যিজন পঞ্চভূত-স্বৰূপ প্ৰকৃতিৰ আচল উপাদান, সকলো প্ৰাণীৰে উৎপত্তি-স্থল, অনাদি অনন্ত প্ৰভু, প্ৰকাশশীল সৰ্ব্বোত্তম ঈশ্বৰ, মেৰুৰ পূবফালে সেই নাৰায়ণৰ বাসস্থান, সেই স্থানে প্ৰজাপতি ব্ৰহ্মাৰ স্থানতকৈও বেছিকৈ শোভা পাইছে। পৰম মঙ্গলময়, সকলোতকৈ উজ্জ্বল সেই স্থান দেৱতাসকলেও দেখিবলৈ নাপায়। ১৭-১৮ ॥

সূৰ্য্য আৰু অগ্নিতকৈও বেছি প্ৰকাশশীল, মাহাত্ম্যপূৰ্ণ বিষ্ণুৰ সেই স্থান নিজৰ পোহৰেৰেই জ্বলি আছে, দেৱতা-দানৱসকলেও সেই ঠাই দেখিবলৈ নাপায়। ১৯ ॥

মেৰুৰ সিফালে পূবলৈ সেই নাৰায়ণৰ স্থান শোভিত হৈ আছে। তাতে সৰ্ব্ব প্ৰাণীৰ অধিপতি, সকলোৰে মূল উপাদান, স্বয়ম্ভু প্ৰভুৱে সকলো প্ৰাণীকে পোহৰাই নিজ-শক্তিৰে অতিশয় শোভিত হৈ আছে। বোপা, তালৈ ব্ৰহ্মৰ্ষিসকলো যাব নোৱাৰে; মহৰ্ষিসকলৰতো কথাই নাই। ২০-২১ ॥

হে কুৰুশ্ৰেষ্ঠ, তালৈ কেৱল যতিসকলহে যাব পাৰে। হে পাণ্ডৱ, সেই ঠাইত কোনো জ্যোতিষ্ক পদাৰ্থই পোহৰ দিব নোৱাৰে। ২২ ॥

অচিন্ত্যস্বৰূপ স্বয়ং প্ৰভুৱেইহে তাত অতিশয় বিৰাজ কৰে। ভক্তিৰ বলত যতিসকলহে সেই নাৰায়ণ হৰিৰ ওচৰলৈ যাব পাৰে। ২৩ ॥

যিসকল পৰম তপস্যাপৰায়ণ, যিসকলে সৎ-কৰ্ম্মৰ দ্বাৰা সদায় ঈশ্বৰ চিন্তা কৰে, সেই মহাত্মাসকল যোগসিদ্ধ; সেইসকলৰ তমোগুণ আৰু মোহ একেবাৰে নাই। ২৪ ॥

হে ভাৰত, তালৈ যিসকল যায় সেইসকল আকৌ এই লোকলৈ ঘূৰি আহিব নালাগে। সেই স্থান স্বয়ম্ভু দেৱতাৰো দেৱতা মহাত্মা সনাতনৰ স্থান। ২৫ ॥

হে মহাভাগ, সেই স্থান হ'ল সনাতন, অক্ষয় আৰু অব্যয়। হে যুধিষ্ঠিৰ, সেয়ে হ'ল ঈশ্বৰৰ সদায় থকা ঠাই। সেই থানলৈ প্ৰণাম কৰাঁ। ২৬ ॥

হে কুৰুনন্দন, চন্দ্ৰ সূৰ্য্যাই দিনে দিনে ঘূৰি ঘূৰি সেই মেৰু প্ৰদক্ষিণ কৰি আছে। ২৭ ॥

হে নিষ্পাপ মহাৰাজ, সমূহ জ্যোতিষ্কমণ্ডলীয়ে এই গিৰিৰাজক সদায় প্ৰদক্ষিণ কৰি আছে। ২৮ ॥

অন্ধকাৰ হৰণকাৰী ভগৱান সূৰ্য্যাই এই সকলোবিলাক জ্যোতিষ্ক পদাৰ্থকে আকৰ্ষণ কৰি আৰু পোহৰ বিলাই প্ৰদক্ষিণ কৰি আছে। ২৯ ॥

এই দিবাকৰ সূৰ্য্য মাৰ যোৱাৰ পাছত সন্ধ্যা পাৰ হ'লে উত্তৰকালুলৈ যায়। ৩০ ॥

হে পাণ্ডৱ, সকলো প্ৰাণীৰে হিতকাৰক সবিতা দেৱতা উত্তৰ মেৰুৰে দি ঘূৰি পূবকাললৈ যায়। ৩১ ॥

এইদৰে সূৰ্য্যই যথাকালত পূৰ্ণিমা-অমাৱস্যা তিথিৰ শেষ যোৱাটো লৈ মাহ-বিলাক বিভক্ত কৰিছে। সেইদৰে নক্ষত্ৰবিলাকেৰে সৈতে চন্দ্ৰয়ো গতি কৰিছে। ৩২ ॥

এইদৰে অবিশ্ৰান্তভাৱে মহামেৰুক অতিক্ৰম কৰি সকলো প্ৰাণীকে চেতনা দি আকৌ মন্দৰ পৰ্ব্বতলৈ যায়। ৩৩ ॥

এইদৰেই অন্ধকাৰহাৰী আদিত্যদেৱ কিৰণেৰে জগতক সচেতন কৰি এই বাটেই নিৰ্ব্বিবাদে ঘূৰি ফুৰে। ৩৪ ॥

তাৰ পাছত শীতল কৰিবৰ মনেৰে সূৰ্য্যদেৱতাই দক্ষিণ দিকক আশ্ৰয় কৰে, তেতিয়া জাৰ কালি হয়। ৩৫ ॥

তাৰ পাছত সূৰ্য্যই দক্ষিণকালৰপৰা ঘূৰি নিজৰ শক্তিৰ বলত স্থাৱৰ-জংগম সকলো প্ৰাণীৰে শক্তি হৰণ কৰিবলৈ ধৰে। ৩৬ ॥

তেতিয়া প্ৰাণীবিলাক একেবাৰে শ্ৰান্ত, কাতৰ, ভাগৰুৱা হৈ ঘামি-জামি টোপনিত লাক্ষকাল দিয়ে। ৩৭ ॥

এইদৰেই ভগৱান সূৰ্য্যই অচিন্তনীয় পথেদি ঘূৰি আকৌ প্ৰজাসকলৰ বিষয়ে ভাবি বৰ্ষাকালৰ সৃষ্টি কৰে। ৩৮ ॥

মহা তেজস্বী সূৰ্য্যই সুখদায়ক বৃষ্টি, বতাহ আৰু তাপৰ দ্বাৰা স্থাৱৰ-জংগম সকলোৰে কল্যাণ কৰি ঘূৰি যায়। ৩৯ ॥

হে পাৰ্থ, এইদৰেই এই সূৰ্য্যই অবিশ্ৰান্তভাৱে নিতৌ এই কাল-চক্ৰত ঘূৰি ফুৰি সকলো প্ৰাণীৰ কল্যাণ সাধন কৰে। ৪০ ॥

সূৰ্য্যৰ গতিৰ ছেদ নাই, হে পাণ্ডৱ, সূৰ্য্যদেৱ বৈ নাথাকে, তেওঁ সকলো প্ৰাণীৰে শক্তি গ্ৰহণ কৰি পুনঃ সৃষ্টি কৰে। ৪১ ॥

তেওঁ সকলো প্ৰাণীৰে পৰমায়ু আৰু কৰ্ম্মৰ বিধান দি অবিৰাম দিন ৰাতি সৃষ্টি কৰিছে। ৪২ ॥

ইতি মহাভাৰতৰ বনপৰ্ব্বৰ অন্তৰ্গত যক্ষযুদ্ধ-পৰ্ব্বত মেৰু-দৰ্শন নামৰ ত্ৰিষষ্ট্যধিক-শততম অধ্যায়। ১৬৩ ॥

॥ অধ্যায় ১৬৪ ॥

## ॥ অৰ্জ্জুনাভিগমন ॥

বৈশম্পায়নে কলে, অৰ্জ্জুনৰ দৰ্শনাভিলাষী মহাত্মা পাণ্ডৱসকলে সং ব্ৰত পালন কৰি সেই গন্ধমাদন পৰ্ব্বতত বাস কৰি থাকোঁতে তেওঁলোকৰ মনত হৰ্ষ আৰু অনুৰাগৰ সঞ্চাৰ হৈছিল। ১ ॥

বল-বীৰ্য্য-সম্পন্ন, বিশুদ্ধাভিলাষী, সত্য আৰু ধৈৰ্য্যনিষ্ঠ পাণ্ডৱসকলৰ প্ৰতি প্ৰীত হৈ দলে দলে গন্ধৰ্ব্ব আৰু মহৰ্ষি তেওঁলোকৰ ওচৰলৈ আহিছিল। ২ ॥

পুষ্পিত বৃক্ষসমূহেৰে পৰিপূৰ্ণ গন্ধমাদন পৰ্ব্বত পাই আকাশগামী মৰুৎগণৰ দৰে মহাত্মা পাণ্ডৱসকলৰ মনত পৰম আনন্দ হৈছিল। ৩ ॥

ময়ূৰ আৰু হঁাহৰ মাতেৰে মুখৰিত, ফুলেৰে ভৰি পৰা, সৌন্দৰ্য্যশালী সেই পৰ্ব্বতৰ শৃঙ্গ আৰু শৃঙ্গৰ তলৰ সমান ঠাইবোৰ দেখি তেওঁলোকে অতিশয় আনন্দ অনুভৱ কৰিছিল। ৪ ॥

সেই শ্ৰেষ্ঠ পৰ্ব্বতত কমুৰা, শৰালি, হাঁহ, পদুম ফুলেৰে পৰিপূৰ্ণ, স্বয়ং কুবেৰৰ দ্বাৰা নিৰ্ম্মিত অনেক পুখুৰী তেওঁলোকে দেখিছিল ; সেই পুখুৰীবোৰৰ কাষত নতুনকৈ শেলুৰে গজিছিল। ৫ ॥

সেই পৰ্ব্বতৰ মনোৰম আৰু উন্নত ধৰণৰ ক্ৰীড়াস্থানবোৰ নানাবৰণৰ মাল্যৰ দ্বাৰা আবৃত আৰু মণিসমূহৰ দ্বাৰা পৰিব্যাপ্ত হোৱাত সুশোভিত হৈছিল আৰু প্ৰকৃততে ৰজা কুবেৰৰ ক্ৰীড়াস্থান যেন হৈ পৰিছিল। ৬ ॥

নানাবৰণৰ সুগন্ধি বৃক্ষৰাজিৰে আৰু মেঘমালাৰে পৰ্ব্বতৰ শৃঙ্গসমূহ পৰিব্যাপ্ত হোৱা হেতুকে তপস্যা-পৰায়ণ পাণ্ডৱসকলে সদায় বিচৰণ কৰিও পৰ্ব্বতৰ শৃঙ্গ বুলি অনুমানকে কৰিব পৰা নাছিল। ৭ ॥

হে পুৰুষপ্ৰধান জনমেজয়, সেই শ্ৰেষ্ঠ পৰ্ব্বত গন্ধমাদন নিজৰ কান্তি মহৌষধি-বিলাকৰ প্ৰভাৱত সদায় পোহৰ হৈ থকা বাবে দিন আৰু ৰাতিৰ কোনো প্ৰভেদ বুজিব পৰা নহৈছিল। ৮ ॥

যি সূৰ্য্যক আশ্ৰয় কৰি অপৰিমিত শক্তিশালী অগ্নিয়ে স্থাৱৰ-জঙ্গম প্ৰকাশ কৰে, সেই সূৰ্য্যদেৱৰ উদয় আৰু অস্ত পুৰুষশ্ৰেষ্ঠ পাণ্ডৱসকলে পৰ্ব্বতৰপৰাই দেখিছিল। ৯ ॥

ৰবি-কিৰণৰ আগম আৰু নিৰ্গম, ৰবিৰ উদয়-স্থান আৰু অস্ত-স্থান আৰু ৰবিৰ কিৰণজালেৰে সমাচ্ছন্ন দিশ-বিদিশ দৰ্শন কৰি পৱিত্ৰ ব্ৰতাৱলম্বী, পৰম ধাৰ্ম্মিক, বেদপাঠ আৰু নিত্যকৰ্ম্ম-নিৰত, সত্যপৰায়ণ পাণ্ডৱসকলে সত্যনিষ্ঠ, মহাৰথী অৰ্জ্জুনৰ আগমন প্ৰতীক্ষা কৰিছিল। ১০-১১ ॥

অস্ত্ৰ-শিক্ষাত কৃতবিদ্য হৈ উভতি অহা অৰ্জ্জুনৰ দ্বাৰা ইয়াত সমাগত হোৱা সকলোৰে আনন্দ হওক, এইদৰে শুভাকাঙ্ক্ষা কৰি পাণ্ডৱসকল তপোযোগ-পৰায়ণ হৈছিল। ১২ ॥

পৰ্ব্বতৰ ওপৰত থকা বিচিত্ৰ বনবিলাকলৈ চাই বাৰে বাৰে অৰ্জ্জুনৰ কথা চিন্তা কৰি থাকোঁতে দিনটো আৰু ৰাতিটোৱেই তেওঁলোকৰ এবছৰ যেন লাগিছিল। ১৩ ॥

ধৌম্যৰ আদেশত জটা ধাৰণ কৰি মহাত্মা অৰ্জ্জুন যেতিয়া ওলাই গৈছিল, তেতিয়াৰপৰাই তেওঁলোকৰ আনন্দ নোহোৱা হৈছিল। তেওঁৰ প্ৰতি মন অনু-ধাৱিত হোৱাত তেওঁলোকৰ আনন্দই বা হয় কেনেকৈ। ১৪ ॥

ভ্ৰাতৃ যুধিষ্ঠিৰৰ নিয়োগত কাম্যক-বনৰপৰা উন্মত্ত হাতীৰ দৰে প্ৰখৰ গতিশীল অৰ্জ্জুন যেতিয়া ওলাই গৈছিল, তেতিয়াৰপৰাই তেওঁলোক শোকত কাতৰ হৈছিল। ১৫ ॥

হে জনমেজয়, অস্ত্ৰ-শিক্ষাৰ নিমিত্তে অভিলাষ কৰি শ্বেতাশ্ববাহন অৰ্জ্জুন ইন্দ্ৰৰ ওচৰলৈ যোৱাত তেওঁৰ বিষয়ে সেইদৰে চিন্তা কৰি থাকোঁতেই সেই পৰ্ব্বতত পাণ্ডৱসকলৰ অতি কষ্টে এমাহ পাৰ হৈছিল। ১৬ ॥

ইন্দ্ৰৰ আৱাসত পাঁচ বছৰ বাস কৰি ইন্দ্ৰৰপৰা সকলোবোৰ দিব্য-অস্ত্ৰ লাভ কৰাৰ পাছত আগ্নেয়, বাৰুণ, সৌম্য, বায়ব্য, বৈষ্ণৱ, ঐন্দ্ৰ, পাশুপত, ব্ৰাহ্ম, পাৰমেষ্ঠ্য অস্ত্ৰ, আৰু প্ৰজাপতি, যম, বিধাতা, সূৰ্য্য, ত্বষ্টা আৰু কুবেৰৰ অস্ত্ৰ, এই আটাইবোৰ অস্ত্ৰও ইন্দ্ৰৰপৰা লাভ কৰিলত ইন্দ্ৰই আহিবলৈ আদেশ দিয়াত তেওঁক অভিবাদন আৰু প্ৰদক্ষিণ কৰি সন্তুষ্ট আৰু আনন্দিত হৈ অৰ্জ্জুন গন্ধমাদনলৈ আহিল। ১৭-২০ ॥

ইতি মহাভাৰতৰ বনপৰ্ব্ব'ৰ অন্তৰ্গত যক্ষযুদ্ধ-পৰ্ব্বত অৰ্জ্জুনাভিগমন নামৰ চতুঃ-ষষ্ট্যধিকশততম অধ্যায়। ১৬৪ ॥

॥ অধ্যায় ১৬৫ ॥

## ॥ নিবাতকবচ-যুদ্ধ-পৰ্ব্ব ঃ অৰ্জ্জুন-সমাগম ॥

বৈশম্পায়নে ক'লে, তাৰ পাছত কোনো এসময়ত অশ্বযুক্ত, বিদ্যুতৰ দৰে উজ্জ্বল ৰথ এখন আহি হঠাৎ উপস্থিত হোৱা দেখি অৰ্জ্জুনৰ বাবে চিন্তা কৰি থকা মহাৰথী পাণ্ডৱসকলৰ বৰ হৰ্ষ হৈছিল। ১ ॥

মাতলিয়ে লৈ অহা সেই ৰথখন মেঘৰ মাজত থকা ডাঙৰ উল্কা আৰু ধোঁৱা নোহোৱা শিখাৰ দৰে নিজ-কান্তিৰে দীপ্যমান হৈ অন্তৰীক্ষ প্ৰকাশ কৰি শোভা পাইছিল। ২ ॥

কিৰীটি, মাল্য আৰু নতুন আভৰণ পৰিধান কৰি ইন্দ্ৰৰ দৰে প্ৰভাৱ-বিশিষ্ট ধনঞ্জয় নিজ-কান্তিৰে প্ৰকাশমান হৈ গন্ধমাদন পৰ্ব্বতলৈ আহিছিল আৰু তেওঁক সেই ৰথখনত আৰোহণ কৰি থকা দেখা গৈছিল। ৩ ॥

গন্ধমাদনলৈ আহি মহেন্দ্ৰৰ ৰথৰপৰা নামি কিৰীটি-মাল্যধাৰী জ্ঞানী অৰ্জ্জুনে ধৌম্যৰ ভৰিত ধৰি অভিবাদন কৰাৰ পাছত অজাতশত্ৰু যুধিষ্ঠিৰৰ চৰণত অভিবাদন জনাই বৃকোদৰৰ চৰণত অভিবাদন কৰিছিল আৰু নিজেও মাদ্ৰীসুত নকুল-সহদেৱৰ দ্বাৰা অভিবাদিত হৈছিল। পাছত দ্ৰৌপদীৰ ওচৰলৈ আহি তেওঁক সান্ত্বনা দি ভ্ৰাতৃসকলৰ ওচৰত নম্ৰ হৈছিল। ৪-৫ ॥

সেই অপ্ৰমেয় অৰ্জ্জুনৰ আগমনত তাত আহি উপস্থিত হোৱা সেই গন্ধৰ্ব্ব আৰু মহৰ্ষিসকলৰ পৰম আনন্দ হৈছিল। কিৰীটি পিন্ধা অৰ্জ্জুনেও তেওঁলোকক দেখি ৰজা যুধিষ্ঠিৰক প্ৰশংসা কৰি আনন্দ কৰিলে। ৬ ॥

নমুচি-নিহন্তা ইন্দ্ৰই যি ৰথত আৰোহণ কৰি দিতি-পুত্ৰসকলৰ সাতোটা দল বধ কৰিছিল, বিজ্ঞ পাণ্ডৱসকলে ইন্দ্ৰৰ সেই ৰথখনৰ ওচৰলৈ গৈ প্ৰদক্ষিণ কৰিছিল। ৭ ॥

সেই কুৰুৰাজৰ পুত্ৰসকলে হৃষ্টচিত্তে সুৰৰাজৰ দৰে মাতলিকো ভালদৰে মান সৎকাৰ কৰিছিল আৰু স্বৰ্গনিবাসী দেৱতাসকলৰ বিষয়ে তেওঁক যথাযথভাৱে সুধিছিল। ৮ ॥

মাতলিয়েও পিতাকে পুত্ৰক উপদেশ দিয়াৰ দৰে পাণ্ডৱসকলক উপদেশ দি অভিনন্দিত কৰিছিল, তাৰ পাছতেই তেওঁ সেই অনুপম ৰথখনেৰে ত্ৰিদিৱাধিপতি ইন্দ্ৰৰ ওচৰলৈ উভতি গৈছিল। ৯ ॥

মাতলি উভতি যোৱাত ইন্দ্ৰৰ শত্ৰু-দমনকাৰী ইন্দ্ৰপুত্ৰ নৰদেৱশ্ৰেষ্ঠ মহাত্মা অৰ্জ্জুনে সূৰ্য্যৰ দৰে কান্তিমান, বহুমূলীয়া ধুনীয়া অলঙ্কাৰবোৰ ভাৰ্য্যা দ্ৰৌপদীক দিছিল, তাৰ পাছত কুৰুশ্ৰেষ্ঠ পাণ্ডৱসকল আৰু সূৰ্য্যাগ্নিতুল্য প্ৰভাবিশিষ্ট দ্বিজশ্ৰেষ্ঠসকলৰ মাজত বহি স্বৰ্গত ঘটা সকলো কথা কৈ উঠি কৈছিল, মোৰ স্বভাৱ আৰু অধ্যৱসায়ৰ কাৰণে ইন্দ্ৰেৰে সৈতে সকলো দেৱতা মোৰ প্ৰতি প্ৰসন্ন হৈছিল। সেইদৰে তেওঁলোকক প্ৰসন্ন কৰি ইন্দ্ৰ, বায়ু আৰু শিৱৰপৰা প্ৰত্যক্ষভাৱে এইবোৰ অস্ত্ৰ-শিক্ষা কৰিছিলো। বিশুদ্ধকৰ্ম্মা অৰ্জ্জুনে তেওঁলোকৰ আগত স্বৰ্গবাসৰ কথা এইদৰে সংক্ষিপ্তভাৱে কৈ সেই ৰাতি স্নানন্দচিত্তে নকুল-সহদেৱেৰে সৈতে শয়ন কৰিছিল। ১০-১৪ ॥

ইতি মহাভাৰতৰ বনপৰ্ব্বৰ অন্তৰ্গত নিৱাতকৱচ-যুদ্ধ-পৰ্ব্বত অৰ্জ্জুন-সমাগম নামৰ পঞ্চষষ্ট্যধিকশততম অধ্যায়। ১৬৫ ॥

॥ অধ্যায় ১৬৬ ॥

## ॥ ইন্দ্ৰৰ আগমন ॥

বৈশম্পায়নে ক'লে, পাছে সেই ৰাতিটো পাৰ হৈ যোৱাত পিছদিনাখন ৰাতিপুৱা ভ্ৰাতৃসকলেৰে সৈতে শয্যা ত্যাগি সকলোৱে ধৰ্ম্মৰাজ যুধিষ্ঠিৰক বন্দনা কৰিলে। ১ ॥

হে জনমেজয়, শ্বাপদ, হৰিণ আৰু পক্ষীবিলাকৰ বহু ধৰণৰ বেলেগ বেলেগ কণ্ঠ-ধ্বনি হোৱাৰ দৰে, ঠিক এই সময়ত আকাশত দেৱতাসকলৰ সকলো বাদ্য, ৰথৰ চক্ৰৰি আৰু ঘণ্টাৰ ভূমুল ধ্বনি হৈছিল। ২-৩ ॥

সূৰ্য্য-সদৃশ দীপ্তিমান বিমানবিলাকেৰে দলে দলে গন্ধৰ্ব্ব আৰু অপ্সৰা চাৰিওফালৰপৰা আহি শত্ৰুহন্তা দেৱৰাজৰ অনুগামী হৈছিল। ৪ ॥

তাৰ পাছত মেঘৰ দৰে ধ্বনি কৰা, সুবৰ্ণেৰে অলঙ্কৃত, অশ্বযুক্ত বিমানত আৰোহণ কৰি পৰম কান্তিৰে কান্তিমান দেৱৰাজ পুৰন্দৰ পাণ্ডৱসকলৰ ওচৰলৈ আহি ৰথৰপৰা নামিছিল। ৫-৬ ॥

অপৰিমিত বুদ্ধি-সম্পন্ন দেৱৰাজক দৰ্শন কৰিয়েই ভ্ৰাতৃসকলেৰে সৈতে অতি কান্তিময় শ্ৰীমান যুধিষ্ঠিৰ তেওঁৰ ওচৰলৈ গৈছিল আৰু বিধি-বিহিত কৰ্ম্মৰ দ্বাৰা যথাবিধি যথাযোগ্য পূজা কৰিছিল। ৭-৮ ॥

তেজস্বী অৰ্জ্জুনো আকৌ পুৰন্দৰক প্ৰণাম কৰি পুৰন্দৰৰ ওচৰতে ভৃত্যৰ দৰে অৱনত হৈ আছিল। ৯ ॥

জটাধাৰী, তপস্যা-পৰায়ণ, নিষ্পাপ অৰ্জ্জুনক দেৱৰাজৰ ওচৰত বিনীত হৈ থকা দেখি মহাতেজা, কুন্তীপুত্ৰ যুধিষ্ঠিৰে অৰ্জ্জুনৰ শৰীৰ ঘ্ৰাণ কৰাৰ পিছত দেৱৰাজক

ইন্দ্ৰক দৰ্শন কৰা বাবে মহা আনন্দত নিমগ্ন হৈ অৰ্চ্চনা কৰি পৰম প্ৰসন্ন হৈছিল। ৰজা যুধিষ্ঠিৰক তেওঁলোকৰ দৃঢ় মনৰ আৰু আনন্দত আপ্লুত হোৱা দেখি ধীমান দেৱৰাজ পুৰন্দৰে কৈছিল, পাণ্ডৱ, তুমি ৰজা হৈ পৃথিৱী শাসন কৰিবা। হে কৌন্তেয়, তুমি মঙ্গল লাভ কৰা আৰু এই কাম্যক-আশ্ৰমেও মঙ্গল লাভ কৰক। ১০-১৩॥

হে মহাৰাজ, মোৰপৰা পৱিত্ৰ পাণ্ডৱ অৰ্জ্জুনে সকলো অস্ত্ৰ লাভ কৰিলে, মোৰ শত্ৰু নাশ কৰা বাবে তেওঁৰ দ্বাৰা মযো যথেষ্ট উপকৃত হৈছো। তিনিও লোকেও এওঁক যুদ্ধত জয় কৰিব নোৱাৰে। ১৪॥

কুন্তীপুত্ৰ যুধিষ্ঠিৰক সহস্ৰলোচন ইন্দ্ৰই এইদৰে কোৱাৰ পাছত, মহৰ্ষিসকলে তেওঁক স্তুতি কৰিলে আৰু আনন্দচিত্তে স্বৰ্গলৈ গুচি গ'ল। ১৫॥

ধনেশ্বৰ কুবেৰৰ আৱাসত বাস কৰা পাণ্ডৱসকলৰ ইন্দ্ৰৰে সৈতে হোৱা এই মিলন-কাহিনী যি জ্ঞানীজনে সংযত হৈ ব্ৰহ্মচৰ্য্য অৱলম্বনপূৰ্ব্বক ব্ৰত আচৰণ কৰি মানুহৰ মাজত একবছৰলৈ অধ্যয়ন কৰে, তেওঁ কোনো বাধা নোপোৱাকৈ সুখী হৈ এশ বছৰ জীয়াই থাকে। ১৬-১৭॥

ইতি মহাভাৰতৰ বনপৰ্ব্বৰ অন্তৰ্গত নিবাতকবচ-যুদ্ধ-পৰ্ব্বত ইন্দ্ৰৰ আগমন নামৰ ষট্‌ষষ্ট্যাধিকশততম অধ্যায়। ১৬৬॥

॥ অধ্যায় ১৬৭ ॥

## ॥ যুধিষ্ঠিৰ-অৰ্জ্জুন-সম্বাদ ॥

বৈশম্পায়নে ক'লে, ইন্দ্ৰ স্বস্থানলৈ উভতি যোৱাত দ্ৰৌপদী আৰু ভ্ৰাতৃসকলৰে সৈতে লগ লাগি অৰ্জ্জুনে ধৰ্মপুত্ৰ যুধিষ্ঠিৰক পূজা কৰিলে। ১॥

অভিবাদন কৰোঁতে শিৰোঘ্ৰাণ কৰি অভিবাদনকাৰী পাণ্ডৱ অৰ্জ্জুনক যুধিষ্ঠিৰে গদ্‌গদ বাক্যেৰে আনন্দতে ক'লে, ২॥

হে অৰ্জ্জুন, স্বৰ্গত এই সুদীৰ্ঘ কাল যাপন কৰিলা কেনেকৈ? অস্ত্ৰবোৰেইনো লাভ কৰিলা কেনেকৈ? কেনেকৈনো দেৱৰাজক সন্তুষ্ট কৰিলা? তুমি অস্ত্ৰবোৰ ভালদৰে সংগ্ৰহ কৰিলানে? সুৰপতি ইন্দ্ৰ নাইবা কদ্ৰই সন্তুষ্ট হৈ তোমাক অস্ত্ৰবোৰ দিলেনে? ৩-৪॥

হে অৰিন্দম, দেৱৰাজ ইন্দ্ৰ নাইবা ভগৱান পিনাকধাৰী শিৱক কিদৰে দেখিছিলা, তেওঁলোকক আৰাধনা কৰি কিদৰে তেওঁলোকৰপৰা অস্ত্ৰ লাভ কৰিছিলা আৰু ইন্দ্ৰই তোমাক যি দৰে কৈছিল—সেই সকলো কথা মই সবিস্তাৰে শুনিবলৈ ইচ্ছা কৰোঁ। হে মহাদ্যুতি, তুমি মোৰ যথেষ্ট মঙ্গল সাধন কৰিলা, কইলো তোমাক

কি মঙ্গল কৰিম ! যেনেকৈ মহাদেৱ আৰু দেৱৰাজ্ ইন্দ্ৰ সন্তুষ্ট হৈছিল আৰু দেৱৰাজৰ যি যি প্ৰিয় কাৰ্য্য কৰিছিলা, হে অনঘ ধনঞ্জয়, সেই সকলো কথা সম্পূৰ্ণকৈ কোৱা ৷ ৫-৮ ॥

অৰ্জ্জুনে ক'লে, দেৱৰাজ ইন্দ্ৰ আৰু ভগৱান শঙ্কৰক যি উপায়েৰে দৰ্শন কৰিছিলো, মহাৰাজ, কওঁ শুনক ৷ ৯ ॥

হে অৰিমৰ্দ্দন, আপুনি কোৱা সেই বিদ্যা অধ্যয়ন কৰি আপোনাৰ আদেশমতে বনলৈ গৈছিলো তপস্যাৰ কাৰণে ৷ ১০ ॥

এই কাম্যক-বনৰপৰা ভৃগুতুঙ্গলৈ গৈ তপস্যামগ্ন হৈ মাথোন এৰাতি থাকোঁতেই অকস্মাৎ বাটত এজন ব্ৰাহ্মণ দেখা পালো ৷ ১১ ॥

তেওঁ মোক সুধিলে, পাৰ্থ, তুমি ক'লৈ যোৱাঁ মোৰ আগত কোৱাঁ ৷ হে কুৰুনন্দন,ময়ো ভাঙি-পাতি সকলো কথা তেওঁক কলো ৷ ১২ ॥

হে ৰাজশ্ৰেষ্ঠ, মোৰপৰা সকলো কথা শুনি পৰম সন্তুষ্ট হৈ ব্ৰাহ্মণে মোক বৰ সন্মান কৰিলে ৷ ১৩ ॥

তাৰ পাছত মোৰ প্ৰতি প্ৰসন্ন হৈ ব্ৰাহ্মণজনে ক'লে, হে ভাৰত, তুমি তপস্যা কৰাঁ, তেতিয়াহে অতি সোনকালে দেৱৰাজ ইন্দ্ৰৰ দৰ্শন লাভ কৰিব পাৰিবা ৷ ১৪ ॥

মহাৰাজ, তেতিয়া তেওঁৰ কথা অনুসৰি শৈশিৰ পৰ্ব্বতত আৰোহণ কৰি ফলমূলাহাৰী হৈ মই এমাহ তপস্যা কৰিলো ৷ ১৫ ॥

দ্বিতীয় মাহ মই কেৱল পানী খায়েই কটালো ৷ হে পাণ্ডুনন্দন, তৃতীয় মাহত একেবাৰে নিৰাহাৰে থাকিলো ৷ অৱশেষত, চতুৰ্থ মাহত উৰ্দ্ধবাহু হৈ থাকিলো ৷ তথাপি মোৰ বল কমা নাছিল, এইটো আচৰিত যেন লাগিছিল ৷ ১৬-১৭ ॥

তাৰ পাছত, পঞ্চম মাহ আৰম্ভ হৈ প্ৰথম দিন যোৱাৰ লগে লগে বৰাহ-ৰূপ ধাৰণ কৰা এটা প্ৰাণীয়ে নাকেৰে শব্দ কৰি ভৰিৰে মাটি খান্দি পেটেৰে মাটি ঘঁহি বাৰে বাৰে ঘূৰা-ঘূৰি কৰি কৰি মোৰ কাষলৈ আহিছিল ৷ ১৮-১৯ ॥

সেই সময়তে আকৌ তাৰ পিছে পিছে ধনুৰ্ব্বাণ আৰু অসিধাৰী এজন লোক আহি উপস্থিত হ'ল ; তেওঁৰ লগতে কেইজনীমান তিৰোতাও আহিছিল ৷ ২০ ॥

তেতিয়া মই অক্ষয় তূণদ্বয় আৰু ধনুখন হাতত লৈ সেই অদ্ভুত বৰাহৰূপী বোমাঞ্চকৰ প্ৰাণীটোক শৰেৰে বিন্ধিলো ৷ ২১ ॥

কিন্তু সেই কিৰাতেও দৃঢ় ধনু আকৰ্ষণ কৰি মোৰো অন্তৰত কঁপনি তুলি মোতকৈও দৃঢ়ভাৱে একে সময়তে বৰাহটো বিন্ধিছিল ৷ ২২ ॥

হে মহাৰাজ, তেতিয়া তেওঁ মোক কৈছিল, মই প্ৰথমেই ইয়াক মাৰিম বুলি লৈছো, তেনেস্থলত মৃগয়া-ধৰ্ম্ম পৰিহাৰ কৰি তুমি ইয়াক বিন্ধিলা কিয় ? ২৩ ॥

স্থিৰ হোৱাঁ, এই নিশিত বাণেৰে তোমাৰ দৰ্প চূৰ্ণ কৰোঁ ৷ এই বুলি কৈ ধনুৰ্দ্ধাৰী মহাকায় কিৰাতটো মোৰপিনে আগুৱাই আহিল ৷ ২৪ ॥

তাৰ পাছত তেওঁ বিপুল বাণ বৰ্ষণ কৰি ধাৰাষাৰ বৰষুণে পৰ্ব্বত ঢাকি পেলোৱাৰ দৰে মোক ঢাকি পেলালে আৰু তেওঁকো মই বিপুল বাণ বৰ্ষণৰ দ্বাৰা ঢাকি পেলালো। ২৫ ॥

বজ্ৰেৰে পৰ্ব্বত বিদীৰ্ণ কৰাৰ দৰে বলেৰে টনা, মন্ত্ৰপূত, জ্বলি থকা শৰবিলাকেৰে তেওঁকো ওভতাই বিন্ধিলো। ২৬ ॥

তেতিয়া তেওঁৰ সেই এক শৰীৰেই শত-সহস্ৰপ্ৰকাৰ শৰীৰত পৰিণত হ'ল ; সেই শৰীৰবিলাকো মই পুনৰ বাণেৰে বিন্ধিলো। ২৭ ॥

হে ভাৰত, আকৌ সেই শৰীৰবিলাক একত্ৰিত হোৱা দেখা গ'ল। সেই একীভূত শৰীৰবিলাকো মই বিদাৰণ কৰিলো। ২৮ ॥

মহাৰাজ, শৰীৰবিলাক একত্ৰিত হোৱাৰ পাছত তেওঁৰ শৰীৰ বৃহৎ, মূৰ সূক্ষ্ম, আকৌ শৰীৰ সূক্ষ্ম, মূৰ বৃহৎ হৈছিল আৰু সেই ৰূপেৰে যুদ্ধক্ষেত্ৰত মোৰপিনে আগ বাঢ়ি আহিছিল। ২৯ ॥

হে ভৰতৰ্ষভ, যেতিয়া দেখিলো, ৰণত বাণেৰে তেওঁক পৰাভব কৰিব নোৱাৰে, তেতিয়া বায়ব্য নামৰ মহা-অস্ত্ৰ ধনুত জুৰিলো। ৩০ ॥

কিন্তু বায়ব্য অস্ত্ৰৰ দ্বাৰাও তেওঁক বধ কৰিব নোৱাৰিলো ; ইও এক আচৰিত। সেই বায়ব্য অস্ত্ৰ প্ৰতিহত হোৱাত মোৰ বৰ বিস্ময় জন্মিল। ৩১ ॥

মহাৰাজ, ইয়াৰ পিছত আকৌ সেই বিশেষত্ব থকা মহান কিৰাতক ভীষণ ভীষণ অস্ত্ৰসমূহেৰে ঢাকি পেলালো আৰু স্থূণাকৰ্ণ, জলময়, শৰবৰ্ষ, শলভ, উল্বন আৰু অশ্মবৰ্ষ নামৰ প্ৰধান প্ৰধান তীক্ষ্ণ অস্ত্ৰবোৰ ধনুত জুৰি লৈ তেওঁৰপিনে আগ বাঢ়ি গলো। ৩২-৩৩ ॥

হে মহাৰাজ, মোৰ এই সকলোবোৰ অস্ত্ৰকে তৎক্ষণাৎ তেওঁ গ্ৰাস কৰিলে। সেই সকলোবোৰ অস্ত্ৰ গ্ৰাস কৰাৰ পাছত মই ভয়ানক ব্ৰহ্মাস্ত্ৰ নিক্ষেপ কৰিলো। ৩৪ ॥

সেই ব্ৰহ্মাস্ত্ৰৰপৰা নিৰ্গত প্ৰজ্বলিত বাণবিলাক সৰ্কলোকালে বাঢ়ি গৈছিল ; বৃদ্ধিপ্ৰাপ্ত বাণবোৰ মই নিক্ষেপ কৰা মহাস্ত্ৰৰ দ্বাৰা আকৌ বিশেষভাৱে বাঢ়িছিল। ৩৫ ॥

হে ৰজা, মোৰপৰা ওলোৱা সেই বাণৰ প্ৰভাৱত লোকসকল সন্তাপিত হৈছিল। মুহূৰ্ত্ততে সেই ব্ৰহ্মাস্ত্ৰৰ কান্তিয়ে দশোদিশ আৰু আকাশ সকলোপিনে প্ৰকাশ কৰিছিল। ৩৬ ॥

সেই অস্ত্ৰকো তৎক্ষণাৎ মহা তেজস্বী পুৰুষজনে বিনাশ কৰিলে ; ব্ৰহ্মাস্ত্ৰ বিনাশ হোৱাত মোৰ অন্তৰত মহা ভয় সোমাল। ৩৭ ॥

তেতিয়া অক্ষয় তূণদ্বয় আৰু ধনু হাতত লৈ আকৌ মহা প্ৰাণীজনৰ প্ৰতি অস্ত্ৰ নিক্ষেপ কৰিলো ; সেই অস্ত্ৰবিলাকো তেওঁ খাই পেলালে। ৩৮ ॥

অস্ত্ৰবিলাক নষ্ট হৈ যোৱাত, বাণবিলাক ভক্ষণ কৰাত, সেই পুৰুষ আৰু মোৰ মাজত বাহুযুদ্ধ আৰম্ভ হ'ল। ৩৯ ॥

মুঠি আৰু হাতৰ প্ৰহাৰৰ দ্বাৰা যুদ্ধ কৰিয়ো সেই অদ্ভূত পুৰুষজনাক বলে নোৱাৰি নিশ্চেষ্ট হৈ মাটিত পৰি গলো। ৪০ ॥

মহাৰাজ, মাটিত পৰি তেওঁৰ পিনে চাই থাকোঁতেই তিৰোভাৱিজনাকেৰে সৈতে আচৰিত ধৰণৰ সেই পুৰুষজন বিকট হাঁহি মাৰি তাতেই অদৃশ্য হ'ল। ৪১ ॥

এইবোৰ আশ্চৰ্য্যজনক কাম কৰাৰ পাছত ভগৱান, দেৱাদিদেৱ মহাদেৱে কিৰাত-ৰূপ পৰিহাৰ কৰি আচৰিত দিব্যাম্বৰ পৰিহিত অন্য দিব্য-ৰূপ ধাৰণ কৰি তাতেই থাকিল। ৪২—৪৩ ॥

তেতিয়াহে সৰ্প আৰু পিনাকধাৰী, বৃষভবাহন, বহুৰূপী ভগৱান শিৱক উমাৰে সৈতে চকুৰ আগতে দেখিলো। ৪৪ ॥

যুদ্ধ-ক্ষেত্ৰত তেওঁৰ সম্মুখত সেইদৰে মাটিত পৰি থকা দেখি মোৰ ওচৰলৈ গৈ শূলপাণিয়ে কলে, হে পৰন্তপ, মই সন্তুষ্ট হৈছো। ৪৫ ॥

ইয়াৰ পাছত অক্ষয়বাণ-পূৰ্ণ তূণদ্বয় আৰু ধনুখন তুলি লৈ মোক অৰ্পণ কৰি ভগৱানে ক'লে, কৌন্তেয়, লোৱাঁ, মই তোমাৰ প্ৰতি সন্তুষ্ট হৈছো, কোৱাঁ, তোমাক কি বৰ লাগে? হে বীৰ, অমৰত্বত বাহিৰে তোমাৰ মনোগত যি ভাব আছে কোৱাঁ, তোমাক তাকেই দিম। পিছে অস্ত্ৰৰ প্ৰতি মন আসক্ত হোৱাত হাত যোৰ কৈ মানসিক প্ৰণাম জনাই ক'লো, ভগৱান, যদি মোৰ প্ৰতি প্ৰসন্ন হৈছে, তেন্তে মোৰ বাঞ্ছা এয়েই—প্ৰভুৰ ওচৰত যিমান অস্ত্ৰ আছে, আটাইবোৰকে পাবলৈ ইচ্ছা কৰোঁ। ভগৱান শিৱয়ো দিওঁ বুলি মোক ক'লে। ৪৬-৫০ ॥

তেতিয়া মোৰ প্ৰতি প্ৰসন্ন হৈ 'হে পাণ্ডৱ, মোৰ এই ৰৌদ্ৰাস্ত্ৰ তোমাৰ ওচৰত থাকিব' ইয়াকে কৈ ভয়ানক পাশুপত অস্ত্ৰ মোক দিলে। ৫১ ॥

সনাতন পাশুপত অস্ত্ৰ প্ৰদান কৰি আকৌ শিৱই ক'লে, এই অস্ত্ৰ মানুহৰ প্ৰতি কেতিয়াও প্ৰযোজ্য নহয়, হীনবলৰ প্ৰতি প্ৰয়োগ কৰিলে ই সমস্ত জগতকে দহি পেলাব। হে ধনঞ্জয়, শত্ৰুৰপৰা অত্যন্ত ব্যথিত হোৱাজনেহে শত্ৰুৰ প্ৰতি এই শক্তিমান অস্ত্ৰ প্ৰয়োগ কৰা উচিত হব। ৫২-৫৩ ॥

দিব্য, অপ্ৰতিহত আৰু সকলো অস্ত্ৰৰ প্ৰতিষেধক এই পাশুপত অস্ত্ৰ নিজ অস্ত্ৰৰ প্ৰতিঘাতভহে সদায় প্ৰযোজ্য। ৫৪ ॥

বৃষধ্বজ মহাদেৱ প্ৰসন্ন হোৱা বাবে, শত্ৰুকুল-বিনাশক, শত্ৰু সৈন্য উচ্ছেদক, দুঃসহ আৰু সুৰ-দানৱ-ৰাক্ষসবো দুষ্প্ৰাপ্য এই পাশুপত অস্ত্ৰ আজি মোৰ পাৰ্শ্ব-দেশত শোভা কৰিছে। তেওঁৰ আদেশ অনুসৰি মই তাত বহি চাই থাকোঁতেই সেই দেৱতা অন্তৰ্দ্ধান হ'ল। ৫৫-৫৭ ॥

ইতি মহাভাৰতৰ বনপৰ্ব্বৰ অন্তৰ্গত নিৱাতকৱচ-যুদ্ধ-পৰ্ব্বত যুধিষ্ঠিৰ-অৰ্জ্জুন-সংবাদ নামৰ সপ্তষষ্ট্যধিকশততম অধ্যায়। ১৬৭ ॥

॥ অধ্যায় ১৬৮ ॥

# ॥ অৰ্জ্জুনৰ বাক্য ॥

অৰ্জ্জুনে ক'লে, হে ভাৰত, দেৱদেৱ মহাত্মা মহাদেৱৰ অনুগ্ৰহ লাভ কৰি হৰ্ষ চিত্তে ৰাতিটো তাতেই বাস কৰিলো । ১ ॥

ৰাতিটো বাস কৰাৰ পাছত ৰাতিপুৱা প্ৰাতঃকৃত্য সমাপন কৰি যিজন ব্ৰাহ্মণক আগেয়ে দেখিছিলো, সেইজনকে আকৌ দেখিলো । ২ ॥

ভগৱান মহাদেৱক লগ পাইছো, হয়াকে কৈ সকলো বৃত্তান্ত ভাঙি-পাতি তেওঁক নিৱেদন কৰিলো । ৩ ॥

হে ৰাজেন্দ্ৰ, সন্তুষ্ট হৈ সেই দ্বিজোত্তমে মোক কলে, মহাদেৱক তুমি যিদৰে দৰ্শন কৰিছা, আন কোনেও সেইদৰে দৰ্শন কৰা নাই । হে অনঘ, যমাদি লোকপাল-সকলেৰে সৈতে মিলি ইয়ালৈ অহা দেৱেন্দ্ৰক দেখিবা আৰু তোমাক সকলোবোৰ অস্ত্ৰকে তেওঁ দিব । ৪-৫ ॥

মহাৰাজ, এইদৰে কৈ বাৰে বাৰে মোক আলিঙ্গন কৰি সূৰ্যৰ দৰে কান্তিমান ব্ৰাহ্মণজন ইচ্ছানুসাৰে গন্তব্য স্থানলৈ গুচি গৈছিল । ৬ ॥

হে শত্ৰুহা, সেইদিনাখন আবেলি এই জগতখন আকৌ নতুন যেন কৰি নিৰ্ম্মল সমীৰণ প্ৰৱাহিত হৈছিল । ৭ ॥

শৈশিৰ পৰ্ব্বতৰ নামনিত সুগন্ধি, দিব্য, নতুন মালাসমূহৰ আৰু চাৰিওফালে বৃহদাকাৰ উৎকৃষ্ট বাদ্যযন্ত্ৰসমূহৰ প্ৰাদুৰ্ভাৱ হৈছিল আৰু মহেন্দ্ৰ-সম্বন্ধীয় মনোহৰ স্তুতিৰাশি শুনা গৈছিল । ৮-৯ ॥

গন্ধৰ্ব্ব আৰু অপ্সৰাসকলে দলে দলে দেৱৰাজ ইন্দ্ৰৰ সম্মুখত নানাধৰণৰ গান গাইছিল । মৰুৎগণ, ইন্দ্ৰৰ অনুচৰসকল, শচী আৰু জয়ন্ত প্ৰভৃতিও বিমানেৰে আহি তাত উপস্থিত হৈছিল । ১০-১১ ॥

তেওঁলোকৰ পাছতে ঘোঁৰাই টনা সু-অলঙ্কৃত ৰথেৰে দেৱবৃন্দেৰে সৈতে শচীপতি ইন্দ্ৰও আহিল । ১২ ॥

হে মহাৰাজ, এই সময়তে পৰমৈশ্বৰ্য্যশালী নৰবাহন কুবেৰে তাত আহি উপস্থিত হোৱা দেৱবৃন্দক মোক দেখুৱালে । ১৩ ॥

দক্ষিণ দিশত অৱস্থিত দক্ষিণ-দিক্‌পতি যমক দেখিলো, সেইদৰে পূৰ্ব্বদিক্‌পতি ইন্দ্ৰ আৰু পশ্চিম-দিক্‌পতি বৰুণকো স্ব স্ব স্থানত অৱস্থিত হৈ থকা দেখিলো । ১৪ ॥

হে নৰশ্ৰেষ্ঠ মহাৰাজ, মোক সান্ত্বনা দি তেওঁলোকে ক'লে, দেৱকাৰ্য্যৰ প্ৰয়োজন সিদ্ধিৰ বাবে শঙ্কৰক দৰ্শন কৰিছা; আমি সকলোবিলাক লোকপালেই ইয়াত উপস্থিত আছো, আমাকো দৰ্শন কৰাঁ আৰু আমাৰপৰাও তুমি সম্পূৰ্ণভাৱে অস্ত্ৰবোৰ গ্ৰহণ কৰাঁ। ১৫-১৬ ॥

হে প্ৰভু, তাৰ পাছত শ্ৰেষ্ঠ দেৱতাসকলক প্ৰণাম কৰি তেওঁলোকৰপৰা প্ৰধান প্ৰধান অস্ত্ৰবোৰ সংযতভাৱে যথাবিধি গ্ৰহণ কৰিলো। ১৭ ॥

ভাৰত, দেৱতাসকলৰপৰা অস্ত্ৰ লাভ কৰাৰ পাছত অস্ত্ৰ-পৰিচালনা সম্বন্ধে অনুজ্ঞাও পাঁলো। হে অৰিন্দম, তাৰ পাছত দেৱতাসমূহ নিজ নিজ স্থানলৈ গুচি গ'ল। ১৮ ॥

দেৱাধিপতি ভগৱান ইন্দ্ৰই সমুজ্জ্বল ৰথত আৰোহণ কৰি উভতি যোৱা সময়ত মোক ক'লে, ফাল্গুনী, তুমি স্বৰ্গলৈ যাব লাগিব, তুমি যে স্বৰ্গ-গমনাভিলাষী, ইয়ালৈ অহাৰ আগেয়ে মই জানো, গতিকে তোমাক স্বৰ্গ-দৰ্শন কৰামেই। ১৯-২০ ॥

আগেয়ে বহু বাৰ তীৰ্থত স্নান কৰিছিলা, ইও এটা ডাঙৰ তপস্যা কৰা হৈছে; গতিকে তুমি স্বৰ্গলৈ যাব পাৰিবা। হে শত্ৰু-নিপাতকাৰী, তুমি অৱশ্যেই স্বৰ্গলৈ যাব লাগিব; গতিকে নিশ্চয় আকৌ তাত গৈ এবাৰ তপস্যা আচৰণ কৰিব লাগিব। ২১—২২ ॥

মোৰ নিয়োগত মাতলিয়ে তোমাক স্বৰ্গলৈ লৈ যাব। তুমি দেৱতা আৰু মহাত্মা মুনিসমূহৰ মাজতো জনাজাত। ২৩ ॥

ইয়াকে শুনি, ময়ো ইন্দ্ৰক ক'লো, ভগৱান ত্ৰিদশেশ্বৰ, মোৰ প্ৰতি প্ৰসন্ন হওক। অস্ত্ৰ-শিক্ষাৰ নিমিত্তে আপোনাক মই আচাৰ্য্য বৰণ কৰিলো। ২৪ ॥

ইন্দ্ৰই ক'লে, পৰন্তপ বৎস পাণ্ডৱ, যি মনোৰথ লৈ অস্ত্ৰ-লাভৰ ইচ্ছা কৰিছা, সেই মনোৰথ লাভ কৰাঁ; তুমি এজন অস্ত্ৰবিদ্ আৰু শ্ৰেষ্ঠ পুৰুষ হবা। ২৫ ॥

ইন্দ্ৰই এইদৰে কোৱাত মই ক'লো, শত্ৰুহন্তা দেৱৰাজ, আপোনাৰ দিব্যাস্ত্ৰবোৰ মোক দিয়ক। অস্ত্ৰৰ প্ৰতিঘাতৰ নিমিত্তেহে সেই দিব্যাস্ত্ৰবোৰ ব্যৱহাৰ কৰিম, মানুহৰ ওপৰত কেতিয়াও প্ৰয়োগ নকৰোঁ; হে দেৱশ্ৰেষ্ঠ, এই অস্ত্ৰৰ দ্বাৰা অস্ত্ৰ নাশ কৰি জয় কৰা লোকসকলক পাছত এনেয়ে পাম্হক। ২৬-২৭ ॥

তেতিয়া ইন্দ্ৰই ক'লে, ধনঞ্জয়, মই এই কথা কৈছো তোমাৰ পৰীক্ষাৰ নিমিত্তে। তোমাৰ নিচিনা মোৰ সন্তানৰহে এনে কথা উপযুক্ত। ২৮ ॥

হে ভাৰত, মোৰ গৃহলৈ গৈ বায়ু, অগ্নি, অষ্ট-বসু, বৰুণ আৰু মৰুৎসকলৰপৰা ভালদৰে সকলোবোৰ অস্ত্ৰ শিক্ষা কৰাঁ। ২৯ ॥

পিতামহ, সাধ্য, গন্ধৰ্ব্ব, উৰগ, ৰাক্ষস, নিধাত আৰু বিষ্ণুৰ সকলো অস্ত্ৰ, ইয়াৰ বাহিৰেও মোৰ অধীনত থকা সমুদায় অস্ত্ৰ ভালকৈ জানি লোৱাঁ, এইদৰে কৈ তাতেই ইন্দ্ৰ অন্তৰ্দ্ধান হ'ল। ৩০—৩১ ॥

হে মহাৰাজ, ইয়াৰ ক্ষন্তেক পাছতে, মাতলি-পৰিচালিত দিব্য, পবিত্ৰ, মায়াময় ইন্দ্ৰৰ ৰথ দেখিলো। ৩২ ॥

লোকপালসকল যোৱাত মাতলিয়ে মোক ক'লে, মহাশক্তিশালী দেৱৰাজ ইন্দ্ৰই তোমাক দৰ্শন কৰিবলৈ ইচ্ছা কৰিছে। ৩৩ ॥

মহাবাহু অৰ্জ্জুন, আগেয়ে সিদ্ধি লাভ কৰাঁ, তাৰ পাছত কাম কৰাঁ; বৰ্ত্তমান সশৰীৰে স্বৰ্গলৈ গৈ চাই লোৱাঁ পুণ্যকৃৎ লোকসকলক। ৩৪ ॥

হে ভাৰত, দেৱৰাজ সহস্ৰনয়ন ইন্দ্ৰই তোমাক দৰ্শন কৰিবলৈ ইচ্ছা কৰিছে—মাতলিয়ে এইদৰে কোৱাত শৈশিৰ পৰ্ব্বত পদক্ষিণ কৰি তেওঁক মাত লগাই দেৱৰাজৰ সেই ধুনীয়া ৰথখনত আৰোহণ কৰিলো। মন আৰু পৱনৰ দৰে বেগী ঘোঁৰাবিলাক যথাৰীতি পৰিচালনা কৰা হৈছিল অশ্ব চালনাত নিপুণ হয়-তত্ত্বজ্ঞ মাতলি আৰু মই ৰথৰ ওপৰত বহি থাওঁতে বাৰে বাৰে তেওঁ মোৰ মুখখনলৈ চাইছিল। ৩৫-৩৭ ॥

হে মহাৰাজ, সেইদৰে ৰথখন ঘূৰি গৈ থাকোঁতে মাতলিয়ে বিস্মিত হৈ ইয়াকে কৈছিল, আজি মোৰ এইটো অতি অদ্ভুত আৰু বিচিত্ৰ বুলি ধাৰণা হৈছে, দেৱৰাজেও এই দিব্য ৰথত আৰোহণ কৰিলে ৰথ চলি থকা অৱস্থাত ইফালৰপৰা সিফাললৈ লৰচৰ কৰিব নোৱাৰে; সঁচাকৈয়ে এই কথা মই সদায় ৰথ চলাওঁতে লক্ষ্য কৰিছো; কিন্তু তুমি ঘোঁৰাবিলাক প্ৰথমতে ওপৰলৈ উঠি গতি কৰাৰ লগে লগে ৰথখন ঘূৰি যোৱাতো ৰথৰ ভিতৰতে ইফাল-সিফাল কৰিয়ে আছা; হে কুৰুদ্বহ, তোমাৰ এইবিলাক কাৰ্য্যই ইন্দ্ৰকো অতিক্ৰম কৰিছে, এনে ভাব মোৰ উদয় হৈছে। ইয়াকে কৈ আকাশলৈ উঠি মাতলিয়ে দেৱসমূহৰ আলয় আৰু বিমানবোৰ মোক দেখুৱালে। তাৰ পাছত, অশ্বযুক্ত সেই ৰথখন আৰু ওপৰলৈ উঠি গল। ৩৮—৪২ ॥

ঋষি আৰু দেৱতাসকলে মোক প্ৰশংসা কৰিছিল। হে নৰোত্তম, তাৰ পাছত দেৱৰ্ষিসকলৰ তপস্যাস্থানবোৰ দেখিলো। ৪৩ ॥

গন্ধৰ্ব্ব আৰু অপ্সৰাসকলৰ প্ৰভাৱ, অসীম শক্তিসম্পন্ন দেৱতাসকলৰ নন্দনকে আদি কৰি বন আৰু উপবনবোৰ দেৱ-সাৰথি মাতলিয়ে অতি শীঘ্ৰে মোক দেখুৱালে। অভীষ্ট ফলদায়ক দিব্যবৃক্ষ আৰু ৰত্নৰাজিৰে সুশোভিত দেৱৰাজৰ ভৱন অমৰাৱতী দেখিলো। সূৰ্য্যই তাত তাপ নিদিয়ে, গৰম আৰু জাৰ তাত নাই, তাত অৱসাদ, শোক আৰু দৈন্যও নাই। হে নৃপ, ৰজোগুণৰ বিকাৰে দ্বেষ, ৰাগ আৰু অহঙ্কাৰাদিৰ কাৰণীভূত গুণবিশেষে তাত বাধা নিদিয়ে আৰু তাত বাৰ্দ্ধক্যও নাই। ৪৩-৪৭ ॥

হে অৰিমৰ্দ্দন মহাৰাজ, স্বৰ্গবাসী দেৱতাসকলৰ অৱসাদ নাই, ক্ৰোধ নাই আৰু নাই লোভ। ৪৮ ॥

হে মহাৰাজ, স্বৰ্গত প্ৰাণীবিলাক সদায় সন্তুষ্ট, গছবিলাক ফলেফুলে পৰিপূৰ্ণ আৰু গছৰ পাতবিলাক সদায় সেউজীয়া। ৪৯ ॥

সৰোজ ফুলৰ সুগন্ধেৰে ভৰা নানাধৰণৰ পুখুৰী তাত আছে, সদায় তাত সুগন্ধি, শীতল সমীৰণ বয় আৰু তাৰ পানীবোৰ অতিশয় নিৰ্ম্মল। ৫০ ॥

বিচিত্ৰ ৰত্নৰাজিৰে নানা বৰ্ণ-বিশিষ্ট আৰু পুষ্প-বিভূষিত স্বৰ্গীয় ভূমি; তাত আছে অগণ্য মাতৰ ধুনীয়া নানাবিধ পশু-পক্ষী। ৫১ ॥

আকাশত বহুতকেই বিমানেৰে অহা-যোৱা কৰা দেখা যায়। একাদশ ৰুদ্ৰ, দ্বাদশ সাধ্য (গণ-দেৱতা-বিশেষ), অষ্টবসু, দ্বাদশ আদিত্য, ঊনপঞ্চাশ বায়ু আৰু অশ্বিনীকুমাৰদ্বয়ৰ সকলোকেই অৰ্চ্চনা কৰিলো। তেওঁলোকেও মোক বল, বীৰ্য্য, যশস্যা, তেজ, অস্ত্ৰ আৰু যুদ্ধ-বিজয়ত সুস্থিৰ হবলৈ আশীৰ্ব্বাদ কৰিলে। দেৱতা আৰু গন্ধৰ্ব্বৰ বাসভূমি মনোৰম সেই স্বৰ্গপুৰীত প্ৰৱেশ কৰি দেৱৰাজ সহস্ৰাক্ষক কৃতাঞ্জলি হৈ উপাসনা কৰিলো; দাতৃশ্ৰেষ্ঠ ইন্দ্ৰয়ো প্ৰসন্ন হৈ মোক নিজৰ আসনৰ আধাত বহিবলৈ দিলে। ৫২-৫৫ ॥

বহু সমাদৰ কৰি ইন্দ্ৰই মোৰ শৰীৰ স্পৰ্শ কৰিলে। হে ভাৰত, মোৰ প্ৰতি অতি স্নেহ-পৰবশ দেৱ-গন্ধৰ্ব্বসকলেৰে সৈতে অস্ত্ৰ শিক্ষা কৰি অস্ত্ৰৰ কাৰণে স্বৰ্গত বসতি কৰিলো। বিশ্বাবসুৰ পুত্ৰ চিত্ৰসেন আছিল মোৰ বন্ধু। ৫৬-৫৭ ॥

হে নৃপ, সমগ্ৰ গন্ধৰ্ব্ব-বিদ্যা তেওঁৱেই মোক শিকালে। সকলো মনোবাসনা পৰিপূৰ্ণ কৰি সকলোৰে সম্মানিত হৈ অস্ত্ৰ-লাভ কৰাৰ পাছত, তুমুল ভেৰীৰ শব্দ, গীত, বাদ্য, শ্ৰৱণ আৰু শ্ৰেষ্ঠ নৰ্ত্তকী অপ্সৰাসকলক দৰ্শন কৰি সেই ইন্দ্ৰালয়ত সুখেৰে বাস কৰিছিলো। ৫৮-৫৯ ॥

প্ৰকৃত কৰ্ম্ম আচল পুৰুষাৰ্থ বুলি জানি সেই নাচ-গানৰ প্ৰতিও অনাদৰ নেদেখুৱাই মানসিক অনুৰাগ নৰখাকৈ সেইবিলাক শিকাৰ উপৰিও অস্ত্ৰ-বিলাকৰ প্ৰতিহে বিশেষ অনুৰাগী আছিলো। ৬০ ॥

তাৰ পাছতে প্ৰভু সহস্ৰাক্ষই মোৰ কামনা অনুযায়ী অস্ত্ৰ-শিক্ষা-দানেৰে মোক সন্তুষ্ট কৰিছিল। হে ৰজা, এইদৰে স্বৰ্গত বাস কৰি থাকোঁতেই মোৰ ইমান দিন গ'ল। ৬১ ॥

অস্ত্ৰ সংগ্ৰহ কৰি লোৱাৰ পাছত দেৱৰাজে অতি বিশ্বস্ত বুলি দুয়োখন হাতেৰে মোৰ শিৰ স্পৰ্শ কৰি এই কথা ক'লে, দেৱতাসকলেও আজি তোমাক যুদ্ধত জয় কৰিব নোৱাৰে, মনুষ্যলোকত অজিতেন্দ্ৰিয় মানৱসকলে আকৌ পাৰিব কেনেকৈ? যুদ্ধত অপৰাজেয়, অপ্ৰমেয় আৰু অপ্ৰতিম হবা তুমি।—এইদৰে কোৱাৰ পাছত আনন্দতে তেওঁ ৰোমাঞ্চিত হ'ল; ইয়াৰ পাছতে ইন্দ্ৰই আকৌ ক'লে, ৬২-৬৪ ॥

অস্ত্ৰ-যুদ্ধত তোমাৰ সমান বীৰ কোনো নহব। সদায় তুমি অপ্ৰমত্ত, দক্ষ, সত্যবাদী, জিতেন্দ্ৰিয়, ধনুৰ্ব্বেদ-নিপুণ, অস্ত্ৰবিদ্ আৰু বীৰপুৰুষ বুলি পৰিগণিত হবা। হে ধনঞ্জয়, এতিয়া তুমি পোন্ধৰপ্ৰকাৰ অস্ত্ৰ লাভ কৰিলা। ৬৫-৬৬ ॥

প্ৰয়োগ, উপসংহাৰ, আবৃত্তি, (পুনঃ প্ৰয়োগ আৰু উপসংহাৰ), প্ৰায়শ্চিত্ত (অস্ত্ৰাদিৰ দ্বাৰা দগ্ধ নিৰপৰাধীসকলৰ পুনৰুজ্জীৱন) আৰু প্ৰতিঘাত (পৰাস্ত্ৰৰ দ্বাৰা পৰাভূত অস্ত্ৰৰ পুনৰুদ্দীপন)—এই প্ৰয়োগাদি পঞ্চ বিধি তুমি ভালদৰে জানা। এতিয়া আৰু অস্ত্ৰৰ প্ৰয়োগাদি পঞ্চ বিধিত তোমাৰ নিচিনা কোনো নাই। হে পৰন্তপ, তেন্তে এতিয়া গুৰু-দক্ষিণাৰহে সময় হৈছে। ৬৭-৬৮ ॥

যদিহে তুমি গুৰু-দক্ষিণা দিবলৈ প্ৰস্তুত, তেতিয়াহে গুৰু-দক্ষিণাৰ বিষয়ে মই

তোমাক জনাম। হে মহাৰাজ, দেৱৰাজে গুৰু-দক্ষিণাৰ বিষয়ে কোৱাত মই এইদৰে ক'লো, যি কৰিবলৈ সমৰ্থ তাক মই কৰা বুলিয়েই জানিব। তেতিয়া বৃত্ৰঘাতী ইন্দ্ৰই হাঁহি হাঁহি ক'লে, ৬৯-৭০ ॥

এই তিনিও লোকত তোমাৰ অসাধ্য একো নাই। তেন্তে শুনা, নিৱাতকৱচ নামৰ দানৱবিলাক মোৰ শত্ৰু। সিহঁত সাগৰৰ মাজৰ দুৰ্গত বাস কৰে, সিহঁত সকলোৰে ৰূপ, সৌন্দৰ্য্য আৰু শক্তি সমান, আৰু সংখ্যাত তিনি কোটি বুলি কথিত আছে। ৭১-৭২ ॥

হে কৌন্তেয়, তালৈ গৈ তুমি সিহঁতক বধ কৰা; তেতিয়াহে তোমাৰ গুৰু-দক্ষিণা দিয়া হব, তাৰ পাছত ম'ৰা পাখিৰে চিক্‌মিকাই থকা উজ্জ্বল বৰণৰ ঘোঁৰা লগোৱা, মাতলিয়ে চলোৱা, অতি মনোহৰ দিব্য ৰথ এখন মোক দিলে। নিজ-ৰূপৰ অনুৰূপ অঙ্গাভৰণ আৰু স্পৰ্শ কৰিলেই সুখ অনুভৱ হোৱা এই ধুনীয়া কৱচটোও মোক দিলে। এই উত্তম মুকুটটো মোৰ মূৰত বান্ধি দিলে আৰু গাণ্ডীৱত অক্ষয় ধনুগু'ণ তেওঁ নিজেই লগাই দিলে। পূৰ্ব্বকালত বিৰোচন-পুত্ৰ বলিক ইন্দ্ৰই যি ৰথেৰে জয় কৰিছিল, সেই ৰথত বিৰাজমান হৈ মই ওলালোঁ প্ৰয়াণ কৰিলো। তেতিয়া সেই ৰথৰ শব্দই দেৱৰাজৰ ৰথ বুলি সূচনা কৰাত মোকেই দেৱৰাজ বুলি বিবেচনা কৰি দেৱতাসকল মোৰ ওচৰলৈ আহিছিল আৰু মোক দেখি সুধিছিল, ফাল্গুনী, তুমি কি কৰিবা? ৭৩-৭৮ ॥

ইন্দ্ৰেৰে সৈতে নিৱাতকৱচ-বধ সম্বন্ধে যি কথা হৈছিল, তাকেই সম্পন্ন কৰিম বুলিহে তেওঁলোকক ক'লো, মই যুদ্ধত নিৱাতকৱচহঁতক বধ কৰিবলৈ ইচ্ছা কৰি ওলাইছো বুলি জানিব। হে নিষ্পাপ মহাভাগসকল, মোক আশীৰ্ব্বাদ কৰক। দেৱৰাজ পুৰন্দৰৰ স্তুতি কৰাৰ দৰে প্ৰসন্ন হৈ তেওঁলোকে তেতিয়া মোৰ স্তুতি কৰিছিল। ৭৯-৮০ ॥

তেওঁলোকে কৈছিল, নমুচি, বলাসুৰ, বৃত্ৰাসুৰ, প্ৰহ্লাদ আৰু নৰকক এই ৰথেৰেই ইন্দ্ৰই জয় কৰিছিল। ইয়াৰ বাহিৰেও হেজাৰে-হেজাৰে, অযুতে-অযুতে, অৰ্ব্বুদে-অৰ্ব্বুদে অন্যান্য অসুৰক যুদ্ধত জয় কৰিছে। ৮১-৮২ ॥

হে কৌন্তেয়, আগেয়ে বাসৱ যিবিলাক দানৱৰ বশীভূত হৈছিল, সেই নিৱাতকৱচ দানৱহঁতক এই ৰথেৰেই তুমি যুদ্ধত জয় কৰিব পাৰিবা। এই উত্তম শঙ্খটো লোৱা, এই শঙ্খৰেই মহাত্মা ইন্দ্ৰই তিনিওলোক জয় কৰিছে, তুমিও দানৱসকলক জয় কৰিব পাৰিবা। ৮৩-৮৪ ॥

দেৱতাসকলে দিয়া দেৱদত্ত নামৰ জলোদ্ভৱ এই শঙ্খটো মই ললো বিজয়ৰ কাৰণে। পাছত অমৰসকলৰপৰা প্ৰশংসা লভি শঙ্খ, কৱচ আৰু ধনুৰ্ব্বাণ ধাৰণ কৰি যুদ্ধাভিলাষী হৈ অতি ভয়ানক দানৱ-পুৰীলৈ প্ৰস্থান কৰিলো। ৮৫ ॥

ইতি মহাভাৰতৰ বনপৰ্ব্বৰ অন্তৰ্গত নিৱাতকৱচ-যুদ্ধ-পৰ্ব্বত অৰ্জ্জুনৰ বাক্য নামৰ অষ্টষষ্ট্যধিকশততম অধ্যায়। ১৬৮ ॥

॥ অধ্যায় ১৬৯ ॥

## ॥ যুদ্ধাৰম্ভ ॥

নিৱাতকৱচেৰে সৈতে যুদ্ধ কৰিবলৈ অভিলাষ কৰি যি যি স্থানৰ মাজেৰে গৈছিলোঁ, সেই সেই স্থানত মহৰ্ষিসকলে মোক অভ্যৰ্থনা কৰিছিল। পাছত অক্ষয়, অব্যয়, ভয়ানক জলাধিপতি সমুদ্ৰ দৰ্শন কৰিলোঁ। ১ ॥

সেই সাগৰত উত্থিত, ফেনযুক্ত, পৰস্পৰ মিলিত, বিস্তৃত তৰঙ্গৰাশিক এনেকুৱা দেখা যায় যেন পৰ্ব্বতবিলাকতে জঁপিয়াই জঁপিয়াই গমন কৰিছে। ২ ॥

ৰত্নৰাজিৰে পৰিপূৰ্ণ হাজাৰ-হাজাৰ নাও সাগৰত চাৰিওপিনে দেখা যায়। তিমি মাছক গিলিব পৰা ডাঙৰ মাছ, সেই মাছকো গিলিব পৰা তাতোকৈ ডাঙৰ মাছ, কাছ আৰু মৰিয়ালবিলাকক জলমগ্ন পৰ্ব্বতৰ দৰে দেখিবলৈ পোৱা যায়। সাগৰৰ পানীত সকলোপিনে হাজাৰ-হাজাৰ শঙ্খ তল গৈ আছে। ৩-৪ ॥

পাতল মেঘাচ্ছন্ন তৰাবিলাকক ৰাতি আকাশত যেনে দেখা যায়, সাগৰতো হাজাৰ-হাজাৰ ৰত্নৰাশি তেনেকৈ ভাহি থকা যেন দেখা যায়। ৫ ॥

ভয়াৱহ, প্ৰবল বতাহ সাগৰৰ ওপৰত ঘূৰি আছে—সেইটোৱেই মোৰ আচৰিত যেন লাগিছিল। অতিশয় বেগী প্ৰশস্ত জলনিধি দৰ্শন কৰি ওচৰতে থকা দানৱবিলাকেৰে পৰিপূৰ্ণ সেই দানৱ-পুৰী দৰ্শন কৰিলোঁ। ৰথৰ ব্যৱহাৰ-বিধি-বিশেষজ্ঞ মাতলিয়ে তৎক্ষণাত ৰথখন পাতাললৈ লৈ গৈ ৰথৰ সকলো যন্ত্ৰ-পাতি ঠিক আছেনে নাই এবাৰ ভালকৈ চকু ফুৰাই ৰথখন বেগাই চলাই নিলে। পাছত ৰথৰ ধ্বনিৰে দানৱবিলাকক ত্ৰস্ত কৰি নগৰৰপিনে প্ৰবল বেগে ৰথ আগুৱাই গ'ল। ৬-৮ ॥

আকাশত হোৱা মেঘৰ ধ্বনিৰ দৰে ৰথৰ ধ্বনি শুনি মোকেই দেৱৰাজ বুলি ভাবি দানৱবিলাক বৰ উদ্বিগ্ন হৈ পৰিল। ৯ ॥

সিহঁত সকলোবিলাকেই মুষল, শূল, পৰশু, অসি, গদা আৰু ধনু-শৰ ধাৰণ কৰিছিল, আৰু সিহঁতৰ মন ভ্ৰমযুক্ত আছিল। ১০ ॥

দানৱবিলাকে উদ্বিগ্নচিত্তে নগৰ ৰক্ষা কৰিবলৈ নগৰৰ দ্বাৰ ৰুদ্ধ কৰিছিল, কিন্তু ৰক্ষাৰ সংবিধান কৰিও তাৰ কোনো উপায় নেদেখিছিল। ১১ ॥

সেই সময়ত তুমুল শব্দ কৰা দেৱদত্ত নামৰ শঙ্খ হাতত লৈ অতি হৰ্ষচিত্তে ধীৰে ধীৰে স্ফুট বজাবলৈ ধৰিলোঁ। ১২ ॥

আকাশ তোলপাৰ কৰি সেই শব্দ প্ৰতিধ্বনিত হৈছিল আৰু সেই শব্দত প্ৰকাণ্ড প্ৰকাণ্ড প্ৰাণীবিলাক ভয়ত লুকাই আছিল। ১৩ ॥

সুন্দৰ সুন্দৰ নানাপ্ৰকাৰৰ অলঙ্কাৰ পৰিধান কৰি কৱচেৰে শৰীৰ ঢাকি লৌহনিৰ্ম্মিত মহাশূল, গদা, মুষল, পৰিঘ, তৰোৱাল, ৰথচক্ৰ, শতঘ্নী, ভূশুণ্ডী, বিচিত্ৰ নানাবিধ খড়্গ প্ৰভৃতি ঘূৰীয়া ঘূৰীয়া অস্ত্ৰ হাতত লৈ হাজাৰে হাজাৰে দিতি-পুত্ৰৰ আৱিৰ্ভাৱ হ'ল। ১৪-১৬ ॥

হে ভৰতৰ্ষভ, তেতিয়া মাতলিয়ে বিবেচনা কৰি সমৰ-স্থলীত ৰথ চলিব পৰা বাটেদি ঘোঁৰাবিলাক পৰিচালনা কৰিছিল। ১৭ ॥

মাতলি-পৰিচালিত শীঘ্ৰগামী অশ্ববিলাকৰ শীঘ্ৰ গতিৰ কাৰণে মই তেতিয়া একোকে চিনিব পৰা নাছিলো। সেইটো মোৰ কাৰণে আচৰিত যেন লাগিছিল। ১৮ ॥

পিছে সেই দানৱবিলাকেও তাত বিকৃতভাৱে ধ্বনি কৰা সকলোধৰণৰ বাদ্য যন্ত্ৰ বজাইছিল। ১৯ ॥

সেই বাদ্যবিলাকৰ শব্দত তৎক্ষণাৎ শই-শই, হাজাৰে-হাজাৰে পৰ্ব্বত-সদৃশ ডাঙৰ ডাঙৰ মাছ ঢেল-পোঙা দি উঠিল। ২০ ॥

সেই সময়ত শই-শই, হাজাৰে-হাজাৰে তীক্ষ্ণ বাণ বৰ্ষণ কৰি দানৱবিলাক দ্ৰুত গতিৰে মোৰপিনে আগুৱাই আহিল। ২১ ॥

মোৰ আৰু সিহঁতৰ মাজত নিৱাতকৱচান্তক অতি ভয়ঙ্কৰ তুমুল যুদ্ধ হ'ল। ২২ ॥

সেই মহাসমৰলৈ দেৱৰ্ষি, মহৰ্ষি, সিদ্ধগণ আৰু দানৱশ্ৰেষ্ঠসকল আহিছিল। তালৈ অহা মুনিসকলে মোৰ জয় কমনা কৰি তাৰাৰ নিমিত্তে হোৱা যুদ্ধত ইন্দ্ৰক স্তুতি কৰাৰ দৰে অনুকূল মধুৰ বাক্যেৰে মোকো স্তুতি কৰিছিল। ২৩-২৪ ॥

ইতি মহাভাৰতৰ বনপৰ্ব্বৰ অন্তৰ্গত নিৱাতকৱচ যুদ্ধ-পৰ্ব্বত নামৰ বৃত্তান্ত ঊনসপ্তত্যধিকশততম অধ্যায়। ১৬৯ ॥

## ॥ অধ্যায় ১৭০ ॥

# ॥ নিৱাতকৱচ যুদ্ধ ॥

অৰ্জ্জুনে ক'লে, হে ভাৰত, তাৰ পাছত অস্ত্ৰ-শস্ত্ৰ হাতত লৈ সম্মিলিত নিৱাত-কৱচইতে যুদ্ধক্ষেত্ৰত অতি বেগেৰে মোলৈ খেদি আহিল। ১ ॥

সেই মহাৰথীবোৰে ডাঙৰকৈ শব্দ কৰি মোৰ ৰথৰ বাট ভেটি ধৰিলে আৰু চাৰিওফালৰপৰা বেৰি ধৰি বাণ বৃষ্টিৰে মোক ঢাকি পেলালে। ২ ॥

তেতিয়া শূল-পট্টীশধাৰী, মহাবলী অন্যান্য দানৱবিলাকেও শূল-ভূশুণ্ডী মোৰ ওপৰত নিক্ষেপ কৰিবলৈ ধৰিলে। ৪ ॥

অস্ত্ৰ-বিদ্যাত সুনিপুণ, যমতুল্য ভয়াৱহ, ভীষণাকাৰ কিছুমান নিৱাতকৱচ পুনঃ পুনঃ শৰ নিক্ষেপ কৰি মোৰপিনে আগুৱাই আহিল। ৫ ॥

সেই যুদ্ধত গাণ্ডীৱৰপৰা নিক্ষেপ কৰা, সৰলভাৱে প্ৰবল বেগেৰে যোৱা দহপাট দহপাট বাণেৰে এজন এজনকৈ দানৱইতক বধ কৰিলোঁ। ৬ ॥

শিলকো বিদীৰ্ণ কৰিব পৰা, মই প্ৰয়োগ কৰা শৰবিলাকে সিহঁত সকলোকে যুদ্ধৰপৰা বিমুখ কৰিলে। মাতলিয়েও তেতিয়া অশ্ববিলাকক ক্ষিপ্ৰ গতিৰে পৰিচালনা কৰি আগুৱাই নিলে। ৭ ॥

মাতলি-পৰিচালিত, বায়ুৰ দৰে বেগৱান অশ্ববিলাক দানৱসকলক প্ৰমথিত কৰি যুদ্ধ-ক্ষেত্ৰত অনেকপ্ৰকাৰে বিচৰণ কৰিবলৈ ধৰিলে। ৮ ॥

সেই মহাৰথখনত এক অযুত ঘোঁৰা লগোৱা আছিল। মাতলিৰ দ্বাৰা পৰীক্ষিত আৰু পৰিচালিত হোৱাত সিমানবোৰ ঘোঁৰাও অলপ-সংখ্যক অশ্বৰ দৰেই বিচৰণ কৰিছিল। ৯ ॥

সিহঁতৰ খুৰাৰ আঘাতত, ৰথৰ চকাৰ শব্দত আৰু মোৰ শৰ-নিক্ষেপত শই শই অসুৰ মৰিল। ১০ ॥

যুদ্ধত সাৰথিবোৰৰ মৃত্যু হোৱাত চালক নোহোৱাৰ বাবে ঘোঁৰাই ৰথ বিপৰীত-ফালে টানি নিবলৈ ধৰিলে; ৰথৰ ভিতৰত যুঁজাৰু দানৱবিলাক হাতত ধনু লৈ মৰি আছিল আৰু কিছুমান এনেয়ে আছিল। ১১ ॥

বিবিধ অস্ত্ৰ প্ৰহাৰ কৰা সেই দানৱবিলাকে দিশ-বিদিশ প্ৰতিৰোধ কৰি মোক যেতিয়া আঘাত কৰিলে, তেতিয়া মোৰ মন বৰ ব্যথিত হৈ পৰিল। ১২ ॥

সেই সময়ত, মাতলিৰ অতি আচৰিত প্ৰভাৱ দেখিলোঁ। তেওঁ তেনেকুৱা বেগী ঘোঁৰাবিলাককো অপ্ৰয়াসে ধৰি ৰাখিছিল। ১৩ ॥

ক্ষিপ্ৰগামী, চমৎকাৰ অস্ত্ৰসমূহেৰে শই-শই, হাজাৰে-হাজাৰে অস্ত্ৰধাৰী সেই অসুৰবিলাকক মই কাটিলোঁ। ১৪ ॥

হে শত্ৰুহন্তা, এনেকৈ নানা উদ্যমেৰে মোক ৰণক্ষেত্ৰত বিচৰণ কৰা দেখি বীৰ মাতলি মোৰ প্ৰতি সন্তুষ্ট হৈছিল। ১৫ ॥

ইন্দ্ৰৰ ৰথ আৰু অশ্ববিলাকে এইদৰে দানৱবিলাকক বধ কৰাত কিছুমান ক্ষয় হৈছিল, কিছুমান আঁতৰি পলাইছিল। ১৬ ॥

যুদ্ধত সিহঁত পৰাভূত হোৱা যেন দেখি ভীষণ শৰ-বৃষ্টিৰে সিহঁতে মোক কাতৰ কৰি যুদ্ধ কৰাত বাধা জন্মালে। ১৭ ॥

তেতিয়া মই ব্ৰহ্মাস্ত্ৰ-তুল্য, শীঘ্ৰগামী, আচৰিত বাণসমূহেৰে তৎক্ষণাৎ শই-শই, হাজাৰে-হাজাৰে দানৱসকলক আক্ৰমণ কৰিলোঁ। ১৮ ॥

মোৰ অস্ত্ৰেৰে পীড়িত মহাৰথী দানৱবিলাক মিলিত হৈ খং মনেৰে শক্তি, শূল আৰু অসিৰ দ্বাৰা মোকো পীড়া কৰিলে। ১৯ ॥

হে ভাৰত,ময়ো তেতিয়া দেৱৰাজৰ অতি প্ৰিয় উগ্ৰ দাহিকা-শক্তিসম্পন্ন মাধৱ (মধুদৈত্য বধৰ নিমিত্তে নিৰ্ম্মাণ কৰা বাবে মাধৱ) নামৰ অস্ত্ৰ ধনুত যোজনা কৰিলোঁ। ২০ ॥

সেই মাধৱাস্ত্ৰৰপৰা উত্তৰ হোৱা খড়্গ আৰু ত্ৰিশূলাস্ত্ৰৰ বলেৰে মোলৈ নিক্ষেপ কৰা সিহঁতৰ তোমৰ নামৰ অস্ত্ৰবিলাক শ শ, হাজাৰ-হাজাৰ খণ্ড কৰি কাটিলোঁ। ২১ ॥

সিহঁতৰ অস্ত্ৰ-শস্ত্ৰবোৰ কটাৰ পাছত দহপাট দহপাট শৰেৰে খণ্ডতে সিহঁতৰ সকলোকে ওভতাই আঘাত কৰিলোঁ। ২২ ॥

জাকে জাকে ভোমোৰা আহি ফুলত পৰাৰ দৰে গাণ্ডীৱৰপৰা ওলাই যোৱা বাণবিলাক যুদ্ধক্ষেত্ৰত পৰিলগৈ। সেই কাৰণে মাতলিয়ে মোক প্ৰশংসা কৰিবলৈ ধৰিলে। ২৩ ॥

সিহঁতৰ নিক্ষিপ্ত বাণবিলাকেও মোক বৰকৈ আগুৰি ধৰিলে, শৰেৰে সেই বাণবিলাককো মই কাটিলোঁ। সেই কাৰণেও মাতলিয়ে মোক প্ৰশংসা কৰিছিল। ২৪ ॥

মোৰ হাতত মৰিবলৈ উদ্যত হোৱা নিৱাতকৱচবিলাকে আকৌ ভয়ানক শৰ-বৃষ্টি কৰি চাৰিও ফালৰপৰা মোক ঢাকি পেলালে। ২৫ ॥

ক্ষিপ্ৰগামী, অতি উজ্জ্বল, উৎকৃষ্ট, অস্ত্ৰবিঘাতক অস্ত্ৰবিলাকেৰে শৰ-বেগত বাধা জন্মাই হাজাৰ-হাজাৰ দানৱক বিন্ধিলোঁ। ২৬ ॥

বাৰিষা কালত গিৰিশৃঙ্গবোৰে জল-বৰ্ষণ কৰাৰ নিচিনাকৈ সিহঁতৰ ছিন্ন শৰীৰ-বিলাকেও শোণিত বৰ্ষণ কৰিছিল। ২৭ ॥

ইন্দ্ৰৰ বজ্ৰৰ দৰে কঠিন, পোনে পোনে যোৱা, বেগৱান মোৰ বাণবিলাকৰ আঘাতত মৰিব লগীয়া দানৱবিলাক অতিশয় উদ্বিগ্ন হৈছিল। ২৮ ॥

সিহঁতৰ শৰীৰ শতধা-ভিন্ন হোৱাৰ কাৰণে যুদ্ধ কৰিবলৈ বল কমি যোৱাত মোৰে সৈতে সিহঁতে মায়াযুদ্ধ কৰিছিল। ২৯ ॥

ইতি মহাভাৰতৰ বনপৰ্ব্বৰ অন্তৰ্গত নিৱাতকৱচ-যুদ্ধ-পৰ্ব্বত নিৱাতকৱচ-যুদ্ধ নামৰ সপ্তত্যধিকশততম অধ্যায়। ১৭০ ॥

## ॥ অধ্যায় ১৭১ ॥

# ॥ মায়াযুদ্ধ ॥

অৰ্জ্জুনে ক'লে, তাৰ পাছত বৃক্ষপ্ৰমাণ শিলৰ টুকুৰাবিলাকেৰে অতি প্ৰবল শিলাবৃষ্টি আৰম্ভ হ'ল; সেয়ে মোক বৰকৈ পীড়া কৰিলে। ১ ॥

সেই মহাযুদ্ধত বজ্ৰসদৃশ মহেন্দ্ৰাস্ত্ৰৰপৰা নিক্ষিপ্ত বেগী বাণসমূহেৰে সেই শিলবিলাক গুড়ি কৰিলোঁ। ২ ॥

শিলা-বৰ্ষণত পৰা সেই শিলবিলাক গুড়ি কৰি দিয়াত জুই ওলাইছিল আৰু শিলৰ গুড়িবোৰ জুইৰ ফিৰিঙতিৰ দৰে যুদ্ধ-ক্ষেত্ৰত পৰিছিল। ৩ ॥

পাছত শিলা-বৰ্ষণ বন্ধ হোৱাত মোৰ কাষত অজস্ৰ ধাৰাৰে প্ৰবল জল-বৃষ্টি হবলৈ ধৰিলে। ৪ ॥

আকাশৰপৰা পৰা শক্তিশালী অজস্ৰ জলধাৰাই পৰিদিশ, উপদিশ আৰু নভো-মণ্ডল সকলো ঢাকি পেলালে। ৫ ॥

জলধাৰাৰ পতন, দানৱবিলাকৰ গৰ্জ্জন আৰু পৱনৰ প্ৰবল প্ৰৱাহত একোকে শুনা নগৈছিল। ৬ ॥

আকাশ আৰু পৃথিৱীত সম্বন্ধ থকা জলধাৰা অনবৰত সেই যুদ্ধক্ষেত্ৰত পৰি মোক বিশেষভাৱে মুগ্ধ কৰিছিল। ৭ ॥

সেই জলবৃষ্টিৰ ওপৰত ইন্দ্ৰই উপদেশ দিয়া, জল-শোষক, ভয়ানকভাৱে দীপ্ত, দিব্য অস্ত্ৰ প্ৰয়োগ কৰিলোঁ; তেতিয়াহে পানী শুকাল। ৮ ॥

তে ভাৱত, শিলা-বৰ্ষণ গুড়ি কৰাত, জল বৰ্ষণ শুকোৱাত দানৱসকলে অগ্নি আৰু বায়ুমায়া সৃষ্টি কৰিলে। ৯ ॥

তেতিয়া আকৌ সলিলাস্ত্ৰেৰে অগ্নি নিৰ্ব্বাপণ আৰু শৈল নামৰ মহাস্ত্ৰেৰে বায়ুৰ বেগ-ধাৰণ কৰিলোঁ। ১০ ॥

সেই মায়া প্ৰতিহত হোৱাত যুদ্ধোন্মত্ত দানৱসকলে একে লগে বহুত মায়া বিস্তাৰ কৰিলে। ১১ ॥

তাৰ পাছত ভীষণাকাৰ আগ্নেয়, বায়ব্য আৰু শৈলাস্ত্ৰবিলাক ৰোমাঞ্চকৰ-ভাৱে বৰ্ষণ কৰিলে। ১২ ॥

যুদ্ধ-স্থলীত সেই মায়াময়ী বৃষ্টিয়ে মোক বৰ কষ্ট দিলে; ইয়াৰ পাছতে আকৌ চাৰিওপিনে ঘোৰ তীব্ৰ অন্ধকাৰৰ আবিৰ্ভাৱ হ'ল। ১৩ ॥

ভয়ানক তীব্ৰ অন্ধকাৰে জগৎ ঢাকি পেলোৱাত ঘোঁৰাবিলাক বিমুখ হ'ল আৰু মাতলিয়ো বিচলিত হ'ল। ১৪ ॥

তেওঁৰ হাতৰপৰা লেকাম আৰু চাবুক মাটিত পৰি গ'ল, আৰু ভয় খাই বাৰে বাৰে মোক কবলৈ ধৰিলে—অৰ্জ্জুন, ক'ত আছা ? ১৫ ॥

তেওঁ চৈতন্যবিহীন হোৱাত মযো বৰ ভয় খালো; কিন্তু মই ভয় খোৱা দেখি অচেতন অৱস্থাতে মোক ক'লে—পাৰ্থ, পুৰণি কালত অমৃতৰ কাৰণে সুৰাসুৰৰ ভীষণ যুদ্ধ হৈছিল, সেই যুদ্ধ মই দেখিছো, শম্বৰাসুৰ বধত হোৱা ভয়ানক যুদ্ধত মযেই ৰথ পৰিচালনা কৰিছিলো। ১৬-১৮ ॥

সেইদৰে বৃত্ৰাসুৰ-বধতো মযেই ৰথৰ ঘোঁৰা চলাইছিলো আৰু দেখিছিলো বিৰো-চন-পুত্ৰ বলিৰ দাৰুণ যুদ্ধ। এই ভীষণ সমৰত অশ্ব পৰিচালনা কৰিছিলো মযেই, কিন্তু পাণ্ডৱ, আগেয়ে কেতিয়াও মই এনেকৈ জ্ঞানশূন্য হোৱা নাছিলো। ১৯-২০ ॥

বিধাতাই নিশ্চয় প্ৰজাসকলৰ সংহাৰৰ ব্যৱস্থা কৰিছে। জগতৰ ক্ষয়ৰ বাহিৰে আন কোনো কাৰণত এনে যুদ্ধ সজ্ঘটিত হোৱা নাই। ২১ ॥

তেওঁৰ সেই কথা শুনি নিজেই নিজক সংযত কৰি দানৱবিলাকৰ মায়াবল স্তম্ভিত কৰাৰ পাছত ভয়াতুৰ মাতলিক ক'লো—মোৰ ভুজবল চোৱাঁ আৰু চোৱাঁ গাণ্ডীৱ ধনু আৰু অস্ত্ৰৰ প্ৰভাৱ। ২২-২৩ ॥

আজি অস্ত্ৰ-মায়াৰে ইহঁতৰ এই ভয়ঙ্কৰ মায়া আৰু এই ঘোৰ অন্ধকাৰ নাশ কৰোঁ। সাৰথি, ভয় নাই, স্থিৰ হোৱাঁ। ২৪ ॥

হে নৰাধিপ, ইয়াকে কৈ দেৱতাসকলৰ মঙ্গলৰ হকে সকলো প্ৰাণীৰে সম্মোহিনী অস্ত্ৰ-মায়া সৃজন কৰিলো। ২৫ ॥

মোৰ অস্ত্ৰ-মায়াই সিহঁতৰ পূৰ্ব্বৰ সেই সকলো মায়া পীড়ন কৰাত অপৰ্য্যাপ্ত শক্তিশালী দানৱে আকৌ নতুন নতুন বহুপ্ৰকাৰৰ মায়া উদ্ভাৱিত কৰিছিল। ২৬ ॥

সিহঁতৰ সেই মায়াই এবাৰ জগৎখন অন্ধকাৰেৰে গ্ৰাস কৰে আৰু এবাৰ প্ৰকাশ কৰে, একোবাৰ জগৎখনেই একেবাৰে নেদেখা হয়, আকৌ একোবাৰ পানীত তল যায়। ২৭ ॥

ইয়াৰ পাছত জগৎখন ভালকৈ প্ৰকাশ হোৱাত ভালকৈ আয়ত্ত কৰা ঘোঁৰা-বিলাকৰ দ্বাৰা পৰিচালিত উত্তম ৰথখন লৈ সেই ভীষণ ৰণক্ষেত্ৰত মাতলি বিচৰণ কৰিবলৈ ধৰিলে। ২৮ ॥

তাৰ পাছত উগ্ৰ নিৱাতকৱচ দানৱবিলাক আহি মোৰ ওপৰত পৰিল; মযো ছিদ্ৰ চাই সিহঁতক যমৰ ঘৰলৈ পঠালো। ২৯ ॥

নিৱাতকৱচবিলাক নাশ হোৱা যুদ্ধখন সেইদৰে চলি থকাত মায়া কৰি লুকাই থোৱা দানৱবোৰক হঠাতে নেদেখা হ'লো। ৩০ ॥

**ইতি মহাভাৰতৰ বনপৰ্ব্বৰ অন্তৰ্গত নিৱাতকৱচ-যুদ্ধ-পৰ্ব্বত মায়াযুদ্ধ নামৰ একসপ্তত্যধিকশততম অধ্যায়। ১৭১ ॥**

## ॥ অধ্যায় ১৭২ ॥

# ॥ নিবাতকৱচ-যুদ্ধ ॥

অৰ্জ্জুনে ক'লে, অদৃশ্য হৈ থকা সেই দৈত্যবিলাকে মায়াৰ বলেৰে অদৃশ্য অস্ত্ৰবলৰ দ্বাৰা যুদ্ধ কৰিছিল আৰু মযো সিহঁতেৰে সৈতে তেনেকৈয়ে যুদ্ধ কৰিছিলো। ১ ॥

উত্তমৰূপে গাণ্ডীৱৰপৰা নিক্ষেপ কৰা অস্ত্ৰেৰে পৰিচালিত বাণবিলাকে সিহঁত য'ত য'ত আছিল তালৈকে গৈ সিহঁতৰ মূৰবিলাক কাটি পেলালে। ২ ॥

পাছে, নিৱাতকৱচহঁতক এইদৰে মই বধ কৰিবলৈ ধৰাত সিহঁত তৎক্ষণাৎ মায়া সম্বৰণ কৰি নিজ পুৰীত সোমালগৈ। ৩ ॥

দৈত্যবোৰ উভতি যোৱাত আৰু ৰণস্থলী দৃষ্টিগোচৰ হোৱাত শই-শই, হাজাৰে-হাজাৰে দানৱ মৰি পৰি থকা দেখিলো। ৪ ॥

সেই সমৰ-ক্ষেত্ৰত দৈত্যবিলাক বিশেষভাৱে নিষ্পিষ্ট হোৱা অস্ত্ৰ, আভৰণ, কৱচ আৰু শৰীৰ শই শই দেখা হৈছিল। ৫ ॥

ইখোজৰপৰা সিখোজ যাবলৈ ঘোঁৰাবিলাকৰ অৱকাশ নাছিল, অৱশেষত আকাশলৈ উঠি ওপৰত বৈ থাকিব লগা হৈছিল। ৬ ॥

তেতিয়া নিৱাতকৱচ দৈত্য কিছুমান আকাশলৈ গৈ তললৈ পৰ্ব্বত নিক্ষেপ কৰি মায়াৰে আকাশ ঢাকি অদৃশ্য হৈ আছিল। ৭ ॥

আৰু কিছুমানে মাটিৰ তললৈ গৈ ৰথৰ চক্ৰ আৰু ঘোঁৰাবিলাকৰ খুৰাত ধৰিছিলে। ৮ ॥

যুদ্ধ কৰি থাকোঁতে মোৰ ৰথ আৰু ৰথ বহন কৰা অশ্ববিলাকক সিহঁতে জব্দ কৰি পৰ্ব্বতেৰে আৰু ৰথেৰে সৈতে মোক ঢাকি পেলাইছিল। ৯ ॥

থিয় হৈ থকা কিছুমান পৰ্ব্বত আৰু পথালি হৈ থকা কিছুমান পৰ্ব্বতৰ দ্বাৰা মই যি স্থানত আছিলো সেই স্থান গুহাৰ নিচিনা হৈ পৰিল। ১০ ॥

অসুৰবিলাকৰ দ্বাৰা ঘোঁৰাবোৰ নিগৃহীত হোৱাত আৰু পৰ্ব্বতবিলাকে মোক ঢাকি পেলোৱাত মই বৰ কষ্ট পালো। মাতলিয়েও সেইটো লক্ষ্য কৰিছিল। ১১ ॥

মই ভীত বুলি অনুমান কৰি মাতলিয়ে মোক এই কথা ক'লে, অৰ্জ্জুন, অৰ্জ্জুন, ভয় নকৰিবা, বজ্ৰাস্ত্ৰ উলিয়াই লোৱাঁ। ১২ ॥

হে নৰাধিপ, তেওঁৰ কথা শুনি দেৱৰাজৰ অত্যন্ত প্ৰিয় ভয়ানক বজ্ৰাস্ত্ৰ তেতিয়া উলিয়াই ললো। ১৩ ॥

সুচন্দ স্থানলৈ গৈ গাণ্ডীৱ ধনু মন্ত্রপূত কৰি বজ্ৰৰ সমান কঠিন লৌহ-নিৰ্ম্মিত তীক্ষ্ণ শৰ নিক্ষেপ কৰিলোঁ। ১৪ ॥

বজ্ৰাস্ত্ৰৰপৰা নিৰ্গত বাণবোৰ বজ্ৰ যেন হৈ সেই নিৱাতকৱচইঁতৰ শৰীৰ আৰু সিইঁতৰ সকলো মায়াত প্ৰৱেশ কৰিলে। ১৫ ॥

পৰ্ব্বত-সদৃশ মহাকায় দানৱইঁত বজ্ৰৰ বেগত নিহত হৈ ইটোৱে সিটোক সাৱটি ধৰি মাটিত পৰিল। ১৬ ॥

ৰথ আৰু অশ্বেৰে সৈতে যিবিলাক দানৱে মাটিৰ তলত আশ্ৰয় লৈছিল, তাতো বাণ প্ৰৱেশ কৰি সিইঁতৰ মৃত্যু ঘটালে। ১৭ ॥

চাৰিওপিনে সিঁচৰতি হৈ থকা পৰ্ব্বতসমূহৰ দৰে, চাৰিওপিনে মৰি পৰি থকা পৰ্ব্বত-সদৃশ নিৱাতকৱচবোৰৰ দ্বাৰা সেই স্থান সমাচ্ছন্ন হৈ পৰিল। ১৮ ॥

ৰথ, ৰথাশ্ব, মাতলি আৰু মোৰ কোনো ক্ষতি নহ'ল, এই কথা আচৰিত যেন লাগিছিল। ১৯ ॥

হে মহাৰাজ, সেই সময়ত মাতলিয়ে হাঁহি হাঁহি মোক ক'লে, অৰ্জ্জুন, তোমাৰ যি বীৰত্ব দেখা গ'ল, এনে বীৰত্ব দেৱতাসকলৰো নাই। ২০ ॥

অসুৰবিলাক বিনাশ হোৱাত সেই নগৰত থকা দানৱইঁতৰ তিৰোতাবিলাকে শৰৎ কালৰ হাঁহবিলাকৰ দৰে চিৎকাৰ কৰি কান্দিবলৈ ধৰিলে। ২১ ॥

তাৰ পাছত ৰথ-ধ্বনিৰে নিৱাতকৱচহঁতৰ তিৰোতাবিলাকক ভয় খুৱাই মাতলিৰে সৈতে মই দানৱপুৰীৰ ভিতৰলৈ সোমাই গ'লো। ২২ ॥

ম'ৰাৰ দৰে চিত্ৰ-বিচিত্ৰ দহ হাজাৰ ঘোঁৰা আৰু সূৰ্য্যৰ সমান উজ্জ্বল ৰথখন দেখি তিৰোতাবিলাক দলে দলে পলাল। ২৩ ॥

শিলৰ ওপৰত শিল পৰি শব্দ হোৱাৰ দৰে ভয়োদ্বিগ্না তিৰোতাবিলাকো পৰি যোৱাত সিহঁতৰ আভৰণৰপৰা শব্দ ওলাল। ২৪ ॥

তেতিয়া ভয়বিহ্বলা দৈত্য-নাৰীবোৰে ৰত্নৰাজিৰে বিচিত্ৰ, কাঞ্চনময় নিজ আৱাসত প্ৰৱেশ কৰিলে। ২৫ ॥

স্বৰ্গতকৈয়ো বিশিষ্ট আচৰিত ধৰণৰ সেই উত্তম নগৰখন দেখি মাতলিক সুধিলোঁ, ইন্দ্ৰপুৰীতকৈও এই পুৰীখন মনোৰম বুলি মই ভাবোঁ। কি কাৰণে ইমান ধুনীয়া? দেৱতাসকলেনো ইয়াত বাস নকৰে কিয়? ২৬-২৭ ॥

মাতলিয়ে ক'লে, পাৰ্থ, এই পুৰীখন আগেয়ে আমাৰ ৰজা দেৱৰাজৰেই আছিল, পাছত নিৱাতকৱচবোৰে ইয়াৰপৰা দেৱতাসকলক খেদি দিলে। ২৮ ॥

অনেক দুৰ্ঘোৰ তপস্যাৰ দ্বাৰা পিতামহ ব্ৰহ্মাক পৰিতুষ্ট কৰি—নিবাসৰ নিমিত্তে এইখন নগৰ আৰু দেৱতাসকলৰপৰা অভয়—এই দুই বৰ সিহঁতে প্ৰাৰ্থনা কৰিছিল। ২৯ ॥

ইয়াৰ পাছত ভগৱান ব্ৰহ্মাক ইন্দ্ৰই এইদৰে কৈছিল, ভগৱান, নিজৰ হিত সাধনৰ বাবে ইহঁতক অন্ত কৰক। ৩০ ॥

হে ভাৰত, তেতিয়া ভগৱান ব্ৰহ্মাই কথাষাৰ সমৰ্থন কৰি কৈছিল, হে শত্ৰুহা, তুমিয়েই অন্য শৰীৰ পৰিগ্ৰহ কৰি ইহঁতক নাশ কৰিবা। ৩১ ॥

এই কাৰণেই, ইহঁতৰ বধৰ নিমিত্তে সকলোবোৰ অস্ত্ৰ ইন্দ্ৰই তোমাক দিছে, তুমি বধ কৰা এই নিৱাতকৱচহঁতক দেৱতাসকলে বধ কৰিব নোৱাৰে। ৩২ ॥

ইহঁতৰ আয়ুঃ-কাল শেষ হেতুকে অন্তকাৰী হিচাপে তুমি আহি ইয়াত উপস্থিত হ'লা। হে ভাৰত, সেইদৰে তুমি ইহঁতক বিনাশো কৰিলা। ৩৩ ॥

হে পুৰুষেন্দ্ৰ, মহেন্দ্ৰই দানৱবোৰৰ বিনাশৰ কাৰণে অস্ত্ৰৰ সেই উৎকৃষ্ট প্ৰকৃত শক্তি তোমাক শিকাইছিল। ৩৫ ॥

অৰ্জ্জুনে ক'লে, সেই দানৱবোৰক বিনাশ কৰাৰ পাছত নগৰখনৰ বিষয়ে আলোচনা কৰি মাতলিৰে সৈতে আকৌ অমৰাৱতীলৈ গ'লো। ৩৫ ॥

ইতি মহাভাৰতৰ বনপৰ্ব্বৰ অন্তৰ্গত নিৱাতকৱচ-যুদ্ধ-পৰ্ব্বত নিৱাতকৱচ-যুদ্ধ নামৰ ত্ৰিসপ্ত্যধিকশততম অধ্যায়। ১৭২ ॥

## ॥ অধ্যায় ১৭৩ ॥

# ॥ হিৰণ্যপুৰ-দৈত্য-বধ ॥

অৰ্জ্জুনে ক'লে, নিৱাতকৱচহঁতক বধ কৰি উভতি আহোঁতে অগ্নি আৰু সূৰ্য্যৰ দৰে কান্তিমান আন এখন ধুনীয়া ডাঙৰ নগৰ দেখিছিলো, সেই নগৰখন ইফালে-সিফালে যাব পাৰে। ১ ॥

সেই নগৰখনত ৰত্নেৰে সৈতে নানা ৰঙৰ চৰাইবোৰে গুৰলা মাতেৰে গীত গাই আছিল আৰু তাত পৌলোম-কালকেয় দৈত্যবোৰে সদায় আনন্দমনে বাস কৰিছিল। ২ ॥

সমগ্ৰ ৰত্ন-ৰাশিৰে পৰিপূৰ্ণ, চালেই চকু-ৰোৱা আচৰিত ধৰণৰ সেই নগৰখনৰ চাৰিওপিনে চাৰিখন দুৱাৰ আৰু ভিতৰতো দুৱাৰ থকা অট্টালিকাবোৰ আছিল। ৩ ॥

নগৰখন ফল-ফুলেৰে উপচি পৰা গছেৰে ভৰি আছিল, তাত আছিল ধুনীয়া অপৰূপ চৰাই। হীৰা-মুকুতাকে আদি কৰি নানা ৰত্ন পিন্ধা আৰু সদায় আনন্দ মনেৰে থকা, মাল্য-ভূষিত, হাতত (দুয়োপিনে ধাৰ থকা) খড়্গ লোৱা, চাপ-মুষল-মুদ্গৰধাৰী অসুৰবিলাকেৰে সমগ্ৰ নগৰ পৰিপূৰ্ণ আছিল। ৪-৫ ॥

হে মহাৰাজ, দেখোঁতেই আচৰিত অসুৰবিলাকৰ নগৰখন দেখি মাতলিক সুধিলো, বিস্ময়যুক্ত এইখননো কি? ৬ ॥

মাতলিয়ে ক'লে, পুলোমা আৰু কালকা নামে দিতিৰ দুজনী কন্যা আছিল। দেৱতাৰ বছৰেৰে এহাজাৰ বছৰ দুয়োজনীয়ে প্ৰবল তপস্যা কৰিছিল। ৭ ॥

পাছত তপস্যাৰ অন্তত দুয়োজনীকে ব্ৰহ্মাই বৰ দিলে। হে ৰাজেন্দ্ৰ, যাতে সুৰ, ৰাক্ষস, পন্নগ আদিৰ হাতত পুত্ৰৰ মৃত্যু নহয় আৰু যাতে দুখ নহয়, এই দুটা বৰ তেওঁলোকে লাভ কৰিছিল। হে ভৰতশ্ৰেষ্ঠ, ইয়াৰ বাহিৰেও অমৰ, মহৰ্ষি, যক্ষ, গন্ধৰ্ব্ব, পন্নগ, অসুৰ আৰু ৰাক্ষসসকলৰ অপৰাজেয় হোৱা বৰ তেওঁলোকে লৈছিল। হীৰা-মুক্তা আদি সকলো ৰত্নেৰে বিভূষিত, কান্তিমান, ৰোগ-শোক-বিহীন, সকলো কামনা পূৰণ কৰিব পৰা গুণ থকা ব্ৰহ্মাই স্বয়ং কালকেয়ৰ বাবে নিৰ্ম্মাণ কৰা আকাশগামী, অতি ৰমণীয় নগৰ এখন ব্ৰহ্মাৰপৰা লাভ কৰিছিল। ৮-১১ ॥

সেই কাৰণে পুলোমাৰ পুত্ৰ পৌলম আৰু কালকাৰ পুত্ৰ কালকেয় মহাসুৰসকলে বসতি কৰা, দেৱতাশূন্য, দিব্য এই আকাশগামী নগৰখনে বিচৰণ কৰে। ১২ ॥

মহাবলী দানৱ কালকেয় আৰু পৌলোমসকলৰ দ্বাৰা ৰক্ষিত এই নগৰখনক হিৰণ্যপুৰ বুলিও কোৱা হয়। ১৩ ॥

হে ৰাজেন্দ্ৰ, সেয়েহে সকলো দেৱতাৰ অবধ্য এই অসুৰবিলাকে উদ্বেগ নোপোৱাকৈ অত্যন্ত অনুৰাগেৰে সৈতে হৃষ্টচিত্তে ইয়াত বাস কৰিছে। ১৪ ॥

আগেয়ে ব্ৰহ্মাই নিৰ্ণয় কৰি থৈছে, ইহঁতৰ মৰণ মানুহৰ হাতত। হে পাৰ্থ, দুৰ্দ্ধৰ্ষ মহাবলী কালকেয়হঁতক অতি শীঘ্ৰে বজ্ৰাস্ত্ৰৰ দ্বাৰা যুদ্ধত বিনাশ কৰা। ১৫ ॥

অৰ্জ্জুনে ক'লে, হে নৰপতি, ইহঁত সুৰাসুৰৰো অবধ্য, ইয়াকে জানি আনন্দচিত্তে মাতলিক ক'লো, তৎক্ষণাৎ এই নগৰলৈ লৈ বলা। ১৬ ॥

ইহঁত যেতিয়া ত্ৰিদশাধিপতিৰ শত্ৰু, অস্ত্ৰেৰে ইহঁতক বিনাশ কৰোঁ, দেৱতাৰ শত্ৰু মোৰ অবধ্য নহয়, গতিকে বধ কৰিলে পাপে স্পৰ্শ নকৰে। ১৭ ॥

তেতিয়া অশ্বযুক্ত দিব্য ৰথখনেৰে হিৰণ্যপুৰৰ ওচৰলৈ অতি সোনকালে মাতলিয়ে মোক লৈ গ'ল। ১৮ ॥

বিচিত্ৰ বস্ত্ৰাভৰণ পৰিধান কৰা, মোৰ দ্বাৰা আঘাতপ্ৰাপ্ত দৈত্যজাক ৰথত আৰোহণ কৰি প্ৰবল বেগেৰে আকাশলৈ উঠিল। ১৯ ॥

তাৰ পাছত নালীক, নাৰাচ, ভল্ল, শক্তি, ঋষ্টি আৰু তোমৰ অস্ত্ৰৰ দ্বাৰা ভয়ানক পৰাক্ৰমী, ক্ৰোধান্ধ দানৱবোৰে মোকো প্ৰতিঘাত কৰিলে। ২০ ॥

অতি ভীষণ শৰবৰ্ষণৰ দ্বাৰা মই সিহঁতৰ অস্ত্ৰবোৰৰ প্ৰতিৰোধ কৰিলো আৰু বিদ্যাবলৰ আশ্ৰয়ত যুদ্ধ-ক্ষেত্ৰত ৰথেৰে বিচৰণ কৰি প্ৰবল ভীষণ অস্ত্ৰবৰ্ষণৰ দ্বাৰা সিহঁতক মোহিত কৰাত মোহযুক্ত হৈ সিহঁতে ইটোৱে সিটোক প্ৰহাৰ কৰিবলৈ ধৰিলে। ২১-২২ ॥

এইদৰে মুগ্ধ হৈ সিহঁতৰ ভিতৰতে ইটোৱে সিটোক খেদি যোৱাত প্ৰজ্বলিত বাণসমূহে শই শই সিহঁতৰ মূৰবোৰ কাটি পেলালে। ২৩ ॥

তেতিয়া বধৰ যোগ্য দানৱবিলাক আকৌ নগৰত সোমাই দানৱী মায়াৰ প্ৰভাৱত নগৰেৰে সৈতে আকাশত উঠিল। ২৪ ॥

হে কুৰুনন্দন, নগৰেৰে সৈতে আকাশলৈ যোৱা দেখি অতি শক্তিশালী শৰ-বৰ্ষণৰ দ্বাৰা পথ বন্ধ কৰি সিহঁতৰ গতি প্ৰতিৰোধ কৰিলোঁ। ২৫ ॥

ইচ্ছানুসৰি গতিশীল, আকাশবিহাৰী, সূৰ্য্যৰ দৰে উজ্জ্বল সেই দিব্য নগৰখন ব্ৰহ্মাৰ বৰত দৈত্যবিলাকে বিনাকষ্টে লাভ কৰিছিল। ২৬ ॥

যুদ্ধ চলি থকা অৱস্থাত নগৰখন এবাৰ মাটিৰ তলত পৰে, এবাৰ ওপৰলৈ গতি কৰে, এবাৰ বক্ৰগামী হয়, আকৌ এবাৰ পানীত বুৰ যায়। ২৭ ॥

হে পৰন্তপ, অমৰাৱতী-সদৃশ, ইচ্ছা অনুসাৰে যোৱা সেই প্ৰকাণ্ড নগৰখন বহুবিধ অস্ত্ৰেৰে মই ধাৰণ কৰিলোঁ। ২৮ ॥

ইয়াৰ পাছত আকৌ দিব্যাস্ত্ৰ নিক্ষেপ কৰি দিব্যাস্ত্ৰৰপৰা আৱিৰ্ভূত শৰ-সমূহেৰে দানৱবোৰেৰে সৈতে নগৰখন ভালদৰে ধৰি ৰাখিলোঁ। ২৯ ॥

হে মহাৰাজ, মই নিক্ষেপ কৰা দ্ৰুতগামী লোহ-বাণবিলাকৰ দ্বাৰা বিদীৰ্ণ হৈ সমগ্ৰ দানৱপুৰ মাটিত পৰিল। ৩০ ॥

হে নৰপতি, মৰণৰ বাবে কালপ্ৰেৰিত অসুৰবিলাক বজ্ৰৰ দৰে বেগী লোহ-নিৰ্ম্মিত মোৰ শৰত বিদ্ধ হোৱাত সকলোপিনে ঘূৰি ফুৰিছিল। ৩১ ॥

তাৰ পাছত মাতলিয়ে সূৰ্য্যৰ দৰে উজ্জ্বল ৰথখনেৰে ওপৰলৈ উঠি আগকালে জঁপিয়াই পৰাৰ দৰে তৎক্ষণাৎ মাটিত অৱতৰণ কৰিলে। ৩২ ॥

হে ভাৰত, তেতিয়া মোৰে সৈতে যুদ্ধ কৰিবলৈ ইচ্ছুক ক্ৰুদ্ধ দানৱবোৰৰ ষাঠি হাজাৰ ৰথে মোক আগুৰি আছিল। সেই ৰথবিলাকো গৃধ্ৰপত্ৰ-বিৰাজিত তীক্ষ্ণ বাণেৰে মই ধ্বংস কৰিলোঁ। ৩৩ ॥

যুদ্ধত মানুহে আমাক নোৱাৰে, এইদৰে চিন্তা কৰি সমুদ্ৰত উৰ্ম্মিমালাৰ নিচিনা যুদ্ধ-ক্ষেত্ৰত সিহঁত আগুৱাই আহিছিল। ৩৪ ॥

তেতিয়া মই ক্ৰমান্বয়ে দিব্যাস্ত্ৰবোৰ ধনুত জুৰিলোঁ। ৰথেৰে যুদ্ধ কৰা অদ্ভুত যুজাৰুসকলৰ হাজাৰ হাজাৰ অস্ত্ৰ মোৰ দিব্যাস্ত্ৰবোৰে লাহে লাহে কাটি পেলালে। বিচিত্ৰ ৰথ-মাৰ্গত বিচৰণ কৰা মহাৰথী দানৱবোৰক শই-শই, হাজাৰে-হাজাৰে, ৰণস্থলীত দেখা গৈছিল। শিৰত বিচিত্ৰ মুকুট আৰু পাগুৰি মৰা, বিচিত্ৰ কবচ আৰু পতাকা ধাৰণ কৰা আৰু বিচিত্ৰ নানা ভূষণেৰে ভূষিত দানৱবোৰে মোৰ মনত যেন আনন্দহে দিছিল। অস্ত্ৰেৰে, শৰ-বৰ্ষণেৰে ৰণত সিহঁতক মই পীড়িব নোৱাৰিলোঁ, কিন্তু সিহঁতেহে মোক ওভতাই পীড়িলে। যুদ্ধত নিপুণ দানৱবোৰে পীড়ন কৰাত মই বৰ পীড়িত হ'লোঁ আৰু সেই মহা যুদ্ধত মোৰ মনত বৰ ভয় লাগিল। অৱশেষত যুদ্ধ-ক্ষেত্ৰত দেৱদেৱ ৰুদ্ৰৰ প্ৰতি প্ৰণাম জনাই, প্ৰাণী-সকলৰ মঙ্গল হওক—এই বুলি কৈ সৰ্ব্ব-বিঘ্নবিনাশক ৰৌদ্ৰাস্ত্ৰ নামে প্ৰসিদ্ধ মহাস্ত্ৰ নিক্ষেপ কৰিলোঁ। ৩৫-৪১ ॥

হে শত্ৰুনাশক, অস্ত্ৰ নিক্ষেপ কৰাৰ পাছতে ত্ৰিমুখ, নৱলোচন, ষড়ভুজবিশিষ্ট, জিভা উলিয়াই থকা, ডাঙৰ ডাঙৰ নাগবোৰক কাপোৰ-ৰূপে পিন্ধা, সূৰ্য্য আৰু অগ্নিৰ দৰে কেশযুক্ত, ভয়ঙ্কৰ, উজ্বল, ত্ৰিশিৰা পুৰুষ এজনক দেখিলো । হে ভৰতৰ্ষভ, সেই পুৰুষজনক দেখাৰ পাছতে চিৰন্তন, ভয়ানক ৰৌদ্ৰাস্ত্ৰ গাণ্ডীৱত সংযোগ কৰি অমিত শক্তিমান ত্ৰিনয়ন শিৱক প্ৰণাম কৰি দানৱেন্দ্ৰবোৰৰ বিনাশৰ নিমিত্তে নিক্ষেপ কৰিলো। নিক্ষেপ কৰাৰ লগে লগেই তাৰপৰা হাজাৰ হাজাৰ শৰীৰৰ আৱিৰ্ভাৱ হ'ল । ৪২-৪৫ ॥

হে নৰপতি, জাকে জাকে বাঘ, ভালুক, সিংহ, হাতী, ঘোঁৰা, গৰু, ম'হ, মৃগ, চমৰী গৰু, উট, গাহৰি, বান্দৰ, কুকুৰনেচীয়া বাঘ, সাপ, হাতীৰ দৰে মুখ থকা মগৰ, ফেঁচা, ভুকণ্ড চৰাই, শগুণ, গৰুড় প্ৰভৃতি জীৱ-জন্তু ওলাল্ । ইয়াৰ বহিৰেও দেৱতা, ঋষি, যক্ষ-ৰক্ষ, গন্ধৰ্ব্ব, পিশাচ, ভূত-প্ৰেত, গুহ্যক, দৈত্য, মাছ আৰু ঘোঁৰাৰ নিচিনা মুখ থকা, অসি প্ৰভৃতি নানা অস্ত্ৰ ধাৰণ কৰা নৈঋত আৰু গদা-মুদ্গৰধাৰী ৰাক্ষস দলে দলে যুদ্ধ ক্ষেত্ৰত আৱিৰ্ভাৱ হ'ল । ৪৬-৫১ ॥

সেই ৰুদ্ৰাস্ত্ৰ নিক্ষেপ কৰাত এইবিলাক আৰু এইবিলাকৰ বাহিৰেও নানা ৰূপ ধাৰণ কৰা নানা প্ৰাণীৰে সমস্ত জগৎ পৰিপূৰ্ণ হৈ পৰিল । ৫২ ॥

মাংস-মেদ-বসা-অস্থি-সংযুক্ত, ত্ৰিশিৰা, চতুৰ্দ্দন্ত, চতুৰ্ম্মুখ, চতুৰ্ভুজ আদি অনেক ৰূপ ধাৰণকাৰী সিহঁতৰ হাতত পুনঃ পুনঃ বধ্যমান দানৱবোৰৰ ক্ষয় হৈ আহিছিল । হে ভাৰত, সূৰ্য্য আৰু অগ্নিৰ দৰে শক্তিমান, বজ্ৰ আৰু বিদ্যুতৰ দৰে উজ্বল, পৰ্ব্বতৰ দৰে দৃঢ়, ধ্বংসোৎপাদক অন্যান্য বাণেৰেও মুহূৰ্ত্তৰ ভিতৰতে সকলো দানৱকে নাশ কৰিলো । ৫৩-৫৫ ॥

গাণ্ডীৱৰপৰা অস্ত্ৰ নিক্ষেপত প্ৰাণ ত্যাগ কৰি আকাশৰপৰা সিহঁতক খহি-পৰা দেখি ত্ৰিপুৰনাশক সৰ্ব্বজ্ঞ শিৱক আকৌ প্ৰণাম কৰিলো । ৫৬ ॥

দিব্য আভৰণেৰে ভূষিত দানৱবিলাকক ৰৌদ্ৰাস্ত্ৰই নিষ্পিষ্ট কৰা দেখি দেৱ-সাৰথি মাতলিয়ে বৰ হৰ্ষ লাভ কৰিলে । ৫৭ ॥

দেৱতাসকলৰো দুঃসহ তেনে অসাধ্য কাম কৰা দেখি ইন্দ্ৰৰ সাৰথিয়ে মোক বৰ আদৰ কৰিলে আৰু কৃতাঞ্জলি হৈ সন্তুষ্টচিত্তে ক'লে, আজি তুমি যি কাৰ্য্য সম্পন্ন কৰিলা ই সুৰাসুৰৰো অসাধ্য । ৫৮-৫৯ ॥

সুৰপতি ইন্দ্ৰয়ো যুদ্ধত এনে কাম কৰিব নোৱাৰে, আকাশগামী এই প্ৰকাণ্ড নগৰখন দেৱতা বা অসুৰ—কোনেও ধ্বংস কৰিব নোৱাৰে । ৬০ ॥

হে বীৰ, নিজৰ বীৰ্য্য আৰু তপস্যাৰ প্ৰভাৱত তুমি ইহঁতক বিনাশিলা । আকাশগামী হিৰণ্যপুৰ ধ্বংস আৰু দানৱবিলাক বিনষ্ট হোৱাত মাইকী কুৰুৰা চৰাইৰ দৰে দুখ আৰু বেজাৰত আউলি-বাউলি হৈ কান্দি দৈত্য-ৰমণীহঁত নগৰৰ বাহিৰ ওলাই গ'ল । ৬১-৬২ ॥

স্বামীহীনা নাৰীবোৰে স্বামী, পুত্ৰ, পিতৃ-ভ্ৰাতৃ সকলোৰে প্ৰতি অত্যন্ত শোকাকুলা হৈ হিয়াত ভুকুৱাই ভুকুৱাই শেহাই শেহাই কান্দি কান্দি মাটিত পৰি গ'ল ; লগে লগে সিহঁতৰ মাল্য আভৰণ আদিও খহি পৰিল। দুঃখ-দৈন্য-পীড়িত, শ্ৰী, কান্তি আৰু স্বামীহীন সেই দানৱপুৰ কুৰূপ হৈ পৰিল। গন্ধৰ্ব-নগৰ-সদৃশ সেই ধুনীয়া নগৰখন নাগ নোহোৱা হ্ৰদ আৰু শুকান গছেৰে পৰিপূৰ্ণ অৰণ্যৰ দৰে নিষ্প্ৰভ হৈ অদৃশ্য হ'ল। যুদ্ধ জয় কৰা বাবে আনন্দত মোৰ মন উৎফুল্ল হৈছিল ; লগে লগে তৎক্ষণাৎ তাৰপৰা মাতলিয়ে মোক লৈ আহিল। ৬৩-৬৬ ॥

হে মহাদ্যুতি, হিৰণ্যপুৰ-নিবাসী অসুৰ আৰু নিৱাতকৱচ দানৱহঁতক বধ কৰি হিৰণ্যপুৰ এৰি যুদ্ধ-ক্ষেত্ৰৰপৰা ইন্দ্ৰপুৰলৈ ঘূৰি অহাৰ পাছত ইন্দ্ৰৰ ওচৰলৈ আহিলো আৰু মহাশক্তিমন্ত নিৱাতকৱচ বধ, মায়াদূৰীকৰণ, হিৰণ্যপুৰ ধ্বংস প্ৰভৃতি যি যি ঘটনাবোৰ ঘটিছিল, সেই সকলোবোৰকে মাতলিয়ে দেৱেন্দ্ৰক শুনালে। তাকে শুনি ভগৱান দেৱেন্দ্ৰ মৰুদগণেৰে সৈতে সন্তুষ্ট হৈ "সাধু সাধু" বুলি মোক প্ৰশংসা কৰিলে। ৬৭-৭০ ॥

তাৰ পাছত দেৱবৃন্দেৰে সৈতে দেৱৰাজে মোক আশ্বস্ত কৰি বাৰে বাৰে এইদৰে মধুৰ বাক্যে ক'লে, হে পাৰ্থ, দেৱাসুৰসকলে সম্পন্ন কৰিব নোৱৰা কৰ্ম তুমিহে আজি সম্পন্ন কৰিলা, মোৰ শত্ৰুক বধ কৰি তুমি গুৰু দক্ষিণা দিলা। হে অৰ্জুন, যুদ্ধত সদায় এনেদৰে স্থিৰ হোৱা উচিত আৰু অভ্ৰান্ত হৈ অস্ত্ৰ পৰিচালনা কৰা উচিত। ৰণত দেৱ-দানৱ, ৰাক্ষস, অসুৰ, যক্ষ, গন্ধৰ্ব, পক্ষী আৰু পন্নগবোৰে তোমাক পৰাভৱ কৰিব নোৱাৰে। হে কৌন্তেয়, তোমাৰ বাহুবলেৰে নিৰ্জ্জিত বসুধা ধাৰ্ম্মিক কুন্তীপুত্ৰ যুধিষ্ঠিৰে পালন কৰিব। ৭১-৭৫ ॥

ইতি মহাভাৰতৰ বনপৰ্ব্বৰ অন্তৰ্গত নিৱাতকৱচ-যুদ্ধ-পৰ্ব্বত হিৰণ্যপুৰ-দৈত্য-বধ নামৰ ত্ৰিসপ্তত্যধিকশততম অধ্যায়। ১৭৩ ॥

## ॥ অধ্যায় ১৭৪ ॥

# ॥ অস্ত্ৰ-দৰ্শন-সঙ্কেত ॥

অৰ্জুনে ক'লে, দেহত সোমাই যোৱা শৰেৰে মই ক্ষত-বিক্ষত হোৱাত 'অৰ্জুনে শত্ৰুক জয় কৰিব' এনে বিশ্বাস মোৰ ওপৰত ৰাখি আপোন বুলি স্বীকাৰ কৰি দেৱৰাজে মোক ক'লে, ১ ॥

হে ভাৰত, তোমাৰ হাতত সকলোবোৰ দিব্য অস্ত্ৰ আছে, পৃথিৱীত কোনো মানুহে তোমাক পৰাস্ত কৰিব নোৱাৰে। ২ ॥

ভীষ্ম, দ্ৰোণ, কৃপ, কৰ্ণ, শকুনি আৰু আন আন ক্ষত্ৰিয়সকল যুদ্ধলিপ্ত অৱস্থাত তোমাৰ ষোড়শ কলাৰ এক কলাৰো যোগ্য নহয়। ৩ ॥

শৰীৰ-ৰক্ষক, অভেদ্য, দিব্য এই কৱচ আৰু এই হিৰণ্ময়ী মালা প্ৰভু দেৱৰাজে মোক দিলে। ৪ ॥

ইয়াত বাহিৰেও আকৌ ভীষণ শব্দকাৰী দেৱদত্ত নামৰ এই শঙ্খটো দিলে আৰু এই ধুনীয়া মুকুটটো ইন্দ্ৰই স্বয়ং মোৰ মূৰত পিন্ধাই দিলে। এই মনোহৰ, উজ্জ্বল, বহুমূলীয়া বস্ত্ৰ আভৰণবিলাক ইন্দ্ৰৰপৰাই মই পালো। হে নৃপ, ইন্দ্ৰৰ পুণ্য-ভৱনত এইদৰে অভ্যৰ্থিত হৈ গন্ধৰ্ব্ব শিশুবিলাকেৰে সৈতে সুখেৰে বাস কৰিছিলো। ৫-৭ ॥

অমৰগণেৰে সৈতে লগ লাগি প্ৰসন্নচিত্তে দেৱেন্দ্ৰই মোক ক'লে, অৰ্জ্জুন, এতিয়া তোমাৰ যোৱাৰ সময় হৈছে, ভ্ৰাতৃসকলে তোমাক স্মৰণ কৰিছে। ৮ ॥

হে ভাৰত, দ্যূত ক্ৰীড়াৰপৰা উদ্ভূত কলহৰ কথা স্মৰণ কৰি এইদৰে ইন্দ্ৰ-ভৱনত পাঁচ বছৰ বাস কৰিছিলো। ৯ ॥

পিছে এতিয়াহে পূজাৰ্হ গন্ধমাদনৰ শৃঙ্গত ভ্ৰাতৃসকলৰ দ্বাৰা আপোনাক পৰিবেষ্টিত হৈ থকা দেখিলো। ১০ ॥

যুধিষ্ঠিৰে ক'লে, হে ভাৰত ধনঞ্জয়, ভাগ্য-বলেৰে তুমি অস্ত্ৰবোৰ লাভ কৰিলা; ভাগ্যবলতহে তুমি দেৱপতি প্ৰভু দেৱেন্দ্ৰক আৰাধিলা। হে নিষ্পাপ পৰন্তপ, ভাগ্যৰ ফেৰত পাৰ্ব্বতীৰে সৈতে শিৱক প্ৰত্যক্ষ দৰ্শন কৰি মহাদেৱক সন্তুষ্ট কৰিব পাৰিলা। ১১-১২ ॥

হে ভৰতৰ্ষভ, সৌভাগ্যৱশতঃ লোকপালসকলেৰে সৈতে মিলিত হ'লা। আমিও ইয়াত ভাগ্যৰ কাৰণেই জীৱিত আছো আৰু তুমিয়ো ইয়ালৈ পুনৰ আহিছা। ১৩ ॥

আজিহে ধৃতৰাষ্ট্ৰৰ পুত্ৰহঁতক বশীভূত আৰু নগৰীৰে পৰিপূৰ্ণ পৃথিৱীখন জয় কৰা বুলি ভাবিছো। ১৪ ॥

হে ভাৰত, যিবোৰ অস্ত্ৰেৰে বীৰ্য্যৱন্ত নিৱাতকৱচহঁতক বধ কৰিছিলা, সেই দিব্য অস্ত্ৰবোৰ দৰ্শন কৰিবলৈ ইচ্ছা কৰেঁ৷ ১৫ ॥

অৰ্জ্জুনে ক'লে, যিবিলাক অস্ত্ৰেৰে মই ভয়ানক নিৱাতকৱচহঁতক বিনিপাত কৰিছিলো, কালিলৈ সেই অস্ত্ৰবোৰ ৰাতিপুৱা দৰ্শন কৰিব। ১৬ ॥

বৈশম্পায়নে ক'লে, গন্ধমাদনৰ শৃঙ্গত স্বৰ্গৰপৰা আগমনৰ কথা এইদৰে কৈ ভ্ৰাতৃসকলেৰে সৈতে সেই নিশাটো তাতেই তেওঁ বাস কৰিছিল। ১৭ ॥

ইতি মহাভাৰতৰ বনপৰ্ব্বৰ অন্তৰ্গত নিৱাতকৱচ-যুদ্ধ-পৰ্ব্বত অস্ত্ৰদৰ্শন-সঙ্কেত নামৰ চতুঃসপ্তত্যধিকশততম অধ্যায় ॥ ১৭৪ ॥

॥ অধ্যায় ১৭৫ ॥

# ॥ অস্ত্র-প্ৰদৰ্শন ॥

বৈশম্পায়নে ক'লে, সেই ৰাতিটো পাৰ হোৱাত ভ্ৰাতৃসকলেৰে সৈতে ধৰ্ম্মৰাজ যুধিষ্ঠিৰে শয্যা ত্যাগ কৰি অৱশ্য কৰণীয় কামবোৰ কৰিলে। ১ ॥

তাৰ পাছত জননীৰ হৰ্ষবৰ্দ্ধক অৰ্জ্জুনক ক'লে, কৌন্তেয়, যিবিলাক অস্ত্ৰেৰে দানৱবিলাকক জয় কৰিছিলা, সেইবোৰ দেখুৱা। ২ ॥

হে নৰপতি জনমেজয়, তেতিয়া পাণ্ডৱ ধনঞ্জয়ে দেৱতাসকলে দিয়া সেই দিব্য অস্ত্ৰবোৰ দেখুৱালে। ৩ ॥

অতি তেজস্বী সুশ্ৰী ধনঞ্জয়ে নিয়মানুসাৰে পৱিত্ৰতা অৱলম্বন কৰি, পৰ্ব্বতবোৰক খুৰ'লি, চকা আৰু ধুৰাৰূপে কল্পনা কৰি সুন্দৰ বেণুযুক্ত, চকা, দণ্ড আৰু খুৰ'লিৰ সংযোগৰ বাবে ত্ৰিশিৰা দাৰু-বিশিষ্ট মানস-ভূমিৰূপ ৰথত ধ্যানবলেৰে আৰোহণ কৰি, ইন্দ্ৰদত্ত কান্তিমান দিব্য কৱচেৰে শৰীৰ ঢাকি, দেৱদত্ত শঙ্খ আৰু গাণ্ডীৱ ধনু হাতত লৈ অতি শুৱনি হৈ ক্ৰমান্বয়ে সেই দিব্যাস্ত্ৰবোৰ দেখুৱাবলৈ উপক্ৰম কৰিলে। পাছত সেই দিব্যাস্ত্ৰবোৰ প্ৰয়োগ কৰিব খোজোঁতেই ভৰিৰে ভিৰ দি থকা পৃথিৱীখন বৃক্ষৰাশিৰে সৈতে কঁপি উঠিল আৰু সৰিৎ আৰু সাগৰবিলাক ক্ষুব্ধ হৈ উঠিল। ৪-৮ ॥

শিলবিলাক বিদীৰ্ণ হল, সূৰ্য্যাই নিজকে প্ৰকাশ নকৰা হ'ল, জুই নজ্বলা আৰু বতাহো নবলা হ'ল। ৯ ॥

দ্বিজাতিসকলৰ বেদসমূহ কিঞ্চিৎমানো প্ৰকাশ নোহোৱা হ'ল। হে জনমেজয়, মাটিৰ তলত থকা প্ৰাণীবোৰে পীড়িত হৈ মাটিৰ তলৰপৰা উঠি অৰ্জ্জুনক বেৰি ধৰিলে। ১০ ॥

সেই অস্ত্ৰবোৰৰ প্ৰভাৱত দগ্ধ হোৱা আৰু মুখ বেকেটা হোৱা সকলো প্ৰাণীয়ে কঁপি কঁপি কৃতাঞ্জলি হৈ সেই সময়ত ধনঞ্জয়ক প্ৰাৰ্থনা কৰিছিল। তেতিয়া ব্ৰহ্মৰ্ষি, দেৱৰ্ষি, মহৰ্ষি, সিদ্ধ, গন্ধৰ্ব্ব, অমৰ, যক্ষ, ৰাক্ষস, বিহগ আৰু খেচৰ-জঙ্গম প্ৰাণীসকলোৱেই তাত আহি উপস্থিত হৈছিল। ১১-১৪।

তাৰ পাছত আকৌ পিতামহ, সকলো লোকপাল, ভূত-প্ৰেতাদি পাৰিষদেৰে সৈতে ভগৱান মহাদেৱ তালৈ আহিছিল। ১৫ ॥

বিচিত্ৰ, দিব্য মাল্য পৰিধান কৰি মহাৰাজ পৱন আহি চাৰিওফালে সম্পূৰ্ণভাৱে অৱস্থান কৰিছিল। ১৬ ॥

দেৱতাসকল-প্ৰেৰিত গন্ধৰ্ব্বসকলে বিবিধ গীত গাইছিল আৰু অপ্সৰাসকলে দলে দলে আহি নৃত্য কৰিছিল। ১৭॥

হে মহাৰাজ জনমেজয়, তেনে সময়তে দেৱতাসকলে তালৈ নাৰদ মুনিক পঠাইছিল, তেওঁ আহি শুনিব লগীয়া এই কথা পাৰ্থক কৈছিল, ১৮॥

হে অৰ্জ্জুন, এই দিব্য অস্ত্ৰবোৰ প্ৰয়োগ নকৰিবা: হে ভাৰত, এইবোৰ লক্ষ্যহীন স্থানত কেতিয়াও প্ৰয়োগ কৰিব নেলাগে। হে কুৰুনন্দন, বিপদগ্ৰস্ত নোহোৱালৈকে লক্ষ্যস্থানতো কেতিয়াও প্ৰয়োগ কৰা উচিত নহয়। লক্ষ্যহীন স্থান আৰু নিজে বিপদগ্ৰস্ত নোহোৱাকৈ লক্ষ্যস্থানতো প্ৰয়োগ কৰিলে ডাঙৰ দোষ হয়। ১৯-২০॥

আগলৈ (অথবা তন্ত্ৰ-শাস্ত্ৰানুসাৰে) এই অস্ত্ৰবোৰ ৰক্ষা কৰিলে বলৱান আৰু সুখোপযোগী হ'ব, ইয়াত সন্দেহ নাই। ২১॥

হে পাণ্ডৱ, আৰু ইয়াক যথাৰীতি ৰক্ষা (ব্যৱহাৰ) নকৰিলেই তিনিও লোকৰ বিনাশৰ কাৰণহে হয়। এনেকুৱা আৰু কেতিয়াও নকৰিবা। ২২॥

হে অজাতশত্ৰু যুধিষ্ঠিৰ, যুদ্ধত শত্ৰুৰ বিনাশৰ সময়ত পাৰ্থই এই অস্ত্ৰবিলাক প্ৰয়োগ কৰোঁতে তুমি দেখিবা। ২৩॥

বৈশম্পায়নে ক'লে, হে নৰশ্ৰেষ্ঠ জনমেজয়, এইদৰে পাৰ্থক বাধা দি সকলোদেৱতা আৰু অন্যান্য যিবিলাক তালৈ আহিছিল সকলো নিজ নিজ স্থানলৈ উলটি গ'ল। ২৪॥

হে কৌৰৱ, তেওঁলোক সকলো উলটি যোৱাত পাণ্ডৱসকল সেই বনতে অনন্দচিত্তে কৃষ্ণাৰে সৈতে বাস কৰিবলৈ ধৰিলে। ২৫॥

ইতি মহাভাৰতৰ বনপৰ্ব্বৰ অন্তৰ্গত নিৱাতকৱচ যুদ্ধ-পৰ্ব্বত অস্ত্ৰ-প্ৰদৰ্শন নামৰ পঞ্চসপ্তত্যধিকশততম অধ্যায়। ১৭৫॥

## ॥ অধ্যায় ১৭৬ ॥

# ॥ গন্ধমাদন-প্ৰস্থান ॥

জনমেজয়ে সুধিলে, ৰথীসকলৰ ভিতৰত প্ৰকৃষ্ট-বীৰ অৰ্জ্জুনে অস্ত্ৰ সংগ্ৰহ কৰি বৃত্ৰশত্ৰু ইন্দ্ৰৰ ভৱনৰপৰা ঘূৰি অহাৰ পাছত শক্তিমন্ত আৰু সাহসী অৰ্জ্জুনেৰে সৈতে লগ লাগি পৃথাৰ পুত্ৰসকলে কি কৰিছিল? ১॥

বৈশম্পায়নে ক'লে, অতি সুৰম্য পৰ্ব্বতশ্ৰেষ্ঠ সেই গন্ধমাদনৰ কাম্যকাদি বনবিলাকত থকা কুবেৰৰ উদ্যানলৈ গৈ ইন্দ্ৰসম-পৰাক্ৰমী অৰ্জ্জুনেৰে সৈতে নৰশ্ৰেষ্ঠ পাণ্ডৱসকলে বিহাৰ কৰিছিল। ২॥

তাত থকা অনুপম গৃহসমূহ আৰু নানা বৃক্ষৰাজিৰে সৈতে বিশেষ সম্পৰ্ক থকা

অনেকপ্ৰকাৰ ক্ৰীড়া দৰ্শন কৰি অস্ত্ৰৰ প্ৰতি যত্নপৰ, ধনুৰ্দ্ধৰ, নৰশ্ৰেষ্ঠ, কিৰীটী অৰ্জ্জুনে সদায় বহু বাৰ বিচৰণ কৰিছিল । ৩ ॥

বিশ্ৰৱণৰ পুত্ৰ ৰজা কুবেৰৰ অনুগ্ৰহত বাসস্থান লাভ কৰি নৰদেৱ পাণ্ডুৰ পুত্ৰসকলে ভূমিস্থ প্ৰাণীসকলৰ ঐশ্বৰ্য্যকো স্পৃহা কৰা নাছিল আৰু তাত থকা কালছোৱা তেওঁলোকৰ বাবে মঙ্গলজনক হৈছিল । ৪ ॥

অৰ্জ্জুনেৰে সৈতে মিলি যিদৰে সেই বনত এৰাতি বাস কৰিছিল সেইদৰেই আৰু চাৰি বছৰ তাত বাস কৰিছিল । আগৰ ছবছৰ আৰু পাছৰ চাৰিবছৰ-এই দহ বছৰেই বনত বসতি কৰা পাণ্ডৱসকলৰ মঙ্গলজনক হৈছিল । ৫ ॥

তাৰ পাছত বায়ুৰ পুত্ৰ, বেগী ভীম আৰু অৰ্জ্জুন এফালে আৰু ইন্দ্ৰতুল্য পৰাক্ৰমী বীৰ নকুল আৰু সহদেৱ আন এফালে বহি ৰজা যুধিষ্ঠিৰক প্ৰিয় আৰু হিতকৰ বাক্য ক'লে, ৬ ॥

হে কুৰুৰাজ, আগেয়ে আপোনাৰ প্ৰতিজ্ঞা সফল কৰি লৈ তাৰ পাছতহে আপোনাৰ প্ৰিয়-সাধন কৰিবলৈ আমি ইচ্ছা কৰিছো । সেই কাৰণেই অনুগামী ভ্ৰাতৃসকলেৰে সৈতে দুৰ্য্যোধনক বধ কৰিবলৈ বৰ্ত্তমানে এই বনসমূহ পৰিত্যাগ কৰি নাযাওঁ । হে মহাৰাজ, এই একাদশ বৰ্ষটো ইয়াতে বাস কৰোঁ । আমি সুখত থকাৰ লায়ক, কিন্তু আমাৰ সুখ হৰণ কৰিছে দুৰ্য্যোধনে । আপোনাৰ নিৰ্দ্দেশানুসৰি সম্মানকো বিসৰ্জ্জন দি নিৰ্ব্বিশঙ্কমনে বনসমূহত ভ্ৰমি ভ্ৰমি হীনবুদ্ধি-সম্পন্ন দুৰ্য্যোধনক প্ৰবঞ্চনা কৰি কোনো কষ্ট নোহোৱাকৈ অজ্ঞাত-বাস লাভ কৰা উচিত হ'ব । বৰ্ত্তমান ওচৰত বাস কৰি সিহঁতক প্ৰলোভিত কৰিছো । ভৱিষ্যতেও ওচৰতে থকা বুলি জানিব, দূৰ দেশলৈ যোৱা বুলি আমাক নাজানিব । এবছৰ কাল গোপনে বিচৰণ কৰাৰ পাছত শত্ৰুবধ আৰু ৰাজ্যপ্ৰাপ্তিৰ দ্বাৰা অপকাৰীৰ অপকাৰ কৰি নৰাধম শত্ৰুক কাঁইট উঘালি পেলোৱাৰ দৰে উঘালি পেলাব লাগিব । হে নৰেন্দ্ৰ, অনুগামী ভ্ৰাতৃসকলৰ দ্বাৰা পৰিবেষ্টিত পাষণ্ড দুৰ্য্যোধনক ক্ষয় কৰি প্ৰতিশোধ লোৱাৰ পাচত ৰাজ্যত অধিষ্ঠিত হওক । হে নৰদেৱ, বৰ্ত্তমানে এই স্বৰ্গ-সদৃশ স্থানত পৰিভ্ৰমণ কৰি আমি শোক পৰিহাৰ কৰা উচিত হ'ব । ৭-১১ ॥

হে ভাৰত, যদি আপুনি ৰাজ্য লাভ কৰিবলৈ ইচ্ছা নকৰে, তেন্তে চৰাচৰ জগতত ধৰ্ম্ম সম্বন্ধীয় বিশিষ্ট যশস্যা বিলোপ হ'ব । কুৰু-পুঙ্গৱসকলৰ সেই ৰাজ্য লাভ কৰি মহত্ত্ব আৰু ধৰ্ম্ম-কৰ্ম্ম লাভ কৰিবলৈ সমৰ্থ হোৱা উচিত । ১২ ॥

হে নৰেন্দ্ৰ, কুবেৰৰপৰা আজি আপুনি যি লাভ কৰিছে, ইয়াক সদায়েই আপুনি লাভ কৰিব পাৰে । হে ভাৰত, অপৰাধকাৰী শত্ৰুসকলক বধ কৰক আৰু যদিহে ভ্ৰাতৃ বুলি বধ কৰিব নোখোজে তেন্তে বন্ধন কৰিবলৈ মন কৰক । ১৩ ॥

যুদ্ধ কৰিলে আপোনাৰ প্ৰবল পৰাক্ৰম সাক্ষাৎ ইন্দ্ৰয়ো সহিব নোৱাৰে । হে ধৰ্ম্মৰাজ, দেৱবৃন্দেৰে সৈতে যুদ্ধ কৰিব লগীয়া হলেও আপোনাৰ প্ৰয়োজন সিদ্ধিৰ নিমিত্তে প্ৰবৃত্ত গৰুড়ধ্বজ কৃষ্ণ আৰু শিনিৰ নাতি সাত্যকি, এওঁলোক দুয়োজনেই

আমাক কেতিয়াও উৎপীড়ন নকৰিব। হে নৰদেৱশ্ৰেষ্ঠ, বলত কৃষ্ণ যেনে অপ্ৰতিম, অৰ্জ্জুনো তেনে আৰু, সাত্যকি যেনেময়ো তেনে। ১৪-১৫ ॥

হে নৃপশ্ৰেষ্ঠ, আপোনাৰ উদ্দেশ্য সিদ্ধিৰ বাবে যাদৱসকলেৰে সৈতে শ্ৰীকৃষ্ণ যেনেকৈ সৰ্ব্বতোভাৱে আশ্ৰিত, ঠিক তেনেকৈ অস্ত্ৰ-প্ৰয়োগত কুশল যমজ নকুল-সহদেৱ আৰু ময়ো আপোনাৰ আশ্ৰিত। ১৬ ॥

আপোনাৰ অৰ্থলাভ আৰু ঐশ্বৰ্য্যৰ উৎকৰ্ষ-সাধন—এই দুটাকে আমি সৰোগত কৰিছো; যুদ্ধত শত্ৰু-নাশৰ দ্বাৰা আপোনাৰ মঙ্গল কৰিম। ১৭ ॥

বৈশম্পায়নে ক'লে, পিছে ধৰ্ম্মাৰ্থবিদ্, বৰিষ্ঠ, ধৰ্ম্মপুত্ৰ যুধিষ্ঠিৰে তেওঁলোকৰ মত জানিব পাৰি তেতিয়া কুবেৰৰ বসতিস্থান গন্ধমাদন প্ৰদক্ষিণ কৰিলে। সেই পৰ্ব্বতত থকা অট্টালিকা, নদী, সৰোবৰ আৰু ৰাক্ষসসমূহক সম্ভাষণ কৰি এবাৰ গন্তব্য-পথলৈ আৰু এবাৰ পৰ্ব্বতটোলৈ চাই চাই বিশুদ্ধ বুদ্ধি-সম্পন্ন যুধিষ্ঠিৰে গিৰিশ্ৰেষ্ঠক প্ৰাৰ্থনা কৰিলে। ১৮-২০ ॥

ভাই-বন্ধুসকলেৰে সৈতে কুৰুপতি জিতাত্মা যুধিষ্ঠিৰে শত্ৰুসকলক জয় আৰু ৰাজ্য লাভ কৰাৰ পাছত সকলো কাম সম্পন্ন কৰি, 'হে শৈলেন্দ্ৰ, তপস্যাৰ নিমিত্তে আহোঁতে তোমাক আকৌ দৰ্শন কৰিম' এইবুলি কৈ অনুজ আৰু দ্বিজসকলৰ দ্বাৰা পৰিবৃত হৈ সেই পথেৰে যাবলৈ মন কৰিছিল আৰু পৰ্ব্বতৰ নিজৰাবিলাকলৈ দলে দলে তেওঁলোকক ঘটোৎকচে কান্ধত তুলি নিছিল। ২১ ॥

পিতাই পুত্ৰক অনুশাসন কৰাৰ দৰে মহৰ্ষি লোমশই প্ৰসন্নচিত্তে সেই প্ৰস্থানকাৰী-সকলক অনুশাসন কৰি দেৱতাসকলৰ পুণ্যতম স্থান স্বৰ্গলৈ গমন কৰিছিল। ২২ ॥

লোমশ মুনিৰপৰা সেইদৰে উপদেশ লাভ কৰি নৰশ্ৰেষ্ঠ পাৰ্থসকলে তীৰ্থ, ৰম্য-তপোৱন আৰু অন্যান্য প্ৰকাণ্ড সৰোবৰবোৰ দৰ্শন কৰি কৰি প্ৰস্থান কৰিছিল। ২৩ ॥

ইতি মহাভাৰতৰ বনপৰ্ব্বৰ অন্তৰ্গত নিৱাতকৱচ-যুদ্ধ-পৰ্ব্বত গন্ধমাদন-প্ৰস্থান নামৰ ষট্সপ্তত্যধিকশততম অধ্যায়। ১৭৬ ॥

॥ অধ্যায় ১৭৭ ॥

## ॥ পাণ্ডৱসকলৰ দ্বৈতবনত প্ৰৱেশ ॥

বৈশম্পায়নে ক'লে, নানা জান-নিজৰাৰে শোভিত, দিগ্‌গজ্-কিন্নৰ আৰু নানা পক্ষীৰ বাসভূমি গন্ধমাদন পৰ্ব্বতত এইদৰে সুখেৰে বাস কৰি থাকি সেই ঠাই এৰি আহিব লগীয়া হোৱাত পাণ্ডৱসকলৰ মনত বেয়া লাগিছিল। ১ ॥

কিন্তু তেওঁলোক যেতিয়া তাৰপৰা আহি কুবেৰৰ প্ৰিয়-ভূমি, মেঘ বৰণীয়া পৰ্ব্বত কৈলাস পালেহি তেতিয়া তেওঁলোকৰ মনত মহা আনন্দ উপজিল। ২ ॥

তাত ওখ ওখ পৰ্ব্বতৰ মাজে মাজে সঙ্কীৰ্ণ গিৰিপথ, সিংহ থকা গুহা, পাহাৰীয়া নদীৰ ওপৰত নানা ধৰণৰ দলং, বহুত জলপ্ৰপাত আৰু ওখ-চাপৰ মালভূমি দেখা পাই তেওঁলোকৰ মনত ৰং লাগিল। ৩ ॥

তাত আৰু বহুত অৰণ্য দেখিবলৈ পালে, সেই অৰণ্যৰ মাজত নানা ধৰণৰ পশু-পক্ষীৰ আৱাস। সেইবোৰ চাই চাই বীৰৰ অগ্ৰগণী পাণ্ডৱসকলে হাতত ধনু-শৰ আৰু তৰোৱাল লৈ ইফালে-সিফালে বিচৰণ কৰি ফুৰিবলৈ ধৰিলে। ৪ ॥

ধুনীয়া ধুনীয়া বননি, মনোৰম নদী-সৰোবৰ, গিৰি-গহ্বৰ, পৰ্ব্বতৰ গুহা—এই-বিলাকতে পাণ্ডৱসকলে দিনে নিশাই বাস কৰিবলৈ ধৰিলে। ৫ ॥

এই মনোৰম কৈলাস পৰ্ব্বতৰ ভিন ভিন গুহাত বাস কৰি তাৰপৰা আহি তেওঁলোকে বৃষপৰ্ব্বা ৰজাৰ মনোমোহা আশ্ৰমত উপস্থিত হ'লগৈ। ৬ ॥

বৃষপৰ্ব্বা ৰজাই আগ বাঢ়ি আহি তেওঁলোকক অভ্যৰ্থনা জনালে। তেওঁলোকে পৰম প্ৰীত হৈ বৃষপৰ্ব্বা ৰজাক প্ৰৱাসৰ সকলো কথা যথাযথভাৱে বিবৰি ক'লে। ৭ ॥

সেই দেৱতা আৰু ঋষিসকলৰ আৱাস-ভূমি পুণ্যাশ্ৰমত সুখেৰে এৰাতি বাস কৰি সেই বীৰসকল বিশাল বদৰিকাশ্ৰমলৈ যাত্ৰা কৰিলে। ৮ ॥

মহানুভৱ পাণ্ডৱসকল নাৰায়ণৰ স্থান বদৰিকাশ্ৰম পাই সকলো দুখ-শোক পাহৰি দেৱতা আৰু সিদ্ধসকলৰ বাসস্থান কুবেৰৰ কাম্য সৰোবৰত গৈ বাস কৰিবলৈ ধৰিলে। ৯ ॥

মহামানৱ পাণ্ডৱসকলে পুণ্যাত্মা, নিষ্পাপ ব্ৰহ্মৰ্ষিসকলৰ নিচিনাকৈ পৰম আনন্দেৰে নন্দন নামেৰে ইন্দ্ৰবনত বাস কৰিবলৈ ধৰিলে। ১০ ॥

এইদৰে মহাসুখে বদৰিকাশ্ৰমত পাণ্ডৱ বীৰসকলে এমাহ সুখেৰে বাস কৰি

লাহে লাহে অহা বাটেদিয়ে উভতি আহি কিৰাত-ৰজা সুবাহুৰ ৰাজ্যলৈ যাত্ৰা কৰিলে। ১১ ॥

চীন, তুষাৰ আৰু দৰদ আদি কুলিন্দৰ সকলো মনোৰম প্ৰদেশ পাৰ হৈ আৰু হিমবৎ প্ৰদেশ অতিক্ৰম কৰি বীৰসকলে সুবাহু ৰজাৰ ৰাজ্য দেখা পালে। ১২ ॥

পাণ্ডৱসকল ৰাজ্যৰ ভিতৰত প্ৰৱেশ কৰা বুলি শুনি সুবাহু ৰজাই তেওঁলোকক অভ্যৰ্থনা কৰি আনিবলৈ আগ বাঢ়ি গ'ল। পাণ্ডৱসকলে তেওঁক যথোচিত অভিনন্দন জনালে। ১৩ ॥

সুবাহু ৰজা আৰু বিশোক প্ৰভৃতি তেওঁৰ সূতসকল, ইন্দ্ৰসেন আদি পৰিচাৰক বৰ্গ আৰু আন আন পাল্লি-পহৰীয়া—সকলোৰে সৈতে পাণ্ডৱসকল তেওঁৰ ৰাজধানীলৈ আহিল। ১৪ ॥

তাত তেওঁলোকে মহা আনন্দে এনিশা বাস কৰিলে। সুবাহু ৰজাই তেওঁলোকক বহুত ৰথ, সাৰথি আৰু অনুচৰ উপহাৰ দিলে। সেই সকলোবিলাক লগত লৈ অনুচৰবৰ্গেৰে সৈতে ঘটোৎকচৰপৰা বিদায় লৈ যমুনা নদী উত্তৰ হোৱা পৰ্ব্বতৰ ফালে যাত্ৰা কৰিলে। ১৫ ॥

তাত তেওঁলোকে বিশাখযূপ নামেৰে ঠাই এখন পালেগৈ। ৰক্ত উত্তৰীয় বস্ত্ৰস্বৰূপ বগা বৰণৰ পৰ্ব্বতৰ জুৰিয়ে সেই পৰ্ব্বতৰ শ্বেত-ৰক্ত শৃঙ্গক আগুৰি আছে। সেই ঠাই তেওঁলোকৰ বৰ ভাল লাগিল আৰু তেওঁলোকে তাত বাস কৰিবলৈ ললে। ১৬ ॥

তাত চৈত্ৰৰথ-সদৃশ এখন মহা অৰণ্য আছে। সেই অৰণ্যত হৰিণা, গাহৰি আদি নানাধৰণৰ পশু আৰু নানাতৰহৰ পক্ষীয়ে বাস কৰে। মৃগয়া-প্ৰিয় পাণ্ডৱসকল সেই বনত সম্বৎসৰ কাল নিৰাপদে বাস কৰিলে। ১৭ ॥

সেই অৰণ্যতে ভীমসেনে পৰ্ব্বতৰ গহ্বৰত অতি বলৱান, মৃত্যুৰ নিচিনা উগ্ৰ ৰূপ, ভোকত আতুৰ এটা বৃহৎ সাপৰ হাতত পৰি মূছ-কঁছ গৈছিল। ১৮ ॥

সাপে ভীমৰ গোটেই গাটো মেৰিয়াই ধৰিছিল। কিন্তু ধৰ্ম্মৰাজ যুধিষ্ঠিৰ যাৰ আশ্ৰয় তাৰ বিনাশ ক'ত? মহাবীৰ ধৰ্ম্মৰাজ যুধিষ্ঠিৰে তেওঁক সেই সাপৰ গৰাহৰপৰা মুক্ত কৰিছিল। ১৯ ॥

এইদৰে পাণ্ডৱসকলে বনত বিহাৰ কৰি ফুৰোঁতে ফুৰোঁতে প্ৰায় বাৰ বছৰ কাল অতীত হোৱা বুলি জানি, তপস্যা আৰু কান্তিৰে উদ্ভাসিত হৈ সেই চৈত্ৰৰথতুল্য বন ত্যাগ কৰি ধনুৰ্ব্বেদত ৰত পাণ্ডৱসকল সৰস্বতী নদীৰ তীৰত পৰ্ব্বতৰ ওপৰৰ নিৰ্জ্জন প্ৰদেশ অতিক্ৰম কৰি দ্বৈত-বন পালেগৈ আৰু তাতেই বাস কৰিবলৈ ইচ্ছা কৰিলে। ২০-২১ ॥

তেওঁলোক দ্বৈত-বনত প্ৰৱেশ কৰা দেখি তাৰ অধিবাসী শম-দম-সদাচাৰ-পৰায়ণ তপস্বীসকলে, পাদ-প্ৰক্ষালনৰ বাবে জল, বহিবলৈ কুশাসন আদি লৈ আগ বাঢ়ি আহি পাণ্ডৱসকলক অভ্যৰ্থনা কৰিলে। ২২ ॥

সেই সৰস্বতীৰ তীৰ আঁহত, পাকৰী, বগৰী, খৰিয়া, বেল, শিৰীষ, ইঙ্গুদ, পীলু, আদি নানা বৃক্ষ আৰু বৌহিত্তক বেত আদি নানা লতাৰে সুশোভিত আছিল। ২৩ ॥

যক্ষ, গন্ধৰ্ব আৰু মহৰ্ষিসকলৰ কাম্য-ভূমি, দেৱতাসকলৰ আবাস-স্থান সেই সৰস্বতীৰ তীৰত বিচৰণ কৰি দেৱসদৃশ পাণ্ডৱসকল মহা সুখেৰে বাস কৰিবলৈ ধৰিলে। ২৪ ॥

ইতি মহাভাৰতৰ বনপৰ্ব্বৰ অন্তৰ্গত অজগৰ-পৰ্ব্বত পাণ্ডৱসকলৰ দ্বৈত-বনত প্ৰৱেশ নামৰ সপ্তসপ্তত্যধিকশততম অধ্যায়। ১৭৭ ॥

## ॥ অধ্যায় ১৭৮ ॥

# ॥ অজগৰৰ গ্ৰাসত ভীম ॥

জনমেজয়ে ক'লে, এক অযুত হাতীৰ সমান বলী মহা পৰাক্ৰমী যি ভীমসেনে পুলস্ত্য মুনিৰ পুত্ৰ কুবেৰকো যুঁজত পৰাস্ত কৰিছিল, যি ভীমসেনে পদুম সৰোবৰ তল- ওপৰ লগাই যক্ষ-ৰক্ষবিনাশক হত্যা কৰিছিল, তেনে শত্ৰুহন্তা ভীমসেন সেই অজগৰৰ হাতত কিয় ইমান লাঞ্ছিত হ'ল মোক বিবৰি কওক। এই কথা শুনিবলৈ মোৰ বৰ কৌতূহল উপজিছে। ১-৩ ॥

বৈশম্পায়নে ক'লে, সেই মহা ধনুৰ্দ্ধৰ পাণ্ডৱসকল ৰাজৰ্ষি বৃষপৰ্ব্বাৰ আশ্ৰমৰ-পৰা আহি সেই বহু আশ্চৰ্য্যপূৰ্ণ দ্বৈত-বনত বাস কৰিবলৈ ললে। মহাবীৰ বৃকোদৰ হাতত ধনু-শৰ আৰু কঁকালত তৰোৱাল বান্ধি লৈ দেৱতা-গন্ধৰ্ব্বাদিৰ লীলা-ভূমি সেই বনৰ সৌন্দৰ্য্য উপভোগ কৰি ইফালে সিফালে ঘূৰি ফুৰিবলৈ ধৰিলে, হিমালয়ৰ সেই সুৰম্য স্থানত অনেক ঋষি-মুনি, সিদ্ধ-গন্ধৰ্ব্ব, অপ্সৰা আদি দেখিবলৈ পালে। তাত দেখিলে চাকৈ-চকোৰা, কুলি-কেতকী, আদি নানাবিধৰ চৰাই-চিৰিকটিয়ে গান গাই ফুৰিছে, ভোমোৰাই ফুলে ফুলে উৰি গুনগুনাই গান গাইছে। ৪-৭ ॥

সদায় ফুলে-ফলে জাতিষ্কাৰ, হিমৰ পৰশত কোমল হৈ থকা, প্ৰচুৰ ছাঁৰে নয়ন-মন জুৰোৱা বহুত গছ-গছনি দেখিবলৈ পালে। ৮ ॥

আৰু দেখিলে ফটিকৰ নিচিনা পানীৰে সৈতে পাহাৰীয়া নদী, তাত হাজাৰ হাজাৰ হঁাহ আৰু কাম চৰায়ে ধেমালি কৰি আছে। ৯ ॥

আৰু দেখিলে দেৱদাৰুৰ অৰণ্য। তাৰ লগতে আছে হৰিচন্দন আৰু আন আন সুগন্ধি গছ। ১০ ॥

এইবোৰ দেখি ভীমৰ মনত অপাৰ আনন্দ লাগিল, তেওঁ পৰ্ব্বতৰ জলহীন সমভূমিত মৃগয়া কৰি ফুৰিবলৈ ধৰিলে আৰু শৰেৰে অনেক হৰিণ বধ কৰিলে। ১১ ॥

ভীমসেনৰ শৰীৰত অযুত হাতীৰ বল। তেওঁ সেই বনৰে বৰ বৰ বাঘ, ভালুক আদি বধ কৰিলে। ১২ ॥

অসংখ্য হৰিণ, গাহৰি, ম'হ আদি বধ কৰি সেই মহাপৰাক্ৰমী ভীমসেন বনৰ চাৰিওফালে ঘূৰি ফুৰিবলৈ ধৰিলে। ১৩ ॥

ভীমসেনৰ এশ হাতীৰ সমান বল, সিংহ বা ডাঙৰ ডাঙৰ বাঘেও তেওঁক বলে নোৱাৰে। তেওঁ ডাঙৰ ডাঙৰ গছবিলাক চকুৰ পচাৰতে উভালি লৈ চিঞৰ-বত চতুৰ্দ্দিক খলক লগাই ঘূৰি ফুৰিবলৈ ধৰিলে। ১৪-১৫ ॥

পৰ্ব্বতৰ টিঙত থিয় দি গছ-বিৰিখবিলাক উভালি দলিয়াই চিঞৰ-বাখৰ কৰি কেতিয়াবা কেতিয়াবা নিৰ্ভয়ে তলত জঁপিয়াই পৰে, কেতিয়াবা আকৌ আনন্দতে হাত চাপৰি বজায়। এইদৰে ভীমে বননিৰ চাৰিওফালে বিচৰণ কৰিবলৈ ধৰিলে। ১৬-১৭ ॥

ভীমসেনৰ চিঞৰ-বাখৰত প্ৰকাণ্ড প্ৰকাণ্ড হাতীবিলাক পলাই পত্ৰং দিলে, মহাবলী সিংহবিলাক গহ্বৰবপৰা ওলাই আহিল, কোনো কোনো সিংহই আত্ম-ৰক্ষাৰ কাৰণে নিজ শক্তি প্ৰয়োগ কৰিবলৈ খাপ দি বহি থাকিল। ১৮-১৯ ॥

মহাবলী ভীমসেনে নিৰ্ভয়ে বনচৰৰ দৰে এই ঘোৰ অৰণ্যত এইদৰে মৃগয়া কৰি ফুৰিবলৈ ধৰিলে। এইদৰে চাৰিওফালে খোজৰ শবদেৰে দলদোপ-হেন্দোলদোপ লগাই জীৱ-জন্তুবিলাকক সন্ত্ৰস্ত কৰি ঘূৰি ফুৰোঁতে ফুৰোঁতে ভীমসেন গৈ ঘোৰ অৰণ্যৰ মাজত প্ৰৱেশ কৰিলে। ভীমৰ কোলাহলত ডাঙৰ ডাঙৰ গুহাত পৰি থকা বৰ বৰ সাপবিলাক গুহা এৰি লাহে লাহে আন ঠাইলৈ পলাই গ'ল। ২০-২২ ॥

এনেতে ভীমসেনে এটা প্ৰকাণ্ড অজগৰ দেখা পালে। তাৰ বৃহৎ শৰীৰ দেখিলে গাৰ নোম শিয়ৰি উঠে। পৰ্ব্বত-প্ৰমাণ গাৰে পৰ্ব্বতৰ গহ্বৰ আৱৰি সেই মহা-সৰ্প গুহাৰ ভিতৰত পৰি আছে। নানা ৰঙেৰে তাৰ শৰীৰ চিত্ৰিত, হালধিৰ নিচিনা ৰং, পৰ্ব্বতৰ গুহাৰ দৰে মুখ জ্বক্‌-জ্বক্‌কৈ জ্বলি আছে, চকুযুৰি অতি ৰঙা, লক্‌-লক্‌কৈ জিভা মেলি মুখ চেলেকি আছে। তাক দেখিলে সকলো প্ৰাণীৰে ভয় ওপজে, দেখিলে ধাৰণা হয়, সি এটা কালান্তক যম। নিশ্বাসৰ ফোঁচ-ফোঁচনিৰে যেন সকলোকে সি তিৰস্কাৰ কৰিছে। ২৩-২৭ ॥

ভীমক দেখি অজগৰৰ বৰ খং উঠিল আৰু তৎক্ষণাৎ আগ বাঢ়ি আহি বলেৰে ভীমৰ দুই বাহু মেৰিয়াই ধৰিলে। ২৮ ॥

পূৰ্ব্বৰ বৰ-দানৰ ফলত অজগৰে স্পৰ্শ কৰা মাত্ৰকে ভীম অচেতন হৈ পৰিল। ২৯ ॥

যি গাত এক অযুত হাতীৰ বল, যি ভীমৰ বাহুবল অতুলনীয়, সেই ভীমক অজগৰে বশ কৰি পেলালে, বহুত চেষ্টা কৰিও ভীম লৰচৰ কৰিব নোৱৰা হ'ল। ৩১ ॥

সেই মহাবলী ভীমে, যাৰ শক্তি এক অযুত হাতীৰ সমান, নিজকে এক-ৰাবলৈ অশেষ যত্ন কৰিও, বৰ দানৰ প্ৰভাৱত, অজগৰৰ কবলৰপৰা নিজকে মুক্ত কৰিব নোৱাৰিলে। ৩২ ॥

ইতি মহাভাৰতৰ বনপৰ্ব্বৰ অন্তৰ্গত অজগৰ-পৰ্ব্বত অজগৰৰ গ্ৰাসত ভীম নামৰ অষ্টসপ্তত্যধিকশততম অধ্যায়। ১৭৮ ॥

॥ অধ্যায় ১৭৯ ॥

## ॥ ভীমৰ অন্বেষণত যুধিষ্ঠিৰ ॥

বৈশম্পায়নে ক'লে, মহাবীৰ ভীমসেনে এইদৰে সৰ্পৰ বশীভূত হৈ ভাবিবলৈ ধৰিলে, এই সৰ্পৰ অতি অদ্ভুত বল। তেওঁ মহাসৰ্পক এইদৰে সুধিলে, হে মহাসৰ্প, আপুনি কোন আৰু মোক কি কৰিব খুজিছে, অনুগ্ৰহ কৰি কওক। ১-২ ॥

মই পাণ্ডুপুত্ৰ ভীমসেন, ধৰ্ম্মৰাজ যুধিষ্ঠিৰৰ অনুজ। মোৰ শৰীৰত এশ হাতীৰ বল আছে, আপুনি মোক কেনেকৈ আয়ত্ত কৰিলে ? ৩ ॥

শত শত সিংহ, বাঘ, হাতী, ম'হ মই যুদ্ধত পৰাস্ত কৰি বধ কৰিছো। ৪ ॥

হে সৰ্পৰাজ, মহাবলী ৰাক্ষস, পিশাচ আৰু নাগসকলেও মোৰ বাহুবল সহিব পৰা নাছিল। ৫ ॥

কি বিদ্যাৰ বলত অথবা কি বৰৰ প্ৰভাৱত আপুনি মোক ইমান চেষ্টা মোৰ সত্ত্বেও জব্দ কৰিব পাৰিছে ? ৬ ॥

হে নাগ, আপুনি মোৰ শক্তি প্ৰতিহত কৰাৰ পৰা মই ইয়াকে বুজিছোঁ মানুহৰ বল-বিক্ৰম মিছা। ৭ ॥

বৈশম্পায়নে ক'লে, অৱশ হৈ পৰা মহাবীৰ ভীমে এইদৰে কোৱাত কালে

ৰূপে সৰ্পৰাজে ভীমৰ গোটেই গাটো মেৰিয়াই ধৰি তেওঁৰ বিশাল হাত দুখন এৰি দি এইদৰে কবলৈ ধৰিলে, ৮-৯ ॥

হে মহাবীৰ, ভোকতে মই আতুৰ হৈ পৰিছিলো, দেৱতাসকলে তোমাক আজি মোৰ আহাৰ-ৰূপে পঠিয়াইছে। দেহীসকলৰ প্ৰাণ বৰ প্ৰিয়। হে শত্ৰুহন্তা, মই কেনেকৈ এই সৰ্প-ৰূপ পালো, সেই কথা তোমাক আজি কব লাগিব, তুমি মনোযোগ দি শুনা। ১০-১১ ॥

মহৰ্ষিসকলৰ কোপত মোৰ এই অৱস্থা হৈছে। আজি মোৰ শাপৰ অন্ত হৈছে বুলি মই আশা কৰিছো। পতিকে তোমাক আজি মই সকলো কথা বিৱৰি কম। ১২ ॥

তুমি নিশ্চয় নহুষ নামেৰে এজন ৰাজৰ্ষিৰ কথা শুনিবলৈ পাইছা। তেওঁ তোমালোকৰে পূৰ্ব্ব-পুৰুষ আয়ু ৰজাৰ বংশধৰ, পুত্ৰ। চোৱাঁ, মোৰ কপালৰ ফেৰ, ব্ৰাহ্মণক অপমান কৰাত অগস্ত্যৰ শাপত মোৰ আজি এই দশা হৈছে। ১৩-১৪ ॥

তুমি মোৰ বংশধৰ, দেখিবলৈ অতি ধুনীয়া। দৈৱৰ বিধান চোৱাঁ. আজি তোমাক মই খাব লগীয়া হৈছো। ১৫ ॥

দিনৰ ষষ্ঠ ভাগত যি মোৰ ওচৰ চাপে, সি হাতীয়েই হওক বা ম'হেই হওক কোনোমতেই ৰক্ষা পৰিব নোৱাৰে। ১৬ ॥

নে নৰশ্ৰেষ্ঠ, তুমি নাভাবিবা যে এটা সামান্য সৰ্পৰ শক্তিৰ দ্বাৰা তুমি পৰাভূত হৈছা। হে কৌৰৱ-প্ৰধান, বৰ-দানৰ ফলতহে তোমাৰ এনে দশা হৈছে। ১৭ ॥

স্বৰ্গৰ ইন্দ্ৰ-সিংহাসনৰপৰা মই হৰ্-হৰ্কৈ পৃথিৱীৰ ফালে নামি আহিবলৈ ধৰাত মই সেই ঋষিবৰ অগস্ত্যক সকাতৰে প্ৰাৰ্থনা কৰিলো, হে প্ৰভু, মোৰ শাপান্তৰ বিধান কৰক। ১৮ ॥

সেই তেজঃপুঞ্জময় ঋষিয়ে মোৰ প্ৰতি সদয় হৈ ক'লে, হে ৰাজন, কিছুকালৰ পাছত তুমি শাপমুক্ত হবা। ১৯ ॥

তাৰ পাছত মই পৃথিৱীত পৰিলোহি, কিন্তু মোৰ স্মৃতি ভ্ৰংশ নহল। মোৰ পূৰ্ব্বৰ যি স্মৃতি আছিল, সি এতিয়াও আগৰ দৰেই আছে। ২০ ॥

ঋষিয়ে মোক কৈছিল, আত্মানাত্মবিদ্ যিজন লোকে তোমাৰ প্ৰশ্নৰ উত্তৰ দিব পাৰিব, তেওঁৰ দ্বাৰায় তোমাৰ মুক্তি লাভ হ'ব। ২১ ॥

সেই দয়ালু ঋষিসকলে এই বুলি কোৱা মই শুনিছিলো, হে ৰাজন, তুমি স্পৰ্শ কৰা মাত্ৰকে তোমাতকৈ বেছি বলৱান জীৱবো তৎক্ষণাৎ শক্তি নাশ হ'ব, তাৰ পাছত ঋষিসকল অন্তৰ্দ্ধান হ'ল। ২২-২৩ ॥

হে মহাবীৰ ভীম, সেই মহাপাপী মই সৰ্পযোনি-প্ৰাপ্ত হৈ শাপ-মুক্তিৰ সময়লৈ অপেক্ষা কৰি এই ঘোৰ নৰকত বাস কৰিবলৈ ধৰিছো। ২৪ ॥

এই কথা শুনি মহাবীৰ ভীমে সৰ্পক ক'লে, হে পন্নগৰাজ, আপোনাৰ প্ৰতি মোৰ কোনো কোপ নাই, আৰু মই নিজকো গৰিহণা নিদিওঁ। ২৫ ॥

কাৰণ মানুহে সুখ-নাশ বা দুঃখ-লাভত মনত কষ্ট দিব নাপায়। পুৰুষ-কাৰৰ দ্বাৰা দৈৱক কোনেও পৰাস্ত কৰিব নোৱাৰে। দৈৱই আচল, পুৰুষাৰ্থ নিৰৰ্থক। ২৬-২৭ ॥

চাওক বাৰু, দৈৱ দুৰ্ব্বিপাকত, মই ইমান বলৱান হৈও বিনা কাৰণে ইয়ালৈ আহি আজি এই অৱস্থা পাব লগীয়া হৈছো। ২৮ ॥

কিন্তু মই মোৰ নিজৰ মৃত্যুৰ কাৰণে ইমানখিনি দুঃখ কৰা নাই, এই ঘোৰ অৰণ্যৰ মাজত এৰি থৈ অহা ৰাজ্যচ্যুত ভ্ৰাতৃসকলৰ কাৰণেহে মোৰ বৰ দুখ লাগিছে। ২৮-২৯ ॥

এই হিমালয় পৰ্ব্বত অত্যন্ত দুৰ্গম। যক্ষ-ৰক্ষ আদিৰে ভৰপূৰ। মোৰ ভ্ৰাতৃ-সকল বিয়াকুল হৈ মোক বিচাৰি ঘূৰি ফুৰোঁতে সেইবোৰৰ হাতত পৰিব। ৩০ ॥

মই মৰা শুনিলে মোৰ ধৰ্ম্মশীল ভ্ৰাতৃসকল নিৰুৎসাহ হৈ পৰিব। কাৰণ ৰাজ্য-লাভৰ আশা সম্বন্ধে ময়েহে তেওঁলোকক উত্তেজিত কৰি ৰাখিছিলোঁ। ৩১ ॥

অৱশ্যে সৰ্ব্বশাস্ত্ৰবিদ্ মেধাৱী অৰ্জ্জুন শোকত কাতৰ হৈ নপৰিব পাৰে। দেৱ, দানৱ, গন্ধৰ্ব্ব আদিয়েও তেওঁক বলে নোৱাৰে। ৩২ ॥

সেই মহাবলী অৰ্জ্জুন অকলেই বিক্ৰমেৰে দেৱৰাজ ইন্দ্ৰকো মুহূৰ্ত্ততে স্থানচ্যুত কৰিবলৈ সমৰ্থ। ধৃতৰাষ্ট্ৰৰ পুত্ৰ দাম্ভিক, মূৰ্খ, কপট-পাশা খেলত নৈপুণ, সকলোৰে গৰ্হিত দুৰ্য্যোধনৰতো কথাই নাই। ৩৩-৩৪ ॥

পুত্ৰপ্ৰাণা দুঃখিনী আইৰ কাৰণেও মোৰ বৰ দুখ লাগিছে। বেচেৰীয়ে সদায় ভাবি আছিল, তেওঁৰ পুত্ৰসকল আনতকৈ বেছি বলী আৰু মহৎ। ৩৫ ॥

হে ভুজঙ্গম, মোৰ মৃত্যুৰ পাছত মোৰ সেই অনাথা মাতৃৰ সকলো মনোৰথ নিষ্ফল হ'ব। ৩৬ ॥

মোৰ বাহুবলেৰে বলীয়ান, মোৰ অনুগত, যমজ ভাই নকুল-সহদেৱো মোৰ মৃত্যুৰ কাৰণে নিৰুৎসাহ হৈ পৰিব, শোকত শুকাই-খীণাই যাব আৰু তেওঁলোকৰ বলবীৰ্য্য হ্ৰাস হৈ পৰিব। ৩৭-৩৮ ॥

ভীমসেনে এইদৰে বহু বিলাপ কৰিলে। সাপে মেৰিয়াই ধৰি থকা শক্তিকে তেওঁ সকলো লংঘন কৰিব নোৱাৰিলে। ৩৯ ॥

ইফালে কুন্তীপুত্ৰ যুধিষ্ঠিৰো নানাপ্ৰকাৰৰ অমঙ্গল দেখি চিন্তান্বিত হৈ পৰিল আৰু উদ্বিগ্ন হৈ উঠিল। ৪০ ॥

দক্ষিণ দিশৰ পৰা শিয়ালৰ অমঙ্গলীয়া চিঞৰ শুনিবলৈ পোৱা গ'ল। তেওঁৰ আশ্ৰমৰ পূবফালেও অমঙ্গল-আৰ্ত্তনাদ শুনা গ'ল। এঠেঙীয়া, এচকুৰা আৰু দেখিলে ভয় লগা ঘনচিৰিকা চৰাই তেজ বমিয়াই পশ্চিমলৈ লৰি যোৱা দেখা পালে। ৪১-৪২ ॥

হঠাতে প্ৰচণ্ড বতাহ বলিবলৈ ধৰিলে। লগে লগে পশু-পক্ষীবিলাক আৰ্ত্তনাদ কৰি চিঞৰি উঠিল। ৪৩ ॥

পিছফালৰপৰা ক'লা কাউৰীয়ে ভেঁকুক যেন কৰবৈ ধৰিলে, যোৱাঁ, যোৱাঁ, তুৰন্তে যোৱাঁ। লগে লগে তেওঁৰ সোঁ বাহু নাচি উঠিল। ৪৪

তেওঁৰ বুকুখন আৰু বাঁও ভৰিৰ তলুৱা তপত হ'ল। আগচকু নাচিবলৈ ধৰিলে। এই সকলোবিলাকে সূচনা কৰিলে, তেওঁৰ কিবা এটা বিপদ আহিছে। ৪৫ ॥

হে ভাৰত, মেধাৱী ধৰ্ম্মৰাজে জানিব পাৰিলে, তেওঁৰ কিবা বিপদ উপস্থিত। ভীম ক'লৈ গৈছে বুলি তেওঁ দ্ৰৌপদীক সুধিলে। ৪৬ ॥

দ্ৰৌপদীয়ে ক'লে, ভীম ওলাই যাবৰ ভালেমান বেলি হৈছে। ইয়াকে শুনি ধৌম্য পুৰোহিতেৰে সৈতে ৰজা যুধিষ্ঠিৰ তৎক্ষণাৎ তেওঁক বিচাৰি ওলাল ।৪৭ ॥

অৰ্জ্জুনক দ্ৰৌপদীৰ ৰক্ষাৰ ভাৰ দিলে আৰু নকুল-সহদেৱক ব্ৰাহ্মণসকলৰ শুশ্ৰূষাত নিয়োগ কৰিলে। ৪৮ ॥

ৰজাই আশ্ৰমৰপৰা পদব্ৰজে ওলাই আহি ঘোৰ অৰণ্যত ভীমসেনক বিচাৰিবলৈ ধৰিলে। ৪৯ ॥

পূৱ দিশলৈ গৈ বৰ বৰ হাতীবিলাক দেখা পালে আৰু দেখিলে, মাটিত ভীমৰ খোজ পৰি আছে। ৫০ ॥

তাত দেখিলে, শই-শই হাতী আৰু হাজাৰে-হাজাৰে হৰিণা পহু মৰি পৰি আছে। সেই পথ অনুসৰণ কৰি তেওঁ আগুৱাই যাবলৈ ধৰিলে। ৫১ ॥

দেখিলে, হৰিণাৰ পিছে পিছে বতাহৰ দৰে লৰি যাওঁতে ভীমৰ গাত লাগি অসংখ্য গছ-গছনি ভাগি পৰি আছে। ৫২ ॥

এইবিলাক চিন অনুসৰণ কৰি আগ বাঢ়ি গৈ গৈ পৰ্ব্বতৰ গুহা এটা পালে। ঠাইখনত শুকান শুকান বতাহ বলিছে, নানা কাঁইটীয়া গছেৰে ভৰপূৰ, শুকান ঠাই, পানী এটুপিও নাই। কিছুমান শিলৰ টুকুৰাৰ ওপৰত চুটি-চাপৰ গছ গজি আছে, অতি সঙ্কীৰ্ণ স্থান। সেই ঠাইত দেখিলে, এটা ভয়ঙ্কৰ অজগৰে ভীমক মেৰিয়াই ধৰি আছে। ৫৩-৫৪ ॥

ইতি মহাভাৰত বনপৰ্ব্বৰ অন্তৰ্গত অজগৰ-পৰ্ব্বত ভীমৰ অন্বেষণত যুধিষ্ঠিৰ নামৰ ঊন-অশীত্যধিকশততম অধ্যায়। ১৭৯ ॥

॥ অধ্যায় ১৮০ ॥

## ॥ অজগৰৰ প্ৰশ্ন ঃ যুধিষ্ঠিৰৰ উত্তৰ ॥

বৈশম্পায়নে ক'লে, মহামতি যুধিষ্ঠিৰে মৰমৰ ভায়েকক সাপৰ নেজেৰে মেৰ খাই থকা দেখা পাই এইদৰে কবলৈ ধৰিলে, ১ ॥

হে মোৰ ককাদৰৰ ভাই, তোমাৰ কেনেকৈ এনে বিপদ হ'ল ? পৰ্ব্বতৰ সদৃশ শৰীৰেৰে এই সৰ্পৰাজেই বা কোন ? ২ ॥

ভীমে ককায়েকক দেখা পাই সাপে তেওঁক কেনেকৈ মেৰিয়াই ধৰিলে আৰু অশেষ চেষ্টা কৰিও সাপৰ গৰাহৰপৰা কেনেকৈ নিজকে মুক্ত কৰিব নোৱাৰিলে—এই সকলো তেওঁক বিৱৰি ক'লে ৷ ৩ ॥

ভীমে ক'লে, দাদা, এওঁ মহাশক্তিশালী ৰাজৰ্ষি নহুষ ৷ সাপৰ দৰে এওঁক দেখা গৈছে আৰু খাবলৈ বুলি মোক ধৰি ৰাখিছে ৷ ৪ ॥

যুধিষ্ঠিৰে ক'লে, মহাশয়, অসীম বলৱান এওঁ মোৰ ভাই ৷ এওঁক অনুগ্ৰহ কৰি এৰি দিয়ক ৷ ক্ষুধা নিবাৰণৰ কাৰণে আপোনাক আন আহাৰ দিম ৷ ৫ ॥

সৰ্পই ক'লে, এই আহাৰ এজন ৰাজপুত্ৰ, মোৰ মুখত আহি পৰিছে ৷ আপুনি ইয়াত নাথাকিব ৷ কালিলৈ আপুনিও মোৰ আহাৰ হব লাগিব ৷ ৬ ॥

মহাশয়, মোৰ সীমাৰ ভিতৰত যি পৰেহি তেওঁ মোৰ ভক্ষ্য হয়—এইটো মোৰ নিয়ম ৷ আপুনিও মোৰ সীমাৰ ভিতৰত সোমাইছে ৷ ৭ ॥

বহু দিনৰ মূৰত আপোনাৰ ভায়েকক মই আহাৰ-ৰূপে পাইছো ৷ তেওঁক মই এৰি নিদিওঁ ; মই অন্য আহাৰো নিবিচাৰোঁ ৷ ৮ ॥

যুধিষ্ঠিৰে ক'লে, আপুনি দেৱতাই হওক, দৈত্যই হওক বা সাপেই হওক, মোক সত্য কৰি কওক, কি উদ্দেশ্যে আপুনি ভীমসেনক ধৰি ৰাখিছে ? মই যুধিষ্ঠিৰে আপোনাক প্ৰশ্ন কৰিছো ৷ ৯ ॥

হে ভুজঙ্গম, কি শক্তি বা জ্ঞান লাভ কৰিবলৈ পালে আপুনি সুখী হয় আৰু কি আহাৰ দিলে আপুনি এওঁক এৰি দিব পাৰে, অনুগ্ৰহ কৰি মোক কওক ৷ ১০ ॥

সৰ্পই ক'লে, হে মহাৰাজ, মই আপোনাৰ পূৰ্ব্বপুৰুষ ৷ মোৰ নাম নহুষ ৰজা ৷ চন্দ্ৰবংশৰ পঞ্চম ৰজা আয়ুৰ পুত্ৰ ৷ ১১ ॥

তপ, যজ্ঞ, দম, স্বাধ্যায় আৰু বিক্ৰমৰ দ্বাৰা মই ত্ৰৈলোক্যৰ প্ৰভুত্ব লাভ কৰিছিলো ৷ ১২ ॥

সেই ঐশ্বৰ্য্য লাভ কৰাৰ পাছত মোৰ অহঙ্কাৰ হ'ল, মোৰ দোলা-বাহক-ৰূপে মই এহেজাৰ ব্ৰাহ্মণ নিযুক্ত কৰিলোঁ। ১৩ ॥

হে মহাৰাজ, মই ঐশ্বৰ্য্যত মতলীয়া হৈ ব্ৰাহ্মণসকলক অপমান কৰা বাবে অগস্ত্য ঋষিয়ে মোৰ এনে দশা কৰিলে। ১৪ ॥

কিন্তু মহাৰাজ, সেই মহাত্মা অগস্ত্যৰ কৃপাতে আজিও মোৰ জ্ঞান লোপ হোৱা নাই। ১৫ ॥

হে মহাৰাজ, দিনৰ ষষ্ঠ ভাগত আপোনাৰ ভায়েকক মই আহাৰৰূপে পাইছোঁ। তেওঁক মই এৰি দিব নোৱাৰোঁ। মই আন আহাৰো নিবিচাৰোঁ। ১৬ ॥

কিন্তু আপুনি যদি আজি মোৰ প্ৰশ্নবিলাকৰ যথাযথ উত্তৰ দিব পাৰে, তেনেহলে আপোনাৰ ভায়েক বৃকোদৰক মই এৰি দিম। ১৭ ॥

যুধিষ্ঠিৰে ক'লে, হে ভুজঙ্গম, কওকচোন বাৰু। আপোনাৰ প্ৰশ্নৰ যথাসাধ্য উত্তৰ দি আপোনাৰ যাতে প্ৰীতি জন্মাব পাৰোঁ তাৰ বাবে যত্ন কৰিম। ১৮ ॥

হে সৰ্পৰাজ, আপুনি ব্ৰাহ্মণৰ বেদ্য নিৰ্বিশেষ-ব্ৰহ্মক জানে নে নাই বুজিহে আপোনাৰ প্ৰশ্নৰ মই যথোচিত উত্তৰ দিবলৈ চেষ্টা কৰিম। ১৯ ॥

সৰ্পই ক'লে, হে মহাৰাজ যুধিষ্ঠিৰ, ব্ৰাহ্মণ কোন? আৰু জগতত জ্ঞাতব্য বিষয় কি? মোক বুজাই কওক। আপোনাৰ কথাবতৰা বুজিব পাৰিছোঁ আপুনি এজন জ্ঞানী লোক। ২০ ॥

যুধিষ্ঠিৰে ক'লে, হে সৰ্পৰাজ, যি লোক সত্য, দান, ক্ষমা, সৎ চৰিত্ৰ অনিষ্ঠুৰতা, তপস্যা আৰু দয়া—এই কেইটা গুণৰ অধিকাৰী তেৱেঁই ব্ৰাহ্মণ। ২১ ॥

হে সৰ্প, এই জগতত একমাত্ৰ জ্ঞাতব্য বিষয় হৈছে সুখ-দুঃখৰ অতীত পৰম-ব্ৰহ্ম, যাৰ বিষয়ে জ্ঞান লভিলে দুঃখ-শোক একেবাৰেই নাথাকে। আপোনাৰ আৰু কিবা সুধিব লগীয়া থাকিলে সোধক। ২২ ॥

সৰ্পই কলে, সত্য সকল ব্ৰাহ্মণৰে স্বকীয়া ধৰ্ম্ম নহয়; চাৰিও জাতিৰে ধৰ্ম্ম। সেইদৰে চাৰিও জাতিৰে আচাৰো বেদমূলক। গতিকে সত্য, দান, অহিংসা, অক্ৰোধ দয়া, কৰুণা—শূদ্ৰৰ ভিতৰতো থাকিব পাৰে। ২৩ ॥

আৰু আপুনি যে সুখ-দুঃখৰ অতীত বেদ্য বস্তুৰ কথা ক'লে জগতত এনে এটা বস্তু থকা দেখা নাযায়। ২৪ ॥

যুধিষ্ঠিৰে ক'লে, শূদ্ৰৰ যি স্বাভাৱিক প্ৰবৃত্তি সি প্ৰকৃত ব্ৰাহ্মণত নাথাকে। জাতিত শূদ্ৰ হলেও শূদ্ৰ নহব পাৰে আৰু জাতিত ব্ৰাহ্মণ হলেও ব্ৰাহ্মণ নহব পাৰে। ২৫ ॥

যাৰ গাত ব্ৰাহ্মণৰ লক্ষণ থাকে তেওঁহে প্ৰকৃত ব্ৰাহ্মণ আৰু যাৰ গাত ব্ৰাহ্মণৰ গুণ নাথাকে তেওঁক শূদ্ৰ বুলিহে নিৰ্দ্দেশ কৰিব লাগে। ২৬ ॥

আৰৌ আপুনি যে ক'লে সুখ-দুখৰ অতীত কোনো বেদ্য বস্তু জগতত নাই, এই

কথা ঠিকেই ; কৰ্মৰ দ্বাৰা লাভ কৰা এনে কোনো অৱস্থা নাই য'ত সুখ বা দুঃখক এটাও নাই। ২৭ ॥

কিন্তু যেনেকৈ শীতল জলৰ মাজত অগ্নি থাকিব নোৱাৰে আৰু অগ্নিৰ ভিতৰত শীতল জল থাকিব নোৱাৰে, তেনেকৈ সুখ আৰু দুঃখ একোৱেই নিত' জ্ঞেয় বস্তুত থাকিব নোৱাৰে। মই ইয়াকে ভাবোঁ ; আপুনি বা কি কয়। ২৮-২৯ ॥

সৰ্পই ক'লে; হে মহাৰাজ, যদি আপুনি কয়, বৈদিক আচাৰৰ দ্বাৰাহে ব্ৰাহ্মণ হয় তেনেহ'লে যেতিয়ালৈকে আচাৰ আৱৰণ কৰা নহয় তেতিয়ালৈ জাতি নহব নেকি। ৩০ ॥

যুধিষ্ঠিৰে ক'লে, হে মহামতি সৰ্প, বৰ্ত্তমানে এই জগতত সকলো জাতিৰ সংমিশ্ৰণ হোৱা গতিকে কোন মানুহ কোন জাতিৰ জানিব পৰা বৰ কঠিন। ৩১ ॥

সকলো জাতিৰ পুৰুষে সকলো জাতিৰ তিৰোতাত সন্তান উৎপাদন কৰে। বাক্য, মৈথুন, জন্ম আৰু মৰণ সকলো মানুহৰে একে ধৰণৰ। ৩২ ॥

কিন্তু ব্ৰাহ্মণ নহ'লেতো যজ্ঞৰ অধিকাৰী নহয়, গতিকে আচাৰৰ দ্বাৰা ব্ৰাহ্মণৰ জাতি নিৰূপণ কৰা হয় বুলি জ্ঞানীসকলে কৈছে। ৩৩ ॥

নাভি-ছেদনৰ আগতে জাত-কৰ্ম্মৰ বিধান আছে। তাৰ পাছত, যথাসময়ত উপনয়ন হয়। উপনয়নৰ সময়ত জাতকৰ মাক হয় সাবিত্ৰী আৰু পিতাক হয় আচাৰ্য্য। উপনয়ন মানুহৰ দ্বিতীয় জন্ম। যেতিয়ালৈকে এই উপনয়নৰ দ্বাৰা দ্বিতীয় জন্ম নহয়, তেতিয়ালৈকে সকলো মানুহ শূদ্ৰৰ তুল্য হৈ থাকে। জাতি সম্বন্ধে সংশয় উপস্থিত হ'লে ইয়াৰ দ্বাৰায় নিৰূপণ কৰিব লাগে বুলি স্বয়ম্ভূ মনুৱে ব্যৱস্থা দিছে। ৩৪ ॥

সংস্কাৰ-বিহীন সকলো লোকেই শূদ্ৰৰ তুল্য। হে সৰ্পৰাজ, বৰ্ত্তমান কালত বৰ্ণসঙ্কৰৰে সংখ্যা বেছি। ৩৬ ॥

হে মহাসৰ্প, যাৰ সংস্কাৰ আছে তেওঁকেই ব্ৰাহ্মণ বুলি মই আগেয়ে কৈ গৈছো। ৩৭ ॥

সৰ্পই ক'লে, হে যুধিষ্ঠিৰ, আপুনি ব্ৰহ্মজ্ঞানী, আপোনাৰ কথা শুনি সুখী হলো। আপোনাৰ ভায়েক বৃকোদৰক মোৰ আৰু খোৱা নহ'ল। ৩৮ ॥

ইতি মহাভাৰতৰ বনপৰ্ব্বৰ অন্তৰ্গত অজগৰ-পৰ্ব্বত অজগৰৰ প্ৰশ্নঃ যুধিষ্ঠিৰৰ উত্তৰ নামৰ অশীত্যধিকশততম অধ্যায়। ১৮০ ॥

॥ অধ্যায় ১৮১ ॥

## ।। অজগৰৰ হাতৰপৰা ভীমৰ মুক্তি ।।

যুধিষ্ঠিৰে ক'লে, এই জগতত আপুনি এজন বেদ-বেদাঙ্গ আদিত পাৰদৰ্শী লোক। কি কাম কৰিলে মানুহে অনুত্তমা গতি পাব পাৰে সেই সম্পৰ্কে অনুগ্ৰহ কৰি কওক। ১ ॥

সৰ্পই ক'লে, যি লোকে সৎ পাত্ৰত দান কৰে, প্ৰিয় আৰু সত্য কথা কয় আৰু হিংসা-বৰ্জ্জিত কাম কৰে, তেৱেঁই স্বৰ্গপদ লাভ কৰে, এয়ে মোৰ মত। ২ ॥

যুধিষ্ঠিৰে ক'লে, হে সৰ্প, দান শ্ৰেষ্ঠ নে সত্য শ্ৰেষ্ঠ? অহিংসা ডাঙৰ নে প্ৰিয়বাদিতা ডাঙৰ? অনুগ্ৰহ কৰি কওক। ৩ ॥

সৰ্পই ক'লে, দান বা সত্য, তত্ত্বকথা বা অহিংসা বা প্ৰিয়বাদিতা—এই সকলোবিলাকৰে কাৰ্য্যৰ গুৰুত্ব অনুসৰি গুৰু-লঘুতাৰ নিৰ্ণয় হয়। ৪ ॥

কোনো কোনো ক্ষেত্ৰত দানতকৈ সত্য শ্ৰেয়ঃ। কোনোবা ক্ষেত্ৰত আকৌ সত্যতকৈ দানহে শ্ৰেয়ঃ। ৫ ॥

এইদৰে কোনো কোনো ক্ষেত্ৰত প্ৰিয়বাদিতাতকৈ অহিংসা শ্ৰেয়ঃ আৰু কোনো কোনো ক্ষেত্ৰত অহিংসাতকৈ প্ৰিয়বাদিতা শ্ৰেয়ঃ। ৬ ॥

কাৰ্য্যৰ তাৎপৰ্য্য অনুসৰি এই মহৎ গুণবিলাকৰ গুৰু-লঘুতাৰ নিৰ্ণয় হয়। এতিয়া, আৰু আন কিবা কথা সুধিব খুজিলে সোধক, মই উত্তৰ দিম। ৭ ॥

যুধিষ্ঠিৰে ক'লে, মৃত্যুৰ লগে লগে শৰীৰৰ ধ্বংস হয়। এই অশৰীৰী আত্মা স্বৰ্গলৈ বা যায় কেনেকৈ, আৰ্জ্জিত কৰ্ম্মফলেই বা কেনেকৈ ভোগ কৰে—আৰু, তেতিয়া আমাৰ ভোগৰ বিষয়ে বা কি—এই সকলো বিষয় মোক বিবৰি কওক। ৮ ॥

সৰ্পই ক'লে, হে মহাৰাজ, নিজ কৰ্ম্ম অনুসৰি প্ৰাণীসকলৰ তিনি বিধ গতি লাভ হয়। কিছুমানৰ স্বৰ্গপ্ৰাপ্তি হয়, কিছুমানে আকৌ মানুহ হৈ জন্ম গ্ৰহণ কৰে। আন কিছুমানে আকৌ পশু-পক্ষীৰ যোনিত জনম লভে। ৯ ॥

মনুষ্য জন্ম লাভ কৰি সদা-সৰ্ব্বদায় শুদ্ধচিত্তে দান আদি হিংসা-বৰ্জ্জিত কৰ্ম্ম কৰি পুনৰাই স্বৰ্গ লাভ কৰে। ১০ ॥

ইয়াৰ বিপৰীত কৰ্ম্ম কৰি আকৌ মনুষ্য জন্ম লাভ কৰে। পশু-পক্ষী-যোনি কেনেকৈ প্ৰাপ্ত হয় কওঁ শুনক। ১১ ॥

যি মানুহ কাম-ক্ৰোধৰ দ্বাৰা বশীভূত হয়, হিংসা আৰু লোভৰ দ্বাৰা পৰিচালিত হয়, সি পশু বা পক্ষী হৈ জন্ম গ্ৰহণ কৰে। ১২ ॥

পশুৰ ভিতৰতো বিশেষত্ব আছে। তাৰে কিছুমান মনুষ্য জন্মৰ পূৰ্ব্বাভাস। গো-জন্ম আৰু অশ্ব-জন্মৰ পাছত দেৱত্ব লাভ কৰাও দেখা যায়। ১৩ ॥

এই সংসাৰত কামিলা লোকসকল যেনেকৈ ইফালে সিফালে বিচৰণ কৰি ফুৰে আৰু অকামিলা লোকসকল একে ঠাইতে বহি থাকে—সেইদৰে কৰ্ম্মফল ভোগ কৰিবৰ কাৰণে জীৱই ভিন ভিন যোনিত জন্ম গ্ৰহণ কৰে। কিন্তু যিবিলাক জ্ঞানী পুৰুষ কৰ্ম্মফল-বন্ধনপৰা মুক্ত হব পাৰিছে, তেওঁলোকে গতি-হীন হৈ পৰম ব্ৰহ্মত চিৰকাল বাস কৰি থাকে। ১৪ ॥

ফলাকাঙ্ক্ষী কৰ্ম্মীসকলে ভিন্ন ভিন্ন শৰীৰ প্ৰাপ্ত হৈ বাৰে বাৰে জনম লভি কৰ্ম্মফল ভোগ কৰে। কিন্তু নিষ্কাম কৰ্ম্মীসকলে চিত্ত-শুদ্ধি হোৱাৰ কাৰণে জন্ম-মৃত্যুৰ সকলো দোষ বৰ্জি পায়। ১৫ ॥

যুধিষ্ঠিৰে ক'লে, হে সৰ্প, আপুনি ধীৰ। আত্মাই কিদৰে শব্দ, স্পৰ্শ, ৰূপ, ৰস, গন্ধ গ্ৰহণ কৰে, বুজাই কওক। ১৬ ॥

হে সৰ্পশ্ৰেষ্ঠ, হে মহামতি, আপুনি কৈছে, সকলো ইন্দ্ৰিয়ৰ দ্বাৰা সকলো বিষয়ৰে একে লগে জ্ঞান নহয়—ইয়াৰ কাৰণ কি কওক। ১৭ ॥

সৰ্পই ক'লে, আত্মাই যেতিয়া দেহক আশ্ৰয় কৰে, তেতিয়া ইন্দ্ৰিয়বিলাকৰ সহায়েৰে যথোচিতভাৱে বাসনাৰ ফল উপভোগ কৰে। ১৮ ॥

আত্মাৰ ভোগাধিকৰণ হৈছে দেহ। হে ভৰতশ্ৰেষ্ঠ, জ্ঞান, বুদ্ধি আৰু মনো সেই ভোগাধিকৰণৰ কাৰণ। ১৯ ॥

জীৱাত্মা মন ইন্দ্ৰিয়ৰ দ্বাৰা নিজ ক্ষেত্ৰৰপৰা ওলাই আহি ৰূপ আদি বিষয়বস্তুবিলাকত প্ৰৱেশ কৰে। ২০ ॥

প্ৰাণীসকলৰ মনকে বুদ্ধিয়েহে প্ৰেৰণা দিয়ে। বুদ্ধিৰ সহায় নললে মনে কোনো বস্তুকে গ্ৰহণ কৰিব নোৱাৰে। এই কাৰণে মনে একে সময়তে সকলো বিষয় গ্ৰহণ কৰিব নোৱাৰে। ২১ ॥

হে মহাত্মন্, ভ্ৰূযুগলৰ মধ্যত অৱস্থিত আত্মাই স্থূল বা সূক্ষ্ম—ভিন ভিন বস্তু সম্বন্ধে বুদ্ধি প্ৰেৰণ কৰে। ২২ ॥

জ্ঞানী লোকসকলে কেতিয়াবা কেতিয়াবা বুদ্ধিৰ অগোচৰ জ্ঞানো লাভ কৰে। সেই স্ব-প্ৰকাশক জ্ঞান আত্মাৰ স্বকীয়া গুণ। ২৩ ॥

যুধিষ্ঠিৰে ক'লে, মন আৰু বুদ্ধিৰ লক্ষণ কি মোক অনুগ্ৰহ কৰি কওক। অধ্যাত্ম জ্ঞানীসকলৰ এয়ে পৰম ধন। ২৪ ॥

সৰ্পই ক'লে, বুদ্ধি আৰু আত্মাৰ ওতপ্ৰোত সম্বন্ধ। বুদ্ধি আত্মাৰ আশ্ৰয় লাভ কৰিহে কল্যাণকাৰিণী হয়। ২৫ ॥

কাৰ্য্যৰপৰা বুদ্ধিৰ উৎপন্ন হয়, বুদ্ধিৰ গুণৰ বিধান অনুসৰি মনৰ জন্ম। মনক বুদ্ধিৰ গুণ বুলিও কব পাৰি। ২৬ ॥

হে মহাৰাজ, মন আৰু বুদ্ধিৰ এয়ে তাৎপৰ্য্য। অৱশ্যে আপুনিও এই সম্বন্ধে জানে। আপোনাৰ বা মত কি? ২৭ ॥

যুধিষ্ঠিৰে ক'লে, হে সৰ্প, আপুনি জ্ঞানীসকলৰ ভিতৰত শ্ৰেষ্ঠ, সকলো সৎ বুদ্ধি আপোনাৰ আছে। জ্ঞাতব্য সকলো বিষয় আপুনি জানে। ২৮ ॥

আপুনি সৰ্ব্বজ্ঞ, স্বৰ্গবাসী। আপুনি অদ্ভুত কৰ্ম্ম সম্পাদন কৰিছে; তথাপি আপোনাৰ অন্তৰত অজ্ঞানে কেনেকৈ প্ৰৱেশ কৰিবলৈ পালে, মোক ভাঙি কওক, মোৰ বৰ সংশয় উপস্থিত হৈছে। ২৯ ॥

সৰ্পই ক'লে, মহাজ্ঞানী আৰু মহান শক্তিশালী লোককো ঐশ্বৰ্য্যই মুহিব পাৰে। মোৰ বিশ্বাস, সুখত থকা সকলো লোককে অহঙ্কাৰে মুগ্ধ কৰে। ৩০ ॥

হে যুধিষ্ঠিৰ, ঐশ্বৰ্য্যৰ মোহত মই অহঙ্কাৰী হৈ পৰিলো, ফলত মোৰ পতন হ'ল। আপোনাৰ লগত কথা পাতি পূৰ্ব্ব-জ্ঞান ফিৰাই পাইছো। ৩১ ॥

হে মহাৰাজ, আপুনি মোৰ মহৎ উপকাৰ সাধন কৰিলে। আপোনাৰ দৰে সাধুৰ লগত বহা পাতি মই দুৰ্ঘোৰ অভিশাপৰপৰা মুক্ত হ'লো। ৩২ ॥

তাহানিখন মই স্বৰ্গত বিমানেৰে ঘূৰি ফুৰিছিলো। দৰ্পত মত্ত হৈ কাকো মই খেৰ-কুটা হেনো গণ্য নকৰিছিলো। ৩৩ ॥

ব্ৰহ্মৰ্ষি, দেৱতা, গন্ধৰ্ব্ব, যক্ষ, ৰাক্ষস, পন্নগ আদি ত্ৰৈলোক্যবাসী সকলোৱে মোক কৰ শোধাব লাগিছিল। ৩৪ ॥

হে মহাৰাজ, মোৰ দৃষ্টি শক্তি ইমানেই আছিল যে যাৰ পিনে মই কেৰা-হিকৈ চাওঁ তাৰ সকলো শক্তি তৎক্ষণাৎ লোপ পায়। ৩৫ ॥

মোৰ দোলা ব'বলৈ এহাজাৰ ব্ৰহ্মৰ্ষিক লগাই দিছিলো। সেই মহাপাপে মোৰ সকলো শ্ৰী হৰণ কৰিলে। ৩৬ ॥

এদিনাখন এইদৰে মোৰ দোলা গৈ থাকোঁতে অগস্ত্য মুনিক মই ভৰিৰে স্পৰ্শ কৰিলো। অগস্ত্যৰ খং উঠি মোক অভিশাপ দিলে "তোৰ পতন হওক—তই সাপ হ গৈ।" ৩৭ ॥

যেতিয়া মই সাপ হৈ তলমূৰাকৈ পৃথিবীৰফালে নামি আহিবলৈ ধৰিলো তেতিয়াহে মোৰ জ্ঞান উপজিল। মই সকাতৰে অগস্ত্যক প্ৰাৰ্থনা কৰিলো—প্ৰভু, মোৰ শাপান্তৰ বিধান কৰক। ৩৮ ॥

আৰু ক'লো, হে প্ৰভু, অহঙ্কাৰত মতলীয়া হৈছো —মোক আপুনি ক্ষমা কৰক। তেতিয়া সেই ঋষি মোৰ প্ৰতি দয়া-পৰৱশ হৈ মই তললৈ নামি আহি থকা অৱস্থাত ক'লে, ধৰ্ম্মৰাজ যুধিষ্ঠিৰে তোমাক শাপ-মুক্ত কৰিব। হে মহাৰাজ, তোমাৰ এই ঘোৰ অহঙ্কাৰৰ কাৰণে হোৱা পাপৰ ফল যেতিয়া শেষ হৈ যাব তেতিয়া তুমি আকৌ তোমাৰ পুণ্যৰ ফল ভোগ কৰিবলৈ পাবা। তাৰ পাছত

তেওঁৰ তপোবল দেখি মই বিস্ময় মানিলো। তেওঁৰ সেই আশীৰ্ব্বাদৰ কাৰণে মই আপোনাক ব্ৰহ্ম আৰু ব্ৰাহ্মণ সম্পৰ্কে কব পাৰিলো। সত্য, ইন্দ্ৰিয়-দমন, তপস্যা, দান, অহিংসা আৰু ধৰ্ম্মনিষ্ঠতা—এইবোৰৰ দ্বাৰায় মানুহে ব্ৰাহ্মণত্ব লাভ কৰে। হে মহাৰাজ, জাতি বা কুলে ব্ৰাহ্মণত্ব দিব নোৱাৰে। আপোনাৰ ভায়েক ভীমসেন বিপদৰপৰা মুক্ত। মহাৰাজ, আপোনাৰ মঙ্গল হওক। মই আকৌ স্বৰ্গলৈ আহিলো। ৩৯-৪৩ ॥

বৈশম্পায়নে ক'লে, এই কথা কৈ নহুষ ৰজা অজগৰ-শৰীৰ ত্যাগ কৰি দিব্য-দেহ ধাৰণ কৰি স্বৰ্গলৈ গুচি গ'ল। ৪৪ ॥

যুধিষ্ঠিৰো ভায়েক ভীম আৰু পুৰোহিত ধৌম্যোৰে সৈতে আশ্ৰমলৈ উভতি আহিল। ৪৫ ॥

আশ্ৰমত উপস্থিত থকা সকলো ব্ৰাহ্মণকে যুধিষ্ঠিৰে সকলো কথা যথাযথভাৱে বিবৰি ক'লে। ৪৬ ॥

সকলো কথা শুনি ব্ৰাহ্মণসকলে আৰু যুধিষ্ঠিৰৰ আন তিনিজন ভায়েক আৰু যশস্বিনী দ্ৰৌপদীয়ে লাজ পালে। ৪৭ ॥

পাণ্ডৱসকলৰ মঙ্গলৰ অৰ্থে সেই শ্ৰেষ্ঠ ব্ৰাহ্মণসকলে ভীমৰ দুঃসাহসিকতাক নিন্দা কৰিলে আৰু ভৱিষ্যতে যাতে তেনে দুঃসাহসিকতাৰ কাম নকৰে সেই সম্পৰ্কে উপদেশ দিলে। ৪৮ ॥

পাণ্ডৱসকলেও ভীমক দেখা পাই ভয়ৰপৰা মুক্ত হৈ আনন্দতে হৰ্ষধ্বনি কৰিবলৈ ধৰিলে। ৪৯ ॥

ইতি মহাভাৰতৰ বনপৰ্ব্বৰ অন্তৰ্গত অজগৰ-পৰ্ব্বত অজগৰৰ হাতৰপৰা ভীমৰ মুক্তি নামৰ এক-অশীত্যধিশততম অধ্যায় ॥ ১৮১ ॥

॥ অধ্যায় ১৮২ ॥

## ॥ মাৰ্কণ্ডেয়-সমাস্যা-পৰ্ব্বঃ পাণ্ডৱসকলৰ কাম্যক-বন-গমন ॥

বৈশম্পায়নে ক'লে, এইদৰে পাণ্ডৱসকল তাত বাস কৰি থাকোঁতে গ্ৰীষ্ম-কালৰ অন্ত পৰিল, আৰু সকলো প্ৰাণীৰে সুখদায়ক বৰ্ষাকাল আৰম্ভ হ'ল। ১ ॥

মেঘে আকাশ আৱৰি ধৰিলে, ঘনে ঘনে গৰজি উঠিল, দিনে-ৰাতিয়ে বৰষুণ হবলৈ ধৰিলে। প্ৰায় সততে আকাশ অন্ধকাৰ হৈ থাকিল। ২ ॥

সূৰ্য্যৰ কিৰণ নপৰা গতিকে শ শ, হাজাৰ হাজাৰ মণ্ডপ অন্ধকাৰ হৈ পৰিল, কেৱল মাথোন মাজে মাজে বিজুলীৰ পোহৰে উজলাই ৰাখিলে। ৩ ॥

বাঁহ-বনেৰে পৃথিৱী আবৃত হ'ল। কেচু, সাপ, জোক, ড'াহ, মহ আদি মত্তলীয়া হৈ উঠিল। ইফালে সিফালে পানী ডোঙা বাদ্ধিলে। পৃথিৱী শান্ত হৈ পৰিল। ৪ ॥

চাৰিওফালে পানী উপচি পৰিল। সম-বিষম, খাল-বাম একোৰে চিন-চাব নোহোৱা হ'ল। ৫ ॥

নদীৰ পানী উপচি পৰিল, বিস্মা শবদে, তীৰ যেগে নৈবিলাক ব'ৰলৈ ধৰিলে, গছ-গছনিবিলাকে মনোমোহা শোভা ধাৰণ কৰিলে। ৬ ॥

বৰষুণৰ শব্দৰ লগত বনৰিৰ মাজৰ গাহৰি, গছ আদি নানা প্ৰকাৰ জীৱ-জন্তু আৰু চৰাই-চিৰিকতিৰ নানা ধৰণৰ কলৰৱ শুনা গ'ল। ৭ ॥

ম'ৰা, চাকৈ-চকোৱা, কুলি-কেতেকী, বেং-ভেকুলি সকলোৱে আনন্দতে নাচি নাচি গান গাবলৈ ধৰিলে। ৮ ॥

পৰ্ব্বতৰ ওখ ওখ ঠাইবিলাকত বিচৰণ কৰি ফুৰা পাণ্ডৱসকলক এইদৰে প্ৰকৃতিয়ে যেন অভিনন্দন জনালে। ৯ ॥

লাহে লাহে বৰ্ষাকাল অতীত হৈ গ'ল। শৰতে ভুমুকি মাৰিলে। হাঁহ, বগলী-বোৰ জাকে জাকে উৰি আহিল। পৰ্ব্বত-ভৈয়ামত লতা-বন গজি উঠিল। নৈৰ পানী স্বভাৱতে নিৰ্ম্মল হ'ল। ১০ ॥

নিৰ্ম্মল আকাশ জোন-তৰাৰে জিলিকি উঠিল। পশু-পক্ষীবোৰে উলহ-মালহেৰে চাৰিওফালে লৰা-ঢপৰা কৰি ফুৰিবলৈ ধৰিলে। ইয়াকে দেখি পাণ্ডৱসকলৰ মনত অপাৰ আনন্দ লাগিল। ১১ ॥

ধূলি-মাকতি নোহোৱা নিৰ্ম্মল আকাশ গ্ৰহ-নক্ষত্ৰ, চন্দ্ৰ-তৰা আদিৰে সুশোভিত হৈ উঠিল। ১২ ॥

নিৰ্ম্মল পানীৰে ভৰা নৈ-পুখুৰীবিলাক ভেট-পদুম আদি নানা ফুলেৰে উপচি পৰিল। ১৩ ॥

পুন্যতীৰ্থা সৰস্বতী নদী পানীৰে ভৰপূৰ হ'ল। দুয়োপাৰে বেতনিবোৰে অপূৰ্ব্ব শোভা ধাৰণ কৰিলে। সৰস্বতী নদীৰ পানী আকাশৰ দৰে উজলি উঠিল। পাণ্ডৱ-সকলে সেই সৰস্বতী নদীৰ তীৰত বিচৰণ কৰি পৰম আনন্দ উপভোগ কৰিলে। ১৪-১৫ ॥

হে জনমেজয়, এইদৰে তাত বাস কৰি থাকোঁতে কাতি মাহৰ পুণ্যতমা নিশা শৰৎ পূৰ্ণিমা উপস্থিত হ'ল। ১৬ ॥

পুণ্যশীল মহাত্মা তপস্বীসকলেৰে সৈতে পাণ্ডৱসকলে যান-বাহানাদিত বোজা দি যোৱাৰ উদ্যোগ কৰিলে। ১৭ ॥

কৃষ্ণপক্ষৰ আৰম্ভতে ধৌম্য পুৰোহিত, স্তুতি-পাঠক, সুপকাৰ আৰু পৰিচাৰক-বৰ্গেৰে সৈতে পাণ্ডৱসকল কাম্যক-বনলৈ যাত্ৰা কৰিলে। ১৮ ॥

ইতি মহাভাৰতৰ বনপৰ্ব্বৰ অন্তৰ্গত মাৰ্কণ্ডেয়-সমাস্যা-পৰ্ব্বত পাণ্ডৱসকলৰ কাম্যক-বন-গমন নামৰ দ্বি-অশীত্যধিকশততম অধ্যায়। ১৮২।

॥ অধ্যায় ১৮৩ ॥

## ॥ কাম্যক-বনলৈ শ্ৰীকৃষ্ণ আৰু মাৰ্কণ্ডেয় ঋষিৰ আগমন ॥

বৈশম্পায়নে ক'লে, হে জনমেজয়, যুধিষ্ঠিৰক আগত লৈ দ্ৰৌপদীৰে সৈতে পাণ্ডৱসকলে কাম্যক-বনত প্ৰবেশ কৰিলে। ঋষি-মুনিসকলৰ আতিথ্য গ্ৰহণ কৰি তেওঁলোক উপৱেশন কৰিলে। ১ ॥

এইদৰে তেওঁলোক তাত সুখেৰে বাস কৰিবলৈ ধৰিলে। বহুত ব্ৰাহ্মণ ঋষি তেওঁলোকক আৱৰি থাকিল। ২ ॥

এনেতে এদিনাখন এজন ব্ৰাহ্মণে খবৰ দিলে, অৰ্জ্জুনৰ প্ৰিয় সখা, মহাপ্ৰাণ, মহাবীৰ, দয়াৰ সাগৰ শ্ৰীকৃষ্ণ আহি আছে। ৩ ॥

আপোনালোক যে ইয়াতে আছে, শ্ৰীহৰিয়ে এই কথা জানে। তেওঁ সদায় আপোনালোকৰ মঙ্গল কামনা কৰে। তেওঁ আপোনালোকৰ লগত সাক্ষাৎ কৰিবলৈ বুলি আহিছে। ৪ ॥

তপস্যা-নিৰত, চিৰঞ্জীৱী, মহাত্মা মাৰ্কণ্ডেয় ঋষিও অতি শীঘ্ৰে আপোনালোকৰ ওচৰ পাবহি। ৫ ॥

তেওঁ এই কথা কোৱাৰ লগে লগে মহাৰথী শ্ৰীকৃষ্ণ শৈব্য আৰু সুগ্ৰীৱ নামক দুটা ঘোঁৰাই টনা ৰথত উঠি আহি পালেহি। ৬ ॥

শচীক লগত লৈ ইন্দ্ৰ অহাৰ দৰে সত্যভামাৰে সৈতে শ্ৰীকৃষ্ণ পাণ্ডৱসকলৰ লগত সাক্ষাৎ কৰিবলৈ আহি পালে। ৭ ॥

ৰথৰপৰা নামিয়েই মহামতি শ্ৰীকৃষ্ণই ধৰ্ম্মৰাজ যুধিষ্ঠিৰক আৰু মহাবলী ভীমক যথাবিধি প্ৰণাম কৰিলে। ৮ ॥

পুৰোহিত ধৌম্যকো যথাবিধি পূজা কৰিলে। নকুল-সহদেৱে শ্ৰীকৃষ্ণক অভিবাদন কৰাৰ পিচত তেওঁ অৰ্জ্জুনক আলিঙ্গন কৰিলে আৰু দ্ৰৌপদীক যথান্যায় সম্ভাষণ কৰিলে। ৯ ॥

শ্ৰীকৃষ্ণই প্ৰিয় সখা অৰ্জ্জুনক বহুদিনৰ মূৰত লগ পাই বাৰে বাৰে আলিঙ্গন কৰিলে। ১০ ॥

সেই ৰূপে শ্ৰীকৃষ্ণৰ প্ৰিয় মহিষী সত্যভামায়ো পাণ্ডৱসকলৰ প্ৰিয় ভাৰ্য্যা দ্ৰৌপদীক আলিঙ্গন কৰিলে। ১১ ॥

তাৰ পাছত পাণ্ডৱসকলে পুৰোহিত আৰু ভাৰ্য্যাৰে সৈতে শ্ৰীকৃষ্ণক চাৰিও-ফালে বেঢ়ি ধৰি যথাবিধি অৰ্চনা কৰিলে। ১২॥

মহাজ্ঞানী শ্ৰীকৃষ্ণ আৰু অনুৰ্ঘাতী অৰ্জ্জুন—এই দুয়োৰে মিলনত এনেহে দেখা গৈছিল যেন মহাত্মা ভূতনাথ ৰুদ্ৰ মহাবীৰ কাৰ্ত্তিকেৰে সৈতেহে মিলিত হৈছে। ১৩॥

তাৰ পাছত অৰণ্যত যি যি ঘটিছিল সকলোবিলাক শ্ৰীকৃষ্ণক কৈ উঠি সুভদ্ৰা আৰু অভিমন্যু কেনে আছে পুনৰ সুধিলে। ১৪॥

মধুৰিপু শ্ৰীকৃষ্ণই পুৰোহিত ধৌম্য, অৰ্জ্জুন আৰু দ্ৰৌপদীক আকৌ সম্ভাষণ কৰি তেওঁলোকৰ মাজত বহি মহাৰাজ যুধিষ্ঠিৰক প্ৰশংসা কৰি কবলৈ ধৰিলে, ১৫॥

পাণ্ডৱসকলৰ পক্ষে ৰাজ্য লাভতকৈও ধৰ্ম্ম ডাঙৰ। সেই ধৰ্ম্ম বৃদ্ধিৰ কাৰণে তপস্যা কৰাৰ আৱশ্যক। সত্য আৰু সৰলভাৱে আপুনি স্বধৰ্ম্ম পালন কৰি ইহ-কাল পৰকাল—উভয়কে জয় কৰিছে। ১৬॥

বিদ্যা উপাৰ্জ্জন কৰি আপুনি ব্ৰত আচৰণ কৰিছে, সমগ্ৰ ধনুৰ্ব্বেদ শিক্ষা কৰি ক্ষত্ৰিয় ধৰ্ম্মেৰে ধন উপাৰ্জ্জন কৰিছে। এইদৰে আপুনি পুৰণি কালৰ সকলো যজ্ঞৰ ফল লাভ কৰিছে। ১৭॥

গ্ৰাম্য ধৰ্ম্মত আপোনাৰ ৰতি নাই, হে মহাৰাজ, কামনাৰ বশীভূত হৈ আপুনি কোনো কামকে নকৰে আৰু অৰ্থৰ লোভত আপুনি ধৰ্ম্ম ত্যাগ নকৰে। সেই কাৰণেই আপুনি যথাৰ্থতে ধৰ্ম্মৰাজ। ১৮॥

ৰাজ্য-ধন আৰু ভোগৰ অধিকাৰী হৈও আপুনি দান, সত্য, তপ, শ্ৰদ্ধা, বুদ্ধি, ক্ষমা আৰু ধৈৰ্য্য ত্যাগ কৰা নাই, বৰঞ্চ এইবিলাকতেই আপোনাৰ সদায় ৰতি। ১৯॥

কুৰুজাঙ্গলবিলাকৰ বৃহৎ জনতাই যেতিয়া সভাৰ মাজত দ্ৰৌপদীক নিৰাশ্ৰয় অৱস্থাত দেখিও কোনো প্ৰতিকাৰ নকৰিলে, এনে ধৰ্ম্ম আৰু সদাচাৰ-বিৰোধী কাম দেখিও আপোনাৰ বাহিৰে আন কোনে সহিব পাৰিলেহেঁতেন। ২০॥

নিশ্চয় আপুনি সকলো সমৃদ্ধি লাভ কৰি অতি সোনকালে প্ৰজা পালন কৰিবলৈ পাব। যদি আপোনাৰ প্ৰতিজ্ঞা সমাপ্ত হৈছে তেনেহলে আমিও কৌৰৱবিলাকক দমন কৰাত সহায় কৰিম। ২১॥

তাৰ পাছত শ্ৰীকৃষ্ণই ধৌম্য, ভীম, যুধিষ্ঠিৰ, নকুল, সহদেৱ আৰু দ্ৰৌপদীক লক্ষ্য কৰি ক'লে, আপোনালোকৰ ভাগ্যৰ বলতে অৰ্জ্জুনে শিৱক সন্তুষ্ট কৰি দিব্য অস্ত্ৰ লাভ কৰিছে। ২২॥

শ্ৰীকৃষ্ণই যাজ্ঞসেনী দ্ৰৌপদীক সম্বোধন কৰি ক'লে, তুমি বৰ ভাগ্যৱতী, কিয়নো তোমালোকৰ আগৰগুৰাৰূপে অৰ্জ্জুনক পাইছা। ২৩॥

হে দ্ৰৌপদী, তোমাৰ পুত্ৰসকল অতি চৰিত্ৰৱান। ধনুৰ্ব্বেদত তেওঁলোকৰ বিশেষ অনুৰাগ। সৎ-চৰিত্ৰৱান বন্ধু-বান্ধৱৰ লগত তেওঁলোক উমলি-জামলি ফুৰে। ২৪॥

তোমাৰ পিতাৰা আৰু ভায়েৰা—সকলোৰে সৈতে তেওঁলোকেও আন আন ৰাজ্য

আৰু ৰাষ্ট্ৰৰপৰা নিমন্ত্ৰণ পায়। তেওঁলোকে যজ্ঞসেনৰ ঘৰত বা মোমায়েকহঁতৰ ঘৰতে থাকি ভাল নাপায়। ২৫ ॥

তোমাৰ ধনুৰ্ব্বেদত ৰতিশীল পুত্ৰসকলে নিৰ্বিঘ্নে দ্বাৰকা দেশলৈ গৈ দ্বাৰকা নগৰীত প্ৰৱেশ কৰি দেৱতাৰ কথা পাহৰি গৈছে। ২৬ ॥

তুমি তেওঁলোকৰ প্ৰতি যেনে ব্যৱহাৰ কৰিব পাৰা, আৰ্য্যা কুন্তীয়ে যেনে ব্যৱহাৰ কৰে, সুভদ্ৰায়ো ঠিক তেনে ব্যৱহাৰেই কৰিছে। ২৭ ॥

হে দ্ৰৌপদী, ৰুক্মিণী-পুত্ৰ, প্ৰদ্যুম্নই অনিৰুদ্ধ, অভিমন্যু, সুনীথ আৰু ভানুক যিদৰে শিক্ষা দিছে তোমাৰ পুত্ৰসকলকো সেইদৰেই শিক্ষা দিছে। ২৮ ॥

অভিমন্যু কুমাৰে তেওঁলোকক সাৱধানে তৰোৱাল, গদা, চৰ্ম্ম আদি অস্ত্ৰবিলাক কেনেকৈ ধৰিব লাগে, ৰথ-অশ্ব কেনেকৈ পৰিচালনা কৰিব লাগে ভালদৰে শিক্ষা দিছে। ২৯ ॥

প্ৰদ্যুম্নয়ো যথাবিধি তেওঁলোকক আৰু অভিমন্যুক অস্ত্ৰ-শস্ত্ৰৰ শিক্ষা দি তেওঁলোক সকলোটিৰে পৰাক্ৰমত পৰম সন্তোষ লাভ কৰিছে। ৩০ ॥

তেওঁলোক যেতিয়া বিহাৰ কৰিবলৈ যায় তেওঁলোকৰ প্ৰত্যেকৰ লগে লগে ৰথ আৰু হাতী ঘোৰাও যায়। ৩১ ॥

তাৰ পাছত শ্ৰীকৃষ্ণই ধৰ্ম্মৰাজ যুধিষ্ঠিৰক সম্বোধন কৰি ক'লে, মহাৰাজ, যদুবংশীয় বীৰসকল আৰু কুকুৰ আৰু অন্ধকসকল আপোনাৰ আদেশ পালন কৰিবলৈ সাজু হৈ আছে। ৩২ ॥

বলৰামৰ অধিনায়কত্বত মথুৰাৰ মহাবেশী সৈন্যসকল ৰথ-অশ্ব পদাতি সমন্বিতে আপোনাৰ আদেশ পালনৰ কাৰণে সাজু হৈ ৰৈ আছে। ৩৩ ॥

মহাৰাজ, পৃথিৱী-পুত্ৰ নৰকাসুৰক, সৌভাধিপতি শাল্বক যি পথেৰে নিয়া হৈছে মহাপাপী দুৰ্য্যোধনকো তাৰ বন্ধুবৰ্গেৰে সৈতে সেই পথেৰে পঠিয়াই দিয়ক। ৩৪ ॥

হে মহাৰাজ, সভাত আপুনি যিদৰে প্ৰতিজ্ঞা কৰিছে, সেই প্ৰতিজ্ঞামতে আপুনি নিশ্চিন্ত হৈ থাকক। অচিৰতে যদু-সৈন্যই শত্ৰু-সৈন্যক বধ কৰি হস্তিনাপুৰ আপোনাক সমৰ্পণ কৰিব। ৩৫ ॥

আপুনি দুঃখ-কষ্ট সকলো পাহৰি আপোনাৰ ইচ্ছামতে বিচৰণ কৰক। আপুনি অচিৰতে আপোনাৰ ৰাষ্ট্ৰেৰে সৈতে হস্তিনাপুৰৰ ৰাজ-সিংহাসন লাভ কৰিব। ৩৬ ॥

পুৰুষোত্তম শ্ৰীকৃষ্ণৰ কথা শুনি তেওঁৰ মত জানিব পাৰি ধৰ্ম্মৰাজ যুধিষ্ঠিৰে কৃতাঞ্জলি হৈ কেশৱক এইদৰে কবলৈ ধৰিলে, ৩৭ ॥

হে কেশৱ, আপুনি পাণ্ডৱসকলৰ গতি আৰু পাণ্ডৱসকল আপোনাৰ শৰণাগত, এই সম্পৰ্কে কোনো সন্দেহ নাই। যেতিয়া সময় উপস্থিত হয় তেতিয়া সকলো কাম সম্পন্ন হব। কাৰণ, আপুনি সকলোৰে কৰ্ত্তা। ৩৮ ॥

পাণ্ডৱসকলে আপোনাকে চিন্তা কৰি প্ৰতিজ্ঞা অনুসৰি এই বাৰ বছৰ কাল নিৰ্জ্জনত বাস কৰিছে, এতিয়া বাকী অজ্ঞাত-বাসৰ কাল পালন কৰিব। ৩৯ ॥

হে কৃষ্ণ, আপোনাৰ যেন সদায় এনে সম্ভাৰ থাকে। পাণ্ডৱসকল সত্যত আছে। হে কেশৱ, বন্ধু-পৰিজন সমন্বিতে সত্যপৰায়ণ দানশীল, পাণ্ডৱসকল সদায় আপোনাত শৰণাপন্ন। ৪০ ॥

বৈশম্পায়নে ক'লে, শ্ৰীকৃষ্ণ আৰু যুধিষ্ঠিৰৰ এইৰূপে কথোপকথন হোৱাৰ পাছত বহুত হাজাৰ বছৰ বয়সীয়া, তপস্বী, মহাতপা, অজৰ-অমৰ, ৰূপে-গুণে উদ্ভাসিত মাৰ্কণ্ডেয় মুনি আহি ওলাল। ৪১-৪২ ॥

বয়স কেবা হাজাৰ বছৰ হলেও তেওঁক পঁচিশ বছৰীয় যুৱক যেন দেখা গৈছিল। সকলো ব্ৰাহ্মণে আৰু শ্ৰীকৃষ্ণেৰে সৈতে পাণ্ডৱসকলে তেওঁক যথান্যায় অৰ্চ্চনা কৰিলে। এইদৰে সমাদৃত হৈ ঋষিয়ে আসন গ্ৰহণ কৰাৰ পাছত ব্ৰাহ্মণ আৰু পাণ্ডৱসকলৰ অনুৰোধমতে শ্ৰীকৃষ্ণই তেওঁক সম্ভাষণ কৰি ক'লে। ৪৩-৪৪ ॥

শ্ৰীকৃষ্ণই ক'লে, ভগৱান মাৰ্কণ্ডেয়, ৰজা, স্ত্ৰী আৰু ঋষিসকলৰ সনাতন প্ৰাচীন সদাচাৰ সম্পৰ্কে পুণ্য পুৰাতন কথা আমাৰ আগত কওক। পাণ্ডৱসকল, সমবেত ব্ৰাহ্মণসকল, দ্ৰৌপদী, সত্যভামা আৰু মই—আমি সকলোৱে আপোনাৰ কথা শুনিবলৈ পৰম ইচ্ছুক হৈছো। ৪৫-৪৬ ॥

বৈশম্পায়নে ক'লে, এইদৰে তেওঁলোকে সভা পাতি বহি আছে। এনেতে পাণ্ডৱসকলৰ লগত সাক্ষাৎ কৰিবলৈ পুণ্যাত্মা দেৱৰ্ষি নাৰদ আহি সেই ঠাইত উপস্থিত হ'ল। ৪৭ ॥

তেওঁলোক সকলোৱে সেই মহাত্মা নাৰদক পাদ্য-অৰ্ঘ্য আদিৰে যথাযোগ্য অভ্যৰ্থনা কৰিলে। ৪৮ ॥

দেৱৰ্ষি নাৰদেও তেওঁলোকৰ অভিপ্ৰায় বুজিব পাৰি মাৰ্কণ্ডেয় ঋষিক কৰা অনুৰোধ অনুমোদন কৰিলে। ৪৯ ॥

শ্ৰীকৃষ্ণই মিচিকিয়াই হাঁহি মাৰি মাৰ্কণ্ডেয়ক ক'লে, হে ব্ৰহ্মৰ্ষি, পাণ্ডৱসকলৰ প্ৰতি আপোনাৰ কি উপদেশ অনুগ্ৰহ কৰি কওক। ৫০ ॥

এই কথা শুনি মহাতপা মাৰ্কণ্ডেয় মুনিয়ে ক'লে, বহুত আখ্যান কব লাগিব, আপোনালোকে এটা সময় স্থিৰ কৰক। ৫১ ॥

মাৰ্কণ্ডেয় ঋষিয়ে এইদৰে কোৱাত মধ্যাহ্নৰ সূৰ্য্যৰ দৰে মাৰ্কণ্ডেয় ঋষিৰ ফালে চাই ব্ৰাহ্মণসকলেৰে সৈতে পাণ্ডৱসকলে এটা সময় নিৰ্দ্ধাৰণ কৰিলে। ৫২ ॥

বৈশম্পায়নে ক'লে, মহামুনি মাৰ্কণ্ডেয়ই কথা কবলৈ সাজু হোৱা বুলি জানি কথা উলিয়াবলৈ বুলি যুধিষ্ঠিৰে প্ৰশ্ন কৰিলে, ৫৩ ॥

প্ৰভু, আপুনি অতি প্ৰাচীন লোক। দেৱতা-দৈত্য, মহা মহা ঋষি আৰু ৰজা-মহাৰজাসকলৰ বৃত্তান্ত আপুনি জানে। ৫৪ ॥

আপুনি সকলোৰে বৰেণ্য আৰু পূজনীয়। আপোনাৰ সাক্ষাৎ লাভ কৰিবৰ কাৰণে আমি চিৰকাল বাঞ্ছা কৰি আছো। আমাৰ সৌভাগ্যক্ৰমে দৈৱকী-সুত ভগৱান শ্ৰীকৃষ্ণ ইয়াত উপস্থিত আছে। ৫৫ ॥

আমি সুখৰপৰা বঞ্চিত হোৱা দেখি আৰু দুৰ্বৃত্ত ধৃতৰাষ্ট্ৰৰ পুত্ৰসকল সমৃদ্ধি-শালী হোৱা দেখি মোৰ ধাৰণা হৈছে, শুভ বা অশুভ কৰ্ম্মবিলাকৰ কৰ্ত্তা মানুহে নিজেই আৰু তেওঁ স্বকৰ্ম্মৰ ফল ভোগ কৰে। ঈশ্বৰ তাৰ কৰ্ত্তা নহয়। ৫৬-৫৭॥

হে শ্ৰেষ্ঠ ব্ৰহ্মজ্ঞ, কৰ্ম্ম ফলৰ দ্বাৰা যি সুখ বা দুঃখ হয় সেই সুখ বা দুঃখ মানুহে এই জনমতে ভোগ কৰে নে পৰকালত ভোগ কৰে ? ৫৮॥

হে ব্ৰাহ্মণ-শ্ৰেষ্ঠ, চিৰন্তন আত্মা দেহ ত্যাগ কৰি শুভা-শুভ কৰ্ম্মৰ দ্বাৰা জগতত বিচৰণ কৰি ফুৰে। সেই আত্মাৰ লগত এই ক্ষন্তেকীয়া সুখ-দুঃখবিলাক কেনেকৈ লগ লাগেগৈ ? ৫৯॥

হে ভাৰ্গৱ, প্ৰাণীসকলৰ মৃত্যুৰ পাছত ঐহিক বা পাৰলৌকিক কৰ্ম্মবিলাক ক'ত কেনেকৈ থাকে ? ৬০॥

মাৰ্কণ্ডেয়ই ক'লে, হে ধৰ্ম্মৰাজ, ই আপোনাৰ পক্ষে উপযুক্ত প্ৰশ্নই হৈছে। আপুনি জ্ঞানী। এই সকলোকে আপুনি জানে। লোক-হিতৰ কাৰণেহে আপুনি এই প্ৰশ্ন কৰিছে। ৬১॥

বাৰু মই কওঁ, সাৱধানে শুনক, মানুহে ইহকাল আৰু পৰকালত কেনেকৈ সুখ-দুঃখ ভোগ কৰে। ৬২॥

অগ্ৰজন্মা প্ৰজাপতিয়ে পোনতে প্ৰাণীসকলৰ শৰীৰবিলাক বিশুদ্ধ আৰু নিৰ্ম্মল কৰিয়েই সৃষ্টি কৰিছিল আৰু লগতে ধৰ্ম্মশাস্ত্ৰবিলাকো নিৰ্ম্মাণ কৰিছিল। ৬৩॥

তাহানিখনৰ লোকসকল পুণ্যাত্মা আৰু ব্ৰহ্ম-স্বৰূপ আছিল। তেওঁলোক ব্ৰতী, সদাচাৰী আৰু সত্যপৰায়ণ আছিল আৰু যি ফলকে কামনা কৰিছিল সেই ফলকে লাভ কৰিছিল। ৬৪॥

তেওঁলোকে ইচ্ছা অনুসৰি স্বৰ্গলৈ গৈ দেৱতাসকলৰ লগত মিলিব পাৰিছিল আৰু ইচ্ছামতে তেওঁলোক মৰ্ত্ত্যলৈ নামি আহিব পাৰিছিল। ৬৫॥

তেওঁলোক ইচ্ছা-মৃত্যু আছিল। ইচ্ছামতে য'লৈকে ত'লৈকে যাব পাৰিছিল, তেওঁলোকৰ কোনো বাধা নাছিল, ভয় নাছিল, আৰু তেওঁলোকৰ ওপৰত কোনো উপদ্ৰৱ নাছিল। যিহকে বিচাৰিছিল তাকেই পাইছিল তেওঁলোকে। ৬৬॥

তেওঁলোক শম-দম গুণৰ অধিকাৰী আছিল, হিংসা-দ্বেষ-শূন্য আছিল। তেওঁ-লোকে সকলো ধৰ্ম্মকে জানিছিল। তেওঁলোকে মহাত্মা ঋষিসকলৰ আৰু দেৱতা-সকলৰ দৰ্শন লাভ কৰিছিল। ৬৭॥

তেওঁলোকৰ হাজাৰ বছৰ পৰমায়ু আছিল আৰু তেওঁলোকে হাজাৰ সন্তান জন্ম দিছিল। সেই যুগ উকলি যোৱাৰ পাছত পৃথিৱীৰ অধিবাসীসকল কাম-ক্ৰোধ আদি ৰিপুৰ বশ হৈ পৰিল। তেওঁলোকে কুট-কৌশল আৰু দৰ্প-দম্ভ আদিৰ দ্বাৰা জীৱিকা নিৰ্ব্বাহ কৰিবলৈ ধৰিলে। লোভ-মোহ আদিৰ দ্বাৰা অভিভূত হৈ পৰিল। ৬৮-৬৯॥

তেওঁলোক দেহত্যাগ কৰি অশুভ কৰ্ম্মৰ ফলত নৰকগামী হ'ল আৰু তাৰ

পাছত পশু-পক্ষী-যোনিতো জন্ম গ্ৰহণ কৰিলে। এইদৰে এই বৈচিত্ৰ্যময় সংসাৰত পুনঃ পুনঃ জন্ম গ্ৰহণ কৰিবলৈ ধৰিলে। ৭০॥

তেওঁলোক অভিলষিত ফল লাভ কৰিব নোৱৰা হ'ল, জ্ঞানহীন হ'ল আৰু চঞ্চলচিত্ত হৈ উঠিল। তেওঁলোকে সকলো কথাতে সন্দেহ কৰিবলৈ ধৰিলে আৰু তেওঁলোকৰ জীৱনটো কষ্টকৰ হৈ উঠিল। ৭১॥

অশুভ কৰ্ম্মৰ ফলত তেওঁলোক নিশকতীয়া হৈ পৰিল, ৰোগযুক্ত হ'ল আৰু প্ৰায়েই তেওঁলোকে হীনবৃত্তি অৱলম্বন কৰিবলৈ ধৰিলে। ৭২॥

তেওঁলোক নানাপ্ৰকাৰৰ কামনাৰ বশীভূত হ'ল। ঈশ্বৰত বিশ্বাস হেৰুৱালে, নাস্তিক হ'ল; পাপী, ৰোগী আৰু অল্পায়ু হ'ল আৰু তেওঁলোকৰ চিত্তৰ নিৰ্ম্মলতা লোপ পালে। ৭৩॥

মানুহ মৰিলে নিজ নিজ কৰ্ম্মানুসাৰে গতি কৰে। জ্ঞানীয়েই হওক বা অজ্ঞানীয়েই হওক, তেওঁলোকৰ কৰ্ম্মসমূহ ক'ত থাকে আৰু মানুহে মৃত্যুৰ পাছত ক'ত থাকি সুকৃত আৰু দুষ্কৃত কৰ্ম্মৰ ফলবিলাক ভোগ কৰে—সেই সম্পৰ্কে যি সিদ্ধান্ত তাকো আপোনাক কওঁ শুনক। ৭৪-৭৫॥

ভগৱানে সৃজন কৰা আদি-দেহ অৰ্থাৎ লিঙ্গ-শৰীৰৰ দ্বাৰা মানুহে শুভা-শুভ কৰ্ম্মৰ ফল সঞ্চয় কৰে। ৭৬॥

পৰমায়ু শেষ হ'লে এই ধ্বংস হওঁ হওঁ হোৱা শৰীৰ ত্যাগ কৰি লগে লগে আন এটা শৰীৰ গ্ৰহণ কৰে। ইয়াৰ মাজত দেহহীন অৱস্থা এটা নাথাকে। ৭৭॥

স্বকৃত কৰ্ম্মবিলাক ছাঁৰ দৰে গৈ নতুন শৰীৰত প্ৰৱেশ কৰে আৰু ফলস্বৰূপে মানুহে সেই জন্মতো সুখ বা দুঃখ ভোগ কৰে। ৭৮॥

জ্ঞানীসকলে লক্ষ্য কৰিছে যে নিয়তিৰ নিয়মৰ অধীন মানুহে অশুভ কৰ্ম্মৰ হাত কোনোমতে এৰাব নোৱাৰে। ৭৯॥

তত্ত্বজ্ঞানহীন লোকৰ এয়ে গতি। কিন্তু তত্ত্বজ্ঞানীসকলৰ গতি আন প্ৰকাৰৰ। তাকো কওঁ শুনক। ৮০॥

যিসকল লোক তপস্যা-নিৰত, সকলো ধৰ্ম্ম-শাস্ত্ৰত পাৰদৰ্শী, ব্ৰতী, সত্যপৰায়ণ, গুৰু-শুশ্ৰূষাত ৰত, সংস্বভাৱী, যোগী, ক্ষমাশীল, শম-দমাদি গুণসম্পন্ন, কুলীন, শুভ-লক্ষণ-যুক্ত, তেওঁলোক জিতেন্দ্ৰিয় হেতুকে ইন্দ্ৰিয়-দমনকাৰী; যোগাভ্যস্ত, গতিকে নিৰোগী; দুঃখহীন, গতিকে নিৰ্ভীক। তেওঁলোকে জন্ম, মৃত্যু, গৰ্ভবাস-অৱস্থা—সকলোকে জ্ঞান-চক্ষুৰ দ্বাৰা দেখা পায়। ৮১-৮৪॥

সেই মহাত্মা ঋষিসকলে ভূত-ভৱিষ্যৎ-বৰ্ত্তমান সকলোকে জানিব পাৰে। তেওঁলোক এই কৰ্ম্মভূমিত জনম লভি আকৌ দেৱলোক প্ৰাপ্ত হয়। ৮৫॥

কোনোবাই দেৱতাৰ কৃপাত, কোনোবাই যোগবলৰ দ্বাৰা আৰু কোনোবাই বা অকৰ্ম্মৰ দ্বাৰা আত্মজ্ঞান লাভ কৰে। এই কথা সাৰোদ্ধাৰ বুলি জানিব। ৮৬॥

এই জগতত যি শ্ৰেয়ঃ তাক মই বহলাই বুজাই দিছো, হে যুধিষ্ঠিৰ, আপুনি তাক সাৱধানে শুনক। ৮৭ ॥

কোনো কোনোৱে এই জীৱনতে শ্ৰেয়ঃ লাভ কৰে, কিন্তু পৰকালত নাপায়। কিছুমানে এই জীৱনত শ্ৰেয়ঃ লাভ কৰিব নোৱাৰে।' কিন্তু পৰকালত পায়। কিছুমানে ইহকাল-পৰকাল—উভয়তে শ্ৰেয়ঃ লাভ কৰে। আন কিছুমানে আকৌ ইহকাল বা পৰকাল ক'তো শ্ৰেয়ঃ লাভ কৰিব নোৱাৰে। ৮৮ ॥

যাৰ বিপুল ধন আছে, শৰীৰৰ শোভা-বৰ্দ্ধন কৰিয়েই যিসকলে সুখ পায় আৰু সদায় শাৰীৰিক সুখতে আবদ্ধ থাকে, তেওঁলোকৰ ইহকালতহে শ্ৰেয়ঃ লাভ হয়। পৰকালত তেওঁলোকৰ সুখ নহয়। ৮৯ ॥

যিসকল জিতেন্দ্ৰিয় লোক যোগযুক্ত হৈ তপস্যাত নিৰত থাকে, বেদাধ্যয়ন আদিত ৰত থাকি শাৰীৰিক সুখৰ প্ৰতি যিসকলে পিঠি দিয়ে আৰু প্ৰাণী-বধৰপৰা বিৰত থাকে, তেওঁলোকে ইহকালত সুখ নাপায়, কিন্তু পৰকালত পায়। ৯০ ॥

যিসকল লোকে জীৱনৰ আদিছোৱাতে ধৰ্ম্ম উপাৰ্জ্জন কৰি যথাসময়ত সদুপায়েৰে ধন আৰ্জ্জি লৈ গৃহাশ্ৰমত প্ৰৱেশ কৰে আৰু তিথি-পৰ্ব্বত যাগ-যজ্ঞৰ অনুষ্ঠান কৰে তেওঁলোকে ইহকালতো সুখ পায় আৰু পৰকালতো সুখ পায়। ৯১ ॥

কিন্তু যিবোৰ মূৰ্খই বিদ্যাও উপাৰ্জ্জন নকৰে, তপস্যা বা দান আদিতো ৰত নাথাকে, এনকি বিধিমতে বিৱাহ আদি কৰি সন্তানো উৎপাদন নকৰে, তেওঁলোকে ইহকাল-পৰকাল-কোনো কালতে সুখ ভোগ নকৰে। ৯২ ॥

আপোনালোকৰ দেৱাংশে জন্ম। আপোনালোক অতি শক্তিশালী, সুবিদ্বান আৰু দেৱতাৰ কাৰ্য্য সাধিবলৈ স্বৰ্গৰপৰা নামি আহি মৰ্ত্ত্যধামত জনম লভিছে। আপোনালোক বীৰ, শম-দমাদি গুণসম্পন্ন আৰু সদাচাৰী। এই জগতত মহৎ কৰ্ম্ম সাধন কৰি বিধি অনুসৰি দেৱতা, ঋষি আৰু পিতৃসকলক তৰ্পণ কৰি আপোনালোকে স্বকৰ্ম্মৰ দ্বাৰা পুনৰায় পুণ্যৱানৰ নিৱাসভূমি স্বৰ্গধামলৈ গমন কৰিব। হে মহাৰাজ, বৰ্ত্তমান কষ্ট দেখি আপুনি কোনো শঙ্কা নকৰিব। আপোনাৰ এই ক্লেশ ভৱিষ্যত সুখৰ কাৰণেহে। ৯৩-৯৫ ॥

ইতি মহাভাৰতৰ বনপৰ্ব্বৰ অন্তৰ্গত মাৰ্কণ্ডেয়-সমাস্যা-পৰ্ব্বত কাম্যক-বনলৈ শ্ৰীকৃষ্ণ আৰু মাৰ্কণ্ডেয় ঋষিৰ আগমন নামৰ দ্বি-অশীত্যধিকশততম অধ্যায়। ১৮৩ ॥

॥ অধ্যায় ১৮৪ ॥

# ॥ মার্কণ্ডেয়ৰ ব্ৰাহ্মণ-মাহাত্ম্য-বৰ্ণনা ॥

বৈশম্পায়নে ক'লে, তাৰ পাছত পাণ্ডুপুত্ৰসকলে মহাত্মা মাৰ্কণ্ডেয়ক ক'লে, প্ৰভু, মুখ্য ব্ৰাহ্মণসকলৰ মাহাত্ম্য শুনিব খোজোঁ। অনুগ্ৰহ কৰি কওক। ১ ॥

ইয়াকে শুনি মহাতেজস্বী, মহাত্মা, সৰ্ব্বশাস্ত্ৰবিশাৰদ, ভগৱান মাৰ্কণ্ডেয়ই কবলৈ আৰম্ভ কৰিলে। ২ ॥

মাৰ্কণ্ডেয়ই ক'লে, হৈহয় বংশৰ প্ৰৱৰ্ত্তক, শত্ৰু-নগৰ-বিজেতা, এজন কোমল বয়সীয়া বলৱান আৰু ৰূপৱান ৰজা আছিল। মৃগয়া কৰিবলৈ বুলি এদিনাখন তেওঁ ঘোৰ অৰণ্যত প্ৰৱেশ কৰিছিল। গছ-লতা আদিৰে গোটেই অৰণ্য আৱৰি আছে। কৃষ্ণসৰ পছুৰ ছাল গাত মেৰিয়াই বহি থকা মুনি এজনক তেওঁ দূৰৈৰপৰা দেখা পালে। তেওঁ ভাবিলে, এইটো এটা হৰিণা পছু। এই বুলি ভাবি মুনিৰ গালৈ শৰ নিক্ষেপ কৰিলে। শৰ লাগি মুনিৰ মৃত্যু হ'ল। ওচৰলৈ গৈ সকলো কথা বুজিব পাৰি তেওঁৰ মন শোকাকুল হৈ উঠিল। ৩-৫ ॥

পৃথিৱীৰ অধীশ্বৰ সেই ৰজাই হৈহয়সকলৰ আগত চকু চলচলীয়াকৈ সেই সকলো কথা বিবৰি ক'লে। ৬ ॥

হে মহাৰাজ, সেই ফল-মূলাহাৰী মুনিক তেওঁ এইদৰে বধ কৰা শুনি হৈহয়-সকল দুঃখতে ম্ৰিয়মান হ'ল। ৭ ॥

সেই মুনি কাৰ পুত্ৰ—এই কথা অনুসন্ধান কৰি তেওঁলোক ইফালে সিফালে বিচাৰি ফুৰি অলপ সময়ৰ পাছত অৰিষ্টনেমিৰ পুত্ৰ তাক্ষ্যমুনিৰ আশ্ৰমত উপস্থিত হ'ল। ৮ ॥

সেই নীয়তব্ৰত মহামুনিক অভিবাদন কৰি তেওঁলোক থিয় হৈ থাকিল। মুনিয়েও তেওঁলোকক যথাযোগ্য অভ্যৰ্থনা কৰিলে। ৯ ॥

তেওঁলোকে ক'লে, হে মহাত্মন্, আমি আপোনাৰ সৎকাৰৰ যোগ্য নহওঁ। আমি ব্ৰহ্মঘাতী। ১০ ॥

সেই বিপ্ৰৰ্ষিয়ে তেওঁলোকক ক'লে, আপোনালোকে ব্ৰহ্মবধ কৰিছে? ক'তা? তেওঁৰ মৃত-দেহটো ক'ত আছে কওকচোন? বাৰু, অপোনালোকে মোৰ তপোবল প্ৰত্যক্ষ কৰক। ১১ ॥

তেওঁলোকে সেই মহামুনিক সকলো ঘটনা আদ্যোপান্ত বৰ্ণনা কৰি সেই ঋষিৰ মৃত দেহটো বিচাৰি গ'ল, কিন্তু বিচাৰি নাপালে। ১২ ॥

ইফালে সিফালে ভালদৰে বিচাৰি চালে। তেওঁলোকৰ লাজ লাগিল। তেওঁলোকে সপোন দেখা যেন পালে আৰু আকৌ গৈ তেওঁলোক ঋষিৰ ওচৰত উপস্থিত হ'ল। ১৩ ॥

তাৰ্ক্ষ্যমুনিয়ে তেওঁলোকক সম্বোধন কৰি ক'লে, আপোনালোকে যাক বধ কৰিছিলা সেই ব্ৰাহ্মণ জন এয়া। হে ৰজাসকল, এওঁ মোৰ পুত্ৰ, তপোবলত বলীয়ান। ১৪ ॥

তেওঁলোকে সেই ঋষিজনক দেখা পাই বিস্ময়ান্বিত হ'ল আৰু মুনিক ক'লে, ই বৰ আচৰিত কথা। ১৫ ॥

এওঁ মৰিছিল, কেনেকৈ এওঁ পুনৰ্জ্জীৱন পালে। ই আপোনাৰ তপোবলৰ প্ৰভাৱ নেকি? এওঁক যে আপুনি জীয়াই তুলিলে, হে বিপ্ৰ, যদি আপত্তি নাথাকে, অনুগ্ৰহ কৰি সেই বিষয়ে কওক, আমি শুনিব খোজোঁ। ১৬ ॥

ঋষিয়ে তেওঁলোকক ক'লে, হে ৰাজন্যবৰ্গ, আমাৰ ওপৰত মৃত্যুৰ হাত নাই। ১৭ ॥

তাৰ কাৰণ আপোনালোকক সংক্ষেপে কওঁ শুনক। আমি অকল সত্যকেহে জানো, অসত্যত আমাৰ মন নাই আৰু আমি স্বধৰ্ম্মত নিৰত থাকোঁ। সেই কাৰণে আমাৰ মৃত্যু-ভয় নাই। ১৮ ॥

আমি ব্ৰাহ্মণসকলৰ গুণ-কীৰ্ত্তন কৰোঁ, তেওঁলোকৰ দোষ নিবিচাৰোঁ, সেই কাৰণে আমাৰ মৃত্যু-ভয় নাই। ১৯ ॥

আমি অতিথিবৰ্গক যথাযোগ্য সংকাৰ কৰোঁ। পোষ্যবৰ্গক মৰম-চেনেহেৰে ভৰণ-পোষণ দিওঁ। ইয়াকে কৰি যি বাকী থাকে তাকেহে আমি নিজে ভোজন কৰোঁ। সেই বাবে আমাৰ মৃত্যু-ভয় নাই। ২০ ॥

আমি ক্ষমাশীল, সহনশীল, দান-পৰায়ণ। আমি তীৰ্থাদি পৰ্য্যটন কৰোঁ আৰু পুণ্যস্থানত বাস কৰোঁ। সেই বাবে আমাৰ মৃত্যু-ভয় নাই। আমি তেজস্বী-লোকৰ দেশত বাস কৰোঁ, গতিকে আমাৰ মৃত্যু-ভয় নাই। ২১ ॥

আপোনালোকক এইবোৰ কথা সংক্ষেপে কলো। আপোনালোক এতিয়া যাওকগৈ। আপোনালোকৰ পাপ কটা গৈছে, ভয় নকৰিব। ২২ ॥

সেই ৰজাসকলে তেওঁৰ শলাগ লৈ যথাবিধি অভিনন্দন জনাই পৰম আনন্দে নিজ দেশলৈ উভতি গ'ল। ২৩ ॥

ইতি মহাভাৰতৰ বনপৰ্ব্বৰ অন্তৰ্গত মাৰ্কণ্ডেয়-সমস্যা-পৰ্ব্বত মাৰ্কণ্ডেয়ৰ ব্ৰাহ্মণ-মাহাত্ম্য-বৰ্ণনা নামৰ চতুৰশীত্যধিকশততম অধ্যায়। ১৮৪ ॥

॥ অধ্যায় ১৮৫ ॥

# ॥ বৈন্য ৰজাৰ যজ্ঞত অত্রি মুনি ॥

মাৰ্কণ্ডেয়ই ক'লে, ব্ৰাহ্মণৰ মাহাত্ম্য সম্পৰ্কে আকৌ কওঁ শুনক। বৈন্য নামে এজন ৰাজৰ্ষি আছিল। তেওঁ অশ্বমেধ যজ্ঞ আৰম্ভ কৰিলে। ১ ॥

অৰ্থৰ কাৰণে অত্রি মুনি তেওঁৰ ওচৰ চাপিব খুজিছিল, কিন্তু ধৰ্মৰ কথা ব্যক্ত হ'লে ফল নাশ হব বুলি ভাবি বেচিকৈ অৰ্থৰ বাবে যাচ্ঞা নকৰিলে। ২ ॥

সেই মহাতপা ঋষিয়ে চিন্তা কৰি দেখিলে, বাণপ্ৰস্থ অৱলম্বন কৰা উচিত। ইয়াকে ভাবি তেওঁ তেওঁৰ ধৰ্ম্মপত্নী আৰু পুত্ৰসকলক ওচৰলৈ মাতি আনি ক'লে, ৩ ॥

মই বনবাসী হব খোজোঁ। তাত মোৰ অশেষ ফল লাভ হব। আশা-কৰোঁ তোমালোকে ইয়াত সম্মতি দিবা। ৪ ॥

এই কথা শুনি ধৰ্ম্ম-কাৰ্য্যত ব্যয়শীলা তেওঁৰ ভাৰ্য্যাই ক'লে, আপুনি মাহাত্মা বৈন্যৰ ওচৰলৈ গৈ বহু ধন-সোণ খুজি আনকগৈ। সেই ৰাজৰ্ষি আপোনাৰ যজমান। আপুনি খুজিলে তেওঁ নিশ্চয় আপোনাক বহুতো ধন-বস্তু দিব। হে বিপ্ৰৰ্ষি, আপুনি তেওঁৰ বহু ধন-সোণ আনি সেইবিলাক আপোনাৰ পুত্ৰ আৰু পোষ্যবৰ্গৰ ভিতৰত ভগাই দি আপুনি ইচ্ছামতে বনবাসী হওক। জ্ঞানীলোকে কৈছে, ইহে পৰম ধৰ্ম্ম। ৫-৭ ॥

অত্রিয়ে ক'লে, অৱশ্যে মহাত্মা গৌতমে মোক কৈছে, বৈন্য যেনে ধাৰ্ম্মিক তেনে ধনবান, সত্যবাদী আৰু সদাচাৰী। ৮ ॥

কিন্তু তেওঁ আন এটা কথাও কৈছে, সেই ঠাইৰ বহুত ব্ৰাহ্মণে মোক ভাল নাপায়; গতিকে মই তালৈ যোৱা উচিত নহয়। ৯ ॥

সেই সভাত মই ধৰ্ম্ম, অৰ্থ আৰু কামনা সিদ্ধিৰ অৰ্থে যি হিতকৰ কথা কম, সেই ব্ৰাহ্মণসকলে নিৰৰ্থক বাক্যৰ দ্বাৰা সেইবিলাক কথাৰ প্ৰতিবাদ কৰিব। ১০ ॥

কিন্তু তুমি বৰ বুদ্ধিমতী। তোমাৰ কথা মোৰ গাত লাগিছে। তথাপি মই যাম। বৈন্যই নিশ্চয় মোক বহু ধন-বস্তু আৰু গৰু-গাই দান কৰিব। ১১ ॥

ইয়াকে কৈয়েই মহাতপা মুনি অত্রি বৈন্যৰ যজ্ঞলৈ যাত্ৰা কৰিলে। যজ্ঞ-মণ্ডপত প্ৰৱেশ কৰিয়েই মঙ্গলসূচক বাক্যৰ দ্বাৰা ৰজাক স্তুতি কৰিবলৈ ধৰিলে। ১২ ॥

অত্রিয়ে ক'লে, মহাৰাজ, আপুনি ধন্য। আপুনি উদাৰ। পৃথিৱীৰ ভিত-

ৰত আপুনিয়েই সৰ্ব্বশ্ৰেষ্ঠ ৰজা। মুনিসকলেও আপোনাৰ গুণ-গান কৰে। আপোনাৰ বাহিৰে আন কোনো ধৰ্ম্মজ্ঞ লোক নাই। এই কথা শুনি মহাতপা গৌতম ঋষিৰ খং উঠিল আৰু তেওঁক কবলৈ ধৰিলে। ১৩-১৪ ॥

গৌতমে ক'লে, অত্ৰি, তুমি এনে কথা দুনাই নকবা। তোমাৰ সম্যক জ্ঞান নাই। আমি জানো, দেৱৰাজ ইন্দ্ৰহে সৰ্ব্বপ্ৰধান ৰজা। ১৫ ॥

অত্ৰিয়ে ইয়াৰ প্ৰত্যুত্তৰ-ৰূপে গৌতমক ক'লে, স্বৰ্গত ইন্দ্ৰ ৰজা যেনে সৰ্ব্ব-শ্ৰেষ্ঠ, পৃথিৱীত এওঁ সৰ্ব্বশ্ৰেষ্ঠ ৰজা। আপোনাৰহে ভুল হৈছে। মই কওঁ, আপোনাৰহে সম্যক জ্ঞান হোৱা নাই। ১৬ ॥

গৌতমে ক'লে, মই জানো, মোৰ ভুল হোৱা নাই। তোমাৰহে সম্পূৰ্ণ ভুল হৈছে। ৰজাৰ দৰ্শন-লাভৰ আশাতেহে তুমি সভাত এইদৰে ৰজাক স্তুতি কৰিছা। ১৭ ॥

পৰম ধৰ্ম্ম কি তাক তুমি নাজানা। তুমি ধৰ্ম্মৰ প্ৰয়োজনো নাজানা। তুমি কিয় বুঢ়া হ'লা কব নোৱাৰোঁ, তুমি জ্ঞানত এতিয়াও বালক, তুমি এটা মূৰ্খ। ১৮ ॥

মুনিসকলৰ চকুৰ আগতে তেওঁলোকে এইদৰে কাজিয়া কৰা দেখি, যজ্ঞত ব্ৰতী হোৱা ঋষিসকলে সুধিলে, এওঁলোক কি ধৰণৰ লোক, এওঁলোকক ইয়াত সোমাবলৈ কোনে দিলে, বৈন্য ৰজাৰ সভাত কিয় এওঁলোকে এইদৰে উচ্চৈঃস্বৰে তৰ্ক-বিতৰ্ক কৰিছে ? ১৯-২০ ॥

এওঁলোক দুয়ো এইদৰে তৰ্ক-বিতৰ্ক কৰি থাকোঁতে সকলো ধৰ্ম্ম-শাস্ত্ৰত পাৰদৰ্শী ধৰ্ম্মাত্মা কাশ্যপ মুনিয়ে তেওঁলোকৰ ওচৰ চাপি বিবাদৰ কাৰণ কি সুধিলে। ২১ ॥

তেতিয়া গৌতমে সভাত উপস্থিত থকা মুনিসকলক সম্বোধন কৰি ক'লে, হে বিপ্ৰসকল, আপোনালোকে আমাৰ উভয়ৰে প্ৰশ্ন শ্ৰৱণ কৰক। ২১ ॥

অত্ৰিয়ে কৈছে বৈন্য হেনো আমাৰ বিধাতা। ইয়াত আমাৰ মহান সংশয় উপস্থিত হৈছে। ইয়াকে শুনি মহাত্মা মুনিসকলে সকলো ধৰ্ম্মজ্ঞানৰে থকা সনৎকুমাৰৰ ওচৰলৈ লৰি গ'ল আৰু ইয়াৰ সংশয় ছেদ কৰিবলৈ অনুৰোধ কৰিলে। ২২-২৩ ॥

মহাত্মা সনৎকুমাৰে তেওঁলোকৰ কথা শুনি যথাযথভাৱে ধৰ্ম্ম আৰু অৰ্থযুক্ত বাক্যেৰে তেওঁলোকক কবলৈ ধৰিলে। ২৪ ॥

সনৎকুমাৰে ক'লে, অগ্নি আৰু বায়ু উভয়ে লগ লাগি যেনেকৈ ঘোৰ অৰণ্য দাহ কৰে, সেইদৰে ব্ৰাহ্মণ শক্তি আৰু ক্ষত্ৰিয় শক্তি—উভয় শক্তি মিলিত হলে শত্ৰু বিনাশ কৰিব পাৰো। ২৫ ॥

এই কথা জনাজাত যে ৰজা ধৰ্ম্ম-ৰক্ষক, পতিকে প্ৰজাসকলৰ পতি। তেৱেঁই ইন্দ্ৰৰ নিচিনা প্ৰজাৰ ৰক্ষক আৰু শুক্ৰৰ নিচিনা নীতিজ্ঞ। তেৱেঁই বিধাতা আৰু তেৱেঁই বৃহস্পতিৰ নিচিনা হিতোপদেষ্টা। তেওঁকেই প্ৰজাপতি, বিৰাট্, ভূপতি, নৃপ আদি শব্দেৰে অভিহিত কৰা হয়। এনেহেন ৰজাক স্তুতি নকৰাকৈ থাকিব পাৰে কোন ? ২৭ ॥

ধৰ্ম্ম-প্ৰবৰ্ত্তক হোৱাৰ কাৰণে ৰজাক প্ৰথম কাৰণ বোলা হয়। যুদ্ধত জয় লাভ কৰি উপদ্ৰৱ নাশ কৰাৰ কাৰণে তেওঁক যুধাজিৎ বোল্া হয়, ভয়ৰপৰা ৰক্ষা কৰে বুলি অভিয়া আৰু ঈশ্বৰ বোলা হয়, তেওঁ স্বৰ্গসুখ দিব পাৰে বাবে তেওঁক স্বৰ্গেতা, ক্ষণিকতে জয় লাভ কৰিব পাৰে দেখি তেওঁক সহজিৎ, বিষ্ণু আদি শব্দেৰে অভিহিত কৰা হয়। ২৮॥

ৰজা সত্যৰ জনক, প্ৰাচীন ধৰ্ম্মজ্ঞ আৰু সত্য-ধৰ্ম্ম-প্ৰৱৰ্ত্তক। অধৰ্ম্ম প্ৰবৰ্ত্তিব বুলি ভয় কৰি ঋষিসকলে ৰজাৰ শৰীৰত সকলো ব্ৰহ্মবল আৰোপ কৰিছে। ২৯॥

আকাশত আদিত্যই যেনেকৈ সকলো অন্ধকাৰ নাশ কৰে, সেইদৰে পৃথিৱীত ৰজাই সকলো অধৰ্ম্ম বিনাশ কৰে। ৩০॥

গতিকে শাস্ত্ৰ প্ৰমাণাদিৰ দ্বাৰা ৰজাই যে প্ৰধান—এই উত্তৰ ৰজা শব্দৰ দ্বাৰাই সিদ্ধ হৈছে। ৩১॥

মাৰ্কণ্ডেয়ই ক'লে, এই কথা প্ৰমাণ হোৱাত উদাৰ-চৰিত ৰজাই পৰম সন্তোষ পালে আৰু আগতে তেওঁক স্তুতিবাদ কৰা অত্ৰিক সম্বোধন কৰি ক'লে, ৩২॥

যিহেতু আপুনি মোক মানুহৰ ভিতৰত শ্ৰেষ্ঠ বুলি কৈছে আৰু দেৱতাৰ লগত তুলনা কৰিছে, গতিকে, হে বিপ্ৰৰ্ষি, মই আপোনাক নানা ধৰণৰ বহু ধন-বস্তু দান কৰিম। বহুমূলীয়া বস্ত্ৰ-অলঙ্কাৰেৰে সুন্দৰী দহ হাজাৰ দাসী, দহ কোটি সোণৰ মোহৰ আৰু দহ ভাৰ সোণ আপোনাক দান কৰিলো। মই জানিব পাৰিছো, আপুনি সৰ্ব্বজ্ঞ। আপুনি এইবিলাক গ্ৰহণ কৰক। ৩৩-৩৫॥

যথাযোগ্য সংকাৰ গ্ৰহণ কৰি মহাতপা অত্ৰি এই সকলোবিলাক লৈ নিজ ঘৰলৈ উভতি আহিল। ৩৬॥

সকলোবিলাক বয়-বস্তু পুত্ৰসকলক ভগাই দি সেই সংযমী অত্ৰি মুনি তপস্যাৰ উদ্দেশ্যে বনলৈ গুচি গ'ল। ৩৭॥

ইতি মহাভাৰতৰ বনপৰ্ব্বৰ অন্তৰ্গত মাৰ্কণ্ডেয়-সমাস্যা-পৰ্ব্বত বৈন্য ৰজাৰ যজ্ঞত অত্ৰি মুনি নামৰ পঞ্চাশত্যধিকশততম অধ্যায়। ১৮৫॥

॥ অধ্যায় ১৮৬ ॥

# ॥ তাৰ্ক্ষ্য আৰু সৰস্বতীৰ কথোপকথন ॥

মাৰ্কণ্ডেয়ই ক'লে, হে ৰিপুঞ্জয় বীৰ যুধিষ্ঠিৰ, মহামুনি তাৰ্ক্ষ্যৰ প্ৰশ্নৰ উত্তৰত যজ্ঞ-ভোক্ত্ৰী, যজ্ঞ-ফল-দাত্ৰী দেৱী সৰস্বতীয়ে দান সম্বন্ধে কি কৈছিল মই কওঁ শুনা। ১ ॥

তাৰ্ক্ষ্যই ক'লে, হে দেৱী, এই জগতত মানুহৰ শ্ৰেয়ঃ কি আৰু কি কাম কৰিলে মানুহ অধৰ্ম্মৰপৰা পিছলি নপৰে মোক বুজাই কওক। কি কামৰ দ্বাৰা লোকে শ্ৰেয়ঃ সাধন কৰিব পাৰে, হে মাতৃ, মই আপোনাত শৰণ লৈছো, মোক বিবৰি কওক, যাতে মই স্বধৰ্ম্মৰপৰা পিছলি নপৰোঁ। ২ ॥

হে মহিমাময়ী মাতৃ, অগ্নিত কেনেকৈ আহুতি দিব লাগে বা অগ্নি-পূজা কেনেকৈ কৰিব লাগে, কোন সময়ত কি কৰিলে ধৰ্ম্ম নাশ নহয়—এই সকলো কথা মোক ভালদৰে কওক, যাতে আসক্তিবিহীন হৈ সকলো ঠাইতে ভ্ৰমি ফুৰিব পাৰোঁ। ৩ ॥

মাৰ্কণ্ডেয়ই ক'লে, তাৰ্ক্ষ্যই এইদৰে সাদৰে প্ৰশ্ন কৰাত তেওঁ সাগ্ৰহে শুনিবলৈ ইচ্ছা কৰা বুলি বুজিব পাৰি সৰস্বতী দেৱীয়ে উত্তম বুদ্ধি-সম্পন্ন বিপ্ৰ তাৰ্ক্ষ্যক এই ধৰ্ম্মযুক্ত হিতকৰ কথা কবলৈ ধৰিলে। ৪ ॥

সৰস্বতীয়ে ক'লে, সকলো ঠাইতে সকলোতে যাৰ ব্ৰহ্মজ্ঞান হয়, যি অবিচলিতভাৱে চিত্তশুদ্ধি লাভ কৰিছে আৰু যিজন সদায় বেদাধ্যয়নত ৰত থাকে তেওঁ মৃত্যুৰ পাছত দেৱলোকলৈ গমন কৰে আৰু তেওঁ দেৱতাসকলৰ লগত থাকি পৰম আনন্দ লাভ কৰে। ৫ ॥

সেই স্বৰ্গত ফল-ফুলেৰে জাতিস্কাৰ, মনোমোহা, সুবৃহৎ অশোক ফুলৰ গছবিলাক শাৰী শাৰী হৈ আছে, পুণ্যতীৰ্থা সৰোবৰ আছে, সেই সৰোবৰবিলাকত মাছে ধেমালি কৰি আছে। তাৰ চাৰিওফালে সুন্দৰ খটখটি আৰু তাত সোণ-বৰণীয়া পদ্ম ফুল জকমককৈ ফুলি আছে। ৬ ॥

সেই পুখুৰীবিলাকৰ পাৰে পাৰে ভ্ৰমি ফুৰে অপ্সৰাসকল। তেওঁলোকৰ শৰীৰত সোণ-বৰণীয়া অলঙ্কাৰ। তেওঁলোকৰ গাৰ সুগন্ধত পুণ্য ভাবৰ উদয় হয়। সেই পুখুৰীৰ পাৰত উপৱেশন কৰি এই পুণ্যাত্মা লোকসকলে পৰম আনন্দ উপভোগ কৰে। ৭ ॥

যি লোকে ধেনু দান কৰে তেওঁ পৰম স্থান পায়, বৃষভ দান কৰিলে সূৰ্য্য-

লোক পায়, বস্ত্র দান কৰিলে চন্দ্ৰলোকলৈ গমন কৰে আৰু সুবৰ্ণ দান কৰিলে অমৰত্ব-প্ৰাপ্ত হয়। ৮ ॥

ধুনীয়া দামুৰীৰে সৈতে সুন্দৰী খীৰতী গাই দান কৰিলে দেৱলোক-প্ৰাপ্ত হয়, আৰু সেই গাইৰ গাত যিমান নোম আছে সিমান বছৰ দেৱলোকত বাস কৰে। ৯ ॥

হালত চলা, গাড়ী টানিব পৰা, যুৱা, বলৱান, ষ'াড় যিজনে দান কৰে তেওঁ দহজনী খীৰতী গাই দান কৰাৰ সমান ফল পায়। ১০ ॥

বস্ত্ৰ-অলঙ্কাৰ, কাঁহৰ কৰিয়া আৰু উপযুক্ত দক্ষিণাৰে সৈতে যিজনে কপিলী গাই দান কৰে, সেই গাই কাম ধেনুৰ দৰেকীয়া হৈ দাতাৰ সকলো কামনা পূৰ্ণ কৰে। ১১ ॥

দান কৰা গাইৰ গাত যিমান নোম থাকে, গো-দানৰ ফলত সিমান বছৰ স্বৰ্গ বাস হয়। অকল সেয়ে নহয়, সেই দানৰ ফলত পুত্ৰ-পৌত্ৰ আৰু বংশৰ সপ্তম পুৰুষলৈকে উদ্ধাৰ হৈ যায়। ১২ ॥

সোণেৰে শিং বন্ধোৱা গাই, কাঁহৰ কৰিয়া, ধন, উত্তৰীয় বস্ত্ৰ, দক্ষিণা আৰু তিলেৰে সৈতে ব্ৰাহ্মণক দান কৰিলে মানুহ সকলো ধন-বস্তুৰ অধীশ্বৰ হয়। ১৩ ॥

কাম-ক্ৰোধ আদি ৰিপুৰ বশীভূত হৈ কুকৰ্ম্মৰ ফলত অতি অন্ধকাৰ নৰকলৈ যাবলৈ ধৰা মানুহকো সাগৰত পাল তৰি দিয়া জাহাজৰ নিচিনাকৈ ভৱ-সাগৰৰ-পৰা ত্ৰাণ কৰে। ১৪ ॥

যিজনে ব্ৰাহ্মণক ব্ৰাহ্ম-বিধিৰে কন্যা দান কৰে আৰু বিধিপূৰ্ব্বক ভূমি দান কৰে তেওঁ ইন্দ্ৰলোক-প্ৰাপ্ত হয়। ১৫ ॥

হে তাৰ্ক্ষ্য, যি লোকে সংযম আৰু সদাচাৰ-সম্পন্ন হৈ সাত বছৰ বিৰুপি অগ্নিত আহুতি দিয়ে তেওঁৰ উপৰি সাত পুৰুষ আৰু তলে সাত পুৰুষ আৰু নিজে স্ব-কৰ্ম্মৰ দ্বাৰা উদ্ধাৰ হৈ যায়। ১৬ ॥

তাৰ্ক্ষ্যই ক'লে, হে দেৱী, বেদত উল্লেখ কৰা অগ্নিহোত্ৰ ব্ৰত কি অনুগ্ৰহ কৰি মোক কওক। আপোনাৰ কৃপাত মই অগ্নিহোত্ৰ ব্ৰত জানিব খোজোঁ। ১৭ ॥

সৰস্বতীয়ে ক'লে, যি পণ্ডিত নহয়, যাৰ ব্ৰহ্মজ্ঞান হোৱা নাই, যি অশুচি আৰু যিজন বিধিমতে হাত-ভৰি ধুই আচান্ত হোৱা নাই তেনে লোকৰ অগ্নি-হোত্ৰ হোমৰ অধিকাৰ নাই। যি লোক শুদ্ধাচাৰী আৰু শুদ্ধচিত্ত আৰু দেৱতাৰ প্ৰতি শ্ৰদ্ধাবান তেওঁহে অগ্নিহোত্ৰ যাগত আহুতি দিবৰ উপযুক্ত। ১৮ ॥

বেদৰ জ্ঞান নথকা, অজ্ঞাত কুলশীল লোকক দেৱতাক আহুতি দিয়া কৰ্ম্মত নিযুক্ত কৰিলে তাৰ কোনো ফল পোৱা নাযায়; গতিকে, তাৰ্ক্ষ্য, তেনে লোকক অগ্নিহোত্ৰ কৰ্ম্মত নিযুক্ত নকৰিব। ১৯ ॥

যিসকল শ্ৰদ্ধাবান, নিস্পৃহাচাৰী, সত্যবাদী লোকে অগ্নিহোত্ৰ কৰ্ম্ম কৰি যজ্ঞাব-শেষ ভোজন কৰে, তেওঁলোক পুণ্য-ভূমি, ব্ৰহ্মলোক বা পৰম শ্ৰেষ্ঠ সত্যলোকলৈ গতি কৰে। ২০ ॥

তাৰ্ক্ষ্যই ক'লে, হে দেৱী, আপুনি পৰমাত্মা-স্বৰূপ, আপুনি কোন মই জানিব খোজোঁ। আপুনি মোক কৰ্ম্মতত্ত্ব আৰু ব্ৰহ্মতত্ত্ব সম্বন্ধে জ্ঞান দান কৰিছে, আপোনাক সম্যকৰূপে জানিবলৈ ইচ্ছা কৰোঁ। ২১ ॥

সৰস্বতীয়ে ক'লে, অগ্নিহোত্ৰ যজ্ঞৰপৰাই মই আবিৰ্ভূত হৈছো। মই পৰমাত্মা-স্বৰূপা। তোমাক লগ পাই বেদজ্ঞ ব্ৰাহ্মণসকলৰ সংশয় ছেদ কৰিবৰ কাৰণে তোমাৰ আগত এই তত্ত্ব-কথা ব্যক্ত কৰিলো। ২২ ॥

তাৰ্ক্ষ্যই ক'লে, হে দেৱী, আপোনাৰ নিচিনা জগতত কোনো নাই। লক্ষ্মীৰ নিচিনা আপোনাৰ শোভা। আপোনাৰ স্বৰ্গীয় ৰূপ বৰ্ণাব নোৱাৰি। আপোনাৰ জ্ঞান অসীম। ২৩ ॥

সৰস্বতীয়ে ক'লে, হে শ্ৰেষ্ঠ মানৱ, যজ্ঞত যিবিলাক উত্তম বস্তু দান কৰা হয়, সেইবোৰেৰে মোৰ শ্ৰীবৃদ্ধি হয় আৰু সেইবোৰেৰে পৰিপুষ্ট হৈ মই এনে ৰূপৱতী হৈছো। ২৪ ॥

হে বিদ্বান, যজ্ঞত যি সমিধ আদি কাঠ, সুবৰ্ণ আদি ধাতু, যৱ ধান আদি শস্য দান কৰা হয় সেইবোৰৰ দ্বাৰা যজ্ঞ-কৰ্ত্তাৰ স্বৰ্গ-লাভ, জ্ঞান-লাভ আৰু মুক্তি-লাভ হয় বুলি জানিবা। ২৫ ॥

তাৰ্ক্ষ্যই ক'লে, সকাম যজ্ঞৰ ফলৰ দ্বাৰা যি শ্ৰেয়ঃ লাভ হয়, ইয়াৰ দ্বাৰা মুনিসকলে তাকেই কৈছে। যি কৰিলে মোক্ষ লাভ হয়, যোগী আৰু সন্ন্যাসী-সকলে যাক পূৰ্ব্বপুৰুষ বুলি আখ্যা দিছে, এতিয়া সেই বিষয়ে কওক। মই সেইটো নাজানো। ২৬ ॥

সৰস্বতীয়ে ক'লে, বেদজ্ঞসকলে তেওঁতে শৰণ লয়। যিসকলে নিয়মিতৰূপে বেদ অধ্যয়ন কৰে, ব্ৰত আৰু পুণ্য আচৰণ কৰে, যিসকল তপস্বী, তেওঁলোকে দুঃখ-শোকৰপৰা পৰিত্ৰাণ লভি মুক্তি লাভ কৰি যোগাধিক ব্ৰহ্মতকৈও যি শ্ৰেষ্ঠ, অতি পুৰণি হৈও যি নিত্য-নতুন, সেই সচ্চিদানন্দ-ৰূপ পৰম ব্ৰহ্ম লাভ কৰে। ২৭ ॥

সেই চিদানন্দ-ৰূপ পৰম ব্ৰহ্মতে এই দৃশ্যমান বিশ্বব্ৰহ্মাণ্ড অৱস্থিত। পানীৰ মাজৰ বেতৰ জোপাহাৰ নিচিনা বীজ আৰু অঙ্কুৰেৰে সৈতে ধৰ্ম্ম, জ্ঞান, বৈৰাগ্য আদি সুগন্ধ এই বিশ্ব তেওঁতেই আছে। এই বিশ্বত বেতৰ অসংখ্য শাখাৰ দৰে ভোগৰ স্থান অসংখ্য আৰু অসীম। সেই ব্ৰহ্মাণ্ডৰ মূলৰপৰা অবিদ্যা-ৰূপ নদী বৈ গৈ নানাপ্ৰকাৰৰ ভোগ বাসনাৰ সৃষ্টি কৰি প্ৰাণীসকলক নানাপ্ৰকাৰৰ ঐহিক সুখ বা দুঃখ দিছে। ২৮ ॥

এই বাসনাবিলাকেই মানুহক ভিন ভিন ভোগ-বাসনাৰ স্থানলৈ বৈ যায় আৰু তেওঁলোক সেই সেই স্থানলৈ গৈ পুত্ৰ-কন্যা, পশু আদি নানা সম্পদ লাভ কৰে আৰু ধান-যৱ, শাক-পাচলি, পায়স-পৰমান্ন আদি ভোগ কৰিবলৈ পায়। ২৯ ॥

যি স্থানত ইন্দ্র, মৰুৎ প্রভৃতি দেৱতাসকলক অগ্নিৰূপ মুখেৰে যজ্ঞত আহুতি দিয়া হয় তাকেই মোৰ পৰম স্থান বুলি জানিবা। ৩০ ॥

ইতি মহাভাৰতৰ বনপৰ্ব্বৰ অন্তৰ্গত মাৰ্কণ্ডেয়-সমাস্যা-পৰ্ব্বত তাৰ্ক্ষ্য আৰু সৰস্বতীৰ কথোপকথন নামৰ ষড়াশীত্যধিকশততম অধ্যায়। ১৮৬ ॥

## ॥ অধ্যায় ১৮৭ ॥

# ॥ মৎস্যাৱতাৰ-উপাখ্যান ॥

বৈশম্পায়নে ক'লে, ইয়াৰ পাছত পাণ্ডুপুত্র যুধিষ্ঠিৰে মাৰ্কণ্ডেয়ক ক'লে, বৰ্ত্তমানে আপুনি আমাক বৈৱস্বত (সূৰ্য্য-বংশীয়) মনুৰ চৰিত্রৰ কথা কওক। ১ ॥

মাৰ্কণ্ডেয়ই ক'লে, নৰশ্রেষ্ঠ নৰেশ্বৰ, সূৰ্য্যৰ এজন প্রবল প্রতাপী ল'ৰা আছিল। তেওঁ প্রজাপতিৰ দৰে প্রতিভাশালী আৰু শ্রেষ্ঠ ঋষি আছিল; তেওঁৰ নাম মনু। ২ ॥

সেই মনুৱে শক্তি, তেজ, দীপ্তি আৰু বিশেষকৈ তপস্যাৰ দ্বাৰা নিজৰ পিতৃ-পিতামহক চেৰ পেলাইছিল। ৩ ॥

মহাবাহু, এওঁ বিশাল দেশৰ বদৰিকাশ্রমলৈ গৈ হাত তুখন ওপৰলৈ তুলি মাথোন এখন ভৰিৰ ওপৰত থিয় দি দহ হাজাৰ বছৰ ধৰি কঠোৰ তপস্যা আৰম্ভ কৰিছিল। সেই সময়ত তেওঁ তলৰ পিনে মুৰ কৰি অনিমেষ নেত্রে চাই আছিল। ৪—৫ ॥

এদিনাখন সেই জটাধাৰীয়ে তিতা কাপোৰেৰেই চীৰিণী নদীৰ তীৰত তপস্যা কৰি আছিল। এনেতে তালৈ এটা মাছ আহি তেওঁক এইদৰে ক'লে, ৬ ॥

ভগৱান, মই নিচেই সৰু মাছ, ডাঙৰ ডাঙৰ মাছবোৰৰপৰা মই ভয় পাই আছো; গতিকে হে শ্রেষ্ঠব্রত-পালনকাৰী মুনি, আপুনি মোক সিহঁতৰ ভয়ৰপৰা ৰক্ষা কৰক। ৭ ॥

বলৱান মাছবোৰে বিশেষকৈ দুৰ্ব্বল মাছবোৰক আহাৰ কৰে, এয়া মাছ-জাতিৰ চিৰ কালৰ ৰীতি। ৮ ॥

সেই দেখি মই মহাভয়-সাগৰত নিমগ্ন হৈছো। আপুনি বিশেষ যত্ন কৰি মোক ৰক্ষা কৰিবলৈ চেষ্টা কৰক। আপোনাৰ এই উপকাৰৰ মঞো প্রত্যুপকাৰ কৰিম। ৯ ॥

মাছটোৰ এনে কথা শুনি বৈৱস্বত মনুৰ অতিশয় দয়া উপজিল। তেওঁ নিজ হাতেৰে চন্দ্রৰ কিৰণৰ দৰে সেই উজ্জ্বল মাছটোক পানীৰপৰা পাৰলৈ তুলি আনি মণিকা নামে পাত্র এটাৰ ভিতৰত থলে। ১০—১১ ॥

মহাৰাজ, মনুৱে সেই মাছটো অতিশয় আদৰেৰে প্ৰতিপালন কৰিলে, আৰু মাছটো দিনে দিনে বাঢ়িবলৈ ধৰিলে। মাছটোৰ প্ৰতি মনুৰ পুত্ৰৰ দৰে বাৎসল্য-ভাব প্ৰকাশ পালে। এইদৰে বহুদিন থকাৰ পাছত মাছটো ইমান ডাঙৰ হৈ উঠিল যে তাৰ পক্ষে তাত থকা অসম্ভৱ হ'ল। ১২—১৩॥

শেষত এদিন মাছটোৱে মনুক দেখা পাই আকৌ ক'লে, ভগৱান, এতিয়া আপুনি মোক ইয়াতকৈ ভাল আন এডোখৰ ঠাই দিয়ক। ১৪॥

তেতিয়া ভগৱান মনুৱে সেই মাছটোক মণিকা নামৰ পাত্ৰৰপৰা উলিয়াই এটা ডাঙৰ পুখুৰীলৈ লৈ গ'ল। ১৫॥

হে শত্ৰুবিজয়ী (যুধিষ্ঠিৰ), মনুৱে তেতিয়া মাছটো তাত এৰি দিলে। পাছত বহুত বছৰ থকাত মাছটো তাতেই ক্ৰমশঃ বাঢ়িবলৈ ধৰিলে। ১৬॥

পদ্মলোচন, সেই পুখুৰীটো দীঘলে দুই যোজন আৰু বহলে এক যোজন আছিল; তথাপি তাতো সেই মাছটো থকা কঠিন হৈ পৰিল। ১৭॥

নৰনাথ কুন্তীনন্দন, সেই পুখুৰীটোতো মাছটোৱে তাৰ শৰীৰ লৰচৰ কৰিব নোৱৰা হ'ল, গতিকে মনুক দেখি সি আকৌ ক'বলৈ ধৰিলে, ১৮॥

ভগৱান, সাধু, এতিয়া আপুনি মোক সমুদ্ৰৰ প্ৰিয় মহিষী গঙ্গালৈ লৈ যাওক। মই তাতে বাস কৰিম, নাইবা আপুনি যেনে ভাল দেখে তাকেই কৰক। হে নিষ্পাপ, মই অকপটভাৱেই আপোনাৰ নিৰ্দ্দেশ অনুসাৰে থাকিম; কিয়নো আপোনাৰ কাৰণেই মই পৰিপুষ্টি লাভ কৰি ইমান ডাঙৰ হৈ উঠিছো। ১৯-২০॥

মাছটোৱে এইদৰে কোৱাত জিতেন্দ্ৰিয় ভগৱান মনুৱে মাছটো লৈ গৈ গঙ্গাত থ'লেনি। ২১॥

হে শত্ৰুদমনকাৰী, তাত কিছুদিন থকাৰ পাছতেই মাছটো আকৌ বাঢ়িবলৈ ধৰিলে। পাছত এদিন মনুক দেখি আকৌ সি ক'লে, হে ভগৱান, মোৰ শৰীৰ এতিয়া ইমান বাঢ়িল যে এতিয়া গঙ্গাতো মই শৰীৰটো লৰচৰ কৰিব নোৱৰা হলো। গতিকে সোনকালে মোক সাগৰলৈ লৈ যাওক। প্ৰভু, আপুনি প্ৰসন্ন হৈ অৱশ্যেই মোৰ প্ৰতি এইখিনি কৃপা কৰিব। কুন্তীনন্দন, তেতিয়া মুনি নিজেই সেই মাছটো গঙ্গাৰ জলৰপৰা উলিয়াই আনি সাগৰলৈ লৈ গল আৰু তাত থলেগৈ। ২২—২৪॥

যদিও সেই মাছটো অতি বৃহৎ আছিল, তথাপি তাক বহন কৰিব লগীয়া হোৱাত তাৰ ভাৰ মনুৰ ইচ্ছানুসাৰেই হৈছিল। ইয়াৰ পৰশ আৰু গোন্ধ উভয়ে মনুৰ কাৰণে বৰ সুখকৰ আছিল। ২৫॥

মনুৱে সেই মাছটো সাগৰত এৰি দিয়াত মাছটোৱে হাঁহি হাঁহি মনুক এই দৰে ক'লে, ২৬॥

ভগৱান, আপুনি মোক বিশেষভাৱে সকলোপ্ৰকাৰে ৰক্ষা কৰিছে; গতিকে উপযুক্ত সময় উপস্থিত হ'লে আপুনি যেনে কৰিব লাগিব তাক কওঁ শুনক। ২৭॥

ভগৱান, ভাগ্যশালী, অতি সোনকালেই এই সম্পূৰ্ণ চৰাচৰ পাৰ্থিৱ জগতৰ প্ৰলয় হব ।২৮॥

এই সমগ্ৰ জগতৰে জলমগ্নৰ বা লোক-সংহাৰৰ সময় সমুপস্থিত হৈছে; সেই দেখি মই আপোনাৰ কাৰণে যি বিশেষভাৱে হিতকৰ হব তাকেই আজি জনাব খুজিছো ।২৯॥

কি স্থাৱৰ, কি জঙ্গম, কি জড়, কি চেতন সকলোৰেই অত্যন্ত ভয়ঙ্কৰ সময় উপস্থিত হৈছে ।৩০॥

আপুনি শকত ৰছী লগোৱা মজবুত নাও এখন তৈয়াৰ কৰাব আৰু সপ্তৰ্ষি-সকলেৰে সৈতে আপুনি সেই নাৱতে বহি থাকিব ।৩১॥

প্ৰাচীন কালত ব্ৰাহ্মণসকলে যিবোৰ বীজৰ কথা কৈ গৈছে সেইবোৰ সংগ্ৰহ কৰি নাৱত তুলি লৈ পৃথক পৃথকভাৱে ভালদৰে ৰক্ষা কৰিব ।৩২॥

হে মুনিসকলৰ প্ৰিয় তপস্বী, আপুনি সেই নাৱতে মোৰ কাৰণে অপেক্ষা কৰিব। তেতিয়া মই আপোনাৰ ওচৰলৈ মূৰত শৃঙ্গ ধাৰণ কৰি আহিম। তাৰ দ্বাৰা আপুনি মোক চিনি পাব। এইদৰেই আপুনি সকলো কাম কৰিব লাগিব। এতিয়া আপোনাৰ অনুমতি পালে মই ইয়াৰপৰা যাব খোজোঁ। মোৰ সহায় নললে আপুনি অকলে এই মহান জলৰাশি পাৰ হব নোৱাৰিব।৩৩-৩৪॥

প্ৰভু, মোৰ এই কথাত আপুনি অকণো সন্দেহ নকৰিব। তেতিয়া তেওঁ (বৈৱস্বত মনুৱে) ইয়াকেই কৰিম, এইদৰে কৈ মাছটোক সম্ভাষণ জনালে। মহাৰাজ, পাছত মনু আৰু মাছ উভয়ে পৰস্পৰৰ অভিলাষ বুজি নিজৰ ইচ্ছা অনুসাৰে তাৰপৰা আঁতৰ হ'ল ।৩৫॥

শত্ৰুদমনকাৰী, তাৰ পাছত মনু মাছে যিদৰে কৈছিল তেনেকৈ সকলো-প্ৰকাৰ বীজ লৈ সুন্দৰ নাও এখনেৰে প্ৰবল ঢৌৰে পৰিপূৰ্ণ মহাসাগৰত বৈ থাকিল ।৩৬-৩৭॥

শত্ৰুনগৰ-বিজয়ী নৰেশ্বৰ, তেতিয়া মনুৱে মাছৰ চিন্তা কৰিবলৈ ধৰিলে। এইটো জানিব পাৰি শৃঙ্গ ধাৰণ কৰা মাছটো সোনকালে আহি সেইখিনি পালে। নৰশ্ৰেষ্ঠ ভৰতকুল-শিৰোমণি, মনুৱে সেই মহাসাগৰত মাছটোক আগেয়ে নিজে কোৱামতে পৰ্ব্বতৰ সমান উচ্চ শৃঙ্গ ধাৰণ কৰি অহা দেখিলে আৰু মাছৰ মূৰত থকা শিঙত পকাই-বটা ৰছী বান্ধি দিলে ।৩৮-৪০॥

শত্ৰুনগৰ-বিজেতা পুৰুষশ্ৰেষ্ঠ, মনুৱে নাওখন সেই শিঙত বান্ধি দিলে। ৰছীৰে বান্ধি দিয়াত মাছে তেওঁলোক আটাইকে নাৱেৰে পাৰ কৰাবলৈ সেই লৱণ সমুদ্ৰত বৰ বেগেৰে নাও টানিবলৈ ধৰিলে। সেই সময়ত সাগৰে নিজ লহৰীৰে নৃত্য, আৰু পানীৰ হেন্দোলেৰে গৰ্জ্জন কৰিবলৈ ধৰিলে। শত্ৰুবিজেতা, সেই মহাসাগৰৰ মাজত নাওখন প্ৰচণ্ড বায়ুবেগেৰে বিক্ষুব্ধ হৈ মত্ত চঞ্চল স্ত্ৰীৰ নিচিনাকৈ

ধ্বংসৰ্বলৈ আৰম্ভ কৰিলে। সেই সময়ত স্থল নাইবা দিশ-বিদিশ একোৱেই চকুত নপৰা হ'ল। ৪১—৪৪॥

ভৰতকুলশ্ৰেষ্ঠ নৰেশ্বৰ, আকাশ আৰু অন্তৰীক্ষ সকলোকে জলেৰে ভৰপূৰ হোৱা দেখা গল। এইদৰে যেতিয়া সমগ্ৰ বিশ্বই জলমগ্ন হ'ল তেতিয়া মনু, মাছ আৰু সপ্তৰ্ষিসকলকহে মাথোন দেখা গৈছিল। এনেকৈ সেই মাছে বহু বছৰ ধৰি অনলসভাৱে সেই জলৰাশিৰ মাজত নাওখন টানিবলৈ ধৰিলে। শেষত সেই মাছে নাওখন হিমালয় পৰ্ব্বতৰ উচ্চ শিখৰলৈ টানি নি থাকিল। তাৰ পাছত সেই মাছে মিচিকিয়া হাঁহি মাৰি ঋষিসকলক ক'লে, আপোনালোকে এই হিমালয়ৰ শিখৰত নাওখন বান্ধক, পলম নকৰিব। মাছৰ এনে কথা শুনি মহৰ্ষিসকলে হিমালয়ৰ শিখৰত নাওখন বান্ধিলে। তেতিয়াৰপৰাই হিমালয়ৰ সেই উত্তম শিখৰ নৌকা-বন্ধন নামে বিখ্যাত হল। ৪৫—৫০॥

ভৰতশ্ৰেষ্ঠ কুন্তীনন্দন, সেই শিখৰ আজিও সেই নামেই প্ৰসিদ্ধ, সেইটো জানিব। তাৰ পাছত সেই মাছে নিমিষতে সেই ঋষিসকলক ক'লে, ৫১॥

মই প্ৰজাপতি ব্ৰহ্মা। মোৰ বাহিৰে উপলব্ধি কৰিব লগীয়া আন কোনো বস্তু নাই। ময়ে মৎস্যৰূপ ধাৰণ কৰি এই মহাভয়ৰপৰা তোমালোকক ৰক্ষা কৰিছো। এতিয়া মনুৱে দেৱতা, অসুৰ, মানুহ আদি সকলো প্ৰজা, সকলো লোক আৰু সম্পূৰ্ণ চৰাচৰ সৃষ্টি কৰিব। ৫২—৫৩॥

এওঁ কঠোৰ তপস্যাৰে জগৎ সৃষ্টিৰ প্ৰতিভা লাভ কৰিব। মোৰ অনুগ্ৰহত প্ৰজা-সৃষ্টিৰ সময়ত এওঁ মোহ-গ্ৰস্ত নহ'ব। ৫৪॥

এইদৰে কৈ ভগৱান মৎস্য মুহূৰ্ত্তৰ ভিতৰতে অদৃশ্য হ'ল। তাৰ পাছত বৈৱস্বত মনুৰ নিজৰে প্ৰজা-সৃষ্টি কৰাৰ অভিলাষ জন্মিল, কিন্তু প্ৰজা সৃষ্টি কৰিবলৈ গৈ তেওঁৰ বুদ্ধি মোহেৰে আচ্ছন্ন হল, তেতিয়া তেওঁ উগ্ৰ তপস্যা আৰম্ভ কৰিলে আৰু মহান তপোবল লাভ কৰি তেওঁ সৃষ্টিৰ কাৰ্য্য আৰম্ভ কৰিলে। ৫৫—৫৬॥

ভৰতকুল-ভূষণ, পূৰ্ব্ব-কল্পৰ অনুসাৰে সকলো প্ৰজাকে যথাযথভাৱে সৃষ্টি কৰিবলৈ ধৰিলে। এইদৰে ইয়াকেই সংক্ষেপতে মৎস্যপুৰাণৰ আখ্যান বুলি কোৱা হয়। ৫৭॥

মই বৰ্ণনা কৰা এই উপাখ্যানে সকলো পাপকে নাশ কৰে। প্ৰতিদিনে আৰম্ভণিতে যিসকলে মনুৰ এই চৰিত্ৰ শুনে, তেওঁলোক সুখী হয়, সকলো অভিলাষকে কৰিব পাৰে আৰু সকলো লোকলৈ যাব পৰা হয়। ৫৮॥

ইতি মহাভাৰতৰ বনপৰ্ব্বৰ অন্তৰ্গত মাৰ্কণ্ডেয়-সমাস্যা-পৰ্ব্বত মৎস্যাৱতাৰ-উপাখ্যান নামৰ সপ্তাশীত্যধিকশততম অধ্যায়। ১৮৭॥

॥ অধ্যায় ১৮৮ ॥

## ॥ মাৰ্কণ্ডেয়-নাৰায়ণ-সংবাদ ॥

বৈশম্পায়নে ক'লে, তাৰ পাছত বিনয়শীল ধৰ্ম্মৰাজ যুধিষ্ঠিৰে যশস্বী মাৰ্কণ্ডেয় মুনিক আকৌ এইদৰে প্ৰশ্ন কৰিলে, ১ ॥

মুনিপ্ৰৱৰ, আপুনি হাজাৰ-হাজাৰ যুগৰ শেষত হোৱা বহু মহাপ্ৰলয়ৰ দৃশ্য দেখিছে। সংসাৰত আপোনাৰ সমান দীৰ্ঘ আয়ুস পোৱা লোক দেখা নাযায়। ২ ॥

ব্ৰহ্মবিদ্‌সকলৰ ভিতৰত শ্ৰেষ্ঠ মহৰ্ষি, পৰমেষ্ঠী মহাত্মা ব্ৰহ্মাৰ বাহিৰে আন কোনোৱেই আপোনাৰ সমান দীৰ্ঘায়ু নহয়। ৩ ॥

হে ব্ৰহ্মজ্ঞ, যেতিয়া এই সংসাৰ, দেৱতা, দানৱ আৰু অন্তৰীক্ষ আদি লোক-শূন্য হৈ যায়, সেই প্ৰলয়-কালতো অকল আপুনিয়েই ব্ৰহ্মাৰ ওচৰত থাকি তেওঁক উপাসনা কৰে। ৪ ॥

হে ব্ৰহ্মৰ্ষি, আকৌ প্ৰলয়-কালৰ অন্তত যেতিয়া পিতামহ ব্ৰহ্মাই সজাগ হৈ সকলো দিশকে বায়ুভূত কৰি তাৰ দ্বাৰা সমস্ত জলৰাশিকে ইপিনে-সিপিনে ছটিয়াই চাৰিপ্ৰকাৰ প্ৰাণীৰ ( অৰ্থাৎ জৰায়ুজ, অণ্ডজ, স্বেদজ আৰু উদ্ভিজ ) ৰচনা কৰে, তাকো একমাত্ৰ আপুনিয়েই ( সবাতকৈ আগেয়ে ) সুন্দৰভাৱে দেখা পায়। ৫-৬ ॥

হে ব্ৰাহ্মণশ্ৰেষ্ঠ, আপুনি যত্নেৰে ধ্যানমগ্ন হৈ সকলো লোকৰে পিতামহ, সাক্ষাৎ লোকগুৰু ব্ৰহ্মাৰ আৰাধনা কৰে। ৭ ॥

দ্বিজশ্ৰেষ্ঠ, আপুনি বহু বাৰ জগতৰ আদি সৃষ্টি দেখা পাইছে আৰু কঠোৰ তপস্যাৰ দ্বাৰা ( মৰীচি আদি ) প্ৰজাপতিসমূহক জয় কৰিছে। ৮ ॥

মানুহে আপোনাক পৰলোকত ভগৱান নাৰায়ণৰ ওচৰতে থকা হিচাপে প্ৰখ্যাত বুলি আপোনাৰ মহিমা কীৰ্ত্তন কৰে। আপুনিয়েই প্ৰথমতে নিজ ইচ্ছা-নুসাৰে ব্যক্ত হোৱা, সৰ্ব্বব্যাপক ব্ৰহ্মৰ উপলব্ধিৰ স্থান-স্বৰূপ হৃদয়-পুণ্ডৰীকৰ কৰ্ণিকাসমূহ উদ্‌ঘাটন কৰি বৈৰাগ্য আৰু অভ্যাসৰ দ্বাৰা ওপজা দিব্য দৃষ্টিৰে বিশ্ব-ৰচয়িতা ভগৱানক বহুত বাৰ সাক্ষাৎ কৰিছে। ৯-১০ ॥

সেই কাৰণে সকলোকে বিনাশ কৰিব পৰা মৃত্যুৱে নাইবা শৰীৰক জৰ্জ্জৰিত কৰিব পৰা বাৰ্দ্ধক্যই আপোনাক স্পৰ্শ কৰা নাই। ব্ৰহ্মৰ্ষি, এয়া পৰমেষ্ঠী ব্ৰহ্মাৰেই অনুগ্ৰহ। ১১ ॥

যেতিয়া সূৰ্য্য, অগ্নি, বায়ু, চন্দ্ৰ, অন্তৰীক্ষ আৰু পৃথিৱী আদি একোৱে অৱশেষ থকা নাছিল, সমগ্ৰ চৰাচৰ জগৎ সেই একাৰ্ণৱ জলত নিমগ্ন হৈছিল, দেৱতা আৰু অসুৰবিলাক বিনষ্ট হৈছিল; আৰু ডাঙৰ ডাঙৰ সাপবোৰ ধ্বংস হৈ গৈছিল, সেই সময়ত পদ্ম আৰু উৎপলত বাস আৰু শয়ন কৰা সকলো প্ৰাণীৰে ঈশ্বৰ অমিতাত্মা ব্ৰহ্মাক আপুনিয়েই অকলে উপাসনা কৰিছিল। ১২-১৪ ॥

দ্বিজশ্ৰেষ্ঠ, এই সকলোবোৰ পূৰণি ইতিহাস আপোনাৰ সাক্ষাততে ঘটিছে। সেই কাৰণে আপোনাৰপৰাই সকলোৰে মূল ঘটনাবোৰ শুনিব খোজোঁ। ১৫ ॥

হে বিপ্ৰবৰ, আপুনিয়েই একমাত্ৰ বহুবিধ কাৰ্য্য অনুভৱ কৰিছে। এই লোকসমূহত এনে কোনো বস্তু নাই যি আপোনাৰ জ্ঞাত নহয়। ১৬ ॥

মাৰ্কণ্ডেয়ই ক'লে, মহাৰাজ, স্বয়ম্ভূ, সনাতন, অবিনাশী, অব্যক্ত, সূক্ষ্ম, নিৰ্গুণ আৰু গুণাত্মক পূৰাণ পুৰুষক নমস্কাৰ কৰি তোমাক এই কথা এতিয়া শুনাম। হে পুৰুষশ্ৰেষ্ঠ, এওঁৱেই সেই পীতাম্বৰধাৰী জনাৰ্দ্দন। এওঁৱেই সংসাৰৰ স্ৰষ্টা, বিবিধ ৰূপৰ কৰ্ত্তা, প্ৰাণীসকলৰ আত্মা, ৰচয়িতা আৰু প্ৰভু। এওঁকেই পবিত্ৰ, চিন্তাৰ অতীত আৰু মহান আশ্চৰ্য্যময় তত্ত্ব বুলি কোৱা হয়। ১৭-১৯ ॥

এওঁৰ আদি নাই, অন্তও নাই, এওঁ সকলো প্ৰাণীৰ স্বৰূপ, এওঁ অব্যয়, অক্ষয়। এওঁ সকলোৰে কৰ্ত্তা, এওঁৰ কিন্তু কোনো কৰ্ত্তা নাই। এওঁৱেই পুৰুষাৰ্থ বা মোক্ষ-প্ৰাপ্তিৰ কাৰণ। ২০ ॥

সেই অন্তৰ্য্যামী আত্মাই সকলোকে জানে কিন্তু তেওঁক হ'লে সমস্ত বেদৰাশিয়েও জানিব নোৱাৰে। হে নৰশ্ৰেষ্ঠ নৃপতি, জগতৰ সম্পূৰ্ণ প্ৰলয় হৈ গ'লে সেই আদি কাৰণ পৰমেশ্বৰৰপৰাই এই আশ্চৰ্য্যময় জগৎ আকৌ উৎপন্ন হয়। ২১ ॥

চাৰি হাজাৰ দিব্য বৰ্ষক এক সত্য যুগ বোলে। তাৰ যুগসন্ধি চাৰি শ বছৰ। ২২ ॥

সেইদৰে তিনি হাজাৰ বছৰেৰে ত্ৰেতা যুগ হয়; ইয়াৰ যুগসন্ধি তিনি শ বছৰ, যুগ-সন্ধি আৰু সন্ধ্যাংশও তিনি শ বছৰ। ২৩ ॥

তাৰ পাছত দুই হাজাৰ বছৰেই দ্বাপৰ যুগৰ পৰিমাণ। তাৰ যুগসন্ধি দুশ বছৰ আৰু সন্ধ্যাংশও দুশ বছৰ। ২৪ ॥

তাৰ পাছত এক হাজাৰ বছৰে কলিযুগ হয়; তাৰ যুগসন্ধি এশ বছৰ আৰু সন্ধ্যাংশও এশ বছৰ পৰিমিত। সন্ধি আৰু সন্ধ্যাংশৰ পৰিমাণ সমান। ২৫-২৬ ॥

কলি যুগ ক্ষয় হ'লে, সত্যযুগ আৰম্ভ হয়, এইদৰে বাৰ হাজাৰ বছৰক এক যুগ বোলা হয়। ২৭ ॥

নৰশ্ৰেষ্ঠ, ইয়াৰ এহাজাৰ যুগেই ব্ৰহ্মাৰ এদিন হয়। এই বিশ্ব ব্ৰহ্ম-স্বৰূপ গৃহত সকলো প্ৰকাৰে প্ৰবৃত্ত হোৱাকেই পণ্ডিতসকলে প্ৰলয় বুলি অভিহিত কৰে। ২৮ ॥

হে ভৰতশ্ৰেষ্ঠ, হাজাৰ যুগ শেষ হ'বলৈ যেতিয়া অলপ সময় অৱশেষ থাকে, সেই সময়ত প্ৰায় মানুহেই মিছলীয়া হয়। ২৯ ॥

হে পাৰ্থ, সেই সময়ত যজ্ঞ, দান আৰু ব্ৰতৰ প্ৰতিনিধি কৰ্ম্মৰ প্ৰচলন হয়। ৩০ ॥

যুগৰ শেষ কালছোৱাত ব্ৰাহ্মণসকলে শূদ্ৰৰ কাম কৰে, শূদ্ৰসকলে বৈশ্যসকলৰ দৰে ধন উপাৰ্জ্জন কৰিবলৈ ধৰে অথবা ক্ষত্ৰিয়সকলৰ কামেৰে জীৱিকা নিৰ্ব্বাহ কৰিবলৈ ধৰে। ৩১ ॥

কলি যুগত ব্ৰাহ্মণসকলে যজ্ঞ, বেদ-অধ্যয়ন, দণ্ড আৰু মৃগচৰ্ম্ম পৰিত্যাগ কৰে, আৰু সকলোকে খোৱা হয়। হে পুত্ৰ, শূদ্ৰসকলে জপ কৰিবলৈ আৰম্ভ কৰে, ব্ৰাহ্মণসকলে জপ কৰিবলৈ এৰি দিয়ে। ৩২-৩৩ ॥

নৰেশ্বৰ, এইদৰে যেতিয়া মানুহৰ বিচাৰ আৰু ব্যৱহাৰ বিপৰীত হয়, তেতিয়াই প্ৰলয়ৰ পূৰ্ব্ব ৰূপে দেখা দিয়ে। তেতিয়াই পৃথিৱীত বহুতোৰ ম্লেচ্ছ ৰজাই ৰাজত্ব কৰিবলৈ ধৰে। ৩৪ ॥

তেতিয়া ছলেৰে শাসন কৰা, পাপী আৰু মিছলীয়া অন্ধ্ৰ, শক, পুলিন্দ, যৱন, কম্বোজ, বাহ্লীক আৰু শক্তিশালী আভীৰ জাতিৰ ৰজা হয়। নৰশ্ৰেষ্ঠ, সেই সময়ত কোনো ব্ৰাহ্মণেই নিজৰ ধৰ্ম্ম অনুসাৰে জীৱিকা নিৰ্ব্বাহ কৰিব নোৱাৰে। ৩৫-৩৬ ॥

নৰেশ্বৰ, ক্ষত্ৰিয় আৰু বৈশ্যসকলেও নিজ নিজ ধৰ্ম্মৰ বিপৰীত কাৰ্য্য কৰিবলৈ ধৰে। সকলোৰে আয়ুস কমি যায়; সকলোৰে বল-শক্তি আৰু পৰাক্ৰম হ্ৰাস পায়। ৩৭ ॥

মানুহৰ বল হ্ৰাস হয়, শাৰীৰিক শক্তি কমি যায়। মানুহে কথমপিহে সঁচা কথা কয়। বহু দেশত মানুহ নাইকিয়া হয়, দিশসমূহ পশু, সৰ্প আদিৰে ভৰপূৰ হয়। ৩৮ ॥

যুগৰ শেষ সময় উপস্থিত হলে, মানুহবোৰে মিছাতেই ব্ৰহ্মৰ বিষয়ে কথা কয়। শূদ্ৰই ব্ৰাহ্মণক 'ভো' বুলি সম্বোধন কৰে, ব্ৰাহ্মণে শূদ্ৰক 'আৰ্য্য' বুলি সম্ভাষণ জনায়। ৩৯ ॥

নৰনাথ, যুগান্তৰ-সময়ত বহু জীৱ-জন্তু উৎপন্ন হব। সুগন্ধ পদাৰ্থ মাত্ৰেই নাসিকাৰ প্ৰতি সিমান গন্ধযুক্ত বুলি অনুমান নহয়। ৪০ ॥

নৰশ্ৰেষ্ঠ, ৰসাল বস্তুও যেনে ভবা যায় তেনে স্বাদযুক্ত নহয়। ৰজা, যুগ-ক্ষয়ত স্ত্ৰীসমূহৰ বহু সন্তান হয়, শৰীৰ চুটি-চাপৰ হয়, চৰিত্ৰ হীন আৰু সাদাচাৰ নোহোৱা হয়, তদুপৰি স্ত্ৰীসকলে ৰতি ক্ৰীড়াৰ প্ৰতি একান্ত আসক্ত হৈ মুখেৰে স্ত্ৰীচিহ্ন-মূলক কথা-বাৰ্ত্তা প্ৰকাশ কৰে। মহাৰাজ, যুগৰ অৱসানত, দেশৰ প্ৰায়-লোকেই অন্ন বিক্ৰী কৰে, ব্ৰাহ্মণবোৰে বেদ বিক্ৰী কৰে, স্ত্ৰীবিলাকে বেশ্যা-বৃত্তি অৱলম্বন কৰে। ৪১-৪২ ॥

মহাৰাজ, যুগান্ত-কালত গাই গৰুৰ গাখীৰ তেনেই কমি যায়, গছত ফল-ফুল নিচেই কম হয়, চৰাইৰ সংখ্যা বেছি হয়। ৪৩ ॥

মহাৰাজ, ব্ৰাহ্মণবিলাকে ব্ৰহ্মহত্যা-পাপেৰে লিপ্ত মিছলীয়া ৰজাসকলৰপৰা

দান-দক্ষিণা লয় আৰু লোভ-মোহৰ বশ হৈ ভিক্ষা কৰিবলৈ মিছাতেই ধৰ্ম্মৰ চিহ্ন লৈ দশোদিশৰ মানুহক পীড়িত কৰে। ৪৪-৪৫ ॥

গৃহস্থীসকলে কৰ-বহনৰ ভয়ত ছলেৰে অৰ্থ-সংগ্ৰহ কৰে। ব্ৰাহ্মণবোৰে মুনি-বিলাকৰ দৰে কপট আকৃতি ধাৰণ কৰি বৈশ্য-বৃত্তিৰে জীৱিকা নিৰ্ব্বাহ কৰে আৰু মিছাকৈ দেখুৱাবলৈ নখ, নোম আদি ধাৰণ কৰে। ৪৬ ॥

নৰশ্ৰেষ্ঠ, ধনৰ লোভত ব্ৰহ্মচাৰীসকলেও আশ্ৰমত মিছা আচৰণ কৰি মদ পান কৰি গুৰুপত্নী-গমন কৰে। আৰু, শৰীৰত মাংস ৰক্ত আদি বঢ়াবলৈ ইহ লৌকিক কাৰ্য্যত ৰত হয়। ৪৭-৪৮ ॥

যুগান্ত-কালত আশ্ৰমবাসীমাত্ৰেই নানাপ্ৰকাৰ পাষণ্ডেৰে পৰিবৃত হৈ আনৰপৰা পোৱা ভোজনৰ গুণ-গান কৰে। ৪৯ ॥

ভগৱান ইন্দ্ৰয়ো ঠিক বৰ্ষা ঋতুৰ সময়ত জল বৰ্ষণ নকৰে। হে ভাৰত, পৃথিৱীত বীজসমূহ ভালদৰে অঙ্কুৰিত নহয়। ৫০ ॥

কলিযুগত মানুহবোৰে হিংসাৰেই সুখ লাভ কৰে আৰু অপবিত্ৰ হৈ থাকে। পাপহীন, সেই সময়ত অধৰ্ম্মৰ ফল অধিকভাৱে পোৱা যায়। ৫১ ॥

মহাৰাজ, সেই সময়ত যি মানুহ ধৰ্ম্মত আসক্ত থাকে তেওঁৰ আয়ুস কমি যায়, কিয়নো সেই সময়ত কোনোৱেই ধৰ্ম্মত নাথাকে। ৫২ ॥

মানুহে বজাৰত মিছা জোখেৰে বস্তু বিক্ৰী কৰে, নৰশ্ৰেষ্ঠ, বণিকসকলো সেই সময়ত বহু মায়া জনা হৈ উঠে। ৫৩ ॥

ধাৰ্ম্মিকসকলৰ ক্ষয়, পাপীবোৰৰ বৃদ্ধি, ধৰ্ম্মৰ বল হানি আৰু অধৰ্ম্মৰ বল বৃদ্ধি হয়। ৫৪ ॥

যুগান্ত-কালত ধৰ্ম্মিষ্ঠ লোকক অল্পায়ু আৰু দৰিদ্ৰ দেখা যায়। অধাৰ্ম্মিকবোৰ দীৰ্ঘায়ু আৰু ঐশ্বৰ্য্যশালী হয়। ৫৫ ॥

যুগক্ষয়ৰ সময়ত নগৰৰ উদ্যানত অধাৰ্ম্মিকসকলে পাপ-পূৰ্ণ উপায়েৰে লোক-সকলেৰে সৈতে দুৰ্ব্যৱহাৰ কৰে। ৫৬ ॥

মহাৰাজ, অলপ ধন সংগ্ৰহ হোৱা বুলি জানিলেই মানুহ ধন-মদত মতলীয়া হৈ উঠে। যদি কাৰোবাক বিশ্বাস কৰি নিজৰ ধন থ'বলৈ দিয়া হয়, তেন্তে অধিকাংশ পাপী আৰু লাজ নোহোৱা মানুহে সেই ৰক্ষা কৰিবলৈ দিয়া ধনক হৰণ কৰিবলৈ চেষ্টা কৰে আৰু ধন থোৱা মানুহজনক স্পষ্টকৈ কয়, সেই ধন মোৰেই, তোমাৰ একোৱেই নাই। ৫৭-৫৯ ॥

মহাৰাজ, যুগান্ত-কালত সাত-আঠ বছৰীয়া তিৰোতাই গৰ্ভ-ধাৰণ কৰে আৰু দহ-বাৰ-বছৰীয়া পুৰুষৰ সন্তানে দেখা দিয়ে। ৬০ ॥

ষোল্ল বছৰ বয়সত মানুহৰ চুলিবোৰ পকে আৰু তেওঁৰ আয়ুস সোনকালেই সমাপ্ত হয়। ৬১ ॥

মহাৰাজ, তৰুণসকলৰ আয়ু ক্ষীণ হয় আৰু স্বভাৱ বুঢ়াৰ দৰে হয় আৰু

তৰুণসকলৰ যি শীল-স্বভাৱ আশা কৰা যায় সি বৃদ্ধসকলতহে প্ৰকাশ পায়। ৬২ ॥

সেই সময়ত স্ত্ৰীসমূহ চৰিত্ৰহীন আৰু বিপৰীতাচাৰিণী হৈ যোগ্য পতিক পৰিত্যাগ কৰি পশুসদৃশ দাসৰ লগত ব্যভিচাৰ আৰম্ভ কৰে আৰু বীৰৰ পত্নী হ'লেও পতি জীৱিত থকা সত্ত্বেও আন পুৰুষৰ আশ্ৰয় লয় আৰু আন পতিৰে সৈতে ব্যভিচাৰ কৰে। ৬৩-৬৪ ॥

মহাবাহু, এইদৰে আয়ুসৰ ক্ষয়-কাৰক হাজাৰ যুগৰ অন্তিম ভাগৰ অৱসান হ'লত বহু বছৰ ধৰি অনাবৃষ্টি আৰম্ভ হ'ল। ৬৫ ॥

পৃথিৱীপতি, তেতিয়া পৃথিৱীৰ অল্প শক্তিশালী মানুহ ভোকত ব্যাকুল হৈ মৃত্যু-মুখত পতিত হ'ল। ৬৬ ॥

নৰনাথ, তাৰ পাছত প্ৰচণ্ড তেজস্বী সাত-সূৰ্য্য উদিত হৈ নদী আৰু সমুদ্ৰৰ সমুদায় জল শুকুৱাই পেলায়। ৬৭ ॥

ভৰত-কুলভূষণ, সেই সময়ত যি কোনো তৃণ, কাষ্ঠ মাইবা শুকান বসাল পদাৰ্থ থাকে সকলোবোৰকেই ভস্মীভূত হোৱা দেখা যায়। ৬৮ ॥

ভাৰত, তাৰ পাছত বায়ুৰে সৈতে সংবৰ্ত্তক নামৰ প্ৰলয়-কালৰ অগ্নিয়ে সূৰ্য্যই আগেয়ে শোষণ কৰা পৃথিৱীত প্ৰৱেশ কৰে। ৬৯ ॥

শেষত সেই অগ্নিয়ে পৃথিৱী ভেদ কৰি ৰসাতলত প্ৰৱেশ কৰি দেৱ, দানৱ আৰু যক্ষসমূহৰ মহাভয় উৎপাদন কৰে। ৭০ ॥

ৰজা, সেই অগ্নিয়ে নিম্নস্থ নাগলোকত আৰু পৃথিৱীত যি বস্তু আছিল, সেই সমুদায়কে মুহূৰ্ত্তৰ ভিতৰতে নষ্ট কৰি দিয়ে। ৭১ ॥

সেই অমঙ্গলীয়া বায়ুৰে সৈতে সংবৰ্ত্তক বহ্নিয়ে হাজাৰ-হাজাৰ যোজন এই জগতখন বিনাশ কৰি পেলালে। ৭২ ॥

এইদৰে সেই প্ৰদীপ্ত ব্যাপক বহ্নিয়ে দেৱতা, অসুৰ, গন্ধৰ্ব্ব, যক্ষ, নাগ আৰু ৰাক্ষসেৰে সৈতে সমগ্ৰ বিশ্বকে ভস্ম কৰিলে। ৭৩ ॥

শেষত আকাশ-মণ্ডলত গজ-শ্ৰেণীসদৃশ, বিদ্যুৎমালা-বিভূষিত মহামেঘসকল অদ্ভুত দৰ্শনেৰে সমুদিত হল। ৭৪ ॥

একো একোচপৰা মেঘ নীল কমলৰ দৰে শ্যামল, একো একোচপৰা কুমুদ-কুসুমৰ দৰে শুভ্ৰ, একো একোচপৰা মেঘ কেশৰৰ দৰে কান্তিযুক্ত, কোনোবা চপৰা মেঘ পীত বৰণীয়া, কোনো কোনো মেঘ হালধীয়া, কোনো কোনো মেঘ কাৰণ্ডৱ পক্ষীৰ দৰে, কোনো কোনো মেঘ কমল-দলসদৃশ, কোনো কোনো মেঘ হিঙ্গুলবৰ্ণ, কোনো কোনো মেঘ শ্ৰেষ্ঠ নগৰৰ নিচিনা, কোনো কোনো মেঘ গজশ্ৰেণীৰ সমান আকাৰৰ, কোনো কোনো মেঘ কাজল-বৰণীয়া, কোনো কোনো মেঘ মকৰ-আকৃতিৰ দৰে আবিৰ্ভূত হল। ৭৫-৭৭ ॥

সেই সকলো মেঘেই বিদ্যুৎ-মালাৰে অলঙ্কৃত হৈ সমুখিত হ'ল। মহাৰাজ,

ভয়ঙ্কৰভাৱে গৰ্জ্জন কৰা হেতু সিঁহতৰ আকাৰ ভয়ানক বুলি জনা গল। গাজে গাজে সেই মেঘে সম্পূৰ্ণ আকাশ ঢাকি পেলালে। ৭৮ ॥

মহাৰাজ, সেই মেঘে বৰ্ষণ কৰাত এই পৰ্ব্বত, বন আৰু খনি-নিঝৰেৰে সৈতে সমগ্ৰ পৃথিৱী অগাধ জলৰাশিৰে পৰিপ্লুত হৈ পৰিপূৰ্ণ হ'ল। ৭৯ ॥

পুৰুষশ্ৰেষ্ঠ, তাৰ পাছত বিধাতাৰ দ্বাৰা প্ৰেৰিত হৈ গৰ্জ্জন কৰা সেই ভয়ঙ্কৰ মেঘসমূহে মুহূৰ্ত্তৰ ভিতৰতে সকলোকে জলেৰে প্লাৱিত কৰিলে। ৮০ ॥

মহান জলৰাশি বৰ্ষণ কৰি পৃথিৱীক জলমগ্ন কৰি সেই সমস্ত মেঘে সেই অত্যন্ত ঘোৰ, অমঙ্গলকাৰী আৰু ভয়ানক অগ্নিকো বিনাশ কৰিলে। ৮১ ॥

শেষত মহাত্মা ব্ৰহ্মাৰ প্ৰেৰণামতে সেই মেঘমণ্ডলে এইদৰে ধাৰাবাহিকভাৱে বাৰ বছৰ জল-বৰ্ষণ কৰি পৃথিৱীক পৰিপূৰ্ণ কৰিলে। ৮২ ॥

হে ভাৰত, অৱশেষত সাগৰে নিজৰ সীমা অতিক্ৰম কৰিলে, পৰ্ব্বতবোৰ বিদীৰ্ণ হল আৰু পৃথিৱী জলমগ্ন হ'ল। ৮৩ ॥

তাৰ পাছত মেঘ-শ্ৰেণীয়ে আকাশমণ্ডল আৱৰি পেলালে, হঠাৎ বায়ুবেগৰ দ্বাৰা আহত হোৱাত ছিন্ন-ভিন্ন হৈ অদৃশ্য হ'ল। ৮৪ ॥

নৰনাথ, তেতিয়া পদ্মত বাস কৰা আদি-দেৱ স্বয়ং ব্ৰহ্মা সেই ভয়ঙ্কৰ বায়ু পান কৰি শুই পৰিল। ৮৫ ॥

হে মহীপাল, এইদৰে চৰাচৰ প্ৰাণী, দেৱতা, অসুৰ ৰাক্ষস, যক্ষ, মনুষ্য, হিংসুক জীৱ, বৃক্ষ আৰু অন্তৰীক্ষ শূন্য হোৱাত এই ঘোৰ একাৰ্ণৱময় জগতত মই অকলে ইফালে-সিফালে পৰিভ্ৰমণ কৰিবলৈ ধৰিলো। ৮৬-৮৭ ॥

নৃপশ্ৰেষ্ঠ, একাৰ্ণৱৰ এই ভয়ঙ্কৰ জলৰাশিৰ মাজত বিচৰণ কৰি কোনো প্ৰাণীকে নেদেখি মই ব্যাকুল হলো। ৮৮ ॥

নৰনাথ, সেই সময়ত আলস্যহীন হৈ সুদীৰ্ঘকাল উটি-ভাহি ফুৰাত শ্ৰান্ত হৈ পৰিলো। কোনো ঠাইতে মোৰ কোনো আশ্ৰয় নিমিলিল। ৮৯ ॥

মহাৰাজ, তাৰ পাছত কোনো এদিন একাৰ্ণৱৰ সেই অগাধ জলৰাশিৰ মাজত এজোপা সুমহান বিশাল বটবৃক্ষ দেখিলো। ৯০ ॥

নৰাধিপ, সেই বৃক্ষৰ বিস্তাৰ্ণ শাখাত এখন দিব্য আসন আছিল, তাৰ ওপৰত এখন বিস্তীৰ্ণ শয্যা। মহাৰাজ, সেই শয্যাত এটি সুন্দৰ শিশু বহি আছে, তেওঁৰ মুখ কমলৰ দৰে কমনীয় কান্তিযুক্ত, চকু দুটা চন্দ্ৰৰ দৰে আনন্দদায়ক, আৰু প্ৰফুল্ল পদ্মৰ দৰে বিশাল। ৯১-৯২ ॥

হে পৃথিৱীনাথ, তেওঁক দেখি মই বৰ বিস্ময় মানিলো। সমস্ত সংসাৰ বিনাশ হৈ যোৱাৰ পাছতো কেনেকৈনো এই ল'ৰাজন ইয়াত শুই থাকিবলৈ পালে? ৯৩ ॥

নৰেশ্বৰ, মই ভূত, ভৱিষ্যত আৰু বৰ্ত্তমান—এই তিনিও কালৰ কথা জানিও

আৰু তপস্যাৰ দ্বাৰা ধ্যান কৰিও সেই শিশুটি নো কোন তাক লক্ষ্য কৰিবলৈ সক্ষম নহ'লো। ৯৪ ॥

এনেতে সেই শিশু অতসী ফুলৰ দৰে শ্যাম-বৰণীয়া, শ্ৰীবৎস-চিহ্নেৰে সুশোভিত আৰু সাক্ষাৎ লক্ষ্মীৰ নিবাস-স্থানৰ দৰে প্ৰতিভাত হবলৈ ধৰিলে। ৯৫ ॥

পাছত শ্ৰীবৎসধাৰী, পদ্ম-সদৃশ নয়ন-যুক্ত, কান্তিমান সেই শিশুৱে মোক শ্ৰুতি-সুখকৰ বাক্যেৰে ক'লে, হে ভৃগুবংশী মাৰ্কণ্ডেয়, মই তোমাক জানিব পাৰিছো, তুমি পৰিশ্ৰান্ত হৈ বিশ্ৰামৰ অভিলাষ কৰিছা। গতিকে, তোমাৰ যেতিয়ালৈকে ইচ্ছা তেতিয়ালৈকে ইয়াতে বহি থাকঁাহি। ৯৬-৯৭ ॥

মুনিশ্ৰেষ্ঠ, মই তোমাৰ প্ৰতি প্ৰসন্ন হৈছো, মই তোমাৰ বাসস্থানৰ ব্যৱস্থা কৰিছো, তুমি মোৰ শৰীৰত প্ৰৱেশ কৰি বিশ্ৰাম কৰা। ৯৮ ॥

হে ভাৰত, তেতিয়া সেই শিশুৱে এইদৰে কোৱাত মোৰ দীৰ্ঘ জীৱন আৰু মনুষ্যত্বৰ ওপৰত বৈৰাগ্য জন্মিল। ৯৯ ॥

পাছত সেই ল'ৰাজনে হঠাৎ মুখখন মেলি দিলে; মই দৈব-বলত অৱশ হৈ তেওঁৰ মুখৰ ভিতৰত প্ৰৱেশ কৰিলো। ১০০ ॥

মহাৰাজ, মই হঠাতে তেওঁৰ পেটৰ ভিতৰত প্ৰৱেশ কৰি তাত ৰাষ্ট্ৰ, নগৰেৰে সৈতে সমস্ত মহীমণ্ডল দেখিবলৈ পালো। ১০১ ॥

পাছত মই সেই মহাত্মা বালকৰ উদৰত ভ্ৰমণ কৰিবলৈ ধৰিলো। ভ্ৰমণ কৰোঁতে মই গঙ্গা, শতদ্ৰু, সীতা, যমুনা, কৌশিকী, চৰ্ম্মণ্বতী, বেত্ৰৱতী, চন্দ্ৰভাগা, সৰস্বতী, সিন্ধু, বিপাশা, গোদাৱৰী, বস্বোকসাৰা, নলিনী, নৰ্ম্মদা, তাম্ৰা, পুণ্যতোয়া, শুভাৱহা, বেণ্বা, সুবেণ্বা, কৃষ্ণবেণ্বা,—এই সকলো নদী; ঈৰাম, বিতস্তা, কাৱেৰী, শোণ বিশল্যা, কিম্পুনা—এইবোৰ মহানদী আৰু ইয়াত বাহিৰেও যিবোৰ নদী পৃথিৱীত আছে, সেইবোৰ দেখিবলৈ পালো। ১০২-১০৬ ॥

শত্ৰুহন্তা, ইয়াৰ বাহিৰেও জলজন্তুৰে ভৰি থকা অগাধ জলনিধি ৰত্নাকৰ সমুদ্ৰকো দেখিলো। ১০৭ ॥

তাত মই চন্দ্ৰ আৰু সূৰ্য্যৰে সুশোভিত আকাশমণ্ডল দেখিলো, সেয়া অনন্ত তেজেৰে প্ৰজ্বলিত, অগ্নি আৰু সূৰ্য্যৰ দৰে দীপ্যমান। ১০৮ ॥

ৰজা, বিবিধ কাননেৰে সুশোভিত যি ভূমিভাগ দেখা গ'ল তাত ব্ৰাহ্মণসকলে নানাবিধ যজ্ঞৰ অনুষ্ঠান কৰিবলৈ ধৰিছে। ক্ষত্ৰিয়সকলে সকলো বৰ্ণকে সুখী আৰু প্ৰসন্ন কৰাত প্ৰবৃত্ত হৈছে। বৈশ্যসকলে যথানিয়মে কৃষি-কাৰ্য্য কৰিছে আৰু শূদ্ৰসকল তিনিও দ্বিজাতিৰ সেৱা-শুশ্ৰূষাত নিৰত হৈছে। ১০৯-১১০ ॥

শেষত সেই মহাত্মাৰ উদৰত পৰিভ্ৰমণ কৰোঁতে কৰোঁতে হিমালয়, হেমকূট, নিষধ, ৰজাচিত, শ্বেত, গন্ধমাদন, মন্দৰ, মহাগিৰি, নীল, কনকপৰ্ব্বত, মেৰু, মহেন্দ্ৰ, বিন্ধ্য, মলয়, পাৰিপাত্ৰ—এই সকলো আৰু অন্যান্য যিবোৰ বিশাল পৰ্ব্বত আছে, সেই সমস্তকেই দেখিলো। সেইবোৰ পৰ্ব্বত ৰত্নসমূহেৰে বিভূষিত হৈ আছে।

মহাৰাজ, সেই সময়ত তাত বিচৰণ কৰোঁতে কৰোঁতে সিংহ, ব্যাঘ্র, বৰাহ আৰু পৃথিৱীৰ অন্যান্য যাৱতীয় প্ৰাণীকো দেখিবলৈ পালো। ১১১-১১৭ ॥

হে নৰশ্ৰেষ্ঠ, মই তেওঁৰ উদৰত প্ৰৱেশ কৰি চাৰিওপিনে বিচৰণ কৰি কৰি ইন্দ্ৰ প্ৰভৃতি দেৱতাসকলৰ দৰ্শন লাভ কৰিলো। ১১৮ ॥

পৃথিৱীপতি, সাধ্য, ৰুদ্ৰ, আদিত্য, গুহ্যক, পিতৃ, সৰ্প, নাগ, সুৱৰ্ণ, বসু, অশ্বিনী-কুমাৰ, গন্ধৰ্ব, অপ্সৰা, যক্ষ আৰু ঋষিসকলক দেখিলো। দৈত্য-দানৱসমূহ, নাগ, সিংহিকাপুত্ৰ (ৰাহু) আৰু আন দেৱশত্ৰুকো দেখা পালো। মহাৰাজ, এই জগতত মই যিবোৰ স্থাৱৰ-জঙ্গম পদাৰ্থ দেখিছিলো সেই আটাইবোৰেই সেই মহাত্মাৰ উদৰত দৃষ্টি-গোচৰ হ'ল। মই সদায় ফলাহাৰ কৰি সেই সমগ্ৰ জগততে ঘূৰি ফুৰোঁ। ১১৯-১২২ ॥

সেই শিশুৰ শৰীৰৰ ভিতৰত মই এশ বছৰৰো অধিক কাল ভ্ৰমণ কৰি আছো, তথাপি কদাপি তেওঁৰ শৰীৰৰ শেষ দেখা নগ'ল। ১২৩ ॥

হে নৰনাথ, যেতিয়া মই নিৰন্তৰ ভ্ৰমণ কৰি চিন্তা কৰিও সেই মহাত্মাৰ দেহ-সীমা নাপালো, তেতিয়া মই মন, বাক্য আৰু কৰ্মৰ দ্বাৰা সেই বৰদায়ক আৰু বৰেণ্য দেৱতাত বিধিপূৰ্ব্বক শৰণ ললো। ১২৪-১২৫ ॥

হে পুৰুষশ্ৰেষ্ঠ, শেষত হঠাৎ মই তেওঁৰ মেল খোৱা মুখখনৰপৰা বায়ু-বেগেৰে বাহিৰলৈ ওলাই আহিলো। ১২৬ ॥

নৰশ্ৰেষ্ঠ ৰজা, বাহিৰলৈ ওলাই দেখিলো, পুনৰ সম্পূৰ্ণ জগতখন নিজ উদৰত ধাৰণ কৰি শ্ৰীবৎস-চিহ্নেৰে সুশোভিত হৈ সেই অমিত-তেজস্বী বালক সেই বট-বৃক্ষৰ শাখাত বহি আছে। ১২৭-১২৮ ॥

তেতিয়া মহাতেজস্বী, পীতাম্বৰধাৰী, শ্ৰীবৎস-ভূষিত, কান্তিমান সেই শিশুৱে প্ৰসন্ন হৈ হাঁহি হাঁহি মোক ক'লে, ১২৯ ॥

হে মুনিশ্ৰেষ্ঠ মাৰ্কণ্ডেয়, সম্প্ৰতি তুমি মোৰ এই শৰীৰত বাস কৰি পৰিশ্ৰান্ত হৈছা; গতিকে মই তোমাক কওঁ। ১৩০ ॥

তেওঁ এই কথা কোৱাৰ পাছত মুহূৰ্ত্তৰ ভিতৰতে মোৰ পুনৰ নতুন দৃষ্টি উদ্ভৱ হ'ল—যিহেৰে নিজে নিজক মায়ামুক্ত আৰু সচেতন অনুভৱ কৰিলো। ১৩১ ॥

হে পুত্ৰ, সেই অমিত-তেজস্বী শিশুৰ অনন্ত প্ৰভাৱ দেখি তেওঁৰ সুপ্ৰতিষ্ঠিত, সুজাত, মৃদু-ৰক্তাভ আঙুলি-বিৰাজিত, তাম্ৰতল চৰণযুগল যত্নেৰে শিৰত ধাৰণ কৰি প্ৰণাম কৰিলো, বিনয় আৰু যত্নপূৰ্ব্বক কৃতাঞ্জলি হৈ ওচৰলৈ গৈ সেই সম্পূৰ্ণ প্ৰাণীসমূহৰে আত্মা, কমললোচন দেৱতাৰ দৰ্শন কৰিবলৈ ধৰিলো। ১৩২-১৩৪ ॥

শেষত হাত যোৰ কৰি প্ৰণাম-পূৰ্ব্বক এইদৰে ক'লো, হে দেৱ, মই আপোনাক আৰু আপোনাৰ এই শ্ৰেষ্ঠ মায়াক জানিব খোজোঁ। ১৩৫ ॥

হে ভগৱান, মই আপোনাৰ মুখেৰেই আপোনাৰ শৰীৰত প্ৰৱেশ কৰি পেটৰ ভিতৰত সমস্ত জগৎ দৰ্শন কৰিলো। ১৩৬ ॥

হে দেৱ, আপোনাৰ শৰীৰত দেৱতা, দানৱ, যক্ষ, ৰাক্ষস, গন্ধৰ্ব্ব, নাগ, সমগ্ৰ চৰাচৰ জগৎ মোৰ নয়ন-গোচৰ হ'ল । ১৩৭ ॥

হে প্ৰভু, আপোনাৰ শৰীৰৰ ভিতৰত নিৰন্তৰ শীঘ্ৰ গতিৰে ভ্ৰমণ কৰিলেও আপোনাৰে কৃপাত মোৰ স্মৃতি-শক্তি বিলোপ হোৱা নাই । ১৩৮ ॥

হে মহাপ্ৰভু, মোৰ ইচ্ছা নাথাকিলেও আপোনাৰ ইচ্ছানুসাৰেই মই আপোনাৰ পেটৰ ভিতৰৰপৰা বাহিৰ হলো । হে কমলনয়ন, আপুনি সৰ্ব্বোৎকৃষ্ট দেৱতা, মই আপোনাক জানিব খোজোঁ । ১৩৯ ॥

আপুনি এই সমগ্ৰ জগৎ পান কৰি ইয়াত সাক্ষাৎ শিশু-বেশত কিয় বিৰাজ কৰিছে, সেইটো মোক কওক । ১৪০ ॥

হে অনঘ, কি কাৰণে এই সমগ্ৰ সংসাৰ আপোনাৰ শৰীৰত অৱস্থান কৰিছে ? হে শত্ৰুহন্তা, আপুনি কিমান সময় ইয়াত এই ৰূপত অৱস্থান কৰিব ? ১৪১ ॥

হে দেৱেশ্বৰ, কমলনয়ন, মই ব্ৰাহ্মণোচিত অভিলাষেৰে এইটো বিস্তৃত আৰু যথাৰ্থভাৱে আপোনাৰপৰা শুনিবলৈ ইচ্ছা কৰোঁ । ১৪২ ॥

হে প্ৰভু, মই যি দেখিলো সেইবোৰ অগাধ আৰু অচিন্ত্য । মহাতেজস্বী বাগ্মীবৰ শ্ৰীমান সেই দেৱদেৱক এইদৰে কোৱাত তেওঁ মোক সান্ত্বনা দি এইদৰে কবলৈ আৰম্ভ কৰে । ১৪৩ ॥

ইতি মহাভাৰতৰ বনপৰ্ব্বৰ অন্তৰ্গত মাৰ্কণ্ডেয়-সমাস্যা-পৰ্ব্বত মাৰ্কণ্ডেয়-নাৰায়ণ-সংবাদ নামৰ অষ্টাশীত্যধিকশততম অধ্যায় । ১৮৮ ॥

॥ অধ্যায় ১৮৯ ॥

## ॥ মাৰ্কণ্ডেয়-নাৰায়ণ-সংবাদত ভবিষ্য-কথন ॥

ভগৱানে ক'লে, বিপ্ৰবৰ, দেৱতাসকলে ইচ্ছা কৰিলেও মোৰ যথাৰ্থ-স্বৰূপ জানিব নোৱাৰে । মই যিদৰে এই জগৎ সৃষ্টি কৰোঁ তোমাৰ প্ৰতি সন্তুষ্ট হৈ তাক বৰ্ণনা কৰোঁ । ১ ॥

ব্ৰহ্মৰ্ষি, তুমি পিতৃভক্ত, তুমি মোৰ শৰণাগত, তুমি মহৎ ব্ৰহ্মচৰ্য্য পালন কৰিছা । সেইহেতু তুমি মোৰ সাক্ষাৎ স্বৰূপ দৰ্শন কৰিছা । ২ ॥

পূৰ্ব্বকালত মধ্যে জলৰ "নাৰা" নাম ৰাখিছো । সেই 'নাৰা' মোৰ সদায় অয়ন অৰ্থাৎ বাসস্থান । সেই কাৰণেই মই নাৰায়ণ নামে প্ৰখ্যাত । ৩ ॥

মই নাৰায়ণ, সকলোৰে উৎপত্তিৰ কাৰণ, মই সনাতন, মই অবিনাশী । দ্বিজশ্ৰেষ্ঠ, সকলো প্ৰাণীৰে সৃষ্টি আৰু সংহাৰ কৰোঁতা মযে । মযেই বিষ্ণু, মযে ব্ৰহ্মা,

ময়ে দেৱৰাজ ইন্দ্ৰ, ময়েই ৰজা কুবেৰ আৰু প্ৰেতৰাজ যমো ময়েই। ৪-৫ ॥

বিপ্ৰবৰ, মই শিৱ, চন্দ্ৰ, প্ৰজাপতি কশ্যপ, ধাতা-বিধাতা, আৰু যজ্ঞও ময়েই। ৬ ॥

অগ্নি মোৰ মুখ, পৃথিৱী মোৰ চৰণ, চন্দ্ৰ আৰু সূৰ্য্য মোৰ নয়ন। স্বৰ্গই মোৰ শিৰ, আকাশ আৰু দিশেই মোৰ কাণ, জল মোৰ শৰীৰৰ ঘামৰপৰা উৎপন্ন। দিশেৰে সৈতে আকাশেই মোৰ শৰীৰ। বায়ু মোৰ মনতে অৱস্থিত, ময়েই বহু দক্ষিণাযুক্ত শ শ যজ্ঞৰ অনুষ্ঠাতা। ৭-৮ ॥

বেদজ্ঞ ব্ৰাহ্মণসকলে দেৱ-যজ্ঞত অৱস্থান কৰা যজ্ঞপুৰুষ মোকে যজন কৰে। পৃথিৱী পালন কৰোঁতা ক্ষত্ৰিয় ৰজাসকলে স্বৰ্গপ্ৰাপ্তিৰ অভিলাষেৰে পৃথিৱীত মোৰ কাৰণেই যজ্ঞ কৰে। এইদৰে বৈশ্যসকলে স্বৰ্ণলোকৰ বিজয়-আকাঙ্ক্ষাৰে মোৰেই সেৱা-পূজা কৰে। মেৰু-মন্দৰেৰে বিভূষিত, চতুঃসাগৰেৰে পৰিবেষ্টিত এই বসুন্ধৰাক ময়েই শেষনাগ-ৰূপে শিৰত ধাৰণ কৰোঁ। ৯-১০ ॥

বিপ্ৰবৰ, পূৰ্ব্বকালত এই পৃথিৱী যেতিয়া জলত মগ্ন হয়, তেতিয়া ময়েই বৰাহ-ৰূপ ধাৰণ কৰি বলপূৰ্ব্বক এই পৃথিৱীক উদ্ধাৰ কৰোঁ। হে বিজ্ঞ, ময়ে বড়ৱামুখ অগ্নি হৈ জল পান কৰোঁ আৰু পুনৰ সেই জলৰ সৃজন কৰোঁ। মোৰেই শক্তিৰ দ্বাৰা ব্ৰাহ্মণ মোৰ মুখ, ক্ষত্ৰিয় মোৰ ভুজদ্বয়, বৈশ্য মোৰ উৰুযুগল আৰু মোৰ চৰণযুগলেই শূদ্ৰ। ঋক্‌বেদ, যজুৰ্ব্বেদ, সামবেদ আৰু অথৰ্ব্ববেদ মোৰপৰাই উৎ-পত্তি হৈছে আৰু মোতেই লীন হব। শান্তি-পৰায়ণ, সংযমী, জিজ্ঞাসু, কাম-ক্ৰোধ-দ্বেষ-ৰহিত, আসক্তি-শূন্য, নিষ্পাপ, সাত্ত্বিক, সদায় অহঙ্কাৰহীন আৰু অধ্যাত্ম-জ্ঞান-সম্পন্ন যতি আৰু ব্ৰাহ্মণসকলে মোৰেই চিন্তা কৰে, মোকেই উপসনা কৰে।১১-১৬॥

ময়েই সংৱৰ্ত্তক (প্ৰলয়ৰ কাৰণ) বহ্নি। ময়ে সংৱৰ্ত্তক অনল। ময়ে সংৱৰ্ত্তক সূৰ্য্য আৰু ময়েই সংৱৰ্ত্তক বায়ু। ব্ৰাহ্মণশ্ৰেষ্ঠ, আকাশত যিবোৰ তৰা দেখা যায় সেই সমূহকে মোৰ ৰোম-কূপ বুলি জানিবা। ৰত্নাকৰ সমুদ্ৰ আৰু চাৰি দিশকেই মোৰ বস্ত্ৰ, শয্যা আৰু বাসস্থান বুলি জানিবা। ময়েই দেৱতাসকলৰ কাৰ্য্য-সিদ্ধিৰ কাৰণে এইবোৰক পৃথক পৃথকভাৱে সৃষ্টি কৰিছো। ১৭-২০ ॥

হে সাধুশ্ৰেষ্ঠ, কাম, ক্ৰোধ, হৰ্ষ, ভয়, আৰু মোহ—এই সমস্ত বিকাৰেই মোৰ ৰোমাৱলী বুলি জানিবা। ২১ ॥

হে ব্ৰাহ্মণ; মানুহে সত্য, দান, উগ্ৰ তপস্যা আৰু প্ৰাণীৰ প্ৰতি অহিংসা—এই-বোৰ কৰ্ম্ম কৰিলে মঙ্গল লাভ কৰিব পাৰে। জীৱনমাত্ৰেই মোৰ বিধান অনুসাৰেই মোৰ শৰীৰত বিচৰণ কৰে। মই যেতিয়া সকলো প্ৰাণীৰে জ্ঞান প্ৰকট কৰি দিওঁ তেতিয়াহে চেষ্টাশীল হয়, নিজৰ ইচ্ছানুসাৰে কদাপি নহয়। ২২-২৩ ॥

যিসকল ব্ৰাহ্মণে ভালদৰে বেদ অধ্যয়ন কৰি শান্ত-চিত্ত আৰু ক্ৰোধ-শূন্য হৈ নানাপ্ৰকাৰ যজ্ঞৰ দ্বাৰা মোৰ আৰাধনা কৰে তেওঁলোকেই মোক লাভ কৰে। ২৪ ॥

হে বিজ্ঞ, পাপকৰ্ম্মা, লোভী, কৃপণ, অনাৰ্য্য আৰু অসংযমী মানুহে কদাপি

মোক পাব নোৱাৰে। ময়ে শুদ্ধচিত্ত মানৱৰ যোগ-সেৱিত, মহাফলজনক, সুলভ, মঙ্গল পথ। মূঢ় মানুহৰ পক্ষে মই সদায় দুৰ্ল্লভ। ২৫-২৬ ॥

মহৰ্ষি, যেতিয়াই ধৰ্ম্মৰ গ্লানি আৰু অধৰ্ম্মৰ উত্থান হয়, তেতিয়াই মই নিজে নিজক সৃষ্টি কৰোঁ। যেতিয়া জগতত হিংসানুৰক্ত, শ্ৰেষ্ঠ দেৱতাসকলৰো অবধ্য ভয়ানক দৈত্য আৰু ৰাক্ষসসমূহৰ উৎপত্তি হয়, তেতিয়া মই মনুষ্য শৰীৰত প্ৰৱেশ কৰি পুণ্যাত্মা পুৰুষৰ গৃহত অৱতীৰ্ণ হৈ সকলো উপদ্ৰৱকে শান্ত কৰোঁ। ২৭-২৯ ॥

মই নিজ মায়াৰে দেৱতা, মনুষ্য, নাগ, ৰাক্ষস আৰু স্থাৱৰ প্ৰাণীসমূহক সৃষ্টি কৰি পুনৰ সংহাৰ কৰোঁ। ৩০ ॥

পুনৰ সৃষ্টি-ৰচনাৰ সময়ত মই অচিন্ত্যৰূপ ধাৰণ কৰোঁ আৰু মৰ্য্যাদা দৃঢ় কৰিবলৈ মানৱ শৰীৰ লৈ অৱতাৰ গ্ৰহণ কৰোঁ। ৩১ ॥

সত্য যুগত মোৰ শৰীৰ বগা, ত্ৰেতা যুগত হালধীয়া, দ্বাপৰত ৰঙা আৰু কলি যুগত ক'লা। ৩২ ॥

কলি কালত অধৰ্ম্ম তিনি ভাগে বিভক্ত। প্ৰলয়-কাল উপস্থিত হলে, মই অত্যন্ত ভয়াবহ কাল-ৰূপ ধাৰণ কৰি অকলেই এই সম্পূৰ্ণ চৰাচৰ ত্ৰিলোকক নাশ কৰোঁ। ৩৩ ॥

মই তিনিও লোকতে ব্যাপি থাকোঁ, মই সম্পূৰ্ণ বিশ্বৰে আত্মা, মই সকলো-মানুহৰে সুখদাতা, ময়ে সকলোৰে উৎপত্তিৰ কাৰণ, মই সৰ্ব্বব্যাপী, মোৰ অন্ত নাই, মই ইন্দ্ৰিয়সমূহৰ চালক, মোৰ বিক্ৰম অতি বিশাল। হে ব্ৰাহ্মণ, সকলো প্ৰাণীকেই সংহাৰ কৰা আৰু সকলোকে উদ্যোগশীল কৰা যি অব্যক্ত কালচক্ৰ আছে তাৰ সঞ্চালন কৰোঁতা মই অকলেই। হে মুনিশ্ৰেষ্ঠ, আকৌ সকলো প্ৰাণীৰ ভিতৰতে মোৰ আত্মা নিহিত আছে, কিন্তু, হে বিপ্ৰবৰ, মোক কেওঁ জানিব নোৱাৰে। ৩৩-৩৬ ॥

সমগ্ৰ জগততে ভক্ত পুৰুষসকলে সকলোপ্ৰকাৰে মোকেই আৰাধনা কৰে। তুমি মোৰ ওচৰলৈ আহি যি ক্লেশ পাইছা, হে ব্ৰাহ্মণ, সেই সকলোবোৰেই তোমাৰ ভৱিষ্যৎ কল্যাণ আৰু সুখৰ কাৰণ হব। হে নিষ্পাপ, এই জগতত তুমি স্থাৱৰ-জঙ্গমাত্মক যি পদাৰ্থকে দেখিবলৈ পাইছা সেই সকলোবোৰেই মোৰ ভূত-ভাৱন আত্মাৰূপে সকলোপ্ৰকাৰে প্ৰকাশমান হৈ আছে। সমস্তলোকৰ পিতামহ ব্ৰহ্মা মোৰেই অৰ্দ্ধশৰীৰ। ৩৭-৩৯ ॥

হে ব্ৰহ্মৰ্ষি, মই শঙ্খ, চক্ৰ আৰু গদাধাৰী নাৰায়ণ। হে ব্ৰহ্মৰ্ষি, মই বিশ্বাত্মা, হাজাৰ যুগৰ পৰিৱৰ্ত্তনৰ সময়ত মই সকলো প্ৰাণীৰে মোহ উৎপাদন কৰি নিদ্ৰিত থাকোঁ। হে মুনিশ্ৰেষ্ঠ, যেতিয়ালৈকে ব্ৰহ্মা জাগৃত নহয় তেতিয়ালৈকে মই শিশু নহলেও শিশুৰূপেই ইয়াত সকলো সময়তে এইদৰে অৱস্থান কৰোঁ। ৪০-৪১ ॥

হে দেৱৰ্ষি-পূজিত বিপ্ৰবৰ, মই ব্ৰহ্মস্বৰূপ, মই তোমাৰ প্ৰতি পুনঃ পুনঃ সন্তুষ্ট হৈ বৰ দান কৰিছো। তুমি সম্পূৰ্ণ চৰাচৰ জগতকে নষ্ট আৰু একাৰ্ণৱত

নিমগ্ন হোৱা দেখি ব্যাকুল হৈছিলা তাক মই বুজিছিলো। সেই কাৰণেই তোমাক পুনৰ জগৎ দৰ্শন কৰাইছো। হে ব্ৰহ্মৰ্ষি, তুমি যেতিয়া মোৰ শৰীৰত প্ৰৱেশ কৰিছিলা আৰু সমস্ত লোকক দৰ্শন কৰি বিস্ময়ান্বিত হৈ জ্ঞান-শূন্য হৈ পৰিছিলা, তেতিয়াই মই তোমাক সোনকালে মুখৰপৰা বাহিৰলৈ উলিয়াই দিছিলো। ৪২-৪৫ ॥

হে ব্ৰহ্মৰ্ষি, এইদৰে মই তোমাক নিজৰ স্বৰূপ ব্যক্ত কৰিছিলো, ইয়াক জনাটো দেৱতা আৰু অসুৰবো দুঃসাধ্য। যেতিয়ালৈকে মহা-তপস্বী ভগৱান ব্ৰহ্মা জাগৰিত নহয়, তেতিয়ালৈকে তুমি বিশ্বাসপূৰ্ব্বক সুখেৰে বিচৰণ কৰা। ৪৬-৪৭ ॥

হে দ্বিজশ্ৰেষ্ঠ, সৰ্ব্বলোক-পিতামহ ব্ৰহ্মা জাগৃত হ'লে মই তেওঁৰে সৈতে এক হৈ সমস্ত শৰীৰকে সৃষ্টি কৰিম। ৪৮ ॥

আকাশ, পৃথিৱী, অগ্নি, বায়ু, জল আৰু সংসাৰত যি কোনো চৰাচৰ বস্তু অৱশিষ্ট থাকে সেই সকলোকে নিৰ্ম্মাণ কৰিম। ৪৯ ॥

মাৰ্কণ্ডেয়ই ক'লে, হে পুত্ৰ (যুধিষ্ঠিৰ), এইদৰে কৈ সেই পৰম অদ্ভুত দেৱতা অন্তৰ্হিত হ'ল। তাৰ পাছত মই নানা প্ৰকাৰ বিচিত্ৰ প্ৰজা উৎপন্ন হোৱা দেখিলো। ৫০ ॥

ধৰ্ম্মাত্মাশ্ৰেষ্ঠ ভৰতকুল-প্ৰদীপ যুধিষ্ঠিৰ, প্ৰলয়-কাল উপস্থিত হোৱাত মই এইদৰে আশ্চৰ্য্য অনুভৱ কৰিছিলো। ৫১ ॥

হে নৰশ্ৰেষ্ঠ, পূৰ্ব্ব কালত যিজনা পদ্মায়তলোচন দেৱতাৰ দৰ্শন লাভ কৰিছিলো তেৱেঁই তোমাৰ সম্বন্ধীয় ভগৱান জনাৰ্দ্দন। ৫২ ॥

হে কুন্তীনন্দন, তেওঁৰেই বৰ-দানত মই পূৰ্ব্ব স্মৃতি পাহৰি যোৱা নাই, মোৰ আয়ু দীৰ্ঘ আৰু মৃত্যু ইচ্ছাধীন হৈছে। ৫৩ ॥

সেই পুৰাণ-পুৰুষ, অচিন্ত্যৰূপ, সৰ্ব্বব্যাপী হৰি এই মহাভুজ কৃষ্ণ বৃষ্ণি-কুলত জন্ম গ্ৰহণ কৰি যেন ক্ৰীড়াশীল হৈ বিৰাজ কৰিছে। ৫৪ ॥

শ্ৰীবৎস-চিহ্নাঙ্কিত বক্ষ সেই ভগৱান গোবিন্দই এই বিশ্বৰ সৃষ্টি, পালন আৰু সংহাৰ-কৰ্ত্তা সনাতন প্ৰভু আৰু প্ৰজাপতিবো অধিপতি। ৫৫ ॥

এই আদি দেৱ-স্বৰূপ, বিজয়শীল, পীতাম্বৰধাৰী, বৃষ্ণিকুলভূষণ পুৰুষক (শ্ৰীকৃষ্ণ) দেখি মোৰ প্ৰাচীন স্মৃতি উদয় হৈছে। ৫৬ ॥

কুৰুকুল-শ্ৰেষ্ঠ পাণ্ডৱ, এই মাধৱেই সমস্ত প্ৰাণীৰে পিতা-মাতা, এওঁ সকলোৰে শৰণদাতা, তোমালোক সকলোৱে এওঁত শৰণ লোৱাঁ। ৫৭ ॥

বৈশম্পায়নে ক'লে, হে জনমেজয়, মাৰ্কণ্ডেয় মুনিয়ে এইদৰে কোৱাৰ পাছত কুন্তী-পুত্ৰ যুধিষ্ঠিৰ, ভীম, অৰ্জ্জুন আৰু পুৰুষৰত্ন নকুল-সহদেৱ সকলোৱে দ্ৰৌপদীৰে সৈতে শ্ৰীকৃষ্ণক প্ৰণাম জনালে। ৫৮ ॥

হে নৰশ্ৰেষ্ঠ, সম্মানীয় শ্ৰীকৃষ্ণয়ো এওঁলোক সকলোকে বিধিপূৰ্ব্বক সমাদৰ কৰি পৰম মধুৰ সান্ত্বনা বাক্যেৰে আশ্বাস দিলে। ৫৯ ॥

ইতি মহাভাৰতৰ বনপৰ্ব্বৰ অন্তৰ্গত মাৰ্কণ্ডেয়-সমাস্যা-পৰ্ব্বত মাৰ্কণ্ডেয়-নাৰায়ণ-সংবাদত ভৱিষ্য-কথন নামৰ একোননৱত্যধিকশততম অধ্যায়।১৮৯ ॥

## ॥ অধ্যায় ১৯০ ॥

## ॥ মাৰ্কণ্ডেয়ৰ ভৱিষ্য-কথন ॥

বৈশম্পায়নে ক'লে, হে জনমেজয়, তাৰ পাছত কুন্তীপুত্ৰ যুধিষ্ঠিৰে মহামুনি মাৰ্কণ্ডেয়ক নিজ সাম্ৰাজ্যত সংসাৰৰ ভৱিষ্যৎ গতি-বিধিৰ বিষয়ে পুনৰ এইদৰে প্ৰশ্ন কৰিলে। ১ ॥

যুধিষ্ঠিৰে ক'লে, হে বাগ্মীবৰ ভৃগুবংশীয় মহৰ্ষি, যুগৰ আৰম্ভণিত যিদৰে উৎপত্তি আৰু বিনাশ হৈছিল, সেই আশ্চৰ্য্য বৃত্তান্ত আপোনাৰ মুখৰপৰা শুনিলো। ২ ॥

কলি যুগ সম্বন্ধে বিৱৰণ শুনিবলৈ মোৰ আকৌ আগ্ৰহ জন্মিছে। যেতিয়া সমস্ত ধৰ্ম্মৰ উচ্ছেদ হ'ব তেতিয়া কি অৱশেষ থাকিব ? ৩ ॥

যুগান্ত-কালত কলি যুগত মানুহৰ বল-পৰাক্ৰম কেনে হ'ব, আহাৰ-বিহাৰ কেনে হ'ব, পৰমায়ু কিমান আৰু এওঁলোকৰ পৰিধান কেনে হ'ব ? ৪ ॥

কলি যুগৰ কোন সীমা পালে পুনৰ সত্য যুগৰ আৰম্ভ হ'ব ? হে মহৰ্ষি, যিহেতু আপুনি এই বিষয়ে বিচিত্ৰ কথা ব্যক্ত কৰিছে, গতিকে এই সকলো বিষয়ো বিস্তৃতভাৱে বৰ্ণনা কৰক। ৫ ॥

এইদৰে সোধাত মুনিশ্ৰেষ্ঠ মহৰ্ষিয়ে বৃষ্ণিপ্ৰৱৰ শ্ৰীকৃষ্ণ আৰু পাণ্ডৱসকলক আনন্দিত কৰি আকৌ এইদৰে ক'লে। ৬ ॥

মাৰ্কণ্ডেয়ই ক'লে, ভৰতশ্ৰেষ্ঠ ৰজা, দেৱদেৱৰ প্ৰসাদত মই আগেয়ে যি দেখিছো, শুনিছো আৰু অনুভৱ কৰিছো, তাক শুনা। কলি কালত সকলোৱে যি ভৱিষ্যৎ বৃত্তান্ত ঘটিব তাৰ বৰ্ণনা কৰিম শুনা। ৭-৮ ॥

হে ভৰতশ্ৰেষ্ঠ, সত্য যুগত মানুহৰ ভিতৰত বৃষ-ৰূপ ধৰ্ম্ম চাৰি পাদেৰে যুক্ত হোৱা হেতু ই সম্পূৰ্ণৰূপে প্ৰতিষ্ঠিত। ইয়াত কোনো ছদ্ম বা লোভাদি নাই। ৯ ॥

কিন্তু ত্ৰেতা যুগত সেই ধৰ্ম্মৰ এক পাদ অধৰ্ম্মেৰে অভিভূত হোৱাত নিজে তিনি অংশেৰে প্ৰতিষ্ঠিত হয়। দ্বাপৰত ধৰ্ম্ম আধা হয়, আধাখিনি অধৰ্ম্মৰ দ্বাৰা মিশ্ৰিত হয়। ১০ ॥

কিন্তু হে ভৰতশ্ৰেষ্ঠ, কলি যুগ উপস্থিত হোৱাত অধৰ্ম্মই নিজৰ তিনি অংশৰ দ্বাৰায় লোকক অভিভূত কৰিলে আৰু ধৰ্ম্ম কেৱল এক পাদ লৈয়ে মানুহৰ মাজত প্ৰতিষ্ঠিত হ'ল। হে পাণ্ডুনন্দন, প্ৰত্যেক যুগতে মানুহৰ আয়ুস, বীৰ্য্য, বুদ্ধি আৰু তেজ ক্ৰমশঃ হ্ৰাস পাইছে। হে যুধিষ্ঠিৰ, ব্ৰাহ্মণ, ক্ষত্ৰিয়, বৈশ্য আৰু

শূদ্ৰ সকলো জাতিৰ মানুহে কপটপূৰ্ণভাৱে ধৰ্মৰ আচৰণ কৰিব। মানুহে ধৰ্মৰ জাস বিস্তাৰ কৰি লোকসমূহক বঞ্চনা কৰিব। নিজকে পণ্ডিত বুলি বিবেচনা কৰা মানুহে সত্যক পৰিত্যাগ কৰিব। ১১-১৪ ॥

শেষত সত্য হানি হোৱা হেতু মানুহৰ আয়ুস তাকৰ হ'ব। আয়ুস কমি যোৱা হেতু নিজৰ জীৱন নিৰ্ব্বাহৰ উপযুক্ত বিদ্যা লাভ কৰিব নোৱাৰিব। ১৫ ॥

বিদ্যাহীন হ'লে বিজ্ঞানৰ অভাৱ হব আৰু ফলত লোভেৰে অভিভূত হব আৰু লোভ-ক্ৰোধৰ বশীভূত হৈ মূঢ় আৰু কামাসক্তজনে পৰস্পৰে শত্ৰুতা কৰি এজনে আনজনক বধ কৰিবলৈ ইচ্ছা কৰিব। ১৬ ॥

ব্ৰাহ্মণ, ক্ষত্ৰিয় আৰু বৈশ্যসকল পৰস্পৰ সঙ্কীৰ্ণ আৰু সকলো তপস্যা আৰু সত্য-ৰহিত হৈ সমান হৈ যাব। অন্ত্যজ (চণ্ডাল প্ৰভৃতি)-সকলে ক্ষত্ৰিয় বৈশ্য আদিৰ কাম কৰিব আৰু ক্ষত্ৰিয়-বৈশ্য আদিয়ে চণ্ডালৰ কাম কৰিব, ইয়াত কোনো সংশয় নাই। ১৭-১৮ ॥

যুগান্ত-কাল উপস্থিত হ'লে মানুহবোৰ এনে হব। সেই সময়ত কাপোৰৰ ভিতৰত শণ সূতাৰ কাপোৰ আৰু ধানৰ ভিতৰত কোৰদূষক ধানৰ আদৰ হব। ১৯ ॥

সেই সময়ত পুৰুষসকলে কেৱল স্ত্ৰীৰ লগতেই মিত্ৰতা কৰিব। কিছুমান মানুহে মাছ-মাংসৰেই জীৱিকা নিৰ্ব্বাহ কৰিব। গাই গৰু নষ্ট হলে মেৰ আৰু ছাগলীকে দোহন কৰিব আৰু যিসকল লোকে সদায় ব্ৰত আচৰণ কৰিছিল, তেওঁলোকো লোভী হব। ২০-২১ ॥

মানুহৰ এজনে আনজনক ঠগিব আৰু মাৰিব। যুগান্ত-কালত মানুহ জপহীন, নাস্তিক আৰু চোৰ হব। ২২ ॥

নদী-তীৰত কোৰেৰে মানুহে ঔষধি কৰ। সেই ঔষধিয়েও যুগান্ত-কালত অলপ কৈহে ফল দিব। ২৩ ॥

যিবোৰে সদায় ব্ৰত পালন কৰে তেওঁলোকেও সেই সময়ত লোভৰ বশৱৰ্ত্তী হৈ দেৱযজ্ঞ আৰু শ্ৰাদ্ধ আদিত আনৰ ভোজ্য বস্তু ভোগ কৰিব। ২৪ ॥

পিতাকে পুতেকৰ, পুতেকে পিতাকৰ ভোগ কৰিব লগীয়া বস্তু ভোগ কৰিব। সেই সময়ত ত্যাগ কৰিব লগীয়া বস্তুও ভোজনৰ উপযোগী বুলি বিবেচিত হ'ব। ২৫ ॥

ব্ৰাহ্মণবোৰে ব্ৰত পালন নকৰিব আৰু বেদৰ নিন্দা কৰিবলৈ ধৰিব, তৰ্কবাদত বিমোহিত হৈ হোম-যজ্ঞ নকৰি নীচ বিষয়লৈ আগ্ৰহ কৰিব। ২৬ ॥

মানুহে নামনি ভূমিত খেতি কৰিব; গাই গৰুক আৰু এবছৰীয়া গৰু গোৱালিক ভাৰ বহনত নিয়োগ কৰিব। ২৭ ॥

পুতেকে পিতাকক, পিতাকে পুতেকক বধ কৰি উদ্বিগ্ন নহব, তাওৰ তাওৰ কথা ক'ব, নিন্দা অনুভৱ নকৰিব। ২৮ ॥

গোটেই জগত ক্ৰিয়াহীন, যজ্ঞবৰ্জ্জিত, নিৰানন্দ আৰু উৎসাহহীন কৈ ম্লেচ্ছৰূপে হব। ২৯ ॥

যুগৰ অৱসানত শূদ্ৰসকলে ব্ৰাহ্মণৰ সেৱা নকৰিব। সেই সময়ত মহৰ্ষিসকলৰ আশ্ৰমত, ব্ৰাহ্মণৰ গৃহত, দেৱতাৰ স্থানত, যজ্ঞ-ভূমিত আৰু নাগালয়ত যি ভূভাগ থাকিব তাত অস্থিৰেই চিহ্ন থাকিব, কিন্তু দেৱ-মন্দিৰৰ দ্বাৰা সেই ভূমি শোভিত নহ'ব। ৬৬-৬৭ ॥

এইবোৰকেই যুগান্ত-কালৰ লক্ষণ বুলি বুজিব। যেতিয়া সকলো মানুহ ভয় লগা, ধৰ্ম্মহীন, মাংস-ভক্ষক আৰু মদ্যপায়ী হ'ব, সেই সময়ত যুগৰ সংহাৰ হ'ব। ৬৮ ॥

মহাৰাজ, যেতিয়া ফুলতে ফুল, ফলতে ফল জন্মিব তেতিয়াই যুগৰ সংহাৰ হ'ব। যুগান্ত-কালত মেঘে অসময়ত বৰষুণ দিব। ৬৯-৭০ ॥

মানুহৰ সকলো কাম বিপৰীতভাৱে হ'ব। শূদ্ৰই ব্ৰাহ্মণৰ বিৰোধ আচৰণ কৰিব। ৭১ ॥

তেতিয়া সমস্ত বিশ্বই অতি কম সময়ৰ ভিতৰতে ম্লেচ্ছৰে পৰিপূৰ্ণ হ'ব। ব্ৰাহ্মণসকলে কৰ বহনৰ ভয়ত দশোদিশত আশ্ৰয় লব। ৭২ ॥

সমগ্ৰ দেশৰ লোকৰ আচাৰ আৰু বেশ-ভূষাৰ প্ৰভেদ নোহোৱা হ'ব। মানুহ বেতনহীন কৰ্ম্মৰ দ্বাৰা পীড়িত হৈ আশ্ৰমলৈ যাব আৰু ফলমূল খাই তেওঁলোকে জীৱন নিৰ্ব্বাহ কৰিব। ৭৩ ॥

লোকসমূহ এইদৰে আকুল হলে কোনো নিয়ম নিৰ্দ্দিষ্ট নোহোৱা হ'ব। শিষ্যসকল গুৰুৰ উপদেশমতে নচলিব বৰং তেওঁৰ অহিতহে সাধন কৰিব। ৭৪ ॥

আচাৰ্য্য ধনহীন হলে সদায় শিষ্যৰপৰা ধিক্কাৰ পাব। মিত্ৰ, সম্বন্ধী ভাই-বন্ধুৱে ধনৰ লোভত মানুহৰ ওচৰত থাকিব। ৭৫ ॥

যুগান্ত-কালত সকলো মানুহৰে অভাৱ হ'ব। চাৰিও দিশ জ্বলি উঠিব আৰু নক্ষত্ৰ-সমূহৰ উজ্জ্বলতা নাইকিয়া হ'ব। ৭৬ ॥

গ্ৰহসমূহ বিপৰীত গতিৰে গমন কৰিব। বায়ু ব্যাকুলভাৱে বব। মহাভয়সূচক বহু উল্কাপাত হ'ব। ৭৭ ॥

সপ্ত-সূৰ্য্যই উত্তাপ দিব। সকলোতে বিজুলীৰ ভয়ানক শব্দ হ'ব। দশোদিশ দহিধলৈ ধৰিব। ৭৮ ॥

উদয় আৰু অস্তৰ সময়ত সূৰ্য্যক ৰাহুৱে গ্ৰাস কৰা দেখা যাব। ভগৱান ইন্দ্ৰই সময়মতে বৰষুণ নিদিব। ৭৯ ॥

যুগান্ত-কাল উপস্থিত হলে শস্য নজন্মিব। স্ত্ৰীসকল কঠোৰ স্বভাৱৰ, সদায় কটুবাদিনী আৰু ৰোদনপ্ৰিয় হ'ব। ৮০ ॥

স্ত্ৰীসকল পতিৰ আজ্ঞাধীন নহ'ব। যুগান্তকালত পুত্ৰই পিতা-মাতাক হত্যা কৰিব। ৮১ ॥

নাৰীসমূহে কাৰো আশ্ৰয় নোলোৱাকৈয়ে স্বামী আৰু সন্তানক হিংসা কৰিব।

হে মহাৰাজ, পৰ্ব্ব অৰ্থাৎ উপযুক্ত তিথি ( অমাৱস্যা ) নহলেও ৰাহুৱে সূৰ্য্যক গ্ৰাস কৰিব । ৮২ ॥

যুগান্তত অগ্নি চাৰিওপিনে জ্বলি থাকিব । পথিকসকলে খুজিলেও অন্ন, জল আৰু বাসস্থান নাপাব, শেষত নিৰাশ হৈ বাটতে শুই থাকিব । ৮৩ ॥

যুগান্ত-কাল উপস্থিত হ'লে কাউৰী, হাতী, শগুণ আদি পশু-পক্ষীবিলাকে ভীষণ শব্দেৰে সৈতে কৰ্কশ-বাক্য প্ৰয়োগ কৰিব । সেই সময়ত মানুহে মিত্ৰ, সম্বন্ধীয়, সেৱক আৰু কুটুম্বজনকো ত্যাগ কৰিব । ৮৪-৮৫ ॥

প্ৰায় মানুহে দেশবপৰা দেশান্তৰলৈ, এক দিশৰপৰা আন দিশলৈ, নগৰৰপৰা নগৰান্তৰলৈ গৈ ক্ৰমশঃ আশ্ৰয় ল'ব আৰু এজনে আনজনক 'হে পিতা, হে পুত্ৰ' ইত্যাদি অত্যন্ত দুঃখজনক বাক্য প্ৰয়োগ কৰি পৃথিৱীত বিচৰণ কৰিব । ৮৬-৮৭ ॥

সেই সমস্ত লোকৰ ভয়ঙ্কৰ সংহাৰমূলক যুগান্ত-কাল অতীত হলে পুনৰ সত্য-যুগৰ আৰম্ভ হ'ব । তেতিয়া ব্ৰাহ্মণাদি বৰ্ণৰ উন্নত হৈ আকৌ নিজ নিজ প্ৰভাৱ ক্ৰমশঃ বিস্তাৰ কৰিব । ৮৮-৮৯ ॥

সেই সময়ত মানুহৰ অভ্যুদয়ৰ কাৰণে পুনৰ দৈৱ অনায়াসে অনুকূল হ'ব । যেতিয়া সূৰ্য্য,চন্দ্ৰ আৰু বৃহস্পতি একে লগে পুষ্যা নক্ষত্ৰ আৰু সেই অনুপাতে এক ৰাশিত ( কৰ্কটত ) উপস্থিত হ'ব তেতিয়াই সত্য যুগৰ আৰম্ভ হ'ব । সেই সময়তে মেঘে সময়মতে বৰষুণ দিব । নক্ষত্ৰসমূহ শুভজনক হ'ব । ৮৯-৯১ ॥

গ্ৰহসমূহ যথাবিহিত অনুকূল গতিক আশ্ৰয় কৰি অগ্ৰসৰ হ'ব । সেই সময়ত সকলোৰে মঙ্গল হ'ব, দেশলৈ সুদিন আহিব, আৰোগ্য বিস্তাৰ হ'ব আৰু ৰোগ-ব্যাধি নোহোৱা হ'ব । ৯২ ॥

যুগান্তৰ-সময়ত কাল-প্ৰেৰিত হৈ সম্ভল নামে গাঁৱত কোনো ব্ৰাহ্মণৰ মঙ্গল-ময় গৃহত এজন মহা শক্তিশালী বালকৰ জন্ম হব, তেওঁৰেই নাম হ'ব বিষ্ণুযশা কল্কী । ৯৩ ॥

স্মৰণ কৰাৰ লগে লগেই তেওঁৰ ওচৰত ইচ্ছানুসাৰে বাহন, অস্ত্ৰ-শস্ত্ৰ, যোদ্ধা আৰু কৱচ আহি উপস্থিত হব । তেওঁৰ ধৰ্ম্ম-বিজয়ী চক্ৰৱৰ্ত্তী ৰজা হব । ৯৪-৯৫ ॥

সেই উদাৰবুদ্ধি, তেজস্বী ব্ৰাহ্মণেই দুঃখপীড়িত এই জগতক আনন্দ প্ৰদান কৰিব । যুগৰ অন্ত কৰিবলৈকে তেওঁৰ আৱিৰ্ভাৱ । ৯৬ ॥

তেৱেঁই যুগৰ সংহাৰ কৰি নতুন যুগৰ প্ৰৱৰ্ত্তক হ'ব । তেওঁ ব্ৰাহ্মণৰ দ্বাৰা পৰিবৃত হৈ পৃথিৱীৰ সকলো ঠাইৰে নীচ ম্লেচ্ছসমূহক সংহাৰ কৰিব । ৯৭ ॥

ইতি মহাভাৰতৰ বনপৰ্ব্বৰ অন্তৰ্গত মাৰ্কণ্ডেয়-সমাস্যা-পৰ্ব্বত মাৰ্কণ্ডেয়ৰ ভৱিষ্য-কথন নামৰ নৱত্যধিকশততম অধ্যায় । ১৯০ ॥

মানুহে প্ৰায় দীন, অসহায় আৰু বিধৱাৰ ধন হৰণ কৰিব। ৩০॥

মানুহৰ শাৰীৰিক বল আৰু পৰাক্ৰম ক্ষীণ হৈ যাব, জ্ঞানহীন হৈ লোভ আৰু মোহৰ বশৱৰ্ত্তী হব। অসৎ-দানৰ ইচ্ছাৰে, দুষ্টসকলৰ অসাধু বাক্যপূৰ্ব্বক দানতো আনন্দ প্ৰকাশ কৰি দান গ্ৰহণ কৰিব। হে কুন্তীনন্দন, পাপবুদ্ধি, মূৰ্খ ৰজাসকলে পাণ্ডিত্যৰ অভিমান কৰি এজনে আনজনক মাতি আনি হত্যা কৰিব খুজিব। এইদৰে যুগান্ত-কালত সকলো ক্ষত্ৰিয়ই জাতিৰ কণ্টক হব। ৩১-৩৩॥

যুগক্ষয়ৰ সময়ত ক্ষত্ৰিয়সমূহ প্ৰজাৰ ৰক্ষক নহব, অভিমান আৰু অহঙ্কাৰেৰে গৰ্ব্বী আৰু লোভী হৈ কেৱল দণ্ড-বিধানৰেই অনুৰাগী হ'ব। ৩৪॥

হে ভাৰত, তেওঁলোকে সাধুসকলকো বাৰে বাৰে আক্ৰমণ কৰি তেওঁলোকৰ ধন আৰু তিৰোতাক উপভোগ কৰিব, কান্দিলেও তেওঁলোকৰ দয়া নুপজিব। ৩৫॥

যুগান্ত-কাল উপস্থিত হ'লে কোনেও কাৰো কন্যা প্ৰাৰ্থনা নকৰিব নাইবা কাকো কন্যা দান নকৰিব, কন্যাসকলে নিজেই পতি গ্ৰহণ কৰিব। ৩৬॥

যুগৰ শেষ সময় উপস্থিত হ'লে অসন্তোষীয়া আৰু মূৰ্খ ৰজাসকলে সকলো উপায়ে আনৰ ধন অপহৰণ কৰিব। ৩৭॥

সেই সময়ত সমস্ত জগত ম্লেচ্ছ হৈ যাব—ইয়াত সন্দেহ নাই; তেতিয়া এখন হাতে আনখন হাতক প্ৰবঞ্চনা কৰিব। ৩৮॥

সংসাৰত মানুহবোৰে পাণ্ডিত্যৰ অভিমান কৰি সত্যক সঙ্কোপ কৰিব। বুঢ়াবোৰ শিশুমতি হ'ব আৰু শিশুবোৰে বুঢ়াৰ বুদ্ধি লব। ৩৯॥

কাপুৰুষবোৰে বীৰৰ অভিমান কৰিব আৰু বীৰবিলাক ভীৰুৰ দৰে বিষণ্ণ হ'ব। যুগক্ষয় আৰম্ভ হলে কোনেও কাকো বিশ্বাস নকৰিব। ৪০॥

যুগৰ সকলো মানুহে লোভ আৰু মোহৰ অধীন হৈ ভক্ষ্যাভক্ষ্যৰ বিচাৰ নকৰি একে লগে আহাৰ কৰিব। অধৰ্ম্ম বাঢ়িব, ধৰ্ম্ম নাথাকিব। ৪১॥

হে ৰজা, ব্ৰাহ্মণ, ক্ষত্ৰিয় আৰু বৈশ্যৰ অৱশিষ্ট নাথাকিব। যুগান্ত-কালত সমগ্ৰ বিশ্ব এক বৰ্ণ, এক জাতি হব। ৪২॥

যুগক্ষয়ৰ সময়ত পিতাকে পুতেকক আৰু পুতেকে পিতাকক ক্ষমা নকৰিব। তিৰোতাবিলাকে পতিৰ সেৱা ত্যাগ কৰিব। ৪৩॥

যিবোৰ দেশ যৱান্ন আৰু গোধূমান্ন-প্ৰধান যুগান্তৰ-সময়ত সেইবোৰ দেশকেই আশ্ৰয় কৰিব। ৪৪॥

হে মহাৰাজ, যুগান্ত-কাল আহিলে মুনিহ আৰু তিৰোতা স্বেচ্ছাচাৰী হৈ এজনে আনজনৰ কাৰ্য্য সহ্য নকৰিব। ৪৫॥

হে যুধিষ্ঠিৰ, সেই সময়ত সমগ্ৰ জগৎ ম্লেচ্ছ হৈ যাব। মানুহে শ্ৰাদ্ধৰ দ্বাৰা দেৱতাসকলৰ তৃপ্তি সাধন নকৰিব। ৪৬॥

হে মহাৰাজ, সেই সময়ত কোনেও কাৰো উপদেশ নুশুনিব, কোনো কাৰো গুৰু নহব, সমস্ত বিশ্ব তমোগুণেৰে আচ্ছাদিত হব। ৪৭॥

তেতিয়া মানুহৰ আয়ুস মাত্ৰ ষোল্ল বছৰ হ'ব, তাৰ পাছতেই প্ৰাণ ত্যাগ কৰিব। পাঁচ বা ছয় বছৰীয়া কন্যাই প্ৰসৱ কৰিব। সাত-আঠ বছৰীয়া ল'ৰাৰ সন্তান জন্মিব। ৪৮-৪৯ ॥

হে নৃপশ্ৰেষ্ঠ, যুগান্ত-কাল আহিলে তিৰোতাই নিজৰ স্বামীত আৰু স্বামীয়ে নিজৰ স্ত্ৰীত সন্তুষ্ট নাথাকিব। ৫০ ॥

সেই সময়ত মানুহৰ সম্পত্তি নিচেই কম হ'ব, মিছাতেই মানুহে সাধু বেশ লব। হিংসাৰ প্ৰকোপ বাঢ়িব; কোনেও একো দান নকৰিব। ৫১ ॥

যুগক্ষয়ত দেশৰ সকলো মানুহে অন্ন বিক্ৰী কৰিব, ব্ৰাহ্মণসকলে বেদ বিক্ৰী কৰিব আৰু তিৰোতাবিলাকে বেশ্যাবৃত্তি অৱলম্বন কৰিব। ৫২ ॥

যুগান্ত-কালত মানুহবোৰ ম্লেচ্ছাচাৰী, সৰ্ব্বভক্ষী হ'ব আৰু প্ৰত্যেক কামতে মানুহে নিজৰ নিষ্ঠুৰতাৰ পৰিচয় দিব, ইয়াত সংশয় নাই। ৫৩ ॥

হে ভৰত-শ্ৰেষ্ঠ, যুগৰ অন্তত ধনৰ লোভত মানুহে বেচা-কিনা কৰাৰ সময়ত সকলোকে বঞ্চনা কৰিব। ৫৪ ॥

কাৰ্য্যৰ তত্ত্ব নাজানিলেও মানুহে কাজ কৰিবলৈ প্ৰবৃত্ত হ'ব। যুগৰ শেষত সকলো মানুহেই স্বেচ্ছাচাৰী হ'ব। ৫৫ ॥

স্বভাৱতেই মানুহে নিষ্ঠুৰ কাম কৰিব, এজনে আনজনক মিছাতেই কলঙ্কিত কৰিব। যুগক্ষয় আৰম্ভ হ'লে সকলো মানুহে উদ্যান আৰু গছবোৰ কাটিব। তাৰ কাৰণে মনত অকণো দুখ নকৰিব। প্ৰত্যেক মানুহৰে জীৱন-ধাৰণত শঙ্কা উপস্থিত হ'ব। ৫৬-৫৭ ॥

হে ৰজা, প্ৰত্যেক মানুহে লোভৰ বশীভূত হৈ বামুণৰ ধন উপভোগ কৰিব আৰু বামুণসকলক হত্যা কৰিব। ৫৮ ॥

শূদ্ৰসকলৰ দ্বাৰা পীড়িত হৈ ব্ৰাহ্মণবোৰে ভয়তে হাহাকাৰ কৰিব আৰু ৰক্ষা কৰোঁতাৰ অভাৱত গোটেই পৃথিৱীত ঘূৰি ফুৰিব। ৫৯ ॥

যেতিয়া আনৰ জীৱন বিনাশ কৰা, নিষ্ঠুৰ, ভয়লগা আৰু প্ৰাণীক হিংসা কৰা মানুহ জন্মে তেতিয়াই যুগান্ত-কাল চমু চাপি আহে। ৬০ ॥

হে কুৰুকুল-তিলক, শ্ৰেষ্ঠ ব্ৰাহ্মণসকলে দস্যুবোৰৰ দ্বাৰা পীড়িত হৈ ভয়ত কাউৰীৰ দৰে ইফালে-সিফালে ঘূৰি ঘূৰি নদী, পৰ্ব্বত আৰু দুৰ্গম ঠাইকো আশ্ৰয় কৰিব, দুষ্ট ৰজাবোৰৰ কৰ-বহনত সদায় পীড়িত হৈ ধৈৰ্য্য ত্যাগ কৰিব, শূদ্ৰ-সকলৰ সেৱা-শুশ্ৰূষা কৰিব আৰু ধৰ্ম্ম-বিৰোধী কাজ কৰিব। হে ৰজা, যুগৰ অন্তিম কালত জগতৰ এনে দশাই হ'ব। ৬২-৬৩ ॥

শূদ্ৰবোৰেই ধৰ্ম্মৰ উপদেশ দিব আৰু তেওঁলোকৰেই সেৱাত নিযুক্ত থকা ব্ৰাহ্মণবোৰে তাকে শুনিব আৰু তাকেই প্ৰামাণিক বুলি পালন কৰিব। সকলো মানুহৰ ব্যৱহাৰ বিপৰীত হ'ব। উচ্চই নীচ হ'ব, নিচেই উচ্চ হ'ব। মানুহে দেৱতাৰ বিগ্ৰহ ত্যাগ কৰি অস্থি স্থাপন কৰি তাকেই পূজা কৰিব। ৬৪-৬৫ ॥

মই তোমাক যিকোৰ কথা ক'লো তাত যেন তোমাৰ কোনো আশংকা নাথাকে। ২৯ ॥

মোৰ কথাত সন্দেহ কৰিলে তোমাৰ কৰ্ম্ম লোপ হ'ব, হে ভৰত-কুলভূষণ, কৌৰৱসকলৰ বিখ্যাত কুলত তোমাৰ জন্ম ; গতিকে, মন, বাক্য আৰু কাৰ্য্যেৰে এই সকলোবোৰ পালন কৰা। ৩০ ॥

যুধিষ্ঠিৰে ক'লে, হে দ্বিজশ্ৰেষ্ঠ, আপুনি মোক যি কথা ক'লে সি অতি শ্ৰুতি-মধুৰ ; হে বিভু, মই আপোনাৰ আদেশ যত্নেৰে পালন কৰিম ; হে ব্ৰাহ্মণশ্ৰেষ্ঠ, মোৰ মনত লোভ, ভয়, আৰু ঈৰ্ষা নাই। হে প্ৰভু, আপুনি মোক যিখিনি কথা ক'লে তাক মই অৱশ্যে পালন কৰিম। ৩১-৩২ ॥

বৈশম্পায়নে ক'লে, মহাৰাজ, সেই পৰম বুদ্ধিমান মাৰ্কণ্ডেয়ৰ কথা শুনি শ্ৰীকৃষ্ণেৰে সৈতে পাণ্ডৱসকল বৰ আনন্দিত হ'ল আৰু যিসকল শ্ৰেষ্ঠ ব্ৰাহ্মণ তালৈ আহিছিল তেওঁলোকো বৰ প্ৰসন্ন হ'ল। ৩৩-৩৪ ॥

বুদ্ধিমান মাৰ্কণ্ডেয়ৰপৰা কল্যাণকৰ কথা আৰু পৌৰাণিক কাহিনী শুনি সকলো বিস্মিত হ'ল। ৩৫ ॥

ইতি মহাভাৰতৰ বনপৰ্ব্বৰ অন্তৰ্গত যুধিষ্ঠিৰৰ প্ৰতি মাৰ্কণ্ডেয়ৰ ধৰ্ম্মোপদেশ নামৰ একনৱত্যধিকশততম অধ্যায়। ১৯১ ॥

## ॥ অধ্যায় ১৯২ ॥

# ॥ মণ্ডুকোপাখ্যান ॥

বৈশম্পায়নে ক'লে, তাৰ পাছত পাণ্ডুনন্দন যুধিষ্ঠিৰে মুনিশ্ৰেষ্ঠ মাৰ্কণ্ডেয়ক ক'লে, হে ব্ৰাহ্মণ, আপুনি আকৌ ব্ৰাহ্মণৰ মহাত্ম্য বৰ্ণনা কৰক। ১ ॥

তেতিয়া মাৰ্কণ্ডেয়ই ক'লে, মহাৰাজ, ব্ৰাহ্মণৰ এই অপূৰ্ব্ব চৰিত্ৰৰ কথা শুনক। ২ ॥

অযোধ্যা নগৰত পৰীক্ষিৎ নামে ইক্ষাকু-কুলৰ শ্ৰেষ্ঠ এজন ৰজা আছিল। তেওঁ এদিনাখন চিকাৰলৈ যাত্ৰা কৰিলে। ৩ ॥

একেটি মাত্ৰ অশ্বৰ সহায় লৈ পশুৰ অন্বেষণ কৰোঁতে পশুৱে তেওঁক দূৰলৈ লৈ গ'ল। ৪ ॥

তেওঁ পথশ্ৰান্ত আৰু ভোক-পিয়াহত আতুৰ হৈ পৰিল, এনেতে কোনো এফালে এখন গভীৰ নীলিম অৰণ্য দেখা পালে। ৫ ॥

ৰজা তাৰ ভিতৰত প্ৰৱেশ কৰিলে। সেই অৰণ্যৰ মাজভাগত এটি অতি ৰমণীয় সৰোবৰ আছিল, তাকে দেখি ৰজাই অশ্বেৰে সৈতে জাত অৱগাহন কৰিলে। ৬ ॥

ৰজা আশ্বস্ত হ'ল আৰু ঘোঁৰাটোৰ আগত কিছুমান পদ্মৰ ঠাবি দি নিজে সৰোবৰৰ দ'াতিত শুই পৰিল। শুই থাকোঁতে মধুৰ সঙ্গীতৰ ধ্বনি শুনিবলৈ পালে। ৭ ॥

ইয়াকে শুনি ৰজাই চিন্তা কৰিবলৈ ধৰিলে, ইয়াত মানুহৰ গতি দেখা নাযায়, তেন্তে এই গীত-ধ্বনি কাৰ। ৮ ॥

এনেতে তেওঁ এজনী অত্যন্ত ৰূপহী ছোৱালী দেখিবলৈ পালে, ছোৱালীজনীয়ে গান গাই গাই ফুল গোটাব লাগিছে। লাহে লাহে ছোৱালজনী ৰজাৰ কাষ পালেহি। ৯ ॥

ৰজাই তেওঁক সুধিলে, কল্যাণী, তুমি কোন, কাৰ কন্যা? তেওঁ ক'লে, 'মই কন্যা' (অৰ্থাৎ মোৰ বিয়া হোৱা নাই)। ৰজাই ক'লে, মই তোমাক অভিলাষ কৰেঁা। ১০ ॥

তেতিয়া কন্যাই ক'লে, আপুনি এটা প্ৰতিজ্ঞা কৰিলে মোক লাভ কৰিব পাৰে, আন উপায়ে নোৱাৰে। ৰজাই তেওঁক প্ৰতিজ্ঞাৰ কথা সুধিলে। কন্যাই উত্তৰ দিলে—কদাপি মোক জল-দৰ্শন নকৰাব। ১১ ॥

ৰজাই কথা দি ছোৱালীজনীক বিয়া কৰালে। বিয়াৰ পাছত ৰজা পৰীক্ষিতে অতি আনন্দ মনেৰে খেল-ধেমালি কৰি তেওঁৰে সৈতে নীৰৱে বহি থাকিল। ৰজা এইদৰে বহি থাকোঁতে সৈন্যবোৰ আহি উপস্থিত হ'ল। ১২-১৩ ॥

ৰজাক বহি থকা দেখি সৈন্যবোৰ তেওঁক পৰিবেষ্টন কৰি থিয় হ'ল। ৰজা সৈন্যসমূহক দেখি আশ্বস্ত হল আৰু কন্যাৰে সৈতে এখন মনোহৰ পাল্কীত উঠি নিজ নগৰলৈ উভতি আহিল আৰু তেওঁৰে সৈতে নিৰ্জ্জন ঠাইত বাস কৰিবলৈ ধৰিলে। ১৪ ॥

কোনো ঘনিষ্ঠ মানুহেও সেই ৰজাক দেখি নোপোৱা হ'ল। প্ৰধান মন্ত্ৰীয়ে ৰজাৰ ওচৰলৈ যোৱা এগৰাকী স্ত্ৰীক সুধিলে, ১৫ ॥

এনে স্থলত তোমালোকৰ কি প্ৰয়োজন? তেওঁলোকে উত্তৰ দিলে, আমি ইয়াত এটা আচৰিত কথা দেখিলোঁ, অন্তঃপুৰলৈ জল নিয়া নিষেধ। ইয়াকে শুনি প্ৰধানমন্ত্ৰীয়ে ওখ গছেৰে সমাকীৰ্ণ বহু ফল-ফুল-সমন্বিত এখন অৰণ্য আৰু তাৰ ভিতৰত এঠাইত সুধাৰ দৰে উজ্জ্বল পানীৰে ভৰি থকা অতি গোপনীয়ভাৱে মুক্তাজলময়ী এটা নাদ তৈয়াৰ কৰি গোপনে ৰজাৰ ওচৰলৈ গৈ ক'লে, এই মহৎ অৰণ্য জলহীন, ইয়াত সুখেৰে বিহাৰ কৰক। ১৬-১৮ ॥

মন্ত্ৰীৰ কথা শুনি ৰজাই নব-বিবাহিতা ৰাণীৰে সৈতে সেই অৰণ্যত প্ৰবেশ কৰিলে। এদিন ৰজাই সেই ৰমণীয় উদ্যানত প্ৰিয়তমাৰে সৈতে বিহাৰ কৰি আছে। শেষত ভোক-পিয়াহত আতুৰ হৈ শ্ৰান্ত হ'ল, এনেতে এখন মাধৱীলতাৰ কুঞ্জ দেখিলে। ১৯ ॥

সেই মণ্ডপত প্ৰিয়াৰে সৈতে প্ৰবেশ কৰি ৰজাই সুধাৰ দৰে নিৰ্ম্মল জলেৰে পৰিপূৰ্ণ সেই নাদটো দেখিলে। ২০ ॥

॥ অধ্যায় ১৯১ ॥

## ॥ যুধিষ্ঠিৰৰ প্ৰতি মাৰ্কণ্ডেয়ৰ ধৰ্ম্মোপদেশ ॥

মাৰ্কণ্ডেয়ই ক'লে, তাৰ পাছত তেওঁ চোৰবিলাকক বিনাশ কৰি অশ্বমেধ মহাযজ্ঞৰ অনুষ্ঠান কৰি এই সমগ্ৰ পৃথিৱীকে বিধিৱৎ ব্ৰাহ্মণক প্ৰদান কৰিব। ১ ॥

তেওঁ স্বয়ম্ভু (ব্ৰহ্মা)-বিহিত মঙ্গলময়ী মৰ্য্যাদা স্থাপন কৰি পুণ্য সঞ্চয় আৰু যশ বিস্তাৰ কৰি ৰমণীয় বনত প্ৰৱেশ কৰিব। ২ ॥

পাছত জগতৰ লোক-সমূহে তেওঁৰ চৰিত্ৰৰ অনুকৰণ কৰিব। এইদৰে সত্য-যুগত ব্ৰাহ্মণসকলে দস্যুবিলাকক বিনাশ কৰিলে দেশৰ মঙ্গল হব। ৩ ॥

দ্বিজশ্ৰেষ্ঠ কল্কী সদায় দস্যু-বধত আসক্ত হৈ পৃথিৱীত বিচৰণ কৰিব আৰু নিজে জয় কৰা দেশসমূহত মৃগচৰ্ম্ম, শক্তি, ত্ৰিশূল আৰু অন্যান্য অস্ত্ৰ-শস্ত্ৰ স্থাপন কৰি শ্ৰেষ্ঠ ব্ৰাহ্মণসকলৰপৰা নিজৰ স্তুতি শুনিব আৰু নিজেও তেওঁলোকক যথোচিত সম্মান দেখুৱাব। ৪-৫ ॥

সেই সময়ত দস্যুবিলাকে 'হায় পিতা, হায় মাতা, হায় পুত্ৰ' আদি অতি করুণ বাণীৰে অতিকৈ কান্দিব আৰু ভগৱান কল্কীয়ে সেইবোৰক বিনাশ কৰিব। ৬ ॥

হে ভাৰত, সত্য যুগ উপস্থিত হ'লে অধৰ্ম্মৰ বিনাশ, ধৰ্ম্মৰ বৃদ্ধি আৰু জনসাধাৰণ কৰ্ম্মপৰায়ণ হ'ব। ৭ ॥

সত্য যুগত উদ্যান নিৰ্ম্মিত হ'ব, যজ্ঞ-ভূমিৰ স্থাপন হ'ব। পুখুৰী আৰু ধৰ্ম্ম-শালাৰ নিৰ্ম্মাণ হ'ব, পুষ্কৰিণী আৰু দেৱমন্দিৰ প্ৰস্তুত হ'ব আৰু নানাবিধ যজ্ঞৰ অনুষ্ঠান হ'ব। ব্ৰাহ্মণসকল সাধু আৰু মুনিসকল তপস্বী হ'ব। ৮-৯ ॥

আশ্ৰমবিলাকত পাষণ্ড নাইকিয়া হব, প্ৰজাসকল সত্যপৰায়ণ হ'ব। সিঁচা বীজ মাত্ৰেই জন্মিব। ১০ ॥

হে ৰাজেন্দ্ৰ, সকলো ঋতুতে সকলোপ্ৰকাৰ শস্যই উপজিব; মানুহবোৰ দান, ব্ৰত আৰু নিয়ম পালনত নিৰত থাকিব। ১১ ॥

ব্ৰাহ্মণসকল আনন্দ মনেৰে ধৰ্ম্মাচৰণ আৰু জপ-যজ্ঞ-পৰায়ণ হ'ব। ক্ষত্ৰিয়সকলে ধৰ্ম্মানুসাৰেই এই পৃথীৱী পালন কৰিব। ১২ ॥

সত্য যুগত বৈশ্যসকলে সদায় ন্যায়ভাৱে বাণিজ্য কৰিব। ব্ৰাহ্মণসকল যজন-যাজন, অধ্যয়ন-অধ্যাপনা, দান আৰু প্ৰতিগ্ৰহ আদি ছয়প্ৰকাৰ কাৰ্য্যত নিযুক্ত

থাকিব। ক্ষত্ৰিয়সকল বল-পৰাক্ৰমতে অনুৰক্ত হ'ব আৰু শূদ্ৰবোৰ ব্ৰাহ্মণাদি তিনিও বৰ্ণৰে সেৱাত নিযুক্ত থাকিব। ১৩ ॥

ধৰ্মৰ এই ৰূপ সত্য যুগত অক্ষুণ্ণ থাকিব। ত্ৰেতা, দ্বাপৰ আৰু কলিযুগত ধৰ্মৰ যেনে স্থিতি হ'ব তাক বৰ্ণনা কৰা হ'ল। হে পাণ্ডুনন্দন, সৰ্ব্ব লোকৰে জনা যুগ-সংখ্যাও তোমাৰ ওচৰত বৰ্ণনা কৰা হ'ল। ১৪-১৫ ॥

ঋষিসকলৰ দ্বাৰা প্ৰশংসিত আৰু বায়ুদেৱৰ দ্বাৰা বৰ্ণিত পুৰাণৰ কথা স্মৰণ কৰি মই তোমাৰ ওচৰত ভূত-ভবিষ্যতৰ সকলো বৃত্তান্ত বৰ্ণনা কৰিলোঁ। ১৬ ॥

মই চিৰজীৱী হোৱাৰ কাৰণে সংসাৰৰ গতি-বিধি এইদৰে বহু বাৰ দৰ্শন আৰু অনুভৱ কৰিছোঁ আৰু সেইবোৰকে তোমাৰ ওচৰত বৰ্ণনা কৰিছোঁ। ১৭ ॥

হে ধাৰ্ম্মিকশ্ৰেষ্ঠ, তুমি ভ্ৰাতৃ-সমূহেৰে সৈতে ধৰ্ম্ম-বিষয়ক সন্দেহ নিবাৰণ কৰিবলৈ আকৌ মোৰ আন এটা কথা মনোযোগেৰে শুনা। ১৮ ॥

হে ধৰ্ম্মাত্মাশ্ৰেষ্ঠ মহাৰাজ, তুমি সদায় ধৰ্ম্ম-বিষয়ত নিজক নিযুক্ত ৰাখিবা, কিয়নো ধৰ্ম্মাত্মাবোৰেই ইহলোক আৰু পৰলোকত আনন্দ অনুভৱ কৰে। ১৯ ॥

হে নিষ্পাপ, মই তোমাক যি কল্যাণকৰ কথা ক'ম, তাক তুমি মনোযোগেৰে শুনিবা। তুমি কেতিয়াও কোনো ব্ৰাহ্মণকে নিন্দা নকৰিবা, কিয়নো ব্ৰাহ্মণ কুপিত হৈ প্ৰতিজ্ঞা কৰিলে সম্পূৰ্ণ লোককে বিনাশ কৰিব পাৰে। ২০ ॥

বৈশম্পায়নে ক'লে, মাৰ্কণ্ডেয়ৰ কথা শুনি পৰম তেজস্বী আৰু বুদ্ধিমান, কুৰুকুলৰত্ন যুধিষ্ঠিৰে ক'লে, হে মুনি, প্ৰজাবৰ্গক ৰক্ষা কৰিব লাগিলে মই কোন ধৰ্ম্মত থকা উচিত আৰু মই কিভাৱে আচৰণ কৰিলে নিজ ধৰ্ম্মৰপৰা আঁতৰ হ'ব লগা নহওঁ? ২১-২২ ॥

মাৰ্কণ্ডেয়ই ক'লে, মহাৰাজ, তুমি সকলো প্ৰাণীৰ প্ৰতি দয়ালু, সকলোৰে হিতৈষী, সকলোৰে প্ৰীতিভাজন হ'বা, কাৰো গুণত দোষ নেদেখিবা। সত্যবাদী, কোমল-স্বভাৱ, জিতেন্দ্ৰিয় আৰু প্ৰজাপালনত সজাগ থাকি ধৰ্ম্মৰ আচৰণ কৰিবা আৰু অধৰ্ম্মক পৰিত্যাগ কৰিবা। দেৱতা আৰু পিতৃসকলৰ পূজা কৰিবা। ২৩-২৪ ॥

অনৱধানতাবশতঃ যদি তোমাৰ দ্বাৰা কাৰবাৰ প্ৰতি অনুচিত আচৰণ হৈ থাকে, তাকো উচিত দান দি বশলৈ আনিবা। অভিমানক কদাপি আশ্ৰয় নিদিবা, নিজকে সদায় পৰাধীন বুলি ভাবিবা। ২৫ ॥

তুমি এই সমগ্ৰ পৃথিৱীকে জয় কৰি হৰ্ষযুক্ত আৰু সুখী হোৱা। মই তোমাক এই অতীত আৰু ভৱিষ্যত ধৰ্ম্মৰ কথা বিৱৰি ক'লোঁ, কিন্তু ভূত আৰু ভৱিষ্যতৰ এনে কোনো কথা পৃথিৱীত নাই, যিটো তুমি নাজানা; গতিকে, হে বোপা, তুমি যি ক্লেশ পাইছা তাক অন্তৰত ঠাই নিদিবা। ২৬-২৭ ॥

বোপা, কালৰ দ্বাৰা পীড়িত হ'লেও বিদ্বান পুৰুষ কদাপি মোহৰে অভিভূত নহয়। হে মহাবাহু, এই কালে দেৱতাসকলৰ ওপৰতো প্ৰভাৱ বিস্তাৰ কৰে। ২৮ ॥

বোপা, কালৰ দ্বাৰা প্ৰেৰিত হৈ মানুহ মাত্ৰেই মোহগ্ৰস্ত হয়। হে নিষ্পাপ,

তাক দেখিও ৰজাই ৰাণীৰে সৈতে তাৰ পাৰতে থিয় হৈ থাকিল। পাছত ৰজাই ৰাণীক ক'লে, তুমি এই নাদৰ জলত সুখেৰে অৱতৰণ কৰ'। এই কথা শুনি দেৱী নাদৰ জলত অৱতৰণ কৰি নিমগ্ন হ'ল আৰু পুনৰ তাৰপৰা উঠি নাহিল। ২১-২২ ॥

তেতিয়া ৰজাই তেওঁক বিচাৰি নাদৰ সমস্ত পানী তুলিলে আৰু গাঁত এটাৰ মুখত ভেকুলী দেখিবলৈ পালে। ক্রুদ্ধ হৈ ৰজাই আদেশ দিলে, সকলো ভেকুলী বধ কৰা হওক। যিসকলে মোৰ ওচৰত কোনো প্রার্থনা কৰিব খোজে, তেওঁলোকে মৰা ভেকুলী উপহাৰ লৈ মোৰ ওচৰ চাপিব। ২৩-২৪ ॥

শেষত সকলোতে ভয়ঙ্কৰ ভেক-বধ আৰম্ভ হ'লত সমস্ত ভেকুলী ভয়ত কাতৰ হৈ পৰিল। ভেকুলীবোৰে ভয়ার্ত্ত হৈ তেওঁলোকৰ ৰজাক সকলো বৃত্তান্ত নিবেদন কৰিলে। ২৫ ॥

পাছত ভেকুলীৰ ৰজা তপস্বীৰ ভেশ লৈ ৰজাৰ ওচৰ চাপিল আৰু এইদৰে ক'লে, ২৬ ॥

মহাৰাজ, আপুনি ক্রোধৰ বশীভূত নহব। মোক কৃপা কৰক। নিৰপৰাধী ভেকুলীবোৰ বধ নকৰিব। এই বিষয়ে দুটি শ্লোকো আছে। ২৭ ॥

হে অচ্যুত, আপুনি ভেকুলীবোৰক বধ নকৰিব। কোপ সম্বৰণ কৰক। অবিবেকী মানুহবেই ধন-বুদ্ধি নষ্ট হয়। ২৮ ॥

শপতিকৈ প্রতিজ্ঞা কৰক, এইবোৰৰ প্রতি ক্রোধ নকৰিব। এই অধর্ম্ম কৰি আপোনাৰ লাভ কি? ভেকুলী হত্যা কৰি আপুনি কি ফল পাব? ২৯ ॥

এইদৰে কোৱাত ইষ্টজনৰ শোকত সন্তপ্ত হৈ থকা ৰজাই তেওঁক কলে, হে সাধু, মই ভেকুলীবোৰক ক্ষমা কৰিব নোৱাৰোঁ, কাৰণ, সিহঁতক বধ কৰিম। সেই দুৰাত্মাহঁতেই মোৰ প্রিয় পত্নীক ভক্ষণ কৰিছে। শপতিকৈ সিহঁতক সকলো-প্রকাৰেই বধ কৰিম। আপুনি মোক বাধা নিদিব। ৩০-৩১ ॥

ৰজাৰ কথা শুনি ভেকুলী ৰজাৰ মন আৰু ইন্দ্রিয় ব্যথিত হৈ উঠিল। তেওঁ ক'লে, মহাৰাজ প্রসন্ন হওক, মই ভেকুলীৰ ৰজা, মোৰ নাম আয়ু। সেই কন্যা মোৰে দুহিতা, তাইৰ নাম সুশোভনা। তাই অতি দুশ্চৰিত্রা; পূর্ব্বেও তাই এইদৰে বহু ৰজাক বঞ্চনা কৰিছে। ৩২ ॥

তেতিয়া ৰজাই ভেকুলীৰ ৰজাক ক'লে, মই তোমাৰ সেই পুত্রীক কামনা কৰোঁ, তুমি সেই কন্যাক মোত সমর্পণ কৰ'। ৩৩ ॥

পাছত ভেকুলীৰ ৰজাই সেই কন্যাক ৰজাত সমর্পণ কৰিলে আৰু কন্যাক ক'লে, তুমি এই ৰজাৰ শুশ্রূষা কৰ'। ৩৪ ॥

পাছত ক্রুদ্ধ হৈ ভেকুলী ৰজাই কন্যাক এইদৰে অভিশাপ দিলে, যিহেতু তুমি বহু ৰজাক বঞ্চনা কৰিছা আৰু অসৎ আচৰণ কৰিছা, সেই কাৰণে তোমাৰ সন্তান-সমূহ ব্রাহ্মণ-বিৰোধী হ'ব। ৩৫ ॥

ৰতিকলা-সম্বন্ধী গুণেৰে বান্ধ খোৱা হৃদয়েৰে ৰজাই সেই কন্যা লাভ কৰি তিনিও লোকৰে ঐশ্বৰ্য্য লাভ কৰা যেন পালে আৰু হৰ্ষ-গদ্‌গদ্ বাক্যেৰে ভেকুলী ৰাজক প্ৰণাম আৰু অভিনন্দন জনাই ক'লে, মই আপোনাৰ কৃপা লাভ কৰিছো। ৩৬ ॥

তাৰ পাছত ভেকুলীৰ ৰজাই কন্যাক যথাবিহিত সম্ভাষণ কৰি নিজ ঠাইলৈ যাত্ৰা কৰিলে। ৩৭ ॥

কিছু কালৰ পাছত সুশোভনাৰ গৰ্ভত ৰজা পৰীক্ষিতৰ শল, দল আৰু বল নামে তিনিজন পুত্ৰ জন্মিল। যথাসময়ত ৰজা পৰীক্ষিতে জ্যেষ্ঠ পুত্ৰ শলক ৰাজ্যাভিষিক্ত কৰি তপস্যাত মনোনিৱেশ কৰি বনলৈ যাত্ৰা কৰিলে। ৩৮ ॥

তাৰ পাছত এদিনাখন ৰজা শলে মৃগয়া কৰিবলৈ গৈ এটা মৃগ দেখি ৰথেৰে তাৰ অনুসৰণ কৰিবলৈ ধৰিলে আৰু সাৰথিক ক'লে, মোক অতি সোনকালে লৈ বলা। এইদৰে কোৱাত সাৰথিয়ে ৰজাক ক'লে, মহাৰাজ, আপুনি এই মৃগ ধৰিবলৈ আগ্ৰহ নকৰিব। আপুনি ইয়াক ধৰিবলৈ সমৰ্থ নহব। যদি আপোনাৰ ৰথত দুটা 'বাম্য' ঘোঁৰা জোঁটা থাকিলহেঁতেন তেনেহ'লে সম্ভৱ হ লহেঁতেন। ইয়াকে শুনি ৰজাই সাৰথিক সুধিলে, 'বাম্য' ঘোঁৰা কি, কোৱাঁ, নহলে তোমাক হত্যা কৰিম। ৰজাৰ এই কথা শুনি সাৰথি ৰাজ-ভয়ত ভীত হ'ল, আনপিনে (ঘোঁৰাৰ পৰিচয় দিবলৈ গৈ) বামদেৱ ঋষিৰ শাপলৈও ভয় কৰিলে। গতিকে ৰজাক একোকে নকলে। তেতিয়া ৰজাই আকৌ তৰোৱাল উলিয়াই ক'লে, সোনকালে কোৱাঁ, নহলে হত্যা কৰিম। তেতিয়া ৰজালৈ ভয় লাগি সাৰথিয়ে ক'লে, মহাৰাজ, বামদেৱ মুনিৰ দুটা ঘোঁৰা আছে, সিহঁতকে 'বাম্য' বোলা হয়, সিহঁত মনৰ সমান বেগশালী। ৩৯-৪১ ॥

সাৰথিয়ে এইদৰে কোৱাত ৰজাই তেওঁক আদেশ দিলে, বামদেৱৰ আশ্ৰমলৈ লৈ বলা। বামদেৱৰ আশ্ৰম পাই ৰজাই মুনিক ক'লে, হে ভগৱান, মোৰ শৰৰ দ্বাৰা বিদ্ধ হৈ এটা মৃগ পলায়ন কৰিছে। আপুনি 'বাম্য' ঘোঁৰা দুটা দি মোক কৃপা কৰক। তেতিয়া মহৰ্ষিয়ে ক'লে, মই তোমাক 'বাম্য' ঘোঁৰা দুটা দিলো, তোমাৰ কাম শেষ হ'লেই ঘোঁৰা দুটা মোক ওভতাই দিবাঁ। ঘোঁৰা দুটা পাই ৰজাই ঋষিৰ অনুমতি লৈ তাৰপৰা প্ৰস্থান কৰিলে আৰু বাম্য ঘোঁৰা দুটা জোঁটা ৰথত উঠি সেই বিদ্ধ মৃগৰ অনুসৰণ কৰিলে আৰু সাৰথিক ক'লে, সাৰথি, এই অশ্বৰত্ন ব্ৰাহ্মণৰ হাতত থকাৰ যোগ্য নহয়। গতিকে ইহঁত দুটাক বামদেৱক ওভতাই দিয়াৰ আৱশ্যক নাই। এইদৰে কৈ ৰজাই মৃগ লাভ কৰি নিজ ৰাজধানীলৈ উভতি আহিল আৰু অশ্ব দুটাক অন্তঃপুৰত বান্ধি ৰাখিলে। ৪২-৪৩ ॥

শেষত ঋষিয়ে চিন্তা কৰিবলৈ ধৰিলে, তৰুণ ৰাজ-কুমাৰে শ্ৰেষ্ঠ বাহন লৈ বিহাৰ কৰিব লাগিছে, ঘুৰাই দিবলৈ মন কৰা নাই। হায়! কি কষ্ট। ৪৪ ॥

তেওঁ এইদৰে মনতে চিন্তা কৰি থাকোঁতে এমাহ পূৰা হ'লত নিজৰ শিষ্য-জনক ক'লে, আত্ৰেয়, ৰজাৰ ওচৰলৈ গৈ কোৱাঁগৈ, যদি ৰজাৰ কাম হৈছে, তেন্তে গুৰুদেৱৰ বাম্য অশ্ব দুটা ঘূৰাই দিব লাগে। শিষ্যজনে গৈ ৰজাক সেইদৰে ক'লে। প্ৰত্যুত্তৰত ৰজাই ক'লে, এনে বাহন ৰজাৰহে উপযুক্ত। এনে ৰত্ন ৰাখিবলৈ বামুণৰ অধিকাৰ নাই। বামুণৰ অশ্বৰ প্ৰয়োজন কি? তুমি কুশলে উভতি যোৱাঁ। ৪৫-৪৬ ॥

শিষ্যই উভতি গৈ সকলো কথাকে উপাধ্যায়ক জনালে। সেই অপ্ৰিয় কথা শুনি বামদেৱ খঙত জ্বলি উঠিল আৰু নিজে ৰজাৰ ওচৰলৈ গৈ ঘোঁৰা ঘূৰাই দিবলৈ ক'লে। ৰজাই কিন্তু ঘোঁৰা ঘূৰাই নিদিলে। ৪৭ ॥

বামদেৱে ক'লে, ৰজা, মোৰ এই বাম্য অশ্ব দুটা ঘূৰাই দিয়াঁ। এই ঘোঁৰাৰ দ্বাৰা তুমি তোমাৰ অসাধ্য কাম সাধন কৰিছা। তুমি ব্ৰাহ্মণ আৰু ক্ষত্ৰিয় ধৰ্ম্মৰ বহিৰ্ভূত হৈ বৰুণদেৱৰ ভয়ঙ্কৰ জালত বধ্য নহবা। ৪৮ ॥

ৰজাই ক'লে, হে মহৰ্ষি বামদেৱ, সুশিক্ষিত, সুনিয়ত, শান্ত প্ৰকৃতিৰ যি দুটা বলদ আছে, সিহঁতেই বামুণবোৰৰ উপযুক্ত বাহন, গতিকে আপুনি ইহঁতৰ দ্বাৰা য'লৈকে ইচ্ছা যাওক। আপোনালোকৰ দৰে মানুহকতো বেদেই বহন কৰে। ৪৯ ॥

বামদেৱে ক'লে, ৰজা, পৰলোকত বেদসমূহে আমাৰ নিচিনা মানুহকে বহন কৰে; কিন্তু ইহলোকত মোৰ আৰু মোৰ নিচিনা আন মানুহবো এয়েই (অৰ্থাৎ অশ্বই) বাহন। ৫০ ॥

ৰজাই ক'লে, চাৰিটা গৰ্দ্দভ বা শ্ৰেষ্ঠ অশ্বতৰী নাইবা বায়ুৰ সমান বেগী অশ্বই আপোনাক বহন কৰক। আপুনি এইসকল বাহনেৰে গমন কৰক। এই বাম্যদ্বয় ক্ষত্ৰিয়ৰেই উপযুক্ত। গতিকে আপুনি জানক, এই বাম্যদ্বয় মোৰেই, আপোনাৰ নহয়। ৫১ ॥

বামদেৱে ক'লে, ঋষিসকলে ব্ৰাহ্মণৰ ভীষণ ব্ৰতৰ কথা কৈ গৈছে, যদি তাকে অবলম্বন কৰি মই জীয়াই আছো, তেন্তে মোৰ আজ্ঞাৰে লৌহময়, বিকটৰূপধাৰী, ভয়ঙ্কৰ, প্ৰকাণ্ড চাৰিটা ৰাক্ষসে তোমাৰ বধাভিলাষী হৈ আৰু তীক্ষ্ণ ত্ৰিশূল লৈ তোমাক চাৰি টুকুৰা কৰি বহন কৰক। ৫২ ॥

ৰজাই ক'লে, হে বামদেৱ, যিসকলে আপোনাক বাক্য, মন আৰু কাৰ্য্যৰ দ্বাৰা মোক হত্যা কৰিবলৈ উদ্যত হোৱা বুলি জানে, সেইসকলেই মোৰ কথা অনুসৰি, তীক্ষ্ণ ত্ৰিশূল আৰু তৰোৱালেৰে শিষ্যেৰে সৈতে আপোনাক হত্যা কৰক। ৫৩ ॥

বামদেৱে ক'লে, ৰজা, তুমি যেতিয়া এই ঘোঁৰা দুটা মোৰপৰা লোৱা, তেতিয়া প্ৰতিজ্ঞা কৰিছিলা, পুনৰ মোক দি দিবা। গতিকে যদি তুমি নিজক জীয়াই ৰাখিবলৈ সক্ষম হ'ব লাগে, তেন্তে ঘোঁৰা দুটা মোক সোনকালে ওভতাই দিয়াঁ। ৫৪ ॥

ৰজাই ক'লে, হে ব্ৰাহ্মণ, এই বামাদ্বয় মৃগয়াৰ হে উপযুক্ত, ব্ৰাহ্মণসকলৰ মৃগয়া বিধেয় নহয়। আপোনাক মিথ্যাবাদী বুলি অনুশাসনো কৰা নাই আৰু আঙ্গিৰপৰা আপোনাৰেই সকলো আদেশ পালন কৰিম, যাতে পুণ্যলোক প্ৰাপ্তি হয়। ৫৫ ॥

বামদেৱে ক'লে, মন, বাক্য আৰু কাৰ্য্যৰ দ্বাৰা ব্ৰাহ্মণসকলৰ কোনো অনুশাসন নাই। যি বিদ্বান মানুহে তপস্যাৰ দ্বাৰা ব্ৰাহ্মণক এইদৰে জানে, তেওঁলোকেই সেই কৰ্ম্মৰ দ্বাৰা শ্ৰেষ্ঠ হৈ জীয়াই থাকে। ৫৬ ॥

মাৰ্কণ্ডেয়ই ক'লে, মাহাৰাজ, বামদেৱে এইদৰে কোৱাত বিকটৰূপধাৰী ৰাক্ষসবোৰ শূল হাতত লৈ আবিৰ্ভাব হ'ল আৰু ৰজাক হত্যা কৰিবলৈ প্ৰস্তুত হ'ল। তেতিয়া ৰজাই ডাঙৰ শব্দ কৰি ক'বলৈ ধৰিলে, ৫৭ ॥

যদি ইক্ষ্বাকুবংশীয়সকলে আৰু মোৰ আজ্ঞাপালক প্ৰজাসমূহেও মোক ত্যাগ কৰে তথাপি বামদেৱৰ এই বামা নামৰ ঘোঁৰা দুটা পৰিত্যাগ নকৰিম, কিয়নো এনেবিধ লোক ধৰ্ম্মপৰায়ণ নহয়। ৫৮ ॥

এইদৰে কৈ থাকোঁতে ৰজা শল ৰাক্ষসৰ দ্বাৰা তৎক্ষণাৎ নিহত হৈ ধৰাশায়ী হ'ল। ইক্ষ্বাকুবংশীয়সকলে ৰজাৰ মৃত্যু হোৱা বুলি জানিলত ভায়েক দলক ৰাজ্যত অভিষেক কৰিলে। ৫৯ ॥

তেতিয়া আকৌ বিপ্ৰবৰ বামদেৱ সেই ৰাজ্যলৈ গৈ ৰজা দলক ক'লে, হে ৰজা, ব্ৰাহ্মণসকলক যি দান কৰা উচিত, সেই সমুদায় ধৰ্ম্মশাস্ত্ৰতে দেখা যায়। গতিকে যদি তোমাৰ অধৰ্ম্মলৈ ভয় আছে, তেনেহলে অতি সোনকালে বাম্যদ্বয়ক মোক দি দিয়া। বামদেৱৰ এই কথা শুনি ৰজাই খং মনেৰে সাৰথিক ক'লে, ৬০-৬১ ॥

সাৰথি, মই সংগ্ৰহ কৰা বিষাক্ত চিত্ৰিত বাণ এপাট লৈ আহাঁ, যাতে বামদেৱ বিদ্ধ হৈ ব্যথিত আৰু কুকুৰৰ দ্বাৰা দংশিত হৈ শয়ন কৰে। ৬২ ॥

বামদেৱে ক'লে, হে নৰেন্দ্ৰ, মই জানো, তোমাৰ মহিষীৰ গৰ্ভজাত শ্যেনজিৎ নামে দহ বছৰীয়া এজন প্ৰিয় পুত্ৰ আছে। তুমি মোৰ আজ্ঞাৰে প্ৰেৰিত হৈ সোনকালে তেওঁক ভয়ঙ্কৰ বাণৰ দ্বাৰা সংহাৰ কৰা। ৬৩ ॥

মাৰ্কণ্ডেয়ই ক'লে, মহাৰাজ, বামদেৱে এইদৰে কোৱাত সেই প্ৰচণ্ড তেজস্বী বাণ ধনুৰপৰা ওলাই গৈ অন্তঃপুৰৰ ভিতৰত ৰাজ-কুমাৰক বিনাশ কৰিলে। ইয়াকে শুনি দল ৰজাই ক'লে। ৬৪ ॥

ৰজাই ক'লে, হে ইক্ষ্বাকুসকল, মই আজি আপোনালোকৰ প্ৰিয় কাম কৰিম। আজি এই ব্ৰাহ্মণক ব্যথিত কৰি বিনাশ কৰিম। সাৰথি, আন এপাট তীক্ষ্ণ, তেজস্বী বাণ লৈ আহাঁ—আজি মোৰ পৰাক্ৰম চাই লোৱা। ৬৫ ॥

বামদেৱে ক'লে, হে নৰেন্দ্ৰ, তুমি এই ঘোৰৰূপ, বিষাক্ত শৰ মোলৈ নিক্ষেপ কৰিবলৈ বিচাৰিছা; কিন্তু এই শৰ তুমি সন্ধান বা মোচন কৰিব নোৱাৰিবা। ৬৬ ॥

হে ইক্ষ্বাকুসকল, মোলৈ চোৱাঁ, মই তুলি লোৱা শৰ নিক্ষেপ কৰিব পৰা নাই, বামদেৱক বিনাশ কৰিবলৈ মোৰ উৎসাহ নোহোৱা হৈছে। গতিকে আয়ুষ্মান এই বামদেৱ জীয়াই থাকক। ৬৭ ॥

বামদেৱে ক'লে, হে ৰজা, তুমি এই বাণেৰে মহিষীক স্পর্শ কৰিলে সেই পাপৰপৰা (ব্ৰাহ্মণক হত্যা কৰিবলৈ ওলোৱা) মুক্ত হবা। তেতিয়া ৰজাই তাকেই কৰিলে। শেষত ৰাজপুত্ৰীয়ে মুনিক ক'লে। ৬৮ ॥

ৰাজপুত্ৰীয়ে ক'লে, হে বামদেৱ, যিহেতু মই এই কঠোৰ স্বভাৱৰ স্বামীক প্ৰতি দিনে মিঠা মুখেৰে সৎ উপদেশ দি ব্ৰাহ্মণসকলৰ প্ৰিয় কাৰ্য্যতে নিযুক্ত থাকোঁ, সেই হেতু, হে ব্ৰাহ্মণ, মই যেন পুণ্যলোক লাভ কৰিব পাৰোঁ। ৬৯ ॥

বামদেৱে ক'লে, হে সুন্দৰনয়না, অনিন্দ্য ৰাজকুমাৰী, তোমাৰপৰাই ৰাজকুল ৰক্ষা পৰিল; তুমি মোৰপৰা অনুপম বৰ প্ৰাৰ্থনা কৰাঁ। মই তাক প্ৰদান কৰিম। তুমি তোমাৰ স্বজন আৰু সুমহৎ ইক্ষাকু ৰাজ্য শাসন কৰাঁ। ৭০ ॥

ৰাণীয়ে ক'লে, হে ভগৱান, মোৰ প্ৰাৰ্থনীয় বৰ হ'ল, আজিৰপৰা যেন মোৰ স্বামী পাপৰপৰা মুক্ত হয় আৰু যেন এওঁ পুত্ৰ আৰু বন্ধু-বান্ধৱেৰে সৈতে সুখেৰে বাস কৰিব পাৰে। হে বিপ্ৰবৰ, এই বৰকেই মই প্ৰাৰ্থনা কৰোঁ। ৭১ ॥

মাৰ্কণ্ডেয়ই ক'লে, হে কুৰুকুলৰ শ্ৰেষ্ঠ বীৰ, ৰাজপুত্ৰীৰ এই কথা শুনি মুনি বামদেৱে ক'লে, বাৰু সেয়ে হ'ব। তেতিয়া দল ৰজাই বৰ আনন্দ পালে আৰু মহৰ্ষিক প্ৰণাম জনাই বাম্য অশ্ব দুটা ওভতাই দিলে। ৭২ ॥

ইতি মহাভাৰতৰ বনপৰ্ব্বৰ অন্তৰ্গত মাৰ্কণ্ডেয়-সমাস্যা-পৰ্ব্বত মণ্ডূকোপাখ্যান নামৰ দ্বিনৱত্যধিকশততম অধ্যায়। ১৯২ ॥

॥ অধ্যায় ১৯৩ ॥

# ॥ ইন্দ্ৰ আৰু বক মুনিৰ সংবাদ ॥

বৈশম্পায়নে ক'লে, এদিন ঋষি, ব্ৰাহ্মণ আৰু যুধিষ্ঠিৰে মাৰ্কণ্ডেয় মুনিক সুধিলে, 'বক ঋষি কেনেকৈ দীৰ্ঘায়ু হ'ল ?

মাৰ্কণ্ডেয়ই তেওঁলোকক ক'লে, মহাৰাজ, বক মহা তপস্বী আছিল, সেয়েহে তেওঁ দীৰ্ঘায়ু। এই বিষয়ে আনপ্ৰকাৰে বিচাৰ কৰাৰ প্ৰয়োজন নাই। ১-২ ॥

মাৰ্কণ্ডেয়ৰ এই কথা শুনি ভায়েকেৰে সৈতে কুন্তী-কুমাৰ ধৰ্ম্মৰাজ যুধিষ্ঠিৰে মাৰ্কণ্ডেয়ক আকৌ সুধিলে, ৩ ॥

হে মহাভাগ্যশালী মুনিশ্ৰেষ্ঠ, দৰ্প্‌ভৰ পুতেক মহা তপস্বী বক ঋষি চিৰজীৱী আৰু ইন্দ্ৰৰ প্ৰিয় মিত্ৰ বুলি শুনা যায়। ৪॥

হে ভগৱান, বক আৰু ইন্দ্ৰৰ এই সমাগম সুখ আৰু দুঃখেৰে মিশ্ৰিত বুলি কয়। মই সেই বিষয়ে শুনিব খোজোঁ, আপুনি যথাৰ্থভাৱে বৰ্ণনা কৰক। ৫॥

মাৰ্কণ্ডেয়ই ক'লে, হে মহাৰাজ, লোমাঞ্চকৰ দেৱাসুৰ-সংগ্ৰাম সমাপ্ত হ'লত লোকপাল ইন্দ্ৰ তিনিও লোকৰ অধিপতি হ'ল। ৬॥

ইন্দ্ৰৰ শাসন-কালত মেঘে ঠিক সময়ত বৰষুণ দিলে, শস্য-সম্পদ উত্তম হ'ল, সকলো প্ৰজা ৰোগ-ব্যাধি-মুক্ত হল, ধৰ্ম্মত অৱস্থান কৰিলে, আৰু ধৰ্ম্মকেই পৰম আশ্ৰয় বুলি মানিলে। ৭॥

সকলো মানুহেই প্ৰসন্নভাৱে সৈতে নিজ নিজ অৱস্থান গ্ৰহণ কৰিলে। বলাসুৰ-শত্ৰু দেৱৰাজ ইন্দ্ৰই নিজৰ প্ৰজাবৰ্গক আনন্দিত দেখি নিজে সন্তোষ অনুভৱ কৰিলে। এদিন দেৱৰাজ ইন্দ্ৰ ঐৰাৱত হাতীত উঠি আনন্দিত প্ৰজাবৰ্গক চাবলৈ ওলাল। ৮-৯॥

হে ৰজা, বিচিত্ৰ আশ্ৰম, নানা প্ৰকাৰ কল্যাণকাৰী নদী, সমৃদ্ধিশালী নগৰ, গাঁও, জনপদ, প্ৰজাপালন-কুশল ধৰ্ম্মাত্মা ৰজা, নাদ, খোৱা পানীৰ ব্যৱস্থা, পুখুৰী, আৰু ব্ৰহ্মচৰ্য্যপৰায়ণ শ্ৰেষ্ঠ ব্ৰাহ্মণৰ দ্বাৰা সেৱিত বহু বহু সৰোবৰ দেখিবলৈ পালে। ১০-১২॥

হে মহাৰাজ, তাৰ পিছত ইন্দ্ৰই ৰমণীয় ভূভাগত অৱতীৰ্ণ হৈ পৰম সুন্দৰ পূৰ্ব্ব দিশত সমুদ্ৰৰ ওচৰত বহু গছ-গছনিৰে ভৰপূৰ এখন ৰমণীয় আশ্ৰম দেখা পালে। তাত বহু পশু-পক্ষী বাস কৰে। দেৱৰাজ ইন্দ্ৰই সেই ৰমণীয় আশ্ৰমলৈ গৈ বক মুনিকে দেখা পালে। ১২-১৪॥

দেৱৰাজ ইন্দ্ৰক উপস্থিত হোৱা দেখি বকৰ হৃদয়ত গভীৰ প্ৰেম উপজিল। তেওঁ পাদ্য, আসন, অৰ্ঘ্য আৰু ফল-মূলাদিৰে দেৱৰাজৰ পূজা কৰিলে। ১৫॥

সকলোৰে বৰ-দাতা, বলসূদন, দেৱেশ্বৰ ইন্দ্ৰ সুখপূৰ্ব্বক আসনত বহি মুনিবৰ বকক এইদৰে ক'লে, ১৬॥

হে নিষ্পাপ মুনি, আপুনি শত সহস্ৰ বছৰ জীয়াই আছে। গতিকে, হে ব্ৰহ্মণ, চিৰজীৱীসকলৰনো কি দুঃখ তাক মোৰ ওচৰত বৰ্ণনা কৰক। ১৭॥

বকে ক'লে, অপ্ৰিয় মানুহেৰে সৈতে বাস, প্ৰিয়জনেৰে সৈতে বিচ্ছেদ আৰু অসৎ মানুহৰ লগত সংযোগ—এইবোৰেই চিৰজীৱীসকলৰ দুখ। ১৮॥

পুত্ৰ, ভাৰ্য্যা, জ্ঞাতি আৰু আত্মীয়-স্বজনৰ বিনাশ আৰু জীৱন-নিৰ্ব্বাহৰ কাৰণে আনৰ অধীনত কষ্ট ভুগিব লগা হোৱাতকৈনো আৰু কি ডাঙৰ দুখ থাকিব পাৰে? ১৯॥

ধনহীন মানুহ যি আনৰ দ্বাৰা অপমানিত হ'ব লগা হয় তাতকৈ অধিক দুঃখী আৰু সংসাৰত নাই বুলি প্ৰতিভাত হয়। ২০॥

চিৰজীৱী মানুহৰ পক্ষে বংশ-মৰ্য্যাদাহীনসকলৰ বংশৰ উন্নতি আৰু বংশ-মৰ্য্যাদা-সম্পন্নসকলৰ বংশৰ বিনাশ আৰু সেইদৰে সংযোগ আৰু বিয়োগ চাই থাকিব লগীয়া হয়। ২১ ॥

হে দেৱ ইন্দ্ৰ, সমৃদ্ধিশালী অকুলীন মানুহৰো কিদৰে কুল-বিপৰ্য্যয় ঘটে তাক আপুনি নিজেই প্ৰত্যক্ষ কৰিছে। ২২ ॥

দেৱতা, দানৱ, গন্ধৰ্ব্ব, মনুষ্য, নাগ আৰু ৰাক্ষস—সকলোৱেই যে বিপৰীত অৱস্থা প্ৰাপ্ত হয়, ইয়াতকৈনো আৰু অধিক দুঃখ কি আছে। ২৩ ॥

সৎ কুলত জন্মা মানুহবোৰে নীচ কুলৰ মানুহৰ বশৱৰ্ত্তী হৈ দুঃখ পায় আৰু দৰিদ্ৰ-সকল ধনীবিলাকৰ দ্বাৰা অৱজ্ঞাত হয়। ইয়াতকৈনো আৰু দুঃখৰ বিষয় কি হ'ব পাৰে। ২৪ ॥

জগতত এনেকুৱা বহু বিপৰীত ভাব দেখা যায়। জ্ঞানহীন মানুহবিলাক সুখী হয়, পণ্ডিতসকলে ক্লেশ পায়। এই জগতত মানুহবিলাকৰ এনেকুৱা বহু দুঃখ-ক্লেশ দেখা যায়। ২৫॥

ইন্দ্ৰই ক'লে, হে মহাভাগ্যশালী, দেৱতা আৰু ঋষি সকলোৱে আপোনাৰ সেৱা কৰে। হে ব্ৰহ্মণ, চিৰজীৱী মানুহৰ সুখ কি তাকো বৰ্ণনা কৰক। ২৬ ॥

বকে ক'লে, কু-মিত্ৰক আশ্ৰয় নকৰি দিনৰ অষ্টম বা দ্বাদশ ভাগতো যিসকলে কেৱল শাক পাক কৰি জীৱন ধাৰণ কৰে, সিসকলতকৈ আৰু অধিক সুখী কোন? যাৰ দিন গণিব লগীয়া নহয়, যাৰ প্ৰতি দিন অন্নৰ কাৰণে চিন্তা কৰিব লগীয়া নহয়, তেৱেঁই সুখী। ২৭-২৮ ॥

হে ইন্দ্ৰ, যিসকলে নিজ পৰাক্ৰমেৰে উপাৰ্জ্জন কৰি ঘৰত কেৱল শাক পাক কৰি খায়, আন কাৰো আশ্ৰয় নলয়, তেৱেঁই সুখী। ২৯ ॥

আনৰ ওচৰত দীনতা নেদেখুৱাই নিজৰ ঘৰত ফল আৰু শাক খোৱাও ভাল; আনৰ ঘৰত তিৰস্কাৰেৰে সৈতে সুমিষ্ট অন্ন ভোজন কৰাও শ্ৰেয়স্কৰ নহয়। গতিকে এই সম্বন্ধে সাধুসকলৰ সদায় মত-বিৰোধ। যি আনৰ অন্ন খাবলৈ বিচাৰে, সি কুকুৰৰ দৰে ভাজ্যকে বিচাৰে। সেই দুৰাত্মা আৰু কৃপণৰ এনেকুৱা ভোজনক ধিক্কাৰ। ৩০-৩১ ॥

যিসকল শ্ৰেষ্ঠ ব্ৰাহ্মণে সদায় অতিথি, ভূত-প্ৰাণী আৰু পিতৃসকলত অৰ্পণ কৰি উঠি অৱশিষ্ট অন্ন ভোজন কৰে, তাতকৈ অধিক সুখী কোন আছে? হে দেৱেন্দ্ৰ, এই অৱশিষ্ট অন্নতকৈ অত্যন্ত মধুৰ আৰু পৱিত্ৰ আন কোনো ভোজন নাই। ৩২-৩৩ ॥

যিসকলে প্ৰতিদিন অতিথিক দান কৰি শেষ অন্ন ভোজন কৰে, সেই অন্নৰ যিমান গৰাহ অতিথি ব্ৰাহ্মণে নিতৌ ভোজন কৰে, সিমান হাজাৰ গো-দানৰ পুণ্য-ফল সেই দাতাই লাভ কৰে আৰু ইয়াৰ দ্বাৰা তেওঁৰ যৌৱন-কালত কৰা সকলো পাপো বিনাশ হয়। ৩৪-৩৫ ॥

ব্ৰাহ্মণ-ভোজন কৰাই দক্ষিণা দিয়াৰ সময়ত যি জল দাতাৰ হাতত বৈ যায়, সেই জল নিজৰ পিনে ছটিয়ালে তৎক্ষণাৎ সকলো পাপৰপৰা মুক্ত হয়। ৩৬ ॥

এইদৰে দেৱৰাজ ইন্দ্ৰই বক মুনিৰে সৈতে এই সকলো আৰু অন্যান্য বহু শুভ কথোপকথন কৰি বকৰ আদেশ লৈ স্বৰ্গলৈ যাত্ৰা কৰিলে। ৩৭॥

ইতি মহাভাৰতৰ বনপৰ্ব্বৰ অন্তৰ্গত মাৰ্কণ্ডেয়-সমাস্যা-পৰ্ব্বত ইন্দ্ৰ আৰু বক মুনিৰ সংবাদ নামৰ ত্ৰিনৱত্যধিকশততম অধ্যায়। ১৯৩॥

॥ অধ্যায় ১৯৪ ॥

## ॥ ক্ষত্ৰিয়-মাহাত্ম্য ॥

বৈশম্পায়নে ক'লে, তাৰ পাছত পাণ্ডৱসকলে আকৌ মাৰ্কণ্ডেয় মুনিক প্ৰশ্ন কৰিলে, ১॥

আপুনি ব্ৰাহ্মণসকলৰ মাহাত্ম্য বৰ্ণনা কৰিলে; সম্প্ৰতি আমি ক্ষত্ৰিয়সকলৰ মাহাত্ম্যৰ বিষয়ে অলপ শুনিব খোজোঁ। ইয়াকে শুনি মহৰ্ষি মাৰ্কণ্ডেয়ই ক'লে, ভাল বাৰু, শুনা। মই সদ্যহতে ক্ষত্ৰিয়সকলৰ মাহাত্ম্য বৰ্ণনা কৰিম। কুৰুবংশত সুহোত্ৰ নামে এজন প্ৰসিদ্ধ ৰজা আছিল। এদিন তেওঁ মহৰ্ষিসকলৰ ওচৰলৈ গৈ উভতি অহাৰ সময়ত উশীনৰ-পুত্ৰ ৰজা শিবিক সন্মুখত ৰথত বহি থকা দেখিবলৈ পালে। ওচৰলৈ আহি দুয়ো অৱস্থানুসাৰে পৰস্পৰে পৰস্পৰক সন্মান কৰিলে। কিন্তু গুণানুসাৰে পৰস্পৰে নিজক সমান বুলি জানি কোনেও কাকো পথ এৰি নিদিলে। এনেতে তাত দেৱৰ্ষি নাৰদ উপস্থিত হ'ল আৰু সুধিলে, এয়া কি কথা? তোমালোকৰ ইজনে সিজনৰ পথ বন্ধ কৰি থিয় হৈ আছা দেখোন। ১২॥

তেওঁলোক উভয়ে নাৰদক ক'লে, হে ভগৱান, এইটো ঠিক নহয়, যিহেতু প্ৰাচীন কৰ্ম্মকৰ্ত্তাসকলে (ধৰ্ম্ম-ব্যৱস্থাপকসকলে) বিশিষ্ট বা সমৰ্থ মানুহক পথ দিবলৈ উপদেশ দিছে। কিন্তু আমি উভয়ে মিত্ৰ ভাৱাপন্ন; বিচাৰ কৰিলে আমি দুজনৰ কোন অধিক শ্ৰেষ্ঠ আৰু কোন আনজনতকৈ অধিক নিকৃষ্ট তাক নিৰ্ণয় কৰা টান। এইদৰে কোৱাৰ পাছত নাৰদে তিনিটা শ্লোক পাঠ কৰিলে। ৩॥

হে কৌৰৱ, যিসকল নিষ্ঠুৰ, তেওঁলোকে কোমলজনৰ প্ৰতিও নিষ্ঠুৰতা কৰে আৰু যিসকল কোমল তেওঁলোকে নিষ্ঠুৰজনৰ প্ৰতিও মৃদু ব্যৱহাৰ কৰে। এইদৰে সাধুৱে অসাধুৰ ওচৰতো সাধু কাৰ্য্যই কৰে। গতিকে, সাধুৱে সাধুৰ প্ৰতি কি কাৰণে সাধু ব্যৱহাৰ নকৰিব? ৪॥

সাধুসকলে আনে কৰা উপকাৰ শত গুণ কৰি মানে; এই ৰীতি দেৱতাসকলৰ মাজতো প্ৰচলিত নাই জানো? বাস্তৱিকতে, শিবি ৰজা আপোনাতকৈও সাধুশীল। ৫॥

কদৰ্য্য মানুহক দানেৰে, মিছা কথা কোৱাজনক সঁচা কথাৰে, নিষ্ঠুৰজনক ক্ষমাৰে আৰু দুষ্টক ভাল ব্যৱহাৰ কৰি নিজৰ বশলৈ আনিব লাগে ।৬॥

আপোনালোক উভয়ে উদাৰ, গতিকে এই নিদৰ্শন অনুসাৰে আপোনালোকৰ ভিতৰত এজন আঁতৰি যাওক। এইদৰে কৈ নাৰদ মনে মনে থাকিল। ইয়াকে শুনি কুৰুবংশীয় ৰজা সুহোত্ৰই শিৱি ৰজাই কৰা বহু সৎকামৰ প্ৰশংসা আৰু প্ৰদক্ষিণ কৰি পথ এৰি দি আঁতৰি গ'ল ।৭॥

এইদৰে নাৰদে ক্ষত্ৰিয়ৰ মাহাত্ম্য বৰ্ণনা কৰিছিল ।৮॥

ইতি মহাভাৰতৰ বনপৰ্ব্বৰ অন্তৰ্গত মাৰ্কণ্ডেয়-সমাস্যা-পৰ্ব্বত ক্ষত্ৰিয়-মাহাত্ম্য নামৰ চতুৰ্নৱত্যধিকশততম অধ্যায় ।১৯৪॥

॥ অধ্যায় ১৯৫ ॥

## ॥ যযাতিৰ গো-দান ॥

মাৰ্কণ্ডেয়ই ক'লে, আকৌ আন এজন ক্ষত্ৰিয় ৰজাৰ মহত্ত্বৰ কথা শুনা। নহুষৰ পুতেক ৰজা যযাতিয়ে যেতিয়া পুৰবাসীসকলৰ দ্বাৰা আবৃত হৈ বিৰাজ কৰিছিল, সেই দিনৰ কথা। এজন ব্ৰাহ্মণে গুৰুক দক্ষিণা দিবলৈ ভিক্ষা কৰাৰ ইচ্ছাৰে তেওঁৰ ওচৰ চাপি ক'লে, মহাৰাজ, মই গুৰু-দক্ষিণা দিবলৈ ভিক্ষা প্ৰাৰ্থনা কৰিছো, কিন্তু ইয়াৰ মাজত এটা প্ৰতিজ্ঞা আছে ।১॥

ৰজাই ক'লে, ভগৱান, আপোনাৰ প্ৰতিজ্ঞাৰ কথা প্ৰকাশ কৰক ।২॥

ব্ৰাহ্মণে ক'লে, এই সংসাৰত কোনো মানুহৰ ওচৰত ভিক্ষা কৰিলে তেওঁ অতিশয় বিদ্বেষ কৰে, সেই কাৰণে আপোনাক সুধিছো, আজি আপুনি মোক মোৰ প্ৰিয় বস্তু দিবলৈ কেনেকৈ সমৰ্থ হব ।৩॥

ৰজাই ক'লে, হে দানৰ অধিকাৰী, মই কোনো বস্তু দান কৰি তাকে বাৰে বাৰে চৰ্চ্চা কৰি নাথাকোঁ। ভিক্ষা-অযোগ্য বা অপ্ৰাপ্য বস্তুৰ কথাও মই শুনা নাই। কিন্তু প্ৰাপ্য বস্তু দান কৰি অধিক সুখ লাভ কৰোঁ ।৪॥

হে ব্ৰাহ্মণ, মোৰ ওচৰত ভিক্ষা কৰিলে মোৰ মন কুপিত নহয়; ভিক্ষুক ব্ৰাহ্মণ মোৰ প্ৰিয়হে হয় আৰু মই অৰ্থ দান কৰি অনুশোচনা নকৰোঁ। গতিকে, মই আপোনাক এক হাজাৰ ৰঙা গৰু দান কৰিছো ।৫॥

এইদৰে কৈ ৰজা যযাতিয়ে ব্ৰাহ্মণক এহাজাৰ গৰু দান কৰিলে, ব্ৰাহ্মণেও ল'লে। ৬ ॥

ইতি মহাভাৰতৰ বনপৰ্ব্বৰ অন্তৰ্গত মাৰ্কণ্ডেয়-সমাস্যা-পৰ্ব্বত যযাতিৰ গো-দান নামৰ পঞ্চনৱত্যধিকশততম অধ্যায়। ১৯৫ ॥

## ॥ অধ্যায় ১৯৬ ॥

# ॥ সেদুক আৰু বৃষদৰ্ভৰ চৰিত্ৰ ॥

বৈশম্পায়নে ক'লে, পাণ্ডুনন্দন যুধিষ্ঠিৰে মাৰ্কণ্ডেয় মুনিক আকৌ অনুৰোধ কৰিলে, ভগৱান, পুনৰ আমাক ক্ষত্ৰিয়ৰ মাহাত্ম্য শুনাওক। ১ ॥

মাৰ্কণ্ডেয়ই ক'লে, মহাৰাজ, বৃষদৰ্ভ আৰু সেদুক নামে দুজন ৰজা আছিল। তেওঁলোক উভয়ে নীতি-পৰায়ণ আৰু অস্ত্ৰ-উপাস্ত্ৰ আদি বিদ্যাত নিপুণ আছিল। ৰজা বৃষদৰ্ভৰ বাল্যকালৰপৰা এটা গোপনীয় ব্ৰত আছিল, তেওঁ ব্ৰাহ্মণক সোণ আৰু ৰূপৰ বাহিৰে আন একো নিদিয়ে। এওঁৰ এই ব্ৰতৰ কথা সেদুকে জানিছিল। ২-৩ ॥

এদিনাখন এজন বেদাধ্যয়ন-সম্পন্ন ব্ৰাহ্মণ ৰজা সেদুকৰ ওচৰলৈ আহিল আৰু তেওঁক আশীৰ্ব্বাদ দি গুৰু-দক্ষিণাৰ কাৰণে ভিক্ষা প্ৰাৰ্থনা কৰি ক'লে, মহাৰাজ, আপুনি মোক এহাজাৰ ঘোঁৰা দিয়ক। তেতিয়া সেদুকে সেই ব্ৰাহ্মণক ক'লে, ব্ৰাহ্মণ, আপোনাৰ অভীষ্ট গুৰু-দক্ষিণা দিয়া মোৰ পক্ষে সম্ভৱপৰ নহয়। ৪-৬ ॥

গতিকে আপুনি বৃষদৰ্ভ ৰজাৰ ওচৰলৈ যাওক। ৰজা বৃষদৰ্ভ পৰম ধাৰ্ম্মিক। আপুনি তেওঁৰ ওচৰত ভিক্ষা কৰক। তেওঁ আপোনাক এহাজাৰ ঘোঁৰা দিব। এয়া তেওঁৰ গোপনীয় ব্ৰত। ৭ ॥

তেতিয়া ব্ৰাহ্মণে বৃষদৰ্ভৰ ওচৰলৈ গৈ এহাজাৰ ঘোঁৰা প্ৰাৰ্থনা কৰিলে; পিছে ৰজাই তেওঁক চাবুকেৰে আঘাত কৰিলে। ৮ ॥

তাৰপাছত ব্ৰাহ্মণে তেওঁক ক'লে, নিৰপৰাধী মোক আপুনি কিয় মাৰিছে? ৯ ॥

এইদৰে কৈ তেওঁ ৰজাক শাপ দিবলৈ উদ্যত হ'ল। তেতিয়া ৰজাই তেওঁক ক'লে, ব্ৰাহ্মণ, যিজনে আপোনাক দান নকৰে তেওঁক জানো শাপ দিয়ে? এয়া আপোনাৰ ব্ৰাহ্মণোচিত কৰ্ম্মনে? ১০ ॥

ব্ৰাহ্মণে ক'লে, ৰাজাধিৰাজ, আপোনাৰ ওচৰলৈ ৰজা সেদুকে পঠাইছে। সেয়েহে মই আপোনাৰ ওচৰলৈ গুৰু-দক্ষিণা প্ৰাৰ্থনা কৰিবলৈ আহিছো। তেওঁৰ উপদেশ অনুসাৰেই মই আপোনাৰ ওচৰত ভিক্ষা কৰিছো। ১১ ॥

ৰজাই ক'লে, যাক চাবুকেৰে আঘাত কৰা হ'ল, তেওঁক কেনেকৈ শুদা হাতে ওভতাই দিওঁ? গতিকে, আজি যিখিনি ৰাজকীয় কৰ মোৰ হাতলৈ আহিব, সেই সকলোখিনি পূৰ্ব্বাহ্নত আপোনাক দি দিম। এইদৰে কৈ ৰজাই এদিনৰ আয় ব্ৰাহ্মণক দি দিলে; সেয়া এহাজাৰ ঘোঁৰাৰ মূল্যতকৈও বেছি হব।

ইতি মহাভাৰতৰ বনপৰ্ব্বৰ অন্তৰ্গত মাৰ্কণ্ডেয়-সমাস্যা-পৰ্ব্বত সেদুক আৰু বৃষদৰ্ভৰ চৰিত্ৰ নামৰ ষণ্ণবত্যধিকশততম অধ্যায়। ১৯৬ ॥

॥ অধ্যায় ১৯৭ ॥

## ॥ ইন্দ্ৰ আৰু অগ্নিৰ দ্বাৰা শিবিৰ পৰীক্ষা ॥

মাৰ্কণ্ডেয়ই ক'লে, এসময়ত দেৱতাসকলে কথা-বাৰ্ত্তা হৈ স্থিৰ কৰিলে, আমি পৃথিৱীলৈ গৈ উশীনৰ-পুত্ৰ শিবি ৰজা কিমান সাধু, তাৰ পৰীক্ষা কৰিম। সেয়ে হওক, বুলি কৈ অগ্নি আৰু ইন্দ্ৰই কথাটো জানিবলৈ উদ্যত হ'ল। ১ ॥

অগ্নিয়ে কপোৰ ৰূপ ধাৰণ কৰিলে আৰু ইন্দ্ৰই শেন চৰাইৰ ৰূপ ধৰি কপৌটোক তাৰ মাংসৰ কাৰণে পিছে পিছে খেদি গ'ল। ২ ॥

ৰজা শিবি দিব্য আসনত বহি আছে, এনেতে কপৌটো গৈ তেওঁৰ কোলাত পৰিল। ৩ ॥

ইয়াকে দেখি পুৰোহিতে ৰজাক ক'লে, মহাৰাজ, এই কপৌ চৰাইটোৱে শেনৰ ভয়ত নিজৰ প্ৰাণ ৰক্ষা কৰিবলৈ আপোনাৰ আশ্ৰয় লৈছে। কিন্তু বিদ্বানসকলে কয়, শৰীৰত কপৌ পৰা ভয়ঙ্কৰ অনিষ্টসূচক। দিশাধিপতি ৰজাই ইয়াৰ নিষ্কৃতি কৰিব, গতিকে ইয়াৰ নিষ্কৃতিৰ কাৰণে আপুনি বৰ দান কৰক। ৪-৫ ॥

তাৰ পাছত কপৌৱে ৰজাক ক'লে, মই শেনৰ ভয়ত প্ৰাণাৰ্থী হৈ জীৱন ৰক্ষাৰ কাৰণে আপোনাত শৰণ লৈছো। মই ঋষি। পূৰ্ব্ব শৰীৰপৰা এই কপৌ শৰীৰ ধাৰণ কৰিছো; প্ৰাণাৰ্থী হৈ প্ৰাণস্বৰূপ আপোনাৰ আশ্ৰয় লৈছো। ৬ ॥

মোক ব্ৰহ্মচাৰী বুলি জানিব। মই বেদাধ্যয়ন কৰাৰ ফলত কৃশ হৈ পৰিছো, মই তপস্বী আৰু জিতেন্দ্ৰিয়, মই কদাপি আচাৰ্য্যৰ অপ্ৰিয় কথা নকওঁ, এনেকুৱা যোগযুক্ত মোক নিষ্পাপ বুলি জানিব। ৭ ॥

মই বেদ অধ্যয়ন কৰোঁ, ছন্দ-জ্ঞানো মোৰ আছে, মই সম্পূৰ্ণ বেদৰ এটা এটা আখৰ লৈ অধ্যয়ন কৰিছো, মই কপৌ নহওঁ। গতিকে আপুনি মোক শেনৰ হাতত অৰ্পণ নকৰিব; কিয়নো বেদজ্ঞ ব্ৰাহ্মণ-দান উত্তম দান নহয়। ৮ ॥

তাৰ পাছত শ্যেনে ৰজাক ক'লে, মহাৰাজ, সংসাৰত জীৱৰ বাৰে বাৰে বিভিন্নভাৱে জন্ম হয়। সৃষ্টি-ক্ৰমত হয়তো পূৰ্ব্ব জন্মত এই কপোৰপৰাই আপুনি জন্মিব পাৰে ; সেইবুলি আপুনি এই কপোৰক ৰক্ষা কৰি মোৰ ভোজনৰ বিঘিনি নঘটাব। ৯-১০॥

ৰজাই ক'লে, এই কপো আৰু শ্যেনে যিভাৱে কথা কৈছে আগেয়ে পক্ষীয়ে এইদৰে বিশুদ্ধ কথা কোৱা কোনেও দেখা নাই। ইহঁতক উভয়কে এইদৰে জানি ইহঁতৰ প্ৰতি কিভাৱে ন্যায় আচৰণ কৰা যায়। ১১॥

যি ৰজাই আশ্ৰয় বিচাৰি অহা ভয়াৰ্ত্ত প্ৰাণীক শত্ৰুৰ হাতত অৰ্পণ কৰে, তেওঁ যথাসময়ত পৰিত্ৰাণৰ ইচ্ছা কৰিলেও পৰিত্ৰাণ নাপায়। তেওঁৰ ৰাজ্যত সময়মতে বৰষুণ নহয় ; বীজ ৰোপণ কৰিলেও সময়ত অঙ্কুৰিত নহয়। ১২॥

যি ৰজাই শৰণাপন্ন ভয়াতুৰ প্ৰাণীক শত্ৰুৰ হাতত দি দিয়ে তেওঁৰ সন্তান জন্মি বাল্য অৱস্থাতে মৰে, তেওঁৰ পিতৃপুৰুষসকলে কেতিয়াও স্বৰ্গত বাস কৰিব নোৱাৰে আৰু দেৱতাসকলেও তেওঁলোকে দিয়া আহুতি-দ্ৰব্য গ্ৰহণ নকৰে। ১৩॥

যি ৰজাই আশ্ৰয়াৰ্থী ভীত প্ৰাণীক শত্ৰুত অৰ্পণ কৰে তেওঁৰ আহাৰ নিষ্ফল হয়, সেই নীচমনা মানুহ সোনকালে স্বৰ্গৰপৰা চ্যুত হয় আৰু ইন্দ্ৰ আদি দেৱতা-সকলে তেওঁৰ ওপৰত বজ্ৰ নিক্ষেপ কৰে। ১৪॥

হে শ্যেন, শিৱি বংশীয়সকলে এই কপোৰ পৰিৱৰ্ত্তে অন্নেৰে সৈতে এটা ষাঁড় পাক কৰি তোমাক দিয়ক, তুমি যি ঠাইতে ভাল পোৱা, তাতেই থাকা, তাঁলৈকে তোমালৈ প্ৰচুৰ মাংস লৈ যাওক। ১৫॥

শ্যেনে ক'লে, মই আপোনাক ষাঁড়ৰ মাংস খোজা নাই, বা মোক কপোৰ অধিক আন কোনো মাংসও নালাগে। আজি আন পক্ষীৰ অভাৱত দেৱতাসকলে এই পক্ষীকেই আজি মোৰ ভোজন হিচাপে দিছে, গতিকে এইটো মোৰ ভোজন হ'ব, সেই কাৰণে ইয়াকে মোক দিয়ক। ১৬॥

ৰজাই ক'লে, হে শ্যেন, ষাঁড় অথবা সৰ্ব্বাঙ্গ সুন্দৰ বছা গৰু মোৰ সেৱক-সকলে বিচাৰ কৰি আনি তোমাক দিয়ক। ভয়-ভীত কপোৰ সলনি মোৰ ওচৰত পাব পৰা ইয়েই উচিত মূল্যৰ হ'ব। ইয়াকেই তুমি লোৱাঁ। কপোটোক নামাৰিবা। ১৭॥

মই নিজৰ প্ৰাণকে ত্যাগ কৰিম, তেওঁ কপোটো নিদিওঁ। শ্যেন, তুমি কি নাজানা, এই কপো যে সোমযুক্ত যজ্ঞৰ দৰে প্ৰতিপালনৰ যোগ্য। হে প্ৰিয়-দৰ্শন, ইয়াৰ কাৰণে তুমি বৃথাই কষ্ট নকৰিবা, মই এই কপোটো কোনো-প্ৰকাৰেই তোমাত অৰ্পণ নকৰিম। ১৮॥

হে ৰজা, যি কাম কৰিলে শিৱি দেশৰ লোকসকল প্ৰসন্ন হৈ সাধুবাদেৰে মোক প্ৰশংসা কৰে আৰু যাৰে মই তোমাৰো প্ৰিয় কাৰ্য্য সাধন কৰিব পাৰোঁ, তুমি মোক তেনে নিৰ্দ্দেশ দিয়াঁ, তুমি যিভাৱে কৰা, মই তাকেই কৰিম। ১৯॥

শ্যেনে ক'লে, মহাৰাজ, আপুনি কপোৰ মাংসৰ পৰিমিত মাংস আপোনাৰ সোঁ উৰুৰপৰা কাটি মোক দিয়ক, তেতিয়াহে কপৌটো ৰক্ষা পৰিব, মোৰো প্ৰিয় কাৰ্য্য কৰা হ'ব আৰু শিৱি দেশৰ প্ৰজাসকলেও আপোনাক প্ৰশংসা কৰিব। ২০ ॥

তেতিয়া ৰজাই সোঁ উৰুৰপৰা একখণ্ড মাংস কাটি কপৌৰে সৈতে তুলাচনীত তুলি দিলে; কিন্তু কপৌৰ ওজন বেছি হ'ল। ২১ ॥

তেতিয়া তেওঁ আকৌ শৰীৰৰ আন ঠাইৰপৰা মাংস কাটি তুলাচনীত দিলে, তাতো কপৌৰ ওজন অধিক হ'ল। এইদৰে তেওঁ সৰ্ব্ব শৰীৰৰ মাংস কাটি তুলাচনীত ধাৰণ কৰিলে, তথাপি কপৌটো বেছি গধুৰ হোৱা দেখা গ'ল। ২২ ॥

তাৰ পাছত ৰজা নিজেই তুলাচনীত উঠিল; কিন্তু তাত তেওঁৰ অন্তৰত কোনো অসন্তোষ নুপজিল। এই ঘটনা দেখি, 'ৰজাই কপৌক ৰক্ষা কৰিলে', এই বুলি কৈ অন্তৰ্দ্ধান হ'ল। শেষত ৰজাই কপৌক ক'লে, ২৩ ॥

কপৌ, শিৱি দেশৰ লোকসকলে তোমাক কপৌ বুলিয়েই জানক। হে পক্ষীপ্ৰৱৰ, মই তোমাক সুধিছো, এই শ্যেন কোন? ঈশ্বৰৰ বাহিৰে আন কেৱে এনে কাম কৰিব নোৱাৰে। গতিকে হে ভগৱান, তুমি মোৰ এই প্ৰশ্নৰ উত্তৰ দিয়াঁ। ২৪ ॥

কপৌৱে ক'লে, মই ধূমকেতু বৈশ্বানৰ অগ্নি, আৰু সেই শ্যেন সাক্ষাৎ বজ্ৰহস্ত শচীপতি। তুমি সুৰথাৰ পুত্ৰ শ্ৰেষ্ঠ পুৰুষ। তোমাক জনাৰ উদ্দেশ্যে, তোমাৰ শ্ৰেষ্ঠতাৰ পৰীক্ষাৰ কাৰণে আমি উভয়ে তোমাৰ ওচৰলৈ আহিছিলো। ২৫ ॥

হে মহাৰাজ, তুমি মোক ৰক্ষা কৰিবলৈ যি মাংসপেশী তৰোৱালেৰে কাটি দান কৰিছা, সেই অঙ্গচিহ্নক মই এতিয়া শুভ, মনোহৰ, পুণ্যগন্ধ আৰু সোণ-বৰণীয়া কৰি দিম। ২৬ ॥

তোমাৰ এই অঙ্গপাৰ্শ্বৰপৰা এটি ল'ৰা উপজিব। তেওঁ প্ৰজাসমূহৰ পালক, যশস্বী আৰু দেৱৰ্ষিসকলৰ অত্যন্ত আদৰৰ পাত্ৰ হব। তেওঁৰ নাম হব কপোতৰমা। ২৭ ॥

মহাৰাজ, তেওঁক তুমি সোৰথসমূহৰ ভিতৰত শ্ৰেষ্ঠ, যশস্যাৰে উজ্জ্বল, বীৰ আৰু উৎকৃষ্ট শৰীৰধাৰী-ৰূপে দেখিবলৈ পাবা। ২৮ ॥

ইতি মহাভাৰতৰ বনপৰ্ব্বৰ অন্তৰ্গত মাৰ্কণ্ডেয়-সমাস্যা-পৰ্ব্বত ইন্দ্ৰ আৰু অগ্নিৰ দ্বাৰা শিৱিৰ পৰীক্ষা নামৰ সপ্তনৱত্যধিকশততম অধ্যায়। ১৯৭ ॥

॥ অধ্যায় ১৯৮ ॥

# ॥ শিবি-চৰিত ॥

বৈশম্পায়নে ক'লে, আৰু কওঁকচোন, এই বুলি পাণ্ডু-পুত্ৰই মহা ভাগ্যৱান মাৰ্কণ্ডেয়ক ক'লে। তেতিয়া মাৰ্কণ্ডেয়ই ক'বলৈ ধৰিলে, বিশ্বামিত্ৰৰ পুত্ৰ অষ্টকৰ অশ্বমেধলৈ সকলোঁ ৰজাই আহিছিল। ১॥

তেওঁৰ ভায়েকসকল প্ৰতৰ্দ্দন, বসুমনা আৰু ঔশীনৰ শিবিও আহিছিল, যজ্ঞ সমাপ্ত কৰি ভায়েকসকলৰ লগত ৰথত গৈ আছিল আৰু নাৰদক আহি থকা দেখা পাই আপুনিও ৰথত উঠি লওক বুলি তেওঁলোকে ক'লে। ২॥

তেওঁলোকক 'বাৰু' বুলি কৈ নাৰদ ৰথত উঠিল, তেওঁলোকৰ এজনে তেতিয়া দেৱৰ্ষি নাৰদক ক'লে, আমি আপোনাক প্ৰসন্ন কৰি কিবা এটা সুধিব খোজোঁ। ৩॥

'সোধা' বুলি মুনিয়ে ক'লে। তেওঁ ক'লে, সকলোৱেই আয়ুষ্মান আৰু সৰ্ব্ব-গুণযুক্ত, গতিকে আমি চাৰিজনহে চিৰকাল ভোগ্য স্বৰ্গলোকলৈ যাব পাৰিমহঁক। কোন নামিব? এই অষ্টকেই নামক, এই বুলি ঋষিয়ে ক'লে। ৪॥

কি কাৰণত? বুলি সুধিলত তেওঁ ক'লে, মই অষ্টকৰ ঘৰত আছিলোঁ। তেওঁ মোক ৰথত লৈ গৈছিল, গৈ বেলেগ বেলেগ ৰঙৰ অনেক হাজাৰ গৰু দেখিলোঁ। মই তেওঁক সুধিলোঁ, কাৰ গাই এইবিলাক? এইবিলাক মষে দান কৰা, এনে কথাৰে নিজকে নিজে প্ৰশংসা কৰিলে। গতিকে এওঁৱেই নামিব। আকৌ প্ৰশ্ন হ'ল তিনিজনহে যাব, কোন নামিব? ৫॥

প্ৰতৰ্দ্দন—এই বুলি ঋষিয়ে ক'লে, কিবা কাৰণত মই প্ৰতৰ্দ্দনৰ ঘৰত আছিলোঁ, তেওঁ মোৰ ৰথত থৈ গ'ল। ৬॥

তেনেতে এজন ব্ৰাহ্মণে মোক এটা ঘোঁৰা দিয়া বুলি ভিক্ষা খুজিলে। ঘূৰি গৈ দিমগৈ বোলাত তেওঁ ক'লে, থিতাতে দিয়া। ব্ৰাহ্মণে ক'লে, থিতাতে ব্ৰাহ্মণক দিয়া উচিত, এই বুলি দক্ষিণ ফালৰ ঘোঁৰাটো দি দিলে। ৭॥

ইয়াৰ পাছত অন্য এজন ব্ৰাহ্মণ ঘোঁৰা বিচাৰি আহিল। বাৰু দিওঁ, এই বুলি বাঁওফালৰ ঘোঁৰাটো দি দিলে। ইয়াৰ পাছত আকৌ যাবলৈ ধৰিলে, আকৌ এজন অশ্বাৰ্থী ব্ৰাহ্মণ আহিল, ততাতৈয়াকৈ বাঁওহাতৰ মুঁৰলিৰ আগৰ ঘোঁৰাটো খুলি দিলে। ৮॥

আকৌ যাবলৈ লাগিল। পুনৰ এজন ব্ৰাহ্মণ ঘোঁৰা বিচাৰি আহিল। তেওঁ ক'লে, বৰ বেগাই গৈ (ঘৰত) দিয়কগৈ। এতিয়াই দিয়ঁা বুলি ব্ৰাহ্মণে ক'লে, তেতিয়া তেওঁক মুঁৰলিৰ আগৰ সিটো ঘোঁৰা দি নিজে টানিলে আৰু ব্ৰাহ্মণসকলক ক'লে, এতিয়া আৰু দিবলৈ একো নাই। ৯ ॥

এওঁ দানো কৰিছে আৰু খঙো কৰিছে। তেনেকৈ কোৱাৰ কাৰণেই তেওঁ এতিয়া নামি যাওক। আকৌ প্ৰশ্ন হ'ল, দুজনহে যাব, কোন নামিব? বসুমনা নামিব, এই বুলি ঋষিয়ে ক'লে। ১০-১১ ॥

কি কাৰণত এই বুলি সুধিলে। নাৰদে তেতিয়া ক'লে, মই ঘুৰি ঘুৰি বসুমনাৰ ঘৰ ওলালোগৈ। ১২ ॥

পুষ্প ৰথৰ প্ৰয়োজন হেতুকে আশীৰ্ব্বাদ প্ৰদান কৰিলো আৰু তেওঁৰ পাছে পাছে গ'লো। ব্ৰাহ্মণসকলেও আশীৰ্ব্বাদ দিলত তেওঁলোকক এখন ৰথ দেখুৱালে।১৩॥

তেতিয়া মই সেই ৰথখনৰ প্ৰশংসা কৰিলো। সেই কাৰণে ৰজাই ক'লে, প্ৰভু, আপুনি ৰথখনৰ প্ৰশংসা কৰিছে, গতিকে এই ৰথখন আপোনাৰেই হওক। ১৪ ॥

আকৌ অন্য এদিন মোৰ ৰথখনৰ প্ৰয়োজন আছিল বুলি উপস্থিত হ'লো। তেতিয়াও বসুমনাই সেইবাৰ কথাকে দোহাৰি কৈছিল, এই ৰথখন আপোনাৰেই। মই আকৌ গৈ তৃতীয়বাৰ আশীৰ্ব্বাদ কৰিলো, তেতিয়া তেওঁ ব্ৰাহ্মণসকলক (সেই ৰথখন দেখুৱাই) মোৰ ফালে চাই চাই ক'লে, আপুনি পুষ্প ৰথৰ কাৰণে ভাল আশীৰ্ব্বাদেই দিছিল, এই দ্ৰোহ-বাক্যৰ কাৰণেই অৱতৰণ কৰিব লাগিব। ১৫ ॥

এতিয়া এজন যাব পাৰিব। কোন নামিব? নাৰদে পুনৰ ক'লে, শিবিয়েই গমন কৰিব আৰু মই নামি পাৰিম। ইয়াৰ কাৰণ কি? পুনৰায় নাৰদে উত্তৰ দিলে—মই শিবিৰ সমান নহওঁ, কাৰণ কোনো এজন ব্ৰাহ্মণে এওঁক (এইদৰে) কৈছিল, ১৬ ॥

শিবি, মই আহাৰ বিচাৰি আহিছো। শিবিয়ে তেওঁক ক'লে, মই কি কৰিব লাগে আদেশ দিয়ক। ১৭ ॥

তেতিয়া তেওঁক ব্ৰাহ্মণজনে ক'লে, আপোনাৰ বৃহদ্গৰ্ভ নামৰ এই পুত্ৰক বধ কৰক আৰু ৰন্ধা-বঢ়া কৰি তেওঁৰ মাংসেৰে অন্ন তৈয়াৰ কৰক। তাৰ পাছত মোৰ বিচাৰ কৰিব। তেতিয়া পুত্ৰক বধ কৰি তাৰ মাংস পাক কৰিলে আৰু তাক খাবলৈ মিঠা কৰি পাত্ৰত থৈ মূৰত তুলি ল'লে আৰু সেই ব্ৰাহ্মণজনক বিচাৰি গ'ল। ১৮ ॥

এইদৰে বিচাৰি ফুৰোঁতে কোনো এজন মানুহে ক'লে, সেই বামুণজনে আপোনাৰ নগৰলৈ গৈ আপোনাৰ ঘৰ, ধন আৰু অস্ত্ৰৰ ভঁৰাল, অন্তেষপুৰ, ঘোঁৰা আৰু হাতীৰ শাল দহন কৰিব লাগিছে। ১৯ ॥

সেই কথা শুনিয়ো শিবিৰ মুখৰ ৰং বিকৃত নহ'ল। তেওঁ নগৰলৈ গৈ সেই

ব্ৰাহ্মণজনক ক'লে, হে প্ৰভু, অন্নৰ পাক হৈ গৈছে। ব্ৰাহ্মণজনো আচৰিত হৈ তল-মূৰ হ'ল। তেওঁ একো কথাকে কব নোৱাৰিলে। ২০॥

তেতিয়া, দেউ, খাওক, বুলি ব্ৰাহ্মণক প্ৰসন্ন কৰিলে, কণ্ডেকতে ওপৰলৈ মূৰ দাঙি তেওঁ শিবিক ক'লে, ২১॥

আপুনিয়েই ভোজন কৰক। শিবিয়ে তেওঁক 'বাৰু' বুলি কৈ অচঞ্চলচিত্তে পুত্ৰ-পাতল কৰি মাংস-পাত্ৰ দাঙি ধৰি খাবলৈ ইচ্ছা কৰিলে। ২২॥

তেতিয়া সেই ব্ৰাহ্মণজনে (তেওঁৰ) হাতত ধৰি ক'লে, আপুনি ক্ৰোধ জয় কৰিছে আৰু আপোনাৰ ব্ৰাহ্মণৰ কাৰণে ত্যাগ কৰিব নোৱৰা কোনো বস্তুৱেই নাই। এই বুলি মহা ভাগ্যৱান শিবিক সেই ব্ৰাহ্মণে অভিনন্দন জনালে। ২৩॥

শিবিয়েও ওপৰলৈ মূৰ দাঙি দেৱ-সন্তানৰ নিচিনাকৈ অলঙ্কাৰ পিন্ধি আৰু সুগন্ধি বস্ত্ৰ সানি তেওঁৰ পুতেক আগতে থিয় হৈ থকা দেখিলে। ইয়াৰ পাছত তেওঁৰ সকলো উদ্দেশ্য পূৰণ কৰি ব্ৰাহ্মণ অন্তৰ্দ্ধান হ'ল। ২৪॥

সেই ৰাজৰ্ষিক পৰীক্ষা কৰিবৰ কাৰণেই বিধাতা নিজেই সেই-ৰূপে আহিছিল। তেওঁ অন্তৰ্দ্ধান হ'লত মন্ত্ৰীসকলে ৰজাক সুধিলে, কি পাবলৈ ইচ্ছা কৰি আপুনি জানি-শুনিও এইটো এনেকুৱা কৰিলে? ২৫॥

শিবিয়ে ক'লে, মই যশস্যাৰ কাৰণে নাইবা অৰ্থ আৰু ভোগ-লালসাৰ কাৰণে এনে দান কৰা নাই, এই মাৰ্গটো পাপমুক্ত নহয়—তাকে ভাবিয়েই এই সকলো-বিলাক কৰিছোঁ। ২৬॥

সন্তসকলে সদায় যিটো আচৰণ কৰে সেইটোৱেই ভাল, সেই কাৰণে মোৰ মনে ভালটোকে আশ্ৰয় কৰিছে, গতিকে শিবি ৰজাৰ এই শ্ৰেষ্ঠ ভাগ্যৰ কথা মই যথাযথভাৱে জানো। ২৭॥

ইতি মহাভাৰতৰ বনপৰ্ব্বৰ অন্তৰ্গত মাৰ্কণ্ডেয়-সমাস্যা-পৰ্ব্বত শিবি-চৰিত নামৰ অষ্টনৱত্যধিকশততম অধ্যায়। ১৯৮॥

## ॥ অধ্যায় ১৯৯ ॥

# ॥ ইন্দ্ৰদ্যুম্নৰ উপখ্যান ॥

বৈশম্পায়নে ক'লে, ঋষি আৰু পাণ্ডৱসকলে আকৌ মাৰ্কণ্ডেয়ক প্ৰশ্ন ক'ৰিলে, আপোনাতকৈ আগেয়ে জন্ম গ্ৰহণ কৰা কোনোবা আছেনে কি ? ১ ॥

মাৰ্কণ্ডেয়ই তেওঁলোকক ক'লে, পুণ্য ক্ষয় হোৱাত স্বৰ্গৰপৰা বিচ্যুত ইন্দ্ৰদ্যুম্ন নামৰ এজন ৰাজৰ্ষিয়ে 'মোৰ খ্যাতি নিঃশেষ হৈ গৈছে' এইদৰে ভাবি সেই দ্যুম্ন মোৰ ওচৰলৈ আহিছিল আৰু তেওঁ সুধিছিল, আপুনি মোক চিনি পাইছেনে ? ২ ॥

তেতিয়া মই তেওঁক কলোঁ, আমি তীৰ্থ-পৰ্য্যটন প্ৰভৃতি ধৰ্ম্ম-কাৰ্য্যৰ চেষ্টাত আকুল। গতিকে গাঁৱত এৰাতি থকা ৰাসায়নিক পৰিব্ৰাজক নহওঁ। এই কাৰণে আমি নিজে কৰা কাৰ্য্যবিলাকো আকৌ, শৰীৰৰ তপস্যাৰ বিধান থকা হেতুকে, আমি নিজৰ কাৰণে গ্ৰহ আদি নিৰ্ম্মাণ নকৰোঁ। ৩ ॥

হিমালয়ত প্ৰাৱাৰকৰ্ণ নামেৰে এটা ফেঁচা আছে। তেওঁ আমাতকৈও পুৰণি। গতিকে তেওঁ হয়তো আপোনাক চিনি পাব পাৰে। ইয়াৰপৰা পূবে হিমালয় পৰ্ব্বত অৱস্থিত। তাতেই সেই ফেঁচাটো বাস কৰে। ৪ ॥

ইয়াৰ পাছত তেওঁ এটা ঘোঁৰাৰ ৰূপেৰে মোক পিঠিত তুলি সেই ফেঁচাটো থকা ঠাইলৈ লৈ গ'ল। আৰু তেওঁক সুধিলে, আপুনি মোক চিনি পাইছেনে ? ৫ ॥

তেওঁ যেন অলপ সময়ৰ কাৰণে ধ্যান কৰিলে আৰু এওঁক ক'লে, মোৰ আপোনাক চিনি পোৱা মনত নপৰে। তেওঁ এইদৰে ক'লত ৰাজৰ্ষি ইন্দ্ৰদ্যুম্নই সেই ফেঁচাটোক ক'লে, ৬ ॥

আপোনাতকৈ পুৰণি কোনোবা আছেনে কি ? এইদৰে সুধিলত তেওঁ ক'লে, ইন্দ্ৰদ্যুম্ন নামৰ এটা সৰোবৰ আছে। তাত নাড়ীজঙ্ঘ নামে এটি বগলী আছে। তেওঁ আমাতকৈ বহুত আগতে ওপজা। তেওঁকে সোধক। তেতিয়া ইন্দ্ৰদ্যুম্নই মোক আৰু সেই ফেঁচাটো লৈ সেই সৰোবৰলৈ গ'ল, য'ত নাড়ীজঙ্ঘ নামৰ বগলীটো আছিল। ৭ ॥

তেওঁক আমি সুধিলো, আপুনি ইন্দ্ৰদ্যুম্ন ৰজাক চিনি পায়নে ? তেৰোঁ এক মুহূৰ্ত্তমান সময় ধ্যান কৰি ক'লে—ওহোঁ, ইন্দ্ৰদ্যুম্ন ৰজাক মোৰ মনত নপৰে। তেতিয়া তেওঁক আমি সুধিলো, আপোনাতকৈ পুৰণি কোনোবা আছেনে কি ? তেওঁ আমাক ক'লে, এই সৰোবৰতেই অকূপাৰ নামে এটা কাছ আছে। তেওঁ আমা-

তকৈ আগতে ওপজা। তেওঁ কেনেবাকৈ হয়তো এই ৰজাক চিনি পাব পাৰে, গতিকে তেওঁকে সুধি চাওক। ৮ ॥

ইয়াৰ পাছত সেই বগলীটোৱে সেই অকূপাৰ নামৰ কাছটোক নিবেদন কৰিলে, আমি আপোনাক এটা প্ৰশ্ন সুধিবলৈ ইচ্ছা কৰোঁ ; আপুনি সোনকালে ওলাই আহে যেন। এই কথা শুনি সেই কাছটোও হ্ৰদটোৰপৰা ওলাই আহি আমি য'ত আছিলো তালৈ গ'ল। সৰোবৰৰ পাৰলৈ আহিলত আমি তেওঁক সুধিলো, ইন্দ্ৰদ্যুম্ন ৰজাক আপুনি চিনি পায়নে কি ? ৯ ॥

তেওঁ অলপ সময়ৰ কাৰণে ধ্যান কৰিলে আৰু কঁপি কঁপি উদ্বিগ্ন চিত্তেৰে সংজ্ঞাবিহীন হৈ চকুপানীৰে চল-চলীয়া কৰি কৰযোৰে ক'লে, মই তেখেতক চিনি নাপাম কিয়। ইয়াতেই তেখেতে এহাজাৰ যজ্ঞ সম্পাদন কৰি হাজাৰ যজ্ঞ খুটা (যূপ) পুতিছিল। ১০ ॥

এই সৰোবৰটোও তেখেতে দক্ষিণা-ৰূপে উচৰ্গা কৰা গৰুবিলাকে খুটি পাতি নিৰ্ম্মাণ কৰিছিল। মই ইয়াতেই বাস কৰি আছো। ১১ ॥

ইয়াৰ পাছত কাছই কোৱা এই সকলো কথা শুনি দেৱলোকৰপৰা দেৱৰথ আবিৰ্ভাব হ'ল আৰু লগে লগে ইন্দ্ৰদ্যুম্নৰ প্ৰতি উচ্চাৰিত এই কথা শুনা গ'ল, আপোনাৰ কাৰণে স্বৰ্গ প্ৰস্তুত হৈ আছে, যথোচিত স্থান (তাত) লাভ কৰক ; কীৰ্ত্তিমান আপুনি স্থিৰচিত্তে গমন কৰক। ১২ ॥

এই বিষয়ে কেইটামান শ্লোকো আছে। পুণ্য কৰ্ম্মৰ গুণ-গানে পৃথিৱী আৰু স্বৰ্গ দুয়োকে স্পৰ্শ কৰে। যেতিয়ালৈকে তেনে গুণ-গান হয়, তেতিয়ালৈকেহে পুৰুষ আখ্যা পায়। ১৩ ॥

যি কোনো লোকৰ যেতিয়া জগতত নিন্দা কীৰ্ত্তিত হয়, তেনে নিন্দা-গান চলি থকা পৰ্য্যন্ত সেই পুৰুষ অধৰ্ম্ম-লোকত (নৰকত) পতিত হয়। ১৪ ॥

সেই কাৰণেই মানুহে অনন্ত-প্ৰাপ্তিৰ নিমিত্তে সদায় সৎ আচৰণ কৰা উচিত। পাপযুক্ত মনোভাব পৰিত্যাগ কৰি মানুহে ধৰ্ম্মকে আশ্ৰয় কৰিব। ১৫ ॥

সেই কথা শুনি সেই ৰজাই ক'লে, অলপ সময় ৰওক ; মই এই বুঢ়া দুজনক যথাস্থানত থৈ আহোঁগৈ। ১৬ ॥

তাৰ পাছত তেওঁ সেই প্ৰাৱাৰকৰ্ণ নামৰ ফেঁচা আৰু মোক যথা স্থানত ৰাখি সেই ৰথতেই উঠি যথোচিত স্থান পালেগৈ। মই চিৰজীৱী বুলি এনেকৈ এই কথাবোৰ প্ৰত্যক্ষ কৰিছিলো—এই বুলি মাৰ্কণ্ডেয়ই পাণ্ডৱসকলক ক'লে। ১৭ ॥

পাণ্ডৱসকলেও ক'লে, আপুনি স্বৰ্গভ্ৰষ্ট ইন্দ্ৰদ্যুম্ন ৰজাক আকৌ নিজৰ ঠাইলৈ পঠিয়াই ভাল কামেই কৰিলে। তাৰ পাছত মাৰ্কণ্ডেয়ই পাণ্ডৱসকলক ক'লে, দৈৱকীৰ পুত্ৰ শ্ৰীকৃষ্ণয়ো নৰকত বুৰ গৈ থকা ৰাজৰ্ষি নৃগক সেই কষ্টৰপৰা উদ্ধাৰ কৰি পুনৰ স্বৰ্গলৈ পঠাইছিল। ১৮ ॥

ইতি মহাভাৰতৰ বনপৰ্ব্বৰ অন্তৰ্গত মাৰ্কণ্ডেয়-সমাস্যা-পৰ্ব্বত ইন্দ্ৰদ্যুম্নৰ উপাখ্যান নামৰ ঊনশতাধিকশততম অধ্যায়। ১৯৯ ॥

॥ অধ্যায় ২০০ ॥

## ॥ দান-মাহাত্ম্য-কথন ॥

বৈশম্পায়নে ক'লে, ৰাজৰ্ষি যুধিষ্ঠিৰে মহা ভাগ্যৱান মাৰ্কণ্ডেয়ৰপৰা ইন্দ্ৰদ্যুম্নৰ স্বৰ্গপ্ৰাপ্তিৰ কথা শুনি মুনিক আকৌ সুধিলে, হে মহামুনি, কেনেকুৱা অৱস্থাত দান কৰি পুৰুষে স্বৰ্গলোক ভোগ কৰিব পাৰে, সেই কথাটো মোক কওক। গাৰ্হস্থ্য-জীৱনত, বাল্য বা যৌৱন কালত নাইবা বুঢ়া বয়সত দান কৰি কেনে ফল পায়, সেই কথাও মোক কওক। ১-৩ ॥

মাৰ্কণ্ডেয়ই ক'লে, বৃথা জন্ম চাৰিবিধৰ, বৃথা দান যোলপ্ৰকাৰৰ। অপুত্ৰকৰ জন্ম বৃথা আৰু যিসকল স্বধৰ্মৰপৰা বহিষ্কৃত তেওঁলোকৰ জন্মও বৃথা। ৪ ॥

যিসকলে আনৰ পাকতেই খায়, অকল নিজৰ কাৰণেই যিজনে ৰন্ধা-বঢ়া কৰে আৰু যি ৰান্ধি-বাঢ়ি অতিথি আদিক নিদিয়াকৈ নিজেই আগতে খাই লয়, তেনে ভোজনো মিছা। ৫ ॥

ব্ৰহ্মচৰ্য্যাদি পালন কৰি যি তাৰপৰা স্খলিত হয়, তেনে লোকক দান দিয়া, অন্যায়ৰ যোগে অৰ্জ্জা ধনৰ দান পতিত ব্ৰাহ্মণক দান দিয়া আৰু চোৰক দান কৰা নিষ্ফল। ৬ ॥

পিতৃ আদি নিজৰ গুৰুজনক দান, মিছলীয়াক দান, পাপীক দান, খাই পাত ফলাক দান, গ্ৰাম-যাজকক দান, বেদৰ জ্ঞান বিক্ৰী কৰা জনক দান, শূদ্ৰ যাজকক দান, জাতিত ব্ৰাহ্মণ অথচ আচাৰত ব্ৰাহ্মণ নহয় এনেজনক দান, শূদ্ৰাৰ পতিক দান, স্ত্ৰীজনক দান, সৰ্প ব্যৱসায়ীক দান আৰু পৰিচাৰকক দান— এই যোলপ্ৰকাৰৰ দান বৃথা। ইয়াৰ উপৰিও অজ্ঞান, ভয় আৰু ক্ৰোধবশতঃ যি দান কৰা যায় তেনে দানো বৃথা। ৭-৯ ॥

মানুহে পৰজন্মত গৰ্ভত থাকিয়েই সেই সকলো দানৰ ফল ভোগ কৰে, আৰু সৎ ব্ৰাহ্মণসকলক দিয়া দানৰ ফল বৃদ্ধিপ্ৰাপ্ত হৈ তেওঁ ভোগ কৰে। ১০ ॥

সেই কাৰণে, হে মহাৰাজ, স্বৰ্গৰ পথ জয় কৰিবৰ ইচ্ছা থাকিলে সকলো দান সকলো অৱস্থাতে দ্বিজাতিসকলকেই ( সৎ ব্ৰাহ্মণসকলক ) দিয়া উচিত। ১১ ॥

যুধিষ্ঠিৰে ক'লে, চাতুৰ্বৰ্ণ্যৰপৰা দান গ্ৰহণ কৰা কোন ব্ৰাহ্মণে কেনে গুণৰ দ্বাৰা দাতাক বিশেষকৈ তৰায় আৰু নিজেও তৰে ? ১২ ॥

মাৰ্কণ্ডেয়ই ক'লে, বেদাদি অধ্যয়ন, জপ, মন্ত্ৰ আৰু হোমৰ যোগেদি জ্ঞানময় তৰী নিৰ্ম্মাণ কৰি তেওঁলোক নিজেও পাৰ হয়, আনকো পাৰ কৰায়। ১৩ ॥

যি ব্ৰাহ্মণসকলক সন্তুষ্ট কৰে, তেওঁৰ প্ৰতি সকলো দেৱতা তুষ্ট হয়। আৰু ব্ৰাহ্মণসকলৰ আশীৰ্ব্বাদ অনুসৰি তেওঁ স্বৰ্গলোক লাভ কৰে। ১৪ ॥

পিতৃ দেৱতাসকলৰ পূজা আৰু ব্ৰাহ্মণসকলৰ অৰ্চ্চনাৰ যোগেৰে যে তেওঁ অনন্ত পুণ্যলোকলৈ যাব পাৰে, তাত সংশয় নাই। ১৫ ॥

মানুহক যেতিয়া শ্লেষ্মাই আক্ৰমণ কৰে আৰু তেওঁ সংজ্ঞাহীন হৈ মৃত্যু-মুখত পৰিবলৈ আৰম্ভ কৰে, তেতিয়াও যদি কোনোবাই পুণ্য-স্বৰ্গৰ ইচ্ছা কৰে, তেনেহ'লে ব্ৰাহ্মণসকলক পূজা কৰাটোৱেই তেওঁৰ একমাত্ৰ উপায়। ১৬ ॥

শ্ৰাদ্ধৰ সময়ত স্তুতি আদৰেৰে প্ৰশস্ত ব্ৰাহ্মণসকলক ভোজন কৰাব লাগে, আৰু অতি গৌৰ বৰ্ণ নাইবা অতি কৃষ্ণ বৰ্ণ, কুনখী, কুষ্ঠৰোগযুক্ত, যঁজা, মায়াকাৰী আৰু ক্ষত্ৰিয়বৃত্তি-অৱলম্বনকাৰী ব্ৰাহ্মণসকলক বৰ সাৱধানেৰে সৈতে ত্যাগ কৰিব লাগে, কাৰণ যি শ্ৰাদ্ধ নিষ্ঠা নোহোৱাকৈ কৰা হয়, সেই শ্ৰাদ্ধই জুয়ে খৰি পোৰাৰ নিচিনাকৈ শ্ৰাদ্ধ-কৰ্ত্তাক পুৰি নিয়ে। ১৭-১৮ ॥

বোবা, কণা আৰু কলা প্ৰভৃতি খুঁত থকা যিসকল লোকক শ্ৰাদ্ধত নিযুক্ত কৰা নেযায়, আৱশ্যক হ'লে তেওঁলোককো বেদত পাৰ্গত ব্ৰাহ্মণসকলৰ লগ লগাইহে নিযুক্ত কৰিব লাগে। ১৯ ॥

হে যুধিষ্ঠিৰ, কেনেধৰণৰ ব্ৰাহ্মণক দান কৰিব লাগে, তাক কওঁ শুনা। দান কৰোঁতাজনক আৰু নিজক শক্তিশালী ব্ৰাহ্মণে তৰাব পাৰে, তেনে ব্ৰাহ্মণকহে দান কৰিব। ২০ ॥

যি সকলো শাস্ত্ৰ জানে তেনে ব্ৰাহ্মণক দান কৰিব, যি শক্তিশালী ব্ৰাহ্মণে নিজক আৰু দাতাক পৰিত্ৰাণ কৰিব পাৰে তেওঁহে শক্তিশালী। ২১ ॥

হে পাৰ্থ, অতিথিক ভোজন কৰালে অগ্নি যিমান সন্তুষ্ট হয়, ঘিঁউৰে হোম আৰু ফুল-চন্দনাদি অৰ্পণৰ যোগেৰেও অগ্নি সিমান সন্তুষ্ট নহয়। ২২ ॥

সেই কাৰণে আপুনি সকলোপ্ৰকাৰে অতিথিক ভোজন কৰাবৰ কাৰণে চেষ্টা কৰিব। যিসকলে (আলহীক) ভৰি ধুবলৈ পানী, ভৰিত ঘহিবলৈ ঘিঁউ, চাকি, আহাৰ আৰু আশ্ৰয় দান কৰে, তেওঁলোক যমৰ ওচৰ চাপিব নালাগে। দেৱতাৰ নিৰ্ম্মাল্য পৰিষ্কাৰ কৰা, ব্ৰাহ্মণৰ খোৱা বাচন ধোঁৱা, তেওঁলোকৰ থকা ঠাইৰ যোগাৰ কৰা আৰু গা-মূৰ পিটিকি দিয়া—এইবিলাকৰ এটায়ে গো-দানতকৈও শ্ৰেষ্ঠ। ২৩—২৫ ॥

কপিলী গাই দান কৰিলে মুক্তি পায়—ইয়াত সন্দেহ নাই। সেই কাৰণে সজাই-পৰাই অলঙ্কাৰেৰে সৈতে কপিলী গাই ব্ৰাহ্মণক দান দিয়া উচিত। ২৬ ॥

শাস্ত্ৰজ্ঞ, দৰিদ্ৰ, গ্ৰহস্থী, অগ্নিহোত্ৰী, ল'ৰা-ছোৱালীৰ দ্বাৰা আকুল হোৱা আৰু কেতিয়াও প্ৰত্যুপকাৰত নহা—এনেসকলকহে দান কৰিব লাগে, হে ভাৰত,

সম্বন্ধসকলক নহয়। হে ভৰতশ্ৰেষ্ঠ, সম্বন্ধসকলৰ কাৰণে ত্যাগ কৰাৰ কোনো গুণ নাই। ২৭-২৮ ॥

এজনক এজনী মাত্ৰ (কপিলী গাই) দান কৰিব, বহুতৰ মাজত এজনী নহয়। কাৰণ সেই গাইজনী যদি বিক্ৰী কৰা হয়, তেতিয়া কুলৰ তিনি পুৰুষ পতিত হয়। ২৯ ॥

তেনে গৰুৱে দাতাক উদ্ধাৰ নকৰে, গ্ৰহণ কৰা ব্ৰাহ্মণকতো কেতিয়াও উদ্ধাৰ নকৰেই। আৰু যি মানুহে বিশুদ্ধ সোণ দান কৰে, তেওঁৰ কাৰণে চিৰকাল এশ সুবৰ্ণ (মোহৰ) দান কৰাৰ ফল হয়। যি বলৱান ভাৰ বহন কৰা বলদ দান কৰে, তেওঁৰ সকলো দুৰ্গতিৰপৰা উদ্ধাৰ হয় আৰু তেওঁ স্বৰ্গলোকলৈ গমন কৰে। যি মানুহে বিদ্বান ব্ৰাহ্মণক ভূমি দান কৰে, সেই দাতাজনে সকলো অভীষ্ট বস্তু লাভ কৰে, পৃথিৱীত দাতাৰ সম্বন্ধে সুধিলে মানুহে তেওঁৰ কথাহে কয়। ৩০-৩৩ ॥

এনেকৈ সোধা মানুহৰ ভৰি বাটৰ ধূলিৰে চামনি বান্ধি যোৱাত পৰিশ্ৰমত শৰীৰ ক্লান্ত হয়। সেই ভাগৰত কষ্ট পোৱাসকলক অন্নদাতাৰ কথা যি কয়, তেওঁকো অন্নদাতাৰ সমানেই বুলি কোৱা যায়, ইয়াত সন্দেহ নাই। সেই কাৰণে আপুনি সকলো দান ত্যাগ কৰি ভালকৈ অন্ন দান কৰক। ৩৪-৩৫ ॥

শক্তি অনুসৰি ব্ৰাহ্মণক সংস্কাৰ কৰা অন্ন দান কৰাৰপৰা হোৱা বিচিত্ৰ পুণ্যফল জগতত দেখা নাযায়। এনে দাতাই সেই কৰ্ম্মৰ যোগে প্ৰজাপতিৰে সৈতে একে লোক অধিকাৰ কৰে। অন্নই আটাইতকৈ শ্ৰেষ্ঠ বস্তু, ইয়াতকৈ আৰু শ্ৰেষ্ঠ বস্তু নাই। ৩৬-৩৭ ॥

অন্নক প্ৰজাপতি বোলা হয়, প্ৰজাপতিক আকৌ সংবৎসৰ বুলি কয় আৰু সংবৎসৰক যজ্ঞ বুলি কল্পনা কৰা হয়। গতিকে সকলো অন্ন যজ্ঞতেই প্ৰতিষ্ঠিত। ৩৮ ॥

চৰাচৰ সকলো প্ৰাণী অন্নৰপৰাই উৎপন্ন হয়। এই কাৰণেই সকলো বস্তুতকৈ অন্নই শ্ৰেষ্ঠ—এই কথা জনাজাত। ৩৯ ॥

যিসকলে পানীৰে চপ-চপীয়া পুখুৰী, সৰোবৰ, কুঁৱা আৰু ঘৰ-দুৱাৰ আনৰ ব্যৱহাৰৰ কাৰণে তৈয়াৰ কৰে আৰু যি অন্নদান কৰে আৰু সুমধুৰ কথা কয় তেওঁলোকক যমেও কথা শুনাব নোৱাৰে। ৪০ ॥

যিজনে পৰিশ্ৰমেৰে অৰ্জ্জন কৰা ধনৰ দ্বাৰা সঞ্চিত ধান ভাল স্বভাৱৰ ব্ৰাহ্মণক দান কৰে, তেওঁৰ প্ৰতি বসুন্ধৰা সন্তুষ্ট হৈ যেন দাতাক ধন-সোণৰ বৰষুণ ধাৰাষাৰে দিয়ে। ৪১ ॥

প্ৰথমতে অন্নদাতা, তাৰ পাছত সঁচাকথীয়া আৰু তাৰ পাছত নোখোজাকৈ দান কৰাজন—এনেকৈয়ে তিনিওজন একে লগে (স্বৰ্গলৈ) গমন কৰে। ৪২ ॥

বৈশম্পায়নে ক'লে, যুধিষ্ঠিৰে ভায়েকসকলেৰে সৈতে কৌতূহলপূৰ্ণ হৈ আকৌ মহাত্মা মাৰ্কণ্ডেয়ক সুধিলে, ৪৩ ॥

হে মহামুনি, যমলোক আৰু মনুষ্যলোকৰ মাজত থকা বাটটোৰ স্বৰূপ কেনে-

কুৱা? তাৰ পৰিমাণেই বা কিমান? আৰু মানুহে কেনেকৈ আৰু কোন উপায়েৰে সেই বাটটো পাৰ হ'ব পাৰে? এই কথা মোক কওক। ৪৪॥

মাৰ্কণ্ডেয়ই ক'লে, ধাৰ্ম্মিকসকলৰ ভিতৰত শ্ৰেষ্ঠ, হে মহাৰাজ, এই প্ৰশ্ন ধৰ্ম্ম-জনক, সকলোতকৈ গোপনীয়, ঋষিসকলৰ প্ৰশংসিত। পতিকে ই পবিত্ৰ। মই তোমাক ইয়াৰ কথা কম। ৪৫॥

হে নৰাধিপ, যমলোক আৰু মনুষ্য-লোকৰ মাজত থকা পথটোৰ পৰিমাণ ষড়শীতি সহস্ৰ যোজন। ৪৬॥

সেই বাট শূন্যময় আৰু সেই বাটত পানীও নাই। সেই বাটেৰে ভয়ঙ্কৰ দুৰ্গম পথ দেখা যায়। পৰিশ্ৰান্ত মানুহৰ কাৰণে সেই বাটত কোনো গছৰ ছাঁ, পানীয় বস্তু আৰু ঘৰ-দুৱাৰ একো দেখা নাযায়। ৪৭॥

পৰিশ্ৰমত মানুহ ক্লান্ত হৈ যদি সেই বাটত জিৰাই তেতিয়া যমৰ অনুৰক্ত যমদূতবিলাকে বলেৰে তেওঁলোকক লৈ যায়। ৪৮॥

হে বক্তা, মত্য-মাটিকী মানুহ, নাইবা পৃথিৱীৰ অইন জীৱই হওক, যিসকলে ব্ৰাহ্মণসকলক হাতী, ঘোঁৰা আদি নানাধৰণৰ উত্তম বস্তু দান দিয়ে, তেওঁলোকেই সেই বাটেৰে বুলিব পাৰে আৰু যিসকলে ছাতি দান কৰে তেওঁলোকে ছাতি মেলি ৰ'দ সম্বৰণ কৰি সেই বাটেৰে যাব পাৰে। ৪৯-৫১॥

যিসকলে অন্ন দান কৰে তেওঁলোক তৃপ্ত হৈ আৰু যি সকলে অন্ন দান নকৰে তেওঁলোক অতৃপ্ত হৈ যায়। কাপোৰ দান নকৰাসকল বিবস্ত্ৰ হৈ গমন কৰে। ৫২॥

সোণ দান কৰা লোকসকল নানা অলঙ্কাৰেৰে বিভূষিত হৈ আৰু ভূমিদান কৰাসকল সকলো ইচ্ছাৰে পৰিতৃপ্ত হৈ বৰ সুখেৰে গমন কৰে। আৰু গৃহ দান কৰাসকল বিমানত উঠি সুখেৰে গৈ থাকে। ৫৩॥

পানী খাবলৈ যোগাৰ কৰি দিয়াসকল তৃষ্ণাৰ্ত্ত নোহোৱাকৈ আৰু দীপ দান কৰাসকলৰ বাট পোহৰেৰে উজ্জ্বলিত হোৱাৰ কাৰণে তেওঁলোকো আনন্দমনে সুখৰে যাব পাৰে। ৫৪॥

গো দান কৰাসকল সকলো পাপৰপৰা মুক্ত হৈ সুখেৰে যায় আৰু একমাহ উপবাস কৰি থকা লোক হংসযুক্ত বিমানত উঠি যায়। ৫৫॥

সেইদৰেই ছয় দিন উপবাস কৰি থকা লোকসকল ময়ূৰ-যুক্ত ৰথত উঠি গমন কৰে। যিসকলে একান্নভোজী হৈ তিনি নিশা কটায়, মাজত আৰু অন্য আহাৰ নকৰে, তেওঁলোকৰ অনাময় স্বৰ্গ লাভ হয়। পানী-দানৰ গুণ অলৌকিক আৰু প্ৰেতলোকত সুখদায়ক। ৫৬-৫৭॥

তেওঁলোকৰ কাৰণে তাত পুষ্পোদকা নামৰ নদীৰ বিধান আছে, পতিকে তেওঁলোকে তাত অমৃতৰ তুল্য শীতল পানী পান কৰে। ৫৮॥

যিসকলে পাপ কাম কৰিছে তেওঁলোকৰ কাৰণে পূজাৰ বিধান কৰা আছে। হে মহাৰাজ, এইদৰেই সেই নদীখনে সকলো অভীষ্ট বস্ত্ৰ দান কৰে। ৫৯॥

সেই কাৰণে হে মহাৰাজ, আপুনি বিধি অনুসৰি এই (ব্ৰাহ্মণ)-সকলক পূজা কৰক। বাটতে গোটেই শৰীৰ ধূলিৰে ঢাক খোৱা আৰু শুকাই-খীণাই ক্লান্ত হোৱা পথিকে অন্ন দান কৰাজনৰ কথা সোধে আৰু আশা কৰি ঘৰলৈ আহে। আপুনি তেনেজনকে শুশ্ৰূষা কৰক, তেৱেঁই অতিথি-ব্ৰাহ্মণ। ৬০-৬১ ॥

ইন্দ্ৰেৰে সৈতে সকলো দেৱতা তেনেজন গৈ থাকোঁতে পিছে পিছে যায়। তেওঁক অভ্যৰ্থনা কৰিলে তেওঁলোক তুষ্ট হয় আৰু অভ্যৰ্থনা নকৰিলে বিতুষ্ট হয়। ৬২ ॥

সেই কাৰণে, হে মহাৰাজ, শাস্ত্ৰৰ নিয়মমতে আপুনিও অতিথিক অভ্যৰ্থনা কৰক। এই কথা আপোনাক বহুবাৰ কলো। আপুনি আৰু কি শুনিবৰ ইচ্ছা কৰে? ৬৩ ॥

যুধিষ্ঠিৰে ক'লে, হে ধৰ্ম্মজ্ঞ প্ৰভু, ধৰ্ম্ম সম্বন্ধে আপুনি কোৱা পুণ্য কথাবিলাক মোৰ বাৰে বাৰে শুনিবৰ ইচ্ছা হয়। ৬৪ ॥

মাৰ্কণ্ডেয়ই ক'লে, হে মহাৰাজ, এতিয়া মই অইন ধৰ্ম্মৰ কথা ক'ম; ই সকলো পাপ নষ্ট কৰে। আপুনি মনোযোগেৰে ইয়াক শুনক। ৬৫ ॥

হে ভৰতশ্ৰেষ্ঠ, জ্যেষ্ঠ পুষ্কৰত (আদি পুষ্কৰ তীৰ্থত) কপিলী গাই দান কৰিলে যেনেকুৱা ফল পোৱা যায়, ব্ৰাহ্মণৰ পাদ-প্ৰক্ষালন কৰিলেও তেনেকুৱা ফল পায়। ৬৬ ॥

ব্ৰাহ্মণৰ পাদ-প্ৰক্ষালনৰ পানীৰে মাটি যেতিয়ালৈকে তিতি থাকে, তেতিয়ালৈকে পদুম ফুলৰ পাতত পিতৃসকলে পানী খায়। ৬৭ ॥

ব্ৰাহ্মণক স্বাগত-সম্ভাষণ কৰিলে অগ্নি তুষ্ট হয়, আসন দান কৰিলে ইন্দ্ৰ তৃপ্ত হয়, পাদ-প্ৰক্ষালনত পিতৃসকল আৰু অন্নাদি-দানত প্ৰজাপতি তুষ্ট হয়। ৬৮ ॥

গৰু পোৱালিৰ দুখন ভৰি আৰু মুৰ বাহিৰলৈ ওলোৱাৰ লগে লগে সংযত চিত্তেৰে বিশুদ্ধ মনেৰে সেই গৰু সেই সময়তেই দান কৰিব। ৬৯ ॥

যেতিয়ালৈকে পোৱালিটো শূন্যত থাকে, তাক গৰুৰ যোনিৰ ভিতৰত দেখা যায়, যেতিয়ালৈকে সি গৰ্ভ ত্যাগ নকৰে। তেতিয়ালৈকে সেই গৰু পৃথিৱীৰ তুল্য বুলি জানিব। ৭০ ॥

হে যুধিষ্ঠিৰ, সেই গাইৰ আৰু পোৱালিৰ গাত যিমানবিলাক নোম থাকে, সিমান সহস্ৰ যুগ পৰ্য্যন্ত (দানকাৰী মানুহ) স্বৰ্গলোকত বিৰাজ কৰে। ৭১ ॥

যি নাকত সোণৰ অলঙ্কাৰ পিন্ধাই আৰু খুড়া চাৰিটাক উপযুক্ত ভূষণেৰে ধুনীয়া কৰি ক'লী গাইক তিলেৰে ঢাকি আৰু বহুত অলঙ্কাৰেৰে সজাই দান দিয়ে, হে ভৰত-পুত্ৰ, আৰু যি দান-ৰূপে তেনে গাই গ্ৰহণ কৰি সাধুজনক প্ৰতিদান হিচাপে দি দিয়ে, তেওঁ তেনেকৈ দি দান কৰা ফলৰ ভিতৰত ভাল ফল পায়। ৭২-৭৩ ॥

তেওঁৰ সটাঁকৈয়ে সমুদ্ৰ, গুহা, পৰ্ব্বত, বন আৰু উপবনেৰে সৈতে চাৰিও সাগৰে বেড়ি থকা পৃথিৱী দান কৰা হয়, তাত সন্দেহ নাই । ৭৪ ॥

যি ব্ৰাহ্মণে আঠু দুটাৰ মাজতে হাত থৈ আৰু খোৱা পাত্ৰ হাতেৰে ছুই কোনো শব্দ নোহোৱাকৈ ভোজন কৰে, তেৱেঁই অন্ন দান কৰাজনক উদ্ধাৰ কৰিবৰ কাৰণে সমৰ্থবান হয় । ৭৫ ॥

যি মদ পান নকৰে, যাক কোনেও নিন্দা নকৰে, আৰু তেনেদৰে যি সম্যক্‌ভাৱে বেদমন্ত্ৰ জপ কৰে, তেনে দ্বিজইহে (দাতাক) উদ্ধাৰ কৰিব পাৰে । ৭৬ ॥

জগতত দেৱতা আৰু পিতৃসকলক দিব লগীয়া যিবোৰ বস্তু আছে, সেই সকলোবোৰ পাবৰ যোগ্যতা ব্ৰাহ্মণৰো আছে । কাৰণ, জ্বলি থকা অগ্নিত আহুতি দানৰ নিচিনাকৈ সাধু ব্ৰাহ্মণক দিয়া দান সফল হয় । ৭৭ ॥

ব্ৰাহ্মণসকলৰ ক্ৰোধেই অস্ত্ৰ। তেওঁলোকে অন্য অস্ত্ৰ লৈ যুদ্ধ নকৰে । ইন্দ্ৰই যেনেকৈ বজ্ৰৰ দ্বাৰা অসুৰ বধ কৰে, ব্ৰাহ্মণসকলে তেনেকৈ খঙেৰেই শত্ৰু নিপাত কৰে । ৭৮ ॥

হে পবিত্ৰ ৰজা, যিবোৰ কথা শুনি নৈমিষাৰণ্যত বাস কৰা ঋষিসকল সন্তুষ্ট হৈছিল, মই আপোনাৰ আগত ধৰ্ম্ম-সম্বন্ধীয় এই কথাবোৰ কলো । ৭৯ ॥

হে মহাৰাজ, এই সংসাৰত মানুহ এনে কথা শুনি শোক, ভয় আৰু খং পৰিত্যাগ কৰি নিষ্পাপ হয় । ৮০ ॥

যুধিষ্ঠিৰে ক'লে, হে ধাৰ্ম্মিকশ্ৰেষ্ঠ মহাজ্ঞানী ঋষি, তেনে শুচি নিয়ম কি আছে—যি নিয়ম পালন কৰি ব্ৰাহ্মণসকল সদায় শুদ্ধ হয় ? সেইটো মই শুনিবলৈ ইচ্ছা কৰোঁ । ৮১ ॥

মাৰ্কণ্ডেয়ই ক'লে, বাক্য শুচি, কৰ্ম্ম শুচি আৰু জল শুচি । যি এই তিনিবিধ শুদ্ধি লাভ কৰে, তেওঁ স্বৰ্গলৈ গমন কৰে, ইয়াত কোনো সন্দেহ নাই । ৮২ ॥

যিজন ব্ৰাহ্মণে ৰাতিপুৱা, দুপৰীয়া আৰু সন্ধিয়া পৱিত্ৰকাৰী বেদমাতা গায়ত্ৰী জপ কৰি সন্ধ্যা কৰে, সেইজন ব্ৰাহ্মণ সেই গায়ত্ৰীৰ দ্বাৰা পৱিত্ৰ আৰু নিষ্পাপ হৈ সসাগৰা পৃথিৱীৰ দান গ্ৰহণ কৰিয়ো পাপত লিপ্ত নহয় । ৮৩-৮৪ ॥

ৰবি আদি যি কোনো গ্ৰহ এওঁৰ প্ৰতিকূল হৈ আকাশত বিচৰণ কৰি থাকিলেও তাৰ দ্বাৰা এওঁৰ প্ৰতি অনুকূল আৰু শান্ত হৈ মঙ্গলময় হয় । ৮৫ ॥

নিদাৰুণ, ঘোৰ আৰু বিশাল শৰীৰৰ মাংসভোজী কোনো প্ৰাণীয়েই এনে উত্তম ব্ৰাহ্মণক অভিভূত কৰিব নোৱাৰে । ৮৬ ॥

অধ্যাপন, যাজন বা অন্য কোনো দান গ্ৰহণ কৰিলেও তেনে ব্ৰাহ্মণৰ কোনো দোষ নহয় । কাৰণ, তেওঁলোক প্ৰজ্বলিত অগ্নিৰ সদৃশ । ৮৭ ॥

জ্ঞানীয়েই হওক বা অজ্ঞানীয়েই হওক, সংস্কাৰ-যুক্তই হওক বা অসংস্কৃতই হওক, ব্ৰাহ্মণসকলক অৱমাননা নকৰিব, কাৰণ তেওঁলোক ফুট ছাইৰে ঢকা জুই যেন । ৮৮ ॥

যেনেকৈ শ্মশানত দপ্‌দপ্ কৰি জ্বলি থকা জুই দূষিত নহয়, তেনেকৈয়ে বিদ্বানেই হওক বা অবিদ্বানেই হওক, ব্ৰাহ্মণো প্ৰধান দেৱতা। ৮৯॥

দেৱাল, সিংহ-দুৱাৰ আৰু নানাধৰণৰ বাজকাৰেং থাকিলেও উত্তম ব্ৰাহ্মণ নথকা নগৰে শোভা নাপায়। ৯০॥

য'ত বেদত পাৰ্গত, ভাল স্বভাৱসম্পন্ন, জ্ঞানৱান আৰু তপস্বী ব্ৰাহ্মণসকল থাকে, সেইখনেই হৈছে প্ৰকৃত নগৰ। ৯১॥

হে পাৰ্থ, শাস্ত্ৰত বহুত জ্ঞান থকা মানুহ য'ত থাকে, সেই ঠাই লাগিলে হাবিয়েই হওক বা চৰণীয়া পথাৰেই হওক, তেনে ঠায়েই নগৰ; আৰু সিয়েই তীৰ্থৰূপে পৰিণত হয়। ৯২॥

প্ৰজা-পালক ৰজা আৰু তপস্বী ব্ৰাহ্মণ এওঁলোকৰ ওচৰলৈ গৈ সন্মান দেখুৱালে মানুহ তৎক্ষণাৎ পাপৰপৰা মুক্ত হয়। ৯৩॥

জ্ঞানীসকলে কয়, পুণ্য-তীৰ্থত স্নান, পৱিত্ৰ নাম-কীৰ্ত্তন আৰু সজ্জনেৰে সৈতে আলাপ—এই তিনিওটাই প্ৰশস্ত। ৯৪॥

সাধু-সঙ্গ ললে বাক্য পৱিত্ৰ হয়। তেনে সুন্দৰ কথা-ৰূপ পানীয়ে আত্মাক পৱিত্ৰ কৰে, সন্তসকলে সদায় এনেকৈয়ে ভাবে। ৯৫॥

সন্ন্যাস গ্ৰহণ, মৌনাৱলম্বন, জটা পিন্ধা মূৰ খুৰোৱা, গছৰ বাকলি আৰু পহুৰ ছাল পিন্ধা, যজ্ঞ কৰা, বনবাসী হোৱা আৰু লঘোন আদিৰ যোগে শৰীৰক কষ্ট দিয়া—এই সকলোবোৰেই মিছা, যদি মনৰ ভাব নিৰ্ম্মল নহয়। ৯৬-৯৭॥

চকু আদি ছটা ইন্দ্ৰিয়ৰ পৱিত্ৰতা নোহোৱাকৈয়ে উপবাস কৰি থকা নাইবা বিষয় ভোগ কৰা সহজ; কিন্তু, হে মহাৰাজ, সকলোৰে বিকাৰজনক মনৰ সংযম কৰাটোৱেই হৈছে আটাইতকৈ কঠিন। ৯৮॥

যিসকলে মন, বাক্য, কৰ্ম্ম আৰু বুদ্ধিৰে পাপাচৰণ নকৰে, সেইসকলেই হৈছে মহাত্মা আৰু তেওঁলোকেইহে (প্ৰকৃত) তপস্যা কৰে; কেৱল শৰীৰ শোষণ কৰাই তপস্যা নহয়। ৯৯॥

আপোন মানুহৰ কাৰণে যাৰ দয়া নাথাকে, তেনে মানুহ শুদ্ধ-মনৰ হলেও নিষ্পাপী নহয়। কাৰণ তেওঁলোকৰ কাঠচিতীয়া স্বভাৱেই তপস্যা নষ্ট কৰে; আৰু, মাথোঁ উপবাসো তপস্যা নহয়। ১০০॥

যিজন ঘৰতে থাকিয়েই সদায় পৱিত্ৰ, গুণ-বিভূষিত আৰু যাৱজ্জীৱন দয়ালু, তেৱেঁই প্ৰকৃত মুনি আৰু তেৱেঁই সকলো পাপৰপৰা মুক্ত হয়। ১০১॥

উপবাস কৰিলেই পাপ-কৰ্ম্মবিলাক নষ্ট নহয়, মাংস আৰু তেজ আদিৰ দ্বাৰা নিৰ্ম্মিত শৰীৰে উপবাসত মাত্ৰ কষ্টহে পায়। ১০২॥

মানুহে অবৈধভাৱে নিজেই কল্পনা কৰি কৰ্ম্ম (তপত শিলাৰোহণ আদি) কৰিলে, তাৰ দ্বাৰা কষ্টহে হয়, কিন্তু পাপ নাশ নহয়। কাৰণ ভাব-ভক্তি নথকা মানুহৰ কৰ্ম্মবিলাক জুয়ে পুৰিব নোৱাৰে। ১০৩॥

যিবিলাকে সন্ন্যাস গ্ৰহণ কৰে, নাইবা বৈধভাৱে উপবাস আদি কৰে, তেওঁলোকো পুণ্যৰ দ্বাৰা শুদ্ধ হয়; কেৱল ফল-মূল খাই, মৌন অৱলম্বন কৰি, বায়ু ভোজন কৰি, মূৰ খুৰাই, তপোবনত পঁজা ঘৰত থাকি, জঁটা ধাৰণ কৰি, যজ্ঞস্থলীতে শয়ন কৰি, নিতৌ লঘোনে থাকি, অগ্নি সেৱা কৰি, জলত প্ৰৱেশ কৰি আৰু মাটিত শুয়েই শুদ্ধ হ'ব নোৱাৰে। ১০৪-১০৬॥

মানুহে (প্ৰকৃত) জ্ঞান আৰু (ধাৰ্ম্মিক) কৰ্ম্মৰ যোগেৰে জৰা, মৃত্যু আৰু ব্যাধি নাশ কৰিব পাৰে আৰু উত্তম পদো লাভ কৰিব পাৰে। ১০৭॥

জুয়ে পোৰা বীজ যেনেকৈ পুনৰ গজি উঠিব নোৱাৰে, তেনেদৰে জ্ঞানৰ দ্বাৰা নিঃশেষিত ক্লেশে আত্মাক পুনৰ সংযুক্ত কৰিব নোৱাৰে। ১০৮॥

জীৱহীন শৰীৰ কাঠ আৰু দেৱালৰ নিচিনাকৈ অচেতন হৈ মহাসমুদ্ৰৰ ফেনৰ দৰে নষ্ট হৈ যায়, এই বিষয়ে কোনো সন্দেহ নাই। ১০৯॥

যদি উপনিষদৰ এটা শ্লোকেৰে নাইবা তাৰ আধাভাগেৰেই সকলো জীৱৰ অন্তৰত থকা আত্মাক লাভ কৰে, তেনে লোকৰ আইন সকলো প্ৰয়োজনেই অনাৱশ্যক হৈ পৰে। ১১০॥

কোনো কোনোৱে কয়, তত্ত্বম্—এই দুটা অক্ষৰৰ দ্বাৰা একত্ব জ্ঞানৰ সন্ধেদ পাই উঠি আইন শ শ আৰু হাজাৰ হাজাৰ বাক্যেৰে যি তত্ত্ব-জ্ঞান অনুভৱ হয় সেয়েই হ'ল মোক্ষৰ লক্ষণ। ১১১॥

জ্ঞানী বৃদ্ধ লোকসকলে কয়, সংশয়াত্মকজনৰ ইহলোক, পৰলোক বা আইন কোনো সুখ নাই আৰু 'অহং ব্ৰহ্মাস্মি' এই অনুভৱেই হ'ল মুক্তিৰ লক্ষণ। ১১২॥

যিসকলে বেদৰ তাৎপৰ্য্য জানে, তেওঁলোকে বেদৰ প্ৰয়োজনো সকলো-প্ৰকাৰে বুজে। সেই কাৰণে মানুহে যেনেকৈ দাৱাগ্নিলৈ ভয় কৰে, সেই দৰেই বৈদিক কৰ্ম্ম-কাণ্ডলৈকো ভয় কৰে। ১১৩॥

হে ৰজা, আপুনি যদি মুক্তিৰ দ্বাৰাও একাক্ষৰ-নিষ্পন্ন, প্ৰভূত-তত্ত্ব জানিবলৈ ইচ্ছা কৰে, তেতিয়া হ'লে নীৰস তৰ্ক ত্যাগ কৰি শ্ৰুতি আৰু স্মৃতিক আশ্ৰয় কৰক, কাৰণ এনে সাধনৰ ব্যতিক্ৰম কৰিলে আপোনাৰ বুদ্ধি তত্ত্ব-নিৰূপণত সমৰ্থ হব নোৱাৰিব। ১১৪॥

প্ৰথমতে সযত্নে ওঙ্কাৰ পদাৰ্থ জানিব লাগিব, ইয়েই প্ৰকৃত বেদ; বেদ ইয়াৰেই বিস্তৃতি মাত্ৰ। এই কাৰণেই বেদক তত্ত্ব হিচাপে ধৰা হয়। বেদজ্ঞান নহলে জীৱ পৰমাত্মাৰ তত্ত্ব সংক্ষেপে জানিবলৈ সমৰ্থ নহয়; এই কাৰণেই পৰমাত্মা-তত্ত্ব ৰূপ বেদবো তত্ত্ব। ১১৫॥

দেৱতাসকলৰ বেদোক্ত আয়ু, যজ্ঞাদি কৰ্ম্মবিলাকৰ ফল আৰু প্ৰাণীবিলাকৰ (মানসিক শক্তিৰ) প্ৰভাৱ—এই সকলোবোৰেই যুগে যুগে ফল দি আছিছে। ১১৬॥

ইন্দ্ৰিয়বিলাকৰ নিৰ্ম্মলতাৰ যোগে জিভা উপবাস ত্যাগ কৰিব লাগে আৰু ইন্দ্ৰিয়-সম্বন্ধী ভোগবিলাসৰ নিৰোধ কৰি দিব্য অমৃত গ্ৰহণ কৰিব লাগে। ১১৭॥

তপস্যাৰ দ্বাৰা স্বৰ্গ, দানৰ দ্বাৰা ভোগ, তীৰ্থস্নানৰ দ্বাৰা ক্ষয় আৰু জ্ঞানৰপৰা মুক্তি লাভ হয়। ১১৮॥

বৈশম্পায়নে ক'লে, হে ৰাজশ্ৰেষ্ঠ, মাৰ্কণ্ডেয়ই এনেদৰে ক'লত যশস্বী যুধিষ্ঠিৰে ক'লে, হে প্ৰভু, এতিয়া মই দানৰ প্ৰধান প্ৰধান নিয়মবিলাক জানিব খোজোঁ। ১১৯॥

মাৰ্কণ্ডেয়ই ক'লে, হে মহাৰাজ যুধিষ্ঠিৰ, আপুনি যি দান-ধৰ্ম্মৰ কথা শুনিবলৈ ইচ্ছা কৰিছে, তাৰ গুৰুত্বলৈ চাই ময়ো সদায় সেই বিষয়ে ক'বলৈ ইচ্ছা কৰোঁ। ১২০॥

সেই কাৰণে, শ্ৰুতি আৰু স্মৃতিত কোৱা সেই দান-ৰহস্যৰ কথা আপুনি শুনক। হে যুধিষ্ঠিৰ, হাতীৰ ছাঁত বহি তাৰ কাণৰ বা লৈ যি পাৰ্ব্বণ শ্ৰাদ্ধ কৰা হয়, তাৰ ফল দশ অযুত কল্পতো ক্ষয় নহয়। ১২১॥

হে মহাৰাজ, যি জীৱন নিৰ্ব্বাহ কৰিব নোৱাৰি থোটেই মুখ চকুলোৰে তিতি থকা বৈশ্যক ব্যৱসায়ৰ (মূল) ধন দি প্ৰৱৰ্ত্তায়, তেওঁ সকলো যজ্ঞৰ ফল লাভ কৰে। ১২২॥

(যজ্ঞত) সুন্দৰ ঘোঁৰা দান কৰি নদীৰ প্ৰতিকূল সোঁতত সাঁতুৰিলে অক্ষয় ফল হয়; অতিথিৰূপে অন্নৰ কাৰণে অহা ইন্দ্ৰও তুষ্ট হয় আৰু মহা পানীত নাও দি সহায় কৰিলে যেনেকৈ পাপমুক্ত হয়, তেনেকৈ মহা পাপৰপৰা মুক্ত হয়। ১২৩॥

বিপ্লৱৰ সময়ত ব্ৰাহ্মণসকলক দধি আৰু দধিৰ মণ্ড দান কৰিলে তাৰ ফল অক্ষয় হয়, পৰ্ব্ব-কালত দান কৰিলে দুগুণ আৰু ঋতু-সন্ধিত দান কৰিলে দহ গুণ হয়। ১২৪॥

উত্তৰায়ণত আৰু দক্ষিণায়নত, মহা বিষুৱ আৰু ষড়শীতি সংক্ৰান্তিত (মিথুন, কন্যা আৰু মীন সংক্ৰান্তিত) চন্দ্ৰ আৰু সূৰ্য্য-গ্ৰহণৰ সময়ত দান কৰিলে অনন্ত-ফল লাভ হয়। ১২৫॥

মুনিসকলে কয়, ঋতু-সন্ধিত দান কৰিলে দহ গুণ ফল পায়, ঋতু আৰু অয়নৰ আৰম্ভত দান কৰিলে শত গুণ ফল হয়, চন্দ্ৰ-গ্ৰহণ আৰু সূৰ্য্য-গ্ৰহণৰ সময়ত দান কৰিলে সহস্ৰ গুণ ফল হয়, জল বিষুৱ আৰু মহা বিষুৱ সংক্ৰান্তিত দান কৰিলে অক্ষয় ফল ভোগ হয়। ১২৬॥

হে ৰজা, যি ভূমি দান নকৰে, তেওঁ পৰজন্মত ভূমি ভোগ কৰিব নোৱাৰে, আৰু যি যান প্ৰদান নকৰে, তেওঁ যানত উঠি যাব নোৱাৰে; আৰু যি যেনেকুৱা কাম্য-বস্তু ব্ৰাহ্মণসকলক দান কৰে, তেওঁ পৰজন্মত তেনেকুৱা কাম্য-বস্তুৰেই ভোগ কৰে। ১২৭॥

সোণ জুইৰ প্ৰথম ল'ৰা, ভূমি বিষ্ণুৰ জীয়েক আৰু গাই হ'ল সূৰ্য্যৰ জীয়েক। সেই কাৰণে যি সোণ, গাই আৰু মাটি দান কৰে, তেওঁ যেন গোটেই লোককে দান কৰে। ১২৮॥

ত্ৰিভুবনত দান কৰাৰ বাহিৰে অইন কোনো কৰ্ম্মই নিত্য-ফলজনক হ'ব নোৱাৰে আৰু নহ'বও। সেই কাৰণেই, বিশিষ্ট বুদ্ধিৰ জ্ঞানীসকলে কয়, ত্ৰিভুবনৰ ভিতৰত দানেই পথম আৰু প্ৰধান কৰ্ম্ম। ১২৯॥

ইতি মহাভাৰতৰ বনপৰ্ব্বৰ অন্তৰ্গত মাৰ্কণ্ডেয়-সমাস্যা-পৰ্ব্বত দান-মাহাত্ম্য-কথন নামৰ দ্বিশততম অধ্যায়। ২০০॥

॥ অধ্যায় ২০১ ॥

## ॥ ধুন্ধুমাৰ-উপাখ্যান : ১ ॥

বৈশম্পায়নে ক'লে, মহা ভাগ্যবান মাৰ্কণ্ডেয়ৰপৰা ৰাজৰ্ষি ইন্দ্ৰদ্যুম্নৰ স্বৰ্গ-প্ৰাপ্তিৰ কথা শুনি, হে ভৰতশ্ৰেষ্ঠ মহাৰাজ, দীৰ্ঘায়ু, নিষ্পাপী আৰু তপোবৃদ্ধ মাৰ্কণ্ডেয়ক যুধিষ্ঠিৰে আকৌ সুধিলে, ১-২॥

হে ধৰ্ম্মজ্ঞ, আপুনি পুৰাতন ঋষিসকলৰ আৰু বিৰিধ ৰজাসকলৰ বংশবিলাকৰ কথা জানে। দেৱতা, দানৱ আৰু ৰাক্ষসসকলৰ বৃত্তান্তৰ লগতো আপুনি পৰিচিত। ৩॥

হে দ্বিজোত্তম, এই লোকত আপোনাৰ অবিদিত একো নাই। হে মুনি, মনুষ্য, সৰ্প, ৰাক্ষস, দেৱতা, গন্ধৰ্ব্ব, যক্ষ, কিন্নৰ, অপ্সৰা—এই সকলোবিলাকৰে ইতিবৃত্তও আপুনি জানে। এই সকলোবিলাক কথা আৰু তাৰ তত্ত্ব মই শুনিবৰ ইচ্ছা কৰোঁ। ৪-৫॥

ইক্ষ্বাকু বংশৰ অপৰাজেয় ৰজা কুৱলাশ্ব বুলি জনাজাত—তেওঁৰ নাম পৰিৱৰ্ত্তিত হৈ কেনেকৈ ধুন্ধুমাৰ হ'ল? ৬॥

হে ভৃগুবংশৰ উত্তম পুত্ৰ, বুদ্ধিমান, কুৱলাশ্বৰ নাম কেনেকৈ সলনি হ'ল তাৰ তত্ত্বও মই জানিবৰ ইচ্ছা কৰোঁ। ৭॥

বৈশম্পায়নে ক'লে, মহা মুনি মাৰ্কণ্ডেয়ক যুধিষ্ঠিৰে এইদৰে ক'লত, হে ভৰত-পুত্ৰ, তেওঁ ধুন্ধুমাৰৰ উপাখ্যান ক'বলৈ আৰম্ভ কৰিলে। ৮॥

মাৰ্কণ্ডেয়ই ক'লে, ধুন্ধুমাৰৰ এই আখ্যান ধৰ্ম্মমূলক। হে মহাৰাজ যুধিষ্ঠিৰ, আপোনাক এই ইতিবৃত্তটো কওঁ, শুনক। ৯॥

হে মহীপতি, কেনেকৈ সেই ইক্ষ্বাকু বংশীয় ৰজা কুৱলাশ্বই ধুন্ধুমাৰ আখ্যা পালে, শুনক। ১০॥

হে ভৰত-পুত্ৰ, উতঙ্ক নামেৰে এজন বিখ্যাত মহৰ্ষি আছিল। হে কুৰু-নন্দন, মৰুধন্ব নামে বিত্তোপন দেশ এখনত তেওঁৰ আশ্ৰমখন আছিল। ১১॥

হে মহাৰাজ, সেই মহা প্ৰতাপী উত্তঙ্কই বিষ্ণুক আৰাধনা কৰিবৰ কাৰণে বহুত বছৰ ধৰি অতি দুশ্চৰ তপস্যা কৰিছিল। ১২ ॥

তেওঁৰ প্ৰতি সন্তুষ্ট হৈ ভগৱান বিষ্ণুৱে তেওঁক দৰ্শন দিলত, উত্তঙ্কই তেওঁক দেখিয়েই বৰ অনুনয়েৰে সৈতে বিবিধ স্তৱেৰে সন্তুষ্ট কৰিবলৈ ধৰিলে। ১৩ ॥

উত্তঙ্কই ক'লে, হে দেৱ, আপুনি দেৱতা, অসুৰ আৰু মানৱ আদি সকলো প্ৰজা, স্থাৱৰ আৰু জঙ্গম সকলো প্ৰাণী, বেদ, ব্ৰহ্ম, আৰু সকলো জ্ঞেয় বস্তুকে সৃষ্টি কৰিছে। হে মহাজ্যোতি, আকাশ আপোনাৰ শিৰ আৰু চন্দ্ৰ-দিৱাকৰ হৈছে আপোনাৰ চকুযুৰি। ১৪-১৫ ॥

হে অচ্যুত, পৱন আপোনাৰ নিশ্বাস, অগ্নি আপোনাৰ তেজ, সকলো দিশ আপোনাৰ বাহু আৰু মহা সমুদ্ৰ আপোনাৰ উদৰ। ১৬ ॥

হে দেৱ, পৰ্ব্বতবিলাক আপোনাৰ উৰু, আকাশ হ'ল আপোনাৰ জঙ্ঘা। হে মধুসূদন, আই পৃথিৱী আপোনাৰ চৰণ আৰু গছ-লতাবিলাক হ'ল আপোনাৰ গাৰ নোম। ১৭ ॥

ইন্দ্ৰ, সোম, অগ্নি, বৰুণ আৰু আইন দেৱতা, অসুৰ আৰু নাগসকলেও নতশিৰে বিবিধ স্তৱ-গান কৰি আপোনাৰ উপাসনা কৰে। ১৮ ॥

হে ভুৱনৰ গৰাকী, আপুনি সকলো প্ৰাণীতে ব্যাপ্ত হৈ আছে। মহা বলশালী ঋষি আৰু যোগীসকলেও আপোনাৰ স্তুতি কৰে। ১৯ ॥

হে পুৰুষোত্তম, আপুনি তুষ্ট হ'লে জগৎ সুস্থ থাকে, আপোনাৰ খং উঠিলেই মহা ভয় উৎপন্ন হয়, আপুনিয়েইহে কেৱল ভয়ৰ অপনেতা (দূৰ কৰোঁতা)। ২০ ॥

দেৱতা আৰু মানুহ আদি সকলো প্ৰাণীৰেই আপুনি সুখ যোগায়। হে দেৱ, আপুনি তিনিটা খোজেৰেই তিনিও লোককে আক্ৰান্ত কৰিছে। ২১ ॥

আপুনি সমৃদ্ধিশালী অসুৰবিলাকৰ বিনাশ সাধন কৰিছে। গতিকে আপোনাৰ বিক্ৰমেৰেই দেৱতাসকলে মহা সুখ লাভ কৰিলে। ২২ ॥

হে মহাদ্যুতি, আপোনাৰ খঙতে দৈত্যসকল পৰাভূত হয়, আৰু এই জগতৰ সকলো প্ৰাণীৰে আপুনি সৃষ্টিকৰ্ত্তা আৰু সংহৰ্ত্তা। ২৩ ॥

সকলো দেৱতায়ে আপোনাক আৰাধনা কৰিয়েই সুখ পায়।—মহাত্মা উত্তঙ্কই এইদৰে বিষ্ণুক স্তুতি কৰিলে। ২৪ ॥

উত্তঙ্কক বিষ্ণুৱে ক'লে, মই তোমাৰ প্ৰতি প্ৰসন্ন। তুমি বৰ খোজা। উত্তঙ্কই ক'লে, মই যে হৰিক দেখা পালো, এইটোৱেই মোৰ কাৰণে বৰ আৰু ইয়েই যথেষ্ট। ২৫ ॥

বিষ্ণুৱেই শাশ্বত পুৰুষ, জগতৰ দিব্য সৃষ্টিকৰ্ত্তা আৰু গৰাকী। বিষ্ণুৱে ক'লে, হে শ্ৰেষ্ঠ পুৰুষ, মই তোমাৰ ভক্তি আৰু অচঞ্চলতাত বৰ তুষ্ট হৈছো। ২৬ ॥

হে দ্বিজ, তুমি নিশ্চয়েই মোৰপৰা বৰ পোৱাৰ যোগ্য। তেতিয়া তেওঁক বৰৰ কাৰণে এইদৰে অনুৰোধ কৰিলত, হে ভৰতশ্ৰেষ্ঠ, উতঙ্কই হাত যোৰ কৰি বৰ মাগিলে, হে কমললোচন, যদি আপুনি মোৰ প্ৰতি প্ৰসন্ন হৈছে, তেতিয়া হ'লে ধৰ্ম্ম, সত্য, আৰু সংযমত মোৰ মতি হওক। হে ঈশ্বৰ, ভক্তি সহকাৰে যেন মই সদায়েই আপোনাৰ সান্নিধ্য লাভ কৰিব পাৰোঁ। ২৭-২৯ ॥

হে দ্বিজ, মোৰ কৃপাতেই আপোনাৰ এই সকলোবোৰ হ'ব। আপোনাৰ যোগো সমুজ্জল হৈ উঠিব, যাৰ বলতে আপুনি দেৱতাসকলৰ লগত যুক্ত হ'ব। ৩০ ॥

তিনিও লোকৰ অৰ্থে আপুনি মহৎ কাৰ্য্য নিষ্পাদন কৰিব। ধুন্ধু নামে এজন মহা অসুৰ আছে। তেওঁ তিনিও লোকৰ উৎসাদনৰ কাৰণে ঘোৰ তপস্যা কৰিছে। তেওঁক যিজনে হত্যা কৰিব তেওঁৰ কথা শুনক। ইক্ষাকু বংশত বৰ বলশালী আৰু অপৰাজেয় 'বৃহদশ্ব' নামে এজন ৰজাই খ্যাতি লাভ কৰিব। তেওঁৰ পুতেকৰ নাম কুবলাশ্ব। তেওঁ পবিত্ৰ আৰু আত্মসংযমী হিচাপে বিখ্যাত হ'ব। ৩১-৩৩ ॥

হে বিপ্ৰৰ্ষি, সেই উত্তম ৰজাই মই দান কৰা যোগবল অৱলম্বন কৰি আপোনাৰ আদেশত ধুন্ধুক সংহাৰ কৰি 'ধুন্ধুমাৰ' নাম গ্ৰহণ কৰিব। সেই ব্ৰাহ্মণক এইদৰে কৈ তেতিয়া বিষ্ণু অন্তৰ্দ্ধান হ'ল। ৩৪ ॥

ইতি মহাভাৰতৰ বনপৰ্ব্বৰ অন্তৰ্গত মাৰ্কণ্ডেয়-সমাস্যা-পৰ্ব্বত ধুন্ধুমাৰ-উপাখ্যান : ১ নামৰ একাধিকদ্বিশততম অধ্যায়। ২০১ ॥

॥ অধ্যায় ২০২ ॥

## ॥ ধুন্ধুমাৰ-উপাখ্যান ঃ ২ ॥

মাৰ্কণ্ডেয়ই ক'লে, মহাৰাজ, ইক্ষাকুৰ মৃত্যু হোৱাত তেওঁৰ পুতেক পৰম ধাৰ্ম্মিক শশাদ এই পৃথিৱী লাভ কৰি অযোধ্যাত ৰজা হয়। ১ ॥

শশাদৰ পুতেক ককুৎস্থ, তেওঁ অতি বলী আছিল। ককুৎস্থৰ পুতেক অনেনা, আৰু অনেনাৰ পুতেক হ'ল পৃথু। ২ ॥

পৃথুৰ পুত্ৰ বিশ্বগশ্ব; বিশ্বগশ্বৰপৰা অদ্ৰিয়ে জন্ম লাভ কৰে। অদ্ৰিৰ সন্তান যুৱনাশ্ব; যুৱনাশ্বৰ ল'ৰা হ'ল শ্ৰাৱ। ৩ ॥

শ্ৰাৱৰ ল'ৰা শ্ৰাৱস্তক। এওঁ শ্ৰাৱস্তী নগৰ নিৰ্ম্মাণ কৰিছিল। শ্ৰাৱস্তকৰ ল'ৰা মহাবল বৃহদশ্ব। ৪ ॥

বৃহদশ্বৰ পুত্ৰ কুবলাশ্ব; কুবলাশ্বৰ একৈশ হাজাৰ পুত্ৰ হৈছিল। ৫ ॥

সেই কুবলাশ্বৰ সন্তানবিলাক সকলো বিদ্যাত পাৰ্গত, বলী, আৰু অতি ভয়ঙ্কৰ আছিল। আৰু কুবলাশ্বও গুণত বাপেকতকৈ শ্ৰেষ্ঠ আছিল। ৬ ॥

মহাৰাজ, পিতাক বৃহদশ্বই মহাবীৰ আৰু মহাধাৰ্ম্মিক পুত্ৰ সেই কুৱলাশ্বকে যথা-সময়ত ৰাজ্যত অভিষিক্ত কৰালে। ৭॥

বুধিয়ক আৰু শত্ৰুবধকাৰী ৰজা বৃহদশ্বই পুতেকৰ ওপৰত ৰাজ্যৰ সম্পদ অৰ্পি দি তপোবনলৈ যাবলৈ উদ্‌যোগ কৰিলে। ৮॥

হে নৰাধিপ, দ্বিজোত্তম উতঙ্কই শুনিলে, ৰাজৰ্ষি বৃহদশ্বই তপোবনলৈ প্ৰস্থান কৰিলে। ৯॥

তেতিয়া মহাতেজী আৰু উদাৰমনা উতঙ্ক গৈ সকলো অস্ত্ৰ জনা মানুহৰ ভিতৰত শ্ৰেষ্ঠ ৰজা বৃহদশ্বক বাৰণ কৰিলে। ১০॥

উতঙ্কই ক'লে, ৰজা, আপুনি ৰাজ্য ৰক্ষা কৰা উচিত। আপোনাৰ অনুগ্ৰহত আমি নিৰুদ্বেগ হ'ম্হক। ১১॥

হে ৰজা, আপুনি মহাত্মা; গতিকে আপুনি পৃথিৱী ৰক্ষা কৰি থাকিলে পৃথি-ৱীও নিৰুদ্বিগ্না হৈ থাকিব। ১২॥

এই পৃথিৱীত প্ৰজাসকলক পালন কৰাত যি মহা ধৰ্ম্ম লাভ কৰা যায়, বন-গমনত তেনে ধৰ্ম্ম নাই; গতিকে, আপোনাৰ যেন এনে মতি নহয়। ১৩॥

হে ৰাজেন্দ্ৰ, প্ৰজা পালন কৰোঁতে ৰাজৰ্ষিসকলে অতীতত যি ধৰ্ম্ম লাভ কৰিছিল, হে মহাৰাজ, তেনে ধৰ্ম্ম অইন ক'তো দেখা নাযায়। ১৪॥

হে সম্ৰাট, প্ৰজা পালন কৰা ৰজাৰ কৰ্ত্তব্য, গতিকে আপুনি সেই প্ৰজাক পালন কৰক; নহ'লে মই নিৰুদ্বেগে তপস্যা কৰিব নোৱাৰিম। ১৫॥

হে মহাৰাজ, মোৰ আশ্ৰমৰ ওচৰৰ সমতল মৰুভূমিৰ দাঁতিতে বালিৰে পৰি-পূৰ্ণ, বহু যোজন ব্যাপি থকা আৰু বহুত যোজন দীঘল উজ্জালক নামেৰে এখন সাগৰ আছে। তাতে মধু-কৈটভৰ পুত্ৰ, ভয়ঙ্কৰ-মূৰ্ত্তি, ভয়ঙ্কৰ-স্বভাৱ, মহা বলী আৰু মহা পৰাক্ৰমী ধুন্ধু নামে এটা প্ৰবল দানৱ মাটিৰ ভিতৰতে বাস কৰি আছে। ১৬-১৮॥

মহাৰাজ, আপুনি তাক বধ কৰিহে বনলৈ যাব পাৰিব। হে পাৰ্থিব, সেই দানৱে দেৱতাসকলক, মনুষ্যসকলক আৰু ত্ৰিভুৱন ধ্বংস কৰিবৰ কাৰণে আগতে অতি ভয়ঙ্কৰ তপস্যা কৰিছিল। হে ৰজা, সেই দানৱ ব্ৰহ্মাৰপৰা বৰ লাভ কৰি দেৱতা, ৰাক্ষস, দৈত্য, নাগ, যক্ষ আৰু গন্ধৰ্ব্ব আদি সকলোৰেই অবধ্য হৈছে। ১৯-২২॥

গতিকে, আপুনি তাক বধ কৰক, আপোনাৰ মন যেন অন্য ভাৱাপন্ন নহয়, আপোনাৰ মঙ্গল হওক আৰু আপুনি নিশ্চিত, শাশ্বত, অচল আৰু অব্যয় কীৰ্ত্তি লাভ কৰক। ২২॥

এবছৰ পাৰ হ'লে, বালিৰ ভিতৰত শুই থকা সেই নিদাৰুণ অসুৰে যেতিয়া উশাহ লবলৈ আৰম্ভ কৰে, তেতিয়া পৰ্ব্বত, বন আৰু উপবনেৰে সৈতে গোটেই পৃথিৱী কঁপিবলৈ ধৰে, আৰু তাৰ উশাহৰ বতাহত আদিত্যমণ্ডল পৰ্য্যন্ত মহা ধূলিসমূহ উত্থিত হয়; আৰু, এসপ্তাহলৈকে ভূমিকম্প হৈ থাকে। লগে লগে জুইৰ আগুনি, জুইৰ শিখা আৰু ধোঁৱা ওপৰলৈ উঠিবলৈ আৰম্ভ কৰে। ২৩-২৫॥

হে ৰজা, সেই কাৰণেই মই মোৰ নিজৰ আশ্ৰমতে থাকিব নোৱাৰোঁ। গতিকে, ৰাজেন্দ্ৰ, আপুনি সকলো লোকৰ হিতৰ কাৰণে তাক বিনাশ কৰক। ২৬॥

সেই অসুৰক বিনাশ কৰিলে সকলো লোক সুস্থ হ'ব আৰু তাক বিনাশ কৰিবৰ কাৰণে আপুনি যথেষ্ট বলশালী বুলি মই ভাবোঁ। ২৭॥

বিশেষকৈ বিষ্ণুৱে তেওঁৰ তেজৰ দ্বাৰা আপোনাৰ বল বৰ্দ্ধন কৰিব; কাৰণ, হে ৰজা, বিষ্ণুৱে আগতে তেনে বৰ মোক প্ৰদান কৰিছিল। ২৮॥

যি ৰজাই সেই প্ৰচণ্ড মহা অসুৰক বধ কৰিব, অতি উগ্ৰ বৈষ্ণৱ তেজ সেই ৰজাৰ শৰীৰত প্ৰৱেশ কৰিব। ২৯॥

হে ৰাজেন্দ্ৰ, আপুনি পৃথিৱীত কোনেও ধাৰণ কৰিব নোৱৰা বিষ্ণুৰ তেনে শক্তি ধাৰণ কৰি দুৰ্দ্ধৰ্ষ সেই দৈত্যক বধ কৰক। ৩০॥

ৰজা, অলপীয়া শক্তিৰ যোগে মহা শক্তিশালী সেই ধুন্ধুক ধ্বংস কৰিবলৈ এশ বছৰেও কোনো সমৰ্থ নহ'ব। ৩১॥

ইতি মহাভাৰতৰ বনপৰ্ব্বৰ অন্তৰ্গত মাৰ্কণ্ডেয়-সমাস্যা-পৰ্ব্বত ধুন্ধুমাৰ-উপাখ্যান : ২ নামৰ দ্ব্যধিকদ্বিশততম অধ্যায়। ২০২॥

॥ অধ্যায় ২০৩ ॥

## ॥ ধুন্ধুমাৰ-উপাখ্যান : ৩ ॥

মাৰ্কণ্ডেয়ই ক'লে, হে কৌৰৱশ্ৰেষ্ঠ, উত্তঙ্কই এইদৰে ক'লত সেই অপৰাজেয় ৰাজৰ্ষিয়ে কৃতাঞ্জলি হৈ উত্তঙ্কক ক'লে, ১॥

হে ব্ৰাহ্মণ, আপোনাৰ এই আগমন ব্যৰ্থ নহয়, কাৰণ, হে ভগৱান, কুবলাশ্ব বুলি জনা আমাৰ এই লৰাটি ধৈৰ্য্যশীল কাৰ্য্যত তীব্ৰৰ আৰু বলত পৃথিৱীত অদ্বিতীয়; এওঁৰ লোহাৰ দণ্ড যেন বাহুযুক্ত আৰু সাহসী নিজৰ পুত্ৰসকলৰ দ্বাৰা পৰিৱেষ্টিত হৈ আপোনাৰ এই প্ৰিয় কামটো কৰিব। গতিকে, হে ব্ৰাহ্মণ, মোক বিদায় দিয়ক; মই সম্প্ৰতি অস্ত্ৰ-শস্ত্ৰ ত্যাগ কৰিছো। ২-৪॥

তেতিয়া মহা প্ৰভাৱশালী সেই মুনিয়ে ক'লে, সেয়ে হওক। বৃহদশ্বই মহাত্মা উত্তঙ্কৰ আগতেই 'এইদৰে কৰাঁ' বুলি পুত্ৰেকক আদেশ দি তেওঁ উত্তম তপোবনলৈ গমন কৰিলে। যুধিষ্ঠিৰে ক'লে, হে ভগৱান তপোধন, এই মহা বলী দৈত্যটি কোন? তেওঁৰ পুতেক কোন, নাতিনীয়েকেইবা কোন—এই কথা মই জানিব খোজোঁ। হে তপোধন, মই এনে মহা বলী দৈত্যৰ কথা শুনা নাই। ৫-৭॥

হে ধাৰ্ম্মিক মহাজ্ঞানী তপোধন, এই সকলোবিলাক যথাযথভাৱে বহলাই মই জানিব খোজোঁ। ৮॥

মাৰ্কণ্ডেয়ই ক'লে, হে মহাপ্ৰাজ্ঞ নৰাধিপ, এই সকলোবোৰ কথা যেনেকৈ ঘটিছিল, অবিকল তেনেকৈয়ে বহলাই ক'ম, আপুনি শুনক। ৯॥

হে ভৰতশ্ৰেষ্ঠ, গোটেই জগৎ তেতিয়া এখন সাগৰময় হ'ল, তেতিয়া স্থাৱৰ আৰু জঙ্গম সকলো প্ৰাণীয়েই লোপ পালে। ১০॥

তেতিয়া সিদ্ধ মুনিসকলে যি বিষ্ণুক জগতৰ উৎপত্তিৰ কাৰণ, সৃষ্টিকৰ্ত্তা, চিৰ-স্থায়ী, অব্যয় আৰু গোটেই জগতৰ মহা-ঈশ্বৰ বুলি কয়, জগত নিৰ্ম্মাতা, মায়া-আয়ুক্ত, অচ্যুত আৰু হৰিৰূপে তেনে ভগৱান বিষ্ণুৱে, হে মহা ধাৰ্ম্মিক, অনন্ত-নাগৰ অতি ডাঙৰ শৰীৰৰ ওপৰত শয্যা ৰচনা কৰি এই পৃথিৱী ধৰি ৰাখি অমিততেজা সেই অনন্ত-নাগৰ বৃহৎ শৰীৰৰ ওপৰতে যোগ অৱলম্বন কৰি নিদ্ৰিত হৈ আছিল। ১১-১৩॥

যেতিয়া তেওঁ নিদ্ৰিত আছিল, এটা দিব্য পদ্ম ফুল তেওঁৰ নাড়ীৰপৰা নিঃসৃত হ'ল আৰু তাতে পিতামহ ব্ৰহ্মা উৎপন্ন হ'ল। ১৪॥

জগতৰ সাক্ষাৎ গুৰু সেই ব্ৰহ্মাদেৱ চতুৰ্ব্বেদময় চাৰি মূৰ্ত্তিৰ চাৰিখন মুখেৰে সূৰ্য্যৰ সমান কান্তিৰে পদ্ম ফুলতে (অৱস্থিত আছিল)। ১৫॥

তেওঁ নিজৰ প্ৰভাৱতে অপৰাভূত; গতিকে তেওঁৰ বল আৰু পৰাক্ৰম মহৎ আছিল। ইয়াৰ পাছত কিছুমান দিন অতীত হ'লত মধু আৰু কৈটভ নামেৰে দুটা বৰ বলী দানৱে কিৰীটি, কৌস্তুভ মণি আৰু হালধীয়া কাপোৰ পিন্ধি বহু যোজন বিস্তৃত আৰু দীঘল দিব্য-শয্যাত বাসুকিৰ ফণাত শুই থকা সহস্ৰ সূৰ্য্যৰ নিচিনা কান্তি, তেজ আৰু শৰীৰেৰে জিলিকি থকা অদ্ভুত দৃশ্য দেখি বিস্মিত হৈছিল। কমললোচন পিতামহ ব্ৰহ্মাক পদ্ম ফুলত বহি থকা দেখি, হে মহাৰাজ, মধু আৰু কৈটভৰ বৰ বিস্ময় জন্মিছিল। ১৬-২০॥

ইয়াৰ পাছত সেই দানৱ দুটাই অপৰিমিতবল ব্ৰহ্মাকো ভয় খুৱালে। সিহঁত দুটাৰপৰা ভয় পাই ব্ৰহ্মাই পদ্মৰ নালডাল বহুত বাৰ লৰাই দিয়াত কেশৱেও সাৰ পালে। তেতিয়া গোবিন্দই বৰ বীৰ্য্যৱান দানৱ দুটাক দেখিলে। ২১-২২॥

সিহঁত দুইকো দেখি বিষ্ণুৱে ক'লে, মহাবলী আপোনালোক দুজনক স্বাগত সম্ভাষণ জনাইছোঁ। আপোনালোক দুজনক এটা ভাল বৰ দিওঁ, মোৰ মনত ভাল লাগিছে। ২৩॥

হৃষীকেশ বিষ্ণুক উলাই কৰি মহাবলী সিহঁত দুটাই, হে মহাৰাজ, একেলগে লগ লাগি গপত ওফন্দি পৰি মধুসূদনক উত্তৰ দিলে, ২৪॥

হে দেৱশ্ৰেষ্ঠ, আপুনিয়েই আমাৰপৰা বৰ খুজি লওক; আমি দুজনেও বৰ দিব পাৰোঁ, গতিকে আমি আপোনাক বৰ দান কৰিমহঁক। আপুনি একো নভবা-নিচিন্তাকৈ হেলাৰঙে কৈ পেলাওক। ২৫॥

ভগৱানে ক'লে, হে বীৰ দুজনা, মই বৰ গ্ৰহণ কৰিম, বৰৰ প্ৰতি মোৰ আগ্ৰহ আছে। আপোনালোক দুজন বলসম্পন্ন; আপোনালোকৰ সমান কোনো পুৰুষ নাই। ২৬॥

হে মহাবলী বীৰ দুজন, মই সমস্ত জগতৰ হিতৰ কাৰণে এই বৰ পাবলৈ ইচ্ছা কৰোঁ যে আপোনালোক দুজন মোৰ বধ্য হওক। ২৭॥

মধু আৰু কৈটভে ক'লে, নিজৰ ইচ্ছানুৰূপ ব্যৱহাৰৰ সময়তো, হে পুৰুষোত্তম, আমি মিছা কথা কোৱা নাই; অইন সময়ৰ কথা'ই নকওঁক। গতিকে আপুনি আমাক সত্য আৰু ধৰ্মত ৰত বুলি বুজক। ২৮॥

বল, বীৰ্য্য, ৰূপ, শাস্তগুণ, ধৰ্ম্ম, তপস্যা, দান, ভাল স্বভাব, সাত্ত্বিক গুণ আৰু বাহ্যিক ইন্দ্ৰিয়ৰ সংযম—এই সকলোবোৰতে আমাৰ সমান কোনো নাই। ২৯॥

হে কেশৱ, আমাৰ মহা দুৰ্য্যোগ উপস্থিত হৈছে; সেই কাৰণে আপুনি কোৱা কথাটো অতি সোনকালে কৰক, কাৰণ কালক অতিক্ৰম কৰা সহজ নহয়। ৩০॥

হে জ্যোতিষ্মান প্ৰভু, আমি ইচ্ছা কৰোঁ—আপুনি এটা কাম কৰক; হে সুৰশ্ৰেষ্ঠ, আপুনি আমাক কোনো মুকলি ঠাইত বধ কৰক। ৩১॥

হে সুলোচন, আমিও আপোনাৰ পুত্ৰত্ব প্ৰাপ্ত হ'ম। হে সুৰোত্তম, এইটো বৰকেই আমি মাগিছো বুলি জানিব। ৩২॥

আৰু হে দেৱ, আপুনি আমাক আগেয়ে যি প্ৰতিশ্ৰুতি দিছিল, সেইটো যেন মিছা নহয়। ভগৱানে ক'লে, বাৰু এনেকুৱাই কৰিম আৰু এই গোটেইবোৰ কথাই হ'ব। ৩৩॥

সেই মধুসূদন গোবিন্দই চাই-চিতি তেতিয়া অনাবৃত ঠাই নাইবা পৃথিবীত আৰু আকাশত কোনো আৱৰণ নোহোৱা ঠাই নাপালে। ৩৪॥

তেতিয়া দেৱতাশ্ৰেষ্ঠ মহা যশস্বী মধুসূদনে নিজৰ উৰু-যুগল অনাবৃত দেখি বৰ চোকা ধাৰৰ চক্ৰেৰে মধু আৰু কৈটভৰ মূৰ দুটা কাটি পেলালে। ৩৫॥

ইতি মহাভাৰতৰ বনপৰ্ব্বৰ অন্তৰ্গত মাৰ্কণ্ডেয়-সমাস্যা-পৰ্ব্বত ধুন্ধুমাৰৰ উপাখ্যান ঃ ৩ নামৰ ত্ৰ্যধিকদ্বিশততম অধ্যায়। ২০৩॥

॥ অধ্যায় ২০৪ ॥

## ॥ ধুন্ধুমাৰৰ উপাখ্যান ঃ ৪ ॥

মাৰ্কণ্ডেয়ই ক'লে, মহাৰাজ, সেই মধু আৰু কৈটভৰ পুত্ৰ মহাদ্যুতি, মহাবীৰ্য্য-সম্পন্ন, আৰু মহাপৰাক্ৰমী ধুন্ধুৱে অতি ঘোৰ তপস্যা কৰিছিল। ১॥

সি এটা ভৰিৰ ওপৰত থিয় দি থকাত শুকাই-খীণাই গৈ তাৰ গোটেই শৰীৰৰ শিৰবিলাক ওলাই গৈছিল; তেতিয়া ব্ৰহ্মা সন্তুষ্ট হৈ তাক বৰ দিছিল আৰু সিয়ো এই বুলি বৰ প্ৰাৰ্থনা কৰিছিল, ২॥

মই যেন দেৱ, দানৱ, যক্ষ, গন্ধৰ্ব্ব, নাগ আৰু ৰাক্ষসৰ অবধ্য হওঁ—এই বৰ মাগিলে'। ৩॥

তেতিয়া ব্ৰহ্মাই ক'লে, "তেনেকুৱাই হ'ব, যোৱাঁ"। ব্ৰহ্মাই এনেদৰে ক'লত ধুন্ধু তাৰ মূৰেৰে ব্ৰহ্মাৰ চৰণ স্পৰ্শ কৰি গুচি গ'ল। ৪॥

মহাবলী আৰু পৰাক্ৰমী ধুন্ধু বৰ পাই পিতৃবধ মনত পেলাই লৰা-লৰিকৈ বিষ্ণুৰ ওচৰত উপস্থিত হ'ল। ৫॥

লাহে লাহে নিদাৰুণ ধুন্ধুৱে গন্ধৰ্ব্বকে আদি কৰি সকলো দেৱতাক জয় কৰি তেওঁলোকক আৰু বিষ্ণুকো ঘনাই ঘনাই বৰ উৎপীড়ন কৰিবলৈ ধৰিলে। ৬॥

হে ভৰতশ্ৰেষ্ঠ, দুৰাত্মা ধুন্ধু উজ্জালক নামৰ বালিময় সমুদ্ৰৰ সেই ঠাইলৈ আহিল আৰু হে প্ৰভু, বলেৰে সেই উত্তঙ্কৰ আশ্ৰমত উৎপীড়ন কৰিবলৈ ধৰিলে। তাৰ পাছত বালিৰ মাজতে লুকাই থাকি মাটিতে অন্তৰ্হিত হৈ তপস্যাৰ বলকে আশ্ৰয় কৰি মধু আৰু কৈটভৰ পুত্ৰ মহা পৰাক্ৰমী ধুন্ধু লোক-বিনাশৰ কাৰণে শয়ন কৰি ৰ'ল। ৭-৯॥

সি উত্তঙ্কৰ আশ্ৰমৰ চাৰিওফালে জুইৰ ৰশ্মিবিলাকহে নিশ্বাসত এৰি দিছিল। হে ভৰতশ্ৰেষ্ঠ, এনে সময়তে ৰজা কুৱলাশ্ব ব্ৰাহ্মণ উত্তঙ্ক, সৈন্য, যান-বাহন আৰু পুত্ৰ সমন্বিতে তালৈ গ'ল। ১০-১১॥

সেই শত্ৰু-ধ্বংসকাৰী কুৱলাশ্ব ৰজাৰ লগত একৈশ হাজাৰ বলশালী পুত্ৰ লগ লাগিছিল। ১২॥

তাৰ পাছত ভগৱান প্ৰভু নাৰায়ণ উত্তঙ্কৰ অনুৰোধক্ৰমে জগতৰ হিতৰ কাৰণে কুৱলাশ্বৰ শৰীৰত প্ৰৱেশ কৰিলে। ১৩॥

দুৰ্দ্ধৰ্ষ তেওঁ প্ৰস্থান কৰিলত আকাশত এটা বিশাল শব্দ হ'ল, অৱধ্য কান্তি-যুক্ত এই ৰজা আজিৰপৰা ধুন্ধুমাৰ নামেৰে জনাজাত হ'ব। ১৪॥

দেৱতাসকলেও তেওঁক কেয়োফালৰপৰা দিব্য পুষ্পেৰে ঢাকি পেলালে। কোনেও নবজোৱাকৈয়ে আপোনা-আপুনিয়েই দেৱ-দুন্দুভিবিলাক বাজি উঠিল। ১৫॥

বুদ্ধিমান তেওঁৰ যাত্ৰাৰ সময়ত শীতল বতাহ ব'বলৈ ধৰিলে। ইন্দ্ৰয়ো পৃথিৱীৰ ধূলিবিলাক নষ্ট কৰিবৰ কাৰণে বৰষুণ দিলে। ১৬॥

হে যুধিষ্ঠিৰ, দেৱতাসকলৰ বিমান আদি সকলো যান-বাহন মহাসুৰ ধুন্ধুৱে বাস কৰা ঠাইতে দেখা গ'ল। ১৭॥

মহৰ্ষিসকলেও দেৱতা আৰু গন্ধৰ্ব্বসকলৰ লগ লাগি কুৱলাশ্ব আৰু ধুন্ধুৰ যুদ্ধৰ কাৰণে কৌতূহল-যুক্ত হৈ চাই থাকিবলৈ ধৰিলে। ১৮॥

হে কুৰুপুত্ৰ, নাৰায়ণৰ তেজৰ দ্বাৰা বৰ্দ্ধিত হৈ সেই ৰজা নিজৰ ল'ৰা-বিলাকেৰে সৈতে শীঘ্ৰে কেয়োফালে (দশোদিশে) ব্যাপ্ত হ'ল। ১৯॥

ৰজা কুৱলাশ্বয়ো সেই সাগৰখন খনাই পেলালে। সেই বালিময় সাগৰত কুৱলাশ্বৰ পুত্ৰসকলে সাত দিন খান্দি খান্দি মহাবলী ধুন্ধুক দেখা পালে। সেই সময়ত ধুন্ধুৰ ঘোৰ মহৎ শৰীৰ বালিৰ মাজতে লুকাই আছিল। ২০-২১॥

তাৰ শৰীৰ সূৰ্য্যৰ নিচিনাকৈ মহা তেজেৰে দীপ্ত আছিল, হে ভৰতশ্ৰেষ্ঠ সিংহসম মহাৰাজ, তেতিয়া কালান্তক জুইৰ নিচিনা পোহৰেৰে দীপ্ত হৈ পশ্চিম দিশ আবৃত কৰি ধুন্ধু শুই আছিল। কুৱলাশ্বৰ পুত্ৰসকলে তাক কেয়োফালৰপৰা ঘেৰি খেদি লৈ তীক্ষ্ণ শৰ, গদা, মুষল, পট্টিশ, পৰিঘ আৰু বগা চিক্‌মিকাই থকা তৰোৱালেৰে প্ৰহাৰ কৰিলত মহাবলী ধুন্ধুৰ বৰ খং উঠিল, আৰু খণ্ডতে তেওঁ-লোকৰ সেই বিবিধ অস্ত্ৰবিলাক খাই পেলালে। ২২-২৫॥

তেতিয়া সি মুখৰপৰা প্ৰলয়াগ্নিৰ নিচিনা জুই বমন কৰিলে। পূৰ্ব্বৰ্ণি কালত যেনেকৈ, হে ৰাজসিংহ, মহৰ্ষি কপিলে ক্ৰোধান্বিত হৈ সগৰৰ পুত্ৰবিলাকক এক মুহূৰ্ত্ততে দগ্ধ কৰি পেলাইছিল, তেনেকৈয়ে খণ্ডতে গোটেই জগত উজ্জ্বল কৰি আপোন শক্তিৰে মুখৰপৰা ওলোৱা জুইৰে সেই নৃপতিৰ সকলো পুত্ৰকে সি দাহ কৰি পেলালে। সেই সকলোবোৰ অদ্ভুত যেন লাগিল। হে ভৰতশ্ৰেষ্ঠ, সেই পুত্ৰসকল ক্ৰোধাগ্নি-দগ্ধ হ'লত মহাবলী কুৱলাশ্ব ৰজা মহাত্মা দ্বিতীয় কুম্ভকৰ্ণৰ নিচিনাকৈ শুই উঠা তাৰ ওচৰ চাপিল। ২৬-২৯॥

হে মহাৰাজ, তেতিয়া তাৰ শৰীৰৰপৰা প্ৰচুৰ জলস্ৰাৱ হ'ল। হে নৃপ, সেই ৰজাই তাৰ জলময় তেজ পি পেলালে। ৩০॥

যোগী ৰজাই যোগ-বলেৰে পানী আনি বহ্নি নিৰ্ব্বাপণ কৰিলে আৰু সকলো লোকৰ স্থিতিৰ কাৰণে, হে ভৰতশ্ৰেষ্ঠ ৰাজেন্দ্ৰ, ক্ৰুৰ-পৰাক্ৰম সেই দৈত্যক ব্ৰহ্মাস্ত্ৰেৰে দগ্ধ কৰিলে। দ্বিতীয় ভগৱানৰ নিচিনাকৈ ৰাজৰ্ষি কুৱলাশ্বই দেৱতা-সকলৰ শত্ৰু আৰু শত্ৰুবধকাৰী সেই ধুন্ধুক অস্ত্ৰেৰে পুৰি পেলালে। সেই মহামতি

কুৱলাশ্ব ধুন্ধুক বধ কৰি অপ্ৰতিৰথ ধুন্ধুমাৰ নামে বিখ্যাত হ'ল। সন্তুষ্ট হৈ দেৱতাসকলে মহৰ্ষিসকলৰ লগ লাগি ক'লে, এটা বৰ খোজা। তেতিয়া অতি নম্ৰ-ভাৱে কৃতাঞ্জলি হৈ বৰ বংমনেৰে, হে ৰজা, তেওঁ (কুৱলাশ্বই) এই কথা ক'লে, ৩১-৩৫ ॥

শ্ৰেষ্ঠ ব্ৰাহ্মণসকলক যাতে মই ধন দান কৰিব পাৰোঁ, শত্ৰুসকলৰ যাতে দুৰ্জ্জয় হওঁ, ভগৱান বিষ্ণুৰে সৈতে যাতে সখিত্ব লাভ কৰিব পাৰোঁ আৰু কোনো জীৱৰ প্ৰতি মই যাতে দ্ৰোহ আচৰণ নকৰোঁ, ৩৬ ॥

সততেই যতে ধৰ্ম্মত ৰতি হয়, স্বৰ্গত যাতে অক্ষয় বাস হ'ব পাৰে—এনেকুৱা সকলো কথাই মোৰ হওক। তেতিয়া দেৱতাসকল তুষ্ট হৈ সেই ৰজাক ক'লে, ৩৭ ॥

হে ৰজা, গন্ধৰ্ব্বসকলেৰে সৈতে ঋষিসকলে আৰু প্ৰজ্ঞাসম্পন্ন উত্তঙ্কই বিবিধ আশীৰ্ব্বাদ দি এওঁক সম্বোধন কৰি ক'লে, হে যুধিষ্ঠিৰ, (ইয়াৰ পাছত) দেৱতা আৰু মহৰ্ষিসকল নিজৰ নিজৰ ঠাইলৈ উভতি গ'ল। কুৱলাশ্বৰ তিনিটা মাত্ৰ ল'ৰা অৱশিষ্ট থাকিল। ৩৮-৩৯ ॥

হে ভৰতপুত্ৰ, সেই তিনিটা হ'ল দৃঢাশ্ব, কপিলাশ্ব আৰু চন্দ্ৰাশ্ব। এওঁলোকৰ-পৰাই অনন্ত-তেজৰ ইক্ষ্বাকু কুলৰ মহাত্মা ৰজাসকলৰ বংশৰ পৰম্পৰা চলি আহিছে। এনেকৈয়ে, হে সাধুশ্ৰেষ্ঠ, সেই কুৱলাশ্বই মধু আৰু কৈটভৰ পুতেক ধুন্ধু নামে মহা দৈত্যক নিধন কৰিলে আৰু কুৱলাশ্ব ৰজাও ধুন্ধুমাৰ নামে জনাজাত হ'ল। ৪০—৪২ ॥

তেতিয়াৰেপৰা তেওঁ সেই নামেৰেই বহু গুণযুক্ত হ'ল। আপুনি মোক যি সুধিছিল আৰু যিজনৰ কাৰ্য্যানুসাৰে ধুন্ধুমাৰ উপাখ্যান হ'ল, তাৰ কথা ক'লো। এই পুণ্য উপাখ্যানটো বিষ্ণুৰ গুণ-কীৰ্ত্তন-স্বৰূপ। ৪৩-৪৪ ॥

যিজন ধাৰ্ম্মিকলোকে এই আখ্যানটো উৎসৱাদিৰ সময়ত শুনে, তেওঁ পুত্ৰৱান আৰু আয়ুষ্মান হয় আৰু ঐশ্বৰ্য্যযুক্ত হৈ চিন্তা দূৰ হোৱাত কোনো বেমাৰৰ ভয়ে তেওঁক নাপায়। ৪৫ ॥

ইতি মহাভাৰতৰ বনপৰ্ব্বৰ অন্তৰ্গত মাৰ্কণ্ডেয়-সমাস্যা-পৰ্ব্বত ধুন্ধুমাৰৰ উপাখ্যান: ৪ নামৰ চতুৰধিকদ্বিশততম অধ্যায়। ২০৪ ॥

॥ অধ্যায় ২০৫ ॥

# ॥ পতিব্ৰতাৰ উপাখ্যান : ১ ॥

হে ভৰতকুলশ্ৰেষ্ঠ, ইয়াৰ পাছত যুধিষ্ঠিৰে মহাদ্যুতি সেই মাৰ্কণ্ডেয়ক ধৰ্মৰ বিষয়ে দুৰ্ব্বোধ্য প্ৰশ্ন কৰিলে, ১ ॥

হে ভগৱান বিপ্ৰ, আপুনি তিৰোতাসকলৰ ধৰ্ম্ম সম্বন্ধীয় উত্তম মহাত্ম্য তত্ত্ব সমন্বিতে কওক, মই সেই কথা শুনিবৰ ইচ্ছা কৰোঁ। ২ ॥

হে সাধুশ্ৰেষ্ঠ বিপ্ৰৰ্ষি, দেৱতাসকলক এই জগতত প্ৰত্যক্ষ দেখা যায়—(যেনে) চন্দ্ৰ, সূৰ্য্য, বায়ু, পৃথিৱী, অগ্নি, পিতৃ, মাতা আৰু কান্তিযুক্ত আচাৰ্য্য। হে সাধুশ্ৰেষ্ঠ ভৃগুনন্দন, আৰু আন যিসকলৰ বিধান আছে তেওঁলোকো প্ৰত্যক্ষ। ৩-৪ ॥

সকলো গুৰুকে মান কৰিব লাগে, আৰু তেনেদৰে এক-পতিৰ সেৱা-পৰায়ণ তিৰোতাক বিশেষকৈ মানিব লাগে পতিব্ৰতাসকলৰ শুশ্ৰূষা মই বৰ কঠিন বুলি ভাবোঁ। ৫ ॥

হে নিষ্পাপ প্ৰভু, যিসকলে চকু আদি ইন্দ্ৰিয়বিলাক আৰু মনক শাসন কৰি নিজৰ স্বামীকে দেৱতাৰ নিচিনাকৈ ভাবি থাকে, সেই পতিব্ৰতাসকলৰ মাহাত্ম্য মোক কওক। হে ভগৱান প্ৰভু, এই কামটো কিন্তু মোৰ মনত দুষ্কৰ যেন লাগিছে। ৬-৭ ॥

(ল'ৰা-ছোৱালীৰ) মাক-বাপেকৰ শুশ্ৰূষা, তিৰোতাসকলৰ গিৰিয়েকৰ পৰিচৰ্য্যা আৰু তিৰোতাসকলৰ পতি-ব্ৰতেই কঠিন ধৰ্ম্ম। ইয়াতকৈ আন দুষ্কৰ কাম মই দেখা নাই। ৮ ॥

হে ব্ৰাহ্মণ, সাধু আচাৰৰ তিৰোতাসকলে অতি আদৰেৰে যি ধৰ্ম্ম পালন কৰে আৰু ল'ৰা-ছোৱালীবিলাকে পিতৃ-মাতৃৰ যি পৰিচৰ্য্যা কৰে, সি সঁচাকৈয়ে কষ্ট-সাধ্য। ৯ ॥

হে ব্ৰাহ্মণশ্ৰেষ্ঠ প্ৰভু, যিসকল একমাত্ৰ পতিতে ভক্তি-পৰায়ণা, যিসকলে সদায় সঁচা কথা কয়, আৰু যিসকলে নিয়মিত সময়ত ঋতু স্নান কৰি দহ মাহ উদৰত গৰ্ভ ধাৰণ কৰি তাকো অতুলনীয় বেদনা অনুভৱ কৰি জীৱন পৰ্য্যন্ত মহা বিপদত পেলাই অতি কষ্টত সন্তান প্ৰসৱ কৰে আৰু বৰ মৰমেৰে তাহাঁতক লালন-পালন কৰে, তাতকৈ বেছি অদ্ভুত আৰু কি আছে ? ১০-১২ ॥

যিসকলে সদায় সকলোৰকমৰ নিষ্ঠুৰ কামত লাগি থাকি সকলোৰে ওচৰত নিন্দিত হৈয়ো নিতৌ নিজৰ কাৰ্য্যত ৰত থাকে, সিও এটা দুষ্কৰ কাৰ্য্য বুলি মই ভাবোঁ। ১৩ ॥

হে বিপ্ৰ, আকৌ আপুনি ক্ষত্ৰিয়ৰ ধৰ্ম্ম-ব্যৱহাৰৰ তত্ত্ব সম্বন্ধে মোক কওক, কাৰণ নৃশংসসকলে সাধু-ধৰ্ম্ম লাভ কৰটো কঠিন। ১৪ ॥

হে প্ৰশ্ন-জনাসকলৰ ভিতৰত শ্ৰেষ্ঠ ভগৱান, এই সকলোবোৰ প্ৰশ্নৰ উত্তৰ শুনিবলৈ মই আশা কৰোঁ। হে ভৃগুকুলশ্ৰেষ্ঠ সুব্ৰত, মই আপোনাৰ সেৱা কৰিবলৈ ইচ্ছা কৰোঁ। ১৫ ॥

মাৰ্কণ্ডেয়ই ক'লে, হে ভৰতশ্ৰেষ্ঠ, এই প্ৰশ্ন কঠিন হ'লেও বিস্তৃত হিছাপে মই তোমাক উত্তৰ দিম। যথাযথভাৱে কৈ থকা মোৰপৰা তুমি সেইবোৰ কথা শুনা। ১৬ ॥

অনেকে পিতাতকৈ মাকৰ গৌৰৱ বেছি বুলি ভাবে; অনেকে আকৌ মাকতকৈ পিতাককহে গৌৰৱত শ্ৰেষ্ঠ বুলি ভাৱে। মাকে যে সন্তানক তুলি-তালি ডাঙৰ দীঘল কৰে, এইটো এটা সঁচাকৈয়ে টান কাম। ১৭ ॥

আকৌ পিতৃয়ে তপস্যা, দেৱতাৰ পূজা আৰু অৰ্চ্চনা, জাৰ আৰু গৰম প্ৰভৃতি সহ্য কৰি অভিচাৰ আৰু অইন অইন উপায়ৰ যোগে পুত্ৰ লাভ কৰিবলৈ চেষ্টা কৰে। ১৮ ॥

হে বীৰ, তেওঁ অতি কষ্টে অতি দুৰ্লভ পুত্ৰ লাভ কৰি সদায় চিন্তা কৰে, ই বা কেনেকুৱা হয়। ১৯ ॥

হে ভৰতনন্দন, আকৌ বাপেক-মাক দুয়োজনেই পুতেকৰ যশ, খ্যাতি, ধন-সম্পত্তি, সন্তান আৰু ধৰ্ম্মৰ কাৰণে হেঁপাহ কৰে। ২০ ॥

হে ৰাজশ্ৰেষ্ঠ, সেই দুজনৰ আশা যিজনে সফল কৰে, সেইজনেই বাস্তৱিকে ধৰ্ম্মজ্ঞ, তেওঁৰ ওপৰত পিতা আৰু মাতা সদায় সন্তুষ্ট, তেওঁৰ ইহলোক আৰু পৰলোকত স্থায়ী কীৰ্ত্তি আৰু ধৰ্ম্ম হয়। স্বামীৰ সেৱাই যেনেকুৱা ফল দিয়ে, যজ্ঞ কৰ্ম্ম, শ্ৰাদ্ধ বা উপবাসে তেনে ফল নিদিয়ে। ইয়াৰেই (পতিব্ৰতা স্ত্ৰীয়ে) স্বৰ্গ জয় কৰে। ২১-২৩ ॥

হে যুধিষ্ঠিৰ, পতিব্ৰতা নাৰীসকলৰ সংযত ধৰ্ম্মৰ প্ৰকৰণ এয়ে আৰু এয়েই মোৰ কথিত বস্তু, তুমি ইয়াক সাৱধানে মন দি শুনা। ২৪ ॥

ইতি মহাভাৰতৰ বনপৰ্ব্বৰ অন্তৰ্গত মাৰ্কণ্ডেয়-সমাস্যা-পৰ্ব্বত পতিব্ৰতাৰ উপাখ্যান নামৰ পঞ্চাধিকদ্বিশততম অধ্যায়। ২০৫ ॥

॥ অধ্যায় ২০৬ ॥

## ॥ পতিব্ৰতাৰ উপাখ্যান : ২ ॥

মাৰ্কণ্ডেয়ই ক'লে, হে ভৰতপুত্ৰ, বেদাধ্যয়নত ৰত, তপঃপৰায়ণ আৰু ধাৰ্মিক কৌশিক নামে কোনো এজন তপস্বী ব্ৰাহ্মণ আছিল। ১ ॥

তেওঁ সকলো অঙ্গ আৰু উপনিষদেৰে সৈতে বেদ অধ্যয়ন কৰিছিল। এনেকৈয়ে তেওঁ কোনো এদিন এজোপা গছৰ তলত বহি বেদ পাঠ কৰি আছিল। ২ ॥

গছজোপাৰ ওপৰত এটা বগলী লুকাই আছিল। সেই চৰায়ে সেই ব্ৰাহ্মণৰ ওপৰত বিষ্ঠা ত্যাগ কৰিলে। ৩ ॥

তেতিয়া সেই বগলীটোক দেখি সেই ব্ৰাহ্মণে খঙতে তাৰ অনিষ্ট চিন্তা কৰিলে, আৰু খঙৰ বশীভূত হৈ তেওঁ তাক নিৰীক্ষণ কৰিলে। ৪ ॥

সেই বিপ্ৰই তাৰ অপকাৰৰ কথা ধ্যান কৰাৰ লগে লগেই সি মাটিত পৰি গ'ল। সেই বগলীটোক প্ৰাণ-বায়ু উৰি মাটিত অচেতন হৈ পৰি থকা দেখি বৰকৈ মনত সন্তাপ পাই দুঃখ কৰি ক'লে, খং আৰু ৰোষৰ দ্বাৰা আক্ৰান্ত হৈ মই বৰ বেয়া কাম কৰি পেলালো। ৫-৬ ॥

মাৰ্কণ্ডেয়ই ক'লে, এইদৰে কৈ বিদ্বান সেই ব্ৰাহ্মণ ভিক্ষাৰ কাৰণে বহু গাঁও ঘূৰিলে। এইদৰে গাঁৱৰ বহুত পবিত্ৰ ঘৰত বিচৰণ কৰি কৰি, হে ভৰতশ্ৰেষ্ঠ, আগেয়ে যোৱা এঘৰ মানুহৰ ঘৰত সোমাল আৰু ভিক্ষা দিয়ক বুলি মাত দিলত তাৰ গৃহিণীয়ে অলপ ৰ'ব বুলি ক'লে। ৭-৮ ॥

গৃহিণীয়ে তেতিয়া কাঁহি-বাতি ধুই আছিল। ইতিমধ্যে, হে ৰজা, বৰ ভোকত আতুৰ হৈ তেওঁৰ স্বামী ঘপকৰে সোমাই আহিল। হে ভৰতকুলশ্ৰেষ্ঠ, সেই সতীয়ে নিজ স্বামীক দেখি অতিথিক ত্যাগ কৰিলে। ৯-১০ ॥

আৰু, হাত-মুখ ধুবলৈ পানী যোগাই দি বহিবলৈ আসন দিলে। ইয়াৰ পিছত নম্ৰভাৱে নীললোচনা তেওঁ সুমধুৰ ভক্ষ্য আৰু ভোজ্য-আহাৰেৰে তেওঁক সেৱা কৰিবলৈ ধৰিলে। হে যুধিষ্ঠিৰ, অতি অনুৰাগেৰে তেওঁ স্বামীৰ উচ্ছিষ্ট নিতৌ ভোজন কৰিছিল। ১১-১২ ॥

স্বামীৰ মনৰ ভাব অনুসৰণ কৰি তেওঁ পতিক দেৱতা জ্ঞান কৰিছিল। মন, কাম, কথাৰেও তেওঁ অইন পুৰুষক ভজন নকৰিছিল। ১৩ ॥

সদাচাৰ-সম্পন্না, পবিত্ৰা, গৃহকৰ্ম্মত নিপুণা আৰু ঘৰোৱাহী মানুহৰ হিতৈষিণী সেই গৃহিণী সকলোভাৱে লগতে থাকি পতি-শুশ্ৰূষাত ৰত আছিল। ১৪ ॥

দেৱতা, অতিথি, ভৃত্য, শহুৰ, শাহু আৰু স্বামীৰ যিটোক হিত বুলি ভাবিছিল সততে সেইটোকে অনুৱৰ্ত্তন কৰিছিল। ১৫ ॥

সকলো সময়তে ইন্দ্ৰিয়-সংযম কৰি শুশ্ৰূষাত ৰত সেই তিৰোতাই পতি-শুশ্ৰূষা শেষ কৰি ভিক্ষাৰ কাৰণে আকাঙ্ক্ষা কৰি থিয় হৈ থকা ব্ৰাহ্মণক দেখিলে। লজ্জাশীলা চকুযুৰিৰে সৈতে সেই সতীয়ে, হে ভৰতশ্ৰেষ্ঠ, তেতিয়া ৰৰ লাজ পালে আৰু ব্ৰাহ্মণৰ কাৰণে ভিক্ষা লৈ সেই যশস্বিনী তেতিয়া বাহিৰলৈ আহিল। ১৬-১৭ ॥

ব্ৰাহ্মণে ক'লে, হে শ্ৰেষ্ঠ নাৰী, ম'ব বুলি ৰে কিয় মোক আপুনি ৰাখি থ'লে আৰু সোনকালে বিদায় নিদিলে? ১৮ ॥

মাৰ্কণ্ডেয়ই ক'লে, হে মনুষ্যেন্দ্ৰ, খঙতে জ্বলি যেন সেই ব্ৰাহ্মণ নিজৰ তেজেৰেই উদ্দীপ্ত হৈছিল। তেওঁক দেখি সেই সতীয়েও শান্তভাৱে এই কথা ক'লে। ১৯ ॥

তিৰোতা গৰাকীয়ে ক'লে, হে জ্ঞানী ব্ৰাহ্মণ, মোক যেন আপুনি ক্ষমা কৰে। স্বামীয়েই হৈছে মোৰ মহান দেৱতা, তেওঁৰো ভোকতে ভাগৰ লাগি আহিছে। পতিকে তেওঁক শুশ্ৰূষা কৰিলো। ২০ ॥

ব্ৰাহ্মণে ক'লে, ব্ৰাহ্মণসকল শ্ৰেষ্ঠ নহয়, তুমি পতিকেই শ্ৰেষ্ঠ ভাবিলা। গৃহস্থী ধৰ্ম্মত থাকি তুমি ব্ৰাহ্মণসকলক অৱমাননা কৰিলা। ২১ ॥

ইন্দ্ৰয়ো এওঁলোকক সম্মান কৰে, পৃথিবীৰ মানুহৰতো কথাই নাই। হে গৰ্ব্বিণী, তুমি নিজেও নাজানা আৰু বুঢ়াসকলৰপৰাও শিকা নাই। ২২ ॥

ব্ৰাহ্মণসকলে অগ্নিৰ দৰে পৃথিৱীকো দাহ কৰিব পাৰে। স্ত্ৰীগৰাকীয়ে ক'লে, হে ঋষিতুল্য ব্ৰাহ্মণ, মই বগলী চৰাই নহওঁ, হে তপোধন, ক্ৰোধ ত্যাগ কৰক। ২৩ ॥

এই ক্ৰোধ-দৃষ্টিৰে খঙতে আপুনি মোক কি কৰিব? দেৱতুল্য উদাৰ মনৰ ব্ৰাহ্মণসকলক মই অৱজ্ঞা কৰা নাই। ২৪ ॥

হে নিষ্পাপ ব্ৰাহ্মণ, মোৰ এই অপৰাধ ক্ষমা কৰক। তীক্ষ্ণ বুদ্ধিৰ ব্ৰাহ্মণসকলৰ তেজ আৰু মাহাত্ম্যৰ কথা মই জানো। ২৫ ॥

তেওঁলোকে খঙতে সমুদ্ৰক লুণীয়া পানীযুক্ত কৰি পি খাব নোৱৰা কৰিছে। আৰু উজ্জ্বল তপস্যাৰে নিৰ্ম্মলচিত্ত সেই মুনিসকলৰ ক্ৰোধাগ্নি আজিও দণ্ডকাৰণ্যত নিৰ্ব্বাপিত হোৱা নাই, আৰু অতি দুষ্ট মনৰ আৰু কাঠচিতীয়া বাতাপি অসুৰো ব্ৰাহ্মণসকলক অৱজ্ঞা কৰিয়েই অগস্ত্য মুনিৰ পেটত জীণ গৈছে। মহামতি ব্ৰাহ্মণসকলৰ (এনেকৈয়ে) বহুত প্ৰভাৱৰ কথা শুনা যায়। ২৬-২৮ ॥

উদাৰ মনৰ ব্ৰাহ্মণসকলৰ বিপুল অনুগ্ৰহ আৰু ভীষণ খঙৰ কথাও শুনা যায়। হে নিষ্পাপ ব্ৰাহ্মণ, এই ব্যতিক্ৰমৰ কাৰণে আপুনি মোক ক্ষমা কৰা যুগুত। ২৯ ॥

হে দ্বিজ, পতি-শুশ্ৰূষাৰ যোগে যি ধৰ্ম্ম লাভ হয়, সেই ধৰ্ম্মই মোৰ ভাল লাগে। সকলো দেৱতাৰ ভিতৰত স্বামীয়েই মোৰ পৰম দেৱতা। ৩০ ॥

সেই কাৰণে সকলোতকৈ বিশেষভাৱে পতি-শুশ্রূষাৰূপ ধৰ্ম্ম মই কৰোঁ। পতি-শুশ্রূষা কৰা বাবে মোৰ কেনেকুৱা সুফল হৈছে, হে ব্ৰাহ্মণ, আপুনি এবাৰ ভাবি চাওক। ৩১॥

মই জানো, আপুনি খঙতে সেই বগলী চৰাইটো মাৰিলে। হে শ্ৰেষ্ঠ ব্ৰাহ্মণ, ক্ৰোধ মানুহৰ শৰীৰতে বাস কৰা এটা শত্ৰুহে মাত্ৰ। ৩২॥

যিজনে এই লোকত সঁচা কথা কয়, নিজৰ গুৰুক সন্তোষ দিয়ে, আৰু যিজনে ক্ৰোধ আৰু মোহ ত্যাগ কৰে, দেৱতাসকলে তেওঁকেই ব্ৰাহ্মণ বুলি কয়। ৩৩॥

যিজন জিতেন্দ্ৰিয়, ধৰ্ম্মপৰায়ণ, নিজৰ বেদৰ শাখা অধ্যয়নৰত, আৰু শুচি হৈ থাকি হিংসাকাৰীজনকো হিংসা নকৰে, তেওঁকেহে দেৱতাসকলে ব্ৰাহ্মণ বুলি কয়। ৩৪॥

কাম আৰু ক্ৰোধক বশ কৰি যিজনে (সমস্ত) লোকক নিজৰ নিচিনা দেখে তেৱেঁই উদাৰমনা আৰু ধাৰ্ম্মিক; তেওঁকেই দেৱতাসকলে ব্ৰাহ্মণ বুলি কয়। ৩৫॥

যিজনে সকলো ধৰ্ম্মতে মনোনিবেশ কৰি পঢ়া-শুনা কৰে নাইবা পঢ়ায়, নিজে যজন কৰে বা যাজন কৰায়, তেওঁকেই দেৱতাসকলে ব্ৰাহ্মণ বুলি কয়। ৩৬॥

হে ব্ৰাহ্মণশ্ৰেষ্ঠ, যিজন ব্ৰহ্মচাৰী, বদান্য, যি শক্তি অনুসৰি দান কৰে আৰু অধ্যাপনা কৰে, তেওঁকেই দেৱতাসকলে ব্ৰাহ্মণ বুলি কয়। ৩৭॥

নিৰহঙ্কাৰী হৈ যিসকলে বেদৰ নিজ শাখা অধ্যয়ন কৰে, তেওঁলোককেই দেৱতাসকলে ব্ৰাহ্মণ বুলি কয়। ব্ৰাহ্মণসকলৰ যিটোকে মঙ্গল বুলি বুজা যায়, সেইটোকেহে তেওঁলোকৰ আগত কোৱা-মেলা কৰিব। ৩৮॥

তেওঁলোক সদায় সত্যত থাকে, মিছাত তেওঁলোকে মন নেমেলে। বেদাধ্যয়ন, আত্মসংযম আৰু সৰলতা, এই কেইটাই ব্ৰাহ্মণৰ ধৰ্ম্ম বুলি প্ৰাজ্ঞসকলে কয়। ৩৯॥

হে দ্বিজসত্তম, অনবৰত ইন্দ্ৰিয় সংযম, সত্যত থকা আৰু সৰলতা—এই কেইটাকে ধৰ্ম্মজ্ঞসকলে ধৰ্ম্ম বুলি কয়। ৪০॥

বুঢ়াসকলে উপদেশ দিয়ে, সনাতন ধৰ্ম্ম দুৰ্জ্ঞেয়, ই সত্যত প্ৰতিষ্ঠিত, আৰু বেদেই তাৰ প্ৰমাণ। ৪১॥

ধৰ্ম্মৰ ৰূপ অনেকপ্ৰকাৰে দেখা যায়। তথাপি তাৰ ৰূপ সূক্ষ্ম। আপুনিও ধৰ্ম্মজ্ঞ, স্বাধ্যায়-নিৰত আৰু পবিত্ৰ। ৪২॥

আপুনি যথাৰ্থৰূপে ধৰ্ম্ম নাজানে বুলিয়েই মোৰ ধাৰণা। হে বিপ্ৰ, যদি পৰম ধৰ্ম্ম কি তাক নাজানে, তেতিয়াহলে মিথিলা নগৰীলৈ গৈ তাত থকা এজন ধাৰ্ম্মিক ব্যাধক সোধক। সত্যবাদী, জিতেন্দ্ৰিয় সেই ব্যাধ মাক-বাপেকক সেৱা কৰিবৰ ইচ্ছাৰে মিথিলাত বাস কৰি আছে। তেওঁ আপোনাক আপোনাৰ ইচ্ছানুসৰি ধৰ্ম্মৰ কথা ক'ব। হে ভদ্ৰ ব্ৰাহ্মণশ্ৰেষ্ঠ, আপুনি যদি ইচ্ছা কৰে, তালৈকে যাওক। ৪৩-৪৫॥

হে অনিন্দিত ব্ৰাহ্মণ, মই যদিও বেছিকৈ কৈছো, সেই সকলোবোৰ ক্ষমা কৰে যেন। যিসকলে ধৰ্ম জানে, তেওঁলোকে তিৰোতা মানুহ বধ নকৰে। ৫৬ ॥

ব্ৰাহ্মণে ক'লে, আপোনাৰ ওপৰত মই সন্তুষ্ট হৈছো। আপোনাৰ কুশল হওক, হে সুন্দৰী নাৰী, মোৰ খং গ'ল। আপুনি যে মোক বৰ তিৰস্কাৰ কৰিলে, সি মোৰ পৰম উপকাৰৰ কাৰণেহে, আপোনাৰ কল্যাণ হওক। হে শোভনা নাৰী, মই গৈ মোৰ উদ্দেশ্য সাধন কৰোঁ। ৪৭ ॥

মাৰ্কণ্ডেয়ই ক'লে, তেওঁ এইদৰে বিদায় দিলত ব্ৰাহ্মণশ্ৰেষ্ঠ কৌশিক বাহিৰ ওলাই নিজকে নিজে ধিক্কাৰ দি নিজৰ ঘৰলৈ গুচি গ'ল। ৪৮ ॥

ইতি মহাভাৰতৰ বনপৰ্ব্বৰ অন্তৰ্গত মাৰ্কণ্ডেয়-সমাস্যা-পৰ্ব্বত পতিব্ৰতাৰ উপাখ্যান ঃ২ নামৰ ষড়াধিকদ্বিশততম অধ্যায়। ২০৬ ॥

॥ অধ্যায় ২০৭ ॥

## ॥ ব্ৰাহ্মণ-ব্যাধ-সংবাদ ঃ ১ ॥

মাৰ্কণ্ডেয়ই ক'লে, সেই তিৰোতাগৰাকীয়ে বিস্তৃতভাৱে যিখিনি আচৰিত কথা ক'লে সেইখিনিকে ভাবি ভাবি কৌশিকে নিজকে নিজে নিন্দা কৰিলে—যেন তেওঁ এজন অপৰাধীহে। ১ ॥

তাৰ পিছত ধৰ্ম্মৰ সূক্ষ্ম গতিৰ সম্বন্ধে চিন্তা কৰি নিজকে নিজে ক'লে, মই তিৰোতাগৰাকীৰ কথাত বিশ্বাস কৰা উচিত, আৰু সেই কাৰণে মই মিথিলালৈ যাম। ২ ॥

কাৰণ, তাত কৃতী আৰু ধাৰ্ম্মিক ব্যাধজন নিশ্চয় বাস কৰে। গতিকে সেই তপোধনৰপৰা ধৰ্ম্মৰ সম্বন্ধে জানিবলৈ মই আজিয়েই যাম। ৩ ॥

বগলী চৰাইৰ বধৰ জ্ঞানৰপৰা ওপজা বিশ্বাস আৰু শুভ ধাৰ্ম্মিক বচনৰ যোগে সেই তিৰোতাগৰাকীৰ কথাত প্ৰত্যয় মানি তেওঁ এইদৰে মনতে ভাবিলে আৰু বৰ উৎসুক হৈ গাঁও, নগৰ আৰু অৰণ্য অতিক্ৰম কৰি কৰি মিথিলালৈ বুলি বাওনা হ'ল। ৪-৫ ॥

তাৰ পিছত তেওঁ গৈ গৈ জনক ৰজাৰ দ্বাৰা সুৰক্ষিত, ধৰ্ম্ম-সেতুৰ দ্বাৰা পৰিপূৰ্ণ আৰু যজ্ঞাদি উৎসৱৰ দ্বাৰা মুখৰিত মিথিলা নগৰী পালেগৈ। ৬ ॥

তাৰ পিছত সিংহদুৱাৰ, অট্টালিকা, ৰাজ-প্ৰাসাদ, আৰু প্ৰাচীৰেৰে দেখিবলৈ ধুনীয়া আৰু বহু বিমান গোট খোৱাত ৰম্য হোৱা সেই নগৰীত তেওঁ সোমাল। ৭ ॥

সেই ব্ৰাহ্মণে গৈ গৈ বজাৰেৰে পৰিপূৰ্ণ, সুন্দৰকৈ ভাগ কৰি ৰখা ডাঙৰ ডাঙৰ বাটেৰে ভৰা, বহুত ঘোঁৰা, ৰথ, নাগ আৰু মাল যুঁজাৰুৰে পৰিপূৰ্ণ, নিপোটল-জনেৰে আকীৰ্ণ, নিতৌ উৎসৱত মত্তলীয়া আৰু বহুত ঘটনা ঘটি থকা সেই নগৰী-খন দেখিলে। ৮-৯ ॥

তেতিয়া তেওঁ সেই ধাৰ্ম্মিক ব্যাধজনৰ কথা সুধিলত তাৰ ব্ৰাহ্মণসকলে তেওঁৰ কথা তেওঁক ক'লে। তেতিয়া কৌশিকে তালৈ গৈ দেখিলে, সেই তপস্বী ব্ৰাহ্মণ পছু আৰু মহৰ মাংস বিক্ৰী কৰি কচাইখানাৰ মাজত বহি আছে। ক্ৰেতাৰ হেঁতা-ওপৰা দেখি সেই ব্ৰাহ্মণ একাষৰীয়া হৈ ৰ'ল। ১০-১১ ॥

ব্ৰাহ্মণ অহা কথা শুনি তেওঁ লৰালৰিকৈ সম্ভ্ৰমেৰে থিয় দিলে আৰু য'ত ব্ৰাহ্মণজন আছিল সেই নিজম ঠাইখিনিত থকা ব্ৰাহ্মণজনক চাবৰ কাৰণে তালৈ আহিল। ১২ ॥

ব্যাধে ক'লে, হে ভগৱান, আপোনাক অভিবাদন জনাইছো, হে শ্ৰেষ্ঠ ব্ৰাহ্মণ, আপুনি সুখেৰে আছিছেতো? মই এটা ব্যাধ। মই আপোনাৰ কিবা মঙ্গল বিধান কৰিব পাৰোঁনেকি? কওক। ১৩ ॥

সেই সতী তিৰোতাগৰাকীয়ে যে আপোনাক কৈছিল "আপুনি মিথিলালৈ যাওক" মই সেই কথাৰ ভু ৰাখিছো আৰু আপুনি সেই কথামতেই ইয়ালৈ আহিছে। ১৪ ॥

তেওঁৰ সেই কথা শুনি সেই ব্ৰাহ্মণ অতি আচৰিত হ'ল আৰু ভাবিলে, ই এটা দ্বিতীয় আচৰিত কথা। ১৫ ॥

এই ঠাই ব্ৰাহ্মণৰ কাৰণে উপযোগী নহয়—এইদৰে ভাবি সেই ব্যাধে ব্ৰাহ্মণক এনেকৈ ক'লে, হে নিষ্পাপী প্ৰভু, এই ঠাইডোখৰ আপোনাৰ বাবে উপযুক্ত নহয়; আপোনাৰ যদি অভিৰুচি হয়, তেতিয়া হ'লে আমাৰ ঘৰলৈকে যাওঁহক। ১৬ ॥

মাৰ্কণ্ডেয়ই ক'লে, সেই বিপ্ৰয়ো আনন্দ মনেৰে ক'লে, বাৰু, নিশ্চয় যাম। তেতিয়া ধৰ্ম্ম-ব্যাধে ব্ৰাহ্মণজনক আগত লৈ ঘৰৰ ফালে খোজ ল'লে, আৰু গৈ তেওঁৰ ধুনীয়া ঘৰটোত সোমালত তেওঁক আসন দি পূজা কৰা হ'ল। সেই শ্ৰেষ্ঠ ব্ৰাহ্মণেও পাদ্য আৰু আচমনীয় গ্ৰহণ কৰিলে। ১৭-১৮ ॥

ইয়াৰ পাছত তেওঁ সুখেৰে বহি সেই ব্যাধক ক'লে, এই কাম আপোনাৰ যোগ্য হোৱা নাই। আপুনি এই নিদাৰুণ কৰ্ম্ম কৰিব লগীয়া হোৱাত মই বৰ বেজাৰ পাইছো। ১৯ ॥

ব্যাধে ক'লে, পিতৃ-পিতামহ-পৰম্পৰা চলি অহা মোৰ এই কাম আমাৰ বংশৰ অনুৰূপ। মই মোৰ কৰ্ত্তব্যহে পালন কৰিছো। হে দ্বিজ, আপুনি খং নকৰিব। ২০ ॥

হে শ্ৰেষ্ঠ ব্ৰাহ্মণ, বিধাতাই বিধান কৰা নিজ কৰ্ত্তব্য পালন কৰি বৰ যত্নেৰে সৈতে মোৰ বৃদ্ধ পিতৃ-মাতৃক মই লালন পালন কৰিছো। ২১ ॥

সঁচা কথা কওঁ, হিংসা নকৰোঁ, শক্তি অনুসাৰে দেৱতা, অতিথি, আৰু ভৃত্য-সকলক দান কৰোঁ, বাকী থকাৰে পেট প্ৰৱৰ্ত্তাওঁ। ২২ ॥

কাকো অলপো নিন্দা নকৰোঁ, বলৱানজনৰ অপবাদ প্ৰচাৰ নকৰোঁ। হে শ্ৰেষ্ঠ ব্ৰাহ্মণ, পূৰ্ব্ব জন্মৰ কৃত-কৰ্ম্মই কৰ্ত্তাক অনুসৰণ কৰি থাকে। ২৩ ॥

এই জগতত কৃষি, গো-ৰক্ষা, বাণিজ্য, ৰাজনীতি, বেদৰ আৰু উপনিষদৰ জ্ঞান—এই কেইটাই হ'ল জীৱিকা-নিৰ্ব্বাহৰ উপায়, আৰু ইয়াৰ দ্বাৰা পৰলোক-প্ৰাপ্তি হয়। ২৪ ॥

শূদ্ৰৰ (পৰিচৰ্য্যা) কৰ্ম্ম, ক্ষত্ৰিয়ৰ যুদ্ধ, বৈশ্যৰ কৃষি আৰু ব্ৰাহ্মণৰ ব্ৰহ্মচৰ্য্যা, তপস্যা, বেদৰ মন্ত্ৰ-পাঠ আৰু সত্য ব্যৱহাৰ—এইবিলাক চিৰকলীয়া। ২৫ ॥

নিজ কামত লাগি থকা প্ৰজাসকলক ৰজাই ধৰ্ম্মমতে শাসন কৰে, আৰু যি-সকলে বেয়া কামত হাত দিয়ে তেওঁলোকক নিজৰ কামত লগায়। ২৬ ॥

ৰজাক সদায় ভয় কৰা উচিত; কাৰণ তেওঁ প্ৰজাৰ অধিপতি। ৰজাই বিৰূপ কৰ্ম্ম কৰাসকলক পহুক কাঁড়েৰে ভেটা দিয়াদি বাৰণ কৰে। ২৭ ॥

জনক ৰজাৰ এই ৰাজ্যত, হে ঋষিতুল্য ব্ৰাহ্মণ, বিৰূপ কৰ্ম্মকাৰী কোনো মানুহ নাই; হে দ্বিজোত্তম, চাৰিও বৰ্ণ নিজ নিজ কামতে ব্যাপৃত। ২৮ ॥

এই জনক ৰজাই নিজৰ পুতেক হ'লেও দুশ্চৰিত্ৰজনক দণ্ডনীয় বুলি ভাবি দণ্ড বিধান কৰে আৰু ধাৰ্ম্মিকজনক উৎপীড়ন নকৰে। ২৯ ॥

হে শ্ৰেষ্ঠ ব্ৰাহ্মণ, ৰজাই চোৰাংচোৰাবিলাকক ভালকৈ প্ৰয়োগ কৰি ধৰ্ম্ম অনুসৰিয়েই সকলোতে চকু দিয়ে। অৰ্থ, সম্পত্তি, ৰাজ্য আৰু দণ্ড-নীতি ক্ষত্ৰিয়-সকলৰ হাততেই থাকে। ৩০ ॥

ৰজাসকলে নিজৰ কৰ্ত্তব্য পালন কৰিয়েই প্ৰচুৰ সম্পদ ইচ্ছা কৰে। ৰজাইহে সকলো বৰ্ণৰে ত্ৰাণকৰ্ত্তা। ৩১ ॥

হে ব্ৰাহ্মণ, আইন মানুহে মাৰি দিয়া গাহঁৰি আৰু ম'হহে মই সদায় বিক্ৰী কৰোঁ, নিজে কেতিয়াও বধ নকৰোঁ। ৩২ ॥

মই নিজে মঙহ নাখাওঁ, ঋতুকালতহে স্ত্ৰীসংসৰ্গ কৰোঁ। হে দ্বিজ, মই সদায় উপবাস কৰি ৰাতি (মাত্ৰ) ভোজন কৰোঁ। ৩৩ ॥

দুষ্ট-চৰিত্ৰৰ হৈও পুৰুষ সচ্চৰিত্ৰৰ হ'ব পাৰে (সৎসঙ্গৰ বলত)। আৰু প্ৰাণী-হিংসাত লিপ্ত থাকিয়ো (ধৰ্ম্ম আচৰণ কৰি) ধাৰ্ম্মিক হ'ব পাৰে। ৩৪ ॥

ৰজাসকলৰ স্বেচ্ছাচাৰিতাত ধৰ্ম্ম বৰ সঙ্কীৰ্ণ হৈ পৰে, আৰু অধৰ্ম্মৰ প্ৰাদুৰ্ভাৱ হ'লে প্ৰজাসকল ঠেক মনৰ হয়। ৩৫ ॥

তেতিয়া বিকট-আকাৰৰ, বাওনাৰ, কুজাৰ, লাওমূৰীয়াৰ, আৰু নানা ধৰণৰ নপুংসকৰ, কণাৰ, কলাৰ, আৰু উঠন-চকুৰা মানুহবোৰৰ জন্ম হয়। ৩৬ ॥

ৰজাৰ অধৰ্ম্মৰ ভাবেই সদায় প্ৰজাসকলৰ অমঙ্গল আনে। (সেই কাৰণে) এই ৰজা জনকে প্ৰজাসকলক ধৰ্ম্মেৰে পালন কৰিছে। ৩৭ ॥

তেওঁ নিজৰ কৰ্ত্তব্যত ৰত সকলো প্ৰজাকে অনুগ্ৰহ কৰে। যিসকল মানুহে মোক প্ৰশংসা বা নিন্দা কৰে সেই সকলোকে মই সাধু কৰ্ম্মৰ যোগে তোষণ

কৰে’। যিসকল ৰজাই নিজ ৰাজ-ধৰ্ম্মমতে জীৱন যাপন কৰে আৰু যি স্বধৰ্ম্মত লিপ্ত থাকে তেওঁলোকেই প্ৰকৃত ৰজা। ৩৮-৩৯ ॥

যি ধৰ্ম্মনিষ্ঠ আৰু সংযমী, যেয়ে শক্তি অনুসাৰে অন্নদান কৰে, যি সকলো সময়তে সহিষ্ণুভাৱে থাকে আৰু যি উদ্যোগী, তেওঁলোকে আনৰ সাহায্য গ্ৰহণ নকৰে। ৪০ ॥

যোগ্যতা অনুসৰি সকলো প্ৰাণীকে সদায় সন্মান দেখুওৱা উচিত। মানুহৰ গুণ ত্যাগৰ যোগেই প্ৰকাশ পায়, অইনৰ দ্বাৰা নহয়। ৪১ ॥

মানুহে মিছা কোৱা পৰিহাৰ কৰিব লাগে। উপযাচি আনৰ প্ৰিয় কাৰ্য্য কৰিব। মানুহে লোভত, ক্ৰোধত নাইবা হিংসাত ধৰ্ম্ম ত্যাগ নকৰিব। ৪২ ॥

প্ৰিয় লাভতো আনন্দ নকৰিব, দুঃখ উপস্থিত হলেও সন্তপ্ত নহব। অৰ্থৰ নাটনিত অধীৰ নহব আৰু স্বধৰ্ম্ম ত্যাগ নকৰিব। ৪৩ ॥

হঠাৎ যদি কোনো নকৰিব লগীয়া কাম কৰা হয়, তাৰ যেন পুনৰাবৃত্তি নহয়; আৰু যিটো কল্যাণ বুলি ভাবিব, তাতেই নিজকে নিয়োগ কৰিব। ৪৪ ॥

পাপীৰ প্ৰতি পাপজনক আচৰণ নকৰিব, সদায় শিষ্টভাৱে থাকিব। কাৰণ, পাপ-কৰ্ম্ম কৰিবলৈ ইচ্ছা কৰাজনে পাপযুক্ত হৈ নিজকে হত্যা কৰে। ৪৫ ॥

যিসকলে ধৰ্ম্ম নাই বুলি ভাবি ধাৰ্ম্মিকসকলক উপহাস কৰে, সেই অসৎ পাপীসকলৰ কৰ্ম্মও অসৎ। ৪৬ ॥

সেইসকল ধৰ্ম্মত অবিশ্বাস কৰিয়েই নষ্ট পায়, ইয়াত কোনো সন্দেহ নাই। কাৰণ, বতাহেৰে পৰিপূৰ্ণ ডাঙৰ চামৰাৰ পেটাৰীৰ নিচিনাকৈ তেওঁলোকৰ মন সদায়েই পাপতে ওফন্দি ফিট্‌ফিটীয়া দিয়ে। ৪৭ ॥

মূৰ্খ অথচ অহঙ্কাৰী মানুহৰ কথা অসাৰেই হয়। কাৰণ সূৰ্য্যই দিনত যেনেকৈ নিজৰ ৰূপ প্ৰকাশ কৰে, তেনেকৈয়ে তেওঁলোকৰো অন্তৰাত্মাই ভিতৰৰ ৰূপ দেখুৱাই দিয়ে। ৪৮ ॥

নিজৰ জয়ঢোল কোবায়েই মূৰ্খই এই জগতত খ্যাতি অৰ্জ্জন কৰিব নোৱাৰে। লেতেৰা-পেতেৰা হ’লেও বিদ্বানজনেইহে প্ৰকাশ পায়। ৪৯ ॥

কোনো গুণীজনে কাৰো নিন্দা নকৰাকৈ বা আত্ম-প্ৰশংসা নকৰাকৈ প্ৰকাশ পাইছে—এনেকুৱা কথা সংসাৰত দেখা নাযায়। ৫০ ॥

অনুতাপ কৰি পাপ কাৰ্য্যৰপৰা বিৰত হ’লে মানুহ পাপৰপৰা মুক্ত হয়। আকৌ তেনে নকৰোঁ, এনেকৈ প্ৰতিজ্ঞা কৰিলে দুনাই পাপমুক্ত হয়। ৫১ ॥

হে উত্তম ব্ৰাহ্মণ, যি কোনো (শাস্ত্ৰীয়) কৰ্ম্মৰ যোগেই পাপৰপৰা মুক্ত হ’ব পাৰি। হে ব্ৰাহ্মণ, ধৰ্ম্মৰ বিষয়ে এনেকুৱা শ্ৰুতি-মত আছে। ৫২ ॥

আগতে ধাৰ্ম্মিক হৈয়ো প্ৰথমতে কুবুদ্ধি কৰা পাপখিনি মানুহে নষ্ট কৰিব পাৰে; আৰু যিসকলে অসাৱধানতাৰ কাৰণে পাপ কৰে, ধৰ্ম্ম-কাৰ্য্যই তেওঁলোকৰ সেই পাপ দূৰ কৰে। ৫৩ ॥

যদি পাপ কৰিও কোনো পুৰুষে ভাবে, মই পাপী নহওঁ, তেনে মানুহক দেৱতাসকলে পাপী-হিচাপেই দেখে, তেওঁৰ অন্তৰাত্মায়ো তেওঁক পাপী-হিচাপেই দেখে। ৫৪ ॥

যি মানুহে কাপোৰৰ বিন্ধাৰে আঙুলিয়াই দিয়াৰ নিচিনাকৈ সাধুৰ দোষকেহে বখানে, তেনে মানুহে দ্বেষশূন্য হৈ শ্ৰদ্ধাৰে সৈতে কল্যাণজনক কাম কৰিবৰ ইচ্ছা কৰিবই। ৫৫ ॥

পাপ কৰি যদি পুৰুষে মোক্ষৰ উপায় প্ৰায়শ্চিত্তাদি কৰিবৰ ইচ্ছা কৰে, তেনে-হ'লে ডাৱৰৰ চটাৰপৰা মুক্ত হোৱা চন্দ্ৰৰ নিচিনাকৈ তেওঁ সকলো পাপৰপৰা মুক্ত হয়। ৫৬ ॥

বেলি ওলায়েই যেনেকৈ প্ৰথমতে অন্ধকাৰকেই বিনাশ কৰে, তেনেকৈয়ে কল্যাণ অনুষ্ঠান কৰাৰ লগে লগে ই সকলো পাপৰপৰা মুক্ত হয়। ৫৭ ॥

হে দ্বিজোত্তম, লোভেই পাপৰ আৱাসগৃহ বুলি জানিব। কাৰণ, অল্পজ্ঞ লুব্ধীয়া মানুহেহে পাপ-কৰ্ম্ম কৰে। ৫৮ ॥

বনৰ দ্বাৰা ঢাক খাই থকা কুঁৱাৰ নিচিনাকৈ ধাৰ্ম্মিকৰ বেশৰ দ্বাৰা যিবিলাকৰ পাপ লুকাই থাকে, সেইবিলাকৰ ইন্দ্ৰিয়-দমন, পৱিত্ৰ কাৰ্য্য আৰু ধৰ্ম্ম সম্বন্ধীয় কথাবতৰা আদি ধাৰ্ম্মিকৰ সকলো লক্ষণেই থাকে, কিন্তু তেওঁলোকৰ শিষ্টাচাৰ অতিশয় দুৰ্লভ। ৫৯ ॥

মাৰ্কণ্ডেয়ই ক'লে, হে নৰোত্তম, সেই মহাজ্ঞানী বিপ্ৰয়ো ধাৰ্ম্মিক ব্যাধজনক প্ৰশ্ন কৰিলে, মই কেনেকৈ শিষ্টাচাৰ জানিম ? ৬০ ॥

হে ধাৰ্ম্মিকসকলৰ ভিতৰত শ্ৰেষ্ঠ, মই এই কথাকে আপোনাৰপৰা শুনিবলৈ ইচ্ছা কৰোঁ। আপোনাৰ কুশল হওক, আপুনি সেই কথাটো অবিকলভাৱে কওক। ৬১ ॥

ব্যাধে ক'লে, হে দ্বিজশ্ৰেষ্ঠ, যজ্ঞ, দান, তপ, বেদপাঠ আৰু সত্য-ভাষণ—এই পাঁচোটা পৱিত্ৰ কথাই সদায় শিষ্টাচাৰৰ মাজত পৰে। ৬২ ॥

যিসকল কাম, ক্ৰোধ, অহঙ্কাৰ, লোভ আৰু কুটিলতা পৰিত্যাগ কৰি ধৰ্ম্মক লৈয়েই সন্তুষ্ট থাকে, তেওঁলোকেই শিষ্টসকলৰ সম্মত শিষ্ট। ৬৩ ॥

যজ্ঞকাৰী আৰু বেদ-অধ্যয়নশীল তেওঁলোকৰ কোনো আচাৰ নাই। প্ৰাচীন আচাৰ-ব্যৱহাৰ ৰক্ষা কৰাটো দ্বিতীয় শিষ্ট লক্ষণ। ৬৪ ॥

গুৰু-শুশ্ৰূষা, সত্য-কথন, খঙৰ অভাৱ, দান—এই চাৰিটা, হে ব্ৰাহ্মণ, সদায় শিষ্টাচাৰৰ ভিতৰত গণ্য হয়। ৬৫ ॥

মানুহে শিষ্টাচাৰত মন লগাই আৰু তাতে মন স্থাপন কৰি সকলোপ্ৰকাৰে যি প্ৰতিপত্তি লাভ কৰিব পাৰে, আইম কোনো উপায়েৰে সেই প্ৰতিপত্তি লাভ কৰিব নোৱাৰে। ৬৬ ॥

বেদৰ সাৰ হৈছে সত্য, সত্যৰ সাৰ হৈছে সংযম, সংযমৰ সাৰ হৈছে ত্যাগ; এই তিনিওটা সদায় শিষ্টাচাৰৰ ওপৰত প্ৰতিষ্ঠিত। ৬৭ ॥

বুদ্ধি আৰু মোহযুক্ত হৈ যিসকল লোকে ধৰ্ম্মৰ দোষ মাত্ৰ দেখে, তেওঁলোক বিপথে গমন কৰে। গতিকে তেওঁলোকৰ অনুগামী সকলো দুঃখত পীড়িত হয়। ৬৮॥

যিসকল শিষ্ট ভালদৰে আত্ম-সংযম কৰি বেদাধ্যয়ন আৰু ত্যাগ-পৰায়ণ হয়, তেওঁলোক সত্য-ধৰ্ম্ম-পৰায়ণ হৈ ধৰ্ম্মৰ পথত উঠিব পাৰে। ৬৯ ॥

গুৰুৰ মতত থাকি যিসকল শিষ্টাচাৰ-যুক্ত আৰু ধৰ্ম্মাৰ্থদৰ্শী হয়, তেওঁলোকে পৰম বুদ্ধিকো নিৰোধ কৰে। ৭০ ॥

আপুনি জ্ঞানৰ আশ্ৰয় লৈ মৰ্য্যাদা অতিক্ৰম কৰা, পাপ-বুদ্ধিত লিপ্ত থকা, আশৈ নোপোৱা নাস্তিকসকলক ত্যাগ কৰক আৰু ধাৰ্ম্মিকসকলৰ সেৱা কৰক।৭১॥

আপুনি ধৈৰ্য্য-ৰূপ নাৱত উঠি কাম-ক্ৰোধ-ৰূপ জলজন্তুৰে ভৰা আৰু পঞ্চেন্দ্ৰিয়-ৰূপ পানীৰে উপচি থকা নদী অতিক্ৰম কৰি জন্মৰূপ দুৰ্গ উত্তীৰ্ণ হওক। ৭২ ॥

ৰঙা বং যেনেকৈ বগা কাপোৰত জিলিকি উঠে, তেনেকৈয়ে শিষ্টাচাৰত ক্ৰমে সঞ্চয় কৰা জ্ঞানযোগ-ৰূপ মহান ধৰ্ম্ম সাধু হয়। ৭৩ ॥

অহিংসা আৰু সত্য-ভাষণ—এই দুটাই হৈছে সকলো প্ৰাণীৰ পৰম হিতদায়ক। তাৰ ভিতৰত অহিংসা পৰম ধৰ্ম্ম, সেই অহিংসা হৈছে সত্যৰ ওপৰত প্ৰতিষ্ঠিত, আৰু সত্যৰ ওপৰত ভিত্তি কৰিয়েই সাধুসকলৰ প্ৰবৃত্তিবিলাক অগ্ৰসৰ হয়। ৭৪ ॥

শিষ্টসকলৰ আচাৰ-ব্যৱহাৰৰ দ্বাৰা সেৱিত সত্যই শ্ৰেষ্ঠ; সজ্জনসকলৰ ধৰ্ম্ম হৈছে সদাচাৰ, আকৌ আচাৰৰ লক্ষণেৰেহে সন্তসকলক বুজিব পাৰি। ৭৫ ॥

যি যি প্ৰাণী যি যি স্বভাৱৰ, সেই সেই প্ৰাণীয়ে তেনে স্বভাৱকে গ্ৰহণ কৰে। আত্মজ্ঞান-বিহীন পাপী মনৰ লোকসকলে ক্ৰোধ, কাম আদি দোষবিলাককহে পায়। ৭৬ ॥

ন্যায়যুক্ত যি কৰ্ম্ম বা আচাৰ তাকেই ধৰ্ম্ম বুলি কোৱা আছে। আৰু যি আচাৰ ন্যায়সঙ্গত নহয়, সি অধৰ্ম্ম, সন্তসকলৰ এয়েই হ'ল উপদেশ। ৭৭ ॥

ক্ৰোধ বিহীন, হিংসা-ৰহিত, নিৰহঙ্কাৰী, গুণৰ মাজত দোষ নেদেখা, সৰল আৰু শান্ত গুণযুক্ত—এনেসকল লোকেই শিষ্টাচাৰী। ৭৮ ॥

তিনি বেদৰ জ্ঞানেৰে বৃদ্ধ, শুচি, সজ-চৰিত্ৰ, উদাৰ-মন, গুৰু-শুশ্ৰূষাকাৰী আৰু ইন্দ্ৰিয়-সংযমী—এনে স্বভাৱৰ লোককো শিষ্টাচাৰী বুলি কয়। ৭৯ ॥

যিসকল পৰম অধ্যৱসায়ী, নিজৰ কৰ্ম্মৰ দ্বাৰা যি সমাজত আদৃত, আৰু যাৰ আচাৰ আৰু কৰ্ম্ম অইনৰ দুষ্কৰ, তেওঁলোকৰ নিজৰ কৰ্ম্মৰ দ্বাৰায় হিংসা আদি দোষবিলাক বিনষ্ট হৈ যায়। ৮০ ॥

বুধিয়ক মানুহবিলাকে সেই পুৰণি, নিত্য, স্থিৰ, সদাচাৰৰূপী ধৰ্ম্মক ধৰ্ম্মৰ চকুৰেই দৃষ্টি কৰি স্বৰ্গ লাভ কৰে। ৮১ ॥

আস্তিক, অভিমানহীন, দ্বিজাতিসকলৰ পূজক, শাস্ত্ৰজ্ঞানী আৰু সজ-আচৰণ-সম্পন্ন সাধকসকলেই স্বৰ্গনিবাসী হয়। ৮২ ॥

যাগ-যজ্ঞাদি হ'ল শ্ৰেষ্ঠ ধৰ্ম্ম, ধৰ্ম্মশাস্ত্ৰত কোৱা ব্ৰতাদি হ'ল আন এবিধ ধৰ্ম্ম আৰু শিষ্টসকলৰ শিষ্ট ব্যৱহাৰ—এই তিনিবিধেই ধৰ্ম্মৰ স্বৰূপ। বিদ্যাত পাৰ্গতালি, তীৰ্থস্থানত স্নান, ক্ষমা, সত্য, সৰলতা, পবিত্ৰতা, সজ্জনৰ আচাৰ, নিৰীক্ষণ, সকলো প্ৰাণীৰে প্ৰতি দয়াবান, অহিংসাত ৰত থকা, যি কটু কথা কেতিয়াও নকয়,—তেনে লোকেই দ্বিজসকলৰ প্ৰিয় সন্ত। সেইসকলেই সকলো লোকৰে হিত বাঞ্ছাকাৰী, ন্যায়বান, গুণী আৰু শিষ্টসকলৰ আদৃত শিষ্টাচাৰী লোক—যিসকলে শুভ আৰু অশুভ কৰ্ম্মৰ ফল সঞ্চয় কৰোঁতে তাৰ পৰিণামো বুজি পায়। ৮৩-৮৬ ॥

যিসকলে দুখীয়াসকলক অনুগ্ৰহ কৰে আৰু মিত্তিৰ-কুটুমৰ মাজত ধন বিলাই দিয়ে, যিসকল সন্ত, সৎপথত নিবিষ্ট আৰু যিসকল হিংসা-শূন্য সেইসকল সাধুৱেই স্বৰ্গ-বিজয়ী। ৮৭ ॥

যি সকলো প্ৰাণীৰ প্ৰতি দয়ালু, তপস্বী আৰু শাস্ত্ৰৰ জ্ঞানকে ধন বুলি মানি লয়, যি সকলোৰে পূজনীয়, তেওঁকেই সাধুসকলেও শিষ্ট বুলি মানি লয়। ৮৮ ॥

নিজৰ পৰিবাৰবৰ্গ আৰু তিৰোতাক কষ্ট দি হ'লেও অতি মনোযোগেৰে যিসকল দৰিদ্ৰ শিষ্টই দান কৰে, তেওঁলোক ঐশ্বৰ্য্য-বিভূতি লাভ কৰি সুখময় লোক প্ৰাপ্ত হয়। ৮৯ ॥

জাগতিক ব্যৱহাৰ, নিজৰ মঙ্গল আৰু ধৰ্ম্মলৈ চকু দি সন্তসকলে সাধুসকল আহিলে নিজ শক্তিতকৈয়ো বেছি দান কৰে। ৯০ ॥

অহিংসা, সত্য কথা, অনিষ্ঠুৰতা, সৰলতা, দ্ৰোহ আচৰণ নকৰা, অভিমানৰ অভাৱ, লজ্জা, সহিষ্ণুতা, ইন্দ্ৰিয়-দমন আৰু শান্ত গুণ, বুদ্ধিৰ প্ৰখৰতা, ধৈৰ্য্যশালতা, আৰু জীৱৰ প্ৰতি অনুকম্পা।—এইবিলাক গুণৰ আশ্ৰয় লৈ থকা সন্তসকল চিৰকালৰ কাৰণে সুখেৰে বাস কৰে। ৯১-৯২ ॥

যিসকলৰ কামনা আৰু হিংসা নাই, সেইসকল সাধুৱেই লোক-ব্যৱহাৰৰ আদৰ্শ। সন্তসকলে তিনিটা ব্যৱহাৰকে অতি উত্তম বস্তু বুলি কয়, দ্ৰোহাচৰণ নকৰি দান কৰা, প্ৰদায় সত্য কথা কোৱা আৰু লোকৰ দুখ বুজি সকলোকে দয়া কৰা। ৯৩-৯৪ ॥

যিসকলৰ ধৰ্ম্ম সুনিশ্চিত সেই মহামতি শিষ্টাচাৰীসকল বৰ সন্তুষ্ট মনেৰে এই লোকত উত্তম ধৰ্ম্ম পথেৰে গতি কৰে। ৯৫ ॥

লোকৰ দোষ নেদেখা, ক্ষমা, শান্তি, সন্তোষ, প্ৰিয়বাদিতা, কাম-ক্ৰোধ পৰিত্যাগ, সাধু-আচাৰ অনুসৰণ, শাস্ত্ৰসম্মত কৰ্ম্ম-সাধন, অতি উত্তম সজ পথ গ্ৰহণ, ধৰ্ম্মত ব্ৰতী হৈ শিষ্টাচাৰ গ্ৰহণ—এই সকলোবোৰ যিসকলে সাধন কৰে, সেইসকলেই, হে ব্ৰাহ্মণশ্ৰেষ্ঠ, বিবিধ লোকচৰিত্ৰ অধ্যয়ন কৰি জ্ঞান-উন্নতত আৰোহণ কৰে আৰু বৃহৎ ভয়ৰপৰা পৰিত্ৰাণ পায়। ৯৬-৯৮ ॥

হে দ্বিজশ্ৰেষ্ঠ ব্ৰাহ্মণ, শিষ্টাচাৰৰ গুণকে ধৰি অতি পুণ্য আৰু পাপৰ সেই সকলো কথা জ্ঞান আৰু শাস্ত্ৰানুসৰি মই আপোনাক কলো। ৯৯ ॥

ইতি মহাভাৰতৰ বনপৰ্ব্বৰ অন্তৰ্গত মাৰ্কণ্ডেয়-সমাস্যা-পৰ্ব্বত ব্ৰাহ্মণ-ব্যাধ-সংবাদ ঃ ১ নামৰ সপ্তাধিকদ্বিশততম অধ্যায়। ২০৭ ॥

॥ অধ্যায় ২০৮ ॥

## ॥ ব্ৰাহ্মণ-ব্যাধ-সম্বাদ ঃ ২ ॥

মাৰ্কণ্ডেয়ই ক'লে, হে যুধিষ্ঠিৰ, তাৰ পাছত সেই ধাৰ্ম্মিক ব্যাধে সেই ব্ৰাহ্মণক ক'লে, মই আচৰণ কৰা এই কাম যে বৰ নৃশংস তাত সন্দেহ নাই। ১ ॥

হে ব্ৰাহ্মণ, বিধিয়েই বলৱান, আগেয়ে দৈৱৰ নিয়ম লঙ্ঘন কৰিব নোৱৰা কাম মই কৰিছো : প্ৰাক্তন পাপৰ ফল হৈছে এই দূষণীয় কৰ্ম্ম। ২ ॥

হে ব্ৰাহ্মণ, এই দোষ নিৰ্ম্মূল কৰিবৰ কাৰণে মই যত্ন কৰিছো। দৈৱই আগতে মাৰে, ঘাতক নিমিত্তহে মাত্ৰ। ৩ ॥

হে দ্বিজোত্তম, এই কৰ্ম্মৰ আমি নিমিত্ত মাত্ৰ, এই বাবেহে সেই হত্যা কৰা প্ৰাণীবিলাকৰ মাংস মই বিক্ৰী কৰোঁ। ৪ ॥

(এই মাংসৰ) ভক্ষণৰ যোগে সদ্ব্যৱহাৰ হোৱাৰ কাৰণে সেইবোৰতো ধৰ্ম্ম হয়; লগে লগে দেৱতা, অতিথি, ভৃত্য আৰু পিতৃসকলৰো তৃপ্তি হয়। ৫ ॥

ঔষধৰ গছ, লতা, জন্তু, মৃগ, হৰিণাদি পছু আৰু পক্ষীবিলাকো অন্নৰ নিচিনাকৈ খাদ্যস্থানীয়—এনেকুৱা বেদোক্ত-বাণীও আছে। ৬ ॥

হে ব্ৰাহ্মণশ্ৰেষ্ঠ, শুনিবলৈ পোৱা যায়, উশীনৰ-পুত্ৰ ক্ষমাৱান্ মহাৰাজ শিবিয়ে নিজৰ মঙহ দান কৰি অতি দুৰ্লভ স্বৰ্গ লাভ কৰিছিল। ৭ ॥

হে দ্বিজ, প্ৰাচীন কালত ৰন্তিদেৱ ৰজাৰ পাক-ঘৰত প্ৰতিদিনে দুহেজাৰকৈ জন্তু মৰা হৈছিল আৰু শুনা যায়, নিতৌ দুহেজাৰকৈ গৰুও মৰা হৈছিল। হে শ্ৰেষ্ঠ ব্ৰাহ্মণ, ৰজা ৰন্তিদেৱে মাংসেৰে সৈতে নিতৌ অন্ন দান কৰি অক্ষয় কীৰ্ত্তি লাভ কৰিছিল আৰু চাতুৰ্ম্মাস্য যোগতো তেওঁ নিতৌ পশু বধ কৰিছিল। ৮-১০ ॥

অগ্নিয়েও মাংস ভাল পায়—এনেকুৱা শ্ৰুতি-বাক্যও আছে। হে ব্ৰাহ্মণ, যজ্ঞত দ্বিজসকলে সততে পশু বধ কৰে। ১১।

সিইঁতো মন্ত্ৰৰ দ্বাৰা পূত হৈ স্বৰ্গ-প্ৰাপ্ত হয়। যদি আগতে অগ্নিয়েও মাংস খাবলৈ ইচ্ছা নকৰিলেহেঁতেন, হে দ্বিজশ্ৰেষ্ঠ, মাংস কাৰো ভক্ষ্যই নহলহেঁতেন। ১২-১৩ ॥

এই মাংস ভক্ষণতো মুনিসকলে এটা নিয়মৰ কথা কৈছে—যিজনে বিধি অনুসৰি শ্ৰাদ্ধ, দেৱতা আৰু পিতৃসকলক দান কৰি নিতৌ ভক্ষণ কৰে, তেওঁক ভক্ষণৰ দোষে চুব নোৱাৰে। ১৪ ॥

এনেকৈ ভক্ষণ কৰিলে নিৰামিষ-ভোজী হয়—এনে বেদ-বাক্যও আছে। ঋতু-কালত ভাৰ্য্যা-গমন কৰিলেও ব্ৰাহ্মণক ব্ৰহ্মচাৰী বুলিয়েই ধৰা হয়। ১৫ ॥

ধৰ্ম্ম আৰু অধৰ্ম্ম, এই দুয়োটাকে গমি-পিটি চাই মুনিসকলে এই বিষয়ে নিৰ্দ্দেশ দিছে। হে ব্ৰাহ্মণ, সৌদাস ৰজাই অত্যন্ত শাপৰ বশীভূত হৈ এসময়ত অতিকৈ মানুহৰ মাংস খাইছিল। এই মাংস-ভক্ষণ মোৰমতে নিন্দনীয়। ১৬ ॥

মোৰ এয়ে প্ৰাক্তন কৰ্ম্ম, ইয়াকে বুজি এই কৰ্ম্মৰ যোগেই মই জীৱন নিৰ্ব্বাহ কৰোঁ। হে দ্বিজোত্তম, ইয়াক স্বধৰ্ম্ম বুলি ভাবিয়েই মই এৰি দিয়া নাই। ১৭ ॥

স্বধৰ্ম্ম পৰিত্যাগ কৰিলে, হে ব্ৰাহ্মণ, এই জগতত অধৰ্ম্ম হোৱা দেখা যায়। স্বকৰ্ম্মত নিৰত থকাই হৈছে ধৰ্ম্ম—এই কথা নিশ্চিত। ১৮ ॥

পূৰ্ব্বতে বিধিয়ে বিধান কৰা কৰ্ম্মই মানুহক পৰিত্যাগ নকৰে। কৰ্ম্মৰ স্বৰূপ নিৰ্ণয় কৰোঁতে বহু বাৰ এই নিয়ম দেখা গৈছে। ১৯ ॥

অতি নিদাৰুণ কামত লাগি থকাজনবো বিবেচনা হোৱা উচিত, কেনেকৈ শুভ কাম কৰি নিন্দাৰপৰা মুক্ত হব পাৰোঁ। ২০ ॥

নৃশংস কৰ্ম্মত লাগি থকা জনৰো বহুত ধৰণেৰে মান নিৰ্ণয় হ'ব পাৰে, যেনে—দান, সত্য, বাক্য আৰু গুৰু-শুশ্ৰূষা। ২১ ॥

ব্ৰাহ্মণসকলৰ পূজাত আৰু ধৰ্ম্মত মই সদায় ৰত আছো। গতিকে, হে দ্বিজোত্তম, অভিমান আৰু নিন্দাৰপৰা মই মুক্ত। ২২ ॥

খেতি-বাতিক মানুহে ভাল ব্যৱসায় বুলি ভাবে, কিন্তু তাতো পৰম হিংসা আছে, কাৰণ মানুহে তাতো নাঙলেৰে মাটি চহাওঁতে মাটিত থকা বহু প্ৰাণী বধ কৰে। ২৩-২৪ ॥

মোৰ এনে ধাৰণা হয়, অইন বহু জীৱ আছে (যিবোৰ হত হ'ব লাগিছে)। হে দ্বিজোত্তম, ধান আদি শস্যৰ যিবোৰ বীজ সেই সকলোবোৰকেই জীৱ বুলি মই ভাবোঁ। মানুহে পশুবিলাকক আক্ৰমণ কৰি মাৰে আৰু খায়। ২৫ ॥

হে দ্বিজ, মানুহে বহুত গছ আৰু ওষধি কাটে। হে ব্ৰাহ্মণ, গছ আৰু তাৰ গুটিত বহুত জীৱই থাকে। ২৬ ॥

পানীতো বহুত জীৱ থাকে। তাৰপৰাই কটু ফটীয়াকৈ ওলাই পৰে, গোটেই পৃথিবী, হে ব্ৰাহ্মণ, প্ৰাণীবিলাকৰ দ্বাৰা ব্যাপৃত। ২৭ ॥

মাছে মাছক গ্ৰাস কৰে। ইয়াৰপৰা মই, হে শ্ৰেষ্ঠ ব্ৰাহ্মণ, ইয়াকে বুজোঁ, বহুত ধৰণৰ প্ৰাণী প্ৰাণীৰ ওপৰতে বৰ্ত্তি থাকে। ২৮ ॥

প্ৰাণীয়ে প্ৰাণীক পৰস্পৰ ভক্ষণ কৰে, তাৰপৰা মই কি বুজিম ? হে বিপ্ৰ, মানুহে ফুৰি ফুৰোঁতে ভৰি দুটাৰে মাটিত বগাই ফুৰা বহুত জীৱকে বধ কৰে।

গতিকে মই ভালকৈ দেখিলোঁ, মানুহে বহোঁতে, শোঁতে বহুত চেতন জীৱ বধ কৰে। গতিকে, এই আকাশ আৰু পৃথিৱী—সকলোতে জীৱই ভৰি আছে। ২৯-৩১ ॥

মানুহে (সদায়েই) অজানিতে হিংসা কৰি আছে, ইয়াৰপৰা প্ৰতিভাত হয়, আগৰেপৰা যি অহিংসা বুলি কোৱা হৈছে, সি পুৰণি লোকসকলৰ অনুসন্ধানৰ অভাৱহে। ৩২ ॥

হে দ্বিজশ্ৰেষ্ঠ, এই জগতত জীৱক কোনে হিংসা কৰা নাই? দকৈ ভাবিলে দেখা যায়, অহিংসুক কোনো নাই। ৩৩ ॥

হে ব্ৰাহ্মণশ্ৰেষ্ঠ, মুনিসকলেই অহিংসা অভ্যাস কৰে, কাৰণ হিংসা কৰিব লগীয়া হৈছে যদিও যত্নেৰে তেওঁলোকে কম হিংসা কৰিছে, আৰু এইটোও লক্ষিত হৈছে—মহাগুণী, ভাল বংশত জাত পুৰুষসকলেও বৰ ঘৃণনীয় কাম কৰে আৰু লাজো নাপায়। ৩৪-৩৫ ॥

বন্ধু নাইবা শত্ৰুসকলে অন্য পুৰুষক তেওঁলোক ভাল কামত প্ৰবৃত্ত হলেও যথাৰ্থ মিত্ৰ বা শত্ৰু বুলি ভাবি ল'ব নোৱাৰে। ৩৬ ॥

আকৌ বন্ধুসকলে বন্ধুসকলৰ উন্নতিতো আনন্দ অনুভৱ কৰিব নোৱাৰে। আৰু নিজকে পণ্ডিত বুলি ভবা অভিমানী মূৰ্খসকলেও গুৰুজনক নিন্দা কৰে। ৩৭ ॥

হে ব্ৰাহ্মণশ্ৰেষ্ঠ, জগতত এনেকৈয়ে বহুত বিপৰীত কথা দেখা যায় আৰু ধৰ্ম্ম কাৰ্য্যক অধৰ্ম্ম বুলি আৰু অধৰ্ম্ম কাৰ্য্যক ধৰ্ম্ম বুলি গণ্য কৰা হয়। এই কাৰণে মই ভাবোঁ, ধৰ্ম্ম কাৰ্য্য আৰু অধৰ্ম্ম কাৰ্য্যৰ সম্বন্ধে এনেকৈ বহুত উদাহৰণ পোৱা যাব; গতিকে, যিজন মানুহ নিজৰ কৰ্ম্মত নিৰত থাকে তেৱেঁই মহৎ খ্যাতি পাব। ৩৮-৩৯ ॥

ইতি মহাভাৰতৰ বনপৰ্ব্বৰ অন্তৰ্গত মাৰ্কণ্ডেয়-সমাস্যা-পৰ্ব্বত ব্ৰাহ্মণ-ব্যাধ-সম্বাদ ঃ ২ নামৰ অষ্টাধিকাদ্বিশততম অধ্যায়। ২০৮ ॥

## ॥ অধ্যায় ২০৯ ॥

# ॥ ব্ৰাহ্মণ-ব্যাধ-সম্বাদ ঃ ৩ ॥

মাৰ্কণ্ডেয়ই ক'লে, হে যুধিষ্ঠিৰ, ধাৰ্ম্মিকসকলৰ ভিতৰত শ্ৰেষ্ঠ সেই ধাৰ্ম্মিক ব্যাধ-জনে নিপুণ সেই শ্ৰেষ্ঠ ব্ৰাহ্মণক (কৌশিকক) এই কথা ক'লে। ১ ॥

ব্যাধে ক'লে, বৃদ্ধসকলৰ নিৰ্দ্দেশ, ধৰ্ম্মৰ একমাত্ৰ প্ৰমাণ বেদ। কাৰণ, ধৰ্ম্মৰ গতি অতি সূক্ষ্ম। ধৰ্ম্ম বহু বিধ আৰু অনন্ত। ২ ॥

প্ৰাণ-নাশৰ সম্ভাৱনা হ'লে আৰু বিবাহত মিছা কথা ক'ব পাৰে। কাৰণ, তেতিয়া মিছাও সঁচা হয় আৰু সঁচাও মিছা হয়।৩॥

যিটোৱেই প্ৰাণীবিলাকৰ আত্যন্তিক হিতদায়ক সিয়েই সত্য— এইটোৱেই ধাৰণা। ইয়াৰ বিপৰীত কৰাই অধৰ্ম্ম, পণ্ডিতে ধৰ্ম্মৰ সূক্ষ্মতা চাওক।৪॥

হে সাধুশ্ৰেষ্ঠ, মানুহে যি শুভ বা অশুভ কৰ্ম্ম কৰে, তাৰ ফল অৱশ্যে পায়, ইয়াত সন্দেহ নাই।৫॥

মূৰ্খই বিষম অৱস্থাত পৰিলে দেৱতাসকলক বৰ নিন্দা কৰে, কিন্তু নিজৰ কৰ্ম্ম-দোষ বুজি নাপায়।৬॥

হে ব্ৰাহ্মণশ্ৰেষ্ঠ, মূৰ্খ, প্ৰৱঞ্চনাকাৰী আৰু চঞ্চলজনে সদায় সুখ-দুঃখৰ বিপৰীত ফল পায়।৭॥

তেতিয়া তেনেজনক প্ৰজ্ঞা, সুনীতি বা কোনো পৌৰুষেয়-চেষ্টাই এনে কৰিব নোৱাৰে। এওঁলোকে মনৰ ভাব অনুসৰি যি বিচাৰে তাকে পায়।৮॥

মানুহৰ পুৰুষকাৰৰ কৰ্ম্মফল যদি দৈৱাধীন নহলাহেঁতেন, তেতিয়া হ'লে বুদ্ধিয়ক আৰু দক্ষ মানুহবিলাক সংযত নহ'লাহেঁতেন।৯॥

সকলো কৰ্ম্ম-বিহীন হৈ থকা সত্তসকলকো নিষ্ফল হোৱা দেখা যায় আৰু মানুহৰ ভিতৰত একো একোজন হিংসাৰ যোগেই দোপত-দোপে উঠি যায়।১০॥

লোকসকলক বঞ্চনা কৰিও তেওঁ সুখেৰে বাস কৰে। হাত-ভৰি লৰ-চৰ নকৰাকৈ বহি থকা কোনো কোনোজনক লক্ষ্মীয়ে আঁকোৱালি লয়।১১॥

কোনো কোনোজনে কৰ্ম্ম কৰিও বাঞ্ছিত ফল নাপায়। পুত্ৰ-প্ৰাপ্তিৰ ইচ্ছাৰে দেৱতাসকলৰ যাগ আৰু তপস্যা কৰিয়ো দুখীয়াসকলে দহ মাহ গৰ্ভ ধাৰণ কৰি পুত্ৰৰ জন্ম দিয়ে: কিন্তু সিহঁত কুলৰ কলঙ্ক হয়, কিন্তু এনে লোক আছে, যি পিতাকে সাঁচি থোৱা বহুত ধন, ধান আৰু অইন ভোগৰ সামগ্ৰী লৈ জন্ম গ্ৰহণ কৰে আৰু সেই সেই মাঙ্গলিক বস্তুবোৰৰাই লাভবান হয়। মানুহৰ ৰোগবিলাক (নিজ নিজ) কৰ্ম্মবোৰৰাই উত্তৰ হয়—ইয়াত সংশয় নাই।১২-১৪॥

ব্যাধসকলে যেনেকৈ সৰু সৰু পশুবোৰ নষ্ট কৰে, তেনেকৈ ঔষধ গোটাই বধ পাকৈত বেজে ব্যাধিবিলাককো গুচাই দিব পাৰে।১৫॥

হে ব্ৰাহ্মণ, ব্যাধে পশু বধ কৰাৰ দৰে ব্যাধিকো নাশ কৰিব পাৰি। গ্ৰহণীৰ দোষত কষ্ট পোৱা যিসকল আছে, তেওঁলোকৰ ভোগ থাকিলেও, হে ধাৰ্ম্মিকশ্ৰেষ্ঠ, তেওঁলোকে ভোগ কৰিব নোৱাৰে। আৰু কিছুমান বাহুবলী মানুহেও বৰ দুঃখেৰে ভোজন কৰিবলৈ পাই কষ্ট ভোগ কৰিব লাগিছে। হে উত্তম ব্ৰাহ্মণ, এনেকৈয়ে যেন ৰক্ষকবিহীন গোটেই জগৎখনকে মোহ আৰু শোকেৰে অভিভূত কৰি প্ৰৱল কৰ্ম্মৰ সোঁতে বহু বাৰ চোৱাই হৰি নিব লাগিছে। সকলোৱেই যেন মৰিবও নোৱাৰে, জীৱও নোৱাৰে, আৰু সকলো ইচ্ছা সিদ্ধ কৰিবও নোৱাৰে।১৬-১৯॥

যদি ইন্দ্ৰিয় সংযম কৰিব পাৰে, তেতিয়া অপ্ৰিয় কথা ভোগ কৰিবলৈ নাপায়।

সকলোৱেই এই লোকৰ ওচৰলৈ যাবলৈ ইচ্ছা কৰে আৰু শক্তি অনুসৰি চেষ্টা কৰে। কিন্তু তেনে কথা হৈ নুঠে। ২০॥

বহুতৰ জন্ম-কালত নক্ষত্ৰ আৰু গ্ৰহৰ মঙ্গলজনক ফল দেখা যায়, কিন্তু কৰ্ম-সংযোগত তাৰ মহা বিষম ফলেহে দেখা দিয়ে। ২১॥

হে সাধুশ্ৰেষ্ঠ ব্ৰাহ্মণ, কোনেও নিজে সুখ-দুঃখ প্ৰভৃতি গ্ৰহণ কৰিব নোৱাৰে। প্ৰকৃত কৰ্মৰেইহে ইয়াত সিদ্ধি দেখা যায়। ২২॥

হে ব্ৰাহ্মণ, শাস্ত্ৰত কোৱা আছে, জীৱ সনাতন। এই লোকত সকলো প্ৰাণীৰেই শৰীৰ অনিত্য। ২৩॥

শৰীৰ নিধন হ'লে দেহৰহে বিলোপ হয়, জীৱাত্মাই কৰ্মৰ বন্ধন অনুসৰি অইন শৰীৰলৈ সংক্ৰমণ কৰে। ২৪॥

ব্ৰাহ্মণে ক'লে, হে শ্ৰেষ্ঠ বক্তা, হে শ্ৰেষ্ঠ কৰ্মজ্ঞ, জীৱ কেনেকৈ নিত্য হয়—এই কথা মই যথাৰ্থৰূপে জানিবৰ ইচ্ছা কৰোঁ। ২৫॥

ব্যাধে ক'লে, দেহৰ ভেদ হ'লেই জীৱৰ নাশ নহয়, মূৰ্খবিলাকে ইয়াক মৰিছে বুলি মিছাকৈয়ে কয়। সঁচাকৈ ক'ব লাগিলে জীৱ অন্য দেহক আশ্ৰয় কৰি গুচি যায়; সেই শৰীৰৰ ভেদেই ইয়াৰ মৃত্যু। ২৬॥

এই জগতত কোনো মানুহেই অন্য কোনো মানুহৰ কৃতকৰ্মৰ ফল ভোগ নকৰে। তেওঁ নিজে যি কাম কৰিছিল সেই কামৰহে ফল তেওঁ ভোগ কৰে, আৰু ভোগ নকৰিলে কৰ্মৰ নাশ কেতিয়াও নহয়। ২৭॥

পূৰ্ব্ব জন্মৰ পুণ্যশীলজনেহে এই লোকতো পুণ্যৱান হয় আৰু সৰ্ব্ব জন্মৰ অধম মানুহবিলাক এই জন্মতো পাপী হয়। গতিকে নিজে কৰা কামবিলাকে অনুসৰণ কৰে বুলিয়েই সেই কৰ্ম্মৰে সৈতে পুনৰ মানুহ এই জগতত জন্মে। ২৮॥

ব্ৰাহ্মণে ক'লে, হে সাধুশ্ৰেষ্ঠ, প্ৰাণীবিলাকে কিয় পবিত্ৰ আৰু অপবিত্ৰ যোনিত জন্ম গ্ৰহণ কৰে? আৰু কেনেকৈ বা পবিত্ৰ আৰু অপবিত্ৰ জাতি হয়? ২৯॥

ব্যাধে ক'লে, এই ধৰ্ম্ম আৰু অধৰ্ম্ম-ৰূপ কৰ্ম্ম গৰ্ভাধানৰ সময়তেই সম্বন্ধ-যুক্ত হয়। হে উত্তম ব্ৰাহ্মণ, তাকে আপোনাক ঠৌৰতে কওঁ। ৩০॥

কৰ্ম্মবীজ অনুসৰি পাপকাৰীয়ে পাপী যোনিত আৰু পুণ্যকাৰীয়ে পবিত্ৰ যোনিত পুনৰ্জ্জন্ম গ্ৰহণ কৰে। ৩১॥

শুভ কৰ্ম্মৰ যোগে দেৱত্ব, মিশ্ৰিত কৰ্ম্মৰ যোগে মনুষ্যত্ব, মোহলিপ্ত কৰ্ম্মৰ যোগে অধম-যোনি আৰু পাপীবিলাকে নৰক লাভ কৰে। ৩২॥

মানুহ নিজে অৰ্জ্জা দোষেৰে জন্ম, মৃত্যু, আৰু বাৰ্দ্ধক্য-দুঃখত সদায় উৎ-পীড়িত হৈ সংসাৰত দহি-পুৰি থাকে। ৪৩॥

জীৱবিলাকে কৰ্ম্মৰ বান্ধোন অনুসৰি নৰক আৰু হাজাৰ হাজাৰ তিৰ্য্যক্ যোনিত ভ্ৰমণ কৰি সংসাৰত ফুৰিবলৈ ধৰিছে। ৩৪॥

জীৱই নিজৰ কৃত সেই বেয়া কামবিলাকৰ যোগে দুঃখ ভোগ কৰি

আকৌ মৃত্যুৰ পাছত সেই দুঃখ ভোগ কৰিবৰ কাৰণে পাপ-যোনিত পুনৰ জন্ম গ্ৰহণ কৰে। ৩৫ ॥

তাৰ পাছত আন বহুতো নতুন বেয়া কাম জীৱই পুনৰ গ্ৰহণ কৰে আৰু অপথ্য খাই ৰোগীয়ে যেনেকৈ কষ্ট পায়, তেনেকৈয়ে জীৱয়ো আকৌ কষ্ট ভোগে। ৩৬ ॥

অনবৰত দুঃখ ভোগ কৰা জীৱ নিজকে সুখী বুলি ভাবি দুঃখ নকৰি কৰ্ম্ম-বিলাকৰ উৎপত্তি হৈ থকাত বহুত কষ্ট পাই চকৰিৰ নিচিনাকৈ ভ্ৰমি ফুৰে। হে উত্তম ব্ৰাহ্মণ, তেওঁৰ যদি বিশুদ্ধ কৰ্ম্মৰ যোগে বন্ধন মুকলি কৰিব খোজে, তেতিয়া হ'লে তেওঁ তপস্যা আৰু যোগৰ আৰম্ভ কৰে, আৰু বহুত ভাল কৰ্ম্মৰ যোগে সেই মানুহে ভাল লোক লাভ কৰে। ৩৭-৩৯ ॥

তেওঁ যদি কৰ্ম্মৰ যোগে বিশুদ্ধ আৰু বন্ধন-মুক্ত হ'ব খোজে, তেতিয়া সৎ কৰ্ম্মৰ বিবিধ পুণ্যলোক লাভ কৰে, য'ত কোনো বেজাৰৰ স্থান নাই। ৪০ ॥

পাপ চৰিত্ৰৰ লোকসকলে পাপ কাম কৰি পাপৰ পাৰ পাব নোৱাৰে। সেই কাৰণে পাপ বৰ্জ্জন কৰি পুণ্য কৰিবলৈ যত্ন কৰিব। ৪১ ॥

যি কৰিব লগীয়া কামৰ স্বৰূপ বুজে তেওঁ হিংসা নকৰি মঙ্গলজনক কথা-বিলাকক ভজন কৰে আৰু সুখ, ধৰ্ম্ম, ধন-ধান স্বৰ্গ আদি সকলো পায়। ৪২ ॥

সংস্কাৰযুক্ত, ইন্দ্ৰিয়দমনশীল, শুচি আৰু চিত্ত জয় কৰা জ্ঞানী লোকসকলৰ জীৱনৰ সুখ ইহলোক আৰু পৰলোকতো সুলভ হয়। ৪৩ ॥

ব্ৰাহ্মণে সন্তসকলৰ ধৰ্ম্মৰে অৱস্থান কৰিব, শিষ্টসকলৰ নিচিনাকৈ কাৰ্য্য কৰিব, আৰু আনক কোনো কষ্ট নিদিয়াকৈ জীৱিকা অৰ্জনৰ ইচ্ছা কৰিব। ৪৪ ॥

শাস্ত্ৰত বিচক্ষণ আৰু বেদৰ জ্ঞানৰ দ্বাৰা বিশিষ্ট বহুত শিষ্ট লোক আছে। গতিকে, তেওঁলোকৰ উপদেশমতে নিজ ধৰ্ম্ম অনুসৰি কাম কৰা উচিত। তেতিয়া হ'লে ধৰ্ম্মসঙ্কৰ নহয়। ৪৫ ॥

প্ৰাজ্ঞজনে ধৰ্ম্মতেই আনন্দ পায় আৰু ধৰ্ম্মকেই আশ্ৰয় কৰি থাকে। সেই কাৰণে, হে শ্ৰেষ্ঠ ব্ৰাহ্মণ, য'ত গুণ আছে, ধৰ্ম্ম-পথত প্ৰাপ্ত ধনেৰে সেই ধৰ্ম্মৰ গুৰিতে পানী দিব। ধাৰ্ম্মিকজন এনেকুৱাই হয় আৰু এনে কৰিয়েই তেওঁৰ মন প্ৰসন্ন হয়। ৪৬-৪৭ ॥

তেতিয়া তেওঁৰ মিত্ৰিৰ-কুটুম্ববিলাকো সন্তুষ্ট থাকে আৰু তেওঁ ইহলোক পৰলোকতো সুখী হয়। হে সাধুশ্ৰেষ্ঠ, শব্দ, স্পৰ্শ, ৰূপ, ৰস, গন্ধাদি ইষ্ট বস্তু-বিলাক আৰু প্ৰভুত্ব যে মানুহে লাভ কৰে, এই সকলোবিলাক ধৰ্ম্মৰেই ফল। হে শ্ৰেষ্ঠ ব্ৰাহ্মণ, ধৰ্ম্মৰ এই ফলবিলাক পায়ো যেন তেওঁ তুষ্ট নহয়। ৪৮-৪৯ ॥

তেওঁ তেনেকৈ তৃপ্তি লাভ নকৰি জ্ঞান-দৃষ্টিৰে চাই বৈৰাগ্য গ্ৰহণ কৰে। যিসকলৰ জ্ঞানেই চকু, ইহলোকত তেওঁলোক ৰাগ-দ্বেষ আদি কোনো দুঃখৰ বশৱৰ্ত্তী নহয়। ৫০ ॥

তেওঁলোক ইচ্ছানুসৰি বৈৰাগী হয় অথচ ধৰ্ম্ম তেওঁলোকে ত্যাগ নকৰে। এনে লোকে জগতৰ নশ্বৰ স্বৰূপ হৃদয়ঙ্গম কৰি সৰ্ব্বস্ব ত্যাগ কৰিবৰ কাৰণে যত্ন কৰে। ৫১॥

তাৰ পাছত নিয়মমতে মোক্ষৰ কাৰণে যত্ন কৰে, অনিয়মমতে নহয়। এনেকৈয়ে তেওঁ বৈৰাগ্য অৱলম্বন কৰে আৰু পাপ কামবিলাক ত্যাগ কৰে। তেওঁ ধাৰ্ম্মিক হয় আৰু পৰম মোক্ষ লাভ কৰে। প্ৰাণীৰ তপস্যাই মুক্তিৰ কাৰণ। সেই তপস্যাৰ মূল কাৰণ হৈছে জ্ঞানেন্দ্ৰিয় আৰু কৰ্ম্মেন্দ্ৰিয়ৰ সংযম। ৫২-৫৩॥

সেই ইন্দ্ৰিয়-সংযম, সত্য আৰু মন-সংযমৰ যোগেই, হে দ্বিজশ্ৰেষ্ঠ, শ্ৰেষ্ঠ ব্ৰহ্মপদ প্ৰাপ্ত হয়। ৫৪॥

ব্ৰাহ্মণে ক'লে, হে ব্ৰতপৰায়ণ, যিবিলাকক ইন্দ্ৰিয় বোলা হয় সেইবোৰ কি? সেইবিলাকৰ নিৰোধ কেনেকৈ কৰা যায় আৰু তাৰ ফলেই বা কি? ৫৫॥

হে ধাৰ্ম্মিকসকলৰ ভিতৰত শ্ৰেষ্ঠ, তাৰ ফল বা কেনেকৈ পোৱা যায়—এই ধৰ্ম্ম যথাযথভাৱে মই জানিবলৈ ইচ্ছা কৰোঁ, আপুনি মোক বুজাওক। ৫৬॥

ইতি মহাভাৰতৰ বনপৰ্ব্বৰ অন্তৰ্গত মাৰ্কণ্ডেয়-সমাস্যা-পৰ্ব্বত ব্ৰাহ্মণ-ব্যাধ-সম্বাদ ঃ৩ নামৰ নৱাধিকদ্বিশততম অধ্যায়। ২০৯॥

॥ অধ্যায় ২১০ ॥

## ॥ ব্ৰাহ্মণ-ব্যাধ-সম্বাদ ঃ ৪ ॥

মাৰ্কণ্ডেয়ই ক'লে, হে ৰজা যুধিষ্ঠিৰ, বিপ্ৰ কৌশিকে এইদৰে ক'লত সেই ধাৰ্ম্মিক ব্যাধজনে যেনেকৈ উত্তৰ দিলে শুনক। ১॥

ব্যাধে ক'লে, মানুহৰ মন প্ৰথমতে বিশিষ্ট জ্ঞানৰ প্ৰতি প্ৰবৃত্ত হয়। তাৰ পাছত, সেই বিষয়ে জ্ঞান পাই তাক অনুধাৰণ কৰে আৰু (বাধা পালে) খঙো কৰে। ২॥

তাৰ পাছত তাৰ কাৰণে (সেই বস্তু পাবৰ কাৰণে) যত্ন কৰি মহৎ কৰ্ম্ম আৰম্ভ কৰে, ইষ্ট গন্ধ ৰস আদি বস্তুবিলাকৰ ব্যৱহাৰো অভ্যাস কৰে। ৩॥

তেনে কৰাৰপৰাই অনুৰাগ জন্মে। তাৰ পাছত ক্ৰমে দ্বেষ, লোভ আৰু মোহৰ উৎপত্তি হয়। ৪॥

তাৰ পাছত, লোভাভিভূত আৰু ৰাগ, দ্বেষ আদিত ক্ৰিয়মানজনৰ ধৰ্ম্মত মতি লোপ পায় আৰু তেওঁ দম্ভ ভাৱেৰে ধৰ্ম্ম আচৰণ কৰে। ৫॥

তেওঁ কপট ভাৱেৰে ধৰ্ম্ম চৰ্চ্চা কৰে আৰু টকা-কড়িও কপটভাৱে উপাৰ্জ্জন কৰিবলৈহে তেওঁৰ ৰুচি জন্মে। তাৰ পাছত কপটতাৰ দ্বাৰা অৰ্থ লাভ হ'লে, হে শ্ৰেষ্ঠ

ব্ৰাহ্মণ, কপটতাতেই তেওঁৰ বুদ্ধি আনন্দিত হয় আৰু তেওঁ গতি কৰে আৰু পাপ কৰ্ম্ম কৰিবৰ ইচ্ছা কৰে। হে দ্বিজোত্তম, পণ্ডিত আৰু বন্ধু-বান্ধৱসকলে বাধা প্ৰদান কৰিলে অশাস্ত্ৰীয় কথাৰ যোজনা কৰি শ্ৰুতিৰ লগত লগ লগাই উত্তৰ প্ৰদান কৰে। তেওঁৰ অনুৰাগৰপৰা ওপজা তিনিবিধ অধৰ্ম্ম হয়। ৬-৮॥

তেওঁ পাপকে চিন্তা কৰে, পাপ কথা কয় আৰু পাপ কামকে কৰে। এনেদৰে অধৰ্ম্মত প্ৰবৃত্ত হওঁতে তেওঁৰ সাধু-গুণবিলাক নষ্ট পায়। ৯॥

তাৰ পাছত সেই পাপ-কৰ্ম্মীসকলৰ একধৰণৰ স্বভাৱৰ মানুহৰ লগত মিত্ৰতা হয়। তাৰপৰাই তেওঁ দুঃখ পায় আৰু পৰ জন্মতো বিপদত পৰে। ১০॥

পাপাত্মাসকল এনেকুৱাই হয়। ধৰ্ম্ম লাভ কেনেকৈ কৰিব পাৰি কওঁ শুনক। যিজনে এই সকলোবোৰ দুঃখ নিজৰ জ্ঞানৰ দ্বাৰা আগতে দেখে, সুখ-দুঃখৰ কাৰণ বিবেচনাত নিপুণ আৰু সাধুসকলকহে সেৱা কৰে, সাধু-কাৰ্য্যত লিপ্ত থকাৰ কাৰণে তেনে মানুহৰ বুদ্ধি ধৰ্ম্মতে বিৰাজমান হয়। ১১-১২॥

ব্ৰাহ্মণে ক'লে, আপুনি প্ৰিয় ধৰ্ম্ম সম্বন্ধীয় কথাকেই কৈছে। এনে বাক্যৰ বক্তা বৰ বিৰল। আপুনি দিব্য-প্ৰভাৱসম্পন্ন অতি মহান ঋষি, এয়েই মোৰ মত। ১৩॥

ব্যাধে ক'লে, মহাভাগ্যৱান ব্ৰাহ্মণসকল পিতৃ-স্বৰূপ আৰু সদায়েই আগতে অন্নভোজী হয়। সেই কাৰণে এই জগতত মনীষীসকলে সকলোপ্ৰকাৰে তেওঁ-লোকৰ প্ৰিয় কাৰ্য্য কৰিব। ১৪॥

হে উত্তম ব্ৰাহ্মণ, সেইসকলৰ যিটো প্ৰিয়, সেইটো সেই ব্ৰাহ্মণসকলক নমস্কাৰ কৰি আপোনাৰ আগত কই কম। আপুনি মোৰপৰা সেই ব্ৰহ্ম-বিদ্যা শুনক। ১৫॥

এই গোটেই বিশ্ব-জগৎ সৰ্ব্বপ্ৰকাৰে সাধাৰণ কৰ্ম্মৰ দ্বাৰা অলভ্য আৰু মহা-ভূতাত্মক ব্ৰহ্ম-স্বৰূপ। ব্ৰহ্মৰ বাহিৰে আৰু উৎকৃষ্ট পৰম তত্ত্ব একো নাই। ১৬॥

আকাশ, বায়ু, অগ্নি, জল, পৃথিৱী—এই পাঁচটি হ'ল মহাভূত। শব্দ, স্পৰ্শ ৰূপ, ৰস, গন্ধ—এই কেইটা হ'ল মহাভূতৰ গুণ। ১৭॥

শব্দ প্ৰভৃতি সকলো গুণেই উক্ত মহাভূতসমূহত যথাসম্ভৱ আছে। সেই বাবে সেই ভূতসমূহত গুণবিলাকৰ স্থিতি অনুভৱ হয় আৰু পূৰ্ব্বৰ গুণবিলাক অগ্নি, জল আৰু পৃথিৱীত প্ৰত্যক্ষ দেখা যায়। ১৮॥

চেতনা নামে ষষ্ঠ গুণ এটা আছে, তাকেই মন বোলে। বুদ্ধি সপ্তম গুণ আৰু অহঙ্কাৰ হ'ল অষ্টম গুণ। ১৯॥

কাণ, ছাল, চকু, জিভা, আৰু নাক—এই পাঁচটা ইন্দ্ৰিয়; জীৱাত্মা, ৰজঃ, সত্ত্ব আৰু তমঃ—এই কেইটাৰে সৈতে সোতৰটা পদাৰ্থক অব্যক্ত বোলা হয়। (শব্দ, স্পৰ্শ, ৰূপ, ৰস, গন্ধ, চেতনা বা মন, বুদ্ধি, আৰু অহঙ্কাৰক লৈ)। ২০॥

কাণ প্ৰভৃতি পাঁচ ইন্দ্ৰিয়, শব্দ প্ৰভৃতি পাঁচটি গুণ, মন, বুদ্ধি, অহঙ্কাৰ, মন্তব্য বোদ্ধব্য, অভিমান, সত্ত্ব, ৰজ, তম এই ঊনৈশটি, আকাশ প্ৰভৃতি পঞ্চ মহাভূত, এই চৌব্বিশটি ব্যক্ত-অব্যক্ত ৰূপ-গুণ। এই সকলোবোৰ মই আপোনাক কলো, আপুনি আৰু কিবা শুনিবলৈ ইচ্ছা কৰেনেকী ? ২১ ॥

ইতি মহাভাৰতৰ বনপৰ্ব্বৰ অন্তৰ্গত মাৰ্কণ্ডেয়-সমাস্যা-পৰ্ব্বত ব্ৰাহ্মণ-ব্যাধ-সম্বাদ : ৪ নামৰ দশাধিকদ্বিশততম অধ্যায়। ২১০ ॥

॥ অধ্যায় ২১১ ॥

## ॥ ব্ৰাহ্মণ-ব্যাধ-সম্বাদ : ৫ ॥

মাৰ্কণ্ডেয়ই ক'লে, হে ভাৰত, ধৰ্ম্ম-ব্যাধে এনেদৰে উপদেশ দিয়াৰ পাছত সেই ব্ৰাহ্মণে আকৌ মনৰ প্ৰীতিদায়ক কথা ক'বলৈ আৰম্ভ কৰিলে। ১ ॥

ব্ৰাহ্মণে ক'লে, হে ধাৰ্ম্মিকশ্ৰেষ্ঠ, যি পাঁচটিক মহাভূত বুলি কোৱা হয়, সেই বোৰৰ প্ৰত্যেকৰেই গুণ যথাৰ্থৰূপে মোৰ আগত কওক। ২ ॥

ব্যাধে ক'লে, পৃথিৱী পানী, তেজ, বায়ু আৰু আকাশ—এই পাঁচটিয়েই হৈছে মহাভূত। এইবিলাকৰ ভিতৰত পূৰ্ব্ব-পূৰ্ব্বৰ গুণবোৰ পাছৰবোৰত ক্ৰমে দেখা যায়। ৩ ॥

হে ব্ৰাহ্মণ, পৃথিৱীত পাঁচটি, পানীত চাৰিটি, তেজত তিনিটি, বায়ুত দুটি আৰু আকাশত এটি গুণ আছে। ৪ ॥

শব্দ, স্পৰ্শ, ৰূপ, ৰস আৰু গন্ধ এই পাঁচটি গুণ হৈছে পৃথিৱীৰ। গতিকে পৃথিৱী হৈছে আন সকলো ভূতৰ ভিতৰতেই বেছি গুণৱতী। ৫ ॥

হে দ্বিজশ্ৰেষ্ঠ, শব্দ, স্পৰ্শ, ৰূপ আৰু ৰস এই চাৰিটি পানীৰ গুণ। হে শ্ৰেষ্ঠ ব্ৰতধাৰী, এইবোৰৰ বৰ্ণনা আপোনাক আগতে দিয়া হৈছে। ৬ ॥

শব্দ, স্পৰ্শ আৰু ৰূপ এই তিনিটি হৈছে তেজৰ গুণ, শব্দ আৰু স্পৰ্শ এই দুটি হৈছে বায়ুৰ গুণ আৰু একমাত্ৰ শব্দই হৈছে আকাশৰ গুণ। ৭ ॥

হে ব্ৰাহ্মণ, যিবোৰ মহাভূতত সমগ্ৰ জগত প্ৰতিষ্ঠিত, সেই পঞ্চ মহাভূতত এই পোন্ধৰটি গুণ আছে। ৮ ॥

হে ব্ৰাহ্মণ, এই গুণবোৰে ইটোৱে আনটোক এৰি নাথাকে আৰু পৰস্পৰে সামঞ্জস্য ৰাখি প্ৰকাশ পায়। সকলো গুণে যেতিয়া বৈষম্য লাভ কৰে, তেতিয়া জীৱই কালৰ দ্বাৰা প্ৰেৰিত হৈ সঙ্কল্প অনুসাৰে আন দেহ ধাৰণ কৰে। আৰু

ভূতবোৰ পূৰ্ব্বানুক্রমে মৃত্যু-কালত বিলীন হয় আৰু উৎপত্তি-কালত প্রকাশ পায়। ৯-১০ ॥

বিভিন্ন শৰীৰত শুক্র প্রভৃতি যিবোৰ ধাতু দেখা যায়, সেই সকলোবোৰেই পঞ্চ-ভূতৰ পৰিণাম আৰু এইবোৰেই স্থাবৰ (স্থিতিশীল পর্ব্বত আদি) আৰু জঙ্গম (গতিশীল পশু আদি)-ৰূপে সকলো জগত ব্যাপি আছে। ১১ ॥

যিবিলাক বস্তুৰ বাহ্য ইন্দ্রিয়ৰ লগত সংসর্গ হয় সেইবোৰ ব্যক্ত আৰু যিবোৰ বস্তু ইন্দ্রিয়গ্রাহ্য নহয়, কেৱল অনুমানেৰেহে গ্রহণীয়, সেইবোৰ বস্তুকেই অব্যক্ত বুলি জনা যায়। ১২ ॥

জীৱই যেতিয়া নিজ নিজ বিষয়ক অতিক্রম নকৰাকৈয়ে এই শব্দ আদিৰ গ্রাহক ইন্দ্রিয়বোৰক নিজৰ বশত ৰাখে, তেতিয়াই তপস্যা কৰা হয়; তেতিয়া আত্মাক জগত-বাসীৰূপে আৰু জগতখনক নিজত অৱস্থিত দেখা পায়। এইদৰে নির্গুণ ব্রহ্মক জানিবলৈ সমর্থ হোৱা পুৰুষে এই সম্পূর্ণ প্রাণীকে আত্ম ৰূপতে দেখা পায়। ১৩-১৪ ॥

সকলো অৱস্থাতে সকলো প্রাণীকে আত্ম-ৰূপত দেখোঁতা সেই ব্রহ্ম-স্বৰূপ জ্ঞানীৰ পক্ষে কদাপি অশুভ কর্ম্মৰ লগত সম্বন্ধ ঘটা সম্ভৱপৰ নহয়। ১৫ ॥

যিজনে অন্তঃকৰণৰ বৃত্তিৰপৰা উৎপন্ন অবিদ্যা প্রভৃতি কষ্টসমূহ অতিক্রম কৰিব পাৰিছে, তেওঁৰ মন শম (অন্তঃকৰণৰ সংযম) আৰু দম (বাহ্যেন্দ্রিয়ৰ সংযম) আদিৰ সাধক জ্ঞান মার্গেদিয়েই গৈ থাকে। ১৬ ॥

পৰম জ্ঞানী ভগৱান প্রজাপতিয়ে কয়, মুক্ত জীৱ আদি-অন্ত-হীন, স্বয়ম্ভু, অবিকাৰী, তর্কৰ অগম্য আৰু নিৰাকাৰ। ১৭ ॥

ব্রাহ্মণ, আপুনি মোক যি বিষয়ে সুধিছে, সেই সকলোবোৰেই মূল হ'ল তপস্যা, আৰু সেই তপস্যা কৰিবলৈ সমর্থ হ'ব পাৰি ইন্দ্রিয়-সংযমন দ্বাৰাহে, আনপ্রকাৰে নহয়। ১৮ ॥

স্বর্গ আৰু নৰকৰ কাৰণ হ'ল ইন্দ্রিয়সমূহ। ইন্দ্রিয়-সংযম হ'ল স্বর্গৰ কাৰণ আৰু ইন্দ্রিয়ৰ অসংযম হ'ল নৰকৰ কাৰণ। ১৯ ॥

ইন্দ্রিয়সমূহৰ সংযমেই হ'ল সকলো যোগ আৰু সকলো তপস্যাৰ মূল, আৰু সেইদৰে ইন্দ্রিয়ৰ অসংযম হ'ল নৰকৰ হেতু। ২০ ॥

বিষয়ৰ লগত ইন্দ্রিয়বোৰৰ সংযোগ হ'লেই মানুহ দোষ আদি দোষৰ ভাগী হয় আৰু সেই ইন্দ্রিয়সমূহক সংযত কৰিব পাৰিলেই মানুহে সিদ্ধি লাভ কৰিব পাৰে। ২১ ॥

যিজনে নিত্য ছয় জ্ঞানেন্দ্রিয়ক স্ব-ইচ্ছাৰে নিয়ন্ত্রণ কৰিব পাৰে, জিতেন্দ্রিয় সেইজন কোনো পাপৰ দ্বাৰা লিপ্ত নহয়, গতিকে তেওঁ কেনেকৈ অনর্থৰ দ্বাৰা লিপ্ত হ'ব ? ২২ ॥

মানুহৰ শৰীৰটো হৈছে ৰথ, জীৱ হৈছে সাৰথি আৰু ইন্দ্রিয়বোৰ হৈছে অশ্ব-সদৃশ। গতিকে বীৰ-স্বভাৱৰ সাৰথিৰ দৰে সাৱধানী মানুহে সুসংযত আৰু কর্ম্ম-

কুশল সেই ইন্দ্ৰিয়ৰূপ ঘোঁৰাৰ দ্বাৰা সুখেৰে সংসাৰ যাত্ৰা নিৰ্ব্বাহ কৰিব পাৰে ।২৩।

অনৰ্থকাৰী মন আৰু পাঁচোটা জ্ঞানেন্দ্ৰিয় সদায় জীৱাত্মাৰ লগত সংযুক্ত হৈ আছে। সেইবাবে যি মানুহে ধৈৰ্য্যশীল হৈ এইবোৰৰ নাকী-জৰী ধৰিব পাৰে, সেই মানুহকেই উত্তম সাৰথি বুলি কোৱা হয় ।২৪॥

পথত বিচৰণ কৰা ঘোঁৰাৰ দৰে বিষয়ত লিপ্ত থকা ইন্দ্ৰিয়সমূহক পৰিচালনা কৰোঁতে মানুহে ধৈৰ্য্য অৱলম্বন কৰিব লাগে আৰু ধৈৰ্য্যৰ দ্বাৰা নিশ্চয় তেওঁ সেই ইন্দ্ৰিয়বিলাকক জয় কৰিব পাৰিব ।২৫॥

পানীত থকা নাৱক বতাহে আকৰ্ষণ কৰাৰ দৰে বিষয়ত লিপ্ত থকা ইন্দ্ৰিয়-বিলাকৰ ভিতৰত মনে যিটো বিষয় অনুসৰণ কৰে, মানুহৰ বুদ্ধিও সেই বিষয়ত আকৰ্ষিত হয় ।২৬॥

বহুতে মোহবশতঃ সঙ্কল্পিত বিষয়েৰে সৈতে শব্দ, স্পৰ্শ, ৰূপ, ৰস আৰু গন্ধ —এই পাঁচটি বিষয়ত আসক্ত হৈ সুখ আদি ফল লাভৰ ইচ্ছা কৰে; কিন্তু সেই বিষয়বোৰৰ ভিতৰত শ্ৰুতি আৰু যুক্তিৰ দ্বাৰা বিজ্ঞনে ব্ৰহ্মৰবিষয়ে ধ্যান কৰে তেওঁতে সেই ধ্যান-ফল লাভ কৰিবলৈ সমৰ্থ হয় ।২৭॥

ইতি মহাভাৰতৰ বনপৰ্ব্বৰ অন্তৰ্গত মাৰ্কণ্ডেয়-সমাস্যা-পৰ্ব্বত ব্ৰাহ্মণ-ব্যাধ-সংবাদ : ৫ নামৰ একাদশাধিকদ্বিশততম অধ্যায় । ২১১॥

**॥ অধ্যায় ২১২ ॥**

## ॥ ব্ৰাহ্মণ-ব্যাধ-সংবাদ : ৬ ॥

মাৰ্কণ্ডেয়ই ক'লে, হে ভাৰত, ধৰ্ম্মব্যাধে এনেদৰে সূক্ষ্ম-বিষয়ে উপদেশ দিলে। সেই ব্ৰাহ্মণে সুসংযত হৈ আকৌ আন সূক্ষ্ম-বিষয়ে ধৰ্ম্মব্যাধক প্ৰশ্ন কৰিলে ।১॥

ব্ৰাহ্মণে ক'লে, হে ধৰ্ম্মব্যাধ, মই যথাৰ্থভাৱে আপোনাক আকৌ সুধিছো, সত্ত্ব, ৰজ, আৰু তম—এই তিনিটিৰ কাৰ কি গুণ সেই বিষয়ে আপুনি মোক বিবৰি কওক ।২॥

ব্যাধে ক'লে, বাৰু আপুনি মোক যি বিষয়ে প্ৰশ্ন কৰিছে, সেই বিষয়ে আপোনাক মই কম। এতিয়া সত্ত্ব, ৰজ আৰু তমৰ গুণবোৰ মই পৃথক পৃথককৈ কওঁ, আপুনি শুনক ।৩॥

সত্ত্ব, ৰজ আৰু তম এই তিনিটাৰ ভিতৰত তম হ'ল মোহাত্মক অৰ্থাৎ, তমোগুণৰ কাৰ্য্য হ'ল মোহ, ৰজ হ'ল প্ৰবৰ্ত্তক, অৰ্থাৎ ৰজোগুণৰ কাৰ্য্য হ'ল

প্ৰবৃত্তি, আৰু সত্ত্ব হ'ল বহু-প্ৰকাশময়, অৰ্থাৎ সত্ত্ব গুণৰ কাৰ্য্যই হ'ল প্ৰকাশ। গতিকে এই তিনিটাৰ ভিতৰত সত্ত্বই হ'ল শ্ৰেষ্ঠ। ৪ ॥

তমোগুণী মানুহ অজ্ঞানী, মূৰ্খ, নিদ্ৰালু, বিকৃতচিত্ত, বিকলেন্দ্ৰিয়, কাৰ্য্যভ্ৰষ্ট, ক্ৰোধী আৰু অলস হয়। ৫ ॥

হে ব্ৰাহ্মণশ্ৰেষ্ঠ, ৰজোগুণী মানুহ বহুভাষী, মন্ত্ৰণাপটু, নৰশ্ৰেষ্ঠ, অসূয়াহীন, সদায় কাৰ্য্য কৰিবলৈ ইচ্ছুক, জড় আৰু অহঙ্কাৰী হয়। ৬ ॥

সত্ত্বগুণী মানুহ হয় অতি প্ৰভাৱশালী, ধীৰ, সদায় কাৰ্য্য কৰাত অনিচ্ছুক, অসূয়াবিহীন, অক্ৰোধী, বুদ্ধিমান আৰু জিতেন্দ্ৰিয়। ইয়াৰ উপৰিও সাত্ত্বিক লোক জ্ঞানী হয় আৰু সেই বাবেই তেওঁ লৌকিক ব্যৱহাৰত লিপ্ত নহয়। কাৰণ জ্ঞানিৰ লগীয়া তত্ত্ব-কথা তেওঁ জানে বুলিয়েই লৌকিক ব্যৱহাৰক তেওঁ নিন্দা কৰে। ৭-৮ ॥

সাত্ত্বিকসকলৰ প্ৰথমে বৈৰাগ্য লক্ষণ প্ৰকাশ পায়, অহঙ্কাৰ কোমল হয়, আৰু সৰলতা উপস্থিত হয়। ৯ ॥

তাৰ পাছত তেওঁৰ সৰ্ব্বদ্বন্দ্ব (শীত-উষ্ম, সুখ-দুঃখ আদি) পৰস্পৰে সাম্য হয়। আৰু তেওঁৰ কেতিয়াও কোনো সংশয় নহয়। ১০ ॥

হে ব্ৰাহ্মণ, মানুহে শূদ্ৰ-যোনিত জন্ম গ্ৰহণ কৰিও সদ্‌গুণৰ আশ্ৰয় লৈ (সেৱা কৰিলে) তেওঁ বৈশ্যত্ব আৰু ক্ষত্ৰিয়ত্ব লাভ কৰিব পাৰে আৰু তেওঁ যদি সৰলতাত থাকে তেনেহলে তেওঁ ব্ৰাহ্মণত্বও লাভ কৰিবলৈ সমৰ্থ হয়। মই আপোনাৰ আগত সকলো গুণৰ কথা ক'লো। আপুনি আৰু কি শুনিবলৈ ইচ্ছা কৰে, কওক। ১১-১২ ॥

ইতি মহাভাৰতৰ বনপৰ্ব্বৰ অন্তৰ্গত মাৰ্কণ্ডেয়-সমাস্যা-পৰ্ব্বত ব্ৰাহ্মণ-ব্যাধ-সংবাদ ঃ৬ নামৰ দ্বাদশাধিকদ্বিশততম অধ্যায়। ২১২ ॥

॥ অধ্যায় ২১৩ ॥

## ॥ ব্ৰাহ্মণ-ব্যাধ-সম্বাদ ঃ ৭ ॥

ব্ৰাহ্মণে সুধিলে, শৰীৰৰ ভিতৰত থকা অগ্নিস্বৰূপ প্ৰাণ পাৰ্থিব ধাতুক আশ্ৰয় কৰি কেনেকৈ শৰীৰত থাকে আৰু প্ৰাণবায়ু কেনেকৈ নাভিৰ ভিতৰেদি সঞ্চালন কৰে ? ১ ॥

মাৰ্কণ্ডেয়ই ক'লে, হে যুধিষ্ঠিৰ, ব্ৰাহ্মণে এনেদৰে প্ৰশ্ন কৰাত ধৰ্ম্মব্যাধে মহাত্মা ব্ৰাহ্মণক এইদৰে ক'বলৈ ধৰিলে। ২ ॥

ঘ্যাধে ক'লে, অগ্নিয়ে মুৰ প্ৰভৃতি শৰীৰৰ অন্তৰ্গত থাকি শৰীৰ ৰক্ষা কৰে আৰু প্ৰাণবায়ুৱে মুৰ প্ৰভৃতি স্থান আৰু অগ্নিত থাকি সমস্ত শৰীৰত জীৱনৰ সঞ্চাৰ কৰে। ৩ ॥

অতীত, বৰ্ত্তমান আৰু ভবিষ্যতৰ সকলো কাৰ্য্যই প্ৰাণত প্ৰতিষ্ঠিত। শৰীৰত থকা ভূতসমূহৰ ভিতৰত প্ৰাণবায়ুৱেই হৈছে শ্ৰেষ্ঠ। সেইবাবেই আমি প্ৰাণৰ উপাসনা কৰোঁহক। ৪ ॥

সেই প্ৰাণেই হৈছে জীৱ, সমস্ত প্ৰাণীৰ আত্মা, সনাতন পুৰুষ, মহত্তত্ত্ব, বুদ্ধি আৰু অহঙ্কাৰ আৰু পঞ্চভূতৰ বিষয়ো সেই প্ৰাণেই। ৫ ॥

এইদৰে এই জগতৰ সকলোতে প্ৰাণে স্থিতি কৰে, প্ৰাণৰ দ্বাৰা সকলোৰে পালন হৈছে। প্ৰাণ-বায়ু সমান-বায়ুৰ লগত মিলিলেও উভয়ে নিজৰ নিজৰ স্বকীয়া গতিক আশ্ৰয় কৰে। ৬ ॥

সমান-বায়ুৰ লগত জঠৰাগ্নিৰ আশ্ৰয় লৈ প্ৰাণ-বায়ুৱে মূত্ৰাশয় আৰু গুহ্যস্থলত অৱস্থান কৰি মল-মূত্ৰৰ ভাৰ বহন কৰা হেতু ই অপান-বায়ু নামে বিখ্যাত। ৭ ॥

যত্ন, কৰ্ম্ম আৰু বল—এই তিনিটিত যি বায়ু থাকে সেই বায়ুক আত্মতত্ত্বজ্ঞ সকলে উদান বুলি কয়, আৰু প্ৰাণীসমূহৰ শৰীৰৰ প্ৰত্যেক সন্ধিস্থানত যি বায়ু থাকে, তাক ব্যান বুলি কোৱা হয়। ৮-৯ ॥

সকলো ধাতুত ব্যাপ্ত জঠৰাগ্নি প্ৰাণ আদি বায়ুৰ দ্বাৰা পৰিচালিত হৈ খাদ্য বস্তুক ৰস, ধাতু আদি আৰু বায়ু, পিত্ত, কফ-ৰূপে পৰিণত কৰি বিচৰণ কৰে। ১০ ॥

প্ৰাণ, অপান, সমান, উদান আৰু ব্যান—এই পাঁচ বায়ু মিলিত হ'লে যি সংঘৰ্ষ হয়, তাৰ দ্বাৰা যি উষ্ণ-ভাব জন্মে, তাক উষ্ম অগ্নি বোলা হয় আৰু সেই অগ্নিয়ে প্ৰাণীসকলৰ অন্ন পৰিপাক কৰে। ১১ ॥

এই অপান আৰু উদান বায়ুৰ মাজত প্ৰাণ-বায়ু আৰু সমান-বায়ু অৱস্থিত। জঠৰাগ্নিয়ে পাকস্থলীত থাকি নিয়মিতৰূপে ভুক্তান্ন পৰিপাক কৰে। ১২ ॥

এই জঠৰাগ্নিৰ স্থান হৈছে বিষ্ঠাশয় পৰ্য্যন্ত। সেইবাবে সেই ঠাইক গুদ বোলা হয় আৰু সেই ঠাইৰপৰাই শৰীৰত থকা সকলো বায়ুৰ সঞ্চৰণ-স্থানত ৰস, ৰক্ত আদিৰ ক্ষুদ্ৰ ক্ষুদ্ৰ স্ৰোত প্ৰৱাহিত হয়। ১৩ ॥

অগ্নিৰ বেগ বহন কৰা প্ৰাণ-বায়ু বিষ্ঠাশয়ৰ অন্তস্থানলৈ আহি তাত প্ৰতিহত হয়। পিছত সেই প্ৰাণ-বায়ুৱে আকৌ ওপৰৰ পিনে গৈ জঠৰাগ্নিকো ওপৰৰ ফালে লৈ যায়। ১৪ ॥

পাকস্থলী থাকে নাভিৰ তলত আৰু নাভিৰ ওপৰত থাকে আমাশয়। তেনেদৰে প্ৰাণ প্ৰভৃতি সকলো বায়ুৰ মূলভাগ শৰীৰৰ নাভিৰ মাজত থাকে। ১৫ ॥

হৃদয়ৰপৰা বেঁকাকৈ ওপৰৰ পিনে আৰু তলৰ পিনে দহডাল নাড়ী আছে। সেই নাড়ীবোৰ প্ৰাণ প্ৰভৃতি বায়ুৰ দ্বাৰা পৰিচালিত হৈ অন্ন, ৰস আদি সকলোবোৰকেই বহন কৰে। ১৬ ॥

শ্রমশূন্য আৰু শত্রু-মিত্ৰত সম ভাবৰ ধীৰ লোকসকলে মূৰত থকা সহস্ৰদল পদ্মস্থিত পৰমাত্মাত জীৱাত্মাক স্থাপিত কৰে আৰু সেই জ্ঞানীসকলে যি পথেৰে গৈ পৰমাত্মাক লাভ কৰে, যোগীসকলৰ এয়েই হৈছে সেই পথ। সকলো জীৱ-দেহতেই এইভাৱে প্ৰাণ আৰু অপান বায়ু ব্যাপ্ত হৈ আছে। ১৭ ॥

জীৱ প্ৰকৃততে মূৰ্ত্তিহীন, কিন্তু একাদশ ইন্দ্ৰিয়েৰে বিকাৰযুক্ত আৰু পঞ্চমহাভূ-তাংশ প্ৰাণ শ্ৰদ্ধা আদি ষোড়শ কলা-বিশিষ্ট-যোগজিতাত্ম (লিঙ্গদেহ আৰু স্থূলদেহৰ সম্বন্ধৰ বিষয়ে ঐক্যজ্ঞান-বিশিষ্ট) আত্মাক (মূৰ্ত্তিহীন হলেও) মূৰ্ত্তিমান বুলি সদায় জানিব। ১৮ ॥

স্থালীত অন্তৰ্নিহিত অগ্নিৰ দৰে সেই দেহত যি অগ্নি আছে, তাকেই যোগ-জিতাত্ম-জীৱাত্মা বুলি জানিব। ১৯ ॥

পদুমৰ পাতত থকা পানীৰ বিন্দুৰ দৰে দেহত যি দেৱতা নিৰ্লিপ্তভাৱে আছে, তাকেই যোগজিতাত্ম ক্ষেত্ৰজ্ঞ বুলি জানিব। ২০ ॥

সত্ত্ব, ৰজ আৰু তম—এই তিনিটি গুণ জীৱ-স্বৰূপ বুলি জানিব। জীৱকো জানিব ঈশ্বৰৰ অংশ বুলি আৰু তেনেদৰে ঈশ্বৰকো জানিব পৰব্ৰহ্মৰ অংশ বুলি। ২১ ॥

শৰীৰ-তত্ত্বজ্ঞ লোকসকলে দেহ প্ৰভৃতি জড় পদাৰ্থবোধক জীৱৰ ভোগ্য বুলি কয়। সেই জীৱই দেহৰ ক্ৰিয়াৰ দ্বাৰা ক্ৰিয়া কৰে আৰু দেহকো ক্ৰিয়া কৰায়। যিজনে সপ্ত-ভুৱন সৃষ্টি কৰিছে, সেই পৰমাত্মাক জীৱতকৈ শ্ৰেষ্ঠ বুলি কয়। ২২ ॥

যদিও এইৰকমে জীৱ সকলো প্ৰাণীতেই আছে, তথাপি জ্ঞানীসকলেহে সূক্ষ্ম আৰু শ্ৰেষ্ঠ বুদ্ধিৰ দ্বাৰা জীৱক দেখা পায়। ২৩ ॥

যোগীয়ে প্ৰথমতে চিত্তৰ নিৰ্ম্মলতাৰ দ্বাৰা প্ৰাক্তন শুভ আৰু অশুভ কৰ্ম্ম নষ্ট কৰে আৰু তাৰ পাছত বিশুদ্ধচিত্ত যোগী আত্মাত থাকি অনায়াসে মোক্ষ লাভ কৰে। ২৪।

কুশলী মানুহৰ দ্বাৰা বতাহ নোহোৱা ঠাইত জলোৱা চাকি যিদৰে জ্বলি থাকে, আৰু ভোজনৰ পাছত মানুহ যিদৰে চিত্তবৃত্তিশূন্য হৈ সুখেৰে টোপনি যায়, এনেধৰণৰ চিত্ত হোৱাটোৱেই হৈছে চিত্ত-নিৰ্ম্মলতাৰ লক্ষণ। ২৫ ॥

লঘু আহাৰ কৰা নিৰ্ম্মল চিত্তৰ যোগীয়ে ৰাতিৰ প্ৰথম আৰু শেষ ভাগত সদায় মন স্থিৰ কৰি যেতিয়া হৃদয়ত আত্মাক চাবলৈ আৰম্ভ কৰে আৰু যেতিয়া প্ৰজ্বলিত দীপৰ দৰে প্ৰজ্বলিত মন-ৰূপ দীপৰ দ্বাৰা নিৰন্তৰে আত্মাক হৃদয়ত দেখিবলৈ পায়, তেতিয়া নিৰাকাৰ আত্মাক দেখি সেই যোগীয়ে মুক্তি লাভ কৰে। ২৬-২৭ ॥

সকলো উপায়েৰে লোভ আৰু ক্ৰোধক দমন কৰিব পৰাটোৱেই হৈছে মানুহৰ পৰম তপস্যা আৰু সংসাৰ-ৰূপ সমুদ্ৰ পাৰ হব পৰা সেতু। ২৮ ॥

মানুহে সদায় ক্ৰোধৰপৰা তপস্যাক, আনৰ বিদ্বেষৰপৰা ধৰ্ম্মক, মান আৰু অপমানৰপৰা বিদ্যাক আৰু প্ৰমাদৰপৰা আত্মাক ৰক্ষা কৰিব। ২৯ ॥

দয়াই হৈছে উত্তম ধৰ্ম্ম, ক্ষমাই হৈছে উত্তম বল, আত্মজ্ঞানেই হৈছে উত্তম জ্ঞান আৰু সত্য-ব্ৰতেই হৈছে উত্তম ব্ৰত। ৩১ ॥

সত্য কথা কোৱাটো হৈছে মঙ্গলজনক, সত্য-জ্ঞান হৈছে হিতদায়ক আৰু প্ৰাণীসমূহৰ অত্যন্ত হিতেই হৈছে পৰম সত্য। ৩১ ॥

যাৰ সকলো কাৰ্য্যই নিষ্কামভাৱে সম্পাদিত হয় আৰু ফল ত্যাগ কৰি যিজনে হোমাদি সকলো কাৰ্য্য সম্পন্ন কৰে, তেৱেঁই হৈছে প্ৰকৃত সন্ন্যাসী আৰু তেৱেঁই হৈছে প্ৰকৃত বুদ্ধিমান। ৩২ ॥

গুৰুৱে যেতিয়া ব্ৰহ্মযোগৰ বিষয় শুনাবহে পাৰে কিন্তু সম্পাদন কৰাই দিব নোৱাৰে, তেতিয়া নিজে ফল ত্যাগ কৰি কাৰ্য্য সম্পাদন কৰা যোগেই হৈছে প্ৰসিদ্ধ ব্ৰহ্মযোগ। ৩৩ ॥

মানুহে কোনো প্ৰাণীক হিংসা নকৰিব, সকলোতে মিত্ৰ-ভাব অবলম্বন কৰিব আৰু এই নশ্বৰ জীৱন লাভ কৰি কাৰো প্ৰতি শত্ৰুতা নকৰিব। ৩৪ ॥

দাৰিদ্ৰ্য, সন্তোষ, নিষ্কাম-ভাব আৰু চঞ্চলতা ত্যাগ,—এই কেইটাই হৈছে তত্ত্বজ্ঞানৰ সাধক। ব্ৰহ্মজ্ঞানেই হৈছে তত্ত্বজ্ঞান আৰু তত্ত্বজ্ঞানেই হৈছে সদায় সকলোতকৈ উত্তম। ৩৫ ॥

ইহলোক নাইবা পৰলোকত শোকৰহিত হৈ আৰু দৃঢ় স্থান আশ্ৰয় কৰিও সকলো-ৰকমৰ পৰিগ্ৰহ ত্যাগ কৰি মুক্তিৰ কাৰণে মানুহ বুদ্ধি অনুসাৰে সংযমী হ'ব। ৩৬ ॥

মুক্তিকামী মুনি সদায় তপস্বী, ইন্দ্ৰিয়-সংযমশীল, সংযতচিত্ত আৰু আসক্তিৰ সম্ভাৱনা থকা স্থানতো আসক্তিহীন হ'ব। ৩৭ ॥

যাৰ বিষয়ে লৌকিক গুণসমূহ হৈছে দোষ-স্বৰূপ, য'ত কোনো আসক্তি নাই, একমাত্ৰ বৈৰাগ্য ভাবৰ দ্বাৰা যি সুখময়, সেয়েই হৈছে অদ্বিতীয় ব্ৰহ্ম-স্বৰূপ। ৩৮ ॥

যিজন দুঃখ-সুখ উভয়কেই পৰিত্যাগ কৰিবলৈ সমৰ্থ হয়, সেই মানুহে বৈৰাগ্যৰ দ্বাৰা জীৱন কটাব পাৰে আৰু অন্তত গৈ ব্ৰহ্ম লাভ কৰিব পাৰে। ৩৯ ॥

হে ব্ৰাহ্মণশ্ৰেষ্ঠ, মই যিভাৱে শুনিছিলো সেইভাৱেই সংক্ষেপে সকলো কথা আপোনাৰ আগত ক'লো। এতিয়া, আপুনি আৰু কি বিষয়ে শুনিবলৈ ইচ্ছা কৰে? ৪০ ॥

ইতি মহাভাৰতৰ বনপৰ্ব্বৰ অন্তৰ্গত মাৰ্কণ্ডেয়-সমাস্যা-পৰ্ব্বত ব্ৰাহ্মণ-ব্যাধ-সম্বাদ : ৭ নামৰ ত্ৰয়োদশাধিকদ্বিশততম অধ্যায়। ২১৩ ॥

॥ অধ্যায় ২১৪ ॥

## ॥ ব্ৰাহ্মণ-ব্যাধ-সম্বাদ : ৮ ॥

মাৰ্কণ্ডেয়ই ক'লে, যুধিষ্ঠিৰ, মোক্ষ-ধৰ্ম্ম সম্বন্ধে এনেদৰে ধৰ্ম্মব্যাধে সকলো কথা কোৱাত বৰ সন্তুষ্ট হৈ ব্ৰাহ্মণে ধৰ্ম্মব্যাধক ক'লে, ১ ॥

আপুনি কোৱা সকলো কথা ন্যায়-সঙ্গত। গতিকে ধৰ্ম্ম সম্বন্ধে আপোনাৰ অবিদিত একোৱেই যে নাই, সেইটো দেখা গৈছে। ২ ॥

ব্যাধে ক'লে, হে ব্ৰাহ্মণশ্ৰেষ্ঠ, মোৰ যি ধৰ্ম্ম, যাৰ দ্বাৰা মই এই সিদ্ধি লাভ কৰিছো, সেইটো আপুনি চাওক। ৩ ॥

ভগৱান, আপুনি উঠক, শীঘ্ৰে ঘৰৰ ভিতৰত প্ৰৱেশ কৰি ধৰ্ম্মজ্ঞ আপুনি মোৰ পিতা আৰু মাতাক চাওক। ৪ ॥

মাৰ্কণ্ডেয়ই ক'লে, ধৰ্ম্মব্যাধে এনেদৰে কোৱাত ব্ৰাহ্মণে সেই ঘৰৰ ভিতৰত প্ৰৱেশ কৰি দেখিলে, ঘৰৰ ভিতৰত চিত্ত আকৰ্ষণ কৰিব পৰা পৰিষ্কাৰ, দেৱতা-সকলৰ দ্বাৰা পূজিত, দেৱগৃহতুল্য, মনোহৰ সুগন্ধ থকা, ঠায়ে ঠায়ে বিচনা আৰু আসন থকা, চতুঃশালাময়, অতি সুন্দৰ অট্টালিকাত আহাৰ কৰি বগা কাপোৰ পিন্ধি সুন্দৰ আসনত ধৰ্ম্মব্যাধৰ পিতাক আৰু মাক বহি আছে। তেতিয়া ধৰ্ম্ম-ব্যাধে তেওঁলোকক দেখিয়েই মূৰ দোঁৱাই তেওঁলোকৰ চৰণত প্ৰণাম কৰিলে। ৫-৭ ॥

তেতিয়া বুঢ়া মাক-বাপেকে ধৰ্ম্মব্যাধক ক'লে, হে ধৰ্ম্মজ্ঞ, উঠা, উঠা, ধৰ্ম্মই তোমাক সৰ্ব্বপ্ৰকাৰে ৰক্ষা কৰক। তোমাৰ পৱিত্ৰতাৰ দ্বাৰা আমি সন্তুষ্ট হৈছো। তুমি দীৰ্ঘায়ু লাভ কৰা। ৮ ॥

হে পুত্ৰ, অভিলষিত গতি, তপস্যা, জ্ঞান, সংযম আৰু মেধা তুমি লাভ কৰিছা। তুমি সৎ পুত্ৰ বুলি প্ৰত্যেক দিনেই নিয়মিত সময়ত আমাৰ পূজাও কৰিছা। ৯ ॥

বোপা, দেৱতাসকলৰ ভিতৰতো আন কোনো দেৱতা তোমাৰ নাই আৰু তুমি সংযত বুলিয়েই ব্ৰাহ্মণৰ নিচিনাকৈ ইন্দ্ৰিয়-সংযমী হৈছা। ১০ ॥

হে পুত্ৰ, মোৰ পিতাৰ পিতামহ আৰু প্ৰপিতামহসকল তোমাৰ এই ইন্দ্ৰিয়-সংযমত তোমাৰ ওচৰত সন্তুষ্ট হৈছে আৰু আমিও তোমাৰ শুশ্ৰূষাত সন্তুষ্ট হৈছোহক। ১১ ॥

মন, কৰ্ম্ম আৰু বাক্য—এই তিনিটাৰ দ্বাৰা তুমি আমাৰ শুশ্ৰূষাৰ ত্ৰুটি কৰা নাই আৰু এতিয়াও তোমাৰ বিচাৰ-বুদ্ধিৰ বিপৰীত অৱস্থা দেখা নাই। ১২ ॥

পুত্ৰ, পূৰ্বণি কালত জমদগ্নি-নন্দন পৰশুৰামে যিদৰে তেওঁৰ বৃদ্ধ পিতৃ-মাতৃক শুশ্ৰূষা কৰিছিল, তুমিও তেনেদৰে, আনকি তাতকৈও বেছিকৈ, আমাৰ শুশ্ৰূষা কৰিছা। ১৩॥

ইয়াৰ পাছত ধৰ্মব্যাধে তেওঁলোকৰ ওচৰত সেই ব্ৰাহ্মণৰ পৰিচয় দিয়াত তেওঁলোকে তেতিয়া স্বাগত প্ৰশ্ন আদিৰ দ্বাৰা ব্ৰাহ্মণক সন্মানিত কৰিলে। ১৪॥

ব্ৰাহ্মণে তেওঁলোকৰ পূজা গ্ৰহণ কৰি সুধিলে, পুত্ৰ-ভৃত্যবৰ্গেৰে সৈতে ঘৰত আপোনালোকৰ কুশল নে আৰু আপোনালোকৰ শৰীৰ সদায় আৰোগ্য আছেনে? ১৫॥

বৃদ্ধদ্বয়ে ক'লে, হে বিপ্ৰ, আমাৰ ঘৰত ভৃত্য আদিৰে সৈতে সকলো কুশলে আছে। হে ভগৱান, আপুনিও নিৰ্বিঘ্নে ইয়ালৈ আহিছে নহয়? ১৬॥

মাৰ্কণ্ডেয়ই ক'লে, তেতিয়া আনন্দিত হৈ সেই বিপ্ৰই ক'লে, মই নিৰ্বিঘ্নে আহিছো। তাৰ পাছত ধৰ্মব্যাধে তেওঁৰ পিনে চাই ক'বলৈ ধৰিলে। ১৭॥

ব্যাধে ক'লে, মোৰ এই পিতা-মাতা মোৰ পৰম দেৱতা। পণ্ডিতে দেৱতা-সকলৰ বিষয়ে যি কৰা উচিত, মই এওঁলোকৰ বিষয়েও তাকেই কৰোঁ। ১৮॥

ইন্দ্ৰ-প্ৰভৃতি তেত্ৰিশ কোটি দেৱতা যিদৰে সকলোৰে পূজনীয়, তেনেদৰে মোৰ এই বৃদ্ধ মাতা-পিতাও মোৰ পূজনীয়। ১৯॥

ব্ৰাহ্মণসকলে যিদৰে নানা উপহাৰ সংগ্ৰহ কৰি দেৱতাসকলৰ পূজা কৰে, ময়ো তেনেদৰে এলাহ ত্যাগ কৰি এওঁলোকৰ পূজা কৰোঁ। ২০॥

হে ব্ৰাহ্মণ, এই মাতা-পিতা মোৰ পৰম দেৱতা। সেইবাবে মই সদায় ফল, ফুল আৰু ৰত্নৰ দ্বাৰা এওঁলোকক সন্তুষ্ট কৰোঁ। ২১॥

হে দ্বিজ, জ্ঞানীসকলে যি তিনিবিধ অগ্নিৰ কথা কয়, এওঁলোকেই মোৰ পক্ষে সেই তিনিবিধ অগ্নি, যজ্ঞ আৰু চাৰি বেদ-স্বৰূপ। ২২॥

এওঁলোকৰ কাৰণেই মোৰ প্ৰাণ, ভাৰ্য্যা, পুত্ৰ আৰু বন্ধুবৰ্গ। সেই বাবে ভাৰ্য্যা আৰু পুত্ৰেৰে সৈতে সদায় মই এই বৃদ্ধ পিতা-মাতাক শুশ্ৰূষা কৰোঁ। ২৩॥

হে ব্ৰাহ্মণশ্ৰেষ্ঠ, মই নিজেই এই বৃদ্ধ পিতা-মাতাৰ গা আৰু ভৰি ধুৱাই দিওঁ, আৰু নিজেই মই এওঁলোকৰ খাদ্য-বস্তুবো যোগান ধৰোঁ। ২৪॥

মই সদায় এওঁলোকৰ আগত প্ৰিয় কথা কওঁ আৰু এওঁলোকৰ অপ্ৰিয় কাৰ্য্য নকৰোঁ, আৰু আনকি, অধৰ্মৰ দ্বাৰাও এওঁলোকৰ প্ৰিয় কাৰ্য্যকেই কৰোঁ। ২৫॥

হে ব্ৰাহ্মণশ্ৰেষ্ঠ, পিতা-মাতাক সাক্ষাৎ ধৰ্ম বুলি ভাবিয়েই আলস্য পৰিত্যাগ কৰি সদায় মই এওঁলোকৰ শুশ্ৰূষা কৰোঁ। ২৬॥

হে ব্ৰাহ্মণ, কল্যাণকামী মানুহৰ পক্ষে পিতা-মাতা, অগ্নি, আত্মা আৰু আচাৰ্য্য— এই পাঁচোওটি হৈছে গুৰু। ২৭।

হে দ্বিজশ্ৰেষ্ঠ, যিজনে এই গুৰুসকলৰ অনুকূলভাৱে চলে, তাৰ পক্ষে সদায় আগতে কৈ অহা তিনিবিধ অগ্নিৰ কথা কোৱা হয় আৰু গৃহস্থী লোকৰ পক্ষে এয়েই হৈছে সনাতন ধৰ্ম্ম। ২৮ ॥

ইতি মহাভাৰতৰ বনপৰ্ব্বৰ অন্তৰ্গত মাৰ্কণ্ডেয়-সমাস্যা-পৰ্ব্বত ব্ৰাহ্মণ-ব্যাধ-সম্বাদ ঃ ৮ নামৰ চতুৰ্দ্দশাধিকদ্বিশততম অধ্যায়। ২১৪ ॥

## ॥ অধ্যায় ২১৫ ॥

# ॥ ব্ৰাহ্মণ-ব্যাধ-সম্বাদ ঃ ৯ ॥

মাৰ্কণ্ডেয়ই ক'লে, ধৰ্ম্মব্যাধে ব্ৰাহ্মণৰ আগত নিজৰ পিতাক আৰু মাকক গুৰু বুলি জনাই আকৌ সেই ব্ৰাহ্মণক ক'লে, ১ ॥

মই দিব্য-দৃষ্টি লাভ কৰিছো। মোৰ তপস্যাৰ শক্তি আপুনি চাওক। যি তপস্যাৰ বাবে সেই পতি-শুশ্ৰূষা-পৰায়ণা, সত্যবাদিনী, জিতেন্দ্ৰিয় পতিব্ৰতাই আপোনাক কৈছিল, আপুনি মিথিলালৈ যাওক, তাত এটা ব্যাধ বাস কৰে, তেওঁ আপোনাৰ আগত ধৰ্ম্মৰ কথা ক'ব। ২-৩ ॥

ব্ৰাহ্মণে ক'লে, সেই সত্যবাদিনী আৰু সচ্চৰিত্ৰা পতিব্ৰতাৰ কথা স্মৰণ কৰি মোৰ ধাৰণা হৈছে, আপুনি নিশ্চয় তপস্যা-প্ৰভাৱ-সম্পন্ন। ৪ ॥

ব্যাধে ক'লে, হে ব্ৰাহ্মণশ্ৰেষ্ঠ, সেই পতিব্ৰতাই যে মোৰ ওচৰলৈ আপোনাক পঠাই দিছে, তেওঁ সেইটো ভালেই কৰিছে, কাৰণ তেওঁ যে সকলো কথা ভালদৰে জানে, তাত কোনো সংশয় নাই। ৫ ॥

হে বিপ্ৰ, আপোনাৰ প্ৰতি অনুগ্ৰহ প্ৰকাশ কৰি মই এই তপস্যাৰ বল আপোনাক দেখুৱালো। হে তাত, মোৰ কথা শুনক। হে দ্বিজ, মই আপোনাৰ হিতৰ কাৰণেই কম। ৬ ॥

হে ব্ৰাহ্মণশ্ৰেষ্ঠ, আপুনি আপোনাৰ পিতা-মাতাক অৱজ্ঞা কৰিছে। কাৰণ, আপুনি তেওঁলোকৰপৰা বিদায় নোলোৱাকৈয়েই বেদাধ্যয়ন কৰিবৰ বাবে ঘৰৰপৰা ওলাই আহিছে, এইটো আপোনাৰ উচিত হোৱা নাই। সেই কাৰণে আপোনাৰ শোকত আপোনাৰ তপস্বী বৃদ্ধ পিতা-মাতা অন্ধ হৈছে। ৭-৮ ॥

গতিকে আপুনি তেওঁলোকক প্ৰসন্ন কৰিবৰ বাবে শীঘ্ৰে যাওক। ধৰ্ম্মই যেন আপোনাক পৰিত্যাগ নকৰে। আপুনি তপস্বী, মহাত্মা আৰু সদায় ধৰ্ম্মত আসক্ত, কিন্তু পিতা-মাতাক সন্তুষ্ট নকৰিলে আপোনাৰ এই সকলোবোৰ ব্যৰ্থ। সেইবাবে আপুনি শীঘ্ৰে গৈ তেওঁলোকক সন্তুষ্ট কৰক। হে ব্ৰাহ্মণ, আপুনি মোৰ

কথাও বিশ্বাস কৰক। ইয়াৰ যেন অন্যথা নকৰে। আপুনি আজিয়েই যাওক, মই আপোনাৰ মঙ্গলৰ কথাকেই কৈছো। ৯-১০ ॥

ব্ৰাহ্মণে ক'লে, হে ধৰ্ম্ম, সদাচাৰ আৰু সদ্‌গুণ-সম্পন্ন ব্যাধ, আপুনি যি ক'লে, সেই সকলোবোৰেই সঁচা। ইয়াত কোনো সংশয় নাই। সেই বাবে আপোনাৰ মঙ্গল হওক। ১১ ॥

ব্যাধে ক'লে, আপুনি অসংযত মানুহৰ পক্ষে দুৰ্লভ, প্ৰাচীন, নিত্য আৰু অলৌকিক ধৰ্ম্মৰ অনুসৰণ কৰিছে, সেই বাবে আপুনি দেৱতুল্য। ১২ ॥

হে ব্ৰাহ্মণশ্ৰেষ্ঠ, আপুনি শীঘ্ৰে আপোনাৰ পিতা-মাতাৰ ওচৰলৈ গৈ অনলস হৈ তেওঁলোকক শুশ্ৰূষা কৰকগৈ। ইয়াতকৈ শ্ৰেষ্ঠ আন কোনো ধৰ্ম্ম মই দেখা নাই। ১৩ ॥

ব্ৰাহ্মণে ক'লে, ইয়ালৈ মই ভাগ্যবশতঃহে আহিছিলো আৰু ভাগ্যক্ৰমেই আপোনাৰ লগত মোৰ সাক্ষাৎ হ'ল। কাৰণ, আপোনাৰ নিচিনা ধৰ্ম্মৰ পথ-প্ৰদৰ্শক জগতত দুৰ্লভ। ১৪ ॥

হে পুৰুষশ্ৰেষ্ঠ, হাজাৰ হাজাৰ মানুহৰ ভিতৰত ধৰ্ম্মজ্ঞ মানুহ এজনো থাকেনে নাথাকে, সন্দেহ। আপোনাৰ লগত বন্ধুত্ব হোৱা বাবে মই বৰ সন্তুষ্ট হৈছো। আপোনাৰ কল্যাণ হওক। ১৫ ॥

আজি মই নৰকত পৰিবলৈ ধৰিছিলো, হে নিষ্পাপ, আপুনিহে মোক তাৰপৰা উদ্ধাৰ কৰিলে আৰু মই মোৰ ভাগ্যৰ দ্বাৰাহে আপোনাক দেখা পালো। ১৬ ॥

যেনেকৈ পতিত যযাতি ৰজাক সৎ দৌহিত্ৰসকলে উদ্ধাৰ কৰিছিল, তেনেকৈ হে পুৰুষশ্ৰেষ্ঠ, আপুনিও মোক উদ্ধাৰ কৰিলে। ১৭ ॥

আপোনাৰ উপদেশ অনুসাৰে মই পিতা-মাতাৰ শুশ্ৰূষা কৰিম। কাৰণ অজ্ঞানীয়ে ধৰ্ম্ম-অধৰ্ম্মৰ কথা নিশ্চয় ক'ব নোৱাৰে। ১৮ ॥

শূদ্ৰ-যোনিতেই নিত্য-ধৰ্ম্ম দুৰ্জ্ঞেয় হয়। মই হ'লে আপোনাক শূদ্ৰ বুলি স্বীকাৰ কৰিব নোৱাৰোঁ। ইয়াত নিশ্চয় কোনো কাৰণ আছে। ১৯ ॥

যি ধৰ্ম্ম-বিশেষৰ দ্বাৰা আপুনি শূদ্ৰত্ব লাভ কৰিছে, হে মহামতি, মই এই কথা তত্ত্বতঃ জানিবলৈ ইচ্ছা কৰোঁ। গতিকে আপুনি শুদ্ধ চিত্তে মোৰ কামনা অনুসাৰে সত্য বৃত্তান্ত প্ৰকাশ কৰি কওক। ২০ ॥

ব্যাধে ক'লে, হে বিপ্ৰশ্ৰেষ্ঠ, মোৰ পক্ষে ব্ৰাহ্মণৰ আদেশ অলঙ্ঘনীয়। হে নিষ্পাপ, মোৰ পূৰ্ব্ব দেহৰ সকলো বৃত্তান্ত আপুনি শুনক। ২১ ॥

মই পূৰ্ব্ব জন্মত বেদাধ্যায়ী, কৰ্ম্মনিপুণ আৰু বেদাঙ্গত পাৰঙ্গত শ্ৰেষ্ঠ ব্ৰাহ্মণ-সন্তান আছিলো। ২২ ॥

হে ব্ৰাহ্মণ, নিজৰ দোষত মই এই অৱস্থা লাভ কৰিছো। মোৰ ধনুৰ্ব্বেদজ্ঞ ৰজা এজন সখা আছিল। ২৩ ॥

হে দ্বিজ, তেওঁৰ সংসৰ্গত মযো ধনুৰ্ব্বেদত শ্ৰেষ্ঠ হৈ উঠিছিলো। এনে সময়তেই সেই ৰজা মুখ্য যোদ্ধাসকলেৰে সৈতে মন্ত্ৰীসকলৰ দ্বাৰা পৰিবেষ্টিত হৈ মৃগয়া কৰিবলৈ ওলাল। হে ব্ৰাহ্মণশ্ৰেষ্ঠ, মৃগয়া কৰিবলৈ গৈ তেওঁ এখন আশ্ৰমৰ ওচৰত বহুতো হৰিণ বধ কৰে। তাৰ পাছত মযো এপাট তীক্ষ্ণ বাণ মাৰিলো, হে ব্ৰাহ্মণ, সেই বাণৰ দ্বাৰা কোনো এজন ঋষি বিদ্ধ হৈ মাটিত বাগৰি পৰিল, আৰু সেই ঠাইডোখৰ শব্দেৰে পৰিপূৰিত কৰি কৰি ক'বলৈ ধৰিলে, মই কোনো অপৰাধ কৰা নাই, তথাপি তই এই পাপ-কৰ্ম্ম কিয় কৰিলি? ২৪-২৭॥

হে ব্ৰাহ্মণ, মই প্ৰথমতে তেওঁক হৰিণ বুলি ভাবিছিলো আৰু সেইবাবে মই তৎক্ষণাৎ তেওঁৰ ওচৰত গৈ উপস্থিত হলো। তাত উপস্থিত হৈ দেখা পালো, এজন ঋষি মোৰ আনত-পৰ্ব্ব বাণৰ দ্বাৰা বিদ্ধ হৈ পৰি আছে। ২৮॥

তেতিয়া তেনে অকাৰ্য্য কৰা বাবে মোৰ মন বৰ ব্যথিত হৈ পৰিল, আৰু সেই উগ্ৰ তপস্বী ব্ৰাহ্মণ মাটিত বাগৰি পৰি আৰ্ত্তনাদ কৰি থকা অৱস্থাত মই ঋষিক কলো, মই নাজানি এই কাৰ্য্য কৰিছো। আপুনি মোৰ সকলো অপৰাধ নিজগুণে ক্ষমা কৰক, এই বুলিও মই ঋষিৰ ওচৰত প্ৰাৰ্থনা জনালো। ২৯-৩০॥

হে দ্বিজ, তেতিয়া মুনি ক্ৰোধত জ্ঞানহীন হৈ মোক ক'লে, হে নিষ্ঠুৰ, তই শূদ্ৰ-যোনিত জন্ম গ্ৰহণ কৰি ব্যাধ হবি। ৩১॥

ইতি মহাভাৰতৰ বনপৰ্ব্ব'ৰ অন্তৰ্গত মাৰ্কণ্ডেয়-সমাস্যা-পৰ্ব্ব'ত ব্ৰাহ্মণ-ব্যাধ-সম্বাদ ঃ৯ নামৰ পঞ্চদশাধিকদ্বিশততম অধ্যায়। ২১৫॥

॥ অধ্যায় ২১৬॥

## ॥ ব্ৰাহ্মণ-ব্যাধ-সম্বাদ ঃ ১০ ॥

ব্যাধে ক'লে, হে ব্ৰাহ্মণশ্ৰেষ্ঠ, মই তেতিয়া সেই ঋষিৰ দ্বাৰা অভিশপ্ত হৈ বাক্যেৰে তেওঁক সন্তুষ্ট কৰিবলৈ যত্ন কৰি কলো, হে ঋষি, আপুনি মোক ৰক্ষা কৰক। ১॥

হে মুনি, মই নাজানি এই কাৰ্য্য কৰিছো। গতিকে হে ভগৱান, আপুনি প্ৰসন্ন হওক আৰু মোৰ সকলো অপৰাধ ক্ষমা কৰক। ২॥

ঋষিয়ে ক'লে, মোৰ অভিশাপ যে অন্যথা নহয়, তাত কোনো সংশয় নাই, কিন্তু মই দয়া কৰি তোমাৰ প্ৰতি অলপ অনুগ্ৰহ প্ৰকাশ কৰিম। ৩॥

তুমি শূদ্ৰ-যোনিত জন্ম গ্ৰহণ কৰিও ধৰ্ম্মজ্ঞ হবা আৰু পিতা-মাতাৰ শুশ্ৰূষা-পৰায়ণ হবা, ইয়াত কোনো সন্দেহ নাই। ৪॥

তুমি পিতা-মাতাৰ শুশ্ৰূষাৰ দ্বাৰা সিদ্ধি লাভ কৰিব পাৰিবা, তুমি জাতিস্মৰ হ'বা আৰু স্বৰ্গলৈও যাব পাৰিবা । ৫ ॥

অভিশাপৰ ক্ষয় হ'লে আকৌ তুমি ব্ৰাহ্মণ হৈ জন্ম গ্ৰহণ কৰিব পাৰিবা । এইভাৱে সেই উগ্ৰ তেজস্বী বাণবিদ্ধ মুনিয়ে মোক অভিশাপ দিছিল । ৬ ॥

হে মনুষ্যশ্ৰেষ্ঠ, মোৰ প্ৰতি সেই মুনিয়ে অনুগ্ৰহো কৰিছিল । হে ব্ৰাহ্মণশ্ৰেষ্ঠ, তাৰ পাছত মই তেওঁৰ শৰীৰৰপৰা শৰপাট উলিয়ালো আৰু তেওঁক আশ্ৰমলৈ লৈ গলো, তেওঁৰ কিন্তু মৃত্যু নহ'ল । হে দ্বিজশ্ৰেষ্ঠ, পূৰ্ব্বজন্মৰ সকলো কথা মই আপোনাৰ আগত ক'লো । মই স্বৰ্গলৈও যাম । ৭-৯ ॥

ব্ৰাহ্মণে ক'লে, হে মহামতি ব্যাধ, এনে ধৰণে মানুহে সুখ আৰু দুঃখ লাভ কৰে । গতিকে আপুনি তাৰ বাবে উৎকণ্ঠিত নহ'ব । ১০ ॥

হে লোক-বৃত্তান্ত-তত্ত্বজ্ঞ-নিত্য-ধৰ্ম্ম-পৰায়ণ ব্যাধ, আপুনি নিজৰ পূৰ্ব্বজন্মৰ কথা স্মৰণ কৰি দুস্কৰ কাৰ্য্যই কৰিলে । ১১ ॥

হে বিদ্বান, আপোনাৰ জাতি-দোষৰ কাৰণেই কৰ্ম্মদোষ চলি আছে । গতিকে আপুনি আৰু অলপ দিন অপেক্ষা কৰক, তাৰ পাছতেই ব্ৰাহ্মণ হ'ব পাৰিব । ১২ ॥

মোৰ মতেৰে হ'লে আপুনি ব্ৰাহ্মণেই, ইয়াত কোনো সংশয় নাই । কাৰণ, জ্ঞানী ব্ৰাহ্মণো পাপজনক অসৎ কাৰ্য্যত প্ৰবৃত্ত হ'লে তেওঁ দাম্ভিক, পাপী আৰু শূদ্ৰতুল্য হয় আৰু যি শূদ্ৰই সদায় ইন্দ্ৰিয়-সংযম কৰে, সত্য আৰু ধৰ্ম্মত থাকে, তেওঁকেই মই ব্ৰাহ্মণ বুলি ভাবোঁ । কাৰণ, মানুহ গুণৰ দ্বাৰা ব্ৰাহ্মণ হয় আৰু কৰ্ম্মদোষৰ দ্বাৰা মানুহে দাৰুণ বিষম গতি লাভ কৰে । ১৩-১৫ ॥

হে নৰশ্ৰেষ্ঠ, মই আপোনাৰ কৰ্ম্মদোষ ক্ষীণ হোৱা বুলিয়েই ভাবোঁ । গতিকে আপুনি ব্ৰাহ্মণত্ব লাভৰ বাবে উৎকণ্ঠিত নহ'ব । কাৰণ, আপোনাৰ নিচিনা লোক-বৃত্তান্তৰ তত্ত্ব জনা মানুহে বিষাদ নকৰে, তেওঁ সদায় ধৰ্ম্ম-পৰায়ণহে হয় । ১৬ ॥

ব্যাধে ক'লে, মানুহে বুদ্ধিৰ দ্বাৰা মানসিক দুঃখ আৰু ঔষধৰ দ্বাৰা শাৰীৰিক দুঃখ নাশ কৰিব আৰু জ্ঞানী মানুহ মূৰ্খ-সদৃশ নহ'ব । এয়ে হৈছে ন্যায় আৰু বিবেকৰ কাৰ্য্য । ১৭ ॥

অপ্ৰিয়ৰ সংযোগ আৰু প্ৰিয়ৰ বিয়োগ হ'লেই অল্প-বুদ্ধিৰ মানুহ মানসিক দুঃখত দুঃখিত হয় । ১৮ ॥

সুখ, দুঃখ আৰু মোহৰ দ্বাৰা সকলো প্ৰাণী আক্ৰান্ত হয় আৰু সেইবোৰৰ দ্বাৰা পৰিত্যক্তও হয় । গতিকে, কোনো প্ৰাণীয়ে সেই বিষয়ে শোক কৰা উচিত নহয় । ১৯ ॥

অনিষ্ট উপস্থিত হোৱা দেখা পালে মানুহ তাৰপৰা নিবৃত্ত হয় আৰু অনিষ্ট আৰম্ভ হোৱাৰ আগতে যদি মানুহে জানিব পাৰে, তেনেহ'লে তেওঁ তাৰ প্ৰতিকাৰ কৰে । ২০ ॥

শোক কৰিলে কোনো ফল নহয়, তাৰপৰা কেৱল পৰিতাপহে হয়। যি-বিলাকে সুখ আৰু দুখ—এই দুয়োটাকেই পৰিত্যাগ কৰে জ্ঞানৰ দ্বাৰা পৰিতৃপ্ত হৈ সেই জ্ঞানীবিলাকেহে সুখ লাভ কৰে। মূৰ্খসকল হৈছে অসন্তোষ-পৰায়ণ আৰু জ্ঞানীসকল হৈছে সন্তোষী। ২১-২২ ॥

অসন্তোষৰ অন্ত নাই আৰু সন্তোষেই হৈছে পৰম সুখ। জ্ঞান-মাৰ্গেদি যোৱা মানুহে উত্তম গতি লাভৰ আশা কৰি শোক নকৰে। ২৩ ॥

বিষাদক মনত ঠাই নিদিব। কাৰণ, বিষাদেই হৈছে দাৰুণ বিষ। ই ক্ৰোধেৰে পূৰ্ণ সাপৰ দৰে বিবেকহীন অজ্ঞানী মানুহক মাৰি পেলায়। ২৪ ॥

বিক্ৰমৰ সময়ত যাক বিষাদে আক্ৰমণ কৰে, তেজহীন সেই মানুহৰ কোনো পুৰুষাৰ্থই সিদ্ধি নহয়। ২৫ ॥

কাৰ্য্য কৰি থাকিলে অৱশ্যে তাৰ ফললাভো দেখা যায়, কিন্তু কোনো কাৰণবশতঃ আত্মগ্লানি লাভ কৰা মানুহে মঙ্গল লাভ কৰিব নোৱাৰে। ২৬ ॥

দুঃখৰ প্ৰতিকাৰৰ উপায় দেখা পালে অনুতাপ নকৰি তাৰ প্ৰতিকাৰৰ কাৰ্য্য আৰম্ভ কৰিব আৰু সুখৰপৰা মুক্ত হৈ সকলোপ্ৰকাৰৰ দোষত আসক্তি ত্যাগ কৰিব। ২৭ ॥

যিবিলাকে পৰম জ্ঞান লাভ কৰি এই জগতখন অনিত্য বুলি ভাবে, তেনে জ্ঞানীসকলে পৰম গতি দেখি শোক নকৰে। ২৮ ॥

হে জ্ঞানী ব্ৰাহ্মণ, মই কোনো শোক নকৰোঁ। সময়ৰ প্ৰতীক্ষা কৰি আছো আৰু, হে সাধুশ্ৰেষ্ঠ, এইবোৰ দৃষ্টান্ত দেখি মই অৱসন্ন নহওঁ। ২৯ ॥

ব্ৰাহ্মণে ক'লে, হে ধৰ্ম্মজ্ঞ, আপুনি জ্ঞানী, জ্ঞানতৃপ্ত, মেধাৱী আৰু আপোনাৰ বুদ্ধিও তীক্ষ্ণ। সেইবাবে মই আপোনাৰ কাৰণে কোনো শোক নকৰোঁ। ৩০ ॥

হে ধাৰ্ম্মিকশ্ৰেষ্ঠ, আপোনাৰপৰা মই এতিয়া যাবলৈ অনুমতি বিচাৰিছো। আপোনাৰ মঙ্গল হওক। ধৰ্ম্মই আপোনাক ৰক্ষা কৰক, আৰু আপুনি ধৰ্ম্মবিষয়ত অপ্ৰমাদী হওক। ৩১ ॥

মাৰ্কণ্ডেয়ই ক'লে, ব্যাধে কৃতাঞ্জলি হৈ ব্ৰাহ্মণক ক'লে, মই আপোনাৰ উপদেশ পালন কৰিম। ইয়াৰ পাছত ব্যাধক প্ৰদক্ষিণ কৰি সেই শ্ৰেষ্ঠ ব্ৰাহ্মণ গুচি গ'ল। ৩২ ॥

সেই ব্ৰাহ্মণ ঘৰলৈ গৈ তেতিয়াৰেপৰা অতি সংযত হৈ নিয়মিতভাৱে তেওঁৰ বৃদ্ধ মাক-পিতাকক সকলোৰকমে শুশ্ৰূষা কৰিবলৈ ধৰিলে। ৩৩ ॥

হে ধাৰ্ম্মিকশ্ৰেষ্ঠ যুধিষ্ঠিৰ, তুমি ধৰ্ম্মৰ বিষয়ে মোক যি সুধিছিলা, হে বৎস, তোমাৰ ওচৰত মই ধৰ্ম্ম সম্বন্ধে সেই সকলো কথাকেই ক'লো। ৩৪ ॥

হে সাধুশ্ৰেষ্ঠ, পতিব্ৰতাৰ মাহাত্ম্য আৰু ব্ৰাহ্মণৰ ওচৰত ব্যাধে কোৱা পিতামাতাৰ শুশ্ৰূষাৰ কথা কোৱা হ'ল। ৩৫ ॥

যুধিষ্ঠিৰে ক'লে, হে সৰ্ব্ব-ধৰ্ম্মজ্ঞসকলৰ ভিতৰত শ্ৰেষ্ঠ ব্ৰাহ্মণ, অতি আচৰিত আৰু সৰ্ব্বশ্ৰেষ্ঠ ধৰ্ম্মবিষয়ক উপাখ্যান মোৰ আগত আপুনি ক'লে । ৩৬ ॥

হে বিদ্বান, উপাখ্যানটো শ্ৰুতিমধুৰ হোৱা বাবে ইমানখিনি সময় এটা মুহূৰ্ত্তৰ নিচিনাকৈ অতিবাহিত হ'ল ; কিন্তু হে ভগৱান, এই উত্তম ধৰ্ম্মবিষয়ক উপাখ্যান শুনি মই তৃপ্তি নিবাৰণ কৰিব পৰা নাই । ৩৭ ॥

ইতি মহাভাৰতৰ বনপৰ্ব্বৰ অন্তৰ্গত মাৰ্কণ্ডেয়-সমাস্যা-পৰ্ব্বত ব্ৰাহ্মণ-ব্যাধ-সম্বাদ ঃ ১০ নামৰ ষোড়শাধিকদ্বিশততম অধ্যায় । ২১৬ ॥

॥ অধ্যায় ২১৭ ॥

# ॥ বৃহস্পতিৰ উৎপত্তি ॥

বৈশম্পায়নে ক'লে, ধৰ্ম্মৰাজ যুধিষ্ঠিৰে ধৰ্ম্মযুক্ত এই শুভ কথা শুনি উঠি মাৰ্কণ্ডেয় ঋষিক পুনৰাই সুধিলে । ১ ॥

যুধিষ্ঠিৰে ক'লে, কিহৰ কাৰণে অগ্নি পানীৰ ভিতৰত প্ৰৱেশ কৰিছিল ? কি কাৰণেইবা অগ্নি অদৃশ্য হোৱাত মহা তেজস্বী অঙ্গিৰাই অগ্নি হৈ হব্য গ্ৰহণ কৰিছিল ? ২ ॥

ভগৱান অগ্নি যদি এজনেই হয়, তেতিয়া হ'লে কেনেকৈ অগ্নিহোত্ৰাদি কৰ্ম্মৰ সময়ত দক্ষিণাগ্নি আদি ভেদে অগ্নিৰ বহুত্ব দেখা যায় ? এই সকলো কথা মই জানিবলৈ ইচ্ছা কৰোঁ । ৩ ॥

হে ভাৰ্গৱশ্ৰেষ্ঠ মহামুনি, কাৰ্ত্তিক যিভাৱে জন্মিছিল, যিভাৱে অগ্নিৰ পুত্ৰ-ৰূপে প্ৰসিদ্ধি লাভ কৰিছিল আৰু যিভাৱে মহাদেৱৰপৰা গঙ্গাত আৰু কৃত্তিকা নক্ষত্ৰত জন্ম গ্ৰহণ কৰিছিল, এই সকলোবোৰ বিষয় শুনিবলৈ মোৰ ইচ্ছা হৈছে, আৰু সেইবোৰ কথা মই আপোনাৰপৰা জানিবলৈ বিচাৰিছো । ৪-৫ ॥

মাৰ্কণ্ডেয়ই ক'লে, এই বিষয়ে জ্ঞানীসকলে প্ৰাচীন ইতিহাসৰ উল্লেখ কৰি অগ্নি কিয় ক্ৰুদ্ধ হৈ তপস্যা কৰিবৰ বাবে পানীত প্ৰৱেশ কৰিছিল, আৰু কেনেকৈনো শক্তিশালী মহৰ্ষি অঙ্গিৰাই নিজৰ তেজেৰে সকলোকে সন্তাপ দি আৰু অন্ধকাৰ নষ্ট কৰি সাক্ষাৎ অগ্নি হৈ উঠিছিল, সেই বিষয়ে কৈছে । ৬-৭ ॥

হে মহাবাহু যুধিষ্ঠিৰ, প্ৰাচীন কালত মহৰ্ষি অঙ্গিৰাই আশ্ৰমত থাকি অগ্নিক অতিক্ৰম কৰি ভয়ানক তপস্যা কৰিছিল আৰু তেওঁ তেতিয়া তেনে তেজস্বী হৈ সমগ্ৰ জগৎ প্ৰকাশিত কৰি তুলিছিল । ৮ ॥

সেই সময়তেই অগ্নিও তপস্যা কৰি থাকি অঙ্গিৰাৰ তেজত সন্তপ্ত আৰু অতি ক্লান্ত হৈ পৰিছিল। কিন্তু তাৰ কাৰণ কি সেইটো তেওঁ বুজিব পৰা নাছিল। ৯ ॥

তাৰ পাছত অগ্নিয়ে চিন্তা কৰিলে, খুব সম্ভৱ ব্ৰহ্মাই মানুহৰ বাবে আন কোনোবা অগ্নি-দেৱতাক নিৰ্ম্মাণ কৰিছে। ১০ ॥

মই তপস্যা কৰি থকাৰ বাবে নিশ্চয় মোৰ অগ্নিত্ব নষ্ট হৈছে। গতিকে মই আকৌ কেনেকৈ অগ্নি হব পাৰো?—এইদৰে চিন্তা কৰি থাকোঁতে অগ্নিৰ দৰে জগৎ-সন্তাপকাৰী মহামুনি আঙ্গিৰাক অগ্নিয়ে দেখা পালে আৰু ভয়েৰে লাহে লাহে গৈ অগ্নি আঙ্গিৰাৰ ওচৰত উপস্থিত হ'ল। তেতিয়া অঙ্গিৰাই অগ্নিক ক'লে, ১১-১২ ॥

হে অগ্নি, আপুনি আকৌ শীঘ্ৰে জগতৰ হিতকাৰক অগ্নি হওক। কাৰণ, ত্ৰিভুবনত বাস কৰা গতিশীল প্ৰাণীবিলাকৰ ভিতৰত আপুনি অগ্নি বুলি সুপৰিচিত। ১৩ ॥

ব্ৰহ্মাই প্ৰথমে আপোনাক অন্ধকাৰ-নাশক অগ্নিৰূপে সৃষ্টি কৰিছে। গতিকে আপুনি শীঘ্ৰে নিজৰ স্থানলৈ যাওক আৰু অন্ধকাৰ নাশ কৰককৈ। ১৪ ॥

অগ্নিয়ে ক'লে, সংসাৰত মোৰ কীৰ্ত্তি নষ্ট হৈছে আৰু আপুনিহে অগ্নিৰূপে জনাজাত হৈ পৰিছে। গতিকে মানুহে আপোনাকহে অগ্নি বুলি জানিব, মোক নাজানিব। সেই বাবে মই মোৰ অগ্নিত্ব ত্যাগ কৰিলো। আপুনিয়েই প্ৰথম অগ্নি হওক আৰু মই প্ৰাজাপত্য নামৰ দ্বিতীয় অগ্নিৰূপে থাকিম। ১৫-১৬ ॥

অঙ্গিৰাই ক'লে, হে অগ্নি, আপুনি মানুহৰ স্বৰ্গজনক-হব্যবাহনৰূপ পুণ্য কাৰ্য্য কৰক, আপুনি অন্ধকাৰ-নাশক অগ্নি হওক আৰু মোক আপুনি প্ৰথম পুত্ৰৰূপে শীঘ্ৰে গ্ৰহণ কৰক। ১৭ ॥

মাৰ্কণ্ডেয়ই ক'লে, হে ৰজা, অগ্নিয়ে অঙ্গিৰাৰ কথা শুনি তাকেই কৰিলে। সেই অঙ্গিৰাও বৃহস্পতি নামৰ অগ্নিৰ পুত্ৰ হৈ উঠিল। ১৮ ॥

হে ভৰতনন্দন, অঙ্গিৰা অগ্নিৰ প্ৰথম পুত্ৰ হোৱা বুলি জানি দেৱতাসকল আহি অঙ্গিৰাক তাৰ কাৰণ সুধিলে। দেৱতাসকলে অগ্নিক কাৰণ সোধাত অগ্নিয়েও সকলো কথা ক'লে আৰু হে ৰজা, তেতিয়া দেৱতাসকলেও অঙ্গিৰাৰ কথা বিশ্বাস কৰিলে। ১৯-২০।

কৰ্ম্মৰ বিধি-বাক্যসমূহত কৰ্ম্মভেদে আৰু প্ৰয়োজন অনুসাৰে মহা প্ৰভাৱশালী নানাবিধ অগ্নিৰ কথা মই এতিয়া আপোনাৰ আগত ক'ম। ২১ ॥

ইতি মহাভাৰতৰ বনপৰ্ব্বৰ অন্তৰ্গত মাৰ্কণ্ডেয়-সমাস্যা-পৰ্ব্বত বৃহস্পতিৰ উৎপত্তি নামৰ সপ্তদশাধিকদ্বিশততম অধ্যায়। ২১৭ ॥

## ॥ অধ্যায় ২১৮ ॥

# ॥ অঙ্গিৰাৰ সন্ততি-বৰ্ণনা ॥

মাৰ্কণ্ডেয়ই ক'লে, হে কুৰুকুলশ্ৰেষ্ঠ ৰজা, ব্ৰহ্মাৰ তৃতীয় পুত্ৰ অঙ্গিৰাৰ সুভা নামৰ এজনী ভাৰ্য্যা আছিল। তেওঁৰ গৰ্ভত যিসকল সন্তান হৈছিল, তেওঁলোকৰ নাম আপুনি শুনক। ১॥

হে ৰজা, অঙ্গিৰাৰ পুত্ৰ হ'ল বৃহস্পতি। তেওঁৰ যশস্যা, শৰীৰৰ তেজ আৰু বেদ-জ্ঞান আছিল মহৎ, তেওঁৰ হৃদয় আছিল উদাৰ, বিচাৰ-শক্তি আছিল বিশাল আৰু তেওঁৰ মনোবল আছিল অসাধাৰণ। সেই বাবেই তেওঁৰ নাম আছিল বৃহস্পতি। ২॥

অঙ্গিৰাৰ সকলোবোৰ সন্তানৰ ভিতৰত অতুলনীয় ৰূপৱতী ভানুমতী হ'ল প্ৰথমা কন্যা। ৩ ॥

তেতিয়া যাৰ প্ৰতি সকলোৰে অনুৰাগ জন্মিছিল আৰু অনুৰাগ জন্মিছিল বুলিয়েই যি ৰাগা নামে প্ৰসিদ্ধ হৈছিল, সেই ৰাগাই হল অঙ্গিৰাৰ দ্বিতীয়া কন্যা। ৪ ॥

মহাদেৱৰ দৃশ্যা-অদৃশ্যা কন্যাসদৃশ (চন্দ্ৰকলাৰ দৰে) ক্ষীণ শৰীৰৰ সিনীবালী অঙ্গিৰাৰ তৃতীয়া কন্যা। ৫ ॥

যাৰ শৰীৰৰ তেজৰ বলত মানুহে ৰাতিও ৰূপ দেখিছিল, সেই অৰ্চিষ্মতী হ'ল অঙ্গিৰাৰ চতুৰ্থা কন্যা, হবি দান কৰা বাবে হবিষ্মতী হ'ল অঙ্গিৰাৰ পঞ্চমা কন্যা আৰু পৱিত্ৰ স্বভাৱৰ মহিষ্মতী হল অঙ্গিৰাৰ ষষ্ঠা কন্যা। ৬ ॥

হে মহামতি ৰজা, দীপ্তিমান মহাযজ্ঞত থকা বিখ্যাত মহামতী হ'ল অঙ্গিৰাৰ সপ্তমা কন্যা। ৭ ॥

মানুহে যি ভগৱতীক দেখি বিস্মিত হয় আৰু তেতিয়া চন্দ্ৰৰ কলা এটিও নথকা বাবে যি কেৱল অন্ধকাৰ-ৰূপে প্ৰতিভাত হয় অঙ্গিৰাৰ সেই অষ্টমা কন্যাক মানুহে কুহূ বুলি কয়। ৮ ॥

ইতি মহাভাৰতৰ বনপৰ্ব্বৰ অন্তৰ্গত মাৰ্কণ্ডেয়-সমাস্যা-পৰ্ব্বত অঙ্গিৰাৰ সন্ততি-বৰ্ণনা নামৰ অষ্টাদশাধিক-দ্বিশততম অধ্যায়। ২১৮ ॥

॥ অধ্যায় ২১৯ ॥

## ॥ বৃহস্পতিৰ সন্ততি-বৰ্ণনা ॥

মাৰ্কণ্ডেয়ই ক'লে, চন্দ্ৰৰ সংসৰ্গ লাভ কৰা সত্বেও বৃহস্পতিৰ যিজনী ভাৰ্য্যা যশস্বিনী হৈ আছিল, সেই তাৰাদেৱীয়ে অগ্নিৰূপ ছয়টি পুত্ৰ আৰু এজনী কন্যা প্ৰসৱ কৰিছিল। ১ ॥

যজ্ঞীয় আহুতিৰ ভিতৰত অগ্নিৰ কাৰণে যিভাগ আহুতি বিহিত আছে, মতাব্ৰত নামৰ সেই অগ্নি বৃহস্পতিৰ প্ৰথম পুত্ৰ। ২ ॥

চাতুৰ্মাস্য আৰু অশ্বমেধ যজ্ঞত যাৰ বাবে প্ৰথম পশুটো বিহিত আছে, আৰু যি নানা বৰ্ণশিখাৰ দ্বাৰা জ্বলি থাকে, সেই অদ্বিতীয় শক্তিশালী অগ্নিয়েই হ'ল শংযু। ৩ ॥

জগতত অনুপমা আৰু সত্যপৰায়ণা ধৰ্ম্ম-কন্যা সত্যাদেৱী শংযুৰ ভাৰ্য্যা আছিল। তেওঁৰ গৰ্ভত শংযুৰ এটি পুত্ৰ আৰু তিনিটি সুব্ৰতা কন্যা জন্মিছিল। ৪ ॥

প্ৰথম আজ্য-ভাগেৰে যজ্ঞত যি অগ্নিৰ পূজা হয়, সেই ভৰদ্বাজ নামৰ অগ্নি হ'ল শংযুৰ প্ৰথম পুত্ৰ। ৫ ॥

সকলো পৌৰ্ণ-মাসসাগত হোম-পাত্ৰৰ দ্বাৰা দিয়া ঘিঁ আদি যিজনে গ্ৰহণ কৰে ভৰত নামৰ সেই অগ্নি শংযুৰ দ্বিতীয় পুত্ৰ। ৬ ॥

ইয়াৰ উপৰিও শংযুৰ আৰু তিনিজনী কন্যা জন্মিছিল আৰু সেইবিলাকক পালন কৰিছিল ভৰতে। সেই ভৰতৰ আকৌ ভৰত নামৰ এটি পুত্ৰ আৰু ভৰতী নামৰ এজনী কন্যা জন্মিছিল। ৭ ॥

হে ভৰতশ্ৰেষ্ঠ, সকলোৰে ভৰণ-পোষণ কৰা প্ৰজাপতি ভৰত নামৰ অগ্নিৰ পাৱক নামৰ উৎপত্তি হয় আৰু জগতত অত্যন্ত মোহনীয় (পূজনীয়) হোৱা বাবেই তেওঁৰ আন এটা নাম হ'ল মহান্। ৮ ॥

ভৰদ্বাজ নামৰ অগ্নিৰ ভাৰ্য্যা বীৰাই বীৰ নামৰ এটি পুত্ৰ প্ৰসৱ কৰে। ব্ৰাহ্মণসকলে এওঁৰ উদ্দেশ্যে সোম সদৃশ উপাংশুভাৱে (মনে মনে) ঘিঁৰ দ্বাৰা আহুতি দিয়ে। ৯ ॥

যিজনে যজ্ঞত চন্দ্ৰেৰে সৈতে দ্বিতীয় হবি গ্ৰহণ কৰে, তলত লিখা নাম তিনিটা তেওঁৰো প্ৰসিদ্ধ নাম। যেনে, ৰথপ্ৰভু, ৰথধ্বান আৰু কুম্ভৰেতা। ১০ ॥

এই বীৰ নামৰ অগ্নিয়ে সৰযূ নামৰ ভাৰ্য্যাৰ গৰ্ভত সিদ্ধি নামৰ এটি পুত্ৰ জন্মায়। সেই সিদ্ধিয়ে নিজৰ কিৰণৰ দ্বাৰা সূৰ্য্যকো আবৃত কৰিছিল। অগ্নিৰ বংশত জন্ম লাভ কৰা পিতাকক সম্মান কৰা বাবে যজ্ঞ প্ৰভৃতি কাৰ্য্যত সদায় এওঁক আহ্বান কৰাৰ বিধান আছে। ১১ ॥

যশসা, তেজ আৰু শোভাৰ দ্বাৰা যি কেতিয়াও বিচ্যুত নহয়, বৃহস্পতিৰ সেই দ্বিতীয় পুত্ৰৰ নাম হ'ল নিশ্চ্যৱন। তেওঁ কেৱল পৃথিৱীৰ স্তৱহে কৰে। ১২॥

এই অগ্নি সদায় পাপহীন, নিৰ্ম্মল, পবিত্ৰ আৰু তেজৰ দ্বাৰা প্ৰকাশিত। এই অগ্নিৰ সত্য নামৰ এটি পুত্ৰ হয়। এই সত্য নামৰ অগ্নিও নিষ্পাপী আৰু কাল-ধৰ্ম্ম শাসক। ১৩॥

যি অগ্নিয়ে পীড়িত প্ৰাণীসকলৰ কষ্ট নাশ কৰি সিসকলক বেদনামুক্ত কৰে, সেই নিষ্কৃতিদায়ক অগ্নিৰ পুত্ৰৰ নাম হ'ল স্বন। এই অগ্নিয়ে ৰোগ উৎপাদন কৰে। ১৪॥

যি অগ্নিয়ে জগতৰ প্ৰাণীসমূহৰ বুদ্ধি অৱলম্বন কৰি অৱস্থান কৰে, সেই অগ্নিক অধ্যাত্ম-বিদ্ (আত্মজ্ঞানী)-সকলে বিশ্বজিৎ নামৰ অগ্নি বুলি কয়। ১৬॥

হে ভাৰত, যি অগ্নিয়ে প্ৰাণীসমূহৰ পেটৰ ভিতৰত থাকি খোৱা বস্তু পৰিপাক কৰে, সেই অগ্নি সমগ্ৰ জগতত বিশ্বভুক্ নামে সুপ্ৰসিদ্ধ। ১৭॥

এই বিশ্বভুক্ নামৰ অগ্নিক ব্ৰহ্মচাৰী, সংযমী, নানা ব্ৰতাচাৰী বুলি কয়, আৰু ব্ৰাহ্মণসকলে পাক যজ্ঞত এই অগ্নিক পূজা কৰে। ১৮॥

পবিত্ৰ গোমতী নদী এওঁৰ প্ৰিয় পত্নী হৈ উঠিছিল। ধৰ্ম্মাচাৰী কৰ্ত্তাসকলে সেই বিশ্বভুক্ অগ্নিত সকলো কাৰ্য্য সম্পাদন কৰে। ১৯॥

পৰম দাৰুণ বড়ৱা নামৰ যি অগ্নিয়ে পানী খায়, যি ব্ৰহ্মনিষ্ঠ আৰু যি নাভিৰপৰা ঊৰ্দ্ধগামী হৈ প্ৰাণবায়ু স্পৰ্শ কৰে, সেই অগ্নিৰ নাম ঊৰ্দ্ধভাক্। ২০॥

গৃহৰ মঙ্গল-কাৰ্য্য উপলক্ষে যি অগ্নিত ঘিঁৰ ধাৰা দিয়া হয়, আৰু সেই ঘিঁৰ ধাৰা যি অগ্নিয়ে ক্ৰমে উত্তৰৰ পিনে বহন কৰে, অভীষ্ট ফলদাতা সেই অগ্নিৰ নাম হ'ল স্বিষ্টকৃৎ। ২১॥

অগ্নিৰূপী যি বৃহস্পতিয়ে ক্ৰোধহীন প্ৰাণীসকলৰ মনতো ক্ৰোধ জন্মায়, ক্ৰোধী অগ্নিৰূপী সেই বৃহস্পতিৰ তেজেই তেওঁৰ কন্যা-ৰূপে জন্ম গ্ৰহণ কৰে। ২২॥

স্বাহা নামৰ দাৰুণ আৰু ক্ৰুৰ অগ্নি সকলো প্ৰাণীতেই থাকে। স্বৰ্গত এওঁৰ সমান ৰূপবান কাৰো নাই আৰু সেই কাৰণেই দেৱতাসকলে এই অগ্নিক কামাগ্নি বুলি কয়। ২৩॥

যি অগ্নিয়ে ক্ৰুদ্ধ হৈ ধনু আৰু মালা গ্ৰহণ কৰি ৰথত থাকি যুদ্ধত শত্ৰু-সংহাৰ কৰে, সেই অগ্নিৰ নাম হ'ল অমোঘাগ্নি। ২৪॥

হে মহাভাগ, ব্ৰাহ্মণসকলে তিনিভাগ মন্ত্ৰৰ দ্বাৰা যাৰ স্তৱ কৰে, যি অগ্নিয়ে পৰম শ্লোকৰ আবিষ্কাৰ কৰিছে আৰু জ্ঞানীসকলে যাক আত্মাদাতা বুলি জানে, সেই অগ্নিৰ নাম হ'ল উকৃথ। ২৫॥

ইতি মহাভাৰতৰ বনপৰ্ব্বৰ অন্তৰ্গত মাৰ্কণ্ডেয়-সমাস্যা-পৰ্ব্বত বৃহস্পতিৰ সন্ততি-বৰ্ণনা নামৰ একোনবিংশত্যধিক-দ্বিশততম অধ্যায়। ২১৯॥

॥ অধ্যায় ২২০ ॥

# ॥ পাঞ্চজন্য অগ্নিৰ উৎপত্তি আৰু সন্ততি-বৰ্ণনা ॥

মাৰ্কণ্ডেয়ই ক'লে, কাশ্যপ, বশিষ্ঠ, প্ৰাণ-পুত্ৰ প্ৰাণ, অঙ্গিৰা-পুত্ৰ চ্যৱন আৰু বৰ্চ্চ—এয়ে হ'ল পঞ্চাগ্নি । ১ ॥

উক্থ নামৰ অগ্নিয়ে 'মই ব্ৰহ্মাৰ দৰে ধাৰ্ম্মিক আৰু যশস্বী পুত্ৰ লাভ কৰিম'—এই কামনা কৰি বহু বছৰ ধৰি তীব্ৰ তপস্যা কৰিছিল । ২ ॥

তাৰ পাছত তেওঁ পঞ্চ মহাব্যাহৃতিৰূপে পৰমাত্মাৰ ধ্যান কৰাত জগতৰ সৃষ্টিকৰ্ত্তা পৰমাত্মাই পঞ্চবৰ্ণ দিব্য তেজঃপুঞ্জ-ৰূপে তেওঁৰ আগত আবিৰ্ভূত হ'ল । ৩ ॥

হে ভাৰত, তেওঁৰ মূৰটো প্ৰজ্বলিত অগ্নি-সদৃশ পিঙ্গলবৰ্ণ হাত দুখন সূৰ্য্যৰ দৰে তাম বৰণীয়া, শৰীৰ ছাল সোণৰ নিচিনা পীতবৰ্ণ, চকু দুটা শুভ্ৰ চন্দনৰ নিচিনা পাণ্ডুবৰ্ণ আৰু উৰত দুখন আছিল কৃষ্ণবৰ্ণ । ৪ ॥

আগতে কৈ অহা কাশ্যপ প্ৰভৃতি পঞ্চাগ্নিয়ে তপস্যা কৰি তেওঁক পঞ্চবৰ্ণ কৰিছিল আৰু সেই কাৰণে তেওঁ পাঞ্চজন্য নামেৰে প্ৰসিদ্ধ হৈছিল আৰু পাঁচটি বংশৰো তেওঁ প্ৰবৰ্ত্তন কৰিছিল । ৫ ॥

সেই মহা তপস্বীয়ে পিতৃগণৰ প্ৰজা-সৃষ্টি কৰিম বুলি দহ হেজাৰ বছৰ তপস্যা কৰি ভয়ঙ্কৰ অগ্নি-সৃষ্টি কৰিছিল । ৬ ॥

তাৰ পাছত তেওঁ তপস্যা কৰি মূৰ নাইবা মুখৰপৰা বৃহদ্ৰথ নামৰ শীৰ্ষৰে আয়ু আদি হৰণ কৰিব পৰা অহোৰাত্ৰ দেৱতা, নাভিৰপৰা ৰুদ্ৰ, বলৰপৰা ইন্দ্ৰ আৰু প্ৰাণৰপৰা বায়ু আৰু অগ্নি দেৱতাক সৃষ্টি কৰিলে । ৭ ॥

এনেদৰে বাহুৰপৰা উদাত্ত-অনুদাত্ত স্বৰযুক্ত মন্ত্ৰ বিশ্বেদেৱ দেৱতাসকল আৰু পঞ্চ মহাভূতৰ সৃষ্টি কৰি তাৰ পাছত পিতৃসকলৰ কাৰণে পাঁচটি পুত্ৰও সৃজন কৰিলে । ৮ ॥

বৃহদ্ৰথৰ পুত্ৰ হ'ল প্ৰণিধি, কাশ্যপৰ মহত্তৰ, অঙ্গিৰাৰ ধীৰ-স্বভাৱী ভানু, বৰ্চ্চৰ সৌভৰ আৰু প্ৰাণৰ অনুদাত্ত । এই পঞ্চবিংশতি-সংখ্যকৰ কথা ব্যাখ্যা কৰা হ'ল । ইয়াৰ বাহিৰেও তেওঁ যজ্ঞ অপহৰণকাৰী পোন্ধৰজন অসুৰকো সৃষ্টি কৰিলে । ৯-১০ ॥

তপে দেৱতাসকলৰ যজ্ঞধ্বংসকাৰী সুভীম, অতিভীম, ভীম, ভীমবল, অবল নামৰ পাঁচজনকো সৃষ্টি কৰিলে । ১১ ॥

তপে সুমিত্ৰ, মিত্ৰজ্ঞন, মিত্ৰজ্ঞ, মিত্ৰবৰ্দ্ধন আৰু মিত্ৰধৰ্ম্মা নামৰ পাঁচজন দেৱতাৰো সৃষ্টি কৰিলে। ১২ ॥

সেই তপে সুৰ-প্ৰবীৰ, বীৰ, সুৰেশ, সুৰবৰ্চ্চস আৰু সুৰহন্তা-এই পাঁচজন অসুৰৰো সৃজন কৰিলে। ১৩ ॥

এই পোন্ধৰজনে তিনিভাগত বিভক্ত হৈ পৃথিৱীত থাকিও যাজ্ঞিকসকলৰ যজ্ঞদ্ৰব্য স্বৰ্গৰপৰা হৰণ কৰিলে। ১৪ ॥

এই অসুৰসকলে সেই অগ্নিসমূহৰ ইষ্ট-মহাহবি হৰণ কৰে আৰু নাশ কৰে। হব্য-বহনকাৰী অগ্নিসকলৰ লগত স্পৰ্দ্ধা কৰি ইহঁতে হৰণ কৰে আৰু বিনাশ কৰে। ১৫ ॥

সেই কাৰণে সুনিপুণ যাজ্ঞিকসকলে বহিৰ্ব্বেদীত তেওঁলোকৰ প্ৰাপ্যৰ ভাগ দিয়াৰ নিয়ম কৰিছে। কাৰণ, যি ঠাইত অগ্নি থাকে, সেই ঠাইলৈ ইহঁত যাব নোৱাৰে। ১৬ ॥

পক্ষৰ দ্বাৰা (পক্ষ-সদৃশ শিখাৰ দ্বাৰা) যজমানৰ হবি বহন কৰি অগ্নি প্ৰৱৰ্ত্তিত হ'লে মন্ত্ৰৰ দ্বাৰা প্ৰশমিত এওঁলোকে যজ্ঞীয় ইষ্টবস্তু হৰণ কৰিব নোৱাৰে। ১৭ ॥

অগ্নিহোত্ৰ নামৰ হোম কৰি থকা অৱস্থাত পৃথিৱীত সাধুসকলে পূজা কৰে। ১৮ ॥

যাজ্ঞিকসকলে তপৰ পুত্ৰ ৰথন্তৰ অগ্নিৰ কথাও পাঠ কৰে আৰু যজুৰ্ব্বেদী-সকলে ৰথন্তৰক হবি মিত্ৰবিন্দৰ কাৰণে বুলি কয়। মহা যশস্বী তপে পুত্ৰসকলেৰে সৈতে পৰম প্ৰীত হৈ এনেদৰে আনন্দ লাভ কৰিছিল। ১৯-২০ ॥

ইতি মহাভাৰতৰ বনপৰ্ব্বৰ অন্তৰ্গত মাৰ্কণ্ডেয়-সমাস্যা-পৰ্ব্বত পাঞ্চজন্য অগ্নিৰ উৎপত্তি আৰু সন্ততি-বৰ্ণনা নামৰ বিংশত্যধিক-দ্বিশততম অধ্যায়। ২২০ ॥

॥ অধ্যায় ২২১ ॥

## ॥ অগ্নি-স্বৰূপ তপ আৰু মনুৰ সন্ততি-বৰ্ণনা ॥

মাৰ্কণ্ডেয়ই ক'লে, কঠোৰ নিয়মসমূহৰ দ্বাৰা জন্ম গ্ৰহণ কৰা ভৰত নামৰ যি অগ্নি আছে, সেই ভৰত অগ্নিৰ আন এটা নাম হ'ল পুষ্টিমতি। সেই পুষ্টিমতি অগ্নিয়ে সন্তুষ্ট হৈ তুষ্টি দান কৰে। এওঁ সকলো প্ৰজাকে ভৰণ কৰে বুলিয়েই এই অগ্নিক ভৰত বোলা হয়। ১ ॥

শিৱ নামৰ যি অগ্নি আছে, সেই অগ্নি শক্তি-পূজাত ৰত থাকে আৰু পীড়িত-সকলৰ সদায় মঙ্গল বিধান কৰা কাৰণে সেই অগ্নিক শিৱ বোলা হয়। ২ ॥

তপ নামক ঋষি তপস্যাৰ মহাফল বৃদ্ধি হোৱা দেখি সেই ফল লাভ কৰিবৰ বাবে তেওঁৰ পুৰন্দৰ নামৰ বুদ্ধিমান এটি পুত্ৰ জন্ম গ্ৰহণ কৰে। ৩॥

উষ্মাৰপৰা উষ্মা নামৰ যি অগ্নি জন্ম গ্ৰহণ কৰিছিল, সেই অগ্নিক প্ৰাণীসমূহৰ ভিতৰত দেখা যায় আৰু মনু নামৰ অগ্নি প্ৰজাপতি আছিল। ৪॥

ইয়াৰ উপৰিও বেদজ্ঞ ব্ৰাহ্মণসকলে শম্ভু নামৰ এক অগ্নিৰ কথা কয় আৰু ব্ৰাহ্মণসকলে মহা প্ৰভাশালী, দীপ্ত আৱসথ্য নামৰ অগ্নিৰ কথাও কয়। ৫॥

তাৰ পাছত তপ নামৰ অগ্নিয়ে বলকাৰক, সুবৰ্ণ-সদৃশ প্ৰভাশালী, সোমভাগী হব্য-বহনকাৰী পাঁচভাগ অগ্নিৰ জন্ম দিয়ে। ৬॥

অস্ত যোৱাৰ সময়ত ৰশ্মি-পতি সূৰ্য্য পৰিশ্ৰান্ত হৈ আগ্নত প্ৰৱেশ কৰি অগ্নি হয়। সেই অগ্নিয়ে ঘোৰ অসুৰ আৰু নানাবিধ মনুষ্যৰ সৃষ্টি কৰে। ৭॥

তপৰ পুত্ৰ মনু আৰু ভানুকো অঙ্গিৰাই সৃষ্টি কৰে। বেদজ্ঞ ব্ৰাহ্মণসকলে সেই ভানুক বৃহদ্ভানু বুলি কয়। ৮॥

ভানুৰ সুপ্ৰজা আৰু সূৰ্য্যকন্যা বৃহদ্ভাগা নামৰ দুজনী ভাৰ্য্যা আছিল। তেওঁলোকে ছটি কণ্যা প্ৰসৱ কৰে। তেওঁলোকৰ প্ৰজা-সৃষ্টিৰ কথা শুনক। ৯॥

যিজনে দুৰ্ব্বল প্ৰাণীৰ প্ৰাণ দান কৰে, ভানুৰ প্ৰথম পুত্ৰ সেই অগ্নিক বলদ অগ্নি বোলা হয়। ১০॥

প্ৰশান্ত প্ৰাণীসমূহতো যি ক্ৰোধৰ উৎপাদন কৰে, সেই অগ্নিক মন্যুমান বোলা হয়। এই অগ্নি ভানুৰ দ্বিতীয় পুত্ৰ। ১১॥

দৰ্শ যাগ আৰু পৌৰ্ণমাস যাগত যাৰ কাৰণে হবি-বিধান আছে, বিষ্ণু নামৰ সেই অগ্নি অঙ্গিৰা-স্বৰূপ আৰু সেই অগ্নিক ধৃতিমান বোলা হয়। ১২॥

ইন্দ্ৰেৰে সৈতে যাৰ আগ্ৰয়ণ নামৰ হবি বিহিত আছে, সেই অগ্নিক আগ্ৰয়ণ বোলা হয় আৰু এই অগ্নি ভানুৰেই পুত্ৰ। ১৩॥

চাতুৰ্ম্মাস্য যাগত নিত্য হবিৰ নিবৰ্হণ নামৰ অগ্নি আছে। চাৰিটি পুত্ৰেৰে সৈতে স্তুভ নামৰ অগ্নিও ভানুৰেই পুত্ৰ। ১৪॥

মনুৰ নিশা নামৰ এজনী ভাৰ্য্যা আছিল। সেই নিশাই এজনী কণ্যা, অগ্নি আৰু সোম নামৰ দুটি পুত্ৰ, আৰু ইয়াৰ বাহিৰেও পাঁচটি অগ্নি-ৰূপ পুত্ৰ প্ৰসৱ কৰে। ১৫॥

চাতুৰ্ম্মাস্য যাগত শ্ৰেষ্ঠ হবিৰ দ্বাৰা যি অগ্নি পৰ্জ্জন্যেৰে সৈতে পূজিত হয়, শ্ৰীমান (কান্তিযুক্ত) সেই অগ্নি হ'ল বৈশ্বানৰ। ১৬॥

এই সকলো লোকৰ প্ৰভু যি অগ্নিয়ে অন্ন পৰিপাক কৰে, সেই অগ্নিক বিশ্বপতি বোলা হয়। এই অগ্নি মনুৰ দ্বিতীয় পুত্ৰ। ১৭॥

সেই অগ্নিৰপৰা আজ্যই (হবিয়ে) অভীষ্ট লাভ কৰায়, আৰু সেই বাবেই সেই অগ্নিক পৰম স্বিষ্টকৃৎ বুলি কোৱা হয়। ১৮॥

মনুৰ ৰোহিণী নামৰ কন্যা কৰ্ম্মদোষত হিৰণ্যকশিপুৰ ভাৰ্য্যা হয়। প্ৰকৃততে

তেওঁ অগ্নি আৰু প্ৰজাপতি। যি অগ্নিয়ে প্ৰাণীসকলৰ প্ৰাণ আশ্ৰয় কৰি শৰীৰ প্ৰৱৰ্ত্তন কৰায়, সেই অগ্নিৰ নাম হ'ল সন্নিহিত, আৰু সেই অগ্নি শব্দৰূপ-গ্ৰহণৰ প্ৰৱৰ্ত্তক। ১৯ ॥

শুক্ল-কৃষ্ণ-গতি ধাৰণ কৰা যি দেৱে অগ্নিক বৰণ কৰে, পাপহীন যি দেৱে ক্ৰোধক আশ্ৰয় কৰি পাপ উৎপাদন কৰে, যোগীসকলে যাক সদায় শ্ৰেষ্ঠ কপিল ঋষি বুলি কয়, সাংখ্য-যোগ-প্ৰৱৰ্ত্তক তেৱেঁই হ'ল কপিল নামৰ অগ্নি। ২০-২১ ॥

নিত্যহোমী দ্বিজাতিয়ে সকলোৰকমৰ হোম-কাৰ্য্যত যাৰ উদ্দেশ্যে দেয় হবিৰ প্ৰথমভাগ অৰ্পণ কৰে, সেই অগ্নিৰ নাম হ'ল অগ্ৰণী। ২২ ॥

এই বৈশ্বানৰ প্ৰভৃতি অগ্নি আৰু ইয়াৰ বাহিৰেও পৃথিৱীত বিখ্যাত দুষ্ট অগ্নি হোত্ৰৰ প্ৰায়শ্চিত্তৰ বাবে উদ্যমশীল আন আন অগ্নিৰ সৃষ্টি হৈছিল। ২৩ ॥

যেতিয়া কোনোপ্ৰকাৰে এতাহৰ দ্বাৰা অগ্নিসমূহ পৰস্পৰ সংলগ্ন হয়, তেতিয়া অষ্টকপালৰ (আঠটা মাটিৰ চৰুত পাক কৰা হবিৰ)-দ্বাৰা শুচি নামক অগ্নিত হোম কৰিব। ২৪ ॥

যেতিয়া গাৰ্হপত্য আৰু আহৱনীয় অগ্নিৰ দ্বাৰা দক্ষিণাগ্নিৰ সংস্পৰ্শ হয়, তেতিয়া অষ্ট-কপালৰ দ্বাৰা বীতি নামক অগ্নিত হোম কৰিব। ২৫ ॥

ঘৰত থকা অগ্নিক যদি দাবাগ্নিয়ে স্পৰ্শ কৰে, তেনেহলে অষ্ট-কপালৰ দ্বাৰা শুচি নামক অগ্নিত হোম কৰিব। ২৬ ॥

যদি অগ্নিহোত্ৰৰ অগ্নিক ৰজস্বলা তিৰোতাই স্পৰ্শ কৰে, তেনেহলে অষ্ট-কপালৰ দ্বাৰা বসুমান্ নামৰ অগ্নিত হোম কৰিব। ২৭ ॥

যদি কোনো জীৱিত লোকক মৃত বুলি শুনা যায় আৰু যদি কোনো পশুৱে অগ্নিহোত্ৰ অগ্নিক স্পৰ্শ কৰে, তেনেহলে তেওঁ অষ্ট-কপালৰ দ্বাৰা সুৰভিমান্ নামৰ অগ্নিত হোম কৰিব। ২৮ ॥

যদি কোনো ব্ৰাহ্মণে পীড়িত হৈ তিনি ৰাতি অগ্নিত আহুতি নিদিয়ে, তেনেহ'লে তেওঁ অষ্ট-কপালৰ দ্বাৰা উত্তৰাগ্নিত হোম কৰিব। ২৯ ॥

যদি প্ৰতিষ্ঠা কৰা দৰ্শ আৰু পৌৰ্ণমাস যাগৰ কুণ্ড হোম নকৰা অৱস্থাত থাকে, তেনেহ'লে অষ্ট-কপালৰ দ্বাৰা পথিকৃৎ নামৰ অগ্নিত হোম কৰিব। ৩০ ॥

যেতিয়া সূতিকাগ্নিয়ে অগ্নিহোত্ৰৰ অগ্নিক স্পৰ্শ কৰে, তেতিয়া অষ্ট-কপালৰ দ্বাৰা অগ্নিমৎ নামৰ অগ্নিত হোম কৰিব। ৩১ ॥

ইতি মহাভাৰতৰ বনপৰ্ব্বৰ অন্তৰ্গত মাৰ্কণ্ডেয়-সমাস্যা-পৰ্ব্বত অগ্নি-স্বৰূপ তপ আৰু মনুৰ সন্ততি-বৰ্ণনা নামৰ একবিংশত্যধিক-দ্বিশততম অধ্যায়। ২২১ ॥

## ॥ অধ্যায় ২২২ ॥

# ॥ সহ নামক অগ্নিৰ জল-প্ৰবেশ ॥

মাৰ্কণ্ডেয়ই ক'লে, জলত থকা হিচাপে প্ৰসিদ্ধ সহ নামক অগ্নিৰ মুদিতা নামে এজনী পৰম-প্ৰিয় পত্নী আছিল। ভূপতি আৰু ভূৱৰ্ভৰ্ত্তা সহই শ্ৰেষ্ঠ অগ্নিৰূপ পুত্ৰৰ জন্ম দিছিল। ১ ॥

এই অগ্নিক ব্ৰাহ্মণসকলে বংশ-পৰম্পৰাক্ৰমে আত্মা, ভুৱনভৰ্ত্তা আৰু সকলো-প্ৰাণীৰ (চতুৰ্ব্বিধ প্ৰাণীৰ) পতি বুলি কয়। ২ ॥

এই লোকত পৃথিৱী আদি মহাভূতসমূহৰ পতি, ঐশ্বৰ্য্যশালী, মহাতেজস্বী সেই অগ্নি সদায় ভ্ৰমণ কৰে। ৩ ॥

গৃহপতি নামক যি অগ্নি সদায় যজ্ঞত পূজিত হয়, যি অগ্নিয়ে এই লোকৰ হুত-হব্য বহন কৰে, যি আপ নামক সহাগ্নিৰ পুত্ৰ, সত্ত্বভুক্ (ঘৃতাদি হব্য-ভোক্তা), মহা অদ্‌ভুত, মহাভাগ, ভূপতি, ভুৱৰ্ভৰ্ত্তা অৰ্থে মহৎ-পতি, সেই অগ্নিৰ ভৰত নামৰ এটি পুত্ৰ জন্মে। সেই ভৰত-অগ্নিয়ে মৃত প্ৰাণীক দহন কৰে আৰু ক্ৰতুশ্ৰেষ্ঠ-অগিষ্টোম যজ্ঞত নিয়ত স্থান লভে। ৪-৬ ॥

সহ নামক সমৰ্থৱান সেই অগ্নিক দেৱতাসকলে অন্বেষণ কৰে। সেই অগ্নি অগ্নিষ্টোম যজ্ঞত নিয়ত-ভৰত নামক অগ্নি অহা দেখি নাইবা নিয়ত নামৰ শৱাগ্নিক অহা দেখি স্পৰ্শ কৰাৰ ভয়ত সমুদ্ৰত প্ৰৱেশ কৰিছিল। ৭ ॥

দেৱতাসকল চাৰিওফালে অন্বেষণ কৰি কৰি তালৈও গ'ল। তাৰ পাছত সহ অগ্নিয়ে এদিন অথৰ্ব্বাক দেখি কবলৈ ধৰিলে, ৮ ॥

হে বীৰ, মই বৰ দুৰ্ব্বল হৈ পৰিছো। গতিকে দেৱতাসকলৰ হব্য আপুনি বহন কৰক। ইয়াৰ পিছত আপুনি মধ্বক্ষ (পিঙ্গাক্ষ) অগ্নি হওক আৰু মোৰ এই প্ৰিয় কাৰ্য্য সম্পাদন কৰক। ৯ ॥

অথৰ্ব্বাক এনেদৰে উপদেশ দি সহ-অগ্নি আন ঠাইলৈ গুচি গ'ল, কিন্তু মাছ-বিলাকে তেওঁৰ কথা কৈ দিলে। তেতিয়া সহ অগ্নিয়ে ক্ৰুদ্ধ হৈ মাছবিলাকক ক'লে, তহঁত নানাপ্ৰকাৰে মনুষ্যসকলৰ ভক্ষ্য হবি। ১০ ॥

মাছবিলাকে তেওঁৰ কথা কোৱাৰ পিছতো সহ অগ্নিয়ে অথৰ্ব্বাক আকৌ আগৰ কথাকেই ক'লে। ১১ ॥

তেওঁ দেৱতাসকলৰ কথামতে, অনুনয় কৰাতো সহ অগ্নিয়ে হবি বহন আৰু দুৰ্ব্বল শৰীৰ সহ্য কৰিবলৈ ইচ্ছা নকৰি শৰীৰ ত্যাগ কৰিলে। ১২ ॥

তেতিয়া সেই অগ্নি অগ্নি-শৰীৰ ত্যাগ কৰি পৃথিৱীত প্ৰৱেশ কৰিলে আৰু তেওঁ ভূমি স্পৰ্শ কৰি নানাৰকমৰ পৃথক পৃথক ধাতুৰ সৃষ্টি কৰিলে। ১৩ ॥

নিজৰ বিকৃত তেজৰপৰা গন্ধ আৰু তেজ, হাড়ৰপৰা দেৱদাৰু, শ্লেষ্মাৰপৰা স্ফটিক, তেনেদৰে পিত্তৰপৰা মৰকত আৰু যকৃতৰপৰা ক'লা বৰণৰ লোহা জন্মিল। এই তিনিটাৰ দ্বাৰায় প্ৰজাসকল শোভিত হৈছিল। তেওঁৰ নখৰপৰা অভ্ৰসমূহ জন্মিছিল আৰু সেই অগ্নিৰ সিৰাসমূহ হ'ল বিদ্ৰুম (প্ৰৱাল)। ১৪-১৫ ॥

হে ৰজা, এওঁৰ শৰীৰৰপৰা আন আন ধাতুবোৰো জন্মিল। এনেদৰে শৰীৰ ত্যাগ কৰি সেই অগ্নি তপস্যাত প্ৰবৃত্ত হ'ল। ১৬ ॥

তেতিয়া ভৃগু আৰু অঙ্গিৰা আদি ঋষিসকলে আকৌ নিজ নিজ সামৰ্থ্যেৰে তেওঁক তপস্যাৰপৰা উঠালে। সেই সময়ত সেই অগ্নি অতি দীপ্তিশালী হৈ উঠিল আৰু অথৰ্ব্বাক দেখি ভয়তে মহাসমুদ্ৰত প্ৰৱেশ কৰিলে। সহ অগ্নি তেনেদৰে অদৃশ্য হোৱাত গোটেই জগৎখনেই অন্ধকাৰৰ ভয়ত ভীত হৈ অথৰ্ব্বা ঋষিৰ আশ্ৰয় ল'লে আৰু দেৱত' আদি সকলোৱে অথৰ্ব্বাক পূজা কৰিবলৈ ধৰিলে। ১৭-১৮ ॥

সকলোৱে চাই থকা অৱস্থাতেই অৰ্থৰ্ব্বাই মহাসমুদ্ৰ মন্থন কৰিলে আৰু অগ্নিক দেখি লোক সৃষ্টি কৰিলে। ১৯ ॥

এনেদৰে অথৰ্ব্বাই অদৃশ্য হোৱা সেই অগ্নিক আগেয়েও আহ্বান কৰিছিল। সেই অগ্নিয়ে এতিয়া সকলো প্ৰাণীৰ হব্য বহন কৰে। ২০ ॥

সেই সমুদ্ৰত নানা ঠাই ভ্ৰমণ কৰি সেই সহ অগ্নিয়ে বেদোক্ত নানা অগ্নিদেৱতাৰ সৃষ্টি কৰিলে। ২১ ॥

সিন্ধুনদ, পঞ্চনদ, দেৱিকা, সৰস্বতী, গঙ্গা, শতকুম্ভা, সৰযূ, গণ্ডকী, চৰ্ম্মণ্বতী, মহী, মেধ্যা, মেধাতিথি, তাম্ৰৱতী, বেত্ৰৱতী আৰু কৌশিকী—এই তিনিখনি নদী, তমসা, নৰ্ম্মদা, গোদাৱৰী, বেণা, উপবেণা, ভীমা, বড়বা, ভাৰতী, সুপ্ৰয়োগা, কাবেৰী, মুৰ্ম্মুৰা, তুঙ্গবেণা, কপিলা আৰু শোণ নদ। এই নদ-নদীবোৰ হ'ল অগ্নিৰ উৎপত্তি-স্থান আৰু এইবোৰ অগ্নিৰ মাতৃদেৱীৰূপে বিখ্যাত। অদ্ভুত-শক্তি গৃহপতি নামক অগ্নিৰ এজনী প্ৰিয়া ভাৰ্য্যা আছিল। সেই অগ্নিৰ বিভুৰশ্মি নামৰ এজন পুত্ৰ জন্মিছিল। যিমানবোৰ অগ্নিৰ কথা কোৱা হ'ল সোম যাগো সিমানেই। ব্ৰহ্মাৰ মানস-পুত্ৰ অগ্নিসমূহ অত্ৰিৰ বংশতো জন্মিছিল। অত্ৰিয়ে পুত্ৰ-সৃষ্টি কামনা কৰি সেইবোৰক পুত্ৰৰূপে গ্ৰহণ কৰিছিল। ২২-২৮ ॥

সেই ব্ৰাহ্মণ অত্ৰিৰপৰা অগ্নিসকল নিৰ্গত হৈছিল। মই আপোনাৰ আগত এই মহাত্মা অগ্নিসমূহৰ কথা বৰ্ণনা কৰিলো। ২৯ ॥

অপ্ৰমেয়, শ্ৰীমান, অন্ধকাৰ-নাশক অগ্নিসকল যিভাৱে উৎপন্ন হৈছিল, আৰু অদ্ভুতৰ মাহাত্ম্য বেদত যিদৰে বৰ্ণনা কৰা হৈছে অন্যান্য অগ্নিসমূহৰো মাহাত্ম্য

সেয়েহে। কাৰণ এইবিলাকৰ ভিতৰত অগ্নি হৈছে এটাহে। একমাত্ৰ ভগৱান অঙ্গিৰাকেই সেই প্ৰথম অগ্নি বুলি জানিব। ৩০-৩১ ॥

প্ৰজাপতিৰ শৰীৰৰপৰা (অঙ্গিৰাৰপৰা) জ্যোতিষ্টোম-যজ্ঞৰ দৰে অগ্নিও বহু-প্ৰকাৰে উৎপন্ন হৈছে। অগ্নিসমূহৰ এই বিৰাট বংশৰ কথা মই বৰ্ণনা কৰিলো। বিবিধ মন্ত্ৰৰ দ্বাৰা পূজিত হৈ এই অগ্নিয়ে প্ৰাণীসকলৰ হব্য বহন কৰে। ৩২ ॥

ইতি মহাভাৰতৰ বনপৰ্ব্বৰ অন্তৰ্গত মাৰ্কণ্ডেয়-সমাস্যা-পৰ্ব্বত সহ নামক অগ্নিৰ জল-প্ৰবেশ নামৰ দ্বাবিংশত্যধিক-দ্বিশততম অধ্যায়। ২২২ ॥

॥ অধ্যায় ২২৩ ॥

# ॥ কেশীৰ হাতৰপৰা দেৱসেনা-উদ্ধাৰ ॥

মাৰ্কণ্ডেয়ই ক'লে, হে অনঘ, মই আপোনাৰ আগত অগ্নিৰ বিবিধ বংশৰ কথা বৰ্ণনা কৰিলো। হে কুৰুনন্দন, আপুনি এতিয়া ধীমান কাৰ্ত্তিকেয়ৰ জন্মৰ কথা শুনক। ১ ॥

ব্ৰহ্মৰ্ষিসকলৰ ভাৰ্য্যাৰ দ্বাৰা জন্ম গ্ৰহণ কৰা ব্ৰাহ্মণ্য, কীৰ্ত্তিবৰ্দ্ধক, অসীমতেজস্বী অদ্ভুত নামক অগ্নিৰ অদ্ভুত পুত্ৰৰ কথা মই ক'ম। ২ ॥

প্ৰাচীন কালত দেৱতা আৰু অসুৰসকলে জয়ৰ ইচ্ছা কৰি পৰস্পৰে যুদ্ধ কৰে। আৰু সেই যুদ্ধত ঘোৰৰূপী দানৱসকলে দেৱতাসকলক সদায় জয় কৰিছিল। ৩ ॥

পুৰন্দৰ ইন্দ্ৰই দানৱসকলে বহু বাৰ দেৱ-সৈন্যকলক বধ কৰা দেখি এজন সৈন্য-নায়কৰ কাৰণে অধিক চিন্তা কৰিবলৈ ধৰিলে। ৪ ॥

যিজন মহাবলী মহাপুৰুষে দেৱ-সৈন্যসকলক দানৱৰ দ্বাৰা পৰাজিত হোৱা দেখি শক্তিৰে দেৱ-সৈন্যক ৰক্ষা কৰিব পাৰে, তেনে এজন পুৰুষ মোৰ আৱশ্যক। ৫ ॥

তাৰ পাছত ইন্দ্ৰ মানস পৰ্ব্বতলৈ গৈ এই বিষয়ে ধ্যান কৰি থকা অৱস্থাত এজনী তিৰোতাৰ ঘোৰ আৰ্ত্তনাদ শুনিবলৈ পালে ঃ ৬ ॥

কোনোবা পুৰুষ মোৰ ওচৰলৈ শীঘ্ৰে আহক আৰু মোক ৰক্ষা কৰক। মোক স্বামীৰ বিষয়ে উপদেশ দিয়ক, নাইবা নিজেই মোৰ পতি হওক। ৭ ॥

পুৰন্দৰে সেই তিৰোতাজনীক ক'লে, ভয় নকৰিবা, তোমাৰ কোনো ভয় নাই। ইয়াকে কৈ তাৰ পাছত গৈৰিক ধাতু থকা পৰ্ব্বতৰ দৰে কিৰীটিধাৰী আৰু গদা-পাণি কেশী দৈত্যক সেই কন্যাজনীক হাতত ধৰি সন্মুখত বৈ থকা অৱস্থাত ভেঁটি দেখা পালে আৰু তাৰ পাছত সেই কেশীক ইন্দ্ৰই ক'লে, ৮-৯ ॥

অনাৰ্য্য-কৰ্ম্মা, তই কিয় এই কন্যাজনীক হৰণ কৰিবলৈ ইচ্ছা কৰিছ? মোক তই ইন্দ্ৰ বুলি জানিবি। তই এই কন্যাজনীক কষ্ট দিয়া কৰ্ম্মৰপৰা ক্ষান্ত হ। ১০ ॥

কেশীয়ে ক'লে, ইন্দ্ৰ, তই এই কন্যাজনীক পৰিত্যাগ কৰ। মই এই কন্যাজনীক বিয়া কৰাবলৈ ইচ্ছা কৰি এওঁৰ ওচৰত প্ৰাৰ্থনা জনাইছো। পাক-শাসন, তই জীৱিত অৱস্থাতেই নিজ পুৰীলৈ উভতি যা। ১১ ॥

এনেদৰে কৈ কেশীয়ে ইন্দ্ৰক বধ কৰিবৰ বাবে গদা নিক্ষেপ কৰিলে। বাসৱে সেই গদা ওচৰলৈ অহা দেখি মাজ-পথতেই তাক বজ্ৰেৰে কাটি পেলালে। ১২ ॥

তাৰ পাছত কেশীয়ে ক্ৰুদ্ধ হৈ ইন্দ্ৰৰ ওপৰত পৰ্ব্বতৰ শৃঙ্গ এটা নিক্ষেপ কৰিলে। হে ৰজা, তেতিয়া শতক্ৰতুৱে সেই পৰ্ব্বতৰ শিখৰটো ওচৰলৈ অহা দেখি বজ্ৰেৰে বিদাৰণ কৰিলে। পৰ্ব্বতৰ শৃঙ্গটো মাটিত পৰি গ'ল আৰু মাটিত পৰিবলৈ ধৰা সেই পৰ্ব্বতৰ শৃঙ্গটোৱে কেশীক বৰকৈ পীড়িত কৰাত কেশী অতি পীড়িত হৈ সেই কন্যাজনীক এৰি তাৰপৰা পলাই গুচি গ'ল। কেশী দানৱ গুচি যোৱাত ইন্দ্ৰই সেই কন্যাজনীক ক'লে, হে শুভাননা, তুমি কোন? কাৰ কন্যা? তুমি ইয়াত কি কৰিছিলা? ১৩-১৫ ॥

ইতি মহাভাৰতৰ বনপৰ্ব্বৰ অন্তৰ্গত মাৰ্কণ্ডেয়-সমাস্যা-পৰ্ব্বত কেশীৰ হাতৰপৰা দেৱসেনা-উদ্ধাৰ নামৰ ত্ৰয়োবিংশত্যধিকদ্বিশততম অধ্যায়। ২২৩ ॥

॥ অধ্যায় ২২৪ ॥

## ॥ স্কন্দৰ উৎপত্তি ঃ ১ ॥

কন্যাজনীয়ে ক'লে, মই প্ৰজাপতিৰ কন্যা, মই দেৱসেনা নামে প্ৰসিদ্ধা। মোৰ ভগিনী হ'ল দৈত্যসেনা। মোৰ সেই ভগিনীক কেশীয়ে হৰণ কৰি নিছে। ১ ॥

আমি দুয়োজনীয়েই সদায় পিতাৰ অনুমতি লৈ আন আন সখীসকলৰ লগতে লগ লাগি এই মানস পৰ্ব্বতলৈ আহোঁ। ২ ॥

মহা অসুৰ কেশীয়ে সদায় আমাক হৰণ কৰিবলৈ প্ৰাৰ্থনা জনায়। মোৰ ভগিনী দৈত্যসেনাই তেওঁৰ প্ৰাৰ্থনাত সন্মতি দিয়ে; কিন্তু হে পাকশাসন, মই হলে সন্মতি দিয়া নাই। ৩ ॥

হে ভগৱান, সেই কাৰণে দৈত্যসেনাক কেশীয়ে হৰণ কৰি নিছে আৰু আপোনাৰ

শক্তিত মোক এৰি গৈছে। হে দেৱেন্দ্ৰ, এতিয়া আপোনাৰ আদেশ অনুসাৰে মই দুৰ্জ্জয় পতি কামনা কৰোঁ। ৪ ॥

[illegible], তুমি মোৰ মাতৃৰ কন্যা মোৰ মা হ'ল অদিতি। মই বাঞ্ছা কৰোঁ, তুমি নিজেই তোমাৰ শক্তিৰ পৰিচয় দিয়া। ৫ ॥

[illegible]নীয়ে ক'লে, হে মহাবাহু, মই অবলা, কিন্তু পিতাৰ বৰদানৰপৰা মই দেৱতা আৰু অসুৰৰ পূজনীয়, বলবান পতি লাভ কৰিব লাগে। ৬ ॥

ইন্দ্ৰই ক'লে, হে অনিন্দিতা দেৱী, তোমাৰ পতিৰ বল কেনেধৰণৰ হ'ব এই বিষয়ে মই তোমাৰপৰা শুনিবলৈ ইচ্ছা কৰোঁ। ৭ ॥

কন্যাজনীয়ে ক'লে, দেৱ, দানৱ, যক্ষ, কিন্নৰ, সৰ্প, ৰাক্ষস আৰু দুষ্ট দৈত্য-সকলক যিজনে জয় কৰিব পাৰিব, যি মহা শক্তিশালী আৰু মহা বলী, যি আপোনাৰ লগত লগ লাগি সকলো প্ৰাণীকে জয় কৰিব পাৰিব, যি বেদহিতকাৰক আৰু কীৰ্ত্তিবৰ্দ্ধক তেৱেঁই মোৰ পতি হ'ব। ৮-৯ ॥

মাৰ্কণ্ডেয়ই ক'লে, ইন্দ্ৰই সেই কন্যাজনীৰ কথা শুনি বৰ বেজাৰেৰে চিন্তা কৰি স্থিৰ কৰিলে, এই কন্যাজনীয়ে যিভাৱে কথা ক'লে, তাৰ দ্বাৰা এওঁৰ পতি নোহোৱাটোৱেই বুজা যায়। ১০ ॥

তাৰ পাছত সূৰ্য্য-সদৃশ তেজস্বী ইন্দ্ৰই উদয় পৰ্ব্বতৰ পিনে দৃষ্টি কৰাত দেখা পালে, সূৰ্য্য উদয় হবলৈ ধৰিছে আৰু চন্দ্ৰয়ো সূৰ্য্যত প্ৰৱেশ কৰিবলৈ আৰম্ভ কৰিছে। ১১ ॥

তাৰ পাছত তেওঁ দেখা পালে, অমাৱস্যা আৰম্ভ হ'লে ৰৌদ্ৰমুহূৰ্ত্তত উদয় পৰ্ব্বতত দেৱতা আৰু অসুৰসকলৰ যুদ্ধ হব। ১২ ॥

তেওঁ আৰু দেখা পালে, পূবফালে প্ৰবৃত্ত হোৱা প্ৰাতঃ-সন্ধ্যা ৰঙা মেঘেৰে যুক্ত হৈছে আৰু পূব সমুদ্ৰৰ পানীবোৰো ৰঙা হৈ উঠিছে। ভৃগু আৰু অঙ্গিৰা প্ৰভৃতিৰ পৃথক পৃথক মন্ত্ৰৰ দ্বাৰা হুত-দ্ৰব্য অগ্নিয়ে গ্ৰহণ কৰি সূৰ্য্যত প্ৰৱেশ কৰিবলৈ ধৰিছে। আগতে অমাৱস্যাত দেৱ-অসুৰৰ যি যুদ্ধ হৈছিল, তাৰপৰা চব্বিশ পৰ্ব্ব সূৰ্য্যৰ ওচৰত উপস্থিত হৈছেহি। ধৰ্ম্মগত ৰৌদ্ৰমুহূৰ্ত্তও আহি উপস্থিত হৈছে আৰু চন্দ্ৰও সূৰ্য্যত প্ৰৱেশ কৰিছে। ১৩-১৫ ॥

এনেদৰে চন্দ্ৰ-সূৰ্য্যৰ এক ৰাশিত স্থিতি আৰু ৰৌদ্ৰমুহূৰ্ত্তত তেনে মিলন দেখি ইন্দ্ৰই চিন্তা কৰিবলৈ ধৰিলে। ১৬ ॥

চন্দ্ৰ আৰু সূৰ্য্যৰ ঘোৰ-মণ্ডল দেখা গৈছে। ইয়াৰ দ্বাৰা এই ৰাতিৰ শেষ-ভাগতেই মহা-যুদ্ধৰ সূচনা হৈছে। ১৭ ॥

এই সিন্ধু নদীয়েও প্ৰতিকূলভাৱে তেজৰ প্ৰৱাহ বহন কৰিবলৈ ধৰিছে আৰু অগ্নিৰ নিচিনা ৰঙা মুখেৰে শৃগালীয়ে সূৰ্য্যৰ পিনে চাই শব্দ কৰিবলৈ ধৰিছে। ১৮ ॥

ৰৌদ্ৰমুহূৰ্ত্তৰ এই মিলনো মেষৰ পোহৰত প্ৰকাশিত হৈ উঠিছে আৰু অগ্নি-সূৰ্য্যৰ লগত চন্দ্ৰৰ সমাগমেও অদ্ভুত সূচনা কৰিছে। ১৯ ॥

চন্দ্ৰই যি পুত্ৰৰ উৎপাদন কৰিব, তেৱেঁই এই দেৱীৰ পতি হ'ব। অগ্নিও এই গুণসমূহৰ দ্বাৰা যুক্ত হৈছে যেতিয়া এই অগ্নিদেৱেও যি পুত্ৰ উৎপাদন কৰিব সেই পুত্ৰও এই দেৱীৰ পতি হ'ব পাৰে। তাৰ পিছত ভগৱান ইন্দ্ৰ [redacted] চিন্তা কৰি কৰি ব্ৰহ্মলোকলৈ গ'ল। ২০-২১ ॥

ইন্দ্ৰই সেই দেৱসেনাক লৈ গৈ ব্ৰহ্মাক ক'লে, [redacted]ৰীৰ পতি হ'ব, সেইটো আপুনি আদেশ কৰক। ২২ ॥

ব্ৰহ্মাই ক'লে, হে দানৱ-নিহন্তা, তুমি যিভাৱে এই কথাটো চিন্তা কৰিছা, তেনেধৰণৰ মহাবিক্ৰমী আৰু বলৱান পুত্ৰ জন্ম-গ্ৰহণ কৰিব। ২৩ ॥

হে শতক্ৰতু, সেই পুৰুষ তোমাৰে সৈতে দেৱ-সেনাপতি হ'ব আৰু শক্তিশালী সেই পুৰুষেই এই দেৱীৰো পতি হ'ব। ২৪ ॥

ইয়াকে শুনি ব্ৰহ্মাক নমস্কাৰ কৰি যি ঠাইত মহা শক্তিশালী বশিষ্ঠ আদি শ্ৰেষ্ঠ ব্ৰাহ্মণ আৰু দেৱৰ্ষিসকল আছিল, দেৱেন্দ্ৰ দেৱসেনাৰে সৈতে তালৈকে আহিল। দেৱতাসকলক ভাগ কৰি দিবৰ বাবে তপস্যাৰ বলত যি সোমৰস সংগ্ৰহ কৰিছিল, সেই সোমৰস পান কৰিবৰ ইচ্ছা কৰি ইন্দ্ৰক সন্মুখত লৈ দেৱতাসকল যজ্ঞলৈ গ'ল। যথাৰীতি যাগ কৰি দেৱতাসকলৰ উদ্দেশ্যে প্ৰদীপ্ত অগ্নিত সেই মহাত্মা-সকলে হব্যৰ আহুতি দিলে। তাৰ পাছত সমাহৃত সেই অদ্ভুত অগ্নি সূৰ্য্য-মণ্ডলৰপৰা ওলাই আহি মৌনভাৱে তাত উপস্থিত হ'ল আৰু আহৱনীয় অগ্নিত থাকি, হে ভৰতশ্ৰেষ্ঠ, সেই ব্ৰাহ্মণসকলে মন্ত্ৰপূৰ্ব্বক দিয়া হব্যৰ নানা আহুতি তেওঁলোকৰপৰা গ্ৰহণ কৰি দেৱতাসকলত অৰ্পণ কৰিলে। ২৫-৩০ ॥

সেই অগ্নি তাৰপৰা বাহিৰলৈ আহি দেখা পালে, সেই মহাত্মাসকলৰ পত্নী-সমূহৰ ভিতৰত কিছুমান নিজ নিজ আসনত আছে আৰু কিছুমান সুখেৰে শুই আছে। তেওঁলোক আটায়ে সুবৰ্ণ-বেদী-তুল্য, নিৰ্ম্মল-চন্দ্ৰলেখা-সদৃশ অগ্নিশিখাৰ দৰে উজ্জ্বল আৰু তৰাৰ দৰে অদ্ভুত সুন্দৰী আছিল। ৩১-৩২ ॥

অগ্নিয়ে তেতিয়া তাত থকা ঋষি-পত্নীসকলত একান্তভাৱে চিত্ত অৰ্পণ কৰাত অগ্নিৰ চিত্ত চঞ্চল হৈ উঠিল আৰু তেওঁলোকক দেখি অগ্নি কাম-বশ হৈ পৰিল। ৩৩ ॥

অগ্নিয়ে চিন্তা কৰিলে, মই চঞ্চল হোৱাটো উচিত হোৱা নাই। মোৰ মনত বিকাৰ উপস্থিত হৈছে। এই কাম-বাসনাহীন সাধ্বী ঋষি-পত্নীসকলক মই কামনা কৰিছো। ৩৪ ॥

কোনো কাৰণ নোহোৱাকৈ মই এওঁলোকক চাবও নোৱাৰোঁ আৰু স্পৰ্শ কৰিবও নোৱাৰোঁ। গতিকে গাৰ্হপত্য-অগ্নিত প্ৰৱেশ কৰি তাৰপৰা এওঁলোকক বাৰে বাৰে চাওঁ। ৩৫ ॥

মাৰ্কণ্ডেয়ই ক'লে, তাৰ পাছত অগ্নিয়ে গাৰ্হপত্য অগ্নিক আশ্ৰয় কৰি সোণ-

বৰণীয়া সেই ঋষিপত্নীসকলক চাই চাই আৰু শিখাৰে তেওঁলোকক স্পৰ্শ কৰিয়েই যেন আনন্দ অনুভৱ কৰিবলৈ ধৰিলে । ৩৬ ॥

অগ্নি এনেদৰে বহুদিন ধৰি সেই গাৰ্হপত্য-অগ্নিত বাস কৰি সেই শ্ৰেষ্ঠ ঋষি-পত্নীসকলক চিন্তা কৰি কৰি একেবাৰে কামৰ বশীভূত হৈ পৰিল । ৩৭ ॥

ঋষি-পত্নীসকলক লাভ কৰিব নোৱাৰি কাম-সন্তপ্ত হৃদয়েৰে দেহ-ত্যাগৰ নিশ্চয় কৰি অগ্নি বনলৈ গুচি গ'ল । ৩৮ ॥

ইফালে, দক্ষকন্যা স্বাহাই আগৰপৰা অগ্নি দেৱতাক কামনা কৰি আছিল আৰু ভাৱিনী সেই দক্ষকন্যাই বহু দিনৰপৰাই অগ্নিৰ ছিদ্ৰ অন্বেষণ কৰি আছিল । ৩৯ ॥

কিন্তু অনিন্দিতা সেই দক্ষ্যকন্যাই সাৱধানে থকা অগ্নিৰ ছিদ্ৰ ধৰিব পৰা নাছিল । অগ্নি বনলৈ যোৱা কথা জানিব পাৰি অগ্নিক কামসন্তপ্ত বুলি তেওঁ জানিব পাৰিলে । ৪০ ॥

ভাৱিনী সেই দক্ষকন্যাই ভাবিলে, সপ্তৰ্ষি-পত্নীসকলৰ ৰূপ ধাৰণ কৰি তেওঁলোকৰ ৰূপত মোহিত, কাম-সন্তপ্ত অগ্নিক কামাৰ্ত্তা মই কামনা কৰিম । এনে কৰিলে অগ্নিও সন্তোষিত হ'ব আৰু মোৰো কামনাৰ ফল লাভ হব । ৪১-৪২ ॥

ইতি মহাভাৰতৰ বনপৰ্ব্বৰ অন্তৰ্গত মাৰ্কণ্ডেয়-সমাস্যা-পৰ্ব্বত স্কন্দৰ উৎপত্তিঃ ১ নামৰ চতুৰ্ব্বিংশত্যধিকদ্বিশততম অধ্যায় । ২২৪ ॥

॥ অধ্যায় ২২৫ ॥

## ॥ স্কন্দৰ উৎপত্তি : ২ ॥

মাৰ্কণ্ডেয়ই ক'লে, হে নৰাধিপ, অঙ্গিৰাৰ স্বভাৱ, ৰূপ আৰু অন্যান্য গুণেৰে বিভূষিতা এজনী ভাৰ্য্যা আছিল । স্বাহা দেৱী প্ৰথমতে তেওঁৰ ৰূপ ধৰি অগ্নিৰ ওচৰলৈ গ'ল আৰু সেই বৰাঙ্গনাই অগ্নিক ক'লে, মই কামপীড়িতা, গতিকে আপুনি আগেয়ে মোৰ লগত সঙ্গত হওক । যদি এনে নকৰে তেনেহলে আপুনি মোক নিশ্চয় মৃত বুলি ধৰি ল'ব । হে হুতাশন, মই অঙ্গিৰাৰ ভাৰ্য্যা, মোৰ নাম শিৱা । মোক ঋষি পত্নীসকলে ইয়ালৈ পঠাইছে । মযো নিশ্চিতভাৱে মন্ত্ৰণা কৰিহে ইয়ালৈ আহিছো । ১-৩ ॥

অগ্নিয়ে ক'লে, তুমি মোক কাম-পীড়িত বুলি কেনেকৈ জানিলা আৰু তুমি সপ্তৰ্ষিসকলৰ যিসকল প্ৰিয়-পত্নীৰ কথা ক'লা, তেওঁলোকেই বা মোক কেনেকৈ কাম-পীড়িত বুলি জানিলে । ৪ ॥

শিৱাই ক'লে, আপুনি আমাৰ সদায় প্ৰিয়, কিন্তু আমি আপোনাক ভয় কৰোঁ। ইঙ্গিতৰ দ্বাৰা আপোনাৰ মন বুজি পাই মোক তেওঁলোকে আপোনাৰ ওচৰলৈ পঠিয়াই দিছে। মই মৈথুনৰ বাবে ইয়ালৈ আহিছো। গতিকে আপুনি শীঘ্ৰে কাম-ফল লাভৰ বাবে প্ৰবৃত্ত হওক। হে অগ্নি, মোলৈ ভগিনীসকলে অপেক্ষা কৰি আছে, মই সোনকালে যাম। ৫-৬ ॥

মাৰ্কণ্ডেয়ই ক'লে, তাৰ পাছত অগ্নি প্ৰীতি আৰু হৰ্ষেৰে সেই শিৱাৰ লগত সঙ্গত হ'ল। শিৱায়ো প্ৰীতিভাৱেৰে হাতেৰে অগ্নিৰ শুক্ৰ ধাৰণ কৰিলে। ৭ ॥

শিৱাই চিন্তা কৰিলে, এই বনত যিবিলাকে এই ৰূপ দেখা পাব সেইবিলাকে অগ্নিদেৱৰ বিষয়ে ব্ৰাহ্মণীসকলৰ দোষৰ কথা ক'ব। ৮ ॥

এই ৰহস্য গোপন কৰিবলৈ মই গৰুড়ী পক্ষিণীৰ ৰূপ ধাৰণ কৰোঁ। এইদৰে এই বনৰপৰা নিৰাপদে ওলাই যোৱাত সুবিধা হ'ব। ৯ ॥

মাৰ্কণ্ডেয়ই ক'লে, তেতিয়া শিৱাই গৰুড়ীৰ ৰূপ ধাৰণ কৰি সেই মহা বনৰ-পৰা ওচি গ'ল। যাওঁতে শিৱাই বনসমূহৰ দ্বাৰা আবৃত দৃষ্টিবিষ (দেখিলেই বিষ লগা) আৰু সাতোটি মূৰৰ অদ্ভুত সাপৰ দ্বাৰা সুৰক্ষিত ৰাক্ষস, পিশাচ, আৰু ভেনেদৰে পৰিপূৰ্ণ শুভ্ৰ শুভ পৰ্ব্বত এখন (কৈলাস পৰ্ব্বত) দেখা পালে। তৎক্ষণাৎ সেই দুৰ্গম পৰ্ব্বতৰ ওচৰলৈ গৈ কল্যাণী শিৱাদেৱীয়ে লৰালৰিকৈ এটি সুৱৰ্ণ কুণ্ডত সেই শুক্ৰ নিক্ষেপ কৰিলে। সেই দেৱীয়ে মহাত্মা সপ্তৰ্ষি-পত্নীসকলৰ প্ৰত্যেকৰে ৰূপ ধাৰণ কৰি অগ্নিক কামনা কৰিছিল, কিন্তু তপস্যাৰ প্ৰভাৱ আৰু পতি-শুশ্ৰূষাৰ বলত সাধ্বী অৰুন্ধতীৰ দিব্য-ৰূপ স্বাহাদেৱীয়ে ধাৰণ কৰিব নোৱাৰিলে। হে কুৰুপ্ৰৱৰ, সেই কাৰণে ছবাৰহে মাত্ৰ কামিনী স্বাহাদেৱীয়ে প্ৰতিপদ তিথিত অগ্নিৰ শুক্ৰ সেই কুণ্ডত নিক্ষেপ কৰিলে। সেই কুণ্ডত নিক্ষেপ কৰা তেজৰ দ্বাৰা আবৃত সেই শুক্ৰই এটি পুত্ৰ জন্ম দিলে। ১০-১৬ ॥

ঋষিসকলৰ দ্বাৰা পূজিত স্কন্দিত (স্খলিত) শুক্ৰৰপৰা জন্মিছিল বুলিয়েই তেওঁৰ নাম হ'ল স্কন্দ। সেই লৰাটোৰ মূৰ আছিল ছটা, কাণ আছিল বাৰখন, নাক আছিল ছটি, চকু আছিল বাৰটি, হাত আছিল বাৰখন, গ্ৰীৱা আছিল এটা আৰু পেট আছিল এটা। দ্বিতীয়া তিথিত সেই বালক ব্যক্ত হৈছিল, তৃতীয়া তিথিত বালক-ৰূপে প্ৰকাশিত হৈছিল আৰু চতুৰ্থী তিথিত অঙ্গ-প্ৰত্যঙ্গ-যুক্ত কাৰ্ত্তিকেয় বুলি জনাজাত হৈ পৰিছিল। বিদ্যুতেৰে সৈতে বিশাল ৰক্তবৰ্ণ মেঘৰ দ্বাৰা আবৃত, সূৰ্য্য-সদৃশ ৰক্তবৰ্ণ অভ্ৰময় পৰ্ব্বতৰ ওচৰত প্ৰকাশিত হৈছিল আৰু সেই বালকে লোমহৰ্ষক বিশাল ধনু গ্ৰহণ কৰিছিল। ১৭-২০ ॥

ত্ৰিপুৰ-নাশক মহাদেৱে অসুৰ-বিনাশক যি ধনু ৰাখি থৈছিল, সচৰাচৰ (স্থাৱৰ-জঙ্গম) তিনিও লোকক সম্মোহিত কৰি সেই বালকে তেতিয়া সেই ধনু গ্ৰহণ কৰি শব্দ কৰিছিল। মহা মেঘসমূহৰ শব্দৰ নিচিনা বালকৰ সেই শব্দ শুনি চিত্ৰ আৰু ঐৰাৱত—এই ডাঙৰ হাতী দুটা নিজ নিজ ঠাইৰপৰা উঠিল। সূৰ্য্যসম প্ৰভাযুক্ত সেই

বালকে তেওঁলোক অহা দেখি দুখন হাতেৰে সেই হাতী দুটাক, আন হাতেৰে শক্তিনাশক অস্ত্র আৰু আন হাতেৰে সেই অগ্নি-পুত্ৰই বলীসকলৰ ভিতৰত শ্ৰেষ্ঠ মহাকায় কুকুৰা চৰাই এটাক লৈ ভয়ঙ্কৰ গৰ্জ্জন আৰু ধেমালি কৰিছিল। ২১-২৫ ॥

বলবান সেই বালকে দুই হাতেৰে বলশালী প্ৰাণীসকলৰো ভয়ঙ্কৰ উৎকৃষ্ট শঙ্খ এটি লৈ বজাইছিল। ২৬ ॥

সেই বালকে দুই হাতেৰে আকাশখন বহু বাৰ আঘাত কৰিছিল আৰু মহামুখৰ দ্বাৰা তিনিও লোকক পান কৰিছেই যেন ধেমালি কৰি কৰি শোভিত হৈছিল। ২৭ ॥

অপৰিমিত আত্মবল-সম্পন্ন আৰু মহা পৰাক্ৰমী সেই বালক পৰ্ব্বত-শিখৰত উদয়কালৰ অংশুমালী সূৰ্য্যৰ দৰে শোভিত হ'ল। ২৮ ॥

অমিতাত্মা সেই বালকে নানা মুখেৰে দিক্‌সমূহ চাবলৈ ধৰিলে আৰু বালকে আকৌ নানাবিধ শব্দ কৰিবলৈ ধৰিলে। ২৯ ॥

বালকৰ শব্দ শুনি বহুতো মানুহ তাত উপস্থিত হ'লহি। ভীত আৰু উদ্বিগ্ন মনেৰে তেওঁলোক সেই বালকৰ শৰণাপন্ন হ'ল। ৩০ ॥

তেতিয়া নানা বৰ্ণৰ যিবিলাক লোকে সেই স্কন্দৰ আশ্ৰয় লৈছিল, সেই মহাবলী লোকসকলকো পাৰিষদ বুলি ব্ৰাহ্মণসকলে কয়। ৩১ ॥

মহাবাহু সেই স্কন্দই সেই লোকসমূহক তুলি আৰু সান্ত্বনা দি শুভ মহাপৰ্ব্বতত ধনু আকৰ্ষণ কৰি বাণ নিক্ষেপ কৰিবলৈ ধৰিলে। ৩২ ॥

তেওঁ হিমালয়-পুত্ৰ ক্ৰৌঞ্চ পৰ্ব্বত শৰেৰে বিদীৰ্ণ কৰিলে। সেই ৰন্ধ্ৰেৰেই হাঁহ আৰু শগুণবোৰ মেৰু পৰ্ব্বতলৈ যাতায়াত কৰে। ৩৩ ॥

সেই ক্ৰৌঞ্চ পৰ্ব্বত বিশীৰ্ণ হৈ অতি আৰ্ত্তনাদ কৰি কৰি বাগৰি পৰিল আৰু সেই পৰ্ব্বত পৰা দেখি আন আন পৰ্ব্বতেও শব্দ কৰিবলৈ ধৰিলে। ৩৪ ॥

অজেয়-স্বভাৱ, বলীসকলৰ ভিতৰত শ্ৰেষ্ঠ স্কন্দই পীড়িতসকলৰ অতি আৰ্ত্তনাদ শুনিও চ্যুত নহ'ল আৰু শক্তি নামৰ অস্ত্র তুলি শব্দ কৰিবলৈ ধৰিলে। ৩৫ ॥

সেই মহাত্মাই তেতিয়া সেই নিৰ্ম্মল শক্তি নামৰ অস্ত্র নিক্ষেপ কৰাত সেই অস্ত্ৰই কৈলাস পৰ্ব্বতৰ ভয়ঙ্কৰ শৃঙ্গ তৎক্ষণাৎ ভেদ কৰি পেলালে। ৩৬ ॥

স্কন্দই নিক্ষেপ কৰা অস্ত্ৰৰ দ্বাৰা বিদীৰ্ণ সেই শুভ্ৰ কৈলাস পৰ্ব্বত সেই মহাত্মাৰ পৰা ভীত হৈ অন্যান্য পৰ্ব্বতেৰে সৈতে পৃথিৱী পৰিত্যাগ কৰি ওপৰলৈ গ'ল। ৩৭ ॥

তাৰ পাছত পৃথিৱী ব্যথিতা হৈ সকলোপ্ৰকাৰে বিশীৰ্ণ হৈ পৰিল। পীড়িতা সেই পৃথিৱী স্কন্দক লাভ কৰি শোভিতা হৈ উঠিল। ৩৮ ॥

পৰ্ব্বতবিলাকো স্কন্দকেই নমস্কাৰ কৰি আকৌ পৃথিৱীলৈ গ'ল। তাৰ পাছত শুক্লপক্ষৰ পঞ্চমীত লোকসমূহে স্কন্দক পূজা কৰিছিল। ৩৯ ॥

ইতি মহাভাৰতৰ বনপৰ্ব্বৰ অন্তৰ্গত মাৰ্কণ্ডেয়-সমাস্যা-পৰ্ব্বত স্কন্দৰ উৎপত্তি ঃ ২ নামৰ পঞ্চবিংশত্যধিকদ্বিশততম অধ্যায়। ২২৫ ॥

॥ অধ্যায় ২২৬ ॥

## ॥ স্কন্দৰ উৎপত্তি ঃ ৩ ॥

মাৰ্কণ্ডেয়ই ক'লে, মহা-সত্ত্ব, মহাবলী, মহাসেন স্কন্দই জন্ম-গ্ৰহণ কৰাৰ পাছত নানা ৰকমৰ দুৰ্ঘোৰ মহা-উৎপাত আৰম্ভ হ'ল। ১॥

স্ত্ৰী পুৰুষৰ স্বভাৱ বিপৰীত হ'ল; শীত, গ্ৰীষ্ম আদি ঋতুৰ অৱস্থা পৰিবৰ্ত্তন হ'ল; গ্ৰহসকল, দিকসমূহ আৰু আকাশ জ্বলি উঠিল, পৃথিৱীয়েও ভীষণ শব্দ কৰিবলৈ ধৰিলে। ২॥

প্ৰাণীসকলৰ শুভাকাঙ্ক্ষী ঋষিসকলে চাৰিওফালে দুৰ্ঘোৰ মহা উৎপাত দেখি উদ্বিগ্ন হৈ লোকসকলৰ শান্তি-বিধান কৰিবলৈ ধৰিলে। ৩॥

সেই চৈত্ৰৰথ-বনত যিবোৰ মানুহ বাস কৰিছিল, তেওঁলোকে কবলৈ ধৰিলে, সপ্তৰ্ষিসকলৰ এজনী পত্নীৰ লগত সঙ্গত হৈ অগ্নিয়ে এটা মহা অনৰ্থ আনিলে। যিবিলাকে স্বাহা দেৱীক গৰুড়ী হৈ যোৱা দেখা পাইছিল, তেওঁলোকে গৰুড়ীক ক'লে, তেওঁহে এই অনৰ্থ আনিছে। কাৰণ, আন মানুহবোৰে স্বাহা দেৱীয়ে এই কাৰ্য্য কৰিছে বুলি জনা নাছিল। ৪-৬॥

এনেদৰে কোৱা কথা শুনি এইটো মোৰেই পুত্ৰ—এই বুলি ভাবি লাহে লাহে ওচৰলৈ গৈ স্বাহাদেৱীয়ে স্কন্দক ক'লে, স্কন্দ, মই তোমাৰ জননী। ৭॥

তাৰ পাছত সপ্তৰ্ষিয়ে তেওঁলোকৰ ছজনী পত্নীৰ দ্বাৰা এই মহাবলী পুত্ৰ জন্ম-গ্ৰহণ কৰা বুলি শুনি অৰুন্ধতীৰ বাহিৰে আন আটাইকেইজনী পত্নীকে তেওঁলোকে পৰিত্যাগ কৰিলে। ৮॥

সেই বনবাসীসকলে সপ্তৰ্ষি-পত্নী ছজনীৰ দ্বাৰা সেই পুত্ৰ জন্ম-গ্ৰহণ কৰা বুলি কৈছিল আৰু তেতিয়া স্বাহাদেৱীয়ে এও মোৰহে পুত্ৰ আৰু মই জনাত আপোনা-লোকে যিদৰে শুনিছে কথাটো তেনেধৰণৰ নহয় বুলি বাৰে বাৰে সপ্তৰ্ষিসকলক ক'লে। আৰু ক'লে, এই ঘটনা ঘটাৰ সময়ত মহামুনি বিশ্বামিত্ৰই সপ্তৰ্ষিসকলৰ যজ্ঞ সমাপ্ত কৰি কামসন্তপ্ত অগ্নিদেৱৰ পিছে পিছে গৈ আছিল। গতিকে তেওঁ যথাযথভাৱে সকলো কথা জানে। ৯-১১॥

বিশ্বামিত্ৰ প্ৰথমতে স্কন্দৰ শৰণাগত হ'ল আৰু স্তৱ কৰিবলৈ ধৰিলে। ১২॥

মহামুনি বিশ্বামিত্ৰই স্কন্দৰ কুমাৰ সম্বন্ধীয় ত্ৰয়োদশ মাঙ্গলিক কাৰ্য্য আৰু জাত-কৰ্ম্মাদি সকলো কাৰ্য্য সমাপ্ত কৰিলে। ১৩॥

ষড়াননৰ মাহাত্ম্য, কুক্কুট-পক্ষীৰ ৰূপ ধাৰণ, শক্তি-নাশক অস্ত্ৰ গ্ৰহণ আৰু পাৰিষদ-প্ৰাপ্তি—এই সকলো কাৰ্য্য লোকহিতকৰ কাৰণে বিশ্বামিত্ৰই কৰিলে। সেই কাৰণে বিশ্বামিত্ৰ ঋষি কুমাৰৰ বৰ প্ৰিয় হৈছিল। ১৪ ১৫॥

মহামুনি বিশ্বামিত্ৰই স্বাহাদেৱীয়ে অন্য ৰূপ ধাৰণ কৰা কথা জানিছিল আৰু সেই কথা জানি সপ্তৰ্ষিসকলক তেওঁলোকৰ পত্নীসকলৰ কোনো অপৰাধ যথাৰ্থ-ভাৱে নাই বুলি কোৱা সত্ত্বেও পত্নীসকলক সপ্তৰ্ষিসকলে সকলোপ্ৰকাৰে পৰি-ত্যাগ কৰিলে। ১৬॥

মাৰ্কণ্ডেয়ই ক'লে, তেতিয়া স্কন্দৰ জন্মৰ কথা শুনি দেৱতাসকল মিলিত হৈ দেৱৰাজ ইন্দ্ৰক ক'লে, হে দেৱৰাজ, এই স্কন্দৰ বল অসহনীয় হ'ব, গতিকে অচিৰে আপুনি স্কন্দক বধ কৰক। যদি এওঁক আপুনি বধ নকৰে, হে মহাবলী ইন্দ্ৰ, তেতিয়া-হ'লে তিনিও লোকক, আমাক আৰু আপোনাকো এওঁ পৰাজিত কৰি এওঁৱেই দেৱেন্দ্ৰ হ'ব। দেৱৰাজে তেতিয়া বাথিত হৈ ক'লে, এই বালক মহাবলী। ১৭-১৯॥

এওঁ যুদ্ধত বিক্ৰম দেখুৱাই লোকস্ৰষ্টাকো বিনাশ কৰিব পাৰিব। মই এই বালকক বধ কৰিব নোৱাৰোঁ, এই বুলি ইন্দ্ৰই দেৱতাসকলক ক'লে। ২০॥

তেতিয়া দেৱতাসকলে ক'লে, আপুনি যিহেতুকে এনেদৰে কৈছে, গতিকে বুজা যায়, আপোনাৰ শক্তি নাই। ২১॥

সেই কাৰণে আজি কামবীৰ্য্যা (নিজৰ ইচ্ছা অনুসাৰে বল ধাৰণ কৰিব পৰা) এই লোকমাতৃসকল স্কন্দৰ ওচৰলৈ যাওক আৰু স্কন্দক এওঁলোকে বধ কৰক। তাৰ পাছত লোকমাতৃসকল 'সেয়েই হ'ব' এইবুলি কৈ স্কন্দৰ ওচৰলৈ গ'ল আৰু তেওঁৰ অপ্ৰতিহত বল দেখি আটায়ে বিষণ্ণবদনা হৈ পৰিল। ২২॥

এওঁক বধ কৰা সম্ভৱ নহয়, এই বুলি ভাবি আটায়ে স্কন্দৰ শৰণাপন্ন হ'ল আৰু তেওঁলোকে স্কন্দক ক'লে, হে মহাবলী, তুমি আমাৰ পুত্ৰ হোৱাঁ। ২৩॥

দুগ্ধ-ক্ষৰিত স্নেহাকুল আমাক তুমি আনন্দিত কৰাঁ। স্কন্দই তেওঁলোকৰ সেই কথা শুনি স্তন্যপান কৰিবৰ ইচ্ছাৰে তেওঁলোকক পূজা কৰি তেওঁলোকৰ কামনা সম্পাদন কৰাত বলীসকলৰ ভিতৰত শ্ৰেষ্ঠ সেই স্কন্দই পিতৃ অগ্নি দেৱক অহা দেখা পালে। ২৪-২৫॥

মাতৃসকলেৰে সৈতে স্কন্দৰ দ্বাৰা পূজিত হৈ মঙ্গলময় অগ্নিদেৱে তেওঁক পৰিবেষ্টিত কৰি ৰক্ষা কৰি আছিল। ২৬॥

মাতৃসকলৰ ভিতৰত যিগৰাকীৰ নাম ক্ৰোধ-সমুদ্ভৱা আছিল তেওঁ শূল ধাৰণ কৰি ধাত্ৰীয়ে যিদৰে পুত্ৰক ৰক্ষা কৰে, তেনেদৰে স্কন্দক ৰক্ষা কৰিবলৈ ধৰিলে। ২৭॥

লোহিত-সমুদ্ৰ-কন্যা, ৰক্ত পান কৰা সেই ক্ৰোধ-সমুদ্ভৱাই ক্ৰুৰ স্বভাৱৰ হৈও স্কন্দক আলিঙ্গন কৰি পুত্ৰৰ দৰে ৰক্ষা কৰিছিল। ২৮॥

ছাগ-বদন, বহু সন্তানযুক্ত অগ্নিদেৱে নাগৰিকৰ দৰে হৈ ওমলা পুতলাৰ নিচিনাকৈ পৰ্ব্বতস্থ সেই বালকক আনন্দ দিবলৈ ধৰিলে। ২৯ ॥

ইতি মহাভাৰতৰ বনপৰ্ব্বৰ অন্তৰ্গত মাৰ্কণ্ডেয় সমাস্যা-পৰ্ব্বত স্কন্দৰ উৎপত্তি ঃ ৩ নামৰ পঞ্চনৱত্যধিকদ্বিশততম অধ্যায়। ২২৬ ॥

## ॥ অধ্যায় ২২৭ ॥

## ॥ ইন্দ্ৰ-স্কন্দ-সমাগম ॥

মাৰ্কণ্ডেয়ই ক'লে, গ্ৰহ, উপগ্ৰহ, ঋষিবৃন্দ আৰু ...দেৱ মাতৃসমূহ, অগ্নি প্ৰমুখ্য দৃপ্ত পাৰিষদসকল আৰু ইয়াৰ বাহিৰে অন্য বহুতো ভয়ঙ্কৰ স্বৰ্গবাসী মাতৃ-গণে ... সৈতে স্কন্দক আগুৰি ধৰি আছিল। ১-২ ॥

তেতিয়া সুৰেশ্বৰ ইন্দ্ৰ বিজয় সন্দেহ দেখি ঐৰাৱতৰ পিঠিত উঠি দেৱতা-সকলৰ সৈতে স্কন্দৰ ওচৰলৈ গ'ল। ৩ ॥

সকলো দেৱতাৰ দ্বাৰা আবৃত বজ্ৰপাণি ইন্দ্ৰ ... তাতে লৈ স্কন্দক বধ কৰিবলৈ ক্ৰুদ্ধ হৈ অতি শীঘ্ৰে তালৈ যাবলৈ ধৰিলে। ৪ ॥

নানা বৰ্ণযুক্ত, মহাপ্ৰভাৱশালী চিত্ৰ বিচিত্ৰ অলঙ্কাৰে পৰিশোভিত, নানা বাহন আৰু ধ্বজযুক্ত, শ্ৰেষ্ঠ বস্ত্ৰ পৰিধানকাৰী, শোভাযুক্ত আৰু অলঙ্কৃত উগ্ৰ মহানাদী ইন্দ্ৰই তেওঁক বধ কৰিবলৈ অহা কথা স্কন্দই বুজি পালে। ৫-৬ ॥

হে পাৰ্থ, মহাবলী দেৱৰাজ শক্ৰদেৱে দেৱসেনাসকলক আনন্দিত কৰি অগ্নি-পুত্ৰ স্কন্দক বধ কৰিবৰ কাৰণে শীঘ্ৰে যাবলৈ ধৰিলে। ৭ ॥

তাৰ পাছত দেৱতা আৰু ঋষিসকলৰ দ্বাৰা পূজিত হৈ বাসৱ কাৰ্ত্তিকেয়ৰ ওচৰত উপস্থিত হ'ল। ৮ ॥

ইয়াৰ পাছত দেৱতাসকলৰে সৈতে দেৱৰাজ ইন্দ্ৰই সিংহনাদ কৰিবলৈ ধৰিলে। স্কন্দয়ো সেই শব্দ শুনি সমুদ্ৰ-সদৃশ শব্দ কৰিবলৈ ধৰিলে। ৯ ॥

কাৰ্ত্তিকেয়ৰ সেই তুমুল শব্দত ঘূৰ্ণিত সমুদ্ৰৰ নিচিনা দেৱসেনাসমূহ অচেতন-প্ৰায় হৈ সেই সেই ঠাইত ঘূৰিবলৈ ধৰিলে। ১০ ॥

অগ্নি-পুত্ৰ স্কন্দই দেৱসেনাবিলাকে তেওঁক বধ কৰিবলৈ অহা দেখি ক্ৰুদ্ধ হৈ মুখৰপৰা বিশাল অগ্নিশিখা নিক্ষেপ কৰিলে। ১১ ॥

সেই অগ্নিশিখাই মাটিত কঁপি কঁপি পৰি থকা দেৱসেনাসমূহ দগ্ধ কৰিবলৈ ধৰিলে। তেতিয়া দেৱসেনাসমূহৰ মূৰ, শৰীৰ, অস্ত্ৰ আৰু বাহনবোৰ জ্বলিবলৈ

ধৰিলে আৰু তেওঁলোক তৎক্ষণাৎ স্থান-ভ্ৰষ্ট তৰাৰ দৰে শোভিত হ'ল আৰু সেই দেৱসেনাবোৰ দগ্ধপ্ৰায় হৈ স্কন্দৰ শৰণাগত হ'ল। ১২-১৩॥

দেৱতাসকলে বজ্ৰধৰ ইন্দ্ৰক পৰিত্যাগ কৰিহে শান্তি লাভ কৰিলে। ইয়াৰ পাছত দেৱতাসকলে পৰিত্যাগ কৰা শক্ৰই স্কন্দৰ ওপৰত বজ্ৰ নিক্ষেপ কৰিলে। ১৪॥

ইন্দ্ৰই নিক্ষেপ কৰা সেই বজ্ৰই স্কন্দৰ দক্ষিণ-পাৰ্শ্বত আঘাত কৰিলে আৰু, হে মহাৰাজ, সেই মহাত্মা স্কন্দৰ দক্ষিণ পাৰ্শ্ব ভেদ কৰি পেলালে। ১৫॥

বজ্ৰ-প্ৰহাৰৰ ফলত স্কন্দৰপৰা আন এজন পুৰুষৰ জন্ম হ'ল। সেই পুৰুষজন আছিল যুৱা, তেওঁৰ শৰীৰটো আছিল সুৱৰ্ণ কৱচেৰে ঢকা, হাতত আছিল শক্তি নামক অস্ত্ৰ, কাণ দুখন আছিল অলৌকিক কুণ্ডলৰ দ্বাৰা পৰিশোভিত আৰু বজ্ৰৰ কাৰণে জন্ম গ্ৰহণ কৰিছিল বুলিয়েই তেওঁৰ নাম হ'ল বিশাখ। প্ৰলয়-কালৰ অগ্নি-সদৃশ প্ৰভাশালী আন এজন পুৰুষৰ জন্ম হোৱা দেখি ইন্দ্ৰ ভয়তে অঞ্জলিবদ্ধ হৈ সেই স্কন্দৰ শৰণাগত হ'ল। তেতিয়া সাধুশ্ৰেষ্ঠ সেই স্কন্দই সৈন্যসকলেৰে সৈতে দেৱৰাজ ইন্দ্ৰক অভয় দান কৰিলে আৰু তাৰ পাছত আনন্দিত হৈ দেৱতাসকলে বাদ্যসমূহ বজাবলৈ ধৰিলে। ১৬-১৮॥

ইতি মহাভাৰতৰ বনপৰ্ব্বৰ অন্তৰ্গত মাৰ্কণ্ডেয়-সমস্যা-পৰ্ব্বত ইন্দ্ৰ-স্কন্দ-সমাগম নামৰ সপ্তবিংশত্যধিকদ্বিশততম অধ্যায়। ২২৭॥

॥ অধ্যায় ২২৮ ॥

## ॥ কুমাৰৰ জন্ম-কথা ॥

মাৰ্কণ্ডেয়ই ক'লে, হে মহাৰাজ, আপুনি এতিয়া ভয়ঙ্কৰ আৰু অদ্ভুত মূৰ্ত্তিৰ কাৰ্ত্তিকৰ পাৰিষদবৰ্গৰ কথা শুনক। ইন্দ্ৰৰ বজ্ৰৰ প্ৰহাৰত কাৰ্ত্তিকৰ দেহৰপৰা সেই সময়ত বহুতো কুমাৰৰ জন্ম হৈছিল। ১॥

সেই নিদাৰুণ প্ৰকৃতিৰ কুমাৰসকলে গৰ্ভস্থ সন্তান আৰু শিশু-সন্তানবিলাক হৰণ কৰে। বজ্ৰৰ প্ৰহাৰত কাৰ্ত্তিকৰ দেহৰপৰা মহাবলসমুক্তা কন্যা কিছুমানৰো জন্ম হৈছিল। ২॥

কুমাৰসকলে কাৰ্ত্তিকক পিতৃৰূপে কল্পনা কৰিছিল। ভগৱান কাৰ্ত্তিকে তেতিয়া যুদ্ধত তেওঁলোকক ৰক্ষা কৰিবলৈ ছাগমুখ ধাৰণ কৰিলে। ৩॥

নিজ পুত্ৰ আৰু কন্যাসকলৰ দ্বাৰা পৰিবেষ্টিত হৈ যুদ্ধ-নিপুণ কাৰ্ত্তিকে মাতৃ-সকলৰ আগত ভদ্ৰশাখ নাম ধাৰণ কৰিলে। ৪॥

কুমাৰসকলে পিতৃ-ৰূপে কল্পনা কৰিছিল যাৰে জগতৰ সকলোৱে কাৰ্ত্তিকক কুমাৰ-পিতা বোলে। পুত্ৰাৰ্থী আৰু পুত্ৰৱান লোকসকলে নিজৰ ঘৰৰ ভিতৰত অগ্নিপ্ৰধান আৰু মহাবলী ৰুদ্ৰ নামৰ অগ্নিক আৰু স্বাহাক পূজা কৰে। ৫॥

তপ নামৰ অগ্নিয়ে যিসকল কন্যাক জন্ম দিলে তেওঁলোক উপস্থিত হ'লত কাৰ্ত্তিকে ক'লে, মই কি কৰিব পাৰোঁ। ৬॥

কুমাৰীসকলে ক'লে, হে দেৱ, আপোনাৰ অনুগ্ৰহত আমি গোটেই জগতৰ প্ৰধান বা শ্ৰেষ্ঠ মাতৃ হ'বলৈ ইচ্ছা কৰোঁ। আপুনি আমাৰ এই প্ৰিয় কাৰ্য্য সম্পাদন কৰক। ৭॥

উদাৰ বুদ্ধিসম্পন্ন কাৰ্ত্তিকে তেতিয়া এইদৰে বাৰে বাৰে ক'লে, নিশ্চয় হ'ব। আপোনালোক মঙ্গলকাৰিণী আৰু অমঙ্গলকাৰিণী আদি নানাপ্ৰকাৰৰ লোকমাতা হ'ব। তেতিয়া মাতৃসকলে কাৰ্ত্তিকক পুত্ৰৰূপে কল্পনা কৰি গুচি গ'ল। ৮-৯॥

কাকী, হলিমা, মালিনী, বৃংহিলা, আৰ্য্যা, পলালা আৰু বৈমিত্ৰা—এই সাত-গৰাকী শিশু মাতা হ'ল। ১০॥

কাৰ্ত্তিকৰ অনুগ্ৰহত এওঁলোকৰ বলৱান, অতি নিষ্ঠুৰ স্বভাৱৰ, ৰক্ত নয়নযুক্ত আৰু ভয়ঙ্কৰ আকৃতিৰ শিশু নামৰ এক পুত্ৰৰ জন্ম হ'ল। ১১॥

কাৰ্ত্তিক আৰু মাতৃসকলৰ পৰা জন্ম লাভ কৰা এওঁক অষ্টম পুত্ৰ আৰু ছাগ-মুখক নৱম পুত্ৰ বুলি কোৱা হয়। ১২॥

হে মহাৰাজ, সেই ছাগময় ষষ্ঠমুখ কাৰ্ত্তিকৰেই বুলি জানিব। মাতৃসকলে তেওঁৰ ছটা মুখৰ ভিতৰত ছাগময় মুখটোকেই বেছি আদৰ কৰে। ১৩॥

কাৰণ কাৰ্ত্তিকৰ ছটা মুখৰ ভিতৰত সেই ছাগময় মুখটোকেই প্ৰধান বুলি কোৱা হয়। কিয়নো ইয়াৰ দ্বাৰাই ৰুদ্ৰশাখে (কাৰ্ত্তিকে) দিব্য-শক্তিৰ সৃষ্টি কৰিছিল। ১৪॥

শুক্ল পক্ষৰ পঞ্চমী তিথিত এইদৰে নানাপ্ৰকাৰ ঘটনা ঘটিছিল। আৰু ষষ্ঠী তিথিতে দেৱতাসকলৰ লগত কাৰ্ত্তিকৰ ঘোৰ যুদ্ধ হৈছিল। ১৫॥

ইতি মহাভাৰতৰ বনপৰ্ব্বৰ অন্তৰ্গত মাৰ্কণ্ডেয়-সমাস্যা পৰ্ব্বত কুমাৰৰ জন্ম-কথা নামৰ অষ্টাবিংশত্যধিক-দ্বিশততম অধ্যায়। ২২৮॥

॥ অধ্যায় ২২৯ ॥

# ॥ স্কন্দৰ উপাখ্যান ॥

মাৰ্কণ্ডেয়ই ক'লে, কাৰ্ত্তিক স্বৰ্ণ-কৱচ আৰু স্বৰ্ণ-মালা, স্বৰ্ণ-মুকুট আৰু চূড়া, আৰু স্বৰ্ণময় কেয়ূৰ ধাৰণ কৰি (সুন্দৰ আসনত) বহি আছিল। ১১॥

তেওঁ ৰক্ত-বৰ্ণ বস্ত্ৰ ধাৰণ কৰিছিল, দাঁতবিলাক তেওঁৰ অতি সূক্ষ্ম আছিল, ৰূপ অতি মনোহৰ, তেওঁ সৰ্ব্ব-সুলক্ষণীয়া আৰু ত্ৰিভুবনৰ প্ৰিয়পাত্ৰ। ২॥

তেতিয়া বৰদাতা, মহাবীৰ আৰু যুৱক কাৰ্ত্তিকক মূৰ্ত্তিমতী লক্ষ্মীদেৱীয়ে নিজেই আহি পদ্মৰূপ ধাৰণ কৰি সেৱা কৰিবলৈ ধৰিলে। ৩॥

মনোহৰ-মূৰ্ত্তি, বিশালকীৰ্ত্তি আৰু অতি সুকুমাৰ কাৰ্ত্তিকক সকলো প্ৰাণীয়েই পূৰ্ণিমাৰ চন্দ্ৰৰ ৰূপ লৈ বহি থকা দেখিবলৈ পালে। ৪॥

মহাত্মা ব্ৰাহ্মণসকলে মহা প্ৰতাপী কাৰ্ত্তিকক পূজা কৰিলে আৰু মহৰ্ষিসকলে তেওঁক এই কথা ক'লে। ৫॥

ঋষিসকলে ক'লে, হে ব্ৰহ্মতুল্য, আপোনাৰ মঙ্গল হওক আৰু আপুনি সমস্ত জগতৰে মঙ্গলকাৰী হওক। আপুনি জন্ম ধাৰণ কৰা মাত্ৰ দুদিনহে হৈছে। ইতিমধ্যে গোটেই পৃথিৱীয়েই আপোনাৰ বশীভূত হৈছে। ৬॥

হে দেৱশ্ৰেষ্ঠ, আপুনি এওঁবিলাকক অভয় প্ৰদান কৰিছে। সেই কাৰণে আপুনিয়েই ত্ৰৈলোক্যৰ অভয়-প্ৰদানকাৰী ইন্দ্ৰ হওক। ৭॥

স্কন্দই ক'লে, হে তপস্বীসকল, ইন্দ্ৰই এই পৃথিৱীত সকলোৰে (হিতৰ) কাৰণে কি কৰে? আৰু দেৱতাসকলকে বা ইন্দ্ৰই কেনেকৈ সদায় ৰক্ষা কৰে? ৮॥

ঋষিসকলে ক'লে, দেৱৰাজ ইন্দ্ৰ সন্তুষ্ট হৈ সমস্ত লোককে বল, তেজ, সন্তান আৰু সুখ দান কৰে আৰু সকলোৰে অভীষ্ট সিদ্ধি কৰে। ৯॥

ইন্দ্ৰই দুৰ্বৃত্তসকলক সংহাৰ কৰে, সাধুসকলক জীৱন দান কৰে আৰু বলবিনাশী ইন্দ্ৰই প্ৰাণীবিলাকক নিজ কৰ্ত্তব্য-বিষয়ত নিযুক্ত হ'বলৈ আদেশ দিয়ে। ১০॥

তেওঁ সেই কাৰণে সূৰ্য্যহীন ঠাইত সূৰ্য্য, চন্দ্ৰহীন ঠাইত চন্দ্ৰ, অগ্নিহীন ঠাইত অগ্নি, বায়ুহীন ঠাইত বায়ু, স্থলহীন ঠাইত স্থল আৰু জলহীন ঠাইত জলৰূপে বিৰাজমান। ১১॥

এইবিলাকেই ইন্দ্ৰৰ কাৰ্য্য। ইন্দ্ৰৰ গাত বিপুল শক্তি আছে। হে বীৰ, আপুনিও মহা পৰাক্ৰমী। আপুনিয়েই আমাৰ ইন্দ্ৰ হওক। ১২॥

শক্ৰই (ইন্দ্ৰই) ক'লে, হে সাধুশ্ৰেষ্ঠ, হে মহাবাহু, আপুনি আমাৰ সকলোৰে আনন্দদায়ক ইন্দ্ৰ হওক আৰু আজিয়েই দেৱৰাজ পদত অভিষিক্ত হওক। কাৰণ আপুনি দেৱতাসকলৰ ৰক্ষা হ'বৰ উপযুক্ত। ১৩॥

কাৰ্ত্তিকে ক'লে, হে ইন্দ্ৰদেৱ, আপুনিয়ে ব্যগ্ৰতা পৰিহাৰ কৰি শত্ৰু জয় কৰাত ৰত থাকি ত্ৰিভুৱন শাসন কৰক। মই আপোনাৰ দাস। ইন্দ্ৰত্ব লাভ কৰাত মোৰ অভিলাষ নাই। ১৪॥

ইন্দ্ৰই ক'লে, হে বীৰ, আপোনাৰ পৰাক্ৰম অদ্ভুত। আপুনিয়ে দেৱতাসকলৰ শত্ৰুক নাশ কৰক। হে বীৰ, আপোনাৰ বল-বীৰ্য্য দেখি চিসকল বিস্মিত হৈছে, তেওঁলোকে (মই ইন্দ্ৰ পদত থাকিলেও) মোক অৱজ্ঞা কৰিব। ১৫॥

হে বীৰ, মই আপোনাৰ ওচৰত পৰাজিত আৰু হীনবল প্ৰতিপন্ন হৈ ইন্দ্ৰ-পদত অধিষ্ঠিত হৈ থাকিলে উৎসাহী লোকসকলে আমাৰ মাজত বিভেদ ভাৱৰ সৃষ্টি কৰিবলৈ চেষ্টা কৰিব। ১৬॥

হে মহাবলী, আপুনি ভিন্ন হৈ গলে লোকসকলো দুই ভাগে বিভক্ত হৈ পৰিব। সকলোবিলাক দুই ভাগে বিভক্ত হ'লে স্বভাৱতেই আমাৰ মাজত যুদ্ধ আৰম্ভ হ'ব। ১৭॥

হে বৎস, সেই যুদ্ধত আপুনি মোক ইচ্ছানুসাৰে জয় কৰিব। তেতিয়া আপুনিয়ে ইন্দ্ৰ হ'ব। এই বিষয়ে বিচাৰ কৰিবলৈ একো নাই। ১৮॥

কাৰ্ত্তিকে ক'লে, হে ইন্দ্ৰ, আপোনাৰ মঙ্গল হওক, আপুনি ত্ৰিভুৱনৰ ৰজা আৰু মোৰো ৰজা, গতিকে মই আপোনাৰ কি আদেশ পালন কৰিব লাগে, মোক তাকে কওক। ১৯।

ইন্দ্ৰই ক'লে, হে মহাবীৰ, মই আপোনাৰ কথা অনুসাৰে ইন্দ্ৰ হৈ থাকিম, যদিহে আপুনি সঁচাকৈয়ে এই কথা কৈছে। ২০॥

হে মহাবলী কাৰ্ত্তিক, যদি আপুনি মোৰ আদেশ পালন কৰিবলৈ ইচ্ছা কৰিছে তেনেহ'লে দেৱতাসকলৰ সেনাপতি পদত অভিষিক্ত হওক। ২১॥

কাৰ্ত্তিকে ক'লে, দানৱবিলাকৰ বিনাশ, দেৱতাসকলৰ কাৰ্য্যসিদ্ধি আৰু গো আৰু ব্ৰাহ্মণসকলৰ হিতৰ কাৰণে মোক আপুনি সেনাপতি পদত অভিষিক্ত কৰক। ২২॥

মাৰ্কণ্ডেয়ই ক'লে, তেতিয়া ইন্দ্ৰই সকলো দেৱতাৰ লগত মিলিত হৈ কাৰ্ত্তিকক দেৱ-সেনাপতি পদত অভিষিক্ত কৰিলে। ঋষিসকলেও তেওঁক স্তুতি কৰিবলৈ ধৰিলে। তেতিয়া কাৰ্ত্তিকে অত্যন্ত শোভা পাবলৈ ধৰিলে। ২৩॥

অতি প্ৰজ্বলিত অগ্নিৰ শিখামণ্ডল যেনেকৈ শোভা পায়, সেইদৰে কাৰ্ত্তিকৰ মূৰৰ ওপৰত ধাৰণ কৰা স্বৰ্ণময় ছত্ৰ শোভা পাবলৈ ধৰিলে। ২৪॥

হে পৰন্তপ, হে মানৱশ্ৰেষ্ঠ, তাৰ পাছত যশস্বী মহাদেৱ পাৰ্ব্বতীৰে সৈতে তালৈ

আছি বিশ্বকৰ্ম্মাৰ দ্বাৰা নিৰ্ম্মিত স্বৰ্ণমালা নিজেই কাৰ্ত্তিকৰ ডিঙিত পিন্ধাই দিলেহি। ২৫-২৬ ॥

ভগৱান মহাদেৱো অত্যন্ত আনন্দিত হৈ পুত্ৰ-ৰূপ কাৰ্ত্তিকক আদৰ কৰিলে। ব্ৰাহ্মণসকলে মহাদেৱক অগ্নি বুলি কয়। সেই কাৰণে কাৰ্ত্তিক মহাদেৱৰ পুত্ৰ বুলি প্ৰসিদ্ধ। ২৭ ॥

মহাদেৱে শুক্ৰ ত্যাগ কৰিছিল। তাৰপৰাই কৈলাস পৰ্ব্বতৰ জন্ম হৈছিল। সেই কৈলাস পৰ্ব্বততেই কৃত্তিকাসকলে অগ্নিৰ শুক্ৰ নিক্ষেপ কৰিছিল। ২৮ ॥

মহাদেৱে পুত্ৰৰ দৰে কাৰ্ত্তিকক আদৰ কৰা দেখি দেৱতাসকলে গুণীশ্ৰেষ্ঠ কাৰ্ত্তিকক ৰুদ্ৰ-পুত্ৰ বুলি কৈছিল। ২৯ ॥

মহাদেৱে অগ্নিৰ শৰীৰত প্ৰৱেশ কৰি এই শিশু উৎপাদন কৰিছিল। সেই শিশুৱেই স্কন্দৰূপে পৰিণত হয়। সেই কাৰণেই স্কন্দ (কাৰ্ত্তিক) মহাদেৱৰ পুত্ৰ-ৰূপে প্ৰসিদ্ধ। ৩০ ॥

হে ভৰতনন্দন, দেৱশ্ৰেষ্ঠ কাৰ্ত্তিকে মহাদেৱ, অগ্নি, স্বাহা আৰু ছগৰাকী ঋষি পত্নীৰপৰা জন্ম লাভ কৰিছিল কাৰণে তেওঁ মহাদেৱৰ পুত্ৰৰূপে প্ৰসিদ্ধ হৈছে। ৩১ ॥

উজ্জ্বল দেহযুক্ত আৰু শ্ৰীমান অগ্নিপুত্ৰ কাৰ্ত্তিকে পৰিষ্কাৰ আৰু ৰক্তবৰ্ণ বস্ত্ৰযুগল পৰিধান কৰি ৰক্তবৰ্ণ দুইখণ্ড মেঘৰ সংযোগত সূৰ্য্যাই যিদৰে শোভা পায়, তেনে শোভা ধাৰণ কৰিলে। ৩২ ॥

অগ্নিয়ে দান কৰা, কুকুৰা চৰাইৰ চিন থকা আৰু অলঙ্কৃত এখন পতাকা কাৰ্ত্তিকৰ ৰথত উত্তোলন কৰাত প্ৰলয়-কালৰ অগ্নিৰদৰে শোভা পাবলৈ ধৰিলে। ৩৩ ॥

দেৱতাসকলৰ জয়-বৰ্দ্ধনকাৰিণী, যি সকলো প্ৰাণীৰে অভীষ্ট আৰু যি কান্তি, শান্তি আৰু বলস্বৰূপা, সেই শক্তি কাৰ্ত্তিকৰ সন্মুখত আবিৰ্ভাৱ হ'ল। ৩৪ ॥

তাৰ পাছত কাৰ্ত্তিকৰ সহজাত কৱচ তেওঁৰ দেহৰ ভিতৰলৈ প্ৰৱেশ কৰিলে। কিন্তু যুদ্ধ কৰাৰ সময়ত সদায় সেই কৱচৰ আবিৰ্ভাৱ হয়। ৩৫ ॥

হে মহাৰাজ, শক্তি, ধৰ্ম্ম, বল, তেজ, সৌন্দৰ্য্য, সত্যতা, উদাৰতা, ব্ৰাহ্মণসকলৰ হিত চিন্তা, ধৈৰ্য্য, ভক্তসকলৰ ৰক্ষা, শত্ৰু-সংহাৰ আৰু লোক-ৰক্ষা—এই সকলোবিলাক কাৰ্ত্তিকৰ স্বাভাৱিক গুণ আছিল। ৩৬-৩৭ ॥

দেৱতাসকলে এইদৰে অভিষিক্ত কৰাৰ পাছত নানা ভূষণৰ দ্বাৰা ভূষিত, আনন্দচিত্ত আৰু উদাৰ-হৃদয়ৰ কাৰ্ত্তিক পূৰ্ণ চন্দ্ৰৰ দৰে শোভা পাবলৈ ধৰিলে। ৩৮ ॥

তেতিয়া ব্ৰাহ্মণসকলৰ বেদধ্বনি, দেৱতাসকলৰ বাদ্যধ্বনি আৰু দেৱতা আৰু গন্ধৰ্ব্বসকলৰ মধুৰ সঙ্গীত শুনি অপ্সৰা আৰু আন আন সকলোবোৰ আনন্দিত হৈ কাৰ্ত্তিকক পৰিবেষ্টন কৰিলে। পিশাচবিলাক আৰু দেৱতাসকলে আহি চাৰিওফালে বেৰি ধৰিলে। ৩৯-৪০ ॥

তেতিয়া দেৱতাসকলৰ সেনাপতি পদত অভিষিক্ত হৈ কাৰ্ত্তিক আনন্দমনে

শোভা পাবলৈ ধৰিলে। দেৱতাসকলেও সেনাপতি পদত অভিষিক্ত কাৰ্ত্তিকক দৰ্শন কৰিলে—যেন অন্ধকাৰ নাশ কৰি সূৰ্য্যদেৱহে উদিত হৈছে। ৪১॥

তাৰ পাছত শত-সহস্ৰ দেৱসৈন্য তেওঁৰ ওচৰলৈ আহিল আৰু চাৰিওপিনৰপৰা 'আপুনি আমাৰ নেতা' এইদৰে কবলৈ ধৰিলে। ৪২॥

তেওঁলোকে কাৰ্ত্তিকক পূজা আৰু স্তৱ কৰিবলৈ ধৰিলে। তেতিয়া ভগৱান কাৰ্ত্তিকে সকলোৰে দ্বাৰা পৰিবেষ্টিত হৈ দেৱ-সৈন্যসকলক আশ্বাস প্ৰদান কৰিলে। ৪৩॥

তেতিয়া দেৱৰাজে কাৰ্ত্তিকক সেনাপতি-পদত অভিষিক্ত কৰি যি দেৱসেনাক তেওঁ মুক্ত (কেশীদানৱৰ হাতৰপৰা) কৰিছিল সেই দেৱসেনাক স্মৰণ কৰিলে। ৪৪॥

স্বয়ং ব্ৰহ্মাই এওঁকেই (কাৰ্ত্তিককে) তেওঁৰ পতিৰূপে সৃষ্টি কৰিছে, এইদৰে ভাবি দেৱৰাজে নানা অলঙ্কাৰেৰে বিভূষিত কৰি দেৱসেনাক তেওঁৰ ওচৰলৈ আনিলে। ৪৫॥

কাৰ্ত্তিকক ক'লে, হে দেৱশ্ৰেষ্ঠ, আপুনি জন্ম গ্ৰহণ কৰাৰ পূৰ্ব্বেই ব্ৰহ্মাই এই কন্যাটিক আপোনাৰ পত্নী বুলি নিৰ্দ্দেশ কৰিছে। ৪৬॥

এতেকে আপুনি যথাবিধি মন্ত্ৰ পাঠ কৰি এই দেৱীৰ পদ্মকান্তি-যুক্ত দক্ষিণ হস্ত গ্ৰহণ কৰক। এই কথা কোৱাত কাৰ্ত্তিকে যথানিয়মে তেওঁৰ পাণি গ্ৰহণ কৰিলে। ৪৭-৪৮॥

তেতিয়া মন্ত্ৰবিদ্ বৃহস্পতিয়ে মন্ত্ৰ যপ কৰিলে আৰু হোম কৰিলে। এই কাৰণেই দেৱসেনাক জগতৰ মানুহে কাৰ্ত্তিকৰ পত্নী বুলি জানে। ৪৯॥

এই দেৱসেনাকে ব্ৰাহ্মণসকলে ষষ্ঠী, লক্ষ্মী, সুখপ্ৰদা, আশাদাত্ৰী, শনীৱালী, কুহু, সৎবৃত্তি আৰু অপৰাজিতা বুলি কয়। ৫০॥

যেতিয়া দেৱসেনাই কাৰ্ত্তিকক চিৰকালৰ কাৰণে পতি-ৰূপে লাভ কৰিলে, তেতিয়া স্বয়ং লক্ষ্মীদেৱীয়ে মূৰ্ত্তিমতী হৈ কাৰ্ত্তিকক আশ্ৰয় কৰিলে। ৫১॥

কাৰ্ত্তিকে পঞ্চমী তিথিত শ্ৰীৰদ্বাৰা (দেৱসেনাৰূপী) সেৱিত হোৱা গতিকেই পঞ্চমী তিথিক শ্ৰীপঞ্চমী বোলে আৰু ষষ্ঠী তিথিত কাৰ্ত্তিকে প্ৰথম সেনাপতিৰ কাৰ্য্য কৰি কৃতাৰ্থ হোৱা গতিকে সেই ষষ্ঠী তিথিক মহাতিথি বুলি কোৱা হয়। ৫২॥

ইতি মহাভাৰতৰ বনপৰ্ব্বৰ অন্তৰ্গত মাৰ্কণ্ডেয়-সমাস্যা-পৰ্ব্বত স্কন্দৰ উপাখ্যান নামৰ ঊনত্ৰিংশত্যধিকদ্বিশততম অধ্যায়। ২২৯॥

॥ অধ্যায় ২৩০ ॥

## ॥ মনুষ্য-গ্ৰহ-কথন ॥

মাৰ্কণ্ডেয়ই ক'লে, লক্ষ্মী-স্বৰূপা দেৱসেনাই কাৰ্ত্তিকক পতিৰূপে বৰণ কৰিছে আৰু তেওঁ (কাৰ্ত্তিক) দেৱ-সেনাপতি হৈছে—এই কথা শুনি সপ্তৰ্ষিৰ পত্নীসকল তেওঁৰ ওচৰলৈ আহিল । ১ ॥

ঋষিসকলৰ দ্বাৰা পৰিত্যক্তা, ধাৰ্ম্মিক আৰু মহাব্ৰতচাৰিণী সেই ঋষিপত্নীসকলে বেগাবেগিকৈ আহি প্ৰভাৱশালী দেৱ-সেনাপতি কাৰ্ত্তিকক ক'লে, ২ ॥

হে পুত্ৰ, আমাৰপৰাই তোমাৰ জন্ম হৈছে, এইদৰে মিছাকৈয়ে কোনোবাই ক'লে । সেই কথা শুনি শুনি আমাৰ দেৱতুল্য স্বামীসকলে বিনা কাৰণে আমাক পৰিত্যাগ কৰিছে আৰু তেওঁলোকে খণ্ডতে আমাক পবিত্ৰ স্থানৰপৰাও নমাই দিছে । গতিকে, তুমি আমাক ৰক্ষা কৰা । ৩-৪ ॥

হে প্ৰভাৱশালী, তোমাৰ অনুগ্ৰহত আমাৰ অক্ষয় স্বৰ্গ হ'ব পাৰে আৰু তোমাক আমি পুত্ৰৰূপেও পাবলৈ ইচ্ছা কৰোঁ । এই কাম কৰি তুমি ঋণমুক্ত হোৱা । ৫ ॥

কাৰ্ত্তিকে ক'লে, হে অনিন্দিতা নাৰীসকল, নিশ্চয় আপোনালোক মোৰ মাতৃ আৰু মই আপোনালোকৰ পুত্ৰ । সেই কাৰণে আপোনালোকে যি ইচ্ছা কৰিছে সেয়ে হ'ব । ৬ ॥

মাৰ্কণ্ডেয়ই ক'লে, তাৰ পাছত ইন্দ্ৰই কিবা ক'বলৈ ইচ্ছা কৰাত কাৰ্ত্তিকে ক'লে, আপোনাৰ কি কাৰ্য্য আছে কওক । তেওঁ এইদৰে কোৱাত ইন্দ্ৰই ক'লে, ৭ ॥

ৰোহিণীৰ কনিষ্ঠা ভগ্নী অভিজিৎদেৱীয়ে ৰোহিণীৰ লগত স্পৰ্দ্ধা কৰি জ্যেষ্ঠত্ব লাভ কৰিবলৈ বুলি তপস্যা কৰিবলৈ বনলৈ গ'ল । ৮ ॥

সেই অভিজিৎ নক্ষত্ৰ আকাশৰপৰা খহি পৰাত সেই বিষয়ে (তাৰ স্থান কেনেকৈ পূৰ্ণ কৰিব পৰা হ'ব ) একো স্থিৰ কৰিব পৰা নাই । আপুনি ব্ৰহ্মাৰে সৈতে লগ লাগি কেনেকৈ সেই কাল পূৰ্ণ হ'ব তাৰ চিন্তা কৰক । আপোনাৰ মঙ্গল হওক । ৯ ॥

ব্ৰহ্মাই ধনিষ্ঠা নক্ষত্ৰকে আদিকাল কল্পনা কৰিছিল । আৰু, পূৰ্ব্বতে ৰোহিণী নক্ষত্ৰ আদিকাল আছিল । তেতিয়া নক্ষত্ৰ, মাহ, দিন, সংখ্যা সমান আছিল । ১০ ॥

ইন্দ্ৰই এইদৰে কোৱাত কৃত্তিকা নক্ষত্ৰ (অভিজিতৰ স্থান পূৰণ কৰিবলৈ)

আকাশলৈ গ'ল। সপ্ত ঋষিযুক্ত আৰু অগ্নিদৈৱত সেই কৃত্তিকা নক্ষত্ৰই এতিয়া আকাশত প্ৰকাশ পায়। ১১ ॥

তাৰ পাছত বিনতাই কাৰ্ত্তিকক ক'লে, হে কাৰ্ত্তিক, তুমি মোৰ পিণ্ডদাতা পুত্ৰ হোৱাঁ। মই সদায় তোমাৰ লগত থাকিবলৈ ইচ্ছা কৰোঁ। ১২ ॥

কাৰ্ত্তিকে ক'লে, সেয়ে হওক, আপোনাক নমস্কাৰ কৰিছো, আপুনি পুত্ৰ-স্নেহৰ হেতু মোক উপদেশ দান কৰক। হে দেৱী, আপোনাৰ পুত্ৰবধূৱে আপোনাক সদায় শুশ্ৰূষা কৰিব। আপুনি সদায় মোৰ লগত থাকক। ১৩ ॥

মাৰ্কণ্ডেয়ই ক'লে, তাৰ পাছত মাতৃসকলে কাৰ্ত্তিকক কলে, পণ্ডিতসকলে কয়, আমি সমস্ত লোকৰ মাতৃ। আমি তোমাৰো মাতৃ হ'বলৈ ইচ্ছা কৰোঁ। তুমি আমাক মাতৃ-ভাৱে পূজা কৰা। ১৪ ॥

কাৰ্ত্তিক ক'লে, আপোনাসকল মোৰ মাতৃ আৰু মযো আপোনালোকৰ পুত্ৰ হ'লো। এতিয়া আপোনালোকৰ কি অভীষ্ট কাৰ্য্য কৰিব লাগে মোক কওক। ১৫ ॥

মাতৃসকলে ক'লে, পূৰ্ব্বতে যিসকলক এই জগতৰ মাতৃ বুলি ধৰা হৈছিল তেওঁবিলাকৰ সেই স্থান আমাৰ হ'ব। তেওঁলোক কিন্তু তাত থাকিব নোৱাৰিব। ১৬ ॥

হে দেৱশ্ৰেষ্ঠ, এতিয়া আমিহে জগতৰ পূজনীয়া হ'ম। কিন্তু তেওঁলোক আৰু পূজনীয়া হব নোৱাৰিব। আৰু, তেওঁলোকে তোমাৰ কাৰণে যিবিলাক সন্তান হৰণ কৰি নিছিল, সেই সন্তানবিলাক আমাক আনি দিয়াঁ। ১৭ ॥

কাৰ্ত্তিকে ক'লে, সেই সন্তানবিলাক মৰিল, গতিকে আপোনালোকে সেই-বোৰ আৰু নাপায়। এতিয়া আপোনালোকে যেনেকুৱা সন্তান পাবলৈ ইচ্ছা কৰে তেনেকুৱা আন কোনো সন্তান মই আপোনালোকক দিব পাৰোঁ। ১৮ ॥

মাতৃসকলে ক'লে, সেই মাতৃসকলৰ যিবিলাক সন্তান আছে আৰু তোমাৰ বাহিৰে যিসকলৰ ৰক্ষক আছে সেই সকলোবিলাকক আমি খাবলৈ ইচ্ছা কৰোঁ। গতিকে তুমি তেওঁবিলাকক আমাৰ ওচৰলৈ আনি দিয়াঁ। ১৯ ॥

কাৰ্ত্তিকে ক'লে, আপোনালোকক সন্তান আনি দিম, কিন্তু আপোনালোকে যি ক'লে সি অতি নিদাৰুণ। আপোনালোকৰ মঙ্গল হওক। আপোনালোকক সকলোৱে পূজা কৰে। গতিকে আপোনালোকে সকলো সন্তানকে ভাল দৰে ৰক্ষা কৰক। ২০ ॥

মাতৃসকলে ক'লে, হে কাৰ্ত্তিক, তোমাৰ মঙ্গল কামনা কৰোঁ। তুমি যেনেকৈ ইচ্ছা কৰিছা তেনেকৈয়ে আমি সন্তানসকলক ৰক্ষা কৰিম। কিন্তু, হে প্ৰভাৱসম্পন্ন কাৰ্ত্তিক, তোমাৰ লগত চিৰদিন বাস কৰিবলৈ ইচ্ছা কৰোঁ। ২১ ॥

কাৰ্ত্তিকে ক'লে, শিশুবিলাকৰ ষোল বছৰ নোহোৱালৈকে আপোনালোকে নানা ৰূপ ধাৰণ কৰি সিহঁতক (ৰোগ আদিৰ দ্বাৰা) নানা কষ্ট দিব। ২২ ॥

মযো আপোনালোকক ভয়ঙ্কৰ মূৰ্ত্তি, চিৰস্থায়ী আৰু বলৱান মোৰেই অংশ এজন পুৰুষ দিম। আপোনালোক সম্মানিতা হৈ তেওঁৰ লগত বাস কৰিব। ২৩ ॥

মাৰ্কণ্ডেয়ই ক'লে, তাৰ পাছত কাৰ্ত্তিকৰ শৰীৰৰপৰা অগ্নিৰ নিচিনা উজ্জ্বল আৰু মহাতেজস্বী এজন পুৰুষ শিশু-সন্তানসকলক খাবলৈ বুলি আবিৰ্ভূত হ'ল। ২৪ ॥

তাৰ পাছত সেই পুৰুষ ক্ষুধাৰ্ত্ত হৈ অচেতন হৈ মাটিত বাগৰি পৰিল, আৰু কাৰ্ত্তিকৰ অনুমতিক্ৰমে ৰুদ্ৰ-মূৰ্ত্তিৰ এটা গ্ৰহ হ'ল। ২৫ ॥

ব্ৰাহ্মণসকলে এই গ্ৰহক স্কন্দাপস্মাৰ বুলি কয়। আৰু এইদৰে অত্যন্ত ৰুদ্ৰ-ৰূপ ধাৰণ কৰা বিনতাক শকুনি গ্ৰহ বুলি কোৱা হয়। ২৬ ॥

পূতনাক সকলোৱে ৰাক্ষসী বুলি কয়। তেওঁকেই পূতনাগ্ৰহ বুলি জানিব। ভয়ঙ্কৰ মূৰ্ত্তিৰ সেই নিশাচৰ ৰাক্ষসীয়ে শিশুবিলাকক অতি দাৰুণ কষ্ট দিয়ে। ২৭ ॥

ভয়ঙ্কৰ আকৃতিৰ আৰু এজনী পিশাচী আছে, তাইক শীত-পূতনা বোলে। সেই ঘোৰ মূৰ্ত্তিৰ ৰাক্ষসীয়ে নাৰীসকলৰ গৰ্ভ হৰণ কৰে। ২৮।

অদিতিদেৱীক ৰেৱতী বুলি কোৱা হয়। তেওঁৰ গ্ৰহৰ নাম ৰৈৱত। অতি ভয়ঙ্কৰ মহাগ্ৰহ সেই ৰৈৱতেও শিশুবিলাকৰ নানাপ্ৰকাৰৰ পীড়া উৎপাদন কৰে। ২৯ ॥

দৈত্যসকলৰ মাতৃ দিতিদেৱীক মুখমণ্ডিকা বোলে, সেই নিদাৰুণা শিশু-মাংস পালে অতি আনন্দিত হয়। তেওঁক পৰাজিত কৰা অতি কঠিন। ৩০ ॥

হে কুৰুনন্দন, কাৰ্ত্তিকৰ দেহৰপৰা যিসকল কুমাৰ আৰু কুমাৰীৰ জন্ম হৈছিল সেইসকলেও অতি মহাগ্ৰহ হৈ গৰ্ভ ভক্ষণ কৰে। ৩১ ॥

সেই কুমাৰীসকলৰ পতিৰূপে প্ৰখ্যাত, ভয়ঙ্কৰ কাৰ্য্য-কাৰী সেই কুমাৰসকলে জন্ম গ্ৰহণ কৰাৰ আগতেই শিশুবিলাক হৰণ কৰি নিলে। ৩২ ॥

হে মহাৰাজ, যি সুৰভিক পণ্ডিতসকলে গোমাতা বুলি কয়, সেই সুৰভিৰ ওপৰতে উঠি শকুনি-গ্ৰহই পৃথিৱীত শিশুসকলক ভক্ষণ কৰে। ৩৩ ॥

হে নৰপতি, কুকুৰবিলাকৰ মাতা সৰমাদেৱীয়েও সদায় নাৰীৰ গৰ্ভ হৰণ কৰে। ৩৪ ॥

যি বৃক্ষবিলাকৰ মাতৃ, তেওঁ কৰঞ্জ গছত (ওষধিবৃক্ষ) বাস কৰে। তেওঁ সদায় সৌম্য মূৰ্ত্তিৰ, বৰদাত্ৰী আৰু প্ৰাণীসকলৰ প্ৰতি দয়াশীলা। সেই কাৰণে পুত্ৰাৰ্থী লোকে কৰঞ্জ বৃক্ষত তেওঁক প্ৰণাম কৰে। ৩৫ ॥

মদ্য-মাংসপ্ৰিয় এই গ্ৰহবিলাকে আৰু ওঠৰপ্ৰকাৰ অন্য গ্ৰহবিলাকে দহ দিন পৰ্য্যন্ত সদায় সূতিকাগৃহত বাস কৰে। ৩৬ ॥

কদ্ৰুৱে সূক্ষ্মদেহ ধাৰণ কৰি গৰ্ভৱতী নাৰীৰ দেহাত প্ৰৱেশ কৰি সেই গৰ্ভ ভক্ষণ কৰে। সেই কদ্ৰুৱে নাগ প্ৰসৱ কৰে অৰ্থাৎ তেৱেঁই নাগ-মাতা। ৩৭ ॥

গন্ধৰ্ব্বসকলৰ যি মাতৃ তেওঁ গৰ্ভ হৰণ কৰি গুচি যায়। তাৰ পাছত সেই নাৰীৰ গৰ্ভ লয় পোৱা দেখা যায়। ৩৮ ॥

অপ্সৰাসকলৰ যি মাতৃ, তেওঁ গৰ্ভ হৰণ কৰি তাতেই (অদৃশ্যভাৱে) থাকে। তাকে মনীষীসকলে গৰ্ভ নষ্ট হোৱা বুলি কয়। ৩৯ ॥

লোহিত সাগৰৰ কন্যা কাৰ্ত্তিকৰ ধাত্ৰী আছিল। তেওঁৰ নাম লোহিতায়নী। কদম গছত তেওঁক পূজা কৰা হয়। ৪০ ॥

পুৰুষসকলৰ ভিতৰত ৰুদ্ৰ যেনে, স্ত্ৰীসকলৰ ভিতৰত আৰ্য্যাও তেনে। তেওঁ কাৰ্ত্তিকৰ মাক। মানুহে ভিন্ ভিন্ অভিলাষ পূৰ্ণ কৰিবৰ কাৰণে তেওঁক পূজা কৰে। ৪১ ॥

মই শিশুবিলাকৰ মহাগ্ৰহবিলাকৰ কথা ক'লো। শিশুবিলাকৰ যোল বছৰ বয়স নোহোৱালৈকে এই গ্ৰহবিলাকে সিঁহতৰ নানা অমঙ্গল ঘটায়। ৪২ ॥

যি মাতৃসকলৰ কথা কোৱা হ'ল আৰু যিবিলাক পুৰুষ গ্ৰহ আছে, সেই-বিলাকক সদায়ে মানুহে স্কন্দগ্ৰহ বুলি জানিব লাগে। ৪৩ ॥

শান্তি কৰিব লাগে। স্নানৰ বস্তু, ধূপ, কাজল উপহাৰ আৰু বলিদানৰ দ্বাৰা কাৰ্ত্তিকৰ পূজা কৰিব লাগে। হে ৰাজশ্ৰেষ্ঠ, এইবিলাক দ্ৰব্যেৰে তেওঁক পূজা কৰিলে আৰু প্ৰণাম কৰিলে সকলো গ্ৰহই মানুহৰ মঙ্গল বিধান কৰে, আয়ু দান কৰে আৰু বল দান কৰে। ৪৪-৪৫ ॥

মানুহৰ যোল বছৰ বয়সৰ পাছত যিবিলাক গ্ৰহই অনিষ্ট কৰে, মই মহাদেৱক স্মৰণ কৰি সেইবিলাকৰ কথা ক'ম। ৪৬ ॥

যি মানুহে শুই থকা বা সাৰ পাই থকা অৱস্থাতে দেৱতা দেখে, তেওঁ অতি সোনকালে উন্মত্ত হয়; তাকেই দেৱগ্ৰহ বোলে। ৪৭ ॥

যি মানুহে শুই থাকোঁতে বা সাৰ পাই থাকোঁতেও পিতৃলোক দৰ্শন কৰে, তেওঁ অতি সোনকালে উন্মাদ হয়। এইটোকে পিতৃগ্ৰহ বোলে। ৪৮ ॥

যি মানুহে সিদ্ধ পুৰুষক অৱজ্ঞা কৰে আৰু সেই কাৰণেই সেই সিদ্ধই খঙত শাপ দিয়ে, তেতিয়া তেওঁ অতি সোনকালে উন্মাদ হয়। এইটোকে সিদ্ধগ্ৰহ বোলে। ৪৯ ॥

যিসকলে নানাপ্ৰকাৰ গন্ধ আঘ্ৰাণ কৰে আৰু ৰস আস্বাদন কৰে সেইসকল অতি সোনকালে উন্মাদ হয়। সেইটোৱে ৰাক্ষসগ্ৰহ। ৫০ ॥

দিব্য গন্ধৰ্ব্বসকল মৰ্ত্ত্যলৈ আহি যি মানুহৰ ওপৰত অধিষ্ঠিত হয়, সেই মানুহ অতি সোনকালে উন্মত্ত হয়। সেই গ্ৰহৰ নাম গন্ধৰ্ব্ব গ্ৰহ। ৫১ ॥

পিশাচ যি মানুহৰ ওপৰত প্ৰতি দিনে বাৰে বাৰে অধিষ্ঠান কৰে, সেই মানুহ অতি সোনকালে উন্মত্ত হয়। এই গ্ৰহেই হৈছে পিশাচগ্ৰহ। ৫২ ॥

এই কাল অতিক্ৰম কৰাৰ পাছত (যোল বছৰ পাৰ হোৱাৰ পাছত) যি মানুহৰ শৰীৰত যক্ষ প্ৰৱেশ কৰে সেই মানুহ অতি সোনকালে উন্মাদ হয়। এই গ্ৰহকে যক্ষগ্ৰহ বোলে। ৫৩ ॥

যাৰ মন ত্ৰিদোষৰ (বায়ু, পিত্ত, কফ) দ্বাৰা দূষিত হয় তেওঁ অতি সোনকালে উন্মত্ত হয়। আয়ুৰ্ব্বেদ শাস্ত্ৰ অনুসাৰে তেওঁৰ চিকিৎসা কৰা উচিত। ৫৪ ॥

উৎকণ্ঠাবশতঃ, ভয়ত নাইবা ভয়ঙ্কৰ বস্তু দৰ্শন কৰিও মানুহ উন্মাদ হয়। তেনে অৱস্থাত সান্ত্বনা দিয়াই তাৰ চিকিৎসা ।৫৫।।

কোনো কোনো গ্ৰহ ক্ৰীড়াভিলাষী, কোনোবাটো ভোগাভিলাষী আৰু কোনো কোনোটো কামাভিলাষী, এইদৰে গ্ৰহবিলাক তিনি প্ৰকাৰৰ ।৫৬॥

মানুহৰ সত্তৰ বছৰ বয়সলৈকে এই গ্ৰহবিলাকে অনিষ্ট কৰে। ইয়াৰ পাছত জ্বৰেই মানুহৰ গ্ৰহতুল্য হয় ।৫৭

সংযতচিত্ত, ইন্দ্ৰিয়-দমনকাৰী, পবিত্ৰ, সদায় আলস্যহীন, ঈশ্বৰ-বিশ্বাসী, দেৱতা আৰু শাস্ত্ৰৰ প্ৰতি শ্ৰদ্ধাশীল লোকক গ্ৰহবিলাকে সদায় ত্যাগ কৰে ।৫৮॥

হে মহাৰাজ, তোমাক মই মানুহৰ গ্ৰহবিলাকৰ কথা ক'লো, এই গ্ৰহবিলাকে মহাদেৱৰ যি ভক্ত তেওঁক স্পৰ্শ নকৰে ।৫৯॥

ইতি মহাভাৰতৰ বনপৰ্ব্বৰ অন্তৰ্গত মাৰ্কণ্ডেয়-সমাস্যা-পৰ্ব্বত মনুষ্য-গ্ৰহ-কথন নামৰ ত্ৰিংশত্যধিক-দ্বিশততম অধ্যায় ।২৩০॥

॥ অধ্যায় ২৩১ ॥

## ॥ মহিষাসুৰ-বধ-আখ্যান ॥

মাৰ্কণ্ডেয়ই ক'লে, কাৰ্ত্তিকে এইদৰে মাতৃসকলৰ অভিলাষ পূৰ্ণ কৰিলত স্বাহাদেৱীয়ে তেওঁক ক'লে, কাৰ্ত্তিক, তুমি মোৰ আত্মজাত পুত্ৰ। সেই কাৰণে তুমি দিয়া অতি দুৰ্লভ স্নেহ লাভ কৰিবলৈ ইচ্ছা কৰোঁ। তেতিয়া কাৰ্ত্তিকে ক'লে, আপুনি কেনে ধৰণৰ স্নেহ পাবলৈ ইচ্ছা কৰে? ।১-২॥

স্বাহাই ক'লে, হে মহাবাহু, মই দক্ষৰ প্ৰিয়তমা কন্যা, মোৰ নাম স্বাহা। মই বাল্যকাল পাৰ হৈ যোৱাৰ পাছৰপৰাই সদায় অগ্নি দেৱতাৰ প্ৰতি আসক্ত হৈ আছো ।৩॥

কিন্তু হে পুত্ৰ, অগ্নিদেৱতাই মই যে তেওঁৰ প্ৰতি আসক্ত এই কথা একেবাৰে নাজানে, এতেকে মই সদায় অগ্নি দেৱতাৰ লগত থাকিবলৈ ইচ্ছা কৰোঁ ।৪॥

কাৰ্ত্তিকে ক'লে, হে দেৱী, দ্বিজসকলে মন্ত্ৰৰ দ্বাৰা সংস্কাৰ কৰি হব্য (দেৱতাৰ উদ্দেশ্যে) বা কব্য (পিতৃসকলৰ উদ্দেশ্যে)—যি কোনো বস্তুকে 'স্বাহা' এইদৰে উচ্চাৰণ কৰি অগ্নিত আহুতি দিব ।৫॥

হে শোভনা, আজিৰপৰা সৎ-চৰিত্ৰৱান আৰু সৎ পথে চালিত লোকসকলে

এইদৰে অগ্নিত আহুতি দিব। তেনে কৰিলে অগ্নি দেৱতা সদায় আপোনাৰ লগত বাস কৰিব। ৬ ॥

মাৰ্কণ্ডেয়ই ক'লে, কাৰ্ত্তিকে এইদৰে কৈ পূজা কৰাত স্বাহাদেৱীয়ে তেওঁৰ স্বামী অগ্নিদেৱতাৰ লগত মিলন হ'ব বুলি ভাবি সন্তুষ্ট হৈ কাৰ্ত্তিকক আদৰ কৰিলে। ৭ ॥

তাৰ পাছত প্ৰজাপতি ব্ৰহ্মাই কাৰ্ত্তিকক ক'লে, কাৰ্ত্তিক, তুমি এতিয়া তোমাৰ পিতৃ ত্ৰিপুৰাসুৰ-নিধনকাৰী মহাদেৱৰ ওচৰলৈ যোৱা। ৮ ॥

মহাদেৱ অগ্নিদেৱতাৰ শৰীৰত আৰু উমাদেৱী স্বাহাদেৱীৰ শৰীৰত প্ৰৱেশ কৰি সৰ্ব্বলোকৰ হিতৰ কাৰণে তোমাক অপৰাজেয়-ৰূপে উৎপাদন কৰিছে। ৯ ॥

মহাত্মা ৰুদ্ৰই উমাৰ গৰ্ভত যি শুক্ৰ স্থাপন কৰিছিল সেই শুক্ৰৰ কিছু অংশ এই পৰ্ব্বতত পৰিছিল। তাৰপৰাই মিঞ্জিকা-মিঞ্জিক নামৰ এই স্ত্ৰী-পুৰুষ-যুগলৰ জন্ম হয়। আৰু অৱশিষ্ট শুক্ৰৰ কিছু অংশ লোহিত সাগৰত পৰিছিল। ১০ ॥

আৰু এক অংশ সূৰ্য্যৰ ৰশ্মিত আৰু আন অংশ পৃথিৱীত পৰিল। অন্য এভাগ গছত লাগি থাকিল। এইদৰে পাঁচভাগত বিভক্ত হৈ পৰিছিল। ১১ ॥

সেই শুক্ৰৰ অংশবিলাক য'ত য'ত পৰিছিল, সেইবিলাকৰ ঠাইত নানা আকৃতিৰ অনুচৰবিলাক হৈছিল। এই কথা জ্ঞানীসকলে জানে। এই ভয়ঙ্কৰমূৰ্ত্তি আৰু মাংসাহাৰীবিলাকেই সেই অনুচৰ, যি এতিয়া তোমাৰ পাৰিষদ হৈছে। ১২ ॥

'সেয়ে হওক', এইদৰে কৈ পিতৃবৎসল আৰু অজেয়-স্বভাৱ কাৰ্ত্তিকে পিতৃ মহাদেৱৰ পূজা কৰিলে। ১৩ ॥

মাৰ্কণ্ডেয়ই ক'লে, ধনাৰ্থী লোকসকলে অৰ্ক পুষ্পৰ দ্বাৰা সেই পাঁচবিধ অনুচৰৰ পূজা কৰিব লাগে। আৰু ৰোগমুক্তিৰ কাৰণেও তেওঁবিলাকৰ পূজা কৰিব পাৰে। ১৪ ॥

বালকৰ হিতাৰ্থীসকলে সদায় ৰুদ্ৰৰপৰা উৎপন্ন হোৱা মিঞ্জিকা-মিঞ্জিক নামৰ দম্পতিক নমস্কাৰ কৰিব লাগে। ১৫ ॥

সন্তানাৰ্থীসকলে বৃক্ষৰপৰা উৎপন্ন আৰু নৰমাংসভোজী বৃদ্ধিকা নামৰ দেৱী-সকলক প্ৰণাম কৰিব লাগে। ১৬ ॥

এইদৰে এই পিশাচবিলাকৰ সংখ্যা গণনা কৰিব নোৱাৰি। হে মহাৰাজ, এতিয়া কাৰ্ত্তিকে কেনেকৈ ঘণ্টা আৰু পতাকা লাভ কৰিছিল তাৰ বৃত্তান্ত কওঁ শুনক। ১৭ ॥

ইন্দ্ৰৰ ঐৰাৱত হাতীৰ বৈজয়ন্তী নামৰ দুটা প্ৰসিদ্ধ ঘণ্টা আছিল। বুদ্ধিমান ইন্দ্ৰই নিজেই সেই কেইটা আনি কাৰ্ত্তিকক দিলে। ১৮ ॥

তাৰে এটা ঘণ্টা কাৰ্ত্তিকক আৰু আনটো বিশাখাক দিছিল। আৰু, কাৰ্ত্তিক আৰু বিশাখা—দুয়োকে দিয়া পতাকাৰ বং ৰঙা আছিল। ১৯ ॥

তেতিয়া দেৱতাসকলে যি যি খেলৰ বস্তু কাৰ্ত্তিকক দিছিল সেইবিলাক লৈয়ে কাৰ্ত্তিকে খেমালি কৰিছিল। ২০ ॥

পৰম সুন্দৰ আৰু উজ্জ্বল মূৰ্ত্তিৰ কাৰ্ত্তিক পিশাচবিলাক আৰু দেৱতাসকলৰ দ্বাৰা পৰিবেষ্টিত হৈ সেই সুবৰ্ণময় পৰ্ব্বতত শোভা পাবলৈ ধৰিলে। কিৰণ-যুক্ত সূৰ্য্যৰ দ্বাৰা মনোৰম গুহা-যুক্ত মন্দৰ পৰ্ব্বত যেনেকৈ শোভা পায়, ঠিক সেইদৰে কাৰ্ত্তিকৰ দ্বাৰা সুন্দৰ বন-যুক্ত কৈলাস পৰ্ব্বতো শোভা পাবলৈ ধৰিলে। ২১-২২ ॥

প্ৰস্ফুটিত সন্তানক-বৃক্ষৰ বন, কৰবী বন, পাৰিজাত বন, জপাশোক বন, কদম্ব গছৰ শাৰী, দিব্য মৃগবিলাক আৰু পক্ষীবিলাকৰ দ্বাৰা শ্বেত পৰ্ব্বত (কৈলাস) শোভা পাবলৈ ধৰিলে। ২৩-২৪ ॥

তাত সকলো দেৱতা আৰু ঋষি উপস্থিত আছিল, আৰু মেঘ-গৰ্জ্জন আৰু সমুদ্ৰ-গৰ্জ্জনৰ দৰে গম্ভীৰ তূৰ্য্যধ্বনি হৈছিল। ২৫ ॥

দিব্য গন্ধৰ্ব্বসকলে আৰু অপ্সৰাসকলে নৃত্য কৰিছিল আৰু আনন্দিত প্ৰাণী-সকলৰ মহা কোলাহল শুনিবলৈ পোৱা গৈছিল। ২৬ ॥

এইদৰে ইন্দ্ৰক ধৰি গোটেই পৃথিৱীৰ লোকে সেই কৈলাস পৰ্ব্বতত থাকি আনন্দ মনেৰে কাৰ্ত্তিকক চাইছিল। সেইৰূপ দেখি কিন্তু কোনোৱেই বিষণ্ণ হোৱা নাছিল। ২৭ ॥

মাৰ্কেণ্ডেয়ই ক'লে, ভগৱান কাৰ্ত্তিক দেৱসেনাপতি পদত অভিষিক্ত হ'লত মহা ঐশ্বৰ্য্যশালী মহাদেৱে পাৰ্ব্বতীৰে সৈতে আনন্দ মনেৰে সূৰ্য্যৰ দৰে উজ্জ্বল ৰথত উঠি ভদ্ৰবটলৈ গ'ল। ২৮ ॥

সেই উৎকৃষ্ট ৰথত সিংহৰ আকৃতিৰ শত শত যন্ত্ৰ সংযোজিত আছিল। সেই-বিলাক কাল নামৰ সাৰথিৰ দ্বাৰা পৰিচালিত হৈ ৰথ নিৰ্ম্মল আকাশলৈ উঠিল। ২৯ ॥

সেই মনোহৰ কেশৰ-যুক্ত সিংহাকৃতি যন্ত্ৰবিলাক যেন আকাশক পান কৰিবলৈ প্ৰবৃত্ত হৈ গম্ভীৰ শব্দেৰে পৃথিৱীৰ সকলো প্ৰাণীৰে ভয় জন্মাই আকাশেদি যাবলৈ ধৰিলে। ৩০ ॥

ইন্দ্ৰধনু-যুক্ত মেঘৰ ওপৰত সূৰ্য্যদেৱতা বিদ্যুতেৰে সৈতে যেনেকৈ শোভা পায়, ঠিক সেইদৰে নানা বৰণৰ বিমানৰ ওপৰত মহাদেৱ আৰু পাৰ্ব্বতী শোভা পাবলৈ ধৰিলে। ৩১ ॥

ভগৱান নৰবাহন কুবেৰ গুহ্যকসকলেৰে সৈতে মনোৰম পুষ্পক বিমানত আৰোহণ কৰি মহাদেৱৰ আগে আগে গমন কৰি শোভা পাবলৈ ধৰিলে। ৩২ ॥

ইন্দ্ৰয়ো ঐৰাৱতত আৰোহণ কৰি আন আন দেৱতাসকলেৰে সৈতে মিলি বৰ-দাতা মহাদেৱৰ পাছে পাছে যাবলৈ ধৰিলে। ৩৩ ॥

আমোঘ নামৰ মহাযক্ষ সম্মোহক আৰু মালাধাৰী যক্ষ আৰু ৰাক্ষসবিলা-কৰ দ্বাৰা অলঙ্কৃত হৈ দক্ষিণ পথ অৱলম্বন কৰি যাবলৈ ধৰিলে। ৩৪ ॥

আচৰিত ৰকমে যুদ্ধ কৰিব পৰা বহুতো দেৱতা, বসুসকল আৰু ৰুদ্ৰসকল লগ লাগি সেই আমোঘৰ সোঁফালে যাবলৈ ধৰিলে। ৩৫ ॥

ভয়ঙ্কৰ আকৃতিৰ যমো, মূৰ্ত্তিমান আৰু উগ্ৰমূৰ্ত্তিৰ বহুতো ৰোগৰ দ্বাৰা পৰিবেষ্টিত হৈ মৃত্যুৰে সৈতে যাবলৈ ধৰিলে। ৩৬॥

ত্ৰি শিৰ-যুক্ত আৰু ধাৰ-যুক্ত বিজয় নামৰ ৰুদ্ৰৰ শূল সুশোভিত হৈ যমৰ পাছে পাছে যাবলৈ ধৰিলে। ৩৭॥

জলাধিপতি, উগ্ৰ পাশধাৰী বৰুণ দেৱতাও নানাবিধ জলজন্তুৰ দ্বাৰা পৰিবেষ্টিত হৈ সেই শূলক আৱৰি লাহে লাহে যাবলৈ ধৰিলে। ৩৮॥

ৰুদ্ৰৰ পট্টিশ গদা, মুষল আৰু শক্তি আদি উত্তম অস্ত্ৰৰ দ্বাৰা পৰিবেষ্টিত হৈ বিজয় নামৰ শূলৰ পাছে পাছে যাবলৈ ধৰিলে। ৩৯॥

মহা প্ৰতাপী ৰুদ্ৰৰ ছত্ৰ পট্টিশৰ পাছে পাছে যাবলৈ ধৰিলে। তাৰ পাছত মহৰ্ষিসকলৰ দ্বাৰা বেষ্টিত হৈ কমণ্ডলুও যাবলৈ ধৰিলে। ৪০॥

সুশোভিত আৰু দেৱতাসকলৰ দ্বাৰা পূজিত দণ্ডও ভৃগু আৰু অঙ্গিৰা আদি ঋষিসকলৰ লগত সোঁফালে যাবলৈ ধৰিলে আৰু শোভা পাবলৈ ধৰিলে। ৪১॥

ৰুদ্ৰদেৱ নিৰ্ম্মল ৰথত উঠি নিজ ৰূপৰ দ্বাৰা সকলো দেৱতাকে আনন্দিত কৰি তেওঁলোকৰ পাছে পাছে যাবলৈ ধৰিলে। ৪২॥

দেৱতাসকল, ঋষিসকল, গন্ধৰ্ব্বসকল, নাগসকল, নদী, হ্ৰদ, সমুদ্ৰ, অপ্সৰা, নক্ষত্ৰ, গ্ৰহ, দেৱকুমাৰসকল, আৰু নানা মূৰ্ত্তিৰ দেৱস্ত্ৰীসকল ৰুদ্ৰদেৱৰ পাছে পাছে যাবলৈ ধৰিলে। তেওঁবিলাকৰ ভিতৰত মনোহৰ মূৰ্ত্তিৰ দেৱস্ত্ৰীসকলে বাটে বাটে পুষ্প-বৃষ্টি কৰি গৈছিল। ৪৩-৪৫॥

মহাদেৱক প্ৰণাম কৰি পৰ্জ্জন্যদেৱ (ভাৰৰ আৰু বৰষুণৰ দেৱতা) তেওঁৰ পাছে পাছে যাবলৈ ধৰিলে। আৰু চন্দ্ৰ দেৱতাই এটা শ্বেত-বৰ্ণ ছত্ৰ তেওঁৰ মূৰৰ ওপৰত ধৰিলে। ৪৬॥

হে মহাৰাজ, বায়ু আৰু অগ্নি দুটা চোঁৱৰ লৈ মহাদেৱৰ দুয়োপিনে থাকিল। আৰু, সুশ্ৰী দেৱৰাজ ৰাজৰ্ষিসকলেৰে সৈতে মহাদেৱক স্তুতি কৰি কৰি তেওঁৰ পাছে পাছে আহিবলৈ ধৰিলে। ৪৭॥

গৌৰী, বিদ্যা, গান্ধাৰী, কেশিনী আৰু সুমিত্ৰা—এই আটাইবোৰেই গায়ত্ৰীদেৱীৰ লগ লাগি পাৰ্ব্বতীৰ পাছে পাছে যাবলৈ ধৰিলে। ৪৮॥

তেতিয়া পণ্ডিতসকলে যিবিলাক গ্ৰন্থ ৰচনা কৰিছিল সেইবিলাকৰ অধিষ্ঠাতৃ দেৱতাসকল আৰু সন্মুখত (সৈন্যৰ সন্মুখত) থকা ইন্দ্ৰাদি দেৱতাসকলে মহাদেৱৰ আদেশ পালন কৰিবলৈ ধৰিলে। ৪৯॥

কাৰ্ত্তিকৰ অনুচৰ এক ৰাক্ষস দেৱ-পতাকা লৈ দেৱ-সৈন্যসকলৰ আগে আগে যাবলৈ ধৰিলে। আৰু যিজন সদায় শ্মশান-ৰক্ষা-কাৰ্য্যত লিপ্ত থাকে, যিজন মহাদেৱৰ সখা আৰু জগতৰ আনন্দদাতা, পিঙ্গল নামৰ সেই প্ৰধান যক্ষ এই দেৱ-সৈন্যসকলৰ লগ লাগি কেতিয়াবা আগে আগে, কেতিয়াবা বা পাছে পাছে, তেওঁৰ ইচ্ছানুসাৰে ভদ্ৰবটলৈ যাবলৈ ধৰিলে। তেওঁৰ গতিৰ কোনো স্থিৰতা নাছিল। ৫০-৫২॥

পৃথিৱীত মানুহে নানাবিধ উপচাৰেৰে যি মহাদেৱক পূজা কৰে আৰু যাক শিৱ, ঈশ্বৰ, ৰুদ্ৰ আৰু পিনাকী বোলে, সেই মহাদেৱক দেৱতাসকলে তেতিয়া নানাপ্ৰকাৰেৰে পূজা কৰিবলৈ ধৰিলে। ৫৩ ॥

দেৱ-সেনাসকলৰ দ্বাৰা পৰিবেষ্টিত হৈ ব্ৰহ্মৰ হিত চিন্তাকাৰী দেৱ সেনাপতি কাৰ্ত্তিক মহাদেৱক অনুসৰণ কৰি যাবলৈ ধৰিলে। ৫৪ ॥

তাৰ পাছত মহাদেৱে কাৰ্ত্তিকক এই মহাবাক্য ক'লে, হে পুত্ৰ, তুমি পৱনাধিষ্ঠিত এই সপ্তম সৈন্যাংশ সদায় খুব সাৱধানে ৰক্ষা কৰিবা। ৫৫ ॥

কাৰ্ত্তিকে ক'লে, মই পৱনাধিষ্ঠিত সপ্তম সৈন্যাংশ ৰক্ষা কৰিম। ইয়াৰ উপৰিও মোৰ কি কৰ্ত্তব্য অতি সোনকালে কওক। ৫৬ ॥

মহাদেৱে ক'লে, হে পুত্ৰ, তুমি তোমাৰ কাৰ্য্যৰ সময়ত সদায় মোক সাক্ষাৎ কৰিবা, মোক সাক্ষাৎ কৰিলে আৰু মোৰ প্ৰতি শ্ৰদ্ধা ৰাখিলে তুমি পৰম মঙ্গল লাভ কৰিব পাৰিবা। ৫৭ ॥

মাৰ্কণ্ডেয়ই ক'লে, এই কথা কৈয়ে মহাদেৱে কাৰ্ত্তিকক আলিঙ্গন কৰি এৰি দিলে। কাৰ্ত্তিকক মুক্ত কৰি দিয়াৰ পাছতেই মহা উৎপাতৰ সূচনা হ'ল। ৫৮ ॥

হে মহাৰাজ, হঠাৎ সকলো দেৱতাকে মোহিত কৰি নক্ষত্ৰবিলাকেৰে সৈতে গোটেই আকাশ উজ্জ্বল হৈ পৰিল। গোটেই জগৎ বিকল হৈ পৰিল। ৫৯ ॥

পৃথিৱী কঁপিবলৈ আৰু শব্দ কৰিবলৈ ধৰিলে আৰু গোটেই জগৎ অন্ধকাৰাচ্ছন্ন হৈ পৰিল। এই ভয়ানক ঘটনা দেখি মহাদেৱ, মহাভাগা পাৰ্ব্বতী, দেৱতাসকল আৰু মহৰ্ষিসকলৰ চিত্ত বিচলিত হৈ পৰিল। ৬০ ॥

তেওঁলোক তেনেভাৱে মোহিত হৈ থাকোঁতেই নানা অস্ত্ৰধাৰী, ভয়ানক মূৰ্ত্তিৰ, পৰ্ব্বত আৰু মেঘৰ নিচিনা এক বিশাল সেনাবাহিনী অহা দেখা পালে। ৬১ ॥

ভয়ঙ্কৰ আৰু অসংখ্য সেই সৈন্যবিলাক নানাপ্ৰকাৰ বাক্যেৰে তৰ্জ্জন-গৰ্জ্জন কৰি দেৱতাসকল আৰু মহাদেৱৰ অভিমুখে ধাৱমান হ'ল। ৬২ ॥

সেই সৈন্যবিলাকে দেৱতাসকলৰ ওপৰত বহুতো বাণ, পৰ্ব্বত, শতঘ্নী, প্ৰাস, অসি, পৰিঘ আৰু গদা নিক্ষেপ কৰিলে। ৬৩ ॥

সেই ভয়ানক অস্ত্ৰবিলাক পৰিবলৈ ধৰাত গোটেই দেৱ-সৈন্যবিলাক বিমুখ হৈ ঘাঁতৰি যোৱা অলপ সময়ৰ ভিতৰতে দেখিবলৈ পোৱা গ'ল। ৬৪ ॥

যোদ্ধা, হস্তী, অশ্ব, অস্ত্ৰ; আৰু মহাৰথবিলাক চাৰিওফালে ছিন্ন-ভিন্ন হৈ ছেদেলি-ভেদেলি হৈ পৰিল আৰু দানৱবিলাকৰ দ্বাৰা আক্ৰমিত হৈ দেৱ-সৈন্যবিলাক পৰাঙ্মুখ হৈ পৰিল। ৬৫ ॥

অগ্নিয়ে যেনেকৈ বন দগ্ধ কৰে অসুৰবিলাকেও সেইদৰে দেৱ-সৈন্যসকলক দগ্ধ কৰিবলৈ ধৰিলে। (বন দগ্ধ কৰোঁতে) যেনেকৈ ডাঙৰ ডাঙৰ গছবিলাক অগ্নিত পতিত হয় তেনেকৈ দেৱ-সৈন্যবিলাক দগ্ধ হৈ পৰিবলৈ ধৰিলে। ৬৬ ॥

এই মহাযুদ্ধত দেৱ-সৈন্যসকলৰ মূৰ আৰু দেহা ছেদ হ'বলৈ ধৰিলে। তেতিয়া তেওঁলোক বধা হৈ পলাবলৈ ধৰোঁতেও কোনো ৰক্ষক নাপালে। ৬৭ ॥

তেতিয়া বলদৈত্য নিধনকাৰী ইন্দ্ৰই দেৱ-সৈন্যবিলাক অসুৰৰ আক্ৰমণত পলা-বলৈ ধৰা দেখি তেওঁবিলাকক আশ্বাস দিবলৈ বুলি এইদৰে ক'বলৈ ধৰিলে, ৬৮ ॥

হে বীৰসকল, তোমালোকে ভয় ত্যাগ কৰা, অস্ত্ৰ ধাৰণ কৰি নিজ বিক্ৰম প্ৰকাশ কৰা। তোমালোকৰ মঙ্গল হ'ব আৰু কোনো উদ্বেগৰ কাৰণ নাথাকিব। ৬৯ ॥

অতি দুৰ্দ্দান্ত আৰু ভয়ঙ্কৰ মূৰ্ত্তিৰ এই দানৱবিলাকক জয় কৰা আৰু মোৰ লগতে তোমালোকে এই দানৱবিলাকক আক্ৰমণ কৰিবলৈ আগ বাঢ়া। তোমালোকৰ মঙ্গল হ'ব। ৭০ ॥

ইন্দ্ৰৰ কথা শুনি দেৱসৈন্যসকলে আশ্বাস পালে আৰু ইন্দ্ৰক অৱলম্বন কৰি অসুৰবিলাকৰ লগত যুদ্ধ কৰিবলৈ ধৰিলে। ৭১ ॥

তাৰ পাছত সেই সকলো দেৱতা, মহাপ্ৰতাপী মৰুৎসকল আৰু বসুসকলৰ লগ লাগি সাধ্যসকলেও অসুৰবিলাকক আক্ৰমণ কৰিবলৈ আগ বাঢ়ি গ'ল। ৭২ ॥

সেই দেৱ-সৈন্যসকলে ক্ৰুদ্ধ হৈ দৈত্য-সেনাবিলাকৰ ওপৰত যি বাণ আৰু অস্ত্ৰ নিক্ষেপ কৰিলে, সেইবিলাকে দৈত্য-সেনাবিলাকৰ গাত পৰি প্ৰচুৰ পৰি-মাণে তেজ শুহিবলৈ ধৰিলে। ৭৩ ॥

তেতিয়া পৰ্ব্বতৰ গাৰপৰা সাপবোৰ যেনেকৈ সৰি পৰে, তেনেকৈ ধাৰযুক্ত বাণবিলাকৰ দ্বাৰা ছিন্ন হৈ অসুৰৰ দেহাবিলাক পৰা দেখিবলৈ পোৱা গ'ল। ৭৪ ॥

হে মহাৰাজ, তেতিয়া সেই দৈত্যবিলাকৰ দেহ বাণৰ দ্বাৰা ছিন্ন হৈ চপৰা-চপৰ মেঘৰ দৰে পৃথিৱীত পৰিবলৈ ধৰিলে। ৭৫ ॥

তাৰ পাছত দেৱতাসকলে নানাবিধ বাণেৰে সেই অসুৰ-সেনাবিলাকক যুদ্ধত ভীত আৰু পৰাঙ্মুখ কৰি পেলালে। ৭৬ ॥

তেতিয়া সকলো দেৱতা লগ লাগি আনন্দত উচ্চস্বৰে দৈত্যবিলাকক আহ্বান কৰিবলৈ ধৰিলে আৰু সকলোৱে লগ লাগি তূৰ্য্য-ধ্বনি কৰিবলৈ ধৰিলে। ৭৭ ॥

এইদৰে দেৱতা আৰু অসুৰবিলাকৰ মাজত ভীষণ যুদ্ধ হ'ল, আৰু ৰণস্থলী সেইবিলাকৰ তেজ আৰু মাংসেৰে যেন বোকাতহে পৰিণত হ'ল। ৭৮ ॥

হঠাৎ দেৱতাসকলৰ পক্ষত অতি অমঙ্গল দেখিবলৈ পোৱা গ'ল। কাৰণ, ভয়ানক অসুৰসকলে দেৱতাসকলক বধ কৰিবলৈ ধৰিলে। ৭৯ ॥

তাৰ পাছত অসুৰবিলাকৰ তূৰ্য্যধ্বনি, ভেৰীৰ শব্দ আৰু ভীষণ সিংহনাদ শুনিবলৈ পোৱা গ'ল। ৮০ ॥

তাৰ পাছত মহিষ নামৰ এক মহাসুৰ এটা ডাঙৰ পৰ্ব্বত লৈ অসুৰ-সেনাৰ মাজৰপৰা ওলাই আহিল। ৮১ ॥

হে মহাবাহু, তেতিয়া মেঘে আবৰি থকা সূৰ্য্যৰ দৰে, সেই দানৱে পৰ্ব্বতটো দাঙি অনা দেখি দেৱতাসকল ভয়তে পলাবলৈ ধৰিলে। ৮২ ॥

হে মহাৰাজ, তাৰ পাছত মহিষে বেগাবেগিকৈ আহি দেৱতাসকলৰ ওপৰত সেই পৰ্ব্বতটো পেলাই দিলে, তেতিয়া সেই বিশাল পৰ্ব্বতটো পৰি কোটি কোটি দেৱসৈন্য নিহত কৰিলে আৰু দেৱসৈন্যসকল পৃথিৱীত পৰিবলৈ ধৰিলে। ৮৩-৮৪॥

তাৰ পাছত মহিষে দেৱতাসকলৰ মাজত ভয় জন্মাই সিংহ যেনেকৈ ক্ষুদ্র পশুবিলাকৰ প্রতি ধাৱমান হয়, তেনেকৈ অসুৰবিলাকক লৈ দেৱতাসকলৰ অভিমুখে ধাৱমান হ'ল। ৮৫॥

তেতিয়া ইন্দ্র প্রভৃতি দেৱতাসকলে মহিষক তেওঁলোকৰ পিনে অহা দেখি ভয়তে যুদ্ধক্ষেত্রতে অস্ত্র-পতাকা আদি পেলাই থৈ পলাবলৈ ধৰিলে। ৮৬॥

তাৰ পাছত মহিষে খঙতে উগ্র মূৰ্ত্তি ধাৰণ কৰি ৰুদ্রৰ ৰথৰ পিনে অগ্রসৰ হ'ল, আৰু জঁাপ মাৰি ৰুদ্রৰ ৰথকুবৰত (কাঠবিশেষ) ধৰিলে।। ৮৭॥

মহিষ ক্রুদ্ধ হৈ ৰথকুবৰত ধৰিলত আকাশ আৰু পৃথিৱীয়ে ভীষণ শব্দ কৰিলে। মহৰ্ষিসকলো মূৰ্চ্ছিত হৈ পৰিল। ৮৮॥

তেতিয়া বিশালকায় আৰু মেঘ-বৰণীয়া অসুৰবিলাকে গম্ভীৰ গৰ্জ্জন কৰিবলৈ ধৰিলে। কাৰণ তেওঁলোকে নিশ্চয়কৈ ধৰি লৈছিল, তেওঁলোকৰ জয় হৈছে। ৮৯॥

কিন্তু তেনে অৱস্থা হ'লেও ভগৱান মহাদেৱে যুদ্ধ কৰি মহিষক বধ নকৰি সেই দুৰাত্মাৰ মৃত্যুৰ কাৰণ-স্বৰূপ কাৰ্ত্তিকক স্মৰণ কৰিলে। ৯০॥

মহিষেও মহাদেৱৰ ভয়ানক ৰথ দেখি দেৱতাসকলক ত্রস্তমান কৰি আৰু অসুৰবিলাকক আনন্দিত কৰি সিংহৰ দৰে গম্ভীৰ গৰ্জ্জন কৰিবলৈ ধৰিলে। ৯১॥

তেতিয়া দেৱতাসকলৰ তেনে ভীষণ ভয় দেখি মহাপ্রতাপী কাৰ্ত্তিক খঙতে সূৰ্য্যৰ দৰে জ্বলিবলৈ ধৰিলে। ৯২॥

মহাবাহু কাৰ্ত্তিক তেতিয়া ৰক্ত-বস্ত্র পৰিধান কৰি, ডিঙিত ৰক্ত-পুষ্পৰ মালা পিন্ধি, ৰক্তবৰ্ণ অশ্ব সংযোজিত সূৰ্য্যৰ দৰে উজ্জ্বল ৰথত উঠি ৰণস্থলী পালেহি। কাৰ্ত্তিকক দেখি দৈত্য-সেনাবিলাক পলাবলৈ ধৰিলে। ৯৩-৯৪॥

হে ৰাজেন্দ্র, মহাপ্রতাপী কাৰ্ত্তিকেও তেতিয়া মহিষ-নিধনকাৰী উজ্জ্বল শক্তি-বাণ তেওঁলৈ নিক্ষেপ কৰিলে। ৯৫॥

সেই শক্তিবাণ নিক্ষেপ কৰা মাত্রকেই মহিষৰ বিশাল মূৰ অদৃশ্য হ'ল আৰু মূৰ কটাৰ পাছত প্রাণহীন মহিষৰ দেহা পৃথিৱীত পৰিলহি। ৯৬॥

পৰ্ব্বতৰ দৰে বিশাল মস্তকে ভূপাতিত হৈ উত্তৰ কুৰুদেশৰ ষোড়শ যোজন জুৰি থকা দ্বাৰদেশ বন্ধ কৰিলে। সেই কাৰণে সেই দ্বাৰদেশ অগম্য আছিল। ৯৭॥

কিন্তু এতিয়া (সেই মূৰ নথকাত) উত্তৰ কুৰুৰ অধিবাসীসকলে সেই পথেদি নিজ ইচ্ছামতে অহা-যোৱা কৰিব পাৰে। কাৰ্ত্তিকে নিক্ষেপ কৰা সেই শক্তিবাণ হাজাৰ হাজাৰ শত্রু নিধন কৰি আকৌ কাৰ্ত্তিকৰ ওচৰ পালেহি। ৯৮॥

এই সকলোবিলাক ঘটনা দেৱতা আৰু দানৱবিলাকে দেখিবলৈ পালে। বুদ্ধিমান কাৰ্ত্তিকে বাণেৰে প্রায়বিলাক অসুৰক বধ কৰিলে। অৱশিষ্ট যি থাকিল,

সেই ভয়ঙ্কৰ দানৱবিলাক ভীত আৰু উদ্বিগ্ন হৈ পৰিল। তেতিয়া কাৰ্ত্তিকৰ দুৰ্দান্ত পাৰিষদবিলাকে হাজাৰে হাজাৰে সিহঁতক বধ কৰি যাবলৈ ধৰিলে। ৯৯-১০০ ॥

কাৰ্ত্তিকৰ পাৰিষদবিলাকে অতি বং মনেৰে অসুৰবিলাকক খাবলৈ ধৰিলে আৰু সিহঁতৰ ৰক্ত পান কৰি অলপ সময়ৰ ভিতৰতে গোটেই ৰণস্থলী দানৱ-শূন্য কৰি পেলালে। ১০১ ॥

সূৰ্য্যই যেনেকৈ বৃক্ষসমূহ দগ্ধ কৰে আৰু বায়ুৱে যেনেকৈ মেঘৰাশিক জয় কৰে ঠিক সেইদৰেই কাৰ্ত্তিকেও নিজ শক্তিৰ বলত শত্ৰুবিলাকক জয় কৰিলে। ১০২ ॥

তাৰ পাছত দেৱতাসকলে কাৰ্ত্তিকক সম্মান প্ৰদৰ্শন কৰিলে; তেতিয়া কাৰ্ত্তিকেও মহাদেৱক প্ৰণাম কৰি কিৰণ বিস্তাৰকাৰী সূৰ্য্যৰ দৰে শোভা পাবলৈ ধৰিলে। ১০৩ ॥

কাৰ্ত্তিকে শত্ৰুবিলাকক নাশ কৰি মহাদেৱৰ ওচৰলৈ যাওঁতে দেৱৰাজ ইন্দ্ৰই তেওঁক আলিঙ্গন কৰি ক'লে, ১০৪ ॥

হে বীৰশ্ৰেষ্ঠ মহাবাহু কাৰ্ত্তিক, ব্ৰহ্মাই এই মহিষক বৰ দিছিল। আপুনি তাক বধ কৰিলে আৰু দেৱতাসকল যাৰ মানত তৃণতুল্য সেই দেৱশত্ৰুক আপুনি বধ কৰিছে। ১০৫ ॥

হে মহাবাহু, সেই দেৱশত্ৰু মহিষক আপুনি সংহাৰ কৰিলে আৰু লগতে শত শত দানৱকো বিনাশ কৰিলে। ১০৬ ॥

নিহত দেৱশত্ৰু (অসুৰ)-বিলাক, যিবিলাকে পূৰ্ব্বে আমাক উৎপীড়ন কৰিছিল, সেই শত শত দানৱক আপোনাৰ পাৰিষদবৰ্গই ভক্ষণ কৰিছে। ১০৭ ॥

গতিকে যুদ্ধত আপুনি শত্ৰুবিলাকৰ অজেয়, আৰু শিৱৰ দৰে প্ৰভাৱশালী। হে দেৱ, আপোনাৰ এই প্ৰথম কাৰ্য্য গোটেই বিশ্বত প্ৰখ্যাত হৈ পৰিব। ১০৮ ॥

ত্ৰিভুৱনত আপোনাৰ কীৰ্ত্তি অক্ষয় হৈ ৰ'ব। আৰু, হে মহাবাহু, দেৱতাসকল আপোনাৰ বশীভূত হৈ থাকিব। ১০৯ ॥

কাৰ্ত্তিকক এইদৰে কৈ দেৱৰাজ ইন্দ্ৰই মহাদেৱৰ অনুমতি লৈ দেৱতাসকলেৰে সৈতে প্ৰস্থান কৰিলে। ১১০ ॥

মহাদেৱ ভদ্ৰবটলৈ গ'ল। দেৱতাসকলো নিজ নিজ ঠাইলৈ গ'লগৈ। যাবৰ সময়ত মহাদেৱে দেৱতাসকলক ক'লে, তোমালোকে কাৰ্ত্তিকক মোক কৰাৰ দৰেই জ্ঞান কৰিবা। ১১১ ॥

অগ্নিপুত্ৰ কাৰ্ত্তিকে অসুৰবিলাকক বধ কৰি মহৰ্ষিসকলৰ দ্বাৰা পূজিত হৈ এদিনতেই যেন সমগ্ৰ ত্ৰিভুৱন জয় কৰি পেলালে। ১১২ ॥

যি ব্ৰাহ্মণে একাগ্ৰ চিত্তেৰে কাৰ্ত্তিকৰ এই জন্ম-বৃত্তান্ত পাঠ কৰে, তেওঁ ইহলোকত সুখ-সম্পদ লাভ কৰে আৰু পৰলোকত কাৰ্ত্তিকৰ সমান স্থান লাভ কৰে। ১১৩ ॥

ইতি মহাভাৰতৰ বনপৰ্ব্বৰ অন্তৰ্গত মাৰ্কণ্ডেয়-সমাস্যা-পৰ্ব্বত মহিষাসুৰ-বধ আখ্যান নামৰ একত্ৰিংশত্যধিক-দ্বিশততম অধ্যায়। ২৩১ ॥

॥ অধ্যায় ২৩২ ॥

## ॥ কাৰ্ত্তিক-স্তব ॥

যুধিষ্ঠিৰে ক'লে, হে ব্ৰাহ্মণশ্ৰেষ্ঠ, হে ভগৱান, এই মহাত্মা কাৰ্ত্তিকৰ পৃথিবীত যিবিলাক বিখ্যাত নাম আছে, সেইবোৰ আমি শুনিবলৈ ইচ্ছা কৰোঁ। ১ ॥

বৈশম্পায়নে ক'লে, যুধিষ্ঠিৰে এইদৰে কোৱাত মহাত্মা আৰু মহা তপস্বী ভগৱান মাৰ্কণ্ডেয়ই এইদৰে ক'বলৈ ধৰিলে। ২ ॥

মাৰ্কণ্ডেয়ই ক'লে, আগ্নেয়, স্কন্দ, দীপ্তকীৰ্ত্তি, অনাময়, ময়ূৰকেতু, ধৰ্মাত্মা, ভূতেশ আৰু মহিষমৰ্দ্দন, কামজিৎ, কামদ, কান্ত, সত্যবাক, ভুৱনেশ্বৰ, শিশু, শীঘ্ৰ, শুচি, চণ্ড, দীপ্তবৰ্ণ আৰু শুভানন, অমোঘ, অনঘ, ৰৌদ্ৰ, প্ৰিয়, চন্দ্ৰানন, দীপ্তশক্তি, প্ৰশান্তাত্মা, ভদ্ৰকৃৎ আৰু কূটমোহন, ষষ্ঠীপ্ৰিয়, ধৰ্মাত্মা, পবিত্ৰ, মাতৃবৎসল, কন্যাভৰ্ত্তা, বিভক্ত, স্বাহেয় ৰেৱতীসুত, প্ৰভু, নেতা, বিশাখ, নৈগমেয়, সুদুশ্চৰ, সুব্ৰত, ললিত, বালক্ৰীড়নকপ্ৰিয়, আকাশচাৰী, ব্ৰহ্মচাৰী, শূৰ, শৰৱনোদ্ভৱ, বিশ্বামিত্ৰপ্ৰিয়, দেৱসেনাপ্ৰিয়, বাসুদেৱপ্ৰিয়, প্ৰিয় আৰু প্ৰিয়কৃৎ—কাৰ্ত্তিকৰ এই অলৌকিক নামবিলাক যি পাঠ কৰে, তেওঁ স্বৰ্গ, কীৰ্ত্তি আৰু ধন লাভ কৰে। এই বিষয়ে কোনো সন্দেহ নাই। ৩-৯

পুনৰ মাৰ্কণ্ডেয়ই ক'লে, হে কৌৰৱশ্ৰেষ্ঠ, দেৱতা আৰু ঋষিসকলৰ দ্বাৰা যিজন পূজিত সেই অজেয় স্বভাৱৰ ষড়ানন, শক্তিধাৰী আৰু মহাবীৰ কাৰ্ত্তিকক মই এতিয়া ভক্তিবশতঃ তেওঁৰ নামবিলাকৰ দ্বাৰা স্তৱ কৰিম। তুমি শুনা। ১০ ॥

হে কাৰ্ত্তিক, আপুনি ব্ৰাহ্মণহিতৈষী, ব্ৰহ্মবিৎ, ব্ৰহ্মজ, ব্ৰহ্মনিষ্ঠ, ব্ৰহ্মজ্ঞশ্ৰেষ্ঠ, ব্ৰাহ্মণপ্ৰিয়, ব্ৰাহ্মণৰ দৰে ব্ৰতচাৰী, ব্ৰহ্মজ্ঞ আৰু ব্ৰাহ্মণসকলৰ ফলদাতা। ১১ ॥

আপুনি স্বাহা, স্বধা, পৰম পবিত্ৰ, মন্ত্ৰ-দ্বাৰা স্তুত, ষড়ানন নামে বিখ্যাত। আপুনি বছৰ, ছয় ঋতু, বাৰমাহ, চব্বিশ পক্ষ, দুই অয়ন আৰু দশ দিশ। ১২ ॥

আপুনি পদ্মনয়ন, পদ্মমুখ, সহস্ৰমুখ আৰু সহস্ৰবাহু, আপুনি লোকপাল আৰু আপুনি দেৱতা আৰু অসুৰসকলৰ উৎপাটক। ১৩ ॥

আপুনি দেৱসেনাপতি, ভীষণ খণ্ডাল, প্ৰভু, সৰ্ব্বব্যাপক, ইন্দ্ৰবিজয়ী, ভক্তসকলৰ সহস্ৰাৰবাসী আৰু পৃথিৱী, আপুনি সহস্ৰতুষ্টি আৰু সহস্ৰভোক্তা। ১৪ ॥

আপুনি সহস্ৰশীৰ্ষ, সহস্ৰচৰণযুক্ত অনন্তনাগ আৰু পৰম শক্তিধাৰী, হে দেৱ, আপুনি নিজ ইচ্ছানুসাৰেই গঙ্গা, স্বাহা, পৃথিৱী আৰু কৃত্তিকাসকলৰ পুত্ৰ হৈছে। ১৫ ॥

হে ষড়ানন, আপুনি কুক্কুটেৰে খেমালি কৰে আৰু আপুনি নিজ ইচ্ছানুযায়ী নানাবিধ ৰূপ ধাৰণ কৰে। আপুনিয়ে দীক্ষা, চন্দ্ৰ, মৰুৎসকল, ধৰ্ম্ম, বায়ু, গিৰীন্দ্ৰ আৰু ইন্দ্ৰ। ১৬ ॥

আপুনি সনাতনসকলৰ ভিতৰতো প্ৰধান সনাতন, প্ৰভুসকলৰো প্ৰভু, ভীষণ ধনুৰ্দ্ধৰ, সত্যৰ প্ৰৱৰ্ত্তক, দৈত্যবিলাকৰ যম-স্বৰূপ, শত্ৰুবিলাকৰ বিজেতা আৰু দেৱতাসকলৰ নেতা। ১৭ ॥

আপুনিয়ে তপস্যাৰ বিষয়-স্বৰূপ সূক্ষ্ম পৰমাত্মা, আপুনি কাৰ্য্য-কাৰণ তত্ত্বৰ জ্ঞাতা আৰু কাৰ্য্য-কাৰণৰ স্বৰূপ। আপুনিয়েই ধৰ্ম্ম, অৰ্থ আৰু, এই দুটাৰ পাছৰ মোক্ষ-তত্ত্বৰো জ্ঞাতা। হে মহাত্মন, এই সমগ্ৰ জগৎ আপোনাৰ তেজেৰে প্ৰকাশিত হৈ আছে। ১৮ ॥

হে সৰ্ব্বদেৱ-প্ৰধান, হে লোকনাথ, যথাশক্তি মই আপোনাৰ স্তৱ-গান কৰিছো। হে দ্বাদশবাহু, আপোনাক নমস্কাৰ, হে দ্বাদশনেত্ৰ, ইয়াতকৈ আৰু আপোনাৰ মহিমা মই (স্তুতি কৰিব) নাজানো। ১৯ ॥

যি ব্ৰাহ্মণে একাগ্ৰচিত্তে কাৰ্ত্তিকৰ এই জন্ম-বৃত্তান্ত পাঠ কৰে, নাইবা ব্ৰাহ্মণসকলক শ্ৰৱণ কৰে, তেওঁলোকে ধন, আয়ু, যশ, পুত্ৰ, শত্ৰুজয়, সম্পদ আৰু আনন্দ লাভ কৰে, আৰু (পৰকালত) স্কন্দলোক প্ৰাপ্ত হয়। ২০ ॥

ইতি মহাভাৰতৰ বনপৰ্ব্বৰ অন্তৰ্গত মাৰ্কণ্ডেয়-সমাস্যা-পৰ্ব্বত কাৰ্ত্তিক-স্তৱ নামৰ দ্বাত্ৰিংশত্যধিক-দ্বিশততম অধ্যায়। ২৩২ ॥

## ॥ অধ্যায় ২৩৩ ॥

# ॥ দ্ৰৌপদী-সত্যভামা-সম্বাদ-পৰ্ব্ব ॥

বৈশম্পায়নে ক'লে, ব্ৰাহ্মণসকল আৰু মহাত্মা পাণ্ডৱসকল যেতিয়া মাৰ্কণ্ডেয় মুনিৰ ওচৰত বহি আছিল, তেতিয়া দ্ৰৌপদী আৰু সত্যভামা একে লগেই তাত প্ৰৱেশ কৰিলে। ১ ॥

আনন্দমনেৰে হাঁহি তেওঁলোক দুয়ো সভাৰ এক প্ৰান্তত বহিলগৈ। হে ৰাজেন্দ্ৰ, প্ৰিয়ভাষিণী দ্ৰৌপদী আৰু সত্যভামাই বহুত দিনৰ মূৰত লগা-লগি হৈ ইজনে সিজনৰ কথা শুধিবলৈ ধৰিলে। ২ ॥

তেওঁলোকে প্ৰথমে কুৰু-কুল আৰু যদু-কুল সম্বন্ধে নানা কথা ক'লে। তাৰ পাছত কৃষ্ণৰ প্ৰিয় মহিষী সত্যভামাই ক'বলৈ ধৰিলে। ৩ ॥

সত্ৰাজিৎ ৰজাৰ কন্যা, সুমধ্যমা সত্যভামাই দ্ৰৌপদীক মনে মনে এইদৰে সুধিলে, দ্ৰৌপদী, তুমি কি উপায় অৱলম্বন কৰি পাণ্ডৱসকলৰ লগত আছা। ৪ ॥

দিক্‌পালসকলৰ দৰে মহাবীৰ, যুৱক আৰু সকলোৰে প্ৰিয়-পাত্ৰ পাণ্ডৱসকল কেনেকৈ তোমাৰ বশীভূত হৈ আছে? হে কল্যাণী, কিয় তেওঁবিলাক কেতিয়াও কুপিত নহয়? ৫ ॥

হে সুন্দৰী, পাণ্ডৱসকল সদায় তোমাৰ বশীভূত হৈ আছে আৰু সকলো কামতেই তেওঁলোকে তোমাৰ মুখলৈ চায় (তোমাৰ অভিপ্ৰায় জানিবৰ কাৰণে)। ইয়াৰ কাৰণ যথাযথভাৱে মোক কোৱাঁ। ৬ ॥

ব্ৰত, তপস্যা, স্নান, মন্ত্ৰ, শাস্ত্ৰোক্ত ঔষধ, নিজৰ পটুতাৰ প্ৰভাৱ, কোনো মূল-বীৰ্য্যৰ প্ৰভাৱ, জপ, হোম, নাইবা কোনো ঔষধ—ইয়াৰ কোনটোৰ দ্বাৰা এই পঞ্চ পাণ্ডৱ তোমাৰ বশীভূত হৈ আছে। ৭ ॥

হে পাঞ্চালী, হে কৃষ্ণা, তুমি আজি মোক সৌভাগ্যজনক আৰু যশস্কৰ উপা-য়ৰ কথা কোৱাঁ—যাৰ দ্বাৰা কৃষ্ণ সদায় মোৰ বশীভূত হৈ থাকিব। ৮ ॥

এইদৰে কৈ যশস্বিনী সত্যভামা মনে মনে থাকিল। তেতিয়া পতিব্ৰতা আৰু মহা ভাগ্যৱতী দ্ৰৌপদীয়ে ক'বলৈ ধৰিলে, ৯ ॥

সত্যভামা, তুমি অসৎ স্ত্ৰীসকলৰ ব্যৱহাৰৰ বিষয়ে মোক সুধিছা। অসৎ-বিষয়ে কথা কোৱা উচিত জানো? ১০ ॥

এনে প্ৰশ্ন কৰা বা (স্বামীসকলক মই কেনেকৈ বশীভূত কৰিছো সেই বিষয়ে) সন্দেহ কৰা তোমাৰ উচিত নহয়। কিয়নো, তুমি বুদ্ধিমতী আৰু কৃষ্ণৰ প্ৰিয়-তমা পত্নী। ১১ ॥

স্বামীয়ে যেতিয়াই জানে, তেওঁক বশীভূত কৰিবৰ কাৰণে তেওঁৰ পত্নীয়ে কোনো ঔষধ বা মন্ত্ৰ প্ৰয়োগ কৰিবলৈ চেষ্টা কৰিছে, তেতিয়াই তেওঁ ঘৰতে থকা সাপৰ দৰে সেই স্ত্ৰীৰ প্ৰতি উদ্বিগ্ন হৈ পৰে। ১২ ॥

যি সকলো সময়তে উদ্বিগ্ন হৈ থাকে তেওঁৰ শান্তি ক'ত? আৰু শান্তিহীনৰেই বা সুখ ক'ত? তাৰোপৰি মন্ত্ৰাদি প্ৰয়োগৰ দ্বাৰাও কেতিয়াবা স্বামী স্ত্ৰীৰ বশীভূত নহয়। ১৩ ॥

শত্ৰুৰ প্ৰেৰণাত স্বামীৰ প্ৰতি দাৰুণ ৰোগ হোৱা দেখা যায়। কাৰণ যি-সকল লোকে আন এজনক অনিষ্ট কৰিব বা মাৰিব খোজে তেওঁলোকে উপ-কাৰী ঔষধ বুলি বিহ খাবলৈ দিয়ে। ১৪ ॥

যিবিলাক পুৰুষে ঔষধ জিভা আৰু চৰ্ম্মৰ দ্বাৰা সেৱন কৰে, সেই ঔষধত থকা বিষচূৰ্ণই অতি সোনকালে সেই পুৰুষক নাশ কৰে। ইয়াত কোনো সন্দেহ নাই। ১৫ ॥

বহুতো স্ত্ৰীয়ে (বশ কৰাৰ আশাৰে হানিকৰ ঔষধ দি) নিজ স্বামীক জলো-দৰ ৰোগগ্ৰস্ত, শ্বিত্ৰৰোগী, জৰাজীৰ্ণ, নপুংসক, জড়, অন্ধ বা বধিৰ কৰি পেলাইছে। ১৬ ॥

পাপিষ্ঠসকলৰ অনুৰ্ত্তিনী সেই পাপিষ্ঠাবিলাকে এইদৰে নিজ স্বামীৰ নানা ৰোগ জন্মায়। সেই কাৰণে স্ত্রীসকলে কেতিয়াও কোনোপ্ৰকাৰে স্বামীৰ অপ্ৰিয় কাৰ্য্য কৰিব নালাগে। ১৭॥

হে যশস্বিনী সত্যভামা, মই মহাত্মা পাণ্ডৱসকলৰ প্ৰতি যেনে ধৰণৰ ব্যৱহাৰ কৰোঁ, সেই সকলোবিলাক তুমি শুনা। ১৮॥

মই সদায় অহঙ্কাৰ, কাম আৰু ক্ৰোধ পৰিত্যাগ কৰি আন আন পত্নীসকলৰ লগতে অতি যত্নে পাণ্ডৱসকলৰ পৰিচৰ্য্যা কৰোঁ। ১৯॥

মই মানশূন্য হৈ নিজৰ ওপৰতে নিজৰ ভাৰ ৰাখি অহঙ্কাৰ পৰিত্যাগ কৰি স্বামীসকলৰ মন বুজি তেওঁলোকৰ শুশ্ৰূষা কৰোঁ। ২০॥

স্বামীসকলৰ কটু-বাক্য, কষ্ট-শয়ন, কষ্ট-উপৱেশন, কষ্ট গমন, ক্ৰোধপূৰ্ণ দৃষ্টি আৰু কু অভিপ্ৰায়—এই সকলোবিলাকৰ প্ৰতি মই সদায় আশঙ্কা কৰি থাকোঁ। ২১॥

(এইভাৱে থাকিয়ে) মই অগ্নি আৰু সূৰ্য্যৰ দৰে তেজস্বী, চন্দ্ৰৰ দৰে কোমল, ভীষণ বলী, প্ৰতাপী আৰু দৰ্শনৰ দ্বাৰাই শত্ৰুসংহাৰকাৰী পাণ্ডৱসকলৰ শুশ্ৰূষা কৰোঁ। ২২॥

দেৱতা, গন্ধৰ্ব্ব, মানুহ, যুৱক, ধনী, সুন্দৰভাৱে অলঙ্কৃত বা সুন্দৰ আকৃতিৰ হ'লেও আন পুৰুষ মোৰ মনোমত নহয়। ২৩॥

মই সদায় ঘৰৰ সকলো কাম-কাজ কৰোঁ, আৰু স্বামীয়ে যেতিয়ালৈকে স্নান নকৰে ময়ো স্নান নকৰোঁ, স্বামীয়ে আহাৰ গ্ৰহণ নকৰিলে ময়ো নকৰোঁ, আৰু স্বামীয়ে শয়ন নকৰিলে ময়ো নকৰোঁ। ২৪॥

স্বামী যেতিয়া ক্ষেত্ৰ, বন বা অন্য গ্ৰামৰপৰা ঘৰলৈ আহে তেতিয়া মই উঠি গৈ আসন আৰু জল দান কৰি তেওঁক সম্বৰ্দ্ধনা জনাওঁ। ২৫॥

মই সকলো ভাণ্ড পৰিষ্কাৰ কৰোঁ, খাদ্য বস্তুবিলাক পৰিষ্কাৰ কৰি ৰাখোঁ, যথাসময়ত সকলোকে খাবলৈ দিওঁ, সংযত হৈ থাকোঁ, ধান আদি সম্পদ ৰক্ষা কৰো আৰু ঘৰ দুৱাৰ পৰিষ্কাৰ কৰি ৰাখো। ২৬॥

কাকো তিৰস্কাৰ নকৰোঁ, অসৎ স্ত্রীৰ সংসৰ্গত নাথাকোঁ, সদায় নিজ পৰিজনৰ অনুকূল আচৰণ কৰোঁ আৰু কেতিয়াও এলেহুৱা হৈ নাথাকোঁ। ২৭॥

পৰিহাস কৰাৰ বাহিৰে মই কেতিয়াও নাহাঁহো। ঘনে ঘনে ঘৰৰ দুৱাৰ মুখত গৈ থিয় হৈ নাথাকোঁ, কোনো গুপ্ত ঠাইত বা উদ্যানত বহুত সময় নাথাকোঁ। ২৮॥

আৰু অতি বেছিকৈ হাঁহিব লগা বিষয় বা খং কৰিব লগা বিষয় মই পৰিত্যাগ কৰোঁ। সত্যভামা, মই সদায় পতি-শুশ্ৰূষাত ৰত থাকোঁ। ২৯॥

স্বামীৰ কোনোপ্ৰকাৰ অহিতেই মই বাঞ্ছা নকৰোঁ। যেতিয়া স্বামী কোনো আত্মীয়ৰ বিশেষ কাৰ্য্যবশতঃ আন ঠাইলৈ যায় তেতিয়া মই পুষ্প আদি কৰি সকলো প্ৰসাধন-সামগ্ৰী পৰিত্যাগ কৰোঁ। ৩০॥

স্বামীয়ে যি পান নকৰে, যি ব্যৱহাৰ নকৰে বা যি ভোজন নকৰে মই সেই সকলোবিলাকক বৰ্জ্জন কৰোঁ। ৩১ ॥

হে যুৱতীশ্ৰেষ্ঠা, মই স্বামীৰ উপদেশ অনুসাৰে আৰু গৃহিণীসকলৰ নিয়মত চলোঁ। মই সকলো সময়তে সুন্দৰভাৱে অলঙ্কাৰ আদি পৰিধান কৰোঁ, সদায় স্বামীৰ প্ৰিয় আৰু হিত-কাৰ্য্যত নিযুক্ত থাকোঁ। ৩২ ॥

মোৰ শ্বশ্ৰুদেৱীয়ে (শাহু আয়ে) পূৰ্ব্বতে মোক পৰিয়ালবৰ্গৰ প্ৰতি যেনে আচৰণ কৰিবলৈ উপদেশ দিছিল, ভিক্ষা, উপহাৰ, শ্ৰাদ্ধ, তিথি আদিত ৰন্ধন কৰা, মাননীয় লোকক সন্মান আৰু আদৰ কৰা, আৰু আন আন যিবিলাক গৃহস্থীৰ নিয়ম মই জানো সেই সকলোবোৰ এলাহ কাটি কৰি থৈ দিনে-ৰাতিয়ে মই অনুসৰণ কৰোঁ। আৰু সদায় সকলো কথাতে বিনীতভাৱে থাকি গৃহিণী-সকলৰ সকলো নিয়ম মানি চলোঁ। ৩৩-৩৫ ॥

যিসকল স্বভাৱতেই কোমল, সাধু, সত্যপৰায়ণ আৰু সত্য-ধৰ্ম্মৰক্ষক তাৰু (আন হাতে) ক্ৰুদ্ধ হ'লে বিষাক্ত সাপৰ দৰে হয়, সেই স্বামীসকলৰ মই সদায় শুশ্ৰূষা কৰোঁ। ৩৬ ॥

কাৰণ মোৰ মতে, পতিৰ আশ্ৰয়ত থকাই তিৰোতাৰ সনাতন ধৰ্ম্ম। পতিকে তিৰোতাৰ কাৰণে পতিয়েই দেৱতা আৰু পতিয়েই গতি। তেনেহ'লে কোন তিৰোতাই নিজ স্বামীৰ অপ্ৰিয় আচৰণ কৰে? ৩৭ ॥

মই কোনো কথাতে স্বামীসকলক অতিক্ৰম নকৰোঁ। তেওঁলোকক অতিক্ৰম কৰি ভোজন নকৰোঁ বা কোনো অলঙ্কাৰ পৰিধান নকৰোঁ। কেতিয়াও শাহু আইৰ নিন্দা নকৰোঁ আৰু গৃহস্থালী-কৰ্ম্মত সদায় ৰত থাকোঁ। ৩৮ ॥

হে ভাগ্যৱতী, মোৰ গৃহকৰ্ম্মৰ প্ৰতি একাগ্ৰতা আৰু উৎসাহ, আৰু গুৰু-শুশ্ৰূষাৰ গুণতেই মোৰ স্বামীসকল মোৰ বশীভূত হৈ আছে। ৩৯ ॥

মই সদায় বীৰ-প্ৰসৱিনী আৰু সত্যবাদিনী আৰ্য্যা কুন্তীদেৱীক পান, ভোজন, আৰু বসনাদিৰ দ্বাৰা নিজ হাতেৰেই পৰিচৰ্য্যা কৰোঁ। ৪০ ॥

মই বসন, ভূষণ আৰু ভোজনাদিৰ দ্বাৰা কেতিয়াও কুন্তীদেৱীক অতিক্ৰম নকৰোঁ, বা কেতিয়াও তেওঁক নিন্দা নকৰোঁ। কাৰণ তেওঁ মোৰ মানত পৃথিৱীৰ দৰে মাননীয়া। ৪১ ॥

পূৰ্ব্বতে মহাৰাজ যুধিষ্ঠিৰৰ ঘৰত সদায় প্ৰথমতে আঠ হাজাৰ ব্ৰাহ্মণে সোণৰ পাত্ৰত ভোজন কৰিছিল। ৪২ ॥

অষ্টাশী হাজাৰ স্নাতক (নিত্য স্নায়ী), গৃহস্থ, ব্ৰাহ্মণ আৰু তেওঁলোকৰ প্ৰত্যে-কৰে ত্ৰিশজনীকৈ দাসী আছিল। এই সকলোবিলাকক মহাৰাজ যুধিষ্ঠিৰে ভৰণ-পোষণ দিছিল। ৪৩ ॥

স্বৰ্ণ-পাত্ৰত যিবিলাক ব্ৰহ্মচাৰীৰ কাৰণে (পৰিৱেশকবিলাকে) সিদ্ধ অন্ন লৈ যায়, তেনেকুৱা আৰু দহ হাজাৰ ব্ৰহ্মচাৰী আছিল। ৪৪ ॥

খাদ্য, পেয় আৰু বস্ত্ৰ—এই সকলোবোৰৰে উৎকৃষ্ট ভাগ আহৰণ কৰি মই সেই বেদবিদ্ ব্ৰাহ্মণসকলৰ যথাযোগ্য-পূজা কৰিছিলো। ৪৫॥

মহাত্মা যুধিষ্ঠিৰৰ এক লক্ষ দাসী আছিল। তেওঁলোক সকলোৱেই হাতত শঙ্খৰ বালা আৰু কেয়ূৰ, আৰু ডিঙিত সোণৰ হাৰৰ দ্বাৰা অলঙ্কৃত আছিল। ৪৬॥

নৃত্য-গীত-পাৰদৰ্শী, মহামূল্য অলঙ্কাৰ, মণি আৰু স্বৰ্ণ-ধাৰণকাৰী আৰু সদায় চন্দন অনুলেপন কাৰী, অনেক ক্ষত্ৰিয় মহিলাও আছিল। ৪৭॥

মই সেই আটাইবিলাকৰে নাম, ৰূপ, কোনে কি খায়, কোনে কি পিন্ধে আৰু কোনে কি কাম কৰিছে বা নাই কৰা—এই সকলোবিলাক কথা জানো। ৪৮॥

বুদ্ধিমান যুধিষ্ঠিৰৰ এক লক্ষ দাসী আছিল। তেওঁলোকে খাদ্য-বস্তুৰ পাত্ৰ হাতত লৈ দিনে-ৰাতিয়ে অতিথিসকলক ভোজন কৰাইছিল। ৪৯॥

মহাৰাজ যুধিষ্ঠিৰ যেতিয়া ইন্দ্ৰপ্ৰস্থত বাস কৰিছিল তেতিয়া তেওঁৰ যাত্ৰাৰ সময়ত লক্ষ অশ্ব আৰু লক্ষ হস্তীয়ে তেওঁক অনুগমন কৰিছিল। ৫০॥

মহাৰাজ যুধিষ্ঠিৰে যেতিয়া পৃথিৱী পালন কৰে তেতিয়া তেওঁৰ এই সকলোবিলাক আছিল। এই সকলোবিলাকৰ সংখ্যা আৰু কৰ্ত্তব্য-নিৰ্দ্দেশ আদি মই সকলো কৰোঁ আৰু শুনো। ৫১॥

অন্তঃপুৰবাসী সকলোবিলাক গোৰক্ষক, মেষ-ৰক্ষকৰপৰা আৰম্ভ কৰি সকলো ভৃত্যাই কি কৰে, কি নকৰে, সকলো মই জানো। ৫২॥

হে কল্যাণী, হে যশস্বিনী সত্যভামা, ৰজাৰ গোটেই সম্পত্তি, আয় আৰু ব্যয়ৰ বিষয়ে পাণ্ডৱসকলৰ ভিতৰত একমাত্ৰ ময়ে জানো। ৫৩॥

হে সুন্দৰী, ভৰতশ্ৰেষ্ঠ পাণ্ডৱসকলে মোৰ ওপৰতে তেওঁলোকৰ আত্মীয়-কুটুম্ব-সকলৰ ভাৰ অৰ্পণ কৰি গোটেইবিলাকে মিলি ধৰ্ম্ম-উপাসনাত ৰত থাকে। ৫৪॥

মোৰ ওপৰত যি ভাৰ ন্যস্ত আছিল, তাক দুৰাত্মাবিলাকে বলেৰে নিব নোৱাৰিছিল। মই সকলো সুখ-ভোগ ত্যাগ কৰি দিনে-ৰাতিয়ে সেই ভাৰ বহন কৰিছিলো। ৫৫॥

স্বামীসকলৰ ধনৰ ভঁড়ালবিলাক বৰুণৰ নিধিপূৰ্ণ সমুদ্ৰৰ দৰে অক্ষয় আছিল। সেইবিলাকৰ বৃত্তান্ত একমাত্ৰ ময়ে জানো। ৫৬॥

মই দিনে-ৰাতিয়ে, ভোক-পিয়াহ সহ্য কৰি পাণ্ডৱসকলৰ শুশ্ৰূষা কৰোঁ। সেই কাৰণে মোৰ দিন ৰাতি সমানভাৱেই যায়। ৫৭॥

হে সত্যভামা, মই চিৰকাল সকলোতকৈ আগতে শোৱা-পাটীৰপৰা উঠোঁ, আৰু সকলোৰে শেষত শোঁ। এইবিলাকেই মোৰ পতিক বশ কৰাৰ উপায়। ৫৮॥

মই এইবিলাক মহৎ পতি-বশীকৰণ মন্ত্ৰ জানো। কিন্তু অসৎ তিৰোতাৰ দৰে ব্যৱহাৰ মই নকৰোঁ বা কৰিবলৈ ইচ্ছাও নকৰোঁ। ৫৯॥

বৈশম্পায়নে ক'লে, তেতিয়া সত্যভামাই দ্ৰৌপদীৰ সেই ধৰ্ম্মসঙ্গত কথা শুনি

ধৰ্ম্মাচাৰিণী দ্ৰৌপদীক অতি আদৰেৰে ক'লে, হে পাঞ্চালনন্দিনী যাজ্ঞসেনী, মই তোমাৰ শৰণাপন্ন হৈছো, তুমি মোক ক্ষমা কৰা। কাৰণ ইচ্ছানুযায়ী সখীসকলৰ লগত আলাপ কৰোঁতে উপহাস আদিৰেও আলাপ কৰা হয়। ৬০-৬১ ॥

ইতি মহাভাৰতৰ বনপৰ্ব্বৰ অন্তৰ্গত দ্ৰৌপদী-সত্যভামা-সম্বাদ-পৰ্ব্ব নামৰ ত্ৰয়ঃত্ৰিংশ-তাধিক-দ্বিশততম অধ্যায়। ২৩৩ ॥

॥ অধ্যায় ২৩৪ ॥

## ॥ দ্ৰৌপদীৰ স্ত্ৰী-কৰ্ত্তব্য-কথন ॥

দ্ৰৌপদীয়ে ক'লে, সখী, স্বামীৰ মন আকৰ্ষণ কৰিবলৈ মই তোমাক এটা মোহশূন্য উপায়ৰ কথা কওঁ শুনা, তুমি যথানিয়মে এই উপায় অৱলম্বন কৰি সপত্নী-সকলৰ ওচৰৰপৰা স্বামীক আকৰ্ষণ কৰি আনিব পাৰিবা। ১ ॥

পতিৰ নিচিনা দেৱতা ত্ৰিভুৱনতে নাই। কাৰণ, তেওঁৰ অনুগ্ৰহত সকলো অভীষ্ট সিদ্ধি হয়। আন হাতে তেওঁৰ যেতিয়া খং উঠে তেতিয়া তেওঁ হত্যাও কৰিব পাৰে। ২ ॥

তেওঁৰপৰাই সন্তান, নানা প্ৰকাৰৰ ভোগৰ সামগ্ৰী, শয্যা, আসন, উত্তম বস্তুৰ দৰ্শন-লাভ, বস্ত্ৰ, মাল্য, গন্ধ, স্বৰ্গ আৰু ইহলোকত প্ৰচুৰ কীৰ্ত্তি লাভ কৰা হয়। ৩ ॥

এই পৃথিৱীত সুখৰ দ্বাৰা কেতিয়াও সুখ লাভ কৰা নাযায়। সেই গতিকে সতী, সাধ্বী তিৰোতাই দুঃখৰ দ্বাৰায় সুখ লাভ কৰে। সেইবাবে তুমি সদায় স্নেহ আৰু অনুৰাগৰ দ্বাৰা আৰু প্ৰসাধনৰ দ্বাৰা কৃষ্ণৰ শুশ্ৰূষা কৰিবা। ৪ ॥

তুমি সুন্দৰ আসন, উত্তম মাল্য, আৰু নানা ধৰণৰ গন্ধ-দ্ৰব্য দান কৰি অতি উদাৰভাৱে তেওঁক ব্যৱহাৰ কৰিবা, যাতে তেওঁ ( কৃষ্ণই ) "মই এওঁৰ অতি প্ৰিয়," এইদৰে ভাবি তোমাকেই গ্ৰহণ কৰে। ৫ ॥

দুৱাৰ-মুখত স্বামীৰ মাত শুনিলেই তুমি উঠি আহি ঘৰৰ ভিতৰত থাকিবা, আৰু তেওঁ ভিতৰ সোমোৱা দেখিলে লৰালৰিকৈ তেওঁৰ কাৰণে ভৰি ধোৱা পানী আৰু আসনাদি আনি দি তেওঁক শুশ্ৰূষা কৰিবা। ৬ ॥

সত্যভামা, দাসীক কোনো কামত আন ঠাইলৈ পঠিয়াই দিয়াৰ পাছত যদি কৃষ্ণ আহি পায়হি তেতিয়া নিজেই উঠি তেওঁৰ সকলো কাম কৰিবা। তেতিয়া কৃষ্ণই জানিব পাৰিব, তুমি অতি যত্নেৰে তেওঁৰ শুশ্ৰূষা কৰিছা। ৭ ॥

তোমাৰ স্বামীয়ে তোমাৰ আগত যিয়ে নকওক, সি গোপনীয় নহ'লেও তাক

তুমি গোপন কৰিবা। নহ'লে, তোমাৰ কোনো সপত্নীয়ে যদি সেই কথা কৃষ্ণক কৈ দিয়ে, তেতিয়া কৃষ্ণৰ তোমাৰ প্ৰতি বিৰাগ-ভাব হ'ব পাৰে। ৮॥

তুমি নানা উপায়েৰে তোমাৰ স্বামীৰ প্ৰিয় ব্যক্তিক, অনুৰক্তসকলক বা হিতাকাঙ্ক্ষী লোকসকলক ভোজন কৰাবা। আৰু স্বামীৰ বিদ্বেষৰ পাত্ৰ, পৰিত্যাজ্য, অহিত চিন্তাকাৰী আৰু প্ৰতাৰকসকলৰপৰা সদায় আঁতৰ হৈ থাকিবা। ৯॥

পুৰুষৰ আগত মত্ততা আৰু অসাৱধানতা ত্যাগ কৰি মৌন অৱলম্বন কৰি মনৰ ভাৱ গোপন কৰিবা, আৰু নিৰ্জ্জনত পুত্ৰ প্ৰদ্যুম্নৰ বা শাম্বৰো কেতিয়াও শুশ্ৰূষা নকৰিবা। ১০॥

সৎ কুলত জন্ম, পাপহীনা, আৰু সতী তিৰোতাৰ লগতহে তুমি বন্ধুত্ব স্থাপন কৰিবা। আৰু, কোপন-স্বভাৱা, উন্মত্তা, অধিক-ভোজিনী, চুৰ্ণী, দুষ্টা আৰু চঞ্চল-মতিৰ তিৰোতাক ত্যাগ কৰিবা। ১১॥

এইবিলাক কাৰ্যাই যশ, সৌভাগ্য আৰু স্বাৰ্থ সম্পাদন কৰে আৰু শত্ৰুক পৰাভূত কৰে। সেই কাৰণে তুমি মাল্য, অলঙ্কাৰ আৰু নানাপ্ৰকাৰ অঙ্গৰাগ ধাৰণ কৰি আৰু পৱিত্ৰ গন্ধ-যুক্ত হৈ পতিৰ শুশ্ৰূষা কৰিবা। ১২॥

ইতি মহাভাৰতৰ বনপৰ্ব্বৰ অন্তৰ্গত দ্ৰৌপদী-সত্যভামা-সম্বাদ-পৰ্ব্বত দ্ৰৌপদীৰ স্ত্ৰী-কৰ্ত্তব্য-কথন নামৰ চতুস্ত্ৰিংশত্যধিক-দ্বিশততম অধ্যায়। ২৩৪॥

॥ অধ্যায় ২৩৫ ॥

## ॥ শ্ৰীকৃষ্ণৰ দ্বাৰকা-গমন ॥

বৈশম্পায়নে কলে, কৃষ্ণই মাৰ্কণ্ডেয় আদি ব্ৰাহ্মণসকল আৰু মহাত্মা পাণ্ডৱ-সকলৰ লগত অলপ সময় তেওঁলোকৰ অনুকূল কথা-বতৰা পাতি থাকি তাৰ পাছত যথাযোগ্য সম্ভাষণ আদি কৰি ৰথত উঠিবলৈ ইচ্ছা কৰি সত্যভামাক মাতিলে। ১-২॥

তাৰ পাছত সত্যভামাই দ্ৰৌপদীক আলিঙ্গন কৰি তেওঁৰ মনৰ অনুৰূপ, মনোহৰ আৰু সঙ্গত কথা ক'বলৈ ধৰিলে, ৩॥

কৃষ্ণা, তোমাৰ (ৰাজ্য আদিৰ বাবে) যেন উৎকণ্ঠা, মনোকষ্ট মহত্ব আৰু যাতে (চিন্তাত) উজাগৰে নাথাকা। কাৰণ, তুমি দেৱতা-তুল্য স্বামীসকলৰ দ্বাৰা বিজিত পৃথিৱী পুনৰ লাভ কৰিবা। ৪॥

হে শ্যামলোচনা, তুমি যি কষ্ট কৰিছা, তোমাৰ দৰে চৰিত্ৰৱতী আৰু তোমাৰ দৰে সুলক্ষণ-যুক্তা তিৰোতাই তেনে কষ্ট চিৰ দিন ভোগ নকৰে। ৫॥

মই (ত্ৰিকালজ্ঞ) মুনিসকলৰ মুখে শুনিছো, তুমি নিশ্চয় তোমাৰ স্বামী-সকলেৰে সৈতে নিষ্কণ্টক আৰু নিৰুপদ্ৰৱ এই পৃথিৱী ভোগ কৰিবা। ৬॥

দ্ৰৌপদী, যুধিষ্ঠিৰে ধৃতৰাষ্ট্ৰৰ পুত্ৰসকলক বধ কৰি, সকলো শত্ৰুৰ প্ৰতিশোধ লৈ পৃথিৱী নিজৰ হাতলৈ অনা তুমি নিশ্চয় দেখিবলৈ পাবা। ৭॥

তুমি বনলৈ আহিবৰ সময়ত যি কৌৰৱ-স্ত্ৰীসকলে অহঙ্কাৰত মত্ত হৈ তোমাক উপহাস কৰিছিল সেইসকলক অচিৰেই তুমি নিৰাশাপূৰ্ণ দেখিবলৈ পাবা। ৮॥

কৃষ্ণা, যিসকলে তোমাক তোমাৰ দুঃখৰ সময়ত অসৎ আচৰণ কৰিছিল সেই সকলোবিলাকক তুমি যমপুৰীলৈ যোৱা বুলিয়ে ধৰি লবা। ৯॥

তোমাৰ পুত্ৰ প্ৰতিবিন্ধ্য (যুধিষ্ঠিৰ-জাত), সুতসোম (ভীম-জাত), শ্ৰুতকৰ্ম্মা, (অৰ্জ্জুন-জাত), শতানীক (নকুল-জাত) আৰু শ্ৰুতসেন (সহদেৱ-জাত)—এই আটাইবোৰেই কুশলে আছে আৰু অস্ত্ৰ-শিক্ষা লাভ কৰি বীৰ হৈছে। ১০-১১॥

দ্বাৰকা নগৰীত অভিমন্যুৰ দৰে অতি আদৰ আৰু মৰমৰ মাজত বাস কৰিছে, আৰু সুভদ্ৰায়ো তোমাৰ দৰেই অতি মৰম আৰু যত্নেৰে তেওঁলোকক চোৱা-মেলা কৰিছে। ১২॥

তোমাৰ প্ৰতি সুভদ্ৰাৰ কোনো বিপৰীত ভাৱ নাই। বৰং তোমাৰ কথাত বিশেষ প্ৰীতিহে লাভ কৰিছে। তোমাৰ পুত্ৰসকলৰপৰা কোনো দুঃখ পোৱা নাই। সেই কাৰণে তোমাৰ পুত্ৰসকলৰ দুঃখেই সুভদ্ৰাৰো দুঃখ আৰু তেওঁলোকৰ সুখেই তেওঁৰো সুখ। ১৩॥

ৰুক্মিণীদেৱীয়েও অতি যত্নেৰে প্ৰতিবিন্ধ্য আদিৰ পৰিচৰ্য্যা কৰে। আৰু কৃষ্ণয়ো ভানু প্ৰভৃতিতকৈ তেওঁবিলাকক বেছি মৰম স্নেহ কৰে। ১৪॥

মোৰ শহুৰদেৱতাই তেওঁবিলাকৰ খোৱা-পিন্ধাৰ বিষয়ত সদায় চকু দিয়ে আৰু বল-ৰাম আদি অন্ধক-বংশীয় আৰু বৃষ্ণি-বংশীয় সকলোৱেই তেওঁলোকক মৰম কৰে। ১৫॥

প্ৰদ্যুম্ন আৰু প্ৰতিবিন্ধ্য আদিৰ প্ৰতি তেওঁবিলাকৰ সমান স্নেহ। এইদৰে প্ৰিয়, সত্য, অভীষ্ট আৰু মনোগত অনেক কথা ক'লে। ১৬॥

তাৰ পাছত কৃষ্ণৰ ৰথৰ অভিমুখে যাবলৈ ইচ্ছা কৰি কৃষ্ণ-মহিষী সত্যভামাই দ্ৰৌপদীক প্ৰদক্ষিণ কৰিলে। ১৭॥

তাৰ পাছত সত্যভামা কৃষ্ণৰ ৰথত আৰোহণ কৰিলে। তেতিয়াই কৃষ্ণই মিচিকিয়া হাঁহি মাৰি দ্ৰৌপদীক সান্ত্বনা দি পাণ্ডৱসকলক প্ৰতিনিবৃত্ত কৰি বেগৱান্ ঘোঁৰা লৈ নিজ নগৰৰ অভিমুখে প্ৰস্থান কৰিলে। ১৮॥

ইতি মহাভাৰতৰ বনপৰ্ব্বৰ অন্তৰ্গত দ্ৰৌপদী-সত্যভামা—সংবাদ-পৰ্ব্বত শ্ৰীকৃষ্ণৰ দ্বাৰকা-গমন নামৰ পঞ্চত্ৰিংশত্যধিক-দ্বিশততম অধ্যায়। ২৩৫॥

॥ অধ্যায় ২৩৬ ॥

## ॥ ঘোষ-যাত্রা-পর্ব্ব : ধৃতৰাষ্ট্ৰৰ খেদ ॥

জন্মেজয়ে ক'লে, কৃষ্ণ যোৱাৰ পাছত যি নৰশ্ৰেষ্ঠ পাণ্ডৱসকলে এইদৰে বনত থাকি শীত, গ্ৰীষ্ম, ব'দ আৰু বায়ুত নিজৰ শৰীৰ ক্ষীণ কৰিছিল, পৱিত্ৰ সৰোবৰ আৰু দ্বৈত-বনলৈ গৈ তেওঁলোকে কি কৰিছিল ? । ১ ॥

বৈশম্পায়নে ক'লে, তেতিয়া পাণ্ডৱসকলে আগন্তুকক বিদায় দি সেই পৱিত্ৰ সৰোবৰৰ তীৰত ঘৰ সাজি তাত বাস কৰিবলৈ ধৰিলে, মাজে-সময়ে মনোহৰ বন, পৰ্ব্বত, আৰু নদী-তীৰত বিচৰণ কৰিবলৈ ধৰিলে । ২ ॥

পাণ্ডৱসকলে সেইদৰে বনত বাস কৰি থকা কালত নিত্য-বেদ-পাঠকাৰী, বেদবিদ্ আৰু প্ৰাচীন তপস্বীসকল তেওঁলোকৰ ওচৰলৈ আহে । তেওঁলোকেও ঋষিসকলৰ যথোচিত পূজা কৰে । ৩ ॥

তাৰ পাছত কোনো এদিন কথাত নিপুণ এজন ব্ৰাহ্মণ কৌৰৱসকলৰ ওচৰলৈ গ'ল আৰু তেওঁলোকৰ লগ লাগি অকস্মাৎ ধৃতৰাষ্ট্ৰৰ ওচৰত উপস্থিত হ'ল । ৪ ॥

তেওঁ নিজ আসনত বহাৰ পাছত কুৰুশ্ৰেষ্ঠ ধৃতৰাষ্ট্ৰ ৰজাই তেওঁক যথোপযুক্ত সৎকাৰ কৰি পাণ্ডৱসকলৰ বৃত্তান্ত ক'বলৈ অনুৰোধ কৰিলে । তেতিয়া তাৰ আৰু বতাহত কুকলা হোৱা, অতি দুঃখত পৰা আৰু ক্ষীণ-শৰীৰ যুধিষ্ঠিৰ, ভীম, অৰ্জ্জুন, নকুল আৰু সহদেৱৰ কথা আৰু বীৰনাথা হৈও অনাথা, অত্যন্ত দুঃখ-প্ৰাপ্তা দ্ৰৌপদীৰ কথা সেই ব্ৰাহ্মণজনে ক'বলৈ ধৰিলে । ৫-৬ ॥

তাৰ পাছত ৰজা ধৃতৰাষ্ট্ৰই সেই ব্ৰাহ্মণৰ কথা শুনি দয়াবশতঃ অত্যন্ত দুঃখ পালে । আৰু, তেওঁৰেই পৌত্ৰ আৰু ৰাজপুত্ৰ পাণ্ডৱসকল বনবাসী আৰু দুঃখত পৰা শুনি অতি বিষণ্ণ হৈ মনে মনে হুমুনিয়াহ কাঢ়ি কোনোৰকমে ধৈৰ্য্য ধৰি —সেই সকলোবিলাক মোৰ দোষতেই হৈছে—এই বুলি ভাবি এইদৰে ক'বলৈ ধৰিলে, ৭-৮ ॥

সত্যবাদী, পৱিত্ৰ-স্বভাৱ, সৎচৰিত্ৰ আৰু মোৰ পুত্ৰসকলৰ ভিতৰত জ্যেষ্ঠ অজাত-শত্ৰু যি যুধিষ্ঠিৰে আগেয়ে ৰঙ্কু মৃগৰ নোমেৰে নিৰ্ম্মিত শয্যাত শয়ন কৰিছিল, তেওঁ এতিয়া কেনেকৈ মাটিত শুব পাৰিছে ? ৯ ॥

পূৰ্ব্বে যিজন মাগধ বন্দীসকলৰ স্তুতি-গীত শুনি জাগ্ৰত হৈছিল, এতিয়া নিশ্চয় সেই ইন্দ্ৰতুল্য যুধিষ্ঠিৰ মাটিত শয়ন কৰি শেষ ৰাতি চৰাই-চিৰিকতিৰ কলৰৱ শুনি জাগৰিত হয় । ১০ ॥

পৃথিৱীত তেনে দুঃখ-ভোগৰ অযোগ্য দেহা লৈও শীত আৰু বায়ুৰ দ্বাৰা পীড়িত দেহা আৰু ক্রোধত ঘর্ম্মাক্ত-কলেৱৰ ভীমসেনে কেনেকৈ দ্রৌপদীৰ আগত মাটিত শয়ন কৰে। ১১॥

কোমল-স্বভাব, উদাৰ আৰু ধৰ্ম্মৰাজৰ সকলো সময়তে বশ হৈ থকা অৰ্জ্জুনৰো শৰীৰৰ সকলো অঙ্গই যেন দুঃখানলত দগ্ধ হৈছে। সেই কাৰণে তেওঁৰো নিশ্চয় খঙতে ৰাতি টোপনি নাহে। ১২॥

নিশ্চয় উগ্রতেজা অৰ্জ্জুনৰ যুধিষ্ঠিৰ, ভীম, অৰ্জ্জুন, নকুল, সহদেৱ আৰু দ্রৌপদীক সুখবিহীন দেখি খঙতে সাপৰ দৰে নিশ্বাস ত্যাগ কৰি কৰি ৰাতি টোপনি নধৰে। ১৩॥

তাৰ পাছত সুখ-ভোগ কৰিবৰ অধিকাৰী হৈও অসুখী, স্বৰ্গীয় দুজন দেৱতাৰ দৰে অতি সুন্দৰ, ধৰ্ম্ম আৰু সত্যত আৱদ্ধ আৰু অস্থিৰ-চিত্ত নকুল-সহদেৱো নিশ্চয় উজাগৰে থাকে। ১৪॥

বল মানি বায়ু তুল্য আৰু বায়ুৰেই পুত্ৰ মহাবলী ভীমেও যুধিষ্ঠিৰৰ দ্বাৰা ধৰ্ম্ম-পাশত আৱদ্ধ হৈ নিশ্বাস ত্যাগ কৰি কৰিয়েই নিশ্চয় খঙৰ বেগ সহ্য কৰিছে। ১৫॥

যুদ্ধত আনতকৈ বেছি বলী ভীমসেনে মাটিত শয়ন কৰি মোৰ পুত্ৰসকলৰ বধ কামনা কৰি, সত্য আৰু ধৰ্ম্ম-পাশত আবদ্ধ থকা কাৰণেই মাত্ৰ সময়ৰ কাৰণে বাট চাই আছে। ১৬॥

অজাতশত্রু যুধিষ্ঠিৰক শঠতাৰ আশ্রয় লৈ জয় কৰোঁতে দুঃশাসনে যিবিলাক কটু কথা কৈছিল, সেইবিলাক ভীমৰ অন্তৰত প্ৰৱেশ কৰি শুকান তৃণাগ্নিয়ে যেনেকৈ কাঠ দহন কৰে, সেইদৰে তেওঁৰ অঙ্গবিলাক দহন কৰিছে। ১৭॥

ধৰ্ম্মপুত্ৰ যুধিষ্ঠিৰে মোৰ পুত্ৰসকলৰ অনিষ্ট চিন্তা নকৰে। অৰ্জ্জুনেও তেওঁৰেই অনুগমন কৰিব। কিন্তু বায়ুৰ দ্বাৰা অগ্নি যেনেকৈ বৃদ্ধিপ্রাপ্ত হয়, ঠিক সেইদৰে বনবাসৰ দ্বাৰা ভীমৰ ক্রোধো বৃদ্ধি পাইছে। ১৮॥

মহাবলী ভীমসেনে নিশ্চয় খঙতে জ্বলি-পকি হাতেৰে হাত মোহাৰি মোৰ পুত্ৰ-পৌত্ৰবিলাকক দগ্ধ কৰিবলৈকে যেন তপত নিশ্বাস ত্যাগ কৰিছে। ১৯।

গাণ্ডীৱধাৰী অৰ্জ্জুন আৰু ভীমসেন যেতিয়া ক্রুদ্ধ হ'ব তেতিয়া তেওঁলোক যমৰাজ আৰু কালৰ দৰে হ'ব, আৰু বজ্ৰৰ দৰে বাণ নিক্ষেপ কৰি যুদ্ধত শত্ৰু-সৈন্যৰ অৱশিষ্ট নাৰাখিব। ২০॥

মন্দমতি দুৰ্য্যোধন, শকুনি, কৰ্ণ আৰু দুঃশাসন—এওঁলোকে (পাছত উঠি) মাত্ৰ মৌ আহৰণ কৰাৰ কথাই ভাবিলে; কিন্তু তাৰপৰা সৰি পৰাৰ কথা নাভাবিলে। কিয়নো পাশা-খেলৰ দ্বাৰায় তেওঁলোকে পৰৰ ৰাজ্য হৰণ কৰিলে। ২১॥

মানুহে শুভ বা অশুভ কৰ্ম্ম কৰি তাৰ ফল লাভ কৰিবলৈ অপেক্ষা কৰে। আৰু (সেই বিষয়ে নিজৰ কোনো অধিকাৰ নথকাত) অৱশ হৈ তাৰ ফলৰ লগত সংযুক্ত হয়। এই ফলৰপৰা তেওঁ কেনেকৈ মুক্ত হ'ব পাৰে? ।২২॥

শস্য-ক্ষেত্ৰ ভালকৈ চহ কৰি গুটি সিঁচিলে আৰু যথাকালত দেৱতাই বৰ্ষণ কৰিলে তাত কিয় ফল ন'হব ? এনে প্ৰসিদ্ধি আছেই। ইয়াৰ অন্যথা হ'লে (কীট-পতঙ্গ আদি) দৈৱবশতঃ হ'ব পাৰে। এই কথাকেই মই চিন্তা কৰি আছো। ২৩ ॥

পাশাপ্ৰিয় শকুনিয়ে যিহেতু সদ্ব্যৱহাৰকাৰী পাণ্ডৱসকলক সদ্ব্যৱহাৰ কৰা নাই, আৰু ময়ো যেতিয়া মোৰ দুষ্ট পুত্ৰসকলৰ বশৱৰ্ত্তী হৈ ভাল কাম কৰা নাই, সেই কাৰণে ধাৰণা কৰোঁ, এতিয়াই কুৰু-কুলৰ ধ্বংস-কাল উপস্থিত হৈছে। ২৪ ॥

কোনেও সৰাই নিদিলেও বায়ু বৈ থাকিবই, যি নাৰী গৰ্ভৱতী তেওঁ প্ৰসৱ কৰিবই, দিন হোৱাৰ পূৰ্ব্বে অৱশ্যেই ৰাতিৰ অৱসান হ'ব, আৰু ৰাতি হোৱাৰ আগে আগে নিশ্চয় দিনৰ শেষ হ'বই। ২৫ ॥

আমি কেনেকৈ যুধিষ্ঠিৰক ৰাজ্য পুনৰ ঘুৰাই দিম। অন্যই বা কেনেকৈ তেনে কৰিব পাৰে ? মানুহে কেতিয়াও লব্ধ অৰ্থ পুনৰ অৰ্পণ কৰিব নোৱাৰে। কাৰণ, অৰ্থ নাথাকিলে অৰ্থৰ দ্বাৰা কৰিব পৰা কামৰ সময় উপস্থিত হ'লে মানুহৰ বিপদ উপস্থিত হয়। গতিকে যুধিষ্ঠিৰক কেনেকৈ ৰাজ্য প্ৰত্যাৰ্পণ কৰোঁ। ভবিষ্যৎ বিপদবেই বা কেনেকৈ নিবৃত্তি হ'ব ? ২ ॥

ধন যাতে বিভক্ত হৈ আনৰ হাতলৈ নাযায়, অলপো নাইয়া যাতে নহয় আৰু ক্ষয়ো যাতে নহয়, তেনেভাৱে ৰক্ষা কৰিব লাগিব। ৰক্ষা নকৰিলে সেই ধন শতপ্ৰকাৰে সিঁচৰতি হৈ পৰিব। অতএব পৃথিৱীত ভোগ নকৰিলে কুৰু-কৰ্ম্মৰ নাশ নহয়। ২৭ ॥

অৰ্জ্জুনে বনবাসত থাকিয়েই ইন্দ্ৰলোকলৈ গৈ তাত চতুৰ্ব্বিধ অস্ত্ৰ শিক্ষা কৰি আকৌ মৰ্ত্ত্যলৈ ঘূৰি আহিছে। গতিকে অৰ্জ্জুনৰ কি ক্ষমতা আপোনালোকে মন কৰক। ২৮ ॥

কোন মানুহে সশৰীৰে স্বৰ্গলৈ গৈ পুনৰ অনা লোকলৈ আহিবলৈ ইচ্ছা কৰে ? গতিকে মই ভাবোঁ, কুৰু-কুলৰ অনেক লোক কালোপহত হৈ মুমূৰ্ষু হৈ আছে আৰু এই কথা জানিয়ে অৰ্জ্জুন (তাৰপৰা) আকৌ ঘূৰি আহিছে। ২৯ ॥

সব্যসাচী অৰ্জ্জুন ধনুৰ্দ্ধৰ, ধনুও আকৌ সেই অতি বেগ-সম্পন্ন গাণ্ডীৱ, তাৰোপৰি অস্ত্ৰবিলাক হ'ল স্বৰ্গীয়। গতিকে, এই তিনিওটাৰে তেজ সহ্য কৰিব পৰা মানুহ জগতত কোন আছে ? । ৩০ ॥

ধৃতৰাষ্ট্ৰৰ সেই কথাবিলাক শুনি শকুনিয়ে নিৰ্জ্জন ঠাইত দুৰ্য্যোধন আৰু কৰ্ণক গৈ সকলো কথা ক'লেগৈ, তেতিয়া মন্দমতি দুৰ্য্যোধনো বিমনা হৈ পৰিল। ৩১ ॥

ইতি-মহাভাৰতৰ বনপৰ্ব্বৰ অন্তৰ্গত ঘোষ-যাত্ৰা-পৰ্ব্বত ধৃতৰাষ্ট্ৰৰ খেদ নামৰ ষট্‌ত্ৰিংশত্যধিক-দ্বিশততম অধ্যায়। ২৩৬ ॥

॥ অধ্যায় ২৫৭ ॥

# ॥ কর্ণ-শকুনি-বাক্য ॥

বৈশম্পায়নে ক'লে, তেতিয়া ধৃতৰাষ্ট্ৰৰ সেই কথা শুনি শকুনিয়ে কৰ্ণেৰে সৈতে গৈ উপযুক্ত সময়ত দুৰ্য্যোধনক এই কথা ক'লে, ১ ॥

হে ভৰতনন্দন, তুমি নিজ বুদ্ধি-বলে বীৰ পাণ্ডৱসকলক নিৰ্ব্বাসিত কৰি ইন্দ্ৰই যেনেকৈ স্বৰ্গভোগ কৰে, তেনেকৈয়ে অকলে এই পৃথিৱী ভোগ কৰা । ২ ॥

হে নৰনাথ, তুমি পূব, দক্ষিণ, পশ্চিম আৰু উত্তৰ দেশবাসী সকলো ৰজাকেই কৰদাতা কৰিছা । ৩ ॥

হে মহাৰাজ, দীপ্তিমতী যি ৰাজলক্ষ্মীয়ে পূৰ্ব্বে পাণ্ডৱসকলৰ ভজন কৰিছিল, সেই ৰাজলক্ষ্মীক এতিয়া তুমি ভ্ৰাতৃসকলেৰে সৈতে ভোগ কৰিছা । ৪ ।

হে মহাৰাজ, পূৰ্ব্বে আমি যি দীপ্তিমতী ৰাজলক্ষ্মীক ইন্দ্ৰপ্ৰস্থ-স্থিত যুধিষ্ঠিৰৰ লগত দেখিবলৈ পাইছিলো, সেই ৰাজলক্ষ্মীক এতিয়া তোমাৰ লগত দেখিবলৈ পাইছো । ৫ ॥

হে ৰাজেন্দ্ৰ, তোমাৰ শত্ৰুবিলাক অল্পকাল মাত্ৰ শোকাকুল হৈছিল । সেই ৰাজলক্ষ্মীক তুমি বুদ্ধিবলেৰে যুধিষ্ঠিৰৰপৰা আনিলা । ৬ ॥

হে মহাবাহু, তুমি অনাৰ পাছতো সেইক (ৰাজলক্ষ্মীক) দীপ্তিময়ী-ৰূপেই দেখিবলৈ পাইছো । হে ৰাজেন্দ্ৰ, হে শত্ৰুবীৰহন্তা, অন্যান্য ৰজাসকলো তোমাৰ বশ হৈ আছে । ৭ ॥

শাসনত অধিষ্ঠিত সকলোৱেই 'আমি কি কৰিম', এইদৰে কয় । হে মহাৰাজ, সমুদ্ৰবেষ্টিত এই নিখিল ধৰণী এতিয়া তোমাৰ । ৮ ॥

(পৃথিৱী) পৰ্ব্বত, বন, গাঁও, নগৰ, আকৰ—বহুত উপবন আৰু পৰ্ব্বতৰ দ্বাৰা পৰিশোভিত হৈ আছে । ৯ ॥

হে মহাৰাজ, দ্বিজসকলে তোমাক স্তুতি কৰে আৰু ৰজাসকলে তোমাৰ গৌৰৱ কৰে । এনেভাৱে তুমি নিজ মন্ত্ৰৰ বলত, স্বৰ্গত দেৱতাসকলৰ মাজত সূৰ্য্য যেনেকৈ শোভা পায়, ঠিক তেনেদৰে শোভা পাইছা । ১০ ॥

হে নৰনাথ, ৰুদ্ৰসকলৰ দ্বাৰা যম আৰু দেৱতাসকলৰ দ্বাৰা ইন্দ্ৰ যেনেকৈ পৰিবেষ্টিত তুমিও কৌৰৱসকলৰ দ্বাৰা পৰিবেষ্টিত হৈ চন্দ্ৰৰ দৰে উজ্জ্বল হৈ আছা । ১১ ॥

যি তোমাৰ আদেশৰ কোনো আদৰ নকৰে বা যি তোমাৰ শাসনৰ অধীনত নাই, সেই পাণ্ডৱসকলক এতিয়া শ্ৰীহীন আৰু বনবাসী হৈ থকা দেখা গৈছে। ১২ ॥

হে মহাৰাজ, শুনিবলৈ পাইছো, পাণ্ডৱসকল এতিয়া বনবাসী ব্ৰাহ্মণসকলৰ লগ লাগি দ্বৈত-বন নামৰ সৰোবৰৰ তীৰত বাস কৰিছে। ১৩ ॥

হে মহাৰাজ, তুমি পৰম শোভাযুক্ত হৈ সূৰ্যৰ নিচিনা তেজৰ দ্বাৰা পাণ্ডৱ সকলক সন্তপ্ত কৰিবৰ কাৰণে সেই ঠাইলৈ যোৱাঁ। ১৪ ॥

তুমি ৰাজ-আসনত অধিষ্ঠিত, আৰু তেওঁলোক ৰাজ্যচ্যুত, তুমি শোভা-সম্পন্ন আৰু তেওঁবিলাক শোভাহীন, তুমি সমৃদ্ধিশালী আৰু তেওঁলোক সমৃদ্ধিহীন। হে মহাৰাজ, এনে অৱস্থাত তুমি এবাৰ পাণ্ডৱসকলক চাই আহাঁগৈ। ১৫ ॥

হে মহাৰাজ, তুমি মহা সুখ্যাতি-সম্পন্ন হৈ মহা সুখে বাস কৰিছা। এই অৱস্থাত নহুষপুত্ৰ যযাতিৰ দৰে তোমাক এবাৰ পাণ্ডৱসকলে দৰ্শন কৰক। ১৬ ॥

হে নৰনাথ, মিত্ৰসকল আৰু শত্ৰুসকলে মানুহৰ যি উজ্জ্বল সম্পদ দেখিবলৈ পায়, সেই সম্পদেই মিত্ৰসকলৰ আনন্দ আৰু শত্ৰুসকলৰ বিষাদ জন্মাব পাৰে। ১৭ ॥

পৰ্ব্বতৰ ওপৰত বাস কৰা মানুহে ভূতলস্থিত মানুহক দেখাৰ দৰে সম্পদশালী মানুহে দুখী শত্ৰুক যেতিয়া তেনেদৰে দেখে, তাতকৈ আৰু কি সুখ হ'ব পাৰে? ১৮ ॥

হে ৰাজশ্ৰেষ্ঠ, শত্ৰুৰ দুখ দৰ্শন কৰি যি সুখ লাভ কৰা যায়, তেনে সুখ বা আনন্দ পুত্ৰ, ধন বা ৰাজ্য লাভ কৰিও পোৱা নাযায়। ১৯ ॥

তোমাৰ প্ৰয়োজন সিদ্ধ হৈছে (পাণ্ডৱসকলক বনবাস দিয়াত), এতিয়া তোমাৰ পক্ষৰ মানুহে যেতিয়া অৰ্জ্জুনক বনত বক্কল আৰু মৃগচৰ্ম্ম ধাৰণ কৰা দেখিব, তেতিয়া তেওঁলোকে কিমান আনন্দ পাব। ২০ ॥

তোমাৰ ভাৰ্য্যাসকলে অতি উত্তম বস্ত্ৰ পৰিধান কৰি, বক্কল আৰু মৃগচৰ্ম্ম ধাৰণকাৰী দুখিতা দ্ৰৌপদীক দৰ্শন কৰক আৰু তেওঁ পুনৰ আত্মগ্লানি কৰক, ধনবিহীনা বুলি ভাবি নিজৰ জীৱনক নিন্দা কৰক। ২১ ॥

তোমাৰ ভাৰ্য্যাসকলক অলঙ্কৃত দেখি তেওঁ যি দুখ পাব, দ্যূত-সভাতো তেনে দুখ তেওঁৰ হোৱা নাছিল। ২২

বৈশম্পায়নে ক'লে, হে মহাৰাজ জন্মেজয়, কৰ্ণই শকুনিৰে সৈতে লগ লাগি দুৰ্য্যোধনক এইদৰে কোৱাৰ পাছত দুয়োজনেই নিমাত হৈ থাকিল। ২৩ ॥

ইতি মহাভাৰতৰ বনপৰ্ব্বৰ অন্তৰ্গত ঘোষ-যাত্ৰা-পৰ্ব্বত কৰ্ণ-শকুনি-বাক্য নামৰ সপ্তত্ৰিংশত্যধিকদ্বিশততম অধ্যায়। ২৩৭ ॥

॥ অধ্যায় ২৩৮ ॥

## ॥ ঘোষ-যাত্ৰা-মন্ত্ৰণা ॥

বৈশম্পায়নে ক'লে, কৰ্ণৰ কথা শুনি ৰজা দুৰ্য্যোধন এবাৰ আনন্দিত হৈ আকৌ বিষণ্ন হৈ পৰিল। তাৰ পাছত এইদৰে ক'বলৈ ধৰিলে, ১ ॥

কৰ্ণ, তুমি যি কথা ক'লা, সেই সকলোবোৰ মোৰ মনতে আছে। কিন্তু পাণ্ডৱসকল য'ত আছে তালৈ যাবলৈ অনুমতি নাপাওঁ। ২ ॥

কাৰণ মহাৰাজ ধৃতৰাষ্ট্ৰই সেই বীৰসকলকে লক্ষ্য কৰি বিলাপ কৰে। বিশেষকৈ, তপস্যাৰ বলত আমাতকৈ বেছি শক্তিশালী হোৱা বুলি ভাবে। ৩ ॥

নাইবা, ৰজাই যদি আমাৰ মনৰ ভাব বুজিব পাৰে তেনেহ'লে ভৱিষ্যৎ মঙ্গলৰ কাৰণে অনুমতি নিদিয়ে। ৪ ॥

কাৰণ, বনবাসী পাণ্ডৱসকলৰ বিনাশৰ বাদে দ্বৈত-বনত আমাৰ আন কোনো প্ৰয়োজন নাই। ৫ ॥

পাশা-খেলৰ সময় উপস্থিত হওঁতে বিদুৰে মোক, তোমাক আৰু শকুনি মামাক যি যি কথা কৈছিল তুমি সেই সকলোবোৰেই জানা। ৬ ॥

সেই সকলো কথা আৰু আন আন যি বিলাপ হৈছিল, সেই সকলো চিন্তা কৰি যোৱাৰ বা থকাৰ বিষয়ে মই একো স্থিৰ কৰিব পৰা নাই। ৭ ॥

মই গৈ বনৰ ভিতৰত দ্ৰৌপদীৰে সৈতে ভীম আৰু অৰ্জুনক কষ্টত থকা দেখিবলৈ পাম—এই কথাত মোৰ আনন্দৰ সীমা নাথাকিব। ৮ ॥

বল্কল আৰু মৃগ-চৰ্ম্ম ধাৰণকাৰী পাণ্ডৱসকলক দেখি মই যিমান আনন্দ পাম, এই গোটেই পৃথিৱীখন পালেও বোধ হয় মই সিমান আনন্দ নাপাম। ৯ ॥

কৰ্ণ, মই যে বনৰ ভিতৰত দ্ৰুপদ-নন্দিনী দ্ৰৌপদীক গেৰুৱা বসন ধাৰণ কৰা দেখিম, তাতকৈ অধিক সুখ মোৰ কি হ'ব পাৰে ? ১০ ॥

পাণ্ডুপুত্ৰ যুধিষ্ঠিৰ আৰু ভীমে যেতিয়া মোক পৰম শোভাযুক্ত দেখিব তেতিয়াহে মোৰ জীৱন সাৰ্থক হ'ব। ১১ ॥

কিন্তু মই যাতে সেই বনলৈ যাব পাৰোঁ বা ৰজাই মোক যাবলৈ অনুমতি দিব পাৰে, তেনে কোনো উপায় মই দেখা নাই। ১২ ॥

সেই কাৰণে তুমি মাতুল শকুনি আৰু দুঃশাসনেৰে সৈতে লগ লাগি এনে উপায়ৰ বিষয়ে আলোচনা কৰাঁ যাতে আমি দ্বৈত-বনলৈ যাব পাৰোঁ। ১৩ ॥

মযো আজি যোৱা-নোযোৱাৰ বিষয়ে উপায় স্থিৰ কৰি কালিলৈ ৰজাৰ ওচৰলৈ যাম । ১৪ ॥

মই আৰু কুৰুশ্ৰেষ্ঠ ভীষ্ম তাত বহি থাকোঁতেই তোমালোকে যি উপায় আলোচনা কৰি স্থিৰ কৰা, তাক শকুনিৰে সৈতে লগ লাগি ( ৰজাৰ আগত ) কবা । ১৫ ॥

তাৰ পাছত মই ভীষ্মৰ আৰু মহাৰাজৰ কথা শুনি অনুনয়পূৰ্ব্বক পিতামহ ভীষ্মৰ অনুমতি লৈ যাবৰ কাৰণে উদ্‌যোগ কৰিম । ১৬ ॥

সেয়ে হ'ব, এই কথা কৈ তেওঁলোক সকলো নিজ নিজ ঘৰলৈ গ'ল । তাৰ পাছত ৰাতিপুৱাই কৰ্ণ দুৰ্যোধনৰ ওচৰলৈ গ'ল । ১৭ ॥

তাৰ পাছত কৰ্ণই হাঁহি হাঁহি দুৰ্যোধনক ক'লে, মহাৰাজ, আমি আলোচনা কৰি যি উপায় স্থিৰ কৰিছো, শুনা । ১৮ ॥

মহাৰাজ, দ্বৈত-বনৰ ওচৰতে গোপালবিলাক ( গুৱালবিলাক ) তোমাৰ কাৰণে প্ৰতীক্ষা কৰি আছে সেই গাঁৱলৈ যোৱাৰ ছলেৰে আমি তালৈ যাম । ইয়াত কোনো সন্দেহ নাই । ১৯ ॥

হে নৰনাথ, গোপালকৰ গাঁৱলৈ যোৱাটো ৰজাৰ উচিত—এইদৰে ক'লে তোমাৰ পিতাৰাই নিশ্চয় যাবলৈ অনুমতি দিব । ২০ ॥

কৰ্ণ আৰু দুৰ্য্যোধনে ঘোষ-যাত্ৰাৰ ( গুৱালবিলাকৰ গাঁৱলৈ যোৱাৰ ) বিষয়ে এইদৰে কথোপকথন কৰি থাকোঁতেই গান্ধাৰৰাজ শকুনিয়েও হাঁহি হাঁহি আহি ক'লেহি, ২১ ॥

মযো গুণাগঁথা কৰি দ্বৈত-বনলৈ যোৱাৰ বিষয়ে এই নিৰ্ব্বিঘ্ন উপায়টোকেই স্থিৰ কৰিছো । এইটো কথাত ৰজাই অনুমতি যে দিবই, আনকি প্ৰেৰণাও দিব । ২২ ॥

হে মহাৰাজ, দ্বৈত-বনৰ ওচৰত গোপালসকলে তোমাৰ আগমন প্ৰতীক্ষা কৰি আছে । এই বুলি সেই গাঁৱলৈ যোৱাৰ ছলেৰে আমি তালৈ যাম । ইয়াত কোনো সন্দেহ নাই । ২৩ ॥

তাৰ পাছত সকলোৱেই হাঁহি হাঁহি কৰমৰ্দ্দন কৰিবলৈ বুলি ইজনে সিজনলৈ হাত আগ বঢ়াই দিলে । তাৰ পাছত এই বিষয়ে স্থিৰ কৰি ৰজা ধৃতৰাষ্ট্ৰৰ লগত দেখা কৰিলে । ২৪ ॥

ইতি মহাভাৰতৰ বনপৰ্ব্বৰ অন্তৰ্গত ঘোষ-যাত্ৰা-পৰ্ব্বত ঘোষ-যাত্ৰা-মন্ত্ৰণা নামৰ অষ্টত্ৰিংশত্যধিক-দ্বিশততম অধ্যায় । ২৩৮ ॥

॥ অধ্যায় ২৩৯ ॥

## ॥ দুৰ্য্যোধনৰ প্ৰস্থান ॥

বৈশম্পায়নে ক'লে, হে ভৰতনন্দন জন্মেজয়, তাৰ পাছত তেওঁবিলাক সকলোৱে (কৰ্ণ, দুৰ্য্যোধন, শকুনি) গৈ ধৃতৰাষ্ট্ৰৰ লগত সাক্ষাৎ কৰিলে আৰু তেওঁলোকে ৰজাৰ শুভাশুভাদি সোধাৰ পাছত ৰজায়ো তেওঁলোকক মঙ্গলাদিৰ বিষয়ে সুধিলে। ১ ॥

তাৰ পাছত পূৰ্ব্বে নিৰ্দ্ধাৰিত কৰা সমঙ্গ নামৰ এজন গোপাল উপস্থিত হৈ ৰজাক জনালে, ৰজাৰ গৰুবিলাক তেতিয়া দ্বৈত-বনত আছে। ২ ॥

তাৰ পাছত, হে মহাৰাজ, কৰ্ণ আৰু শকুনিয়ে ৰাজশ্ৰেষ্ঠ মহাৰাজ ধৃতৰাষ্ট্ৰক ক'লে, ৩ ॥

হে কৌৰৱৰাজ, সম্প্ৰতি ঘোষবিলাক অতি মনোৰম ঠাইত বাস কৰিছেহি। আৰু, গৰুবিলাকৰ সংখ্যা স্মৰণ কৰা বা পোৱালিবিলাক চিহ্নিত কৰাৰ সময়ো হৈছে। ৪ ॥

আৰু, হে মহাৰাজ, এই সময়ত আপোনাৰ পুত্ৰকসকলেও মৃগয়া কৰা উচিত। সেই কাৰণে আপুনি দুৰ্য্যোধনক তালৈ যাবলৈ অনুমতি দিয়ক। ৫ ॥

ধৃতৰাষ্ট্ৰই ক'লে, হে পুত্ৰ, মৃগয়াও ভাল আৰু গৰুবিলাক পৰ্য্যবেক্ষণ কৰাও উচিত। কিন্তু গোপালবিলাকক বিশ্বাস কৰা উচিত নহয়। মই সেইটোও চিন্তা কৰিছো। ৬ ॥

কাৰণ, মই শুনিছো, তাৰ ওচৰতে নৰশ্ৰেষ্ঠ পাণ্ডৱসকল আছে। সেই কাৰণে তালৈ তোমালোকক যাবলৈ মই অনুমতি দিব নোৱাৰোঁ। ৭ ॥

কাৰণ, হে কৰ্ণ, সেই মহাবাহুসকল ছলনাৰ দ্বাৰা পৰাজিত হৈছে—মহা বনত দুঃখ ভোগ কৰিছে আৰু সদায় তপস্যা কৰি আছে। গতিকে, তোমালোকক পৰাজয় কৰিবলৈ সমৰ্থবান হৈ উঠিছে। ৮ ॥

যুধিষ্ঠিৰ হওঁতে ক্ৰুদ্ধ নহয়; পিছে, ভীমসেন অতি খঙাল। দ্ৰৌপদীও সাক্ষাৎ অগ্নি। তাৰোপৰি তোমালোক অহঙ্কাৰী আৰু মোহযুক্ত; গতিকে, নিশ্চয় কোনো অপৰাধ কৰিবা। তেতিয়া তেওঁলোকে তোমালোকক দগ্ধ কৰিব। কাৰণ, তেওঁলোক এতিয়া তপস্বী হৈ আছে। ১০ ॥

নাইবা তেওঁবিলাক বীৰ আৰু খঙত অধীৰ হৈ আছে, গতিকে তৰবাৰি আৰু অন্যান্য অস্ত্ৰ লৈ সম্মিলিত হৈ অস্ত্ৰ-তেজৰ দ্বাৰাও তোমালোকক দগ্ধ কৰিব পাৰে। ১১ ॥

তাৰোপৰি তোমালোকৰ সংখ্যা বহুত বুলি যদি কোনোপ্ৰকাৰে তেওঁবিলাকক আক্ৰমণ কৰিবলৈ যোৱা, তেন্তে সেইটোও অতি নীচ লোকৰ কাম হ'ব। আৰু সেইটো কৰিবা বুলিও মনে নধৰে। ১২ ॥

কাৰণ, মহাবাহু অৰ্জ্জুনে ইন্দ্ৰলোকত বাস কৰি স্বৰ্গীয় অস্ত্ৰ-শিক্ষা সমাপন কৰি তাৰপৰা বনলৈ ঘূৰি আহিছে। ১৩ ॥

যি অৰ্জ্জুনে আগেয়ে দৈব-অস্ত্ৰ শিক্ষা নকৰাকৈয়ে পৃথিৱী জয় কৰিছিল, সেই অৰ্জ্জুনে এতিয়া দেৱাস্ত্ৰ শিক্ষা কৰিছে। গতিকে, তেওঁ তোমালোকক সংহাৰ কৰিব নোৱাৰিবনে ? । ১৪ ॥

নাইবা তোমালোকে মোৰ কথা শুনাৰ পাছত যদিও তাত গৈ বিৰোধ নকৰিবলৈও যত্নবান হোৱা আৰু পাণ্ডৱসকলক বিশ্বাস কৰা, তথাপিও উদ্বিগ্ন-ভাৱেই বাস কৰিব লাগিব, গতিকে দুঃখেই ভোগ কৰিবা। ১৫ ॥

তাৰোপৰি তোমালোকৰ কোনো সৈন্যই যদি যুধিষ্ঠিৰৰ কোনো অপকাৰ কৰে, তেনে সেই অজ্ঞানকৃত কাৰ্য্যই তোমালোকৰ অপৰাধ জন্মাব। ১৬ ॥

সেই কাৰণে, হে ভৰতনন্দন দুৰ্য্যোধন, গৰুবিলাকৰ সংখ্যা নিৰ্ণয় আদি কৰিবলৈ বিশ্বাসী কৰ্ম্মচাৰীবিলাকেই যাওক। তোমালোক নিজে তালৈ যোৱাটো মোৰ অভিপ্ৰেত নহয়। ১৭ ॥

শকুনিয়ে ক'লে, হে ভৰতনন্দন, যুধিষ্ঠিৰ ধাৰ্ম্মিক। তাৰোপৰি তেওঁ বাৰ বছৰ বন-বাস খাটিব বুলি ৰাজসভাত প্ৰতিজ্ঞা কৰি গৈছে। ১৮ ॥

আৰু ধাৰ্ম্মিক আন আন পাণ্ডৱসকলেও তেওঁকেই অনুসৰণ কৰে। কুন্তীনন্দন যুধিষ্ঠিৰে আমাক খং নকৰে। ১৯ ॥

আমাৰ মৃগয়ালৈ যাবলৈ প্ৰবল ইচ্ছা হৈছে আৰু আমি গৰুবিলাকৰ সংখ্যা আদিহে নিৰ্ণয় কৰিবলৈ বৰ ইচ্ছা কৰিছো, পাণ্ডৱসকলক দৰ্শন কৰিবলৈ নহয়। ২০ ॥

আৰু, তাত কোনো নীচ লোকৰ ব্যৱহাৰ নহয়, আৰু পাণ্ডৱসকল য'ত বাস কৰিছে তালৈ আমি নাযাওঁ। ২১ ॥

বৈশম্পায়নে ক'লে, শকুনিয়ে এইদৰে কোৱাত মহাৰাজ ধৃতৰাষ্ট্ৰই অনিচ্ছা-সত্ত্বেও মন্ত্ৰীসকলেৰে সৈতে দুৰ্য্যোধনক যাবলৈ অনুমতি দিলে। ২২ ॥

ধৃতৰাষ্ট্ৰই অনুমতি দিয়াত ভৰতশ্ৰেষ্ঠ দুৰ্য্যোধনে কৰ্ণ, দুঃশাসন আৰু অন্যান্য ভ্ৰাতৃসকল, বুদ্ধিমান্ শকুনিৰে সৈতে লগ লাগি লগত হেজাৰ হেজাৰ স্ত্ৰী আৰু বিশাল সৈন্যবাহিনী লৈ ৰাজধানীৰপৰা নিৰ্গত হ'ল। ২৩-২৪ ॥

মহাবাহু দুৰ্যোধনে দ্বৈতবন নামৰ বন আৰু সৰোবৰ চাবলৈ যাবলৈ ওলোৱাত নগৰবাসীসকলেও নিজ নিজ ভাৰ্য্যাৰে সৈতে তেওঁক অনুসৰণ কৰিলে। ২৫ ॥

আৰু, আঠ হাজাৰ ৰথ, ত্ৰিশ হাজাৰ হাতী, ন হাজাৰ ঘোঁৰা, বহুত হাজাৰ পদাতি, গাড়ী দোকান, বেশ্যা, বণিক, স্তুতি-পাঠক আৰু, শ শ আৰু হাজাৰ হাজাৰ মৃগয়াকাৰী লোকে তেওঁক অনুসৰণ কৰিবলৈ ধৰিলে। ২৬-২৭ ॥

হে নৰনাথ, তাৰ পাছত ৰজাৰ পয়ান সময়ত বৰ্ষা কালত উদ্ধত বায়ুৰ শব্দৰ দৰে অতি কোলাহল হবলৈ ধৰিলে। ২৮ ॥

ৰজা দুৰ্য্যোধনে সেই দিনা হস্তিনাপুৰৰপৰা দুই ক্ৰোশ মাত্ৰ দূৰত বাস কৰিলে। তাৰ পাছত সেই সেনাবাহিনী দ্বৈতবনৰ সৰোবৰলৈ যাত্ৰা কৰিলে। ২৯ ॥

ইতি মহাভাৰতৰ বনপৰ্ব্বৰ অন্তৰ্গত ঘোষ-যাত্ৰা-পৰ্ব্বত দুৰ্য্যোধনৰ প্ৰস্থান নামৰ ঊনচত্বাৰিংশত্যধিক-দ্বিশততম অধ্যায়। ২৩৯ ॥

॥ অধ্যায় ২৪০ ॥

## ॥ গন্ধৰ্ব্ব-দুৰ্য্যোধন-সম্বাদ ॥

বৈশম্পায়নে কলে, তাৰ পাছত ৰজা দুৰ্য্যোধন সেই বনত বাস কৰি গোপালসকলৰ বাসস্থানৰ ওচৰলৈ গ'ল আৰু তাত তেওঁ বাস-ভৱন নিৰ্ম্মাণ কৰিলে। ১ ॥

আৰু, ভৃত্যসকলে তেওঁৰ বাস-ভৱনৰ ওচৰতেই মনোহৰ, সুপৰিচিত, পানী আৰু গছ থকা সৰ্ব্ব গুণ-সম্পন্ন ঠাইত কৰ্ণ, শকুনি আৰু সকলো ভ্ৰাতৃৰ কাৰণে বেলেগ বেলেগকৈ বহুতো ঘৰ সাজি দিলে। ২-৩ ॥

তাৰ পাছত ৰজা দুৰ্য্যোধনে শ-শ, হাজাৰ-হাজাৰ গৰু দৰ্শন কৰিলে আৰু সেই সকলোবিলাকক চিহ্নিত আৰু গণনা কৰিলে। ৪ ॥

গো-বৎসবিলাকক চিহ্নিত কৰিলে, শিক্ষাৰ উপযুক্ততা-ৰূপে গৰুবিলাক চিনি ল'লে আৰু যি গৰুবিলাকৰ পোৱালি নিচেই সৰু আছিল, সেইবিলাকৰো সংখ্যা নিৰ্ণয় কৰিলে।

এইদৰে দুৰ্য্যোধনে গৰুবিলাকৰ সংখ্যা প্ৰভৃতি গণনা কৰি তিনি বছৰ বয়সৰ গৰুবিলাক পৰ্য্যবেক্ষণ কৰি গোপালসকলৰ দ্বাৰা পৰিবেষ্টিত হৈ আনন্দমনে বিচৰণ কৰিবলৈ ধৰিলে। ৬ ॥

নগৰবাসীসকলে আৰু হাজাৰ-হাজাৰ সৈন্যই দেৱতাৰ দৰে মহাসুখে ক্ৰীড়া কৰিবলৈ ধৰিলে। ৭ ॥

তাৰ পাছত নৃত্য, গীত আৰু বাদ্যত নিপুণ গোৱালকসকল আৰু সুন্দৰভাৱে

অলঙ্কৃতা গোপকন্যাসকলে (নৃত্য-গীতাদিৰ দ্বাৰা) দুৰ্য্যোধনৰ সেৱা কৰিবলৈ ধৰিলে। ৮ ॥

তেতিয়া ভাৰ্য্যাসকলৰ দ্বাৰা পৰিবেষ্টিত মহাৰাজ দুৰ্য্যোধনে আনন্দিত হৈ তেওঁলোকক যোগ্যতা অনুসৰি অন্ন, বস্ত্ৰ, আৰু নানাবিধ পানীয় দান কৰিলে। ৯ ॥

তাৰ পাছত তেওঁলোক সকলোৱে মিলি চাৰিওপিনৰপৰা বাঘ, ম'হ, মৃগ, ভালুক, গবয় আৰু গাহৰি বধ কৰিলে। ১০ ॥

দুৰ্য্যোধনেও বাণেৰে সেই পশুবিলাক আৰু বহুতো হাতী বিদীৰ্ণ কৰি অনুচৰবিলাকৰ দ্বাৰা হৰিণাবিলাকক অতি মনোহৰ ঠাইত ধৰাবলৈ ধৰিলে। ১১ ॥

হে ভৰতনন্দন, তেওঁ গো-দুগ্ধ পান কৰি নানা উপভোগ্য বস্তু উপভোগ কৰি মনোৰম বন-উপবনবিলাক দৰ্শন কৰিবলৈ ধৰিলে। ১২ ॥

মত্ত-ভ্ৰমৰৰ দ্বাৰা সেৱিত আৰু ময়ূৰৰ ৰবৰ দ্বাৰা মুখৰিত দ্বৈত-বন অভিমুখে গমন কৰিলে। ১৩ ॥

(সেই বন) মত্ত ভ্ৰমৰৰ দ্বাৰা সেৱিত আৰু ময়ূৰ-কণ্ঠস্বৰৰ দ্বাৰা আকুল, সপ্তচ্ছদ বৃক্ষ আৰু বকুল বৃক্ষৰ দ্বাৰা পৰিপূৰ্ণ। ১৫ ॥

ইন্দ্ৰৰ দৰে সমৃদ্ধি-যুক্ত মহাৰাজ দুৰ্য্যোধনে এইবিলাক দৰ্শন কৰিবলৈ ধৰিলে। ইপিনে ধৰ্ম্মপুত্ৰ আৰু জ্ঞানী যুধিষ্ঠিৰে তাতে থাকি সেই সৰোবৰৰ ওচৰতে গৃহ নিৰ্ম্মাণ কৰি ধৰ্ম্মপত্নী দ্ৰৌপদীৰে সৈতে মিলি উত্তম বিধানেৰে বন্য ফল-মূলাদিৰে "সাদ্যস্ক" নামৰ ৰাজৰ্ষি যজ্ঞ কৰিছিল। ১৫-১৭ ॥

হে ভৰতনন্দন, তাৰ পাছত দুৰ্য্যোধনে হাজাৰ-হাজাৰ ভৃত্যক আদেশ দিলে, তে মালোকে অতি সোনকালে বহুত ক্ৰীড়া-গৃহ নিৰ্ম্মাণ কৰা। ১৮ ॥

'যিবা আদেশ' বুলি কৈ আজ্ঞাকাৰী ভৃত্যসকলে ক্ৰীড়ামণ্ডপ নিৰ্ম্মাণ কৰিবলৈ ইচ্ছা কৰি দ্বৈত-বনলৈ গমন কৰিলে। ১৯ ॥

দুৰ্য্যোধনৰ সৈন্যৰ প্ৰথমভাগ দ্বৈত-বনৰ ওচৰলৈ যোৱা মাত্ৰকে গন্ধৰ্ব্বসকলে তেওঁলোকক প্ৰবেশ কৰাত বাধা দিলে। ২০ ॥

হে নৰনাথ, বিহাৰপ্ৰিয় গন্ধৰ্ব্বৰাজ চিত্ৰসেনে নিজ সৈন্যবিলাকৰ, অপ্সৰাবিলাকৰ আৰু দেৱতাসকলৰ দ্বাৰা পৰিবেষ্টিত হৈ ক্ৰীড়া কৰিবলৈ আগতেই কুবেৰ-ভৱনৰপৰা তালৈ আহিছিল। তেওঁলোকৰ দ্বাৰায় সেই সৰোবৰ পৰিবেষ্টিত আছিল। ২১-২২ ॥

হে মহাৰাজ, তেতিয়া দুৰ্য্যোধনৰ অনুচৰবিলাকে সেই সৰোবৰটো গন্ধৰ্ব্ববিলাকৰ দ্বাৰা পৰিবেষ্টিত দেখি দুৰ্য্যোধন য'ত আছিল তালৈ উভতি গ'লগৈ। ২৩ ॥

দুৰ্য্যোধনে সিহঁতৰ কথা শুনি যুদ্ধত অপৰাজেয় কিছুমান সৈন্য তালৈ পঠিয়াই দিলে আৰু তেওঁবিলাকক ক'লে, তোমালোকে গন্ধৰ্ব্ববিলাকক তাৰপৰা আঁতৰাই দিয়াঁগৈ। ৪ ॥

দুৰ্য্যোধনৰ কথা শুনি তেওঁৰ সেনাপতিয়ে দ্বৈত-বন সৰোবৰলৈ গৈ গন্ধৰ্ব্বসকলক ক'লেগৈ, ২৫ ॥

ধৃতৰাষ্ট্ৰৰ পুত্ৰ বলৱান্ দুৰ্য্যোধন নামৰ ৰজা বিহাৰ কৰিবৰ ইচ্ছাৰে ইয়ালৈ আহিছে। সেই কাৰণে তোমালোক ইয়াৰপৰা আঁতৰি যোৱাঁ। ২৬॥

হে নৰনাথ, এইদৰে কোৱাত গন্ধৰ্ব্বসকলে হাঁহি হাঁহি সৈন্যবিলাকক কঠোৰ-ভাৱে ক'লে, আমি স্বৰ্গবাসী গন্ধৰ্ব্ব। তোমালোকৰ অল্পবুদ্ধি ৰজা দুৰ্য্যোধনে বুজিব পৰা নাই। সেই কাৰণেহে বশীভূত মানুহৰ দৰে আমাক এই আদেশ দিছে। ২৮॥

আৰু তোমালোকো অল্পবুদ্ধি আৰু মুমূৰ্ষু লোক, ইয়াত কোনো সন্দেহ নাই। সেই কাৰণেহে বিকাৰ-গ্ৰস্ত হৈ তেওঁৰ আদেশ অনুসাৰে আমাক এইদৰে কৈছাহি। ২৯॥

য'ত কুৰুৰাজ আছে তোমালোক তৎক্ষণাৎ তালৈ যোৱা। নহ'লে আজি তোমালোক যমপুৰীলৈ যাবা। ৩০॥

গন্ধৰ্ব্বসকলে এইদৰে কোৱাত দুৰ্য্যোধনৰ সৈন্যবিলাক য'ত দুৰ্য্যোধন আছে তালৈ গ'লগৈ। ৩১॥

ইতি মহাভাৰতৰ বনপৰ্ব্বৰ অন্তৰ্গত ঘোষ-যাত্ৰা-পৰ্ব্বত গন্ধৰ্ব্ব-দুৰ্য্যোধন-সম্বাদ নামৰ চত্বাৰিংশত্যাধিক-দ্বিশততম অধ্যায়। ২৪০॥

॥ অধ্যায় ২৪১ ॥

## ॥ কৰ্ণৰ পৰাভৱ ॥

বৈশম্পায়নে ক'লে, হে মহাৰাজ জন্মেজয়, তাৰ পাছত তেওঁলোক আটাই-বিলাক লগ হৈ দুৰ্য্যোধনৰ ওচৰলৈ গৈছিল আৰু কৌৰৱসকলক কোৱা কথাবোৰ বৰ্ণনা কৰিছিল। ১॥

হে ভৰতবংশীয় জন্মেজয়, গন্ধৰ্ব্বসকলে কৌৰৱৰ সৈন্যবোৰক বাধা দিলত ধৃত-ৰাষ্ট্ৰৰ পুত্ৰ প্ৰতাপী দুৰ্য্যোধনে ক্ৰোধপূৰ্ণ হৈ সেই সৈন্যবোৰক নিৰ্দ্দেশ দিলে, ৩॥

যদি সমস্ত দেৱতাসকলেৰে সৈতে স্বয়ং ইন্দ্ৰয়ো এই অৰণ্যত খেল খেলাইছে, তথাপি মোৰ অনিষ্টকাৰী অধাৰ্ম্মিক এইসকলক শাসন কৰাঁগৈ। ৩॥

দুৰ্য্যোধনৰ কথা শুনি মহাপৰাক্ৰমী ধৃতৰাষ্ট্ৰৰ পুত্ৰসকল আৰু সহস্ৰ সহস্ৰ যুঁজাৰু-সকল অস্ত্ৰ-শস্ত্ৰেৰে সজ্জিত হ'ল। ৪॥

তেওঁলোকে সেই আটাইবিলাক গন্ধৰ্ব্বক জৰ্জ্জৰিত কৰাৰ মনেৰে মহা সিংহ-নাদেৰে দশোদিশ মুখৰিত কৰি বলেৰে বনত প্ৰৱেশ কৰিলে। ৫॥

তাৰ পাছত আন কিছুমান গন্ধৰ্ব্বই কুৰু-সৈনিকসকলক বাৰণ কৰিলে।

হে পৃথিৱীপতি জন্মেজয়, গন্ধৰ্ব্বসকলে প্ৰিয় বাক্যৰে নিষেধ কৰা সত্ত্বেও কুৰু-সৈন্য-সকল তেওঁলোকক অৱজ্ঞা কৰি সেই প্ৰকাণ্ড অৰণ্যলৈ সোমাই গ'ল। ৬-৭॥

ৰজা দুৰ্য্যোধন প্ৰভৃতি ধৃতৰাষ্ট্ৰৰ পুত্ৰসকল বাক্যৰে ক্ষান্ত নোহোৱাত আকাশ-বিহাৰী সেই গন্ধৰ্ব্বসকলে চিত্ৰসেনক জনালেগৈ। ৮॥

গন্ধৰ্ব্বৰ ৰজা চিত্ৰসেনে শুনি পৰম ক্ৰুদ্ধ হৈ কৌৰৱসকলক লক্ষ্য কৰি তেওঁ-লোক সকলোকে ক'লে, অনাৰ্য্য-সাচইতক দমন কৰাগৈ। ৯॥

হে ভৰতবংশীয় জন্মেজয়, চিত্ৰসেনৰ আদেশ পাই গন্ধৰ্ব্বসকলে অস্ত্ৰ-শস্ত্ৰ লৈ ধৃতৰাষ্ট্ৰৰ পুত্ৰসকলৰ ফালে লৰি আহিল। ১০॥

অস্ত্ৰ-শস্ত্ৰৰে সাজু হৈ গন্ধৰ্ব্বসকলক অকস্মাৎ অৱতীৰ্ণ হোৱা দেখি দুৰ্য্যোধনক এৰি থৈ কৌৰৱ-সৈন্যসকল দশোদিশে পলাবলৈ ধৰিলে। ১১॥

ধৃতৰাষ্ট্ৰৰ পুত্ৰসকল পৃষ্ঠভঙ্গ দি পলাই যাবলৈ ধৰা সত্ত্বেও ৰাধানন্দন বীৰ কৰ্ণ পৰাঙ্মুখ হোৱা নাছিল। ১২॥

গন্ধৰ্ব্বৰ বৃহৎ সৈন্য-বাহিনীয়ে আক্ৰমণ কৰা দেখি তেওঁ মহা শৰ-বৃষ্টিৰে সিহঁতক বাধা প্ৰদান কৰিছিল। ১৩॥

অৰ্দ্ধচন্দ্ৰ আকৃতিৰ সুতীক্ষ্ণ শৰসমূহেৰে, ভল্ল নামৰ অস্ত্ৰবোৰেৰে আৰু লোৰে নিৰ্ম্মিত শিতৰ দাঁতৰ দৰে চোকা বৎসদন্ত নামৰ অস্ত্ৰৰাজিৰে সূত-নন্দন মহাৰথী কৰ্ণই শত-শত গন্ধৰ্ব্বক হেলাৰঙে বাণবিদ্ধ কৰি তেওঁলোকৰ উত্তম অঙ্গবোৰ (শিৰোদেশ) মাটিত বগৰাই অলপ সময়ৰ ভিতৰতেই চিত্ৰসেনৰ সৈন্য-বাহিনীক জৰ্জ্জৰিত কৰিলে। ১৩-১৫॥

বুদ্ধিমান সূত-পুত্ৰৰ দ্বাৰা গন্ধৰ্ব্বসকল নিহত হবলৈ ধৰাৰ লগে লগে কেয়ো-পিনৰপৰা আকৌ শত-শত, সহস্ৰ-সহস্ৰ গন্ধৰ্ব্ব উপস্থিত হ'লহি। মুঠ কথা, প্ৰচণ্ড-বেগেৰে অৱতীৰ্ণ হোৱা চিত্ৰসেনৰ সৈনিকেৰে ক্ষন্তেকৰ ভিতৰতে পৃথিৱীখন গন্ধৰ্ব্বেৰে ভৰপূৰ হৈ পৰিল। ১৬-১৭॥

ইয়াৰ পাছত ৰজা দুৰ্য্যোধন, সুবলতনয় শকুনি, দুঃশাসন, বিকৰ্ণ, আৰু ধৃত-ৰাষ্ট্ৰৰ আন আন পুত্ৰসকলে গৰুড়ৰ ধ্বনিৰ নিচিনা শব্দিত ৰথবোৰেৰে সেই গন্ধৰ্ব্ব সৈন্যবোৰ নিধন কৰিলে। ১৮॥

ইয়াৰ পাছত কৰ্ণক আগত লৈ পুনাই যুদ্ধ আৰম্ভ কৰিলে। বৃহৎ ৰথবোৰ একে লগ কৰি আৰু মহাৰথীসকলেৰে কৰ্ণক মাজত লৈ তেওঁলোকে গন্ধৰ্ব্বসকলক আগুৰি ধৰিলে। সেই সময়ত কৌৰৱসকলৰ লগত গন্ধৰ্ব্বসকল সম্মুখ-সংগ্ৰামত নামি প'ল। ১৯-২০॥

তাৰ পাছত লোমহৰ্ষক তুমুল যুদ্ধ চলিল। শৰেৰে নিপীড়িত গন্ধৰ্ব্বসকল জৰ্জ্জৰিত হ'ল। গন্ধৰ্ব্বসকল পীড়িত হোৱা দেখি কৌৰৱসকলে উচ্চ নিনাদ কৰি-বলৈ ধৰিলে। ২১-২২॥

গন্ধৰ্ব্বসকলে ভয় খোৱা দেখি চিত্ৰসেনে সহিব নোৱাৰিলে। তেওঁ কৌৰৱ-সকলক বধ কৰিবলৈ মন কৰি খঙেৰে আসনৰপৰা জঁপিয়াই পৰিল। ২৩॥

তাৰ পাছত বিচিত্ৰ কৌশলবোৰত অভিজ্ঞ চিত্ৰসেনে মায়াময় অস্ত্ৰ ধাৰণ কৰি যুঁজিবলৈ ধৰিলে। কৌৰৱসকল চিত্ৰসেনৰ সেই মায়াৰ দ্বাৰা মোহিত হ'ল। ২৪॥

হে ভৰতবংশীয় জন্মেজয়, সেই সময়ত দুৰ্য্যোধনৰ এজন এজন যুঁজাৰু দহোটা দহোটা গন্ধৰ্ব্বৰে সৈতে সমৰত সন্মুখীন হব লগীয়া হৈছিল। ২৫॥

তাৰ পাছত, হে নৰপতি, সেই সমৰত বিপুল সৈন্যবাহিনীৰ দ্বাৰা ৰণ-পীড়িত সেই কৌৰৱ-বাহিনী আৰু কৌৰৱসকলৰ ভিতৰৰ জীয়াই থাকিবলৈ ইচ্ছা কৰা লোকসকল যুদ্ধত সন্ত্ৰস্ত হৈ পলাই গ'ল। ২৬॥

হে ৰজা জন্মেজয়, দুৰ্য্যোধনৰ সেনাবোৰ ছিন্ন-ভিন্ন হৈ চাৰিওফালে পলাবলৈ ধৰা সত্ত্বেও সূৰ্য্যনন্দন কৰ্ণ অচল-অটল পৰ্ব্বতৰ দৰে স্থিৰ হৈ থাকিল। ২৭॥

দুৰ্যোধন, তেজস্বী কৰ্ণ আৰু সুবলতনয় শকুনিয়ে সমৰত ক্ষত-বিক্ষত হৈ গন্ধৰ্ব্ব-সকলৰ লগত যুঁজিলে। ২৮॥

হত্যা কৰিবলৈ ইচ্ছুক শত-শত, সহস্ৰ সহস্ৰ গন্ধৰ্ব্ব একত্ৰিত হৈ ৰণত কৰ্ণক আক্ৰমণ কৰিছিল। ২৯॥

মহা পৰাক্ৰমী গন্ধৰ্ব্বসকলে পট্টিশ, ত্ৰিশূল, অসি আৰু গদাৰে সুতপুত্ৰক বধ কৰা কামনাৰে চাৰিওফালৰপৰা আগুৰি ধৰিলে। ৩০॥

কিছুমানে ৰথৰ অঙ্গ-প্ৰত্যঙ্গ ছেদন কৰিলে; কেইজনমানে ৰথৰ পতাকা পেলাই দিলে; কিছুমানে ৰথদণ্ড আৰু ঘোঁৰাবোৰ ৰগৰাই দিলে আৰু আন কিছুমানে সাৰথিক তললৈ পেলাই দিলে। ৩২॥

কিছুমানে ৰথৰ ছত্ৰ আৰু গোপনীয় স্থান নষ্ট কৰিলে। আন কিছুমানে ৰথৰ বান্ধবোৰ খুলাই দিলে। পৰিশেষত বহু সহস্ৰ গন্ধৰ্ব্বই ৰথখন তিল-তিলকৈ খণ্ড-বিখণ্ড কৰিলে। ৩৩॥

তাৰ পাছত সূতপুত্ৰ কৰ্ণই খড়্গ-চৰ্ম্ম ধাৰণ কৰি, নিজ-ৰথৰপৰা জঁপিয়াই পৰি ততালিকে বিকৰ্ণৰ ৰথত উঠি আত্মৰক্ষাৰ কাৰণে ঘোঁৰা কেইটা খেদিলে।৩৪॥

ইতি মহাভাৰতৰ বনপৰ্ব্বৰ অন্তৰ্গত ঘোষ-যাত্ৰা-পৰ্ব্বত কৰ্ণৰ পৰাভৱ নামৰ একচত্বাৰিংশত্যধিক-দ্বিশততম অধ্যায়। ২৪১॥

॥ অধ্যায় ২৪২ ॥

## ॥ দুৰ্য্যোধনাদি-হৰণ ॥

বৈশম্পায়নে ক'লে, হে মহাৰাজ জন্মেজয়, মহাৰথী কৰ্ণ গন্ধৰ্ব্বসকলৰ দ্বাৰা পৰাজিত হ'লত দুৰ্য্যোধনৰ চকুৰ আগতেই সমস্ত কৌৰৱ সৈন্যবাহিনী পলাই দিহা-দিহি গ'ল ॥ ১ ॥

কৌৰৱ-পক্ষীয় সেই আটাইবিলাকেই পৃষ্ঠভঙ্গ দি পলাবলৈ ধৰা লক্ষ্য কৰিও মহাৰাজ দুৰ্য্যোধন সেই ৰণত পৰাঙ্মুখ হোৱা নাছিল । ২ ॥

গন্ধৰ্ব্বৰ বিপুল বাহিনীয়ে আক্ৰমণ কৰা দেখি শত্ৰুদমনকাৰী তেওঁ মহৎ শৰবৃষ্টিৰে চাৰিও ফাল আবৰি পেলালে । ৩ ॥

গন্ধৰ্ব্বসকলে সেই শৰ-বৰ্ষণক গণ্য নকৰি দুৰ্য্যোধনক হত্যা কৰিবলৈ ইচ্ছুক হৈ তেওঁৰ ৰথখন চাৰিওপিনৰপৰা আগুৰি পেলালে । ৪ ॥

ৰথৰ অঙ্গ-প্ৰত্যঙ্গ, ৰথদণ্ড, ৰথৰ গুপ্তস্থান, ধ্বজ, সাৰথি, অশ্বসমূহ, ত্ৰিবেণু (বাঁহ তিনিডাল) আৰু ৰথত থকা শয্যা—এই আটাইবোৰ শৰসমূহেৰে খণ্ড-বিখণ্ড কৰিলে । ৫ ॥

ইয়াৰ পাছত মহাবাহু চিত্ৰসেনে লৰি গৈ ৰথবিহীন হৈ ভূপাতিত হোৱা দুৰ্য্যোধনক জীৱিত অৱস্থাতেই ধৰি লৈ গ'ল । ৬ ॥

হে ৰাজেন্দ্ৰ জন্মেজয়, তেওঁক লৈ যোৱাৰ পাছত ৰথৰ ভিতৰত থকা দুঃশাসনক গন্ধৰ্ব্বসকলে কেয়োপিনৰপৰা আগুৰি লৈ গ'ল । ৭ ॥

আন কিছুমানে বিবিংশতি-চিত্ৰসেনক, আৰু কিছুমানে বিন্দ অনুবিন্দ আৰু ৰাজমহিষীসকলক লৈ দিহা-দিহি গুচি গ'ল । ৮ ॥

গন্ধৰ্ব্বসকলৰ দ্বাৰা দুৰ্য্যোধনৰ সৈন্যবাহিনী আক্ৰান্ত (পীড়িত) হ'ল । তেতিয়া আগেয়ে পলাই যোৱা কৌৰৱ-সৈন্যবোৰ লগ লাগি পাণ্ডৱসকলৰ ওচৰ পালেগৈ । ৯ ॥

মহীপতি দুৰ্য্যোধনক নিবলৈ ধৰাত কৌৰৱ-পক্ষীয় শকট-আৰোহী (গাড়োৱান), পণ্য বা পটহৰ মালিক আৰু যান-বাহন চলাওঁতা—এই আটাইবিলাকেই পাণ্ডৱ-সকলৰ শৰণাপন্ন হ'ল । ১০ ॥

সৈনিকসকলে ক'লে, হে মহাবাহু যুধিষ্ঠিৰ, প্ৰিয়দৰ্শন ধৃতৰাষ্ট্ৰৰ পুত্ৰ পৰাক্ৰমী

ৰজা দুৰ্য্যোধন গন্ধৰ্ব্বসকলৰ দ্বাৰা অপহৃত হৈছে। হে পাণ্ডৱসকল, তেওঁলোকে তেওঁক অনুসৰণ কৰক। ১১ ॥

দুৰ্ব্বিসহ দুঃশাসন, দুৰ্জ্জয় দুৰ্ম্মুখ আৰু ৰাজমহিষীসকলক বান্ধি গন্ধৰ্ব্বসকলে অপহৰণ কৰি লৈ গৈছে। ১২ ॥

ৰাজ-কল্যাণ-কামনাকাৰী দুৰ্য্যোধনৰ মন্ত্ৰীসকল এনেকৈ কাতৰ স্বৰেৰে আৰ্ত্তনাদ কৰি যুধিষ্ঠিৰৰ ওচৰ চাপিল। ১৩ ॥

সেইদৰে যুধিষ্ঠিৰৰ ওচৰত সাহায্য-ভিক্ষাৰী হোৱা দুৰ্য্যোধনৰ ব্যথিত বৃদ্ধ মন্ত্ৰী-সকলক ভীমসেনে মনত লগাকৈ কবলৈ ধৰিলে, ১৪ ॥

হাতী-ঘোঁৰা সংগ্ৰহ কৰি বহুত অশেষ চেষ্টা কৰি আমি যি কাম কৰিলো-হেঁতেন, তাক গন্ধৰ্ব্বসকলে সম্পন্ন কৰিলে। ১৫ ॥

মনেৰে এক প্ৰকাৰে প্ৰতিষ্ঠিত হৈ থাকিব খোজা ইইতৰ পৰিণাম অন্যপ্ৰকাৰৰ হ'ল। ই কপট-পাশাখেলত অভিজ্ঞ ৰজা ধৃতৰাষ্ট্ৰৰ কুমন্ত্ৰণাৰ পৰিণাম। ১৬ ॥

অক্ষম-অসমৰ্থ লোকক হিংসা কৰোঁতাজনক আন লোকে নাশ কৰে—এই কথা আমাৰ জনা আছে। ১৭ ॥

সৌভাগ্যক্ৰমে জগতত আমাৰ কুশল-কামনাকাৰী লোক আছে। তেওঁৱেই নিশ্চেষ্টভাৱে বহি থকা আমাৰ পৰিণামত সুখ-দায়ক এই ভাৰ বহন কৰিলে। ১৮ ॥

সুখত থকা দুৰ্ম্মতিয়ে শীত, বতাহ আৰু ৰ'দৰ তাপ সহ্য কৰি তপস্যাৰ দ্বাৰা ক্ষীণ হৈ পৰা বিষম অৱস্থাত থকা আমাক চাবলৈ ইচ্ছা কৰিছিল। ১৯ ॥

দুৰাত্মা অধাৰ্ম্মিক কুৰুনন্দন দুৰ্য্যোধনৰ চৰিত্ৰ যিসকলে অনুসৰণ কৰে, তেওঁ-লোক সময়ত পৰাভৱৰ সন্মুখীন হয়। ২০ ॥

যিজনে এই কুমন্ত্ৰণা-শিক্ষা দিছে তেওঁ পাপ কাৰ্য্য সাধন কৰিছে। সেই কাৰণে আপোনাসকলক খোলাখুলিকৈ কওঁ, কুন্তী-পুত্ৰসকল সদায় নিষ্ঠুৰতাবিহীন। ২১ ॥

ভীমে খঙত জ্বলি-পকি কৌৰৱসকলক এইদৰে কঠোৰ বাক্যেৰে সম্বোধন কৰা দেখি ৰজা যুধিষ্ঠিৰে—এইটো কৰ্কশতা-প্ৰয়োগৰ সময় নহয়—বুলি বুজাবলৈ ধৰিলে। ২২ ॥

ইতি মহাভাৰতৰ বনপৰ্ব্বৰ অন্তৰ্গত ঘোষ-যাত্ৰা-পৰ্ব্বত দুৰ্য্যোধনাদি-হৰণ নামৰ দ্বিচত্বাৰিংশত্যধিক-দ্বিশততম অধ্যায়। ২৪২ ॥

॥ অধ্যায় ২৪৩ ॥

## ॥ দুৰ্য্যোধন-মোচনৰ অনুজ্ঞা ॥

যুধিষ্ঠিৰে ক'লে, বোপা, ভয়ত কাতৰ হৈ আশ্ৰয়-ভিক্ষাৰীৰূপে আমাৰ ওচৰ চপা, বিষম দুৰৱস্থাত পৰা কৌৰৱসকলক তুমি এনেকৈ কিয় কৈছা? ১॥

হে বৃকোদৰ, জ্ঞাতিবৰ্গৰ ভিতৰত ভেদ-সৃষ্টি থাকে হাই-কাজিয়া হয়। লগে লগে শত্ৰুভাৱও আচৰণ কৰা হয়, কিন্তু সেইবোৰৰ দ্বাৰা ক্ষত্ৰিয়ৰ কুলধৰ্ম্ম নাশ নহয়। ২॥

কিন্তু যেতিয়া বাহিৰৰ আন কোনোবাই জ্ঞাতি-ভাইসকলৰ বংশৰ ওপৰত হস্তক্ষেপ কৰিবলৈ ইচ্ছা কৰে, তেতিয়া বাহিৰৰ পৰাভৱক সাধুসকলে কেতিয়াও ক্ষমা নকৰে। ৩॥

এই দুৰ্ম্মতি দুৰ্য্যোধনে আমি বহুকাল ইয়াত বাস কৰা বুলি জানে। সি এইদৰে আমাক অৱজ্ঞা কৰিবলৈ আহি এই অপ্ৰিয় কাৰ্য্য কৰিছে। ৪॥

হে বীৰ, গন্ধৰ্ব্বই দুৰ্য্যোধনক বলেৰে লৈ যোৱাত আৰু বাহিৰৰ লোকৰ পৰা আমাৰ তিৰোতাসকলৰ এই অপমানত আমাৰ জ্ঞাতি-কুল ভ্ৰষ্ট হয়। ৫॥

আশ্ৰয়-ভিক্ষাৰীসকলৰ পৰিত্ৰাণৰ কাৰণে আৰু আমাৰ বংশ-গৌৰৱ ৰক্ষাৰ নিমিত্তে, হে নৰবীৰসকল, উদ্যুক্ত হোৱা; সাজু হোৱা, পলম নকৰিবা। ৬॥

অৰ্জ্জুন, যমজ নকুল-সহদেৱ আৰু হে বীৰ, তুমি কাৰো হাতত পৰাজিত নোহোৱা। হে নৰশ্ৰেষ্ঠসকল, গন্ধৰ্ব্বসকলৰ হাতৰ পৰা দুৰ্য্যোধনক তোমালোকে মুক্ত কৰা। ৭॥

হে নৰ-বীৰসকল, নানাধৰণৰ অস্ত্ৰ-শস্ত্ৰেৰে ভৰপূৰ, সোণৰ ধ্বজাযুক্ত এই-বোৰ ৰাহকবনীয়া উজ্জ্বল ৰথ ধৃতৰাষ্ট্ৰৰ পুত্ৰসকলৰ। ৮॥

ইন্দ্ৰসেন প্ৰভৃতি সাৰথিসকলে অস্ত্ৰ-শস্ত্ৰেৰে সজ্জিত হৈ উঠি থকা নিত্য-সজ্জিত আৰু প্ৰবল ধ্বনি-মুখৰিত এই ৰথবোৰত তোমালোক আৰোহণ কৰা। ৯॥

এইবোৰত আৰোহণ কৰি সমৰক্ষেত্ৰত গন্ধৰ্ব্বসকলেৰে সৈতে যুদ্ধ কৰিবলৈ যত্নবান হোৱা আৰু কোনো সঙ্কোচ নকৰাকৈ সাৱধানেৰে দুৰ্য্যোধনৰ মোচনৰ বাবে প্ৰযত্ন কৰা। ১০॥

বৃকোদৰ, যি কোনো ক্ষত্ৰিয়ই আশ্ৰয়ৰ কাৰণে সন্মুখত উপস্থিত হোৱা লোকক চৰম শক্তি প্ৰয়োগ কৰিও সৰ্ব্বপ্ৰকাৰে ৰক্ষা কৰে, তোমাৰতো কথাই নাই। ১১॥

কৃতাঞ্জলি-পৰায়ণ, শৰণাপন্ন শত্ৰুকো দেখি স্থিৰভাৱেৰে 'যোদ্ধা' বুলি নিৰাপদে পঠিয়াই দিয়া মহান ব্যক্তিহে শৰণাগতৰ ৰক্ষক হ'ব পাৰে। ১২ ॥

হে পাণ্ডুনন্দন, প্ৰাৰ্থনামতে দান, ৰাজ-কৰ্ম্ম, পুত্ৰৰ জন্ম আৰু শত্ৰুৰ মোচন— এইবোৰ দুঃখসাধ্য; অকল শত্ৰুৰ মোচন আন তিনিবিধৰ সমান। ১৩ ॥

দুৰ্য্যোধনে শৰণাপন্ন হৈ তোমালোকৰ বাহু-বলক আশ্ৰয় কৰি জীৱন-কামনা কৰিছে, ইয়াতকৈ অধিক কি হ'ব পাৰে? ১৪ ॥

হে বীৰ বৃকোদৰ, যদি মোৰ যজ্ঞ আৰম্ভ নহ'লহেঁতেন, তেন্তে মই নিজেই এই কামত বাধা সগ্ৰসৰ হ'লোহেঁতেন। এই বিষয়ে বিচাৰৰ কোনো অৱকাশ নাই। ১৫ ॥

হে ভীম, প্ৰথমে প্ৰীতি-বাক্যেৰে দুৰ্য্যোধনক মুক্ত কৰিবলৈ যত্ন কৰিবা। তাৰ পাছতহে সৰ্ব্বপ্ৰকাৰৰ কৌশলেৰে চেষ্টা কৰিবা। ১৬ ॥

সেই গন্ধৰ্ব্বৰাজ চিত্ৰসেন যদি প্ৰীতি-বচনেৰে প্ৰবোধিত নহয়, তেন্তে যুদ্ধ পৰাক্ৰমেৰে সুযোধনক (দুৰ্য্যোধনক) মুক্ত কৰিবা। ১৭ ॥

ইয়াৰ পাছত, হে ভীম, যদি সহজ যুদ্ধেৰে তেওঁ কৌৰৱসকলক ত্যাগ নকৰে, তেন্তে নানা কৌশলেৰে প্ৰতিদ্বন্দ্বীসকলক দমন কৰি সেই কৌৰৱসকলক মুক্ত কৰা উচিত হব। ১৮ ॥

হে ভৰতবংশীয় বৃকোদৰ, যজ্ঞ-সম্বন্ধীয় বহু কাৰ্য্য কৰিব লগীয়া হৈ থকা অৱস্থাত মই তোমালোকক ইমানখিনিহে নিৰ্দ্দেশ দিবলৈ অসমৰ্থ। ১৯ ॥

বৈশম্পায়নে ক'লে, অজাতশত্ৰু যুধিষ্ঠিৰৰ কথা শুনি অৰ্জ্জুনে কৌৰৱসকলক মোচন কৰা সম্পৰ্কে শ্ৰেষ্ঠজনৰ বাক্য মানি ল'লে। ২০ ॥

অৰ্জ্জুনে ক'লে, যদি প্ৰীতি-বাক্যেৰে গন্ধৰ্ব্বসকলে ধৃতৰাষ্ট্ৰৰ পুত্ৰসকলক সমৰ্পণ নকৰে, তেন্তে আজি গন্ধৰ্ব্বৰাজৰ জন্মভূমিয়ে ৰক্তপান কৰিব। ২১ ॥

হে ৰজা, সত্যবাদী অৰ্জ্জুনৰ সেই প্ৰতিজ্ঞা শুনি কৌৰৱসকলৰ মনলৈ উৎসাহ আহিল। ২২ ॥

ইতি মহাভাৰতৰ বনপৰ্ব্বৰ অন্তৰ্গত ঘোষ-যাত্ৰা-পৰ্ব্বত দুৰ্য্যোধন-মোচনৰ অনুজ্ঞা নামৰ ত্ৰিচত্বাৰিংশত্যধিক-দ্বিশততম অধ্যায়। ২৪৩ ॥

॥ অধ্যায় ২৪৪ ॥

## ॥ পাণ্ডৱ আৰু গন্ধৰ্বৰ যুদ্ধ ॥

বৈশম্পায়নে ক'লে, যুধিষ্ঠিৰৰ কথা শুনি ভীমসেন প্ৰভৃতি পুৰুষশ্ৰেষ্ঠ পাণ্ডৱসকল হাঁহিমুখেৰে থিয় হ'ল। ১ ॥

হে ভৰতবংশীয় জন্মেজয়, তাৰ পাছত মহাৰথী পাণ্ডৱসকলে সুবৰ্ণ-খচিত বিচিত্ৰ কৱচবোৰ ধাৰণ কৰিলে। ২ ॥

তেওঁলোকে নানাতৰহৰ দিব্য-অস্ত্ৰ হাতত ল'লে। আটায়ে পতাকা আৰু ধনু-শৰ লৈ ৰথেৰে সজ্জিত হ'ল। ৩ ॥

সেই সময়ত পাণ্ডৱসকলক উজ্জ্বল অনলৰ দৰে দেখা গৈছিল। বেগৱন্ত অশ্ব-বোৰেৰে সংযুক্ত সুসজ্জিত ৰথবোৰত উঠি ৰথীশ্ৰেষ্ঠ পাণ্ডৱসকল ততাতৈয়াকৈ সেই ঠাইৰপৰা যাত্ৰা কৰিলে। তাৰ পিছ মুহূৰ্তত কৌৰৱৰ সৈন্যসকলৰ মাজত আনন্দৰ জয়ধ্বনি প্ৰাদুৰ্ভূত হৈছিল। ৪-৫ ॥

মহাৰথী পাণ্ডু-পুত্ৰসকলক একেলগে যোৱা দেখি জয়ৰ কাৰণে ব্যাকুল গগন-গামী গন্ধৰ্ব মহাৰথীসকল নিৰ্ভীকভাৱে তাঁৰ গতিৰে খন্তেকৰ ভিতৰতেই সেই বনলৈ আহিছিল; কিন্তু অলপ পাছত সেই জয়োন্মত্ত গন্ধৰ্বসকল নিৰাশ হ'ল। ৬-৭ ॥

লোকপালসকলৰ দৰে উদাত্ত হৈ ৰণক্ষেত্ৰত অৱতীৰ্ণ হোৱা সেই চাৰিওজন বীৰ পাণ্ডৱক ৰথৰ ওপৰত বিৰাজিত দেখি গন্ধমাদনবাসী গন্ধৰ্বসকলে ব্যূহ ৰচনা কৰি অৱস্থান কৰিলে। ৮-৯ ॥

হে ভৰতবংশীয় জন্মেজয়, জ্ঞানী নৰপতি ধৰ্মপুত্ৰ যুধিষ্ঠিৰৰ কথা অনুসাৰে ক্ৰমে মৃদু যুদ্ধ চলিবলৈ ধৰিলে; কিন্তু সেই সময়ত গন্ধৰ্ব-ৰাজৰ মূঢ় সৈনিকসকলক কোনো মৃদু যুদ্ধ কাৰ সুবুদ্ধিলৈ আনিব পৰা নগ'ল। ১০-১১ ॥

তাৰ পাছত শত্ৰু-সন্তাপক সব্যসাচী অৰ্জুনে সেই গগনবিহাৰী অদম্য গন্ধৰ্ব-সকলক যুদ্ধক্ষেত্ৰত সান্ত্বনাসূচক এই কথা ক'লে, মোৰ ভাই সুযোধনক তোমা-লোকে পৰিত্যাগ কৰা। ১২ ॥

যশস্যাশালী পাণ্ডুনন্দন অৰ্জুনে এইদৰে কোৱাত তেওঁলোকে খিল্‌খিলকৈ হাঁহি পাৰ্থক ক'লে, বোপা, এই পৃথিৱীত আমি অকল এজনৰ কথাহে মানি চলোঁ। মাথোন তেওঁৰেই শাসন মানি দুঃখ-কষ্টৰ হাত সাৰি ফুৰি ফুৰোঁ। ১৩-১৪ ॥

হে ভৰতবংশীয় অৰ্জ্জুন, অকল তেওঁৰ আদেশমতে আমি চলোঁ। সেই দেৱৰাজ ইন্দ্ৰৰ বাহিৰে আমাৰ আন কোনো শাসক নাই। ১৫ ॥

গন্ধৰ্ব্বসকলে এইদৰে কোৱাত কুন্তীপুত্ৰ ধনঞ্জয়ে গন্ধৰ্ব্বসকলক পুনাই এই প্ৰত্যুত্তৰ দিলে, ১৬ ॥

গন্ধৰ্ব্বৰাজৰ পৰনাৰী-ধৰ্ষণ আৰু মানৱৰ লগত সংস্পৰ্শ—এই ঘৃণনীয় কাম কেতিয়াও সমীচীন নহয়। ১৭ ॥

ধৰ্ম্মৰাজৰ আদেশমতে ধৃতৰাষ্ট্ৰৰ এই মহা পৰাক্ৰমী পুত্ৰসকলক আৰু এওঁলোকৰ ভাৰ্য্যাসকলক তোমালোকে পৰিত্যাগ কৰাঁ। ১৮ ॥

হে গন্ধৰ্ব্বসকল, যদি ধৃতৰাষ্ট্ৰৰ পুত্ৰসকলক প্ৰীতি-বাক্যেৰে সন্তুষ্ট হৈ পৰিত্যাগ নকৰাঁ, তেন্তে মই নিজেই বিক্ৰম প্ৰকাশেৰে দুৰ্য্যোধনক মুক্ত কৰিম। ১৯ ॥

পৃথানন্দন সব্যসাচী ধনঞ্জয়ে এইদৰে কৈ প্ৰত্যেক গন্ধৰ্ব্বৰ প্ৰতি সুতীক্ষ্ণ বাণ নিক্ষেপ কৰিলে। ২০ ॥

সেইদৰে উৎকট বলবান গন্ধৰ্ব্বসকলে পাণ্ডৱসকলৰ প্ৰতিও বাণ বৰ্ষিলে; পাণ্ডৱসকলেও স্বৰ্গবাসী গন্ধৰ্ব্বসকলক বাণ-বৰিষণেৰে আৱৰি পেলালে। ২১ ॥

হে ভৰতবংশীয় জন্মেজয়, তাৰ পাছত ক্ষিপ্ৰবেগী গন্ধৰ্ব্বসমূহ আৰু ভীষণ বেগশালী পাণ্ডৱসকলৰ ভিতৰত তুমুল যুদ্ধ লাগিল। ২২ ॥

ইতি মহাভাৰতৰ বনপৰ্ব্বৰ অন্তৰ্গত ঘোষ-যাত্ৰা-পৰ্ব্বত পাণ্ডৱ আৰু গন্ধৰ্ব্বৰ যুদ্ধ নামৰ চতুশ্চত্বাৰিংশত্যধিক-দ্বিশততম অধ্যায়। ২৪৪ ॥

## ॥ অধ্যায় ২৪৫ ॥

# ॥ গন্ধৰ্ব্বৰ পৰাজয় ॥

বৈশম্পায়নে ক'লে, তাৰ পাছত দিব্য অস্ত্ৰধাৰী আৰু সোণৰ মালা পৰিধানকাৰী গন্ধৰ্ব্বসকলে প্ৰদীপ্ত শৰ নিক্ষেপ কৰি চাৰিও দিশ আৱৰি পেলালে। ১ ॥

বীৰ পাণ্ডৱ চাৰিগৰাকী আৰু হাজাৰ-হাজাৰ গন্ধৰ্ব্ব ৰণত নামি গৈছিল। হে ৰজা জন্মেজয়, সেই ঘটনা আশ্চৰ্য্যজনক যেন হৈ পৰিছিল। ২ ॥

গন্ধৰ্ব্বসকলে কৰ্ণ আৰু দুৰ্য্যোধনৰ ৰথ শতধা-বিখণ্ড কৰিছিল। সেইদৰে তেওঁলোকে চাৰি পাণ্ডৱৰ ৰথো আচ্ছাদিত কৰিছিল। ৩ ॥

হে মহাৰাজ, ৰণক্ষেত্ৰত অৱতীৰ্ণ হোৱা শত-শত গন্ধৰ্ব্বক পুৰুষপ্ৰবীৰ পাণ্ডৱসকলে বহুবাৰ ঠেকত পেলাইছিল। ৪ ॥

চাৰিওপিনে বাণ-বৰিষণেৰে ভেদেলি-ভেদেলি হৈ শূন্যত বিচৰণকাৰী গন্ধৰ্বসকল পাণ্ডুপুত্ৰসকলৰ আগত থিয়েৰে থাকিব নোৱাৰিলে ।৫॥

তেতিয়া অৰ্জুনে খঙত জ্বলি-পকি অতিক্ৰুদ্ধ গন্ধৰ্বসকলৰ প্ৰতি লক্ষ্য কৰি দিব্য মহা অস্ত্ৰবোৰ নিক্ষেপ কৰিবলৈ আৰম্ভ কৰিলে ।৬॥

বলোদ্দীপ্ত অৰ্জুনে সমৰত আগ্নেয় অস্ত্ৰেৰে সহস্ৰ-সহস্ৰ গন্ধৰ্বৰ হেজাৰ-বিজাৰ সৈন্যক যমৰ পুৰীলৈ পঠিয়ালে ।৭॥

হে মহাৰাজ, বলশালীসকলৰ ভিতৰত শ্ৰেষ্ঠ মহাধনুৰ্দ্ধৰ ভীমে সুতীক্ষ্ণ শৰসমূহেৰে ৰণত শত-শত গন্ধৰ্বক বধ কৰিলে ।৮॥

হে ৰজা জন্মেজয়, মহাবলী মাদ্ৰীপুত্ৰ নকুল-সহদেৱেও যুদ্ধত আসক্ত হৈ সম্মুখত পোৱা শত-শত শত্ৰু বিনাশ কৰিলে ।৯॥

মহাৰথী পাণ্ডৱসকলৰ দ্বাৰা দিব্য-অস্ত্ৰবোৰেৰে নিহত হ'বলৈ ধৰা গন্ধৰ্বসকলে ধৃতৰাষ্ট্ৰৰ পুত্ৰসকলক লৈ আকাশলৈ জঁপিয়াই উঠিল ।১০॥

সেইসকলক আকাশলৈ উঠা দেখি কুন্তীপুত্ৰ ধনঞ্জয়ে বহা-বহা শৰবোৰেৰে চাৰিও ফালে আৱৰি ৰাখিলে ।১১॥

তেওঁলোক শৰেৰে আবদ্ধ হৈ পিঞ্জৰাবদ্ধ চৰাইৰ দৰে হৈ ক্ৰোধবশতঃ গদা, শক্তি আৰু ঋষ্টি নামৰ দুমুখীয়া খড়্গ অৰ্জুনৰ ওপৰত নিক্ষেপ কৰিলে ।১২॥

অস্ত্ৰ-শস্ত্ৰত পৰম নিপুণ অৰ্জুনে সেই গদা-শক্তি আৰু ঋষ্টি খণ্ডিত কৰি বল্লমবোৰেৰে (ভল্লবোৰেৰে) গন্ধৰ্বসকলৰ শৰীৰ ক্ষত-বিক্ষত কৰিলে ।১৩॥

ওপৰৰপৰা মাটিত পৰিবলৈ ধৰা হাত-ভৰি আৰু শিৰোদেশেৰে শিলাবৃষ্টি হোৱা যেন বোধ হৈছিল । তেতিয়া শত্ৰুসকলৰ ভয় উপজিল ।১৪॥

পাণ্ডুনন্দন মহাত্মা অৰ্জুনৰ দ্বাৰা নিহত হ'বলৈ ধৰা গন্ধৰ্বসকলে অন্তৰীক্ষত (আকাশত) থাকি ভূমিষ্ঠ অৰ্জুনৰ ওপৰত শৰ বৰ্ষিষণ কৰিছিল ।১৫॥

শত্ৰুদমনকাৰী সব্যসাচীয়ে সেই শৰ-বৰ্ষণক নিজৰ অস্ত্ৰবাজিৰে বাৰণ কৰি গন্ধৰ্বসকলক পুনৰাই ভেদিছিল ।১৬॥

কুৰুবংশৰ আনন্দ-বৰ্দ্ধক অৰ্জুনে স্থূনাকৰ্ণ (স্তম্ভৰ দৰে অস্ত্ৰ-বিশেষ) ইন্দ্ৰ-জাল আৰু সূৰ্য্য-অগ্নি-চন্দ্ৰবাণ তেওঁলোকৰ ওপৰত নিক্ষেপ কৰিছিল ।১৭॥

কুন্তীপুত্ৰৰ বাণেৰে নিহত হ'বলৈ ধৰা গন্ধৰ্বসকল ইন্দ্ৰৰ বাণেৰে বিদ্ধ হোৱা দৈত্যসকলৰ দৰে অতিশয় বিষাদগ্ৰস্ত হৈছিল ।১৮॥

ঊৰ্দ্ধ গতিৰে ক্ষিপ্ৰ হ'বলৈ ধৰা গন্ধৰ্ববোৰক শৰবোৰেৰে আৰু এঁকা-বেঁকা যাবলৈ ধৰাসকলক ভল্ল নামৰ বল্লমবোৰেৰে সব্যসাচীয়ে বাধা দিছিল ।১৯

হে ভৰত-বংশধৰ, কুন্তীপুত্ৰ অৰ্জুনৰ দ্বাৰা গন্ধৰ্বসকল আহত হোৱা দেখি চিত্ৰসেনে হাতত গদা লৈ অৰ্জুনৰ কাষে খেদি গ'ল ।২০॥

গদা হাতত লৈ যুদ্ধত সম্মুখলৈ আগ বাঢ়ি অহা দেখি পাৰ্থই লোৰে তৈয়াৰী সেই গদাপাট শৰেৰে সাত খণ্ড কৰিলে ।২১॥

বাণবোৰেৰে গদাপাট খণ্ড-বিখণ্ড কৰি কটা দেখি বিদ্যাৰ বলেৰে নিজক সংগোপন কৰি তেওঁ পাণ্ডুনন্দন অৰ্জ্জুনৰ লগত যুঁজিছিল। ২২ ॥

কেয়োপিনে প্ৰয়োগ কৰা তেওঁৰ সেই দিব্য-অস্ত্ৰবোৰ অৰ্জ্জুনে দিব্য-অস্ত্ৰৰ সহায়েৰে তৎক্ষণাৎ বাৰণ কৰিলে। ২৩ ॥

মহাত্মা অৰ্জ্জুনৰ দ্বাৰা সেই প্ৰসিদ্ধ অস্ত্ৰবোৰেৰে বাধাপ্ৰাপ্ত হৈ বলৱান গন্ধৰ্ব্ব-ৰাজ মায়াৰ বলত অদৃশ্য হ'ল। ২৪ ॥

ইয়াৰ পাছত লুকাই থাকি তেওঁ প্ৰহাৰ কৰিবলৈ ধৰা লক্ষ্য কৰি অৰ্জ্জুনে আকাশগামী মন্ত্ৰপূত দিব্য-অস্ত্ৰেৰে তেওঁক তাড়না কৰিলে। ২৫ ॥

নানা ৰূপ ধৰিবলৈ সমৰ্থ কুবেৰ-বিজেতা অৰ্জ্জুন ক্ৰুদ্ধ হৈ শব্দভেদী বাণৰ সহায়েৰে অদৃশ্য অৱস্থাতে তেওঁৰ বিনাশৰ উপক্ৰম কৰিলে। ২৬ ॥

সেই অস্ত্ৰবোৰেৰে মহাত্মা অৰ্জ্জুনৰ দ্বাৰা নিহত হ'বলৈ উপক্ৰম হোৱাত তেওঁ অৰ্জ্জুনৰ সন্মুখত দেখা দি ক'লে, তেওঁ অৰ্জ্জুনৰ প্ৰিয় সখি। ২৭ ॥

চিত্ৰসেনে ক'লে, এই যুদ্ধত মোক মিত্ৰ বুলি জানিবা। ইয়াৰ পাছত সখি-য়েক চিত্ৰসেনক যুদ্ধত তেনেই দুৰ্ব্বল হোৱা লক্ষ্য কৰি পাণ্ডৱশ্ৰেষ্ঠ অৰ্জ্জুনে তেওঁৰ উন্মুক্ত অস্ত্ৰ সম্বৰণ কৰিলে। ২৮-২৯ ॥

ধনঞ্জয়ক অস্ত্ৰ সম্বৰণ কৰা দেখি আন পাণ্ডুপুত্ৰসকলেও দ্ৰুতগতিৰে চলোৱা ঘোঁৰাবোৰ, সন্ধানৰ কাৰণে সাজু কৰা শৰবোৰ আৰু হাতৰ ধনুবোৰ বন্ধ কৰিলে ।৩০॥

চিত্ৰসেন, ভীম, সব্যসাচী (অৰ্জ্জুন) আৰু যমজ নকুল-সহদেৱে পৰস্পৰৰ কুশল-বাতৰি লৈ নিজৰ নিজৰ ৰথবোৰতেই অৱস্থান কৰি থাকিল। ৩১ ॥

ইতি মহাভাৰতৰ বনপৰ্ব্বৰ অন্তৰ্গত ঘোষ-যাত্ৰা-পৰ্ব্বত গন্ধৰ্ব্বপৰাভৱ নামৰ পঞ্চচত্বাৰিংশত্যধিক-দ্বিশততম অধ্যায়। ২৪৫ ॥

॥ অধ্যায় ২৪৬ ॥

# ॥ দুৰ্য্যোধনৰ মোচন ॥

বৈশম্পায়নে ক'লে, তাৰ পাছত মহাধনুৰ্দ্ধৰ আৰু অতিশয় কান্তিমান অৰ্জ্জুনে গন্ধৰ্ব্ব-সৈন্যসমূহৰ মাজত থকা চিত্ৰসেনক হাঁহি হাঁহি সুধিলে, হে বীৰ, আপুনি কৌৰৱসকলক নিগ্ৰহ কৰাৰ উদ্দেশ্য কি? কি কাৰণে এই দুৰ্য্যোধন সপৰিবাৰে দণ্ডিত হ'ল? ১-২ ॥

চিত্ৰসেনে ক'লে, হে ধনঞ্জয়, দুৰাত্মা দুৰ্যোধন আৰু পাপী কৰ্ণৰ এই অসৎ ইচ্ছা মই স্বৰ্গলোকত থাকিয়েই জানিব পাৰিছিলোঁ। ৩ ॥

অনাথ লোকৰ দৰে নানা আলৈ-আহুকাল সহ্য কৰি বহু ঠাইত ঘূৰি-পকি সম্প্ৰতি এই বনত আপোনালোক থকা জানিবলৈ পাই দুৰ্যোধনে ভাবিছিল, সুখ-সন্তোষৰ মাজত থকা মই নানা দুঃখ-দুৰ্গতিত অৱস্থিত সেই পাণ্ডৱসকলক এবাৰ চাই লওঁ। ৪ ॥

ইহঁত যশস্যাশালিনী দ্ৰৌপদীকো উপহাস কৰিবলৈ এই ঠাই পাইছিলহি। ৫ ॥

সুৰপতি ইন্দ্ৰই ইহঁতৰ কাৰ্য্যৰ অভিপ্ৰায় জানি, মোক কৈছিল, যোৱাঁ অমাত্য-সকলেৰে সৈতে দুৰ্যোধনক বান্ধি ইয়ালৈ লৈ আহাঁগৈ। কিন্তু ভ্ৰাতৃবৰ্গেৰে সৈতে ধনঞ্জয়ক নিৰাপদে ৰাখিবা। ৬ ॥

হে পাণ্ডুনন্দন অৰ্জ্জুন, তেওঁ তোমাৰ প্ৰিয় বন্ধু আৰু তোমাক অনুশাসন দিয়াৰ উপযোগী। সেই কাৰণে দেৱৰাজৰ আদেশ অনুসাৰে মই খৰ-খৰকৈ ইয়ালৈ আহিলোঁ। ৭ ॥

এই দুৰাত্মা বদ্ধ হৈছে; মই এতিয়া সুৰালয় স্বৰ্গধামলৈ যাওঁ। ইন্দ্ৰৰ উপদেশ অনুসাৰে মই এই দুৰাত্মাক লৈ যাম। ৮ ॥

অৰ্জ্জুনে ক'লে, চিত্ৰসেন, যদি মোৰ প্ৰিয় কামনা কৰা, তেন্তে ধৰ্মৰাজৰ নিৰ্দ্দেশ অনুসাৰে আমাৰ ভাই এই দুৰ্য্যোধনক পৰিত্যাগ কৰা। ৯ ॥

চিত্ৰসেনে ক'লে, ধনঞ্জয়, ই পাপী আৰু উন্মত্ত; ই বিমোচনৰ যোগ্য নহয়। ই ধৰ্মৰাজ যুধিষ্ঠিৰ আৰু দ্ৰৌপদীৰ প্ৰবঞ্চক। ১০ ॥

কুন্তী-পুত্ৰ ধৰ্মৰাজ যুধিষ্ঠিৰে ইয়াৰ এই উদ্দেশ্য নাজানে। আচল কথা শুনি যেনে ইচ্ছা, তেনে কৰা। ১১ ॥

বৈশম্পায়নে ক'লে, তেওঁলোক আটায়ে ৰজা যুধিষ্ঠিৰৰ ওচৰলৈ গল আৰু গৈয়েই দুৰ্যোধনৰ অভিপ্ৰেত সকলো কাহিনী দাঙি ধৰিলে। ১২ ॥

যুধিষ্ঠিৰে গন্ধৰ্ব্বৰ সেই কথা শুনি দুৰ্যোধন প্ৰভৃতি সেই আটাইবোৰক তত-লিকে মুক্তি দিলে আৰু গন্ধৰ্ব্বসকলক প্ৰশংসা কৰিলে। ১৩ ॥

অমাত্য, জ্ঞাতি আৰু বন্ধুবৰ্গেৰে সৈতে এই দুৰ্ব্বৃত্ত দুৰ্যোধনক বল-বিক্ৰমী আৰু আৰু শক্তিশালী আপোনালোকে সৌভাগ্যক্ৰমে হিংসা কৰা নাই (অতি উগ্ৰদণ্ড দিয়া নাই)। ১৪ ॥

হে পূজাবৰ, গন্ধৰ্ব্বসকলে মোৰ এই মহৎ উপকাৰ সাধন কৰিলে। এই দুৰাত্মাৰ মুক্তিত মোৰ কুলৰ সম্মান ৰক্ষা পৰিল। ১৫ ॥

আপোনালোকৰ দৰ্শন পাই পৰম সন্তুষ্ট হৈছোঁ। আপোনসকলৰ অভীষ্ট কাৰ্য্য কি আছে কৰিবলৈ আদেশ দিয়ক। সকলো সজ উদ্দেশ্য সাধন কৰি শুচি যাওক, পলম কৰিব নালাগে। ১৬ ॥

ধীশক্তিসম্পন্ন যুধিষ্ঠিৰৰ অনুমতিক্ৰমে চিত্ৰসেন প্ৰভৃতি গন্ধৰ্ব্বসকল অপ্সৰাসকলেৰে সৈতে আনন্দেৰে প্ৰস্থান কৰিলে। ১৭ ॥

কৌৰৱসকলে যুদ্ধত যিসকল গন্ধৰ্ব্বক নিধন কৰিছিল, দেৱৰাজে দিব্য-অমৃত বৰ্ষণ কৰি সেই মৃত গন্ধৰ্ব্বসকলক পুনৰ্জ্জীৱিত কৰিলে। ১৮॥

ইয়াৰ পাছত সেই আত্মীয়-স্বজনসকলক আৰু ৰাজমহিষীসকলক মুক্ত কৰি আৰু তেনে দুষ্কৰ কাৰ্য্য সাধন কৰি পাণ্ডৱসকল আনন্দিত হ'ল। ১৯॥

নাৰী আৰু কুমাৰসকলেৰে সৈতে সমুদায় কুৰু-বংশীয় লোকসকলৰ সন্মানৰ পাত্ৰ হৈ সেই সময়ত মহাৰথী মহাত্মা পাণ্ডৱসকল যজ্ঞকুণ্ডৰ অগ্নিৰ দৰে শোভিত হৈছিল। ২০॥

তাৰ পাছত মুক্তি লাভ কৰা দুৰ্য্যোধনক সেই সময়ত ভায়েকসকলেৰে সৈতে একে লগে থকা যুধিষ্ঠিৰে মধমেৰে কৈছিল, বোপা, তুমাই এনে দুঃসাহস কেতিয়াও নকৰিবা। হে ভৰত-বংশধৰ, দুঃসাহসী লোকসকল সুখেৰে জীয়াই নাথাকে। ২১-২২॥

হে কুৰুনন্দন, ভ্ৰাতৃবৰ্গেৰে সৈতে তোমালোক সুখেৰে থাকাঁ। নিজ ইচ্ছামতে ঘৰলৈ যোৱাঁ ; কাৰো লগত শত্ৰুতা আচৰণ নকৰিবা। ২৩॥

বৈশম্পায়নে ক'লে, হেতিয়া পাণ্ডুপুত্ৰ যুধিষ্ঠিৰৰ অনুমতিক্ৰমে ৰজা দুৰ্য্যোধন ধৰ্ম্মপুত্ৰ যুধিষ্ঠিৰক অভিবাদন কৰি ইন্দ্ৰিয়-শক্তি বিলোপ হোৱা কাতৰ লোকৰ দৰে বিদীৰ্ণ আৰু লজ্জিত হৃদয়েৰে নিজ নগৰলৈ উভতি গ'ল। ২৪-২৫॥

কুৰু-বংশীয় দুৰ্য্যোধন গ'লত, কুন্তীপুত্ৰ বীৰ যুধিষ্ঠিৰে দ্বিজাতিসকলৰ দ্বাৰা সন্মানিত হৈ অমৰসকলৰদ্বাৰা পৰিবেষ্টিত ইন্দ্ৰৰ দৰে তাপসসকলৰ মাজত সেই দ্বৈতবনত ভায়েকসকলেৰে সৈতে আনন্দেৰে বিহাৰ কৰি থাকিল। ২৬-২৭॥

ইতি মহাভাৰতৰ বনপৰ্ব্বৰ অন্তৰ্গত ঘোষ-যাত্ৰা পৰ্ব্বত দুৰ্য্যোধনৰ মোচন নামৰ ষট্‌চত্বৰিংশত্যধিক-দ্বিশততম অধ্যায়। ২৪৬॥

॥ অধ্যায় ২৪৭ ॥

# ॥ কৰ্ণ-দুৰ্য্যোধনৰ কথোপকথন ॥

জন্মেজয়ে ক'লে, শত্ৰুসকলৰ দ্বাৰা পৰাভূত হৈ বন্ধ হোৱা আৰু তাৰ পাছত যুদ্ধেৰে মহাত্মা পাণ্ডৱসকলে মুক্তি দিয়া, অভিমানী, অতি দুৰাচাৰ, আত্মপ্ৰশংসাকাৰী, পুৰুষাল্লিৰ আত্মম্ভৰিতাৰে পাণ্ডৱসকলক অৱমাননাকাৰী, সদায় অহংকাৰী, পাপাশয় দুৰ্য্যোধনৰ হস্তিনাপুৰত প্ৰৱেশ-কাৰ্য্য মোৰ মনেৰে দুষ্কৰ-দুঃসাধ্য যেন লাগিছে। ১-৩॥

হে বৈশম্পায়ন, শোকত আকুল-প্ৰাণ আৰু লজ্জিত-হৃদয় দুৰ্য্যোধনৰ পুৰ-প্ৰৱেশৰ কথা বহলাই বৰ্ণনা কৰক। ৪॥

বৈশম্পায়নে ক'লে, ধৰ্ম্মৰাজে তেনেকৈ পঠিয়াই দিয়া ধৃতৰাষ্ট্ৰ-নন্দন দুৰ্যোধন দুঃখ আৰু লাজতে তলমূৰা হৈ যাবলৈ ধৰিলে। ৫ ॥

হাতী-ঘোঁৰা-ৰথ আৰু পদাতি—এই চাৰিবিধ অঙ্গ-বিশিষ্ট সৈন্যবাহিনীৰ দ্বাৰা অনুসৃত ৰজা দুৰ্যোধন শোকেৰে অভিভূত চিত্তেৰে নিজৰ পৰাজয়ৰ কথা ভাবি ভাবি নিজ নগৰলৈ উভতি যাবলৈ ধৰিলে। ৬ ॥

বাটত ভাল ঘাঁহ-পানী থকা ঠাইত যান-বাহনবোৰ এৰি শুভ ৰমণীয় ভূমি-ভাগত স্বেচ্ছাই প্ৰৱেশ কৰিলে। তাৰ পাছত, হাতী ঘোঁৰা আৰু পদাতি সৈন্যবোৰক যথাস্থানত ৰখালে। ৭-৮ ॥

দুৰ্যোধন অগ্নিৰ দৰে উজ্জ্বল পালেঙত যেতিয়া বহিল, তেতিয়া ৰাতিৰ শেষত তেওঁক ৰাহুৰ গৰাহৰ পৰা মুক্ত হোৱা চন্দ্ৰৰ নিচিনা দেখা গৈছিল। সেই সময়ত কৰ্ণই তেওঁৰ ওচৰ চাপি কৈছিল, ৮-৯ ॥

হে গান্ধাৰীনন্দন, সৌভাগ্যক্ৰমে তুমি জীৱিত আছা, ভাগ্যক্ৰমে আমাৰ পুনৰ্মিলন হ'ল আৰু ভাগ্যৰ বলতেই তুমি মায়াবী গন্ধৰ্ব্বসকলক পৰাজয় কৰিছা। ১০ ॥

হে কুৰুনন্দন, সৌভাগ্যক্ৰমে মই তোমাৰ জয়াভিলাষী, যুদ্ধ-ৰত, শত্ৰু-বিজয়ী মহাৰথী ভ্ৰাতৃসকলক দেখা পাইছো। ১১ ॥

তোমাৰ চকুৰ আগতেই গন্ধৰ্ব্বসকলে মোক ধাইল কৰিবলৈ খেদি যোৱাত আমাৰ ছেদেলি-ভেদেলি হোৱা সৈন্যবাহিনীক মই সুশৃঙ্খলভাৱে ৰাখিব নোৱাৰিলো। ১২ ॥

মই শৰেৰে ক্ষত-বিক্ষত আৰু নিপীড়িত হৈ পলাই গলো। হে ভৰত-বংশধৰ, কিন্তু তোমালোকক সেই অমানুষিক যুদ্ধৰপৰা নাৰী-সৈন্য আৰু বাহনেৰে সৈতে অক্ষত দেহে অহা দেখিবলৈ পাই মই অতি অদ্ভুত মানিছো। ১৩-১৪।

হে ভৰতবংশীয় মহাৰাজ, এই জগতত এনে কাম কৰা কোনো মানুহ নাই, যি কাম তুমি ভ্ৰাতৃসকলেৰে সৈতে সম্পন্ন কৰিলা। ১৫।

বৈশম্পায়নে ক'লে, কৰ্ণই এইদৰে কোৱাত ৰজা দুৰ্যোধনে সেই সময়ত চকুলো টুকি টুকি গদ্‌গদ্ স্বৰেৰে অঙ্গৰাজ কৰ্ণক ক'লে। ১৬ ॥

ইতি মহাভাৰতৰ বনপৰ্ব্বৰ অন্তৰ্গত ঘোষ-যাত্ৰা-পৰ্ব্বত কৰ্ণ-দুৰ্যোধনৰ কথোপকথন নামৰ সপ্তচত্বাৰিংশত্যধিক-দ্বিশততম অধ্যায়। ২৪৭ ॥

॥ অধ্যায় ২৪৮ ॥

## ॥ দুৰ্য্যোধনৰ বাক্য ॥

দুৰ্য্যোধনে ক'লে, হে ৰাধানন্দন কৰ্ণ, তুমি নাজানি কৈছা, গতিকে তোমাৰ কথা মই দোষযুক্ত বুলি নধৰোঁ। তুমি ভাবিছা, মই বলেৰে শত্ৰু গন্ধৰ্ব্বসকলক জয় কৰিছো। ১ ॥

হে মহাবীৰ, গন্ধৰ্ব্বসকলে বহু কাল ব্যাপি মোৰে আৰু মোৰ ভাই সকলোৰে সৈতে মহা যুদ্ধ কৰিছিল। উভয় পক্ষৰ ক্ষয় সাধন হ'ল। ২ ॥

অধিক মায়াৱী গন্ধৰ্ব্বসকলে আকাশত উঠি যেতিয়া যুঁজিবলৈ ধৰিলে, তেতিয়া আমি গগনচৰ গন্ধৰ্ব্বসকলেৰে সৈতে সমানে যুদ্ধ কৰিব নোৱাৰিলো। ৩ ॥

আমি ৰণত পৰাজিত হৈ ভৃত্য-মন্ত্ৰী, পুত্ৰ-পৰিবাৰ, সৈন্য আৰু যান-বাহনেৰে সৈতে বন্দী হলো। লগে লগে পৰম দুঃখিত আমাক উচ্চ আকাশ-পথেৰে তেওঁলোকে লৈ যাবলৈ ধৰিলে। ৪-৫ ॥

ইয়াৰ পাছত আমাৰ কিছুমান সৈনিক, মন্ত্ৰী আৰু মহাৰথীয়ে অনাশ্ৰিতক আশ্ৰয় দিওঁতা পাণ্ডৱসকলৰ ওচৰ চাপি কাতৰভাৱে ক'লে, ৬ ॥

অমাত্য, মহিষী আৰু ভ্ৰাতৃসকলেৰে সৈতে ইয়ালৈ অহা ধৃতৰাষ্ট্ৰ-পুত্ৰ ৰজা দুৰ্য্যোধনক স্বৰ্গবাসী গন্ধৰ্ব্বসকলে বন্দী কৰি লৈ গ'ল। ৭ ॥

ভাৰ্য্যাসকলেৰে সৈতে সেই নৰপতিক আপোনাসকলে মুক্ত কৰক। তেতিয়া আপোনাসকলৰ মঙ্গল হ'ব। আৰু, কুৰু-বংশীয় ললনাসকলৰ অপমান হোৱাটো উচিত নহয়। ৮ ॥

এইদৰে কোৱাৰ পাছত ধৰ্ম্মাত্মা, জ্যেষ্ঠ পাণ্ডুনন্দন যুধিষ্ঠিৰে অইন পাণ্ডুপুত্ৰ-সকলক বুজাই-বঢ়াই আমাক মোচন কৰিবলৈ আদেশ দিলে। ৯ ॥

ইয়াৰ পাছত পুৰুষশ্ৰেষ্ঠ পাণ্ডৱসকলে সেই ঠাইলৈ আহি স্বয়ং শক্তিশালী আৰু মহাৰথী হৈও প্ৰীতি বচনেৰে আমাৰ মুক্তি ভিক্ষা কৰিছিল। ১০ ॥

প্ৰিয় বাক্য অৱহেলা কৰাতো গন্ধৰ্ব্বসকলে আমাক পৰিত্যাগ নকৰাত অৰ্জ্জুন, ভীম আৰু উৎকট বলশালী দুই ভাই নকুল-সহদেৱে গন্ধৰ্ব্বসকলৰ ওপৰত বহু বাৰ শৰ-বৃষ্টি কৰিছিল। ১১ ॥

অলপ পাছতেই গগনবিহাৰী আটাইবিলাক গন্ধৰ্ব্বই ৰণ এৰি দুঃখ-শোকত কাতৰ আমাক টনা-আঁজোৰা কৰি আনন্দমনেৰে স্বৰ্গলৈ যাবলৈ ওলাল। ১২ ॥

তাৰ পাছত অমানুষিক-অদ্ভুত অস্ত্ৰবোৰ ক্ৰমশঃ ত্যাগ কৰি ধনঞ্জয়ে শৰবোৰেৰে কেয়োদিশে আকাশ আৱৰি পেলালে। ১৩॥

পাণ্ডুপুত্ৰ অৰ্জ্জুনৰ সুতীক্ষ্ণ বাণবোৰেৰে দশোদিশ আবৃত হোৱা দেখি ধনঞ্জয়ৰ বন্ধু চিত্ৰসেনে সেই সময়ত আত্ম-প্ৰকাশ কৰিলে। ১৪॥

পাণ্ডুপুত্ৰ অৰ্জ্জুনেৰে সৈতে পৰস্পৰে আলিঙ্গন কৰি চিত্ৰসেনে কুশল-বাতৰি সুধিলে। পাণ্ডৱসকলেও তেওঁৰ মঙ্গল বাতৰি ল'লে। ১৫॥

তেওঁলোক পৰস্পৰে ৰথত চাপি আৰু পৰিহিত চৰ্ম্ম নিৰ্ম্মিত বৰ্ম্ম পৰিত্যাগ কৰি পাণ্ডৱসকলেৰে সৈতে গন্ধৰ্ব্ব বীৰসকল ক'প লাগি গল। চিত্ৰসেন আৰু ধনঞ্জয়ে পৰস্পৰক সন্মান দেখুৱালে। ১৬॥

ইতি মহাভাৰতৰ বনপৰ্ব্বৰ অন্তৰ্গত ঘোষ-যাত্ৰা-পৰ্ব্বত দুৰ্য্যোধনৰ দাকা নামৰ অষ্টচত্বাৰিংশত্যধিক-দ্বিশততম অধ্যায়। ২৪৮॥

## ॥ অধ্যায় ২৪৯ ॥

# ॥ দুৰ্য্যোধনৰ অনশন ॥

শত্ৰুবীৰ-নিহন্তা অৰ্জ্জুনে যেতিয়া চিত্ৰসেনৰ ৰথত চাপি হাঁহি হাঁহি এই পৌৰুষ-যুক্ত কথা কৈছিল, ॥

হে বীৰ গন্ধৰ্ব্বশ্ৰেষ্ঠ, আপুনি মোৰ জ্ঞাতি-ভাইসকলক মুক্তি দিয়া উচিত; কাৰণ, পাণ্ডুৰ বংশধৰসকল জীয়াই থকাতে নিশ্চয় এওঁলোক ধৰ্ষণ বা অৱজ্ঞাৰ যোগ্য হ'ব নোৱাৰে। ২॥

হে কৰ্ণ, পাণ্ডুনন্দন মহাত্মা অৰ্জ্জুনে এইদৰে কোৱাত চিত্ৰসেন গন্ধৰ্ব্বই আমি মন্ত্ৰণা কৰি সুখ-সম্পদহীন পাণ্ডুপুত্ৰসকলক দুঃখাৰ্ত্ত ভাৰ্য্যাৰে সৈতে বনত চাবলৈ বুলি তালৈ ৰাওনা হোৱা কথা তেওঁৰ আগত ব্যক্ত কৰিলে। ৩-৪॥

গন্ধৰ্ব্বই তেনে কথা উচ্চাৰণ কৰিবলৈ ধৰাৰ সময়ত মই লাজেৰে অভিভূত হৈ ভূমিৰ বুকুত থকা গাঁতত প্ৰৱেশ কৰিবলৈ ইচ্ছা কৰিছিলো। ৫॥

ইয়াৰ পাছত পাণ্ডৱসকলৰ লগত গন্ধৰ্ব্বসকল যুধিষ্ঠিৰৰ ওচৰলৈ গৈ আমাৰ কু-মন্ত্ৰণা আৰু তেওঁলোকে আমাক বন্দী কৰা বৃত্তান্ত ধৰ্ম্মৰাজক জনাইছিল। ৬॥

শত্ৰুৰ হাতত বন্দী হোৱা হতভগীয়া মোক তিৰোতাৰ সন্মুখত বান্ধি বান্ধি যুধিষ্ঠিৰৰ ওচৰত উপহাৰ-ৰূপে অৰ্পণ কৰিছিল। ইয়াতকৈ নো অধিক কি দুখ হ'ব পাৰে? ৭॥

নিতৌ যিসকল মোৰ অপ্ৰিয় আৰু যিসকলৰ মই চিৰ-শত্ৰু, আজি দুৰ্বুদ্ধিয়ে আৱৰি ধৰা মোক সেইসকলে মুক্ত কৰিছে ; তেওঁলোকেই মোক জীৱন দিছে । ৮ ॥

হে বীৰ, যদি সেই মহাৰণত নিহত হলোঁহেঁতেন, তেন্তে সিয়েই মোৰ কাৰণে শ্ৰেয়স্কৰ হ'লহেঁতেন ; এনেকুৱা জীৱনৰ কোনো আৱশ্যক নাই । ৯ ॥

গন্ধৰ্ব্বৰ হাতত মৰা হ'লে পৃথিৱীত মোৰ যশস্যা বিয়পি গ'লহেঁতেন আৰু এক অক্ষয় পুণ্য লাভ কৰি ইন্দ্ৰলোকত থাকিলোঁহেঁতেন । ১০ ॥

হে নৰশ্ৰেষ্ঠসকল, আজি মোৰ মনৰ সংকল্প তোমালোকে শুনাহক । মই ইয়াতেই অনশন আৰম্ভ কৰিম ; তোমালোক ঘৰলৈ যোৱাহক । ১১ ॥

মোৰ ভ্ৰাতৃসকল নিজ নগৰলৈ যাওক ; কৰ্ণ, তুমি আৰু আন আন বন্ধু বান্ধৱ-বৰ্গই দুঃশাসনক আগত লৈ আজি স্ব-নগৰলৈ প্ৰস্থান কৰক । ১২ ॥

শত্ৰুৰ দ্বাৰা নিষ্পেষিত মই কোনধাৰে নগৰলৈ উভতি নেযাম । শত্ৰুৰ সম্মান নষ্টকাৰী আৰু সুহৃদৰ সম্মান ৰক্ষাকাৰী মই সুহৃদসকলৰ শোকদায়ক আৰু শত্ৰুবোৰৰ হৰ্ষবৰ্দ্ধক হ'লো । হস্তিনাপুৰ নগৰ পাই মই জনাধিপতি ধৃতৰাষ্ট্ৰক কি কম ? ১৩-১৪ ॥

ভীষ্ম-দ্ৰোণ-কৃপাচাৰ্য্য-অশ্বত্থামা-বিদুৰ-সঞ্জয়-বাহ্লীক-সোমদত্ত, মাননীয় আন আন বয়োবৃদ্ধ লোকসকল, পূজনীয় ব্ৰাহ্মণসকল, শিল্পীসঙ্ঘৰ মুখিয়ালসকল আৰু উদাসীন-ভাৱে জীৱন যাপনকৰা সাধু-মহন্তসকল— এই আটাইবিলাকে মোক কি ক'ব ? মইনো তেওঁলোকক কি কম ? ১৫-১৬ ॥

শত্ৰুৰ মূৰত উঠি বুকুত সেন্দাৰ বিক্ৰম প্ৰকাশ কৰি আত্মদোষত আজি স্থানচ্যুত হৈছো,—এই কথা সেইসকলক কেনেকৈ কম ? ১৭ ॥

বিনয়শূন্য লোকসকলে শ্ৰী, বিদ্যা আৰু ঐশ্বৰ্য্য লাভ কৰি বহু কাল ভাল অৱস্থাত নাথাকে । গৰ্ব-অহঙ্কাৰত উন্মত্ত মোৰো আজি তেনে হৈছে । ১৮ ॥

হায়, মই দুৰ্মতিয়ে অজ্ঞানতাবশতঃ এই অনুচিত, মনোদুঃখদায়ক, কদাচাৰ-পূৰ্ণ কাম কৰিলো আৰু সেই কাৰণে এই সঙ্কটত পৰিলো । ১৯ ॥

সেইবাবে মই অনশন আৰম্ভ কৰিম—মই জীয়াই থাকিব নোৱাৰো । শত্ৰুসকলে কষ্টেৰে উদ্ধাৰ কৰা কোন আত্মসম্মানী লোক জীয়াই থাকিব খুজিব ? ২০ ॥

মহাবিক্ৰমী পাণ্ডৱসকলে মোক অপমাননাৰ চকুৰে চাইছে । কোন সম্মানী লোকে পুৰুষত্ব বিহীন হৈ আৰু শত্ৰুবোৰৰ উপহাসৰ পাত্ৰ হৈ জীয়াই থাকিব পাৰে ? ২১ ॥

বৈশম্পায়নে ক'লে, এনে চিন্তাৰ দ্বাৰা ব্যাকুল হৈ দুৰ্য্যোধনে দুঃশাসনক ক'লে, হে ভাৰত-বংশধৰ দুঃশাসন, মোৰ এই বাক্য শুনা, ২২ ॥

মই তোমাক ৰাজ-পাটত অভিষিক্ত কৰিছো ; তুমি ৰজা হৈ কৰ্ণ আৰু শকুনিৰ দ্বাৰা সংৰক্ষিত এই বিশাল পৃথিৱী শাসন কৰা । ২৩ ॥

ইন্দ্ৰই দেৱতাসকলক পালন কৰাৰ দৰে তুমিও ভ্ৰাতৃবৃন্দক বিশ্বাসেৰে পালন কৰা। আমাৰ বন্ধু-বান্ধৱসকলেও ইন্দ্ৰৰ ওচৰত দেৱতাসকলৰ দৰে জীৱন যাপন কৰক।২৪॥

তুমি নির্দোষভাৱে সদায় ব্ৰাহ্মণসকলৰ প্রতি ব্যৱহাৰ কৰিবা (নিঃসঙ্কোচে ব্ৰাহ্মণসকলৰ জীৱিকা-বিধান কৰিবা)। বন্ধু-বান্ধৱ আৰু সুহৃদসকলৰ তুমি চিৰ সাৰথি হবা।২৫॥

বিষ্ণুৱে যিদৰে দেৱতাসকলৰ ওপৰত চকু ৰাখে, তুমিও সেইদৰে জ্ঞাতিবর্গৰ প্রতি চকু ৰাখিবা। পিতা-মাতা প্রভৃতি গুৰুসকল তোমাৰ পালনীয়; যোৱা, পৃথিৱী পালন কৰাগৈ।২৬॥

তেওঁ (দুৰ্য্যোধনে) সুহৃদসকলক আহ্লাদৰ অভ্যৰ্থনা কৰি শত্ৰুবোৰক নিন্দা-ভৰ্ৎসনা কৰি আৰু দুঃশাসনক শক্তভাৱে সাৱটি ধৰি যোৱাগৈ বুলি ক'লে।২৭॥

তেওঁৰ সেই কথা শুনি অশ্ৰুকণ্ঠ দুঃশাসনে দুঃখত কাতৰ হৈ দীনভাৱে হাত যোৰ কৰি তেওঁক প্রণাম জনাই কবলৈ ধৰিলে।২৮॥

দুঃশাসনে শোক-সন্তপ্ত চিত্তেৰে আৰু অব্যক্ত কণ্ঠধ্বনিৰে 'প্রসন্ন হওক' বুলি ককায়েকক কে মাটিত দীঘল দি পৰিল।২৯॥

তাৰ খন্তেক পাছতেই দুঃখাৰ্ত্ত চিত্তেৰে চৰণ দুখনিত চকুলো পেলাই নৰশ্ৰেষ্ঠ দুঃশাসনে ক'লে,—আপুনি এইদৰে প্রস্তাৱ কৰা উচিত হ'ব নোৱাৰে।৩০॥

সমস্ত পৃথিৱী বিদীর্ণ হ'ব পাৰে; আকাশ খণ্ড-বিখণ্ড হ'ব পাৰে; সূৰ্য্যই নিজ প্রভা পৰিত্যাগ কৰিব পাৰে; চন্দ্ৰই শীতল কিৰণ এৰিব পাৰে; বায়ুৱে বেগ ত্যাগ কৰিব পাৰে; হিমালয় লৰিব পাৰে; সাগৰ শুকাব পাৰে আৰু অগ্নিয়ে উষ্ণতা ত্যাগ কৰিব পাৰে; কিন্তু মহাৰাজ, আপোনাৰ অনুপস্থিতত এই বসুমতী মই কেতিয়াও শাসন নকৰো। এই বুলি কৈ তেওঁ 'প্রসন্ন হওক' এই কথা পুনঃ পুনঃ কবলৈ ধৰিলে।৩১-৩৩॥

আপুনিয়েই আমাৰ বংশত এক বহুৰ ৰজা হ'ব লাগিব, এইদৰে ৰজা দুৰ্যোধনক কৈ, হে ভৰত-বংশীয় জন্মেজয়, দুঃশাসনে ককায়েকৰ চৰণ দুখন দুই হিয়া ঢাকুৰি কান্দিছিল।৩৪॥

দুঃশাসন আৰু দুৰ্য্যোধনক তেনে দুঃখিত দেখি কর্ণ ব্যথিত হৈ ওচৰলৈ গৈ তেওঁলোকক ক'বলৈ ধৰিলে, হে কুৰুবংশীয়দ্বয়, মূৰ্খতাৰ কাৰণে সাধাৰণ লোকৰ দৰে বিষাদ কৰা কিয়?৩৫-৩৬॥

শোক কৰি থকা মানুহৰ পৰিতাপ কেতিয়াও আঁতৰি নেযায়। শোকাতুৰ লোকৰ শোকে বিপদ আঁতৰাই নিনিয়ে যেতিয়া দুখ-শোক কৰি কোনো লাভ নাই।৩৭॥

সেই কাৰণে সামর্থ্য থকা অৱস্থাত শোকত অধীৰ হৈ কি লাভ? দুয়ো ধৈৰ্য্য ধৰক; শোক কৰি শত্ৰুক আনন্দ নিদিব।৩৮॥

হে মহাৰাজ দুৰ্য্যোধন, পাণ্ডৱসকলে আপোনাৰ মুক্তি-সাধন কৰি কৰ্ত্তব্য কামকেই কৰিছে। দেশবাসী প্ৰজাসকলে সদায় ৰজাৰ প্ৰিয় কাৰ্য্য কৰা উচিত। ৩৯ ॥

আপোনাৰ দ্বাৰা প্ৰতিপালিত হৈ তেওঁলোকে কোনো পৰিতাপ নোপোৱাকৈ বাস কৰি আছে। এনে অৱস্থাত সাধাৰণ মানুহৰ দৰে আপুনি বিষাদ কৰা অনুচিত। ৪০ ॥

আপুনি অনশন আৰম্ভ কৰাত আপোনাৰ সহোদৰসকল বিষণ্ণ হৈছে। গতিকে উঠক, আপুনি নিজ ৰাজ্যলৈ যাওক। আপোনাৰ মঙ্গল হ'ব; আপুনি সহোদৰ-সকলক প্ৰবোধ দিয়ক। ৪১ ॥

ইতি মহাভাৰতৰ বনপৰ্ব্বৰ অন্তৰ্গত ঘোষ-যাত্ৰা-পৰ্ব্বত দুৰ্য্যোধনৰ অনশন নামৰ ঊনপঞ্চাশত্যধিক-দ্বিশততম অধ্যায়। ২৪৯ ॥

## ॥ অধ্যায় ২৫০ ॥

# ॥ কৰ্ণৰ উপদেশ ॥

কৰ্ণই ক'লে, মহাৰাজ, এই ঠাইত আজি আপোনাৰ ধৈৰ্য্যচ্যুতিৰ কাৰণ নুবুজোঁ। হে বীৰ, আপুনি যে পাণ্ডৱসকলৰ সহায়ত মুক্ত হৈছে, সিনো কি আচৰিত কথা হ'ল? ১ ॥

হে শত্ৰুদমনকাৰী, আপুনি তৎক্ষণাৎ শত্ৰুসকলক বশীভূত ক'ল। ২ ॥

হে কুৰুবংশধৰ, সৈন্যদল-যুক্ত লোকসকলে আৰু দেশত বাস কৰা জনসাধাৰণে সজ্ঞানে বা অজ্ঞানে ৰজাৰ প্ৰিয় কাৰ্য্য কৰা উচিত। ৩ ॥

এই পৃথিৱীত প্ৰধান পুৰুষসকলে প্ৰায়েই শত্ৰুৰ সৈন্য-বাহিনীক যুদ্ধ কৰে আৰু যুদ্ধত শত্ৰুপক্ষীয় সৈন্যবোৰৰ দ্বাৰা বন্দীও হয়, মুক্তও হয়। ৪ ॥

সৈনিক-জীৱন যাপন কৰা যিসকল মানুহ ৰজাৰ দেশত থাকে, তেওঁলোকে একতাবদ্ধ হৈ ৰজাৰ কল্যাণৰ কাৰণে যথাৰ্থভাৱে চেষ্টা কৰা উচিত। ৫ ॥

মহাৰাজ, এনেস্থলত আপোনাৰ অধীনস্থ দেশত বাস কৰা পাণ্ডৱসকলৰ দ্বাৰা অযাচিতে আপুনি মুক্ত হৈছে। সেই বিষয়ে আপোনাৰ অনুতাপ কিয়? ৬ ॥

হে নৰপতি, নিজ সৈন্যৰে সৈতে ৰণ-যাত্ৰা কৰা নৃপতিশ্ৰেষ্ঠ আপোনাৰ পিছে পিছে যে পাণ্ডৱসকলে অনুগমন কৰা নাই, এই কামটো তেওঁলোকৰ পক্ষে ভাল হোৱা নাই। ৭ ॥

বীৰ, বলৱান আৰু যুদ্ধত পলায়ন নকৰা সেই পাণ্ডৱসকল আগৰেপৰাই আপোনাৰ দাস হিচাপে সহায়কাৰী হৈ আছে। ৮॥

পাণ্ডৱসকলৰ সমুদায় ধন-বস্তু আজিও আপুনি উপভোগ কৰি আছে। ধৈৰ্য্যশীল পাণ্ডৱসকললৈ চাওক—তেওঁলোকে অনশন কৰা নাই। ৯॥

মহাৰাজ, উঠক, আপোনাৰ শুভ হ'ব। আপুনি পতন কৰা অনুচিত। হে নৰপতি, ৰজাৰ দেশত বাস কৰা লোকসকলে নিশ্চয় ৰজাৰ প্ৰিয় কাৰ্য্য কৰা কৰ্ত্তব্য। সেই বিষয়ে আপোনাৰ অনুতাপ কিয়? ১০॥

হে ৰাজেন্দ্ৰ মোৰ এই বাক্য যদি পালন নকৰে, তেন্তে হে শত্ৰুমৰ্দ্দন, আপোনাৰ চৰণ শুশ্ৰূষা কৰি মই ইয়াতেই থাকিম। ১১॥

হে নৰোত্তম, আপুনি অবিহনে মই জীয়াই থাকিবলৈ হেপাহ নকৰোঁ। হে নৃপতি, অনশন কৰিলে আপুনি আন ৰজাসকলৰ সন্মুখত হাস্যাস্পদ হ'ব। ১২॥

বৈশম্পায়নে ক'লে, কৰ্ণই এইদৰে কোৱা সত্ত্বেও ৰজা দুৰ্য্যোধনে স্বৰ্গ-প্ৰাপ্তিৰ বাবে সিদ্ধান্ত কৰি সেই ঠাইৰপৰা উঠিবলৈ মন কৰা নাছিল। ১৩॥

ইতি মহাভাৰতৰ বনপৰ্ব্বৰ অন্তৰ্গত ঘোষ-যাত্ৰা-পৰ্ব্বত কৰ্ণৰ উপদেশ নামৰ পঞ্চাশত্যধিক-দ্বিশততম অধ্যায়। ॥ ২৫০ ॥

॥ অধ্যায় ২৫১ ॥

## ॥ দুৰ্য্যোধনৰ অনশন ॥

বৈশম্পায়নে ক'লে, হে ৰজা জনমেজয়, অনশন আৰম্ভ কৰা ক্ষমা-গুণ-বিহীন ৰজা দুৰ্য্যোধনক সুবল-পুত্ৰ শকুনিয়ে তেতিয়া সান্ত্বনা দি কবলৈ ধৰিলে। ১॥

শকুনিয়ে ক'লে, হে কুৰুবংশধৰ, কৰ্ণই কৈছিয়াই কোৱা কথা তুমি শুনিছা। মই আহৰণ কৰা বিপুল ঐশ্বৰ্য্য তুমি অজ্ঞানতাবশতঃ কিয় নাশ কৰা? ২॥

হে নৃপতি, তুমি আজি অল্প-বুদ্ধিৰ কাৰণে প্ৰাণ ত্যাগ কৰিবলৈ ওলাইছা। নাইবা, বুজি পাইছো, তুমি বয়োবৃদ্ধসকলক কেতিয়াও সেৱা-শুশ্ৰূষা কৰা নাই। ৩॥

বিজনে উপস্থিত হোৱা আনন্দ বা দুঃখ উপভোগ নকৰে, তেওঁ পানীৰ ভিতৰত থোৱা মাটিৰ কেচা পাত্ৰৰ দৰে লক্ষ্মী লাভ কৰিও নাশ কৰে। ৪॥

অতি ভীৰু, অতি কাতৰ, দীৰ্ঘসূত্ৰী, অমনোযোগৰ বাবে ভ্ৰমপূৰ্ণ, মদ্যপানাদি দোষ-যুক্ত আৰু বিষয়াসক্ত ৰজাক প্ৰজাসকলে শ্ৰদ্ধা নকৰে। ৫॥

প্ৰজাসকলে সদায় তোমাৰ সেৱা-সৎকাৰ কৰে, এনেস্থলত বিপৰীত চিন্তাত

তোমাৰ শোক উদিত হয় কিয় ? কুন্তীনন্দন পাণ্ডৱসকলে তোমাৰ উপকাৰ কৰিছে। সেই কাৰণে তুমি শোক কৰা উচিত হোৱা নাই ॥ ৬ ॥

হে ৰাজেন্দ্ৰ, যি ক্ষেত্ৰত তুমি আনন্দ কৰা উচিত আৰু পাণ্ডৱসকলক প্ৰশংসা কৰা উচিত, তুমি তাত শোক কৰিছা। ই তোমাৰ পক্ষে বিপৰীত কাম কৰা হৈছে। ৭ ॥

প্ৰসন্ন হোৱা; আত্মহত্যা নকৰিবা। সন্তুষ্ট চিত্তেৰে পাণ্ডৱসকলৰ সুকাৰ্য্য স্মৰণ কৰা আৰু তেওঁলোকক ৰাজ্য ঘূৰাই দিয়া। তেতিয়া তুমি যশস্যা আৰু ধৰ্ম্ম লাভ কৰিবা। ৮ ॥

এই সুকাৰ্য্যৰ কথা মনত ৰাখি তেওঁলোকৰ ওচৰত তুমি কৃতজ্ঞ হোৱা। পাণ্ডৱসকলৰ লগত শুভ ভ্ৰাতৃভাৱ স্থাপন কৰি আৰু তেওঁলোকক কোনো ঠাইত বসতি কৰিবলৈ দি তেওঁলোকৰ পৈতৃক ৰাজ্য সমৰ্পণ কৰা। তাৰ পাছত তুমি সুখ-সন্তোষ পাবা। ৯ ॥

বৈশম্পায়নে ক'লে, শকুনিৰ কথা শুনি দুৰ্য্যোধনে দুঃশাসনৰ পিনে দৃষ্টি পেলাই মলিন বদনেৰে ভৰি দুখনত পৰি থকা ভ্ৰাতৃ-স্নেহপূৰ্ণ, শত্ৰু-দমনকাৰী বীৰ দুঃশাসনক দুহাতেৰে তুলি লৈ নেত্ৰত সাবটি ধৰি শিৰোঘ্ৰাণ কৰিলে। ১০ ॥

কৰ্ণ আৰু সুবল-তনয় শকুনিৰ বাক্য হৃদয়ঙ্গম কৰি ৰজা দুৰ্য্যোধন তেতিয়া ৰাজ্যৰ স্পৃহা কাতি কৰি থৈ লাজত অভিভূত হৈ সৰ নিৰাশ হৈ পৰিছিল। ১২-১৩ ॥

সুহৃদ্‌সকলৰ সেই কথা শুনি তেওঁ মৰ্ম্মাহত হৈ কৈছিল, ধৰ্ম্ম-ধন-ঐশ্বৰ্য্য আৰু সুখ-সম্পদৰ, নাইবা ৰাজ্য আৰু ৰাজত্ব-ভোগৰ মোৰ কোনো আৱশ্যক নাই। যাওক, আপোনালোকে মোৰ সঙ্কল্প নষ্ট নকৰিব। ১৪-১৫ ॥

অনশনৰ প্ৰতি মোৰ এই নিশ্চিত ভাব অব্যাহত আছে। আপোনালোক মোৰ পূজনীয় আৰু গুৰু, সকলোটি নগৰলৈ উভতি যাওক। ১৬ ॥

এইদৰে কোৱাত তেওঁলোকে শত্ৰুদমনকাৰী নৰপতিক ক'লে, হে ৰাজেন্দ্ৰ, হে ভৰত-বংশধৰ, আপোনাৰ যি দশা আমাৰো সেয়েই; আপুনি অবিহনে কেনেকৈ নগৰত প্ৰৱেশ কৰিম। ১৭ ॥

বৈশম্পায়নে ক'লে, সুহৃদ-আত্মীয়-স্বজন-ভ্ৰাতৃসকল আৰু মন্ত্ৰীবৰ্গই বহুপ্ৰকাৰেৰে কোৱা সত্ত্বেও তেওঁ সেই নিশ্চয়তাৰপৰা বিচলিত নহল। ১৮ ॥

সেই নিশ্চয়তাক অৱলম্বন কৰিয়েই ধৃতৰাষ্ট্ৰ-নন্দন দুৰ্য্যোধন কুশময় শয্যা ৰচনা কৰি জল-আচমনেৰে পবিত্ৰ হৈ ভূমিত অৱস্থান কৰিলে। ১৯ ॥

কুশ আৰু বল্কলধাৰী ৰাজশ্ৰেষ্ঠ দুৰ্য্যোধন ব্ৰত-উপবাস প্ৰভৃতি নিয়মবোৰ মানি মৰণৰ ইচ্ছাৰে কাষ্ঠাদি সঞ্চয়ন কৰি আৰু আহাৰ-বিহাৰাদি সকলো বাহ্যিক ক্ৰিয়া বন্ধ কৰি মৌন অৱলম্বন কৰি থাকিল ২০-২১ ॥

ইয়াৰ পাছত তেওঁৰ সেই নিশ্চয়তাৰ গম পাই আগেয়ে দেৱতাসকলৰ দ্বাৰা পৰাজিত হোৱা, পাতালবাসী, ভয়াবহ দৈত্য-দানৱসকলে নিজ-পক্ষীয়সকলৰ নাশ জানিবলৈ পাই দুৰ্য্যোধনক আহ্বান কৰি তালৈ নিয়াৰ উদ্দেশ্যে অথৰ্ব্ব বেদত উক্ত কৰা আসুৰিক যজ্ঞ আৰম্ভ কৰিলে । ২২-২৩ ॥

মন্ত্ৰবিশাৰদ সেই দৈত্য-দানৱসকলে বৃহস্পতি আৰু শুক্ৰাচাৰ্য্যই উক্ত কৰা মন্ত্ৰবোৰেৰে আৰু অথৰ্ব্ব বেদত কোৱা সূক্তসমূহেৰে মন্ত্ৰ-জপাদি-পৰায়ণ হৈ বৃহদাৰণ্যক উপনিষদত কথিত হোৱা কৰ্ম্মসমূহ সমাপন কৰিলে । ২৪ ॥

সুদৃঢ় ব্ৰত-পৰায়ণ, বেদ-বেদাঙ্গত সুনিপুণ ব্ৰাহ্মণসকলে বিশেষ সংযতভাৱে মন্ত্ৰপূত দুগ্ধ আৰু ঘিঁউ অগ্নিত আহুতি দিলে । ২৫ ॥

সেই কৰ্ম্ম সম্পন্ন হ'লত ভীষণ-অদ্ভুত দানৱসকলে সেই ঠাইত যজাই হামিয়াবলৈ ধৰিলে । সেই সময়ত, হে ৰজা জন্মেজয়, আজ্ঞা-পালিকা দেৱতা এগৰাকী যজ্ঞকুণ্ডত উত্থিতা হ'ল আৰু, "কি কাৰ্য্য সাধোঁ ?" বুলি সুধিলে । ২৬ ॥

পৰম প্ৰীতচিত্ত অন্তৰেৰে দৈত্যসকলে তেওঁক ক'লে, অনশন-ব্ৰত পালন কৰা ৰজা দুৰ্য্যোধনক ইয়ালৈ লৈ আহঁা । ২৭ ॥

তেতিয়া সেই কৃত্যাই (আজ্ঞাকাৰী দেৱতাগৰাকীয়ে) 'ভাল বাৰু' বুলি কৈ সেই ঠাইৰপৰা প্ৰস্থান কৰিলে আৰু নিমিষতে ৰজা দুৰ্য্যোধন অৱস্থান কৰা ঠাই পালেগৈ । ২৮ ॥

সেই কৃত্যাই ৰজা দুৰ্য্যোধনক লৈ আহি ৰসাতলত প্ৰৱেশ কৰিলে আৰু তেওঁক অনা বুলি দানৱবোৰক তৎক্ষণাৎ জনাই দিলে । ২৯ ॥

তেওঁক অনা দেখি ৰাতিৰ ভিতৰতেই একত্ৰিত হৈ আনন্দ মনেৰে আৰু ঈষৎ উৎফুল্ল নয়নেৰে অভিমান-আবদাৰ প্ৰকাশ কৰি দুৰ্য্যোধনক ক'লে । ৩০ ॥

ইতি মহাভাৰতৰ বনপৰ্ব্বৰ অন্তৰ্গত ঘোষ-যাত্ৰা-পৰ্ব্বত দুৰ্য্যোধনৰ অনশন নামৰ একপঞ্চাশত্যধিক-দ্বিশততম অধ্যায় ॥ ২৫১ ॥

॥ অধ্যায় ২৫২ ॥

## ॥ দুৰ্য্যোধনৰ পুৰ-প্ৰৱেশ ॥

দানৱসকলে ক'লে, হে ভৰত-কুল-সন্তান, হে ৰাজেন্দ্ৰ দুৰ্য্যোধন, সিঁহত বীৰসমূহ আৰু মহাত্মাসকলেৰে পৰিবেষ্টিত আপুনি অনশন নামৰ এই দুঃসাহসিক কাৰ্য্য কি কাৰণে কৰিলে ? আত্ম-নাশকাৰী লোক অধোগামী হয় আৰু কু-অপযশৰ পাত্ৰ হয় । ১-২ ॥

আপোনাৰ দৰে বুদ্ধিমান আইন লোকসকল বহু পাপযুক্ত শত্ৰুজয়ৰ বিৰোধী কামবোৰত লিপ্ত নহয় । ৩ ॥

হে ৰজা, ধৰ্ম্ম-অৰ্থ-সুখ-সমস্যা-ৰ তাপ আৰু বিক্ৰমৰ হানিকাৰী শত্ৰুবোৰৰ হৰ্ষ বৰ্দ্ধিনী এই মতি পৰিত্যাগ কৰক । ৪ ॥

হে শ্ৰেষ্ঠ, আপোনাৰ দেহৰ বিষয়ে আৰু শৰীৰৰ সংগঠন সম্পৰ্কে তথ্য-কথা প্ৰথমে শুনক । তাৰ পাছত আপুনি ধৈৰ্য্য ধৰিব পাৰিব । ৫ ॥

মহাৰাজ, পূৰ্বে কালত আমি আপোনাক তপস্যাৰ দ্বাৰা দেৱাদিদেৱ মহেশ্বৰৰ পৰা পাইছিলো । আপোনাৰ শৰীৰৰ ওপৰভাগ আৰু নাভিৰ ওপৰৰ অংশ বজ্ৰসমূহৰ দ্বাৰা নিৰ্ম্মিত হৈছিল । ৬ ॥

হে নিষ্পাপ, আপোনাৰ নাভিৰ পৰা নিম্ন শৰীৰাংশও অস্ত্ৰ-শস্ত্ৰৰে অভেদ্য আছিল । দেৱী ভৱানীয়ে আপোনাক ৰূপেৰে তিৰোতাৰ মন হৰিব পৰা সুন্দৰ নিচিনাকৈ গঢ়িছিল । ৭ ॥

হে ৰাজশ্ৰেষ্ঠ, এইদৰেই আপোনাৰ দেহ মহেশ্বৰ আৰু মহাদেৱীৰ দ্বাৰা নিৰ্ম্মিত । আপুনি দিব্য, স্বৰ্গজাত । আপুনি মানুহ নহয় । ৮ ॥

ভগদত্ত প্ৰভৃতি দিব্য-অস্ত্ৰত অভিজ্ঞ মহা পৰাক্ৰমী ক্ষত্ৰিয় বীৰসকলে আপোনাৰ শত্ৰুবোৰ ক্ষয় কৰিব । ৯ ॥

সেই কাৰণে আপুনি বিষাদ কৰাৰ প্ৰয়োজন নাই । আপোনাৰ কোনো ভয় নাই । আপোনাক সহায় কৰাৰ উদ্দেশ্যেৰে দানৱসকলে পৃথিৱীত জন্ম গ্ৰহণ কৰিছে । ১০ ॥

আন কিছুমান অসুৰ ভীষ্ম-দ্ৰোণ-কৃপাচাৰ্য্য প্ৰভৃতিত প্ৰৱেশ কৰিব । সেই অসুৰসকলৰ প্ৰৱিষ্ট হোৱা তেওঁলোকে মমতা ত্যাগ কৰি আপোনাৰ বৈৰীসকলেৰে সৈতে যুঁজিব । ১১ ॥

দানৱসকল সাবিষ্ট হৈ অন্তৰাত্মা আক্ৰমণ কৰাৰ পাছত তেওঁলোক স্নেহহীন হৈ যুদ্ধত কটা-কটি কৰি পুত্ৰ-ভাতৃ-পিতৃ-শিষ্য-বন্ধু-বান্ধৱ আৰু বালকসকলক, আইন কি, আজিৰ বৃদ্ধকো হাত সাবি যাবলৈ নিদিব ( বধ নকৰাকৈ এৰি নিদিব ) । ১২-১৩ ॥

আটাইবিলাক শ্ৰেষ্ঠ লোকেই বিধিৰ বিধান অনুসাৰে স্থিতাচিত জ্ঞান হেকৰাই কলুষিত চিত্তেৰে প্ৰণয়-চেনেহক দূৰৈত বিসৰ্জ্জন দি উজ্জ্বলতাৰে হৃষ্ট চিত্তেৰে প্ৰহাৰ কৰিব । ১৪ ॥

যোদ্ধাপৰা জীৱন লৈ সাবিব নোৱাৰিবি—এইদৰে পৰস্পৰে বিৰুদ্ধ কথা ব্যৱহাৰ কৰি আটাইবোৰেই অস্ত্ৰ-শস্ত্ৰ প্ৰয়োগেৰে পুৰুষাৰ্থ প্ৰকাশত ব্যস্ত থাকি আৰু আত্ম-প্ৰশংসা-পৰায়ণ হৈ, হে কুৰু শ্ৰেষ্ঠ, জনসমূহৰ ক্ষয় সাধন কৰিব । ১৫-১৬ ॥

মহাত্মা পঞ্চ-পাণ্ডৱসকলেও বিপক্ষ-ভুক্ত হৈ যুদ্ধ কৰিব । ক্ষত্ৰিয় যোদ্ধাত জন্ম গ্ৰহণ কৰা এজা বলবান আৰু দৈৱবলত বলীয়ান সেই দৈত্য-ৰাক্ষসকলেই এই পাণ্ডৱসকলকো বধ কৰিব । ১৬-১৭ ॥

মহাৰাজ, আপোনাৰ সৈন্যবাহিনীয়ে গদা-মুদগৰ-ত্ৰিশূল আৰু বহুবিধ সকবৰ অস্ত্ৰ-শস্ত্ৰেৰে যুদ্ধত বিক্ৰম প্ৰকাশ কৰি শত্ৰুসকলেৰে সৈতে যুদ্ধ কৰিব। ১৮॥

হে বীৰ, আপোনাৰ অন্তৰত অৰ্জ্জুনৰ পৰা ভয় পোৱা ভাব আছে। আমি অৰ্জ্জুন-বধৰ উপায়ো ঠিৰাং কৰিছো। ১৯॥

হে বীৰ, নিহত নৰকাসুৰৰ আত্মাই কৰ্ণৰ শৰীৰত আশ্ৰয় লৈ পূৰ্ব্ব-শত্ৰুতা স্মৰণ কৰি কৃষ্ণ আৰু অৰ্জ্জুনৰ লগত যুদ্ধ কৰিব। ২০॥

শত্ৰু জয় কৰিবলৈ সমৰ্থ, ধনুৰ্দ্ধৰৰ ভিতৰত শ্ৰেষ্ঠ মহাৰথী কৰ্ণই ৰণত পাৰ্থক আৰু আপোনাৰ সকলো শত্ৰুক পৰাজয় কৰিব। ২১॥

এই কথা জানিবলৈ পাই বজ্ৰধাৰী ইন্দ্ৰই অৰ্জ্জুনক ৰক্ষা কৰাৰ কাৰণে স্বয়ং ছদ্ম-বেশেৰে আহি কৰ্ণৰ কুণ্ডল দুটা আৰু কৱচটো অপহৰণ কৰিব। ২২॥

তাৰ বাবে আমাৰ দ্বাৰা এই ঠাইত নিযুক্ত হোৱা শ-শ, হেজাৰ-হেজাৰ, দৈত্য আৰু ৰাক্ষসকল, ৰণত পৰাঙমুখ নহবলৈ শপত লোৱা সৈন্যবাহিনী আপেনে, অৰ্থাৎ সংশপ্তক নামেৰে জনাজাত হৈ বীৰ অৰ্জ্জুনক বধ কৰিব। আপুনি শোক নকৰিব। হে নৰপতি, আপুনি শত্ৰুহীন বসুমতী ভোগ কৰিব লাগিব। ২৩-২৪॥

হে কুৰু-বংশধৰ, সেই কাৰণে আপুনি বিষাদগ্ৰস্ত নহ'ব। বিষাদ আপোনাৰ কাৰণে উপযুক্ত নহয়। আপুনি আত্ম-হত্যা কৰিলে আমাৰ পক্ষৰ হানি হ'ব। ২৫॥

হে বীৰ, আপুনি যাওক: আপোনাৰ মতি কোনো প্ৰকাৰে বিপৰীত নকৰিব। আপুনি চিৰকাল আমাৰ আশ্ৰয়-দাতা আৰু পাণ্ডৱসকল নিতৌ দেৱতাসকলৰ ভৰসাস্থল। ২৬॥

বৈশম্পায়নে ক'লে, সেই শ্ৰেষ্ঠ দৈত্য-দানৱসকলে এইদৰে কৈ দুৰ্দ্দমনীয় ৰাজশ্ৰেষ্ঠ দুৰ্য্যোধনক পুত্ৰৰ দৰে আলিঙ্গন আৰু আশ্বাস দি আৰু প্ৰিয় বাক্যেৰে তেওঁৰ মতি স্থিৰ কৰি, হে ভৰত বংশধৰ, যোৱা, জয়লাভ কৰাগৈ; এই বুলি যাবলৈ অনুমতি দি তেওঁক পঠিয়াই দিছিল। ২৭-২৮॥

তেতিয়া সেই আজ্ঞাপালিকা দেৱতাই (কৃত্যাই) তেওঁলোকে বিদায় দিয়াত মহাবাহু দুৰ্য্যোধনক আগেয়ে অনশন কৰা ঠাইলৈ আকৌ লৈ আহিল। ২৯॥

কৃত্যাই বীৰ দুৰ্য্যোধনক পুনাই সেই ঠাইত থৈ যথেষ্ট সন্মান দেখুৱালে আৰু ৰজাৰ অনুমতিক্ৰমে তাতেই অদৃশ্য হ'ল। ৩০॥

হে ভৰত-বংশীয় জন্মেজয়, কৃত্যা গ'লত ৰজা দুৰ্য্যোধনে সপোনৰ নিচিনা এই আটাইবোৰ কথাৰ বিষয় ভাবিবলৈ ধৰিলে। ৩১॥

পাণ্ডৱসকলক যুদ্ধত জয় কৰা ভাব তেওঁৰ উপজিল। শত্ৰু-ঘাতক অৰ্জ্জুনক বধ কৰাৰ কাৰণে নিয়োগ কৰা কৰ্ণক আৰু সংশপ্তকসকলক দুৰ্য্যোধনে সমৰ্থবান বুলি ধাৰণা কৰিছিল। ৩২-৩৩॥

হে ভৰত-কুলশ্ৰেষ্ঠ জন্মেজয়, দুৰ্মতি দুৰ্য্যোধনৰ পাণ্ডৱসকলক জয় কৰা আশা এইদৰে দৃঢ় হৈ উঠিছিল। ৩৩-৩৪॥

নৰকৰ প্ৰেতাত্মা চিত্তত আৱিষ্ট হোৱা কৰ্ণয়ো তেতিয়া অৰ্জ্জুনক বধ কৰিবৰ বাবে নিষ্ঠুৰ ধাৰণা পোষণ কৰিছিল। ৩৪-৩৫ ॥

ৰাক্ষসবোৰ অন্তৰত আৱিষ্ট হোৱা সংশপ্তক সৈন্যসকলো ৰজোগুণ আৰু তমোগুণৰ দ্বাৰা আক্ৰান্ত হৈ অৰ্জ্জুনক বধ কৰিবলৈ ইচ্ছুক হৈ উঠিছিল। ৩৫-৬ ॥

হে মহাৰাজ জন্মেজয়, দানৱসকলৰ দ্বাৰা চিত্ত আক্ৰান্ত হোৱা ভীষ্ম, দ্ৰোণ আৰু কৃপাচাৰ্য্য প্ৰভৃতিয়ো আগৰ দৰে পাণ্ডৱসকলৰ প্ৰতি স্নেহ-পৰায়ণ হোৱা নাছিল। ৩৬-৩৭ ॥

নিশাৰ অন্তত [illegible]-মুহূৰ্ত্তত সূৰ্য্যনন্দন কৰ্ণই মিচিকিয়াই হাঁহি মাৰি হাত যোৰ কৈ দুৰ্য্যোধনক এই যুক্তিযুক্ত কথা ক'লে, ৩৮ ॥

মৃত লোকে শত্ৰুবোৰক জয় কৰিব নোৱাৰে। জীয়াই থাকিহে শুভ ফলবোৰ পায়। হে কুৰুপুত্ৰ, মৃত লোকৰ মঙ্গলেই বা ক'ত ? জয়েই বা ক'ত ? ৩৯ ॥

মহা পৰাক্ৰমী কৰ্ণই তেওঁক বাহু দুখনিৰে সাৱটি ধৰি ক'লে, আজি বিষাদ, ভয় নাইবা মৰণৰ সময় নহয়। ৪০ ॥

মহাৰাজ, উঠক ; মৃত্যুৱে কি হ'ব ? হে শত্ৰু-নাশক, আপুনি শোক কৰে কিয় ? আগেয়ে বল-বিক্ৰমেৰে শত্ৰুক পৰিতপ্ত কৰি এতিয়া আপুনি মৃত্যু কামনা কৰে কিয় ? ৪১ ॥

নাইবা, অৰ্জ্জুনৰ পৰাক্ৰম দেখি আপোনাৰ ভয় লাগিছে। আপোনাৰ ওচৰত সত্য প্ৰতিজ্ঞা কৰিছো, ৰণত মই অৰ্জ্জুনক বধ কৰিমেই। ৪২ ॥

হে জনাধিপতি, ত্ৰয়োদশ বৰ্ষ পাৰ হ'লে সত্য কৈ মই অস্ত্ৰ ধাৰণ কৰি পাণ্ডৱসকলক আপোনাৰ বশলৈ আনিম। ৪৩ ॥

কৰ্ণই এইদৰে কোৱাত দুঃশাসন প্ৰভৃতিয়ে প্ৰণাম কৰাৰ লগে লগে দৈত্যসকলৰ কথাত ভৰসা ৰাখি দুৰ্য্যোধন থিয় হ'ল। ৪৪ ॥

দৈত্যসকলৰ সেই কথা শুনি মন থিৰ কৰি লৈ মানৱশ্ৰেষ্ঠ দুৰ্য্যোধনে হাতী, ঘোঁৰা আৰু ৰথৰ পয়োভৰেৰে পদাতি সৈন্যবোৰে বেঢ়ি থকা সেই বিশাল সৈন্য-বাহিনী সজ্জিত কৰিলে। ৪৫-৪৬ ॥

হে ৰজা জন্মেজয়, গঙ্গাৰ প্ৰবাহৰ নিচিনা কৈ সেই বিপুল বাহিনী আহিবলৈ ধৰিলে। ৪৬ ॥

ধৱল ছত্ৰ-চামৰ আৰু পতাকাবোৰেৰে, আৰু হস্তী-ৰথ আৰু পদাতি সৈন্যেৰে পৰিব্যাপ্ত সেই সৈন্য-বাহিনী ডাঠ মেঘ আঁতৰ হোৱাৰ সময়ত ঈষৎ-বৰ্ণ শাৰদীয় আকাশৰ দৰে শোভিত হৈছিল। ৪৭-৪৮ ॥

সাৰ্ব্বভৌম ৰজাৰ দৰে শ্ৰেষ্ঠ দ্বিজসকলৰ জয়াশিষপূৰ্ণ স্তুতিবাক্যৰ দ্বাৰা পূজিত হৈ পুষ্পাঞ্জলি আৰু মালাদান গ্ৰহণ কৰি জনাধিপতি ধৃতৰাষ্ট্ৰ-নন্দন দুৰ্য্যোধন পৰম কান্তিমান হৈ আগে-আগে গৈছিল। ৪৮ ৪৯ ॥

হে ৰাজেন্দ্ৰ জন্মেজয়, কৰ্ণ আৰু দ্যূতসেৱী সুবল-পুত্ৰ শকুনিৰে সৈতে দুঃশাসন

প্ৰভৃতি তেওঁৰ আটাইবিলাক ভায়েক, ভূৰিশ্ৰবা, সোমদত্ত আৰু বাহ্লীক দেশৰ মহাবাহু প্ৰভৃতি কৌৰৱ-পক্ষীয় নায়কসকল নানাবিধ ৰথ আৰু হস্ত-হস্তীঘোঁৰাৰে যাত্ৰা কৰা নৃপসিংহ দুৰ্য্যোধনৰ পাছে পাছে গৈছিল। হে ৰাজেন্দ্ৰ, অলপ দিনৰ ভিতৰতে তেওঁলোক গৈ নিজ ৰাজধানীত প্ৰৱেশ কৰিছিল।৫০-৫২

ইতি মহাভাৰতৰ বনপৰ্ব্বৰ অন্তৰ্গত ঘোষ-যাত্ৰা-পৰ্ব্বত দুৰ্য্যোধনৰ পুৰ-প্ৰৱেশ নামৰ দ্বিপঞ্চাশত্যধিক-দ্বিশততম অধ্যায়। ২৫২ ॥

॥ অধ্যায় ২৫৩ ॥

# ॥ কৰ্ণৰ দিগ্বিজয়-যাত্ৰা ॥

জনমেজয়ে ক'লে, মহাত্মা পাণ্ডৱসকল সেই বনতবাস কৰি থকা সময়ত মহাধনুৰ্দ্ধাৰী, শ্ৰেষ্ঠ ধৃতৰাষ্ট্ৰ-পুত্ৰসকলে, সূৰ্য্য-তনয় কৰ্ণ, মহাবলী শকুনি, ভীষ্ম, দ্ৰোণ আৰু কৃপাচাৰ্য্যই কি কৰিছিল, তাক আপুনি মোৰ আগত কওক। ১-২॥

বৈশম্পায়নে ক'লে, মহাবাহু জনমেজয়, পাণ্ডৱসকলে এনেকৈ বীৰত্ব প্ৰকাশ কৰি গুচি গ'লত আৰু পাণ্ডুপুত্ৰসকলৰ দ্বাৰা মুক্ত হৈ গন্ধৰ্ব-পৰিত্যক্ত দুৰ্য্যোধন হস্তিনাপুৰলৈ আহিলত, ভীষ্মই দুৰ্য্যোধনক ক'লে, বোপা, তুমি দ্বৈত-বনলৈ যাবলৈ ওলাওঁতেই মই কৈছিলো, তাত মোৰ মত নাই। ৩-৪॥

তালৈ তোমাৰ গমন আৰু তুমি সেই ঠাইত গৈ কৰা কাৰ্য্য মই ভাল পোৱা নাই। অকল তালৈ যোৱাৰ কাৰণেই তোমাক শত্ৰুবোধে বলেৰে বন্দী কৰি নিবলৈ পালে। ৫॥

হে নৰপতি গান্ধাৰীনন্দন, সৈন্যসকলৰ চকুৰ আগত ধৰ্ম্মজ্ঞ পাণ্ডৱসকলৰ দ্বাৰা বন্ধন-মুক্ত হৈ লজ্জিত নোহোৱাঁনে? ৬॥

হে ৰাজেন্দ্ৰ, হে নৃপনন্দন, তুমি আৰু তোমাৰ সৈন্যবাহিনীয়ে কোঢাল লগাই থাকোঁতে গন্ধৰ্ব্বৰ লগত ৰণ দিবলৈ ভয় কৰি সূতপুত্ৰ কৰ্ণ পলাই গ'ল। ৭।

হে মহাবাহু, তুমি মহাত্মা পাণ্ডৱসকলৰ আৰু সূতপুত্ৰ দুৰ্ম্মতি কৰ্ণৰ বিক্ৰম নিজ চকুৰেই দেখিবলৈ পালা। ৮॥

হে নৃপশ্ৰেষ্ঠ, হে ধৰ্ম্মানুৰক্ত, ধনুৰ্ব্বেদত, শৌৰ্য্য-বীৰ্য্যত নাইবা ধৰ্ম্ম-বিষয়ত কৰ্ণ পাণ্ডৱসকলৰ ভঁৰিৰ যোগ্যও নহয়। ৯।

গতিকে, হে সন্ধিজ্ঞশ্ৰেষ্ঠ, এই বংশ বৃদ্ধিৰ কাৰণে সেই মহাত্মা পাণ্ডৱসকলৰ লগত মই সন্ধি স্থাপন কৰা উচিত বুলি ভাবোঁ। ১০।

হে ৰজা জন্মেজয়, ভীষ্মই এইদৰে কোৱাত জনাধিপতি দুৰ্য্যোধন মিত্ৰগণৰ হাঁহি এটা মাৰি সুবল-পুত্ৰ শকুনিৰে সৈতে ওলাই আঁতৰি গ'ল। ১১॥

দুৰ্য্যোধনক ওলাই যোৱা জানি কৰ্ণ-দুঃশাসন প্ৰভৃতি মহাধনুৰ্দ্ধৰসকলো মহাবলী দুৰ্য্যোধনৰ পিছে পিছে গ'ল। ১২॥

হে ৰজা জন্মেজয়, তেওঁলোকক প্ৰস্থান কৰা দেখি কুৰুবংশীয়সকলৰ পিতামহ ভীষ্ম অতিশয় লজ্জিত হৈ নিজৰ ঘৰলৈ গ'লগৈ। ১৩॥

ভীষ্ম যোৱাত, হে মহাৰাজ, নৰপতি দুৰ্য্যোধনে আকৌ সেই ঠাইলৈ আহি মন্ত্ৰীসকলৰ লগত এইদৰে মন্ত্ৰণা কৰিলে, আমাৰ কাৰণে কি মঙ্গলজনক? আমাৰ কি কাৰ্য্য অৱশিষ্ট আছে? কেনেকৈকো আমাৰ ভাল হ'ব পাৰে? যুঠতে আমাৰ কাৰণে যি হিতদায়ক, তাক আজি মন্ত্ৰণা কৰোঁহক। ১৪-১৫॥

কৰ্ণই ক'লে, হে কুৰুবংশীয় দুৰ্য্যোধন, মই এষাৰ কথা কওঁ, তাক আপুনি গমি চাওক। ভীষ্মই আমাক সদায় নিন্দা কৰে আৰু পাণ্ডৱসকলক প্ৰশংসা কৰে। ১৬॥

হে মহাবাহু, আপোনাৰ প্ৰতি বিদ্বেষ ভাব থকাৰ কাৰণে মোকো তেওঁ বিদ্বেষ কৰে। হে নৰপতি, তেওঁ নিতৌ আপোনাৰ সম্মুখত মোক ভৰ্ৎসনা কৰে। ১৭॥

হে ভৰতবংশীয় মহাৰাজ, হে শত্ৰুনিপীড়ক, আপোনাৰ সম্মুখত ভীষ্মই পাণ্ডৱৰ যি যশসাা-গান গাইছে আৰু আপোনাৰ যি নিন্দা কৰিছে, ভীষ্মৰ সেই কথাবোৰ মই সহিব নোৱাৰোঁ। ১৮-১৯॥

ভৃত্য, সৈন্যবাহিনী আৰু যান-বাহন লগত দি মোক আদেশ দিয়ক, মই গছ-বন, পৰ্ব্বত-পাহাৰেৰে সৈতে সমস্ত পৃথিৱী জয় কৰিম। ২০॥

বলশালী চাৰিজন পাণ্ডৱে লগ হৈ যি পৃথিৱী জয় কৰিছে, তাক মই অকলে আপোনাৰ কাৰণে জয় কৰিম, তাত কোনো সংশয় নাই। মোৰ এই কাম কুৰু-কুল-অধাধম, অতি মন্দমতি ভীষ্মই নিজ চকুৰে দেখক। ২১॥

যি অনিন্দনীয় লোকক নিন্দা কৰে, প্ৰশংসা কৰিব নলগীয়াজনক প্ৰশংসা কৰে। গতিকে আজি মোৰ বল-বীৰ্য্য দেখি নিজকেই নিন্দা কৰক। ২২॥

মহাৰাজ, মোক আদেশ দিয়ক; আপোনাৰ বিজয় সুনিশ্চিত। মই আপোনাৰ সম্মুখত অস্ত্ৰ স্পৰ্শ কৰি প্ৰতিজ্ঞা কৰিছো। ২৩॥

হে মহাৰাজ, হে ভৰতশ্ৰেষ্ঠ জন্মেজয়, কৰ্ণৰ সেই কথা শুনি নৰাধিপতি দুৰ্য্যোধনে পৰম পুলকিত হৈ কৰ্ণক ক'লে, ২৪॥

মই নিজকে ধন্য মানিছো; মই অনুগৃহীত হৈছো; কাৰণ মহা পৰাক্ৰমী আপুনি মোৰ হিত-কাৰ্য্য-সাধনত সদায় লিপ্ত থাকে। আজি মোৰ জন্ম সফল মানিছো। ২৫॥

হে বীৰ, আপুনি যি মুহূৰ্ত্তত মোৰ সকলো শত্ৰু নিহত কৰিবলৈ ইচ্ছা কৰে,

সেই ক্ষণতেই আপুনি যাত্ৰা কৰক। আপোনাৰ শুভ হওক আৰু মোকো সদুপদেশ দিয়ক। ২৬ ॥

ধীমান দুৰ্য্যোধনৰ দ্বাৰা এইদৰে উক্ত হৈ শত্ৰু দমনকাৰী কৰ্ণই জয়-যাত্ৰাৰ কাৰণে ওলাবলৈ সাজু হৈ থকা যান-বাহন-চালকসকলক আদেশ দিলে। ২৭ ॥

শুভ গ্ৰহদেৱতাসকলৰ দৃষ্টিযুক্ত তিথি আৰু নক্ষত্ৰত, শুভ মুহূৰ্ত্তত, সংস্কাৰ থকা ব্ৰাহ্মণসকলৰ আশীৰ্ব্বচনেৰে অভিনন্দিত সেই মহা ধনুৰ্দ্ধৰ কৰ্ণই মাঙ্গলিক দ্ৰব্যসমূহেৰে স্নাত্ৰ কৰি আৰু শুভ বাক্যেৰে অভ্যৰ্থিত হৈ ৰথধ্বনিৰে চৰাচৰ ত্ৰিভুৱন নিনাদিত কৰি শুভ-যাত্ৰা আৰম্ভ কৰিলে। ২৮-২৯ ॥

ইতি মহাভাৰতৰ বনপৰ্ব্বৰ অন্তৰ্গত ঘোষ-যাত্ৰা-পৰ্ব্বত কৰ্ণৰ দিগ্‌বিজয়-যাত্ৰা নামৰ ত্ৰিপঞ্চাশত্যধিক-দ্বিশততম অধ্যায়। ২৫৩ ॥

॥ অধ্যায় ২৫৪ ॥

## ॥ কৰ্ণৰ দিগ্‌বিজয় ॥

বৈশম্পয়ানে ক'লে, হে ভৰতকুলশ্ৰেষ্ঠ জন্মেজয়, তাৰ পাছত মহাধনুৰ্দ্ধৰ কৰ্ণই বিপুল সৈন্য-বাহিনী পৰিচালনা কৰি দ্ৰুপদ ৰজাৰ ৰম্য-পুৰী অৱৰোধ কৰিলে। ১ ॥

হে নৃপশ্ৰেষ্ঠ, মহাসমৰেৰে বীৰ দ্ৰুপদক বশীভূত কৰি সোণ-ৰূপ, নানাতৰহৰ ৰত্ন আৰু কৰ-কাটল তেওঁৰপৰা গ্ৰহণ কৰিলে। ২-৩ ॥

হে ৰাজেন্দ্ৰ জন্মেজয়, তেওঁক পৰাজয় কৰি তেওঁৰ অনুৱৰ্ত্তী সামন্ত ৰজাসকলক বশ কৰিলে আৰু তেওঁলোকৰ দ্বাৰা কৰ দিয়ালে। ৪ ॥

ইয়াৰ পাছত উত্তৰ দিশলৈ গৈ সেই সেই নৰপতিসকলক বশ কৰিলে। তাৰ পাছত ভগদত্তক পৰাজয় কৰি ৰাধানন্দন কৰ্ণ গিৰিশ্ৰেষ্ঠ হিমালয়ত উঠিল। তাত শত্ৰুসকলেৰে সৈতে যুঁজি যুঁজি আশে-পাশে দশো-দিশে থকা নৰপতিসকলক বশ কৰিলে। তেওঁ হিমালয়ত বাস কৰা ৰজাসকলক জয় কৰি আটাইবিলাকৰপৰা কৰ লৈছিল। ৪-৬ ॥

তাৰ পাছত নেপাল দেশত যিসকল ৰজা আছিল, তেওঁলোকক জয় কৰিলে। সেই পৰ্ব্বতৰপৰা নামি তেওঁ পূৱ দিশৰ ফালে আগুৱাই গ'ল। ৭ ॥

ইয়াৰ পাছত ক্ৰমে অঙ্গ-বঙ্গ-কলিঙ্গ-শুণ্ডিক (শুঁড়িৰাজ্য), মিথিলা-মগধ আৰু কৰ্কখণ্ড (বগা ধোঁৱা থকা ৰাজ্যত) প্ৰৱেশ কৰি তেওঁলোকক নিজৰ বশলৈ নি আৱশীৰ, যোধ্য আৰু অহিক্ষত্ৰ জয় কৰিলে। ৮-৯ ॥

পূব দিশত দিগ্‌বিজয় কৰি সেই পথেৰে বৎসভূমিলৈ গ'ল। গহ-বন নথকা, মাথোন মৃত্তিকাৰে ভৰ-পূৰ সেই বৎসভূমি জয় কৰি মোহন, পত্তন, ত্রিপুৰী আৰু কোসল্যা—এই আটাইবোৰ ৰাজ্য জয় কৰিলে। সকলোবেৰৰ পৰা কৰ-কাটল আদায় কৰি সূতপুত্র কৰ্ণই দক্ষিণ দিশলৈ গৈ মহাৰথীসকলক জয় কৰি দাক্ষিণাত্যত ৰাজত্ব কৰা ৰুক্মীৰ লগত যুঁজিছিল। ১০-১২॥

সেই ৰুক্মীয়ে তুমুল যুদ্ধ কৰি সূতনন্দন কৰ্ণক কৈছিল, হে ৰাজেন্দ্ৰ, আপোনাৰ বল-বিক্ৰমত মই প্ৰীত হৈছো। আপোনাক মই বাধা নিদিওঁ, মাথোন ক্ষত্রিয়ৰ ধৰ্ম্মহে পালন কৰিলোঁ। ধন-বস্তু যিমান ইচ্ছা কৰে, মই আনন্দেৰে আপোনাক দিম। ১৩-১৪॥

ৰুক্মীৰে সৈতে কৰ্ণই পাণ্ড্য আৰু শ্রীশৈললৈকে গৈছিল তাত তেওঁ নৰপতি কেৰল, নীল, বেণুদাৰিপুত্ৰ আৰু আন আন দক্ষিণ দিশত থকা ৰজাসকলৰ হতুৱাই দুৰ্য্যোধনলৈ কৰ দিয়ালে। ১৫-১৬॥

তাৰ পাছত সূতনন্দন কৰ্ণই শিশুপালৰ পুত্ৰক আক্ৰমণ কৰি পৰাজয় কৰিলে। হে ভৰতকুলশ্ৰেষ্ঠ, লগে লগে মহা বিক্ৰমী কৰ্ণই ওচৰ-পাজৰৰ সকলো ৰজাকেই বশীভূত কৰিলে। তেওঁ অৱন্তী-দেশীয় ৰজাসকলক বশ কৰি সন্ধি-সূত্রেৰে বৃষ্ণি বংশীয়সকলৰ লগত মিত্রতা-পাশত আবদ্ধ হৈ তেওঁলোকেৰে সৈতে অলপ পাছতেই পশ্চিম দেশত থকা ৰজাসকলকো পৰাভূত কৰিলে। ১৬-১৭॥

বৰুণ দেৱতাৰ দিশ পশ্চিম ফাললৈ আহি তেওঁ বৰ্ব্বৰ যৱন ৰজাসকলৰ হতুৱাই আৰু পশ্চিম দেশত বাস কৰা ৰজাসকলৰ হতুৱাই কৰ দিয়ালে। ১৮॥

পূব, পশ্চিম আৰু দক্ষিণফালে অৱস্থিত সমুদায় ৰাজ্য জয় কৰি নীতিবিশাৰদ সূতপুত্ৰ বীৰ কৰ্ণই ম্লেচ্ছ, অৰণ্যবাসী আৰু পৰ্ব্বতত বসতি কৰা সাধুতা-পৰায়ণ বোহিতকসকলক আৰু আগ্নেয় আৰু মালৱৰ জন-গণসমষ্টিসমূহক হেলাৰঙে পৰাজিত কৰি শশক আৰু যৱনসকলকো জয় কৰিলে। ১৯-২১॥

তেওঁ সত্যভামাৰ পিতাক নগ্নজিৎ প্ৰভৃতি মহাৰথীসকলকো পৰাজিত কৰিছিল। এইদৰে সমস্ত পৃথিৱী বশ কৰি বিজয়ী মহাৰথী পুৰুষশ্রেষ্ঠ কৰ্ণ হস্তিনাপুৰলৈ উভতি আহিল। ২২॥

হে মহাৰাজ জন্মেজয়, মহাধনুৰ্দ্ধৰ সেই কৰ্ণক অহা দেখি জনাধিপতি ধৃতৰাষ্ট্ৰ পুত্ৰ দুৰ্য্যোধনে ভ্ৰাতৃ-পিতৃ আৰু বন্ধু-বান্ধৱেৰে সৈতে আসনৰ পৰা উঠি সমৰ-শোভিত কৰ্ণক বিধিমতে অৰ্চ্চনা কৰিলে (অভ্যৰ্থনা জনালে) আৰু বিজয়-বাতৰি নগৰত ঘোষণা কৰি দিলে, ২৩-২৪॥

ভীষ্ম, দ্ৰোণ, কৃপাচাৰ্য্য আৰু বাহ্লীকৰ পৰা মই যি পোৱা নাই, তাক আপোনাৰ পৰা পালোঁ; আপোনাৰ মঙ্গল হওক। ২৫॥

হে কৰ্ণ, অধিক কোৱাৰ আৱশ্যক কি ?—আপুনি মোৰ ভাষণ শুনক। হে মহাবাহু, হে শ্ৰেষ্ঠ, আপোনাক নায়ক-ৰূপে পাই মই আজি নায়কযুক্ত হৈছো।২৬ ॥

হে পুৰুষশ্ৰেষ্ঠ, সেই পাণ্ডুপুত্ৰ আটাইবিলাকেই আৰু জগতৰ আন আন শ্ৰেষ্ঠাতি-শ্ৰেষ্ঠ ৰজাসকল আপোনাৰ ষোল কলাৰ একলাও নহয়। ২৭ ॥

হে মহা ধনুৰ্দ্ধাৰী কৰ্ণ, বজ্ৰধাৰী ইন্দ্ৰই অদিতিক যিদৰে ভক্তিভাৱে চায়, আপুনিও ধৃতৰাষ্ট্ৰ আৰু যশস্যাশালিনী গান্ধাৰীক তেনেভাৱে চাব ২৮ ॥

হে নৰপতি জন্মেজয়, তাৰ পাছত হস্তিনাপুৰ নগৰত হৈ-হৈ-ৰৈ-ৰৈ শব্দ আৰু হাহাকাৰ ধ্বনি কিৰিপি পৰিছিল। ২৯ ॥

কিছুমানে কৰ্ণক প্ৰশংসা কৰিছিল। তেনেকৈ অইন কিছুমানে তেওঁক নিন্দা কৰিছিল। সেই হস্তিনাপুৰত বসতি কৰা আন আন নৰপতিসকল স্তব্ধ হৈ মনে মনে আছিল। ৩০ ॥

হে পৃথিৱীপতি জন্মেজয়, শস্ত্ৰধাৰীসকলৰ শ্ৰেষ্ঠ, সূতপুত্ৰ কৰ্ণই ওখ আৰু দ দেশবোৰেৰে, কন্দৰ আৰু নগৰবোৰেৰে, দ্বীপ আৰু জলময় স্থানসমূহেৰে ভৰ-পূৰ, পৰ্ব্বত-বন আৰু বিস্তীৰ্ণ শস্য-পথাৰেৰে পৰিপূৰ্ণ, প্ৰমোদ-কাননসমূহেৰে বিৰাজিত আৰু সমুদ্ৰ-সংলগ্ন সমস্ত পৃথিৱী এইদৰে বিজয় কৰি সেই সেই নৰপতিসকলক কিছু দিনৰ ভিতৰতে বশ কৰি অক্ষয় ধন-বস্তু লৈ আহি ৰজা দুৰ্য্যোধনৰ ওচৰ চাপিছিল। ৩১-৩৩ ॥

হে শত্ৰুদমনকাৰী ৰজা জন্মেজয়, বীৰ কৰ্ণই ৰাজ-ভৱনত প্ৰৱেশ কৰি গান্ধাৰীৰে সৈতে একে ঠাইতে থকা ধৃতৰাষ্ট্ৰক দেখা কৰিছিল। ৩৪ ॥

হে নৰশ্ৰেষ্ঠ, ধৰ্ম্মজ্ঞ কৰ্ণই পুত্ৰৰ দৰে তেওঁৰ চৰণ দুখনিত প্ৰণাম জনালে। ধৃত-ৰাষ্ট্ৰয়ো চেনেহতে তেওঁক সাবটি ধৰি পিছত বিদায় দিলে। ৩৫ ॥

হে ভৰতবংশধৰ জন্মেজয়, ৰজা দুৰ্য্যোধনে আৰু সুবলপুত্ৰ শকুনিয়ে তেতিয়াৰ-পৰা কৰ্ণই পাণ্ডৱসকলক পৰাভৱ কৰিব পাৰিব বুলি জানিছিল। ৩৬ ॥

ইতি মহাভাৰতৰ বনপৰ্ব্বৰ অন্তৰ্গত ঘোষ-যাত্ৰা-পৰ্ব্বত কৰ্ণৰ দিগ্বিজয় নামৰ চতুঃপঞ্চাশতাধিক-দ্বিশততম অধ্যায়। ২৫৪ ॥

## ॥ অধ্যায় ২৫৫ ॥

# ॥ দুৰ্য্যোধনৰ যজ্ঞাৰম্ভ ॥

বৈশম্পায়নে ক'লে, হে জনাধিপতি মহাৰাজ জন্মেজয়, বিপক্ষ-বীৰহন্তা সূত-পুত্ৰ কৰ্ণই পৃথিৱী বিজয় কৰি দুৰ্য্যোধনক ক'লে । ১ ॥

কৰ্ণই কলে, হে কুৰুবংশীয় দুৰ্য্যোধন, মই আপোনাক যি ক'ম, তাক পোনতে বুজি লওক । হে শত্ৰু-দমনকাৰী, মোৰ কথা শুনাৰ পাছত সেই অনুসাৰে আপুনি কাম কৰা উচিত হ'ব । ২ ॥

হে বীৰ, হে নৃপোত্তম, আজি আপোনাৰ এই পৃথিৱী বৈৰী-বিহীন । উচ্চমনা আপুনি ইন্দ্ৰৰ দৰে শত্ৰু বিনাশ কৰি ইয়াক পালন কৰক । ৩ ॥

বৈশম্পায়নে ক'লে, কৰ্ণই এনেকৈ কলত ৰজা দুৰ্য্যোধনে পুনাই কৰ্ণক ক'লে, হে পুৰুষ-শ্ৰেষ্ঠ, আপুনি যাৰ নায়ক তেওঁৰ একোৱেই দুৰ্লভ নহয় । ৪ ॥

আপুনি মোৰ সহায়, অনুৰক্ত আৰু মোৰ কাৰণে সদায় যত্নপৰ । মোৰ মনৰ এটা কামনা আছে, তাক আপুনি যথাযথভাৱে শুনক । ৫ ॥

পাণ্ডৱৰ সেই ৰাজসূয় মহাযজ্ঞ দেখি মোৰো স্পৃহা জন্মিছিল । হে সূতপুত্ৰ, মোৰ সেই আশা পৰিপূৰণ কৰক । ৬ ॥

এনেকৈ কোৱাত কৰ্ণই ৰজা দুৰ্য্যোধনক ক'লে, হে নৃপশ্ৰেষ্ঠ, পৃথিৱী পালনকাৰী সকলো ভূপতি আজি আপোনাৰ বশ্য । শ্ৰেষ্ঠ দ্বিজসকলক আৰু যোগাৰ দিওঁত-া বিলাকক আহ্বান কৰক আৰু, যজ্ঞৰ ফল-মূলাদি সামগ্ৰীবোৰ বিধিমতে যোগাৰ কৰক । ৭-৮ ॥

হে শত্ৰু-দমনকাৰী মহাৰাজ, যথানিয়মে নিমন্ত্ৰিত সেই বেদজ্ঞ যাজ্ঞিকসকলে শাস্ত্ৰমতে যজ্ঞক্ৰিয়া সম্পাদন কৰক । ৯ ॥

হে ভৰত-কুলতিলক, বহু খাদ্য আৰু পেয় দ্ৰব্য-সমন্বিত আৰু সমৃদ্ধিময় গুণ-গৰিমাৰে মণ্ডিত আপোনাৰ প্ৰস্তাৱিত মহাযজ্ঞ প্ৰৱৰ্ত্তিত হওক । ১০ ॥

হে মহাৰাজ জন্মেজয়, কৰ্ণই এনেকৈ কোৱাৰ পাছত দুৰ্য্যোধনে পুৰোহিতক সন্মানেৰে অনাই এই কথা ক'লে, ১১ ॥

মোৰ কল্যাণৰ কাৰণে বিধিমতে ক্ৰমভঙ্গ নকৰাকৈ প্ৰচুৰ দক্ষিণাযুক্ত যজ্ঞশ্ৰেষ্ঠ ৰাজসূয়ৰ অনুষ্ঠান কৰক । ১২ ॥

এনেকৈ কোৱাৰ পাছত দ্বিজপ্ৰৱৰ পুৰোহিতে নৰপতিক ক'লে, যুধিষ্ঠিৰৰ

জীৱিত অৱস্থাত আপুনি আপোনাৰ বংশত সেই মহা যজ্ঞ কৰিব নোৱাৰে। (বংশৰ ভিতৰত এজন এই যজ্ঞকাৰী জীয়াই থাকিলে দ্বিতীয় ৰাজসূয় যজ্ঞ হ'ব নোৱাৰে)। ১৩ ॥

হে কুৰুকুলশ্রেষ্ঠ, হে নৃপোত্তম, আপোনাৰ স্বয়ং পিতৃদেৱ দীৰ্ঘায়ু হৈ জীৱিত আছে ; এই অৱস্থাত এই যজ্ঞ কৰা আপোনাৰ বিৰুদ্ধ কাম হ'ব। ১৩-১৫ ॥

এই বাবেও, হে নৰপতি, আপোনাৰ কাৰণে এই যজ্ঞানুষ্ঠান নীতি-বিৰুদ্ধ। হে শাসক, ৰাজসূয়ৰ সমান ফলদায়ক আন এটা মহা যজ্ঞ উক্ত আছে। ১৭ ॥

হে ৰাজেন্দ্ৰ, আপুনি সেই যজ্ঞ কৰক ; জগতে শুনক, মহাৰাজ, আপোনাৰ যিসকল কৰদাতা ৰজা আছে—তেওঁলোকে ৰাজ-কৰবোৰ আৰু অংশ হিচাপে সোণ আৰু সোণৰ অলঙ্কাৰবোৰ দিয়ক। ১৬-১৭ ॥

হে নৃপশ্রেষ্ঠ, সেই সোণেৰে আপুনি সম্প্ৰতি এটা নাঙল তৈয়াৰ কৰক। হে ভৰত-বংশধৰ, যজ্ঞ-বেদীৰ (হৃদৰ) ভিতৰত পৰা ভূমিভাগ সেই নাঙলেৰে চহাওক। ১৭-১৮ ॥

হে নৃপশ্রেষ্ঠ, সেই পৰিষ্কৃত ভূমিৰ ওপৰত সুনিৰ্ম্মিত খাদ্যসমূহেৰে উচ্চৈনদী হোৱা সেই যজ্ঞানুষ্ঠান-বিধিমতে জাতি-বৰ্ণ-নিৰ্ব্বিশেষে সকলোৰে কাৰণে দুৱাৰ মুকলি ৰাখি প্ৰবৰ্ত্তিত হওক। ১৮-১৯ ॥

সৎ লোকৰ কাৰণে উপযোগী বৈষ্ণৱ নামৰ এই যজ্ঞ আপোনাৰ অনুষ্ঠেয়। এই যজ্ঞৰ দ্বাৰা পুৰাণ-পুৰুষ সকল শ্ৰীবিষ্ণুত বাজে আন দেৱতাক প্ৰাৰ্থনা কৰা নহয়। এই মহা যজ্ঞই যজ্ঞশ্রেষ্ঠ ৰাজসূয়ৰ লগত ফেৰ মাৰিব পাৰে।১৯-২০ ॥

হে ভৰত-বংশধৰ, এই যজ্ঞ কাৰ্য্যত আমাৰ মত আছে, আপোনাৰো কল্যাণ হয়। এই যজ্ঞ নিৰ্ব্বিঘ্নে হ'ব পাৰে ; লগে লগে আপোনাৰ আকাঙ্ক্ষাও সফল হয়। ২১ ॥

সেই পুৰোহিত আৰু ব্ৰাহ্মণসকলে এনেদৰে কোৱাৰ পিছত মহীপতি দুৰ্য্যোধনে কৰ্ণ, সুবল-নন্দন শকুনি আৰু আপোন ভাইকেসকলক ক'লে, ২২ ॥

ব্ৰাহ্মণসকলৰ সমুদায় কথা মোৰ মনত লাগিছে, তাত কোনো সংশয় নাই। যদি আপোনালোকৰো মনঃপূত হয় তেন্তে বেগতে কওক। ২৩ ॥

এইবৰে কোৱাত তেওঁলোক আটাইবিলাকেই "তথাস্তু" বুলি সম্মতি প্ৰকাশ কৰিলে। তাৰ পাছত ৰজাই শিল্পীসকলক যথাক্ৰমে আদেশ দিলে। ২৪ ॥

হে নৃপশ্রেষ্ঠ জন্মেজয়, নাঙল নিৰ্ম্মাণ কৰিবলৈকো শিল্পীসকল বিশেষভাৱে আদেশ-প্ৰাপ্ত হৈছিল। তেওঁলোকে তেওঁ কোৱামতে যথাক্ৰমে সকলো কাৰ্য্য সম্পন্ন কৰিলে। ২৫ ॥

ইতি মহাভাৰতৰ বনপৰ্ব্বৰ অন্তৰ্গত ঘোষযাত্ৰা-পৰ্ব্বত দুৰ্য্যোধনৰ যজ্ঞাৰম্ভ নামৰ পঞ্চপঞ্চাশত্যধিক-দ্বিশততম অধ্যায়। ২৫৫ ॥

॥ অধ্যায় ২৫৬ ॥

## ॥ দুৰ্য্যোধনৰ বৈষ্ণৱ-যজ্ঞ ॥

বৈশম্পায়নে ক'লে, তাৰ পাছত যজ্ঞ-গৃহাদি সজোৱা শিল্পীসকলে, সচিবসকলে আৰু পৰম জ্ঞানী বিদুৰে দুৰ্য্যোধনক ক'লে, ১ ॥

হে ভৰত-বংশীয় মহাৰাজ, যজ্ঞ-গৃহাদি সময়মতে সজোৱা হৈছে আৰু সোণেৰে তৈয়াৰী বহুমূলীয়া গোটেইটো নাঙল প্ৰস্তুত হৈছে। ২ ॥

হে মহাৰাজ জন্মেজয়, নৃপশ্ৰেষ্ঠ দুৰ্য্যোধনে ইয়াকে শুনি সেই মহাযজ্ঞৰ অনুষ্ঠান আৰম্ভ কৰিবলৈ আদেশ দিলে। ৩ ॥

তাৰ পাছত বহু প্ৰয়োজন-সাধক (অনেক অৰ্থব্যয় হোৱা), বিশুদ্ধৰূপে প্ৰস্তুত, সেই যজ্ঞ শাস্ত্ৰমতে আৰম্ভ হ'ল; শাস্ত্ৰ আৰু ক্ৰম-অনুসৰি দুৰ্য্যোধন দীক্ষিত হ'ল। ৪ ॥

ধৃতৰাষ্ট্ৰ, মহাযশস্বী বিদুৰ, ভীষ্ম, দ্ৰোণ, কৃপাচাৰ্য্য, কৰ্ণ আৰু যশস্যা-শালিনী গান্ধাৰী তেনে কামত পৰম আনন্দিত হৈছিল আৰু, হে ৰাজেন্দ্ৰ, নৰপতিসকলক আৰু ব্ৰাহ্মণবৰ্গক নিমন্ত্ৰণ কৰিবলৈ শীঘ্ৰগামী দূতবোৰ পঠোৱা হৈছিল। ৫-৬ ॥

বেগশীল বাহনেৰে দূতবোৰ নিজৰ নিজৰ অভিপ্ৰেত উদ্দেশ্যেৰে প্ৰয়াণ কৰিছিল। তেওঁলোকৰ ভিতৰৰ যাত্ৰা কৰি গলোৱা এজন দূতক দুঃশাসনে ক'লে, দ্বৈতবনলৈ তত্‌কালিকে গৈ পাপী পাণ্ডৱসকলক আৰু সেই বনত বাস কৰা ব্ৰাহ্মণসকলক যথানিয়মে নিমন্ত্ৰণ কৰাঁগৈ। ৭-৮ ॥

তেওঁ পাণ্ডৱসকলৰ ওচৰলৈ গৈ প্ৰণাম জনাই ক'লে, হে মহাৰাজ যুধিষ্ঠিৰ, কুৰুকুল-গৌৰৱ নৃপশ্ৰেষ্ঠ দুৰ্য্যোধনে বল-বিক্ৰমেৰে উপাৰ্জ্জন কৰা অৰ্থৰাশিৰে যজ্ঞ পাতিছে। তালৈকে নৃপতিসকল আৰু যেই-সেই ঠাইৰে ব্ৰাহ্মণসকল যাবলৈ ধৰিছে। জনাধিপতি ধৃতৰাষ্ট্ৰ-পুত্ৰ ৰজা দুৰ্য্যোধনে আপোনালোকক আমন্ত্ৰণ জনাইছে। ৰজাৰ মনৰ কামনা, আপোনাসকলে সেই যজ্ঞ চাবহি। ১১-১২ ॥

দূতৰ সেই কথা শুনি নৃপতিশ্ৰেষ্ঠ ৰজা যুধিষ্ঠিৰে কবলৈ ধৰিলে, সৌভাগ্যক্ৰমে পূৰ্ব্বপুৰুষসকলৰ কীৰ্ত্তিবৰ্দ্ধক ৰজা সুযোধনে এই প্ৰধান যজ্ঞ আৰম্ভ কৰিছে। ১২-১৩ ॥

আমিও গলোঁহেঁতেন, কিন্তু এতিয়া কোনোমতেই নোৱাৰি—কাৰণ ত্ৰয়োদশ বছৰলৈকে আমাৰ সেই প্ৰতিজ্ঞা নিতান্ত পালনীয়। ১৪ ॥

ধৰ্ম্মৰাজ যুধিষ্ঠিৰৰ কথা শুনি ভীমে কবলৈ ধৰিলে, নৰপতি ধৰ্ম্মৰাজ তেতিয়া

যাব—যেতিয়া তেৰ বছৰ উকলি যোৱাৰ পিছত ৰণযজ্ঞত প্ৰদীপ্ত হুতাশনৰ বুকুত সেই দুৰ্যোধনক নৰপতিয়ে অস্ত্ৰ-শস্ত্ৰৰ সহায়েৰে পেলাই দিব। ১৫-১৬॥

যেতিয়া পাণ্ডৱে ধৃতৰাষ্ট্ৰৰ পুত্ৰসকলৰ ওপৰত ক্ৰোধৰ ঘৃতাহুতি ত্যাগ কৰিব, তেতিয়া মযো বীৰদৰ্পে যাম বুলি দুৰ্যোধনৰ আগত কবাগৈ। ১৭॥

হে ৰজা জন্মেজয়, বাকীবিলাক পাণ্ডু-পুত্ৰই কোনো অপ্ৰিয় কথা কোৱা নাছিল। দূতেও দুৰ্যোধনৰ আগত যথাযথভাৱে সকলো কথা নিবেদন কৰিছিল। ১৮॥

হে মহোদয়, এয়াৰ পাছত নানা দেশৰ শ্ৰেষ্ঠ নৰপতিসকল আৰু বিজ্ঞ ব্ৰাহ্মণবৰ্গ দুৰ্যোধনৰ নগৰলৈ আহিছিল। ১৯॥

শাস্ত্ৰ অনুসাৰে ক্ৰম ভঙ্গ নকৰাকৈ যথানিয়মে অৰ্চ্চিত সেই নৰপতিসকল পৰম সন্তুষ্ট আৰু আনন্দিত হৈছিল। ২০॥

হে ৰাজেন্দ্ৰ জন্মেজয়, সমস্ত কৌৰৱসকলৰ দ্বাৰা পৰিবেষ্টিত ধৃতৰাষ্ট্ৰয়ো মহা আনন্দেৰে বিদুৰক কৈছিল, ২১॥

হে ক্ষত্তঃ (দাসীপুত্ৰ দ্বাৰপাল), যজ্ঞ-ভৱনত সমবেত সকলোলোক সু-ভোজন পাই যাতে সুখী আৰু সন্তুষ্ট হয়, তুমি এতালিকে তেনে দিহা কৰা। ২২॥

হে শত্ৰু-দমনকাৰী জন্মেজয়, ধৰ্ম্মবিদ্ বিদ্বান্ বিদুৰে জাতি-বৰ্ণ-নিৰ্ব্বিশেষে সকলোকে যথাযোগ্যভাৱে অভ্যৰ্থনা কৰিলে। ২৩॥

তেওঁ হৰ্ষ চিত্তেৰে খাদ্য বস্তু খাবলৈ দি আৰু পেয় দ্ৰব্য পিবলৈ দি সুগন্ধি মালাবোৰেৰে আৰু নানাপ্ৰকাৰৰ কাপোৰেৰে তেওঁলোকক সংকাৰ কৰিলে। ২৪॥

ৰাজশ্ৰেষ্ঠ বীৰ দুৰ্যোধনে শাস্ত্ৰীয় ক্ৰম অনুসাৰে গাৰ্হস্থ্য আশ্ৰমৰ কামবোৰ সমাপন কৰি হেজাৰ হেজাৰ নৰপতি আৰু ব্ৰাহ্মণসকলক সান্ত্বনা-বাক্যেৰে শোধ-পোছ কৰি বিবিধ ধনৰত্ন উপহাৰ দি বিদায় দিলে। ২৫-২৬॥

নৃপতিসকলক বিদায় দি ভায়েকসকলৰ দ্বাৰা পৰিবেষ্টিত হৈ তেওঁ কৰ্ণ আৰু শকুনি প্ৰভৃতিৰে সৈতে হস্তিনাপুৰীত প্ৰৱেশ কৰিলে। ২৭॥

ইতি মহাভাৰতৰ বনপৰ্ব্বৰ অন্তৰ্গত ঘোষ-যাত্ৰা-পৰ্ব্বত দুৰ্যোধনৰ বৈষ্ণৱ-যজ্ঞ নামৰ ষট্পঞ্চাশত্যধিক-দ্বিশততম অধ্যায়। ২৫৬॥

॥ অধ্যায় ২৫৭ ॥

# ॥ যুধিষ্ঠিৰৰ চিন্তা ॥

বৈশম্পায়নে ক'লে, হে নৃপসত্তম, হে মহাৰাজ জন্মেজয়, অচঞ্চল ভাৱেৰে প্ৰৱেশ কৰিবলৈ ধৰা মহাধনুৰ্দ্ধৰ দুৰ্য্যোধনক স্তুতিপাঠকসকলে স্তুতি কৰিছিল আৰু জনসাধাৰণে অভিনন্দিত কৰিছিল । ১ ॥

তাৰ পাছত সেই মানুহবিলাকে আখৈ আৰু চন্দন-চূৰ্ণ ছটিয়াই কৈছিল, হে নৰপতি, আপোনাৰ এই যজ্ঞ সৌভাগ্যক্ৰমে নিৰ্ব্বিঘ্নে সমাপ্ত হ'ল । ২ ॥

কিন্তু তাত সমবেত হোৱা কিছুমান উন্মাদ ৰোগগ্ৰস্ত মানুহে ৰজা দুৰ্যোধনকে কৈ পেলাইছিল, আপোনাৰ এই যজ্ঞ যুধিষ্ঠিৰৰ যজ্ঞৰ সমান হোৱা নাই । ৩ ॥

কিছুমান উন্মাদ লোকে জনাধিপতিক সেই ঠাইত এইদৰে কৈছিল, এই যজ্ঞ ধৰ্ম্মৰাজৰ যজ্ঞৰ ষোলভাগৰ এভাগো হোৱা নাই । ৪ ॥

পৰিশেষত তাত উপস্থিত থকা তেওঁৰ সুহৃদসকলে কৈছিল, এই যজ্ঞই সকলো যজ্ঞকেই চেৰ পেলাইছে । যযাতি, নহুষ, মান্ধাতা আৰু ভৰত—এওঁলোকে এই যজ্ঞ সম্পাদন কৰি পৱিত্ৰ হৈ আটাইবিলাকেই স্বৰ্গধামলৈ গ'ল । ৫ ॥

হে ভৰত-কুলশ্ৰেষ্ঠ জন্মেজয়, সুহৃদসকলৰ এই শুভ বাক্যবোৰ শুনিবলৈ পাই নৰাধিপতি দুৰ্যোধন হৰ্ষ চিত্তেৰে অন্তঃপুৰত থকা নিজ-ভৱনত প্ৰৱেশ কৰিলে । ৬-৭ ॥

হে নৰপতি, তাৰ পাছত মাক-পিতাকৰ, ভীষ্ম-দ্ৰোণ-কৃপ প্ৰভৃতিৰ আৰু বিদুৰৰ চৰণত অভিবাদন কৰি লগে লগে ভায়েকসকলৰ প্ৰণাম গ্ৰহণ কৰি আৰু তেওঁলোকৰ দ্বাৰা পৰিবেষ্টিত হৈ ভ্ৰাতৃসকলৰ হৰ্ষবৰ্দ্ধক তেওঁ প্ৰধানতম আসন এখনত বহিল । ৭-৯ ॥

তেতিয়া সূতপুত্ৰ কৰ্ণই থিয় হৈ মহাৰাজ দুৰ্যোধনক কবলৈ ধৰিলে, হে ভৰতশ্ৰেষ্ঠ, আপোনাৰ এই মহা যজ্ঞ সুমঙ্গলেৰে সমাপ্ত হ'ল । ৯-১০ ॥

হে নৰশ্ৰেষ্ঠ, যুদ্ধত পাণ্ডৱসকল নিহত হোৱাৰ পাছত আপুনি ৰাজসূয় যজ্ঞ কৰিলে মই পুনাই আপোনাক পূজা কৰিম । ১০-১১ ॥

পৰম যশস্যাশালী মহাৰাজ দুৰ্যোধনে তেওঁক কৈছিল, হে বীৰ, আপুনি কোৱা এই কথা সত্য ; দুৰাত্মা পাণ্ডৱসকল নিহত হ'লে, হে নৰশ্ৰেষ্ঠ, যেতিয়া মই মহা যজ্ঞ ৰাজসূয় কৰিম, এইদৰে সম্ভাষণ জনাব । ১১-১৩ ॥

হে ভৰত-বংশীয় জন্মেজয়, কুৰুকুলজাত মহাৰাজ দুৰ্যোধনে এইদৰে কৈ কৰ্ণক আলিঙ্গন কৰি ৰাজসূয় যজ্ঞৰ কথা ভাবিছিল । ১৩-১৭ ॥

নৃপশ্ৰেষ্ঠ সেই দুৰ্য্যোধনে ওচৰত থকা কুৰুবংশীয় লোকসকলক ক'লে, হে কৌৰৱসকল, পাণ্ডৱসকলক নিধন কৰি কেতিয়ানো বহু-ধন-সাধ্য যজ্ঞশ্ৰেষ্ঠ ৰাজসূয় যজ্ঞৰ অনুষ্ঠান কৰিম ? ১৪-১৫ ॥

তেতিয়া কৰ্ণই তেওঁক ক'লে, হে নৃপকুঞ্জৰ দুৰ্য্যোধন, মোৰ প্ৰতিজ্ঞা শুনক। অৰ্জুনক নিধন নকৰালৈকে মই মোৰ ভৰি দুখন আনক ধুৱাই দিবলৈ নিদিওঁ। আজিৰপৰা কধিৰাক্ত মাংস মই নেখাম। সুৰা-বৰ্জন ব্ৰত মই আচৰণ কৰিম। যেই সেই মানুহে খুজিলেও মই নাই বুলি নকওঁ। ১৬-১৭।

কৰ্ণই যুদ্ধত অৰ্জুনক বধ কৰা প্ৰতিজ্ঞা কৰাৰ লগে লগে মহাৰথী, মহাধনুৰ্দ্ধৰ ধৃতৰাষ্ট্ৰৰ পুত্ৰসকলে উচ্চ শব্দৰ ৰোল তুলিছিল আৰু পাণ্ডৱসকল পৰাজিত হ'ব বুলি ভাবি লৈছিল। ১৮-১৯ ॥

হে ভৰত-বংশীয় ৰাজেন্দ্ৰ জন্মেজয়, তেজস্বী দুৰ্য্যোধন সেই নৰশ্ৰেষ্ঠসকলক বিদায় দি কুবেৰৰ চৈত্ৰৰথ কাননত প্ৰভু শ্ৰীবিষ্ণু সোমোৱাৰ নিচিনাকৈ নিজ ৰাজ-ভৱনত প্ৰৱেশ কৰিলে। সেই ঠাইত থকা ধনুৰ্দ্ধৰসকলো নিজৰ নিজৰ বাস-ভৱনলৈ গ'ল। ১৯-২০ ॥

দূতসকলৰ কথাত বিচলিত হৈ মহাধনুৰ্দ্ধৰ পাণ্ডৱসকলে সেই যজ্ঞৰ উদ্দেশ্য-বোৰ ভাবি ভাবি কোনো সুখ-শান্তি পোৱা নাছিল। ২১ ॥

হে ৰাজেন্দ্ৰ জন্মেজয়, কৰ্ণই অৰ্জুনক বধ কৰা প্ৰতিজ্ঞাৰ বাতৰি চোৰাংচোৱা-সকলে দুনাই তেওঁলোকক জনালেগৈ। ২২ ॥

হে নৰাধিপতি জন্মেজয়, এই বাতৰি শুনি ধৰ্মপুত্ৰ যুধিষ্ঠিৰ বৰ উদ্বিগ্ন হ'ল। তেওঁ অদ্ভুত বিক্ৰমী কৰ্ণক অভেদ্য কৱচ পৰিধান কৰোঁতা বুলি জানি অতীত জীৱনৰ ক্লেশবোৰ এটা এটাকৈ স্মৰণ কৰি চিত্তত কোনো শান্তি নোপোৱা হ'ল। ২৩ ॥

চিন্তাত আকুল মহাত্মা যুধিষ্ঠিৰৰ বহু হিংস্ৰ জন্তু আৰু বিষধৰ সৰ্পসমূহেৰে পৰিপূৰ্ণ দ্বৈতবন নামৰ অৰণ্যখন এৰি যাবলৈ মন গৈছিল। ২৪ ॥

বীৰ ভ্ৰাতৃবৰ্গ, ভীষ্ম-দ্ৰোণ-কৃপ আৰু সমৰৰ শোভাবৰ্দ্ধক সূতপুত্ৰ কৰ্ণেৰে সৈতে লগ লাগি নৰপতি দুৰ্য্যোধনেও বসুন্ধৰা (ৰাজ্য) শাসন কৰিছিল। ২৫ ॥

সামন্ত-প্ৰজাসকলৰ প্ৰিয় কাৰ্য্যত নিতৌ আসক্ত হৈ দুৰ্য্যোধনে অজস্ৰ দক্ষি-ণাৰে পৰিপূৰ্ণ যজ্ঞানুষ্ঠানবোৰ সম্পাদন কৰি বিপ্ৰসকলক পূজা কৰিছিল। ২৭ ॥

ধনেই দান আৰু উপভোগৰ মূল কাৰণ বুলি মনেৰে ঠিৰাং কৰি শত্ৰুদমন-কাৰী বীৰ দুৰ্য্যোধনে ভ্ৰাতৃসকলৰ প্ৰিয় কাৰ্য্য সাধন কৰিছিল। ২৮ ॥

ইতি মহাভাৰতৰ বনপৰ্ব্বৰ অন্তৰ্গত ঘোষ-যাত্ৰা-পৰ্ব্বত যুধিষ্ঠিৰৰ চিন্তা নামৰ সপ্তপঞ্চাশতাধিক-দ্বিশততম অধ্যায়। ২৫৭ ॥

॥ অধ্যায় ২৫৮ ॥

## ॥ মৃগ-স্বপ্নোদ্ভৱ-পৰ্ব্ব ঃ কম্যক-প্ৰৱেশ ॥

জন্মেজয়ে ক'লে, মহাপৰাক্ৰমী পাণ্ডু-পুত্ৰসকলে দুৰ্যোধনক মুক্ত কৰাৰ পাছত সেই বনত কি কৰিছিল, অনুগ্ৰহ কৰি মোক কওক। ১॥

বৈশম্পায়নে ক'লে, তাৰ পাছত এদিনাখন ৰাতি দ্বৈত-বনত শুই থকা কুন্তী-পুত্ৰ যুধিষ্ঠিৰে সপোনত চকুলোৰে পৰিপূৰ্ণ কিছুমান হৰিণ দেখিলে।

কৃতাঞ্জলি কৰি কঁপি কঁপি থকা হৰিণবোৰক ৰাজেন্দ্ৰ যুধিষ্ঠিৰে সুধিলে, তোমালোক কোন ? কি ইচ্ছা কৰিছা আৰু কি কব খুজিছা, কোৱা। ৩॥

যশস্যাশালী কুন্তীনন্দন যুধিষ্ঠিৰে এইদৰে কোৱাত সেই বনত নিতৌ নিহত হৈ বাকী থকা মৃগবোৰে যুধিষ্ঠিৰক ক'লে, ৪॥

হে ভৰত-বংশধৰ মহাৰাজ, আমি দ্বৈত-বনত বাস কৰা মৰি শেষ হৈ বাকী থকা কেইটামান হৰিণ বিনষ্ট হব নোখোজোঁ ; আপুনি বাসস্থান পৰিবৰ্ত্তন কৰক। ৫॥

আপোনাৰ ভায়েকসকল বীৰ আৰু আটায়ে অস্ত্ৰ-শস্ত্ৰত সুদক্ষ। তেওঁলোকে বনবাসী জন্তুবোৰৰ বংশ অলপহে অৱশেষ ৰাখিছে। ৬॥

হে মহামতি, বংশৰ ধৰণী-স্বৰূপ আমি অলপ কেইটামানহে বাকী আছো। হে ৰাজেন্দ্ৰ যুধিষ্ঠিৰ, আপুনি অনুগ্ৰহ কৰিলে আমাৰ বংশ বৃদ্ধি হব পাৰে। ৭॥

ভয়তে কঁপিবলৈ ধৰা, মাথোন মূল কেইটা বাকী থকা মৃগবোৰ দেখি ধৰ্ম্ম-ৰাজ যুধিষ্ঠিৰ দুঃখত কাতৰ হৈছিল। ৮॥

সকলো প্ৰাণীৰ হিত-সাধনত ৰত ৰজা যুধিষ্ঠিৰে তেতিয়া সেই জন্তুবোৰক ক'লে, তোমালোকে যেনে প্ৰস্তাৱ কৰিছা—মযো সেই কাৰ্য্য তেনেদৰেই কৰিম। ৯॥

ৰাতিৰ অন্তত সাৰ পাই ৰাজশ্ৰেষ্ঠ যুধিষ্ঠিৰে মৃগবোৰৰ প্ৰতি দয়াৰ্দ্ৰ হৈ মুঠ বান্ধি একে লগে থকা ভায়েকসকলক কলে, । ১০॥

ৰাতি সপোনত হতাৱশিষ্ট মৃগবোৰে মোক এনেকৈ ক'লে, আমি বংশৰ সূত্ৰ-স্বৰূপ ; আপোনাৰ কল্যাণ হব— আমাক দয়া কৰক। ১১॥

সিহঁতে সত্য কথা কৈছে ; আমি বনবাসী জন্তুবোৰক দয়া কৰা উচিত। আমি ইয়াত থকাৰ এবছৰ আঠ মাহ হৈছে আৰু এই কালত এই জন্তুবোৰ খায়েই আছো। ১২॥

তৃণবিন্দু সৰোৱৰৰ ওচৰত মৰুভূমিৰ শিৰঃস্থানত বহু মৃগ থকা কাম্যক নামৰ এখন পৰম ৰম্য বন আছে। তাত এই অৱশিষ্ট বসতিৰ কালছোৱা বিহাৰ কৰি আনন্দেৰে থাকোঁগৈ। ১৩ ॥

তাৰ পাছত সেই ধৰ্ম্মপৰায়ণ পাণ্ডৱসকল ব্ৰাহ্মণসকলৰ লগত একে লগে বসতি কৰা লোকসকলেৰে সৈতে সোনকালে সেই কাম্যক-বনলৈ গ'ল। লগে লগে ইন্দ্ৰসেন প্ৰভৃতি প্ৰেৰণীয় সেৱকসকলো তেওঁলোকৰ পাছে পাছে গ'ল। ১৪-১৫ ॥

সুখাদ্য আৰু পবিত্ৰ জলৰাশিৰে পৰিপূৰ্ণ গন্তব্য পথ অতিক্ৰম কৰি তেওঁলোকে তপস্যা-প্ৰৱৰ্দ্ধিত-পুণ্যাশ্ৰম কাম্যক-বন দেখা পালে। ১৬ ॥

সেই সময়ত বিপ্ৰশ্ৰেষ্ঠসকলৰ দ্বাৰা পৰিৱেষ্টিত ভৰত-কুলতিলক কুৰুবংশীয় সেই পাণ্ডৱসকলো পুণ্যাত্মা লোকে স্বৰ্গত প্ৰৱেশ কৰাৰ নিচিনাকৈ সেই পবিত্ৰ ঠাইত প্ৰৱেশ কৰিলে। ১৭ ॥

ইতি মহাভাৰতৰ বনপৰ্ব্বৰ অন্তৰ্গত মৃগস্বপ্নোদ্ভৱ-পৰ্ব্বত কাম্যক-প্ৰৱেশ নামৰ অষ্টপঞ্চাশত্যধিক-দ্বিশততম অধ্যায়। ২৫৮ ॥

॥ অধ্যায় ২৫৯ ॥

## ॥ ব্ৰীহিদ্ৰৌণিক পৰ্ব্ব ঃ যুধিষ্ঠিৰৰ প্ৰতি ব্যাসৰ উপদেশ ॥

বৈশম্পায়নে ক'লে, হে ভৰত-কুলশ্ৰেষ্ঠ জন্মেজয়, বনত বাস কৰি থাকোঁতে সেই মহাত্মা পাণ্ডৱসকলৰ এঘাৰ বছৰ অতি কষ্টেৰে উকলি গৈছিল। ১ ॥

সুখ-সম্পদ ভোগৰ যোগ্য সেই শ্ৰেষ্ঠ পুৰুষসকলে নিৰ্দ্দিষ্ট কাল চমু চাপি আহিছে বুলি ধৰি লৈ অকল ফলমূল ভক্ষণ কৰি দুঃখেৰে জীৱন-যাপন কৰিবলৈ ধৰিলে। ২ ॥

মহাবাহু ৰাজৰ্ষি যুধিষ্ঠিৰ নিজৰ কৰ্ম্ম-দোষৰ কাৰণে তেওঁৰ ভায়েকসকলে ভুগিব লগীয়া হোৱা অভাৱনীয় দুঃখৰ কথা ভাবি ভাবি হৃদয়ত শেলসদৃশ অৰ্পিত হোৱাৰ দৰে হৈ সুখেৰে শুব নোৱাৰিছিল। ৩-৪ ॥

তেওঁ সেই সময়ত দ্যূত-ক্ৰীড়াত শকুনি প্ৰভৃতিৰপৰা উদ্ভৱ হোৱা অত্যাচাৰৰ কথা আলচি আৰু সূতপুত্ৰ কৰ্ণৰ সেই সময়ৰ কৰ্কশ বাক্যবোৰ স্মৰণ কৰি মহৎ কোপ-বিষ বুকুত লৈ কাতৰ হৈছিল আৰু ঘনাই ঘনাই হা-হুমুনিয়াহ কাঢ়িছিল। ৫ ॥

অৰ্জ্জুন, যমজ ভায়েক নকুল-সহদেৱ, যশস্যা-শালিনী দ্ৰৌপদী আৰু আটাইতকৈ বলিষ্ঠ, মহাশক্তিশালী ভীমে যুধিষ্ঠিৰৰ মুখৰ পিনে চাই সেই মহৎ দুঃখ-কষ্ট সহ্য কৰিছিল। ৬-৭ ॥

এইসকল শ্ৰেষ্ঠপুৰুষে মাথোন অলপ কালহে বাকী আছে বুলি প্ৰবোধ মানি কেতিয়াবা কেতিয়াবা উৎসাহ, ক্ৰোধ হেঁচি ৰাখি শাৰীৰিক কষ্টৰ দ্বাৰা দেহ অগ্নি-ৰূপ কৰিছিল। ৮ ॥

ইয়াৰ পাছত কিছুকালৰ অন্তত সত্যৱতীৰ সুপুত্ৰ মহাযোগী ব্যাসদেৱ পাণ্ডৱ-সকলক চাবলৈ হেঁপাহ কৰি তালৈ আহিছিল। ৯ ॥

তেওঁক অহা দেখি কুন্তীপুত্ৰ যুধিষ্ঠিৰে তৎক্ষণাৎ থিয় হৈ বিধিমতে সেই মহা-ত্মাক অৰ্চ্চনা কৰিলে। ১০ ॥

পাণ্ডৱসকলৰ আনন্দবৰ্দ্ধক যুধিষ্ঠিৰ তেওঁক প্ৰণিপাতেৰে সন্তুষ্ট কৰি তেওঁ বহিলত তেওঁৰ ওচৰত সংযতভাৱে বহিছিল আৰু তেওঁক শুশ্ৰূষা কৰিবলৈ ইচ্ছুক হৈ আছিল। ১১ ॥

বনজাত বস্তুবোৰেৰে কোনোমতে জীয়াই থাকি নাতিয়েকসকল খীণাই যোৱা দেখি মহৰ্ষি মৰমতে পমি গৈ গদ্‌গদস্বৰে কবলৈ ধৰিলে, ১২ ॥

হে ধাৰ্ম্মিকসকলৰ শ্ৰেষ্ঠ মহাবাহু যুধিষ্ঠিৰ, শুনা। সংসাৰত দুখ-শোকেৰে পৰিতপ্ত নোহোৱা মানুহে পৰম সুখ পাব নোৱাৰে। মানুহে সুখ-দুঃখ অনুক্ৰমে উপভোগ কৰে। ১৩ ॥

হে পুৰুষশ্ৰেষ্ঠ, সাধাৰণ মানুহে অনন্ত সুখ নেপায়। প্ৰজ্ঞাবান লোকেহে পৰম বুদ্ধি ব্ৰহ্মবিদ্যাৰ বলত সেই নিত্য সুখ লাভ কৰে। ১৪ ॥

সৃষ্টি, স্থিতি আৰু লয়ৰ কাৰণ নিত্য-ব্ৰহ্মক জ্ঞান চকুৰে দেখা প্ৰজ্ঞাবান লোক সুখ-লাভতো আনন্দিত নহয় আৰু দুঃখ পালেও বিষণ্ণ নহয়। সুখ উপস্থিত হ'লেও তেওঁলোকে উপভোগ কৰে আৰু দুঃখে আক্ৰমণ কৰিলেও সহ্য কৰে। ১৫ ॥

এতেকে সময় অনুসাৰে লাভ হোৱা এই সুখ-দুঃখক কৃষকসকলে পোৱা শস্য-বোৰৰ দৰে উপভোগ কৰিব লাগে। জ্ঞানতকৈ একো উৎকৃষ্ট নাই; অকল জ্ঞানেৰে মহত্ত্ব লাভ হয়। ১৬ ॥

হে ভৰত-বংশীয় যুধিষ্ঠিৰ, জ্ঞানৰ অসাধ্য একোৱেই নাই—এই কথা হৃদয়ঙ্গম কৰিবা। ১৭ ॥

হে মহাৰাজ যুধিষ্ঠিৰ, সত্য-সৰলতা, ক্ৰোধ-শূন্যতা, ইষ্ট-অনিষ্টৰ বিভাগবোধ, বাহ্যেন্দ্ৰিয়বোৰৰ নিগ্ৰহ-ৰূপ দম, অন্তৰিন্দ্ৰিয়সমূহৰ সংযম-ৰূপ শম, হিংসাভাৱ-শূন্যতা, অসূয়াভাৱ-হীনতা, বাহিৰে-ভিতৰে ৰক্ষিত পৱিত্ৰতা আৰু জিতেন্দ্ৰিয় হোৱা—এই গুণবোৰ পুণ্যকৰ্ম্মা লোকসকলৰ পৱিত্ৰতা-সাধক। ১৮ ॥

অধৰ্ম্মত আসক্তি থকা বক্ৰ-গতিপৰায়ণ বিপথগামী লোকসকলে নিৰন্তৰ পাপ-যোনি লাভ কৰে। সিহঁতে প্ৰকৃত সুখ নাপায়। ১৯ ॥

ইহলোকত যি কাম কৰা হয়, সেই কামেই পৰলোকত লগ দিয়েগৈ। সেই কাৰণে একাগ্ৰতা ব্ৰতেৰে আৰু গুৰু-শুশ্ৰূষা প্ৰভৃতি নিয়মেৰে শৰীৰক সংশোধিত কৰা উচিত। ২০ ॥

হে মহাৰাজ যুধিষ্ঠিৰ, দান কৰাৰ শুভ সময় উপস্থিত হ'লে, পৰশ্ৰীকাতৰতা-বিহীন হৈ (কাৰ্পণ্য-ভাব পৰিত্যাগ কৰি) হৰ্ষ চিত্তেৰে অৰ্চ্চনা কৰি আৰু প্ৰণাম জনাই শক্তি-অনুসাৰে দান কৰা উচিত। ২১ ॥

সত্যবাদী লোকে অনায়াসে দীৰ্ঘায়ু আৰু সৰলতা লাভ কৰে। অক্ৰোধী আৰু আনক দোষ নিদিয়া মানুহে পৰম শান্তি পায়। ২২ ॥

জিতেন্দ্ৰিয় পুৰুষ অন্তৰিন্দ্ৰিয়-সংযম-পৰায়ণ। গতিকে, তেওঁ চিৰকাল কোনো ক্লেশ নেপায়। তেওঁ জিতচিত্ত বাবে আনৰ ধন-সম্পত্তি দেখি পৰিতাপ নকৰে। ২৩ ॥

খাদ্য-বস্ত্ৰ ভাগ কৰি খোৱা মানুহ আৰু দানশীল লোক ভোগী আৰু সুখী হয়, আৰু অহিংসুক ব্যক্তিয়ে পৰম আৰোগ্য লাভ কৰে। ২৪ ॥

মাননীয় লোকক মানি চলা লোক উচ্চ বংশত জন্ম লয়। তেনেকৈ জিতেন্দ্ৰিয় পুৰুষ কেতিয়াও বিপদৰ সম্মুখীন নহয়। ২৫ ॥

শুভ ভাবৰ পক্ষপাতী মানৱে মৰণৰ লগে লগে যেনে জ্ঞান ধকাৰ কাৰণে শুভ মতি বুকুত লৈ জন্ম গ্ৰহণ কৰে। ২৬ ॥

যুধিষ্ঠিৰে ক'লে, হে মাননীয় মহামুনি, দান, ধৰ্ম্ম আৰু শাৰীৰিক কষ্টদায়ক তপস্যাৰ ভিতৰত পৰলোকত কোনবিধ শ্ৰেষ্ঠ আৰু কোন বিধ দুঃসাধ্য? ২৭ ॥

ব্যাসদেৱে ক'লে, বোপা, দানতকৈ বেলেগ দুষ্কৰ কাৰ্য্য পৃথিৱীত নাই। তাৰ প্ৰতি মানুহৰ তৃষ্ণা অতি প্ৰবল আৰু সেই অৰ্থ দুখ-কষ্টেৰেহে লাভ কৰা হয়। ২৮ ॥

হে মহামতি, ধনৰ কাৰণে প্ৰিয় প্ৰাণৰ আশা এৰি থৈ বীৰ-পুৰুষসকলে সমুদ্ৰ আৰু অটবী-অৰণ্যত প্ৰৱেশ কৰে। ২৯ ॥

ধন কামনাকাৰী কিছুমান মানুহে কৃষি-গোৰক্ষা-বাণিজ্যত লাগি যায় আৰু কিছুমান প্ৰেৰণীয় ভৃত্য হৈ পৰে। ৩০ ॥

সেই কাৰণে দুখেৰে অৰ্জ্জন কৰা ধন-বস্তু পৰিত্যাগ কৰা বৰ টান কথা। দানতকৈ অধিক দুষ্কৰ কাৰ্য্য নাই। গতিকে দানেই শ্ৰেষ্ঠ—এয়ে মোৰ অভিমত। ৩১ ॥

বিশেষভাৱে জনা উচিত, ন্যায়সম্মত উপায়েৰে উপাৰ্জ্জিত ধন সু-পাত্ৰ, সু-কাল আৰু সু-স্থানত সাধু পুৰুষসকলক দান কৰা উচিত। ৩২ ॥

অন্যায়েৰে উপাৰ্জ্জিত ধনেৰে যি দান-ধৰ্ম্ম কৰা হয়, সেই দানধৰ্ম্মই দান-কৰ্ত্তাক নৰকাদি মহা ভয়ৰপৰা পৰিত্ৰাণ নকৰে। ৩৩ ॥

হে যুধিষ্ঠিৰ, নিচেই তাকৰীয়া দানো যদি সুপাত্ৰক শুভ কালত বিশুদ্ধমনেৰে অৰ্পণ কৰা হয়, তেন্তে সেই দানৰ ফল পৰলোকত অনন্ত বুলি কথিত আছে। ৩৪ ॥

এই দানৰ বিষয়ে—এদোণ আহুধান দান কৰি মুদ্গলে পোৱা ফলৰ বিষয়ে—এটা পুৰণি উপাখ্যান আছে। ৩৫ ॥

ইতি মহাভাৰতৰ বনপৰ্ব্বৰ অন্তৰ্গত ব্ৰীহিদ্ৰৌণিক-পৰ্ব্বত যুধিষ্ঠিৰৰ প্ৰতি ব্যাসৰ উপদেশ নামৰ ঊনষষ্টত্যধিক-দ্বিশততম অধ্যায়। ২৫৯ ॥

॥ অধ্যায় ২১০ ॥

# ॥ মুদ্গলোপাখ্যান ॥

যুধিষ্ঠিৰে ক'লে, হে ভগৱান, সেই মহাত্মাই (মুদ্গলে) কেনেকৈ এদোণ ধান ত্যাগ কৰিছিল আৰু কি বিধিৰে দ্বাৰা কাক কেনেকৈ দিয়া হৈছিল, মোক কওক ।১॥

প্ৰত্যক্ষধৰ্ম্মী ভগৱান যিজনৰ কৰ্ম্মত সন্তুষ্ট হয়, সেই সাধু ধৰ্ম্মাচাৰীৰ জন্ম সফল বুলি মই ভাবোঁ ।২॥

ব্যাসে ক'লে, হে মহাৰাজ, শস্য-আহৰণৰ দ্বাৰা জীৱিকা নিৰ্ব্বাহ কৰি থাকি আৰু আনক কু-চৰ্চা নকৰি জিতেন্দ্ৰিয় সত্যবাদী মুদ্গল নামে এজন মুনি কুৰুক্ষেত্ৰত বাস কৰিছিল ।৩॥

কপোতৰ ব্যৱসায় (শস্য বুটলি খোৱা) কৰি আৰু আতিথ্য-পৰায়ণ হৈ ক্ৰিয়াৱান সেই মহাতপস্বীয়ে সংকল্প কৰি এই যজ্ঞ উপাসনা কৰিলে ।৪॥

স্ত্ৰী-পুত্ৰ সহ মুনিয়ে গছৰ তলত থাকিছিল আৰু কপোতৰ ব্যৱসায়ৰ (শস্য আহৰণৰ) সহায়েৰে এদোণ ধান উপাৰ্জ্জন কৰিছিল ।৫॥

অহিংসা-পৰায়ণ মুনিয়ে আঁউসী আৰু পূৰ্ণিমাৰ যাগ পালন কৰি দেৱতা আৰু অতিথিৰ অৱশিষ্ট-আহাৰেৰে জীৱন যাপন কৰিলে ।৬॥

হে মহাৰাজ, সাক্ষাৎ ত্ৰিভুৱনৰ পতি ইন্দ্ৰই দেৱতাসকলেৰে সৈতে পৰ্ব্বই পৰ্ব্বই তেওঁৰ (মুনিৰ) আহাৰৰ অংশ গ্ৰহণ কৰিছিল ।৭॥

তেওঁ বিশ্বদেৱ, বৰুণ প্ৰভৃতিৰ কৰ্ম্ম যথাকালত সম্পন্ন কৰি মুনিৰ বৃত্তি অৱলম্বন কৰি হৰিষ মনেৰে অতিথিসকলক অন্ন-দান কৰিছিল ।৮॥

সেই অহিংসা-পৰায়ণ মহাত্মাই দান কৰা ধানদোণৰ অৱশিষ্ট অতিথি দেখিলেও বাঢ়ে ।৯॥

তাকেই মনীষীসকলৰ শ শ জনে খায় আৰু মুনিৰ পৱিত্ৰ ত্যাগৰ কাৰণে সেই অন্ন বাঢ়ি যায় ।১০॥

হে ৰজা, দিগ্বাসা দুৰ্ব্বাসা মুনি সেই ধাৰ্ম্মিক ব্ৰতধাৰী মুদ্গলৰ কথা শুনি তেওঁৰ ওচৰলৈ আহিল ।১১॥

হে পাণ্ডৱ, কেশহীন মূৰেৰে বলিয়াৰ ৰূপ ধাৰণ কৰি মুনিয়ে অনবৰত বিবিধ কটুবাক্য উচ্চাৰণ কৰিবলৈ ধৰিলে ।১২॥

মুনিশ্ৰেষ্ঠই সেই ব্ৰাহ্মণৰ ওচৰ চাপি ক'লে, হে দ্বিজশ্ৰেষ্ঠ, আপোনাৰ ওচৰত উপস্থিত হোৱা মোক আহাৰাৰ্থী বুলি জানিব। ১৩॥

মুদ্গলে উত্তম পাদ্য, অৰ্ঘ্য আৰু আচমন প্ৰদান কৰি মুনিক 'আপোনাৰ শুভাগমন হওক', বুলি সম্বিধান দিলে। ১৪॥

সেই অতিথি-সেৱা-ব্ৰতধাৰী মুনিয়ে বৰ শ্ৰদ্ধাৰে ভোকত আতুৰ সেই বলিয়া তপস্বীক অন্ন-দান কৰিলে। ১৫॥

ভোকত আতুৰ সেই বলিয়াই সোৱাদ অন্নকেৰি সমুদায় খাই পেলালে, তেতিয়া মুদ্গলে আকৌ দিলে। ১৬॥

আহাৰ খোৱাৰ পাছত উচ্ছিষ্ট অন্নেৰে নিজৰ সকলো অঙ্গ লিপি পেলালে আৰু তাৰ পাছত যেনেকৈ আহিছিল তেনেকৈ গুচি গ'ল। ১৭॥

এইদৰে শস্য-আহৰণকাৰী মুনিয়ে দ্বিতীয় বাৰ অন্ন লাভ কৰাত যথাসময়ত বলিয়া আহি সকলো অন্ন খাই পেলালে। ॥ ১৮॥

কিন্তু লঘোনে থকা সেই মুনিয়ে আকৌ শস্য গোটাই আনিলে। ভোকেও সেই মুদ্গলক বিকৃত কৰিব নোৱাৰিলে। ১৯॥

পুত্ৰ-ভাৰ্য্যা সহিতে শস্য-আহৰণকাৰী সেই দ্বিজশ্ৰেষ্ঠৰ গাত খং, হিংসা, অপমান নাইবা ভয় প্ৰৱেশ কৰিব নোৱাৰিলে। ২০॥

তেনেকৈয়ে সেই দুৰ্ব্বাসাই শস্য-আহৰণ কৰ্ম্মত আসক্ত মুনিশ্ৰেষ্ঠক ছবাৰ লগ ধৰি যথাসময়ত কৃতকাৰ্য্য হৈছিল। ২১॥

দুৰ্ব্বাসাই মুদ্গলৰ কোনোপ্ৰকাৰ মনৰ বিকাৰ নেদেখিলে, শুদ্ধ জীৱৰ শুদ্ধ আৰু পবিত্ৰ মনহে দেখা পালে। ২২॥

তাৰ পাছত সন্তুষ্ট হৈ সেই মুনিয়ে মুদ্গলক ক'লে, এই পৃথিৱীত আপোনাৰ নিচিনা অহিংসুক দাতা কোনো নাই। ২৩॥

আপুনি ভোক (প্ৰাণধৰ্ম্ম) নিবাৰণ কৰিছে, ধৈৰ্য্য ধাৰণ কৰিছে আৰু আপোনাৰ সোৱাদ লোৱা জিভাখনেও সোৱাদ লবলৈ এৰিছে। ২৪॥

আহাৰেই প্ৰাণৰ উৎপত্তি-স্থান, মন দুৰ্নিগ্ৰহ আৰু চঞ্চল; মন আৰু ইন্দ্ৰিয়-বিলাকৰ ঐকান্তিক তপস্যাই সত্য ধৰ্ম্ম। ২৫॥

হে সাধু, পৰিশ্ৰমেৰে অৰ্জ্জা অন্ন ত্যাগ কৰা আৰু পবিত্ৰ অন্তঃকৰণৰ দ্বাৰা দুঃখ এৰোৱা—এই-সকলোখিনি আপোনাৰ ক্ষেত্ৰতহে সম্ভৱ হৈছে। ২৬॥

আপোনাৰ লগত মিলি আমি বৰ সন্তুষ্ট আৰু অনুগৃহীত হৈছো। আপোনাৰ ধৈৰ্য্যই ইন্দ্ৰিয় জয় কৰিছে আৰু দমন-ভাব আৰু সাম্য-ভাব সমভাৱে বিভক্ত হৈছে। ২৭॥

দয়া, সত্য আৰু ধৰ্ম্ম—সকলো আপোনাতেই প্ৰতিষ্ঠিত হৈছে। আপুনি কৰ্ম্মৰ দ্বাৰা ত্ৰিলোক জয় কৰিছে আৰু পৰম গতি লাভ কৰিছে। ২৮॥

আপোনাৰ সুমহৎ দান স্বৰ্গবাসীসকলৰ দ্বাৰা ঘোষিত হৈছে। হে সৎ-চৰিত্ৰবান ব্ৰতাচাৰী, আপুনি সৌশৰীৰে স্বৰ্গলৈ যাব। ২৯॥

দুৰ্ব্বাসা মুনিয়ে এইদৰে কোৱোঁতেই দেৱদূত বিমানেৰে আহি মুদ্গলৰ ওচৰত উপস্থিত হ'ল। সেই বিমান হংস-সাৰস সংযুক্ত, কিঙ্কিনী জালৰ মাল্য-বিভূষিত, ঘোঁৰাই চালিত, চিত্ৰ-বিচিত্ৰ আৰু স্বৰ্গীয় গন্ধেৰে সুবাসিত আছিল। ৩০ ৩১ ॥

দেৱদূতে বিপ্ৰৰ্ষিক ক'লে, হে মুনি, এই বিমান নিজ-কৰ্ম্মৰ দ্বাৰা লাভ কৰা হৈছে। উঠক, আপুনি পৰম সিদ্ধি লাভ কৰিছে। ৩২ ॥

এনেকৈ কোৱাত দেৱদূতক মুনিয়ে ক'লে, হে দেৱদূত, আপুনি কোৱা স্বৰ্গ-বাসীসকলৰ গুণবোৰ মই জানিবলৈ বাঞ্ছা কৰোঁ। তাত কি কি গুণ আছে, কি তপস্যা আছে, বা তাৰ নিশ্চয়তাই বা কি? সেই স্বৰ্গত সুখ কি আৰু দুখ বা কি? ৩৩-৩৪ ॥

সৎ কুলত ওপজা সাধুসকলে কয়, সাধুৰ মিত্ৰতা, সপ্তপদী মিত্ৰতা। হে প্ৰভু, সেই মিত্ৰতাক সাৰোগত কৰি আপোনাক উক্ত কথা সুধিছো। ৩৫ ॥

ইয়াত যি মূল-কথা বা হিত-কথা আছে, কোনো গুপ্ত-গঁথা নকৰি কওক। তাকে শুনিহে আপোনাৰ কথামতে সিদ্ধান্ত কৰিম। ৩৬ ॥

ইতি মহাভাৰতৰ বনপৰ্ব্বৰ অন্তৰ্গত ব্ৰীহিদ্ৰৌণিক-পৰ্ব্বত মুদ্গলোপাখ্যান নামৰ ষষ্ঠাধিক-দ্বিশততম অধ্যায়। ২৬০ ॥

॥ অধ্যায় ২৬১ ॥

## ॥ মুগ্দল-দেৱদূত-সংবাদ ॥

দেৱদূতে ক'লে, হে মহৰ্ষি, আপুনি শ্ৰেষ্ঠ বুদ্ধি-সম্পন্ন হৈয়ো উত্তম স্বৰ্গ-সুখক অজ্ঞানীৰ দৰে বহু ভাবিব লগীয়া বুলি চিন্তা কৰিছে। ১ ॥

হে মুনি, যিখন সুখলোক উৰ্দ্ধত অৱস্থিত, যি স্থান মুক্তিপ্ৰদ, য'ত চিৰকাল দেৱতা যোৱা বাটেৰে স্বৰ-চকা কৰিব পাৰি তাকেই স্বঃ (স্বৰ্গ) সংজ্ঞা দিয়া হৈছে। ২ ॥

হে মুদ্গল, তপস্যা নকৰা পুৰুষসকল, মহা যজ্ঞ সমাধা নকৰাসকল, অসত্য-বাদীসকল আৰু নাস্তিকসকল তালৈ যাব নোৱাৰে। ৩ ॥

হে ব্ৰাহ্মণ, ধাৰ্ম্মিক, ইন্দ্ৰিয়-বিজেতা, শম-দম-অৱলম্বনকাৰী, অহিংসুক, দান-ধৰ্ম্মত আসক্ত আৰু ৰণত লিপ্ত থকা বীৰসকলে শম-দমাত্মক শ্ৰেষ্ঠ ধৰ্ম্ম লাভ কৰি সাধুলোকসকল বিচৰণ কৰা সেই পুণ্য লোকলৈ গমন কৰে। ৪-৫ ॥

হে মুদ্গল, নিখিল দেৱগণ, সাধ্যগণ, মহৰ্ষিসকল, যাম, ধাম, গন্ধৰ্ব্ব আৰু

অপেস্বৰীসকল বাস কৰা স্থানবোৰ বহুপ্ৰকাৰে কল্যাণকৰ আৰু উদ্দীপ্ত হৈ অভি-লাষ পূৰ্ণ কৰি জিলিকি আছে। ৬-৭॥

হে মুদ্গল, তাত তেত্ৰিশ হেজাৰ যোজন জুৰি পৰ্ব্বতৰাজ, মেৰুগিৰি আৰু দেৱতাৰ উদ্যানবিলাক আছে। ৮॥

নন্দনাদি পুণ্য-স্থানবিলাক, পুণ্য-কৰ্ম্মৰ বিহাৰবিলাক তাত আছে আৰু তাত ভোক, পিয়াহ, নিদ্ৰা, শীত, গ্ৰীষ্ম আৰু ভয় নাই। ৯॥

কুৎসিত বা অমঙ্গল তাত অলপো নাই, সকলোপিনে মনোমোহা গোন্ধ আৰু সকলোপিনে সুখৰ পৰশ। ১০॥

হে মুনি, তাত সকলোপিনে শব্দবোৰ শুনিবলৈ ভাল আৰু মনোগ্ৰাহী। তাত শোক, জৰা, ক্লেশ বা পৰিতাপ নাই। ১১॥

হে মুনি, নিজ কৰ্ম্মফলৰ হেতু-স্বৰূপ সেই লোক এনেকুৱাই। নিজে কৰা সুকাৰ্য্যৰ দ্বাৰা পুৰুষ তাত অৱস্থান কৰে। ১২॥

হে মুদ্গল, পিতা-মাতাৰপৰা ওপজা, কৰ্ম্মৰপৰা ওপজা আৰু তেজোময় শৰীৰ ইয়াত নাথাকে। আগ বাঢ়ি যাওক। ১৩॥

তাত ঘাম, দুৰ্গন্ধ, শৌচ, প্ৰস্ৰাৱ আদি নাই। হে মুনি, তাত ৰজো-বস্ত্ৰয়ো তেওঁলোকক (স্বৰ্গবাসীসকলক) বাধা দিব নোৱাৰে। ১৪॥

হে ব্ৰহ্মণ, স্বৰ্গবাসীসকলৰ স্বৰ্গীয় সৌৰভেৰে সুবাসিত মনোমোহা মালাবিলাকো ম্লান নপৰে। এনেধৰণৰ বিমানযুক্ত হৈ তেওঁলোক স্বৰ্গত বাস কৰে। ১৫॥

হে মহামুনি, স্বৰ্গ জয় কৰোঁতাসকলে ঈৰ্ষা, শোক, দুঃখ, মোহ, মাৎসৰ্য্য বৰ্জ্জন কৰি তাত সুখ প্ৰৱৰ্ত্তন কৰে। ১৬॥

হে মুনিশ্ৰেষ্ঠ, তেনেধৰণৰ লোকবিলাকৰ ওখনৰ ওপৰত শিখনকৈ দিব্য গুণ-সম্পন্ন স্থানসমূহ বিৰাজ কৰিছে। ১৭॥

হে ব্ৰহ্মণ, প্ৰথমতে যিবোৰ উদ্দীপ্ত শুভ ব্ৰহ্মলোক মুনিসকলে নিজ শুভ-কৰ্ম্মৰ দ্বাৰা পৱিত্ৰ কৰিছিল, তাত ঋভু নামেৰে আন আন দেৱতাসকলো আছে। সেই লোকৰ পিছতেই যিবোৰ লোক আছে সেই লোকসমূহক দেৱতাসকলেও উপাসনা কৰে। ১৮-১৯॥

সেই পিছৰ লোকবিলাক বাসনাপূৰক হৈ নিজ পোহৰেৰে জলন্ত হৈ আছে। সেই লোকবিলাকে পাৰ্থিব ঐশ্বৰ্য্য, হিংসা আৰু সন্তাপ স্বীকাৰ নকৰে। ২০॥

সেই অমৃত-ভোজীসকলে যজ্ঞাহুতিৰ দ্বাৰা যাজনা নকৰে। তেওঁলোক দিব্য-শৰীৰৰ; বিগ্ৰহ-মূৰ্ত্তি তেওঁলোকৰ নাই। ২১॥

সেই চিৰস্থায়ী দেৱতাসকল সুখত সুখকামী নহয়। কল্প পৰিৱৰ্ত্তন হ'লেও তেওঁলোক তেনেকৈ পৰিৱৰ্ত্তিত নহয়। ২২॥

হে মুনি, তেওঁলোকৰ জৰা-মৃত্যুৱেই বা ক'ত? আনন্দ, প্ৰীতি আৰু সুখো নাই। অনুৰাগ আৰু হিংসাই বা ক'ত? ২৩॥

হে মুদ্গল, আপুনি শোক যি বুজিছে এই সকলো কোৱা হ'ল। এতিয়া ব'লক, আপোনাৰ অনুগ্ৰহত আমি সোনকালে যাওঁহক। ৪০ ॥

ব্যাসে ক'লে, মুদ্গলে ইয়াকে শুনি নিজৰ বুদ্ধিৰে কথা আলচিলে। মুনি-শ্ৰেষ্ঠই কথা আলচি দেৱদূতক ক'লে, ৪১ ॥

হে দেৱদূত পিতা, আপোনাক নমস্কাৰ। আপুনি যথাসুখে যাওক। মই মহা দোষেৰেহে কাম কৰিব লাগিব, স্বৰ্গৰে বা সুখেৰে নহয়। ৪২ ॥

স্বৰ্গৰপৰা পতন অতি দাৰুণ পৰিতাপ। স্বৰ্গ-ভাগীসকলে হ'লে পৃথিৱীত বিচৰণ কৰে; গতিকে মই স্বৰ্গ কামনা নকৰোঁ। ৪৩ ॥

য'লৈ গৈ মানুহে শোক নাপায়, কষ্ট ন'পায় বা চলাচল নকৰে, মই কেৱল সেই ঠাইলৈকে বেছিকৈ গতি কৰিম। ৪৪ ॥

এই কথা কৈ সেই দেৱদূতক বিদায় দি শস্য-আহৰণত ব্যস্ত থকা মুনি ভালদৰে শান্ত হৈ থাকিল। ৪৫ ॥

প্ৰশংসা-আৰু নিন্দা একে যেন হৈ চপৰা দলি, শিল আৰু সোণ একো যেন হোৱাৰ দৰে হৈ বিশুদ্ধ জ্ঞান-যোগৰ দ্বাৰা মুনি ধ্যানত অভ্যস্ত হ'ল। ৪৬ ॥

ধ্যান যোগৰপৰা বল আৰু উৎকৃষ্ট বুদ্ধি লাভ কৰি মুক্তিদায়ক শাশ্বত পৰম সিদ্ধিত উপনীত হ'ল। ৪৭ ॥

গতিকে, হে কুন্তী-নন্দন, তুমিও দুঃখ কৰা উচিত নহয়। উপচি পৰা ৰাজ্যৰ-পৰা পৰিভ্ৰষ্ট হ'লেও তপৰ দ্বাৰা তাক পাবা। ৪৮ ॥

গাড়ীৰ চকাৰ কোমোৰাত লাগি থকা নেমিবিলাক যেনেকৈ চকাৰ বেৰত লাগি থাকে তেনেকৈ সুখৰ পিছত দুঃখ আৰু দুঃখৰ পিছত সুখ মানুহৰ জীৱনত লানি নিছিগাকৈ লাগি থাকে। ৪৯ ॥

হে অপৰিমিত বিক্ৰমশালী যুধিষ্ঠিৰ, তুমি পিতৃ-পিতামহৰ ৰাজ্য পাবা। তেৰ বছৰ পাৰ হ'লে তোমাৰ মনৰ দাহ দূৰ হ'ব। ৫০ ॥

বৈশম্পায়নে ক'লে, সেই ধীমান ভগৱান ব্যাস পাণ্ডুপুত্ৰ যুধিষ্ঠিৰক এইদৰে কৈ তপস্যাৰ অৰ্থে পুনৰ আশ্ৰমলৈ গ'ল। ৫১ ॥

ইতি মহাভাৰতৰ বনপৰ্ব্বৰ অন্তৰ্গত ব্ৰীহিদ্ৰৌণিক-পৰ্ব্বত মুদ্গল-দেৱদূত-সংবাদ নামৰ একষষ্ট্যাধিক-দ্বিশততম অধ্যায়। ২৬১ ॥

॥ অধ্যায় ২৬২ ॥

## ॥ দ্ৰৌপদী-হৰণ-পৰ্ব্বঃদুৰ্ব্বাসা-উপাখ্যান ঃ ১ ॥

জন্মেজয়ে ক'লে, এইদৰে যেতিয়া সেই মহাত্মা পাণ্ডৱসকল মুনিসকলেৰে সৈতে নানাবিধ কথা-বতৰাৰে আনন্দ লভি বনত বাস কৰি আছিল আৰু যেতিয়া তেওঁলোকে (পাণ্ডৱসকলে) অন্নৰ অৰ্থে ওচৰ চপা ব্ৰাহ্মণসকলক সূৰ্য্যদত্ত অন্নেৰে দ্ৰৌপদীৰ ভোজনৰ সময় অৱধি বনধীয়া হৰিণৰ নানাবিধ মাংসৰ দ্বাৰা তৃপ্তি দিছিল, তেতিয়া, হে মহামুনি, দুষ্ট পাপাচাৰী দুৰ্য্যোধনাদি ধৃতৰাষ্ট্ৰৰ পুত্ৰগণ, দুঃশাসন, কৰ্ণ আৰু শকুনিৰ মতানুসৰি কিয় তেওঁলোকৰ ওচৰলৈ আহিছিল ? মই শুনিছো, হে ভগৱান বৈশম্পায়ন, এই কাহিনীটো মোক কওক। ১-৪ ॥

বৈশম্পায়নে ক'লে, হে মহাৰাজ, নগৰত বাস কৰা লোকসকলৰ দৰে পাণ্ডৱসকলেও বনতে তেনেধৰণে কাৰ্য্য-কলাপ কৰা বুলি শুনি দুৰ্য্যোধনে তেওঁলোকৰ প্ৰতি অন্যায় কৰাৰ বুদ্ধি পাতিছিল। ৫ ॥

তেনেকৈয়ে শঠভাত চতুৰ কৰ্ণ, দুঃশাসন আদিয়ে নানা উপায়েৰে পাণ্ডৱসকলৰ বিৰুদ্ধে অন্যায় চিন্তা কৰি থাকোঁতে ধৰ্মাত্মা আৰু অতি যশস্বী দুৰ্ব্বাসা লগত এক অযুত শিষ্য লৈ স্বেচ্ছাই কৌৰৱসকলৰ ওচৰলৈ আহিছিল। ৬-৭ ॥

বৰ খঙাল সেই মুনিক তালৈ অহা দেখি বিনয়ী, কান্তিমান দুৰ্য্যোধনে সংযত-ভাৱে ভায়েকসকলেৰে সৈতে ঋষিৰ ওচৰলৈ গৈ অতিথি হিচাপে তেওঁক নিমন্ত্ৰণ কৰিলে। ৮-৯ ॥

দুৰ্য্যোধনে নিজে সেৱক হিচাপে থাকি মুনিক সেৱা কৰিলে। সেই মুনিশ্ৰেষ্ঠ তাত কেবাদিনো থাকিল। ১০ ॥

হে মহাৰাজ, তেওঁৰ শাপলৈ ভয় কৰি সতৰ্ক হৈ ৰজা দুৰ্য্যোধনে অহৰহ তেওঁৰ পৰিচৰ্য্যা কৰিলে। ১১ ॥

হে নৰপতি, মোৰ ভোক লাগিছে, শীঘ্ৰে মোক ভাত দিয়াঁ, বুলি কৈ তেওঁ গা ধুবলৈ গ'ল আৰু অলপ পাছতেই উভতি আহিল; আৰু, মোৰ আজি ভোক নাই, ভাত নাখাওঁ, বুলি কৈ অদৃশ্য হ'ল। ১২ ॥

দুৰ্ব্বাসাই হঠাতে আকৌ আহি ক'লে, শীঘ্ৰে আমাক খাবলৈ দিয়াঁ। কেতিয়াবা আকৌ মাজনিশা উঠি প্ৰতাৰণা কৰি নাইবা তিৰস্কাৰ কৰি ভাত নাখাইছিলো। ১৩ ॥

দুৰ্ব্বাসাই এইদৰে চলাতো দুৰ্যোধন ৰজা বিচলিত হোৱা নাছিল, তেওঁৰ খঙো উঠা নাছিল। তেতিয়া মুনি অতিশয় সন্তুষ্ট হৈছিল আৰু দুৰ্য্যোধনক কৈছিল, হে ভাৰত, মই সন্তুষ্ট হৈ বৰ দিব খুজিছোঁ। ১৪-১৫ ॥

দুৰ্ব্বাসাই ক'লে, হে ৰাজন, তোমাৰ মনত যি খেলাইছে, সেই বৰ প্ৰাৰ্থনা কৰাঁ, তোমাৰ কল্যাণ হওক। মই সন্তুষ্ট হ'লে তোমাৰ ধৰ্ম্মসম্মত অলভ্য একো নাই। ১৬ ॥

বৈশম্পায়নে ক'লে, সেই পবিত্ৰাত্মা মহৰ্ষিৰ এই কথা শুনি দুৰ্য্যোধনে নিজে পুনৰ্জ্জন্ম লাভ কৰা যেন পালে। ১৭ ॥

মুনি তুষ্ট হ'লে বৰ খোজা উচিত বুলি পূৰ্ব্বে কৰ্ণ-দুঃশাসন আদিৰে সৈতে যি মন্ত্ৰণা কৰা হৈছিল, সেইমতে দুৰ্ব্বুদ্ধিয়ে স্থিৰ কৰি অতি আনন্দিত হৈ মুনিক বৰ খুজিলে, ১৮ ॥

হে ব্ৰহ্মণ, আপুনি সশিষ্যে মোৰ যেনেকৈ অতিথি হ'ল, তেনেকৈ, আমাৰ কুলজ যি ধৰ্ম্মাত্মা, শ্ৰেষ্ঠ আৰু জ্যেষ্ঠ মহাৰাজ যুধিষ্ঠিৰ ভায়েকসকলেৰে সৈতে বনত বাস কৰি আছে, সেই গুণবান আৰু চৰিত্ৰবানৰ আপুনি অতিথি হওক। ১৯-২০ ॥

যেতিয়া সেই সুকুমাৰী, যশস্বিনী, বৰাঙ্গনা, ৰাজ-কুমাৰী দ্ৰৌপদীয়ে ব্ৰাহ্মণ-সকলক আৰু পতিসকলক খুৱাই আৰু নিজে খাই উঠি সুখাসীনা হৈ জিৰণি ল'ব, তেতিয়া আপুনি, মোৰ প্ৰতি যদি অনুগ্ৰহ থাকে, তালৈ যা'ব। ২১-২২ ॥

তোমাৰ প্ৰতি প্ৰীতিৰ কাৰণে মই তাকেই কৰিম—এই বুলি দুৰ্যোধনক কৈ ব্ৰাহ্মণশ্ৰেষ্ঠ দুৰ্ব্বাসাও তাৰপৰা যেনেকৈ আহিছিল তেনেকৈ গুচি গ'ল। ২৩ ॥

তেতিয়া দুৰ্যোধনে নিজক কৃতাৰ্থ মানি কৰ্ণৰ হাতত ধৰি আনন্দ লাভ কৰিলে আৰু কৰ্ণয়ো ভায়েকসকলেৰে সৈতে লগ লাগি থকা দুৰ্যোধনক আনন্দতে ক'লে।২৪-২৫॥

কৰ্ণই ক'লে, ভাগ্যইহে কামনা-সিদ্ধিৰ কালে আনিছে; তুমি ভাগ্যৰ বলতহে বৃদ্ধি-লাভ কৰিছা, ভাগ্যৰ কাৰণেহে তোমাৰ শত্ৰুসকল অপাৰ দুঃখ-সাগৰত নিমগ্ন হৈছে। ২৬ ॥

পাণ্ডুপুত্ৰসকল দুৰ্ব্বাসাৰ ক্ৰোধাগ্নিত পৰিছে। নিজৰ মহা পাপৰ ফলত সিহঁত অভেদ্য অন্ধকাৰত পৰিছে। ২৭ ॥

বৈশম্পায়নে ক'লে, হে মহাৰাজ, এইদৰে সেই কূটনীতিজ্ঞ দুৰ্য্যোধন আদি হৰ্ষ-মনেৰে তাঁহি হ'াহি নিজ নিজ ঘৰলৈ গুচি গ'ল। ২৮ ॥

ইতি মহাভাৰতৰ বনপৰ্ব্বৰ অন্তৰ্গত দ্ৰৌপদী-হৰণ-পৰ্ব্বত দুৰ্ব্বাসা-উপাখ্যান : ১ নামৰ দ্বিষষ্টত্যধিক-দ্বিশততম অধ্যায়। ২৮২ ॥

॥ অধ্যায় ২৬৩ ॥

# ॥ দুৰ্ব্বাসা-উপাখ্যান ঃ ২ ॥

বৈশম্পায়নে ক'লে, তাৰ পাছত কোনো এদিনাখন দুৰ্ব্বাসা অযুত শিষ্য লগত লৈ পাণ্ডৱসকল সুখাসীন হৈ থকা জানি আৰু দ্ৰৌপদীয়ে খাই উঠি বহা জানিব পাৰি সেই বনত গৈ উপস্থিত হ'ল । ১ ॥

কান্তিমান সুস্থিৰ ৰজা যুধিষ্ঠিৰে অতিথি যোৱা দেখি ভায়েকসকলেৰে সৈতে আগ বাঢ়ি অভ্যৰ্থনা কৰিলে । ২ ॥

তেওঁৰ ওচৰত হাত যোৰকৈ থাকি ভালদৰে শ্ৰেষ্ঠ আসনত বহুৱাই যথাবিধি পূজা কৰি অতিথি হিচাপে নিমন্ত্ৰণ কৰিলে । ৩ ॥

যুধিষ্ঠিৰে ক'লে, হে ভগৱান, নিত্যকৰ্ম্ম সমাধা কৰি শীঘ্ৰে আহকগৈ । সেই নিষ্পাপী মুনিও শিষ্যবৰ্গৰে সৈতে গা ধুবলৈ গ'ল । ৪ ॥

মোক ইমানবোৰ শিষ্যৰে সৈতে কেনেকৈ ভোজন কৰাব ?—দুৰ্ব্বাসাই চিন্তা কৰিলে আৰু সমাহিতচিত্তে মুনিবৰ্গ গা ধুবলৈ পানীত নামিল । ৫ ॥

হে মহাৰাজ, এনে সময়তে তিৰোতাৰ ভিতৰত শ্ৰেষ্ঠা, পতিব্ৰতা দ্ৰৌপদী অন্নৰ বাবে পৰম চিন্তান্বিতা হৈ পৰিল । ৬ ॥

তেওঁ চিন্তা কৰি যেতিয়া অন্নৰ কোনো উপায় নাপালে, তেতিয়া তেওঁ কংস-হত্যাকাৰী শ্ৰীকৃষ্ণক মনেৰে ভাবিবলৈ ধৰিলে, ৭ ॥

হে কৃষ্ণ, হে কৃষ্ণ, মহাবাহু দৈৱকীনন্দন, অবিনাশী, বাসুদেৱ, জগন্নাথ, শৰণাগতৰ ভয় দূৰ কৰোঁতা, বিশ্বৰ আত্মা, বিশ্বজনক, বিশ্বৰ হৰ্ত্তা, ভক্তৰ পালক গোপালক, প্ৰজাপালক, পৰাৎপৰ, আকূতি আৰু চিত্তিৰ (সেই নামৰ মনোবৃত্তিৰ) প্ৰবৰ্ত্তক প্ৰভু, তোমাৰ ওচৰত মই শৰণাপন্ন হৈছোঁ । ৮-১০ ॥

তুমি পূজনীয়, বৰদাতা, অনন্ত, অগতিৰ গতি, পুৰাণ-পুৰুষ, প্ৰাণ আৰু মনোবৃত্তিয়ে ঢুকি নোপোৱা, সকলোৰে অধ্যক্ষ, পৰাধ্যক্ষ, তোমাৰ মই শৰণ লৈছো । হে শৰণাগতবৎসল, কৃপা কৰি মোক ৰক্ষা কৰা । ১১-১২ ॥

নীলা ভেট ফুলৰ পাহিৰ দৰে শ্যাম বৰণীয়া যাৰ অঙ্গ, পদ্মকোষৰ দৰে ৰক্তাভ যাৰ নয়নযুগল, সূৰ্য্যৰ দৰে উজ্জ্বল যাৰ দৃষ্টি, পীতাম্বৰধাৰী, যাৰ ভিত্তিত উজ্জ্বল কৌস্তুভ-মণি, সেই তুমিয়েই সকলো প্ৰাণীৰ আদি-অন্ত আৰু আশ্ৰয়, শ্ৰেষ্ঠতো শ্ৰেষ্ঠ জ্যোতি, বিশ্বাত্মা আৰু সৰ্ব্বদ্ৰষ্টা । ১৩-১৪ ॥

তোমাকেই পৰমবীজ আৰু সকলো সম্পদৰেই মূল বুলি কোৱা হয়। হে দেৱেশ্বৰ, তুমি ৰক্ষাকৰ্ত্তা হৈ থাকিলে কোনো বিপদৰে ভয় নাই। ১৫॥

পূৰ্ব্বে সভাত মোক যিদৰে দুঃশাসনৰপৰা মুক্ত কৰিছিলা, সেইদৰে এই সঙ্কটৰপৰাও মোক উদ্ধাৰ কৰাটো উচিত হ'ব। ১৬॥

বৈশম্পায়নে ক'লে, এইদৰে দ্ৰৌপদীয়ে স্তুতি কৰাত দ্ৰৌপদীৰ সঙ্কটৰ কথা জানিব পাৰি দেৱদেৱ, জগতৰ পতি, ভকতবৎসল, অপ্ৰতিহত গতিৰ ঈশ্বৰ কেশৱে অতি শীঘ্ৰে ওচৰতে থকা ৰুক্মিণীক শয়নত এৰি থৈ তালৈ আহিল। ১৭-১৮॥

তাৰ পাছত দ্ৰৌপদীয়ে তেওঁক দেখি পৰম আনন্দেৰে প্ৰণাম কৰি বাসুদেৱৰ আগত মুনিৰ আগমন আদিৰ কথা ক'লে। ১৯॥

শ্ৰীকৃষ্ণই দ্ৰৌপদীক ক'লে, মই বৰ আতুৰ হৈছো, ভোক লাগিছে। হে দ্ৰৌপদী, শীঘ্ৰে মোক ভোজন কৰোৱাঁ, পাছত সকলো কৰিবা। ২০॥

কৃষ্ণৰ কথা শুনি দ্ৰৌপদীয়ে লাজ পাই ক'লে, হে দেৱ, চৰুত মোৰ ভোজনৰ সময়লৈকে যি সূৰ্য্যদত্ত অন্ন আছিল, তাক খাই পেলালো; সেইদেখি ভাত নাই। তেতিয়া ভগৱান কমলনয়নে দ্ৰৌপদীক এইদৰে ক'লে, ২১-২২॥

হে কৃষ্ণা, এইটো পৰিহাসৰ সময় নহয়, মই ক্ষুধাতুৰ, মোক লৈ ধেমালি নকৰিবা। অতি শীঘ্ৰে গৈ ভাতৰ চৰুটো আনি মোক দেখুৱাঁ। ২৩॥

এইবুলি কৈ যদুকুল-ৰক্ষক কেশৱে ভাতৰ চৰুটো অনাই তাৰ কানত লাগি থকা শাকান্ন দেখি তাকেই গ্ৰহণ কৰিবলৈ স্থিৰ কৰি যজ্ঞভোক্তা ঈশ্বৰ শ্ৰীহৰিয়ে দ্ৰৌপদীক ক'লে, বিশ্বাত্মা সন্তুষ্ট হওক, দেৱতা সন্তুষ্ট হওক। ২৪-২৫॥

তাৰ পাছত মহাবাহু দুঃখহাৰী শ্ৰীকৃষ্ণই সহদেৱক ক'লে, ভোজনৰ কাৰণে মুনিসকলক ততালিকে মাতি অনাগৈ। ২৬॥

হে শ্ৰেষ্ঠ ৰজা, তাৰ পাছত মহা যশস্বী সহদেৱে দেৱনদীলৈ গা ধুবলৈ যোৱা দুৰ্ব্বাসা প্ৰভৃতি মুনিসকলৰ সকলোকে ভোজনৰ কাৰণে মাতি আনিবলৈ ততালিকৈ গ'ল। তেওঁলোকে তেতিয়া পানীত নামি অঘমৰ্ষণ (উপাসনা-বিশেষ) কৰি আছিল। ২৭-২৮॥

তেওঁলোকে পৰম তৃপ্তিৰ দ্বাৰা সম্পৃক্ত হৈ অন্নৰসৰ উদ্গাৰ অহা দেখি পানীৰপৰা উঠি পৰস্পৰে পৰস্পৰলৈ চাবলৈ ধৰিলে। ২৯॥

সেই মুনিসকলে দুৰ্ব্বাসাক দেখি ক'লে, আমি ৰজা যুধিষ্ঠিৰৰ হতুৱাই ভাত ৰন্ধাই গা ধুবলৈ আহিছোঁহক। ৩০॥

হে বিপ্ৰৰ্ষি, আমাৰ ডিঙিলৈকে পেট ভৰিছে, কিনো খাম, আমি মিছাকৈয়ে ভাত ৰন্ধাইছো। তাতনো আমি কি কৰিমহঁক? ৩১॥

দুৰ্ব্বাসাই ক'লে, অনৰ্থক পাকৰ বাবে আমি ৰাজৰ্ষিৰ ডাঙৰ অপৰাধ কৰিলো। পাণ্ডৱসকলে ক্ৰোধদৃষ্টিৰে আমাক পুৰি নেমাৰে যেন। ৩২॥

হে বিপ্ৰগণ, ধীমান ৰাজৰ্ষি অম্বৰীষৰ কথা মনত পৰিলে মই হৰিৰ চৰণাশ্ৰিতজনক বৰকৈ ভয় কৰোঁ । ৩৩ ॥

সকলো পাণ্ডৱ ধৰ্ম্ম-পৰায়ণ, মহৎ গুণবিশিষ্ট, বীৰ, বিদ্বান, ব্ৰহ্মচাৰী আৰু তপস্যাৰত । ৩৪ ॥

তেওঁলোক সদায়েই সদাচাৰত ৰত আৰু কৃষ্ণভক্ত, তেওঁলোকৰ খং উঠিছে, তুলাসমূহক জুয়ে যেনেকৈ পোৰে তেনেকৈ আমাক পুৰি মাৰিব । গতিকে, হে শিষ্যসকল, তেওঁলোকক একো নোসোধাকৈ পলাওঁ । ৩৫ ॥

শুকদেৱ মুনিয়ে এইদৰে কোৱাত সকলোবোৰ ব্ৰাহ্মণ পাণ্ডৱসকললৈ ভয় কৰি দশোদিশে পলাই গ'ল । ৩৬ ॥

সহদেৱে দেৱনদীত গৈ সাধুশ্ৰেষ্ঠ মুনিসকলক বিচাৰি চালে আৰু সেই নদীৰ তীৰ্থবোৰত ইফালে-সিফালে বিচাৰি ফুৰিবলৈ ধৰিলে । ৩৭ ॥

সহদেৱে তাত থকা তপস্বীসকলৰপৰা মুনিসকল পলোৱা বুলি শুনি যুধিষ্ঠিৰৰ ওচৰলৈ আহি সেই ঘটনাটো জনালে । ৩৮ ॥

তাৰ পাছত সেই পাণ্ডৱসকলে মুনিসকল উভতি আহিব বুলি আশা কৰি কিছু সময় আত্মসংযমপূৰ্ব্বক অপেক্ষা কৰি আছিল । ৩৯ ॥

অকস্মাৎ মাজনিশা আহি দুৰ্ব্বাসাই আমাক ছল কৰিব । কেনেকৈকো দৈৱৰপৰা লাভ কৰা এই দুঃখ আমি পাৰ কৰিব পাৰোঁ । ৪০ ॥

এইদৰে ঘনাই হুমুনিয়াহ কাঢ়ি চিন্তান্বিত হৈ থকা দেখি কান্তিমান শ্ৰীকৃষ্ণই দেখা দি ক'লে । ৪১ ॥

শ্ৰীকৃষ্ণই ক'লে, হে পাৰ্থসকল, ঋষিৰ প্ৰবল কোপত আপোনালোকৰ বিপদ বুলি জানিব পাৰি দ্ৰৌপদীয়ে চিন্তা কৰা মাত্ৰেই মই শীঘ্ৰে আহিলো । ৪২ ॥

সেই দুৰ্ব্বাসা ঋষিৰপৰা অলপো ভয় নাই । আপোনালোকৰ তেজৰ বাবে ভয় খাই আগেয়ে পলাই গ'ল । ৪৩ ॥

যিসকল সদায় ধৰ্ম্ম-পৰায়ণ, তেওঁলোক কেতিয়াও বিপদাপন্ন নহয় । আপোনালোকৰপৰা বিদায় লওঁ ; এতিয়া যাওঁ । আপোনালোকৰ সৰ্ব্বদাই কল্যাণ হওক । ৪৪ ॥

বৈশম্পায়নে ক'লে, শ্ৰীকৃষ্ণৰ কথা শুনি সকলোৰে মন সুস্থ হ'ল আৰু বেদনা দূৰ হৈ পাণ্ডৱসকলে দ্ৰৌপদীৰে সৈতে শ্ৰীকৃষ্ণক ক'লে, ৪৫ ॥

হে প্ৰভু গোবিন্দ, মহাসমুদ্ৰত বুৰিবলৈ ধৰি ভেলা লাভ কৰাৰ দৰে তুমি আমাৰ সহায়ত পাৰ হ'ব নোৱৰা বিপদ পাৰ হ'লো । ৪৬ ॥

তুমি মঙ্গল সাধন কৰা, তোমাৰ কল্যাণ হওক । এই আজ্ঞা পাই শ্ৰীকৃষ্ণ নিজ পুৰীলৈ গ'ল । হে প্ৰভু মহাভাগ, পাণ্ডৱসকলেও দ্ৰৌপদীৰে সৈতে আনন্দমনে

বনে বনে ফুৰি বসবাস কৰিবলৈ ধৰিলে। হে মহাৰাজ, আপুনি মোক যি প্ৰশ্ন কৰিলে, উত্তৰত ইমানকে কলোঁ। ৪৭-৪৮ ॥

এইদৰে ধৃতৰাষ্ট্ৰৰ পুত্ৰেকসকলে পাণ্ডৱসকলৰ প্ৰতি প্ৰয়োগ কৰা ছলনাবোৰ বৃথা হৈছিল। ৭৯ ॥

ইতি মহাভাৰতৰ বনপৰ্ব্বৰ অন্তৰ্গত দ্ৰৌপদী-হৰণ-পৰ্ব্বত দুৰ্ব্বাসা-উপাখ্যান ঃ ২ নামৰ ত্ৰিষষ্ট্যধিক-দ্বিশততম অধ্যায়। ২৬৩ ॥

॥ অধ্যায় ২৬৪ ॥

## ॥ জয়দ্ৰথৰ আগমন ॥

বৈশম্পায়নে ক'লে, ভৰত বংশৰ শ্ৰেষ্ঠ মহাৰথীসকলে হৰিণা পহুৰে পৰিপূৰ্ণ কাম্যক বনত দেৱতাসকলৰ দৰে খোজ কাঢ়ি বিহাৰ কৰিছিল। ১ ॥

হে শত্ৰুদমন ৰজা, চাৰিওপিনে নানাধৰণৰ বনবোৰ আৰু সকলো ঋতুৰ সময়ত সুৰম্য হৈ ফুলি থকা বনৰাজি পৰিদৰ্শন কৰি মৃগয়াশীল ইন্দ্ৰতুল্য পাণ্ডৱসকলে সেই মহৎ বনত বিচৰণ কৰি কিছু কাল বিহাৰ কৰিছিল। ২-৩ ॥

তাৰ পাছত উদ্দীপ্ত তপস্বী তৃণবিন্দু আৰু পুৰোহিত মহৰ্ষি ধৌম্যৰ আদেশমতে দ্ৰৌপদীক আশ্ৰমত থৈ সেই শত্ৰুতাপন পুৰুষশ্ৰেষ্ঠ সকলো কেইজন ব্ৰাহ্মণৰ অৰ্থে চাৰিওদিশে একে সময়তে চিকাৰলৈ গৈছিল। ৪-৫ ॥

তাৰ পাছত সিন্ধু দেশৰ মহা যশস্বী ৰজা বাৰ্দ্ধক্ষত্ৰি বিয়াৰ উদ্দেশ্যে শাল্ব ৰজাৰ ৰাজ্যলৈ ৰাওনা হৈছিল। ৬ ॥

তেওঁ উৎকৃষ্ট ৰাজোচিত সাজ-পাৰ পিন্ধি বহুত ৰজাৰে সৈতে কাম্যক-বনলৈও আহিছিল। ৭ ॥

তেওঁ নিৰ্জ্জন বনত পাণ্ডৱসকলৰ প্ৰিয় ভাৰ্য্যা যশস্বিনী দ্ৰৌপদীক আশ্ৰমৰ দুৱাৰত বৈ থকা দেখা পালে। ৮ ॥

উত্তম ৰূপ ধাৰণ কৰি উজ্জ্বল শৰীৰেৰে সুশোভিতা হৈ বিজুলীয়ে নীলা মেঘক পোহৰ দিয়াৰ দৰে বনভূমি পোহৰ কৰি থকা দ্ৰৌপদীক তেওঁ দেখিছিল। ৯ ॥

এইগৰাকী অপেস্বৰা নে দেৱকন্যা, নে দেৱতাৰ নিৰ্ম্মিত মায়াদেৱী—এই বুলি সকলোৱে হাত যোৰ কৰি সেই সুন্দৰীৰ পিনে চাই আছিল। ॥ ১০ ॥

সিন্ধু দেশৰ দুষ্টমনা ৰজা বাৰ্দ্ধক্ষত্ৰি জয়দ্ৰথ সেই সুন্দৰীক দেখি আচৰিত হৈছিল। ১১ ॥

তেওঁ কামমুগ্ধ হৈ কোটিক নামৰ ৰজাক সুধিছিল, এই সুন্দৰী কাৰ এওঁ মানৱী হয় নে নহয় ? ১২ ॥

এই অতি সুন্দৰীক পাই মোৰ বিয়াৰ কোনো আৱশ্যক নাই । এওঁক লৈ মই নিজ ঘৰলৈ যাম । ১৩ ॥

হে শান্ত (কোটিক), আপুনি এওঁৰ সংবাদ সংগ্ৰহ কৰি আহকচোন, সুশোভিত ভ্ৰূযুগলেৰে এওঁনো কাৰ পত্নী আৰু ক'ৰপৰা কি কাৰণে এই কাঁইটীয়া বনলৈ আহিছিল ? ১৪ ॥

মনোৰম নিতম্ব, সুন্দৰ দাঁত, লাহী কঁকাল আৰু আয়ত-লোচনযুক্ত এই লোক-সুন্দৰীয়ে মোক আজিয়েই ভজিবনে ? ১৫ ॥

এই বৰাঙ্গনাক লাভ কৰি মোৰ ইচ্ছা পূৰ হ'বনে ? হে কোটিক, সোনকালে গৈ এওঁৰ স্বামী কোন, জানি আহকচোন । ১৬ ॥

ইয়াকে শুনি সেই কোটিক নামৰ ৰজাই কুণ্ডল পিন্ধি ৰথৰপৰা নামি শৃগালে বাঘিনীক সোধাৰ দৰে দ্ৰৌপদীক সুধিলে । ১৭ ॥

ইতি মহাভাৰতৰ বনপৰ্ব্বৰ অন্তৰ্গত দ্ৰৌপদী-হৰণ-পৰ্ব্বত জয়দ্ৰথৰ আগমন নামৰ চতুঃষষ্ট্যধিক-দ্বিশততম অধ্যায় । ২৬৪ ॥

॥ অধ্যায় ২৬৫ ॥

# ॥ কোটিকৰ প্ৰশ্ন ॥

কোটিকে ক'লে, এন্ধাৰ নিশাৰ প্ৰজ্বলিত অগ্নিৰ দৰে দেদীপ্যমান আৰু কদম গছৰ শাখা এটি হলাই ধৰি বতাহত হালি-জালি অকলশৰে আশ্ৰমত থিয় হৈ থকা, হে সু-ভ্ৰূ-বিশিষ্টা সুন্দৰী, তুমি কোন ? ১ ॥

অপৰিমিত ৰূপেৰে ভূষিতা হৈ মহৎ অৰণ্যতো তোমাৰ ভয় লগা নাইনে ? তুমি দেৱী নে যক্ষী ; দানৱী নে অপেচৰী, নাইবা দৈত্যৰ বৰাঙ্গনা । ২ ॥

তুমি সৰ্পৰাজ বাসুকিৰ দেহধাৰী কন্যা, নে নিষধৰ ( বনচৰৰ ) কন্যা, নে ৰাক্ষসৰ কন্যা ? ধনেশ্বৰ কুবেৰ, চন্দ্ৰ, যম আৰু ৰজা বৰুণ—এইসকলৰ কোনজনৰ পত্নী ? ৩ ॥

তুমি ব্ৰহ্মা, কশ্যপ, সূৰ্য্য, বিষ্ণু আৰু ইন্দ্ৰ—এওঁলোকৰ কোনজনৰ গৃহৰপৰা আগমন কৰিছা ? আমি যিসকল ইয়াত উপস্থিত আছো, আমাক তুমি একো কথা সোধা নাই আৰু আমিও, তোমাৰনো পতি কোন, তাক নেজানো । ৪ ॥

হে সুন্দৰী, আমি তোমাৰ প্ৰতি সন্মান আগ বঢ়াইছো আৰু তোমাৰ মহান পিতাবাৰহে কথা সুধিছো। তোমাৰ বন্ধু, স্বামী, কুল আৰু কাৰ্য্যৰ প্ৰকৃত কথা আমাক বিৱৰি কোৱঁা। ৫ ॥

মই ক্ষত্ৰিয় ৰজা সুৰথৰ পুত্ৰ, যাক কোটিক বুলি সকলোৱে জানে। ইটাৰ ৰাজত চয়ন কৰা হুতাগ্নিৰ দৰে উজ্জ্বল সোঁ যিজনে স্বৰ্ণ-ৰথত অপেক্ষা কৰি আছে, সেই পদ্মপাহিৰ দৰে আয়তলোচন পুৰুষজন ত্ৰিগৰ্ত্তৰ ৰজা, বীৰ ক্ষেমঙ্কৰ। পুষ্পিত পৰ্ব্বত-শিখৰত বাস কৰা কুলিন্দাধিপতিৰ পুত্ৰ, বীৰাগ্ৰণী, ধনুৰ্দ্ধাৰী আৰু আমাতকৈ শ্ৰেষ্ঠ সোঁ পুৰুষজনে, হে আয়তলোচনা, তোমালৈ চাই আছে। পুখুৰীৰ পাৰত থৈ থকা শ্যাম বৰণীয়া সুদৰ্শন যুৱকজন ইক্ষাকুৰাজ সুভদ্ৰৰ পুত্ৰ। তেওঁ শত্ৰুহন্তা, তেওঁৰ সৈন্যক সুবীৰকৰ বাৰজন ৰাজপুত্ৰই হাতত পতাকা লৈ অনুগমন কৰিছিল। ৬-৯ ॥

অঙ্গাৰক, কুঞ্জৰ, গুপ্তক, শত্ৰুঞ্জয়, সঞ্জয়, সুপ্ৰবৃদ্ধ, ভয়ঙ্কৰ, ভ্ৰমৰ, ৰবি, শূৰ, প্ৰতাপ আৰু কুহন নামৰ বীৰসকলে আৰু ছহেজাৰ ৰথী, হাতী, ঘোঁৰা আৰু পদাতি—সকলোৱে ৰঙা বৰণৰ ঘোঁৰা লগোৱা ৰথত উদ্দীপ্ত অগ্নি যজ্ঞলৈ যোৱাৰ দৰে যাক অনুসৰণ কৰে সেইজনেই জয়দ্ৰথ নামে সৌবীৰৰ ৰজা, তেওঁৰ কথা তুমি বোধ হয় শুনিছা। তেওঁৰ আন আন ভায়েক অদীনসত্ত্বা, বলাহক, আনীক আৰু বিদাৰণ আদি। ১০-১২ ॥

সৌবীৰৰ বলৱান আৰু শ্ৰেষ্ঠ বীৰসকলে সৌবীৰৰ ৰজাক অনুগমন কৰে। এওঁলোকৰ সহায়ত ৰজাই মৰুৎগণৰ দ্বাৰা সুৰক্ষিত ইন্দ্ৰ যোৱাৰ দৰে আগুৱাই যায়। ১৩ ॥

হে সুকেশী, আমি তোমাক চিনি নাপাওঁ, তুমি কাৰ পত্নী আৰু কাৰ জীয়াৰী কোৱঁা। ১৪ ॥

ইতি মহাভাৰতৰ বনপৰ্ব্বৰ অন্তৰ্গত দ্ৰৌপদী-হৰণ-পৰ্ব্বত কোটিকৰ প্ৰশ্ন নামৰ পঞ্চষষ্ট্যধিক-দ্বিশততম অধ্যায়। ২৬৫ ॥

॥ অধ্যায় ২৬৬ ॥

## ॥ দ্ৰৌপদীৰ বাক্য ॥

বৈশম্পায়নে ক'লে, ইয়াৰ পাছত শিবিপ্ৰৱৰৰ (কোটিকে) প্ৰশ্ন সোধাত ৰাজ-কুঁৱৰী দ্ৰৌপদীয়ে কদমৰ ডালটো এৰি দি আৰু কৌশিক বস্ত্ৰৰ চাদৰখন পিন্ধি কেৰাহীকৈ চাই ক'লে, ১ ॥

হে ৰাজকোঁৱৰ, মই বুদ্ধিৰ দ্বাৰায় ভালদৰে জানিছো, মোৰ নিচিনা তিৰোতা আপোনাৰ লগত কথা পতাৰ উপযুক্ত নহয়। কিন্তু ইয়াত আপোনাৰে সৈতে কথা পাতোঁতা পুৰুষ বা তিৰোতা আন কোনো নাই। ২ ॥

হে ভদ্ৰ, মই বৰ্ত্তমান অকলশৰীয়া; সেই কাৰণে স্বধৰ্ম্মত ৰত থাকি এই বনত কিয় অকলশৰে মই আপোনাৰ লগত কথা হ'ব লগা হৈছো তাক বুজি লওক। ৩ ॥

আপোনাক সুৰথৰ পুত্ৰ বুলি জানো, যাক কোটিক বুলি মানুহে জানে। হে শিবি-বংশজ, সেই কাৰণে মই মোৰ বিখ্যাত কুল আৰু বন্ধুৰ কথা আপোনাক কওঁ। ৪ ॥

হে শৈব্য, মই দ্ৰুপদ ৰজাৰ সন্ততি, মোক মানুহে কৃষ্ণা বুলি জানে। মই পাঁচজনক পতি-বৰণ কৰিলো। তেখেতসকলেই খাণ্ডৱপ্ৰস্থলৈ যোৱা বুলি শুনিবলৈ পাইছে। ৫ ॥

যুধিষ্ঠিৰ, ভীমসেন, অৰ্জ্জুন, আৰু পুৰুষশ্ৰেষ্ঠ মাদ্ৰীৰ দুই পুত্ৰ নকুল আৰু সহদেৱ—এই পৃথাৰ পুতেকসকলে মোক ইয়াতে থৈ চাৰি দিশ তেওঁলোকৰ মাজত ভাগ কৰি চিকাৰলৈ গৈছে। ৬ ॥

পূব দিশ ৰজাই (যুধিষ্ঠিৰে), দক্ষিণ দিশ ভীমসেনে, পশ্চিম দিশ ধনঞ্জয়ে আৰু উত্তৰ দিশ যমজই (নকুল আৰু সহদেৱে) লৈছে। মই ভাবোঁ, এই শ্ৰেষ্ঠ ৰথীসকলৰ ইয়ালৈ উভতি আহিবৰ সময় উপস্থিত হৈছে। ৭ ॥

তেওঁলোকৰপৰা আপুনি যথেষ্ট সন্মান পাব, ৰথৰ ঘোঁৰাবোৰ মুকলি কৰি ইয়াতে নামক। ধৰ্ম্মৰ পুত্ৰ মহাত্মা যুধিষ্ঠিৰ অতিথিপ্ৰিয় আৰু তেওঁ আপোনাক দেখি প্ৰীতি লাভ কৰিব। ৮ ॥

সেই চন্দ্ৰবদনা দ্ৰুপদ-জীয়াৰী শৈব্যৰ পুত্ৰক বিশ্বাস কৰি আৰু তেওঁলোকৰ আতিথ্যৰ বাবে চিন্তা কৰি সেই প্ৰশস্ত পৰ্ণ-কুটীৰত প্ৰৱেশ কৰিলে। ৯ ॥

ইতি মহাভাৰতৰ বনপৰ্ব্বৰ অন্তৰ্গত দ্ৰৌপদী-হৰণ-পৰ্ব্বত দ্ৰৌপদীৰ বাক্য নামৰ ষট্‌ষষ্ট্যধিক-দ্বিশততম অধ্যায়। ২৬৬ ॥

॥ অধ্যায় ২৬৭ ॥

# ॥ জয়দ্ৰথ-দ্ৰৌপদী-সংবাদ ॥

বৈশম্পায়নে ক'লে, হে ভাৰত, সেই সকলো ৰজাই আসন গ্ৰহণ কৰাত কোটিকে দ্ৰৌপদীৰ লগত হোৱা কথাবোৰ জনালে। ১ ॥

কোটিকৰ কথা শুনি সৌৱীৰে তেওঁক ক'লে, দ্ৰৌপদীয়ে কথা কোৱাৰ লগে লগে মোৰ মনত ভাল লাগিছে। ২ ॥

আপুনি সেই নাৰীশ্ৰেষ্ঠা দ্ৰৌপদীৰ ওচৰৰপৰা কেলেই উভতি আহিল ? হে মহাবাহু, তেওঁক দেখিলে আন তিৰোতাসকলক বান্দৰী যেনহে লাগে ; এইটো আপোনাক সঁচা কথাই কৈছো। ৩ ॥

দ্ৰৌপদীক দেখা মাত্ৰকে তেওঁৰ সৌন্দৰ্য্যই মোৰ মন একেবাৰে হৰণ কৰি নিছে। হে শৈব্য, যদি তেওঁ মানৱৰ তিৰোতা হয় তেন্তে সেই কল্যাণীৰ কথা মোক কওক। ৪ ॥

কোটিকে ক'লে, এৱেঁই যশস্বিনী ৰাজকুমাৰী কৃষ্ণা বা দ্ৰৌপদী। এওঁ পাঁচ পাণ্ডু-পুত্ৰৰ অতি সন্মানিতা মহিষী। সকলো কেইজন পৃথাৰ পুত্ৰৰেই এওঁ প্ৰিয়া আৰু বহু-সন্মানিতা সতী। জয়দ্ৰথ, তেওঁৰে সৈতে সৌৱীৰ ৰাজ্যৰ ফালে যাওক। ৫-৬ ॥

বৈশম্পায়নে ক'লে, এইদৰে কোৱাত সৌৱীৰ আৰু সিন্ধুৰাজ্যৰ অধিপতি দুষ্টাত্মা জয়দ্ৰথে প্ৰত্যুত্তৰ দিলে, দ্ৰৌপদীক মই দেখা পাইছো। সিন্ধু-ৰাজৰ সপ্তম পুত্ৰ জয়দ্ৰথে সিংহৰ সমাজত কুকুৰনেচীয়া সোমোৱাৰ দৰে পবিত্ৰ আশ্ৰমত সোমাই দ্ৰৌপদীক ক'লে, ৭-৮ ॥

হে চাৰুনিতম্বিনী, তোমাৰ কুশল হওক। তোমাৰ স্বামীসকল নিৰোগী হওক আৰু যিবিলাকৰ তুমি কুশল বাঞ্ছা কৰা, তেওঁলোকো আনন্দেৰে ৰোগশূন্য হৈ থাকক। ৯ ॥

দ্ৰৌপদীয়ে ক'লে, হে মহাৰাজ, ৰাষ্ট্ৰ-বিষয়ত, ধনত আৰু সৈন্য-বলত আপোনাৰ কুশল নে ? আপুনি অকলে সহৰ্ষে সিন্ধুবাসী সহ শিবি ৰাজ্যৰ আঢ্যৱন্ত লোকসকলক, সৌৱীৰ ৰাজ্যৰ লোকসকলক আৰু আন আন যিসকলক আপুনি জানে সেইসকলক ধৰ্ম্মত পালন কৰিছেনে ? ১০-১১ ॥

কুৰুবংশীয় কুন্তীপুত্ৰ যুধিষ্ঠিৰ ৰজা কুশলে আছে। তেওঁৰ ভায়েকসকল আৰু আন যিবিলাকৰ কথা আপুনি সুধিছে সেই সকলোটি কুশলে আছে। ১২॥

হে ৰাজকৌৰৱ, পাদ্য আৰু আসন গ্ৰহণ কৰক। ৰাতিপুৱাৰ ভোজনৰ বাবে পঞ্চাশটি হৰিণ আপোনাক দিয়া হ'ব। ১৩॥

হৰিণৰ মাংস, পৃষত, ন্যঙ্কু, শৰভ, শশ, শম্বৰ, ৰুৰু আদি হৰিণবোৰ আৰু বন-গৰু, ভালুক, গাহৰি আদি আন আন মৃগজাতীয় পশুবোৰ কুন্তীৰ পুতেক যুধিষ্ঠিৰে আপোনাক নিজে দান কৰিব। ১৪,১৫॥

জয়দ্ৰথে ক'লে, তুমি দিব খোজা মোৰ ৰাতিপুৱাৰ ভোজন সকলো সাৰ্থক। তুমি কেৱল আহাঁ আৰু মোৰ ৰথত উঠি সুখ-সন্তোষ লাভ কৰা। ১৬॥

ৰাজ্য হেৰুৱাই হতাশ আৰু কাতৰ হৈ খীণাই যোৱা বনবাসী পৃথাৰ পুত্ৰ-সকলক তুমি সেৱা কৰা উচিত নহয়। ১৭॥

বুদ্ধিমতী তিৰোতা শ্ৰীহীন স্বামীৰ লগ নালাগে। স্বামী শ্ৰীযুক্ত হলেহে লগ ল'ব লাগে। শ্ৰীবিনাশ হ'লে তাত বাস নকৰিবা। ১৮॥

শ্ৰীহীন ৰাষ্ট্ৰবিলাক সদায় নষ্ট পাইছে। পাণ্ডুৰ পুতেকহঁতক ভক্তি কৰি কষ্ট ভোগ কৰা তোমাৰ প্ৰয়োজন নাই। ১৯॥

হে সু-নিতম্বিনী, তুমি মোৰ ভাৰ্য্যা হোৱাঁ, সিহঁতক (পাণ্ডৱসকলক) এৰাঁ আৰু সুখ লাভ কৰাঁ। সমুদায় সিন্ধু আৰু সৌৱীৰ ৰাজ্যৰ লোকসকলক মোৰ লগতে লাভ কৰাঁহি। ২০॥

বৈশম্পায়নে ক'লে, সিন্ধুৰাজৰ বুকু কঁপা কথা শুনি দ্ৰৌপদী ভয়াৰ্ত্ত দৃষ্টিৰে আন ঠাইলৈ আঁতৰি গ'ল। ২১॥

সুমধ্যমা দ্ৰৌপদীয়ে জয়দ্ৰথৰ সেই কথা অৱমাননা কৰি খেদ কৰি কৈছিল, হে সিন্ধুৰাজ, তুমি এনেদৰে কবলৈ লাজ পোৱা নাইনে ? ২২॥

অনিন্দিতা দ্ৰৌপদীয়ে স্বামীসকলৰ উপস্থিতি কামনা কৰি জয়দ্ৰথৰ কথাৰ মূৰত কথা কৈ তেওঁক প্ৰলোভিত কৰি পলম কৰিবলৈ চেষ্টা কৰিলে। ২৩॥

ইতি মহাভাৰতৰ বনপৰ্ব্বৰ অন্তৰ্গত দ্ৰৌপদী-হৰণ-পৰ্ব্বত জয়দ্ৰথ-দ্ৰৌপদী-সংবাদ নামৰ সপ্তষষ্ঠ্যধিক-দ্বিশততম অধ্যায়। ২৬৭॥

॥ অধ্যায় ২৬৮ ॥

## ॥ দ্ৰৌপদী-হৰণ ॥

তাৰ পাছত স্বভাৱতে সুন্দৰ কিন্তু খঙতে মোলান পৰা ৰঙা চকুযুৰি আৰু ক্ষণে উন্নত, ক্ষণে অৱনত ভ্ৰূযুগল-বিশিষ্ট দ্ৰুপদ-নন্দিনীয়ে খঙত মুখেৰে ফুৎকাৰ কৰি জয়দ্ৰথক কবলৈ ধৰিলে, ১ ॥

মূৰ্খ, যক্ষ আৰু ৰাক্ষসসমূহৰ মাজতো স্থিতি থকা, নিজ কামত আসক্ত, ইন্দ্ৰতুল্য যশস্বী, সাপৰ দৰে ভয়ঙ্কৰ মহাৰথীসকলক নিন্দা কৰি কিয় লাজ নেপাৱ ? ২ ॥

হে সুবীৰ, বনচাৰীয়েই হওক বা গৃহীয়েই হওক, তপস্বীয়েই হওক বা সম্পূৰ্ণ-বিদ্যা-সম্পন্নই হওক, সাধুসকলে তেওঁলোকৰ প্ৰশংসা-বচনেই কয়, কেতিয়াও তেওঁলোকৰ বদনাম বা পাপৰ কথা নকয়। কিন্তু কুকুৰৰ প্ৰকৃতিৰ মানুহে পাপ কথাকেই কয়। ৩ ॥

কিন্তু মই ভাবোঁ, ক্ষত্ৰিয়-সমাজত তোৰ এনে কোনো নাই যিজনে আজি গভীৰ গাঁতত পৰিবলৈ ধৰা তোক হাতত ধৰি টানি ৰাখিব পাৰিব। ৪ ॥

তই ধৰ্ম্মৰাজক জয় কৰিবলৈ আশা কৰিছ; তোৰ এই কাৰ্য্য হিমালয়ৰ অধিত্যকাত চৰি ফুৰা, পৰ্ব্বত-শৃঙ্গৰ নিচিনা বৃহৎ হিমজুৰে কুম্ভস্থিত থকা হাতীক লাঠীৰে আকৰপৰা আঁতৰাবলৈ চেষ্টা কৰাৰ দৰে হৈছে। ৫ ॥

মূৰ্খামিৰ কাৰণে, শুই থকা প্ৰৱল সিংহৰ মুখত ওলমি থকা কেশৰ কুটিবলৈ ওলাইছ, কিন্তু যেতিয়া খঙাল ভীমসেনক দেখিবি, তেতিয়া সেই সিংহক উজটিয়াই থৰ-কাদুটি এৰি পলাব লাগিব। ৬ ॥

তই খঙাল, উগ্ৰ, বিজেতা অৰ্জ্জুনৰ লগত ৰণ দিব খুজিছ; তই পৰ্ব্বতৰ গহ্বৰত ওপজা আৰু ডাঙৰ হোৱা মহা বলৱান ভয়ঙ্কৰ প্ৰসুপ্ত সিংহক যেন ভৰিৰে গছকি মাৰিবলৈ ওলাইছ। ৭ ॥

তই পুৰুষশ্ৰেষ্ঠ যঁজা ভাই-ককাই পাণ্ডৱ দুজনেৰে সৈতে যুঁজিবলৈ ওলাইছ; তই বলিয়া হৈ দুখন জিভা থকা বিষধৰ ফেটী-সাপ দুটাৰ নেজত ভৰিৰে গছকি অতিক্ৰম কৰিবলৈ ওলাইছ। ৮ ॥

যিদৰে ইকৰা, নল আৰু কল গছে নিজৰ নাশৰ কাৰণে ফল ধৰে, উন্নতিৰ কাৰণে নহয়—সেইদৰে পাণ্ডৱসকলৰ দ্বাৰা ৰক্ষিতা মোক কেকোঁৱাই নিজৰ নাশৰ কাৰণে গৰ্ভ-ধাৰণ কৰাৰ দৰে নিব খুজিছ। ৯ ॥

জয়দ্ৰথে ক'লে, জানিছো, হে কৃষ্ণা, সেই ৰাজপুত্ৰসকল কেনে সেইটো মোৰ জনা আছে। কিন্তু তেনে ভয় দেখুৱা কথাৰ দ্বাৰা আজি তুমি আমাক ভয় খুৱাব নোৱাৰিবা। ১০ ॥

হে কৃষ্ণা, আমিসকলো আকৌ সপ্তদশ বংশত ১ ওপজিছো, নৱম কুলত ওপজা নহওঁ। হে দ্ৰৌপদী, আমাৰ ছটা গুণতকৈও বহুত কম থকা বুলি পাণ্ডুৰ পুতেকসকলক আমি ভাবোঁ। ১১ ॥

তুমি তুৰন্তে ৰথত বা হাতীত উঠা, আমাক মুখৰ কথাৰেই বাধা দিব নোৱাৰিবা। তুমি পুনৰ কাতৰ স্বৰেৰে সৌবীৰৰাজাৰ অনুগ্ৰহ প্ৰাৰ্থনা কৰা। ১২ ॥

দ্ৰৌপদীয়ে ক'লে, মহা বলৱতী হৈয়ো এই ক্ষেত্ৰত দুৰ্ব্বলাৰ দৰে মই সৌবীৰৰাজৰ কথা মানি লমনে? বল-প্ৰয়োগৰ ফলত মই সন্তুষ্ট হৈ তোমাক কাতৰ বাক্যেৰে অনুনয় কৰিম বুলি নেভাবিবা। ১৩ ॥

একেখন ৰথতে লগ হৈ থাকি কৃষ্ণাৰ্জ্জুনে যাক অন্বেষণ কৰিব তেওঁক (দ্ৰৌপদীক) ইন্দ্ৰয়ো কদাপি হৰণ কৰিব নোৱাৰিব, নীচ মানুহৰতো কথাই নাই। ১৪ ॥

কিৰীটিধাৰী শ্ৰীকৃষ্ণই ৰথৰ ওপৰত থাকি শত্ৰু-পক্ষৰ বীৰবিলাকক আহত কৰি যিদৰে শত্ৰুৰ মনত আঘাত দিয়ে, সেইদৰে মোৰ নিমিত্তেও খৰাং বতৰত খৰপোৰা জুইৰ দৰে তোৰ সৈন্যবাহিনীক তেওঁলোকে বেঢ়ি পেলাব। ১৫ ॥

জনাৰ্দ্দন, সাত্বক, বৃষ্ণিবীৰ আৰু মহাধনুৰ্দ্ধৰ কেকয়সকল—এই সকলো ৰাজকেইজনে অনন্দেৰে মোক বিচাৰি যাব। ১৬ ॥

মুৰ্ব্বাৰে তৈয়াৰী, মেঘৰ দৰে গৰ্জ্জনশীল, অতি বেগৱান আৰু ভয়ঙ্কৰ শৰবিলাকে গাণ্ডীৱৰপৰা নিক্ষিপ্ত হোৱাৰ লগে লগে অৰ্জ্জুনৰ হাত কঁপাই অতি ভীষণ শব্দ কৰে। ১৭ ॥

পতঙ্গসমূহৰ দৰে বেগৱান, গাণ্ডীৱৰপৰা এৰা বৃহৎ শৰসমূহ আৰু মহাবলৱন্ত অৰ্জ্জুনক যেতিয়া দেখিবি তেতিয়া নিজ বুদ্ধিক নিন্দা কৰিবি। ১৮ ॥

যেতিয়া গাণ্ডীৱ-ধনুৰ্দ্ধৰে শঙ্খৰ শব্দেৰে আৰু তলৰ শব্দেৰে পুনঃ পুনঃ ওপৰলৈ দাপি কাঁড়বোৰ তোৰ বুকুলৈ পঠিয়াব তেতিয়া তোৰ মন কেনে হ'ব? ১৯ ॥

অধম, গদা হাতত লৈ খেদি অহা ভীমে আৰু মাদ্ৰীপুত্ৰ দুজনে চাৰিওফালৰপৰা তোক বেঢ়ি ধৰা দেখা পালে, ক্ৰোধাগ্নি উদগীৰণ কৰা দেখা পালে, চিৰদিনলৈ সন্তপ্ত হৈ থাকিবি। ২০ ॥

---

১ আঠবিধ কৰ্ম্ম আৰু ন প্ৰকাৰ শক্তি যি বংশৰ বৈশিষ্ট্য তাকে সপ্তদশ বংশ বোলা হৈছে।

যিহেতু মই পূজনীয় পতিসকলক মনেৰেও কেতিয়াও কোনো প্ৰকাৰৰ কষ্ট দিয়াৰ কথা নাভাবোঁ, সেই পাতিব্ৰত্যৰ ফলত আজি তোক পাৰ্থসকলে বশ কৰা আৰু নিপীড়ন কৰা দেখিম। ২১ ॥

তই নৃশংসই উৎপীড়ন কৰিলেও মই ভয় নাখাওঁ। কিয়নো, মই কুৰুবংশৰ শ্ৰেষ্ঠ বীৰকেইজন আহি পালেই পুনৰ এই কাম্যক-বনলৈ উভতি আহিম। ২২ ॥

সিহঁতে আক্ৰমণ কৰা দেখি বিশালনেত্ৰা দ্ৰৌপদীয়ে ভয় খাই, পালি পাৰি "নুছুঁবি, নুছুঁবি" বুলি কৈছিল আৰু পুৰোহিত ধৌম্যক চিঞৰি মাতিছিল। ২৩ ॥

জয়দ্ৰথে দ্ৰৌপদীৰ চাদৰৰ আঁচলত ধৰাত তেওঁ জয়দ্ৰথক গঁতিয়াই দিলে। সেই পাপীক তেওঁ বগৰাই পেলোৱাত সি শিপা কটা পেলোৱা গছৰ দৰে পৰি গ'ল। ২৪ ॥

মহাবেগৱান জয়দ্ৰথে পুনৰ আক্ৰমণ কৰি টানি নিয়াত দ্ৰৌপদীয়ে ধৌম্যৰ ভৰিত সেৱা কৰি ৰথত উঠিল। ২৫ ॥

ধৌম্যই ক'লে, জয়দ্ৰথ, মহাৰথী পাণ্ডৱসকলক জয় নকৰাকৈ এওঁক নিব নোৱাৰা। ক্ষত্ৰিয়ৰ প্ৰাচীন ধৰ্ম্ম ৰক্ষা কৰা। ২৬ ॥

ধৰ্ম্মৰাজক আগত লৈ যেতিয়া পাণ্ডৱ বীৰসকলক লগ পাবা তেতিয়া সামান্য পাপকৰ্ম্ম কৰাৰ ফল পাবা; ইয়াত সন্দেহ নাই। ২৭ ॥

বৈশম্পায়নে ক'লে, ইয়াকে কৈ ধৌম্য মুনি সেই অপহৃতা যশস্বিনী ৰাজকুঁৱৰীৰ পিছে পিছে পদাতিক দলৰ মাজত গৈ থাকিল। ২৮ ॥

ইতি মহাভাৰতৰ বনপৰ্ব্বৰ অন্তৰ্গত দ্ৰৌপদী-হৰণ-পৰ্ব্বত দ্ৰৌপদী-হৰণ নামৰ অষ্টষষ্ট্যধিক-দ্বিশততম অধ্যায়। ২৬৮ ॥

॥ অধ্যায় ২৬৯ ॥

## ॥ পাণ্ডৱসকলৰ আগমন ॥

বিভিন্ন দিশত আঁতৰি থকা শ্ৰেষ্ঠতম ধনুৰ্দ্ধৰ পৃথাৰ পুত্ৰেকসকলে সকলো দিশ ভ্ৰমণ কৰি হৰিণ, গাহৰি আৰু ম'হবোৰ মাৰি লৈ অৱশেষত লগ লাগিছিল। ১ ॥

তাৰ পাছত পাৰ্থসকল হৰিণ, হিংস্ৰ-জন্তুৰে পৰিপূৰ্ণ আৰু চৰাইবিলাকে বসতি কৰা সেই কাম্যক-মহাবনলৈ আহিছিল আৰু যুধিষ্ঠিৰে চৰি ফুৰা হৰিণবিলাকৰ মাত শুনি ভায়েকসকলক কৈছিল, ২ ॥

যেনিয়ে পোহৰ দিয়া কাললৈ মুখ কৰি হৰিণ আৰু চৰাইবিলাকে শক্তৰে

অনিষ্ট সাধন কৰা এই মহাবনখনলৈ গভীৰ বেদনা জনাই বিকটভাৱে চিঞৰিবলৈ ধৰিছে। ৩॥

আমাৰ হৰিণৰ আৱশ্যক নাই ; শীঘ্ৰে উভতি যাওঁ, মোৰ মন ব্যথিত আৰু দগ্ধ হৈছে। মোৰ শৰীৰৰ বুদ্ধি আন্ত কৰি প্ৰাণ-পতি (প্ৰধান ইন্দ্ৰিয়) শোকতপ্ত হৈ উঠিছে। ৪॥

গৰুড়ৰ দ্বাৰা সৰোবৰ সৰ্পশূন্য হোৱাৰ দৰে, ৰাষ্ট্ৰ অৰাজক আৰু লক্ষ্মীহীন হোৱাৰ দৰে, সুৰীয়ে পান কৰা শূন্য কলহৰ দৰে কাম্যক-বনো মোৰ মনত প্ৰতিভাত হৈছে। ৫।

ৰতাহতকৈও মহা বেগৱান ঘোঁৰাবিলাকৰ পিঠিত উঠি প্ৰকাণ্ড আৰু সুন্দৰ ৰথ-যুক্ত হৈ সেই বীৰ-পুৰুষসকল ভেতিয়া আশ্ৰম-মুৱা হোৱা দেখা পাইছিলো। ৬॥

তেওঁলোক উভতি আহোঁতে শিয়ালে বাঁওফাললৈ আহি ভাণ্ডৱ শব্দ কৰি হোৱা দিছিল। তাকে বহ্না যুধিষ্ঠিৰে ভাবি চাই ভীম আৰু অৰ্জ্জুনক কৈছিল, ৭॥

এই নীচ যোনিৰ বাহ্নৰটোৱে আমাৰ বাঁওফাললৈ আহি যি কৈছে তাৰ-পৰা ভালদৰে প্ৰকাশ পাইছে যে পাপী কৌৰৱবিলাকে আমাক অপমান কৰি বলেৰে নিষ্পেষণ কৰিবলৈ ধৰিছে। ৮॥

এইদৰে তেওঁলোকে বিশাল বনত চিকাৰ কৰি কাম্যক-বনত প্ৰবেশ কৰোঁতে দ্ৰৌপদীৰ ধাত্ৰী, দাসী ছোৱালীজনীক কান্দি থকা দেখা পালে। ৯॥

হে মহাৰাজ, ইন্দ্ৰসেনে লৰালৰিকৈ তাইৰ ফালে লৰি গৈ ৰথৰপৰা জঁপিয়াই নিচেই ওচৰ চাপি ধাত্ৰীক ক'লে, ১০॥

তুমি মাটিত বাগৰি কান্দিছা কিয় ? তোমাৰ মুখখন যে শেঁতা পৰি শুকাই গৈছে। অতি নৃশংস কাম কৰোঁতা কোনো পাপীয়ে ৰাজকুঁৱৰী দ্ৰৌপদীক হৰণ কৰি নিয়া নাইতো ? ১১॥

সেই অভাৱনীয় ৰূপৰ, বহল চকুৰ, কুৰুশ্ৰেষ্ঠসকলৰ শৰীৰ-স্বৰূপ দেৱী যদি পৃথিৱীত প্ৰৱেশ কৰিছে, নাইবা স্বৰ্গ অথবা সাগৰ পাইছেগৈ, তেন্তে ধৰ্ম্মৰ পুত্ৰেক যুধিষ্ঠিৰে যেনে সন্তাপ পাইছে সকলোবোৰ পৃথাৰ পুত্ৰই তেনে সন্তাপ পাই তেওঁক বিচাৰ যাব। ১২-১৩॥

এনেকুৱা শত্ৰুবিনাশক, কষ্ট-সহিষ্ণু আৰু অজেয় পাণ্ডৱসকলৰ বহিঃ-হৃদয়-স্বৰূপ, অতি উত্তম বস্তুৰ নিচিনা, প্ৰাণসম, নাথৱতী প্ৰিয়তমাক কোন মূৰ্খই হৰণ কৰিবলৈ ইচ্ছা কৰিছে বুজিব পৰা নাই। ১৪॥

এই ভয়ঙ্কৰ, তীক্ষ্ণ, শ্ৰেষ্ঠ শৰবিলাক আজি কাৰ শৰীৰ ভেদ কৰি পৃথিৱীত প্ৰৱেশ কৰিব ? দ্ৰৌপদীৰ প্ৰতি তুমি দুঃখ নকৰিবা। হে ভীৰু, কেনেকৈ আজি দ্ৰৌপদী পুনৰ ইয়ালৈ আহে তুমি বুজিবা। ১৫॥

পৃথাৰ পুত্ৰসকল সকলোবোৰ শত্ৰুক বধ কৰি দ্ৰৌপদীৰে সৈতে আহিব। তাৰ পাছত চিন্তা কৰি হাঁহি-মুখে ধাত্ৰীয়ে আবধি ইন্দ্ৰসেনক কবলৈ ধৰিলে, ১৬॥

জয়দ্ৰথে ইন্দ্ৰ-সদৃশ পাঁচজনকে পৰাভূত কৰি দ্ৰৌপদীক বল কৰি হৰি নিছে। এয়া সিঁহঁত যোৱা নতুন বাট পৰি আছে ; সিঁহঁতে গছকি যোৱা গছবিলাক মৰহি যোৱা নাই, ভাগি-ছিগিহে আছে। ১৭ ॥

আগ বাঢ়ি আহক, শীঘ্ৰে অনুসৰণ কৰক, ৰাজকুমাৰী দূৰলৈ যোৱা নাই। আপোনালোক ইন্দ্ৰ-সদৃশ গোটেই কেইজনে মনোৰম আৰু মহৎ গুণ-সম্পন্ন কৱচবিলাক পৰিধান কৰক। ১৮ ॥

গালি আৰু শাস্তিৰ দ্বাৰা মোহপ্ৰাপ্ত নৌ হওঁতেই আৰু খীণাই যোৱা মুখেৰে চিত্তভ্ৰম নৌ হওঁতেই, বহুমূলীয়া ধনুবোৰ আৰু শৰবোৰ লওক আৰু দ্ৰৌপদীক বিচাৰক। ১৯ ॥

পবিত্ৰ ঘিউৰে পৰিপূৰ্ণ হোমৰ আহুতি-পাত্ৰ ভস্মত অৰ্পণ কৰাৰ দৰে দ্ৰৌপদীয়ে কোনো অপাত্ৰত তনু-দান নৌ কৰোঁতেই, তুঁহৰ জুইত আহুতি দিয়াৰ দৰে আৰু শ্মশানত পেলাই দিয়া মালাৰ দৰে অপবিত্ৰ নৌ হওঁতেই দ্ৰৌপদীক অনুসৰণ কৰক। ২০ ॥

আকৌ পুৰোহিত ব্ৰাহ্মণ প্ৰমত্ত হ'লে কুকুৰে যজ্ঞীয় সোমৰস চেলেকাৰ দৰে বা মহাৰণ্যত চিকাৰ কৰি উঠি শিয়ালে পদ্ম-সৰোবৰত স্নান কৰাৰ দৰে অৱস্থা হোৱাৰ পূৰ্ব্বে এই পথবোৰ অনুসৰণ কৰক। ২১ ॥

যজ্ঞীয় পিষ্টক কুকুৰে স্পৰ্শ কৰাৰ দৰে কোনো অপকাৰীয়ে আপোনালোকৰ প্ৰিয়াৰ সু-নাসিকাযুক্ত, সুলোচনা, চন্দ্ৰৰ কিৰণৰ দৰে উজ্জ্বল, প্ৰসন্ন আৰু শুভ্ৰ বদন স্পৰ্শ নৌ কৰোঁতেই শীঘ্ৰে এই পথবোৰ অনুসৰণ কৰক ; এই ক্ষেত্ৰত আপোলোকৰ সময় যেন অলপো অপব্যয় নহয়। ২২ ॥

যুধিষ্ঠিৰে ক'লে, ভদ্ৰা, গতি সম্বৰণ কৰাঁ, কথা সংযত কৰাঁ, আমাৰ আগত কৰ্কশ কথা নকবা। ৰজাই হওক বা ৰাজপুত্ৰই হওক, মত্তাচাৰীসকল মত্ততাৰ কাৰণে নিজে প্ৰৱঞ্চিত হয় অৰ্থাৎ নিহত হয়। ২৩ ॥

বৈশম্পায়নে ক'লে, এইদৰে কৈ পাণ্ডৱসকলে ঘনাই সাপৰ দৰে ফোঁপাই ফোঁপাই মহাধনুৰপৰা গুণবোৰ বিক্ষেপণ কৰি নিৰ্দ্দেশিত সেই পথ অনুসৰণ কৰি ততালিকে যাত্ৰা কৰিলে। ২৪ ॥

তাৰ পাছত জয়দ্ৰথৰ সৈন্যৰ ঘোঁৰাৰ খুৰাৰ গছকত ওপৰলৈ উঠা ধূলিৰ মাজত আৰু পদাতিক সৈন্যবিলাকৰ মাজত সোমাই ধৌম্যই ভীমক 'শীঘ্ৰে আহাঁ, শীঘ্ৰে আহাঁ' বুলি চিঞৰি চিঞৰি মাতি থকা পাণ্ডৱসকলে দেখিবলৈ পালে। ২৫ ॥

দূৰৰপৰাত পৰিও সেই ৰাজ-কৌৰৱসকলে ধৌম্যক 'আপুনি স্বচ্ছন্দে আহক' বুলি সান্ত্বনা দি শেন চৰাই মাছ-মাংসৰ প্ৰতি আকৃষ্ট হোৱাৰ দৰে বেগেৰে সেই সৈন্যৰ ফালে দৌৰি গৈছিল। ২৬ ॥

জয়দ্ৰথক আৰু জয়দ্ৰথৰ ৰথত উঠি থকা প্ৰেয়সীক দেখি ইন্দ্ৰৰ নিচিনা

ক্ষমতাশালী আৰু দ্ৰৌপদী-ধৰ্ষণত ক্ৰুদ্ধ হোৱা পাণ্ডৱসকলৰ খং বেছিকৈ চৰিল । ২৭ ॥

তাৰ পাছত ভীম, অৰ্জুন, মহা ধনুৰ্দ্ধৰ ম'জা ভাই-ককাই দুজনে আৰু ৰজা যুধিষ্ঠিৰে সিন্ধুৰাজ জয়দ্ৰথক খণ্ডত পাছৰপৰা ভৰ্ৎসনা কৰি চিঞৰি গৈছিল; পাছত শত্ৰুবিলাকৰ সকলোপিনে দিশ-ভ্ৰম হৈছিল । ১৮ ॥

ইতি মহাভাৰতৰ বনপৰ্ব্বৰ অন্তৰ্গত দ্ৰৌপদী-হৰণ-পৰ্ব্বত পাণ্ডৱসকলৰ আগমন নামৰ ঊনসপ্তত্যধিক-দ্বিশততম অধ্যায় । ২৬৯ ॥

## ॥ অধ্যায় ২৭০ ॥

## ॥ দ্ৰৌপদীৰ উক্তি ॥

বৈশম্পায়নে ক'লে, তাৰ পিছত বনত ভীম আৰু অৰ্জুনক দেখি খঙাল ক্ষত্ৰিয় বীৰসকলৰ মাজত ভয়ঙ্কৰ কলৰৱ উঠিছিল । ১ ॥

সেই শ্ৰেষ্ঠ পুৰুষসকলৰ ভিতৰত দুৰাত্মা ৰজা জয়দ্ৰথে নিজে পাণ্ডৱসকলৰ পতাকাৰ আগবোৰ দেখি হীন-তেজ হৈ ৰথত থকা উদ্দীপ্তা দ্ৰৌপদীক সুধিছিল, ২ ॥

কৃষ্ণা, এই পাঁচজন মহাৰথী আহিছে; মই ভাবোঁ, এওঁলোক তোমাৰেই পতি । হে সুকেশী, তোমাৰ চিনাকি ৰথত থকা পাণ্ডৱসকলৰ এজন এজনকৈ প্ৰত্যেকৰে কথা আমাক কোৱাঁ । ৩ ॥

দ্ৰৌপদীয়ে ক'লে, মূৰ্খ, তই অতি ভয়ঙ্কৰ আয়ুস-নাশক কৰ্ম্ম কৰি মহা ধনুৰ্দ্ধৰ-সকলৰ বিষয়ে জনাৰ কোনো প্ৰয়োজন নাই । মোৰ এই বীৰ পতিসকল লগ লাগিছেহি । এই যুদ্ধত তইতৰ এজনো জীয়াই নাথাকিব । ৪ ॥

কিন্তু মোক সুধিছ যেতিয়া তই মুমূৰ্ষুক সকলো কথা কব লাগিব; কাৰণ এইটো ধৰ্ম্ম । সৰু ভায়েকসকলেৰে সৈতে ধৰ্ম্মৰাজক দেখি মোৰ বেজাৰ নোহোৱা হ'ল আৰু তোৰ প্ৰতিও ভয় নলগা হ'ল । ৫ ॥

যাৰ পতাকাৰ আগত সুন্দৰ আকৃতিৰ নন্দ আৰু উপনন্দ নামে মধুৰ মৃদঙ্গ দুটি বাজি থাকে, যাক মানুহে ধৰ্ম্ম-অৰ্থ নিৰ্ণয়জ্ঞ বুলি কৰ্ম্ম কৰি অনুসৰণ কৰে, বিজন সোণৰ মিচিনা বিশুদ্ধ, উজ্জ্বল বৰণৰ, যিজনৰ শৰীৰ দাহী, নাক জোঙা আৰু চকু ডাঙৰ, সেইজন মোৰ পতিক মানুহে কৌৰৱৰ শ্ৰেষ্ঠতম ধৰ্ম্মপুত্ৰ যুধিষ্ঠিৰ বুলি কয় । ৬-৭ ॥

এই ধৰ্ম্মপৰায়ণ নৰবীৰে শৰণাগত শত্ৰুকো প্ৰাণ পৰ্য্যন্ত দান কৰে। মূৰ্খ, তই নিজৰ মঙ্গলৰ অৰ্থে হাত যোৰ কৰি অস্ত্ৰ ত্যাগ কৰি এওঁৰ শৰণাগত হ। ৮॥

আৰু, প্ৰকাণ্ড শালগছৰ দৰে মহাবাহু, ভ্ৰূকুটিৰ দ্বাৰা ভ্ৰূযুগল লগ লগাই ওঁঠ কামুৰি থকা যিজনক ৰথৰ ওপৰত দেখিছ সেইজনেই বৃকোদৰ নামে মোৰ পতি। ৯॥

কষ্টসহিষ্ণু, বলিষ্ঠ, মহা বলৱন্ত, আজানেয় ঘোঁৰাবোৰে এই বীৰক ভালদৰে কঢ়িয়াই লৈ ফুৰায়। এওঁৰ কাৰ্য্যবোৰ মানৱাতীত। এওঁৰ ভীম নামৰ শব্দটো পৃথিৱী ব্যাপি গৈছে। ১০॥

অপৰাধীবিলাকে এওঁৰ বৈৰিতাৰ অন্ত নেপায়। এওঁ শত্ৰুক কেতিয়াও নেপাহৰে, শত্ৰু নাশ কৰি যায়, শত্ৰু ধ্বংস কৰাৰ পাছতো বেছিকৈ শান্তি লাভ কৰিব নোৱাৰে, অৰ্থাৎ পুত্ৰ-পৌত্ৰাদি পৰ্য্যন্ত এওঁৰ শত্ৰুতা থাকে। ১১॥

শ্ৰেষ্ঠ ধনুৰ্দ্ধৰ, ধৈৰ্য্যাৱলম্বী, যশস্বী, জিতেন্দ্ৰিয়, শ্ৰেষ্ঠজনৰ সেৱা-পৰায়ণ, নৰবীৰ, যুধিষ্ঠিৰৰ ভায়েক আৰু শিষ্য এৱেঁই ধনঞ্জয় অৰ্জ্জুন নামে মোৰ পতি। ১২॥

যিজনে ইচ্ছাৰ কাৰণে, লোভৰ কাৰণে বা ভয়ৰ কাৰণে ধৰ্ম্ম ত্যাগ নকৰে আৰু নৃশংস কৰ্ম্ম নকৰে, এৱেঁই অগ্নিৰ দৰে তেজস্বী, শত্ৰু-সহনশীল আৰু শত্ৰুৰ বিনাশকাৰী কুন্তীৰ পুতেক। ১৩॥

যিজন সকলো ধৰ্ম্মৰ আৰু অৰ্থৰ নিৰ্ণয়জ্ঞ, ভয়াতুৰসকলৰ ভয় দূৰ কৰোঁতা, মনীষী, যাৰ পৃথিৱীতে উত্তম ৰূপ বুলি সকলোৱে কয়, যাক সকলো পাণ্ডৱে অৱৰক্ষণ কৰি থাকে আৰু যি প্ৰাণতকৈও অধিক আৰু ব্ৰত-পৰায়ণ, সেইজনেই মোৰ পতি নকুল বীৰ আৰু মহান অসি-যুদ্ধ-কুশল, বুদ্ধিমান, লঘু আৰু বিচিত্ৰ হাতযুক্ত এৱেঁই অদ্বিতীয় সহদেৱ। ১৪-১৫॥

হে মূৰ্খবুদ্ধি, যুদ্ধত দৈত্য-সেনাৰ প্ৰতি ইন্দ্ৰই ব্যৱহাৰ কৰাৰ দৰে আজি যাৰ কাৰ্য্য দেখিবি তেওঁ বীৰ, অস্ত্ৰধাৰী, বুদ্ধিমান, মনস্বী আৰু ধৰ্ম্মপুত্ৰ ৰজা যুধিষ্ঠিৰৰ প্ৰিয় কাৰ্য্য কৰোঁতা সহদেৱ। ১৬॥

যিজন চন্দ্ৰ-সূৰ্য্যৰ দৰে তেজস্বী, পাণ্ডৱসকলৰ প্ৰিয় আৰু কনিষ্ঠ, যাৰ সমান বুদ্ধি থকা মানুহ নাই আৰু সাধুসকলৰ ভিতৰতো তেনেকুৱা বিবেচক বক্তা নাই, তেৱেঁই এই বীৰ, সদানন্দ, বুদ্ধিমান সহদেৱ নামে মোৰ পতি। এওঁ প্ৰাণেই ত্যাগ কৰিব নতুবা জুইতে প্ৰৱেশ কৰিব, তথাপি ধৰ্ম্মক অতিক্ৰম কৰি নাযায়। ১৭-১৮॥

এওঁ সদায় মনস্বী, ক্ষত্ৰিয়ৰ ধৰ্ম্মত ৰত আৰু সমুদ্ৰৰ গৰ্ভত মকৰৰ পিঠিত বিশীৰ্ণ হোৱা ৰত্নেৰে পৰিপূৰ্ণ নাৱৰ দৰে কুন্তীৰ প্ৰাণৰ প্ৰিয়তম আৰু মাদ্ৰৰ-বীৰ। ১৯॥

তোৰ এই সকলো যুঁজাৰু সৈন্যদলক পাণ্ডু-পুত্ৰসকলৰ দ্বাৰা আহত আৰু বিক্ষুব্ধ হোৱা দেখিবি। এই যি পাণ্ডু-পুত্ৰসকলৰ কথা কোৱা হ'ল, সিসকলক মোহগ্ৰস্ত হৈ তই অৱমাননা কৰিছ। যদি তই দুৰ্বুদ্ধিৰে এওঁলোকৰপৰা ৰক্ষা পাৱ পাৱ, তেন্তে নমৰাকৈয়েই পুনৰ্জ্জন্ম লাভ কৰিবি। ২০॥

বৈশম্পায়নে ক'লে, তাৰ পিছত পঞ্চেন্দ্ৰ-স্বৰূপ পাঁচ পাণ্ডৱে হাত যোৰ কৰি থকা অৱনত, ভয়াতুৰ পদাতিকবিলাকক এৰি ক্ৰোধান্বিত হৈ সৈন্য-দলক অৰ্জুনলৈ আনি শৰ-বৃষ্টিৰে সকলোপিনে অন্ধকাৰ কৰি পেলালে। ২১ ॥

ইতি মহাভাৰতৰ বনপৰ্ব্বৰ অন্তৰ্গত দ্ৰৌপদী-হৰণ-পৰ্ব্বত দ্ৰৌপদীৰ উক্তি নামৰ সপ্তত্যধিক-দ্বিশততম অধ্যায়। ২৭০ ॥

## ॥ অধ্যায় ২৭১ ॥

# ॥ জয়দ্ৰথৰ পলায়ন ॥

বৈশম্পায়নে ক'লে, সাৱধানে থাকা, প্ৰহাৰ কৰা, শীঘ্ৰে বিপক্ষলৈ খেদি যোৱা—এই বুলি সিন্ধুৰ ৰজাই সেই ৰজাসকলক পঠিয়াই দিলে। ১ ॥

তাৰ পিছত যুধিষ্ঠিৰেৰে সৈতে ভীম, অৰ্জ্জুন, নকুল আৰু সহদেৱক দেখি ৰণত সৈন্যবিলাকৰ মাজত তুমুল শব্দ বাজি উঠিল। ২ ॥

সেই বাঘৰ নিচিনা উৎকট বল-সম্পন্ন, পুৰুষশ্ৰেষ্ঠসকলক দেখি শিৱি, সৌবীৰ আৰু সিন্ধুৰ ৰজাবিলাকৰ বিষাদ জন্মিল। ৩ ॥

উপৰিভাগ সোণেৰে চিত্ৰিত আৰু শৈক্য নামৰ লোৰে তৈয়াৰী ভীষণ গদা লৈ ভীমে কাল-প্ৰেৰিত সিন্ধুৰাজৰ ফালে লৰি গৈছিল। ৪ ॥

তাৰ পিছত কোটিকে ভীমক বহুত ৰথেৰে আগুৰি ধৰাত ভীম আৰু জয়দ্ৰথৰ মাজত ব্যৱধান হৈছিল। ৫ ॥

হাতেৰে নিক্ষেপ কৰা শেল, তোমৰ আৰু নাৰাচ অস্ত্ৰবোৰেৰে আবৃত হ'লেও ভীম নলৰিল। ৬ ॥

কিন্তু সেই ভীমে সিন্ধুৰ ধ্বজা-বাহিনীৰ সম্মুখত আৰোহী সহ এটা হাতীক আৰু চৈধ্যজন পদাতি সৈন্যক গদাৰে বধ কৰিলে। ৭ ॥

অৰ্জ্জুনে সৌবীৰক ধৰাৰ উদ্দেশ্যে সৈন্যদলৰ আগত থকা পৰ্ব্বতীয়া মহাৰথী বীৰ পাঁচ শজনক বধ কৰিলে। ৮ ॥

তেতিয়া সেই যুদ্ধত ৰজা যুধিষ্ঠিৰে নিজে বিশিষ্ট সুবীৰৰ আক্ৰমণকাৰী-বোৰৰ এশজন চকুৰ পচাৰতে বধ কৰিলে। ৯ ॥

তাত খড়্গধাৰী নকুলে ৰথৰপৰা নামি পদাতিক সৈন্যবিলাকৰ কটা মূৰবোৰ শস্যৰ গুটিৰ দৰে সিঁচৰতি হৈ পৰি থকা বাৰে বাৰে দেখা পালে, অৰ্থাৎ তেওঁ সৈন্যৰ মূৰবোৰ ৰণস্থল ওপচাই পেলালে। ১০ ॥

সহদেৱেও গজৰপৰা ম'বা চৰাইক পেলোৱাৰ দৰে ৰথেৰে গৈ গজাৰোহী-বিলাকক নাৰাচৰ দ্বাৰা ভূপাতিত কৰিলে। ১১ ॥

তাৰ পিছত ত্ৰিগৰ্ত্ত ৰজাই ধনু লৈ মহাৰথৰপৰা নামি আহি ৰজা যুধিষ্ঠিৰৰ চাৰিওটা অশ্বক গদাৰে বধ কৰিলে। ১২॥

কুন্তীপুত্ৰ ৰজা ধৰ্ম্মৰাজেও আশানুযায়ী সেই গদাধাৰীজনক পাই অৰ্দ্ধচন্দ্ৰ বাণেৰে তাৰ বুকু বিন্ধিলে। ১৩॥

শৰেৰে সেই বীৰৰ হৃদয় ভেদ কৰাত মুখৰপৰা তেজ ওলাই শিপা উঘালি পৰা গছৰ দৰে সি সন্মুখতে পৰি গ'ল। ১৪॥

ৰথৰ ঘোঁৰা হেৰুৱাই ধৰ্ম্মৰাজে ইন্দ্ৰসেনক লগত লৈ ৰথৰপৰা নামি সহদেৱৰ ৰথখন পালেগৈ। ১৫॥

ক্ষেমঙ্কৰ আৰু মহামুখ—দুয়ো দুফালৰপৰা নকুলৰ ফালে সন্ধান কৰি তীক্ষ্ণ-শৰ বৰ্ষণ কৰিবলৈ ধৰিলে। ১৬॥

বাৰিষাৰ মেঘৰ দৰে তোমৰ-অস্ত্ৰ বৰ্ষণকাৰী দুয়োজনকে এপাট বিপট অস্ত্ৰৰ দ্বাৰা মাদ্ৰীৰ পুতেক নকুলে এজন এজনকৈ বধ কৰিলে। ১৭॥

হস্তী-চালনত সুবিজ্ঞ ত্ৰিগৰ্ত্তৰাজ সুৰথে তেওঁৰ ৰথত হস্তী সংযোজনা কৰি নিজেই চালক হৈ নকুলৰ ফালে ৰথ চলাই দিলে। ১৮॥

কিন্তু নকুলে ভয় নাখাই সেই ৰথৰপৰা অসিচৰ্ম্ম হাতত লৈ যোগ্যস্থান আশ্ৰয় কৰি পৰ্ব্বতৰ দৰে অচল হৈ থাকিল। ১৯॥

তাৰ পিছত সুৰথেও ওপৰলৈ শুঁড় দাঙি থকা সেই খঙাল গজশ্ৰেষ্ঠক নকুলৰ বধৰ কাৰণে পঠাই দিলে। ২০॥

নকুলে সেই হাতীটো ওচৰলৈ আহোঁতে তাৰ গালত থকা দাঁত সহ শুঁড়ডাল তৰোৱালেৰে কাটি পেলালে। ২১॥

সেই কিঙ্কিণী-ভূষিত হাতীয়ে মহা শব্দ কৰি আৰু তলমূৰকৈ মাটিত পৰি হাতীৰ আৰোহীক মষিমূৰ কৰি পেলালে। ২২॥

সেই মাদ্ৰীৰ পুত্ৰ মহাৰথ বীৰ নকুলে সেই মহৎ কাম কৰি ভীমসেনৰ ৰথখন পাই সুখ লাভ কৰিলে। ২৩॥

কোটিক ৰজাই ভীমৰ ফালে খেদি আহিছিল আৰু তেওঁৰ সাৰথিয়ে ৰথখন চলাই আনিছিল। এনেতে ভীমে ক্ষুৰধাৰ অস্ত্ৰৰ দ্বাৰা সাৰথিৰ শিৰচ্ছেদ কৰিলে। ২৪॥

কিন্তু সেই ৰজাই সাৰথিক মহাবাহু ভীমে বধ কৰা বুলি ধৰিব নোৱাৰিলে আৰু তেওঁৰ ঘোঁৰাবিলাক যুদ্ধত সাৰথি নিহত হোৱাত পলাই গ'ল। ২৫॥

আক্ৰমণকাৰীবিলাকৰ ভিতৰত শ্ৰেষ্ঠ পাণ্ডৱ ভীমে সাৰথি হত হৈ বিমুখ হৈ যাব খোজা ৰজাক মুঠিত লৈ থকা কুন্ত অস্ত্ৰৰ দ্বাৰা হত্যা কৰিলে। ২৬॥

ধনঞ্জয়ে ভল্ল নামক তীক্ষ্ণ অস্ত্ৰৰ দ্বাৰা বাৰজন সৌৱীৰৰ ধনু আৰু মূৰবোৰ কাটি পেলালে। ২৭॥

সেই অতিৰথী অৰ্জ্জুনে যুদ্ধত বাণৰ সন্মুখত পৰা শিবিৰ বংশধৰ, প্ৰধান ইক্ষাকু বংশধৰ ত্ৰিগৰ্ত্ত আৰু সৈন্ধৱসকলক বধ কৰিলে। ২৮॥

সব্যসাচী অৰ্জ্জুনে শত্তাকাৰে সৈতে বহুত হাতী আৰু ধ্বজ সহ বহুত মহাৰথ ধ্বংস কৰিলে । ২৯ ॥

মূৰ নোহোৱা শৰীৰ আৰু শৰীৰ নোহোৱা মূৰে সমস্ত ৰণক্ষেত্ৰ আচ্ছাদন কৰি পেলালে । ৩০ ॥

কুকুৰ, শগুণ, হাৰগিলা, উলভাস, শিয়াল আৰু কাউৰীবিলাকে মূৰুত মৰা বীৰবিলাকৰ তেজ-মাংসেৰে তৃপ্তি সাধন কৰিছিল । ৩১ ॥

সেই বীৰসকল মৰিলত সিন্ধুৰাজ জয়দ্ৰথে ভয় খাই দ্ৰৌপদীক এৰি পলাই যাবলৈ ইচ্ছা কৰিলে । ৩২ ॥

সেই নৰাধম জয়দ্ৰথ গোট খাই থকা সৈন্যৰ মাজত দ্ৰৌপদীক নমাই থৈ যাতে প্ৰাণ ৰক্ষা কৰিব পাৰে তাৰ কাৰণে বনলৈ দৌৰ দিলে । ৩৩ ॥

ধৰ্ম্মৰাজে ধৌম্যক আগত লৈ থকা দ্ৰৌপদীক দেখি মাদ্ৰীৰ পুতেক বীৰ নকুলৰ হতুৱাই তেওঁক ৰথত তুলি ললে । ৩৪ ॥

তাৰ পিছত জয়দ্ৰথ পলাই যোৱাত ছুটকি যোৱা সৈন্যদলক ভীমে ৰ ৰ বুলি নাৰাচ অস্ত্ৰৰ দ্বাৰা বধ কৰিল । ৩৫ ॥

কিন্তু অৰ্জ্জুনে জয়দ্ৰথক পলাই যোৱা দেখি সিন্ধু-সৈন্যবিলাকক অযথা বধ নকৰিবলৈ ভীমক বাধা দিলে । ৩৬ ॥

অৰ্জ্জুনে ক'লে, যাৰ অসৎ ব্যৱহাৰৰ কাৰণে আমি এই অসহনীয় দুঃখ লাভ কৰিছো সেই জয়দ্ৰথক ৰণক্ষেত্ৰত দেখা নাই । ৩৭ ॥

জয়দ্ৰথকেই বিচাৰক, আপোনাৰ কল্যাণ হওক ; যুঁজাকবিলাকক মৰাৰ কোনো আৱশ্যক নাই । এই নিষ্ফল কামটোলৈ আপুনি কিয় আগ বাঢ়িছে ? ৩৮ ॥

বৈশম্পায়নে ক'লে, বুদ্ধিমান অৰ্জ্জুনে এইদৰে কোৱাত কথাত চতুৰ ভীমে যুধিষ্ঠিৰৰ ফালে চাই এইদৰে ক'লে, । ৩৯ ॥

মহাৰাজ, শত্ৰুপক্ষৰ ডাঙৰ ডাঙৰ বীৰবোৰ নিহত হ'ল আৰু অনেক দশোদিশে পলাই গ'ল । মহাৰাজ, আপুনি দ্ৰৌপদীক লৈ ইয়াৰপৰা উভতি যাওক । ৪০ ॥

হে ৰাজেন্দ্ৰ, নকুল আৰু সহদেৱেৰে সৈতে আৰু মহাত্মা ধৌম্যেৰে সৈতে দ্ৰৌপদীক আশ্ৰমৰ স্থানলৈ নি সান্ত্বনা দিয়ক । ৪১ ॥

সেই মূৰ্খ সিন্ধুৰাজ যদি তলাতল লোকত থাকে নাইবা ইন্দ্ৰৰ সাৰথি হৈও থাকে তথাপি মই তাক নেৰিছো । ৪২ ॥

যুধিষ্ঠিৰে ক'লে, হে মহাবাহু, যশস্বিনী গান্ধাৰী আৰু গান্ধাৰীৰ জীয়েক দুঃশলাক মনত ৰাখি সিন্ধুৰাজক দুৰাত্মা হ'লেও বধ নকৰিবা । ৪৩ ॥

বৈশম্পায়নে ক'লে, ইয়াকে শুনি জ্ঞানৱতী দ্ৰৌপদীয়ে লাজ আৰু খঙত ব্যাকুলমনা হৈ ভীম আৰু অৰ্জ্জুন-উভয় পতিকে এইদৰে ক'লে, ৪৪ ॥

যদি মোৰ প্ৰিয় কাৰ্য্য কৰা হয় তেন্তে সেই দুৰাচাৰ, দুৰ্ব্বুদ্ধি, পাপী, বংশৰ কলঙ্ক আৰু পুৰুষাধম সিন্ধুৰাজক বধ কৰিব লাগে । ৪৫ ॥

যি শক্ৰৱে অইনৰ ভাৰ্য্যাক হৰণ কৰে আৰু যি শক্ৰৱে অইনৰ ৰাজ্য অপহৰণ কৰে, সি ক্ষমা খুজিলেও তাক যুদ্ধত কোনোমতে মুক্তি দিব নালাগে। ৪৬॥

এইদৰে কোৱাত সেই নৰশ্ৰেষ্ঠ ভীম আৰু অৰ্জ্জুনে য'ত সিন্ধুৰাজ আছে তালৈকে যাত্ৰা কৰিলে আৰু ৰজা পুৰোহিতেৰে সৈতে দ্ৰৌপদীক লৈ আশ্ৰমলৈ উভতি গ'ল। ৪৭॥

তেওঁ আশ্ৰমত প্ৰৱেশ কৰি ঋষিসকলৰ আসনবোৰ আৰু ছাত্ৰসকলৰ বাসস্থানবোৰ বিশৃঙ্খল লৈ থকা দেখা পালে আৰু মাৰ্কণ্ডেয় প্ৰভৃতি ব্ৰাহ্মণসকলৰ দ্বাৰা আশ্ৰম পৰিপূৰ্ণ হৈ থকা দেখিবলৈ পালে। ৪৮॥

মহাজ্ঞানী যুধিষ্ঠিৰ ভায়েক নকুল আৰু সহদেৱৰ মাজত দ্ৰৌপদীক লগত লৈ একাগ্ৰচিত্তে পাঞ্চালীৰ কাৰণে অনুতাপ কৰি থকা ব্ৰাহ্মণসকলৰ মাজত উপস্থিত হ'লহি। ৪৯॥

সৈন্ধৱবিলাকক আৰু সৌবীৰবিলাকক পৰাস্ত কৰি দ্ৰৌপদীক উদ্ধাৰ কৰি ৰজা যুধিষ্ঠিৰক পুনৰ্বি উভতি অহা দেখি ব্ৰাহ্মণসকল আনন্দিত হ'ল। ৫০॥

তেওঁলোকে আগুৰি ধৰাত ৰজা তাত বহিল আৰু সুন্দৰী দ্ৰৌপদী যমজ ভ্ৰাতৃদ্বয়েৰে সৈতে আশ্ৰমত সোমালগৈ। ৫১॥

সেই ভীম আৰু অৰ্জ্জুনেও শত্ৰু জয়দ্ৰথ এক ক্ৰোশলৈকে যোৱা শুনি নিজেই ঘোঁৰাবোৰ চলাই বেগেৰে তেওঁৰ অনুসৰণ কৰিলে ॥ ৫২॥

সুপুৰুষ অৰ্জ্জুনে যে এক ক্ৰোশ আঁতৰত থকা সিন্ধুৰাজৰ ঘোঁৰাবিলাকক বধ কৰিলে, এইটো এটা অতি অদ্ভুত কৰ্ম্ম আছিল। ৫৩॥

সঙ্কট-সময়তো নিৰ্ভীক, দিব্যাস্ত্ৰধাৰী অৰ্জ্জুনে অস্ত্ৰসম্মত শৰৰ দ্বাৰা দুৰুহ কৰ্ম্ম সাধন কৰিলে। ৫৪॥

তাৰ পিছত ভীম আৰু অৰ্জ্জুন—উভয় বীৰে ঘোঁৰাবোৰ নিহত হোৱা সেই ভীত, ব্যাকুলচিত্ত আৰু অকলশৰীয়া সিন্ধুৰাজক খেদি গ'ল। ৫৫॥

কিন্তু সিন্ধুৰাজে নিজৰ ঘোঁৰাবোৰ নিহত হোৱা দেখি অতি দুঃখিত হৈ আৰু অৰ্জ্জুনক অতি বিক্ৰমপূৰ্ণ কাৰ্য্য কৰা দেখি পলায়ন কৰিবলৈ উদ্যত হৈ বনলৈ লৰ দিলে। মহাবাহু অৰ্জ্জুনে পৰাজিত সিন্ধুৰাজ পলাবলৈ উদ্যত হোৱা দেখি পিছে পিছে গৈ ক'লে, ৰাজকুমাৰ, এনে পৰাক্ৰম লৈ তই কিয় বলপূৰ্ব্বক তিৰোতাৰ প্ৰাৰ্থী হৈছিলি ? ৫৬-৫৮॥

ৰাজকেশৰ, উভতি আহ, পলায়ন তোৰ উচিত হোৱা নাই; অনুচৰবৰ্গক শত্ৰুৰ মাজত এৰি কিয় পলাইছ ? ৫৯॥

অৰ্জ্জুনে এইদৰে কোৱাত সিন্ধুৰাজ নুভতিল। ৰ, ৰ, বুলি বলৱন্ত ভীম হঠাতে তাৰ ফালে ধাৱিত হ'ল। তাক বধ নকৰিব—এই বুলি দয়ালু অৰ্জ্জুনে ভীমক আকৌ খাটিলে। ৬০॥

ইতি মহাভাৰতৰ বনপৰ্ব্বৰ অন্তৰ্গত দ্ৰৌপদী-হৰণ-পৰ্ব্বত জয়দ্ৰথৰ পলায়ন নামৰ একসপ্তত্যধিক-দ্বিশততম অধ্যায়। ২৭১॥

॥ অধ্যায় ২৭২ ॥

# ॥ জয়দ্ৰথ-বিমোক্ষণ-পৰ্ব্ব ॥

বৈশম্পায়নে ক'লে, কিন্তু জয়দ্ৰথে দুয়ো ভায়েক ভীম আৰু অৰ্জ্জুনক ৰণোদ্যত দেখি অতি দুঃখিত আৰু প্ৰাণ-ৰক্ষাৰ্থী হৈ অবিহ্বলভাৱে লৰালৰিকৈ পলাইছিল । ১ ॥

বলৱান, খঙাল ভীমে ৰথৰপৰা নামি সিন্ধু-ৰাজক খেদি গৈ চুলিৰ আগত ধৰিলে । ২ ॥

ভীমে সিন্ধু-ৰাজক দাঙি নি মাটিত চোঁচৰালে আৰু মূৰৰ চুলিত ধৰি মাৰ সোধালে । ৩ ॥

আকৌ চেতনা পাই বাৰে বাৰে বিলাপ কৰি উঠিবলৈ ইচ্ছা কৰাত মহাবাহু ভীমে তেওঁৰ মূৰত পদাঘাত কৰিলে । ৪ ॥

ভীমে তেওঁৰ গাত আঁঠু দুটা দি মুষ্ট্যাঘাত কৰাত ৰজা গুৰুতৰ আঘাতত মূৰ্চ্ছা গ'ল । ৫ ॥

হে কৌৰৱ, দুঃশলাৰ (গান্ধাৰীৰ জীয়েকৰ) কাৰণে আগতে ৰজা যুধিষ্ঠিৰে কোৱামতে অৰ্জ্জুনে খঙাল ভীমক জয়দ্ৰথক আঘাত কৰাত বাধা দিছিল । ৬ ॥

ভীমসেনে ক'লে, কষ্ট পোৱাৰ অযোগ্য দ্ৰৌপদীক কষ্ট-দিওঁতা এই পাপাচাৰী নৰাধম মোৰ হাতৰপৰা সাৰি যোৱা উচিত নহয় । ৭ ॥

মইনো কি কৰিব পাৰোঁ, যিহেতু ৰজা যুধিষ্ঠিৰ সদায়েই দয়াৱান । তুমিও ক্ষুদ্ৰ বুদ্ধিৰ দ্বাৰা মোক সদায়েই বাধা দিয়া । ৮ ॥

এই বুলি কৈ ভীমে অৰ্দ্ধচন্দ্ৰ বাণেৰে মাত-বোল নোহোৱা জয়দ্ৰথৰ পাঁচ ঠাইত মুণ্ডন কৰি চুলিৰ পাঁচটা জ'ট কৰি দিলে । ৯ ॥

তাৰ পাছত জয়দ্ৰথক তিৰস্কাৰ কৰি ভীমে ক'লে, যদি জীয়াই থাকিবলৈ ইচ্ছা কৰ, তেন্তে শুন । ১০ ॥

সংসদত আৰু সভাত 'মই তোমালোকৰ দাস'—এইদৰে ক'ব লাগিব । এনে কৰিলেহে মই তোৰ জীৱন দান দিম । কিয়নো, যুদ্ধ-বিজেতাৰ এয়েই নিয়ম । ১১ ॥

কাতৰ জয়দ্ৰথেও সমৰশোভী পুৰুষশ্ৰেষ্ঠ সেই ভীমক ক'লে, সেয়েই হ'ব । ১২ ॥

কুন্তীৰ পুত্ৰেক ভীমে ভেতিয়া লৰচৰ নকৰাকৈ অচেতন হৈ ধূলিত লেটি লৈ পৰি থকা জয়দ্ৰথক বান্ধি ৰথত তুলি ল'লে। ১৩॥

তাৰ পাছত ভীমে অৰ্জুনৰ পাছফালে জয়দ্ৰথক ৰথত তুলি লৈ আশ্ৰমৰ মধ্যস্থানত বৈ থকা যুধিষ্ঠিৰৰ ওচৰলৈ লৈ গ'ল। ১৪॥

ভীমেও তেনে অৱস্থাত জয়দ্ৰথক আশ্ৰমত দেখুৱালে। ৰজা যুধিষ্ঠিৰে তেওঁক দেখি ৰৰকৈ হাঁহি 'এৰি দিয়া' বুলি ক'লে। ১৫॥

এই পাপাচাৰীয়ে যে পাণ্ডৱসকলৰ দাসত্ব লাভ কৰিছে সেইটো দ্ৰৌপদীক ক'ব লাগে, এই বুলি ভীমে ৰজা যুধিষ্ঠিৰক ক'লে। ১৬॥

তাৰ পাছত ককায়েকে মৰমেৰে ভীমক ক'লে, যদি আমি মাননীয় হওঁ, তেন্তে এই অধমক এৰি দিয়া। ১৭॥

দ্ৰৌপদীয়েও যুধিষ্ঠিৰৰ ফালে চাই ভীমক ক'লে, আপুনি (বাণেৰে চুলি কাটি) তেওঁৰ পাঁচটা চুলিৰ জ'ট কৰিছে; সি ৰজাৰ দাস হৈছে, এতিয়া তেওঁক এৰি দিয়ক। ১৮॥

হে মহাৰাজ, তেওঁ মুক্ত আৰু বিহ্বল হৈ যুধিষ্ঠিৰৰ ওচৰ চাপি অভিবাদন কৰি তাত থকা মুনিসকলকো দেখি নমস্কাৰ কৰিলে। ১৯॥

অৰ্জুনে জয়দ্ৰথক সেইদৰে অধীনলৈ অনা দেখি দয়াবান ৰজা ধৰ্মপুত্ৰ যুধিষ্ঠিৰে ক'লে, ২০॥

তুমি নীচ আৰু সামান্য সহায়যুক্ত, কিন্তু এতিয়া তুমি দাস হ'লা আৰু মুক্ত হ'লা। এনেদৰে আকৌ কেতিয়াও পৰৰ তিৰোতালৈ মন নেমেলিবা। তোমাক ধিক, তোমাত বাহিৰে কোন নৰাধমে এনেকুৱা কাম কৰিব পাৰে? ২১॥

মৃতপ্ৰায় বুলি জানি সেই অমঙ্গলকাৰীৰ ফালে চাই ভৰতবংশৰ শ্ৰেষ্ঠ ৰজা যুধিষ্ঠিৰে কৃপা কৰি ক'লে, ২২॥

তোমাৰ বুদ্ধি ধৰ্মৰ ফালে বাঢ়ক। অধৰ্মলৈ মন নকৰিবা। হে জয়দ্ৰথ, ঘোঁৰা, ৰথ, পদাতি—এইবিলাকেৰে সৈতে তুমি কুশলে যোৱাঁগৈ। ২৩॥

হে ৰজা জন্মেজয়, এইদৰে কোৱাত জয়দ্ৰথে মনে মনে থাকি লাজ পাই দুঃখত কাতৰ হৈ গঙ্গাদ্বাৰলৈ গতি কৰিলে। ২৪॥

জয়দ্ৰথে বিৰূপাক্ষ উমাপতি দেৱৰ শৰণাগত হৈ অদ্ভুত তপস্যা আৰম্ভ কৰিলে। তাতে বৃষধ্বজ মহাদেৱ সন্তুষ্ট হ'ল। ২৫॥

ত্ৰিলোচন সন্তুষ্ট হৈ নিজেই উপহাৰ গ্ৰহণ কৰিলে। সেই মহাদেৱে তেওঁক যি বৰ দিলে আৰু তেওঁ ল'লে, তাক শুনা। ২৬॥

ৰথ সহিতে সমস্ত পাণ্ডৱক যুদ্ধত যেন মই জয় কৰিব পাৰোঁ—এই বুলি ৰজাই মহাদেৱক বৰ প্ৰাৰ্থনা কৰিলে আৰু মহাদেৱেও সি হ'ব নোৱাৰে বুলি ৰজাক ক'লে। আৰু ক'লে, এই অজেয় আৰু অবধ্য পাণ্ডৱসকলক জানো যুদ্ধত বাধা দিব পাৰিবা? ২৭-২৮॥

সেই নৰৰূপী দেৱতাৰ ঈশ্বৰ, বদৰীনাথত তপস্যা কৰি থকা, নাৰায়ণ যাৰ সহায়, সকলো লোকৰেই অজেয় আৰু সকলো দেৱতাৰেই অদম্য, মহাবাহু অৰ্জ্জুনক বাদে আনক এই অতুলনীয় দিব্য পাশুপত শৰ মই দিয়া নাই। অৰ্জ্জুনে লোকপালসকলৰপৰা বজ্ৰাদি মহাশৰবোৰ লাভ কৰিছে। ২৯-৩০ ॥

দেৱ-দেৱ, সুৰগুৰু, যাৰ আত্মাৰ অন্ত নাই, প্ৰধান পুৰুষ, অব্যক্ত, বিশ্ব'আ, বিশ্বমূৰ্ত্তিমান, প্ৰভু বিষ্ণুৱে যুগান্তকালত কালাগ্নিৰূপে জগৎ দগ্ধ কৰে। ৩১।

সেই কালাগ্নিয়ে পৰ্ব্বত, সমুদ্ৰ, দ্বীপবোৰ, শিল, বন-উপবনবোৰ আৰু পাতাললৰ তলতো বিচৰণ কৰি ফুৰাসকলৰ নাগলোকবিলাকো দগ্ধ কৰে। ৩২ ॥

তাৰ পাছত শূন্যত গৰ্জ্জি ভীষণ শব্দ কৰি বিদ্যুৎমালা ধাৰণ কৰি সকলো দিশতে উঠি বৰষুণ দি কল্পান্তৰ অগ্নি-নিৰ্ব্বাপক নানা বৰণৰ অতি মহান মেঘবিলাকে স্থূলধাৰাৰে সকলো দিশ পৰিপূৰ্ণ কৰি সেই কালাগ্নি নুমাই পেলায়। ৩৩-৩৫ ॥

তেতিয়া চন্দ্ৰ, সূৰ্য্য, বায়ু আৰু গ্ৰহ-নক্ষত্ৰ সকলো নাশ হৈ চৰাচৰ উপশান্ত লভি একাৰ্ণৱ জলত নিমগ্ন থাকে। ৩৬ ॥

চাৰি সহস্ৰ যুগ একাৰ্ণৱ জলত পৃথিৱী নিমগ্না থকাৰ পাছত হেজাৰ চকুৰ, হেজাৰ মূৰৰ আৰু হেজাৰখন ভৰি থকা, ইন্দ্ৰিয়ৰ অগোচৰ নাৰায়ণ নামক পুৰুষে শুবলৈ ইচ্ছা কৰে। ৩৭ ॥

তাত ভগৱানদেৱ নাৰায়ণে তেতিয়া সমুদ্ৰত হেজাৰ সূৰ্য্যপুঞ্জৰ কিৰণধাৰী, ধৱল চন্দ্ৰহাৰ, এৰাঁ গাখীৰ, মৃণাল আৰু ভেটফুলৰ দৰে শুভ্ৰবৰ্ণ, হাজাৰ ফণাৰে বিকট আকৃতিৰ পালংক-স্বৰূপ অনন্তনাগৰ ওপৰত শয়ন কৰে। ৩৮-৩৯ ॥

সেই বিভু নাৰায়ণে সমুদ্ৰত শয়ন কৰোঁতে নিশাৰ আন্ধাৰেৰে পৰিপূৰ্ণ কৰি নিজ-ৰাতিৰ সৃষ্টি কৰে আৰু সত্ত্ব গুণৰ আবিৰ্ভাৱত সাৰ পাই শূন্যলোকলৈ চায়। ৪০ ॥

নাৰায়ণৰ বিষয়ে এটা শ্লোক প্ৰচলিত আছে। ভগৱানৰ দেহ-স্বৰূপ পানীয়েই নাৰা বুলি আমি শুনিছো। সেই নাৰাই তেওঁৰ আশ্ৰয়, নাৰাকে অৱলম্বন কৰি তেওঁ থাকে; এই কাৰণে ভগৱানক নাৰায়ণ বুলি জনা যায়। ৪১-৪২ ॥

ধ্যানৰ সময়ত প্ৰজাসকলৰ উৎপত্তিৰ অৰ্থে ব্ৰহ্মা ওপজে। ধ্যানৰ পাছতেই নাৰায়ণৰ নাভিৰপৰা এটি পদুম ফুল ফুটি ওলায়। ৪৩ ॥

তাৰ পাছত নাভি-পদ্মৰপৰা চাৰি মুখৰ ব্ৰহ্মা ওপজে। জগতৰ পিতামহ ব্ৰহ্মা সেই পদুমৰ ওপৰতেই হঠাৎ অধিষ্ঠান কৰে। ৪৪ ॥

তাৰ পাছত ব্ৰহ্মাই সমগ্ৰ জগত শূন্য দেখি নিজৰ সমকক্ষ আৰু মনঃসম্ভূত মৰীচি প্ৰভৃতি নজন মহৰ্ষিৰ সৃষ্টি কৰে। ৪৫ ॥

তেওঁবিলাকে যক্ষ, ৰক্ষ, পিশাচ, সৰ্প, মানুহ আদি চৰাচৰ সকলো প্ৰাণীকেই সৃষ্টি কৰিলে। ৪৬ ॥

ভগৱানৰ তিনিটা অৱস্থা—ব্ৰহ্মা-ৰূপে স্ৰজন কৰে (ৰজোগুণ), বিষ্ণু-ৰূপে পালন কৰে (সত্ত্বগুণ), আৰু ৰুদ্ৰ-ৰূপেৰে সংহাৰ কৰে (তমোগুণ) । ৪৭ ॥

হে সিন্ধুপতি, বেদত পাৰ্গত ব্ৰাহ্মণ আৰু মুনিসকলে কোৱা বিষ্ণুৰ অদ্ভুত কৰ্ম্মবিলাকৰ কথা তুমি জানো শুনা নাই ? ৪৮ ॥

তেতিয়া প্ৰভু বিষ্ণুৱে সকলোপিনে পানীৰে বুৰি একে সমুদ্ৰ আৰু একে আকাশ হোৱা পৃথিৱীত বিচৰণ কৰি ৰাৰিষা কালত ৰাতি চাৰিওফালে ঘূৰি ফুৰা জোনাকী-পকৰাৰ দৰে হৈ পৃথিৱীত প্ৰাণী বহুৱাবৰ বাবে ইচ্ছা কৰিলে । ৪৯-৫০ ॥

পানীত বুৰি থকা গাভীৰূপী পৃথিৱীক দেখি উদ্ধাৰ কৰিবলৈ ইচ্ছা কৰি ভাৰিলে—কি ৰূপ ধাৰণ কৰিনো মই পানীৰপৰা পৃথিৱীক উদ্ধাৰ কৰোঁ । ৫১ ॥

এইদৰে চিন্তা কৰি দিব্যচক্ষুৰে চাই গাহৰিয়ে পানীত খেমালি কৰি প্ৰীতি লাভ কৰা এটি ৰূপ স্মৰণ কৰিলে । ৫২ ।

প্ৰভুৱে এশ-যোজন আয়তনৰ,. দহ যোজন ব্যাপক, বেদৰ সম-পৰিমিত, বাহুৱ, পৰ্ব্বতৰ সমান বৃহৎ শৰীৰ, চোকা দাঁত, অতি উজ্জ্বল, মহা মেঘসমূহৰ দৰে গৰ্জ্জন-শীল, কাল-মেঘ হেন হৈ গাহৰিৰ শৰীৰ ধাৰণ কৰি যজ্ঞবৰাহ-ৰূপে জলত প্ৰৱেশ কৰিলে আৰু এটা দাঁতেৰে পৃথিৱীক উদ্ধাৰ কৰি নিজ স্থানত স্থাপন কৰিলে । ৫৩-৫৫ ॥

আকৌ মহাবাহু প্ৰভু বিষ্ণুৱে দৈত্যৰাজ হিৰণ্যকশিপুৰ সভালৈ গৈ হাতত হাত লগাই অৰ্দ্ধ-মানৱ আৰু অৰ্দ্ধ-সিংহ ৰূপ ধাৰণ কৰি এটি অপূৰ্ব্ব শৰীৰ ধাৰণ কৰিলে । ৫৬ ॥

দিতিৰ পুতেক, দৈত্যসকলৰ আদি-পুৰুষ, দেৱতাৰ অৰি, বীৰ হিৰণ্যকশিপুৱে সেই অপূৰ্ব্ব পুৰুষক দেখি খঙতে চকু ৰঙা কৰি হাতেৰে ত্ৰিশূল দাঙি লৈ মালা পৰিধান কৰি মেঘৰ গৰ্জ্জনৰ দৰে গৰ্জ্জন কৰি কালমেঘৰ দৰে নৰসিংহক খেদি গৈছিল । ৫৭-৫৯ ॥

তাৰ পাছত বলৱন্ত মৃগৰাজে নৰসিংহ শৰীৰ লৈ চোকা নখেৰে দৈত্যৰাজক একেবাৰে চিৰাচিৰ কৰি পেলালে । ৬০ ॥

এইদৰে ভগৱানে শত্ৰু-বিনাশক দৈত্যেন্দ্ৰক নিধন কৰি পুনঃ কান্তিমান পদ্মাক্ষ প্ৰভুৱে লোক-হিতৰ কাৰণে কশ্যপৰ পুত্ৰ-ৰূপে অদিতিৰ গৰ্ভত স্থিতি লাভ কৰে, আৰু এহাজাৰ বছৰ পূৰ্ণ হোৱাত অদিতিয়ে উত্তম গৰ্ভ প্ৰসৱ কৰে । ৬১-৬২ ॥

তেতিয়া শ্ৰীমান ভগৱান মেঘাচ্ছন্ন দিনৰ মেঘৰ দৰে শ্যামল, উজ্জ্বল নয়ন-বিশিষ্ট, বাওনাৰ বেশে, হাতত দণ্ড কমণ্ডলু ধাৰণ কৰি বুকুত শ্ৰীবৎস-চিহ্ন ধাৰণ কৰি জটাধাৰী হৈ লগুণ পিন্ধি বালকৰ বেশত দানৱ-ৰজাৰ বলিৰ যজ্ঞস্থানলৈ গ'ল । ৬৩-৬৪ ॥

বৃহস্পতিৰ সহায় লৈ ভগৱান বলিৰ যজ্ঞত প্ৰৱেশ কৰিলে । সেই বামন-শৰীৰধাৰী ভগৱানক দেখি আনন্দিত হৈ বলিয়ে ক'লে, ৬৫ ॥

হে ব্ৰাহ্মণ, তোমাৰ দৰ্শনত সন্তুষ্ট হৈছো। তোমাক কি দিওঁ কোৱাঁ ? বুলিয়ে এইদৰে কোৱাত বামনে উত্তৰ দিলে, ৬৬ ॥

'মঙ্গল হওক' বুলি বলিক কৈ বামনৰূপী ভগৱানে আচৰিত হৈ ক'লে, হে দানৱ-পতি, মোক তিনি খোজ মাত্ৰ মাটি দিয়ঁা। ৬৭ ॥

বলিয়ে সন্তোষমনে সেই অপৰিমিত তেজস্বান ব্ৰাহ্মণক দান দিলে। তাৰ পাছত হৰিৰ অতি দিব্য আৰু অতি অদ্ভুত ৰূপ ওলোৱাত তেওঁ তিনি খোজেৰে নিমিষতে পৃথিৱী হৰণ কৰি নিলে। তাৰ পাছত সনাতন বিষ্ণুদেৱে পৃথিৱীখন ইন্দ্ৰক দিলে। ৬৮-৬৯ ॥

ভগৱানৰ বামন নামৰ অৱতাৰৰ কথা তোমাক কোৱা হ'ল। তেওঁৰ অনুগ্ৰহতে দেৱতাসকলে অভ্যুদয় লাভ কৰিছিল আৰু সেই হেতুকে জগতকে বিষ্ণুময় বুলি কয়। ৭০ ॥

অসাধুবিলাকক দমন কৰিবৰ কাৰণে আৰু ধৰ্ম্ম-ৰক্ষাৰ কাৰণে ভগৱান পৃথিৱীত অৱতীৰ্ণ হৈছিল আৰু তেওঁ যদুকুলত জন্ম-গ্ৰহণ কৰিছিল। ৭১ ॥

সেই ভগৱান বিষ্ণুক কৃষ্ণ বুলি কীৰ্ত্তন কৰা হয়। হে সিন্ধুৰাজ, যি দেৱৰ কৰ্ম্মবিলাক বিদ্বানসকলে গায়, আৰু যি দেৱক অনাদি, অনন্ত, লোক-নমস্য, অজেয়, শঙ্খ-চক্ৰ-গদা-পদ্মধাৰী, শ্ৰীবৎসধাৰী, পীতাম্বৰ, প্ৰভু কৃষ্ণ বুলি কোৱা হয়, সেই কৃষ্ণই বিদ্বানসকলৰ শ্ৰেষ্ঠজন অৰ্জ্জুনক ৰক্ষা কৰে। ৭২-৭৪ ॥

সেই পদ্মাক্ষ, কান্তিমান, অতুল-বিক্ৰমশালী, শত্ৰু বীৰ-নাশক শ্ৰীকৃষ্ণ অৰ্জ্জুনক একেখন ৰথতে ৰাখি সহায়ক হৈ থাকে। সেই হেতুকে দেৱতাসকলৰো অজেয় আৰু দুঃসহ মানৱত্ব লাভ কৰা কোন লোকে আকৌ অৰ্জ্জুনক ৰণত জয় কৰিব ? ৭৫-৭৬ ॥

হে ৰাজন, এক মাত্ৰ অৰ্জ্জুনৰ বাহিৰে যুধিষ্ঠিৰৰ সমুদায় সৈন্যবল আৰু চাৰি পাণ্ডৱসহ শত্ৰুবৰ্গক তুমি এদিন জয় কৰিবা। ৭৭ ॥

বৈশম্পায়নে ক'লে, আচৰিত চকু-কাণ থকা, বামন, কুঁজা, বিকট-মূৰ্ত্তি আৰু নানাপ্ৰকাৰে প্ৰহাৰ কৰিবলৈ উদ্যত হৈ থকা ভয়ঙ্কৰ পাৰিষদবৰ্গেৰে সৈতে সেই ত্ৰিলোকৰ পিতা, কামনেত্ৰ-বিনাশন, উমাপতি, পশুপতি, যজ্ঞভ্ৰষ্টা, ত্ৰিপুৰাৰি, ভগনেত্ৰ-বিনাশক, উমা-সহায়, ভগৱান মহাদেৱ সিন্ধু-ৰাজক এইদৰে কৈ অন্তৰ্দ্ধান হ'ল। ৭৮-৮০ ॥

নীচ জয়দ্ৰথ নিজ-ঘৰলৈ গ'ল আৰু পাণ্ডৱসকলো কাম্যক-বনতে থাকিল। ৮১ ॥

ইতি মহাভাৰতৰ বনপৰ্ব্বৰ অন্তৰ্গত জয়দ্ৰথ-বিমোক্ষণ-পৰ্ব্ব নামৰ দ্বিসপ্তত্যধিক-দ্বিশততম অধ্যায়। ২৭২ ॥

॥ অধ্যায় ২৭৩ ॥

# ॥ ৰামোপাখ্যান-পৰ্ব্ব ঃ যুধিষ্ঠিৰৰ প্ৰশ্ন ॥

জন্মেজয়ে ক'লে, এইদৰে দ্ৰৌপদী-হৰণত যথেষ্ট কষ্ট পাই ইয়াৰ পিছত নৰশ্ৰেষ্ঠ পাণ্ডৱসকলে কি কৰিলে ? ১ ॥

বৈশম্পায়নে ক'লে, এইদৰে জয়দ্ৰথক জিনি দ্ৰৌপদীক মুক্ত কৰি ধৰ্ম্মৰাজ যুধিষ্ঠিৰ মুনিগণৰ লগত বাস কৰিছিল। ২ ॥

দ্ৰৌপদীৰ কথা শুনি অনুতাপ কৰা মহৰ্ষিসকলৰ ভিতৰৎ মাৰ্কণ্ডেয় মুনিক পাণ্ডুপুত্ৰ যুধিষ্ঠিৰে এই কথা ক'লে। ৩ ॥

যুধিষ্ঠিৰে ক'লে, হে ভগৱন, দেৱৰ্ষিসকলৰ ভিতৰত আপুনি প্ৰখ্যাত আৰু ভূত-ভৱিষ্যৎ সকলো জানে ; মই প্ৰশ্ন কৰিছো, মোৰ অন্তৰত যি সংশয় উপস্থিত হৈছে তাক দূৰ কৰক। ৪ ॥

এই মহাত্মা পাণ্ডুৰ বোৱাৰী, দ্ৰুপদৰ জীয়েক যজ্ঞৰপৰা উৎপন্না, অযোনি-সম্ভূতা আৰু মহা ভাগ্যৱতী। ৫ ॥

কাল, দেৱ আৰু প্ৰাণীসকলৰ ভৱিতব্য— এই তিনিটাক মই দুৰতিক্ৰম্য বুলি ভাবোঁ, কাৰণ এই তিনিটাৰ ব্যতিক্ৰম নহয়। ৬ ॥

কোনো বিশুদ্ধ লোকক যেনেকৈ কোনো মিছা চৌৰ্য্য-দোষে স্পৰ্শ কৰে তেনেধৰণে আমাৰ এই ধৰ্ম্মজ্ঞা আৰু ধৰ্ম্মচাৰিণী পত্নীক স্পৰ্শ কৰিছে। ৭ ॥

দ্ৰৌপদীয়ে অকণো পাপ কাম কৰা নাই ; ব্ৰাহ্মণসকলৰ প্ৰতিও কেতিয়াও নিন্দিত কাম কৰা নাই ; মহৎ ধৰ্ম্মকে ভালদৰে আচৰণ কৰি আছে। ৮ ॥

মূৰ্খবুদ্ধি জয়দ্ৰথে বলেৰে তেওঁক হৰণ কৰিছে। তেওঁক অপহৰণ কৰাৰ কাৰণে সেই পাপীৰ মূৰৰ চুলি খুৰাই দিয়া হৈছে। ৯ ॥

সহায় থকাতো তেওঁক যুদ্ধত পৰাস্ত কৰিলো। সেই সিন্ধু-সৈন্যদলক বধ কৰি আমি আকৌ দ্ৰৌপদীক উদ্ধাৰ কৰিলো। ১০ ॥

সেই ভাৰ্য্যা অপহৰণ হোৱা দুঃখ আমি লাভ কৰিলো। চিকাৰৰ দ্বাৰা জীৱিকা নিৰ্ব্বাহ কৰিছো আৰু বনবাস খাটিছো, এৱেই আমাৰ কষ্ট। ১১ ॥

আমি বনবাসী হৈও বনত বাস কৰা পশু-জাতিৰ প্ৰতি হিংসা-আচৰণ কৰিছো, মিথ্যাচাৰী কপটীয়া জ্ঞাতিসকলে আমাক প্ৰবাস দিয়াটোও হিংসা। ১২ ॥

সঁচাকৈয়ে মোৰ সমান দুৰ্ভগীয়া লোক আছেনে ? আপুনি আগেয়ে দেখিছে-নে বা শুনিছেনে ? ১৩ ॥

ইতি মহাভাৰতৰ বনপৰ্ব্বৰ অন্তৰ্গত ৰামোপাখ্যান-পৰ্ব্বত যুধিষ্ঠিৰৰ প্ৰশ্ন নামৰ ত্ৰিসপ্তত্যধিকদ্বিশততম অধ্যায় । ॥ ২৭৩ ॥

॥ অধ্যায় ২৭৪ ॥

## ॥ ৰাম-ৰাৱণৰ জন্ম-কথা ॥

মাৰ্কণ্ডেয়ই ক'লে, হে ভাৰতশ্ৰেষ্ঠ, ৰামেও অনুপম কষ্ট ভোগ কৰিছিল । বলৱান, দুৰাত্মা ৰাক্ষসৰাজ ৰাৱণে জটায়ু-পক্ষীক বধ কৰি মায়া কৰি আশ্ৰমৰ-পৰা ৰামৰ পত্নী জানকীক লৰা-ঢপৰাকৈ হৰণ কৰি নিছিল । ১-২ ॥

ৰামে সুগ্ৰীৱৰ সৈন্যবল আশ্ৰয় কৰি লঙ্কা নগৰ দগ্ধ কৰি অৰু তীক্ষ্ণ শৰেৰে সাগৰত সেঁতু বান্ধি সীতাক উদ্ধাৰ কৰিছিল । ৩ ॥

যুধিষ্ঠিৰে ক'লে, কোন কুলত ৰাম উপজিছিল, তেওঁৰ বল-পৰাক্ৰমেই বা কি আছিল ? ৰাৱণ কাৰ পুতেক আৰু ৰামেৰে সৈতেই বা তেওঁ কিয় বৈৰিতা কৰিছিল ? ৪ ॥

ভগৱান, এই সকলোবোৰ কথা মোক ভালদৰে কব লাগে, অক্লান্ত-কৰ্ম্মী ৰামৰ চৰিত্ৰ মই শুনিবলৈ ইচ্ছা কৰোঁ । ৫ ॥

মাৰ্কণ্ডেয়ই ক'লে, ইক্ষ্বাকু বংশত উপজা অজ নামেৰে এজন মহান ৰজা আছিল । তেওঁৰ পুতেক দশৰথ সদায় বেদ-পাঠত ৰত আৰু পৱিত্ৰ স্বভাৱৰ আছিল । ৬ ॥

ধৰ্ম্মাৰ্থত সুপণ্ডিত তেওঁৰ চাৰিজন পুতেক আছিল— ৰাম, লক্ষ্মণ, শত্ৰুঘ্ন আৰু মহাবলৱান ভৰত । ৭ ॥

ৰামৰ মাক কৌশল্যা আৰু ভৰতৰ মাক কৈকেয়ী । শত্ৰুহন্তা লক্ষ্মণ আৰু শত্ৰুঘ্ন সুমিত্ৰাৰ পুতেক আছিল । ৮ ॥

হে বিভু, বিদেহৰ ৰজা জনক, আৰু সীতা তেওঁৰ জীয়েক । সীতাক স্বয়ং বিধাতাই ৰামৰ মৰমৰ পত্নী-ৰূপে সৃজন কৰিছিল । ৯ ॥

হে জননায়ক, ৰাম আৰু সীতাৰ জন্ম এয়েই । তোমাক বিৱৰি কোৱা হ'ল । এতিয়া ৰাৱণৰো জন্ম তোমাক বিৱৰি কওঁ । ১০ ॥

মহা তপস্বী, সৰ্ব্ব লোকৰ সৃষ্টিকৰ্ত্তা, স্বয়ম্ভূ, সাক্ষাৎ প্ৰভু, প্ৰজাপতি যেয়েই ৰাৱণৰ ককাদেউতাক । ১১ ॥

পুলস্ত্য নামৰ তেওঁৰ মনঃসম্ভূত মৰমৰ পুত্ৰ আছিল। তেওঁ গো নামৰ ভাৰ্য্যাৰ গৰ্ভত প্ৰভু কুবেৰৰ জন্ম হৈছিল। ১২ ॥

পিতাক পুলস্ত্যক এৰি কুবেৰ ককাদেউকৰ আশ্ৰয়ত আছিল। হে ৰজা, তেওঁৰ ওপৰত খং উঠি পিতাক পুলস্ত্যই নিজেই নিজক অন্য-পুৰুষৰূপে সৃষ্টি কৰিলে। ১৩ ॥

তাৰ পাছত কুবেৰৰ পিতৃ-বিদ্বেষৰ প্ৰতিশোধ লবলৈ ক্ৰুদ্ধ হৈ তেওঁ নিজৰ শৰীৰৰ আধা ভাগৰ দ্বাৰা বিশ্ৰৱা নামে ব্ৰাহ্মণ হৈ জন্মিল। ১৪ ॥

কুবেৰৰ প্ৰতি সন্তুষ্ট হৈ ব্ৰহ্মাই তেওঁক অমৰ হবলৈ, ধনৰ অধিষ্ঠাতা হবলৈ আৰু প্ৰজা-পালন কৰিবলৈ বৰ দিছিল। ১৫ ॥

সেইদৰে মহাদেৱৰ লগত মিত্ৰতা কৰিবলৈ আৰু কুবেৰৰ পুতেক নল-কুবেৰক ৰাক্ষসসমূহেৰে পৰিপূৰ্ণ ৰাজধানী লঙ্কাত থাকিবলৈ ব্ৰহ্মাই বৰ দিছিল। ১৬ ॥

ব্ৰহ্মাই আৰু ৰাজাধিৰাজত্ব, যক্ষসকলৰ ওপৰত আধিপত্য আৰু কামগ পুষ্পক নামৰ বিমান কুবেৰক দান কৰিছিল। ১৭ ॥

ইতি মহাভাৰতৰ বনপৰ্ব্বৰ অন্তৰ্গত ৰামোপাখ্যান-পৰ্ব্বত ৰাম-ৰাৱণৰ জন্ম-কথা নামৰ চতুঃসপ্তত্যধিক-দ্বিশততম অধ্যায়। ২৭৪ ॥

## ॥ অধ্যায় ২৭৫ ॥

# ॥ ৰাৱণ প্ৰভৃতিৰ বৰ-লাভ ॥

মাৰ্কণ্ডেয়ই ক'লে, পুলস্ত্যৰ অৰ্দ্ধ শৰীৰৰূপৰ যি মুনি উৎপন্ন হৈছিল, বিশ্ৰৱা নামৰ সেই মুনিয়ে কুবেৰক খঙৰ চকুৰে চাইছিল। ১ ॥

হে ৰাজন, ৰাক্ষসৰাজ ৰাৱণে সেই পিতৃক খঙাল বুলি জানিছিল আৰু তেওঁৰ সন্তুষ্টিৰ কাৰণে সদায় যত্ন কৰিছিল। ২ ॥

ৰাজাধিৰাজ কুবেৰ লঙ্কা নগৰত বাস কৰিছিল আৰু পিতাকক তিনিজনী ৰাক্ষসী লিগিৰী প্ৰদান কৰিছিল। ৩ ॥

হে ভৰতশ্ৰেষ্ঠ, নাচ-গানত নিপুণ লিগিৰীহঁত সেই মহাত্মা মুনি বিশ্ৰৱাক সদায় সন্তুষ্ট কৰিবলৈ যত্নপৰ আছিল। ৪ ॥

হে নৰপতি মহাৰাজ, পুষ্পোৎকটা, ৰাকা আৰু মালিনী—এই তিনিগৰাকী সুন্দৰীয়ে নিজৰ মঙ্গল-কামনা কৰি প্ৰতিদ্বন্দ্বিতাৰ ভেটিত বিশ্ৰৱাক শুশ্ৰূষা কৰিছিল। ৫ ॥

মহাত্মা বিশ্ৰৱাই প্ৰত্যেককে একোজনকৈ মনঃপূত লোকপাল-সদৃশ পুত্ৰ বৰ দিছিল। ৬ ॥

পুষ্পোৎকটাৰ গৰ্ভত পৃথিবীত অতুলনীয় বলসম্পন্ন কুম্ভকৰ্ণ আৰু দশগ্ৰীৱ নামৰ ৰাক্ষসশ্ৰেষ্ঠ দুটি পুত্ৰ জন্মিছিল । ৭ ॥

মালিনীয়ে বিভীষণ নামে পুত্ৰ এজন জন্ম দিলে আৰু সেইদৰে ৰাকাই খৰ আৰু শূৰ্পণখা নামেৰে যঁজা সন্তান এহাল প্ৰসৱ কৰিলে । ৮ ॥

বিভীষণ ৰূপত সকলোতকৈ শ্ৰেষ্ঠ আছিল আৰু সেই মহাভাগ বিভীষণ কৰ্ম্মৰত আৰু কৰ্ম্মপৰায়ণ আছিল । ৯ ॥

কিন্তু মহা বলৱান, মহা পৰক্ৰমী, অতি উৎসাহী, ৰাক্ষসশ্ৰেষ্ঠ দশানন সকলোতকৈ শ্ৰেষ্ঠ আছিল । ১০ ॥

মায়াৱী, ৰণ-নিপুণ, উগ্ৰ-নিশাচৰ কুম্ভকৰ্ণ যুদ্ধত সকলোতকৈ বেছি বলৱান আছিল । ১১ ॥

খৰ ধনুৰ্ব্বিদ্যাত বিক্ৰমশালী, ব্ৰহ্ম-বিদ্বেষী আৰু মাংসাহাৰী আছিল আৰু তেনেকৈ উগ্ৰৰূপা শূৰ্পণখা সিদ্ধসকলৰ বিঘ্ন-কাৰিণী আছিল । ১২ ॥

সকলো কেইজনেই বেদজ্ঞ, বীৰ, সৎ কৰ্মত ব্ৰতী আছিল । তেওঁলোকে গন্ধমাদন পৰ্ব্বতত পিতাকৰ লগত ঘনিষ্ঠভাৱে বাস কৰিছিল । ১৩ ॥

তাৰ পাছত বিশ্ৰৱাৰ অইনটো পুতেক কুবেৰক পৰম সমৃদ্ধিসম্পন্ন হৈ পিতাকৰ লগতে বহি থকা তাত তেওঁলোকে দেখিবলৈ পাইছিল । ১৪ ॥

তাৰ পাছত তেওঁলোকে হিংসা-পৰায়ণ হৈ তপস্যা কৰিবলৈ সংকল্প কৰিলে আৰু ঘোৰ তপস্যাৰ দ্বাৰা ব্ৰহ্মাক সন্তুষ্ট কৰিলে । ১৫ ॥

দশানন পঞ্চাগ্নিৰ মাজত থাকি বায়ু ভক্ষণ কৰি গভীৰ ধ্যানমগ্ন হৈ এখন ভৰিৰ ওপৰত হেজাৰ বছৰ থিয় দি আছিল । ১৬ ॥

কুম্ভকৰ্ণই তাপসৰ আহাৰ খাই আৰু তাপসৰ ব্ৰত ধাৰণ কৰি মাটিত শুই তপস্যা কৰিছিল আৰু উপবাসত অনুৰক্ত থাকি সদায় জপ-পৰায়ণ হৈ সৰল মনৰ বুদ্ধিমান বিভীষণে গছৰ সৰি পৰা পাত খাই সেই সময়তে ঘোৰ তপস্যা কৰি আছিল । ১৭-১৮ ॥

খৰ আৰু শূৰ্পণখাই হৃষ্ট মনেৰে সেই তপস্যাকাৰীসকলক ৰক্ষা আৰু পৰিচৰ্য্যা কৰিছিল । ১৯ ॥

সেই অদম্য দশাননে হেজাৰ বছৰ পূৰ্ণ হোৱাত নিজৰ মূৰ কাটি অগ্নিত আহুতি দিছিল আৰু তাৰ দ্বাৰা জগতৰ প্ৰভু ব্ৰহ্মাক সন্তুষ্ট কৰিছিল । ২০ ॥

তাৰ পিছত ব্ৰহ্মাই নিজেই গৈ সিহঁতৰ প্ৰত্যেককে বেলেগ বেলেগ বৰ দিব বুলি প্ৰলোভন দেখুৱাই তপস্যাৰপৰা বিৰত কৰিলে । ২১ ॥

ব্ৰহ্মাই ক'লে, হে পুত্ৰগণ, তোমালোকৰ প্ৰতি মই সন্তুষ্ট হৈছো, তপস্যা এৰাঁ আৰু বৰ প্ৰাৰ্থনা কৰাঁ । অমৰত্বত বাহিৰে যি বৰকে বিচাৰা সেয়েই সফল হ'ব । ২২ ॥

তোমাৰ মহৎ আকাঙ্ক্ষাৰ কাৰণে নিজৰ যি মূৰ অগ্নিত আহুতি দিছা, সেই সকলোবোৰ তোমাৰ ইচ্ছানুৰূপ হৈ পুনৰ তোমাৰ দেহত লাগিব । ২৩ ॥

তুমি যথেষ্ট ৰূপধাৰী আৰু তোমাৰ দেহত কুৰূপ নাথাকে। তুমি শত্ৰুৰ যুদ্ধত বিজয়ী হ'বা, কোনো সন্দেহ নাই। ২৭ ॥

ৰাৱণে ক'লে, গন্ধৰ্ব্ব, দেৱতা, অসুৰ, যক্ষ, ৰাক্ষসকলৰপৰা আৰু সৰ্প, কিন্নৰ আৰু ভূতগণৰপৰা মোৰ যেন পৰাজয় নহয়। ২৫ ॥

ব্ৰহ্মাই ক'লে, মনুষ্যৰ বাহিৰে যিবিলাকক তুমি ইয়াত উল্লেখ কৰিলা সেই-বিলাকৰপৰা তোমাৰ কোনো ভয় নাই। মই তেনে বিধান কৰি থৈছো। তোমাৰ কুশল হওক। ২৬ ॥

মাৰ্কণ্ডেয়ই ক'লে, এইদৰে কোৱাত তেতিয়া দশানন সন্তুষ্ট হ'ল। দুৰ্বুদ্ধি ৰাৱণে নিজে মনুষ্যভোজী কাৰণে মনুষ্যক অৱহেলা কৰিলে। ২৭ ॥

তাৰ পিছত ককাদেউতাক ব্ৰহ্মাই কুম্ভকৰ্ণকো সেইদৰে বৰ মাগিবলৈ ক'লে। তপস্যাৰ পাছত অৱসাদগ্ৰস্ত হোৱা সি গভীৰ নিদ্ৰা প্ৰাৰ্থনা কৰিলে। ২৮ ॥

সেয়েই হ'ব বুলি কৈ ব্ৰহ্মাই বিভিষণক বাৰে বাৰে কলে, হে পুত্ৰ, মই সন্তুষ্ট হৈছো, তুমি বৰ মাগা। ২৯ ॥

বিভীষণে ক'লে, মহা বিপদত পৰিলেও অধৰ্মত মোৰ যেন মতি নহয় আৰু শিক্ষা-নকৰা সকলো ব্ৰহ্মাস্ত্ৰ মই যেন জনা হৈ উঠোঁ। ৩০ ॥

ব্ৰহ্মাই ক'লে, হে শত্ৰুনাশন, যিহেতু ৰাক্ষস-যোনিত জন্ম লৈও তোমাৰ অধৰ্মত মতি হোৱা নাই, সেই হেতু তোমাক অমৰ বৰ দিলো। ৩১ ॥

মাৰ্কণ্ডেয়ই ক'লে, হে নৰপতি, ৰাক্ষস ৰাৱণে বৰ লাভ কৰি কুবেৰক যুদ্ধত জিনি লঙ্কাৰপৰা খেদি দিলে। ৩২ ॥

ভগৱান কুবেৰ গন্ধৰ্ব্ব আৰু যক্ষবিলাকৰ অনুগত হৈ ৰাক্ষস আৰু কিংপুৰুষবিলাকৰ লগত লঙ্কা ত্যাগ কৰি গন্ধমাদন পৰ্ব্বতলৈ গ'ল। ৩৩ ॥

ৰাৱণে আক্ৰমণ কৰি কুবেৰৰ পুষ্পক ৰথখন কাঢ়ি ল'লে, আৰু কুবেৰেও অভিশাপ দি ক'লে, এই ৰথে তোক বহন নকৰিব। ৩৪ ॥

যুদ্ধত তোৰ যিয়েই ঘাতক হ'ব, তাকেই ই বহন কৰিব। গুৰুক আৰু মোক অপমান কৰি তই শীঘ্ৰে বিনাশ হবি। ৩৫ ॥

হে মহাবাহু, পৰম শ্ৰীযুক্ত হৈ আৰু সাধুৰ পথ স্মৰণ কৰি ধৰ্ম্মাত্মা বিভীষণে কুবেৰৰ অনুগমন কৰিলে। ৩৬ ॥

বুদ্ধিমান, সম্পত্তিশালী, ভগৱান কুবেৰ ভায়েক বিভীষণৰ প্ৰতি সন্তুষ্ট হৈ তেওঁক যক্ষ আৰু ৰাক্ষস সেনাবিলাকৰ সেনাপতিত্ব অৰ্পণ কৰিলে। ৩৭ ॥

ৰাক্ষস, কিংপুৰুষ আৰু বলৱান পিশাচবোৰে মিলি দশাননৰ ৰজাক অভিষেক কৰিলে। ৩৮ ॥

সেই অতি বলৱান দশাননে স্ব-ইচ্ছাই ৰূপ সলাই আকাশত উৰি দৈত্যসকলৰ আৰু দেৱতাসকলৰ বস্তুবোৰ হৰণ কৰি ফুৰিবলৈ ধৰিলে। ৩৯ ॥

কাম-বলী দশাননে দেৱতাসকলৰ ভয় জন্মাই সকলোকে উৎপীড়ন কৰি কন্দুৱা-ইছিল কাৰণে তেওঁক ৰাৱণ বোলা হয়। ৪০ ॥

ইতি মহাভাৰতৰ বনপৰ্ব্বৰ অন্তৰ্গত ৰামোপাখ্যান-পৰ্ব্বত ৰাৱণ প্ৰভৃতিৰ বৰ-লাভ নামৰ পঞ্চসপ্তত্যধিক-দ্বিশততম অধ্যায়। ২৭৫ ॥

॥ অধ্যায় ২৭৬ ॥

# ॥ বানৰাদিৰ উৎপত্তি ॥

মাৰ্কণ্ডেয়ই ক'লে, তাৰ পাছত মহৰ্ষি, দেৱৰ্ষি আৰু সিদ্ধগণ অগ্নিক আগত লৈ ব্ৰহ্মাৰ শৰণাগত হ'ল। ১ ॥

অগ্নিয়ে ক'লে, বিশ্ৰৱাৰ পুতেক মহা বলৱান দশাননক ভগৱানে আগতে বৰ দি অবধ্য কৰিছে, সেই মহা বলৱানে প্ৰজাসকলক নানাপ্ৰকাৰে বাধা দি আছিছে। সেই কাৰণে ভগৱানে আমাক ৰক্ষা কৰক, হে ভগৱান, আমাক পৰিত্ৰাণ কৰোঁতা আন কোনো নাই। ২-৩ ॥

ব্ৰহ্মাই ক'লে, হে অগ্নি, দেৱতা আৰু অসুৰে তাক যুদ্ধত জয় কৰিব নোৱাৰে। সেই সম্পৰ্কে যি কৰিব লগীয়া তাৰ বিধান কৰি থোৱা হৈছে। তাৰ পতন ওচৰ চাপি আহিছে। ৪ ॥

তাৰ কাৰণে মই নিয়োগ কৰামতে চতুৰ্ভুজ বিষ্ণু অৱতীৰ্ণ হৈছে। সেই বিষ্ণুৱে যোদ্ধাসকলৰ ভিতৰত শ্ৰেষ্ঠজন হৈ সেই কৰ্ম্ম কৰিব। ৫ ॥

মাৰ্কণ্ডেয়ই ক'লে, তাৰ পাছত পিতামহ ব্ৰহ্মাই তেওঁলোকৰ ওচৰতে থকা ইন্দ্ৰক ক'লে, তুমি সকলো দেৱতাৰে সৈতে মৰ্ত্ত্যত জন্ম-গ্ৰহণ কৰাঁগৈ। ৬ ॥

তোমালোকে বান্দৰী আৰু মাইকী ভালুকবিলাকৰ উদৰত বিষ্ণুৰ সহায়ক, ইচ্ছানুৰূপ ৰূপ-বল-সম্পন্ন বীৰপুত্ৰ উৎপাদন কৰাঁগৈ। ৭ ॥

তাৰ পাছত সকলো দেৱতা, গন্ধৰ্ব্ব আৰু দানৱবিলাকে ভাগে ভাগে পৃথিৱীত অৱতীৰ্ণ হ'বলৈ শীঘ্ৰে মন্ত্ৰণা কৰিলে। ৮ ॥

দুন্দুভি নামৰ গন্ধৰ্ব্বীক ব্ৰহ্মাই তেওঁলোকৰ আগতে আদেশ কৰিলে, তুমি কাৰ্য্য-সিদ্ধিৰ কাৰণে পৃথিৱীলৈ যোৱাঁ। ৯ ॥

পাছত ব্ৰহ্মাৰ বাক্য শুনি দুন্দুভি গন্ধৰ্ব্বীয়ে মনুষ্য-লোকত মন্থৰা নামেৰে কুঁজী হৈ জন্ম-গ্ৰহণ কৰিলে। ১০ ॥

ইন্দ্ৰকে আদি কৰি সেই সকলো দেৱতাই বান্দৰ আৰু ভালুকৰ বৰাঙ্গনাসকলৰ গৰ্ভত সন্তান জন্মালে। ১১ ॥

সন্তানবিলাক সকলোৱে পৰ্ব্বতশৃঙ্গ, শাল তাল, অস্ত্ৰ-শস্ত্ৰ ভেদ কৰিব পৰা হৈ বল আৰু যশস্যাত পিতৃগণক অনুসৰণ কৰিছিল। ১২ ॥

তেওঁলোক সকলোৱে শৰীৰ বজ্ৰৰ দৰে দৃঢ় আছিল আৰু বেগত, ইচ্ছাত, বিক্ৰমত বলীয়ান আৰু যুদ্ধত নিপুণ আছিল। ১৩ ॥

তেওঁলোক অযুত হাতীৰ সমান বলৱান, বেগত বায়ুৰ সমান, য'তে ইচ্ছা ত'তে বাস কৰিব পৰা বিধৰ আছিল আৰু কোনো কোনো বনবাসীও আছিল। ১৪ ॥

লোক-সৃষ্টিকৰ্ত্তা ভগৱান ব্ৰহ্মাই এইদৰে সেই সকলো বিধান কৰি যি যি কাৰ্য্য যেনেকৈ কৰিব লাগে মন্থৰাক বুজাই দিলে। ১৫ ॥

মনোবেগী মন্থৰাই ব্ৰহ্মাৰ বাক্য পালন কৰি অ'লৈ - ত'লৈ গৈ শত্ৰু-বিনাশত ৰত থাকি তাকেই কৰিলে। ১৬ ॥

ইতি মহাভাৰতৰ বনপৰ্ব্বৰ অন্তৰ্গত ৰামোপাখ্যান-পৰ্ব্বত বানৰাদিৰ উৎপত্তি নামৰ ষট্সপ্তত্যধিক-দ্বিশততম অধ্যায়। ২৭৬ ॥

॥ অধ্যায় ২৭৭ ॥

## ॥ ৰামৰ বন-গমন-আখ্যান ॥

যুধিষ্ঠিৰে ক'লে, হে ব্ৰাহ্মণ, আপুনি ৰামচন্দ্ৰ আদি দশৰথ ৰজাৰ পুত্ৰ চাৰিজনৰ জন্ম-কথা এটা এটাকৈ ভাঙি ক'লে, এতিয়া তেওঁৰ বনলৈ যোৱাৰ কাৰণ শুনিবলৈ ইচ্ছা কৰিছো, অনুগ্ৰহ কৰি বৰ্ণনা কৰক। ১॥

দশৰথ ৰজাৰ বীৰ পুত্ৰ দুজন ৰাম আৰু লক্ষ্মণ আৰু মিথিলাৰ ৰাজকুমাৰী যশস্বিনী সীতাও কি কাৰণে বনলৈ গ'ল? ২॥

মাৰ্কণ্ডেয়ই ক'লে, হে মহাৰাজ, ক্ৰিয়া-পূত, ধাৰ্ম্মিক, সদায় জ্ঞানৰ উপাসক ৰজা দশৰথ পুত্ৰবিলাকৰ জন্ম হোৱাত বৰ আনন্দিত হ'ল। ৩॥

এই মহা তেজস্বী পুত্ৰসকল দিনে দিনে বাঢ়িবলৈ ধৰিলে। এওঁলোকে বিবিধ ব্ৰহ্মচৰ্য্য অৱলম্বন কৰি স-ৰহস্য বেদত আৰু ধনুৰ্ব্বেদতো পাৰ্গত হৈ উঠিল আৰু সময়ানুসাৰে তেওঁলোক কেয়োজনৰে বিবাহ-কাৰ্য্যও সম্পন্ন কৰা হ'ল। তেতিয়া ৰজা দশৰথ বৰ সুখী আৰু প্ৰীতমান হ'ল। ৪-৫ ॥

ৰজা দশৰথৰ পুত্ৰবিলাকৰ ভিতৰত ৰামচন্দ্ৰই সবাতোকৈ ডাঙৰ আছিল। পিতাকৰ মনত আনন্দ-বৰ্দ্ধনকাৰী, বুদ্ধিমান ৰামচন্দ্ৰৰ মনোমোহা ৰূপে সকলো-বিলাক প্ৰজাকেই আনন্দ দিছিল। ৬ ॥

হে ভাৰত, বুদ্ধিমান ৰজা দশৰথে তেওঁৰ নিজৰ বয়স হোৱা দেখি,

ধৰ্মজ্ঞ পুৰোহিত আৰু মন্ত্ৰীসকলেৰে সৈতে ৰামক যুৱৰাজ পাতিবলৈ মন্ত্ৰণা কৰিলে; তেওঁলোকেও ৰজাৰ সময়োচিত প্ৰস্তাৱ অনুমোদন কৰিলে। ৭-৮ ॥

মত্ত গজেন্দ্ৰগামী, মহাবাহু ৰামচন্দ্ৰৰ চকুযুৰি ৰঙা, বুকু বহল, বাহু দুখন দীঘল, ক'লা বৰণৰ কেকোৰা চুলিৰে তেওঁ নিজৰ সৌন্দৰ্য্যৰ দ্বাৰা দীপ্তিমান আৰু যুদ্ধত ইন্দ্ৰতকৈও অধিক ক্ষমতাশালী বীৰ, সকলো ধৰ্ম্মতে পাৰ্গত আৰু বুদ্ধিত বৃহস্পতিৰ সমান হৈ উঠিল। ৯-১০ ॥

সকলো বিদ্যাত প্ৰধান আৰু জিতেন্দ্ৰিয় ৰামৰ প্ৰতি সকলো প্ৰজা অনুৰক্ত আছিল; এনেকি, শত্ৰুবিলাকেও তেওঁক দেখি ভাল পাইছিল। ১১ ॥

হে কৌৰৱনন্দন, দুষ্টৰ দমনকাৰী, সাধুসকল আৰু ধাৰ্ম্মিকসকলৰ ৰক্ষক কোনেও কোনোমতেই অভিভূত কৰিব নোৱৰা, সকলোকে পৰাজয় কৰি নিজে জয় লাভ কৰা, ধৈৰ্য্যশীল আৰু কৌশল্যাৰ আনন্দবৰ্দ্ধক পুত্ৰ ৰামচন্দ্ৰক দেখি ৰজা দশৰথে অতিশয় প্ৰীতি লাভ কৰিছিল। ১২-১৩ ॥

মহা তেজস্বী, বীৰ্য্যবান, ৰজা দশৰথে ৰামচন্দ্ৰৰ গুণবিলাক স্মৰণ কৰি অতিশয় সন্তুষ্ট হৈ পুৰোহিত বশিষ্ঠক মাতি কৈছিল, ১৪ ॥

হে প্ৰভু, আজি নিশা পুষ্যা নক্ষত্ৰাশ্ৰিত হৈ পৰম পবিত্ৰ যোগ প্ৰাপ্ত হৈছে, গতিকে ৰামৰ অভিষেকৰ কাৰণে সামগ্ৰীবোৰ গোটাওক আৰু ৰামকো নিমন্ত্ৰণ কৰি আনক। ১৫ ॥

ৰজাৰ এই কথা শুনিয়েই মন্থৰাই তৎক্ষণাৎ লৰালৰিকৈ গৈ কৈকেয়ীক কবলৈ ধৰিলে, কৈকেয়ী, আজি ৰজাই তোমাৰ মূৰত পৰম দুৰ্ভাগ্যৰ বোজা জাপি দিলে। দুৰ্ভাগিনী, আজি তোমাক তীক্ষ্ণ বিষ থকা, ক্ৰুদ্ধ, ভয়ঙ্কৰ সাপে দংশন কৰাই ভাল আছিল। ১৬-১৭ ॥

কৌশল্যা পৰম ভাগ্যৱতী, কাৰণ তেওঁৰ পুত্ৰৰ আজি ৰাজ্যাভিষেক হ'ব, আৰু তোমাৰ পুত্ৰই ৰাজ্যৰ ভাগ নেপালে যেতিয়া তোমাৰ সেই সৌভাগ্য ক'ত ? ১৮ ॥

মন্থৰাৰ কথা শুনি ক্ষীণমধ্যা, চাৰুহাসিনী কৈকেয়ীয়ে সকলোপ্ৰকাৰ অলঙ্কাৰ পিন্ধি দিব্য ৰূপ ধাৰণ কৰিলে আৰু ৰজাক অকলশৰে লগ পাই প্ৰণয়-ব্যঞ্জক সুমধুৰ বাক্যেৰে ক'বলৈ ধৰিলে, ১৯-২০ ॥

হে সত্য-প্ৰতিজ্ঞ মহাৰাজ, আপুনি মোক এটা বৰ দিম বুলি কৈছিল, সেই বৰ আজি মোক দিয়ক আৰু আপুনিও সঙ্কটৰপৰা মুক্ত হওক। ২১ ॥

ৰজাই ক'লে, তুমি যি বৰ লবলৈ ইচ্ছা কৰা মই তাকেই দিম, কোন অবধ্যক বধ কৰিব লাগে অথবা কোন বধ্য কৰিব লগীয়াজনক মুক্তি দিব লাগে, নাইবা আজি কাক ধন দিব লাগে নাইবা কাৰপৰা ধন অপহৰণ কৰি আনিব লাগে, ব্ৰাহ্মণক দিয়া ধনৰ বাহিৰে যি কিছু ধন-সম্পত্তি আছে, সেইবিলাকৰ ভিতৰত তুমি যি খোজা মই তাকেই দিম। ২২-২৩ ॥

হে কল্যাণী, মই চাৰিও জাতিৰ ৰক্ষা কৰোঁতা, পৃথিৱীৰ ৰজাসকলৰ ওপৰত ৰজা। মই তোমাক দিব নোৱৰা একোৱেই নাই। তোমাক কি বৰ লাগে সোনকালে কোৱাঁ, মই তোমাক এতিয়াই দিওঁ। ২৪ ॥

ৰজাৰ কথা শুনি কৈকেয়ীয়ে ৰজাক বশ কৰিব পাৰিছো বুলি ভাবি আত্মবলেৰে বলৱতী হৈ ৰজাক সাৰটি ধৰি, প্ৰেমেৰে আলিঙ্গন কৰি ক'বলৈ ধৰিলে, মহাৰাজ, ৰামৰ অভিষেকৰ কাৰণে যিবিলাক সামগ্ৰী গোটোৱা হৈছে সেইবিলাকেৰে ভৰতক অভিষেক কৰা হওক আৰু ৰাম বনলৈ যাওক। ২৫-২৬ ॥

ৰজা এই অপ্ৰিয় দাৰুণ কথাষাৰ শুনি অতিশয় দুঃখাৰ্ত্ত আৰু মৰ্ম্মাহত হ'ল। তেওঁ কোনো কথাকেই ক'ব নোৱাৰিলে। ২৭ ॥

পিতাকৰ এনেকুৱা অৱস্থা দেখি, ধৰ্ম্মাত্মা বীৰ্য্যৱান ৰামে "ৰজাৰ কথাই সত্য হওক" বুলি কৈ বনলৈ গ'ল। ২৮ ॥

মহাৰাজ, আপোনাৰ মঙ্গল হওক। তেতিয়া ধনুৰ্দ্ধাৰী, প্ৰিয়দৰ্শন লক্ষ্মণ আৰু তেওঁৰ ভাৰ্য্যা, জনক ৰজাৰ কন্যা, বিদেহ ৰাজকুমাৰী সীতাও তেওঁৰ পাছে পাছে গ'ল। ২৯ ॥

ৰাম বনলৈ যোৱাত ৰজা দশৰথ নশ্বৰ দেহ এৰি মৃত্যুৰ অধীন হ'ল। ৩০ ॥

ৰাম বনলৈ যোৱাত আৰু দশৰথৰো মৃত্যু হোৱাত কৈকেয়ীয়ে ভৰতক মতাই আনি এইদৰে ক'লে, ৩১ ॥

ৰজা দশৰথ স্বৰ্গী হ'ল আৰু ৰাম-লক্ষ্মণো বনলৈ গ'ল, তুমি এতিয়া এই ৰাজ্য গ্ৰহণ কৰাঁ। এই বিশাল ৰাজ্য সকলোপ্ৰকাৰে সুখপ্ৰদ আৰু নিষ্কণ্টক হৈ পৰিছে। ৩২ ॥

তেতিয়া ধৰ্ম্মাত্মা ভৰতে এইদৰে ক'লে, হায় কুল-কলঙ্কিনী, তুমি অতি নিষ্ঠুৰ কাম কৰিলা। ধনৰ লোভত স্বামীক বধ কৰি বংশৰ উচ্ছেদ সাধন কৰিলা, মোৰ ওপৰত কলঙ্কৰ বোজা জাপি দিলা। আই, তোমাৰ কামনা পূৰ্ণ হওক—এই বুলি কৈ কান্দিবলৈ ধৰিলে। ৩৩-৩৪ ॥

ভৰতে নিজৰ চৰিত্ৰ শোধন কৰিলে অৰ্থাৎ কৈকেয়ীয়েহে এইবিলাক কৰিলে, মই কৰা নাই, এই বুলি সকলোকে কৈ ভৰতে ৰামক ওভতাই আনো বুলি ওলাল। ৩৫ ॥

কৌশল্যা, কৈকেয়ী আৰু সুমিত্ৰাক যানত তুলি আগ কৰি দি শত্ৰুঘ্নেৰে সৈতে ভৰত অতি দুঃখ মনেৰে যাবলৈ ধৰিলে। ৩৬ ॥

বশিষ্ঠ বামদেৱেৰে সৈতে আন আন হাজাৰ হাজাৰ ব্ৰাহ্মণ, পুৰবাসী আৰু গ্ৰামবাসী প্ৰজা—সকলোৰে সৈতে ভৰত ৰামক ওভতাই আনিবলৈ গ'ল। ৩৭ ॥

ভৰতে গৈ তপস্বীৰ বেশধাৰী ধনুৰ্দ্ধৰ ৰামক লক্ষ্মণেৰে সৈতে চিত্ৰকূট পৰ্ব্বতত দেখা পালে। ৩৮ ॥

পিতৃৰ আজ্ঞা পালনকৰী ৰামচন্দ্ৰই ভৰতক ভাবপৰা পঠিয়াই দিয়াত তেওঁ ৰামৰ পাদুকা আগত লৈ নন্দীগ্ৰামত ৰাজ্য পালন কৰিবলৈ ধৰিলে। ৩৯ ॥

নগৰবাসীসকল আকৌ আহিব পাৰে বুলি সন্দেহ কৰি ৰাম মহাৰণ্যত সোমাই শৰভঙ্গ মুনিৰ আশ্ৰমত প্ৰৱেশ কৰিলে। ৪০ ॥

ৰামে শৰভঙ্গ মুনিক যথোচিত সম্বৰ্দ্ধনা কৰি আৰু সৎকাৰ কৰি গোদাৱৰী নদীৰ পাৰত থকা ৰমণীয় দণ্ডকাৰণ্যত বাস কৰিবলৈ ধৰিলে। ৪১ ॥

দণ্ডকাৰণ্যত বাস কৰা ৰামচন্দ্ৰৰ লগত, শূৰ্পণখাই লগাই দিয়াত, দণ্ডকাৰণ্য-বাসী খৰৰ লগত দুৰ্ঘোৰ শত্ৰুতা হৈছিল। ৪২ ॥

ধৰ্ম্মবৎসল ৰামচন্দ্ৰই তপস্বীসকলক ৰক্ষা কৰাৰ কাৰণে পৃথিৱীত থকা চৈধ্য হাজাৰ ৰাক্ষস বধ কৰিছিল। ৪৩ ॥

বুদ্ধিমান ৰাঘৱ ৰামচন্দ্ৰই মহা বলৱান খৰ আৰু দুষণক বধ কৰি সেই ধৰ্ম্মা-ৰণ্যখন নিৰাপদ কৰিছিল। ৪৪ ॥

এই ৰাক্ষসবিলাক বধ হোৱাৰ পিছত নাক আৰু ওঁঠ কটা যোৱা শূৰ্পণখা ককায়েক ৰাৱণৰ থকা ঠাই লঙ্কালৈ গ'ল। ৪৫ ॥

তাৰ পাছত শুকাই থকা তেজেৰে মুখখন ৰাঙলী হৈ থকা, দুঃখতে মূৰ্চ্ছিত হোৱা যেন হৈ শূৰ্পণখা ককায়েক ৰাৱণৰ ওচৰ পাই ভৰিত পৰি গ'ল। ৪৬

তাইক তেনেকুৱা অৱস্থাত দেখি ৰাৱণ খঙতে দাঁত কৰচি সিংহাসনৰপৰা উঠিল। ৪৭ ॥

তেওঁ নিজৰ মন্ত্ৰীবিলাকক তাৰপৰা পঠিয়াই দি ৰাজসভা ভঙ্গ কৰি তাইক অকলশৰীয়াকৈ ক'লে, শূৰ্পণখা, মোক আগ্ৰাহ্য কৰি মোৰ কথা নেভাবি কোনে তোমাৰ এই অৱস্থা কৰিলে? ৪৮ ॥

কোনে সুতীক্ষ্ণ শূলেৰে গোটেইটো গা খঁচিলে, কোন মূৰত জুই তুলি লৈ বিশ্ৰস্তভাৱে সুখেৰে শুই আছে? ঘোৰ বিষাক্ত সাপক কোনে ভৰিৰে গোৰ মাৰি দিলে আৰু কোনে কেশৰী সিংহৰ দাঁতত হাত লগাই জীয়াই আছে? ৪৯-৫০ ॥

জুই লগা গছ যিদৰে ৰাতি হ'লে নিজৰ খোন্দৰপৰা ওলোৱা জুইৰে জ্বলি উঠে, সেইদৰে ৰাৱণো জুই-ফিৰিঙতি ওলোৱাদি ওলোৱা কথাৰ সোঁতত নিজে নিজে জ্বলি উঠিল। ৫১ ॥

ভনীয়েক শূৰ্পণখাই খৰ-দুষণৰ বিনাশ আৰু ৰাক্ষসবিলাকৰ পৰাভৱ হোৱা আদি সমুদায় কথা কৈ ৰামৰ পৰাক্ৰম বৰ্ণনা কৰিলে। ৫২ ॥

তেতিয়া ৰাৱণ কৰ্ত্তব্য স্থিৰ কৰি লৈ ভনীয়েকক সান্ত্বনা দি নগৰ-ৰক্ষাৰো যথোচিত বন্দবস্ত কৰি ওপৰলৈ উৰিল। ৫৩ ॥

ত্ৰিকূট পৰ্ব্বত আৰু কাল পৰ্ব্বত অতিক্ৰম কৰি মকৰ আদি জল-জন্তুৰ বাস-স্থান গভীৰ জলৰাশিৰে পৰিপূৰ্ণ মহাসমুদ্ৰ দেখা পালে। ৫৪ ॥

দশানন ৰাৱণ এই মহাসমুদ্ৰ অতিক্ৰম কৰি মহাত্মা শূলপাণি মহাদেৱৰ প্ৰিয় স্থল গোকৰ্ণ পৰ্ব্বত পালেগৈ। ৫৫ ॥

আগেয়ে বিশ্বামিত্ৰৰ যজ্ঞত ৰামৰপৰা ভয় পাই তপস্যা কৰি থকা তেওঁৰ আগৰ মন্ত্ৰী মাৰীচৰ ওচৰত উপস্থিত হ'ল। ৫৬ ॥

ইতি মহাভাৰতৰ বনপৰ্ব্বৰ অন্তৰ্গত ৰামোপাখ্যান-পৰ্ব্বত ৰামৰ বনগমন -আখ্যান-নামৰ সপ্তসপ্তত্যধিক - দ্বিশততম আধ্যায়। ২৭৭ ॥

॥ অধ্যায় ২৭৮॥

## ॥ মাৰীচ-বধ আৰু সীতা-হৰণ ॥

মাৰ্কণ্ডেয়ই ক'লে, মাৰীচে ৰাৱণক অহা দেখি লৰালৰিকৈ উঠি ফল-মূল আদিৰে সংকাৰ কৰি অৰ্চ্চনা কৰিলে। ১ ॥

ৰাৱণ বিশ্ৰাম কৰি বহিলত নিজেও বহিল আৰু কথা জনা মাৰীচে কথাত নিপুণ ৰাৱণক বহু অৰ্থযুক্ত মধুৰ বাক্যেৰে কবলৈ ধৰিলে, ২ ॥

আপোনাৰ মুখৰ বৰণ অস্বাভাৱিক হৈছে দেখোন? আপোনাৰ নগৰত সকলোৰে মঙ্গল নে? প্ৰজাবিলাকে আপোনাক আগৰ দৰে মানি চলিছেনে? ৩ ॥

হে ৰাক্ষসেশ্বৰ, আপোনাৰ ইয়ালৈ অহাৰ কাৰণ কি? মযেই বা কি কাৰ্য্য সাধন কৰিব লাগিব? অতি দুষ্কৰ হ'লেও সেই কাৰ্য্য মই কৰা বুলিয়েই ভাবিব। ৪ ॥

তেতিয়া ৰাৱণে শূৰ্পণখাৰ নাক-কটা, খৰ-দূষণক বধ কৰা আদি যি যি কাৰ্য্য ৰামে কৰিছে, সেই সমুদায় কথাকেই ক্ৰোধ আৰু ভৰ্ৎসনাযুক্ত বাক্যেৰে মাৰীচৰ আগত সংক্ষেপে বৰ্ণালে। ৫ ॥

ৰাৱণৰ কথা শুনি মাৰীচে কৈ উঠিল, আপুনি ৰামৰ ওচৰলৈ নেযাব, মই সেই মহাত্মাৰ পৰাক্ৰম জানো, তেওঁৰ বাণৰ বেগ সহ্য কৰিবলৈ কোনো সমৰ্থ নহয়। ৬ ॥

আৰু সেই পুৰুষশ্ৰেষ্ঠ ৰামেই ময়ো সন্ন্যাস-ধৰ্ম্ম ল'ব লগা হোৱাৰ প্ৰধান কাৰণ।৭ ॥

কোন দুৰাত্মাই আপোনাক মৃত্যুৰ মুখলৈ যাবলৈ ক'লে? মাৰীচে এইদৰে কোৱাত ৰাৱণে তাক ভৰ্ৎসনা কৰি খঙেৰে ক'লে, ৮ ॥

তই যদি মোৰ কথামতে কাম নকৰ তেনেহ'লে তোৰ মৃত্যু নিশ্চয়। মাৰীচে ভাবিলে, মৰণ হ'ব লাগিলে বিশিষ্ট ব্যক্তিৰ হাতত মৰাই ভাল। ৯ ॥

মোৰ মৰণ নিশ্চিতই যেতিয়া ইয়াৰ কথামতেই কাম কৰোঁ—এইদৰে ভাবি মাৰীচে ৰাক্ষসশ্ৰেষ্ঠ ৰাৱণক কলে, ১০ ॥

আপোনাৰ কি কাৰ্য্য কৰিব লাগিব কওক, মোৰ ইচ্ছা নাথাকিলেও মই সেই কাৰ্য্য সাধন কৰিম। ১১ ॥

ৰাৱণে মাৰীচক ক'লে, তুমি ৰত্নৰ শিং আৰু ৰত্নময় চিত্ৰ-বিচিত্ৰ নোম থকা পহু এটা হৈ সীতাক প্ৰলোভন দেখুওৱাগৈ। সীতাই তোমাৰ এনেকুৱা মৃগ-ৰূপ দেখি নিশ্চয় মাৰিবলৈ ৰামক পঠাব। ১২ ॥

ৰাম তাৰপৰা গ'লে সীতা মোৰ বশ হ'ব, মই তেওঁক লৈ গুচি আহিম। পাছত সীতাৰ বিয়োগৰ-শোকত দুৰ্ব্বুদ্ধি ৰামো মৰিব, তুমি মোক এইখিনি সাহায্য কৰা। ১৩ ॥

ৰাৱণে এইদৰে কোৱাত মাৰীচে নিজৰ প্ৰেতকাৰ্য্য আদি কৰি ল'লে, আৰু দুঃখিত মনেৰে ৰাৱণৰ পাছে পাছে যাবলৈ ধৰিলে। ১৪ ॥

তাৰ পাছত অনায়াসে মহৎ কাৰ্য্য কৰিব পৰা শ্ৰীৰামচন্দ্ৰৰ আশ্ৰম পাই দুয়ো জনে আগেয়ে মন্ত্ৰণা কৰামতে সমুদায় কাম কৰিলে। ৰাৱণ ত্ৰিদণ্ডধাৰী, মুণ্ডিত-মস্তক, কমণ্ডলুধাৰী এজন সন্যাসী হ'ল আৰু মাৰীচো পহু এটা হ'ল, আৰু উভয়ে সেই ঠাইলৈ গ'ল। মৃগ-ৰূপধাৰী মাৰীচ সীতাৰ আগত দেখা দিলে। ১৫-১৭ ॥

বিধাতাৰ বিধানমতে সীতাই সেই পহু মাৰি দিবলৈ ৰামক পঠিয়ালে। ৰামো সীতাৰ প্ৰিয় কাৰ্য্য কৰিবলৈ বুলি হাতত ধনুলৈ লৰালৰিকৈ ওলাল। ১৮ ॥

ৰামে হাতত ধনু আৰু খড়্গ লৈ আঙুলিত অঙ্গুলিৰক্ষক আৰু পিঠিত তূণ বান্ধি সীতাক ৰক্ষা কৰিবলৈ লক্ষ্মণক থৈ মৃগৰ লোভত ব্ৰহ্মাই মৃগ-ৰূপ ধৰি মৃগ-ৰূপিণী নিজ কন্যা তাৰাক ৰমণ কৰিবলৈ ইচ্ছা কৰি খেদি যাওঁতে সেই মৃগৰূপিণী তাৰাক বধ কৰিবলৈ মহাদেৱ যিদৰে হাতত ধনু লৈ পাছে পাছে খেদি গৈছিল, সেইদৰে মৃগৰূপী মাৰীচক খেদি গ'ল। মৃগৰূপী ৰাক্ষসো কেতিয়াবা নেদেখা হৈ, কেতিয়াবা দেখা দি যাবলৈ ধৰিলে। ২০ ॥

এইদৰে সি ৰামক বহু দূৰলৈ লৈ গ'ল, তেতিয়াহে ৰামে তাক ৰাক্ষস বুলি জানিব পাৰি মৃগ-ৰূপী ৰাক্ষসক অমোঘ বাণ মাৰি বধ কৰিলে। ২১ ॥

তেতিয়া সেই ৰাক্ষসে ৰামৰ বাণত মৰিবলৈ ওলাই ৰামৰ মাতৰ অনুকৰণ কৰি 'হায় সীতা' 'হায় লক্ষ্মণ". বুলি আতুৰ মাতেৰে চিঞৰি দিলে। বিদেহ নন্দিনী সীতাই এই করুণ স্বৰ শুনিবলৈ পালে। যি ফালৰপৰা শব্দ আহিছিল সেইফাললৈ সীতা লৰি যাবলৈ ওলোৱাত লক্ষ্মণে তেওঁক ক'লে, হে ভীৰু, আপুনি ভয় নকৰিব, ৰামক কোনে প্ৰহাৰ কৰিব পাৰে? শুচিস্মিতা, অলপ পাছতেই আপুনি আপোনাৰ স্বামী ৰামক দেখা পাব। ২৩-২৪ ॥

লক্ষ্মণে এইদৰে কোৱাত সীতাই তেওঁক সন্দেহ কৰি কান্দিবলৈ ধৰিলে। ২৪-২৫ ॥

নিৰ্ম্মল চৰিত্ৰ - ভূষণেৰে বিভূষিতা সীতা। স্ত্ৰী-স্বভাৱ হেতুকে তেওঁৰ সেই চৰিত্ৰ নেথাকিল। পতিব্ৰতা, সাধ্বী সীতাই লক্ষ্মণক কঠুৱা কথা কবলৈ আৰম্ভ কৰিলে, ২৬ ॥

মুৰ্খ, তুমি মনে মনে যি ভাবিছা সেই অভিপ্ৰায় তোমাৰ সিদ্ধ নহ'ব। মই অস্ত্ৰেৰে আত্মহত্যা কৰিম, অথবা পৰ্ব্বতৰ শৃঙ্গৰপৰা জঁাপ দিম, কিম্বা জুইত

প্ৰৱেশ কৰিম, তথাপিতো মই মোৰ স্বামী ৰামক এৰি তোমাক নভজোঁ। ৰাঘিনীয়ে কেতিয়াও শিয়ালক নভজে। সীতাৰ এই কথা শুনি সচ্চৰিত্ৰবান ৰামৰ প্ৰিয় ভ্ৰাতৃ লক্ষ্মণে কাণ দুখনত আঙুলি দিলে, আৰু ৰাম যিফালে গৈছিল সেই-ফালে যাবলৈ ধৰিলে। ২৭-২৯ ॥

ধনুৰ্দ্ধৰ লক্ষ্মণে তেতিয়া ৰামৰ খোজ চাই গৈছিলৈ সীতাক নেদেখা হ'ল। ৩০ ॥

এই সময়তে অনিন্দিতা সীতাক হৰণ কৰিবলৈ ইচ্ছা কৰি ছাইৰে ঢাকি থোৱা জুইৰ নিচিনা যতি বেশেৰে নিজকে লুকুৱাই অমঙ্গলীয়া ৰাক্ষস ৰাৱণে মঙ্গলময় ৰূপ ধৰি আহি দেখা দিলে। ৩১-৩২

ধাৰ্ম্মিকা জনক-কন্যা সীতাই তেওঁক অহা দেখি ফল-মূল আৰু আসন আদিৰে অভ্যৰ্থনা কৰিলে। ৩৩ ॥

ৰাক্ষসৰাজ ৰাৱণে সেই সকলোবিলাকৰ ফালে চকু-কাণ নিদি নিজৰ ৰূপ প্ৰকাশ কৰি সীতাক এইদৰে সান্ত্বনা দিবলৈ ধৰিলে, ৩৪ ॥

হে সীতা, ৰাক্ষসবিলাকৰ ৰজা মই ৰাৱণ নামে বিখ্যাত। সমুদ্ৰৰ পাৰত লঙ্কা নামে মোৰ মনোহৰ ৰাজধানী। হে সুশ্ৰোণী, তুমি মোৰ ভাৰ্য্যা হোৱাঁ। তুমি তাত নৰ-নাৰীবিলাকৰ মাজত মোৰে সৈতে সুশোভিতা হৈ থাকিবা। তপস্বী ৰামক এৰাঁ। ৩৫-৩৬ ॥

পাছত তাৰ এনেকুৱা বহুতো কথা শুনি সীতাই কাণত আঙুলি দিলে আৰু 'এনেকুৱা কথা নকৰি' বুলি ক'বলৈ ধৰিলে, ৩৭ ॥

নক্ষত্ৰবিলাকেৰে সৈতে স্বৰ্গখন খহি পৰিব, পৃথিৱী চূৰ্ণ-বিচূৰ্ণ হ'ব, জুই শীতল হ'ব, তথাপি মই ৰামক পৰিত্যাগ নকৰোঁ। ৩৮ ॥

গণ্ডস্থল ভেদ কৰি মদ ঢ়ৱিত হোৱা বনচাৰী মহাগজক এৰি হস্তিনীয়ে কেতি-য়াবা গাহৰিক স্পৰ্শ কৰেনে? ৩৯।

মধু-পুষ্প আৰু মৌজোলেৰে তৈয়াৰ কৰা সুৰা পান কৰি কোনোবাই কাজি পানী খাবলৈ ইচ্ছা কৰে নে, বা কাজি পানীৰ কথা ভাবিব পাৰেনে? ৪০ ॥

সীতা এইদৰে কৈ তাক খঙতে ওঠ কঁপাই বাৰে বাৰে হাত জোকাৰি আশ্ৰমৰ ভিতৰ সোমাল। ৪১ ॥

ৰাৱণে খঙতে অচেতন হোৱা সুশ্ৰোণী সীতাক কঠুৱা কথাৰে ভৰ্ৎসনা কৰি লৰালৰিকৈ গৈ আশ্ৰমৰ ভিতৰলৈ সোমোৱাত বাধা দিলে আৰু চুলিত ধৰি লৈ ওপৰলৈ উৰা মাৰিলে। ৪২ ॥

তাৰ পাছত পৰ্ব্বতৰ ওপৰত থকা গৃধ্ৰৰাজ জটায়ুৱে ৰাৱণে হৰণ কৰি লৈ যোৱা আৰু "হে ৰাম হে ৰাম" বুলি কন্দা দুখুনী সীতাক দেখা পালে। ৪৩ ॥

ইতি মহাভাৰতৰ বনপৰ্ব্বৰ অন্তৰ্গত ৰামোপাখ্যান-পৰ্ব্বত মাৰীচ-বধ আৰু সীতা-হৰণ নামৰ অষ্টসপ্তত্যধিক-দ্বিশততম আধ্যায় ॥ ২৭৮ ॥

ৰাম ভায়েকক দেখি ৰাক্ষসৰ বাসভূমি অৰণ্যৰ মাজত সীতাক অকলে এৰি তুমি কিয় আহিলা বুলি কৈ লক্ষ্মণক নিন্দা কৰিলে। ১৪ ॥

মৃগ-ৰূপ ধৰি ৰাক্ষসে তেওঁক দূৰলৈ লৈ অহা আৰু লক্ষ্মণে সীতাক এৰি অহাৰ কথা ভাবি ৰামৰ অনুতপ্ত হৈছিল। ১৫ ॥

ৰাম অনুতাপ কৰি সৰ্বাঙ্গবিকৈ আহিবলৈ ধৰিলে 'আৰু ক'লে, লক্ষ্মণ, সীতা জীয়াই আছেনে? আমি তেওঁক দেখা পামগৈনে?' ১৬ ॥

তেতিয়া লক্ষ্মণে সীতাই ঋষিবিলাক কঁথ নলগা অপ্ৰিয় কথা কৈছিল, সেই সকলোবিলাক ৰামৰ আগত ক'লে। ১৭ ॥

অনুতপ্ত-হৃদয় ৰামচন্দ্ৰ লৰালৰিকৈ আশ্ৰমলৈ যাবলৈ ধৰিলে, এনেতে আগত পৰ্ব্বত-প্ৰমাণ শগুণ এটা মৰি পৰি থকা দেখা পালে। ১৮ ॥

তাৰ পাছত লক্ষ্মণেৰে সৈতে ৰামচন্দ্ৰই তাক দেখি ৰাক্ষস বুলি ভাবি মহা-ধনুত গুণ দি তালৈ খেদা মাৰি গ'ল। ১৮ ॥

তেজস্বী জটায়ুৱে ৰাম আৰু লক্ষ্মণক ক'লে, তোমালোকৰ মঙ্গল হওক, মই গৃধ্ৰৰাজ, দশৰথৰ সখিয়েক হওঁ। ১০ ॥

তেওঁৰ সেই কথা শুনি, এওঁ কোন, আমাৰ পিতাৰ নাম লৈছে দেখোন, বুলি কৈ দুয়োজনে ধনু সামৰিলে। ২১ ॥

তাৰ পাছত তেওঁলোক দুয়োজনে পাখি কটা চৰাইটো দেখা পালে। জটায়ুৱে তেওঁলোক দুয়োৰো আগত সীতাক ৰক্ষা কৰিবলৈ যাওঁতে যে ৰাৱণে তেওঁক বধ কৰিলে এই কথা ক'লে। ২২ ॥

ৰামে জটায়ুক সুধিলে, ৰাৱণ কোন ফালে গ'ল? গৃধ্ৰ মূৰটো জোকাৰি সিমৰ কথা মৰি থাকিল। ২৩ ॥

ৰামেও তেওঁৰ ইঙ্গতমতে দক্ষিণ দিশ বুলি জানিব পাৰিলে আৰু পিতাকৰ সখিয়েকৰ সসম্মানে অন্ত্যেষ্টি সংস্কাৰ কৰিলে। ২৪ ॥

তেওঁলোকে আশ্ৰমলৈ গৈ দেখিলে, মৃগচৰ্ম্ম, কঁঠ আদি আশ্ৰমৰ বস্তুবিলাক ইকাষে-সিকাষে পৰি সিঁচৰতি হৈ ভাগি পৰি আছে, আৰু শই শই শিয়ালবিলাক আহি ভৰি পৰিছে। ২৫ ॥

সীতা-হৰণৰ দুঃখত পীড়িত, দুঃখ আৰু শোকত আতুৰ হৈ শত্ৰুতাপনকাৰী ভাতৃ দুজন দণ্ডকাৰণ্যৰ দক্ষিণফাললৈ যাবলৈ ধৰিলে। ২৬ ॥

সেই মহাবনত লক্ষ্মণেৰে সৈতে ৰামে দেখিলে, পশুবিলাকে চাৰিওফালে যেনিয়ে তেনিয়ে লৰা-ঢপৰা কৰিবলৈ ধৰিছে। ২৭ ॥

জ্বলি উঠা দাবানলৰ দৰে প্ৰাণীবিলাকৰ ঘোৰ শব্দ হ'ল, এই সময়তে তেওঁলোক দুয়োজনে এটা ভয়ঙ্কৰ কবন্ধ দেখা পালে। ২৮ ॥

কবন্ধটোৰ আকৃতি ভয়ঙ্কৰ মেঘ আৰু পৰ্ব্বতৰ নিচিনা, কাঁইটৰ দৰে লোম, গুৰুগম্ভীৰ

সেই কাৰণে তুমি তেওঁৰ লগ লৈ তোমাৰ দুখৰ কথা কোৱা, তেওঁৰ আৰু তোমাৰ হবে। তেওঁ তোমাক সাহায্য কৰিব। ৪৬ ॥

আমি ইয়াতকৈইহে ক'ব নোৱাৰো। ৰামচন্দ্ৰই সুগ্ৰীৱক বানৰৰ ৰজা ঠাই জানে। তুমি নিশ্চয় সীতাক দেখিবলৈ পাবা। ৪৭ ॥

এই বুলি কৈয়েই সেই দিব্যদৰ্শন পুৰুষ অন্তৰ্ধান হ'ল, যাৰ ৰাম-লক্ষ্মণ উভয়ে বৰ আচৰিত হ'ল। ৪৮ ॥

ইতি মহাভাৰতৰ বনপৰ্বৰ অন্তৰ্গত ৰামোপাখ্যান-পৰ্বত কবন্ধ-বধ নামক একোনাশীত্যধিক-দ্বিশততম অধ্যায়। ২৭৯ ॥

## ॥ অধ্যায় ২৮০ ॥

## ॥ সীতাৰ প্ৰতি ত্ৰিজটাৰ সান্ত্বনা ॥

সীতা-হৰণৰ দুখতে আতুৰ হোৱা ৰামচন্দ্ৰই পম্পাৰ পাৰত অলপ দূৰতে বহু পৰিমাণে পদুম ফুল আৰু তেনে ফুল থকা পম্পা সৰোবৰ দেখা পালে। ১ ॥

অমৃতৰ নিচিনা সুগন্ধযুক্ত সুশীতল বতাহ গাত লগাত সেই বনতেই ৰামচন্দ্ৰৰ সীতাৰ কথা মনত পৰিল। ২ ॥

কাম-বাণত সন্তপ্ত হৈ ৰাজেন্দ্ৰ ৰামচন্দ্ৰই সীতাক বাৰে বাৰে স্মৰণ কৰি বিলাপ কৰিবলৈ ধৰিলে, পিছে সেই অৱস্থাত লক্ষ্মণে তেওঁক কৈছিল, ৩ ॥

হে মানদ, আপুনি জ্ঞানবৃদ্ধ, আত্মজয়ী পুৰুষ। ব্যাধিৰ নিচিনা এনেকুৱা ভাবে আপোনাক স্পৰ্শ কৰিব নালাগে। ৪ ॥

সম্প্ৰতি সীতা আৰু ৰাৱণৰ খবৰ পোৱা গৈছে। এতিয়া আপুনি বুদ্ধি আৰু যত্নেৰে সীতাক উদ্ধাৰ কৰা কাৰ্য্য সফল কৰক। ৫ ॥

মই একাধাৰে আপোনাৰ শিষ্য, ভৃত্য আৰু সহায়ক আছো যেতিয়া আপুনি আশ্বস্ত হওক। বলক, আমি পৰ্বতত বাস কৰা বানৰৰাজ সুগ্ৰীৱৰ ওচৰলৈ যাওঁ। ৬ ॥

এইদৰে বহুবিধ কথাৰে লক্ষ্মণে ৰামক সান্ত্বনা দিয়াত তেওঁ প্ৰকৃতিস্থ হ'ল, আৰু কৰ্তব্যত মনোনিৱেশ কৰিবলৈ ধৰিলে। ৭ ॥

বীৰ ভ্ৰাতৃদ্বয়—ৰাম আৰু লক্ষ্মণ—পম্পাৰ পানীত গা ধুই পিতৃসকলৰ তৰ্পণ কৰি তাৰপৰা গ'ল। ৮ ॥

তেওঁলোক দুজনে বহু ফল-মূলেৰে পৰিপূৰ্ণ গছেৰে ভৰি থকা, ঋষ্যমূক পৰ্বত পাই পৰ্বতৰ ওপৰত পাঁচোটা বান্দৰ দেখা পালে।

সুগ্ৰীৱৰ [illegible] কাৰ্য্যসাধন হ'বে বুলি জ্ঞানৱান্ হনুমন্তক ৰাম [illegible] ওচৰলৈ পঠিয়াই দিছে। ১০ ॥

হে মহাৰাজ, হনুমানৰ দ্বাৰা সৎকাৰিত হৈ তেওঁলোক দুজন সুগ্ৰীৱৰ ওচৰলৈ আহি জুই সাক্ষী কৰি ৰাম আৰু সুগ্ৰীৱৰ মাজত মিত্ৰতা হৈছে। ১১ ॥

ৰামৰ কাৰ্য্য সুগ্ৰীৱক জনোৱাত ৰাক্ষসবিলাকে হৰণ কৰি নিয়া সীতাই তেওঁলোকৰ ওচৰত পেলাই দিয়া সেই অলংকাৰবোৰ ৰামক দেখুৱালে। ১২ ॥

ৰামচন্দ্ৰই সীতাৰ অলংকাৰ দেখি প্ৰত্যয় পালে আৰু বানৰৰ অধিপতি সুগ্ৰীৱক [illegible] পৃথিৱীৰ সকলো বানৰৰ ওপৰত ৰজা পাতি অভিষেক কৰিলে। ১৩ ॥

আকৌ তেওঁ যুদ্ধত বালীক বধ কৰিম বুলি প্ৰতিজ্ঞা কৰিলে, [illegible] সুগ্ৰীৱেও সীতাক পুনঃ আনি দিম বুলি প্ৰতিজ্ঞা কৰিলে। ১৪ ॥

এইদৰে পৰস্পৰে প্ৰতিজ্ঞাবদ্ধ হৈ পৰস্পৰে পৰস্পৰক বিশ্বাস কৰি যুদ্ধ কৰিবলৈ ইচ্ছা কৰি কিষ্কিন্ধ্যাত সৈ সকলোটি থাকিবলৈ ল'লে। ১৫ ॥

সুগ্ৰীৱে কিষ্কিন্ধ্যালৈ গৈ ভয়ঙ্কৰ সিংহনাদ কৰিবলৈ ধৰিলে, বালীয়ে সহ্য কৰিব নোৱাৰিলে, কিন্তু তাৰাই নিষেধ কৰিলে। ১৬ ॥

তাৰাই ক'লে, বানৰ সুগ্ৰীৱে যিদৰে সিংহনাদ কৰিছে, মই ভাবোঁ, তেওঁ কাৰোবাৰ আশ্ৰয় পাইছে। গতিকে, আপুনি যুদ্ধলৈ যোৱা উচিত নহয়। ১৭ ॥

তেতিয়া সুবৰ্ণ-মালাৰে বিভূষিত তাৰাপতি বানৰৰাজ বালীয়ে চন্দ্ৰমুখী তাৰাক ক'লে, ১৮ ॥

তুমি বুদ্ধিমতী, সকলো প্ৰাণীৰে মাত বুজা, তুমি ভাবি চোৱাঁ, মোৰ [illegible] অধম ভায়ে কাৰ আশ্ৰয় পাইছে। ১৯ ॥

অলপমান সময় ধ্যান কৰি চন্দ্ৰৰ নিচিনা শোভাময়ী জ্ঞানৱতী তাৰাই বালীক ক'লে, হে কপীশ্বৰ, কওঁ শুনক। ২০ ॥

দশৰথ ৰজাৰ, পুত্ৰ ৰামচন্দ্ৰৰ ভাৰ্য্যা অপহৃতা হৈছে; সেই ধনুৰ্দ্ধাৰী ৰামে সুগ্ৰীৱৰ লগত মিত্ৰতা কৰি উভয়ৰে শত্ৰু আৰু মিত্ৰক উভয়ে সমানভাৱে ভাবিব বুলি প্ৰতিজ্ঞা কৰিছে। সুগ্ৰীৱৰ শত্ৰু আৰু মিত্ৰই ৰামৰো শত্ৰু আৰু মিত্ৰ,— দুয়োৰো ভিতৰত এনেকুৱা কথা হৈছে। ২১ ॥

মহা বলৱান্, অপৰাজেয়, কোনেও পৰাজয় কৰিব নোৱাৰা, মেধাৱী, বুদ্ধিমান লক্ষ্মণ নামে তেওঁৰ ভায়েকো কাৰ্য্য-সিদ্ধিৰ কাৰণে তেওঁৰ লগতে আছে। ২২ ॥

সুগ্ৰীৱৰ মন্ত্ৰী মৈন্দ, দ্বিবিদ, পৱনকুমাৰ হনুমান আৰু ভালুকৰ ৰজা জাম্বুৱানো আছে। ২৩ ॥

এই [illegible] এটাই কেইজনে মহা বলৱান আৰু বুদ্ধিমান ৰামৰ পৰাক্ৰমৰ আশ্ৰয়ত তেওঁলোক তোমাক বধ কৰিবলৈ সমৰ্থ হ'ব। ২৪ ॥

[illegible] বুলি জানি [illegible] হৈ বানৰাধিপতি বালীয়ে তাৰাক [illegible] [illegible] কৰিলে। ২৫ ॥

তাৰাক কটুৱা কথাৰে ভৎ’সনা কৰি স্বহাৰ মুখবণৰ্মা ভ্ৰাই প’ল আৰু ৰক্তাৰাম পৰ্ব্বতত থকা সুগ্ৰীৱক কবলৈ ধৰিলে, ২৬ ॥

আগেয়ে তোক মই কেইবাবাৰো পৰাস্ত কৰিছো। তোৰ জীয়াই থাকিবলৈ বৰ ইচ্ছা, সেই কাৰণে মোৰ জ্ঞাতি বুলি তোক মেখাৰি, এৰি দিছো।' এতিয়া আকৌ মৰিবলৈ ইমান খৰখেদা লগাইছ কিয়? ২৭ ॥

বালীয়ে এইদৰে কোৱাত শত্ৰুঘাতী সুগ্ৰীৱে ৰামক সম্বোধন কৰি মৰণ-কাল উপস্থিত হোৱা বালীক এইদৰে যুক্তিপূৰ্ণ বাক্য কবলৈ ধৰিলে, ২৮ ॥

হে ৰজা, তুমি মোৰ ৰাজ্য আৰু ভাৰ্য্যা হৰণ কৰি নিছা, এনেস্থলত মই জীয়াই থাকোঁ কেনেকৈ? সেই বাবেহে যুদ্ধ কৰিবলৈ আহিছো বুলি জানিবা। ২৯ ॥

এইদৰে বহুতো তৰ্ক-বিতৰ্ক কৰি বালী আৰু সুগ্ৰীৱ দুয়োজনে শাল, তাল আৰু শিল আদি লৈ যুদ্ধ কৰিবলৈ আৰম্ভ কৰিলে। ৩০ ॥

তেওঁলোকে দুজনে সিজনক আঘাত কৰিবলৈ ধৰিলে। কেতিয়াবা দুয়োজনেই মাটিত পৰি যায়, কেতিয়াবা দুয়ো বেগ চাই ঘূৰি ফুৰে আৰু পৰস্পৰে মুষ্ট্যাঘাত কৰে। ৩১ ॥

নখ আৰু দাঁতৰ আঘাতত দুয়োজনেই ক্ষত-বিক্ষত হোৱাত তেজেৰে বাঙলী হোৱা উভয়ে ফুলি থকা পলাশ গছৰ নিচিনা শোভা পাইছিল। ৩২ ॥

যুদ্ধ কৰি থাকোঁতে তেওঁলোকক চিনি উলিয়াবলৈ টান হোৱাত হনুমানে গৈ সুগ্ৰীৱৰ ডিঙিত এধাৰ মালা দি দিলে। ৩৩ ॥

তেতিয়া বীৰ সুগ্ৰীৱ কণ্ঠৰ মালাৰে মেঘমালা-বিভূষিত শ্ৰীমান মলয় মহা পৰ্ব্বতৰ নিচিনা শোভা পাইছিল। ৩৪ ॥

সুগ্ৰীৱক চিন দিয়া দেখি ৰামে বালীক লক্ষ্য কৰি তেওঁৰ শ্ৰেষ্ঠ মহাধনুত টান দিলে। ৩৫ ॥

বিস্ফাৰিত ধনুখন এটা যন্ত্ৰৰ দৰে শোভা পাইছিল। বালীয়ে বুকুত বাণৰ আঘাত পাই বৰ ভয় খালে। ৩৬ ॥

বালীৰ হৃদয় ভেদ হোৱাত মুখেৰে তেজ বতিয়াবলৈ ধৰিলে আৰু লক্ষ্মণেৰে সৈতে থকা ৰামক দেখা পালে। ৩৭ ॥

বালী ৰামচন্দ্ৰক নিন্দা কৰি মূৰ্চ্ছিত হৈ মাটিত পৰি প’ল। তাৰাই সেই চন্দ্ৰৰ নিচিনা তেজস্বী বালীক মাটিত পৰি থকা দেখিলে। ৩৮ ॥

বালীৰ মৃত্যু হোৱাৰ পাছত সুগ্ৰীৱে স্বামীহীন চন্দ্ৰমুখী তাৰাৰে সৈতে কিষ্কিন্ধ্যাৰ আধিপত্য লাভ কৰিলে। ৩৯ ॥

ৰামেও সুগ্ৰীৱৰ দ্বাৰা অভ্যৰ্থিত হৈ ৰমণীয় মাল্যৱান পৰ্ব্বতত চাৰি মাহ কাল বাস কৰিলে। ৪০ ॥

ইফালে ৰাৱণেও সীতাক লঙ্কালৈ লৈ গৈ নন্দন-বনৰ নিচিনা সুন্দৰ, তপস্বীৰ আশ্ৰমৰ নিচিনা অশোক-বনৰ ওচৰত এটা সুন্দৰ ঘৰত থৈ দিলে। ৪১ ॥

স্বামীৰ চিন্তাত খীণাই যোৱা, তপস্বিনীৰ বেশধাৰিণী, তপস্যা-পৰায়ণা, আয়ত-লোচনা সীতা উপবাস কৰি কেতিয়াবা ফলমূল ভোজন কৰি অতি দুখেৰে কাল কৰিবলৈ ধৰিলে। ৪২-৪৩ ॥

ৰাক্ষসাধিপতি ৰাৱণে বৰ্চি, তৰোৱাল, কুঠাৰ, মুদগৰ আদি অস্ত্ৰ-ধাৰণকাৰী ৰাক্ষসীসকলক সীতাক ৰক্ষা কৰিবলৈ আদেশ দিলে। ৪৪ ॥

এই ৰাক্ষসীবিলাকৰ কোনোজনীৰ দুটা, কোনোজনীৰ তিনিটা চকু, কাৰোবা কপালত চকু, কাৰোবা জিভাখন দীঘল, কোনোজনীৰ জিভা নায়েই, কোনোজনীৰ তিনিটা স্তন, কোনোজনীৰ বা এটা স্তন, কাৰোবা তিনিটা জটা আৰু এটা চকু— এনে ধৰণৰ চকু জ্বলি থকা, উটৰ নোমৰ নিচিনা চুলি থকা আৰু এনে আৰু বহুতো ৰাক্ষসীয়েও সীতাক দিনে-ৰাতিয়ে সাৱধানে বেৰি ধৰি ৰাখিছিল। ৪৫-৪৬ ॥

দাৰুণ স্বৰত মতা ৰাক্ষসীসকলে অতি কৰ্কশ মাতেৰে সুলোচনা সীতাক ভয়ানক তৰ্জন-গৰ্জন কৰিছিল। ৪৭ ॥

এইজনীয়ে আমাৰ ৰজাক অৱহেলা কৰি জীয়াই আছে, এইক আমি টুকুৰা-টুকুৰ কৰি কাটি তিল তিলকৈ ভগাই খাম। ৪৮ ॥

এইদৰে বাৰে বাৰে ভয় দেখুৱাই ভৰ্ৎসনা কৰা তিৰোতাবোৰক স্বামীৰ শোকত আতুৰ হৈ থকা সীতাই হুমুনিয়াহ কাঢ়ি কৈছিল, ৪৮ ॥

আইটিহঁত, তোমালোকে মোক সোনকালে খাই পেলোৱাঁ। ক'লা কেঁকোৰা চুলিৰে, পদ্মলোচন ৰামৰ অবিহনে মোৰ আৰু জীয়াই থাকিবলৈ ইচ্ছা নাই। ৫০ ॥

নহ'লে মই মোৰ এই স্বামীহীন জীৱন তাল গছত থকা সাপৰ নিচিনাকৈ জীৱনৰ প্ৰিয় বস্তু নোহোৱাৰ বাবে অনাহাৰে শুকাই শুকাই ত্যাগ কৰিম। ৫১ ॥

মই ৰামৰ বাহিৰে আন কোনো পুৰুষৰ ওচৰলৈ নাযাওঁ, ই ধ্ৰুৱ, ইয়াকে জানি তোমালোকে যি কাৰৰ খোজাঁ, কৰাঁ। ৫২ ॥

সেই কৰ্কশভাষিণী ৰাক্ষসীহঁতে সীতাৰ এই কথা শুনি এটাই কেইজনীয়ে ৰাক্ষস-ৰজা ৰাৱণক ক'বলৈ গ'ল। ৫৩ ॥

এই ৰাক্ষসীবোৰ যোৱাত ধৰ্মজ্ঞা, প্ৰিয়বাদিনী ত্ৰিজটা নামে ৰাক্ষসী এজনীয়ে সীতাক সান্ত্বনা দি ক'লে, ৫৪ ॥

সীতা, মই তোমাক কথা এটা কওঁ, শুনা। তুমি ভয় নকৰিবা। সখী, তুমি মোক বিশ্বাস কৰাঁ। ৫৫ ॥

ৰাক্ষসশ্ৰেষ্ঠ মেধাৱী অবিন্ধ্য নামে এজন বুঢ়া আছে। তেওঁ ৰামৰ হিতৈষী, তেওঁ তোমাৰ কথা মোক কৈছিল, ৫৬ ॥

তুমি মোৰ কথামতে সীতাক তেওঁৰ স্বামী ৰাম বলৱান লক্ষ্মণেৰে সৈতে কুশলে আছে বুলি আশ্বাস দি সন্তোষ দিবা। ৫৭ ॥

ইন্দ্ৰতুল্য তেজস্বী বানৰ-ৰজাৰ লগত তেওঁ মিত্ৰতা কৰিছে আৰু শ্ৰীমান্ ৰামে তোমাক উদ্ধাৰ কৰিবলৈ যত্ন কৰিছে। ৫৮ ॥

লোকৰ নিন্দনীয় এই ৰাৱণৰপৰা তোমাৰ কোনো ভয় নাই। তুমি নলকুবেৰৰ শাপৰ দ্বাৰা ৰক্ষা পৰি আছা। ৫৯ ॥

এই অজিতেন্দ্ৰিয় পাপিষ্ঠ ৰাৱণে এসময়ত ৰম্ভাক বলাৎকাৰ কৰিছিলে বাবেই নলকুবেৰে শাপ দিছিল, তেই কোনো অনিচ্ছুকা তিৰোতাক বলাৎকাৰ কৰিব নোৱাৰিব। ৬০ ॥

সুগ্ৰীৱৰ দ্বাৰা ৰক্ষিত হৈ তোমাৰ বুদ্ধিমান স্বামী ৰাম লক্ষ্মণেৰে সৈতে সোনকালে আহিব আৰু তোমাক ইয়াৰপৰা উদ্ধাৰ কৰিব। ৬১ ॥

মই কুলঘাতী এই ৰাৱণৰ বিনাশৰ কাৰণে অনিষ্টসূচক এটা ভয়ঙ্কৰ সপোন দেখিলোঁ। ৬২ ॥

ক্ষুদ্ৰচেতা দুৰাত্মা এই ৰাক্ষস ৰাৱণ অতি ভয়ঙ্কৰ, চৰিত্ৰৰ দোষত স্বাভাৱিকতেই ই সকলোৰে ভয় বঢ়াইছে। ৬৩ ॥

এই কালে-পোৱাই দিনে-ৰাতিয়ে দেৱতাসকলৰ আগত দৰ্প কৰি থাকে। তাৰ বিনাশৰ ইঙ্গিত-স্বৰূপে মই এই সপোন দেখিলোঁ, ৬৪ ॥

ৰাৱণে যেন গাত তেল ঘঁহি নঙঠা হৈ বোকাত পৰি গৈছে আৰু গাধৰ ৰথত উঠি যেন বাৰে বাৰে নাচি আছে। ৬৫ ॥

কুম্ভকৰ্ণকে আদি কৰি ৰাক্ষসবিলাক যেন নঙঠা হৈ চুলি খুৰাই ৰঙা মালা পিন্ধি আৰু ৰঙা চন্দন লৈ দক্ষিণ ফালে গৈছে। ৬৬ ॥

একমাত্ৰ বিভীষণেহে যেন বগা ছাতি, বগা মালা আৰু চন্দন ঘঁহি বগা পাগুৰী মাৰি এখন বগা পৰ্ব্বতত উঠিছে। ৬৭ ॥

এওঁৰ চাৰিজন মন্ত্ৰীয়ো বগা মালা আৰু চন্দন পিন্ধি বগা পৰ্ব্বতত উঠিছে, আমাক যেন বিপদৰপৰা ৰক্ষা কৰিব। ৬৮ ॥

ৰামৰ অস্ত্ৰেৰে সসাগৰা পৃথিৱী বিয়পি পৰিব, তোমাৰ স্বামীৰ যশস্যাৰ দ্বাৰা গোটেইখন পৃথিৱী পৰিপূৰ্ণ হ'ব। ৬৯ ॥

আৰু মই দেখিলোঁ, সকলো দিশ দগ্ধ কৰিবলৈ ইচ্ছা কৰি যেন লক্ষ্মণে কিছুমান অস্থিৰ ওপৰত বহি মধু-পায়স খাইছে। ৭০ ॥

আৰু মই দেখিলোঁ, তুমি যেন তেজেৰে ৰাঙলী হৈ কান্দি কান্দি উত্তৰ ফাললৈ গৈছা আৰু তোমাক বাঘে ৰখি আছে। ৭১ ॥

হে বৈদেহী, তুমি সোনকালে স্বামীক পাবা। অতি সোনকালে লক্ষ্মণেৰে থকা ৰামৰ লগত মিলিত হৈ আনন্দ পাবা। ৭২ ॥

মৃগলোচনা সীতাই ত্ৰিজটাৰ এনেবিলাক কথা শুনি পুনঃ স্বামীৰ লগত মিলিত হ'ব পাৰিম বুলি আশ্বাসিতা হ'ল। ৭৩ ॥

এই সময়তে সেই দাৰুণ পিশাচিনীহঁত আহি সীতাক আগৰ দৰে ত্ৰিজটাৰ লগত বহি থকা দেখা পালে। ৭৪ ॥

ইতি মহাভাৰতৰ বনপৰ্ব্বৰ অন্তৰ্গত ৰামোপাখ্যান-পৰ্ব্বত সীতাৰ প্ৰতি ত্ৰিজটাৰ সান্ত্বনা নামৰ অশীত্যধিক-দ্বিশততম অধ্যায়। ২৮০ ॥

॥ অধ্যায় ২৮১ ॥

## ॥ ৰাৱণ-সীতা-সম্বাদ ॥

মাৰ্কণ্ডেয়ই ক'লে, তাৰ পিছত স্বামী-শোকত আতুৰা, দুখুনী, মলিন বস্ত্ৰ পৰিধান কৰা, আয়তীৰ চিন-স্বৰূপ এডাল মণিমাত্ৰ অলঙ্কাৰ কৰি পিন্ধা, ৰাক্ষসীবিলাকে পৰিচৰ্য্যা কৰি থকা, শিলৰ ওপৰত কান্দি কান্দি বহি থকা সীতাক কামাৰ্ত্ত ৰাৱণে দেখা পালে আৰু তেওঁ তেওঁৰ ওচৰলৈ গ'ল । ১-২ ॥

যুদ্ধত দেৱতা, দানৱ, গন্ধৰ্ব্ব, যক্ষ, কিন্নৰ আদিয়ে পৰাজয় কৰিব নোৱৰা ৰাৱণ কন্দৰ্প-বাণত পীড়িত হৈ অশোক-বনলৈ গ'ল । ৩ ॥

শ্ৰীমান্ ৰাৱণ দিব্য বস্ত্ৰ আৰু বহু-মূলীয়া মণিময় কুণ্ডল, বিচিত্ৰ মালা আৰু মুকুট পিন্ধি সাক্ষাৎ বসন্তৰ নিচিনা হৈছিল । ৪ ॥

শ্মশানত থকা চতিয়না গছক অতি যত্নেৰে বিভূষিত কৰিলেও সি কল্পবৃক্ষৰ সদৃশ হ'ব নোৱাৰে । সি চতিয়না হৈয়েই থাকিব । ৰাৱণো মণি-ৰত্নাদিৰ দ্বাৰা বিভূষিত হ'লেও সি ভয়ঙ্কৰেই আছিল । ৫ ॥

সেই নিশাচৰ ৰাৱণে শনি গ্ৰহ ৰোহিণীৰ ওচৰলৈ যোৱাৰ দৰে গৈ সেই মধ্যক্ষীণা সীতাক দেখা পালে । সি সীতাৰ ওচৰলৈ গ'ল । ৬ ॥

কাম-শৰত আহত হোৱা ৰাৱণে ভয় খোৱা হৰিণীৰ নিচিনা, সুশ্ৰোণী, অবলা সীতাক মাতি এইদৰে কৈছিল । ৭ ॥

হে সীতা, এতিয়ালৈকে তুমি তোমাৰ পতিৰ কাৰণে যি অনুগ্ৰহ দেখুৱাইছা সেয়েই যথেষ্ট । এতিয়া, হে কৃশাঙ্গী, তুমি প্ৰসন্ন হোৱাঁ আৰু বস্ত্ৰ-অলঙ্কাৰ আদি পিন্ধি ধুনীয়াকৈ সাজ-পাৰ কৰি মোৰ প্ৰতি প্ৰসন্ন হোৱাঁ । ৮ ॥

হে বৰাৰোহা, তুমি মহামূল্য বস্ত্ৰ আৰু অলঙ্কাৰ পিন্ধি মোক ভজা আৰু মোৰ সকলো তিৰোতাৰ ভিতৰত শ্ৰেষ্ঠ নাৰী হোৱাঁ । ৯ ॥

দেৱ-কন্যাবিলাক, গন্ধৰ্ব্বৰ তিৰোতাবিলাক, দানৱ-কন্যা আৰু দৈত্যৰ তিৰোতা-বিলাকো মোৰ ঘৰত আছে । ১০ ॥

চৈধ্য কোটি পিশাচ আৰু ভয়ঙ্কৰ কাম-কৰা বীৰ, মানুহ খোৱা দুই কোটি ৰাক্ষসে মোৰ আদেশ পালন কৰে । ১১ ॥

তাতকৈও তিনি গুণ যক্ষই মোৰ আদেশ পালন কৰে। অৱশ্যে তাৰে কিছুমান মোৰ ভাই ধনপতি কুবেৰৰ আশ্ৰয়তো থাকে । ১২ ॥

হে ভদ্ৰা, হে বামোৰু, মই সিংহাসনত উঠি ৰাজসভাত বহিলে মোৰ ভাই কুবেৰক খিদৰে সেৱা কৰে সেইদৰে গন্ধৰ্ব্ব আৰু অপ্সৰসকলে মোকো সেৱা কৰে। ১৩॥

বিপ্ৰৰ্ষি বিশ্ৰৱা মুনিৰ মই সাক্ষাৎ পুত্ৰ, মই লোকপালসকলৰ ভিতৰত পঞ্চম লোকপাল, সেইবাবেও মোৰ যশস্যা বিয়পি পৰিছে। ১৪॥

দিব্য, ভক্ষ্য আৰু ভোজ্য আৰু নানাবিধ পানীয় ত্ৰিদশাধিপতি ইন্দ্ৰৰ যিদৰে আছে, সেইবিলাক মোৰো আছে। ১৫॥

তোমাৰ বনবাসৰ কষ্ট ক্ষয় কৰি দিয়াঁ, হে সুশ্ৰোণী, তুমি মন্দোদৰীৰ দৰে মোৰ ভাৰ্য্যা হোৱাঁ। ১৬॥

অবিৰাম বৈ থকা চকুৰ পানীৰে সীতাৰ সুগঠিত উন্নত স্তনদ্বয় সিক্ত হৈ আছিল। ৰাৱণে এইদৰে কোৱাত স্বামীকেই একমাত্ৰ দেৱতা বুলি ভবা বামোৰু বালিকা বৈদেহীয়ে নীচমনা ৰাৱণক অন্তৰে অন্তৰে তৃণ যেন ভাবি মুখখন ঘূৰাই তাৰফালে নোচোৱাকৈয়েই কৈছিল, ১৭-১৮॥

হে ৰাক্ষসেশ্বৰ, মোৰ দুৰ্ভাগ্য যে তোমাৰ মুখৰপৰা বাৰে বাৰে এনেকুৱা দুঃখজনক কথা শুনিবলৈ পাইছো। হে ভদ্ৰমুখ, অকল্যাণকৰ পৰদাৰা-হৰণকে সুখ বুলি ভাবিছা। তাৰপৰা তোমাৰ মন পৰিবৰ্ত্তন কৰা। ১৯-২০॥

মই পৰদাৰা, সদায় পতিব্ৰতা, অতএৱ অলভ্যা। মোক লাভ কৰা অসম্ভৱ। বিশেষতঃ, মই এজনী সাধাৰণ মানৱী, মই তোমাৰ ভাৰ্য্যা হোৱাৰ উপযুক্তা নহওঁ। ২১॥

ব্ৰহ্মবীৰ্য্যত উৎপন্ন, ব্ৰহ্মাৰ সমান বিপ্ৰ এজন তোমাৰ পিতা; তুমি মোক নিৰুপায় অৱস্থাত বলাৎকাৰ কৰি কি প্ৰীতি পাবা? ২২॥

তুমি লোকপালৰ সমান হৈও ধৰ্ম্ম পালন নকৰা কিয়? ৰজাৰ ওপৰতো ৰজা, মহাদেৱৰ সখিয়েক, প্ৰভু ধনেশ্বৰ কুবেৰৰ ভায়েক বুলি কৈ এনেকুৱা গৰ্হিত কাম কৰিবলৈ লাজ নোপোৱাঁনে? ২৩-২৪॥

এইদৰে কৈ কৃশাঙ্গী সীতাই মুখখন কাপোৰেৰে ঢাকি তলমূৰ কৰি মূৰ আৰু স্তন দুটি কঁপাই কান্দিবলৈ ধৰিলে। ২৪-২৫॥

সীতাই কান্দি থাকোঁতে তেওঁৰ মূৰত থকা সুসংযত, স্নিগ্ধ, দীঘল বেণী, খোপাই থকা কাল সাপিনীৰ নিচিনা দেখা গৈছিল। ২৫-২৬॥

সীতাই সহৈদৰে নিঠকুৱা কথা কৈ প্ৰত্যাখ্যান কৰাতো দুৰ্ব্বুদ্ধি ৰাৱণে আকৌ কবলৈ ধৰিলে, ২৬-২৭॥

হে সীতা, কামদেৱে মোৰ অঙ্গবিলাক দগ্ধ কৰক লাগে, তথাপি তুমি সন্তুষ্ট নহ'লে, হে সুশ্ৰোণী, চাৰু-হাসিনী, তোমাক মই বল নকৰোঁ। ২৭-২৮॥

মই কি কৰিব পাৰোঁ? তুমি যে এতিয়াও আমাৰ খাদ্য, মানুহ ৰামলৈকে অকণমানো আড্যাৰ পৰা নাই, তেওঁকেই মনতে ভাবি আছা? ২৮-২৯॥

ৰাক্ষসৰ মহাৰজা ৰাৱণ সেই অনিন্দিতাঙ্গী সীতাক এইদৰে কৈ সেই

তাইতে নেদেখা হৈ নিজ ইচ্ছামতে যি ঠাইলৈ যাব লাগে সেই ঠাইলৈ গুচি গ'ল। ৩০॥

তেতিয়া সীতাও ৰাক্ষসীবিলাকৰ দ্বাৰা আবৃতা আৰু ত্ৰিজটাৰ দ্বাৰা সেৱিতা হৈ তাতেই থাকিল। ৩১॥

ইতি মহাভাৰতৰ বনপৰ্ব্বৰ অন্তৰ্গত ৰামো পাখ্যান পৰ্ব্বত ৰাৱণ-সীতা সংবাদ নামৰ একাশীত্যধিক-দ্বিশততম অধ্যায়। ২৮১॥

## ॥ অধ্যায় ২৮২ ॥

## ॥ হনুমানৰ প্ৰত্যাগমন ॥

মাৰ্কণ্ডেয়ই ক'লে, সুগ্ৰীৱৰ তত্ত্বাৱধানত ৰামচন্দ্ৰই লক্ষ্মণেৰে সৈতে ব'হ কৰি থকা সময়ত দেখিলে, আকাশখন নিৰ্ম্মল হৈছে। ১॥

শত্ৰু-নাশক ৰামচন্দ্ৰই দেখিলে, সেই নিৰ্ম্মল আকাশত গ্ৰহ-নক্ষত্ৰ আৰু তৰাবিলাকেৰে সৈতে নিৰ্ম্মল চন্দ্ৰ উদয় হৈছে। ২॥

ভেট, উৎপল আৰু পদ্মৰ সুগন্ধ কঢ়িয়াই অনা পৰ্ব্বতৰ চেঁচা বতাহ পাই লগাত হঠাৎ সীতাৰ কথা তেওঁৰ মনত পৰিল। ৩॥

ৰাতিপুৱা ৰাক্ষসৰ ঘৰত আবদ্ধ হৈ থকা সীতাৰ কথা মনত পৰাত ধৰ্ম্মাত্মা ৰামৰ মনটো বৰ বেয়া লাগিল; তেওঁ বীৰ লক্ষ্মণক মাতি ক'লে, ৪॥

লক্ষ্মণ, তুমি বানৰৰাজ সুগ্ৰীৱৰ ওচৰলৈ কিষ্কিন্ধ্যালৈকে যোৱাঁ। নিশ্চয় জানিবা, স্বাৰ্থ-সাধন কৰাত চতুৰ কৃতঘ্নই গ্ৰাম্য-ধৰ্ম্মত স্ত্ৰী-সম্ভোগাদি কাৰ্য্যত আসক্ত হৈ আমাৰ কাৰ্য্য-সাধনৰ বাবে কোনো যত্ন লোৱা নাই। ৫॥

সেই মূৰ্খ বানৰ-কুলাধমক মই ৰাজ্যত অভিষেক কৰিলো, গকৰ দৰে নেজ থকা বান্দৰবিলাক আৰু ভালুকবিলাকেও তাক বজা বুলি মানিছে। ৬॥

হে ৰঘুকুলতিলক মহাবাহু লক্ষ্মণ, এই কাৰণেই মই তোমাৰে সৈতে কিষ্কিন্ধ্যাৰ উপবনত বালীক বধ কৰিলো। ৭॥

লক্ষ্মণ, সেই অধম বানৰক পৃথিৱীৰ ভিতৰত মই কৃতঘ্ন বুলি ভাবিছো, যিহেতু সেই মূৰ্খই মোৰ এনেকুৱা অৱস্থা এতিয়াও জনা নাই। ৮॥

মই জানিলো, সি প্ৰতিজ্ঞা পালন কৰিব নাজানে; যিহেতু উপকাৰী মোক অৱহেলা কৰিছে। ৯॥

যদিহে সি কাম-সুখ-ভোগত আসক্ত হৈ কোনো উদ্যোগ নকৰাকৈ শুই আছে, তেনেহ'লে তাক সকলো প্ৰাণীয়ে যি গতি পায় সেই গতি পাবলৈ বালীৰ বাটেদি পঠিয়াই দিবা। ১০॥

যদিহে আমাৰ কাৰ্য্য-সাফল্য কৰিবলৈ কিবা চেষ্টা কৰা দেখা, তেন্তে সেই বানৰশ্ৰেষ্ঠক মোক ওচৰলৈ লৈ আহিবা। হে কাকুৎস্থ, ধীৰ কৰ্ম্মী, যোদ্ধা, সোনকালে যোৱা। ১১॥

জ্যেষ্ঠ ভ্ৰাতৃয়ে এইদৰে কোৱাত গুৰুজনৰ বাক্য পালন কৰাত তৎপৰ লক্ষ্মণে বাণেৰে সৈতে গুণ লগোৱা ধুনীয়া ধনুখন হাতত লৈ যাত্ৰা কৰিলে। ১২॥

তেওঁ কিষ্কিন্ধ্যা নগৰৰ দুৱাৰত উপস্থিত হৈ কোনো বাধা নোপোৱাকৈয়েই প্ৰবেশ কৰিলে। বানৰৰাজ সুগ্ৰীৱে তেওঁক খঙেৰে অহা দেখি নৰাধিপতিকৈ উঠি অভ্যৰ্থনা কৰিলে। ১৩॥

বানৰাধিপতি সুগ্ৰীৱে ভাৰ্য্যাৰে সৈতে বিনীতভাৱে সন্তোষ মনেৰে তেওঁক সমাদৰ কৰিলে। ১৪॥

লক্ষ্মণে ৰামে কৈ পঠোৱা কথাবিলাক নিৰ্ভয়ে ক'লে। তেওঁ সমুদায় কথা শুনি কৃতাঞ্জলি হৈ ক'বলৈ ধৰিলে। ১৫॥

মহাৰাজ, বানৰাধিপতি সুগ্ৰীৱে নিজৰ ভৃত্য আৰু ভাৰ্য্যাৰে সৈতে সন্তোষ মনেৰে নৰশ্ৰেষ্ঠ লক্ষ্মণক এইদৰে ক'লে, ১৬॥

হে লক্ষ্মণ, মই দুৰ্ব্বুদ্ধি, অকৃতজ্ঞ বা নিৰ্লজ্জ নহওঁ, মই সীতাৰ অন্বেষণৰ কাৰণে কি যত্ন কৰিছো কওঁ শুনা। ১৭॥

মই বিনয়শীল বান্দৰবিলাকক সকলো দিশলৈ পঠিয়াই দিছো আৰু সিহঁতক সময় বান্ধি দিছো-এমাহৰ ভিতৰত সিহঁত উভতি আহিব লাগিব। ১৮॥

হে বীৰ, সিহঁতে এই পৃথিৱীৰ বন, পৰ্ব্বত, পুৰী, সাগৰ, আকাশ, গাঁও, নগৰ আৰু খনিবিলাকতো বিচাৰি চাব। ১৯॥

সিহঁতৰ আজিৰপৰা পাঁচ ৰাতিৰ মূৰত এমাহ পূৰ্ণ হ'ব। তেতিয়া তুমি ৰামেৰে সৈতে অত্যন্ত প্ৰিয় সম্বাদ শুনিবলৈ পাবা। ২০॥

বুদ্ধিমান বানৰাধিপতি সুগ্ৰীৱে এইদৰে কোৱাত লক্ষ্মণে ক্ৰোধ পৰিত্যাগ কৰিলে আৰু সন্তোষমনে সুগ্ৰীৱক প্ৰশংসা কৰিবলৈ ধৰিলে। ২১॥

লক্ষ্মণে সুগ্ৰীৱেৰে সৈতে মাল্যৱান পৰ্ব্বতত থকা ৰামৰ ওচৰলৈ গৈ সুগ্ৰীৱে কি কাম কৰিছে সেইবিলাক বিবৰি ক'লে। ২২॥

সেই সময়তে হাজাৰ হাজাৰ বান্দৰ তিনিও দিশ বিচাৰি উভতি আহিল; কিন্তু যিবিলাক বান্দৰ দক্ষিণ দিশলৈ গৈছিল, সিহঁত তেতিয়াও উভতি অহা নাছিল। ২৩॥

সিহঁতে ৰামৰ আগত ক'লে, আমি সসাগৰা পৃথিৱী বিচাৰি ফুৰিলো; কিন্তু সীতা বা ৰাৱণ এজনকো দেখা নাপালো। ২৪॥

যিবিলাক শ্ৰেষ্ঠ বান্দৰ দক্ষিণফাললৈ গৈছে, সিবিলাকৰ আশা কৰি ৰামচন্দ্ৰই আতুৰভাৱে প্ৰাণ ধাৰণ কৰি আছিল। ২৫॥

দুই মাহ পাৰ হৈ যোৱাত এদিন কিছুমান বান্দৰে লৰালৰিকৈ সুগ্ৰীৱৰ ওচৰলৈ আহি এইদৰে কৈছিল, ২৬॥

হে বানৰশ্ৰেষ্ঠ, বালীয়ে যিখন তাৰ মধুবন ৰক্ষা কৰিছিল আৰু আপুনিও তাক ৰক্ষা কৰি আছে, সেই মধুবন হনুমানে আৰু বালীপুত্ৰ অঙ্গদকে আদি কৰি কিষ্কিন্ধাৰ বানৰক আপুনি সীতাক বিচাৰিবলৈ দক্ষিণ দিশলৈ পঠিয়াইছিল, সিহঁতেও উপভোগত উন্মত্ত হৈ আছে। ২৭-২৮॥

সিহঁতে সেইদৰে অন্যায়-উপদ্ৰৱ কৰা বুলি শুনি সুগ্ৰীৱে কৃতকাৰ্য্য হোৱা বুলি ভাবিলে। কাৰণ, কৃতকাৰ্য্য হোৱা ভৃত্যইহে মনৰ উল্লাসত এনেকুৱা কাম কৰে। ২৯॥

মেধাৱী, বানৰশ্ৰেষ্ঠ সুগ্ৰীৱে ৰামৰ আগতো এইদৰে ক'লে; লক্ষ্মণেও অনুমান কৰিলে, সিহঁতে সীতাক দেখিছে। ৩০॥

হনুমানকে আদি কৰি বানৰবিলাক বিশ্ৰাম কৰি ৰাম, লক্ষ্মণ আৰু বানৰাধিপতি সুগ্ৰীৱৰ ওচৰত আহি উপস্থিত হ'ল। ৩১॥

হে ভাৰত, হনুমানৰ গতি-বিধি আৰু মুখৰ আকৃতি দেখি সিহঁত কৃতকাৰ্য্য হৈছে বুলি অৰ্থাৎ সিহঁতে সীতাক দেখি আহিছে বুলি ৰামৰ দৃঢ় প্ৰত্যয় হ'ল। ৩২॥

মনোৰথ পূৰ্ণ হোৱা বানৰবিলাকে ৰাম, লক্ষ্মণ আৰু সুগ্ৰীৱক যথাবিধি প্ৰণাম কৰিলে। ৰামচন্দ্ৰই শৰেৰে সৈতে ধনুখন হাতত তুলি লৈ নত হৈ প্ৰণাম কৰা বানৰবিলাকক ক'লে, তোমালোকৰ কৃতকাৰ্য্যতাই মোক জীয়াই ৰাখিবানে? অৰ্থাৎ তোমালোকৰ কৃতকাৰ্য্যতাৰ ওপৰত মোৰ জীৱন-মৰণ নিৰ্ভৰ কৰিছে। ৩৩-৩৪॥

যুদ্ধত শত্ৰুক বধ কৰি জানকীক উদ্ধাৰ কৰি আনি আকৌ মই অযোধ্যাত ৰজা হ'মনে? ৩৫॥

মই বিদেহ-নন্দিনী সীতাক উদ্ধাৰ নকৰাকৈ আৰু ৰণত শত্ৰুক বধ নকৰাকৈ পত্নীহীন অৱধূত সন্ন্যাসী হৈ জীৱন ধাৰণ কৰিবলৈ ইচ্ছা নকৰোঁ। ৩৬॥

ৰামে এইদৰে কোৱাত বায়ুপুত্ৰ হনুমানে উত্তৰ দিলে, হে ৰাম, আপোনাৰ প্ৰিয় কথা কওঁ শুনক, মই সীতাক দেখি আহিছোঁ। ৩৭॥

আমি দক্ষিণফালে পৰ্ব্বত, বন, খনি আদি বিচাৰি ফুৰি বহুত দিনৰ মূৰত গৈ এটা গহ্বৰ দেখা পালোঁ। ৩৮॥

হাবি-বনেৰে পৰিপূৰ্ণ, কীট আদিৰ আবাস, বহু যোজন বিস্তৃত সেই অন্ধকাৰময় গভীৰ গুহাত আমি এটাইবোৰেই প্ৰৱেশ কৰিলোঁ। ৩৯॥

আমি সেই বাটেদি বহু দূৰ গৈ তাতে, সেই গুহাৰ মাজতেই সূৰ্য্যৰ কিৰণৰ নিচিনা দীপ্তিশালী এটা মন্দিৰ দেখা পালোঁ। ৪০॥

হে ৰঘুনন্দন, সেই উত্তম ঘৰটো ময় নামে দানৱৰ, তাতে প্ৰভাৱতী নামে এগৰাকী তপস্বিনী কন্যাই তপস্যা কৰি আছিল। ৪১॥

আমি সেই তপস্বিনীয়ে দিয়া নানা বিধ ভক্ষ্য, ভোজ্য আৰু পানীয় খাই গাত বল পালোঁ, আৰু তেওঁ দেখুৱাই দিয়া বাটেৰে ওলাই আহিলোঁ। ৪২॥

সেই ঠাইৰপৰা ওলাই আহি আমি লৱণ সমুদ্ৰৰ ওচৰতে সহ্য, মলয় আৰু দৰ্দ্দুৰ নামে মহাপৰ্ব্বত কেইখন দেখা পালো। ৪৩।

আমি মলয় পৰ্ব্বতত উঠি বৰুণালয়ৰ কাষে চাই মনত বৰ দুখ পালো। আমি অতি দুঃখিত, বিষণ্ণ আৰু খিন্ন হৈ জীৱনৰ আশা একেবাৰে এৰিয়েই দিলো। ৪৪।

তিমি, কুম্ভীৰ, মকৰ আদিৰ বাসস্থান, বহু শত যোজন বিস্তীৰ্ণ সেই মহাসমুদ্ৰৰ কথা ভাবি আমি অতিশয় চিন্তিত আৰু দুঃখিত হ'লো, আৰু অনশন কৰি প্ৰাণ-ত্যাগ কৰিবলৈ সঙ্কল্প কৰিলো। ৪৫।

তেতিয়া আমি আটাইবোৰ গোট খাই বহিলো; কথা প্ৰসঙ্গত তাতে আমাৰ মুখৰপৰা জটায়ুৰ কথাও ওলাল। ৪৬।

তাৰ পাছত পৰ্ব্বতৰ শৃঙ্গৰ বৰণৰ নিচিনা বৰণৰ, দ্বিতীয় গৰুড়ৰ নিচিনা, দেখিলেই ভয় লগা, ভয়ঙ্কৰ চৰাই এটা দেখা পালো। ৪৭।

সি আমাক খাম বুলিয়েই ভাবিছিল, পিছে ওচৰলৈ আহি ক'লে, হেৰ, এয়া কোনে, মোৰ ভাই জটায়ুৰ কথা কৈছ? ৪৮।

মই জটায়ুৰ জ্যেষ্ঠ ভ্ৰাতৃ, সম্পাতি নামে পক্ষীবিলাকৰ ৰজা। আমি দুয়োজনে, জটায়ুৱে মহে, অৰিয়া-অৰি কৰি সূৰ্য্যৰ ওচৰলৈ যাম বুলি উৰা মাৰিছিলো। ৪৯।

তেতিয়া মোৰ পাখি দুখন পুৰি গ'ল, কিন্তু জটায়ুৰ নুপুৰিলে। তেতিয়াৰেপৰা মই মোৰ মৰমৰ ভাই গৃধ্ৰৰাজ জটায়ুক আজি বহু দিন ধৰি দেখা নাই। ৫০।

পাখি দুখন পুৰি যোৱাত মই এই পৰ্ব্বতত পৰি গ'লো। তেতিয়াৰেপৰা মই ইয়াতে আছো। তেওঁ এইদৰে কোৱাত তেওঁৰ ভায়েকৰ মৃত্যু হ'ল বুলি আমি কলো। ৫১।

আপোনাৰ এই বিপদৰ কথাও সংক্ষেপে কলো। হে মহাৰাজ, সম্পাতি এই মহা অপ্ৰিয় কথা শুনি বৰ দুঃখিত হ'ল। ৫২।

হে অৰিন্দম, তেওঁ বিষণ্ণমনে আমাক আকৌ সুধিলে, সেই ৰাম কোন? সীতাই বা কোন? আৰু জটায়ুৰ কেনেকৈ মৃত্যু হ'ল? ৫৩।

হে শ্ৰেষ্ঠ বানৰসকল, তোমালোকৰপৰা সেই সমুদায় কথা শুনিবলৈ ইচ্ছা কৰোঁ। মই তেওঁৰ আগত আপোনাৰ বিপদৰ কথা আৰু আমি অনশনে মৰিবলৈ ওলোৱা কথাও বহলাই কলো। সেই পক্ষীৰাজে এইদৰে কৈ আমাক অনশনৰপৰা উঠি ৰক্ষা কৰিলে, ৫৪-৫৫।

মই ৰাৱণক জানো। সমুদ্ৰৰ পাৰত ত্ৰিকূট পৰ্ব্বতত লঙ্কা নামে তাৰ মহানগৰ-খন মই দেখিছো। ৫৬।

সীতা তাতেই আছে; ইয়াত মোৰ কোনো সন্দেহ নাই। তেওঁৰ এই কথা শুনি আমি আটাইবোৰ লৰালৰিকৈ উঠিলো। ৫৭।

হে পৰন্তপ, আমি তেতিয়া সকলোৱে সাগৰ পাৰ হ'বলৈ মন্ত্ৰণা কৰিবলৈ ধৰিলো, কিন্তু কোনেও সাগৰ পাৰ হ'বলৈ সাহ নকৰে। ৫৮।

মই তেতিয়া পিতাক স্মৰণ কৰি এশ যোজন বহল সেই সমুদ্ৰত জঁপ দিলো আৰু জলৰাক্ষসীকো বধ কৰিলো । ৫৯ ।

তাত উপবাসিনী আৰু তপঃ-পৰায়ণা, স্বামীক দেখা পাবলৈ বৰকৈ হেপাঁহ কৰি থকা সীতাক ৰাৱণৰ অন্তঃপুৰত দেখা পালো । ৬০ ।

তেওঁৰ মূৰত জঁট বান্ধিছে, গাটো মলিয়ন হৈছে আৰু ক্ষকাই-ঝীণাই গৈছে, তেওঁ তপস্বিনী হৈছে আৰু মনত দুখ কৰি আছে । এইবিলাক নানা কাৰণে মই তেওঁক চিনি পালো । ৬১ ।

মই নিৰ্জ্জনত থকা পূজনীয়া আই সীতাৰ ওচৰলৈ গৈ ক'লো, আই সীতা, মই ৰামৰ দূত, পৱনৰ পুত্ৰ বানৰ হনুমান । ৬২ ।

তোমাক দেখা পোৱাৰ আশাৰে আকাশেদি আহি এইখিনি পাইছো । ৰাজকুমাৰ ৰাম আৰু লক্ষ্মণ—দুয়োজন ভাই-ককাই ভালে আছে । ৬৩ ।

সমুদায় বানৰৰ অধিপতি সুগ্ৰীৱৰ তত্ত্বাৱধানত তেওঁলোক আছে । ৰামে তোমালৈ কৈ পঠিয়াইছে, মই লক্ষ্মণেৰে সৈতে ভালে আছো । ৬৪ ।

ৰামৰ সখিয়েৰ হোৱাৰ কাৰণে সুগ্ৰীৱেও তোমাৰ কুশল-বাৰ্ত্তা সুধি পঠিয়াইছে । বান্দৰবিলাকৰে সৈতে সোনকালে তোমাৰ স্বামী ইয়ালৈ আহিব । ৬৫ ।

হে দেৱী, মোক বিশ্বাস কৰঁা, মই বান্দৰহে, ৰাক্ষস নহওঁ । সীতাই তেতিয়া অলপ পৰ চিন্তা কৰি মোক ক'লে, ৬৬ ।

মহাবীৰ, জ্ঞানবৃদ্ধ অবিন্ধ্য এজন ৰাক্ষস. সেই অবিন্ধ্যৰ কথামতে মই তোমাক হনুমান বুলি জানিছো । ৬৭ ।

সেই অবিন্ধ্যই সুগ্ৰীৱৰ তোমাৰ নিচিনা মন্ত্ৰীসকল থকা বুলি কৈছে । তুমি এতিয়া যোৱাঁ । এইবুলি কৈ সীতাই মোক এই মণিটো দিলে । ৬৮ ।

অনিন্দিতা বৈদেহীয়ে এই মণিটো ইমান দিনে ৰাখি জীৱন ধাৰণ কৰি আছে । জানকীয়ে আপোনাৰ প্ৰত্যয়ৰ কাৰণে মণিটো দি এইদৰে ক'লে, ৬৯ ।

হে পুৰুষশ্ৰেষ্ঠ, আপুনি মহাগিৰি চিত্ৰকূটত এদিন এটা কাউৰীলৈ ঐষিক বাণ মাৰিছিল, এই বুলি কৈ আপোনাৰ প্ৰত্যয়ৰ কাৰণে মোৰ হাতত মণিটো দিলে । ৭০ ।

মই মণিটো ল'লো, লঙ্কাপুৰখনো দগ্ধ কৰিলো, আৰু আপোনাৰে ওচৰ পাইছোহি । ৰামে এই প্ৰিয় কথা শুনি হনুমানক প্ৰশংসা কৰি অত্যন্ত আদৰ-সৎকাৰ কৰিলে । ৭১ ।

ইতি মহাভাৰতৰ বনপৰ্ব্বৰ অন্তৰ্গত ৰামোপাখ্যান-পৰ্ব্বত হনুমানৰ প্ৰত্যাগমন নামৰ দ্ব্যশীত্যধিক-দ্বিশততম অধ্যায় । ২৮২ ।

## ॥ অধ্যায় ২৮৩ ॥

# ॥ সেতু-বন্ধন ॥

মাৰ্কণ্ডেয়ই ক'লে, ৰামে বান্দৰবিলাকেৰে সৈতে সেই ঠাইত ৰহি থাকোঁতে সুগ্ৰীৱৰ আদেশমতে ভাণ্ডৰ ভাণ্ডৰ শ্ৰেষ্ঠ বান্দৰবিলাক উপস্থিত হ'ল ।১।

বেগৱন্ত, এশ হাজাৰ কোটি বান্দৰেৰে সৈতে বালীৰ শহুৰেক শ্ৰীমান সুষেণ বানৰ ওচৰলৈ আহিল ।২।

এশ কোটি বান্দৰেৰে সৈতে মহা বলৱান বানৰৰাজ গজ আৰু গৱয় বেলেগে বেলেগে আহি উপস্থিত হ'ল ।৩।

হে মহাৰাজ, ষাঠি কোটি হাজাৰ বান্দৰেৰে সৈতে প্ৰকৰ্ষণ আৰু গৰুৰ নিচিনা নেজ থকা ভয়ঙ্কৰ আকৃতিৰ গৱাক্ষও আহিল ।৪।

গন্ধমাদন পৰ্ব্বতত বাস কৰা গন্ধমাদন নামে প্ৰখ্যাত বান্দৰে এশ হাজাৰ কোটি বান্দৰ লগত লৈ আহিল ।৫।

মহা বলশালী, মেধাৱী বান্দৰ পনসে দহ, বাৰ, ত্ৰিশ আৰু পাঁচ কোটি বান্দৰ সংগ্ৰহ কৰি লৈ আহিল ।৬।

অতি বলৱান, তেজস্বী, শ্ৰীমান দধিমুখ নামে বৃদ্ধ বানৰ মহা তেজস্বী এজাক সৈন্য লৈ উপস্থিত হ'ল ।৭।

জাম্বুৱানেও ক'লা বৰণৰ, মুখত তিল থকা, ভয়ঙ্কৰ কাম কৰিব পৰা এশ হাজাৰ কোটি ভালুক লৈ আহিল ।৮

এইবিলাকৰ বাহিৰেও আৰু আন বান্দৰ-দলৰ দলপতি অসংখ্যাত বান্দৰ ৰামৰ কাৰ্য্যৰ কাৰণে তাত আহি উপস্থিত হ'ল ।৯।

কিছুমান বান্দৰৰ শৰীৰ পৰ্ব্বতৰ শৃঙ্গৰ দৰে ভয়ঙ্কৰ আছিল, কিছুমানেৰা সিংহৰ দৰে গৰ্জ্জন কৰিছিল। এইবিলাক বান্দৰ সেই ঠাইলৈ লৰি অহাত তাত এটা তুমুল শব্দ হ'ল ।১০।

সেই বান্দৰবিলাকৰ কিছুমানৰ বৰণ পৰ্ব্বতৰ শৃঙ্গৰ নিচিনা, কিছুমানৰ ম'হৰ নিচিনা আৰু কিছুমানৰ বা মুখবিলাক বিকট আছিল ।১১।

সিহঁতৰ কিছুমান উৰি অহাদি আহিছিল, কিছুমান বাগৰি আহিছিল, কিছুমান জঁপিয়াই জঁপিয়াই আহিছিল, আৰু কিছুমান চাৰিওফালৰপৰা ধূলি উৰাই আহিছিল ।১২।

তেতিয়া এই সমুদ্ৰৰ সমান বান্দৰৰ মহা সৈন্যবিলাকে সুগ্ৰীৱৰ আদেশমতে তাতে থাকিবলৈ ঠাই কৰি ল'লে । ১৩ ॥

এইদৰে মহা মহা বান্দৰবিলাকে চাৰিওফালৰপৰা আবৰি ধৰাত, প্ৰশস্ত তিথি আৰু নক্ষত্ৰ চাই শুভ মুহূৰ্ত্তত সেই সৈন্য-ব্যূহলৈ লোক-উদ্ধাৰৰ কাৰণেহে যেন শ্ৰীমান ৰামচন্দ্ৰই সুগ্ৰীৱেৰে সৈতে যাত্ৰা কৰিলে । ১৪-১৫ ॥

পৱন-নন্দন হনুমান সেই মহৎ সৈন্যব্যূহৰ সম্মুখত আছিল আৰু সুমিত্ৰা-নন্দন লক্ষ্মণে নিৰ্ভয়ে পাৰ্শ্ব-ৰক্ষা কৰিছিল । ১৬ ॥

ৰাম আৰু লক্ষ্মণে হাতত ধনুৰ গুণৰ আঘাত নালাগিবলৈ আঙুলিত আঙুলি-ৰক্ষক পিন্ধি গ্ৰহবিলাকে আবৰি থকা চন্দ্ৰ-সূৰ্য্যৰ নিচিনাকৈ বান্দৰৰ মহা সৈন্যবিলাকেৰে আবৃত হৈ গৈছিল । ১৭ ॥

শাল, তাল, শিল আদি অস্ত্ৰ লৈ গৈ থকা সেই বান্দৰ-সৈন্যবোৰে সূৰ্য্য উদয় হ'লে পকা শালিধানৰ পথাৰ যিদৰে শোভা পাই সেইদৰে শোভা পাইছিল । ১৮ ॥

নল, নীল, অঙ্গদ, মৈন্দ আৰু দ্বিবিদ আদিয়ে ৰক্ষা কৰা মহতী বান্দৰ-সেনা ৰামৰ কাৰ্য্য-সাধনৰ কাৰণে আগ বাঢ়ি গ'ল । ১৯ ॥

বহুতো ফল-মূল থকা প্ৰচুৰ পৰিমাণে মধু, মাংস আদি খাদ্য-বস্তু পোৱা, ভাল পানী থকা, সুন্দৰ ঠাইবিলাকত আৰু পৰ্ব্বতৰ অধিত্যকা-ভূমিত, বহল পথাৰ-বিলাকত বিশ্ৰাম কৰি বৈ বৈ অবাধে গৈ সেই বান্দৰ-সৈন্যবিলাক লৱণ সমুদ্ৰৰ পাৰত উপস্থিত হ'ল । ২০-২১ ॥

নানা বৰণৰ ধ্বজ-যুক্ত, দ্বিতীয় সাগৰৰ নিচিনা সেই সৈন্যবোৰ সমুদ্ৰৰ বেলা-ভূমিৰ বনত বাস কৰিবলৈ ধৰিলে । ২২ ॥

তেতিয়া দশৰথৰ পুত্ৰ শ্ৰীমান ৰামচন্দ্ৰই সেই মুখ্য মুখ্য বান্দৰবিলাকৰ মাজত সুগ্ৰীৱক সময়োচিত কথা এইদৰে কৈছিল, ২৩ ॥

এই মহৎ সৈন্যদল আৰু সাগৰো অতি দুস্তৰ, সহজে পাৰ হ'ব নোৱাৰা । এই সাগৰ-লঙ্ঘনৰ বাবে আপোনাৰ মতে কি উপায় হ'ব পাৰে ? ২৪ ॥

নিজকে বৰ বলৱন্ত বুলি ভবা কিছুমান বান্দৰে ক'লে, এই মহাসমুদ্ৰ পাৰ হ'বলৈ সকলোৱেই সমৰ্থ নহ'ব । ২৫ ॥

তাৰে কিছুমানে ক'লে, নাৱেৰে পাৰ হ'ম ; কিছুমানে ক'লে, আমি নানা-ৰকমৰ ভেল সাজি পাৰ হম । কিন্তু ৰামে সকলোকে সান্ত্বনা দি ক'লে, এইবিলাক উপায়েৰে নহ'ব । ২৬ ॥

হে বীৰসকল, এশ যোজন বহল এই জলনিধি সমুদ্ৰ পাৰ হোৱা সকলোৰে পক্ষে অসম্ভৱ । তোমালোকৰ এই বুদ্ধি উপযুক্ত হোৱা নাই । ২৭ ॥

বহু সংখ্যক সৈন্য পাৰ কৰিব পৰা জোখাৰে নাও নাই । তাৰ উপৰি বেপাৰী-বিলাকো নাৱত যাওঁতে বিপদত পৰে, আমাৰ নিচিনাবোৰ কেনেকৈ নিৰাপদে পাৰ হ'ম । ২৮ ॥

শত্রু-পক্ষই অলপ ছিদ্র পালেই আমাক বধ কৰিব, এতেকে সৰু নাও বা ভেলেৰে পাৰ হ'ব পৰাটো মোৰ মনে নধৰে। ২৯ ॥

মই সংযত হৈ উপবাসে থাকি সমুদ্রক উপাসনা কৰিম, তেতিয়া তেওঁ মোক দেখা দি বাট দেখুৱাই দিব। ৩০ ॥

যদি তেওঁ বাট দেখুৱাই নিদিয়ে, তেনেহ'লে অগ্নি আৰু পৱনৰ দৰে উজ্জ্বল, আমোঘ, দিব্য অস্ত্রেৰে পুৰি দগ্ধ কৰি দিম। ৩১ ॥

এই বুলি কৈ ৰামচন্দ্রই লক্ষ্মণেৰে সৈতে আচমন কৰি কুশাসনত বহি বিধিমতে সমুদ্রক উপাসনা কৰিবলৈ ধৰিলে। ৩২ ॥

নদ-নদীবিলাকৰ অধিপতি শ্রীমান তেজস্বী সাগৰ-দেৱতাই জল-জন্তুবিলাকেৰে সৈতে আহি সপোনত শ্রীৰামচন্দ্রক দেখা দিলে। ৩৩ ॥

শত শত ৰত্নাকৰেৰে আবৃত হৈ সাগৰ-দেৱতাই 'হে কৌশল্যানন্দন' বুলি সম্বোধন কৰি মধুৰ বাক্যেৰে ক'লে, ৩৪ ॥

হে পুৰুষশ্রেষ্ঠ, কোৱাঁ, মই তোমাৰ কি সাহায্য কৰিব লাগিব, ময়ো ইক্ষাকু-বংশৰ, মই তোমাৰ জ্ঞাতি হওঁ। ৩৫ ॥

হে নদ-নদীপতি, আপুনি এটা বাট দিব লাগে—যি বাটেৰে গৈ সেই পুলস্ত্য নন্দন অধম দশগ্রীৱ ৰাৱণক বধ কৰিব পাৰোঁ। ৩৬ ॥

মই এইদৰে খোজাতো যদি আপুনি মোক বাট নিদিয়ে, তেনেহ'লে দিব্য অস্ত্র-মন্ত্রেৰে অভিমন্ত্রিত বাণৰ দ্বাৰায় আপোনাক শুকুৱাই পেলাম। ৩৭ ॥

বৰুণালয় সাগৰ-দেৱতাই ৰামে এইদৰে কোৱা শুনি হাত যোৰ কৰি ব্যথিত-ভাৱে কবলৈ ধৰিলে, ৩৮ ॥

মই তোমাৰ কোনো ব্যাঘাত কৰিবলৈ ইচ্ছা নকৰোঁ, মই তোমাৰ বিঘ্নকাৰী নহওঁ। মই তোমাক কওঁ শুনা, তাকে শুনি যি কৰিব লাগে কৰিবা। ৩৯ ॥

যদি মই তোমাৰ আদেশমতে সৈন্য-বিলাকক যাবলৈ বাট দিওঁ, তেনেহ'লে আনবিলাকেও ধনু-অস্ত্রৰ বলেৰে এইদৰে মোক আদেশ কৰিব। ৪০ ॥

ত্বষ্টা, বিশ্বকৰ্মাৰ পুত্র, শ্রেষ্ঠ শিল্পী বলৱান নল নামে এটা বান্দৰ ইয়াত আছে। ৪১ ॥

তেওঁ কাঠ, তৃণ বা শিল যি কোনো বস্তুকেই মোৰ ওপৰত পেলাই দিলে মই তাক ওপঙাই ৰাখিম। ৪২ ॥

এই বুলি কৈ সাগৰ-দেৱতা অন্তৰ্দ্ধান হ'ল। তেতিয়া ৰামে নলক ক'লে, তুমি সমুদ্রত এখন সেতু সজোৱা। মোৰ মনে ধৰে, তুমি পাৰিবা। ৪৩ ॥

এই উপায়েৰে কাকুৎস্থ ৰামচন্দ্রই দহ যোজন বহল আৰু এশ যোজন দীঘল এখন সেতু সমুদ্রৰ ওপৰত সজালে। ৪৪ ॥

ৰামৰ আদেশমতে সজোৱা সেই পৰ্ব্বতাকাৰ সেতুখন নল-সেতু নামে আজিও প্রখ্যাত হৈ আছে। ৪৫ ॥

ৰাক্ষস-ৰজা ৰাৱণৰ ভায়েক বিভীষণ চাৰিজন মন্ত্ৰীৰে সৈতে সমুদ্ৰৰ পাৰত থকা শ্ৰীৰামচন্দ্ৰৰ ওচৰলৈ আহিল । ৪৬ ॥

মহামনা ৰামে তেওঁক স্বাগত সম্ভাষণ কৰি গ্ৰহণ কৰিলে । কিন্তু তেওঁক ৰাৱণৰ গুপ্তচৰ বুলি ভাবি সুগ্ৰীৱৰ মনত আশঙ্কা হৈছিল । ৪৭ ॥

ৰামে সত্য কথোৱাত বিভীষণৰ সুব্যৱহাৰৰ ইঙ্গিত পাই আচলতে তেওঁক বুজি পালে ; তেতিয়া তেওঁক প্ৰশংসা কৰিলে । ৪৮ ॥

বিভীষণক ৰামে সমুদায় ৰাক্ষসবিলাকৰ ৰাজ্যৰ অধিপতিৰূপে অভিষেক কৰি তেওঁৰ মন্ত্ৰ-সচিব পাতিলে আৰু লক্ষ্মণৰ লগত মিত্ৰ কৰি দিলে । ৪৯ ॥

হে নৰাধিপ, বিভীষণৰ কথামতে ৰামচন্দ্ৰ সেই সেতুৰে এমাহৰ ভিতৰতে মহাসমুদ্ৰ পাৰ হ'ল । ৫০ ॥

তাৰ পিছত লঙ্কালৈ গৈ লঙ্কা নগৰৰ ডাঙৰ ডাঙৰ বহুতো উদ্যান বান্দৰ-বিলাকৰ দ্বাৰায় ছিন্ন-ভিন্ন কৰি পেলোৱালে । ৫১ ॥

পিছত ৰাৱণৰ গুপ্তচৰ হৈ শুক আৰু সাৰণ নামে দুজন মন্ত্ৰী বান্দৰ-ৰূপ ধৰি আহিছিল ; কিন্তু বিভীষণে সিহঁতক ধৰা পেলালে । ৫২ ॥

এই ৰাক্ষস দুটাই যেতিয়া সিহঁতৰ আচল ৰূপ ধৰিলে, তেতিয়া ৰামে সিহঁতক সমুদায় সৈন্যবিলাকক দেখুৱাই এৰি দিলে । ৫৩ ॥

সেই নগৰৰ উপবনত সৈন্যবিলাকক স্থাপন কৰি ৰামে জ্ঞানী, বুদ্ধিমান অঙ্গদক ৰাৱণৰ ওচৰলৈ দূত কৰি পঠিয়াই দিলে । ৫৪ ॥

ইতি মহাভাৰতৰ বন-পৰ্ব্বৰ অন্তৰ্গত ৰামোপাখ্যান-পৰ্ব্বত সেতু-বন্ধন নামৰ ত্ৰ্যশীত্যধিক-দ্বিশততম অধ্যায় । ২৮৩ ॥

## ॥ অধ্যায় ২৮৪ ॥

# ॥ লঙ্কা-প্ৰৱেশ ॥

মাৰ্কণ্ডেয়ই ক'লে, বহুত ফল-মূল, খাদ্য আৰু পানী থকা সেই বনত সেনা-নিবাস স্থাপন কৰি কাকুৎস্থ ৰামচন্দ্ৰই যথানিয়মে সিহঁতক ৰক্ষা কৰি আছিল । ১ ॥

ৰাৱণে প্ৰাকাৰ আৰু তোৰণবিলাক সুদৃঢ় হোৱাত স্বাভাৱিকতেই কোনেও প্ৰৱেশ কৰিব নোৱাৰা লঙ্কা অস্ত্ৰ-শস্ত্ৰেৰে নানাপ্ৰকাৰ যন্ত্ৰ আদি নিৰ্ম্মাণ কৰি সুদৃঢ় কৰিলে । ২ ॥

মাছ, কুম্ভীৰ আদি থকা, সহজে পাৰ হ'ব নোৱৰাকৈ সাতোটা ডাঙৰ গড়খাৱৈ দিলে আৰু সেইবিলাকৰ মাজত খয়ৰ কাঠৰ শলা পুতি দিলে । ৩ ॥

সেই পৰিখাবিলাকৰ দুৱাৰত হিলৈ মাৰিব পৰা যন্ত্ৰ, জুই লগোৱা শক্তিতা আৰু শিলৰ গুলিবিলাক সজাই থৈ দিয়া হৈছিল। ধূনাৰে কপিল-বৰণ হোৱা, সাপৰ নিচিনা ভয়ঙ্কৰ যোদ্ধাবিলাকে মুসল অলাত বাণ, তোমৰ, খড়্গ, পৰশু, শতঘ্নী আৰু মৌ সানি চিকৃচিকীয়া কৰা মুদগৰ লৈ ৰক্ষা কৰি থকাত প্ৰাকাৰটো দুৰ্দ্ধৰ্ষ হৈছিল। ৪-৫ ॥

নগৰৰ সকলোবিলাক দুৱাৰতে সৈন্যবিলাক লুকাই থাকিব পৰা ঠাই আৰু লঙ্ঘন কৰিব নোৱৰা ডাঙৰ ডাঙৰ স্তম্ভ সজাই তাত প্ৰচুৰ সৈন্য, হাতী, ঘোঁৰা আদিৰে ভৰ-পূৰ কৰি থোৱা হৈছিল। ৬ ॥

পাছত অঙ্গদ আহি লঙ্কাৰ দুৱাৰত উপস্থিত হ'ল আৰু ৰাৱণে জনাকৈ নিৰ্ভয়ে লঙ্কাত প্ৰৱেশ কৰিলে। ৭ ॥

সেই মহা বলৱান অঙ্গদ কোটি কোটি ৰাক্ষসৰ মাজত মেঘবিলাকেৰে আৱৰি থকা সূৰ্য্যৰ দৰে শোভা পাইছিল। ৮ ॥

মন্ত্ৰীবিলাকে আৱৰি থকা ৰাৱণৰ ওচৰ পাই বাগ্মী অঙ্গদে ৰাৱণক সম্বোধন কৰি ৰামৰ সংবাদ কবলৈ আৰম্ভ কৰিলে, ৯ ॥

হে ৰজা, কোশলাধিপতি মহা যশস্বী ৰাঘৱ ৰামে তোমাক যথাসময়তে যি কথা কৈ পঠিয়াইছে, তাকে মানি সেইদৰে কাম কৰাঁ ঃ ১০ ॥

ৰজা অজিতেন্দ্ৰিয় আৰু অনীতিপৰায়ণ হ'লে তাৰ সেই অনীতিৰ প্ৰভাৱত দেশ আৰু নগৰ ধ্বংস হয়। ১১ ॥

বলপূৰ্ব্বক মোৰ সীতাক হৰণ কৰাৰ বাবে তুমি এজনহে মোৰ ওচৰত দোষী কিন্তু সেয়ে বহুতো নিৰপৰাধীৰ বধৰ কাৰণ হ'ব। ১২ ॥

তুমি বল-দৰ্প'ত দৰ্পিত হৈ বনচাৰী বহুতো ঋষি আৰু ৰাজৰ্ষি বধ কৰিছা, দেৱতাসকলকো অৱজ্ঞা কৰি আহিছা আৰু কান্দি থকা বহুতো তিৰোতা হৰণ কৰি আনিছা; এতিয়া সেইবিলাক অন্যায়ৰ ফল পোৱাৰ সময় উপস্থিত হৈছে। ১৩-১৪ ॥

হে নিশাচৰ, যদি তুমি পুৰুষ হোৱা, তেনেহলে মোৰ লগত যুদ্ধ কৰাঁ, মই তোমাক মন্ত্ৰীবিলাকৰে সৈতে বধ কৰিম, মই মানুহৰ ধনুৰ ক্ষমতা কিমান চাই লোৱাঁ। ১৫ ॥

জনক-নন্দিনী সীতাক এৰি দিয়াঁ, যদিহে কেতিয়াও এৰি নিদিয়া, তেনেহ'লে মই তীক্ষ্ণ বাণৰ দ্বাৰা এই পৃথিৱীত ৰাক্ষস নোহোৱা কৰিম। ১৬ ॥

শ্ৰীৰামচন্দ্ৰৰ দূতৰ মুখৰ এনেকুৱা কঠুৱা কথা শুনি ৰাৱণ সহ্য কৰিব নোৱাৰি ক্ৰোধত মূৰ্চ্ছিত হ'ল। ১৭ ॥

ৰজাৰ ইঙ্গিত পাই চাৰিটা ৰাক্ষসে, পখীয়ে বাঘক ধৰাৰ দৰে, অঙ্গদৰ চাৰি অঙ্গত জপটিয়াই ধৰিলে। ১৮ ॥

তেতিয়া অঙ্গদে গাত ধৰি থকা ৰাক্ষস চাৰিটাৰে সৈতে ওপৰলৈ জঁাপ মাৰি প্ৰাসাদৰ ৰাজ-অট্টালিকাৰ ওপৰত উঠিল। ১৯ ॥

অঙ্গদে বৰ বেগেৰে জঁাপ মৰাৰ কাৰণে সেই ৰাক্ষস কেইটা বৰ আঘাত পাই মাটিত পৰি যোৱাত সিহঁতৰ বুকু ভাগি গ'ল। ২০ ॥

প্ৰাসাদৰ ওপৰৰপৰা আকৌ জঁাপ মাৰি লঙ্কাপুৰ অতিক্ৰম কৰি আহি সুবেল পৰ্ব্বতৰ ওচৰত পৰিল। ২১ ॥

তেজস্বী বান্দৰ অঙ্গদে অলপ বিশ্ৰাম কৰি কোশলাধিপতি ৰামৰ ওচৰলৈ গৈ সমুদায় কথা বিবৰি ক'লে। ৰামে তেওঁক অভিনন্দন জনাই প্ৰশংসা কৰিলে। ২২ ॥

ৰঘুনন্দন ৰামচন্দ্ৰই বায়ুবেগী সকলোবিলাক বান্দৰকেই একেলগে লৈ লঙ্কাৰ প্ৰাকাৰ ভেদ কৰিলে। ২৩॥

লক্ষ্মণে বিভীষণ আৰু ভালুকৰ অধিপতি জাম্বুবানক লগত লৈ দুৰ্ভেদ্য দক্ষিণ দুৱাৰখন অৱৰোধ কৰিলে। ২৪ ॥

দীঘল বাহু, হাত, উৰত, কৰঙণৰ মাজত ওলমি পৰা ধেঁাৱা-বৰণীয়া তিনি-কোটি ভালুকো সাজু হৈ আছিল। ২৫ ॥

বান্দৰবিলাকৰ কিছুমান জঁপিয়াই জঁপিয়াই উৰি যোৱাদি গৈছিল, কিছুমান বাগৰি পৰিছিল। এইবিলাক বান্দৰৰ ধূলিৰে সূৰ্য্যৰ পোহৰ আৱৰি থোৱাত সূৰ্য্যটো নেদেখা হৈছিল। ২৬-২৭ ॥

কিছুমান বান্দৰৰ বৰণ শালিধানৰ ফুলৰ নিচিনা, কিছুমানৰ শিৰীষ ফুলৰ নিচিনা, কিছুমানৰ তৰুণ সূৰ্য্যৰ বৰণৰ নিচিনা আৰু কিছুমানৰ বা শণ গছৰ ফুলৰ নিচিনা হালধীয়া আছিল। ২৮ ॥

হে মহাৰাজ, ৰাক্ষসৰ বুঢ়া আৰু তিৰোতাবিলাকে সকলোফালৰপৰা আহি আচৰিত হৈ দেখিলে, নগৰৰ প্ৰাকাৰবিলাক একেবাৰে কপিল বৰণৰ হৈ পৰিছে। ২৯ ॥

মণিৰে নিৰ্ম্মাণ কৰা গম্বুজ আৰু কৰ্ণাদৰ কোণীয়া-কুণিকৈ সজোৱা বাটচ'ৰাৰ ওপৰত থকা কলসীবিলাক ভাঙি পেলালে, যন্ত্ৰবিলাকৰো মূৰৰ তোপবিলাক ভাঙি সিঁচৰতি কৰি দলিয়াই পেলাই দিলে। ৩০ ॥

মহা শব্দ কৰা, শলিতা আৰু গুলিৰে সজাই থোৱা বৰটোপবোৰ চকাৰে সৈতে তুলি লৈ বৰ বলেৰে লঙ্কাৰ মাজলৈ দলিয়াই দিছিল। ৩১ ॥

শই শই ৰাক্ষস প্ৰাকাৰৰ ৰক্ষাৰ কাৰণে আছিল, সিহঁতো বান্দৰৰ খেদা খাই প্ৰাণপণে পলাবলৈ ধৰিলে। ৩২ ॥

তাৰ পিছত ৰজাৰ আদেশমতে কাম-ৰূপী, বিকৃত আকাৰৰ এশ হাজাৰ ৰাক্ষস সংঘবদ্ধ হৈ ওলাই আহিল । ৩৩ ॥

সিহঁতে বৰ বিক্ৰম দেখুৱাই অস্ত্ৰ-বৰ্ষণ কৰি বনবাসী বান্দৰবিলাকক খেদাই দি আকৌ প্ৰাকাৰ সুশোভিত কৰিবলৈ ধৰিলে। ৩৪ ॥

কিছুমান মাহুৰ নিচিনা ক'লা বৰণৰ ভয়ঙ্কৰ ৰাক্ষসৰ দ্বাৰা তোৰণ-দ্বাৰখন আকৌ বান্দৰহীন হ'ল । ৩৫ ॥

বহুতো ডাঙৰ ডাঙৰ বান্দৰ শূলৰ খোচ খাই মৰিল। কিছুমান ৰাক্ষসে স্তম্ভ আৰু ভগা তোৰণৰ টুকুৰাৰ আঘাতত প্ৰাণ এৰিলে। ৩৬ ॥

ৰাক্ষসবিলাকৰ বান্দৰবিলাকৰ লাগত চুলিয়া-চুলি যুদ্ধ হৈছিল, পৰস্পৰে পৰস্পৰক নখ আৰু দাঁতেৰে আঘাত কৰিছিল আৰু কামোৰা-কামুৰি কৰিছিল । ৩৭ ॥

তাতু বান্দৰ আৰু ৰাক্ষসবিলাকে ভয়ঙ্কৰ শব্দ কৰিছিল. কিছুমান মৰিছিল, কিছুমান মাটিত বাগৰি পৰি আছিল; তথাপি কোনেও কাকো এৰি দিয়া নাছিল। ৩৮ ॥

ৰামেও মেঘে বৰষুণ দিয়াদি শৰ বৰ্ষণ কৰিছিল। সেই শৰবিলাকে গৈ লঙ্কা পাই তাত থকা ৰাক্ষসবিলাকক বধ কৰিছিল। ৩৯ ॥

দৃঢ়ভাৱে ধনু-ধৰা, পৰিশ্ৰমজয়ী লক্ষ্মণেও নাৰাচৰ দ্বাৰা দুৰ্গত থকা ৰাক্ষসবিলাকক মুখামুখিকৈ পাই বধ কৰিছিল। ৪০ ॥

এইদৰে লঙ্কাখন বিমৰ্দ্দিত কৰি লক্ষ্য আৰু জয় লাভ কৰিলে; পিছত শ্ৰীৰামচন্দ্ৰৰ আদেশ পাই সৈন্যবিলাক শিবিৰলৈ উভতিল। ৪১ ॥

ইতি মহাভাৰতৰ বনপৰ্ব্বৰ অন্তৰ্গত ৰামোপাখ্যান-পৰ্ব্বত লঙ্কা-প্ৰৱেশ নামৰ চতুৰশীত্যধিক-দ্বিশততম অধ্যায় । ২৮৪ ॥

## ॥ অধ্যায় ২৮৫ ॥

## ॥ ৰাম-ৰাৱণৰ দ্বন্দ্বযুদ্ধ ॥

মাৰ্কেণ্ডেয়ই ক'লে, তাৰ পিছত ৰাৱণৰ তলতীয়া পৰ্ব্বন, পতন, জম্ভ, খৰ, হৰি, ক্ৰোধবশ, প্ৰকঙ্ক, অকঙ্ক আৰু প্ৰঘনক আদি কৰি ক্ষুদ্ৰ ৰাক্ষস এদল আহি শিবিৰত থকা ৰামৰ সৈন্যবিলাকৰ ওপৰ চাপিল। ১-২ ॥

নেদেখাকৈ অহা সেই দুৰাত্মাইঁতক বিভীষণে দেখি চিনি পাই সিহঁতৰ অন্তৰ্দ্ধান হোৱা মায়া নাশ কৰি দিলে । ৩ ॥

তেতিয়া দূৰত থাকি বলৱান বান্দৰবোৰে সিহঁতক দেখা পাই চাৰিওফালৰপৰা বেঢ়ি ধৰি মাৰি পেলালে। সিহঁত প্ৰাণহীন হৈ মাটিত পৰিল। ৪ ॥

বলৱান ৰাৱণ এইবোৰ সহিব নোৱাৰি ভয়ঙ্কৰ ৰাক্ষস আৰু পিশাচ সৈন্যেৰে আবৃত হৈ যুদ্ধলৈ ওলাই আহিল । ৫ ॥

যুদ্ধ-শাস্ত্ৰৰ বিধান জনা, সাক্ষাৎ শুক্ৰাচাৰ্য্যৰ নিচিনা যুদ্ধ-নীতিজ্ঞ ৰাৱণে শুক্ৰাচাৰ্য্যৰ মতে এটা ব্যূহ ৰচনা কৰি বান্দৰবিলাকক বেঢ়ি ধৰিলে। ৬ ॥

ৰামেও বৃহস্পতিৰ নীতিমতে সেই নিশাচৰৰ বিৰুদ্ধে প্ৰতিব্যূহ ৰচনা কৰি ব্যূহ নিৰ্ম্মাণ কৰি ওলাই অহা ৰাৱণক আক্ৰমণ কৰিলে। ৭ ॥

পিছত ৰাৱণ ওচৰ চাপি আহি ৰামৰ লগত যুদ্ধ কৰিবলৈ ধৰিলে। সেইদৰে লক্ষ্মণেও ইন্দ্ৰজিতৰ লগত যুদ্ধ আৰম্ভ কৰিলে। ৮ ॥

বিৰূপাক্ষৰ লগত সুগ্ৰীৱ, তাৰ নামৰ বান্দৰৰ লগত নিখৰ্ব্ব, নিশাচৰ তুণ্ডৰ লগত নল, পনস ৰাক্ষসৰ লগত পটুশ—পৰস্পৰে যুদ্ধ আৰম্ভ কৰিলে। ৯ ॥

এইদৰে যুদ্ধ-স্থলত ৰাক্ষস আৰু বান্দৰবোৰে নিজ নিজ বাহুবলৰ ওপৰত নিৰ্ভৰ কৰি যোগ্য প্ৰতিদ্বন্দ্বীৰ লগত যুদ্ধ কৰিবলৈ আৰম্ভ কৰিলে। ১০ ॥

আগেয়ে দেৱতা আৰু অসুৰৰ যেনেকুৱা যুদ্ধ হৈছিল সেই যুদ্ধৰ দৰে গাৰ নোম শিয়ঁৰি উঠা, ভয়াতুৰবিলাকৰ ভয় জন্মোৱা সেই বান্দৰ আৰু নিশাচৰৰ ভয়ঙ্কৰ যুদ্ধ প্ৰবল হৈ উঠিল। ১১ ॥

ৰাৱণে শক্তি, শূল, তৰোৱাল বৃষ্টি কৰি ৰামক আক্ৰমণ কৰিলে। ৰামেও সেইদৰে শাণিত চোকা বাণেৰে ৰাৱণকো অত্যন্ত পীড়িত কৰিলে। ১২ ॥

সেইদৰে লক্ষ্মণেও মৰ্ম্মস্থল ভেদ কৰা বহুতো বাণ মাৰি ইন্দ্ৰজিতক আৰু ইন্দ্ৰজিতেও বহুতো বাণৰ দ্বাৰা লক্ষ্মণক থকা-সৰকা কৰিলে। ১৩ ॥

বিভীষণে প্ৰহস্তক আৰু প্ৰহস্তয়ো বিভীষণক চৰাই পাখিৰ নিচিনা পাখি-লগা তীক্ষ্ণ তীক্ষ্ণ বাণেৰে পৰস্পৰে পৰস্পৰৰ প্ৰতি নিৰ্ভয়ে শৰ-বৰ্ষণ কৰিবলৈ ধৰিলে। ১৪ ॥

সেই বলৱানসকলৰ মহা-অস্ত্ৰবিলাকৰ একত্ৰ সমাৱেশ হোৱাত সেইবিলাকৰ জন্ জন্ শব্দত চৰাচৰ তিনিও লোকে ভয় খাইছিল। ১৫ ॥

ইতি মহাভাৰতৰ বনপৰ্ব্বৰ অন্তৰ্গত ৰামোপাখ্যান-পৰ্ব্বত ৰাম-ৰাৱণৰ দ্বন্দ্বযুদ্ধ নামৰ পঞ্চাশীত্যধিক-দ্বিশততম অধ্যায়। ২৮৫ ॥

॥ অধ্যায় ২৮৬ ॥

## ॥ প্ৰহস্তাদি ৰাক্ষস-বধ আৰু কুম্ভকৰ্ণৰ নিদ্ৰাভঙ্গ ॥

মাৰ্কণ্ডেয়ই ক'লে, তাৰ পাছত নিষ্ঠুৰ যোদ্ধা প্ৰহস্তই হঠাতে বিভীষণৰ ওচৰ চাপি ভীষণ গৰ্জ্জন কৰি গদাৰে তেওঁক আক্ৰমণ কৰিলে। ১ ॥

ধীমান বিভীষণ তীব্ৰ বেগেৰে প্ৰহৃত গদাৰ আঘাত পাই অকণো কম্পিত নহল, বৰঞ্চ হিমালয়-পৰ্ব্বত-সদৃশ ধীৰভাৱে থিয় দি থাকি তেওঁ শতঘণ্টা নামৰ বিপুল মহাশক্তি-অস্ত্ৰ মন্ত্ৰপূত কৰি প্ৰহস্তৰ মূৰলৈ লক্ষ্য কৰি নিক্ষেপ কৰিলে। ২-৩ ॥

বজ্ৰসম বেগশীল এই অস্ত্ৰ দ্ৰুত-গতিৰে গৈ ৰাক্ষসৰ ওপৰত নিপতিত হৈ তেওঁৰ শিৰচ্ছেদন কৰাত ৰাক্ষসৰ দেহ বাত-বিধস্ত তৰুৰ দৰে ধ্বংস-প্ৰাপ্ত হ'ল। ৪॥

ৰাক্ষস প্ৰহস্ত যুদ্ধত এইদৰে নিহত হোৱা দেখি ধূম্ৰাক্ষ নামে ৰাক্ষসে দ্ৰুত পদে বান্দৰবোৰৰ সম্মুখলৈ খেদি গ'ল। ৫॥

তেতিয়া মহা মহা বান্দৰবিলাক মেঘ-সদৃশ, ভীম-দৰ্শন ৰাক্ষস সেনাই হঠাতে এইদৰে খেদি অহা দেখি ৰণক্ষেত্ৰ এৰি পলাবলৈ ধৰিলে। ৬॥

মহা মহা বান্দৰ বীৰগণ হঠাতে এইদৰে পলোৱা দেখি মৰুতাত্মজ কপি-প্ৰৱৰ হনুমান যুদ্ধৰ সম্মুখীন হ'ল। ৭॥

হে ৰাজন যুধিষ্ঠিৰ, যুদ্ধক্ষেত্ৰত পৱন-নন্দন হনুমানক এইদৰে উপস্থিত হোৱা দেখি বান্দৰবোৰো লৰা-লৰিকৈ চাৰিওফালৰপৰা আহি ৰণক্ষেত্ৰত উপস্থিত হ'লহি। ৮॥

তেতিয়া পৰস্পৰে পৰস্পৰক আক্ৰমণ কৰাৰ ফলত ৰাম আৰু ৰাৱণৰ সৈন্যৰ ভিতৰত তুমুল লোমহৰ্ষক শব্দ উত্থিত হ'ল। ৯॥

এইদৰে ভীষণ সংগ্ৰাম উপস্থিত হোৱাত ৰণক্ষেত্ৰ তেজেৰে পঙ্কিল হ'ল আৰু ধূম্ৰাক্ষই তেওঁৰ শৰজালৰ দ্বাৰা কপি-সৈন্যক অভিভূত কৰি তুলিলে। ১০॥

ৰাক্ষস-প্ৰধান ধূম্ৰাক্ষই বান্দৰ-সৈন্যক এইদৰে আক্ৰমণ কৰা দেখি শত্ৰু-পক্ষ-হন্তা পৱন-নন্দন হনুমানে ক্ষিপ্ৰ গতিৰে আহি তাক আক্ৰমণ কৰিলে ১১॥

তেতিয়া যুদ্ধত হনুমান আৰু ধূম্ৰাক্ষ পৰস্পৰে জয় লাভ কৰিবলৈ ইচ্ছা কৰি যুদ্ধত প্ৰবৃত্ত হোৱাত তাহানি কালত ইন্দ্ৰ আৰু প্ৰহ্লাদৰ ভিতৰত যি ঘোৰতৰ যুদ্ধ হৈছিল, কপিপ্ৰৱৰ হনুমান আৰু ৰাক্ষস-বীৰ ধূম্ৰাক্ষৰ ভিতৰতো তেনে ধৰণৰ যুদ্ধ আৰম্ভ হ'ল। ১২॥

গদা আৰু মুষলেৰে ৰাক্ষসে কপি-প্ৰৱৰক আক্ৰমণ কৰিলে আৰু কপিবোৰেও ঠাল-ঠেঙুলি আৰু গা-গছেৰে সৈতে ৰাক্ষসক আঘাত কৰিবলৈ ধৰিলে। ১৩॥

শেহত মৰুতাত্মজ হনুমানে অতিশয় ক্ৰোধান্বিত হৈ ৰথ, সাৰথি আৰু অশ্বেৰে সৈতে ধূম্ৰাক্ষক বধ কৰিলে। ১৪॥

ৰাক্ষস-প্ৰৱৰ ধূম্ৰাক্ষ এইদৰে নিহত হোৱা দেখি বান্দৰ-সৈন্যৰ মনত সাহস বাঢ়িল ; সিহঁতে তেতিয়া আন আন ৰাক্ষস-সেনাক বধ কৰিলে। ১৫॥

এইদৰে জয়োল্লাসী, মহা বলশালী বান্দৰ-সৈন্যৰ দ্বাৰা ৰাক্ষস নিহত হোৱা দেখি অৱশিষ্ট ৰাক্ষস-সৈন্য ভয়তে সিহঁতৰ সঙ্কল্প পৰিত্যাগ কৰি লঙ্কাৰ অভিমুখে ধাৱমান হ'ল। ১৬॥

তেতিয়া বাকী থকা ৰাক্ষসবোৰে ভঙ্গ দি লঙ্কাত উপনীত হৈ ৰজা ৰাৱণৰ আগত সকলো কথা যথাযথভাৱে নিবেদন কৰিলে। ১৭॥

সিহঁতৰপৰা সসৈন্যে প্ৰহস্ত আৰু মহাধনুৰ্দ্ধাৰী ধূম্ৰাক্ষ বান্দৰ-সৈন্যৰ হাতত নিহত হোৱা শুনি ৰাৱণে দীঘলকৈ এটা হুমুনিয়াহ কাঢ়িলে আৰু নিজে তেওঁৰ

শ্ৰেষ্ঠাসনৰপৰা থিয় হৈ ক'লে, তেনেহলে এতিয়া কুম্ভকৰ্ণৰ কামৰ সময় উপস্থিত হ'ল। ১৮-১৯ ॥

এই বুলি কৈ ভীষণ শব্দকাৰী বিবিধ বাদ্য-যন্ত্ৰৰ সহায়ত টোপনিত মগ্ন হৈ থকা নিদ্ৰালু কুম্ভকৰ্ণক জগালে। ২০ ॥

ভয়-বিহ্বল ৰাক্ষসাধিপতি ৰাৱণে অতি যত্নে কুম্ভকৰ্ণক জগোৱাৰ পিছত কুম্ভকৰ্ণ সুস্থ হৈ টোপনিৰ জাল এৰাই অনুদ্বিগ্নচিত্তে আসনত অধিষ্ঠিত হোৱাত দশগ্ৰীৱ ৰাৱণে এইদৰে কবলৈ ধৰিলে, হে কুম্ভকৰ্ণ, যিহেতু তুমি এনে সুগভীৰ নিদ্ৰাৰ অধিকাৰী, এতেকে তুমিয়েই ধন্য; কিয়নো এই নিদ্ৰাৰ কাৰণেই মহা ভয়াবহ যি দাৰুণ সময় আমাৰ উপস্থিত হৈছে তাৰ কথা তুমি ঘূৰ্ণাক্ষৰেও গম পোৱা নাই। ৰাম নামৰ এজনে বান্দৰবোৰৰ লগ লাগি সেতু বান্ধি সাগৰ পাৰ হৈ আহি আমাক সকলোকে অৱমানিত কৰিছে আৰু আমাৰ বহুতকে নিধন কৰিছে। মই জনক-নন্দিনী তেওঁৰ ভাৰ্য্যা সীতাক হৰণ কৰি আনিছো। ২১-২৪ ॥

এতিয়া সীতাক উদ্ধাৰ কৰিবলৈ মহাসমুদ্ৰত সেতু বান্ধি ৰাম ইয়ালৈ আহিছে আৰু প্ৰহস্ত প্ৰভৃতি মহা মহা জ্ঞাতিবৰ্গক বধ কৰিছে। ২৫ ॥

হে শত্ৰুকুল-বিনাশক, এতিয়া তোমাত বিনে তাক বধ কৰিব পৰা আন কোনো নাই। এতেকে, হে বলিষ্ঠ-প্ৰৱৰ, তুমি অস্ত্ৰে-শস্ত্ৰে সজ্জিত হৈ ৰণাভিমুখে যাত্ৰা কৰা আৰু ৰামকে আদি কৰি সকলো শত্ৰুকুল ধ্বংস কৰাঁ। দূষণৰ কনিষ্ঠ ভ্ৰাতা বজ্ৰবেগ আৰু প্ৰমাথী—এই দুজন বহুত সৈন্য লগত লৈ তোমাৰ লগত যাব। ২৬-২৭ ॥

ৰাক্ষস-পতি ৰাৱণে মহা বেগৱান কুম্ভকৰ্ণক এইদৰে কৈ বজ্ৰবেগ আৰু প্ৰমাথীক এই সম্বন্ধে কৰিব লগীয়া কাম যি যি সম্ভৱ হব পাৰে সকলো ক'লে। ২৮ ॥

তেতিয়া দূষণানুজ বীৰদ্বয়ে "যি আজ্ঞা" বুলি ৰাৱণৰ আদেশ মানি কুম্ভকৰ্ণক আগত লৈ ৰণলৈ যাত্ৰা কৰিলে। ২৯ ॥

ইতি মহাভাৰতৰ বনপৰ্ব্বৰ অন্তৰ্গত ৰামোপাখ্যান-পৰ্ব্বত প্ৰহস্তাদি ৰাক্ষস-বধ আৰু কুম্ভকৰ্ণৰ নিদ্ৰা-ভঙ্গ নামৰ ষড়শীত্যধিক-দ্বিশততম অধ্যায়। ২৮৬ ॥

॥ অধ্যায় ২৮৭ ॥

## ॥ কুম্ভকৰ্ণ-বধ ॥

মাৰ্কণ্ডেয়ই ক'লে, তাৰ পাছত অনুচৰবৰ্গেৰে সৈতে নিজ নগৰীৰপৰা ওলাই গৈ কুম্ভকৰ্ণই যুদ্ধৰ কাৰণে সাজু হৈ থকা জয়োল্লাসী কপি-সৈন্যক সন্মুখত দেখা পালে। ১ ॥

ৰামক দেখা পোৱাৰ আশাৰে সৈন্যদলৰ পিনে চকু ফুৰাই চাওঁতে হাতত ধনু লৈ সুসজ্জিত হৈ থকা অৱস্থাত সুমিত্ৰা-নন্দন লক্ষ্মণক কুম্ভকৰ্ণই দেখা পালে। কুম্ভকৰ্ণক বান্দৰবোৰে দেখিয়েই চাৰিওফালৰপৰা তেওঁৰ ওচৰলৈ আহি আগুৰি ধৰিলে আৰু প্ৰকাণ্ড প্ৰকাণ্ড অসংখ্য গছেৰে তেওঁক আঘাত কৰিবলৈ ধৰিলে। ৩ ॥

কিছুমানে নিৰ্ভীকচিত্তে, অকল নখৰ সহায়তে তেওঁৰ শৰীৰ ক্ষত-বিক্ষত কৰিবলৈ ধৰিলে ; এইদৰে বান্দৰবোৰে যুদ্ধ-মাৰ্গ অৱলম্বন কৰি ভয়ঙ্কৰ যুদ্ধাস্ত্ৰসমূহৰ দ্বাৰা ৰাক্ষসপ্ৰৱৰ কুম্ভকৰ্ণক আক্ৰমণ কৰিলে। কপি-সৈন্যৰ দ্বাৰা তাড়িত হৈ কুম্ভকৰ্ণই হাঁহি হাঁহি বান্দৰবোৰক ভক্ষণ কৰিবলৈ ধৰিলে। ৪-৫।

চণ্ডবল আৰু বজ্ৰবাহু নামে মহা বলৱন্ত দুটা বান্দৰক সি খিতাতে গিলি থলে। ৰাক্ষসৰ এই ভয়ঙ্কৰ কামটো দেখি তাৰ প্ৰভৃতি বান্দৰগণ শঙ্কিত হ'ল আৰু উচ্চস্বৰে চীৎকাৰ কৰিবলৈ ধৰিলে। বান্দৰসকলৰ যূথপতিসকলে এইদৰে চীৎকাৰ কৰা শুনি সুগ্ৰীৱ ওলাই আহি নিৰ্ভীকচিত্তে কুম্ভকৰ্ণৰ সন্মুখীন হ'ল। তেতিয়া কপিশ্ৰেষ্ঠ মহামনা সুগ্ৰীৱে ক্ষিপ্ৰ গতিৰে কুম্ভকৰ্ণক আক্ৰমণ কৰি বৃহৎ এডাল শাল গছৰ দ্বাৰা ৰাক্ষসৰ মূৰত আঘাত কৰিলে। ৬—৯ ॥

সুগ্ৰীৱে এইদৰে আঘাত কৰাত শাল গছজোপা ভাগি টুকুৰা-টুকুৰ হ'ল, অথচ ৰাক্ষসে কোনো প্ৰকাৰৰ দুঃখকে অনুভৱ নকৰিলে। বৰঞ্চ শাল গছৰ সংস্পৰ্শত ৰাক্ষস সজাগ হৈ ভীষণ-ৰূপে গৰ্জি উঠিল। ১০ ॥

তাৰ পাছত বলপূৰ্ব্বক দুখন হাতেৰে সুগ্ৰীৱক তুলি লৈ যাবলৈ উপক্ৰম কৰা দেখি মিত্ৰপক্ষৰ আনন্দবৰ্দ্ধক, সুমিত্ৰানন্দন, শত্ৰু-বীৰ বিনাশক, বীৰ লক্ষ্মণ দ্ৰুত পদে আগ বাঢ়ি আহি তাৰ সন্মুখীন হ'ল আৰু সোণৰ পাখি লগোৱা মহা মহা শৰসমূহ কুম্ভকৰ্ণৰ প্ৰতি নিক্ষেপ কৰিবলৈ ধৰিলে। এই শৰসমূহে কুম্ভকৰ্ণৰ কৱচ আৰু শৰীৰ ভেদ কৰি তেজেৰে ৰাঙলী হৈ ভূমিতল বিদীৰ্ণ কৰিলে। এইদৰে হৃদয় বিদীৰ্ণ হোৱাত মহা ধনুৰ্দ্ধৰ কুম্ভকৰ্ণই বান্দৰ-ৰাজ সুগ্ৰীৱক এৰি দি শিলাস্ত্ৰ-স্বৰূপ অতি বৃহৎ শিল এটা লৈ লক্ষ্মণৰ ওচৰলৈ খেদি গ'ল। ১১-১৫ ॥

সি এইদৰে খেদি অহাত লক্ষ্মণে সুতীক্ষ্ম, ক্ষুৰধাৰ অস্ত্ৰৰ দ্বাৰা তাৰ উন্নত বাহু দুখন কাটি দিয়াত ৰাক্ষসে চতুৰ্ভুজ ৰূপ ধাৰণ কৰিলে। ১৬ ॥

তেতিয়া সৌমিত্ৰিয়ে তেওঁৰ অস্ত্ৰৰ ক্ষিপ্ৰতা দেখুৱাই সুতীক্ষ্ম অস্ত্ৰৰ দ্বাৰা শিলায়ুধ-যুক্ত ৰাক্ষসৰ চাৰিওখন ভুজকে কাটি দিলে। ১৭ ॥

চাৰিওখন হাত কাটি দিয়াৰ পাছতো ৰাক্ষসে বহুত হাত-ভৰি আৰু মূৰ সংযুক্ত অতিকায় ৰূপ ধাৰণ কৰিলে। তেতিয়া লক্ষ্মণে ব্ৰহ্মাস্ত্ৰৰ দ্বাৰা পৰ্ব্বতপুঞ্জ সদৃশ তাৰ বৃহৎ শৰীৰ বিদীৰ্ণ কৰিলে। ১৮ ॥

মহা বীৰ্য্যশালী কুম্ভকৰ্ণ দিব্যাস্ত্ৰৰ দ্বাৰা আহত হৈ বজ্ৰাহত ঠাল-ঠেঙুলিযুক্ত মহাবৃক্ষৰ দৰে মাটিত বাগৰি পৰিল। ১৯ ॥

বৃত্ৰাসুৰ-সদৃশ বেগশীল কুম্ভকৰ্ণ প্ৰাণহীন হৈ মাটিত পৰি যোৱা দেখি ভয়তে ৰাক্ষসবোৰ লৰি পলাবলৈ ধৰিলে। ২০ ॥

তেতিয়া দুষণৰ কনিষ্ঠ ভ্ৰাতৃ-যুগল ৰাক্ষস সৈন্যবোৰ পলাবলৈ ধৰা দেখি যুদ্ধৰ কাৰণে পুনঃ সিহঁতক থিতাপি লগাই ক্ৰোধান্বিত হৈ শত্ৰুপক্ষৰ প্ৰতি খেদি গ'ল। ২১ ॥

বজ্ৰবেগ আৰু প্ৰমাথী—উভয়ে ক্ৰোধন্বিত হৈ এইদৰে খেদি অহা দেখি লক্ষ্মণ ভীষণ-ৰূপে গৰ্জ্জন কৰি উঠিল আৰু তেওঁ শৰ নিক্ষেপ কৰি উভয়কে আক্ৰমণ কৰিলে। ২২ ॥

তেতিয়া, হে পৃথানন্দন যুধিষ্ঠিৰ, দুষণৰ কনিষ্ঠ ভ্ৰাতৃদ্বয় আৰু ধীৰ বুদ্ধিসম্পন্ন লক্ষ্মণৰ ভিতৰত তুমুল লোমহৰ্ষক যুদ্ধ এখন আৰম্ভ হ'ল। ২৩ ॥

অজস্ৰ শৰবৰ্ষণৰ দ্বাৰা লক্ষ্মণে ৰাক্ষস দুজনক আক্ৰমণ কৰিলে আৰু ৰাক্ষস দুজনেও ক্ৰোধান্বিত হৈ সেইদৰে লক্ষ্মণৰ ওপৰত অস্ত্ৰ-বৰ্ষণ কৰিবলৈ ধৰিলে। ২৪ ॥

এইদৰে বজ্ৰবেগ, প্ৰমাথী আৰু মহাবাহু লক্ষ্মণৰ ভিতৰত মুহূৰ্ত্তকাল ধৰি এখন ভীষণ সংগ্ৰাম চলিল। ২৫ ॥

তেতিয়া মৰুতাত্মজ হনুমানে সুবৃহৎ গিৰিশৃঙ্গ এটা হাতত লৈ লৰি আহি ৰাক্ষস বজ্ৰবেগৰ প্ৰাণ সংহাৰ কৰিলে। ২৬ ॥

আৰু, মহা বলশালী কপিপ্ৰৱৰ নীলে প্ৰকাণ্ড শিল এটা লৈ দুষণানুজ প্ৰমাথীৰ প্ৰাণ নাশ কৰিলে। ২৭ ॥

ইয়াৰ পাছতো উভয় পক্ষই আক্ৰমণ আৰু প্ৰত্যাক্ৰমণ কৰোঁতে ৰাম আৰু ৰাৱণৰ সৈন্যৰ ভিতৰত এখন ঘোৰতৰ সংগ্ৰাম চলি থাকিল। ২৮ ॥

এই যুদ্ধত বনচৰ বান্দৰগণে শই শই ৰাক্ষস বধ কৰিলে। যুদ্ধত ৰাক্ষসবোৰৰহে অধিক হানি হ'ল, সেই অনুপাতে বান্দৰ-সৈন্যৰ হানি নোহোৱাৰ নিচিনাই বুলিব পাৰি। ২৯ ॥

ইতি মহাভাৰতৰ বনপৰ্ব্বৰ অন্তৰ্গত ৰামোপাখ্যান-পৰ্ব্বত কুম্ভকৰ্ণ-বধ নামৰ সপ্তাশীত্যধিক-দ্বিশততম অধ্যায়। ২৮৭ ॥

॥ অধ্যায় ২৮৮ ॥

## ॥ ইন্দ্ৰজিতৰ লগত ৰাম-লক্ষ্মণৰ যুদ্ধ আৰু ৰাম-লক্ষ্মণৰ মূৰ্চ্ছা ॥

মাৰ্কণ্ডেয়ই ক'লে, তাৰ পাছত অনুচৰবৰ্গেৰে সৈতে কুম্ভকৰ্ণ, মহা ধনুৰ্দ্ধাৰী প্ৰহস্ত আৰু অতি তেজস্বী ধূম্ৰাক্ষ যুদ্ধত নিহত হোৱা শুনি ৰাৱণে তেওঁৰ বীৰ-পুত্ৰ ইন্দ্ৰজিতক সম্বোধন কৰি ক'লে, হে শত্ৰুবিনাশক, এতিয়া তুমি লক্ষ্মণে সৈতে ৰাম আৰু সুগ্ৰীৱক বিনাশ কৰাঁগৈ। ১-২ ॥

তুমি মোৰ সুপুত্ৰ আৰু বজ্ৰধৰ শচীপতি সহস্ৰাক্ষক জয় লাভ কৰি মোৰ কাৰণে অত্যুজ্জ্বল যশোৰাশি তুমি উপাৰ্জ্জন কৰিছা। ৩ ॥

হে শত্ৰুহন্তা, অস্ত্ৰধাৰীসকলৰ ভিতৰত তুমি শ্ৰেষ্ঠ, এতেকে প্ৰকাশ্য, অথবা অপ্ৰকাশ্য অৱস্থাত থাকি তোমাৰ দিব্য অস্ত্ৰসমূহৰ সহায়ত শত্ৰুকুল বধ কৰাঁ। ৪ ॥

হে অনঘ, ৰাম, লক্ষ্মণ অথবা সুগ্ৰীৱে তোমাৰ শৰাঘাত সহ্য কৰিব নোৱাৰে, সিহঁতৰ অনুচৰ সৈন্যবোৰৰতো কথাই নাই। ৫ ॥

হে নিষ্পাপমতি ইন্দ্ৰজিৎ, প্ৰহস্ত আৰু কুম্ভকৰ্ণই খৰ-নিধনৰ যি পোতক তুলিব পৰা নাই, এতিয়া, হে মহাভুজ, তুমি তাক তোলাঁগৈ। ৬ ॥

হে পুত্ৰ, আগতে ইন্দ্ৰক জয় কৰি তুমি যিদৰে মোক আনন্দিত কৰিছিলা, আজিও তীক্ষ্ণ অস্ত্ৰৰ দ্বাৰা সৈন্যবৰ্গেৰে সৈতে শত্ৰুকুল ধ্বংস কৰি মোক আনন্দিত কৰাঁ। ৭ ॥

হে যুধিষ্ঠিৰ, ৰাৱণে এইদৰে কোৱাত ইন্দ্ৰজিৎ 'যিবা আজ্ঞা' বুলি সমৰ-সাজেৰে সুসজ্জিত হ'ল, আৰু ততালিকে যুদ্ধক্ষেত্ৰলৈ প্ৰস্থান কৰিলে। ৮ ॥

ৰণক্ষেত্ৰত উপস্থিত হৈ ৰাক্ষসপুঙ্গৱ ইন্দ্ৰজিতে উচ্চৈঃস্বৰে নিজ নাম শুনাই যুদ্ধৰ বাবে শুভ-লক্ষণ লক্ষ্মণক আহ্বান কৰিলে। ৯ ॥

তেতিয়া লক্ষ্মণ শৰ আৰু ধনু হাতত লৈ তেওঁৰ হাত চাপৰিতে শত্ৰুপক্ষৰ মাজত ভয়ৰ সঞ্চাৰ কৰি সিংহই ক্ষুদ্ৰ মৃগক অনুধাৱন কৰাদি ৰণক্ষেত্ৰলৈ তীব্ৰ বেগে আগ বাঢ়ি গ'ল। ১০ ॥

উভয়ৰে জয়-লাভৰ হেপাহ বিদ্যমান, আৰু উভয়ে দিব্যাস্ত্ৰ-বিষয়ত পাকৈত; এনে স্থলত পৰস্পৰৰ প্ৰতি স্পৰ্দ্ধাযুক্ত হৈ ৰণত অৱতীৰ্ণ হোৱাত দুয়ো পক্ষৰ ভিতৰত ঘোৰতৰ এখন সংগ্ৰাম আৰম্ভ হ'ল। ১১ ॥

ৰাৱণ-পুত্ৰ, বলিষ্ঠ, প্ৰধান ইন্দ্ৰজিতে যেতিয়া দেখিলে যে শৰ-যুদ্ধত তেওঁ লক্ষ্ম-

শক কোনোপধ্যে নোৱাৰে তেতিয়া তেওঁ তাতকৈ গুৰুতৰ আন এটা প্ৰচেষ্টাৰ আশ্ৰয় লৈ লক্ষ্মণক মহা বেগশালী তোমৰ অস্ত্ৰেৰে আঘাত কৰিলে। কিন্তু সুতীক্ষ্ম শৰসমূহৰ দ্বাৰা সৌমিত্ৰিয়ে সেইবোৰো খণ্ডন কৰিলে। ১২-১৩॥

তীক্ষ্ণ শৰাস্ত্ৰৰ দ্বাৰা তোমৰ ছিন্ন বিচ্ছিন্ন হৈ মাটিত পৰিবলৈ ধৰাত বালীপুত্ৰ মহাবেগশালী শ্ৰীমান অঙ্গদে এজোপা গছ লৈ ইন্দ্ৰজিতক খেদি গ'ল আৰু তেওঁৰ শিৰোদেশত আঘাত কৰিলে। কিন্তু বীৰ্য্যবান ইন্দ্ৰজিৎ অলপো ভীত নহৈ অঙ্গদৰ বুকুলৈ প্ৰাস অস্ত্ৰ নিক্ষেপ কৰিবলৈ ওলোৱা দেখি লক্ষ্মণে শৰাঘাতৰ দ্বাৰা তাক বিচ্ছিন্ন কৰিলে। এনে অৱস্থাত বানৰ-পুত্ৰ বীৰ অঙ্গদ তেনেই ওচৰ চাপি অহা দেখি ৰাৱণ-পুত্ৰ ইন্দ্ৰজিতে গদাৰে অঙ্গদৰ শৰীৰৰ বাঁওভাগত আঘাত কৰিলে। কিন্তু বালীপুত্ৰ, মহা বলৱান অঙ্গদে তালৈ অকণো ভ্ৰূক্ষেপ নকৰি ক্ৰোধান্বিত হৈ এজোপা শাল গছ ইন্দ্ৰজিতৰ ওপৰত নিক্ষেপ কৰিলে। ১৪-১৮॥

হে পাৰ্থ, ইন্দ্ৰজিতক বধ কৰাৰ উদ্দেশ্যে খণ্ডৰ কোবত নিক্ষেপ কৰা গছ-জোপাই ঘোঁৰা আৰু সাৰথিৰে সৈতে তেওঁৰ ৰথখন ভাঙি পেলালে। এইদৰে ঘোঁৰা আৰু সাৰথি নিহত হোৱাত ৰাৱণাত্মজ ইন্দ্ৰজিৎ ৰথৰপৰা জঁপ মাৰি মাটিত নামিল আৰু নিজ মায়াবলেৰে তাতেই অন্তৰ্হিত হ'ল। বহু-মায়াৱী ৰাক্ষস অন্তৰ্হিত হোৱা দেখি ৰাম নিজেই আহি তাত উপস্থিত হ'ল আৰু বানৰ-সৈন্যক ৰক্ষা কৰি থাকিল। তেতিয়া ইন্দ্ৰজিতে ৰামক উদ্দেশ্য কৰি তেওঁৰ বৰলক্ষ শৰ-সমূহ নিক্ষেপ কৰিবলৈ ধৰিলে। ১৯-২১॥

শৰৰ জালত ৰাম আৰু মহা বলশালী লক্ষ্মণ উভয়ৰে শৰীৰ ক্ষত-বিক্ষত হ'ল। তথাপিতো বীৰযুগলে মায়াবলে অদৃশ্য ইন্দ্ৰজিতলৈ শৰ নিক্ষেপ কৰিবলৈ ধৰিলে।

এইদৰে ৰাৱণপুত্ৰ ইন্দ্ৰজিৎ আৰু ৰাম-লক্ষ্মণৰ ভিতৰত যুদ্ধ চলিবলৈ ধৰিলে; তেতিয়া ইন্দ্ৰজিৎ খঙতে অধীৰ হৈ শই শই, হাজাৰে হাজাৰে শৰ ৰাম লক্ষ্মণৰ গালৈ নিক্ষেপ কৰিলে। বান্দৰবোৰে অদৃশ্য অৱস্থাত থাকি একেৰাহে শৰ-নিক্ষেপ কৰি থকা ইন্দ্ৰজিতক বিচাৰি বৃহৎ বৃহৎ শিলাখণ্ড হাতত লৈ আকাশ-পথত প্ৰৱেশ কৰিলে। কিন্তু সেই ৰাক্ষসে অদৃশ্য অৱস্থাতে থাকি বান্দৰবোৰক আৰু ৰাম-লক্ষ্মণ দুয়োজনাকে শৰসমূহৰ দ্বাৰা হানিবলৈ ধৰিলে। ২৩-২৫॥

এইদৰে মায়াৰ বলেৰে নিজক আবৃত কৰি ৰাখি ৰাৱণ-পুত্ৰই ভীষণভাৱে আক্ৰমণ কৰাত ভ্ৰাতৃযুগল শৰবিদ্ধ হৈ গগনমণ্ডলৰপৰা খহি পৰা চন্দ্ৰ আৰু সূৰ্য্যৰ নিচিনাকৈ মাটিত বাগৰি পৰিল। ২৬॥

ইতি মহাভাৰতৰ বনপৰ্ব্বৰ অন্তৰ্গত ৰামোপাখ্যান-পৰ্ব্বত ইন্দ্ৰজিতৰ লগত ৰাম-লক্ষ্মণৰ যুদ্ধ আৰু ৰাম-লক্ষ্মণৰ মূৰ্চ্ছা নামৰ অষ্টাশীত্যধিক-দ্বিশততম অধ্যায়। ২৮৮॥

॥ অধ্যায় ২৮৯ ॥

# ॥ ইন্দ্ৰজিৎ-বধ ॥

মাৰ্কণ্ডেয়ই ক'লে, ভ্ৰাতৃযুগল ৰাম আৰু লক্ষ্মণক এইদৰে নিপাতিত হোৱা দেখি ৰাৱণ-সুত ইন্দ্ৰজিতে তেওঁৰ বৰলব্ধ শৰসমূহৰ দ্বাৰা পুনঃ তেওঁলোকক বান্ধি পেলালে। ১ ॥

তেতিয়া পিঞ্জৰাবদ্ধ পখীৰ যেনে অৱস্থা হয়, ৰণক্ষেত্ৰৰ ভিতৰত ইন্দ্ৰজিতৰ পাশ-বদ্ধত থকা বীৰযুগলৰো তদনুৰূপ অৱস্থা হ'ল। ২ ॥

শত শত শৰৰ দ্বাৰা আবৃত হৈ তেওঁলোক দুজনাক এইদৰে পৰি থকা দেখি কপিৰাজ সুগ্ৰীৱ, সুষেণ, মৈন্দ, দ্বিবিদ, কুমুদ, অঙ্গদ, হনুমান, নীল, তাৰ, নল আদি বান্ধৱবৰ্গই তেওঁলোকক চাৰিওফালে বেঢ়ি ধৰি থিয় দি থাকিল। ৩-৪ ॥

তেতিয়া কৰ্ম্মদক্ষ বিভীষণ সেই ঠাইত উপস্থিত হৈ প্ৰজ্ঞা অস্ত্ৰৰ সহায়ত বীৰ-যুগলক সজ্ঞান কৰিলে, আৰু অলপ সময়ৰ ভিতৰতে দিব্য-মন্ত্ৰপূত বিশল্য মহৌষধিৰ সংযোগত তেওঁলোকক পাশৰপৰা মুক্ত কৰিলে। ৫-৬ ॥

এইদৰে অলপ কালৰ পাছত নৰশ্ৰেষ্ঠ মহাৰথী দুজনে সংজ্ঞা লাভ কৰি শেল-মুক্ত হোৱাত তেওঁলোকৰ সকলো ক্লান্তি দূৰ হ'ল আৰু উভয়ে উঠি বহিল। ৭ ॥

তাৰ পাছত, হে পাৰ্থ, ইক্ষ্বাকু-নন্দন ৰাম সুস্থ হোৱা দেখি বিভীষণে কৃতাঞ্জলি-পুটে তেওঁক কবলৈ ধৰিলে, ৮ ॥

হে অৰিন্দম, ৰাজাধিৰাজ কুবেৰৰ আদেশমতে কৈলাস পৰ্ব্বতৰপৰা কোনো এজন গুহ্যকে এই পানী লৈ আপোনাৰ ওচৰলৈ আহিছে। ৯ ॥

হে মহাৰাজ, অন্তৰ্হিত হৈ লুকাই থকা প্ৰাণীবৰ্গক আপুনি দেখা পোৱা কৰিবৰ কাৰণে পৰন্তপ কুবেৰে এই পানী আপোনাক দান কৰিছে। ১০ ॥

এই পানীৰে চকু মোহাৰি লৈ অন্তৰ্হিত হৈ থকা প্ৰাণীবৰ্গক আপুনি দেখা পাব আৰু আপুনি আন যি প্ৰাণীকে এই জল দিব তেৰোঁ সেইদৰে লুকাই থকা প্ৰাণীক দেখা পাব। ১১ ॥

তথাস্তু বুলি কৈ ৰামে সুপৰিষ্কৃত সেই পানী লৈ চকুযোৰ ধুই ল'লে, লগতে মহামনা লক্ষ্মণেও সেইদৰে তেওঁৰ চকু প্ৰক্ষালন কৰিলে। তাৰ পাছত সুগ্ৰীৱ, জাম্বৱান, হনুমান, অঙ্গদ, মৈন্দ, দ্বিবিদ, নীল প্ৰভৃতি প্ৰায় সকলোবোৰ প্ৰধান বান্দৰে নিজ নিজ চকু ধুই লৈ বিভীষণে যিদৰে কৈছিল ঠিক সেইদৰে দেখা পোৱা

হ'ল আৰু লগে লগে, হে ৰাজন যুধিষ্ঠিৰ, ইন্দ্ৰিয়ৰ অগোচৰ বস্তুসমূহ তেওঁলোকে দেখা পাবলৈ ধৰিলে। ১৩-১৪ ॥

ইপিনে কৃতকৰ্ম্মা ইন্দ্ৰজিৎ তেওঁৰ পিতৃদেৱৰ ওচৰত সকলো কথা জনাই অতি শীঘ্ৰে উভতি আহি পুনঃ ৰণক্ষেত্ৰত উপস্থিত হ'ল। ১৫ ॥

যুদ্ধৰ ইচ্ছাৰে সংক্ৰুদ্ধভাৱে ইন্দ্ৰজিতক পুনঃ উপস্থিত হোৱা দেখি বিভীষণৰ উপদেশমতে লক্ষ্মণ তেওঁ সমুখলৈ লৰি আহিল। ১৬ ॥

বিভীষণৰ সঙ্কেতমতে আহ্নিক কাৰ্য্য সম্পন্ন নকৰাকৈ অহা অৱস্থাতে সাময়িক জয়োল্লাস-গৰ্ব্বী, কৃতসংকল্প ইন্দ্ৰজিতক বধ কৰিবলৈ ইচ্ছা কৰি লক্ষ্মণে ক্ৰোধান্বিত হৈ তেওঁৰ ওপৰত শৰ বৰ্ষণ কৰিবলৈ ধৰিলে। ১৭ ॥

ইজনে সিজনক পৰাভূত কৰিবলৈ ইচ্ছা কৰি যুদ্ধত প্ৰবৃত্ত হোৱাত দুয়োৰো ভিতৰত তাহানি কালৰ ইন্দ্ৰ আৰু প্ৰহ্লাদৰ ভিতৰত হোৱা যুদ্ধৰ নিচিনা অতি আশ্চৰ্য্যজনক, বিচিত্ৰ এখন যুঁজ আৰম্ভ হ'ল। ১৮ ॥

ইন্দ্ৰজিতে মৰ্ম্মভেদী তীক্ষ্ণ শৰসমূহৰ দ্বাৰা লক্ষ্মণক হানিবলৈ ধৰিলে আৰু সেইদৰে লক্ষ্মণেও অগ্নি-সদৃশ শৰৰ দ্বাৰা ৰাৱণ-পুত্ৰক আক্ৰমণ কৰিলে। ১৯ ॥

লক্ষ্মণৰ শৰাঘাতত ইন্দ্ৰজিৎ ক্ৰোধতে অধীৰ হ'ল আৰু লক্ষ্মণলৈ বিষধৰ সৰ্প-সদৃশ আঠপাট শৰ নিক্ষেপ কৰিলে। ২০ ॥

তাৰ পাছত অনল-সদৃশ তিনিপাট শৰেৰে বীৰ লক্ষ্মণে কিদৰে ইন্দ্ৰজিতৰ প্ৰাণ সংহাৰ কৰিলে কওঁ শুনা। ২১ ॥

এপাট শৰেৰে তেওঁ ইন্দ্ৰজিতৰ ধনু লৈ থকা হাতখন শৰীৰৰপৰা কাটি পেলালে আৰু আন এপাট শৰেৰে নাৰাচ বাণ লৈ থকা দ্বিতীয়খন বাহু কাটি মাটিত পেলাই দিলে। তাৰ পাছত অতি সুতীক্ষ্ণ জ্যোতিৰ্ম্ময় তৃতীয়পাট শৰৰ দ্বাৰা লক্ষ্মণে সুন্দৰ নাসাযুক্ত সমুজ্জ্বল কুণ্ডল-শোভিত ইন্দ্ৰজিতৰ মূৰটো কাটি পেলালে। ২৩ ॥

এইদৰে হাত আৰু মূৰ কাটি দিয়াৰ পাছত ভীমদৰ্শন কবন্ধাকৃতি ইন্দ্ৰজিতক বধ কৰি বীৰপ্ৰৱৰ লক্ষ্মণে অস্ত্ৰৰ দ্বাৰা সাৰথিকো নিপাতিত কৰিলে। ২৪ ॥

তাৰ পাছত অশ্বসমূহ ৰথ লৈ লঙ্কাত প্ৰৱেশ কৰাত পুত্ৰ-বিহীন ৰথ ৰাৱণৰ চকুত পৰিল। ২৫ ॥

পুত্ৰক এইদৰে নিহত হোৱা দেখি ৰাৱণৰ মনত আতঙ্ক উপস্থিত হ'ল আৰু শোক আৰু মোহতে অভিভূত হৈ তেওঁৰ চিত্ত বিভ্ৰম হোৱাত তেওঁ সীতাক বধ কৰিবলৈ উদ্যত হ'ল। ২৬ ॥

ততালিকে খড়্গ হাতত লৈ ৰাৱণে ৰামক দেখা পাবলৈ আগ্ৰহান্বিতা হৈ থকা অশোক-বন-নিবাসিনী সীতাৰ ওৰিলৈ বেগেৰে প্ৰস্থান কৰিলে। ২৭ ॥

ক্ৰোধান্বিত, দুৰ্ব্বুদ্ধি, পাপমতি ৰাৱণৰ উদ্দেশ্য বুজি পাই কি উপায়ে অবিন্ধ্যাই তেওঁক শান্ত কৰিলে, তাক কওঁ শুনা। ৰাৱণক সম্বোধন কৰি অবিন্ধ্যাই ক'লে, ২৮ ॥

হে মহাৰাজ, আপুনি এখন প্ৰদীপ্ত মহাৰাজ্যত অধিষ্ঠিত, এতেকে স্ত্ৰী-বধ কৰা

আপোনাৰ পক্ষে কোনোপধ্যে যুগুত নহব। যিহেতু তেওঁ স্ত্রী আৰু বন্ধন-অৱস্থাত আপোনাৰ বশীভূত হৈ আছে, এতেকে বৰ্ত্তমানে তেওঁ মৰাৰ তুল্য অৱস্থাত। তেওঁৰ দেহ পাত হ'লেই যে তেওঁৰ মৃত্যু তেনে কথা মই নাভাবোঁ। আপুনি তেওঁৰ স্বামীক বধ কৰক, তেনেহলেই তেওঁক বধ কৰাৰ সমান হ'ব। ৩০॥

হে ৰাজন, স্বয়ং ইন্দ্ৰও বিক্ৰম-বিষয়ত আপোনাৰ সমকক্ষ নহয় আৰু এবাৰ নহয়, বহু বাৰ ইন্দ্ৰেৰে সৈতে সমগ্ৰ দেৱতাগণৰ আপুনি ত্ৰাস সৃষ্টি কৰিছে। ৩১॥

এইদৰে বহুপ্ৰকাৰৰ প্ৰবোধ বাক্যৰ দ্বাৰা অবিন্ধ্যই ৰাৱণক সান্ত্বনা দিয়াৰ পাছত, ৰাৱণেও তেওঁৰ কথাকে মানি ল'লে। ৩২॥

তাৰ পাছত ৰণযাত্ৰা কৰিবলৈ ইচ্ছা কৰি নিশাচৰ ৰাৱণে খড়্গ হাতত লৈ আদেশ দিলে, যুদ্ধৰ কাৰণে ৰথ সাজু কৰাঁ। ৩৩।

ইতি মহাভাৰতৰ বনপৰ্ব্বৰ অন্তৰ্গত ৰামোপাখ্যান-পৰ্ব্বত ইন্দ্ৰজিৎ-বধ নামৰ একোননৱত্যধিক-দ্বিশততম অধ্যায়। ২৮৯॥

॥ অধ্যায় ২৯০ ॥

## ॥ ৰাৱণ-বধ ॥

মাৰ্কণ্ডেয়ই ক'লে, প্ৰিয় পুত্ৰ ইন্দ্ৰজিৎ নিহত হোৱা দেখি দশগ্ৰীৱ ৰাৱণ অত্যন্ত ক্ৰুদ্ধ হ'ল আৰু সোণ-ৰত্ন-বিভূষিত ৰথত উঠি যুদ্ধলৈ ওলাই আহিল। ১॥

বিবিধ অস্ত্ৰ-শস্ত্ৰেৰে সজ্জিত, ঘোৰমূৰ্ত্তি অসংখ্য ৰাক্ষসৰ দ্বাৰা পৰিবৃত হৈ বান্দৰ সেনাপতিসকলৰ লগত যুদ্ধ কৰি কৰি তেওঁ ৰামৰ ফালে খেদি গ'ল। ২॥

ৰাৱণে খঙতে এইদৰে অধীৰ হৈ খেদি অহা দেখি মৈন্দ, নল, নীল, অঙ্গদ, হনুমান, জাম্বুবান প্ৰভৃতি বীৰগণেৰে নিজ নিজ সৈন্যগণে সৈতে তেওঁক বাধা দিলে আৰু ৰাৱণৰ চকুৰ আগতে বিবিধ গছ-পাদপৰ দ্বাৰা ৰাৱণৰ সৈন্যবোৰ ধ্বংস কৰিবলৈ ধৰিলে। ৰাক্ষসাধিপতি মায়াৱী ৰাৱণে শত্ৰুপক্ষৰ দ্বাৰা তেওঁৰ সৈন্যদল এইদৰে নিহত হোৱা দেখি মায়া-বাণ সৃষ্টি কৰিলে। ৩-৫॥

শই শই, হাজাৰে হাজাৰে, ৰাক্ষস—শৰ, শক্তি, খড়্গ আৰু বল্লম হাতত লৈ তেওঁৰ শৰীৰৰপৰা ওলাই অহা দেখা গ'ল। ৬॥

ৰামে তেওঁৰ দিব্য অস্ত্ৰৰ সহায়ত সেই সকলো ৰাক্ষস বধ কৰাত ৰাক্ষসৰাজ ৰাৱণে পুনঃ আন মায়া সৃষ্টি কৰিলে। ৭॥

হে ভাৰত যুধিষ্ঠিৰ, এইবাৰ ৰাৱণ ৰাম আৰু লক্ষ্মণৰ প্ৰতিমূৰ্ত্তিধাৰী অসংখ্য ৰাক্ষস সৃষ্টি কৰি ৰাম আৰু লক্ষ্মণৰ ওচৰলৈ খেদি গ'ল। ৮॥

এই ৰাক্ষসবোৰ ৰাম আৰু লক্ষ্মণক পূজা-অৰ্চ্চনা জনাই তেওঁলোকৰ ওচৰ চাপিল। ৯ ॥

তেতিয়া ইক্ষ্বাকুনন্দন সৌমিত্ৰিয়ে ৰাক্ষসৰাজৰ এই মায়া দেখি নিজে ভোল নগৈ উচ্চৈঃস্বৰে ৰামক ক'লে, ১০ ॥

হে ৰাঘৱ, আমাৰ প্ৰতিমূৰ্ত্তি-স্বৰূপ পাপাত্মা এই ৰাক্ষসবোৰক আপুনি বধ কৰক। লক্ষ্মণৰ কথা শুনি ৰামে এই সকলোকে আৰু তেওঁৰ মূৰ্ত্তি ধাৰণ কৰি অহা আন আন ৰাক্ষসবোৰকো নিপাতিত কৰিলে। ১১ ॥

ঠিক এনে সময়তে হৰিৎ বৰ্ণৰ অশ্ব সংযুক্ত, আদিত্যসম জ্যোতিৰ্ময় ৰথত আৰোহণ কৰি ইন্দ্ৰৰ সাৰথি মাতলি ৰণভূমিত অৱতৰণ কৰি ৰামৰ ওচৰত উপস্থিত হ'ল। ১২ ॥

তেতিয়া মাতলিয়ে ৰামক ক'লে, হে কাকুৎস্থ, এইখনেই দেৱৰাজ ইন্দ্ৰৰ হাল-ধীয়া বৰণৰ অশ্বযুক্ত উত্তম ৰথ। হে পুৰুষশ্ৰেষ্ঠ, অত্যুৎকৃষ্ট এই ৰথত আৰোহণ কৰিয়েই ইন্দ্ৰই শই শই দৈত্য-দানৱ বধ কৰিছিল। এতিয়া আপুনি এই যুদ্ধত মোক সাৰথি-স্বৰূপে লৈ এই ৰথৰ সহায়ত অতি শীঘ্ৰে ৰাৱণক বধ কৰক, বিলম্ব নকৰিব। মাতলিয়ে এইদৰে কোৱাত, কিজানি ইও ৰাক্ষসৰে মায়া, এই বুলি ভাবি ৰাম মাতলিৰ কথাৰ যথাৰ্থতা সম্বন্ধে শঙ্কান্বিত হ'ল। ১৩-১৫ ॥

তেতিয়া বিভীষণে তেওঁক ক'লে, হে নৰশ্ৰেষ্ঠ, এইটো দুৰাত্মা ৰাৱণৰ মায়া নহয়। এতেকে, হে মহাদ্যুতি, আপুনি বেগতে ইন্দ্ৰৰ এই ৰথত আৰোহণ কৰক। বিভীষণৰ কথা শুনি তথাস্তু বুলি কাকুৎস্থ ৰাম সেই ৰথত আৰোহণ কৰিলে, আৰু খঙতে অধীৰ হৈ দশগ্ৰীৱ ৰাৱণক আক্ৰমণ কৰিলে। ৰাৱণ এইদৰে আক্ৰান্ত হোৱা দেখি প্ৰাণীসমূহৰ মাজৰপৰা এটা হাহাকাৰ ধ্বনি উত্থিত হ'ল আৰু সৰগতো দিব্য পুৰুষসকলে পটহ-ধ্বনিৰে ভীষণ সিংহনাদ কৰিবলৈ ধৰিলে। ইপিনে দশগ্ৰীৱ ৰাৱণ আৰু ৰাজপুত্ৰ ৰামৰ ভিতৰত ঘোৰতৰ সংগ্ৰাম আৰম্ভ হ'ল। ১৬-১৯ ॥

যুদ্ধ এনে ঘোৰতৰভাৱে হৈছিল যে তাৰ তুলনা আৰু পাবলৈ নাই; এই তুমুল যুদ্ধত নিশাচৰ ৰাৱণে ঘোৰতৰ অস্ত্ৰসমূহ ৰামৰ ওপৰত নিক্ষেপ কৰিবলৈ ধৰিলে। ২০ ॥

তেতিয়া ইন্দ্ৰৰ বজ্ৰতুল্য, ব্ৰহ্মদণ্ডসম যিপাট শূল ৰাৱণে ৰামৰ প্ৰতি নিক্ষেপ কৰিবলৈ দাঙি ললে, ৰামে তীক্ষ্ণ শৰ এপাটৰ দ্বাৰা তাক তেতিয়াই ছেদন কৰিলে। ২১ ॥

ৰামৰ এই ভীষণ দুষ্কৰ কৰ্ম্ম দেখি ৰাৱণ সন্ত্ৰস্ত হ'ল। তেতিয়া ৰাৱণে অতি ক্ৰোধান্বিত হৈ লৰালৰিকৈ সুতীক্ষ্ণ শৰসমূহ ৰামলৈ নিক্ষেপ কৰিবলৈ ধৰিলে। ২২ ॥

ৰাৱণে ভুশুণ্ডী, শূল, মুসল, অমোঘ পৰশু, নানাপ্ৰকাৰৰ শক্তি-অস্ত্ৰ আৰু সুতীক্ষ্ম শতঘ্নী অস্ত্ৰসমূহ হাজাৰে-হাজাৰে, অযুতে-অযুতে ৰামৰ গালৈ নিক্ষেপ কৰাত বান্দৰসকল ৰাৱণৰ অদ্ভুত এই মায়া দেখি ভয়তে চাৰিওকালে

লৰি পলাবলৈ ধৰিলে। তেতিয়া কাকুৎস্থ ৰামে তেওঁৰ তূণৰপৰা সোণৰ পাখি লগোৱা সুপত্ৰ, সুমুখ শৰ উলিয়াই লৈ ব্ৰহ্মাস্ত্ৰৰ লগত সংযোগ কৰিলে, ইন্দ্ৰকে আদি কৰি দেৱতাগণ আৰু গন্ধৰ্ব্বসকল ব্ৰহ্মাস্ত্ৰৰ দ্বাৰা অনুমন্ত্ৰিত বাণৰ প্ৰধান এই শৰৰ ৰূপ দেখি অতি আনন্দিত হ'ল, আৰু দেৱ-দানৱ আৰু কিন্নৰ-গণে পৰম শত্ৰু ৰাৱণৰ আয়ুঃকাল অতি অলপহে মাত্ৰ অৱশিষ্ট আছে বুলি ধৰি ললে। তাৰ পিছতে ৰামে অসীম শক্তি-সম্পন্ন, ব্ৰহ্মদণ্ডৱৎ, ৰাৱণান্তকৰ, ঘোৰ সেই শৰ নিক্ষেপ কৰিলে। হে ভাৰত যুধিষ্ঠিৰ, ৰামে যথাসম্ভৱ শক্তি প্ৰয়োগ কৰি ধনুত টান দি শৰ নিক্ষেপ কৰাৰ লগে লগে যি মহা অগ্নি প্ৰজ্বলিত হ'ল, সি ৰাক্ষসপ্ৰধান ৰাৱণ, তেওঁৰ ৰথ, অশ্ব আৰু সাৰথিক চাৰিওফালে বেঢ়ি ধৰি দগ্ধ কৰিলে। ২৫-৩০ ॥

অক্লিষ্টকৰ্ম্মা ৰামৰ দ্বাৰা ৰাৱণ এইদৰে নিহত হোৱা দেখি গন্ধৰ্ব্ব আৰু চাৰণগণেৰে সৈতে দেৱতাসকল পৰম হৰ্ষান্বিত হ'ল। ৩১ ॥

নিহত হোৱাৰ লগে লগে পঞ্চভূতে মহাভাগ ৰাৱণক পৰিত্যাগ কৰিলে আৰু এইদৰেই ব্ৰহ্মাস্ত্ৰৰ তেজৰ বলত তেওঁ লোকসমূহৰপৰা বিলুপ্ত হ'ল। ৩২ ॥

ব্ৰহ্মাস্ত্ৰৰ দ্বাৰা বিদগ্ধ হৈ তেওঁৰ শৰীৰ, ধাতু, মাংস আৰু ৰুধিৰ সকলো বিনষ্ট হল আৰু শেষত তেওঁৰ ভস্ম পৰ্যন্ত অদৃশ্য হ'ল। ৩৩ ॥

ইতি মহাভাৰতৰ বনপৰ্ব্বৰ অন্তৰ্গত ৰামোপাখ্যান-পৰ্ব্বত ৰাৱণ-বধ নামৰ নৱত্যধিক-দ্বিশততম অধ্যায়। ২৯০ ॥

॥ অধ্যায় ২৯১ ॥

## ॥ ৰামৰ লগত সীতাৰ পুনৰ্ম্মিলন, অযোধ্যালৈ প্ৰত্যাবৰ্ত্তন আৰু ৰামৰ ৰাজ্যাভিষেক ॥

ৰাম ক্ষুদ্ৰমতি, সুৰ-বৈৰী, ৰাক্ষসেন্দ্ৰ ৰাৱণক বধ কৰি সুমিত্ৰানন্দন লক্ষ্মণ আৰু সুহৃদবৰ্গৰে সৈতে পৰম হৰ্ষান্বিত হ'ল। ১ ॥

তাৰ পাছত দশগ্ৰীৱ নিহত হোৱা দেখি ঋষিসকলেৰে সৈতে দেৱতাবৰ্গই জয়যুক্ত আশীৰ্ব্বচনেৰে মহাভুজ ৰামচন্দ্ৰক পূজা অৰ্চ্চনা কৰিলে। ২ ॥

সৰগৰ দেৱতা আৰু গন্ধৰ্ব্বসকল কমলপত্ৰাক্ষ ৰামক তেওঁলোকৰ বাণী আৰু পুষ্পবৃষ্টিৰ দ্বাৰা পূজা স্তুতি কৰি যেনে যিদৰে আহিছিল সেইদৰে নিজ নিজ

স্থানলৈ উৰ্দ্ধত গল আৰু লগে লগে সমগ্ৰ আকাশমণ্ডলেই মহান উৎসৱময় হৈ পৰিল। ৩-৭॥

তাৰ পাছত শত্ৰু বিনাশক, মহাযশস্বী ৰামচন্দ্ৰই দশগ্ৰীৱক বধ কৰি লঙ্কা ৰাজ্য বিভীষণৰ হাতত অৰ্পণ কৰাত তেওঁৰ বৃদ্ধ মন্ত্ৰী, মহাপ্ৰাজ্ঞ অবিন্ধ্য বিভীষণক আগত লৈ সীতাৰে সৈতে লঙ্কাৰপৰা ওলাই আহিল ৫-৮॥

অতি নম্ৰ আৰু দীনভাৱে ৰামৰ ওচৰত উপস্থিত হৈ অবিন্ধ্যই মহাত্মা ৰামক কবলৈ ধৰিলে, হে মহাত্মন, সুচৰিত্ৰ-সম্পন্না জানকীক আপুনি গ্ৰহণ কৰক। ৭॥

মন্ত্ৰীবৰৰ এই কথা শুনি ইক্ষ্বাকুনন্দন ৰামে ৰথৰপৰা নামি বাষ্পাকুলিত-নয়না সীতাৰ পিনে দৃষ্টি কৰিলে। ৮॥

সৰ্ব্বাঙ্গসুন্দৰী সীতাৰ শোকাতুৰ অৱস্থা, মলিন ৰূপ, মূৰত জটা আৰু শৰীৰত মলিন বসন দেখি মানৰ ব্যভিচাৰ দোষদুষ্টা হোৱা বুলি আশঙ্কা কৰি ৰামে তেওঁক কলে, বৈদেহী, তুমি এতিয়া মুক্ত, যলৈকে ইচ্ছা যাব পাৰা, মোৰ কৰ্ত্তব্য মই কৰিলো। ৯-১০॥

হে ভদ্ৰা, মোৰ নিচিনা এজনক পতিৰূপে পাই ৰাক্ষসৰ ঘৰত থাকিও তুমি এনেদৰে জৰাগ্ৰস্ত হোৱাটো উচিত নাছিল; এই কাৰণতেই মই এই নিশাচৰক বধ কৰিলো। ১১॥

ধৰ্ম্ম বিষয়ে সকলো কথা জানি-শুনি মোৰ নিচিনা এজনে পৰৰ অধীনত থকা তিৰোতা এজনীক কেনেকৈ গ্ৰহণ কৰিব পাৰোঁ? ১২॥

মৈথিলী, তুমি সচ্চৰিত্ৰাই হোৱা বা অসচ্চৰিত্ৰাই হোৱা, কুকুৰে চেলেকা ঘিউৰ দৰে তোমাক গ্ৰহণ কৰিবলৈ মোৰ প্ৰবৃত্তি হোৱা নাই। ১৩॥

হঠাতে ৰামৰ এই নিদাৰুণ কথা শুনি সীতাই অন্তৰত বৰ আঘাত পালে আৰু শুৰি কাটি পেলোৱা কল গছজুপিৰ নিচিনাকৈ মাটিত ঢলি পৰিল। ১৪॥

ৰামক দেখা পোৱাৰ আনন্দতে তেওঁৰ মুখশ্ৰীয়ে যি উজ্জ্বল ৰূপ ধাৰণ কৰিছিল, তেওঁৰ এই নিদাৰুণ কথা শুনা মাত্ৰকে নিঃশ্বাস-কলুষিত দৰ্পণৰ নিচিনাকৈ তেওঁৰ মুখশ্ৰী পুনঃ তত্তালিকে মলিন হৈ পৰিল। ১৫॥

ৰামৰ কথা শুনি লক্ষ্মণকে আদি কৰি সকলো বান্দৰ মৰাৰ নিচিনা নিশ্চেষ্ট হৈ পৰিল। ১৬॥

ঠিক এনে সময়তে বিশুদ্ধাত্মা, পদ্মযোনি, জগৎ-স্ৰষ্টা, দেৱ চতুৰ্ভুজ ব্ৰহ্মা বিমান-যোগে আহি ৰামক দেখা দিলেহি। ১৭॥

লগতে ইন্দ্ৰ, অগ্নি, বায়ু, যম, বৰুণ, যক্ষাধিপতি ভগৱান কুবেৰ, সুনিৰ্ম্মল সপ্তৰ্ষিগণ, মহামূল্য-সমুজ্জ্বল হংসবাহন ৰথত আৰোহণ কৰি ৰজা দশৰথো দিব্য, জ্যোতিৰ্ম্ময় ৰূপ ধাৰণ কৰি আহি তাত উপস্থিত হ'ল। ১৮-১৯॥

এইদৰে দেৱতা আৰু গন্ধৰ্ব্বগণেৰে সৈতে অন্তৰীক্ষ পৰিপূৰ্ণ হোৱাত তাৰকাৰাজিৰে মণ্ডিত শৰৎকালৰ নভোমণ্ডল-সদৃশ অন্তৰীক্ষই শোভা ধাৰণ কৰিলে। ২০॥

তেতিয়া কল্যাণময়ী, যশস্বিনী সীতাদেৱীয়ে তেওঁলোকৰ মাজত থিয় দি বিশাল বক্ষ-বিশিষ্ট ৰামক সম্বোধন কৰি কবলৈ ধৰিলে, ২১ ॥

ৰাজপুত্ৰ, মই কোনোদিনে আপোনাৰ কোনো দোষাচৰণ কৰা নাই, স্ত্ৰী আৰু পুৰুষৰ মনৰ গতি আপুনি ভালদৰে জানে, এতেকে এই সম্বন্ধে মই আপোনাক যিখিনি কওঁ, শুনক। ২২ ॥

এই বায়ু সদায় প্ৰৱহমান হৈ প্ৰাণীবৰ্গৰ অন্তৰত চলাচল কৰি থাকে। যদি কিবাটো পাপ মই কৰি থাকোঁ, তেন্তে তেওঁ মোৰ প্ৰাণ সংহাৰ কৰক। ২৩ ॥

আৰু, সেইদৰে অগ্নি, পানী, আকাশ আৰু পৃথিৱীয়েও মোৰ শৰীৰৰপৰা প্ৰাণ-বায়ু উলিয়াই নিয়ক, যদিহে মই কোনো প্ৰকাৰৰ পাপ কাম কৰি আছোঁ। ২৪ ॥

হে বীৰ, যিহেতু সপোনতো মই আপোনাত বিনে আন কাৰো চিন্তা কৰা নাই, এতেকে বিধিৰ বিধান মতে আপুনিয়েই মোৰ পতি হওক। ২৫ ॥

সীতাৰ মুখৰপৰা এই কথা ওলোৱাৰ লগে লগে মহাত্মা বান্দৰসকলৰ মনত আনন্দ ওপজাই অন্তৰীক্ষৰপৰা লোক-সাক্ষীস্বৰূপ, কল্যাণময়ী, পৰম পবিত্ৰ এটা বাণী প্ৰতিধ্বনিত হ'ল। ২৬ ॥

বায়ুৱে ক'লে, ৰাঘৱ, ময়ে সদায় প্ৰৱহমান বায়ু। হে ৰাজন, মই সত্যৰ নাম লৈ কৈছোঁ, মৈথিলী নিষ্পাপা, এতেকে আপুনি ভাৰ্য্যা হিচাপে তেওঁক গ্ৰহণ কৰক। ২৭ ॥

অগ্নিয়ে ক'লে, হে ৰঘুনন্দন, ময়ে প্ৰাণীবৰ্গৰ শৰীৰৰ ভিতৰত থকা অগ্নি। হে কাকুৎস্থ, মৈথিলীয়ে তিল-পৰিমাণো অপৰাধ কৰা নাই। ২৮ ॥

বৰুণে ক'লে, হে ৰাঘৱ, প্ৰাণীবৰ্গৰ ভিতৰত যি ৰস সঞ্চাৰিত হৈ থাকে, সি মোৰপৰাহে উৎপন্ন, মই আপোনাক দৃঢ়াই কৈছোঁ, মৈথিলী নিষ্পাপা; আপুনি তেওঁক গ্ৰহণ কৰক। ২৯ ॥

ব্ৰহ্মাই ক'লে, বৎস কাকুৎস্থ, সীতাই যে সতীত্ব ধৰ্ম্ম ৰক্ষা কৰি আছে, সেই বিষয়ে আচৰিত হ'ব লগা একো নাই। তুমি ৰাজৰ্ষি-ধৰ্ম্মত অধিষ্ঠিত সাধু আৰু সচ্চৰিত্ৰবান। এতিয়া মোৰ এই কথা শুনা। ৩০ ॥

হে বীৰ, তুমি দেৱতা, গন্ধৰ্ব্ব, সৰ্প, যক্ষ, দানৱ, আৰু মহৰ্ষিসকলৰ শত্ৰু এই ৰাৱণক নিপাতিত কৰিলা। ৩১ ॥

পূৰ্ব্বতে মোৰপৰা পোৱা এটা বৰৰ অনুগ্ৰহতে ই সকলো প্ৰাণীৰে অবধ্য হৈছিল। তাৰ পাছত কোনো এটা বিশেষ কাৰণত কিছু কাল এই পাপাত্মাৰ প্ৰতি আওকাণ কৰি থাকিব লগা হয়। সেইহে তাৰ নিজৰ বধৰ অৰ্থে ই ৰাৱাই সীতাক হৰণ কৰে; কিন্তু নলকুবেৰে দিয়া শাপৰ বলত মই সেই সময়ত সীতাক ৰক্ষা কৰি আছিলোঁ। ৩২-৩৩ ॥

নলকুবেৰে এই বুলি তাক অভিসম্পাত দিছিল, যদি কেতিয়াবা সি তাৰ প্ৰতি অনাসক্তা আন কোনো স্ত্ৰীৰ ওপৰত ব্যভিচাৰ কৰে তেনেহলে লগে লগে

তাৰ মূৰ শতখণ্ডত বিদীৰ্ণ হ'ব। সেই কালডোখৰৰ ভিতৰত সি এইদৰে শাপ-গ্ৰস্ত হৈ আছিল্ ৷ ৩৪ ॥

হে মহাদ্যুতিসম্পন্ন ৰাম, তুমি এই বিষয়ে অবশ্যে শঙ্কা কৰিব নালাগে। এতিয়া তুমি তেওঁক গ্ৰহণ কৰা। হে দেৱপ্ৰভাশালী বীৰ, ৰাৱণক বধ কৰি তুমি এটা মহৎ কাৰ্য্য সাধন কৰিছা। ৩৫ ॥

দশৰথে ক'লে, হে বৎস, মই তোমাৰ ওপৰত সন্তুষ্ট হৈছো, তোমাৰ মঙ্গল হওক; মই তোমাৰ জনক দশৰথ। হে পুৰুষোত্তম, মই তোমাক অনুমতি দিছো, এতিয়া তুমি ৰাজ্য শাসন কৰাগৈ। ৩৬ ॥

ৰামে ক'লে, হে ৰাজেন্দ্ৰ, যদিহে আপুনি মোৰ জনক তেন্তে মই আপোনাক অভিবাদন জনালো; আপোনাৰ আদেশ মানি লৈ মই মনোৰম অযোধ্যা নগ-ৰীলৈ যাম। ৩৭ ॥

এইদৰে কথাবতৰা হোৱাৰ পাছত যুধিষ্ঠিৰক সম্বোধন কৰি মাৰ্কণ্ডেয়ই ক'লে, হে ভৰতৰ্ষভ, ৰক্তান্তলোচন ৰামক কথা শুনি তেওঁৰ পিতৃদেৱ পৰম হৰ্ষান্বিত হৈ পুনঃ তেওঁক ক'লে, হে মহাদ্যুতি, তোমাৰ চৈধ্য বছৰ কাল সম্পূৰ্ণ হৈছে, এতিয়া তুমি অযোধ্যালৈ গৈ ৰাজ্য শাসন কৰাগৈ। তাৰ পাছত সুহৃদ্বৰ্গৰ দ্বাৰা অভিনন্দিত হৈ ৰামে দেৱতাবৰ্গক নমস্কাৰ জনাই পৌলমীৰ (শচীৰ) লগত মহেন্দ্ৰ যিদৰে মিলিত হৈছিল, তেওঁৰ ভাৰ্য্যা সীতাৰ লগতো সেইদৰে মিলিত হ'ল। তাৰ পাছত পৰন্তপ ৰামে বৃদ্ধামাত্য অবিন্ধ্যক বৰ প্ৰদান কৰিলে আৰু ৰাক্ষসী ত্ৰিজটাক ধন আৰু সন্মানেৰে অভিনন্দিত কৰিলে। এইবোৰ হৈ যোৱাৰ পাছত ইন্দ্ৰকে আদি কৰি দেৱতাগণেৰে সৈতে ব্ৰহ্মাই তেওঁক ক'লে, হে কৌসল্যানন্দন, মই তোমাৰ অভিলাষিত কেইটামান বৰ তোমাক দিবলৈ ইচ্ছা কৰিছো, তুমি কি বৰ লবা, কোৱা। উত্তৰত ৰামে ধৰ্ম্মত স্থিতি, শত্ৰুৰ হাতত অপৰাজয়তা আৰু ৰাক্ষসসকলৰ দ্বাৰা নিহত বান্দৰসকলৰ পুনৰ্জ্জীৱন—এই তিনিটা বৰ প্ৰাৰ্থনা কৰিলে। ৩৮-৪২ ॥

ৰামৰ প্ৰাৰ্থনা শুনি ব্ৰহ্মাই "সেয়ে হওক" বুলি কোৱাৰ লগে লগে, হে মহা-ৰাজ যুধিষ্ঠিৰ, বান্দৰবোৰ পুনঃ চেতনা লাভ কৰি উঠি বহিল। তেতিয়া মহা-ভাগা সীতাদেৱীয়েও হনুমানক এই বুলি বৰ দান দিলে, ৪৩-৪৪ ॥

হে পুত্ৰ, শ্ৰীৰামচন্দ্ৰৰ কীৰ্ত্তি যেতিয়ালৈ বৰ্ত্তি থাকিব তুমিও তেতিয়ালৈ জীৱিত থাকিবা আৰু মোৰ বৰতে, হে পিঙ্গলাক্ষ হনুমান, দিব্য-উপভোগসমূহ সদায় তোমাৰ ওচৰত বৰ্ত্তমান থাকিব। ৪৫ ॥

তাৰ পাছত অক্লান্তকৰ্ম্মী সেই বীৰ পুৰুষসকলে চাই থাকোঁতেই ইন্দ্ৰকে আদি কৰি দেৱতাসকল অন্তৰ্দ্ধান হ'ল। তেতিয়া ইন্দ্ৰৰ সাৰথি মাতলিয়ে ৰামেৰে সৈতে জানকীৰ মিল হোৱা দেখি পৰম প্ৰীত হৈ সুহৃদ্বৰ্গৰ মাজৰপৰা এইদৰে ক'লে, হে সত্যপৰাক্ৰম ৰাম, আপুনি দেৱতা, গন্ধৰ্ব্ব, যক্ষ, অসুৰ, মনুষ্য আৰু নাগকুলৰ

এই দুঃখ নিবাৰণ কৰিলে ; এতেকে যেতিয়ালৈকে পৃথিৱীত দেৱতা, অসুৰ, যক্ষ, ৰক্ষ, গন্ধৰ্ব্ব, পন্নগকুলক ধাৰণ কৰি থাকিব তেতিয়ালৈকে লোকসমূহে আপোনাৰ গুণানুকীৰ্ত্তন কৰি থাকিব। অস্ত্ৰধাৰীসকলৰ ভিতৰত সৰ্ব্বশ্ৰেষ্ঠ ৰামক এই বুলি কৈ মাতলিয়ে তেওঁলৈ পূজা-সন্মান জনাই তেওঁৰ অনুমতিক্ৰমে আদিত্যসম উজ্জ্বল ৰথখন লৈ তাৰপৰা প্ৰস্থান কৰিলে। ৪৬-৫১ ॥

তাৰ পাছত ৰামচন্দ্ৰই লঙ্কা-ৰক্ষণৰ বন্দবস্ত কৰি সীতাক আগত লৈ লক্ষ্মণ, সুগ্ৰীৱ প্ৰমুখ বান্দৰগণ আৰু বিভীষণেৰে সৈতে তেওঁলোকৰ দ্বাৰা নিৰ্ম্মিত সেই সেতুৰেদি সমুদ্ৰ পাৰ হ'ল, আৰু মুখ্য মন্ত্ৰীগণেৰে সৈতে কামগ, গগনবিহাৰী পুষ্পক ৰথত আৰোহণ কৰি জিতেন্দ্ৰিয় ৰামচন্দ্ৰই সমুদ্ৰৰ পাৰত যি ঠাইত শয়ন কৰিছিল তাতে বান্দৰবোৰেৰে সৈতে থিতাপি ল'লে। ৫২-৫৫ ॥

তাৰ পাছত ধৰ্ম্মাত্মা ৰাঘৱে যথাসময়ত বান্দৰবোৰক একত্ৰ কৰি ৰত্নাদি দানৰ দ্বাৰা সন্মানিত আৰু সন্তুষ্ট কৰি তেওঁলোকক বিদায় দিলে। গোপুচ্ছ, ঋক্ষকুল আৰু আন আন প্ৰধান প্ৰধান বান্দৰবোৰ যোৱাৰ পাছত বিভীষণ আৰু সুগ্ৰীৱেৰে সৈতে ৰাম কিষ্কিন্ধ্যা নগৰীলৈ আহিল। ৫৬-৫৭ ॥

বৈদেহীৰে সৈতে পুষ্পক ৰথত উঠি আহোঁতে বাটত বিবিধ বনৰাজি তেওঁক দেখুৱাই আহিছিল। তাৰ পাছত কিষ্কিন্ধ্যা নগৰীত উপস্থিত হৈ অস্ত্ৰধাৰীসকলৰ শ্ৰেষ্ঠ ৰামচন্দ্ৰই কৃতকৰ্ম্মা অঙ্গদক যৌৱৰাজ্যত অভিষিক্ত কৰিলে। এইদৰে কাম সম্পন্ন কৰি ৰাম লক্ষ্মণেৰে সৈতে যি পথে আহিছিল সেই পথকে আশ্ৰয় কৰি নিজ নগৰীলৈ যাত্ৰা কৰিলে। তাৰ পাছত ৰাষ্ট্ৰপতি ৰামচন্দ্ৰ অযোধ্যাত উপনীত হৈ দূত-স্বৰূপে হনুমানক সকলোপ্ৰকাৰৰ ইঙ্গিত আৰু এনে ক্ষেত্ৰত জনাব লগীয়া কথাখিনি জনাই ভৰতৰ ওচৰলৈ পঠালে। ৫৮-৬১ ॥

বায়ুপুত্ৰ উভতি আহি পোৱাত ৰামচন্দ্ৰ নন্দীগ্ৰামলৈ গৈ দেখিলে, ভৰত চাৰবাস পৰিধান কৰি মলিন কলেৱৰেৰে ৰামৰ পাদুকাযোৰ সন্মুখত লৈ বহি আছে। তাৰ পাছত ভৰত আৰু শত্ৰুঘ্নৰ লগত মিলিত হৈ বীৰ্য্যৱান ৰাঘৱ সৌমিত্ৰিৰে সৈতে পৰম আনন্দিত হ'ল। ৰাম ৰাজ্যত উপস্থিত হোৱা দেখি ভৰতে সসন্মানে তেওঁৰ ওপৰত ন্যাসৰূপে সংৰক্ষিত ৰাজ্যভাৰ ৰামত অৰ্পণ কৰি পৰম আনন্দ লাভ কৰিলে। ৬২-৬৫ ॥

তেতিয়া বসিষ্ঠ আৰু ব্যাসদেৱ দুয়োজনে শুভ দিনত বৈষ্ণৱ-নক্ষত্ৰৰ (শ্ৰৱণা) সংযোগত ৰামক ৰাজ্যত অভিষিক্ত কৰিলে। ৬৬ ॥

অভিষেক কাৰ্য্য সমাপ্ত হোৱাৰ পাছত ৰামচন্দ্ৰই সুহৃদবৰ্গেৰে সৈতে কপিশ্ৰেষ্ঠ সুগ্ৰীৱ আৰু পুলস্ত্য নন্দন বিভীষণক নিজ ঠাইলৈ উভতি যাবলৈ বিদায় দিলে। ৬৭ ॥

বিবিধ ভোগাপচাৰৰ দ্বাৰা তেওঁলোকে প্ৰীতি লাভ কৰাত ৰামচন্দ্ৰই তেওঁলোকৰ প্ৰতি কৰিব লগীয়া সকলো কাম সমাধা কৰি বেজাৰ মনেৰে তেওঁলোকক বিদায় দিলে। ৬৮।

তাৰ পাছত ৰামৰ ৰামে পুষ্পক ৰথকো যথাযোগ্যভাৱে পূজা-অৰ্চনা কৰি পৰম প্ৰীতিৰে সৈতে সেই ৰথ বৈশ্ৰৱণ কুবেৰক প্ৰত্যৰ্পণ কৰিলে। ৬৯ ॥

সকলো কাম সমাধা কৰি উঠি ৰামে দেৱৰ্ষি বসিষ্ঠৰে সৈতে গোমতী নদীৰ তীৰত আৰথ্য প্ৰাক নিৰ্গৰ্গল নামক দহোটা অশ্বমেধ যজ্ঞ সমাপন কৰিলে। ৭০ ॥

ইতি মহাভাৰতৰ বনপৰ্ব্বৰ অন্তৰ্গত ৰামোপাখ্যান-পৰ্ব্বত ৰামৰ লগত সীতাৰ পুনৰ্ম্মিলন, অযোধ্যালৈ প্ৰত্যাবৰ্ত্তন আৰু ৰামৰ ৰাজ্যাভিষেক নামৰ একনৱত্যধিক-দ্বিশততম অধ্যায়। ২৯১ ॥

॥ অধ্যায় ২৯২ ॥

## ॥ যুধিষ্ঠিৰৰ প্ৰতি আশ্বাস-দান ॥

মাৰ্কণ্ডেয়ই ক'লে, হে মহাবাহু যুধিষ্ঠিৰ, পুৰণি কালত অসীম শক্তিসম্পন্ন ৰাম-চন্দ্ৰও বনবাসৰ কাৰণে এইদৰে দুঃসহ বিপদৰ মাজেদি যাব লগা হৈছিল। ১ ॥

হে পৰন্তপ, তুমি ক্ষত্ৰিয়, সেই কাৰণে প্ৰত্যক্ষ ফলপ্ৰদ বাহুবলকে আশ্ৰয় কৰি আছা, আগতে ইন্দ্ৰকে আদি কৰি দেৱতা আৰু অসুৰগণো এই পথকে আশ্ৰয় কৰি চলিছিল, তদুপৰি তুমি অণুমাত্ৰও পাপাচৰণ কৰা নাই, এতেকে হে পুৰুষশ্ৰেষ্ঠ, তুমি শোক নকৰিবা। ২-৩ ॥

মৰুদগণৰ সহায় লৈ বজ্ৰপাণি ইন্দ্ৰই বৃত্ৰ, দুৰ্দ্ধৰ্ষ, নমুচি আৰু দীৰ্ঘজিহ্বা ৰাক্ষসীক বধ কৰিছিল। ৪ ॥

এই সংসাৰত সহায়-যুক্ত পুৰুষে সকলোপিনে সিদ্ধি লাভ কৰে, এতেকে ধনঞ্জয় যাৰ ভ্ৰাতা তেনে এজনৰ পক্ষে যুদ্ধত পৰাভৱ জানো হ'ব পাৰে ? ৫ ॥

তদুপৰি, বনবাসীসকলৰ ভিতৰত শ্ৰেষ্ঠ ভীম-পৰাক্ৰম ভীম, মহা ধনুৰ্দ্ধাৰী মাদ্ৰী-সুত যুৱক বীৰযুগল তোমাৰ সহায়। ৬ ॥

এনেবোৰ বীৰপুৰুষ তোমাৰ সহায় থাকোঁতে, হে পৰন্তপ, তুমি এনেদৰে বিষণ্ণ হোৱাৰ কাৰণ কি ? এই বীৰ-পুৰুষসকলে মৰুৎগণ সহ বজ্ৰধাৰী ইন্দ্ৰৰ সেনাকো পৰাজয় কৰিব পাৰে। ৭ ॥

হে ভৰতৰ্ষভ, দেৱ-স্বৰূপ, মহাধনুৰ্দ্ধাৰী এই বীৰসকলৰ সহায়ত যুদ্ধক্ষেত্ৰত তুমিও তোমাৰ শত্ৰুকুলক পৰাভৱ কৰিব পাৰিবা। ৮ ॥

চোৱাঁ, এই বনৰ ভিতৰতে বীৰ্য্যোন্মত্ত, মহাবলশালী, দুৰাত্মা সিন্ধুৰাজ জয়দ্ৰথে দ্ৰৌপদীক হৰণ কৰি নিয়ে, তাৰ পিছত তোমাৰ মহাত্মা ভ্ৰাতৃসকলে দুঃসাধ্য সাধন কৰি তেওঁক পৰাজিত কৰে আৰু নিজ বশলৈ আনি দ্ৰৌপদীক উদ্ধাৰ কৰে। ৯-১০ ॥

ৰামে কোনো সহায় নোলোৱাকৈয়ে ভীম-পৰাক্ৰম দশগ্ৰীৱ ৰাক্ষসক যুদ্ধত নিহত কৰি বৈদেহীক উদ্ধাৰ কৰে। হে ৰাজন, সেই সময়ত ৰামৰ একমাত্ৰ বন্ধু আছিল অন্য জাতিত উৎপন্ন বান্দৰ আৰু কৃষ্ণমুখ-বিশিষ্ট ভালুকবোৰ। তুমি এই সকলো কথা ভাবি চোৱা উচিত। ১১-১২॥

হে ভৰতশ্ৰেষ্ঠ, এনে স্থলত তুমি কোনোপধ্যে শোক কৰা উচিত নহয়। হে পৰ-ন্তপ কুৰুশ্ৰেষ্ঠ, তোমাৰ নিচিনা মহাত্মাজন শোকৰ বশীভূত নহয়। ১৩॥

তেতিয়া বৈশম্পায়নে ক'লে, ধীমান মাৰ্কণ্ডেয়ই এইদৰে আশ্বাস দিয়াত ৰজা যুধিষ্ঠিৰে শোকাতুৰ ভাব এৰি মনত সাহস পাই পুনঃ মুনিবৰক সুধিলে। ১৪॥

ইতি মহাভাৰতৰ বনপৰ্ব্বৰ অন্তৰ্গত ৰামোপাখ্যান-পৰ্ব্বত যুধিষ্ঠিৰৰ প্ৰতি আশ্বাস-দান নামৰ দ্বিনৱত্যধিক-দ্বিশততম অধ্যায়। ॥ ২৯২ ॥

॥ অধ্যায় ২৯৩ ॥

## ॥ পতিব্ৰতা-মাহাত্ম্য-পৰ্ব্বঃ সাবিত্ৰীৰ উপাখ্যানঃ ১ ॥

হে মহামুনি, অকল দ্ৰুপদ-নন্দিনীৰ বাবে মোৰ যেনে শোক, মোৰ কাৰণে, নাইবা ভ্ৰাতৃবৰ্গৰ কাৰণে অথবা মোৰ হৃত ৰাজ্যৰ বাবেও মোৰ তেনে শোক নাই। ১॥

পাশা খেলত দুৰাত্মা কৌৰৱসকলে আমাৰ ওপৰত যেতিয়া উৎপীড়ন কৰিছিল সেই সময়ত এই কৃষ্ণায়ে আমাক ৰক্ষা কৰিছিল। তাৰ পিছত জয়দ্ৰথেও বনৰ ভিতৰত বলপূৰ্ব্বক তেওঁকেই হৰণ কৰি নিয়ে। ২॥

হে মুনিপ্ৰৱৰ, ইয়াৰ আগতে আপুনি পতিব্ৰতা, মহাভাগা এই দ্ৰৌপদীৰ নিচিনা আন কোনো নাৰী দেখিছেনে অথবা তেনে কোনো নাৰীৰ কথা আপোনাৰ কাণত পৰিছেনে? ৩॥

মাৰ্কণ্ডেয়ই ক'লে, হে যুধিষ্ঠিৰ, কুলস্ত্ৰীৰ ভাগ্যত যেনে ঘটনা হব পাৰে ৰাজ-কন্যা সাবিত্ৰীয়ে তেনেবোৰ ঘটনা কিদৰে ভোগ কৰিব লগা হৈছিল তাক কওঁ শুনা। ৪॥

মদ্ৰদেশত ধৰ্ম্মপ্ৰাণ, পৰম ধাৰ্ম্মিক এজন ৰজা আছিল ; তেওঁ ব্ৰাহ্মণ্য-ধৰ্ম্মত স্থিত, মহাত্মা, সত্যপ্ৰতিজ্ঞ আৰু জিতেন্দ্ৰিয় আছিল। তেওঁ যাজ্ঞিক, দানশীল, সুদক্ষ, পুৰ আৰু জনপদবাসীৰ প্ৰিয় আৰু সততে সকলো প্ৰাণীৰ প্ৰতি হিত কামত ৰত আছিল। এই ৰজাজনৰ নাম আছিল অশ্বপতি। ৫-৬॥

ক্ষমাশীল, বিজিতেন্দ্ৰিয় এই ৰজাজনৰ কোনো সন্তান সন্ততি নাছিল ; এই কাৰণে বয়স ভাটি দিয়াত ৰজাৰ মনত সন্তাপৰ ভাব উদয় হ'ল। ৭॥

তেতিয়া সন্তান-লাভৰ কাৰণে তেওঁ তীব্ৰ ব্ৰত আচৰণ কৰিবলৈ ধৰিলে, জিতেন্দ্ৰিয় হৈ ব্ৰহ্মচৰ্য্য ব্ৰতত থাকি আহাৰৰ বিষয়ত সংযত হ'ল। ৮॥

হে ৰাজশ্ৰেষ্ঠ যুধিষ্ঠিৰ, তেওঁ নিতৌ শত-সহস্ৰ বাৰ সাবিত্ৰী-মন্ত্ৰৰ দ্বাৰা অগ্নিত আহুতি দি দিনৰ ষষ্ঠ ভাগত সংযতচিত্তে অলপ আহাৰ কৰিছিল। ৯॥

এই নিয়মে তেওঁ ওঠৰ বছৰ কাল কটায়, তাৰ পিছত অষ্টাদশ বছৰ পূৰ্ণ হোৱাত সাবিত্ৰী দেৱী তেওঁৰ ওপৰত তুষ্ট হয়। ১০॥

হে ৰাজন, তেতিয়া বৰদা দেৱী সাবিত্ৰী দিব্য-ৰূপ লৈ অগ্নিকুণ্ডৰপৰা ওলাই আহি ৰজাৰ আগত দেখা দিলে আৰু পৰম আনন্দে তেওঁক কবলৈ ধৰিলে। ১১॥

সাবিত্ৰীয়ে ক'লে, হে ৰাজন, তোমাৰ ব্ৰহ্মচৰ্য্য, শুদ্ধ-সংযম, নিয়ম আৰু সৰ্ব্বাত্মক ভক্তিত মই পৰম সন্তুষ্ট হৈছো। ১২।

এতিয়া, হে মহাৰাজ অশ্বপতি, তুমি ধৰ্ম্মৰপৰা বিচলিত নহৈ তোমাৰ অভিলাষিত বৰ প্ৰাৰ্থনা কৰা। ১৩॥

অশ্বপতিয়ে ক'লে, হে দেৱী, মই ধৰ্ম্ম কামনা কৰি সন্তানৰ কাৰণে এই ধৰ্ম্মানুষ্ঠান আৰম্ভ কৰিছো। এতেকে কুল-পৰিবৰ্দ্ধক বহু সংখ্যক পুত্ৰ মোৰ জন্ম হওক—এয়ে মোৰ কামনা। ১৪॥

হে দেৱী, দ্বিজাতিসকলে কয়, সন্তান-লাভেই পৰম ধৰ্ম্ম, এতেকে যদিহে আপুনি মোৰ ওপৰত সন্তুষ্ট হৈছে তেন্তে এই বৰকে মই আপোনাৰ ওচৰত প্ৰাৰ্থনা কৰিলো। ১৫॥

সাবিত্ৰীয়ে ক'লে, ৰাজন, পূৰ্ব্বতে মই তোমাৰ অভিপ্ৰায়ৰ কথা জানি ভগবান পিতামহক তোমাৰ পুত্ৰৰ অৰ্থে নিবেদন জনাইছিলো। ১৬॥

বিধিৰ বিধানমতে তেওঁৰ অনুগ্ৰহত, হে সৌম্য, অতি শীঘ্ৰে তোমাৰ তেজস্বিনী একমাত্ৰ কন্যা উপজিব। ১৭॥

ইয়াৰ উত্তৰত তুমি যেন আন কোনো কথা উত্থাপন নকৰা, পিতামহৰ সৃষ্টিৰ নিয়ম অনুসৰি সন্তুষ্ট হৈ মই তোমাক এই কথা কলো। ১৮॥

মাৰ্কণ্ডেয়ই ক'লে, তেতিয়া ৰজাই সোনকালে এইদৰে হওক বুলি সাবিত্ৰীৰ বচনক মানি লৈ পুনঃ তেওঁক প্ৰসন্ন কৰিলে। ১৯॥

তাৰ পিছত সাবিত্ৰী অন্তৰ্দ্ধান হোৱাত ৰজা নিজ নগৰলৈ আহিল আৰু ধৰ্ম্মমতে প্ৰজাপালন কৰি নিজ ৰাজ্যত বাস কৰি থাকিল। ২০॥

কিছু কাল অতীত হোৱাৰ পিছত ব্ৰতপৰায়ণ ৰজাৰ ধৰ্ম্মচাৰিণী জ্যেষ্ঠা মহিষীয়ে গৰ্ভ-ধাৰণ কৰিলে। ২১॥

হে কুৰুশ্ৰেষ্ঠ, আকাশত তাৰাপতি চন্দ্ৰ দিনে দিনে বৃদ্ধি লাভ কৰে, ৰাজপুত্ৰী প্ৰধানা মহিষীৰ গৰ্ভত সেইদৰে বৃদ্ধি পাবলৈ ধৰিলে। ২২॥

যথাসময়ত মালৱৰাজৰ জ্যেষ্ঠা মহিষীয়ে ৰাজীৱলোচনা এটি কন্যা প্ৰসৱ কৰিলে। আৰু পিতাক ৰাজৰ্ষি অশ্বপতিয়ে পৰম আনন্দচিত্তে তেওঁৰ সকলো জাত-কৰ্ম্ম সম্পন্ন কৰিলে। ২৩॥

সাবিত্ৰীৰ অনুগ্ৰহতে এওঁৰ উৎপত্তি আৰু সাবিত্ৰী-মন্ত্ৰৰ দ্বাৰা দিয়া আহুতিৰ ফলতেই এই কন্যা পোৱা হৈছে। ইয়াকে ভাবি বিপ্ৰসকল আৰু ৰজাই এওঁৰ নাম থলে সাবিত্ৰী। ২৪॥

মূৰ্ত্তিমতী, লক্ষ্মী-সদৃশ, ৰাজ-কন্যা সাবিত্ৰীয়ে ক্ৰমে ডাঙৰ হৈ যথাসময়ত যৌৱনত ভৰি দিলে। ২৫।

জনসমূহে সুমধ্যমা, পৃথুনিতম্বিনী, সুৰ্ৱৰ্ণবৰ্ণা, প্ৰতিমা-সদৃশ এই কন্যা-ৰত্নটি পাই তেওঁক দেৱকন্যা বুলি মানিবলৈ ধৰিলে। ২৬॥

কিন্তু তেজোবলে দেদীপ্যমানা, পদ্মপলাশলোচনা সাবিত্ৰীৰ তেজৰ দ্বাৰা প্ৰতিবাধিত হৈ তেওঁক ভাৰ্য্যাৰূপে গ্ৰহণ কৰিবলৈ কোনো পাত্ৰ আগ বাঢ়ি নাহিল। ২৭॥

তাৰ পাছত কোনো এটা পৰ্ব্ব-দিনত সাবিত্ৰীয়ে উপবাস কৰি থাকি স্নান আৰু অনুলেপন কাৰ্য্য শেষ কৰাৰ পিছত যথাবিধি দেৱপূজা কৰি অগ্নিত আহুতি প্ৰদান কৰে। তাৰ পাছত ব্ৰাহ্মণসকলৰ পূজা শেষ কৰি নিৰ্ম্মালি-স্বৰূপ ফুল আৰু মালা হাতত লৈ সাক্ষাৎ লক্ষ্মী-স্বৰূপা মূৰ্ত্তি ধাৰণ কৰি মহাত্মা পিতৃদেৱৰ ওচৰ চাপে। ২৮-২৯॥

পিতৃদেৱৰ ওচৰত নিৰ্ম্মালি অৰ্পণ কৰি তেওঁৰ চৰণত প্ৰণাম জনাই হাত-যোৰ কৰি তেওঁ পিতাকৰ ওচৰত থিয় দি থাকিল। ৩০॥

দেৱী-স্বৰূপা এই কন্যাৰত্নই যৌৱনত ভৰি দিয়াতো কোনো পাত্ৰই তেওঁক বিচাৰি নহাত ৰজা অতিশয় দুঃখিত হ'ল। ৩১॥

ৰজাই ক'লে, হে পুত্ৰী, এতিয়া তোমাৰ বিয়াৰ কাল উপস্থিত, কিন্তু কোনো পাত্ৰই তোমাক বিচাৰি মোৰ ওচৰলৈ অহা নাই। এতেকে তুমি নিজেই তোমাৰ উপযুক্ত পাত্ৰ বিচাৰি লোৱাঁ। ৩২॥

যাকে তুমি তোমাৰ উপযুক্ত পাত্ৰ বুলি ভাবাঁ তেওঁৰ বিষয়ে মোক সকলো কথা জনাবা। তাৰ পাছত বিবেচনা কৰি মই তোমাক সমৰ্পণ কৰিম। এতেকে তোমাৰ ইচ্ছা অনুসৰি বৰ বিচাৰি লোৱাঁ। ৩৩॥

হে কল্যাণী, দ্বিজাতিসকলে ধৰ্ম্মশাস্ত্ৰ পাঠ কৰোঁতে মই যি শুনিছিলো তোমাক কওঁ শুনা। যি পিতাই কন্যা সম্প্ৰদান নকৰে, যি স্বামীয়ে ঋতুকালত ভাৰ্য্যাৰ লগত সহবাস নকৰে, আৰু স্বামীৰ মৃত্যুৰ পিছত যি সন্তানে মাকক ভৰণ-পোষণ দি ৰক্ষা নকৰে, এই তিনিওজন নিন্দনীয় হয়। ৩৪-৩৫॥

এতিয়া মোৰ এই কথা শুনি তুমি তোমাৰ স্বামীৰ অন্বেষণ-বিষয়ত সত্বৰ হোৱাঁ আৰু যাতে দেৱতাসকলৰ ওচৰত মই নিন্দনীয় নহওঁ তেনে কৰাঁ। ৩৬॥

মাৰ্কণ্ডেয়ই ক'লে, ৰজাই তেওঁৰ কন্যাক এইদৰে কৈ বৃদ্ধ মন্ত্ৰীসকলক যাত্ৰাৰ কাৰণে যথোপযুক্ত বাহনাদি প্ৰস্তুত কৰিবলৈ আদেশ দিলে। ৩৭॥

তেতিয়া তপস্বিনী সাবিত্ৰী লজ্জিতভাৱে পিতৃদেৱৰ চৰণত সেৱা জনাই পিতৃ আজ্ঞা মানি নিশ্চিন্তভাৱে ওলাই গ'ল। ৩৮॥

এইদৰে সোণৰ ৰথত উঠি বৃদ্ধ মন্ত্ৰীগণেৰে সৈতে তেওঁ ৰাজৰ্ষিসকলৰ ৰম্য তপোবনলৈ যাত্ৰা কৰিলে । ৩৯ ॥

বৎস যুধিষ্ঠিৰ, সাৱিত্ৰী এইদৰে গোটেই গৈ মাননীয় বৃদ্ধসকলৰ পাদবন্দনা কৰি এখন বনৰপৰা ক্ৰমে আন এখন বনলৈ গৈ সকলো তপোবনতে ঘূৰি ফুৰিবলৈ ধৰিলে । ৪০ ॥

এইদৰে সকলো তীৰ্থক্ষেত্ৰতে ৰাজনন্দিনী সাৱিত্ৰীয়ে প্ৰধান প্ৰধান দ্বিজসকলৰ ভিতৰত ধন বিতৰণ কৰি সেই ঠাইবোৰ চাই ফুৰিবলৈ ধৰিলে । ৪১ ॥

ইতি মহাভাৰতৰ বনপৰ্ব্বৰ অন্তৰ্গত পতিব্ৰতা-মহাত্ম্য-পৰ্ব্বত সাৱিত্ৰীৰ উপাখ্যান ঃ ১ নামৰ ত্ৰিনৱত্যধিক-দ্বিশততম অধ্যায় । ২৯৩ ॥

## ॥ অধ্যায় ২৯৪ ॥

# ॥ সাৱিত্ৰীৰ উপাখ্যান ঃ ২ ॥

মাৰ্কণ্ডেয় মুনিয়ে ক'লে, তাৰ পাছত মদ্ৰ দেশৰ অধিপতি ৰজা অশ্বপতি নাৰদ মুনিৰে সৈতে কথা পাতি ৰাজসভাৰ মাজত বহি আছিল । ১ ॥

তাৰ পাছত সকলো তীৰ্থ আৰু আশ্ৰম ভ্ৰমণ কৰি সাৱিত্ৰী মন্ত্ৰীসকলৰ লগত পিতাকৰ ঘৰলৈ উলটি আহিল । ২ ॥

কান্তিমতী সেই সাৱিত্ৰীয়ে নিজৰ পিতাকক নাৰদেৰে সৈতে বহি থকা দেখি মূৰ দোঁৱাই দুয়োজনকে প্ৰণাম কৰিলে । ৩ ॥

নাৰদে ক'লে, মহাৰাজ, আপোনাৰ এই কন্যা ক'লৈ গৈছিল, আৰু কোন ঠাইৰপৰা আহিল, আপুনি কি কাৰণে এই যুৱতী সাৱিত্ৰীক যোগ্য পাত্ৰত সম্প্ৰদান কৰা নাই ? ৪ ॥

অশ্বপতিয়ে ক'লে, দেৱৰ্ষি, সেই উদ্দেশ্যেই পঠাইছিলো, আজি আহিছে । কাক বৰণ কৰিছে, সাৱিত্ৰীৰ মুখৰপৰাই শুনক । ৫ ॥

মাৰ্কণ্ডেয়ই ক'লে, বিশেষভাৱে ক'বৰ নিমিত্তে পিতাকে কোৱাত সেই ৰাজকন্যা সাৱিত্ৰীয়ে তেতিয়াই পিতাকৰ কথা শিৰোধাৰ্য্য কৰি এই কথা ক'লে । ৬ ॥

সাৱিত্ৰীয়ে ক'লে, শাল্ব দেশত দ্যুমৎসেন নামেৰে এজন বিখ্যাত ধৰ্ম্ম-পৰায়ণ ক্ষত্ৰিয় ৰজা আছে । কেইবছৰমান ৰাজ্য পালন কৰাৰ পাছত তেওঁ অন্ধ হ'ল । ৭ ॥

বুদ্ধিমন্ত সেই ৰজাৰ চকু দুটি বিনষ্ট হোৱাত আৰু তেওঁৰ পুত্ৰ নাবালক থকাত ৰজা অন্ধ হোৱাৰ সুযোগত সমীপৱৰ্ত্তী পূৰ্ব্ব শত্ৰুৱে তেওঁৰ ৰাজ্য অধিকাৰ কৰি ললে । ৮ ॥

শ্ৰেষ্ঠব্ৰতী সেই কন্যা ভাৰ্য্যা আৰু নাবালক পুত্ৰকেৰে সৈতে বনলৈ গ'ল, আৰু মহাৰণ্যলৈ গৈয়ো ৰজাই তপস্যা কৰিবলৈ ধৰিলে। ৯॥

তেওঁৰ পুত্ৰেকৰ নাম সত্যবান্। তেওঁ নগৰত জন্মি তপোবনত ডাঙৰ হৈছে। তেৱেঁই মোৰ যোগ্য পতি, মই মনেৰে তেওঁক বৰণ কৰিছো। ১০॥

নাৰদে ক'লে, হায়! হায়! মহাৰাজ! সাবিত্ৰীয়ে বৰ বেয়া কাম কৰিলে, কাৰণ তেওঁ ন'জানি গুণৱন্ত সত্যবানক পতিৰূপে বৰিছে। ১১॥

তেওঁৰ পিতাকে সঁচা কথা কয়, মাকেও সঁচা কথা কয়, এতেকে ব্ৰাহ্মণসকলে তেওঁৰ নামকৰণ কৰিছে সত্যবান। ১২।

বাল্য-কালৰপৰা ঘোঁৰা সত্যবানৰ প্ৰিয় পশু, এওঁ মাটিৰেও ঘোঁৰা নিৰ্ম্মাণ কৰে, ঘোঁৰাৰ চিত্ৰও আঁকে, এতেকে এওঁৰ আন এটি নাম চিত্ৰাশ্ব। ১৩॥

ৰজাই ক'লে, সেই ৰাজপুত্ৰ সত্যবান বৰ্ত্তমানে তেজস্বী, বুদ্ধিমন্ত, ক্ষমাশীল নাইবা বীৰ, আৰু পিতৃ-প্ৰিয় হৈছে বুলি মোৰ মনে ধৰে। ১৪॥

নাৰদে ক'লে, সত্যবান্ সূৰ্য্যৰ দৰে তেজস্বী, বুদ্ধিত বৃহস্পতিৰ তুল্য, ইন্দ্ৰৰ নিচিনা বীৰ আৰু পৃথিৱীৰ সমান ক্ষমা-গুণ-যুক্ত। ১৫॥

অশ্বপতিয়ে ক'লে ৰাজপুত্ৰ সত্যবান্ দাতা, ব্ৰহ্মতেজযুক্ত, ৰূপৱন্ত, উদাৰ নাইবা প্ৰিয়দৰ্শন হয় নে? ১৬॥

নাৰদে ক'লে, নিজৰ শক্তি আৰু দান-বিষয়ত সঙ্কৃতিৰ পুত্ৰ ৰন্তিদেৱৰ সমান আৰু উশীনৰৰ পুত্ৰ শিবিৰ দৰে তেওঁ ব্ৰহ্মনিষ্ঠ আৰু সত্যবাদী। ১৭॥

দ্যুমৎসেনৰ পুত্ৰ সত্যবান্ যযাতিৰ দৰে উদাৰ, চন্দ্ৰৰ দৰে প্ৰিয়-দৰ্শন, স্বৰ্গৰ বৈদ্য অশ্বিনীকুমাৰৰ তুল্য ৰূপৱন্ত আৰু বলশালী। ১৮॥

তেওঁ একাধাৰে দান্ত, মৃদু, শূৰ, সত্যাশ্ৰয়ী, জিতেন্দ্ৰিয়, মৈত্ৰ, অনসূয়, লজ্জাশীল আৰু দীপ্তিশালী। তেওঁৰ অন্তৰত সৰলতা সদায় থাকে, তেওঁৰ স্থিতিৰ নিশ্চয়তা আছে। তপোবৃদ্ধ আৰু শীলবৃদ্ধ লোকে চমুকৈ সত্যবানৰ এই সদ্‌গুণবোৰ কীৰ্ত্তন কৰি থাকে। ১৯-২০।

অশ্বপতিয়ে ক'লে, প্ৰভু! আপুনি সত্যবানৰ সদ্‌গুণাৱলীৰ কথা ক'লে। সত্যবানৰ যদি কোনো দোষ আছে, তেন্তে সেইবোৰৰ কথাও কওক। ২১॥

নাৰদে ক'লে, সত্যবানৰ এটি মাথোন ডাঙৰ দোষ আছে, সেই দোষে তেওঁৰ গুণবোৰ ঢাকি পেলাইছে। সেই দোষটো অতোপুৰুষাৰ্থ কৰিলেও গুচোৱা কঠিন। ২২॥

এওঁৰ এটি দোষ আছে, আন দোষ নাই। সেই দোষটো এয়ে যে, আজিৰপৰা এবছৰ পূৰ্ণ হ'লে, অল্পায়ু সত্যবানে দেহা-ত্যাগ কৰিব। ২৩॥

ৰজাই ক'লে, শোভনা সাবিত্ৰী, আহাঁ, তুমি আকৌ বনলৈ গৈ আন পতিক বৰণ কৰা, সত্যবানৰ এটি প্ৰধান দোষে গুণবোৰ অতিক্ৰম কৰিছে। ২৪॥

দেৱ-অসুৰাৰ্চিত প্ৰভু নাৰদে মোক ক'লে, আজিৰপৰা এবছৰ পূৰ হ'লে, অল্পায়ু সত্যৱানে প্ৰাণ ত্যাগ কৰিব। ২৫॥

সাৱিত্ৰীয়ে ক'লে, কাঠ, শিল আদিৰ অংশ ভূমিত এবাৰ মাথোন পৰে, কন্যাক এবাৰ মাথোন সম্প্ৰদান কৰা হয়, 'দিলোঁ'—এই বাক্য এবাৰ মাথোন কোৱা হয়, এই তিনিটা এবাৰ এবাৰহে হৈ থাকে। ২৬॥

সত্যৱান্ দীৰ্ঘায়ু নাইবা অল্পায়ু হওক, গুণশালী নাইবা গুণহীনেই হওক, মই সেতিয়া এবাৰ পতিত্বৰ বৰণ কৰিছোঁ, তেতিয়া দুনাই কাকো ভৰ্তৃৰূপে বৰণ নকৰোঁ। ২৭॥

কোনো কাম মনেৰে নিশ্চয় কৰি তাৰ পাছত কথাৰে প্ৰকাশ কৰা হয়, পাছে কৰ্ম্মৰ দ্বাৰা সম্পাদিত হয়, এতেকে মোৰ মনেই প্ৰমাণ। ৮॥

নাৰদে ক'লে, নৰশ্ৰেষ্ঠ, আপোনাৰ দুহিতা সাৱিত্ৰীৰ বুদ্ধি থিৰ হৈছে। সাৱিত্ৰীক কোনোপ্ৰকাৰেই ধৰ্ম্ম-মাৰ্গৰপৰা বাৰণ কৰিব নোৱাৰিব। ২৯॥

সত্যৱানৰ যিবোৰ গুণ আছে, সেইবোৰ গুণ আন পুৰুষৰ নাই; এতেকে সত্যৱানক আপোনাৰ কন্যাক সম্প্ৰদান কৰাটোৱেই মোৰ ইচ্ছা। ৩০॥

ৰজাই ক'লে, আপুনি কোৱা এই যথাৰ্থ বাক্য উলংঘা কৰিব নোৱাৰি। ময়ো আপুনি কোৱামতেই কাম কৰিম, যিহেতু ভগৱান আপুনি মোৰ গুৰু। ৩১॥

নাৰদে ক'লে, তোমাৰ কন্যা সাৱিত্ৰীৰ সম্প্ৰদানত মঙ্গল হওক। মই এতিয়া যাওঁ, তোমালোক সকলোৰে কল্যাণ হওক। ৩২॥

মাৰ্কণ্ডেয়ই ক'লে, নাৰদে এই কথা কৈ উঠি স্বৰ্গলৈ গ'ল। ৰজাজনে কন্যাৰ বিয়াৰ বিষয়ে যো-জা কৰিবলৈ ধৰিলে। ৩৩॥

ইতি মহাভাৰতৰ বনপৰ্ব্বৰ অন্তৰ্গত পতিব্ৰতা-মাহাত্ম্য-পৰ্ব্বত সাৱিত্ৰীৰ উপাখ্যান ঃ২ নামৰ চতুৰ্ন্নৱত্যধিক-দ্বিশততম অধ্যায়। ২৯৪॥

॥ অধ্যায় ২৯৫ ॥

## ॥ সাৱিত্ৰীৰ বিবাহ ॥

মাৰ্কণ্ডেয়ই ক'লে, কিছু দিনৰ পাছত সেই ৰজাই কন্যা-সম্প্ৰদান বিষয়ে সেই উদ্দেশ্যটোকে চিন্তি বিবাহোচিত সামগ্ৰীবোৰ সম্পূৰ্ণকৈ আনালে। ১

তাৰ পাছত ৰজা বৃদ্ধ ব্ৰাহ্মণ, ঋত্বিক্ আৰু পুৰোহিতসকলক আহ্বান কৰি এটি শুভদিনত কন্যাৰে সৈতে বনলৈ গ'ল। ২॥

ৰজা পবিত্ৰ অৰণ্যলৈ গৈ বিভূষণকলৈকে সৈতে খোজ কাঢ়িয়েই ৰাজৰ্ষি দ্যুমৎসেনৰ আশ্ৰমত উপস্থিত হ'ল। ৩॥

তেতিয়া সেই আশ্ৰমত, শাল গছৰ তলত কুশাসনত বহি থকা মহাভাগ অন্ধ ৰজাক দেখিলে। ৪॥

সেই ৰজাই সেই ৰাজৰ্ষিৰ যথাবিধি পূজা কৰি কথা কোৱাত সুসংযত হৈ নিজৰ পৰিচয় দিলে। ৫॥

ধৰ্মজ্ঞ সেই ৰজা দ্যুমৎসেনে ৰজাক অৰ্ঘ্য, আসন আৰু গো দান কৰি কি নিমিত্তে তেওঁ তালৈ আহিছে সুধিলে ৬॥

সত্যৱানক উপলক্ষ্য কৰি অহা বুলি কৈ তেওঁৰ সকলো অভিপ্ৰায় আৰু সমূদায় কৰ্ত্তব্যাকৰ্ত্তব্য জনালে। ৭॥

অশ্বপতিয়ে ক'লে, ৰাজৰ্ষি, মোৰ এই শোভনা কন্যাটিৰ নাম সাবিত্ৰী। ধৰ্মজ্ঞ, মোৰ কন্যাটিক নিজৰ ধৰ্ম-অনুসৰি আপুনি বোৱাৰীৰূপে গ্ৰহণ কৰক। ৮॥

দ্যুমৎসেনে ক'লে, আমি ৰাজ্যভ্ৰষ্ট হৈছো, বনবাস খাটি নিয়মমতে তপস্বী হৈ ধৰ্ম-আচৰণ কৰোঁ। বনবাস-ৰূপ এই কষ্টত অভ্যাস নথকা আপোনাৰ কন্যাই কেনেকৈ আশ্ৰমত বাস কৰিব ? ৯॥

অশ্বপতিয়ে ক'লে, মহাৰাজ, উৎপত্তি-বিনাশ থকা সুখ আৰু দুঃখ মোৰ দুহিতাই যিদৰে জানে, মযো জানো। মোক এনে কথা ক'ব নালাগে, মই সুনিশ্চিত হৈ আপোনাৰ আশ্ৰমলৈ আহিছো। ১০॥

মিত্ৰভাৱ বাবে নম্ৰ হোৱা মোৰ আশা ছেদ কৰা আপোনাৰ উচিত নহয়। প্ৰীতি হেতুকে আপোনাৰ ওচৰত উপস্থিত হৈছো, মোক নিৰাশ কৰা আপোনাৰ অনুচিত। ১১॥

আমি দুয়ো সমান, আপুনি মোৰ, আৰু মই আপোনাৰেই, এই কথা আমাৰ ন্যায্য। আপুনি পুত্ৰবধূ-ৰূপে মোৰ কন্যাক মনোনীত কৰক, আৰু আপোনাৰ পুত্ৰ সত্যৱানে ভাৰ্য্যা-ৰূপে পাণি-গ্ৰহণ কৰক। ১২॥

দ্যুমৎসেনে ক'লে, আগৰপৰাই আপোনাৰ লগত সম্বন্ধ পতাৰ মোৰ ইচ্ছা। কিন্তু মই ৰাজ্যভ্ৰষ্ট হোৱাৰ কাৰণে এই বিষয়ে চিন্তা কৰিছিলো। ১৩॥

মই আগৰেপৰা যিটো ইচ্ছা কৰি আছো, সেই আকাঙ্ক্ষা আজিয়েই সম্পন্ন হওক। কাৰণ, আপুনি মোৰ সম্মানীয় অতিথি। ১৪॥

তাৰ পাছত দুয়োজন ৰজাই আশ্ৰমত বাস কৰা ব্ৰাহ্মণসকলক অনাই বিধি-মতে পুত্ৰ-কন্যাৰ বিবাহ-কৰ্ম্ম সমাপন কৰিলে। ১৫॥

অশ্বপতি যথাযোগ্য বসন, ভূষণ, ধন, ৰত্ন, হাতী, ঘোঁৰা, দোলা আদিৰে সৈতে কন্যা সম্প্ৰদান কৰি সন্তুষ্টমনে নিজৰ ৰাজধানীলৈ গ'ল। ১৬॥

সত্যৱানো সৰ্ব্ব গুণ থকা সেই ভাৰ্য্যা লাভ কৰি আনন্দিত হ'ল, আৰু সাবিত্ৰীও মনে মনে অভিলাষ কৰা তেওঁক স্বামীৰূপে পাই সন্তুষ্ট হ'ল। ১৭॥

পিতাক গুচি যোৱাত সাবিত্ৰীয়ে সমস্ত বস্ত্ৰ, অলঙ্কাৰ এৰি, গছৰ বাকলি আৰু কাষায় কাপোৰ পিন্ধিলে । ১৮ ॥

সাবিত্ৰীয়ে সেৱা, শীল, সত্য আদি গুণ, স্নেহ, জিতেন্দ্ৰিয়তা আৰু সকলোৰে অভিলষিত কৰ্ম্মৰ অনুষ্ঠানৰ দ্বাৰা সকলোকে সন্তোষিত কৰিলে । ১৯ ॥

সকলো আচ্ছাদন আৰু শৰীৰ-শুশ্ৰূষাৰে শাহুৱেকক, দেৱ-সংকাৰৰ দ্বাৰা শহুৰেকক, বাক্য-সংযম, প্ৰিয়কথা, নিপুণতা, শম, ৰহঃ আৰু ব্যৱহাৰৰ দ্বাৰা স্বামীক সন্তোষিত কৰিলে । ২০-২১ ॥

যুধিষ্ঠিৰ, এইভাৱে সেই আশ্ৰমত তপস্যাৰ অনুষ্ঠান কৰি বাস কৰোঁতে কৰোঁতে সেই সাধুসকলৰ কিছু কাল অতিবাহিত হ'ল । ২২ ॥

কিন্তু মনত আনন্দ নথকা সাবিত্ৰীৰ দিনে-ৰাতিয়ে উঠোঁতে-বহোঁতে নাৰদে কোৱা কথা আষাৰ মনতে থাকিল । ২৩ ॥

ইতি মহাভাৰতৰ বনপৰ্ব্বৰ অন্তৰ্গত পতিব্ৰতা-মাহাত্ম্য পৰ্ব্বত সাবিত্ৰীৰ বিবাহ নামৰ পঞ্চনৱত্যধিক-দ্বিশততম অধ্যায় । ২৯৫ ॥

## ॥ অধ্যায় ২৯৬ ॥

# ॥ সত্যবান-সাবিত্ৰীৰ বন-গমন ॥

মাৰ্কণ্ডেয়ই ক'লে, মহাৰাজ, তাৰ পাছত বহু দিন উকলি যোৱাত সত্যবানৰ মৰণৰ সময় আহি উপস্থিত হ'ল । ১ ॥

নাৰদে কোৱা কথা আষাৰ সাবিত্ৰীৰ হৃদয়ত নিতৌ সজাগ হৈ আছিল, দিন গণনা কৰোঁতে কৰোঁতে প্ৰতিদিন গত হৈছিল । ২ ॥

চতুৰ্থ দিনত স্বামী মৰা পৰিব, ইয়াকে মনতে ভাবি ভাবিনী সাবিত্ৰীয়ে ত্ৰিৰাত্ৰ-ব্ৰত পালি দিন-ৰাতি কটালে । ৩ ॥

সাবিত্ৰীৰ সেই ব্ৰতৰ কথা শুনি ৰজাই বৰকৈ বেজাৰ পাই উঠি সাবিত্ৰীক বুজনি দিলে । ৪ ।

দ্যুমৎসেনে ক'লে, ৰজাৰ জীয়াৰী, তুমি বৰ কঠিন ব্ৰত আৰম্ভ কৰিলা। তিনি-দিনীয়া লঘোন থকা ব্ৰত বৰ কষ্টসাধ্য । ৫ ।

সাবিত্ৰীয়ে ক'লে, পূজনীয়, আপুনি বেজাৰ নকৰিব, মই ব্ৰত সমাপন কৰিম; কিয়নো এই ব্ৰত উদ্যোগ-কৃত । উদ্যোগেই কাৰ্য্য-সাধনৰ উপায় । ৬ ।

দ্যুমৎসেনে ক'লে, তুমি ব্ৰতভঙ্গ কৰা—এনে কথা কোনোমতে মই ক'ব নোৱাৰোঁ, মোৰ মতে ব্ৰতহে সমাপন কৰা বুলিহে কওঁ । ৭ ॥

মাৰ্কণ্ডেয়ই ক'লে, মহামনা দ্যুমৎসেনে এইদৰে কৈ মনে মনে থাকিল, আৰু থিয় দি থকা সাবিত্ৰীক কাঠৰ পুতলাৰ দৰে দেখা গ'ল । ৮ ॥

ভৰত-বংশ-শ্ৰেষ্ঠ, কাইলৈ স্বামীৰ মৃত্যু হ'ব, এই কথা গুণাগঁথা কৰি থাকোঁতে থাকোঁতে দুখিনী সাবিত্ৰীৰ সেই ৰাতিটো অতিবাহিত হ'ল । ৯ ॥

আজিয়েই পতিৰ মৃত্যু-দিন, এই কাৰণে সাবিত্ৰীয়ে প্ৰদীপ্ত অগ্নিত হোম কৰিলে, আৰু সূৰ্য্যদেৱ চাৰি হাত মানোন উত্থিত হোৱাত পূৰ্ব্বাহ্নত কৰিব লগীয়া নিত্য-কৰ্ম্ম শেষ কৰি বৃদ্ধ ব্ৰাহ্মণগণ আৰু শহুৰ-শাহুৱেকক যথাক্ৰমে অভিবাদনপূৰ্ব্বক স্থিৰচিত্তে হাত যোৰ কৰি তেওঁ থিয় দি থাকিল । ১০-১১ ॥

তপোবনত বাস কৰোঁতা সেই তাপসসকলে সাবিত্ৰীক হিতকৰ আৰু মঙ্গল-জনক অবৈধব্য ৰূপ আশীৰ্ব্বাদ প্ৰদান কৰিলে । ১২ ॥

ধ্যান-যোগত নিবিষ্টচিত্তা সাবিত্ৰীয়ে 'সেইটোৱেই হওক' বুলি তপস্বীসকলৰ সেই কথাবোৰ মনে মনে গ্ৰহণ কৰিলে । ১৩ ॥

ৰজাৰ কন্যা সাবিত্ৰীয়ে সেই সময় আৰু সেই মুহূৰ্ত্তলৈ বাট চাই থাকোঁতে থাকোঁতে নাৰদৰ কথা মনতে ভাবি বৰ দুঃখিতা হ'ল । ১৪ ॥

ভৰত-বংশ-শ্ৰেষ্ঠ, তাৰ পাছত সাবিত্ৰীৰ শহুৰেকে আৰু শাহুৱেকে অকলে থকা সেই ৰজাৰ দুহিতাক মৰমেৰে ক'লে । ১৫ ॥

শহুৰ-শাহুৱেকে ক'লে, যিভাৱে ব্ৰতৰ অনুষ্ঠান কৰিব লাগে, সেইভাৱেই তুমি শেষ কৰিছা, এতিয়া ভোজনৰ সময় হৈছে, শীঘ্ৰে ভোজন কৰা । ১৬ ॥

সাবিত্ৰীয়ে ক'লে, বেলি মাৰ গ'লে সফলকামা হৈ মই ভোজন কৰিম । মনে মনে মোৰ এই সঙ্কল্প, আৰু মই তাকে প্ৰতিজ্ঞা কৰিছো । ১৭ ॥

মাৰ্কণ্ডেয়ই ক'লে, সাবিত্ৰীয়ে খোৱা সম্পৰ্কে এইভাৱে কৈছে, এনেতে সত্য-ৱান কুঠাৰ লৈ বনলৈ যাবলৈ ওলাল । ১৮ ॥

সাবিত্ৰীয়ে গিৰীয়েকক ক'লে, অকলে যোৱা ভাল নহয় । মই আপোনাক এৰিব নোৱাৰোঁ, আপোনাৰ লগত মযো যাম । ১৯ ॥

সত্যৱানে ক'লে, ভাৰিনা, তুমি ইয়াৰ আগেয়ে কেতিয়াও বনলৈ যোৱা নাই, হাবিৰ বাট কষ্টকৰ ; আৰু তুমি ব্ৰত পালি খীণাইছা, কেনেকৈ খোজ কাঢ়ি যাবা । ২০ ॥

সাবিত্ৰীয়ে ক'লে, উপবাসত মোৰ অলপো ক্লেশ নাইবা ভাগৰ লগা নাই । যাবৰ নিমিত্তে মোৰ হেপাহ হৈছে, মোক নিষেধ কৰা আপোনাৰ উচিত নহয় । ২১ ॥

সত্যৱানে ক'লে, যদি তুমি যাবৰ নিমিত্তে একান্ত হেপাহ কৰিছা, তেন্তে তোমাৰ প্ৰিয় কাম কৰিম । কিন্তু তুমি মোৰ পিতৃ-মাতৃৰ অনুমতি ল'ব লাগিব, নললে এই দোষে মোক চুব । ২২ ॥

তীব্ৰ ব্ৰতধাৰিণী সাবিত্ৰীয়ে শহুৰেক আৰু শাহুৱেকক অভিবাদন কৰি ক'লে, মোৰ স্বামী ফল-সংগ্ৰহ কৰিবলৈ অৰণ্যলৈ যাবলৈ ওলাইছে । মইও

মোৰ ইচ্ছা, আপোনালোকৰ অনুমতি পালে মই এওঁৰ লগত বনলৈ যাম। যাবলৈ নিদিলে বিচ্ছেদ সহিব নোৱাৰিম। ২৪ ॥

গুৰু আৰু অগ্নিহোত্ৰ হোমৰ নিমিত্তে আপোনালোকৰ পুত্ৰ যাবলৈ ওলাইছে, আন উদ্দেশ্যে নাযায়, নিষেধ কৰা অনুচিত। প্ৰায় এবছৰমান মই আশ্ৰমৰপৰা কোনো ঠাইলৈ যোৱা নাই, ফুলি থকা বনখন চাবলৈ মোৰ বৰ কৌতূহল হৈছে। ২৫-২৬ ॥

দ্যুমৎসেনে ক'লে, যেতিয়া পিতাকে সাবিত্ৰীক মোক বোৱাৰীৰূপে দান কৰিছিল, তেতিয়াৰপৰা এই সাবিত্ৰীয়ে কোনো অনুনয় কৰা কথা মোৰ মনত নপৰে। ২৭ ॥

গতিকে বোৱাৰীয়ে ইচ্ছা অনুসৰি কাম কৰক। বাছা, বাটত সত্যৱানৰ যেন কোনো বিঘিনি নঘটে। ২৮ ॥

যশস্বিনী সাবিত্ৰী শহুৰ আৰু শাহুৱেকৰ অনুমতি লৈ প্ৰায় ভাগি পৰা হিয়াৰে হাঁহি হাঁহি পতিৰে সৈতে বনলৈ গ'ল। ২৯ ॥

বিপুলনয়না সাবিত্ৰীয়ে চাৰিওফালে বিতোপন আৰু ম'ৰা চৰাইৰ দ্বাৰা সেৱিত নানাতৰহৰ বনবোৰ চাবলৈ ধৰিলে। ৩০ ॥

পুণ্যস্ৰোতা নৈ আৰু ফুলে ফুলে ফুলি থকা উত্তম পৰ্ব্বতবোৰ চোৱাঁ।—সত্যৱানে সাবিত্ৰীক এই মধুৰ বচন ক'লে। ৩১ ॥

স্বামীক প্ৰতি মুহূৰ্ত্তে সকলোপ্ৰকাৰে সুস্থ দেখিও বিষন্ন সাবিত্ৰীয়ে নাৰদ মুনিৰ কথা সুঁৱৰি গিৰীয়েকক মৰা বুলিয়েই ধাৰণা কৰিলে। ৩২ ॥

ধীৰ-গামিনী সাবিত্ৰী পতিৰ পাছে পাছে যাবলৈ ধৰিলে। স্বামীৰ মৃত্যু-কালৰ প্ৰতীক্ষা কৰোঁতে কৰোঁতে হৃদয় যেন দ্বিখণ্ডিত হ'বলৈ ধৰিলে। ৩৩ ॥

ইতি মহাভাৰতৰ বনপৰ্ব্বৰ অন্তৰ্গত পতিব্ৰতা-মাহাত্ম্য-পৰ্ব্বত সত্যৱান-সাবিত্ৰীৰ বন-গমন নামৰ ষট্‌নৱত্যধিক-দ্বিশততম অধ্যায়। ২৯৬ ॥

## ॥ অধ্যায় ২৯৭ ॥

# ॥ সাবিত্ৰীৰ বৰ-প্ৰাৰ্থনা আৰু লাভ ॥

মাৰ্কণ্ডেয়ই ক'লে, অলপ পাছতে বীৰ্য্যৱন্ত সেই সত্যৱানে ভাৰ্য্যাৰে সৈতে ফলবোৰ সংগ্ৰহ কৰি খালী ভৰালে, তাৰ পাছত খৰি কাটিবলৈ ধৰিলে। ১ ॥

কাঠ কাটোঁতে কাটোঁতে তেওঁৰ ঘাম ওলাবলৈ ধৰিলে, আৰু সেই পৰিশ্ৰমতে মূৰত বিষ উঠিল। ২ ॥

ভাগৱত কাতৰ হৈ তেওঁ প্ৰিয় পত্নীৰ কাষলৈ গৈ ক'লে, পৰিশ্ৰম কৰা হেতুকে মোৰ মূৰটো বিষাবলৈ ধৰিছে। ৩ ॥

সাৱিত্ৰী, মোৰ অঙ্গ-প্ৰত্যঙ্গবোৰ দুৰ্ব্বল লাগিছে, আৰু হিয়াখন যেন ফাটি যায়! মিত-ভাষিণী, মই নিজকে পীড়িত বুলি অনুভৱ কৰিছো। ৪॥

মোৰ মূৰত যেন শূলে বিন্ধিব লাগিছে, এইটো মই বুজিব পাৰিছো। এতেকে কল্যাণী, মই শুবৰ ইচ্ছা কৰোঁ, মোৰ থিয় হৈ থাকিবৰ শক্তি নাই। ৫॥

সাৱিত্ৰী গিৰীয়েকৰ ওচৰলৈ গৈ তেওঁৰ মূৰটো কোলাত লৈ মাটিত বহিল। ৬॥

তাৰ পাছত তপস্বিনী সাৱিত্ৰীয়ে নাৰদৰ কথা সুঁৱৰি সেই মুহূৰ্ত্ত, ক্ষণ, বেলা আৰু দিন চিন্তিবলৈ ধৰিলে। ৭॥

খন্তেক পিছতেই সাৱিত্ৰীয়ে দেখিলে, ৰক্ত-বস্ত্ৰধাৰী, সংযত-কেশ, বিশাল-শৰীৰ, সূৰ্য্যৰ দৰে তেজস্বী, অতি উজ্জ্বল শ্যামবৰ্ণ, লোহিত-লোচন, ভীষণ এজন পুৰুষে হাতত পাশ লৈ সত্যৱানৰ কাষত থিয় হৈ তেওঁৰ ফালে চাই আছে। ৮-৯॥

তেওঁক দেখি স্বামীৰ মূৰটো লাহেকৈ মাটিত থৈ ততালিকে উঠি আৰ্ত্তা হৈ কম্পিত-হৃদয়ে হাত যোৰ কৰি ক'লে। ১০॥

সাৱিত্ৰীয়ে ক'লে, আপোনাৰ এই অলৌকিক দেহাটো দেখি আপোনাক দেৱতা বুলি জানিছো। দেৱশ্ৰেষ্ঠ, আপুনি কোন, কি কৰিব খুজিছে, ইচ্ছাপূৰ্ব্বক কওক। ১১॥

যমে ক'লে, সাৱিত্ৰী, তুমি সতী আৰু তপোৱতা, এই কাৰণে তোমাক কওঁ, কল্যাণী, মোক যম বুলি জানিবা। ১২॥

তোমাৰ স্বামী ৰাজকুমাৰ এই সত্যৱান অল্পায়ু, মই তেওঁক বান্ধি নিম, এয়ে মোৰ উদ্দেশ্য বুলি জানিবা। ১৩।

সাৱিত্ৰীয়ে ক'লে, ভগৱান, শুনিছো আপোনাৰ দূতবিলাকেই মানুহবিলাকক নিবলৈ আহে। তেনেহলে প্ৰভু, আপুনি নিজে কিয় আহিল? । ১৪॥

মাৰ্কণ্ডেয়ই কলে, যমক এই কথা কোৱাত, ভগৱন্ত যমে সাৱিত্ৰীৰ সন্তুষ্টিৰ নিমিত্তে নিজৰ অহাৰ কাৰণ বিধিমতে তেওঁক কবলৈ ধৰিলে, ১৫॥

এই সত্যৱান ধাৰ্ম্মিক, ৰূপৱান্ আৰু গুণৰ সাগৰ। এনেকুৱা পুৰুষক মোৰ দূতগণে নিব নোৱাৰে, গতিকে মই নিজেই আহিছো। ১৬॥

তাৰ পাছত যমে সত্যৱানৰ দেহাৰপৰা পাশবদ্ধ, ৱশীভূত, অঙ্গুষ্ঠ-প্ৰমাণ এজন পুৰুষক বলেৰে আকৰ্ষণ কৰি উলিয়ালে। ১৭॥

তাৰ পাছত সত্যৱানৰ প্ৰাণহীন, শ্বাসশূন্য, প্ৰভা-ৰহিত, নিশ্চেষ্ট শটো বৰ বেয়া দেখা হ'ল। ১৮॥

যম তেওঁক বান্ধি দক্ষিণফাললৈ যাবলৈ ধৰিলে, নিয়ম-ব্ৰত সংসিদ্ধা, মহাভাগা, পতিব্ৰতা সাৱিত্ৰীও দুঃখতে কাতৰা হৈ যমৰ পিছে পিছে যাবলৈ ধৰিলে। ১৯॥

যমে ক'লে, সাৱিত্ৰী, প্ৰতিনিবৃত্ত হোৱাঁ, উলটি যোৱাঁ, যিমান দূৰলৈ যোৱা সম্ভৱ-

পৰ. সিমান দূৰলৈ আহিলা। তোমাৰ পতিৰ ঋণ-পৰিশোধ-কাৰ্য্য কৰিছা, এওঁৰ ঔৰ্দ্ধ্বদেহিক কাৰ্য্য শেষ কৰাঁ।২০॥

সাবিত্ৰীয়ে ক'লে, মোৰ পতিক আপুনি যি ঠাইলৈ নিয়ে, নাইবা নিজেই যি ঠাইলৈ যায়, মোৰো সেই ঠাইলৈ যোৱা উচিত। এইটোৱেই মুগমীয়া ধৰ্ম্ম।২১॥

তপস্যা, গুৰুভক্তি, স্বামীৰ স্নেহ, ব্ৰত আৰু আপোনাৰ অনুগ্ৰহত মোৰ গতি-ৰোধ নহয়।২২॥

তত্ত্বাৰ্থদৰ্শী পণ্ডিতসকলে বিয়াত সপ্তপদী গমনকে মিত্ৰতা বুলি কয়, আৰু মিত্ৰতাক উপলক্ষ্য কৰি দুআষাৰমান কথা কওঁ, অনুগ্ৰহ কৰি শুনক।২৩॥

ইন্দ্ৰিয়-পৰায়ণ লোকবিলাকে বনত ধৰ্ম্ম, ব্ৰহ্মচৰ্য্য আৰু সন্ন্যাস আদি পালন নকৰে। বিজ্ঞানবাদী হৈ ধৰ্ম্ম সম্বন্ধে কথা কয়, সেই নিমিত্তে সন্তসকলে ধৰ্ম্মক প্ৰধান বুলি কয়।২৪॥

সন্তসকলে মনা এটা আশ্ৰমৰ ধৰ্ম্মেৰে আমি সকলোৱে জ্ঞান-মাৰ্গ পাব পাৰোঁ। নৈষ্ঠিক ব্ৰহ্মচাৰী হৈ গুৰুকুলত বাস কৰা, আৰু দাৰাদি-ত্যাগ-ৰূপ সন্ন্যাস ধৰ্ম্ম ইচ্ছা নকৰোঁ। সেই নিমিত্তে সন্তসকলে ধৰ্ম্মক প্ৰধান বুলি কয়।২৫॥

যমে ক'লে, অনিন্দিতা সাবিত্ৰী, ৰবা। মই তোমাৰ স্বৰ আৰু ব্যঞ্জন আদিৰে সুস্পষ্ট, আৰু হেতু থকা যুক্তি-সঙ্গত কথাত সন্তুষ্ট হৈছো। এতিয়া তুমি বৰ প্ৰাৰ্থনা কৰাঁ, সত্যৱানৰ জীৱনৰ বাদে যি যি বৰ খুজিবা, সেই সমুদায় বৰ তোমাক প্ৰদান কৰিম।২৬॥

সাবিত্ৰীয়ে ক'লে, মোৰ শহুৰ নিজৰ ৰাজ্যৰপৰা ভ্ৰষ্ট হৈ বন-বাস আশ্ৰয় কৰি অন্ধ হৈ আশ্ৰমত বাস কৰি আছে। আপোনাৰ অনুগ্ৰহত সেই ৰজা চকু লাভ কৰি অগ্নি আৰু সূৰ্য্যৰ দৰে বলৱন্ত হওক।২৭॥

যমে ক'লে, প্ৰশংসনীয়া সাবিত্ৰী, মই তোমাক সেই বৰ দিলো। তুমি প্ৰাৰ্থনা কৰামতেই হব। মই দেখিছো, তুমি বাট বুলাৰ কাৰণে ক্লান্ত হৈছা, গতিকে উভতি যোৱাঁ, নগ'লে তোমাৰ বৰ শ্ৰম হ'ব।২৮॥

সাবিত্ৰীয়ে ক'লে, যিহেতু মই স্বামীৰ কাষত আছো, গতিকে মোৰ শ্ৰম ক'ত? যি ঠাইলৈ আপুনি পতিক লৈ যাব, সেই ঠাইলৈকে মই যাম। যি ঠাইত মোৰ স্বামী, সেই ঠাইলৈ মোৰ গতি নিশ্চিত। দেৱেশ, পুনাই মোৰ কথা শুনক।২৯॥

সাধুসকলেৰে সৈতে এবাৰ মাথোন মিলন বাঞ্ছনীয়, তাৰ পাছত মিত্ৰতা ওপজে, এইটোকে কোৱা হয়। সাধু পুৰুষৰ লগত মিলন কেতিয়াও বিফল নহয়। সেই নিমিত্তে সাধু লোক সৎ-সঙ্গত থকা উচিত।৩০॥

যমে ক'লে, ভামিনী, তুমি যি কথা ক'লা, সেইটো হৃদয়গ্ৰাহী, পণ্ডিত লোকৰো বুদ্ধি-বৰ্দ্ধক, আৰু যুক্তিসঙ্গত। সত্যৱানৰ জীৱনৰ বাদে আৰো দ্বিতীয় বৰ প্ৰাৰ্থনা কৰাঁ।৩১॥

সাবিত্ৰীয়ে ক'লে, বুদ্ধিমন্ত মোৰ শহুৰ-ৰজাই পূৰ্ব্বতে অপহৃত নিজৰ ৰাজ্য লাভ কৰক; আৰু মোৰ শহুৰ নিজৰ ধৰ্ম্মৰপৰা যেন বিচ্যুত নহয়, এই দ্বিতীয় বৰটো আপোনাৰ ওচৰত প্ৰাৰ্থনা কৰোঁ। ৩২ ॥

যমে ক'লে, ৰজাই শীঘ্ৰেই নিজৰ ৰাজ্য পাব; আৰু স্বধৰ্ম্মৰপৰা বিচ্যুত নহব। ৰাজকন্যা, তোমাৰ কামনা পূৰ্ণ কৰিলো, এতিয়া তুমি উলটি যোৱাঁ, নগ'লে তোমাৰ পৰিশ্ৰম হ'ব। ৩৩ ॥

সাবিত্ৰীয়ে ক'লে, আপুনি লোকবিলাক নিয়মেৰে সংযত কৰি ৰাখিছে, এইবিলাকক নিয়ন্ত্ৰিত কৰি যাতনাৰ পাছত সেই লোকবিলাকক সৎ কৰ্ম্মৰ ফল দিয়ে। প্ৰভু, সেইহেতুকে আপোনাৰ যমত্ব বিশ্ৰুত হৈ আছে। মই কোৱা এই কথা আষাৰ আপুনি শুনক। ৩৪ ॥

কৰ্ম্ম, মন আৰু কথাৰে সকলো প্ৰাণীৰ প্ৰতি অনিষ্ট চিন্তা নকৰা দয়া আৰু দানেই সন্তসকলৰ সনাতন ধৰ্ম্ম। ৩৫ ॥

এই পৃথিৱী এনেকুৱাই, মানুহবিলাক শক্তি আৰু কৌশলহীন। কিন্তু সাধু-গণে শৰণাগত শত্ৰুকো দয়া কৰে। ৩৬ ॥

যমে ক'লে, পিপাসু মানুহৰ পানী যেনে তৃপ্তিকৰ, তোমাৰ এই বাক্যও মোৰ তেনে তৃপ্তিকৰ। হে শুভা, সত্যৱানৰ জীৱনৰ বাদে কি বৰ লব খোজাঁ কোৱাঁ। ৩৭ ॥

সাবিত্ৰীয়ে কলে, মোৰ পৃথিৱী-পতি পিতা অপুত্ৰক। তেওঁৰ এশ ঔৰস-পুত্ৰ জন্ম গ্ৰহণ কৰক। যি সন্তান উপজিব, সেইবিলাকৰ দ্বাৰা যেন সন্তি-সন্তানৰ বৃদ্ধি হয়। আপোনাৰ ওচৰত এই তৃতীয় বৰ প্ৰাৰ্থনা কৰিলো। ৩৮ ॥

যমে কলে, হে কল্যাণী, তোমাৰ পিতৃৰ বংশ-বৃদ্ধিকাৰী, অতি তেজস্বী এশ পুত্ৰ জন্ম গ্ৰহণ কৰক। নৃপদুহিতা, তোমাৰ বসানা পূৰ্ণ হৈছে, তুমি বহু দূৰ বাট আহিছা, এতিয়া উভতি যোৱাঁ। ৩৯ ॥

সাবিত্ৰীয়ে ক'লে, স্বামীৰ সমীপত থকাত মোৰ বাবে সেইখিনি বাট একো দূৰ নহয়, মোৰ মনটো বেছি দূৰলৈ গৈছে। আপুনি গৈ থাকিয়েই আকৌ মই কোৱা কথা শুনক। ৪০ ॥

আপুনি সূৰ্য্যৰ প্ৰতাপশালী তনয়, এই নিমিত্তে পণ্ডিতমণ্ডলীয়ে আপোনাক বৈৱস্বত বুলি কয়। হে ঈশ্বৰ, প্ৰজাগণ আপোনাৰ পক্ষপাত নোহোৱা ধৰ্ম্ম-শাসনত থাকে, এতেকে আপুনি ধৰ্ম্মৰাজ বুলি জনাজাত। ৪১ ॥

সাধুলোকক যিমানখিনি বিশ্বাস কৰা যায়, নিজৰ ওপৰতো সিমানখিনি বিশ্বাস নহয়। এই বাবে সকলোৱে সন্তৰ ওচৰত বিশেষকৈ প্ৰাৰ্থনা কৰিব খোজে। ৪২ ॥

সকলোৰে সৈতে সৌহাৰ্দ্য থাকিলে বিশ্বাস জন্মে। সেই নিমিত্তে মানুহে বিশেষৰূপে সজ্জনক বিশ্বাস কৰে। ৪৩ ॥

যমে ক'লে, হে শুভা, শোভনাঙ্গী, তুমি যেনেকুৱা কথা কলা, এনেকুৱা

কথা মই তোমাৰ বাদে কাৰো মুখত শুনা নাই। এই কথাত সন্তুষ্ট হৈছো, এতেকে সত্যৱানৰ জীৱনৰ বাহিৰে চতুৰ্থ বৰ প্ৰাৰ্থনা কৰাঁ, আৰু গুচি যোৱাঁ। ৪৪ ॥

সাৱিত্ৰীয়ে ক'লে, সত্যৱানৰ ঔৰসত মোৰ গৰ্ভত শক্তি-শৌৰ্য্য-যুক্ত, বংশবৃদ্ধি-কাৰক এশ পুত্ৰ হওক, আপোনাৰ ওচৰত এই চতুৰ্থ বৰ প্ৰাৰ্থনা কৰোঁ। ৪৫ ॥

যমে কলে, হে অবলা, তোমাৰ বল-বীৰ্য্যশালী আনন্দ-বৰ্দ্ধক এশ পুত্ৰ হ'ব। হে ৰাজকুমাৰী, তোমাৰ যেন ভাগৰ নালাগে, এতিয়া উভতি যোৱাঁ, তুমি দীৰ্ঘ পথ অতিক্ৰম কৰিছা। ৭৬ ॥

সাৱিত্ৰীয়ে ক'লে, নিজৰ পতিৰপৰাই সন্তান উৎপাদন মোৰ নিচিনা ভাৰ্য্যাৰ কাম্য। গতিকে, পতিহীন মোৰ কেনেকৈ ধৰ্ম্ম-সঙ্গত সন্তান হ'ব পাৰে? বৰ দান কৰি সন্তই কষ্ট অনুভৱ নকৰে, নাইবা তেওঁ অৱসন্ন নহয়। মোৰ দৰে তিৰোতাৰ সৎ-সঙ্গ-লাভ নিষ্ফল হ'ব নোৱাৰে। সন্তৰ একো অসাধ্য কৰ্ম্ম নাই। এতেকে মই নিৰ্ভয়। ৪৭ ॥

সন্তসকলে সত্যৰ দ্বাৰা সূৰ্য্য-লোকলৈ নিয়ে, সন্তসকলে সত্যেৰে পৃথিৱীক ধাৰণ কৰে। মহাৰাজ, অতীতৰ আৰু ভৱিষ্যতৰ সন্তই গতি, সাধুসকলৰ মাজত সজ্জনে কষ্ট নাপায়। ৪৮ ॥

এই কথা আৰ্য্য-সেৱিত, শাশ্বত বুলি জানি সন্তসকলে আনৰ উপকাৰ আৰু প্ৰত্যুপকাৰলৈ বাট নাচাই পৰৰ উদ্দেশ্য সাধন কৰে। ৪৯ ॥

সাধুকসলৰ অনুগ্ৰহ কেতিয়াও বিফল নহয়। তেওঁলোকৰ অৰ্থ নাইবা মানৰো হানি নহয়। যিহেতু এই তিনিটা সদায় তেওঁলোকৰ অব্যাহত থাকে, এতেকে সাধু-গণেই সকলোৰে ৰক্ষা-কৰ্ত্তা। ৫০ ॥

যমে ক'লে, হে সতী, মই যিমানেই তোমাৰ সুখদ, গূঢ় অৰ্থ থকা আৰু ধৰ্ম্মযুক্ত কথাবোৰ শুনিলো, সিমানেই তোমাৰ ওপৰত মোৰ ভক্তি হৈছে; এতেকে তুমি অনুপম বৰ প্ৰাৰ্থনা কৰাঁ। ৫১ ॥

সাৱিত্ৰীয়ে ক'লে, হে মানদ, সমীচীন-দাম্পত্য-মিলনৰ বাজে আন বৰত মোৰ কেনেকৈ ধৰ্ম্মসঙ্গত পুত্ৰ-লাভ হ'ব পাৰে? মই প্ৰাৰ্থনা কৰোঁ, মোৰ স্বামী এই সত্যৱান পুনৰ্জ্জীৱিত হওক। কাৰণ, পতি বিনে মই মৃতা। ৫২ ॥

মই পতিহীনা হৈ সুখৰ কামনা নকৰোঁ, মই স্বামী-ৰহিতা হৈ স্বৰ্গও কামনা নকৰোঁ, ভৰ্ত্তৃশূন্য হৈ শ্ৰীও কামনা নকৰোঁ। স্বামীহীনা হৈ জীয়াই থাকিবলৈ মোৰ শক্তি নাই। ৫৩ ॥

আপুনিয়ে মোক এশ পুত্ৰ হ'ব বুলি বৰ দিছে, আনফালে আপুনিয়ে মোৰ পতিক অপহৰণ কৰিছে। এতেকে সত্যৱান জীৱিত হওক, এই বৰ প্ৰাৰ্থনা কৰোঁ; তেতিয়াহে আপোনাৰ কথা সঁচা হ'ব। ৫৪ ॥

মাৰ্কণ্ডেয়ই ক'লে, সূৰ্য্যৰ সুত ধৰ্ম্মৰাজ যমে 'সেয়ে হওক', এই বুলি কৈ পাশমুক্ত কৰি সন্তুষ্টচিত্তে সাৱিত্ৰীক ক'লে, ৫৫ ॥

হে কুলনন্দিনী, হে ভাগ্যৱতী, মই তোমাৰ স্বামীক মুক্ত কৰি দিলো, তুমি এওঁক লৈ যোৱা, এওঁ নীৰোগ আৰু কৃতাৰ্থ হ'ব। ৫৬॥

সত্যৱান তোমাৰে সৈতে চাৰি শ বছৰ জীয়াই থাকিব; আৰু তেওঁ যজ্ঞ-ধৰ্ম্মৰ দ্বাৰা খ্যাতি লাভ কৰিব। ৫৭॥

তোমাৰ গৰ্ভত সত্যৱানে এশ পুত্ৰ উৎপাদন কৰিব। আৰু, তেওঁলোকো পুত্ৰ-পৌত্ৰ-ক্ৰমে ক্ষত্ৰিয় ৰজা হ'ব। ৫৮॥

সেই ক্ষত্ৰিয় ৰজাবিলাক তোমাৰ নাম অনুসৰি 'সাবিত্ৰ্য' বুলি সদায় বিখ্যাত হৈ থাকিব; আৰু তোমাৰ মাতৃৰ গৰ্ভত তোমাৰ পিতৃৰ ঔৰসত এশ পুত্ৰ জন্মিব। ৫৯॥

মালৱীৰ গৰ্ভত পুত্ৰ-পৌত্ৰক্ৰমে শাশ্বত মালৱবিলাকৰ উদ্ভৱ হব, আৰু তোমাৰ ভ্ৰাতৃবিলাক দেৱতুল্য ক্ষত্ৰিয় হ'ব। ৬০॥

প্ৰতাপশালী ধৰ্ম্মৰাজ যম তেওঁক এনেকুৱা বৰ দান দি সাবিত্ৰীক নিবৃত্ত কৰি নিজৰ ঘৰলৈ গ'ল। ৬১?

যম গুচি যোৱাত সাবিত্ৰীও স্বামীক লাভ কৰি যি ঠাইত তেওঁৰ স্বামীৰ শ্যাম বৰণীয়া শটো পৰি আছে, সেই ঠাইলৈ গ'ল। ৬২॥

সাবিত্ৰীয়ে স্বামীক মাটিত পৰি থকা দেখি তেওঁৰ কাষলৈ গৈ আলিঙ্গন কৰিলে; আৰু তেওঁৰ মূৰটো কোলাত তুলি লৈ সাবিত্ৰী মাটিত বহিল। ৬৩॥

সত্যৱানেও আকৌ সংজ্ঞা লভি বিদেশৰপৰা অহা মানুহৰ দৰে বাৰে বাৰে সপ্ৰেম দৃষ্টি-পাত কৰি সাবিত্ৰীক কবলৈ ধৰিলে। ৬৪॥

সত্যৱানে ক'লে, হায়, কি কষ্ট! মই বহু সময় টোপনিত আছিলো, তুমি কি নিমিত্তে মোক জগোৱা নাই? যিজনে মোক আকৰ্ষণ কৰিছিল সেই শ্যামবৰ্ণ পুৰুষজন কত? ৬৫॥

সাবিত্ৰীয়ে ক'লে, পুৰুষশ্ৰেষ্ঠ, আপুনি মোৰ কোলাত বহু সময় শুই আছিল। সেই লোকান্তক ভগৱান যমদেৱ গৈছে। ৬৬॥

হে মহাভাগ ৰাজকুমাৰ, নিদ্ৰাহীন আপোনাৰ বৰ ভাগৰ লাগিছে, যদি পাৰে উঠক, ৰাতি আন্ধাৰ হ'ল, চাওক। ৬৭॥

মাৰ্কণ্ডেয়ই ক'লে, তাৰ পাছত সত্যৱানে সংজ্ঞা পাই সুখেৰে শুই থকা লোকৰ দৰে উঠি দিক্‌বোৰ আৰু বনৰ শেষভাগবোৰ চাই ক'লে, ৬৮॥

সুন্দৰী, তোমাৰ লগত ফল সংগ্ৰহ কৰিবলৈ গৈছিলো. তাৰ পাছত খৰি কাটি থাকোঁতে মোৰ মূৰৰ বিষ হৈছিল। ৬৯॥

শিৰঃপীড়াত বৰকৈ উত্তপ্ত হৈ আৰু বেছি সময় থিয় হৈ থাকিব নোৱাৰি তোমাৰ কোলাত টোপনি গৈছিলো, হে কল্যাণী, মই এইবোৰ স্মৰণ কৰিব পাৰোঁ। ৭০॥

তুমি আঁকোৱাল মাৰি ধৰাত টোপনিয়ে মোৰ মন হৰিলে, তাৰ পাছত গাঢ় অন্ধকাৰ। তাৰ পাছত মহা শক্তিশালী এজন পুৰুষ দেখিলো। ৭১॥

হে শোভনা, তুমি যদি সেই কথা জানা তেন্তে কোৱাঁচোন ? মই সপোন দেখিলোঁ নে সঁচা ঘটনাকে দেখিলোঁ ? ৭২ ॥

সাবিত্রীয়ে ক'লে, হে নৃপ-তনয়, ৰাতি হৈছে ; কালিলৈ আপোনাক ভাঙি-পাতি গোটেই ঘটনাটো ক'ম । ৭৩ ॥

হে ধৰ্ম্মাত্মা, উঠক, আপোনাৰ মঙ্গল হওক, আপোনাৰ পিতৃ-মাতৃক চোৱা উচিত । ৰাতি আন্ধাৰ হৈছে, বেলিও মাৰ গ'ল । ৭৪ ॥

কৰ্কশভাষী নিশাচৰবিলাক আনন্দিত হৈ ফুৰিবলৈ ধৰিছে । পশুবোৰ চৰি থকা বনত পাতৰ শব্দবোৰো শুনা গৈছে । ৭৫ ॥

দখিণ-পছিমফালে থাকি মোৰ মন কঁপাই এই উগ্ৰ শিয়ালবোৰে বিকট 'হোৱা হোৱা' শব্দ কৰিব লাগিছে । ৭৬ ॥

সত্যৱানে ক'লে, ডাঠ আন্ধাৰেৰে বেৰি থকা ভয় লগা হাবিত বাট চিনি নাপাবা আৰু যাবও নোৱাৰিবা । ৭৭ ॥

সাবিত্রীয়ে ক'লে, আজি এই দগ্ধ-অৰণ্যত শুকান গছ জ্বলি আছে, বায়ুৰে সঞ্চালিত জুই কোনো কোনো ঠাইত দেখা গৈছে । ৭৮ ॥

গতিকে ইয়ালৈ জুই আনক, চাৰিওফালে জুই জলাওঁ । এই কাঠবোৰ ইয়াত আছে, নিজৰ সন্তাপ এৰক । ৭৯ ॥

হে নিষ্পাপ, আপোনাক ৰুগ্ন যেন দেখা গৈছে, যদি যাবলৈ সমৰ্থ নহয়, আৰু হাবিখন অন্ধকাৰৰ দ্বাৰা আবৃত হ'লে যদি বাট চিনি নাপায়, তেন্তে কাইলৈ ৰাতি-পুৱা বনখন দেখা গ'লে আপোনাৰ আদেশমতে যাম । এতেকে যদি আপোনাৰ ইচ্ছা হয়, এৰাতি ইয়াতেই থাকোঁ । ৮০-৮১ ॥

সত্যৱানে ক'লে, মোৰ মূৰৰ বিষ গুচিছে, আৰু অবয়ৱবোৰ সুস্থ বুলিয়েই বুজিছো । তুমি প্ৰসন্না হ'লে পিতৃ-মাতৃৰে সৈতে মিলন ইচ্ছা কৰোঁ । ৮২ ॥

মই কেতিয়াও অসময়ত ইয়াৰ আগেয়ে পৰিশ্ৰম কৰা নাছিলোঁ । সন্ধ্যা লগাৰ আগতে মোৰ আয়ে মোক ঘৰতে ৰাখে । ৮৩ ॥

দিনৰ ভাগতো মই ফুৰিবলৈ গলে মোৰ পিতৃ-মাতৃয়ে বেজাৰ পায় । পিতাই আশ্ৰমবাসীসকলেৰে সৈতে মোক ধৰি ৰাখে । ৮৪ ॥

পলম কৰি আহিছা—এই কথা কৈ পূৰ্ব্বে দুঃখিত মাতৃ-পিতৃয়ে ৰবকৈ মোক বহু বাৰ গৰিহণা দিছিল । ৮৫ ॥

মোৰ নিমিত্তে আজি তেওঁলোকৰ যে কি অৱস্থা হৈছে, মই সেইটোক ভাবিছো । মোক নেদেখিলে তেওঁলোকৰ বৰ দুঃখ হ'ব । ৮৬ ॥

পূৰ্ব্বে ৰাতি কান্দি কান্দি পিতৃ-মাতৃয়ে মোক কৈছিল, বহুভাবে প্ৰীতিযুক্ত আৰু গভীৰভাৱে দুঃখিত আমি দুয়োজন বুঢ়া । ৮৭ ॥

বাছা, তই নাথাকিলে আমি দুদণ্ডমানো জীয়াই থকা টান । পুত্ৰ, তই নেৰালৈকে আমি দুয়ো নিশ্চিতকৈ জীয়াই থাকিম । ৮৮ ॥

বুঢ়া আৰু অন্ধৰ তয়ে দৃষ্টিশক্তি, তোৰ ওপৰতেই বংশ নিৰ্ভৰ কৰিছে। তোৰ ওপৰতেই পিণ্ড আৰু কীৰ্ত্তিৰ ভাৰসা। আমাৰ তয়ে সন্তান। ৮৯ ॥

মোৰ আই আৰু পিতৃ বুঢ়া হৈছে, ময়ে তেওঁলোকৰ লাখুটি। নাজানো বাতি তেওঁলোকে মোক নেদেখিলে তেওঁলোকৰ কি অৱস্থা হ'ব। ৯০ ॥

নিদ্ৰাক মই নিন্দা কৰোঁ। কাৰণ, টোপনিৰ নিমিত্তেই মোৰ অনুপস্থিতিৰ বাবে পিতৃ আৰু হিতকাৰিণী মাতৃ সংশয়-প্ৰাপ্ত হৈছে। ৯১ ॥

কষ্টকৰ আপদত থকা ময়ো আশঙ্কান্বিত হৈছো। মাতৃ-পিতৃ-ৰহিত হৈ মই জীয়াই থাকিলৈ ইচ্ছা নকৰোঁ। ৯২ ॥

এই সময়ত, বোধ কৰোঁ, মোৰ অন্ধ পিতাই উগুল্-থুগুল্ হৈ প্ৰত্যেক আশ্ৰম-বাসীকেই প্ৰকাশ্যভাৱে মোৰ বিষয়ে সুধিব লাগিছে। ৯৩ ॥

হে কল্যাণী, মই মোৰ পিতৃ আৰু স্বামীৰ অনুবৰ্ত্তিনী, পৰিদুৰ্ব্বলা মাতৃৰ কাৰণে যিমান অনুতপ্ত হৈছো, নিজৰ নিমিত্তেও সিমান অনুশোচনা নকৰোঁ। ৯৪ ॥

মোৰ কাৰণে তেওঁলোক আজি বৰ অনুতপ্ত হৈছে, তেওঁলোক জীৱিত থাকিলে ময়ো জীয়াই থাকিম, তেওঁলোকক ময়ে পোষণ কৰিব লাগে। তেওঁলোকে ভাল পোৱা কষ্ট মোৰ কৰণীয় বুলি মই জানো। ৯৫ ॥

মাৰ্কণ্ডেয়ই ক'লে, গুৰুভক্ত, গুৰুপ্ৰিয়, সেই ধৰ্ম্মাত্মাই এইভাৱে কৈ হাত দুখন দাঙি দুঃখত চিঞৰি কান্দিবলৈ ধৰিলে। ৯৬ ॥

তাৰ পাছত তেনেকুৱা অৱস্থা দেখি শোকাৰ্ত্ত পতিক সাৱিত্ৰীয়ে ক'লে। ৯৭ ॥

ধৰ্ম্মশীলা সাৱিত্ৰীয়ে গিৰিয়েকৰ চকুৰ লোতক মচি কৰবৈ ধৰিলে, যদি মই তপস্যা, দান, হোম কৰি আছো, তেন্তে এই ৰাতিটো মোৰ শাহু, শহুৰ, আৰু পতিৰ পক্ষে কল্যাণকৰ হওক। ৯৮ ॥

মই স্বেচ্ছাক্ৰমে মিছা কথা কোৱা মোৰ মনত নপৰে। সেই সত্যৰূপী-ধৰ্ম্মই আজি মোৰ শাহু-শহুৰক ৰক্ষা কৰক। ৯৯ ॥

সত্যৱানে ক'লে, হে সাৱিত্ৰী, মই পিতৃ-মাতৃৰ দৰ্শন কামনা কৰোঁ, পলম নকৰিবা। ১০০ ॥

হে সুন্দৰী, পূৰ্ব্বে যদি মই মাতৃ নাইবা পিতৃৰ অপ্ৰিয় কাম কৰিছো, তেন্তে মোৰ জীৱনৰ আৱশ্যক নাই, সত্যৰ দ্বাৰা যেন আত্ম-লাভ কৰিব পাৰোঁ। ১০১ ॥

ধৰ্ম্মত যদি তোমাৰ মন আছে, আৰু যদি মোৰ জীৱন-ধাৰণ ইচ্ছা কৰা, তেন্তে মোৰ-প্ৰিয় কাম কৰা, আমি দুয়ো আশ্ৰমলৈ যাওঁ। ১০২ ॥

মাৰ্কণ্ডেয়ই ক'লে, তাৰ পাছত শোভনাঙ্গী সাৱিত্ৰী উঠি চুলিবোৰ বান্ধি দুহাতেৰে পতিক ধৰি তুলিলে। ১০৩ ॥

সত্যৱানেও থিয় দি হাতেৰে অঙ্গবোৰ মাৰ্জ্জন কৰি চাৰিওফালে চাই থালীলৈ চকু দুৰালে। ১০৪ ॥

তাৰ পাছত সাৱিত্ৰীয়ে তেওঁক ক'লে, কাইলৈ ফল আহৰণ কৰিব। মই কিন্তু

অলব্ধ বস্তুৰ লাভ আৰু লব্ধ বস্তুৰ ৰক্ষাৰ নিমিত্তে আপোনাৰ এই কুঠাৰখন লৈ যাম । ১০৫ ॥

সাবিত্ৰীয়ে ফলপূৰ্ণ পাত্ৰটো গছৰ ঠালত আঁৰি কুঠাৰ লৈ স্বামীৰ কাষলৈ আকৌ উলটি আহিল । ১০৬ ॥

গজ-গামিনী সাবিত্ৰী নিজৰ বাঁও কান্ধত স্বামীৰ বাহু থৈ সোঁ হাতেৰে তেওঁক সাবটি ধৰি যাবলৈ ধৰিলে । ১০৭ ।

সত্যবানে ক'লে, হে ভীৰু, অহা-যোৱাত অভ্যাস থকাৰ কাৰণে মই বাটবোৰ চিনি পাওঁ । গছবোৰৰ সুৰুঙাইদি অহা জোনৰ কিৰণত বাটৰ গম পাইছো । ১০৮ ॥

হে কল্যাণী, আমি দুয়োজনে যি বাটেদি আহি ফল সংগ্ৰহ কৰিছিলো, সেই বাটেই গৈ থাকোঁ, বাট নিবিচাৰিবা । ১০৯ ॥

এই পলাশৰ জাৰণিত দুবাটৰ চিন আছে । তাৰ উত্তৰফালে যিটো বাট আছে, সেই বাটেদি বেগা-বেগিকৈ গৈ থাকোঁ । ১১০ ॥

মই পিতৃ-মাতৃক চাবলৈ ইচ্ছুক হোৱাত মোৰ গা ভাল লাগিছে, বলো পইছো । এই কথা কৈ ততাতৈয়াকৈ আশ্ৰমৰ অভিমুখে যাবলৈ ধৰিলে । ১১১ ॥

ইতি মহাভাৰতৰ বনপৰ্ব্বৰ অন্তৰ্গত পতিব্ৰতা-মাহাত্ম্য-পৰ্ব্বত সাবিত্ৰীৰ উপাখ্যান ঃ ৩ নামৰ সপ্তনৱত্যধিক-দ্বিশততম অধ্যায় । ২৯৭ ॥

॥ অধ্যায় ২৯৮ ॥

## ॥ সত্যবানৰ পুনৰ্জ্জীৱন আৰু সাবিত্ৰীৰ বৰ-লাভ-কথন ॥

মাৰ্কণ্ডেয়ই কলে, এই সময়তে বাহুবলী দ্যুমৎসেনে চকু লাভ কৰি নিৰ্ম্মল দৃষ্টিৰে সকলো চাবলৈ ধৰিলে । ১ ॥

হে ভৰতশ্ৰেষ্ঠ যুধিষ্ঠিৰ, তেওঁ ভাৰ্যা শৈব্যাৰে সৈতে আশ্ৰমবোৰত ফুৰি পুতেকৰ নিমিত্তে বৰ কাতৰ হল । ২ ॥

সেই ৰাতি সেই দম্পতীয়ে আশ্ৰমবপৰা পুতেকক বিচাৰি নৈ, হাবি, আৰু সৰোবৰবোৰ ঘূৰিলে । ৩ ॥

যি কোনো শব্দ শুনি সুত-শঙ্কাত উন্মুখ হৈ সত্যবান সাবিত্ৰীৰে সৈতে আহিছে বুলি মাতিবলৈ ধৰিলে । ৪ ॥

টান ভৰিৰে হাবিৰ মাজেদি খোজ কঢ়াত তেওঁলোকৰ দেহা কুশ কাঁইটেৰে ক্ষত-বিক্ষত হল, আৰু তেজ বৰলৈ ধৰিলে, এইৰূপে উভয়ে উন্মত্তৰ দৰে অভি-ভাপৰি ফুৰিবলৈ ধৰিলে । ৫ ॥

তাৰ পাছত আশ্ৰমবাসী ব্ৰাহ্মণগণে তেওঁলোকৰ কাষলৈ আহি বেঢ়ি ধৰি বুজনি দি তেওঁলোকক নিজৰ আশ্ৰমলৈ লৈ গল। ৬।

তাতে ভাৰ্য্য সহ তেওঁ পূৰ্ব্ববৰ্ত্তী ৰজাবিলাকৰ বিচিত্ৰ অৰ্থযুক্ত কথা-প্ৰসঙ্গেৰে বৃদ্ধ তপস্বীবিলাকৰ দ্বাৰা আশ্বাসিত হৈ কৃত হল। ৭॥

তাৰ পাছত পুত্ৰেকক চাবলৈ ইচ্ছুক, বৃদ্ধ তেওঁলোকক আকৌ আশ্বাস দিয়াত তেওঁলোক বৰকৈ দুঃখিত হৈ পুতেকৰ বাল্যকালৰ ঘটনাবোৰ সুঁৱৰিলে। ৮॥

তেওঁলোক দুয়োজন শোকাৰ্ত্ত হৈ আৰু করুণভাৱে 'হা বাছা, হা সতী বোৱাৰী, ক'ত আছা, ক'ত আছা' বুলি কান্দিবলৈ ধৰিলে। সত্যবাক ব্ৰাহ্মণে তেওঁলোকক সাবিত্ৰী আৰু সত্যবানৰ কথা ক'লে। ৯॥

সুবৰ্চ্চাই ক'লে, যদি সত্যবানৰ ভাৰ্য্যা সাবিত্ৰী, তপ, দম আৰু সদাচাৰত ৰতা আছে, তেনেহলে সত্যবান জীৱিত আছে। ১০॥

গৌতমে ক'লে, মই সাঙ্গ বেদ অধ্যয়ন কৰিছো, মোৰ মহৎ তপো সঞ্চিত আছে, বাল্য কালত ব্ৰহ্মচৰ্য্য ব্ৰত পালিছো, আৰু গুৰু-অগ্নিক সন্তোষিত কৰিছো। ১১॥

মই সংযমী হৈ সকলো ব্ৰত পালিছো, আৰু পূৰ্ব্বে বিধিমতে কেৱল বায়ু ভক্ষণ কৰি উপবাস খাটিছো। ১২॥

মই তপস্যাৰে আনৰ সকলো চিকীৰ্ষা জানো, এইটো সঁচাকৈ আপোনালোকে জানিব যে সত্যবানে জীৱন-ধাৰণ কৰি আছে। ১৩॥

শিষ্যই ক'লে, মোৰ শিক্ষাগুৰুৰ মুখৰপৰা যি বাক্য ওলাল, সেই কথা কেতিয়াও মিছা নহয়, সত্যবান জীয়াই আছে। ১৪॥

ঋষিবিলাকে ক'লে, সত্যবানৰ ভাৰ্য্যা সাবিত্ৰী বৈধব্যহীন, সকলো সুলক্ষণযুক্তা, গতিকে সত্যবান জীৱিত আছে। ১৫॥

ভৰদ্বাজে ক'লে, সত্যবানৰ ভাৰ্য্যা সাবিত্ৰী তপস্যা, দম আৰু সদাচাৰ-পৰায়ণা। এতেকে সত্যবান জীৱিত। ১৬॥

দাল্‌ভ্যই ক'লে, আপোনাৰ দৃষ্টি-শক্তি যেনেকৈ হল, আৰু সাবিত্ৰীয়ে যিভাৱে অনাহাৰে ব্ৰত পালিছে, তাৰ দ্বাৰায় অনুমান হয়, সত্যবান মৰা নাই। ১৭॥

আপস্তম্ভই ক'লে, প্ৰসন্ন দিক্‌বোৰত পশু-পক্ষীয়ে যিদৰে মাতি আছে, আৰু আপোনাৰ যেনেকুৱা ধৰ্ম্ম-ভাব, তাৰ দ্বাৰা বুজা যায়, সত্যবান জীৱিত। ১৮॥

ধৌম্যই ক'লে, আপোনাৰ পুত্ৰ সৰ্ব্ব-গুণশালী, জনপ্ৰিয় আৰু দীৰ্ঘায়ু-লক্ষণযুক্ত। এতেকে সত্যবান জীৱিত আছে। ১৯॥

মাৰ্কণ্ডেয়ই ক'লে, দ্যুমৎসেন সেই সত্যবাদী তপস্বীসকলৰ দ্বাৰা এইভাৱে আশ্বাসিত হৈ তেওঁলোকে কোৱা কথাবোৰ চিন্তা কৰি স্থিৰ হ'ল। তাৰ পাছত খন্তেকৰ ভিতৰত সাবিত্ৰী স্বামী সত্যবানেৰে সৈতে আনন্দিত হৈ প্ৰত্যাগমন কৰি আশ্ৰমত সোমাল। ২০-২১॥

ব্ৰাহ্মণসকলে ক'লে, পুত্ৰৰ লগত মিলন, আৰু আপোনাক চক্ষুষ্মান দেখি আমি সকলোৱে আপোনাৰ ভাগ্য-বৃদ্ধিৰ কথা সোধোঁ। ২২ ॥

পুত্ৰৰ আগমন, সাবিত্ৰীৰ দৰ্শন আৰু আপোনাৰ নেত্ৰ-প্ৰাপ্তি—এই তিনিটাৰ দ্বাৰা আপোনাৰ ভাগ্য বাঢ়িছে। ২৩ ॥

আমি সকলোৱে যিবোৰ কথা কৈছিলো, সেই কথাত কোনো সংশয় নাথাকিল। শীঘ্ৰেই আপোনাৰ অতুল ঐশ্বৰ্য্য হ'ব। ২৪ ॥

হে পৃথা-তনয় যুধিষ্ঠিৰ, তাৰ পাছত সেই ব্ৰাহ্মণসকলেই তাতে অগ্নি প্ৰজ্বালন কৰি মহীপতি দ্যুমৎসেনৰ হুকে উপাসনা কৰিলে। ২৫ ॥

শৈব্যা, সত্যৱান আৰু সাবিত্ৰী এফালে থিয় হৈ আছিল, সেই সমস্ত বিপ্ৰই অনুমতি দিয়াত শোকৰহিত হৈ বহিল। ২৬ ॥

হে যুধিষ্ঠিৰ, তাৰ পাছত বনবাসী ঋষিসকলে ৰজাৰ সৈতে একে লগে বহি আনন্দিত হৈ নৃপতিৰ পুত্ৰ সত্যৱানক সুধিলে: ২৭ ॥

ঋষিসকলে ক'লে, হে বিভু, কি নিমিত্তে তুমি তোমাৰ ভাৰ্য্যাৰ সৈতে আগেয়ে অহা নাই? কি কাৰণেনো বহু ৰাতি আহিলা, তোমাৰ কি ঘটনা ঘটিছিল? হে ৰাজকুমাৰ, তোমাৰ পিতৃ, মাতৃ আৰু আমি উদ্বাৰল হৈছিলো। কি কাৰণে পলম হৈছিল নাজানো, গোটেই ঘটনাটো কোৱা। ২৮-২৯ ॥

সত্যৱানে ক'লে, মই পিতাৰ অনুমতি লৈ সাবিত্ৰীৰে সৈতে অৰণ্যলৈ গৈছিলো। তাৰ পাছত খৰি কাটি থাকোঁতে মোৰ মূৰটো বিষাইছিল। ৩০ ॥

শিৰোবেদনাত মই বহুত সময় টোপনিত আছিলো, এইখিনিয়েই জানো। মই কেতিয়াও সিমান সময় আগেয়ে শোৱা নাই। ৩১ ॥

আন কোনো কাৰণ নাই। আপোনালোকে যেন আমনি নাপায়, এই কাৰণেই শেষ ৰাতি আহিছো। ৩২ ॥

গৌতমে ক'লে, তুমি তোমাৰ পিতৃৰ ততালিকে চকু পোৱাৰ কাৰণ একোকে নাজানা। সাবিত্ৰীয়ে ক'ব পাৰিব। ৩৩ ॥

সাবিত্ৰী, তুমি এই ঘটনাৰ আঁতিগুৰি জানা। সাবিত্ৰী, তোমাক শক্তিত ব্ৰহ্মাৰ পত্নী সাবিত্ৰী বুলিয়েই মই জানো। তুমি এই বিষয়ৰ কাৰণ জানা, সেই নিমিত্তে সত্য কথা কোৱা, যদি তোমাৰ গোপনীয় কথা নাথাকে, তেন্তে আমাৰ আগত কোৱা। ৩৪-৩৫ ॥

সাবিত্ৰীয়ে ক'লে, এই ঘটনাটো আপোনালোকে জানক, আপোনালোকৰ ইচ্ছা পূৰ্ণ হওক। এই বিষয়ে কোনো গোপনীয় কথা নাই, সত্য ঘটনা শুনক। ৩৬ ॥

মহাত্মা নাৰদে কৈছিল, এবছৰৰ পাছত মোৰ স্বামীৰ মৰণ হব। সেই দিবস উপস্থিত হৈছে বুলি জানি মই পতিক পৰিত্যাগ কৰা নাই। ৩৭ ॥

এওঁ নিদ্ৰিত হোৱাত, কিঙ্কৰবোৰে সৈতে যম নিজে এওঁৰ সমীপত উপস্থিত হৈ এওঁক বান্ধি দক্ষিণফালে লৈ যাবলৈ ধৰিলে। ৩৮ ॥

মই সত্য বাক্যেৰে সেই প্ৰভু দেৱতাৰ স্তুতি কৰিবলৈ ধৰিলো। তেওঁ মোক পাঁচোটা বৰ দিছিল, সেইবোৰ বৰৰ কথা মোৰপৰা শুনক। ৩৯ ॥

মোৰ শহুৰৰ চকু আৰু স্বৰাজ্যলাভ, এই দুটা বৰ, আৰু মোৰ পিতৃৰ শত পুত্ৰ আৰু মোৰ নিজৰ শত্ৰ পুত্ৰ-প্ৰাপ্তি বৰ লাভ কৰিছো। ৪০ ॥

মোৰ স্বামী সত্যৱানে চাৰি শ বছৰ আয়ু লাভ কৰিছে। পতিৰ দীৰ্ঘ জীৱন-প্ৰাপ্তিৰ নিমিত্তেই মই এই ব্ৰতৰ অনুষ্ঠান কৰিছো। ৪১ ॥

আপোনালোকক বহুলাই এই কাৰণবোৰ কলো। মোৰ ভৱিষ্যতে সুখৰ সূচনা হ'ল, মোৰ পক্ষে এই দুঃখটো মহৎ বুলি বিবেচিত। ৪২ ॥

ঋষিসকলে ক'লে, হে সতী, তুমি সৎকুলোদ্ভৱা, নিজৰ সচ্চৰিত্ৰ, ব্ৰতৰ অনুষ্ঠান, আৰু পুণ্য কৰ্ম্মৰ দ্বাৰা অন্ধকাৰপূৰ্ণ হ্ৰদত বুৰ যোৱা, ধ্বংস হব লগীয়া ৰাজবংশ পুনৰ উদ্ধাৰ কৰিলা। ৪৩ ॥

মাৰ্কণ্ডেয়ই ক'লে, সমবেত ঋষিসকলে! তেনেকৈ প্ৰশংসাপূৰ্ব্বক শ্ৰেষ্ঠ নাৰী সাৱিত্ৰীক সম্মানিত কৰি পুত্ৰেৰে সৈতে দ্যুমৎসেনক মাত দি আনন্দিত হৈ শীঘ্ৰে কুশলে ঘৰাঘৰি গল। ৪৪

ইতি মহাভাৰতৰ বনপৰ্ব্বৰ অন্তৰ্গত পতিব্ৰতা-মাহাত্ম্য-পৰ্ব্বত সত্যৱানৰ পুনৰ্জ্জীৱন আৰু সাৱিত্ৰীৰ বৰ-লাভ-কথন নামৰ অষ্টনৱত্যধিক-দ্বিশততম অধ্যায়। ২৯৮ ॥

## ॥ অধ্যায় ২৯৯ ॥

# ॥ সাৱিত্ৰী-মাহাত্ম্য ॥

মাৰ্কণ্ডেয়েই কলে, সেই ৰাতি পাৰ হোৱাৰ পিছ দিনা বেলি ওলালত গোটেই তপস্বীসকল পূৰ্ব্বাহ্ন-কৃত্য সমাপন কৰি দ্যুমৎসেনৰ আশ্ৰমলৈ আহিল। ১ ॥

মহৰ্ষিসকলে বাৰে বাৰে সাৱিত্ৰীৰ সেই মহাভাগ্যৰ কথাবোৰ দ্যুমৎসেনক কৈ একোপধ্যে তৃপ্ত হোৱা নাছিল। ২ ॥

নৰপতি যুধিষ্ঠিৰ, তাৰ পাছত সমুদায় প্ৰজামণ্ডলী দ্যুমৎসেনৰ আশ্ৰমলৈ আহিল, আৰু দ্যুমৎসেনৰ পূৰ্ব্ব-বৈৰীক তেওঁৰ মন্ত্ৰীয়ে বধ কৰাৰ কথা ক'লে। ৩ ॥

সহায় আৰু বান্ধৱ থকা শত্ৰুক মন্ত্ৰীয়ে হত্যা কৰা, আৰু শত্ৰু-সৈন্য পলায়ন কৰাৰ কথা আনুপূৰ্ব্বিক জনালে। ৪ ॥

মহাৰাজৰ প্ৰতি সকলো মানুহৰে এক মত হৈছে। চক্ষুমানেই হওক নাইবা চক্ষুহীনেই হওক, তেখেতেই আমাৰ ৰজা হওক, এই কথা প্ৰচাৰ কৰিছে। ৫ ॥

মহৰাজ, এই কথা নিশ্চিত কৰি আমাক আপোনাৰ ওচৰলৈ পঠাইছে, এই যানবোৰ আৰু চতুৰঙ্গ সৈন্য আপোনাৰেই। ৬॥

মহাৰাজ, নিজৰ ৰাজধানীলৈ যাত্ৰা কৰিব লাগে। আপোনাৰ মঙ্গল হওক। নগৰত আপোনাৰ জয়-জয়কাৰ ঘোষিত হৈছে। আপুনি দীৰ্ঘকাল পিতৃ-পিতামহৰ পদত অধিৰূঢ় হওক। ৭॥

ৰজা দ্যুমৎসেনক সুন্দৰ আৰু চক্ষুষ্মান্ দেখি বিস্ময় মানি উৎফুল্ল-লোচন হৈ সকলোৰে মুৰ দোঁৱালে। ৮॥

তাৰ পাছত আশ্ৰমবাসী বৃদ্ধ ব্ৰাহ্মণমণ্ডলীক অভিবাদন কৰি আৰু তেওঁ-লোকৰ দ্বাৰা অভিভিপূত হৈ ৰাজধানীলৈ যাত্ৰা কৰিলে। ৯॥

শৈব্যাও সাবিত্ৰীৰে সৈতে সুকান্তৰে মূল্যৱান্ আসনযুক্ত, নৰযুক্ত যানত সেনাবৃতা হৈ ৰাওনা হ'ল। ১০।

তাৰ পাছত পুৰোহিতসকলে সন্তুষ্টচিত্তে দ্যুমৎসেনক অভিষিক্ত কৰিলে আৰু তেওঁৰ মহাত্মা পুত্ৰ সত্যৱানক যুৱৰাজ পদত অধিষ্ঠিত কৰিলে। ১১॥

তাৰ পাছত কালক্ৰমে সাবিত্ৰীৰ কীৰ্ত্তিবৰ্দ্ধন, অতি শৌৰ্য্যশালী এশ পুত্ৰ জন্মিছিল। ১২॥

সেইদৰে মদ্ৰ দেশৰ ৰজা অশ্বপতিৰ ঔৰসত, মালৱীৰ গৰ্ভত, অতি বলৱন্ত, সাবিত্ৰীৰ সহোদৰ ভায়েক এশ উপজিছিল। ১৩॥

এইদৰে সাবিত্ৰীয়ে পিতৃ, মাতৃ, শহুৰ, শাহু, সমস্ত পতিকুল আৰু নিজকো কষ্টৰপৰা উদ্ধাৰ কৰিলে। ১৪॥

তেনেকৈ এই কল্যাণী, সুচৰিতা, কুলবধূ, দ্ৰৌপদীয়ে সাবিত্ৰীৰ দৰে আপো-নালোকৰ সকলোক উদ্ধাৰ কৰিব। ১৫॥

বৈশম্পায়নে ক'লে, মহাৰাজ জন্মেজয়, এইদৰে মহাত্মা মাৰ্কণ্ডেয়ই যুধিষ্ঠিৰক উপদেশ দিয়াত তেওঁ শোক-দুঃখ আঁতৰাই কৰি সেই সময়ত কাম্যক-বনত বাস কৰিছিল। ১৬॥

যি মানুহে ভক্তিভাৱে সাবিত্ৰীৰ এই উত্তম আখ্যান শুনে, তেওঁলোক সুখী আৰু সকলো কাৰ্য্যতে কৃতাৰ্থ হৈ দুঃখ নাপায়। ১৭॥

ইতি শ্ৰী মহাভাৰতৰ বন-পৰ্ব্বৰ অন্তৰ্গত পতিব্ৰতা-মাহাত্ম্য-পৰ্ব্বত সাবিত্ৰীৰ মাহাত্ম্য নামৰ একোন-ত্ৰিশততম অধ্যায়। ২৯৯॥

॥ অধ্যায় ৩০০ ॥

# ॥ কুণ্ডল-আহৰণ-পৰ্ব্ব : সূৰ্য্য-কৰ্ণ-সংবাদ ঃ ১ ॥

জন্মেজয়ে ক'লে, হে শ্ৰেষ্ঠ দ্বিজ, ইন্দ্ৰৰ কথামতে লোমশ মুনিয়ে পাণ্ডুনন্দন যুধিষ্ঠিৰক কৈছিল, ১ ॥

যিটো কথা আপোনাৰ পক্ষে ভীষণ ভয়ৰ কাৰণ, সেই কথা কোনো ঠাইত নক'ব। অৰ্জ্জুন এই ঠাইৰপৰা গৈছে, গতিকে সেই গুপ্ত কথা আপোনাৰ আগত কওঁ। ২ ॥

কৰে'াতাসকলৰ ভিতৰত শ্ৰেষ্ঠ কৰ্ণৰ কাৰণে আপোনালোকৰ মহা ভয় আছে। সেই ধৰ্ম্মাত্মাই কাৰো আগত এই কথা কোৱা নাই। ৩ ॥

বৈশম্পায়নে ক,লে, হে ৰাজশ্ৰেষ্ঠ, জিজ্ঞাসু আপোনাক এই কথাটো কওঁ, ভৰতশ্ৰেষ্ঠ, আপুনি মোৰ কথা শুনক। ৪ ॥

বাৰ বছৰ উকলি যোৱাত ত্ৰয়োদশ বৰ্ষত পাণ্ডৱবিলাকৰ হিতকাৰী ইন্দ্ৰ কৰ্ণৰ ওচৰত ভিক্ষা কৰিবলৈ উদ্যত হল। ৫ ॥

হে মহাৰাজ, বিভাবসু সূৰ্য্য দেৱৰাজৰ অভিপ্ৰায় জানি কুণ্ডলৰ নিমিত্তে কৰ্ণৰ সমীপলৈ আহিছিল। ৬ ॥

হে ৰাজেন্দ্ৰ ভৰতকুলোত্তম, স্পৃহণীয় চিত্ৰকমলযুক্ত, বহুমূলীয়া শয্যাত ব্ৰাহ্মণপ্ৰিয়, সত্যবাদী, নিঃশ্বসিত, বীৰ কৰ্ণক পুত্ৰ-চেনেহৰ নিমিত্তে বৰ কৃপা কৰি ৰাতি শুই থকা অৱস্থাত সূৰ্য্যই দেখা দিলে। ৭-৮ ॥

বেদজ্ঞ ব্ৰাহ্মণৰ ৰূপ ধৰি যোগ-ঋদ্ধি-ৰূপৱান্ সূৰ্য্যই কৰ্ণক হিতাৰ্থে সান্ত্বনা দি ক'লে, ৯ ॥

হে মহাবাহু, সত্যবাদীবিলাকৰ মাজত শ্ৰেষ্ঠ, হে বাছা কৰ্ণ, আজি মিত্ৰভাৱে তোৰ অতি হিতকৰ কথা এষাৰ কওঁ, শুন। ১০ ॥

হে কৰ্ণ, পাণ্ডৱবিলাকৰ হিতৈষী ইন্দ্ৰই তোৰ কুণ্ডলযোৰ অপহৰণ কৰিবলৈ ব্ৰাহ্মণৰ বেশেৰে তোৰ ওচৰলৈ আহিব। ১১ ॥

তেওঁ তোৰ চৰিত্ৰ যেনেকৈ জানে তেনেকৈ গোটেই জগতৰে জানে। সন্ত-সকলে তোৰ ওচৰত ভিক্ষা কৰে, তই দান কৰ, কিন্তু কাৰো ওচৰত হাত নাপাত। ১২ ॥

বাছা, তই প্ৰাৰ্থিত বস্তু ব্ৰাহ্মণসকলক দান কৰ, ধনেই হওক নাইবা আন বস্তুৱেই হওক, কাকো বিমুখ নকৰ। ১৩ ॥

তোক এনেকুৱা দাতা বুলি জানি ইন্দ্ৰ নিজেই তোৰ কুণ্ডল আৰু কৱচ ভিক্ষা কৰিবলৈ আহিব। ১৪॥

যাচক হেতুকে তই কুণ্ডলযোৰ নিদিবি, নিজৰ শক্তিৰে পৰাভূত কৰিবি। কুণ্ডল-যোৰ তোৰ অতি কল্যাণকৰ। ১৫॥

বাছা, কুণ্ডল ৰক্ষাৰ নিমিত্তে তই বহু কাৰণ দেখুৱাই কবি, আন আন নানা-ৰকম ধনেৰে ঘনে ঘনে নিৱাৰণ কৰিবি। ১৬।

বস্তু, স্ত্ৰী, গৰু, বহুবিধ ধন, আৰু বহু দৃষ্টান্তেৰে কুণ্ডল-লিপ্সু পুৰন্দৰক বুজাবি। ১৭।

কৰ্ণ, যদি তই সহজাত, মঙ্গলকৰ, কুণ্ডলযোৰ দান কৰ, তেন্তে আয়ুহীন হৈ মৃত্যুৰ বশৱৰ্ত্তী হবি। ১৮॥

হে মানদ, তই যদি বৰ্ণত কৱচ আৰু কুণ্ডলযুক্ত হৈ থাক, তেন্তে তই শত্ৰুবিলাকৰ দ্বাৰা অবধ্য হবি, মোৰ এই কথা সাৰোগত কৰিবি। ১৯॥

অমৃতৰ নিমিত্তে ৰত্নসম্ভৱ এই দুয়োবিধৰ উৎপত্তি হৈছে। হে কৰ্ণ, যদি তোৰ জীৱনটো প্ৰিয়, তেন্তে তই দুয়োবিধ বস্তু ৰক্ষা কৰা উচিত। ২০॥

কৰ্ণই কলে, হে প্ৰভু, মোক অতি সৌহাৰ্দ্দ দেখুৱাই যে ক'বলৈ ধৰিছে, আপুনিনো কোন? স্বেচ্ছাৰে ব্ৰাহ্মণৰ বেশধাৰী আপুনি কোন কওক। ২১॥

ব্ৰাহ্মণে ক'লে, হে বাছা, মই দিবাকৰ, তোৰ প্ৰতি সৌহাৰ্দ্দ দেখুৱালোঁ। তই মোৰ কথা ৰাখ, তোৰ পক্ষে মোৰ কথা অতি শ্ৰেয়স্কৰ। ২২॥

কৰ্ণই কলে, আজি মোৰ হিতান্বেষী প্ৰভু সূৰ্য্যদেৱে যে মোক এই কথা ক'লে, এয়ে মোৰ অতি মঙ্গল। মোৰ এই কথা শুনক। ২৩॥

বৰদাতা আপোনাক মই প্ৰসন্ন কৰোঁ, আৰু প্ৰীতিৰে প্ৰাৰ্থনা কৰোঁ, যদিও মই আপোনাৰ প্ৰিয়, তথাপি দান-ব্ৰতৰপৰা মোক নিবৃত্ত নকৰিব। ২৪॥

হে বিভাৱসু, মই যে দ্বিজশ্ৰেষ্ঠসকলক মোৰ প্ৰাণো দান কৰিব পাৰোঁ, মোৰ এই দান-ব্ৰতৰ কথা গোটেই ত্ৰিভুৱনে ঠিককৈ জানে। ২৫॥

হে খেচৰোত্তম, যদি দেৱৰাজে কপট বেশেৰে ব্ৰাহ্মণৰ ৰূপ ধাৰণ কৰি পাণ্ডুনন্দনবিলাকৰ হিতাৰ্থে মোৰ ওচৰত ভিক্ষা কৰিবলৈ আহে, তেনেহলে, হে দেৱবৰ, মই উত্তম কৱচ আৰু কুণ্ডলযোৰ দান কৰিম। ত্ৰিভুৱনত বিখ্যাত মোৰ কীৰ্ত্তি যেন লোপ নহয়। ২৬-২৭॥

মোৰ দৰে বীৰপুৰুষৰ প্ৰাণ ৰক্ষণ কৰাটো যশস্যাৰ কথা নহয়, লোক-সম্মত, কীৰ্ত্তিযুক্ত মৰণেইহে মোৰ গৌৰৱৰ কথা। ২৮॥

যদি বৃত্ৰাসুৰ-হন্তা ভিক্ষাৰ্থে, মোৰ ওচৰলৈ আহে, তেন্তে দানব্ৰতী মই কৱ-চেৰে সৈতে কুণ্ডলযোৰ ইন্দ্ৰক দান কৰিম। ২৯॥

পাণ্ডুপুত্ৰবিলাকৰ হিতাৰ্থে মোৰ কৰ্ণ-ভূষণযোৰ যদি যাচ্‌ঞা কৰিবলৈ আহে, তেনেহলে ত্ৰিভুৱনত মোৰ কীৰ্ত্তি থাকিব, ইন্দ্ৰৰ দুৰ্নাম হব। ৩০॥

হে ভানুমান, মই ত্ৰিভুৱনত প্ৰাণৰ বিনিময়তো কীৰ্ত্তি বৰণ কৰোঁ, কীৰ্ত্তিমন্তই স্বৰ্গভোগ কৰে, কীৰ্ত্তিহীনৰ নাম লোপ পায়। ৩১ ॥

কীৰ্ত্তিয়ে মাকৰ দৰে পুৰুষক ত্ৰিভুৱনত জীয়াই ৰাখে। অকীৰ্ত্তিয়ে জীৱিত থকা মাহনুৰো প্ৰাণ নাশ কৰে। ৩২ ॥

হে লোকেশ্বৰ বিভাৱসু, কীৰ্ত্তিয়েই যে মানুহৰ আয়ু, এই পুৰণি কথা আযাৰ ব্ৰহ্মাই নিজে কীৰ্ত্তন কৰিছে। ৩৩ ॥

পৰলোকত পুৰুষৰ কীৰ্ত্তিয়েই আশ্ৰয় আৰু ইহলোকত বিশুদ্ধা কীৰ্ত্তিয়েই আয়ু-বৰ্দ্ধিনী হয়। ৩৪ ॥

দানব্ৰতী মই বিধিমতে ব্ৰাহ্মণক বিধিযুক্ত দান দি আৰু মোৰ সহজাত কুণ্ডল-যোৰ দান কৰি যুগমীয়া কীৰ্ত্তি লাভ কৰিম। ৩৫ ॥

মই সংগ্ৰামত শৰীৰ আহুতি দি সুদুষ্কৰ কৰ্ম্ম কৰি আৰু সমৰত শত্ৰুবিলা-কক জয় কৰি এঁকমাত্ৰ যশস্যা লভিম। ৩৬ ॥

সংগ্ৰামত জীৱিতাৰ্থী, ভয়াতুৰবিলাকক অভয় দি আৰু বৃদ্ধ, বালক, দ্বিজাতিক মহা ভয়ৰপৰা মুক্ত কৰি পৃথিৱীত অতি উৎকৃষ্ট, স্বৰ্গীয় পৰম যশস্যা লাভ কৰিম। ৩৭ ॥

প্ৰাণ দান কৰিও মই কীৰ্ত্তি ৰাখিম, এইটোৱেই মোৰ ব্ৰত বুলি আপুনি জানিব। ৩৮ ॥

হে দেৱ, দানব্ৰতী মই ব্ৰাহ্মণ হৈ অহা কপটবেশী ইন্দ্ৰক অতি উত্তম এই ভিক্ষা দান কৰি ত্ৰিভুৱনত মুক্তি লাভ কৰিম। ৩৯ ॥

ইতি মহাভাৰতৰ বনপৰ্ব্বৰ অন্তৰ্গত কুণ্ডল-আহৰণ-পৰ্ব্বত সূৰ্য্য-কৰ্ণ-সংবাদ ঃ ১ নামৰ ত্ৰিশততম অধ্যায়। ৩০০ ॥

॥ অধ্যায় ৩০১ ॥

## ॥ সূৰ্য্য-কৰ্ণ-সংবাদ ঃ২ ॥

সূৰ্য্যই ক'লে, কৰ্ণ, তই নিজৰ, বন্ধুবিলাকৰ, পুত্ৰবিলাকৰ, ভাৰ্য্যাবিলাকৰ, মাতৃৰ আৰু পিতৃৰ অপকাৰ নকৰিবি। ১ ॥

হে প্ৰাণভৃদ্বৰ, আত্মৰক্ষণশীল পুৰুষে প্ৰাণীবিলাকৰ দেহাৰ অনিষ্ট নোহোৱাকৈ যশস্যা-প্ৰাপ্তি, আৰু স্বৰ্গত স্থিৰা কীৰ্ত্তি কামনা কৰে। ২ ॥

তই যে জীৱন-ধাৰণৰ প্ৰতি আওকাণ কৰি স্থিৰজীৱা কীৰ্ত্তি কামনা কৰিছ সেই কীৰ্ত্তিয়ে তোৰ প্ৰাণ হৰণ কৰিব, ইয়াত অকণো সংশয় নাই। ৩ ॥

হে পুৰুষ-শ্ৰেষ্ঠ, এই পৃথিৱীত জীৱিত থকা পুত্ৰাদিৰ আলিঙ্গন আদি সুখ পিতৃ আদিয়ে পায়। তই মৰিলে, তোৰ পিতৃ আদিৰ কি সুখ হ'ব ? ৪ ॥

হে মহাদ্যুতি-নৰশ্ৰেষ্ঠ, পুৰুষকাৰৰ দ্বাৰা ৰজাবিলাক শ্ৰেষ্ঠ হ'ব পাৰে বুলি জানিবি। আৰু, জীৱিত পুৰুষৰ উত্তম কীৰ্ত্তি লাভ হ'ব পাৰে। ৫ ॥

ভস্মীভূত মৰা মানুহৰ কীৰ্ত্তিৰ প্ৰয়োজন নাই। মৰা মানুহে কীৰ্ত্তিৰ মোল নুবুজে, জীৱিত লোকেহে কীৰ্ত্তি-সুখ ভোগ কৰে। ৬ ॥

প্ৰাণহীনজনৰ মালা-ধাৰণ যেনে বৃথা, মৰা মানুহৰ কীৰ্ত্তিও তেনে নিষ্ফল। তই মোৰ ভক্ত, এতেকে হিত-কামনা কৰি মই তোক এই কথা ক'লো। ৭ ॥

হে মহাবাহু, মোৰ প্ৰতি উত্তমা ভক্তি থকা হেতুকে, তই মোৰ ভক্ত, এই কাৰণে ভক্তিমন্তবিলাকক মই ৰক্ষা কৰা মোৰ কৰ্ত্তব্য। ৮ ॥

মোৰো ভক্তি উপজিছে, তই মোৰ কথা ৰাখ। আৰু, এই বিষয়ে অধ্যাত্ম, দেৱ-নিৰ্ম্মিত এটি ডাঙৰ ঘটনা আছে। এতেকে তোক এই কথা কলো, নিৰ্ভীক হৈ সেই কৰ্ম্ম কৰ। ৯ ॥

হে পুৰুষশ্ৰেষ্ঠ, দেৱগুহ্য কথা তই জানিব নোৱাৰিবি। সেই নিমিত্তে গোপনীয় কথা তোক নকওঁ। যথাসময়ত সেই কথা জানিবি। আৰু, পুনৰ মই কওঁ, তই ৰাধাৰ পুত্ৰ, এই কথা জানিবি, বজ্ৰপাণিয়ে ভিক্ষা কৰিলেও তেওঁক তোৰ কুণ্ডলযোৰ নিদিবি। ১০-১১ ॥

হে মহাদ্যুতি, বিমল আকাশত বিশাখা নক্ষত্ৰৰ মধ্যৱৰ্ত্তী পূৰ্ণচন্দ্ৰৰ দৰে সুন্দৰ কুণ্ডলযোৰৰ দ্বাৰা তই শোভিত হৈছ। ১২ ॥

জীয়াই থকা পুৰুষৰ উত্তমা কীৰ্ত্তি আনন্দদায়িনী বুলি জানিবি। প্ৰিয় কৰ্ণ, কুণ্ডলৰ কাৰণে অহা দেৱৰাজক তই ওভতাই পঠাবি। ১৩ ॥

হে নিষ্পাপ, তই ঘনে ঘনে হেতুযুক্ত নানাতৰহৰ কথাৰে দেৱৰাজৰ কুণ্ডল-স্পৃহা আঁতৰাব পাৰিবি। ১৪ ॥

কৰ্ণ, তই হেতু থকা যুক্তিসঙ্গত আৰু মধুৰ বচনেৰে পুৰন্দৰৰ এই দুৰ্ব্বুদ্ধি গুচাবি। ১৫ ॥

হে নৰশ্ৰেষ্ঠ, তই সদায় সব্যসাচীৰ প্ৰতি স্পৰ্দ্ধা কৰ, বীৰ অৰ্জ্জুনে কুৰুক্ষেত্ৰৰ ৰণত তোৰ লগত যুঁজিব। ১৬ ॥

যুদ্ধত যদি তই কুণ্ডল ধাৰণ কৰি থাক, তেন্তে ইন্দ্ৰ নিজে অৰ্জ্জুনৰ সখি হলেও, অৰ্জ্জুনে তোক জিনিব নোৱাৰে। ১৭ ॥

কৰ্ণ, সংগ্ৰামত যদি তই অৰ্জ্জুনক পৰাজিত কৰিবলৈ ইচ্ছা কৰ, তেন্তে তই ব্ৰাহ্মণৰ বেশধাৰী ইন্দ্ৰক এই মঙ্গলকৰ কুণ্ডলযোৰ দিয়া অনুচিত। ১৮ ॥

ইতি মহাভাৰতৰ বনপৰ্ব্বৰ অন্তৰ্গত কুণ্ডল-আহৰণ-পৰ্ব্বত সূৰ্য্য-কৰ্ণ-সংবাদ নামৰ একাধিক-ত্ৰিশততম অধ্যায়। ৩০১ ॥

॥ অধ্যায় ৩০২ ॥

## ॥ সূৰ্য্য-কৰ্ণ-সংবাদ :৩ ॥

হে ভগৱান সূৰ্য্যদেৱ, মোক আপুনি যেনে ভক্ত বুলি জানে, হে পৰম-ৰশ্মি-ৱান, সেইৰূপে মোৰ কোনো অদেয় দ্ৰব্য নাই। ১ ॥

হে আদিত্য, আপুনি সদায় যিদৰে ভক্তিৰে সৈতে মোৰ পূজিত, মোৰ ভাৰ্য্যা, পুত্ৰ, আত্মা, সুহৃদ এইবিলাকো মোৰ সেই-ৰূপ প্ৰিয় নহয়। ২ ॥

হে ভাস্কৰ, মহাপুৰুষসকলে প্ৰিয় লোকৰ প্ৰিয় কাম কৰে, আৰু ভক্তবিলাকৰ নিজৰ অভিলাষ পূৰ্ণ কৰে, এই বিষয়ে কোনো সংশয় নাই, আৰু আপুনিও এই কথা জানে। ৩ ॥

মোক আপুনি প্ৰিয় আৰু ভক্ত বুলি জানিয়েই এইদৰে মোৰ হিতকৰ কথা ক'লে। আকাশ-মণ্ডলত এনেকুৱা হিত কথা কোৱা আন দেৱতা নাই। ৪ ॥

হে তীক্ষ্ণ ৰশ্মিশালী, আপোনাক বাৰে বাৰে প্ৰসন্ন কৰি আকৌ মুৰ দোঁৱাই প্ৰাৰ্থনা কৰোঁ, এইবোৰ কথা কোৱাৰ নিমিত্তে মোক যেন আপুনি ক্ষমা কৰে। ৫ ॥

মই সদায় অসত্যক, বিশেষকৈ ব্ৰাহ্মণ আৰু সজ্জনসকলক যেনে ভয় কৰোঁ, মৃত্যুকো তেনে ভয় নকৰোঁ। ৬ ॥

হে দেৱ, আপুনি পাণ্ডৱ অৰ্জ্জুনক উদ্দেশ্য কৰি মোক যি কথা ক'লে, এই বিষয়ে জীৱন-দানতো মোৰ বিচাৰ কৰিব লগীয়া একো নাই। ৭ ॥

হে ভাস্কৰ, অৰ্জ্জুনেৰে সৈতে মোৰ দ্বৈৰথ সমৰ লাগিব, সেই নিমিত্তে আপোনাৰ মানসিক সন্তাপৰপৰা উদ্ভৱ হোৱা দুঃখ দূৰীভূত হওক, ৰণত অৰ্জ্জুনক মই পৰাভূত কৰিম। ৮ ॥

হে দেৱ, পৰশুৰামৰপৰা আৰু মহাত্মা দ্ৰোণাচাৰ্য্যৰপৰা আয়ত্ত কৰা মোৰো শ্ৰেষ্ঠ অস্ত্ৰবল আছে, এই কথা আপোনাৰ জনা আছে। ৯ ॥

হে দেৱবৰ, ভিক্ষুক বজ্ৰপাণিক মই মোৰ জীৱনো দিব পাৰোঁ, এইটো মোৰ ব্ৰত বুলি জানিব। ১০ ॥

সূৰ্য্যই ক'লে, হে প্ৰিয়, যদি ইন্দ্ৰক মঙ্গলকৰ কুণ্ডলযোৰ দানেই কৰ, তেন্তে ভয়ো অৰ্জ্জুনক জিনিবৰ নিমিত্তে ইন্দ্ৰক কবি, হে শতক্ৰতু, প্ৰতিজ্ঞাবদ্ধ হৈ মই আপোনাক কুণ্ডলযোৰ দিব পাৰোঁ। কুণ্ডল ধাৰণ কৰি থাকিলে আপুনি প্ৰাণী-বিলাকৰ অবধ্য হ'ব। ১১-১২ ॥

হে বাছা, বণত অৰ্জ্জুনৰ হাতত তোৰ বিনাশ কামনা কৰি ইন্দ্ৰই প্ৰাৰ্থী হৈ তোৰ কুণ্ডল অপহৰণ কৰিব । ১৩ ॥

তয়ো তেওঁক সত্য, প্ৰিয় কথাৰে কাকুতি কৰি আমোঘ শক্তিৰ নিমিত্তে দেৱেশ পুৰন্দৰক অভ্যৰ্থনা কৰি কৰি, ১৪ ॥

হে সহস্ৰলোচন, মোক শত্ৰু-নাশকাৰিণী অমোঘ শক্তিপাট দিয়ক । মই আপোনাক কুণ্ডলযোৰ আৰু উত্তম কৱচ দান কৰিম । ১৫ ॥

তই এই কথাৰে প্ৰতিজ্ঞাবদ্ধ কৰি শক্ৰক কুণ্ডলযোৰ দিবি । কৰ্ণ, সেই অমোঘ নামৰ শক্তিপাটৰ দ্বাৰা সংগ্ৰামত শত্ৰু বধিব পাৰিবি । ১৬ ॥

হে মহাবাহু, দেৱৰাজৰ সেই অমোঘ শক্তিয়ে শই শই, হাজাৰে হাজাৰে শত্ৰুক নিপাত নকৰাকৈ পুনাই নিজৰ হাতলৈ উলটি নাহে । ১৭ ॥

বৈশম্পায়নে ক'লে, এইদৰে কৈ সূৰ্য্য ততালিকে অন্তৰ্দ্ধান হ'ল । তাৰ পাছত কৰ্ণই জপৰ অন্তত সূৰ্য্যক স্বপ্নৰ কথা নিবেদন কৰিলে । ১৮ ॥

ৰাতি স্বপ্নত উভয়ৰে দেখা হোৱা, পৰস্পৰ বাক্যালাপ কৰা, আৰু যথাতত্ত্ব সেই আটাইবোৰ যথাক্ৰমে কৰ্ণই তেতিয়া সূৰ্য্যক ক'লে । ১৯ ॥

সেই কথা শুনি ৰাহুসূদন, ভগৱান সূৰ্য্যদেৱে কৰ্ণক বিস্মিত কৰি ক'লে, এনে হৈছিল । ২০ ॥

তাৰ পাছত শ্ৰেষ্ঠ বীৰহন্তা ৰাধাৰ পুত্ৰ কৰ্ণ তত্ত্ব-কথা জানি অমোঘ শক্তিপাট পাবলৈ আকাঙ্ক্ষা কৰি বাসৱলৈ প্ৰতীক্ষা কৰি থাকিল । ২১ ॥

ইতি মহাভাৰতৰ বনপৰ্ব্বৰ অন্তৰ্গত কুণ্ডল-আহৰণ-পৰ্ব্বত সূৰ্য্য-কৰ্ণ-সংবাদ ঃ ৩ নামৰ দ্ব্যধিক-ত্ৰিশততম অধ্যায় । ৩০২ ॥

॥ অধ্যায় ৩০৩ ॥

## ॥ পৃথাৰ প্ৰতি কুন্তিভোজ ৰজাৰ উপদেশ ॥

জন্মেজয়ে ক'লে, ইয়াত সূৰ্য্যই গুপ্ত কথাটো কৰ্ণক নকলে কিয় ? সেই কুণ্ডল-যোৰ আৰু কৱচটোনো কেনে ? ১ ॥

হে পূজ্যতম, কৰ্ণই কৱচ আৰু কুণ্ডলযোৰ ক'ত পালে, হে তপোধন, এই কথা মই শুনিব খোজোঁ, সেই কথা মোক কওক । ২ ॥

বৈশম্পায়নে ক'লে, হে মহাৰাজ, সূৰ্য্যৰ সেই গুপ্ত কথা, কৱচটো আৰু কুণ্ডল যোৰ, কি প্ৰকাৰৰ মই আপোনাক কওঁ । ৩ ॥

হে মহাৰাজ, পূৰ্ব্ব কালত তীব্ৰ তেজস্বী, দীৰ্ঘকায়, ডাড়ি, দাড়ি আৰু জটাযুক্ত

সুন্দৰ, নিখুঁত, ব্ৰহ্ম-তেজেৰে জ্বলি থকা, মধু-পিঙ্গল-বৰ্ণ, মিষ্টভাষী, তপঃস্বাধ্যায়-ভূষণ এজন ব্ৰাহ্মণ কুন্তিভোজ ৰজাৰ সমীপত উপস্থিত হৈছিল। ৪-৫ ॥

সুমহান তপস্বী সেই ব্ৰাহ্মণে কুন্তিভোজ ৰজাক ক'লে, হে মাৎসৰ্য্যহীন, আপোনাৰ আলয়ত মই ভোজনৰ নিমিত্তে ভিক্ষা ইচ্ছা কৰোঁ। ৬ ॥

হে নিষ্পাপ, যদি আপুনি নাইবা আপোনাৰ অনুচৰবিলাকে মোৰ প্ৰতি অপ্ৰিয় ব্যৱহাৰ নকৰে, আৰু আপুনি ভাল পায়, তেন্তে আপোনাৰ ভৱনত মই থাকিব খোজোঁ। ৭ ॥

হে মহাৰাজ, মই মোৰ ইচ্ছামতে যাতায়াত কৰি থাকিম, কোনোৱেই যেন মোৰ শয্যাসন বেয়া কৰি অপৰাধী নহয়। ৮ ॥

ৰজা কুন্তিভোজে তেওঁক প্ৰীতিযুক্ত ভাৱে ক'লে, ভাল কথা, এনেকুৱাই হ'ব। অলপ পাছতেই আকৌ ব্ৰাহ্মণক ক'লে, ৯ ॥

হে মহাপ্ৰাজ্ঞ, পৃথা নামে মোৰ যশস্বিনী, শীলবৃত্তযুক্তা, সাধ্বী, নিয়তা আৰু ভাৱিনী এটি কন্যা আছে। সেই কন্যাটিয়ে আপোনাক সসম্মানে শুশ্ৰূষা আৰু সৎকাৰ কৰিব। মোৰ সেই দুহিতাটিৰ চৰিত্ৰ আৰু সদাচাৰৰ দ্বাৰা আপুনি তুষ্টি লাভ কৰিব। ১০-১১ ॥

ৰজাই এইভাৱে কৈ তেওঁক বিধিমতে পূজা কৰি কন্যাৰ কাষলৈ গৈ পৃথুল-লোচনা পৃথাক ক'লে, ১২ ॥

বাছা, মোৰ ঘৰত এজন শ্ৰেষ্ঠ ব্ৰাহ্মণ বাস কৰিব খোজে, আৰু মই তেওঁক থাকিব পাৰিব বুলি প্ৰতিশ্ৰুতি দিছো। ১৩ ॥

বাছা, তয়ে তেওঁক ভালমতে শুশ্ৰূষা কৰি সন্তুষ্ট কৰিব পাৰিবি বুলি মই তেওঁৰ আগত কৈছো, তই মোৰ কথা নেপেলাবি। ১৪ ॥

সেই প্ৰভু, তপস্বী, স্বাধ্যায়ৰত ব্ৰাহ্মণ মহাতেজস্বী; তেওঁ যি যি বস্তু খোজে সেই সেই বস্তু তই অকৃপণভাৱে দিবি। ১৫ ॥

ব্ৰাহ্মণ শ্ৰেষ্ঠতেজ, ব্ৰাহ্মণ পৰম তপস্যা, ব্ৰাহ্মণসকলৰ নমস্কাৰৰ দ্বাৰা সূৰ্য্য আকাশত শোভা পায়। ১৬ ॥

মহাসুৰ বাতাপি আৰু তালজঙ্ঘই মানাৰ্হসকলক অপমান কৰাৰ নিমিত্তে ব্ৰহ্মদণ্ডৰ দ্বাৰা নিহত হৈছিল। ১৭ ॥

বাছা, সম্প্ৰতি মই তোৰ ওপৰত কৰ্ত্তব্যৰ গুৰু ভাৰ দিলো, তই সদায় সংযতা হৈ ব্ৰাহ্মণৰ আৰাধনা কৰিবি। ১৮ ॥

হে নন্দিনী, বাল্য-কালৰপৰাই ঘৰত ব্ৰাহ্মণ, গুৰু, আৰু বন্ধুৰ প্ৰতি তোৰ চিত্তৰ একাগ্ৰতা আছে বুলি মই জানো। ১৯ ॥

তেনেকুৱা একাগ্ৰতাৰে যথোচিতভাৱে তই দাস, মিত্ৰ, সম্বন্ধী, মাতৃ আৰু পিতৃ—এই আটাইবিলাকক ব্যাপি আছ। ২০ ॥

এই ৰাজধানীত আৰু তোৰ অন্তেষপুৰত কোনো অসন্তুষ্ট লোক নাই। হে অনৱদ্যাঙ্গী, ভৃত্যজনৰ প্ৰতিও তোৰ সদ্ব্যৱহাৰ আছে। ২১ ॥

পৃথা, তই বালিকা বুলিয়েই কোপন ব্ৰাহ্মণৰ বিষয়ে তোক উপদেশ দিব লগীয়া হৈছে, এই কথা মই মানো, আৰু তই মোৰ পালিতা সুতা। ২২ ॥

তই বৃষ্ণি বংশত জন্মিছ, আৰু বজা শূৰসেনৰ প্ৰিয় কন্যা। ইতিপূৰ্ব্বে প্ৰীতিমান তোৰ পিতৃয়ে নিজে মোক দুহিতৃৰূপে দিছে। ২৩ ॥

বসুদেৱৰ ভগিনী মোৰ কন্যাবিলাকৰ মাজত ডাঙৰ। প্ৰথম সন্তানটো মোক দিব বুলি প্ৰতিজ্ঞা কৰি দিছে, সেই নিমিত্তে তই মোৰ দুহিতা। ২৪ ॥

তেনেকুৱা ৰাজকুলত উপজিছ, আৰু ৰাজবংশতেই বাঢ়িছ। সাধাৰণ সুখতকৈও বেছি সুখ পাইছ, এটা হ্ৰদৰপৰা যেন আন এটা হ্ৰদলৈ আহিছ। ২৫ ॥

হীন-কুলত ওপজাবিলাকে কোনোমতেহে নিৰ্ব্বন্ধ পায়। হে কল্যাণী, প্ৰমদাবিলাকে প্ৰায় বাল্যাৱস্থাত নিন্দনীয় কাম কৰে। ২৬ ॥

পৃথা, তোৰ ৰাজ-কুলত জন্ম হৈছে আৰু তোৰ ৰূপো অদ্ভুত। সেই নিমিত্তে যোগ্যা ভাবিনীৰ ওচৰলৈ আহিছো। ২৭ ॥

ভাৱিনী পৃথা, তই দৰ্প, দম্ভ আৰু মান এৰি বৰদাতা বিপ্ৰক আৰাধনা কৰি মঙ্গল লাভ কৰ। ২৮ ॥

হে কল্যাণী, হে অনঘা, এনেকুৱা কাম কৰিলে নিশ্চয় কল্যাণ লাভ কৰিবি। দ্বিজশ্ৰেষ্ঠ কুপিত হ'লে মোৰ গোটেই বংশটো ভস্মীভূত হ'ব। ২৯ ॥

ইতি মহাভাৰতৰ বনপৰ্ব্বৰ অন্তৰ্গত কুণ্ডল-আহৰণ-পৰ্ব্বত পৃথাৰ প্ৰতি কুন্তিভোজ ৰজাৰ উপদেশ নামৰ ত্ৰ্যধিক-ত্ৰিশততম অধ্যায়। ৩০৩ ॥

॥ অধ্যায় ৩০৪ ॥

## ॥ পৃথাৰ দ্বিজ-পৰিচৰ্য্যা ॥

কুন্তীয়ে ক'লে, হে মহাৰাজ, মই নিয়মৰতা হৈ প্ৰতিশ্ৰুতিমতে পূজাৰ দ্বাৰা ব্ৰাহ্মণক আৰাধনা কৰিম। হে ৰাজেন্দ্ৰ, মই মিছা কথা নকওঁ। ১ ॥

ব্ৰাহ্মণক পূজা কৰাটোৱেই মোৰ স্বভাৱ। আৰু আপোনাৰ প্ৰিয় কাৰ্য্য কৰাটোৱেই মোৰ পৰম মঙ্গল। ২ ॥

পূজনীয় তেওঁ গধূলি, পুৱা, ৰাতি নাইবা মাজ নিশা আহিলেও মোৰ ওপৰত তেওঁৰ খং উঠিব নোৱাৰিব। ৩ ॥

হে ৰাজেন্দ্ৰ, ব্ৰাহ্মণৰ পূজা কৰিব পাৰিলেই মোৰ লাভ। হে নৰোত্তম, আপোনাৰ আদেশ মানি হিত কৰিম। ৪ ॥

হে ৰাজেন্দ্ৰ, আপুনি আশ্বস্ত হওক, দ্বিজশ্ৰেষ্ঠই অপ্ৰিয় কাম নকৰে। আপোনাৰ ঘৰত থাকিলে বুজিব, আপোনাক সত্য কথা ক'লোঁ। ৫ ॥

হে অনঘ, এই ব্ৰাহ্মণজনৰ যিটো প্ৰিয় আৰু আপোনাৰ পক্ষেও হিতকৰ, হে মহাৰাজ, মই সেইপ্ৰকাৰে চেষ্টা কৰিম। আপোনাৰ মনৰ খু-দুৱনি গুচক। ৬ ॥

হে ভূপতি, শ্ৰেষ্ঠ ব্ৰাহ্মণক পূজিলে তেওঁলোকে তৰাব পাৰে, আৰু, অপমান কৰিলে বধিব পাৰে। ৭ ॥

এই কথা মই জানো, গতিকে দ্বিজোত্তমক তুষ্ট কৰিম। হে মহাৰাজ, মোৰ নিমিত্তে দ্বিজশ্ৰেষ্ঠৰপৰা আপুনি বেজাৰ নাপাব। অতীতত সুকন্যাৰ নিমিত্তে চ্যৱন মুনিৰ যেনেকুৱা অৱস্থা হৈছিল, হে ৰাজেন্দ্ৰ, ব্ৰাহ্মণৰ ওচৰত অপৰাধ কৰিলেও ৰজাবিলাকৰ তেনে অমঙ্গল হয়। ৮-৯ ॥

আপুনি ব্ৰাহ্মণজনক যিদৰে প্ৰতিশ্ৰুতি দিছে মযো সেইমতে উত্তম নিয়মেৰে দ্বিজশ্ৰেষ্ঠৰ আৰাধনা কৰিম। ১০ ॥

এনেকৈ বাহুল্যভাৱে কোৱা কুন্তীক ৰজাই আলিঙ্গন আৰু সমৰ্থন কৰি এইদৰেই কৰিবি বুলি তাৰ পাছত সকলোকে আদেশ দিলে। ১১ ॥

ৰজাই ক'লে, হে প্ৰশংসনীয়া, হে সাধুশীলা, তই এইদৰে মোৰ, তোৰ নিজৰ আৰু বংশৰ হিতৰ নিমিত্তে নিৰ্ভয়মনে তপস্বী ব্ৰাহ্মণজনৰ শুশ্ৰূষা কৰিবি। ১২ ॥

ব্ৰাহ্মণপ্ৰিয়, মহা যশস্বী, ৰজা কুন্তিভোজে সেই কন্যাক এইপ্ৰকাৰে কৈ সেই দ্বিজক পৃথাক পৰিচৰ্য্যাৰ নিমিত্তে সঁপি দিলে। ১৩ ॥

হে বিপ্ৰ, সুখত ডাঙৰ হোৱা মোৰ এই ছোৱালীটিয়ে যদি আপোনাৰ কোনো অপৰাধ কৰে, তেন্তে আপুনি অন্তৰত যেন বেজাৰ নাপায়। ১৪ ॥

শ্ৰেষ্ঠ ব্ৰাহ্মণসকলে সদায় প্ৰায়ে অপৰাধী বুঢ়া, ল'ৰা, আৰু তপস্বীবিলাকৰ ওপৰত খং নকৰে। ১৫ ॥

অতি দোষতো ব্ৰাহ্মণসকলে ক্ষমা কৰিব লাগে। হে ব্ৰাহ্মণশ্ৰেষ্ঠ, আপুনি যথাশক্তি, দেপাহ পলুৱাই পূজা গ্ৰহণ কৰিব। ১৬ ॥

ব্ৰাহ্মণজনে 'তথাস্তু' বুলি স্বীকৃত হোৱাত, সেই ৰজাই সন্তুষ্টচিত্তে সেই ব্ৰাহ্মণজনক হাঁহ আৰু চন্দ্ৰ-কিৰণৰ দৰে এটি শুভ্ৰ ভৱন বাসৰ কাৰণে দিলে। ১৭ ॥

তাতে অগ্নিশালাত ভানুৰ নিচিনা উজ্জ্বল আসন পাতি দিলে, আৰু আগেয়ে কোৱামতে আহাৰ আদিৰ সুব্যৱস্থা কৰিলে। ১৮ ॥

ৰাজ-কন্যাই এলাহ আৰু নিজৰ মান আঁতৰাই থৈ ব্ৰাহ্মণৰ আৰাধনাত অতি যত্নৱতী হ'ল। ১৯ ॥

শুচিব্ৰতা, সতী সেই পৃথাই পৰিচৰ্য্যাৰ যোগ্য ব্ৰাহ্মণৰ সমীপলৈ গৈ যথাবিধি দেৱতাৰ দৰে পৰিতৃপ্ত কৰিছিল। ২০ ॥

**ইতি মহাভাৰতৰ বনপৰ্ব্বৰ অন্তৰ্গত কুণ্ডল-আহৰণ-পৰ্ব্বত পৃথাৰ দ্বিজ-পৰিচৰ্য্যা নামৰ চতুৰধিক-ত্ৰিশততম অধ্যায়। ৩০৪ ॥**

॥ অধ্যায় ৩০৫ ॥

## ॥ মহৰ্ষি দুৰ্ব্বাসাৰপৰা পৃথাৰ মন্ত্ৰ-প্ৰাপ্ত ॥

বৈশম্পায়নে ক'লে, ব্ৰতপৰায়ণা সেই পৃথাই বিশুদ্ধচিত্তে তপস্বী ব্ৰাহ্মণ দুৰ্ব্বাসাক সেৱাৰে সন্তুষ্ট কৰিবলৈ ধৰিলে। ১ ॥

হে ৰজা, সেই মুনিশ্ৰেষ্ঠ দুৰ্ব্বাসা পুৱা আহিম বুলি কৈ কেতিয়াবা সন্ধ্যা-সময়ত উপস্থিত হয় আৰু কেতিয়াবা ৰাতিও আহে, কিন্তু কন্যাই সকলো সময়তে সদায় খোৱা-লোৱা, আসন-শয্যা আদিৰে আগতকৈয়ো বেছিকৈহে মুনিৰ পূজা কৰিবলৈ ধৰিলে। ২-৩ ॥

কন্যাই অন্নাদি আৰু আসন-শয্যা আদিৰ দ্বাৰা মুনিক এনেভাৱে পৰিচৰ্য্যা কৰিছিল যে সেইবোৰ দিনে দিনে বাঢ়িহে যাবলৈ ধৰিলে, অলপো কম নহ'ল। ৪ ॥

মুনি দুৰ্ব্বাসাই কেতিয়াবা সময়-অসময় নাচাই 'এইটো দিয়া, এইটো নালাগে' বুলি দুষ্প্ৰাপ্য অন্নাদি বস্তু খোজে, কিন্তু এনেভাৱে মুনিয়ে বিৰক্ত কৰাটো পৃথাই নিন্দা-অপবাদ আদি অপ্ৰিয় কথাৰে মুনিৰ কোনো বিৰক্তি নজন্মাই সেই অভিলষিত বস্তু আনি তৎক্ষণাৎ উপস্থিত কৰি দিয়ে। হে ৰাজেন্দ্ৰ, পৃথাই শিষ্যৰ দৰে, পুত্ৰৰ দৰে আৰু ভগিনীৰ দৰে অনলসভাৱে মুনিৰ পৰিচৰ্য্যা কৰিবলৈ ধৰিলে। ৫-৭ ॥

হে ৰাজেন্দ্ৰ, অনিন্দিতা কন্যা-ৰত্ন পৃথাই আনন্দচিত্তে ব্ৰাহ্মণশ্ৰেষ্ঠ মুনি দুৰ্ব্বাসাৰ মনত বৰ সন্তোষ জন্মালে। ৮ ॥

সেই কন্যা পৃথাৰ শান্ত স্বভাৱ, অমায়িক ব্যৱহাৰ আৰু অনলসভাৱে কৰা পৰিচৰ্য্যাত মুনি বৰ সন্তুষ্ট হ'ল। বা (দ্বিতীয় অৰ্থ) পৃথাৰ পৰিচৰ্য্যাত সন্তুষ্ট হৈ মুনিয়ে পৃথাৰ কল্যাণৰ বাবে সমাধিৰ সময়ত মঙ্গল চিন্তা কৰিলে। ৯ ॥

হে ভাৰত, পৃথাৰ পিতাকে পুৱা আৰু গধূলি পৃথাক সোধে, বাছা, তোমাৰ পৰিচৰ্য্যাত মুনি সন্তুষ্ট হৈছেনে? ১০ ॥

বৰ সন্তুষ্ট হৈছে, পিতা, বুলি সেই যশস্বিনী পৃথাই উত্তৰ দিয়ে। তেতিয়া মহাত্মা কুন্তিভোজে মনত বৰ আনন্দ লাভ কৰে। ১১ ॥

পাছত যেতিয়া এনেদৰে এবছৰ পাৰ হৈ গ'ল, মুনি দুৰ্ব্বাসাই পৃথাৰ পৰিচৰ্য্যাত মুগ্ধ হৈ কোনো দোষ বা ত্ৰুটী-বিচ্যুতি একো নাপালে। তেতিয়া সন্তুষ্ট হৈ সেই মুনি দুৰ্ব্বাসাই পৃথাক ক'লে, হে ভদ্ৰে, কল্যাণী, তোমাৰ পৰিচৰ্য্যাত

মই বৰ সন্তুষ্ট হৈছো। এই সংসাৰত সাধাৰণ লোকৰ দুৰ্লভ বৰ প্ৰাৰ্থনা কৰা, হে সুন্দৰী, যি বৰৰ প্ৰভাৱত তুমি সকলো নাৰীক চেৰ পেলাব পাৰিবা। ১২-১৪ ॥

কুন্তীয়ে ক'লে, হে বেদবিৎপ্ৰৱৰ, মোৰ সকলো হৈছে, যিহেতুকে আপুনি আৰু পিতা সন্তুষ্ট হৈছে। হে বিপ্ৰ, মোৰ আৰু বৰৰ প্ৰয়োজন নাই। ১৫।

ব্ৰাহ্মণে ক'লে, হে চাৰুহাসিনী, শুভে, যদি তুমি মোৰপৰা বৰ লবৰ ইচ্ছা নকৰা, তেনেহ'লে দেৱতাবিলাকক আহ্বান কৰাৰ বাবে এই মন্ত্ৰ গ্ৰহণ কৰা। ১৬ ॥

হে সুন্দৰী, এই মন্ত্ৰেৰে তুমি যি যি দেৱতাক আহ্বান কৰিবা, সেই সেই দেৱতা তোমাৰ বশৱৰ্ত্তী হৈ থাকিব লাগিব। ১৭ ॥

সেই দেৱতাৰ ইচ্ছা থাকক বা নাথাকক, তেওঁলোক মন্ত্ৰৰ প্ৰভাৱত বশৱৰ্ত্তী হৈ তোমাৰ ওচৰত ভৃত্যৰ নিচিনাকৈ অৱনত হৈ থাকিব লাগিব। ১৮ ॥

বৈশম্পায়নে ক'লে, হে ৰজা, তেতিয়া অনিন্দিতা সেই পৃথাই শাপৰ ভয় কৰি মুনিক দ্বিতীয় বাৰ প্ৰত্যাখ্যান কৰিব নোৱাৰিলে। ১৯ ॥

হে ৰজা, তেতিয়া সেই ব্ৰাহ্মণ দুৰ্ব্বাসাই অথৰ্ব্ব বেদৰ আগভাগত উল্লেখ কৰা মন্ত্ৰবিলাক সুন্দৰী পৃথাক গ্ৰহণ কৰালে। ২০ ॥

হে ৰাজেন্দ্ৰ, মুনি-কন্যাক সেই মন্ত্ৰবিলাক দি ৰজা কুন্তিভোজক ক'লে, ৰজা, তোমাৰ কন্যাৰ দ্বাৰা শুশ্ৰূষা লাভ কৰি মই সুখেৰে তোমাৰ ঘৰত অতিশয় তৃপ্তি লাভ কৰি থাকিলো। এতিয়া আহিলো। এই বুলি কৈ মুনি অন্তৰ্হিত হ'ল। ২১-২২ ॥

মুনিক তাতেই অন্তৰ্হিত হোৱা দেখা পাই ৰজা কুন্তিভোজে বৰ বিস্ময় মানিলে আৰু কন্যা পৃথাৰ বৰ প্ৰশংসা কৰিলে। ২৩ ॥

ইতি মহাভাৰতৰ বনপৰ্ব্বৰ অন্তৰ্গত কুণ্ডল-আহৰণ-পৰ্ব্বত মহৰ্ষি দুৰ্ব্বাসাৰপৰা পৃথাৰ মন্ত্ৰ-লাভ নামৰ পঞ্চাধিক-ত্ৰিশততম অধ্যায়। ৩০৫ ॥

॥ অধ্যায় ৩০৬ ॥

## ॥ কুন্তীৰ সূৰ্য্যাহ্বান ॥

বৈশম্পায়নে ক'লে, কোনো কাৰণবশতঃ সেই মুনি যোৱাৰ পাছত এদিন কুন্তীয়ে মন্ত্ৰবিলাকৰ বলাবল সম্বন্ধে মনতে চিন্তা কৰিলে। ১ ॥

তেওঁ মনতে ভাবিলে, সেই মহাত্মা মুনিয়েনো মোক এইবোৰ কেনে মন্ত্ৰ দিলে? এইবোৰৰ অতি সোনকালে পৰীক্ষা কৰি চাব লাগিব। ২ ॥

এনেকৈ চিন্তা কৰি থাকোঁতে হঠাৎ তেওঁ দেখিবলৈ পালে, তেওঁৰ ৰজো-

দর্শন হৈছে। কন্যাকালতে, অর্থাৎ বিবাহৰ আগতে, বন্ধ্যলা হোৱাত তেওঁ বৰ লজ্জিত হ'ল। ৩ ॥

পাছত এদিন দালানৰ ওপৰত এখন দামী পালেঙত থাকি দেখিবলৈ পালে, পূবপিনে সূৰ্য্যদেৱ উদিত হৈছে। ৪ ॥

তেতিয়া সুমধ্যমা পৃথাই সেই সূৰ্য্যমণ্ডলৰ ওপৰত মন আৰু চকু দিলে। কাৰণ, সন্ধ্যা সময়ৰ সূৰ্য্যৰ প্ৰভাৱে তেওঁ তৃপ্তি-লাভ কৰিব পৰা নাছিল। ৫ ॥

তেতিয়া পৃথাৰ দিব্য দৃষ্টি আৱিৰ্ভূত হ'ল। তেওঁ দিব্য কৱচ আৰু কুণ্ডল-যুগলেৰে উদ্ভাসিত দিব্য-ৰূপধাৰী সূৰ্য্যদেৱক দেখিবলৈ পালে। ৬ ॥

হে নৰাধিপ, তেতিয়া মুনিয়ে দিয়া মন্ত্ৰৰ প্ৰতি তেওঁৰ কৌতুক জন্মিল, আৰু সুন্দৰী পৃথাই সূৰ্য্যক আহ্বান কৰিলে। ৭ ॥

হে ৰজা, পৃথাই আচমন কৰি পানীৰে সকলো ইন্দ্ৰিয় পবিত্ৰ কৰি শান্তচিত্তে সূৰ্য্যদেৱক আহ্বান কৰিলত সূৰ্য্যদেৱ আহি তৎক্ষণাৎ উপস্থিত হ'ল। ৮ ॥

মৌৰ নিচিনা পিঙ্গল বৰ্ণ, শঙ্খৰ দৰে কণ্ঠযুক্ত, মহা বলশালী সূৰ্য্যদেৱ কৱচ, কুণ্ডল আৰু বলয় আদিৰে সুশোভিত হ'ল যেন হাঁহি হাঁহি সকলো দিশ উদ্ভাসিত কৰি যোগ-বলেৰে নিজক দুভাগ কৰি এভাগেৰে জগতক পোহৰাই আনভাগেৰে পৃথাৰ ওচৰত আহি উপস্থিত হ'ল। আৰু, শান্তভাৱে, মধুৰ কথাৰে পৃথাক ক'লে, হে ৰাণী, মন্ত্ৰ-বলেৰে আয়ত্ত হৈ তোমাৰ ওচৰলৈ আহিছো। এতিয়া মই তোমাৰ অধীন। কি কৰিব লাগে কোৱাঁ। তুমি যি কৰা মই তাকেই কৰিম। ৯-১০ ॥

কুন্তীয়ে ক'লে, হে ভগৱান, আপুনি য'ৰপৰা আহিছিল তালৈ যাওকগৈ। মই কৌতুকবশতঃ আপোনাক আহ্বান কৰিছিলো। ১১ ॥

সূৰ্য্যাই ক'লে, হে কৃশোদৰী, তুমি মোক যেনেদৰে কৈছা মই তেনেদৰেই যাম। কিন্তু দেৱতাক আহ্বান কৰি আনি অনৰ্থক ওভতাই পঠোৱা যুক্তি-যুক্ত নহয়। হে সুভগে, তোমাৰ মনৰ অভিপ্ৰায় হ'ল, সূৰ্য্যৰপৰা জগতত অসামান্য বীৰ্য্যশালী, কৱচ-কুণ্ডল-যুক্ত এটি পুত্ৰ মোৰ উৎপন্ন হওক। অতএৱ, হে গজগামিনী, তুমি মোক আত্ম-প্ৰদান কৰাঁ। হে সুন্দৰী, তোমাৰ সঙ্কল্প অনুসাৰে পুত্ৰ জন্ম গ্ৰহণ কৰিব। হে ভদ্ৰা, চাৰুহাসিনী, তোমাৰে সৈতে সঙ্গত হৈ তাৰ পাছত উভতি যাম। যদি আজি তুমি মোৰ প্ৰিয় কথা নকৰাঁ, তেতিয়া হ'লে মই ক্ৰুদ্ধ হৈ তোমাক, তোমাৰ পিতা আৰু ব্ৰাহ্মণ দুৰ্ব্বাসাক শাপ দিম। তোমৰ কাৰণে সেই সকলোকে একেবাৰে ধ্বংস কৰিম। ইয়াত অকণো সন্দেহ নাই। ১২-১৭ ॥

যি পিতাই তোমাৰ দুৰ্নীতি নাজানে আৰু যি বামুণে তোমাৰ স্বভাৱ আৰু ব্যৱহাৰ নজনাকৈ তোমাক মন্ত্ৰ দিছিল, আজি সেই মূৰ্খ পিতা আৰু ব্ৰাহ্মণ উভয়েৰে দণ্ড বিধান কৰিম। ১৮-১৯ ॥

হে ভাবিনী, চোৱাঁ, আকাশত ইন্দ্ৰ আদি সকলো দেৱতাই তুমি মোক প্ৰতাৰণা কৰা দেখা পাই হাঁহি হাঁহি যেন চাবলৈ ধৰিছে। তোমাৰ এই চকু

দিব্য। তুমি ইয়াৰে দেৱতাবিলাকক চোৱাঁ। মই তোমাক আগতেই এই চকু দিছো, যাৰ দ্বাৰা তুমি মোক দেখিবলৈ পাইছা। ২০ ॥

বৈশম্পায়নে ক'লে, পাছত ৰাজকন্যা পৃথাই নিজৰ নিজৰ বাহনত বহি থকা সকলো দেৱতাকে আকাশত দেখিবলৈ পালে। ২১ ॥

সেই বালিকা পৃথাই দেৱতাসকলক দেখা পাই যেন লজ্জিত হৈ ভয় ভয় কৰি সূৰ্য্যদেৱক ক'লে, হে কিৰণমালী, আপুনি নিজৰ বাহনলৈ যাওক। মই কন্যা, সেই কাৰণে আপোনাৰ দুঃখদায়ক অপৰাধ কৰিছো। ২২ ॥

এই শৰীৰ-দানৰ অধিকাৰী হৈছে পিতা, মাতা আৰু অন্যান্য গুৰুসকল। গতিকে সংসাৰত মই ধৰ্ম্ম লোপ কৰিব নোৱাৰোঁ। নাৰীসকলৰ শৰীৰ ৰক্ষা কৰা-টোৱেই শ্ৰেষ্ঠ কাৰ্য্য। ২৩ ॥

হে বিভাৱসু, মই বালিকা বুলি মন্ত্ৰৰ বল চোৱাৰ কাৰণে আপোনাক আহ্বান কৰিছিলো। হে প্ৰভু, বালিকা বুলি মোৰ সেই অপৰাধ ক্ষমা কৰা আপোনাৰ উচিত। ২৪ ॥

সূৰ্য্যাই ক'লে, বালিকা বুলিয়ে তোমাক অনুনয় কৰিছো। অন্যই অনুনয় পাব নোৱাৰে। হে কন্যা কুন্তী, আত্ম প্ৰদান কৰাঁ, হে ভীৰু, এনে কৰিলে তোমাৰ শান্তি হ'ব। ২৫ ॥

আৰু এটা কথা, তুমি মোক মন্ত্ৰেৰে আহ্বান কৰিছা যেতিয়া, হে ভীৰু ভাৱিনী, তোমাৰে সৈতে সঙ্গত নোহোৱাকৈ নিষ্ফলে উলটি যোৱাটো ভাল নহ'ব। ২৬ ॥

গতিকে তুমি মোৰে সৈতে সঙ্গতা হোৱাঁ। মোৰ দৰে পুত্ৰ লাভ কৰিব পাৰিবা আৰু সংসাৰত বিশিষ্টা হৈও থাকিব পাৰিবা। ইয়াত অলপমানো সন্দেহ নাই। ২৭ ॥

ইতি মহাভাৰতৰ বনপৰ্ব্বৰ অন্তৰ্গত কুণ্ডল-আহৰণ-পৰ্ব্বত কুন্তীৰ সূৰ্য্যাহ্বান নামৰ ষড়ধিক-শতত্ৰয় অধ্যায়। ৩০৬ ॥

॥ অধ্যায় ৩০৭ ॥

## ॥ সূর্য্য-সমাগম ॥

মনস্বিনী সেই কন্যা পৃথাই বহুপ্ৰকাৰ মধুৰ কথা কৈ সূৰ্য্যক অনুনয় কৰিবলৈ যত্ন কৰিলে, কিন্তু সমৰ্থ নহ'ল। ১ ॥

যেতিয়া বালিকা পৃথাই সূৰ্য্যক প্ৰত্যাখ্যান কৰিব নোৱাৰিলে, তেতিয়া শাপৰ-পৰা ভয় কৰি পাছত বহু সময় চিন্তা কৰিবলৈ ধৰিলে, মোৰ কাৰণে নিৰপৰাধী পিতা আৰু ব্ৰাহ্মণৰ ক্ৰুদ্ধ এই সূৰ্য্যৰপৰা কেনেকৈকনো শাপ নালাগে। ২-৩ ॥

তেজ আৰু তপস্যা সকলোপ্ৰকাৰ পাপ-বিনাশক হ'লে সেইবিলাকক অতি ওচৰত ৰখা সৎ-স্বভাৱসম্পন্ন বালকৰো উচিত নহয়। মই আজি সেই তেজ হাতত লৈ বৰ ভয় পাইছো। মই নিজেই নিজক দান কৰি কেনেকৈনো অকাৰ্য্য কৰোঁ। ৪-৫ ॥

বৈশম্পায়নে ক'লে, শাপৰপৰা ভীতা হৈ পৃথাই মনত বহুপ্ৰকাৰ চিন্তা কৰি বৰ আকুলিতা হ'ল আৰু কৰ্ত্তব্যাকৰ্ত্তব্য-বিষয়ত বিমূঢ় হৈ পৰিল। হে বিশাম্পতি, তেওঁ অকাৰ্য্য কৰা কাৰণে এফালে বন্ধুবিলাকৰপৰা লাজ, আৰু আনফালে সূৰ্য্যক প্ৰত্যাখ্যান কৰিলে পাছে জানো তেওঁলোক শাপগ্ৰস্তা হয় এই চিন্তা—এই উভয় সংকটত পৰি শেষত লাজিতে গদ্‌গদস্বৰে সূৰ্য্যদেৱক এই বুলি ক'লে। ৬-৭ ॥

কুন্তীয়ে ক'লে, হে দেৱ, মোৰ পিতা আৰু মাতা আছে আৰু অন্য বন্ধু-বৰ্গও আছে। তেওঁলোক জীয়াই থকা কালত এই বিধি লোপ হ'ব নোৱাৰে। ৮ ॥

হে দেৱ, আপোনাৰ সৈতে যদি মোৰ অবৈধ সঙ্গম হয়, তেতিয়া হ'লে মোৰ কাৰণে এই সংসাৰত বংশৰ যশস্যা নষ্ট হ'ব। ৯ ॥

অথবা, হে প্ৰভাকৰ, যদি আপুনি এইটো ধৰ্ম্ম বুলি মনত ভাবে তেনে হ'লে বন্ধুবিলাকৰ সম্প্ৰদান ব্যতিৰেকেও আপোনাৰ অভিলাষ পূৰ্ণ কৰিম। ১০ ॥

হে দুৰ্দ্ধৰ্ষ, মানৱসকলৰ ধৰ্ম্ম, যশ, কীৰ্ত্তি আৰু আয়ু আপোনাতে প্ৰতিষ্ঠিত, গতিকে আপোনাক আত্ম-প্ৰদান কৰিও মই যেন সতী হৈ থাকিব পাৰোঁ। ১১ ॥

সূৰ্য্যই ক'লে, হে শুচিস্মিতে বৰাৰোহে, তোমাৰ পিতা, মাতা, আৰু অন্যান্য গুৰুজন তোমাৰ সম্প্ৰদানৰ অধিকাৰী নহয়। তোমাৰ মঙ্গল হ'ব, তুমি মোৰ কথা শুনা। ১২ ॥

হে ভাবিনী, বৰবৰ্ণিনী, সুশ্ৰোণী, যিহেতুকে কন্যাই সকলোকে কামনা কৰে আৰু 'কম' ধাতুৰে অৰ্থও কামনা কৰা সেই কাৰণে কন্যা সদায় এই সংসাৰত স্বতন্ত্ৰ। ১৩ ॥

হে ভাবিনী, সেই কাৰণে মোক আত্ম-প্ৰদান কৰিলে তোমাৰ কোনো অধৰ্ম্ম কৰা নহ'ব, আৰু লোকৰ হিতকামী মৰে বা কিয় অধৰ্ম্ম কৰিম ? ১৪ ॥

হে ৱৰবৰ্ণিনী, সকলো স্ত্ৰী আৰু পুৰুষ যে অনাবৃত, অৰ্থাৎ মুক্ত, এইটো লোকসকলৰ স্বভাৱ। বিবাহ আদি নিয়ম কেৱল স্বভাৱৰ বিকাৰ মাত্ৰ বুলিহে কোৱা আছে। ১৫ ॥

মোৰে সৈতে সঙ্গতা হ'লেও তুমি সেই কন্যা হৈয়ে থাকিবা ; আৰু তোমাৰ পুত্ৰটোও মহাবাহু আৰু যশস্বী হ'ব। ১৬ ॥

কুন্তীয়ে ক'লে, হে সৰ্ব্বতমোপহাৰী, যদি আপোনাৰপৰা মোৰ পুত্ৰ হয়, সেই যেন কৱচ-কুণ্ডলধাৰী, শৌৰ্য্যযুক্ত, মহাবাহু আৰু বীৰ হয়। ১৭ ॥

সূৰ্য্যই ক'লে, হে ভদ্ৰে, তোমাৰ পুত্ৰ মহাবাহু আৰু দিব্য কৱচ-কুণ্ডলধাৰী হ'ব। আৰু তেওঁৰ কৱচ-কুণ্ডল উভয়ে অমৃতময় হ'ব। ১৮ ॥

কুন্তীয়ে ক'লে, হে দেৱ ভগৱান, আপুনি মোৰ গৰ্ভত যি পুত্ৰ উৎপাদন কৰিব, তেওঁৰ সেই উত্তম কৱচ আৰু কুণ্ডল যদি অমৃতৰপৰা হয় তেতিয়া হ'লে আপুনি কোৱামতে আপোনাৰে সৈতে মোৰ সংসৰ্গ হওক। সেই পুত্ৰ যেন ধাৰ্ম্মিক হয় আৰু আপোনাৰ নিচিনা যেন তেওঁৰ বীৰ্য্য, ৰূপ, সত্ত্ব আৰু তেজ হয়। ১৯-২০ ॥

সূৰ্য্যই ক'লে, হে মত্তকাশিনী ৰাণী, মোৰ মাতা অদিতিয়ে মোক যি কুণ্ডল দুটা দিছিল, হে ভীৰু, সেই কুণ্ডল দুটা আৰু এই উত্তম কৱচ দিম। ২১ ॥

কুন্তীয়ে ক'লে, হে কিৰণমালী ভগৱান, আপুনি যেনেদৰে ক'লে, যদি এনেকুৱা হয়, তেনে হ'লে আপোনাৰে সৈতে মই সঙ্গতা হ'ম। ২২ ॥

বৈশম্পায়নে ক'লে, 'বাৰু তেনেই হ'ব' এই বুলি কৈ আকাশবিহাৰী, ৰাহুৰ শত্ৰু, যোগাত্মা সূৰ্য্যদেৱ কুন্তীত আৱিষ্ট হ'ল আৰু তেওঁৰ নাভিত স্পৰ্শ কৰিলে। তেতিয়া সেই কুন্তীদেৱী সূৰ্য্যৰ তেজেৰে বিহ্বল হৈ অচেতনপ্ৰায় যেন হৈ শয্যাত পৰি গ'ল। ২৩-২৪ ॥

সূৰ্য্যই ক'লে, হে সুশ্ৰোণী, মই এতিয়া আহিলো। তুমি অস্ত্ৰধাৰীবিলাকৰ ভিতৰত শ্ৰেষ্ঠ পুত্ৰ প্ৰসৱ কৰিবা আৰু কন্যা হৈও থাকিবা। ২৫ ॥

বৈশম্পায়নে ক'লে, পাছত সেই বালিকা পৃথা লজ্জান্বিত হৈ যাবলৈ ওলোৱা অতি তেজস্বী সূৰ্য্যক ক'লে, 'সেয়ে হয় যেন'। এনেদৰে লাজুকী কুন্তীৰাজ-কন্যা সূৰ্য্যৰ প্ৰলোভন-কথাত তেওঁৰ ওচৰত পুত্ৰ প্ৰাৰ্থনা কৰি মোহাৱিষ্ট হৈ ভাগি পৰা লতাৰ দৰে সেই পৱিত্ৰ শয্যাত পৰি গৈছিল আৰু সূৰ্য্যদেৱে তেজৰ দ্বাৰা তেওঁক মুগ্ধ কৰি যোগ-বলেৰে তেওঁত আৱিষ্ট হৈ নিজক স্থাপিত অৰ্থাৎ গৰ্ভাধান কৰিছিল ; কিন্তু তেওঁৰ কন্যাত্ব লোপ কৰি দোষ উৎপাদন কৰা নাছিল। গৰ্ভাধান হোৱাৰ পাছত কন্যা পৃথাই আকৌ সংজ্ঞা লাভ কৰিছিল। ২৬ ॥

ইতি মহাভাৰতৰ বনপৰ্ব্বৰ অন্তৰ্গত কুণ্ডল-আহৰণ-পৰ্ব্বত সূৰ্য্য-সমাগম নামক সপ্তাধিক-শতত্ৰয় অধ্যায়। ৩০৭ ॥

॥ অধ্যায় ৩০৮ ॥

# ॥ কৰ্ণ-পৰিত্যাগ ॥

বৈশম্পায়নে ক'লে, হে পৃথিৱীপতি, তাৰ পাছত মাঘ মাহৰ দহ দিন যোৱাত শুক্লা প্ৰতিপদ তিথিত আকাশত চন্দ্ৰৰ দৰে পৃথাৰ গৰ্ভ-সঞ্চাৰ হ'ল । ১ ॥

সুনিতম্বা বালিকা পৃথাই বন্ধুবিলাকৰ ভয়ত সেই গৰ্ভ গোপনভাৱে ধাৰণ কৰিছিল । তাক কোনো লোকে জানিব নোৱাৰিলে । কাৰণ, কন্যাৰ অন্তঃপুৰত থকা পৰিৰক্ষণত নিপুণ বালিকা ধাত্ৰী-কন্যাত বাহিৰে আন কোনো ৰমণীয়ে তেওঁক জনা নাছিল । ২-৩ ॥

পাছত কালক্ৰমে সেই বৰবৰ্ণিনী সূৰ্য্যদেৱৰ অনুগ্ৰহত কন্যা হৈ থাকিয়ে দেৱতাৰ নিচিনাকৈ গৰ্ভ প্ৰসৱ কৰিলে । পিতাক যেনে লৰাটোও তেনেই হ'ল । সূৰ্য্যই আগতে কোৱামতে সেই লৰাটো তেনেকুৱা কৱচ-যুক্ত, উজ্জ্বল কুণ্ডল-বিশিষ্ট, সিংহৰ নিচিনা চকু থকা আৰু ষাঁড়ৰ দৰে স্কন্ধ-বিশিষ্ট হ'ল । ৪-৫ ॥

ভাবিনী কুন্তীয়ে প্ৰসৱ কৰাৰ লগে লগেই ধাত্ৰীৰে সৈতে দিহা-পৰমাৰ্শ কৰি সেই নৱ-জাতকক মমৰ লেপ দিয়া, চাৰিওফালে কাপোৰৰ আঁৰ থকা সুখ-দায়ক ঢাকনি থকা এটা মনোহৰ পেৰাৰ ভিতৰত ভৰাই কান্দি কান্দি অশ্ব নদীত উটাই দিলে । ৬-৭ ॥

হে ৰজা, তেওঁ কন্যাৰ গৰ্ভ-ধাৰণ কৰা যে অকৰ্ত্তব্য এইটো জানিও পুত্ৰ-স্নেহত বিলাপ কৰি কৰি কান্দিবলৈ ধৰিলে । ৮ ॥

সেই সময়ত অশ্ব নদীৰ পানীত পেৰাটো উটুৱাই দি কুন্তীয়ে কান্দি কান্দি যিবিলাক কথা কৈছিল সেইবিলাক কওঁ শুনক, ৯ ॥

বাছা, ভূচৰ, জলচৰ আৰু খেচৰ ভূতবিলাকৰপৰা তোমাৰ মঙ্গল হওক ; তোমাৰ পথবিলাক মঙ্গলময় হওক । তোমাৰ পথত ব্যাঘাত কৰা কোনো শত্ৰু যেন উপস্থিত নহয় । যদি কোনোবা তোমাৰ ওচৰত উপস্থিত হয়ো তথাপি তেওঁৰ মন যেন তোমাৰ অনিষ্ট কৰিবলৈ প্ৰবৃত্ত নহয় । ১০-১১ ॥

জলাধিপতি বৰুণ ৰজাই তোমাক পানীত ৰক্ষা কৰক, অন্তৰীক্ষত থকা বায়ুৱে তোমাক অন্তৰীক্ষত সকলোফালে ৰক্ষা কৰক । যি জনে অলৌকিক নিয়মে মোৰ গৰ্ভত তোমাক প্ৰদান কৰিছিল, তোমাৰ পিতাৰা সেই তাপসশ্ৰেষ্ঠ সূৰ্য্যদেৱে তোমাক সকলোতে ৰক্ষা কৰক । ১২-১৩ ॥

আদিত্যসকল, বসুসকল, ৰুদ্ৰসকল, সাধ্যসকল, বিশ্বদেৱসকল, মৰুৎসকল, দিক-সকল আৰু দিকপালসকল আৰু ইন্দ্ৰেৰে সৈতে সমুদায় দেৱতাসকলে সম আৰু বিষম সকলো অৱস্থাতে তোমাক ৰক্ষা কৰক। ১৪-১৫ ॥

তুমি বিদেশত থাকিলেও কৱচ-চিনেৰে মই তোমাক চিনিব পাৰিম। হে পুত্ৰ, তোমাৰ পিতা সেই দিবাকৰেই ধন্য, যি নদীত ওপঙি গৈ থাকোঁতে দিব্য চকুৰে তোমাক দেখিবলৈ পাব। ১৫-১৬ ॥

হে দেৱসম্ভূত, তুমি পিয়াহত আতুৰ হৈ যাৰ স্তন পান কৰিবা আৰু তোমাক যি পুত্ৰৰূপে কল্পনা কৰিব সেই ৰমণী ধন্যা। ১৭ ॥

হায়, যি সূৰ্য্যৰ নিচিনা তেজস্বী, দিব্য কৱচযুক্ত, দিব্য কুণ্ডল-ভূষিত, পদ্মৰ পাহিৰ দৰে বিশালনেত্ৰ, ৰঙা পদুমৰ দৰে তাম্ৰ-বৰ্ণ-উজ্জ্বল কান্তিযুক্ত, প্ৰশস্ত-ললাট আৰু সুন্দৰ কেশযুক্ত তোমাক পুত্ৰৰূপে কল্পনা কৰিব, কব নোৱাৰোঁ, সেই ৰমণীয়ে কি সপোন দেখিছে। ১৮-১৯ ॥

হে পুত্ৰ, সেইবিলাক ৰমণীয়েই ধন্য যিবিলাকে শৈশৱ অৱস্থাত অব্যক্ত মধুৰ কিৰা-কিৰি কথা কৈ ধূলি-ধূসৰিত হৈ ইফালে-সিফালে আঠু কাঢ়ি ফুৰি থকা তোমাক দেখিবলৈ পাব আৰু যৌৱন-কালত হিমালয়ৰ বনৰ মাজত জন্ম গ্ৰহণ কৰা কেশৰ-যুক্ত সিংহৰ দৰে তোমাক যিবিলাকে দেখিবলৈ পাব, সেইবিলাকেই ধন্য। ২০-২১ ॥

হে ৰজা, পৃথাই এনেদৰে বহু বিলাপ কৰি তেতিয়া সেই পেৰাটো অশ্ব নদীৰ পানীত উটুৱাই দিলে। মহাৰাজ, পুত্ৰক দেখিবলৈ ইচ্ছুক, পুত্ৰৰ শোকত কাতৰ, কমলনয়না পৃথাই কান্দি কান্দি ধাত্ৰীৰে সৈতে দোভাগ নিশা সময়ত পেৰাটো উটুৱাই দি শোকাতুৰা হৈ, পাছে আলোচা পিতাকে মাতে, এই ভয়ত পুনৰ আহি ৰাজ-মন্দিৰত সোমাল। ২৩-২৪ ॥

সেই পেৰাটো ভাহি ভাহি গৈ অশ্ব নদীৰপৰা চৰ্ম্মণ্বতী নদীত, তাৰপৰা যমুনাত আৰু যমুনাৰপৰা গৈ গঙ্গাত পৰিল। ২৫ ॥

পেৰাৰ ভিতৰত থকা সেই গৰ্ভ (বালক) গঙ্গাৰ ঢৌত ভাহি ভাহি গৈ সূত-ৰাজ্যৰ চম্পাপুৰীৰ ওচৰ পালেগৈ। অমৃতৰপৰা উৎপন্ন হোৱা সেই দিব্য কৱচ আৰু কুণ্ডলযুক্ত আৰু বিধি-নিৰ্ম্মিত অদৃষ্টই সেই গৰ্ভটোক জীয়াই ৰাখিছিল। ২৬-২৭ ॥

ইতি মহাভাৰতৰ বনপৰ্ব্বৰ অন্তৰ্গত কুণ্ডল-আহৰণ-পৰ্ব্বত কৰ্ণ-পৰিত্যাগ নামৰ অষ্টাধিক-শতত্ৰয় অধ্যায়। ৩০৮ ॥

॥ অধ্যায় ৩০৯ ॥

## ॥ ৰাধাৰ কৰ্ণ-প্ৰাপ্তি ॥

বৈশম্পায়নে ক'লে, এই সময়ত ধৃতৰাষ্ট্ৰৰ সখিয়েক সূতৰাজ অধিৰথ সস্ত্ৰীকে গঙ্গালৈ গৈছিল। ১॥

হে ৰজা, সেই সূতৰাজ অধিৰথৰ অসামান্য ৰূপ-লাৱণ্যযুক্তা ৰাধা নামে ভাগ্যৱতী এজনী ৰাণী আছিল। সেই ৰাণী ৰাধাই সন্তানৰ কাৰণে বিশেষ যত্ন কৰিছিল, কিন্তু সন্তান লাভ কৰিব পৰা নাছিল। গঙ্গাৰ পাৰলৈ যোৱাৰ পাছত তেওঁ এটা পেৰা গঙ্গাৰ পানীত হঠাতে ভাহি অহা দেখা পালে। পেৰাটোত ৰক্ষাৰ প্ৰতিসৰ (অৰ্থাৎ, দূৰ্ব্বা, কুঙ্কুম, চাউল আদি ৰক্ষাৰ দ্ৰব্যবিলাক) দিয়া আছে আৰু সেই পেৰাটো কুঙ্কুমযুক্ত হাতৰ চিনেৰেও শোভিত হৈ আছে। সেই পেৰাটো গঙ্গাৰ ঢৌৱে আনি পাৰত লগালে। ২-৪॥

সেই ভামিনী ৰাধাই কৌতুহলবশতঃ পেৰাটো ধৰালে আৰু পাছত সূত-ৰাজ অধিৰথলৈ খবৰ দি পঠালে। ৫॥

ৰজা অধিৰথে পেৰাটো পানীৰপৰা তুলি আঁতৰাই নিয়ালে আৰু যন্ত্ৰৰ দ্বাৰা মোকলোৱাই দেখিলে, তাত এটি বালক আছে। ৬॥

সেই বালকটি নৱোদিত সূৰ্য্যৰ দৰে দীপ্তিমান, সোণৰ কৱচধাৰী, আৰু মনোহৰ কুণ্ডল-শোভিত মুখেৰে সুশোভিত। ৭॥

তেতিয়া সেই সূতৰাজ অধিৰথ ভাৰ্য্যাৰে সৈতে বিস্ময়ত উৎফুল্ল হৈ সেই বালক-টিক কোলাত লৈ ভাৰ্য্যাক, ক'লে, হে ভীৰু, মই যিদিনা জন্ম-গ্ৰহণ কৰিছিলো, সিদিনাৰপৰা এই এটা অদ্ভুত দেখিবলৈ পালো। মোৰ বিশ্বাস, এই দেৱগৰ্ভ আমাৰ বাবে উপস্থিত হৈছে। সন্তানহীন মোলৈ নিশ্চয় দেৱতাই এই পুত্ৰটো পঠাই দিছে, এই বুলি ৰজাই সেই পুত্ৰটি ৰাধাক দিলে। ৮-১০॥

পদুমৰ গৰ্ভৰ দৰে বৰ্ণ-বিশিষ্ট, দিব্য-শোভাসম্পন্ন, দেৱসম্ভূত সেই বালকক ৰাধাই বিধি অনুসাৰে পুত্ৰৰূপে গ্ৰহণ কৰিলে। ১১॥

ৰাধাই যথানিয়মে বালকক প্ৰতিপালন কৰিবলৈ ধৰিলে। বীৰ্য্যৱান বালক ক্ৰমে বাঢ়িবলৈ ধৰিলে। সেই অৱধি অধিৰথৰ ঔৰসজাত আৰু অন্য বহুতো সন্তান উপজিল। ১২॥

সেই বালকে সোণৰ কৱচ আৰু সোণৰ কুণ্ডল ধাৰণ কৰিছিল হেতুকে ব্ৰাহ্মণ-সকলে তেওঁৰ নাম ৰাখিলে বসুবৰ্ম্মা। ১৩ ॥

অপৰিমিত বিক্ৰমশালী, প্ৰভাসম্পন্ন কৰ্ণ এইপ্ৰকাৰে সূতৰাজৰ পুত্ৰ হৈছিল। তেওঁ বসুসেন আৰু বৃষ—এই নামেও বিখ্যাত হৈছিল। ১৪ ॥

সূতৰ সেই বীৰ্য্যৱান, দিব্য-কৱচধাৰী প্ৰথম পুত্ৰ যে অঙ্গৰাজ্যত বাঢ়িবলৈ ধৰিছে, এই কথাটো গুপ্তচৰৰ দ্বাৰা কুন্তীয়ে জানিব পাৰিছিল। ১৫ ॥

সূত অধিৰথে কালক্ৰমে পুত্ৰক ডাঙৰ হোৱা দেখা পাই হস্তিনাপুৰলৈ পঠাই দিলে। ১৬ ॥

বীৰ্য্যৱান কৰ্ণ তাতে ধনুৰ্ব্বেদ শিক্ষাৰ্থে দ্ৰোণৰ লগত বাস কৰিলে, আৰু এই সুবিধাতে দুৰ্য্যোধনেৰে সৈতে বন্ধুত্ব কৰিলে। ১৭ ॥

তেওঁ দ্ৰোণ, কৃপ আৰু পৰশুৰামৰপৰা চাৰিবিধ অস্ত্ৰ লাভ কৰি জগতত মহা ধনুৰ্দ্ধৰ বুলি বিখ্যাত হ'ল। ১৮ ॥

হে ৰজা, দুৰ্য্যোধনেৰে সৈতে বন্ধুতা কৰাৰ পাছত কৰ্ণই কুন্তীৰ পুত্ৰবিলাকৰ অনিষ্ট কৰাৰ কাৰণে সদায় ইচ্ছুক হৈ মহাত্মা অৰ্জ্জুনেৰে সৈতে যুদ্ধ কৰিবলৈ সদায় ইচ্ছা কৰিবলৈ ধৰিলে। কাৰণ যিদিনা তেওঁক উপস্থিত হোৱা দেখা গৈছিল, সেই অৱধি অৰ্জ্জুনেৰে সৈতে তেওঁৰ আৰু তেওঁৰে সৈতে অৰ্জ্জুনৰ নিৰন্তৰ স্পৰ্দ্ধা আছিল। ১৯-২০ ॥

মহাৰাজ, কৰ্ণ সূৰ্য্যৰ ঔৰসে কুন্তীৰ গৰ্ভত জন্ম গ্ৰহণ কৰি সেই সময়তে যে সূতৰ ঘৰত বাস কৰিছে, এইটো যে সূৰ্য্যৰ গোপনীয় বিষয় আছিল, ইয়াত সন্দেহ নাই। যুধিষ্ঠিৰে কৰ্ণৰ সহজাত কুণ্ডল আৰু কৱচ দেখা পাই তেওঁক যুদ্ধত অৱধ্য বুলি মনত ভাবি বৰ অনুতপ্ত হৈছিল। ২১-২২ ॥

হে ৰাজেন্দ্ৰ, দুপৰ সময় আহিলে কৰ্ণই পানীৰপৰা উঠি যেতিয়া হাত যোৰ কৰি ভানুমান সূৰ্য্যৰ স্তৱ কৰে, সেই সময়ত ব্ৰাহ্মণসকলক দিব নোৱৰা তেওঁৰ একো নাছিল। কৰ্ণৰ সেই নিৰ্ণয়ৰ কথা জানি ইন্দ্ৰ ব্ৰাহ্মণ ৰূপ ধৰি 'ভিক্ষা দিয়া' বুলি এদিন তেওঁৰ ওচৰত উপস্থিত হ'ল। তেতিয়া ৰাধাৰ পুত্ৰ কৰ্ণই আপোনাৰ শুভাগমন হওক, এই বুলি উত্তৰ দিলে। ২৩-২৫ ॥

ইতি মহাভাৰতৰ বনপৰ্ব্বৰ অন্তৰ্গত কুণ্ডল-আহৰণ-পৰ্ব্বত ৰাধাৰ কৰ্ণ-প্ৰাপ্তি নামৰ নৱাধিক-শতত্ৰয় অধ্যায়। ৩০৯ ॥

॥ অধ্যায় ৩১০ ॥

## ॥ কর্ণৰ কৱচ-কুণ্ডল-দান ॥

বৈশম্পায়নে ক'লে, অধিৰথৰ পুত্ৰ কৰ্ণই ব্ৰাহ্মণ-বেশে আত্ম-গোপন কৰি উপস্থিত হোৱা ইন্দ্ৰক দেখা পাই ক'লে, আপোনাৰ শুভ আগমন হৈছে। কিন্তু তেওঁ ইন্দ্ৰৰ অভিপ্ৰায় বুজিব নোৱাৰিলে। ১ ॥

পাছত অধিৰথ-পুত্ৰই সেই ব্ৰাহ্মণক ক'লে, সোণৰ কণ্ঠাভৰণ যুক্ত বহু সুন্দৰী ৰমণী, অথবা বহু গাঁও, অথবা অসংখ্য গো-ধন— এইবিলাকৰ ভিতৰত আপোনাক কি দিম ? ২ ॥

ব্ৰাহ্মণে ক'লে, সোণৰ কণ্ঠাভৰণ-যুক্ত ৰমণী আৰু প্ৰীতিবৰ্দ্ধক অন্যান্য যি ধন মোক দিব খুজিছা, সেইবোৰ মই ইচ্ছা নকৰোঁ। সেইবোৰ অন্য যাচকক দিয়া। তোমাৰ সহজাত যি এই কৱচ আৰু কুণ্ডল আছে, যদি তুমি সত্যবাদী হোৱা, তেনেহলে সেইটো তোমাৰ শৰীৰৰপৰা কাটি মোক দিয়া। হে শত্ৰুতাপন, তুমি মোক এইটো অতি সোনকালে দিয়াটো মই ইচ্ছা কৰোঁ। সকলো লাভতকৈ এইটোৱেই মোৰমতে পৰম লাভ। ৩-৫ ॥

কৰ্ণই ক'লে, হে ব্ৰাহ্মণ, মই আপোনাক ভেটিৰ মাটি, সুন্দৰী ৰমণী, বহু গো-ধন আৰু যাবজ্জীৱন জীৱিকা নিৰ্ব্বাহ কৰিব পৰা ভূমি দিব পাৰোঁ, কিন্তু কৱচ আৰু কুণ্ডল দিব নোৱাৰোঁ। ৬ ॥

বৈশম্পায়নে ক'লে, হে ভৰতশ্ৰেষ্ঠ, কৰ্ণই এনেপ্ৰকাৰে বহু কথাৰে প্ৰাৰ্থনা কৰাতো সেই ব্ৰাহ্মণে অন্য বৰ প্ৰাৰ্থনা নকৰিলে। ৭ ॥

কৰ্ণই নানাপ্ৰকাৰে সান্ত্বনা আৰু বিধি অনুসাৰে পূজা কৰাতো সেই দ্বিজপ্ৰৱৰে অন্য বৰ কামনা নকৰিলে। ৮ ॥

সেই ব্ৰাহ্মণশ্ৰেষ্ঠই যেতিয়া অন্য বৰ প্ৰাৰ্থনা নকৰিলে, তেতিয়া ৰাধাৰ পুত্ৰ কৰ্ণই হাঁহি হাঁহিয়ে যেন সেই ব্ৰাহ্মণক এই বুলি ক'লে, মোৰ এই কৱচ সহজাত আৰু দিব্য। সেই কাৰণে মই সংসাৰত সকলোৰে অৱধ্য, অতএৱ মই ইয়াক আপোনাক দিব নোৱাৰোঁ। ৯-১০ ॥

হে বিপ্ৰবৰ, আপুনি মোৰপৰা শুভ-দায়ক, নিষ্কণ্টক এই বিশাল পৃথিৱী-ৰাজ্য যথাযথ গ্ৰহণ কৰক। হে দ্বিজশ্ৰেষ্ঠ, মই যদি সহজাত দিব্য কৱচ আৰু কুণ্ডল-ৰহিত হওঁ, তেতিয়া হ'লে শত্ৰুৰ বধ্য হম। ১১-১২ ॥

বৈশম্পায়নে ক'লে, যেতিয়া ভগৱান ইন্দ্ৰই অন্য বৰ প্ৰাৰ্থনা নকৰিলে, তেতিয়া কৰ্ণই হাঁহি হাঁহি ইন্দ্ৰক এই বুলি ক'লে, হে প্ৰভু দেৱ-দেৱ, আপোনাক মই আগতে জানিব পাৰিছো। সেই কাৰণে জানি-শুনি আপোনাক অনৰ্থক বৰ দিয়াতো যুক্তিযুক্ত নহয়। কাৰণ আপুনিয়ে সাক্ষাৎ দেৱতাৰ ঈশ্বৰ আৰু অন্যান্য প্ৰাণীবিলাকৰো নিয়ন্তা প্ৰভু। গতিকে, আপুনিহে মোক বৰ দিয়া উচিত। ১৩-১৫॥

হে দেৱ শক্ৰ, যদি মই আপোনাক এই সহজাত কৱচ আৰু কুণ্ডল দিওঁ, তেনেহলে মই শত্ৰুবিলাকৰ বধ্য হ'ম, আৰু আপুনিও লোকসকলৰ উপহাসাস্পদ হ'ব লাগিব। ১৬॥

হে শক্ৰ, সেই কাৰণে বৰৰ বিনিময় কৰি মোৰ এই উত্তম বৰ্ম্ম আৰু কুণ্ডল ইচ্ছানুসাৰে গ্ৰহণ কৰক। নহলে মই নিদিওঁ। ১৭॥

ইন্দ্ৰই ক'লে, তোমাৰ ওচৰলৈ অহাৰ আগতেই সূৰ্য্যই মোক জানিব পাৰিছিল। বোধ কৰোঁ, তেৱেঁই তোমাক সকলো কৈছে। হে পুত্ৰ কৰ্ণ, তুমি যেনে ইচ্ছা কৰিছা-তেনেই হওক। মোৰ বজ্ৰৰ বাহিৰে তোমাৰ যি কোনো অভিলষিত প্ৰাৰ্থনা কৰা। ১৮-১৯॥

বৈশম্পায়নে ক'লে, পাছত কৰ্ণই আনন্দচিত্তে ইন্দ্ৰৰ ওচৰলৈ গৈ সন্তুষ্টমনে অমোঘ শক্তিলৈ লক্ষ্য কৰি বৰ প্ৰাৰ্থনা কৰিলে। ২০॥

কৰ্ণই ক'লে, হে বাসৱ, মোৰ কৱচ আৰু কুণ্ডলৰ পৰিৱৰ্ত্তে সেনাসমূহৰ আগত প্ৰবল শত্ৰুসকলক সংহাৰ কৰিব পৰা অমোঘ শক্তি-অস্ত্ৰ দিয়ক। ২১॥

হে পৃথিৱী-পালক, পাছত ইন্দ্ৰই শক্তিৰ কাৰণে মনে মনে অলপ সময় চিন্তা কৰি শেষত কৰ্ণক ক'লে, কৰ্ণ, তুমি মোক তোমাৰ সহজাত কৱচ আৰু কুণ্ডল দিয়া। আৰু তাৰ পৰিৱৰ্ত্তে নিয়ম অনুসাৰে মোৰপৰা শক্তি গ্ৰহণ কৰা। ২২-২৩॥

হে সূতপুত্ৰ, মই যেতিয়া যুদ্ধত প্ৰবৃত্ত হওঁ, তেতিয়া মোৰ হাতৰপৰা ওলাই যোৱা অমোঘ শক্তি শ শ শত্ৰুক বিনাশ কৰি আকৌ মোৰ হাতলৈ ঘূৰি আহে। সেই শক্তি তোমাৰ হাতলৈ গৈ গৰ্জ্জন আৰু প্ৰতাপনকাৰী এজন মাথোন তেজস্বী শত্ৰুক নাশ কৰি পুনৰাই মোৰ হাতলৈ ঘূৰি আহিব। ২৪-২৫॥

কৰ্ণই ক'লে, যাৰপৰা মোৰ ভয় হ'ব পাৰে, মই এনে গৰ্জ্জনকাৰী আৰু প্ৰতাপনকাৰী এজন মাত্ৰ প্ৰবল শত্ৰুক মহা যুদ্ধত মাৰিব খোজোঁ। ২৬॥

ইন্দ্ৰই ক'লে, তুমি ৰণক্ষেত্ৰত গৰ্জ্জনকাৰী বলৱান এজন শত্ৰুক মাৰিব পাৰিবা কিন্তু তুমি যি এজনক প্ৰাৰ্থনা কৰিছা, তেওঁক সেই মহাত্মাই ৰক্ষা কৰি আছে; বেদজ্ঞ পণ্ডিতসকলে যাক অপৰাজিত বৰাহ অচিন্ত্য-নাৰায়ণ বুলি নিৰ্দ্দেশ কৰিছে, সেই কৃষ্ণই তেওঁক ৰক্ষা কৰি আছে। ২৭-২৮॥

কৰ্ণই ক'লে, হে ভগৱান, কৃষ্ণই যদি তেওঁক ৰক্ষা কৰে কৰক, তথাপি আপুনি এজন বীৰ বিনাশ কৰিবৰ বাবে মোক অমোঘ শক্তি দিয়ক, যাৰ দ্বাৰা প্ৰতাপী শত্ৰুক বধ কৰিব পাৰোঁ। মই মোৰ শৰীৰৰপৰা কৱচ আৰু কুণ্ডল কাটি আপোনাক দিম, কিন্তু শৰীৰটো কাটি পেলালে মই যেন দেখাত কুৎসিত নহওঁ। ২৯-৩০॥

ইন্দ্ৰই ক'লে, কৰ্ণ, তুমি সত্য-পালন কৰিবলৈ যিহেতুকে অভিলাষী হৈছা, অতএব তোমাৰ শৰীৰ কোনো প্ৰকাৰে কুৎসিত নহ'ব আৰু শৰীৰত কোনো ক্ষতৰ চিনো নাথাকিব। ৩১ ॥

হে বাগ্মীবৰ কৰ্ণ, তোমাৰ পিতাৰাৰ যেনে বৰ্ণ আৰু তেজ আছে, তুমি আকৌ তেনে বৰ্ণ আৰু তেজ-বিশিষ্ট হ'বা। কিন্তু তোমাৰ প্ৰাণৰ সংশয়-স্থল উপস্থিত ন'হলে আন আন শস্ত্ৰসমূহ বৰ্ত্তমান থকাতো যদি ভ্ৰমবশতঃ প্ৰমত্ত হৈ এই অমোঘ শক্তি অস্ত্ৰ প্ৰয়োগ কৰা, তেতিয়া হ'লে এই অস্ত্ৰ তোমাৰ ওপৰতে পৰিব। ৩২-৩৩ ॥

কৰ্ণই ক'লে, হে শক্ৰ, আপুনি মোক যিদৰে ক'লে, মই এইটো সত্য কৰি কৈছো, যেতিয়া মোৰ প্ৰাণৰ সংশয় উপস্থিত হ'ব, তেনে সময়তহে এই ঐন্দ্ৰ শক্তি-অস্ত্ৰৰ প্ৰয়োগ কৰিম। ৩৪ ॥

বৈশম্পায়নে ক'লে, হে নৰনাথ, তেতিয়া কৰ্ণই প্ৰজ্বলিত শক্তি-অস্ত্ৰ বিধিপূৰ্ব্বক গ্ৰহণ কৰি তীক্ষ্ণ অস্ত্ৰ লৈ সকলো শৰীৰ কাটিবলৈ ধৰিলে। তাৰ পিছত কৰ্ণই এইদৰে নিজৰ শৰীৰ কাটিবলৈ ধৰা দেখা পাই দেৱতা, মানৱ আৰু দানৱ সকলোৱে সিংহনাদ কৰিবলৈ ধৰিলে। কৰ্ণৰ কিন্তু মুখৰ ওপৰত কোনো বিকাৰে দেখা নিদিলে। ৩৫-৩৬ ॥

নৰপ্ৰৱীৰ কৰ্ণই শৰীৰটো কাটিছে, অথচ বাৰে বাৰে হাঁহিছে, ইয়াকে দেখা পাই তেতিয়া আকাশত দেৱতাৰ দুন্দুভি বাজি উঠিল আৰু দিব্য পুষ্পবৃষ্টি হ'বলৈ ধৰিলে ।৩৭॥

তাৰ পাছত কৰ্ণই শৰীৰৰপৰা দিব্য কৱচ কাটি ৰক্তাক্ত হৈ থকা অৱস্থাতে ইন্দ্ৰক দিলে আৰু কাণৰপৰা কাটি কুণ্ডলযোৰো ইন্দ্ৰক দিলে। ৩৮ ॥

তাৰ পাছত ইন্দ্ৰই কৰ্ণক সেইদৰে বঞ্চনা কৰি হাঁহি হাঁহি মনতে ভাবিলে, মোৰ পাণ্ডৱবিলাকৰ কাৰ্য্য কৰা হ'ল; কিন্তু আচলতে তেনে কামৰ দ্বাৰা পৃথিৱীত কৰ্ণৰ যশস্যাহে ৰখা হ'ল। তাৰ পাছত তেওঁ স্বৰ্গলৈ গুচি গ'ল। ৩৯ ॥

কৰ্ণক প্ৰতাৰণা কৰা বুলি শুনিবলৈ পাই ধৃতৰাষ্ট্ৰৰ পুত্ৰবিলাক ভগ্নদৰ্প আৰু বিষন্ন হ'ল, আৰু সূতপুত্ৰক তেনে অৱস্থাত পেলোৱা বুলি শুনিব পাৰি বনত থকা পাণ্ডুপুত্ৰবিলাক আনন্দিত হ'ল। ৪০ ॥

জন্মেজয়ে ক'লে, হে ভগৱান, সেই বীৰ পাণ্ডৱবিলাকে ক'ত থাকি কাৰপৰা সেই প্ৰিয় ঘটনাটো শুনিবলৈ পালে? আৰু বাৰ বছৰ পাৰ হৈ যোৱাৰ পাছত বা কি কৰিলে, এই সকলো ঘটনা আপুনি মোক বহলাই কওক। ৪১ ॥

বৈশম্পায়নে ক'লে, সেই নৰবীৰ পাণ্ডৱসকলে সিন্ধুৰাজ জয়দ্ৰথক পৰাভৱ কৰি খেদি দ্ৰৌপদীক উদ্ধাৰ কৰি মহৰ্ষি মাৰ্কণ্ডেয়ৰ ওচৰত দেৱতা আৰু ঋষিবিলাকৰ পুৰাণ চৰিত্ৰ বিস্তাৰিতভাৱে শুনি অতি ভয়ানক বনবাসৰ সকলো সময় অতিক্ৰম কৰি সমুদায় ৰথ, পৰিচাৰী, ব্ৰাহ্মণ, স্তুতিপাঠক আৰু পাচকবিলাকেৰে সৈতে কাম্যক-বনৰ আশ্ৰমৰপৰা দ্বৈতবনলৈ আকৌ ঘূৰি আহিল। ৪২ ॥

ইতি মহাভাৰতৰ বনপৰ্ব্বৰ অন্তৰ্গত কুণ্ডল-আহৰণ-পৰ্ব্বত কৰ্ণৰ কৱচ-কুণ্ডল-দান নামৰ দশাধিক-শতত্ৰয় অধ্যায়। ৩১০ ॥

॥ অধ্যায় ৩১১ ॥

## ॥ অৰণি-হৰণ পৰ্ব্ব : যুধিষ্ঠিৰ আদিৰ মৃগান্বেষণ ॥

জন্মেজয়ে ক'লে, এইভাৱে ভাৰ্য্যাক অপহৰণ কৰি নিয়াত অত্যন্ত কষ্ট পাই পাছত আকৌ দ্ৰৌপদীক লাভ কৰি পাণ্ডৱবিলাকে কি কৰিলে ? ১ ॥

বৈশম্পায়নে ক'লে, এনেভাৱে ভাৰ্য্যা দ্ৰৌপদীক হৰণ কৰাত অতিশয় ক্লেশ পাই ধৈৰ্য্যশালী ৰজা যুধিষ্ঠিৰ ভ্ৰাতৃবিলাকেৰে সৈতে কাম্যকবন এৰি থৈ নানা-তৰহৰ অসংখ্য গছ-গছনিৰে ভৰা, সুমধুৰ ফলপূৰ্ণ, মনোহৰ দ্বৈত-বনলৈ আকৌ উভতি আহিল । ২-৩ ॥

ব্ৰতশীল সেই পাণ্ডৱবিলাক ফল-মূল আহৰণ কৰি আৰু পৰিমিত আহাৰ কৰি ভাৰ্য্যা দ্ৰৌপদীৰে সৈতে তাতে বাস কৰিবলৈ ধৰিলে । ৪ ॥

ধৰ্ম্মাত্মা, নিয়ত-ব্ৰতশীল, শত্ৰু-তাপনকাৰী, পৰাক্ৰমী, কুন্তীপুত্ৰ ৰজা যুধিষ্ঠিৰ, ভীম অৰ্জ্জুন আৰু মাদ্ৰীৰ পুত্ৰ নকুল আৰু সহদেৱ সেই দ্বৈত-বনত বাস কৰাৰ সময়ত ব্ৰাহ্মণসকলৰ কাৰণে শেষত সুখ-ফলদায়ক বহু ক্লেশ সহ্য কৰি বাস কৰি থাকিল । ৫-৬ ॥

সেই কুৰুশ্ৰেষ্ঠ পাণ্ডৱবিলাক দ্বৈত-বনত বাস কৰি থকা সময়ত শেষত সুখজনক যিবিলাক দুঃখ পালে মই সেইবোৰ কওঁ শুনক । ৭ ॥

এদিনাখন এজন তপস্বী ব্ৰাহ্মণৰ অৰণি আৰু জুই মন্থন কৰা এডাল দণ্ড এটা পহুৰে শিঙেৰে গা ঘঁহাওঁতে পহুটোৰ শিঙত লাগি গ'ল । তেতিয়া সেই মহা বেগৱান পহুটো শিঙেৰে অৰণি লৈ জঁপিয়াই জঁপিয়াই আশ্ৰমৰপৰা বেগেৰে ওলাই গ'ল । ৮-৯ ॥

হে কুৰুশ্ৰেষ্ঠ, অৰণি লৈ যোৱা দেখা পাই অগ্নিহোত্ৰ ৰক্ষাৰ কাৰণে ব্ৰাহ্মণজন খৰখেদাকৈ আহি ৰজা যুধিষ্ঠিৰৰ ওচৰত উপস্থিত হ'ল । ১০ ॥

ভ্ৰাতৃবিলাকেৰে সৈতে দ্বৈতবনত থকা যুধিষ্ঠিৰৰ ওচৰলৈ লৰা-লৰিকৈ আহি সেই ব্ৰাহ্মণজনে বৰ দুঃখ কৰি যুধিষ্ঠিৰক এই বুলি ক'লে, ৰজা, এজোপা গছৰ ডালত মন্থন-দণ্ডৰে সৈতে মোৰ অৰণি আঁৰি থোৱা আছিল । এটা হৰিণাই গা ঘঁহাওঁতে সেই অৰণি তাৰ শিঙত লাগিল । হে মহাবাহু, মহা বেগৱান সেই প্ৰকাণ্ড হৰিণাটোৱে মোৰ সেই অৰণি শিঙত লৈ জঁপিয়াই জঁপিয়াই আশ্ৰমৰপৰা বেগেৰে ওলাই গুচি গ'ল । ৰজা, তোমালোক সকলো পাণ্ডৱে সেই হৰিণাৰ

খোজৰ চিনে চিনে বিচাৰি গৈ তাক ধৰি মোৰ অৰণি আনি দিয়া, যাতে মোৰ অগ্নিহোত্র লোপ নহয়। ১১-১৪ ॥

ব্ৰাহ্মণৰ কথা শুনি পাণ্ডুপুত্ৰ যুধিষ্ঠিৰ বৰ দুঃখিত হ'ল। তেওঁ ভ্ৰাতৃবিলাকেৰে সৈতে ধনু ধৰি মৃগৰ অনুসন্ধান কৰিবলৈ ওলাল। ১৫ ॥

সেই নৰশ্ৰেষ্ঠ, মহাৰথ পাণ্ডৱ কেয়োজন সন্নাহযুক্ত হৈ আৰু হাতত ধনু-কাঁড় লৈ ব্ৰাহ্মণৰ বাবে যত্নপূৰ্ব্বক তৎক্ষণাৎ মৃগৰ পাছে পাছে খেদি গ'ল। ১৬ ॥

সেই মৃগক ওচৰতে দেখা পাই মহাৰথ পাণ্ডৱবিলাকে কৰ্ণি, নালিক আৰু নাৰাচ আদি বাণ মাৰিলে; কিন্তু মৃগক বিন্ধিব নোৱাৰিলে। তেওঁলোক মৃগ মাৰিবলৈ চেষ্টা কৰি থাকোঁতেই সেই মহা মৃগ তেওঁলোকৰ অদৃশ্য হৈ পৰিল। মৃগক দেখা নাপাই মনস্বী পাণ্ডৱসকল বিৰত হ'ল আৰু মনতে বৰ দুঃখ পালে। ১৭-১৮ ॥

পাণ্ডৱবিলাক ভোক আৰু পিয়াহত বৰ ক্লান্ত হৈ সেই গহন-বনৰ মাজৰ এজোপা বটগছৰ শীতল ছায়াত আহি বহিল। ১৯ ॥

সকলোবিলাক বহাৰ পাছত তেওঁলোকৰ ভিতৰত দুঃখিত হৈ খং কৰি নকুলে কুৰুনন্দন ডাঙৰ ভায়েক যুধিষ্ঠিৰক ক'লে, আমাৰ এই বংশত কেতিয়াও অলসতাৰ কাৰণে ধৰ্ম্ম আৰু অৰ্থ লোপ হোৱা নাছিল। সকলো প্ৰাণীৰ প্ৰতি আমি সদায় অনুত্তৰ নাছিলোঁ। (অৰ্থাৎ কোনোবা লোক কিবা কাৰ্য্যোপলক্ষে আমাৰ ওচৰলৈ আহিলে কেতিয়াও আমি নোৱাৰোঁ বুলি উত্তৰ দিয়া নাছিলো)। এনে স্থলত আমাৰ আজি এই দোষ কিয় হ'বলৈ পালে। ২০-২১ ॥

ইতি মহাভাৰতৰ বনপৰ্ব্বৰ অন্তৰ্গত অৰণি-হৰণ-পৰ্ব্বত যুধিষ্ঠিৰ আদিৰ মৃগান্বেষণ নামৰ একাদশাধিক-শতত্ৰয় অধ্যায়। ৩১১ ॥

## ॥ অধ্যায় ৩১২ ॥

# ॥ নকুল আদিৰ পতন ॥

যুধিষ্ঠিৰে ক'লে, বিপদৰ কোনো নিৰ্দ্দিষ্ট সীমা নাই, কি উদ্দেশ্যে সিবোৰ হয়, তাৰো নিৰ্ণয় নাই, আৰু কি কাৰণে হয়, সেই কাৰণৰো কোনো নিৰ্ণয় নাই; কিন্তু ধৰ্ম্মই পাপ আৰু পুণ্য উভয়ৰে ফল সুখ আৰু দুঃখ-ৰূপ বিভাগ কৰি দেখুৱায়। ১ ॥

ভীমে ক'লে, যেতিয়া প্ৰতিকামীয়ে দ্ৰৌপদীক বান্দীৰ নিচিনাকৈ সভালৈ লৈ গৈছিল তেতিয়া মই যে তাক তাতে নামাৰিলো, সেই কাৰণে আমাৰ এই পাপ হৈছে। ২ ॥

অৰ্জ্জুনে ক'লে, সভাত সূত-পুত্ৰ কৰ্ণই যি মৰ্ম্মভেদী অতি তীব্ৰ বাক্য প্ৰয়োগ কৰিছিল, মই সেই বাক্য সহ্য কৰাৰ কাৰণেই আজি এই কষ্ট পাব লগীয়াত পৰিছো। ৩ ॥

সহদেৱে ক'লে, হে ভাৰত, যেতিয়া শকুনিয়ে কপট পাশাখেলেৰে আপোনাক পৰাজয় কৰে, তাতে যে মই তাক নিহত নকৰিলো সেই কাৰণেই আজি আমি দুঃখ পাব লগীয়াত পৰিছো। ৪ ॥

বৈশম্পায়নে ক'লে, তাৰ পাছত ৰজা যুধিষ্ঠিৰে নকুলক ক'লে, গছত উঠি চাৰিওফালে চোৱাঁচোৱা ক'ৰবাত ওচৰতে পানী আছেনেকি? আৰু পানীৰ ওচৰত গছ আছেনেকি? ভাই, পৰিশ্ৰমাতুৰ তোমাৰ এই ভ্ৰাতৃবিলাক পিয়াহত বৰ আতুৰ হৈ পৰিছে। ৫-৬ ॥

বাৰু বুলি কৈ নকুল তৎক্ষণাৎ গছত উঠিল আৰু দশোদিশে চকু ঘূৰাই চাই তেওঁ জ্যেষ্ঠ ভ্ৰাতৃ যুধিষ্ঠিৰক ক'লে, মহাৰাজ, পানীৰ ওচৰত থকা বহু গছ দেখা গৈছে আৰু সাৰস পখীৰ কলৰৱো শুনা গৈছে—গতিকে তাত যে পানী আছে সন্দেহ নাই। ৭-৮ ॥

তেতিয়া ধৈৰ্য্যশীল কুন্তীপুত্ৰ যুধিষ্ঠিৰে ক'লে, হে সাধু বোপা, তুমি তালৈ যোৱাঁ, আৰু অতি সোনকালে তূণত ভৰাই পানী আনাগৈ। ৯ ॥

বাৰু বুলি কৈ ককায়েকৰ নিৰ্দ্দেশ অনুসাৰে নকুল য'ত পানী আছে তালৈ গ'ল আৰু অতি সোনকালে পানীৰ ওচৰ পালেগৈ। ১০ ॥

সাৰস পখীৰে পৰিবৃত, সুন্দৰ, ফটফটীয়া, নিৰ্ম্মল পানী দেখা পাই মনতে খাবলৈ ইচ্ছা কৰি পানীত নামিছে মাথোন এনেতে তেওঁ এক আকাশীবাণী শুনিবলৈ পালে। ১১ ॥

হেৰা বোপা, সাহস নকৰিবা। এইটো মই আগতে গ্ৰহণ কৰিছো। যোনে মোৰ প্ৰশ্ন কেইটাৰ উত্তৰ দিব পাৰিব তেওঁহে পানী খাব আৰু নিব পাৰিব। হে মাদ্ৰীপুত্ৰ, মোৰ প্ৰশ্নবিলাকৰ উত্তৰ আগতে দিয়াঁ আৰু তাৰ পাছত পানী খোৱাঁ আৰু লৈও যোৱাঁ। ১২ ॥

নকুল পিয়াহত বৰ আকুল হৈছিল, সেইকাৰণে যক্ষৰ কথা অৱহেলা কৰি পানী খালে আৰু খোৱাৰ লগে লগে ঢলি পৰিল। ১৩ ॥

নকুলে পলম কৰা দেখা পাই কুন্তীপুত্ৰ যুধিষ্ঠিৰে ভায়েক বীৰ সহদেৱক ক'লে, সহদেৱ, তোমাৰ ককায়েৰা নকুল পানী আনিবলৈ যোৱা বহুত সময় হ'ল; কিন্তু এতিয়াও ঘূৰি নাহিল, গতিকে তুমি গৈ নকুলক আনাগৈ আৰু পানীও লৈ আহাঁ। ১৪-১৫ ॥

বাৰু বুলি কৈ সহদেৱ নকুল যিফালে গৈছিল সেইফালে গৈ সেই পুখুৰীৰ পাৰত উপস্থিত হ'ল আৰু ককায়েকক মৰি পৰি থকা দেখিবলৈ পালে। ১৬ ॥

সহদেৱ ভ্ৰাতৃ-শোকত সন্তপ্ত আৰু পিয়াহত অত্যন্ত পীড়িত হৈ পানীৰ কাষলৈ গ'ল

লগে লগে তেওঁ আকাশীবাণী শুনিবলৈ পালে, বোপা সহদেৱ, সাহস নকৰিবা, আগতে মোৰ প্ৰশ্নৰ সমিধান দিয়াঁ, তাৰ পাছত পানী খোৱাঁ, আৰু লৈও যোৱাঁ। ১৭-১৮ ॥

সেই আকাশীবাণী অৱজ্ঞা কৰি সহদেৱে সুশীতল পানী খালে আৰু খাৱে ঢলি পৰিল। ১৯ ॥

ইয়াৰ পাছত কুন্তীপুত্ৰ যুধিষ্ঠিৰে অৰ্জ্জুনক ক'লে, হে শত্ৰুদমনকাৰী বীভৎসু, তোমাৰ ভায়েৰা দুজন পানী অনাৰ কাৰণে বহু আগতে গ'ল, কিন্তু এতিয়াও ঘূৰি নাহিল। তুমি দুই ভ্ৰাতৃ আৰু পানী লৈ আহাঁগৈ। তোমাৰ মঙ্গল হওক। ভাই, দুঃখগ্ৰস্ত আমাৰ তুমিয়ে মাথোন একমাত্ৰ অৱলম্বন। ২০-২১ ॥

যুধিষ্ঠিৰে এই বুলি কোৱাত মেধাৱী অৰ্জ্জুন ধনু-শৰ আৰু খড়্গ লৈ সেই সৰোবৰৰ পাৰ পালেগৈ। পাছত শ্বেতবাহন অৰ্জ্জুনে দেখিবলৈ পালে, পানী আনিবলৈ যোৱা সেই পুৰুষশ্ৰেষ্ঠ নকুল আৰু সহদেৱ দুয়োজন ভায়েক মৰি পৰি আছে। ২২ ২৩ ॥

নৰশ্ৰেষ্ঠ কুন্তীপুত্ৰ অৰ্জ্জুনে ভায়েক দুজন শুই থকাৰ দৰে মৰি পৰি থকা দেখা পাই বৰ দুঃখিত হ'ল আৰু ধনু তুলি লৈ সেই বনৰ চাৰিওফালে চাবলৈ ধৰিলে। ২৪ ॥

সব্যসাচী অৰ্জ্জুনে তাত চাৰিওফালে চকু ঘূৰাই সেই মহা বনৰ মাজত কোনো প্ৰাণীকে যেতিয়া দেখা নাপালে, তেতিয়া তেওঁ শ্ৰান্ত হৈ পানীৰ ওচৰলৈ আগ বাঢ়ি গ'ল। গৈ থাকোঁতে তেওঁ এটা আকাশীবাণী শুনিলে, হেৰা, তুমি পানীৰ ওচৰলৈ কিয় আহিছা? তুমি বলেৰে এই কাম কৰিব নোৱাৰিবা। হে কুন্তীনন্দন, যদি মই কৰা প্ৰশ্ন কেইটাৰ উত্তৰ ক'ব পাৰাঁ, হে ভাৰত, তেতিয়া হ'লে পানী খাবও পাৰিবা আৰু নিবও পাৰিবা। ২৫-২৭ ॥

এইপ্ৰকাৰে নিবাৰিত হৈ পাৰ্থই ক'লে, তুমি মোৰ আগত ওলাই নিবাৰণ কৰা যাতে মোৰ বাণেৰে খণ্ড-বিখণ্ড হৈ আগলৈ এনে কথা কবলৈ নোপোৱা। ২৮ ॥

এইদৰে কোৱাৰ পাছত অৰ্জ্জুনে শব্দ-বেধিত্ব দেখুৱাই অস্ত্ৰ-মন্ত্ৰৰ দ্বাৰা অভিমন্ত্ৰিত শৰসমূহ বৰ্ষণ কৰি সকলো দিশকে আচ্ছন্ন কৰিলে। ২৯ ॥

হে ভৰতৰ্ষভ, তেওঁ পিয়াহত বৰ কাতৰ হৈ কাণি, নালীক আৰু নাৰাচসমূহ বিসৰ্জ্জন কৰি অসংখ্য শৰেৰে আকাশত বৰ্ষণ কৰিবলৈ ধৰিলে। ৩০-৩১ ॥

যক্ষই ক'লে, পাৰ্থ, তোমাৰ অনৰ্থক এনে কৰাৰ প্ৰয়োজন কি? প্ৰশ্নবোৰৰ উত্তৰ দিয়াঁ আৰু তাৰ পাছত পানী খোৱাঁ। প্ৰশ্নবোৰ নোকোৱাকৈ যদি পানী খোৱা তেনেহলে আৰু তুমি নাথাকিবা। যক্ষই এনেকৈ কোৱাৰ পাছত সব্যসাচী ধনঞ্জয়ে সেই বাক্য অনাদৰ কৰি পানী খালে আৰু খাৱে ঢলি পৰিল। ৩১-৩৫ ॥

ইয়াৰ পাছত কুন্তীপুত্ৰ যুধিষ্ঠিৰে ভীমসেনক ক'লে, হে শত্ৰুতাপন, নকুল, সহদেৱ, আৰু অৰ্জ্জুন পানী আনিবলৈ বুলি বহু সময় আগতে গ'ল, কিন্তু এতিয়া-

নৈকে উভতি নাহিল। হে ভাৰত, তুমি তেওঁবিলাকক লৈ আহাঁগৈ আৰু পানীও আনিবা। তোমাৰ মঙ্গল হওক। ৩৩-৩৫ ॥

বাৰু বুলি কৈ ভীমসেন গৈ সেই ঠাই পালেগৈ—য'ত সেই পুৰুষশ্ৰেষ্ঠ তিনিও ভায়েক পৰি আছে। ৩৫-৩৬ ॥

ভীমসেন তেওঁলোকক সেইদৰে পৰি থকা দেখা পাই বৰ দুঃখিত হ'ল। পিয়াহত আতুৰ মহাবাহু ভীমসেনে মনত ধাৰণা কৰিলে, এই কাৰ্য্যটো কোনোবা যক্ষ-ৰাক্ষস আদিৰ হ'ব। ৩৬-৩৭ ॥

তেওঁ মনতে চিন্তা কৰিলে, আজি নিশ্চয় যুদ্ধ কৰিব লাগিব। গতিকে আগতে পানী খাই লওঁ, এই বুলি পুৰুষশ্ৰেষ্ঠ পৃথা-পুত্ৰ বৃকোদৰ পানী খাবলৈ বুলি আগ বাঢ়ি গ'ল। তেতিয়া যক্ষই ক'লে, বোপা, সাহস নকৰিবা, এইটো মই আগতে গ্ৰহণ কৰিছো। আগতে মোৰ প্ৰশ্নবোৰৰ উত্তৰ দি তাৰ পাছত পানী খোৱাঁ আৰু লৈও যোৱাঁ। ৩৭-৩৯ ॥

অমিততেজস্বী যক্ষই এইদৰে কোৱাত ভীমসেনে যক্ষৰ সেই প্ৰশ্নবিলাকৰ উত্তৰ নিদিয়াকৈ পানী খালে আৰু ঢলি পৰিল। ৪০ ॥

তাৰ পাছত পুৰুষশ্ৰেষ্ঠ যশস্বী কুন্তীপুত্ৰ মহাবাহু ৰজা যুধিষ্ঠিৰ মনত চিন্তা কৰি সন্তপ্তচিত্তে উঠিল আৰু জনমানৱৰ শব্দ-বৰ্জিত, হৰিণ, গাহৰি আদি পশু আৰু নানা পখী, আশ্ৰিত, নীল বৰণীয়া, উজ্জ্বল গছবিলাকেৰে শোভিত-ভ্ৰমৰ আৰু পখীৰ অব্যক্ত মধুৰ ধ্বনিৰে মুখৰিত সেই মহা বনৰ মাজত সোমাল। ৪১-৪৩ ॥

সেই বনৰ মাজেদি গৈ শ্ৰীমান ৰজা যুধিষ্ঠিৰে সুবৰ্ণময় কেশৰবিলাকেৰে অলঙ্কৃত, পদুম, সিন্ধুৱাৰ আৰু বেতবনবিলাকেৰে পৰিবৃত, কেতেকী, কৰবীৰ আৰু বট গছেৰে আচ্ছন্ন সেই সৰোবৰ দেখিবলৈ পালে। দেখি তেওঁৰ বোধ হ'ল, যেন বিশ্বকৰ্মাইহে তাক নিৰ্ম্মাণ কৰিছে। যুধিষ্ঠিৰ পৰিশ্ৰান্ত হৈ সেই সৰোবৰৰ ওচৰলৈ গৈ বৰ বিস্ময়ান্বিত হৈ পৰিল। ৪৪-৪৫ ॥

ইতি মহাভাৰতৰ বনপৰ্ব্বৰ অন্তৰ্গত অৰণি-হৰণ-পৰ্ব্বত নকুলাদিৰ পতন নামক দ্বাদশাধিক-শতত্ৰয় অধ্যায়। ৩১২ ॥

॥ অধ্যায় ৩১৩ ॥

## ॥ যুধিষ্ঠিৰৰ খেদ আৰু যক্ষৰ প্ৰশ্ন ॥

বৈশম্পায়নে ক'লে, যুধিষ্ঠিৰে দেখিবলৈ পালে, ইন্দ্ৰৰ নিচিনা গৌৰৱ-যুক্ত ভায়েকহঁত যুগান্ত-সময়ত ভ্ৰষ্ট হৈ পৰা লোকপালবিলাকৰ দৰে মৰি পৰি আছে। ভীম, অৰ্জ্জুন, নকুল আৰু সহদেৱ প্ৰাণহীন আৰু নিশ্চেষ্ট হৈ পৰি আছে, আৰু তেওঁলোকৰ ধনুৰ্ব্বাণবিলাকো ইফালে-সিফালে সিঁচৰতি হৈ পৰি আছে। ইয়াকে দেখা পাই তেওঁ দীঘল হুমুনিয়াহ পেলাই শোকৰ চকুলোৰে আচ্ছন্ন হৈ পৰিল। সেই সকলোবিলাক ভায়েকক পৰি থকা দেখা পাই মহাবাহু ধৰ্ম্মপুত্ৰই চিন্তাযুক্ত হৈ বিলাপ কৰিবলৈ ধৰিলে, ১-৪ ॥

হে মহাবাহু বৃকোদৰ, তুমি প্ৰতিজ্ঞা কৰিছিলা, মই ৰণত গদাৰে কোবাই দুৰ্য্যোধনৰ কৰঙণ দুটা ভাঙি পেলাম। হে কুৰুবংশ-বৰ্দ্ধন মহাবাহু মহাত্মা বীৰ, তুমি আজি নিপাতিত হোৱাত মোৰ সেই সকলো আশা নিষ্ফল হ'ল। মানৱৰ প্ৰতিশ্ৰুত বাক্যবিলাক মিছা হ'লেও হ'ব পাৰে, কিন্তু তোমালোকক উদ্দেশ্য কৰি যিবিলাক দৈববাণী হৈছিল সেইবিলাক মিছা হয় কি কাৰণে? হে ধনঞ্জয়, তোমাৰ জন্ম-সময়ত দেৱতাবিলাকেও 'কুন্তী, তোমাৰ এই পুত্ৰ ইন্দ্ৰতকৈ হীন নহয়' বুলি যি কথা কৈছিল, আৰু উত্তৰ-পৰিযাত্ৰ পৰ্ব্বতত সমুদায় প্ৰাণীয়ে 'এওঁলোকৰ ৰাজলক্ষ্মী অপহৃত হৈছে, কিন্তু এওঁৱেই বলপূৰ্ব্বক তাক আকৌ উদ্ধাৰ কৰিব, যুদ্ধত এওঁক জয় কৰিব পাৰে এনে কোনো নাই আৰু এওঁ জয় কৰিব নোৱাৰিব এনে-কুৱাও কোনো নাই'—এইদৰে যি গান কৰিছিল সেইবোৰ কিয় মিছা হ'ল? হায়, সেই মহা বলশালী জিষ্ণু কেনেকৈনো মৃত্যুৰ বশৱৰ্ত্তী হ'ল? যাক সহায়-স্বৰূপে অৱলম্বন কৰি আমি জীয়াই আছিলো সেই ধনঞ্জয় মোৰ আশা সংহাৰ কৰি মাটিত পৰি আছে। ৫-১১ ॥

হায়, সকলোপ্ৰকাৰৰ অস্ত্ৰই যিবিলাকক প্ৰতিহত কৰিব নোৱাৰে, যুদ্ধত সাৱধান, বীৰ্য্যসম্পন্ন, মহাবলশালী সেই কুন্তী-পুত্ৰ ভীমসেন আৰু ধনঞ্জয় সৰ্ব্বদায় শত্ৰুৰ সংহাৰক হৈও কেনেকৈনো শত্ৰুৰ বশৱৰ্ত্তী হ'ল। ১২ ॥

হায়, মোৰ হৃদয় বৰ কঠিন, আজি এই যঁজা ভাই দুজনক পৰি থকা দেখিও

যেতিয়া মোৰ হৃদয় বিদীর্ণ হোৱা নাই, তেতিয়া নিশ্চয় মোৰ হৃদয় পাষাণক সাৰৰ দ্বাৰা গঠিত হৈছে । ১৩ ॥

হে পুৰুষশ্ৰেষ্ঠসকল। তোমালোক সকলো দেশজ্ঞ আৰু কালজ্ঞ, ক্ৰিয়াৱান আৰু তপস্বী । এনে হৈও তোমালোকে তোমালোকৰ অনুৰূপ কাৰ্য্য নকৰাকৈ কিয় পৰি আছা ? ১৪ ॥

হে অপৰাজিত বীৰসকল, তোমালোকৰ শৰীৰ অক্ষতে আছে, ধনুর্ব্বাণো অসংযত হৈ আছে, তথাপি তোমালোক অচেতন হৈ মাটিত কি নিমিত্তে পৰি আছা ? ১৫ ॥

মহামতি, ধৰ্ম্মাত্মা, নৰপতি যুধিষ্ঠিৰে পৃথিৱীৰ ওপৰত পৰি থকা পাহাৰৰ শৃঙ্গসমূহৰ দৰে ভায়েকবিলাকক সুখেৰে শুই থকাৰ নিচিনা দেখা পাই খেদযুক্ত, ঘৰ্ম্মাক্ত শৰীৰেৰে আৰু কষ্টকৰ অৱস্থাত পৰি 'এইটো এনেহে হ'লনে' বুলি শোক-সমুদ্ৰত নিমগ্ন আৰু বিয়াকুল হৈ কাৰণ চিন্তা কৰিবলৈ ধৰিলে । কিন্তু দেশ-কালৰ বিভাগজ্ঞ মহামতি মহাবাহু যুধিষ্ঠিৰে চিন্তা কৰিও সেই সময়ত কি কৰ্ত্তব্য, সেইটোৰ একো নিশ্চয় কৰিব নোৱাৰিলে । ১৬-১৮ ॥

পাছত ধৰ্ম্মাত্মা ধৰ্ম্মপুত্ৰই তেতিয়া নিজক সুস্থিৰ কৰি বুদ্ধি সহকাৰে বিশেষভাৱে চিন্তা কৰিবলৈ ধৰিলে । কোন ব্যক্তিয়েনো এই বীৰসকলক মাৰিলে ? এওঁলোকৰ শৰীৰত অস্ত্ৰৰ আঘাত নাই, আৰু ইয়াত কোনো লোকৰ ভৰিৰ চিনো নাই । অতএব বোধ হৈছে, যি ব্যক্তিয়ে মোৰ এই ভাইবিলাকক নিপাতিত কৰিছে সি কোনোবা ডাঙৰ প্ৰাণী হ'ব । ১৯-২১ ॥

যি যি হওক, মই একাগ্ৰভাৱে চিন্তা কৰি চাম, অথবা পানী খায়ে জানিম। সদায় কপট-বুদ্ধি দুৰ্য্যোধনে গান্ধাৰ-ৰাজপুত্ৰ শকুনিৰ দ্বাৰা মাৰণ-বিধি অনুসাৰে গোপনে এই সৰোবৰ নিৰ্ম্মাণ কৰিবও পাৰে। যাৰ কাৰ্য্য আৰু অকাৰ্য্য উভয়ে সমান, সেই অকৃতাত্মা পাপিষ্ঠক কোন লোকে বিশ্বাস কৰিব পাৰে ? অথবা সেই দুৰাত্মাই গুপ্ত পুৰুষবিলাকৰ দ্বাৰায় এই কাৰ্য্যৰ অনুষ্ঠান কৰাবও পাৰে। মহাবুদ্ধি যুধিষ্ঠিৰে সেই বিষয়ে এনে প্ৰকাৰে বহুত চিন্তা কৰিবলৈ ধৰিলে । ২২-২৫ ॥

কিন্তু বিষেৰে পানী দূষিত হোৱা বুলি তেওঁৰ ধাৰণা ন'হল । কিয়নো, তেওঁ চিন্তা কৰি চালে, "এওঁবিলাক মৰিছে, তথাপি এওঁলোকৰ অলপো বিকৃতি হোৱা নাই। মোৰ ভাইবিলাকৰ মুখৰ বৰণ প্ৰসন্ন হৈয়ে আছে। এই পুৰুষশ্ৰেষ্ঠসকল প্ৰত্যেকজনেই প্ৰবল সোঁতৰ বেগৰ দৰেই বলশালী, এই কাৰণে যি যথাযোগ্য কালত লোকক অন্ত কৰে সেই যমত বাহিৰে আৰু কোন লোকে ইসকলক মাৰিব পাৰে ? এনে নিশ্চয় কৰি তেওঁ সেই সৰোবৰৰ পানীত নামে-আৰু, এনেতে শূন্যত এটা বাণী শুনিবলৈ পালে । ২৫-২৮ ॥

যক্ষই ক'লে, হে ৰাজপুত্ৰ, শেলুৱৈ, মাছ আদি খোৱা মই এটা বগলী । মক্কে

তোমাৰ ভাই কেইজনক প্ৰেতপুৰীলৈ পঠাইছো। যদি মই কৰা প্ৰশ্ন কেইটাৰ উত্তৰ নিদিয়া, তেন্তে তুমিও তেওঁলোকৰে পঞ্চজন হ'বা। ২৯॥

বাপু, সাহ নকৰিবা। এই পুখুৰীটো মই আগেয়ে গ্ৰহণ অৰ্থাৎ অধিকাৰ কৰিছো। মোৰ প্ৰশ্নকেইটাৰ উত্তৰ দিয়াঁ, পানী, খোৱাঁ আৰু লৈও যোৱাঁ। ৩০॥

যুধিষ্ঠিৰে ক'লে, পখীয়ে এই কাম কৰা বুলি মোৰ বিশ্বাস নহয়, গতিকে মই সুধিছো, আপুনি ৰুদ্ৰবিলাকৰ, অথবা বাসুবিলাকৰ ভিতৰৰ কোন প্ৰধান দেৱতা? হিমালয়, প'ৰিযাত্ৰ, বিন্ধ্য আৰু মলয়—এই চাৰিটা তেজস্বী পৰ্ব্বতক কোনে নিপাতিত কৰিলে? ৩১-৩২॥

হে বলীশ্ৰেষ্ঠ, আপুনি অতি মহৎ কাৰ্য্য কৰিছে। যুদ্ধত বিবিলাকক দেৱতা, গন্ধৰ্ব্ব, অসুৰ, ৰাক্ষস কোনোৱেই সহ্য কৰিব'লৈ সমৰ্থ নহয়, সেইবিলাকক যেতিয়া আপুনি মাৰিছে, তেতিয়া আপুনি অতি অদ্ভুত কাৰ্য্যই কৰিছে। ৩২-৩৩॥

আপোনাৰ উদ্দেশ্য আৰু অভিপ্ৰায় কি মই বুজিব পৰা নাই। সেই কাৰণে জানিবৰ বাবে মোৰ মনত কৌতূহল হৈছে, অথচ ভয়ো লাগিছে। হে ভগৱান, আপোনাৰ বৃত্তান্ত জানিবৰ বাবে মোৰ মন উদ্বিগ্ন হৈছে আৰু মূৰত বেদনা জন্মিছে, গতিকে আপোনাক সুধিছো, কোন আপুনি ইয়াত আছেহি। ৩৪-৩৬॥

যক্ষই ক'লে, মই এজন যক্ষ, জলচৰ পখী নহওঁ। ময়ে তোমাৰ এই মহাবলবান ভ্ৰাতৃবিলাকক মাৰিছো। ৩৭॥

বৈশম্পায়নে ক'লে, হে ভৰতশ্ৰেষ্ঠ মহীপতি, পাছত যুধিষ্ঠিৰে তেনে কৰ্কশ অশুভ কথা শুনি যক্ষৰ কথা শেষ নৌ হওঁতেই তেওঁৰ ওচৰত আহি থিয় দিলে, আৰু দেখিলে, তাল গছৰ দৰে ওখ, অগ্নি আৰু সূৰ্য্যৰ নিচিনা তেজস্বী, পৰ্ব্বতৰ দৰে প্ৰকাণ্ড-শৰীৰ, বিৰূপাক্ষ (অৰ্থাৎ ত্ৰিনেত্ৰ), অধৰ্ষণীয় যক্ষই এজোপা গছক আশ্ৰয় কৰি মেঘৰ দৰে গম্ভীৰ শব্দেৰে তৰ্জ্জন-গৰ্জ্জন কৰিব লাগিছে। ৩৭-৪০॥

যক্ষই ক'লে, ৰজা, তোমাৰ এই ভ্ৰাতৃবিলাকক বাৰে বাৰে নিষেধ কৰা সত্ত্বেও বলপূৰ্ব্বক পানী খোৱাৰ কাৰণে মই মাৰি পেলাইছো। ৰজা, যি প্ৰাণ ৰক্ষা কৰিবৰ ইচ্ছা কৰে তেওঁ ইয়াৰ পানী নাখাব। ৪০-৪১॥

হে পাৰ্থ, সাহস নকৰিবা, এইটো মই আগতে অধিকাৰ কৰিছো। হে কুন্তীনন্দন, মোৰ প্ৰশ্ন কেইটাৰ উত্তৰ দি উঠি পানী খোৱাঁ আৰু নিয়াঁও। ৪২॥

যুধিষ্ঠিৰে ক'লে, হে যক্ষ, আগতে গ্ৰহণ কৰা আপোনাৰ বস্তু মই কামনা নকৰোঁ। কাৰণ, সাধু পুৰুষসকলে সদায় এইটো মুঠেই প্ৰশংসা নকৰে। ৪৩॥

হে পুৰুষশ্ৰেষ্ঠ, যিহেতুকে নিজৰ স্বৰূপ নিজেই ক'ব লাগে এই কাৰণে মোৰ জ্ঞান অনুসাৰে আপোনাৰ প্ৰশ্নৰ উত্তৰ দিম, আপুনি মোক সোধক। ৪৪॥

যক্ষই ক'লে, কোনে আদিত্যক উন্নয়ন কৰে? কোন বস্তু তেওঁৰ চাৰিওফালে থাকে? কোন বস্তুৱে বা তেওঁক অস্তমিত কৰে? কোন বস্তুতে বা তেওঁ প্ৰতিষ্ঠিত হয়? ৪৫॥

যুধিষ্ঠিৰে ক'লে, ব্ৰহ্মাই আদিত্যক উন্নয়ন কৰে, দেৱতাবিলাক তেওঁৰ চাৰিওকালে থাকে, ধৰ্ম্মই তেওঁক অস্তমিত কৰায় আৰু সত্যত তেওঁ প্ৰতিষ্ঠিত হয়। ৪৬ ॥ *

যক্ষই ক'লে, বাপা, কাৰ দ্বাৰা শ্ৰোত্ৰিয় হয়? কাৰ দ্বাৰা মহত্তক লাভ কৰে? কাৰ দ্বাৰা দ্বিতীয়ৱান হয় আৰু কাৰ দ্বাৰা বুদ্ধি হয়? ৪৭ ॥

যুধিষ্ঠিৰে ক'লে, বেদৰ দ্বাৰা শ্ৰোত্ৰিয় হয়, তপস্যাৰ দ্বাৰা মহত্তক লাভ কৰে, ধৈৰ্য্যৰ দ্বাৰা দ্বিতীয়ৱান্ হয়, আৰু বৃদ্ধ-সেৱাৰ দ্বাৰা বুদ্ধিমান হয়। ৪৮ ॥**

যক্ষই ক'লে, ব্ৰাহ্মণবিলাকৰ দেৱত্ব কি? সাধুৰ নিচিনা ধৰ্ম্ম কি? এওঁলোকৰ মানৱ-ভাৱ কি? এওঁলোকৰ অসাধুৰ দৰে কি? ৪৯ ॥

যুধিষ্ঠিৰে ক'লে, বেদ-পাঠ এওঁলোকৰ দেৱত্ব, তপস্যাই এওঁলোকৰ সাধুৰ নিচিনা, মৃত্যুৱেই মানৱ-ভাৱ আৰু পৰিবাদেই অসাধুৰ দৰে। ৫০ ॥***

যক্ষই ক'লে, ক্ষত্ৰিয়ৰ দেৱত্ব কি? সাধুৰ নিচিনা ধৰ্ম্ম কি? এওঁলোকৰ মানৱ-ভাৱ কি? অসাধুৰ দৰে কি? ৫১ ॥

যুধিষ্ঠিৰে ক'লে, ধনুৰ্ব্বেদ এওঁলোকৰ দেৱত্ব, যজ্ঞ এওঁলোকৰ ধৰ্ম্ম, ভয় মানৱ-ভাৱ আৰু আৰ্ত্তক পৰিত্যাগ কৰা এওঁলোকৰ অসাধুৰ দৰে আচৰণ। ৫২ ॥

---

* যি শ্ৰোত্ৰ আদি ইন্দ্ৰিয়বৰ্গ'ৰ দ্বাৰা শব্দ আদি বিষয় আদান অৰ্থাৎ গ্ৰহণ কৰে, সেই আদিত্য শব্দৰ বাচ্য হৈছে জীৱ। মই গৌৰ, মই অন্ধ, মই সুখী, মই দুখী, মই কৰ্ত্তা ইত্যাদিপ্ৰকাৰ অনুভৱৰ দ্বাৰা দেহৰ ওপৰত যি আত্মাৰ আৰোপ হৈ থাকে, বেদে সেইটোক দেহাদিতকৈ পৃথক কৰি দেখুৱাই দিছে। সেই আদিত্য নামক জীৱাত্মাৰ দেৱভাবাপন্ন শম, দম আদি সদায় সহচৰ হয়। তেতিয়া সাক্ষাৎ বা পৰম্পৰা সম্বন্ধে কৰ্ম্মোপাসনা-ৰূপ ধৰ্ম্মই জীৱক অস্ত অৰ্থাৎ হৃদয়াকাশ-ৰূপ নিজ-কাৰণ স্বস্থানলৈ নিয়ে। এনে প্ৰকাৰে সগুণ-ভাব পালে পাছত জ্ঞান-যোগৰ দ্বাৰা সগুনত্বৰ বাধা পৰি শেষত সকলো বাধাৰ অবৰিভূত চিন্মাত্ৰ সত্যত প্ৰতিষ্ঠিত হয়।

** বেদাধ্যায়ী লোক আচাৰ্য্যৰ মুখৰপৰা অৱগত হোৱা বেদাৰ্থৰ অৱধাৰণৰ দ্বাৰা শ্ৰোত্ৰিয় হয়, কেৱল অক্ষৰ-জ্ঞানৰ দ্বাৰা নহয়। বেদাৰ্থ অৱধাৰণ কৰাৰ পাছত তেওঁ যুক্তি আৰু তপস্যাৰ দ্বাৰা শ্ৰুত বিষয়ৰ সম্যক নিৰ্ণয় কৰি মহৎ অৰ্থাৎ ব্ৰহ্মক জানিব পাৰে। তাৰ পাছত নিদিধ্যাসনৰ দ্বাৰা প্ৰত্যগাত্মাৰ অনীশত্বাদি বিশিষ্ট অবিদ্যাৰ দ্বাৰা উপস্থিত হোৱা যি জীৱ সন্বন্ধী-ৰূপ তাৰ বিপৰীত বিদ্যাৰে অৰ্থাৎ দিব্য-জ্ঞানেৰে প্ৰাপ্য যি দ্বিতীয় ৰূপ সেই ৰূপ-বিশিষ্ট হয়। এই তিনিও বিষয়ৰ যি নিশ্চয়াত্মক জ্ঞান সেইটো গুৰুৰ উপদেশৰপৰাহে লাভ হয়।

*** ব্ৰাহ্মণসকলৰ বেদ-অধ্যয়ন স্বৰ্গ-প্ৰাপক কাৰণে দেৱত্ব। শম, দম আদি তপস্যাই সদাচাৰ, দেহাদিৰ অভিমানেই জন্ম-মৰণ আদিৰ প্ৰাপক আৰু বেদ-ব্ৰাহ্মণৰ নিন্দাই অসাধু আচৰণ। ইয়াৰ ভিতৰত আগৰ দুটা গ্ৰহণ কৰিব লাগে আৰু পাছৰ দুটা পৰিহাৰ কৰিব লাগে।

যক্ষই ক'লে, কোন এটা বস্তু যজ্ঞীয় সাম ? কোন এটা বস্তু যজ্ঞীয় যজুঃ আৰু এইবিলাকৰ ভিতৰত কোনে যজ্ঞক বৰণ কৰে আৰু কোনে যজ্ঞক অতিক্ৰম নকৰে ? ৫৩ ॥

যুধিষ্ঠিৰে ক'লে, প্ৰাণেই যজ্ঞীয় সাম, মনেই যজ্ঞীয় যজুঃ, অকল ঋগেই যজ্ঞক বৰণ কৰে আৰু সেই ঋগক যজ্ঞই অতিক্ৰম নকৰে । ৫৪ ॥*

যক্ষই ক'লে, কোন বস্তু আৱপণকাৰীসকলৰ শ্ৰেষ্ঠ ? কোন বস্তু নিৱপণকাৰীসকলৰ শ্ৰেষ্ঠ ? কোন বস্তু প্ৰতিষ্ঠামানবিলাকৰ শ্ৰেষ্ঠ ? কোন বস্তু প্ৰসৱকাৰীবিলাকৰ শ্ৰেষ্ঠ ? ৫৫ ॥

যুধিষ্ঠিৰে ক'লে, বৰষুণ আৱপণকাৰীসকলৰ, বীজ নিৱপণকাৰীবিলাকৰ, গৰু প্ৰতিষ্ঠামানবিলাকৰ আৰু পুত্ৰ প্ৰসৱকাৰীবিলাকৰ ভিতৰত শ্ৰেষ্ঠ । ৫৬ ॥**

যক্ষই ক'লে, সকলো লোকৰ মান্য, জগতত পূজিত আৰু বুদ্ধিমান কোন ব্যক্তি ইন্দ্ৰিয়ৰ বিষয় অনুভৱ কৰি আৰু উশাহ-নিশাহ লৈও জীৱিত নাথাকে অৰ্থাৎ মৃত বুলি পৰিগণিত হয় ? ৫৭ ॥

যুধিষ্ঠিৰে ক'লে, যিজনে দেৱতা, অতিথি, ভৃত্য, পিত্ৰাদি আৰু নিজ—এই পাঁচটাৰ তৃপ্তি সাধন নকৰে সেইজন উশাহ-নিশাহ লৈও মৰাৰ দৰে হৈ থাকে । ৫৮ ॥

যক্ষই ক'লে, পৃথিৱীত কোন শ্ৰেষ্ঠ ? স্বৰ্গতকৈ কোন উচ্চ ? বতাহতকৈ কোন বেগৱান ? তৃণতকৈ সৰহ কি ? ৫৯ ॥

যুধিষ্ঠিৰে ক'লে, মাতা পৃথিৱীতকৈ শ্ৰেষ্ঠ, পিতা স্বৰ্গতকৈ উচ্চ, মন বতাহতকৈ বেগৱান আৰু চিন্তা তৃণতকৈ সৰহ । ৬০ ॥

যক্ষই ক'লে, কোন বস্তুৱে শুই থাকোঁতেও চকু নুমুদে ? কোন বস্তু জন্মিও স্পন্দিত নহয় ? কি বস্তুৰ হৃদয় নাই ? কোন বস্তু বেগতে বাঢ়ি উঠে ? ৬১ ॥

---

* সাম আৰু যজুৰ্ব্বেদ যেনেদৰে যজ্ঞৰ উপকাৰক হয়, সেইদৰে প্ৰাণ আৰু মনৰ সংযমো জ্ঞানৰ উপকাৰক হয় । সকলোতকৈ প্ৰধান ঋগ্‌বেদে জ্ঞানক [illegible] পণ্ডিতে সেই ঋগ্‌বেদক এৰি জ্ঞানৰ উৎপত্তি কেতিয়াও হ'ব নোৱাৰে ।

**বিধি অনুসাৰে অগ্নিত দিয়া আহুতি আদিত্যলৈ যায়, আদিত্যৰপৰা বৃষ্টি হয়, বৃষ্টিৰপৰা অন্ন জন্মে আৰু অন্নৰপৰা প্ৰজাৰ উৎপত্তি হয় । এই স্মৃতি অনুসাৰে যিবিলাকে যজ্ঞৰ অনুষ্ঠানৰ দ্বাৰা দেৱতাবিলাকৰ আৱপণ অৰ্থাৎ তৃপ্তি সম্পাদন কৰে, সকলো প্ৰাণীৰ উপকাৰক বুলি বৰষুণেই তেওঁলোকৰ পক্ষে শ্ৰেষ্ঠ ফল : যিবিলাকে নিৱপণ অৰ্থাৎ পিতৃ-তৰ্পণ কৰে, 'পিতৃ-পিতামহ আদি সন্তুষ্ট হৈ তোমাক পৰমায়ু, সন্তান, ধন, ৰাজ্য, বিদ্যা, সকলো সুখ আৰু মোক্ষ দিয়ক,' স্মৃতিত উক্ত কৰা এই বচন অনুসাৰে তেওঁলোকৰ বীজ অৰ্থাৎ নিজৰ উপকাৰক উক্ত বস্তুবিলাকেই শ্ৰেষ্ঠ-ফল ; যিবিলাকে ইহ-লোকতেই প্ৰতিষ্ঠা লাভ কৰিবলৈ অভিলাষ কৰে, সন্তোষ উৎপাদন কৰাৰ কাৰণে গাইবিলাকেই তেওঁলোকৰ পক্ষে শ্ৰেষ্ঠ ফল ; আৰু যিবিলাকে সন্তান লাভ কৰিবলৈ কামনা কৰে তেওঁলোকৰ পক্ষে শ্ৰাদ্ধ, তৰ্পণ আদিৰ অধিকাৰী কাৰণে পুত্ৰই দৌহিত্ৰতকৈ শ্ৰেষ্ঠ ফল ।

যুধিষ্ঠিৰে ক'লে, মাছে টোপনিতো চকু নুমুদে, কণী জন্মিও স্পন্দিত নহয়, শিলৰ হৃদয় নাই আৰু নদী বেগতে বাঢ়ি উঠে। ৬২ ॥*

যক্ষই ক'লে, প্ৰৱাসীৰ মিত্ৰ কোন? সাধুবিলাকৰ ঘৰৰ মিত্ৰ কোন? আতুৰৰ মিত্ৰ কোন? মৰিবলৈ ওলোৱা লোকৰ মিত্ৰ কোন? ৬৩ ॥

যুধিষ্ঠিৰে ক'লে, প্ৰৱাসীৰ মিত্ৰ সংগৰীয়া, সাধুসকলৰ ঘৰৰ মিত্ৰ গৃহিণী, আতুৰ অৰ্থাৎ ৰোগীৰ মিত্ৰ চিকিৎসক আৰু মৰিবৰে ওলোৱা লোকৰ মিত্ৰ দান। ৬৪ ॥**

---

* মাছে যেনেকৈ নদীৰ দুয়ো পাৰে বিচৰণ কৰি নিজৰ থকা ঠাই পানীত শুই থাকিও চকু নুমুদে সেইদৰে জীৱয়ো স্বপ্নাৱস্থা আৰু নিদ্ৰাৱস্থা অথবা ইহলোক আৰু পৰলোকত বিচৰণ কৰিও নিজৰ আশ্ৰয়-ৰূপ পৰব্ৰহ্ম পালেও মনৰ দৰে লুপ্তদৃষ্টি নহয়, গতিকে মনৰ নাশ হ'লেও জীৱৰ নাশ হোৱাৰ সম্ভাৱনা নাই। অবিনাশী কাৰণে জীৱৰ উৎপত্তি নাই সঁচা, কিন্তু অণ্ড অৰ্থাৎ পিণ্ড-ব্ৰহ্মাণ্ড উৎপন্ন হয় আৰু উৎপন্ন হৈও স্পন্দিত নহয়। পুৰুষ-প্ৰৱৰ্তিত অহংকাৰ আদি জড়বৰ্গহে চেষ্টিত হয়। উৎপন্ন আৰু অনুৎপন্ন এই পিণ্ড-ব্ৰহ্মাণ্ডৰ আৰু জীৱৰ যি সংযোগ ৰূপ দুঃখ তাৰ নিবৃত্তিৰ উপায় কেৱল স্থূল, সূক্ষ্ম, কাৰণ—এই তিনিপ্ৰকাৰ শৰীৰৰ আৰোপৰ নিবৃত্তি 'অশ্ম' অৰ্থাৎ আপতে কোৱা তিনিপ্ৰকাৰ শৰীৰৰ অধ্যাস-ৰহিত যোগীৰ হৃদয় শোকৰ ঠাই নহয়। কিন্তু সমাধিৰপৰা যে যোগীবিলাকৰ ব্যুত্থান হয়, সেইটো কেৱল চিত্তৰ বিক্ষেপৰ কাৰণেহে। তেওঁলোকৰ চিত্ত-নদী বাহ্য দৰ্শনাদিৰ আবেগত বাঢ়ি উঠে। গতিকে সুষুপ্ত লোকৰ সপোন দেখাৰ দৰে সমাধিৰপৰা উঠিলেই তেওঁলোকৰ প্ৰপঞ্চ-জ্ঞান হৈ থাকে।

---

** প্ৰবাসী মানুহক সংগৰীয়া লোকে যিদৰে আপদে-বিপদে সহায় কৰে, সাধুলোকৰ গৃহিণীয়ে যিদৰে গৃহ-কাৰ্য্যত সহায় কৰে আৰু চিকিৎসকে ৰোগীক ৰোগৰপৰা মুক্ত কৰিবলৈ যিদৰে সহায় কৰে, সেইদৰে যি মনক নিৰোধ কৰিব নোৱাৰে তেনে লোকৰ পক্ষে পৰলোকত দানেই মিত্ৰ। ইয়াৰ তাৎপৰ্য্য হ'ল, অকপটভাৱে, বিশুদ্ধচিত্তে দান কৰিলে সেই দানৰ ফলত পৰলোকত শান্তি হয়।

যক্ষই ক'লে, হে ৰাজেন্দ্ৰ, সকলো প্ৰাণীৰ অতিথি কোন? সনাতন ধৰ্ম্ম কি? অমৃত কি? আৰু এই সকলো জগৎ কি? ৬৫॥

যুধিষ্ঠিৰে ক'লে, সকলো প্ৰাণীৰ অতিথি অগ্নি, গৰুৰ দুগ্ধই অমৃত, সেই অমৃতেই অমৃত সনাতন ধৰ্ম্ম আৰু বায়ু এই সমগ্ৰ জগৎ। ৬৬॥ *

যক্ষই ক'লে, কোন বস্তু অকলে বিচৰণ কৰে? কোন বস্তু জন্মি আকৌ জন্মে? হিমৰ ঔষধ কি? আৰু কি বস্তু ডাঙৰ আৱৰণ? ৬৭॥

যুধিষ্ঠিৰে ক'লে, সূৰ্য্য অকলে বিচৰণ কৰে, চন্দ্ৰ বাৰে বাৰে জন্মে, অগ্নিয়েই হিমৰ ঔষধ আৰু ভূমিয়েই ডাঙৰ আৱৰণ। ৬৮॥ **

যক্ষই ক'লে, ধৰ্ম্মৰ শেষ ঠাই কি? যশস্যাৰ শেষ ঠাই কি? স্বৰ্গৰ শেষ ঠাই কি আৰু সুখৰ শেষ ঠাই কি? ৬৯॥

যুধিষ্ঠিৰে ক'লে, ধৰ্ম্মৰ শেষ ঠাই দক্ষতা, যশস্যাৰ শেষ ঠাই দান, স্বৰ্গৰ শেষ ঠাই সত্য আৰু সুখৰ শেষ ঠাই স্বভাৱ। ৭০॥ ***

যক্ষই ক'লে, মানুহৰ আত্মা বোলা বস্তু কি? এওঁৰ দৈৱ-লব্ধ বন্ধু কোন? এওঁৰ উপজীৱন কি আৰু পৰম আশ্ৰয় কি? ৭১॥

---

* দান চিত্ত-শুদ্ধিৰ দ্বাৰা যজ্ঞাদিৰ প্ৰবৃত্তিৰ কাৰণ। যজ্ঞাদিও চিত্তৰ একাগ্ৰতাৰ দ্বাৰায় সমষ্টি-উপাসনাৰ প্ৰেৰক। সেইবাবে যজ্ঞৰ সাধন আহৱনীয়াদি অগ্নিয়েই অতিথিৰ দৰে সকলোৰে পূজনীয়। ঔষধিৰ অধিপতি চন্দ্ৰ। সকলো বৃক্ষ-তৃণ-লতা আদিৰ লগত চন্দ্ৰৰ সম্পৰ্ক থাকে। গাইবিলাকে তৃণাদি খোৱাৰ কাৰণে তৃণাদিৰ লগত সম্পৰ্ক থকা চন্দ্ৰ দুগ্ধৰূপে নিৰ্গত হয়। তাকে অগ্নিত আহুতি দিয়া হয় কাৰণে সেই দুগ্ধই অমৃত আৰু সোম নামে অভিহিত হয়। এই অমৃতেই মুক্তিৰ কাৰণ বুলি ইয়েই সনাতন ধৰ্ম্ম। 'বায়ুৰেই ব্যষ্টি' বায়ুৱেই সমষ্টি এই শ্ৰুতি অনুসাৰে পিণ্ড-ব্ৰহ্মাণ্ডাত্মক সকলোতে ব্যাপি থকা বায়ুকে মুক্তিৰ দ্বাৰ বুলি কব লাগিব।

** পিণ্ড-ব্ৰহ্মাণ্ডাত্মক বায়ুৰ বিনাশ হ'লে জগৎ-প্ৰকাশক সূৰ্য্যৰ নিচিনা চিদাত্মক আত্মা মাত্ৰ বৰ্ত্তমান থাকে। সেয়ে হ'লেও যে প্ৰপঞ্চ ভাণ হয় তাৰ একমাত্ৰ কাৰণ মনৰ কল্পনা। 'চন্দ্ৰমা মন হৈ' এই শ্ৰুতি-প্ৰমাণ অনুসাৰে অবিদ্যাৰাশতঃ চন্দ্ৰমা অৰ্থাৎ মন বাৰে বাৰে উৎপন্ন হয়। সেই মনেই দুঃখদায়ক জগতৰ কল্পনা কৰে। 'অগ্নি বাক্য হৈ' এই শ্ৰুতি অনুসাৰে 'অহং ব্ৰহ্মাস্মি' ইত্যাদি ব্ৰহ্ম প্ৰতিপাদক শ্ৰুতিবাক্যবিলাক সেই সূৰ্য্যৰ অভিভাৱক অবিদ্যা জাড্যৰূপ হিমৰ নিবাৰক; আৰু এই ভূমি অৰ্থাৎ শৰীৰ প্ৰধান আৱৰণ, অৰ্থাৎ বিদ্যা আৰু অবিদ্যাৰ প্ৰধান আধাৰ; এই শৰীৰতেই সংসাৰিতৰ দৰে অসৎসাৰী ব্ৰহ্ম-ভাৱো সাক্ষাৎকাৰ কৰিব পৰা যায়।

*** ধৰ্ম্ম, যশস্যা, স্বৰ্গ আৰু সুখ লাভ কৰা যাব উদ্দেশ্যে তেওঁ উদ্যোগ, দান, আৰু সৎ-স্বভাৱৰ আশ্ৰয় কৰিলে কৃতকাৰ্য্য হ'ব পাৰে; কাৰণ উদ্যোগ আদিতেই ধৰ্ম্ম সুপ্ৰতিষ্ঠিত থাকে।

যুধিষ্ঠিৰে ক'লে, মানৱৰ পুত্ৰই আত্মা, ভাৰ্য্যায়েই দৈৱ-লব্ধ বন্ধু, মেঘেই উপ-জীৱন আৰু দানেই পৰম আশ্ৰয়। ৭২ ॥*

যক্ষই ক'লে, ধনৰ সাধ-নৱস্তুবিলাকৰ ভিতৰত উত্তম কি? ধনৰ ভিতৰত উত্তম কি? লাভবিলাকৰ ভিতৰত উত্তম কি? ৭৩ ॥

যুধিষ্ঠিৰে ক'লে, দক্ষতাই ধনৰ সাধনবিলাকৰ ভিতৰত উত্তম, শাস্ত্ৰ-জ্ঞান ধন-সকলৰ ভিতৰত উত্তম, আৰোগ্যই লাভসকলৰ ভিতৰত উত্তম, আৰু সন্তোষেই সুখসকলৰ ভিতৰত উত্তম। ৭৪ ॥**

যক্ষই ক'লে, সংসাৰত কোন ধৰ্ম্ম শ্ৰেষ্ঠ? কোন ধৰ্ম্ম নিত্য-ফলদায়ক? কাক সংযত কৰিলে মানৱে শোক নকৰে আৰু কাৰে সৈতে সন্ধি কৰিলে ভঙ্গ নহয়? ৭৫ ॥

যুধিষ্ঠিৰে ক'লে, আনৃশংস্যই পৰম ধৰ্ম্ম, ত্ৰয়ী ধৰ্ম্মই নিত্য-ফল-বিশিষ্ট, সংসাৰত মানৱে মন সংযত কৰি শোক নকৰে আৰু সাধুসকলেৰে সৈতে সন্ধি কৰিলে সি জীৰ্ণ নহয়। ৭৬ ॥ ***

যক্ষই ক'লে, কি পৰিত্যাগ কৰিলে লোক প্ৰিয় হ'ব পাৰে? কি পৰিত্যাগ কৰিলে লোকে শোক নকৰে? কি পৰিত্যাগ কৰিলে অৰ্থৱান হয় আৰু কি পৰি-ত্যাগ কৰিলে সুখী হয়? ৭৭ ॥

---

আগতে কোৱা উদ্যোগ, দান, সত্য আৰু শীল—এই গোটেইবিলাকৰে সেৱা কৰা উচিত। কিন্তু তাৰ ভিতৰতে দানক সকলো প্ৰকাৰে সেৱা কৰিব লাগে। কাৰণ, দানে পৰলোকত আত্ম-প্ৰদান কৰে কাৰণে পুত্ৰৰ দৰে দান আত্মা। আৰু এই দানৰ ফল বৰ ৰমণীয় আৰু সন্তোষদায়ক কাৰণেই ভাৰ্য্যাৰ দৰে বন্ধু। 'নিদিলে ভোগ কৰিব নোৱাৰি' এই বচন অনুসাৰে পৰকালত উপজীব্য কাৰণে মেঘৰ দৰে উপজীৱনৰ স্বৰূপ।

**শাস্ত্ৰ-জ্ঞানৰ ওচৰত সোণ-ৰূপ আদি সকলো ধন বিনাশী কাৰণে সিবোৰ অতি নিকৃষ্ট। সেই শাস্ত্ৰ-জ্ঞান-ৰূপ উৎকৃষ্ট ধন উপাৰ্জ্জন কৰিবলৈ উদ্যোগ কৰা আৱশ্যক। শাস্ত্ৰ-জ্ঞানৰ প্ৰকৃত উদ্দেশ্য হৈছে ধৰ্ম্ম সঞ্চয় কৰা; কিন্তু শৰীৰ আৰু মন যদি ৰুগ্ন হয়, তেতিয়া হ'লে সেইটো কোনোপ্ৰকাৰে সিদ্ধ নহয়, গতিকে ধৰ্ম্ম-সাধনৰ পৰম উপযোগী হোৱাৰ কাৰণে আৰোগ্যই উৎকৃষ্ট লাভ। বাসনাই মান-ৱৰ দুঃখৰ মূল কাৰণ, এই বাসনা দূৰ হ'লে দুঃখ নাথাকে আৰু কামনাৰ নাশেই সন্তোষ। গতিকে সন্তোষেই প্ৰধান সুখ। উদ্যোগ, অধ্যয়ন আৰু আৰোগ্য— এই তিনিটা কেৱল সন্তোষৰ দ্বাৰা জ্ঞানৰ উপযোগী হয়।

*** বিষয় পৰিত্যাগ কৰা লোকৰপৰা কাৰো ভয়ৰ সম্ভাৱনা নাথাকে কাৰণে সন্ন্যাস ধৰ্ম্মই শ্ৰেষ্ঠ ধৰ্ম্ম আৰু সদায় গ্ৰহণ কৰিব লগীয়া। অকাৰ, উকাৰ আৰু মকাৰ— এই ত্ৰিমাত্ৰাত্মক প্ৰণৱেই ত্ৰয়ী। তাক আশ্ৰয় কৰা ধৰ্ম্ম এই যে ওপৰত কোৱা অকাৰাদিৰ অৰ্থভূত স্থূল, সূক্ষ্ম আৰু কাৰণ— আত্মাৰ এই উপৰি তিনিটাৰ পাছৰটোত আগৰ আগৰ কেইটাৰ প্ৰবিলাপৰ দ্বাৰা অৰ্দ্ধ-মাত্ৰাত্মক তুৰীয় ব্ৰহ্মতে লয় হয়; গতিকে মোক্ষৰ কাৰণ হোৱাৰ বাবে এই ত্ৰয়ী ধৰ্ম্মৰ ফলেই অক্ষয়। এই ধৰ্ম্ম লাভ কৰাৰ একমাত্ৰ উপায় মনৰ সংযম। কিয়নো, মনৰ দ্বাৰা আত্মতত্ত্ব অৱগত হৈ জীৱ শোকৰপৰা মুক্ত হয়। কিন্তু কিভাৱে মনক নিগৃহীত কৰিব পৰা যায় সেইটো জানিব লাগিলে কৃপালু সাধুবিলাকৰ আশ্ৰয় লোৱা আৱশ্যক। কাৰণ, তেওঁলোকৰ আশ্ৰয় ললেহে কৃতকাৰ্য্য হ'ব পৰা যায়।

যুধিষ্ঠিৰে ক'লে, মানৰ অভিমান এৰিলে সুখী হয়, ক্ৰোধ এৰিলে মানুহে শোক নকৰে, কাম এৰিলে মানুহ অৰ্থবান হয়, আৰু লোভ এৰিলে সুখী হয়। ৭৮ ॥ *

যক্ষই ক'লে, কিহৰ কাৰণে ব্ৰাহ্মণক, কিহৰ কাৰণে নট-নৰ্ত্তকক, কিহৰ কাৰণে ভৃত্যক আৰু কিহৰ কাৰণে ৰজাক দান দিয়া হয়? ৭৯ ॥

যুধিষ্ঠিৰে ক'লে, ধৰ্ম্মৰ কাৰণে ব্ৰাহ্মণক, যশস্যাৰ কাৰণে নট-নৰ্ত্তকক, ভৰণৰ কাৰণে ভৃত্যক আৰু ভয়ৰ কাৰণে ৰজাক দান দিয়া হয়। ৮০ ॥ **

যক্ষই ক'লে, লোক কিহেৰে আবৃত থাকে? কিহেৰ প্ৰকাশ নাপায়? কি কাৰণে মিত্ৰই ত্যাগ কৰে আৰু কি কাৰণে স্বৰ্গলৈ নাযায়? ৮১ ॥

যুধিষ্ঠিৰে ক'লে, লোক অজ্ঞানেৰে আবৃত হৈ থাকে, তমো-গুণেৰে প্ৰকাশ নাপায়, লোভৰ কাৰণে মিত্ৰক পৰিত্যাগ কৰে আৰু সঙ্গৰ কাৰণে স্বৰ্গলৈ নাযায়। ৮২ ॥ ***

---

* অভিমান, ক্ৰোধ, কামনা আৰু লোভ—এই কেইটাই হৈছে সকলো অনৰ্থৰ মূল। গতিকে এইবিলাক পৰিত্যাগ কৰিলে মন নিগৃহীত হয়। ৭৮ ॥

** যি দান ধৰ্ম্মৰ কাৰণে বুলি আগতে কোৱা হৈছে সেই দান হৈছে ব্ৰাহ্মণক দিয়া দানহে। নৰ্ত্তকাদিক দিয়া দান ধৰ্ম্মৰ কাৰণে নহয়।

*** যেনেদৰে ৰজ্জুত সৰ্পভ্ৰম হ'লে ৰজ্জু প্ৰকাশ নাপায়, সেইদৰে জৰা, মৰণ, শোক, দুঃখ আদিৰ আশ্ৰয়ভূত অজ্ঞানৰ কাৰ্য্য স্থূল আৰু সূক্ষ্ম শৰীৰৰ দ্বাৰা লোক অৰ্থাৎ দৰ্শনৰ বিষয়ভূত আত্মা তিৰোহিত হৈ আছে। এই কাৰণে সেই অজ্ঞান নাশৰ কাৰণে আগতে কোৱা প্ৰবিলাপন-ৰূপ ত্ৰয়ী-ধৰ্ম্ম অৱশ্যেই গ্ৰহণ কৰিব লাগে। দানৰ প্ৰভাৱত মান আদিৰ পৰাজয়পূৰ্ব্বক মনক নিগৃহীত কৰিলেই আত্যন্তিক দুঃখ নাশ হ'ব পাৰে। গতিকে ত্ৰয়ী-ধৰ্ম্মৰ আশ্ৰয় কৰাৰ প্ৰয়োজন নাই, আৰু সুষুপ্তি-কালত স্থূল আৰু সূক্ষ্ম শৰীৰ দুটাৰো জ্ঞান নাথাকে। গতিকে আপোনা-আপুনিয়েই অজ্ঞান নাশ হয় যেতিয়া ত্ৰয়ী-ধৰ্ম্মৰ আচৰণ কৰাৰ কি প্ৰয়োজন? এনে কৰাটো নিশ্চয় উচিত নহয়। কাৰণ 'তম' অৰ্থাৎ মূল অজ্ঞান-ৰূপ মায়াৰ দ্বাৰা সুষুপ্তি-কালতো আত্মা আবৃত হৈ থাকে, গতিকে প্ৰকাশ নহয়। এই কাৰণে অজ্ঞান-নাশৰ বাবে স্থূল, সূক্ষ্ম, আৰু কাৰণ—এই তিনিটা শৰীৰকেই প্ৰকৃষ্টভাৱে বিলীন কৰিব লাগে। কাৰণ, জ্ঞান আৰু অজ্ঞান— এই দুয়োটা পদাৰ্থ পৰস্পৰ-বিৰুদ্ধ যেতিয়া, কেৱল মনক নিৰোধ কৰিলেই অজ্ঞানকৃত সংসাৰ কোনোপ্ৰকাৰে নাশ হয় বুলি ক'ব নোৱাৰি, কিন্তু যিদৰে সৰ্পৰ বধৰ দ্বাৰা ৰজ্জুৰ নিশ্চয় হ'লে ভ্ৰান্তিমূলক ভয় একেবাৰে নিৰ্ম্মূল হয়, সেইদৰে দেহ তিনিটাৰ বধত আত্ম-স্বৰূপৰ প্ৰতীতি হ'লেই সমূল সংসাৰৰ নাশ হয়। মানৱে যে অত্যন্ত অন্তৰঙ্গ-সাধন শম, দম আদি পৰিত্যাগ কৰে, আৰু সংসাৰ-বন্ধনৰপৰা মুক্ত হ'ব নোৱাৰে, তাৰ এক-মাত্ৰ কাৰণ লোভ আৰু আসক্তি। সেই কাৰণে সকলোপ্ৰকাৰে লোভ আৰু আসক্তি পৰিহাৰপূৰ্ব্বক জ্ঞান সাধন কৰা উচিত।

যক্ষই ক'লে, পুৰুষ কেনেকৈ মৃত হয়? ৰাষ্ট্ৰ কেনেকৈ মৃত হয়? শ্ৰাদ্ধ কেনেকৈ মৃত হয় আৰু যজ্ঞ কেনেকৈ মৃত হয়? ৮৩॥

যুধিষ্ঠিৰে ক'লে, পুৰুষ দৰিদ্ৰ হ'লে মৃত হয়, ৰজা ন'হলে ৰাষ্ট্ৰ মৃত হয়, শ্ৰোত্ৰিয় নহলে শ্ৰাদ্ধ মৃত হয় আৰু দক্ষিণা নহলে যজ্ঞ মৃত হয়। ৮৪॥ *

যক্ষই ক'লে, দিক্ কি? পানী কি? অন্ন কি? বিষ কি? আৰু শ্ৰাদ্ধৰ কাল কি? এইবিলাক কোৱাঁ আৰু তাৰ পাছত পানী খোৱাঁ আৰু নিয়াঁও। ৮৫॥

যুধিষ্ঠিৰে ক'লে, সাধুবিলাকেই দিক্, আকাশেই পানী, ভিক্ষাই বিষ, গৰুৱেই অন্ন আৰু ব্ৰাহ্মণেই শ্ৰাদ্ধৰ কাল। হে যক্ষ, আপুনি বা কি ভাবে? ৮৬॥ **

যক্ষই ক'লে, তপস্যাৰ স্বৰূপ কি? দম কাক বোলে? শ্ৰেষ্ঠ ক্ষমা কাক বোলে আৰু লাজ কাক বোলে? ৮৭॥

---

* প্ৰাণভূমি-পতিত সঞ্চাৰ-স্থান শৰীৰ-ৰূপ ৰাষ্ট্ৰ প্ৰাণবিহীন হ'লে যিদৰে নিষ্ফল হয়, বেদ-বেদান্তজ্ঞ ব্ৰাহ্মণ নহলে শ্ৰাদ্ধ যিদৰে নিষ্ফল হয় আৰু দক্ষিণা-ৰহিত হলে যজ্ঞ যিদৰে নিষ্ফল হয়, সেইদৰে দৰিদ্ৰ পুৰুষ লুব্ধচিত্ত আৰু দান-মানাদি-ৰহিত হোৱাৰ কাৰণে জীয়াই থাকিলেও মৰাৰ দৰে হয়।

** বেদ-প্ৰমাণনিষ্ঠ সাধু ব্যক্তিয়েই ব্ৰহ্ম-জ্ঞানৰ আচল উপদেষ্টা। এই কাৰণে আচাৰ্য্যৰ উপদেশ অনুসাৰে ব্ৰহ্মক জানিব লাগে। বেদৰ প্ৰমাণ অনুসাৰে 'জল' শব্দৰ বাচ্য হৈছে পিণ্ড-ব্ৰহ্মাণ্ডাত্মক কাৰ্য্যৰ অভিমানী, অচেতন, ব্যষ্টি, সমষ্টি, জীৱ; আৰু আকাশ শব্দই পিণ্ড-ব্ৰহ্মাণ্ডাত্মক অব্যাকৃত কাৰণৰ অভিমানী ঈশ্বৰক লক্ষ্য কৰিছে। কেৱল উপাধিৰ দ্বাৰা এইবিলাক ভিন্ ভিন্ বুলি প্ৰতীতি হয়। নহলে 'সেই এই দেৱদত্ত'—এই বাক্যত যেনেকৈ সেই কাল সেই দেৱদত্ত আৰু এই দেশ এই কালৰ দেৱদত্তৰ দেশ আৰু কালৰূপ উপধি-অংশ বাদ দিলে সকলো ভেদ আঁতৰি গৈ কেৱল দেৱদত্তৰ স্বৰূপ মাথোন প্ৰতীতি হয়, সেইদৰে জীৱত্ব আৰু ঈশ্বৰত্ব—এই উপাধি অংশ এৰি পেলালে উভয়তে কেৱল শুদ্ধ চৈতন্য অংশ মাত্ৰ লক্ষিত হয়। এইপ্ৰকাৰে উপধি-ভেদ গুচাবৰ একমাত্ৰ উপায় হৈছে ইন্দ্ৰিয়-সংযম আৰু ইন্দ্ৰিয়-গ্ৰাহ্য বিষয়সমূহৰ প্ৰবিলাপন। পানী মিহলোৱা লোণৰ দৰে প্ৰবিলাপন অনায়াসে হ'ব পাৰে যদিও, তথাপি নোহোৱাৰ কাৰণ হৈছে প্ৰাৰ্থনা, অৰ্থাৎ কাম। জন্ম-মৰণৰ কাৰণ হোৱাৰ কাৰণে কামেই বিষৰ দৰে অনৰ্থক হৈছে। গতিকে কাম পৰিত্যাগপূৰ্ব্বক গুৰুৰ উপদেশ অনুসাৰে সকলো প্ৰপঞ্চ বিলাপিত কৰি জীৱ আৰু ব্ৰহ্মৰ অভেদ সাক্ষাৎকাৰ কৰা উচিত। কিয়নো শ্ৰদ্ধাৰে সৈতে যিটো দিয়া হয় তাৰ সময় কেৱল ব্ৰাহ্মণ অৰ্থাৎ ব্ৰহ্মজ্ঞ। যি সময়তে ব্ৰহ্মজ্ঞ উপস্থিত হ'ব, তেতিয়াই ধৰ্ম্ম-জ্ঞানাদিৰ শিক্ষা আৰু অনুষ্ঠান কৰা কৰ্ত্তব্য। হে যক্ষ, আপুনি মোক্ষ-সাধনেৰে সৈতে যি ব্ৰহ্মজ্ঞানৰ কথা সুধিলে মই জ্ঞান অনুসাৰে তাৰ উত্তৰ দিলোঁ। এতিয়া আৰু কিবা সুধিব লগীয়া আছে যদি সোধক।

যুধিষ্ঠিৰে ক'লে, স্বধৰ্ম্মত নিৰত থকাই তপস্যা, মনৰ নিগ্ৰহেই দম, দ্বন্দ্ব-সহিষ্ণুতাই ক্ষমা আৰু অসৎ কাৰ্য্যৰপৰা বিৰত থকাই লজ্জা। ৮৮ ॥

যক্ষই ক'লে, হে ৰজা, উৎকৃষ্ট জ্ঞান কি? উৎকৃষ্ট শম কি? উৎকৃষ্ট ক্ষমা কি আৰু উৎকৃষ্ট আৰ্জ্জৱ কি? ৮৯ ॥

যুধিষ্ঠিৰে ক'লে, তত্ত্বাৰ্থৰ বোধেই উৎকৃষ্ট জ্ঞান, চিত্তৰ প্ৰশান্তভাই উৎকৃষ্ট শম, সকলো প্ৰাণীৰ সুখ ইচ্ছা কৰাই দয়া আৰু সমচিত্ততা অৰ্থাৎ চিত্তৰ সম-ভাৱ ৰখায়েই সাৰল্য। ৯০ ॥

যক্ষই ক'লে, পুৰুষৰ দুৰ্জ্জয় শত্ৰু কোন বোলে? অন্ত নপৰা ব্যাধি কাক বোলে? সাধু কাক বোলে আৰু কাকেই বা অসাধু বোলে? ৯১ ॥

যুধিষ্ঠিৰে ক'লে, ক্ৰোধেই মানৱৰ দুৰ্জ্জয় শত্ৰু, লোভেই অন্ত নপৰা ব্যাধি, সকলো প্ৰাণীৰে হিতকাৰীয়েই সাধু আৰু নিৰ্দ্দয় ব্যক্তিয়েই অসাধু। ৯২ ॥

যক্ষই ক'লে, ৰজা, মোহ কাক বোলে? অভিমান কাক বোলে? আলস্য কাক বোলে আৰু শোক কাক বোলে? ৯৩ ॥

যুধিষ্ঠিৰে ক'লে, ধৰ্ম্ম-বিষয়ত অনভিজ্ঞ হৈ থকাই মোহ, আত্মাভিমানেই অভিমান, ধৰ্ম্মত নিষ্ক্ৰিয় হৈ থকাই আলস্য আৰু শোকেই অজ্ঞান। ৯৪ ॥

যক্ষই ক'লে, এই সংসাৰত ঋষিসকলে কিহক উৎকৃষ্ট স্থৈৰ্য্য, কিহক উৎকৃষ্ট ধৈৰ্য্য, কিহক উৎকৃষ্ট স্নান আৰু কিহক উৎকৃষ্ট দান বুলি কৈ গৈছে? ৯৫ ॥

যুধিষ্ঠিৰে ক'লে, ঋষিসকলে স্বধৰ্ম্মত নিৰত থকাকে স্থৈৰ্য্য, ইন্দ্ৰিয়-সংযম কৰাকে ধৈৰ্য্য, মনৰ মল ত্যাগ কৰাকে উৎকৃষ্ট স্নান আৰু প্ৰাণীবিলাকক ৰক্ষা কৰাকে উৎকৃষ্ট দান বুলি কৈছে। ৯৬ ॥

যক্ষই ক'লে, কোন লোকক পণ্ডিত বুলি জানিব লাগিব? নাস্তিক কাক বোলে? মূৰ্খ কোন? কাম কি আৰু কাক মৎসৰ বুলি কোৱা আছে? ৯৭ ॥

যুধিষ্ঠিৰে ক'লে, ধৰ্ম্মজ্ঞ ব্যক্তিকেই পণ্ডিত বুলি জানিব লাগিব, পৰলোকত বিশ্বাস নকৰা মূৰ্খই নাস্তিক, সংসাৰৰ হেতু-বাসনাই হৈছে কাম আৰু হৃদয়ৰ তাপকেই মৎসৰ বুলি কোৱা আছে। ৯৮ ॥

যক্ষই ক'লে, অহঙ্কাৰ কাক বোলে? দম্ভ কাক বোলে? কাক পৰম দৈৱ বুলি কয় আৰু কাক পৈশুন্য বোলে? ৯৯ ॥

যুধিষ্ঠিৰে ক'লে, মহা অজ্ঞানক অহঙ্কাৰ বোলে, ধৰ্ম্মৰ ধ্বজা উৰুওৱাকে দম্ভ বোলে, দানৰ ফলকে পৰম দৈৱ বোলে আৰু পৰৰ দোষ অনুসন্ধান কৰা অথবা পৰৰ ওপৰত মিছাকৈ দোষ আৰোপ কৰাকে পৈশুন্য বোলে। ১০০ ॥

যক্ষই ক'লে, ধৰ্ম্ম, অৰ্থ আৰু কাম— এইবিলাক পৰস্পৰ-বিৰোধী বস্তু, নিত্য-বিৰুদ্ধ এইবিলাকৰ কেনেকৈ একঠাইত মিলন হ'ব পাৰে? ১০১ ॥

যুধিষ্ঠিৰে ক'লে, যেতিয়া ধৰ্ম্ম আৰু ভাৰ্য্যা— এই দুটা পৰস্পৰৰ অধীন হয় তেতিয়া ধৰ্ম্ম, অৰ্থ আৰু কাম —এই তিনিটাৰ বিৰোধ নহয়। ১০২ ॥*

যক্ষই ক'লে, হে ভৰতশ্ৰেষ্ঠ, কিহেৰে মানুহে অক্ষয় নৰক পায়? মই এই কথাটো তোমাক সুধিছো। তুমি মোৰ প্ৰশ্নৰ উত্তৰটো অতি সোনকালে দিয়া। ১০৩ ॥

যুধিষ্ঠিৰে ক'লে, হে যক্ষ, যি ভিক্ষাৰী দুখীয়া ব্ৰাহ্মণক ভিক্ষা দিম বুলি নিজে মাতি আনি পাছত নাই বুলি কৈ ওভতাই পঠায়, সিজনেই অক্ষয় নৰক পায়। ১১৪ ॥

বেদ, ধৰ্ম্মশাস্ত্ৰ, ব্ৰাহ্মণ, দেৱতা আৰু পিতৃ-ধৰ্ম্মসকলত যি মিছা বুদ্ধি কৰে অৰ্থাৎ যি বেদাদিক মিছা বুলি কয়, সিয়েই অক্ষয় নৰকত পৰে। ১০৫ ॥

যি লোকে ধন থাকিলেও দান-ভোগত বঞ্চিত হৈ পাছত নাই বুলি মিছা কথা কয়, সিয়েই অক্ষয় নৰকত পৰে। ১০৬ ॥

যক্ষই ক'লে,- বংশ, চৰিত্ৰ, বেদপাঠ আৰু বেদ আদি শাস্ত্ৰৰ জ্ঞান— এই বিলাকৰ ভিতৰত কিহেৰে আচলতে ব্ৰাহ্মণত্ব লাভ হ'ব পাৰে— সেইটো মোক নিশ্চিত কৰি কোৱা। ১০৭ ॥

যুধিষ্ঠিৰে ক'লে, হে পিতা যক্ষ, শুনক, বংশ, বেদাধ্যয়ন বা বেদাদি শাস্ত্ৰৰ অৰ্থৰ বিশিষ্ট জ্ঞান— এইবিলাক ব্ৰাহ্মণত্বৰ শ্ৰেষ্ঠ কাৰণ নহয়, অকল চৰিত্ৰইহে ব্ৰাহ্মণত্বৰ শ্ৰেষ্ঠ কাৰণ। ১০৮ ॥

ব্ৰাহ্মণে বিশেষভাৱে, যত্ন-সহকাৰে, ভালদৰে চৰিত্ৰ ৰক্ষা কৰা উচিত। কাৰণ যি চৰিত্ৰত ক্ষীণ নহয়, তেওঁ একোতেই ক্ষীণ নহয়। যাৰ চৰিত্ৰ হত হৈছে তেওঁহে আচলতে হত। ১০৯ ॥

অধ্যেতা (পঢ়োঁতা), অধ্যাপক আৰু শাস্ত্ৰ চিন্তা কৰা অন্যান্য লোক আছে, তেওঁলোক যদি ব্যসনা অৰ্থাৎ চৰিত্ৰ-হীন হয়, তেতিয়া হ'লে তেওঁলোক সকলোৱেই মূৰ্খ। ক্ৰিয়াৱানজনহে পণ্ডিত। ১১০ ॥

যি ব্ৰাহ্মণ চাৰিও বেদ জানিও চৰিত্ৰ-হীন হয়, তেওঁ শূদ্ৰতকৈও নীচ, আৰু, যি অগ্নিহোত্ৰপৰ অৰ্থাৎ সদায় অগ্নি হোত্ৰ কৰে আৰু জিতেন্দ্ৰিয়, তেওঁকহে প্ৰকৃত ব্ৰাহ্মণ বুলি কোৱা আছে। ১১১ ॥

যক্ষই ক'লে, প্ৰিয়ভাষী লোকে কি লাভ কৰে? বিবেচনা কৰি কাম কৰা

* যেতিয়া অগ্নিহোত্ৰ আদি ধৰ্ম্ম সন্ন্যাস ধৰ্ম্মৰ দৰে ভাৰ্য্যাৰ বিৰোধী নহয়, আৰু যেতিয়া ভাৰ্য্যা দানাদি কাৰ্য্যৰ প্ৰতিবন্ধকতাদিৰ দ্বাৰা ধৰ্ম্মৰ বিৰোধিনী নহয়, তেতিয়া ধৰ্ম্ম আৰু অৰ্থৰ উৎপন্ন হয় আৰু ভাৰ্য্যায়ো কাম পূৰণ কৰে। পতিকে, সেই সময়ত ধৰ্ম্ম, অৰ্থ আৰু কাম—এই তিনিটাৰ এঠাইত মিলন হয়। এই কাৰণে ধৰ্ম্ম-বিৰোধী অৰ্থ কাম থকাত ধৰ্ম্মৰ অনুষ্ঠান হ'ব নোৱাৰে বুলি কোৱা উচিত নহয়। আচলতে গৃহস্থ-লোকৰ ধৰ্ম্মৰ দ্বাৰা মুক্তি হ'ব পাৰে বুলি নিশ্চয় কৰি কোৱাটোহে উচিত।

লোকে কি লাভ কৰে ? বহু-মিত্ৰ-যুক্ত লোকে কি লাভ কৰে ? আৰু ধৰ্ম্মত ৰত লোকে কি লাভ কৰে ? ১১২ ॥

যুধিষ্ঠিৰে ক'লে, প্ৰিয়ভাষী লোক সকলোৰে প্ৰিয় হয়। বিবেচনা কৰি কাৰ্য্য কৰা লোক সকলো বিষয়তে জয়-যুক্ত হয়, বহু-মিত্ৰ-যুক্ত লোক সুখেৰে বাস কৰে আৰু যি লোক সদায় ধৰ্ম্মত ৰত থাকে তেওঁ উত্তম গতি লাভ কৰে। ১১৩ ॥

যক্ষই ক'লে, কোন আনন্দিত ? আশ্চৰ্য্য কি ? পন্থা কি আৰু বাৰ্ত্তা কি ? মোৰ এই প্ৰশ্ন চাৰিটাৰ অৰ্থ কোৱা, তোমাৰ ভাই চাৰিজন জীৱিত হওক। ১১৪ ॥

যুধিষ্ঠিৰে ক'লে, যি লোক ধৰুৱা আৰু প্ৰবাসী নহৈ দিনৰ পঞ্চম বা ষষ্ঠ-ভাগত নিজৰ ঘৰত শাক ৰান্ধি খাই থাকে, হে বাৰিচৰ, তেৱেঁই আনন্দিত। ১১৫ ॥

এই সংসাৰত প্ৰাণীবিলাক দিনে দিনে যমৰ ঘৰলৈ গৈয়ে আছে, তথাপি বাকী থকা লোকবিলাকে যে চিৰজীৱী হৈ থাকিম বুলি ভাবে ইয়াতকৈ আশ্চৰ্য্য কিবা আছেনে ? ১১৬ ॥

তৰ্কৰ কোনো সীমা নাই, বেদ-শাস্ত্ৰও ভিন্ ভিন্। এনে এজন ঋষিও নাই যাৰ মত প্ৰমাণ বুলি গণ্য হ'ব পাৰে, গতিকে ধৰ্ম্মৰ তত্ত্ব গুহাত নিহিত আছে। এই কাৰণে মহাজনসকল যি বাটেৰে গৈছে, সেইটোৱেই পন্থা। ১১৭ ॥*

এই সংসাৰত মহা অজ্ঞান-ৰূপ কেৰাহিত কালৰূপ-ৰান্ধনিয়ে দিন আৰু ৰাতি-ৰূপ খৰিৰে, সূৰ্য্য আৰু অগ্নিৰে, মাহ আৰু ঋতুৰূপ ঘোটনীৰে ঘূৰি প্ৰাণী-বিলাকক পাক কৰে, এইটোৱে বাৰ্ত্তা। ১১৮ ॥

যক্ষই ক'লে, হে শত্ৰুতাপন, তুমি মোৰ প্ৰশ্নবিলাকৰ যথাযথ ব্যাখ্যা কৰিলা। এতিয়া পুৰুষৰ ব্যাখ্যা কৰা আৰু কোন লোক সৰ্ব্বধনী কোৱা। ১১৯ ॥

যুধিষ্ঠিৰে ক'লে, পুণ্য কৰ্ম্মৰ দ্বাৰা উপাৰ্জ্জন কৰা যিটো শব্দই স্বৰ্গ আৰু মৰ্ত্ত্যক স্পৰ্শ কৰে, সেই শব্দটো যিমান দিনলৈ থাকিব, সেই পৰ্য্যন্ত তেওঁক পুৰুষ বুলি কোৱা হয়। যাৰ প্ৰিয়-অপ্ৰিয়, সুখ-দুঃখ আৰু অতীত-অনাগত সমান, সেই মানুহেই সৰ্ব্বধনী। ১২০-১২১ ॥**

---

* ধৰ্ম্মৰ তত্ত্ব নিৰূপণ কৰিবৰ কাৰণে তৰ্ক, শ্ৰুতি আৰু ঋষি-বাক্যবিলাকক অৱলম্বন কৰিব লাগিব। কিন্তু তৰ্কৰ কোনো অৱধি নাই, বেদৰ বাক্যবিলাকো পৰস্পৰ-বিৰুদ্ধ অৰ্থৰ প্ৰতিপাদক, আৰু ঋষিবিলাকৰ মতো ভিন্ ভিন্। গতিকে ধৰ্ম্মৰ তত্ত্ব নিৰ্ণয় কৰা টান। এই কাৰণে ধৰ্ম্মৰ তত্ত্ব নিৰূপণ কৰাৰ বাবে ধৰ্ম্ম-শাস্ত্ৰ আদি অলেখ বিদ্যাত পৰিশ্ৰম নকৰি মহৎ লোক যি বাটেৰে যায় সেই বাটেৰেই যোৱা উচিত।

** জীৱৰ সকাম বা নিষ্কাম কৰ্ম্মৰ দ্বাৰা যি এটা কীৰ্ত্তি শব্দৰ উৎপন্ন হয় সেই কীৰ্ত্তি শব্দই স্বৰ্গ আৰু মৰ্ত্ত্য ব্যাপে। সেই কীৰ্ত্তি শব্দটো যিমান দিনলৈ থাকে মানুহ মৰিলেও সিমান দিনলৈকে জীয়াই থকাৰ দৰে হয়। শাস্ত্ৰত কামনা অনু-

যক্ষই ক'লে, ৰজা, তুমি পুৰুষৰ (জীৱৰ) ব্যাখ্যা কৰিলা আৰু যি নৰ সৰ্ব্ব-ধনী তাৰো ব্যাখ্যা কৰিলা। সেই কাৰণে তোমাৰ ভ্ৰাতৃবিলাকৰ ভিতৰত তুমি যিজনকে ইচ্ছা কৰা সেইজনেই জীৱিত হওক। ১২২ ॥

যুধিষ্ঠিৰে ক'লে, হে যক্ষ, যিজনৰ শৰীৰৰ বৰণ শ্যাম, চকুযুৰি ৰঙা, বুকুখন বহল, আৰু উচ্চ শাল গছৰ দৰে শকত মহাবাহু, সেই নকুল জী উঠক ।১২৩ ॥

যক্ষই ক'লে, ভীমসেন তোমাৰ প্ৰিয়। এই অৰ্জ্জুন তোমালোকৰ আশ্ৰয়। হে ৰজা, তেওঁলোক দুজনক এৰি সেই সপত্নী-পুত্ৰ নকুলৰ জীৱন কিয় ইচ্ছা কৰিলা ? যাৰ দহ হাজাৰ হাতীৰ সমান বল, সেই ভীমসেনক এৰি থৈ তুমি নকুলৰ জীৱন ইচ্ছা কৰিছা ? ১২৪-১২৫ ॥

সেইদৰে, ভীমসেন তোমাৰ অতি প্ৰিয় বুলি সকলো লোকে কয়, তেন্তে কি অভিপ্ৰায়ে ভীমক এৰি সপত্নী-পুত্ৰৰ জীৱন বাঞ্ছা কৰিলা ? সকলো পাণ্ডৱে যাৰ বাহুবলক আশ্ৰয় কৰিছে সেই অৰ্জ্জুনক এৰি নকুলৰ জীৱন ইচ্ছা কৰিছা ? ১২৬-১২৭ ॥

যুধিষ্ঠিৰে ক'লে, ধৰ্ম্মক বিনষ্ট কৰিলে ধৰ্ম্মই বিনষ্ট কৰে, আৰু ধৰ্ম্মক ৰাখিলে ধৰ্ম্মই ৰক্ষা কৰে। গতিকে ধৰ্ম্ম বিনষ্ট হৈ যাতে আমাক নষ্ট নকৰে, তাৰ বাবে মই ধৰ্ম্ম নেৰোঁ। ১২৮ ॥

হে যক্ষ, অবৈষম্যক মই পৰমাৰ্থতকৈও পৰম ধৰ্ম্ম বুলি ভাবোঁ। সেই অবৈষম্যক মই ৰক্ষা কৰিবলৈ ইচ্ছা কৰিছোঁ। অতএব নকুল জী উঠক। ১২৯ ॥

ৰজা যুধিষ্ঠিৰ ধৰ্ম্মশীল—এইবুলি সকলোৱে মোক জানে। মই স্বধৰ্ম্মৰপৰা বিচলিত হব নোখোজোঁ। এই কাৰণে নকুল জী উঠক। ১৩০ ॥

মোৰ পিতাৰ কুন্তী আৰু মাদ্ৰী— এই দুগৰাকী ভাৰ্য্যা। দুয়োগৰাকীয়েই সপুত্ৰা হৈ থাওক—এইটোকে মোৰ মনে নিশ্চয় কৰিছে। ১৩১ ॥

কুন্তী যেনে, মাদ্ৰীও মোৰ তেনে মাতা। তেওঁলোক দুজনাৰ মাজত মোৰ কোনো প্ৰভেদ নাই। হে যক্ষ, তাই দুজনেৰে দুয়োগৰাকী সমান হৈ থকা মই ইচ্ছা কৰোঁ, অতএব নকুল জী উঠক। ১৩২ ॥

যক্ষই ক'লে, হে ভৰতশ্ৰেষ্ঠ, তোমাৰ মতে অৰ্থ আৰু কামতকৈ সমতাই শ্ৰেষ্ঠ, এই কাৰণে তোমাৰ সকলো কেইজন ভ্ৰাতৃ জী উঠক। ১৩৩ ॥

ইতি মহাভাৰতৰ বনপৰ্ব্বৰ অন্তৰ্গত অৰণি-হৰণ-পৰ্ব্বত যুধিষ্ঠিৰৰ খেদ আৰু যক্ষৰ প্ৰশ্ন নামৰ ত্ৰয়োদশাধিক-ত্ৰিশততম অধ্যায়। ৩১৩ ॥

---

সাৰে ইহলোকত জন্ম-গ্ৰহণ কাৰ্য্য কৰে। ইহলোকত খটখটিত উঠাৰ দৰে যি নিষ্কাম কৰ্ম্ম কৰে তেওঁ মুক্তি পায় আৰু যি সকাম কৰ্ম্ম কৰে তেওঁ নামি অহাৰ দৰে পুনঃ সংসাৰত কৰ্ম্ম-পাশৰ দ্বাৰা বিশেষভাৱে আবদ্ধ হৈ থাকে। কিন্তু যি মানৱ সকলোতে সমদৰ্শী, তেৱেঁই ব্ৰহ্মজ্ঞানীৰ লক্ষণ ধাৰণ কৰে আৰু তেৱেঁই সৰ্ব্বধনী অৰ্থাৎ পূৰ্ণকাম।

॥ অধ্যায় ৩১৪ ॥

## ॥ নকুল আদিৰ জীৱন আৰু যুধিষ্ঠিৰৰ বৰ-লাভ ॥

বৈশম্পায়নে ক'লে, তাৰ পাছত যক্ষৰ বচন অনুসাৰে সেই আটাই কেইজন পাণ্ডৱ উঠি বহিল আৰু মুহূৰ্ত্তৰ ভিতৰতে তেওঁলোকৰ ভোক-পিয়াহো আঁতৰি গ'ল। ১॥

যুধিষ্ঠিৰে ক'লে, পুণ্যৱন্ত এখন ভৰিৰে থিয় হৈ থকা অপৰাজেয় আপোনাক সুধিছো, আপুনি কোন দেৱতা ? মই ভাবোঁ, আপুনি যক্ষ নহয়। ২॥

আপুনি বসুসকলৰ, ৰুদ্ৰসকলৰ নাইবা মৰুৎসকলৰ ভিতৰত শ্ৰেষ্ঠ কোনোবা এজন হ'ব ? অথবা, বজ্ৰধাৰী স্বয়ং ত্ৰিদিবেশ্বৰ ইন্দ্ৰ হ'ব। ৩॥

মোৰ এই সকলোবিলাক ভাই লাখ বীৰৰে সৈতে যুদ্ধ কৰিবলৈ সমৰ্থ। মই এনে কোনো যোদ্ধা দেখা নাই যি এওঁলোক সকলোকে নিপাতিত কৰিব পাৰে। এওঁলোকৰ ইন্দ্ৰিয়বিলাক এনে সুস্থ হৈ আছে যে এওঁলোক যেন টোপনিৰ পৰা সাৰ পাইহে উঠিছে। গতিকে মোৰ বিশ্বাস, হয় আপুনি আমাৰ কোনোবা বন্ধু, নহয় স্বয়ং পিতা। ৪-৫॥

যক্ষই ক'লে, বাছা মৃদু-পৰাক্ৰম ভৰতশ্ৰেষ্ঠ, মই তোমাৰ পিতা ধৰ্ম্ম। তোমাক দেখা কৰাৰ ইচ্ছাৰে মই ইয়ালৈ আহিছো বুলি জানিবা। ৬॥

যশস্যা, সত্য, দম, শুচিতা, আৰ্জ্জৱ, লজ্জা, অচঞ্চলতা, দান, তপস্যা আৰু ব্ৰহ্মচৰ্য্য—এইবিলাক মোৰ শৰীৰ বুলি জানিবা। ৭॥

অহিংসা, সমতা, শান্তি, তপস্যা, শুচিতা আৰু অমৎসৰতা—এইবিলাক মোৰ দ্বাৰ বুলি জানিবা। তোমাত এইবিলাক আছে বুলি তুমি মোৰ সদায় অত্যন্ত প্ৰিয়। ৮॥

তুমি ভাগ্যগুণে পাঁচটাত অনুৰক্ত আৰু ছটা জয় কৰিছা। প্ৰথমতে দুটা, মাজ-সময়ত দুটা আৰু শেষত দুটা শত্ৰুক তুমি জয় কৰিব পাৰিছা। ৯॥*

---

* পূৰ্ব্ব-জন্মৰ পুণ্য-কৰ্ম্মৰ ফলত সৌভাগ্যক্ৰমে আত্ম-দৰ্শনৰ সাধনভূত শম, দম, উপৰতি, তিতিক্ষা, সমাধি—এই পাঁচটা বিষয়ত অনুৰক্ত হৈ আত্মা আৰু প্ৰাণীৰ স্বভাৱজাত ভোক, পিয়াহ, শোক, মোহ, জৰা, আৰু মৃত্যু—এই ছটাকো ভাগ্যগুণে জয় কৰিছা। এই ছটাৰ ভিতৰত প্ৰথম দুটা প্ৰথম বয়সতে উৎপন্ন হয়, মাজৰ দুটা মাজ বয়সত আৰু শেষৰ দুটা শেষ বয়সত পৰলোকলৈ নিবৰ কাৰণে উৎপন্ন হয়।

তোমাৰ মঙ্গল হওক। মই ধৰ্ম্ম, তোমাক পৰীক্ষা কৰিবৰ কাৰণে তোমাৰ ওচৰলৈ আহিছো। তোমাৰ সমভাৱত মই বৰ সন্তুষ্ট হৈছো। হে অনঘ, তোমাক বৰ দিম। ১০ ॥

হে নিষ্পাপ ৰাজেন্দ্ৰ, বৰ প্ৰাৰ্থনা কৰাঁ। মই তোমাক বৰ দিম। যিবিলাক পুৰুষ মোৰ ভক্ত, সেইবিলাকৰ কেতিয়াও দুৰ্গতি নহয়। ১১ ॥

যুধিষ্ঠিৰে ক'লে, মৃগই মন্থন-দণ্ডেৰে সৈতে যাৰ অৰণি লৈ গৈছিল, সেই ব্ৰাহ্মণৰ অগ্নিহোত্ৰ যাতে লোপ নহয়, এইটোৱেই মোৰ প্ৰথম বৰ হওক। ১২ ॥

যক্ষই ক'লে, হে ৰজা কুন্তীপুত্ৰ, তোমাক পৰীক্ষা কৰাৰ কাৰণে ময়ে মৃগ-ৰূপ ধৰি ব্ৰাহ্মণৰ মন্থন-দণ্ডেৰে সৈতে অৰণি অপহৰণ কৰিছিলো। ১৩ ॥

বৈশম্পায়নে ক'লে, ভগৱান যক্ষই 'দিম' বুলি কৈ ক'লে, তুমি দেৱতাৰ সদৃশ, গতিকে তুমি অন্য বৰ প্ৰাৰ্থনা কৰাঁ, তোমাৰ মঙ্গল হ'ব। ১৪ ॥

যুধিষ্ঠিৰে ক'লে, আমাৰ বাৰ বছৰ বনবাসৰ কাল পাৰ হৈ গ'ল। এতিয়া ত্ৰয়োদশ বছৰত অজ্ঞাত-বাসৰ সময় উপস্থিত হৈছে। এই ত্ৰয়োদশ বছৰত বাস কৰি থকাত কোনো লোকে যেন আমাক কেতিয়াও জানিব নোৱাৰে, এই বৰ দিয়ক। ১৫ ॥

বৈশম্পায়নে ক'লে, ভগৱান ধৰ্ম্মৰাজে 'তোমাক সেই বৰ দিলো' বুলি উত্তৰ দিলে, আৰু পাণ্ডৱ সত্য-বিক্ৰম কুন্তীপুত্ৰক আশ্বাস দি ক'লে, যদি নিজ-ৰূপেও এই পৃথিৱীত পৰিভ্ৰমণ কৰাঁ, হে ভাৰত, তথাপি এই ত্ৰিভুৱনত তোমালোকক কোনেও জানিব নোৱাৰিব। ১৬ ॥

হে কৌৰৱ-নন্দনসকল, মোৰ অনুগ্ৰহত এই ত্ৰয়োদশ বছৰটো কোনেও জানিব নোৱাৰাকৈ তোমালোকে বিৰাট নগৰত গোপনে থাকিব পাৰিবা। ১৮ ॥

তোমালোকে মনেৰে যেয়ে যি ৰূপ লবলৈ সঙ্কল্প কৰিছা, তোমালোক সকলোৱে তেনে ৰূপ ধাৰণ কৰিব পাৰিবা। ১৯ ॥

অৰণিৰে সৈতে এইটো ব্ৰাহ্মণক দিয়াঁগৈ। তোমাক জানিবৰ কাৰণে মৃগ-ৰূপ ধৰি ময়ে এইটো অপহৰণ কৰিছিলো। ২০ ॥

হে সাধু, অন্য আৰু অভীষ্ট বৰ প্ৰাৰ্থনা কৰাঁ। তোমাক মই দিম। হে নৰশ্ৰেষ্ঠ, মই এইখিনি বৰ দিও তৃপ্তি লাভ কৰিব পৰা নাই। ২১ ॥

হে পুত্ৰ, তৃতীয় আৰু এটা অসদৃশ বৰ প্ৰাৰ্থনা কৰাঁ। কাৰণ, তুমি মোৰপৰা জন্ম গ্ৰহণ কৰিছা, আৰু বিদুৰো মোৰ অংশ-সম্ভূত। ২২ ॥

যুধিষ্ঠিৰে ক'লে, সকলো দেৱতাৰ শ্ৰেষ্ঠ, সনাতন আপোনাক মই দেখা পালো। হে পিতা, আপুনি সন্তুষ্ট হৈ মোক যি বৰ দিয়ে মই তাকেই গ্ৰহণ কৰিম। হে প্ৰভু, মই সদায় যেন এই লোভ, মোহ আৰু ক্ৰোধ জয় কৰিব পাৰোঁ, আৰু দান, তপস্যা আৰু সত্যত যেন মোৰ সততে মন থাকে। ২৩-২৪ ॥

ধৰ্ম্মৰাজে ক'লে, হে পাণ্ডৱ, তুমি স্বভাৱতে এইবিলাক গুণেৰে বিভূষিত। তুমি ধৰ্ম্ম; গতিকে তোমাৰ এইবিলাক আৰু হ'ব। ২৫॥

বৈশম্পায়নে ক'লে, লোক-নিয়ন্তা ভগৱান ধৰ্ম্মৰাজ এই বুলি কৈ অন্তৰ্হিত হ'ল। মনস্বী, বীৰ পাণ্ডৱবিলাকো সুখেৰে শুই থাকি উঠাৰ দৰে উঠি লগ লাগি ক্লান্তি-ৰহিত হৈ আশ্ৰমলৈ গ'ল আৰু সেই তপস্বী ব্ৰাহ্মণক মন্থন-দণ্ডেৰে সৈতে অৰণি প্ৰত্যৰ্পণ কৰিলে। ২৬-২৭॥

পিতা-পুত্ৰৰ মিলন-সম্বন্ধীয়, ধৰ্ম্মৰাজৰ সমাগম আৰু ভীম আদিৰ উত্থান, কীৰ্ত্তি-বৰ্দ্ধক এই মহৎ আখ্যান যি শুনে, তেওঁ জিতেন্দ্ৰিয় হয় আৰু পুত্ৰ-পৌত্ৰাদিৰে সৈতে শত বৰ্ষ পৰ্য্যন্ত জীয়াই থাকে। ২৮॥

যিবিলাক মানৱে এই আখ্যান ভালকৈ জানে তেওঁলোকৰ কেতিয়াও অধৰ্ম্মত মতি নহয়, বন্ধু-বিচ্ছেদ নহয়, পৰস্ব-অপহৰণ আৰু পৰস্ত্ৰী-ধৰ্ষণলৈ মন নাযায় আৰু অসৎ কাৰ্য্যত কেতিয়াও মনৰ আসক্তি নজন্মে। ২৯॥

ইতি মহাভাৰতৰ বনপৰ্ব্বৰ অন্তৰ্গত অৰণি-হৰণ-পৰ্ব্বত নকুলাদিৰ জীৱন আৰু যুধিষ্ঠিৰৰ বৰ-লাভ নামৰ চতুৰ্দ্দশাধিক-শতত্ৰয় অধ্যায়। ৩১৪॥

॥ অধ্যায় ৩১৫ ॥

## ॥ অজ্ঞাত-বাসৰ মন্ত্ৰণা ॥

বৈশম্পায়নে ক'লে, সত্যবিক্ৰম, ব্ৰতশীল, মহাত্মা পাণ্ডৱবিলাকে এয়োদশ বছৰত গোপনভাৱে অজ্ঞাত-বাস কৰিবলৈ ইচ্ছুক হৈ ধৰ্ম্মৰাজ যমৰ নিৰ্দ্দেশ অনুসাৰে যিবিলাক ব্ৰত-পৰায়ণ, বিদ্বান, হিতৈষী আৰু ভক্ত, মহাত্মা ঋষি বনবাসত তেওঁ-লোকেৰে সৈতে বাস কৰিছিল, তেওঁলোকৰপৰা আদেশ লবলৈ বুলি ওচৰ চাপি বহিল আৰু হাত যোৰ কৰি ক'লে, ধৃতৰাষ্ট্ৰৰ পুত্ৰবিলাকে ছল কৰি আমাৰ ৰাজ্য অপহৰণ আৰু বহু অন্যায় যে কৰিছে এইটো আপোনালোক সকলোৰে জনা আছে। ১-৪॥

আমি বাৰ বছৰ কাল বৰ কষ্টেৰে বনবাস খাটিলো। এতিয়া অজ্ঞাত-বাসৰ কাল ত্ৰয়োদশ বছৰটো অৱশিষ্ট আছে। গতিকে সেই ত্ৰয়োদশ বছৰটো আমি গোপনভাৱে বাস কৰিম। আপোনালোকে আমাক আদেশ দিয়ক। ৫॥

দুৰাত্মা দুৰ্য্যোধন, কৰ্ণ আৰু শকুনি আপোনালোকৰ চিৰ-শত্ৰু। যদি সিহঁতে কেনেবাকৈ জানিব পাৰে তেতিয়া হ'লে আমাৰ আশ্ৰিত পুৰবাসী আৰু আত্মীয়-

স্বজন আদিৰ বৰ অনিষ্ট কৰিব। সিইতে আমাৰ অনুসন্ধান লোৱাৰ কাৰণে গুপ্তচৰ নিযুক্ত কৰিছে। ৬-৭॥

আমাৰ জানো ব্ৰাহ্মণসকলেৰে সৈতে নিজ নিজ ৰাজ্যত মিলিত হৈ একত্ৰিত হোৱাৰ অৱস্থা ঘূৰি আহিব? ৮॥

পূত-স্বভাৱ, ধৰ্ম্মপুত্ৰ ৰজা যুধিষ্ঠিৰ ইয়াকে কৈ শোক আৰু দুঃখত কাতৰ হৈ চকুলো টুকি টুকি কান্দি কান্দি মূৰ্চ্ছিত হৈ পৰিল। ৯॥

তেতিয়া ভ্ৰাতৃসকলেৰে সৈতে ব্ৰাহ্মণসকলে তেওঁক আশ্বস্ত কৰিলে, আৰু, ঋষি ধৌম্যই ৰজাক অৰ্থপূৰ্ণ কথা ক'বলৈ ধৰিলে, ১০॥

ৰজা, আপুনি বিদ্বান, দান্ত, সত্যবাদী আৰু জিতেন্দ্ৰিয়। এনেকুৱা লোক আপদত কেতিয়াও মুগ্ধ নহয়। ১১॥

শত্ৰু-নিৰ্য্যাতনৰ কাৰণে নানা ঠাইত গোপনে থাকি মহাত্মা দেৱতাসকলো বহু বাৰ বিপদগ্ৰস্ত হৈছিল। ১২॥

চাওক, ইন্দ্ৰ নিষধলৈ গৈ গিৰিপ্ৰস্থৰ আশ্ৰমত গোপনভাৱে থাকি শত্ৰুবিলাকৰ নিধন-কাৰ্য্যত সকলকাম হৈছিল। ১৩॥

সেইদৰে বিষ্ণু অদিতিৰ গৰ্ভত বাস কৰাৰ আগতে হয়গ্ৰীৱ ৰূপ ধাৰণ কৰি অসুৰ সংহাৰ কৰাৰ কাৰণে বহু দিন গোপনভাৱে আছিল। পাছত ব্ৰহ্মৰূপী হবি গোপনভাৱে ব্ৰাহ্মণ-ৰূপে অৱতীৰ্ণ হৈ তিনি বিক্ৰমৰ দ্বাৰায়ে বলিৰ সকলো ৰাজ্য অপহৰণ কৰিছিল, এইটো আপুনি শুনিছে। ১৪-১৬॥

আকৌ, অগ্নিয়ে যে প্ৰচ্ছন্নভাৱে সমুদ্ৰত লুকাই থাকি দেৱতাসকলৰ কাৰ্য্য সাধন কৰিছিল, আপুনি সেইটোও শুনিছে। ১৭॥

হে ধৰ্ম্মজ্ঞ, শত্ৰুৰ নিগ্ৰহৰ কাৰণে হৰিয়ে প্ৰচ্ছন্নভাৱে ইন্দ্ৰৰ বজ্ৰৰ মাজত সোমাই থাকি যি কাৰ্য্য কৰিছিল, আপুনি সেইবিলাক সকলো শুনিছে। ১৮॥

এইদৰে, তেজস্বীসকলৰ প্ৰধান সূৰ্য্যদেৱে গোপনভাৱে পৃথিৱীত সোমাই থাকি সকলো শত্ৰুক সংহাৰ কৰিছিল। ১৯॥

তেনেকৈ, ভয়ানক কৰ্ম্মকাৰী বিষ্ণুৱে দশৰথৰ ঘৰত গোপনভাৱে থাকি যুদ্ধত ৰাৱণক সংহাৰ কৰিছিল। ২০॥

গতিকে, মহাত্মাসকলে সেই সেই ঠাইত গোপনভাৱে লুকাই থাকি যেনেকৈ শত্ৰুক জয় কৰিছিল, আপুনিও তেনেকৈ যুদ্ধত শত্ৰুক জয় কৰিব পাৰিব। ২১॥

ধৰ্ম্মজ্ঞ ৰজা যুধিষ্ঠিৰে ধৌম্যৰ তেনেকুৱা উপদেশপূৰ্ণ কথাৰে আৰু নিজ বিবেকেৰে পৰিতুষ্ট হৈ ছলেৰে শত্ৰুক বধ কৰিবলৈ মন নেমেলিলে। ২২॥

ইয়াৰ পাছত বলীশ্ৰেষ্ঠ, মহাবাহু, বলৱান ভীমসেনে ৰজাৰ আনন্দ বঢ়াই ক'লে, মহাৰাজ, আপোনাকে অপেক্ষা কৰি আৰু ধৰ্ম্মানুগত বিবেকৰ দ্বাৰা অৰ্জ্জুনে কোনো সাহস কৰা নাই, আৰু সেইবোৰ শত্ৰুক ধ্বংস কৰিব পৰা শক্তিমান বিক্ৰমশালী নকুল আৰু সহদেৱকো মই সদায় নিবাৰণ কৰি আছো। ২৩-২৫॥

মহাৰাজ, যি কামত আপুনি আমাক এৰি নিদিয়ে আমি তেনে কাম কেতিয়াও নকৰোঁ। গতিকে আপুনি সেই সকলো সোনকালে কৰক। আমি যে শত্ৰু জয় কৰিম, সি নিশ্চয়। ভীমসেনে এই বুলি কোৱাত ব্ৰাহ্মণসকল বৰ সন্তুষ্ট হ'ল আৰু যুধিষ্ঠিৰ আদিক আশীৰ্ব্বাদ কৰি তেওঁলোকৰপৰা বিদায় লৈ নিজ নিজ ঘৰলৈ যাবৰ উপক্ৰম কৰিলে। ২৬-২৭ ॥

বেদজ্ঞ সেই শ্ৰেষ্ঠ ব্ৰাহ্মণসকল, যতিসকল আৰু ঋষিসকল ভীমসেনৰ উক্ত কথা শুনি বৰ সন্তুষ্ট হ'ল আৰু যুধিষ্ঠিৰ আদি পাণ্ডৱবিলাকক আশীৰ্ব্বাদ দি পুনঃ দৰ্শন লাভৰ আকাঙ্ক্ষা কৰি যথাযথভাৱে তেওঁলোকৰপৰা বিদায় লৈ নিজ নিজ ঠাইলৈ যাবৰ বাবে খোজ ল'লে। ২৮ ॥

সেইদৰে বীৰ পঞ্চ-পাণ্ডৱো উঠিল আৰু পুৰোহিত ধৌম্যক আগত লৈ দ্ৰৌপদীৰে সৈতে যাবলৈ ওলাল। ২৯ ॥

নানা শাস্ত্ৰত অভিজ্ঞ, মন্ত্ৰবিশাৰদ আৰু সন্ধি-বিগ্ৰহ আদিৰ সময় সম্বন্ধে অভিজ্ঞ, মানৱশ্ৰেষ্ঠ সেই সকলো পাণ্ডৱ কাইলৈৰপৰা গোপন অজ্ঞাতবাস কৰিবৰ বাবে মন্ত্ৰণা কৰিবলৈ বুলি সেই ঠাইৰপৰা এক ক্ৰোশ দূৰলৈ গৈ এঠাইত বহিল। ৩০ ॥

ইতি মহাভাৰতৰ বনপৰ্ব্বৰ অন্তৰ্গত অৰণি হৰণ-পৰ্ব্বত অজ্ঞাতবাসৰ মন্ত্ৰণা নামৰ পঞ্চদশাধিক-শতত্ৰয় অধ্যায়। ৩১৫ ॥

## ॥ বনপৰ্ব্ব সমাপ্ত ॥